ক্ৰান্তিকাল গ্ৰন্থমালাৰ তৃতীয় নিবেদন —

অনুৰাধা শৰ্মা পূজাৰীৰ

# ৰচনা সমগ্ৰ

প্ৰথম খণ্ড





ক্ৰান্তিকাল প্ৰকাশন

নগাঁও - ১

anuradha sarma pujarir

**rachana samagra**

prathám khanda

a collection of selected novels, short stories and articles of anuradha sarma pujari compiled by arindom borkotoki, published by kailash kumar rajkhowa, krantikaal prakashan, m. g. road, nagaon, assam.

1st edition 2007. price : 550/ only

**অনুৰাধা শৰ্মা পূজাৰীৰ**

**ৰচনা সমগ্ৰ**

**প্ৰথম খণ্ড**

প্ৰকাশক কৈলাস কুমাৰ ৰাজখোৱা

ক্ৰান্তিকাল প্ৰকাশন, এম-জি ৰোড, নগাঁও- ১

সংকলন আৰু প্ৰকাশক

প্ৰচ্ছদ মনোজ ৰাজকুমাৰ।। [illegible] পল্লৱী, প্ৰত্যূষ

অলংকৰণ হেমন্ত কুমাৰ বৰা।। অক্ষৰ বিন্যাস যতীন, মমিতা, কমৰুল

মুদ্ৰণ অজন্তা প্ৰেছ, হয়বৰগাঁও, নগাঁও- ২।। দাম ৫৫০.০০ টকা

প্ৰচ্ছদ-চিত্ৰৰ বাবে পদ্ম সিংহ, সুব্ৰত চৌধুৰী আৰু তপোন চট্টোপাধ্যায়ৰ প্ৰতি কৃতজ্ঞ



ক্ৰান্তিকাল প্ৰকাশন ঃ নগাঁও - ১

marketing in assam rajib borah (b.m), 'orient' sibsagar branch.

# সূচী

**ডায়েৰি**

**১৩ - ৪৩**







**অট'গ্ৰাফ**

**৪৯ - ১০০**





## গল্প

১০৫ - ২৬৫





## উপন্যাস

২৭৫ - ৪১৯

# অন্তৰালৰ কথা.....

এসময়ত (১৯৯২-৯৬) কিছুমান কাম কৰিছিলোঁ চখত। এই চখৰপৰা অহা অৰ্থ-কড়িৰ লোভে মোক চখটোৰ প্ৰতি আগ্ৰহী কৰি পেলালে। কামটো আছিল বিজ্ঞাপন কʼম্পেনীৰ Product সমূহক লৈ বিক্ৰীৰ বাবে গ্ৰাহকক প্ৰলুব্ধ কৰিব পৰাকৈ বাক্য লেখা। বিজ্ঞাপন কʼম্পেনীত এনে মানুহক কপিৰাইটাৰ বোলে। এবাৰ এটা বিখ্যাত প্ৰসাধন কʼম্পেনীৰ বিষয়া এজনে সুধি পেলাইছিল — 'তুমি হয় কবি; নহয় গল্পকাৰ, নহʼলে তৎক্ষণাত ইমান সুন্দৰ শব্দ, বাক্য সৃষ্টি কৰা কেনেকৈ? কোৱা, তুমি কʼত কʼত কবিতা লেখা?' মই জীৱনত প্ৰথমবাৰৰ বাবে হতবাক হৈছিলোঁ। মনৰ গোপন কোণৰপৰা কোনোবাই বিষণ্ণভাৱে হুমুনিয়াহ কাঢ়ি কৈছিল — 'সঁচাকৈয়ে যদি তই গল্প বা কবিতা লেখিব পাৰিলিহেঁতেন!' মই হাঁহি হাঁহি মানুহজনক কৈছিলোঁ — 'আপোনাৰ নতুন প্ৰডাক্টৰ বাবে এটা চাৰিশাৰীৰ কবিতা লেখি আৰম্ভ কৰিম মোৰ কবি-জীৱন'। তেওঁ মোক কʼলে — 'এতিয়া তুমি প্ৰতি শব্দৰ বাবে পঁচিছ টকাহে লৈছা — কবিতা লেখি দিলে এটা শব্দত এশ টকা দিম — কিন্তু মানুহৰ মুখে মুখে হʼব লাগিব দেই'। কলকাতাত চখতে এই কামবোৰ আৰম্ভ কৰি বেছিকৈ বান্ধ খাই পৰিছিলোঁ। শব্দ বেচি ধন পাইছিলোঁ। সেই সময়ত কাকত-আলোচনীত গল্প-প্ৰবন্ধ লেখি লেখকে অসমত কিমান ধন পাই নাজানিছিলোঁ। কিন্তু মই শব্দ আৰু বাক্য সৃষ্টি কৰি বিক্ৰী কৰাৰ বাবে চাৰি-পাঁচশাৰী বাক্যতে কেবা হাজাৰ টকা পাইছিলোঁ। বহু ইংৰাজী, হিন্দী, বাংলা বিজ্ঞাপন অসমীয়ালৈ অনুবাদ কৰিও ভাল উপাৰ্জন কৰিছিলোঁ। ৰাষ্ট্ৰীয় চৰকাৰী চিনেমাবোৰো অসমীয়ালৈ তৰ্জমা কৰিছিলোঁ। এই উপাৰ্জনৰ টকাৰে প্ৰচুৰ কিতাপ কিনিছিলোঁ কলকাতা বই মেলা, কলেজ ষ্ট্ৰীটত আৰু পাৰ্ক ষ্ট্ৰীটৰ ছেকেণ্ড-হেণ্ড কিতাপ বিক্ৰীৰ ষ্টলবোৰত। কিতাপৰ বিষয় নাই। চিত্ৰকলা, উপন্যাস, কবিতা, সংগীত, গল্প সকলো বিষয়ৰ কিতাপ কিনো। সেই সময়ত মই 'বিৰলা লিবাৰেল আৰ্টছ এণ্ড মেনেজমেণ্ট ছায়েন্স'ৰ জাৰ্নেলিজমৰ ছাত্ৰীও আছিলোঁ। স্নাতকোত্তৰ হৈছিলোঁ সমাজশাস্ত্ৰত। গতিকে সমাজশাস্ত্ৰ আৰু জাৰ্নেলিজমৰ কিতাপৰ সংগ্ৰহো কৰিছিলোঁ। এই কিতাপবোৰ সকলো যে মই পঢ়িছোঁ এনে নহয়। এতিয়াও এনে বহু কিতাপ আছে, যিখনৰ মই পাত এটাকে লুটিওৱা নাই। অথচ কোনোবা কাল্পনিক জিৰণি সময়ত কিতাপখন পঢ়িম বুলি সদায় ভাবি আছোঁ। কলকাতাৰ 'একাডেমী অব্ ফাইন আৰ্টছ'ৰ বিল্ডিঙত থকা 'কমাৰ্চিয়েল আৰ্ট এণ্ড গ্ৰাফিক্‌ছ ডিজাইনিং পাঠ্যক্ৰম শিকি সেই অনুষ্ঠানতেই মই শিক্ষয়িত্ৰী হৈছিলোঁ। এই অনুষ্ঠানত থাকোঁতেই এটা নতুন বস্ত্ৰ কʼম্পেনীৰ টি-ছাৰ্টৰ ডিজাইনৰ অৰ্ডাৰ পাইছিলোঁ। সেই সময়ত জনাথʼন লিভিংষ্টʼনৰ 'চিগাল'খন দ্বিতীয়বাৰৰ বাবে পঢ়ি আছিলোঁ। সেয়ে টি-ছাৰ্টৰ বুকুৰ বাওঁফালে এটা পাখি মেলা চিগাল আঁকি তলত লেখিলোঁ 'Fly high', এই ডিজাইনত মোক মোৰ দুজন ছাত্ৰই সহায় কৰিছিল। কʼম্পেনীটোৰ পছন্দ হʼল ডিজাইনটো। কিনি লʼলে। মই জনাথʼন লিভিংষ্টʼনৰ 'Concept' পুনৰ বিক্ৰী কৰিলোঁ। ভাল দাম দিলে। কেইমাহমান পিছতে হঠাতে অʼত-তʼত পুৰুষৰ গাত দেখিলোঁ মই ডিজাইন কৰা 'Fly high' — মোৰ সৃষ্টি বুলি স্বীকৃতি নাথাকিলেও, মই আনন্দত পুলকিত হৈছিলোঁ। এই বিজ্ঞাপনৰ পৃথিৱীত অভিজ্ঞতা কিছু হৈছিল, কিন্তু তেতিয়াও অন্তৰত জাগি উঠা নাছিল এটা গল্প বা কবিতা লেখাৰ হাবিয়াস।

১৯৯৩ চনৰ ফেব্ৰুৱাৰী মাহত প্ৰথম আৰম্ভ কৰিলোঁ সু-সাহিত্যিক, সাংবাদিক হোমেন বৰগোহাঞিৰ তাগিদাত 'কলিকতাৰ চিঠি', অসমবাণীত। তাৰপিছত উপন্যাস, 'হৃদয় এক বিজ্ঞাপন'। এই কিতাপখনৰ বিষয়ে 'সাতসৰী'ৰ সম্পাদকীয়ত বৰগোহাঞিয়ে লেখিছে। মোৰ দ্বাৰা উপন্যাস লেখা সম্ভৱ নহয় বুলি টেলিফোনত মই কান্দি-কাটি হুলস্থুল কৰা সময়তো, বৰগোহাঞিয়ে কৈছিল — 'তুমি নতুন বিষয়ৰ উপন্যাস লেখিব পাৰিবা বাবেহে মই কৈছোঁ, কাৰণ 'কলিকতাৰ চিঠি'ৰ কলামত পোৱা কথা আৰু চৰিত্ৰবোৰে মোক আৰু পাঠকক মুগ্ধ কৰিছে'। হৃদয় এক বিজ্ঞাপন উপন্যাসখন তেনেকৈয়ে সৃষ্টি হʼল। বিহু সংখ্যাৰ 'অসমবাণী'ত প্ৰকাশ পোৱাৰ পিছতে ষ্টুডেণ্টচ ষ্টʼৰচৰ স্বত্বাধিকাৰে এই উপন্যাসখন আগ্ৰহেৰে প্ৰকাশ কৰিলে। মোৰ যে এখন গ্ৰন্থ প্ৰকাশ হʼব পাৰে, সেয়া কল্পনাৰো আগোচৰ আছিল, কাৰণ মোৰ কেতিয়াও লেখক হোৱাৰ স্বপ্ন নাছিল। হোমেন বৰগোহাঞিক লেখা দিবলৈ লেখক সদা অত্যুৎসাহী, কিন্তু মোৰ ক্ষেত্ৰত সম্পূৰ্ণ ওলোটা ঘটনা হৈছিল। মই মোৰ লেখা বৰগোহাঞিৰ তাগিদাত পঠিয়াই হীনমন্যতাত ভুগিছিলোঁ — মোৰ ভাব হৈছিল, অসমৰ পাঠকে নিশ্চয় গম পাই গৈছে মোৰ ভাবা, চিন্তা আৰু জ্ঞানৰ তৰলতা। মই মোৰ লেখা কলকাতাত থকা বাবে প্ৰায়ে পঢ়িবলৈ নাপাইছিলোঁ। সেয়ে মন মনে সকাহ পাইছিলোঁ, হওক তেওঁ, কলকাতাত কোনেও গম পোৱা নাই মই যে কিবা লিখিছোঁ। দুই-এজনে কলকাতাত লগ পালে কয় — অ' আপুনিয়েই! পঢ়ি আছোঁ নহয় অসমবাণীত আপোনাৰ লেখা! তৎক্ষণাতে সেই মানুহজনৰ কাষত মোৰ হীনমন্যতা আৰম্ভ হৈ যায়।

১৯৯৭ বৰ্ষৰা অসমত থাকিবলৈ ল'লোঁ। 'আমাৰ অসম' কাকতখনত জ্যেষ্ঠ সাংবাদিকৰ পদ এটাত হোমেন বৰগোহাঞিৰ ইচ্ছাতে যোগদান কৰিলোঁ। মই নিজেও অসমলৈ আহি কি কৰিম উৱাদিহ নাপাই, তেখেতৰ কাকততে কাম কৰাৰ ইচ্ছা প্ৰকাশ কৰিছিলোঁ। ইতিমধ্যে 'জাৰ্নেলিজম'ৰ পাঠ্যক্ৰম শেষ কৰি ধীৰেন্দ্ৰনাথ চক্ৰবৰ্তী আৰু মনোজ কুমাৰ গোস্বামীৰ নেতৃত্বত গঢ় লোৱা ভাল বাতৰি কাকত 'আজিৰ বাতৰি'ত ধাৰাবাহিকভাৱে লেখিছিলোঁ, কলকাতাস্থ নিজা বাতৰি দিওঁতা হৈ। 'আমাৰ অসম'ত মোৰ দুজন সম্পাদকৰ সৈতে চিনাকি থকা বাবে সকাহ পাইছিলোঁ। তেওঁলোক — হোমেন বৰগোহাঞি আৰু মনোজ কুমাৰ গোস্বামী। 'সাংবাদিকতা' মোৰ নিচা আছিল। সমাজশাস্ত্ৰ বিষয়ত অধ্যাপনা কৰিব পৰাকৈ মোৰ নম্বৰ থকা সত্ত্বেও, মই উত্তৰ লখিমপুৰৰ স্থানীয় কাকত এখনতে সাংবাদিকতাৰ কাম শিকিছিলোঁ এসময়ত। তিনি-চাৰিটা ভাল দৰমহা পোৱা চাকৰি ইতিমধ্যে নানা কাৰণত ত্যাগ কৰিছিলোঁ। 'সাংবাদিকতা' বিষয়টোৰ প্ৰতি মোৰ নিচা হৈছিল বুলি এইবাবেই কৈছোঁ, কাৰণ 'আমাৰ অসম'ত অতি নগণ্য দৰমহাত মই কাম কৰি ভাল পাইছিলোঁ। অথচ তাত কাম কৰাৰ আগেয়ে, স্বাধীনভাৱে কলকাতাত 'আমাৰ অসম' কাকততকৈ চাৰিগুণ উপাৰ্জন কৰিছিলোঁ। ইয়াৰ বাবে মোৰ খেদ নাছিল। কাকতখনৰ কামত মই অক্লান্তভাৱে শ্ৰম কৰি আনন্দ পাইছিলোঁ। এই কাকততে 'ডায়েৰি' শীৰ্ষক কলাম এটা আৰম্ভ কৰিলোঁ সম্পাদকৰ আদেশমতেই। ঠিক এইখিনিৰপৰাই মোৰ লেখক জীৱন আৰম্ভ হ'ল বুলি মই ভাবোঁ। পাঠকৰ স্নেহ আৰু আদৰে মোৰ আত্ম-বিশ্বাস বঢ়ালে। প্ৰকাশকৰ আগ্ৰহ আৰু ব্যৱসায়িক সততাই দিয়া বিশ্বাসেও মোক লেখিবলৈ উৎসাহ দিলে। মাত্ৰ তিনিবছৰহে 'আমাৰ অসম' কাকতত থাকিলোঁ। অগ্ৰণী বাতৰি প্ৰতিষ্ঠান সাদিন গোষ্ঠীয়ে 'সাদিন' কাকতৰ বাবে আমন্ত্ৰণ দিলে। মোৰ শিক্ষা আৰু অভিজ্ঞতাই গঢ়ি দিয়া আত্ম-বিশ্বাস লৈয়েই এই কাকত গোষ্ঠীত মই কাম কৰিবলৈ আহোঁ। মোৰ জীৱনৰ সৈতে শব্দ আৰু ছপাশালৰ ইমান সংগোপন নিবিড় সম্পৰ্ক কেতিয়াৰপৰা ঘটিছিল সেয়া ভাবি আজিও বিস্ময় মানো। হয়তো ১৯৮৯ চনতে লখিমপুৰৰ 'নতুন বাতৰি' নামৰ ক্ষুদ্ৰ কাকতখনৰ ছপাশালৰ সৈতে মোৰ জীৱনৰ সংযোগো ঘটিছিল। কলকাতাত সেয়ে সাংবাদিকতাৰ পাঠ্যক্ৰমত ভৰ্তি হৈছিলোঁ। মোৰ সৰু দাদা বিকাশ শৰ্মাই সেই সময়ত কৈছিল — 'তই নিজেই নিজক চিনা নাই, সাংবাদিকতা তই ভাল পাব, তোৰ দৰে সংবেদনশীল ছোৱালীজনীয়ে য'তে-ত'তে যিকোনো কাম কৰিব নোৱাৰ'। এতিয়াও মই ছপাশালৰ ঘৰ ঘৰ্ শব্দৰ প্ৰেমত বন্দী। সেইবাবেই সাংবাদিকতাৰ তিতা-কেঁহা-মিঠা অভিজ্ঞতাৰ ৰসত ডুব গৈ বাৰে বাৰে শব্দৰ সন্ধানত আত্ম-বিভোৰ হওঁ। মই কি কি লেখিছোঁ, এইবোৰ লেখাৰ কি মূল্যায়ন হ'ব সেই বিষয়ে এদিনো মই চিন্তা কৰা নাই। কবি নৱকান্ত বৰুৱাই আশিস দি এদিন কৈছিল -- 'তুমি মধুকৰী বৃত্তিত আছা। সকলো ফুলৰ মৌ আহৰণ কৰাটো তোমাৰ কাম। তোমাৰ কাম মৌ-সংগ্ৰহ কৰা আৰু মৌ ৰসৰ চাকখন সজা — ইয়াতকৈ বেছি নাভাবিবা'। কথাষাৰ মনত ৰৈ গৈছিল। মই কিতাপ পঢ়ি ভাল পাওঁ, ফুল-শাক-পাচলিৰ খেতি কৰি ভাল পাওঁ, সংগীত ভাল পাওঁ, জীৱ-জন্তু পুহি ভাল পাওঁ, ছবি আঁকি ভাল পাওঁ, ছবি চাই ভাল পাওঁ, চিনেমা চাই আৰু চিনেমাৰ বিষয়ে পঢ়ি ভাল পাওঁ।

এইবোৰ কেৱল মোৰ ভালপোৱা বিষয়েই নহয়, এই বিষয়বোৰক জানিবলৈ মই সদা আগ্ৰহী। ৰন্ধা-বঢ়া কৰি, ঘৰ-দুৱাৰ সজাইয়ো ভাল পাওঁ। এই বিষয়বোৰৰ বিষয়ে কিতাপ কিনি পঢ়োঁ। সকলো বিষয় ভাল পালে খৰচি মাৰি জনাটোহে মই পছন্দ কৰোঁ। এই বিষয়বোৰৰ প্ৰতি থকা আগ্ৰহেও দিছে অভিজ্ঞতা। যদিও কলাত্মক কথাবোৰে সোনকালে মোক আকৰ্ষণ কৰে, ইয়াৰ বিপৰীত বিষয়বোৰেও মোক আকৰ্ষণ কৰে। বিজ্ঞানৰ প্ৰতি মই বৰ আসক্ত। এজন বিজ্ঞানী হ'ব নোৱাৰাৰ দুখে মোক সদায় কষ্ট দিয়ে। ডিটেক্টিভ কাহিনী, চলচ্চিত্ৰ চাই ৰোমাঞ্চিত হওঁ। মই মাছ এটা মৰাও চাব নোৱাৰোঁ, কিন্তু লোমহৰ্ষক হত্যা-ৰহস্যৰ ইংৰাজী বহু কিতাপ মোৰ সংগ্ৰহত আছে। এনে চিনেমা-ছিৰিয়েল চাই ভাল পাওঁ। আজৰি সময় আটাইতকৈ উপভোগ কৰোঁ 'টম এণ্ড জেৰী' নামৰ কাৰ্টুন চিত্ৰখন। বহু স্ব-বিৰোধী চিন্তা আৰু স্বভাৱেৰে মোৰ চৰিত্ৰ গঢ় লৈছে বুলি মোৰ সহনশীল স্বামীয়ে কয়। এজন স্বামীয়েই বোধহয় পত্নীৰ স্বভাৱৰ প্ৰকৃত ব্যাখ্যা দিব পাৰে। মই মোৰ স্বামীৰ কৰ্মক্ষেত্ৰৰ মাজেৰে জীৱনৰ বহু আপুৰুগীয়া অভিজ্ঞতা লাভ কৰি লেখাৰ সমল পাইছোঁ। সেইবাবেই মই গভীৰ প্ৰত্যয়েৰে ক'ব পাৰোঁ যে, অভিজ্ঞতা থাকিলে যিকোনো মানুহ লেখক হ'ব পাৰে। নিজক প্ৰকাশ কৰাৰ মাধ্যম যদি শুদ্ধ হয়, তেন্তে এই মাধ্যমৰ সহায়েৰে মানুহ আৰু সমাজৰ সৈতে অন্তৰংগ হ'ব পাৰি। মোৰ লেখক হোৱাৰ যিদৰে স্বপ্ন নাছিল, লেখাৰ মূল্যায়ন হ'ব বুলিও কোনো স্বপ্ন নাই। লেখাৰ মাজেৰে নিজৰ সৈতে আৰু পাঠকৰ সৈতে সময় কটাই ভাল পাওঁ, সেয়ে লেখোঁ। এই সংকলনখন প্ৰকাশক কৈলাস কুমাৰ ৰাজখোৱাৰ ইচ্ছাত প্ৰকাশ হৈছে। মোৰ তেওঁলোকৰ প্ৰতিও সেয়ে এটা প্ৰশ্ন জাগ্ৰত হৈছে — কিয় প্ৰকাশ কৰাৰ কথা চিন্তা কৰিলে এই সংকলনখন?

অনুৰাধা শৰ্মা পুজাৰী

# অনুৰাধা-সাহিত্য

মধ্যবিত্তৰ জীৱন চৰ্যাক লৈ সাহিত্য সৃষ্টি অসমীয়া ভাষাত হৈছে যদিও এই জীৱনৰ জটিলতাক সাহিত্যৰ মাধ্যমত ধৰি ৰখাৰ প্ৰতি আমাৰ লেখকসকলে প্ৰয়োজনীয় আগ্ৰহ দেখুওৱা চকুত নপৰে। সপোন সমস্যাৰে জুখি চাবলৈ নিশিকাৰ বাবে আমি সদায় ক্ৰেতা হৈয়েই ৰৈছোঁ, উপভোক্তা হ'ব পৰা নাই। গতিকে পাঠকেও মধ্যবিত্তীয় চেতনাৰ সপোনৰ মাজত নিজৰ অস্তিত্ব উন্মোচনৰ প্ৰতিয়েই অধিক আগ্ৰহ দেখুৱাই থাকে। দ্বিতীয়তে অসমীয়া ভাষাত ৰচিত হোৱা প্ৰায়ভাগ সাহিত্য কৰ্মই পাঠকে বাস কৰা পৰিৱেশৰ কথা মনত ৰাখি ৰচনা কৰা নহয়। গতিকে প্ৰায়ভাগ অসমীয়া সাহিত্যৰে এটা Performing চৰিত্ৰ নাথাকে। ই হৈ পৰে কবিতাৰ দৰে সুন্দৰ, কিন্তু নাটকৰ দৰে জটিল নহয়। সেয়েহে অসমীয়া সাহিত্যত যি সুন্দৰভাৱে গ্ৰাম্য জীৱনটো উন্মোচন হয়, নগৰীয়া জীৱনটো নহয়। কিন্তু নগৰীকৰণ এক অৱধাৰিত ঘটনা। নগৰৰ জনসংখ্যা তড়িৎ গতিত বাঢ়ি আহিছে। গ্ৰাম্য অঞ্চলত বাস কৰা লোকসকলৰ সপোন আৰু আশা-আকাংখাৰ ছবিখনো নগৰীয়া সা-সুবিধাৰ সম্ভাৱনাই নিয়ন্ত্ৰণ কৰিবলৈ লৈছে। ওঠৰ শতিকাত নগৰীয়া জনসংখ্যা আছিল ৩%, আজি ২০০৭ চনত ই হৈ পৰিছে ৫১%। মানুহ চহৰমুখী হোৱাৰ এই স্বাভাৱিক প্ৰৱণতা আৰু তাৰ ফলত পৰিৱৰ্তন হোৱা সামাজিক কাঠামোত ভদৰী বা তগৰ দৰে চৰিত্ৰ বিচাৰি ফুৰিলে আমি বাস কৰা পৃথিৱীখনৰ বাস্তৱ পৰিচয়টোৰপৰা আঁতৰি অহা হ'ব। যিহেতু আজি ৰাজনীতি আৰু অৰ্থনীতিয়েই আমাৰ প্ৰতিটো খোজৰ নিয়ন্ত্ৰক সেয়েহে সমাজৰ দলিত আৰু ভূমি সংলগ্ন লোকসকলৰ আবেগ-অস্তিত্ব-অধিকাৰৰ ক্ষেত্ৰত আমাৰ সাহিত্যই সুৰক্ষাদায়ী ভূমিকা লোৱাৰ লগে লগে নগৰীকৰণে সৃষ্টি কৰা সমাজৰ গৰিষ্ঠসংখ্যক লোকৰ মানসিক সংঘাত আৰু চৰিত্ৰ পৰিৱৰ্তনৰ কাৰণো বিচাৰ কৰি চাব পাৰিব লাগিব। অসমীয়া সমাজ জীৱনত নগৰীকৰণ প্ৰক্ৰিয়াটো পলমকৈ আৰম্ভ হোৱাৰ বাবেই হয়তো আধুনিক হোৱাৰ দুটা প্ৰয়োজনীয় উপাদান সমস্যা আৰু জটিলতাৰো আমি পলমকৈ মুখামুখি হ'লোঁ। এনে এক প্ৰেক্ষাপটে জন্ম দিয়া সংৰক্ষণবাদী মানসিকতাই আমাৰ সাহিত্যৰ বিষয়বস্তুকো এটা বিশেষ গণ্ডীত আবদ্ধ ৰখাত গুৰুত্ব দি মহৎ জীৱনৰ সন্ধানতহে মনোনিবেশ কৰি থাকিল।

ইয়াৰ বিপৰীতে নব্বৈৰ দশকৰ আৰম্ভণিৰপৰা অনুৰাধা শৰ্মা পূজাৰীয়ে সম্পূৰ্ণ নিজস্ব শৈলীৰে আমি বাস কৰা পৃথিৱীখনৰ বাস্তৱ চৰিত্ৰ উন্মোচনৰ মাধ্যমেৰে সাহিত্য ৰচনাত মনোনিবেশ কৰিছিল। গোলকীকৰণ আৰু মুক্ত অৰ্থনীতিৰ আগ্ৰাসানে এই সময়ছোৱাক কৰি তুলিছিল আমাৰ চিনাকি তাহানিৰ অসমীয়া সমাজখনতকৈ পৃথক। সমাজত নতুনকৈ উত্থান ঘটিছিল এক নতুন উচ্চ মধ্যবিত্ত শ্ৰেণীৰ যি শ্ৰেণীটোৱেই আমাৰ জাতীয় আৰু সাংস্কৃতিক জীৱনটোৰ নেতৃত্বৰ ক্ষেত্ৰতো গুৰুত্বপূৰ্ণ ভূমিকা ল'বলৈ আৰম্ভ কৰিছিল। এইদৰে বিভিন্ন পৰিচয় গঢ় লৈ উঠিছিল আমাৰ অস্তিত্বৰ। এই জটিলতাক সাহিত্যৰ মাধ্যমত ধৰি ৰখাৰ ক্ষেত্ৰত যিগৰাকী লেখিকাই গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল তেখেতেই হৈছে অনুৰাধা শৰ্মা পূজাৰী।

'অনুৰাধা শৰ্মা পূজাৰীৰ ৰচনা সমগ্ৰ'ৰ পাতনি নালাগে। পাঠেই অনুৰাধাৰ সাহিত্যৰ পাতনি। হোমেন বৰগোহাঞিৰ পিছত নিসংকোচে এনে মন্তব্য এইগৰাকী লেখকৰ ক্ষেত্ৰতেই কৰিব পাৰি। আমাৰ অসমৰ পাতত ডায়েৰি লিখাৰ মাধ্যমেৰে তেখেতে সাহিত্যৰ জগতখনত প্ৰৱেশ কৰিছিল। ডায়েৰি লিখোঁতে আহি পৰা নিবিড় আন্তৰিকতা তেখেতৰ পৰৱৰ্তী সময়ৰ গল্প-উপন্যাসসমূহতো থাকি গ'ল। অসমীয়া পাঠকৰ এটা নতুন উপলব্ধি হ'ল যে এয়া কেৱল লেখকৰ সৃষ্টি নহয়, এই চৰিত্ৰবোৰ কিছুমান তেজ-মঙহৰ জীৱন্ত চৰিত্ৰ, যিবোৰ আমাৰ দৈনন্দিন প্ৰাত্যাহিকতাত গতিশীল হৈ থাকি এই সাধাৰণ চৰিত্ৰবোৰেই আমাৰ অস্তিত্বৰ অৰ্থ নিৰ্ধাৰণ কৰি আহিছে। তীব্ৰ অনুভূতিসম্পন্ন এইগৰাকী লেখকৰ লেখনিয়ে আজিৰ যান্ত্ৰিক জটিলতাৰ সময়ত মানুহক নিজৰ মাজতেই আৱিষ্কাৰ কৰাৰ সুবিধা দিয়ে প্ৰেম-মানৱীয়তা অন্তৰংগতাৰ জীৱনবোধ। অনুৰাধা শৰ্মা পূজাৰীৰ সাহিত্য কৰ্মৰো জনপ্ৰিয়তাৰ কাৰণ হৈছে সংঘাত আৰু সংশয়ৰ দোমোজাত বাস কৰা আধুনিক মানুহে এইগৰাকী লেখকৰ লেখনিত আত্ম-আৱিষ্কাৰৰ সুবিধা পোৱাটো আৰু মানুহৰ ওপৰত বিশ্বাস হেৰুওৱাটোও যে পাপ — সেই পুৰণি সত্য তেখেতৰ লিখনিয়ে পুনৰবাৰ মানৱ মনত বিশ্বাসযোগ্যভাৱে দোহৰাই থাকিব পৰাটো। ক্ৰান্তিকাল গ্ৰন্থমালাৰ তৰফৰপৰা এইবছৰ এইগৰাকী লেখকৰ ৰচনা সমগ্ৰৰ প্ৰথম খণ্ড প্ৰকাশ কৰিবলৈ পাই আমি আনন্দিত হৈছোঁ।

**অৰিন্দম বৰকটকী**




অনুৰাধা শৰ্মা পূজাৰীৰ
ডায়েৰি

প্ৰকাশক
শ্ৰীইলা শৰ্মা
জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী-১

প্ৰথম প্ৰকাশ : জানুৱাৰি, ২০০১
চতুৰ্থ প্ৰকাশ : ২০০৫



প্ৰচ্ছদ
পদ্ম সিংহ

# শেষ পাঠ

চাৰ্লছ ডিকেন্সৰ 'অলিভাৰ টুইষ্ট' আৰু 'ডেভিদ কপাৰফিল্ড' পঢ়াৰ পিছত অনুশাসন নোহোৱা আৰু কিছু পৰিমাণে সৰু-সুৰা অপৰাধৰ সৈতে জড়িত ল'ৰা-ছোৱালী দেখিলেই ভাব হৈছিল — ল'ৰাটোৰ মাক আছে বা নাই, নতুবা পিতৃয়ে কিজানি বেলেগ মাক বিয়া কৰাই আনিছে..... মাহীমাকে উভতি নাচায় সেয়ে, ঘৰৰ শিশুটোৱে ক'ত কি খাইছে, কাৰ ঘৰৰ পকা লিচুৰ ডালত বাদুলি ওলোমা দি আছে চাবলৈ আহৰি নাই। এটা সময়ত এই কল্পনা-বিলাসৰ দৃষ্টিৰেই ৰাস্তাই-ঘাটে ঘূৰি ফুৰা বহু ল'ৰা-ছোৱালীক অনুকম্পাৰে, সহানুভূতিৰে চাবলৈ আৰম্ভ কৰি দিছিলোঁ। ইয়াৰ ফল বেছিভাগেই বেয়া হৈছিল। কাৰণ সেই ল'ৰা-ছোৱালীবোৰৰ কোনোটোৱেই 'অলিভাৰ' বা 'ডেভিদ' নাছিল। সেই ল'ৰা-ছোৱালীবোৰ দুখীয়াও নাছিল বা পিতৃ-মাতৃহীনো নাছিল। বৰঞ্চ সিহঁতবোৰ আছিল মোতকৈও শতগুণে স্বাধীন, বন্ধনমুক্ত, ওচৰৰ গাঁৱৰ ল'ৰা-ছোৱালী। চহৰৰ ল'ৰা-ছোৱালীৰ দৰে ভীৰু, আত্ম-বিশ্বাসহীন, কথাইপতি পিতৃ-মাতৃৰ ওচৰত নিৰ্ভৰশীল নাছিল সিহঁত। সেয়ে বিনাদ্বিধাই স্কুলৰপৰা উভতি যাওঁতে ফলি-পুথি সদৰ ৰাস্তাৰ খালৰ পাৰত থৈ পিন্‌পিনাই ফুৰিছিল ভৰ-দুপৰীয়া অচিনাকি গৃহস্থৰ ঘৰৰ ফল-মূলৰ বাৰীত। খেদি আহিলে ভয় কৰাতো দূৰৈৰ কথা, কিৰিলি পাৰি মলুৱা বান্দৰৰ দৰে লোহাৰ গেট পাৰ হৈ ৰাস্তাৰ কাষত থোৱা ফলি-পুথি লৈ ভিৰাই লৰ মাৰিছিল। যাওঁতে গৃহস্থলৈ কোনোবাই উভতি চাই জিভা উলিয়াই সিএৰি থৈ গৈছিল নতুবা পিন্ধি থকা হাফপেণ্টটো অক'মান তললৈ খহাই দেখুৱাই থৈ গৈছিল। এই নিৰ্দোষ দুষ্টালি কৰা ল'ৰা-ছোৱালীবোৰৰ দুঃসাহস আৰু বেপৰোৱা চাল-চলন দেখি 'ডেভিদ' বা 'অলিভাৰ'ৰ চৰিত্ৰ কল্পনা কৰি জাগি উঠা মোৰ সহানুভূতিবোৰ শেষ হৈছিল। ইয়াৰ পিছত দুটা দশক পাৰ হৈ গৈছিল।

কলেজত, তাৰপিছত বিশ্ববিদ্যালয়ত, এনে কিছুমান বন্ধু-বান্ধৱীৰ সংস্পৰ্শলৈ আহিবলৈ আৰম্ভ কৰিছিলোঁ, যাৰ সৈতে বন্ধুত্ব কৰি সন্ধান পাইছিলোঁ অন্য এখন ৰহস্যময় জগতৰ। এনে দুই-চাৰিগৰাকী সহপাঠী আছিল, যি সংকোচবিহীনভাৱে আমাক তেওঁলোকৰ যৌন-জীৱনৰ মাদকতাৰ কথা বৰ্ণাইছিল। তেওঁলোকৰ পিতৃ-মাতৃসকল সমাজৰ লেখত ল'বলগীয়া গণ্য-মান্য ব্যক্তি আছিল আৰু সেই বাবেই কন্যাসকলকো সৰ্বোত্তম বুলি ভবা স্কুল-কলেজতহে নাম লগাই দিছিল। কিছু নামী কলেজৰ হোষ্টেলৰ সঘনে অনুশাসন ভংগ কৰাৰ অপৰাধতে যেতিয়া কলেজৰপৰা তেওঁলোকক বৰ্খাস্ত কৰা হৈছিল, তেতিয়াও সেই ছোৱালী কেইগৰাকীয়ে সৰুতে দেখা ফল চুৰ কৰি ধৰা পৰি কিৰিলি পাৰি দৌৰমৰা দুষ্ট ল'ৰাকেইটাৰ দৰে ৰসত আপ্লুত হৈ আমাৰ আগত বীৰদৰ্পে ঘটনাবোৰ বৰ্ণাই আত্ম-সন্তুষ্টি লভিছিল। বিশ্ববিদ্যালয়ৰ হোষ্টেলত এবছৰ মই 'প্ৰিফেক্ট' হৈ আছিলোঁ। ছোৱালী হোষ্টেলৰ অনুশাসন কেনে হোৱা উচিত আৰু মই কেনেধৰণে হোষ্টেলৰ নিয়মবোৰৰ ওপৰত কড়া চকু দিয়া উচিত, এই বিষয়ে ঘটনাবোৰ বৰ্ণাই আত্ম-সন্তুষ্টি লভিছিল। দায়িত্বভাৰ গ্ৰহণ কৰাৰ সময়ত হোষ্টেলৰ 'ৱাৰ্ডেনে' এটা সুন্দৰ পাঠ দিছিল। সেই মতেই মই কামো কৰিছিলোঁ। আমাৰ নিয়ম আছিল — অনুশাশন ভংগ কৰা ছোৱালী সম্পৰ্কে ৱাৰ্ডেনক জনাব লাগে। কিন্তু মই যেতিয়া আবিষ্কাৰ কৰিছিলোঁ দুগৰাকী লেজবিয়ানক, ক্লাছলৈ যাওঁ বুলি ফাঁকি দি ওলাই গৈ নিয়মিতভাৱে বিশেষ গ্ৰাহকৰ ওচৰত দেহ বিক্ৰী কৰি ঘূৰি আহি ৰুমত সোমাই পঢ়ি থকা ছোৱালীজনীক, দুবছৰ পৰম বিশ্বাসেৰে ভাল পোৱা প্ৰেমিকজনে বিশ্বাসঘাতকতা কৰি গৰ্ভত ভ্ৰূণ সংস্থাপন কৰি পলাই যোৱাৰ পিছত

ডায়েৰি
১৬ মে'
'৯৮

চাৰি মহলাৰ ওপৰৰপৰা জাঁপিয়াই জীৱন ত্যাগ কৰিব খোজা ছোৱালীজনীক, এওঁলোক কাৰো বিষয়ে মই ৱাৰ্ডেনক জনাব পৰা নাছিলোঁ। কাৰণ মই বিশ্বাস কৰিছিলোঁ, তৎমুহূৰ্তত্তে এই ছোৱালীবোৰক বহিষ্কাৰ কৰি আৰু এক অন্ধকাৰ ভৱিষ্যতহীন জীৱনলৈ নিক্ষেপ কৰাৰ বাহিৰে আন পন্থা একোৱেই নাথাকিব। ইয়াৰপৰা এনেকুৱা ছোৱালী ভৱিষ্যতে নোলাব বুলি গেৰাণ্টি তেওঁ দিব নোৱাৰিব। সেয়ে তেওঁলোকৰ জীৱন-দৰ্শন সম্পৰ্কে অনুসন্ধিৎসু হৈ তেওঁলোকৰ বহু কথাই জানি পেলাইছিলোঁ। সমনীয়া ল'ৰা হোষ্টেলৰ 'প্ৰিফেক্ট' এজনক মোৰ সমস্যাবোৰৰ কথা কৈছিলোঁ। তেওঁ হাঁহি হাঁহি উত্তৰ দিছিল — 'তোমালোক ছোৱালী বাবে অপৰাধৰ মাত্ৰাও গুৰুতৰ। আমাৰ সেইবিলাক নিয়ম নাই। মেচ ডিউজ নিদিলে আৰু অতিপাত মদ খাই মাতলামি কৰিলেহে বহিস্কাৰৰ কথা ভবা হয়। মদ-ভাং-জুৱাত যিবিলাক অভ্যস্ত সেইবোৰক কি কৰিবা? সকলো এতিয়া পূৰ্ণবয়স্ক। বিচাৰ-বুদ্ধি নিজৰ। 'Sexual affairs'ৰ কথা ল'ৰাৰ গাত ফুটি নুঠে, গতিকে এইবোৰ ঘটি থাকিলেও কাক গোচৰ দিবা? ইয়াৰ মাজতে ল'ৰাই পঢ়া-শুনাও কৰিছে, ভাল ৰিজাল্টো কৰিছে, চৰিত্ৰ শোধন কৰা তোমাৰ কাম নহয়, তুমি মাত্ৰ নিয়মমতে ছোৱালীবোৰ হোষ্টেললৈ ঘূৰি আহিছেনে নাই লক্ষ্য ৰাখিবা'।

ভুল-শুদ্ধ কি কৰিছিলোঁ নাজানো, আত্মহত্যা কৰিব খোজা মোতকৈ জুনিয়ৰ ছোৱালীজনীক গোপনে গৰ্ভপাত কৰাত মই সহায় কৰিছিলোঁ। তাইৰ প্ৰেমিকজনৰ দায়িত্বহীনতাই ফল চুৰ কৰি কিৰিলি পাৰি পলোৱা ল'ৰাটোলৈ মনত পেলাই দিছিল। মোৰ আজি আনন্দ আৰু গৌৰব হয় এই বাবেই যে জীৱনৰ মায়া ত্যাগ কৰিব খোজা ছোৱালীজনী আজি প্ৰশাসনীয় বিষয়া। এগৰাকী সু-গৃহিণী, মাতৃ।

এই কথা প্ৰত্যেকবাৰেই লক্ষ্য কৰিছিলোঁ, এই ঘটনাবোৰৰ নায়ক বা নায়িকা কোনোৱেই কিন্তু অলিভাৰৰ দৰে অনাথ নতুবা দুৰ্ভাগ্যৰ চিকাৰ নাছিল। তেওঁলোকৰ বেছি সংখ্যকৰ পঢ়া-শুনা আৰম্ভ হৈছিল নামী-দামী স্কুলত। তেওঁলোক প্ৰত্যেকেই ভালকৈ খাবলৈ, পিন্ধিবলৈ পোৱা ঘৰৰ ল'ৰা-ছোৱালী। আৰু সবাতোকৈ ডাঙৰ কথা — সমাজে যিবোৰ কথা অপৰাধ বুলি গণ্য কৰি হা-হুতাশ কাঢ়ে, তেওঁলোক এইবোৰৰ প্ৰতি একেবাৰে উদাসীন, আৰু কোনো অনুশোচনা কৰিবলগা কথা বুলিও তেওঁলোকে এইবোৰক গণ্য নকৰে। (এই ক্ষেত্ৰত আত্মহত্যা কৰিব খোজা ছোৱালীজনীৰ কথা কোৱা হোৱা নাই)। এনে কিয় হয়, কি কৰিলে এয়া নহ'ব, ইত্যাদি অলেখ প্ৰশ্নই তেতিয়াৰপৰা মোক থকা-সৰকা কৰি আহিছে। বিশেষকৈ যেতিয়াই মই এটা সন্তানৰ মাতৃ হ'লোঁ, তেতিয়াৰপৰা এনে অপৰাধমূলক দৃষ্টান্তৰ কথা শুনিলেই ভাবোঁ — সেই ঘটনাটো যদি মোৰ সন্তানটোৰ ক্ষেত্ৰত হয়, মই কি কৰা উচিত হ'ব? মানুহে কেনেদৰে কথাটো গ্ৰহণ কৰাটো মই বিচাৰিম?

মোৰ এগৰাকী প্ৰিয় শিক্ষয়িত্ৰীৰ কথা এই প্ৰসংগত আজি ক'বলৈ ওলাইছোঁ। মানুহগৰাকী মোৰ শিক্ষয়িত্ৰী নহয়, মোৰ একমাত্ৰ ল'ৰাটোৱে পাঁচ বছৰ বয়সত লগ পোৱা এই ধুনীয়া শিক্ষয়িত্ৰীগৰাকীৰ নাম এষা চক্ৰৱৰ্তী। কলিকতাৰ স্কুলবোৰৰ নিয়ম দুই বছৰ বয়সত কেঁচুৱা স্কুলত নাম লগাব লাগে। এবছৰ 'Preparatory' শ্ৰেণী তাৰপিছত তিনিবছৰ পূৰা হ'লে নাৰ্ছাৰীত দিয়া নিয়ম। পোনেই নাৰ্ছাৰীত বহু স্কুলে নলয়। গতিকে অতি কষ্টেৰে সমস্ত বিৰক্তি হজম কৰি কোলাত দুবছৰীয়া কেঁচুৱাটো লৈ তিনি কিলোমিটাৰ দূৰৈৰ স্কুলত মাত্ৰ এঘন্টাৰ বাবে থ'বলৈ যাওঁ। লগত স্কুলৰ নিৰ্দেশমতে এযোৰ এক্সট্ৰা কাপোৰ, গাখীৰৰ বটল, পানীৰ বটল, ভালপোৱা টিফিন ইত্যাদি কঢ়িয়াব লাগিব। ইয়াৰ পিছত যেতিয়া চিলনীয়ে থপিওৱাদি স্কুলৰ আয়াজনীয়ে কেঁচুৱাবোৰ মাকৰ বুকুৰপৰা কাঢ়ি লৈ স্কুলৰ ভিতৰলৈ দৌৰ মাৰে, তেতিয়া আৰু অবৰ্ণনীয় অৱস্থাৰ সৃষ্টি হয়। স্কুলৰ ভিতৰত অসংখ্য পুতলা, ৰং-বিৰঙৰ টেবুল-চকী, মিউজিক, লজেন্সৰ টেমাৰ সম্ভাৰ শিক্ষয়িত্ৰীবোৰে ল'ৰা-ছোৱালীবোৰৰ সন্মুখত খুলি দিয়া সত্ত্বেও সমস্বৰে সকলো শিশুৱে কান্দিবলৈ লয়। সেই সময়ত স্কুলৰ গেটৰ বাহিৰত অস্থিৰভাৱে পায়চাৰি কৰি থকা মাকবোৰে ইজনীয়ে-সিজনীক সন্তানৰ ভৱিষ্যৎ সম্পৰ্কে মংগল চিন্তা কৰি সান্ত্বনা দিবলৈ আৰম্ভ কৰে।

মোৰ ল'ৰাটোৱে সেই স্কুলখনত দুবছৰ থাকিও একাত্ম হ'ব নোৱাৰিলে। প্ৰতিদিনেই স্কুললৈ যোৱাৰ আগতে সি অসহযোগ আৰম্ভ কৰি দিয়ে, আৰু প্ৰায় কন্দনামুৱা হৈ স্কুললৈ যায়। তিনি বছৰত হাতৰ আখৰ আৰম্ভ কৰাৰ

সময়ত নতুন সমস্যা হ'ল। সি কোনোপধ্যেই ইংৰাজী বৰ্ণমালাৰ 'R' আৰু 'Q'টো লিলিখে আৰু নাচায়ো। সুধিলে আখৰ দুটা দেখিবলৈ বেয়া বুলি কান্দিবলৈ ধৰে। অৱশেষত বৰ ভালকৈ নহ'লেও নাৰ্ছাৰী সি পাছ কৰি KG-1লৈ প্ৰমোচন পালে। তাক অন্য এখন স্কুললৈ বদলি কৰিলোঁ। প্ৰমোচনৰ ৰেকৰ্ড কাৰ্ড দি স্কুলৰ প্ৰিন্সিপালে মোক ক'লে — 'আপোনাৰ ল'ৰাটো সৰ্বসাধাৰণৰ ল'ৰা-ছোৱালীতকৈ 'dull', সি বৰ্ণমালাৰ 'R' আৰু 'Q'টোৱে লিখিব নোৱাৰিলে। তদুপৰি ল'ৰাটোৱে নেখেলে, কথা নাপাতে — যিটো ল'ৰা-ছোৱালীৰ মাজত নঘটে'।

মনৰ দুখতে বহু ডাক্তৰৰ সৈতে পৰামৰ্শ কৰিলোঁ, কিন্তু ডাক্তৰে চাই ক'লে, ল'ৰাটো সকলোফালে নৰ্মেল। নতুন স্কুলখনত নাম লগোৱাৰ পিছত দেখিলোঁ ল'ৰাটোৰ বহুত পৰিৱৰ্তন ঘটিছে। সি স্কুললৈ যাবলৈ ভালপোৱা হ'ল, 'R' আৰু 'Q' ভালদৰে লিখিব পাৰে। ছমহীয়া টেষ্টৰ শেষত শিক্ষয়িত্ৰীয়ে মোৰ সংশয় দূৰ কৰি ক'লে — 'ল'ৰাটোৱে বৰ ভাল কৰিছে পৰীক্ষাবোৰত। মাত্ৰ অলপ কথা কম কয়'।

KG-IIত সি এষা চক্ৰৱৰ্তীক পালে শিক্ষয়িত্ৰীৰূপে। স্কুলখনৰ এটা নিয়ম মোৰ ভাল লাগিছিল। নিম্ন শ্ৰেণীসমূহত ছটাকৈ শাখা থাকে। প্ৰতিটো শাখাত চল্লিছজনকৈ ছাত্ৰ-ছাত্ৰী ভাগ কৰা হয়, আৰু চল্লিছজন ছাত্ৰ-ছাত্ৰীক মাত্ৰ এগৰাকী শিক্ষয়িত্ৰীয়ে ইংৰাজী, হিন্দী, অংক সকলো পঢ়ায়। তেওঁ শ্ৰেণীতে ল'ৰা-ছোৱালীৰ সৈতে টিফিন খায়, খেলা-ধূলা কৰে। এনেদৰে প্ৰতিটো শিশুৰ সৈতে তেওঁ একাত্ম হৈ পৰে। ছাত্ৰৰ উপৰি স্কুলৰ চাৰে তিনি ঘণ্টা সময় তেওঁ শিশুটোৰ মাতৃৰ ভূমিকা পালন কৰে।

এষা চক্ৰৱৰ্তীয়ে দুদিনতে ল'ৰা-ছোৱালীবোৰক আপোন কৰি ল'লে। আটাইতকৈ আচৰিত হৈছিলোঁ, যেতিয়া এষাই নিজৰ বয়স ৫২ বছৰ বুলি কৈছিল। তেওঁ ইঞ্জিনিয়াৰিং পাছ কৰা এটা ল'ৰাৰ মাক বুলি জানি বিস্মিত হৈছিলোঁ। সুন্দৰ স্বাস্থ্য আৰু এমোকোৰা হাঁহিৰে জীনছৰ পেণ্ট আৰু পাৱাৰ শ্বু পিন্ধি যেতিয়া এষাই বছৰেকীয়া খেল-ধেমালিত ল'ৰা-ছোৱালীৰে সৈতে বননিত বগৰা-বগৰি কৰি খেলে, তেতিয়াই বোধগম্য হয় এষা চক্ৰৱৰ্তীৰ সৌন্দৰ্যৰ প্ৰকৃত উৎস ক'ত?

এদিন হঠাতে এই এষাই মোক ক'লে — 'আপুনি জানেনে আপোনাৰ ল'ৰাটো অন্তৰ্মুখী চৰিত্ৰৰ, তাক স্মাৰ্ট হ'বলৈ জোৰ-জবৰদস্তি নকৰিব। সি যি কৰি ভাল পায় সেয়াই কৰিবলৈ দিব'। অন্য এদিন ক'লে — 'ল'ৰাটোৱে 'R' আৰু 'Q' লিখিবলৈ বেয়া পাইছিল কিয় জানেনে? মই যেতিয়া নাজানো বুলি ক'লোঁ, তেতিয়া তেওঁ ভাঙি-পাতি ক'লে — 'RQৰ দৰে জটিল আখৰবোৰ তিনিবছৰীয়া কেঁচুৱা এটাৰ আঙুলিৰে কেতিয়াবা লিখিব নোৱাৰিবও পাৰে। কিন্তু এদিন তাক আগৰ স্কুলৰ শিক্ষয়িত্ৰীগৰাকীয়ে লিখিব নোৱাৰা বাবে চুলি জোকোৰা দিছিল। তেতিয়াৰপৰা সি আখৰকেইটা বেয়া পায়'। মোৰ ল'ৰাটো লাহে লাহে এষা চক্ৰৱৰ্তীৰ অন্তৰঙ্গ বন্ধু হৈ পৰিল। বহু সময়ত মোৰ ল'ৰাটোৱে অন্য ল'ৰা-ছোৱালীৰ সৈতে বাহিৰত লৰা-ঢপৰা নকৰে, তেতিয়া এষাই তাক বাধ্য নকৰে, বৰঞ্চ সি ভালপোৱা কথাবোৰ ক'বলৈ তাক সুবিধা দিয়ে। সুধি সুধি মনৰ কথা উলিয়ায়।

যোৱা বছৰ সেই স্কুলখনৰপৰা ল'ৰাটো আমি অসমলৈ লৈ আহিবলগা হ'ল। স্কুল ত্যাগ কৰাৰ বেদনাতকৈ ল'ৰাটোৰ বাবে 'এষা আন্টিক' এৰি অহাটো আছিল বেছি বেদনাদায়ক। কাৰণ মাতৃ হৈয়ো মই ল'ৰাটোৰ অনুভৱৰ সৈতে একাত্ম হোৱাৰ যি ব্যৰ্থতা দেখুৱাইছোঁ, সেইখিনি এষা চক্ৰৱৰ্তীয়ে পূৰণ কৰিছে। পাঁচটা বছৰে সৰ্বক্ষণ দেহত আঁকোৱালি লৈ থকা ল'ৰাটোৰ কথা মই এষাৰপৰাহে নতুনকৈ জানিলোঁ — মোৰ ল'ৰাটোৱে হেনো অলীক কল্পনাৰে অবাস্তৱ কাহিনী কৈ ভাল পায়, মই উৎসাহ নিদিওঁ বাবে; সি এষা আন্টিক বেবিলনৰ ওলোমা বাগিছাত বহি কল খোৱাৰ সাধু কয়, তাক পঢ়িবলৈ দিয়া মিচৰৰ পিৰামিডৰ ছবি থকা কিতাপখনৰপৰা হেনো এদিন মামী ভূত এটা উঠি আহি ৰাতি মোক টেঁটু চেপি ধৰা নিজে সি দেখাৰ কাহিনী; আৰু সি দেউতাকে মিলি মোক মামীভূতটোৰপৰা বচোৱাৰ লোমহৰ্ষক কাহিনীৰ বৰ্ণনা এষা আন্টিক দিয়ে। স্কুল ত্যাগ কৰাৰ আগদিনা সেয়ে ল'ৰাটোৱে সন্ধিয়া জিদ ধৰি মোক লৈ গৈছিল তাৰ মৰমৰ স্কুলখনলৈ। অন্ধকাৰত ডুব যোৱা শ্ৰেণীটো খিৰিকীৰ আইনাৰে দেখুৱাৰ বাবে চাই মোক কৈছিল — 'চোৱা সৌখিনিতে এষা আন্টি বহে, মই এইখন চকীত বহোঁ, মোৰ কাষত অভিষেক জেনা..... তাৰ সিফালে জুহি খান্না.....'। স্কুললৈ

যাবলৈ আগতে বেয়া পোৱা ল'ৰাটোৰ এই বিষাদ বৰ্ণনাত মই শোকস্তব্ধ হৈ পৰিছিলোঁ।

এৰা চক্ৰৱৰ্তীয়ে মোক বিদায়ৰ মুহূৰ্তত কেইটামান কথা কৈছিল — 'ল'ৰা-ছোৱালীক লৈ বেছি উচ্চাকাংক্ষা নকৰিব কেতিয়াও। আপুনি আপোনাৰ মতে গঢ়িবলৈ যত্ন নকৰিব, বৰঞ্চ তাক নিজৰ মতে গঢ় ল'বলৈ দিব। আপুনি ভবামতে সি যদি ফল দেখুৱাব নোৱাৰে আপোনাতকৈ সন্তান হতাশ হয় বেছি, কাৰণ সি অহৰহ আপোনাক সন্তুষ্ট কৰিবলৈকে যত্ন কৰি থাকে। কেতিয়াও আন ল'ৰা-ছোৱালীৰ সৈতে তুলনা নকৰিব নিজৰ সন্তানক। সিহঁত প্ৰত্যেকৰে স্ব-ব্যক্তিত্ব আছে। সন্তান জন্ম দিলেই পিতৃ-মাতৃ নহয়, ভাল স্কুলত দিয়া, ভাল খাবলৈ-পিন্ধিবলৈ দিয়াতেই দায়িত্বও শেষ নহয়। এটা প্ৰকৃতাৰ্থত ভাল সন্তানেহে পিতৃ-মাতৃৰ যোগ্যতা নিৰূপণ কৰিব পাৰে, নহ'লে সন্তানবোৰ হৈ পৰে মাত্ৰ এহাল নৰ-নাৰীৰ জৈবিক প্ৰয়োজনত উৎপন্ন হোৱা এটুকুৰা মাংসপিণ্ড 'A Piece of Flesh'।

মোৰ ল'ৰাটোৰ দৰে হয়তো এৰা চক্ৰৱৰ্তীৰ কথাখিনি মোৰো 'শেষ পাঠ' আছিল। মই পাইছিলোঁ বহুদিন বিচাৰি ফুৰা এটি প্ৰশ্নৰ উত্তৰ। 'অলিভাৰ'ৰ যন্ত্ৰণা বুকুত কঢ়িয়াই লৈ ফুৰিবলৈ অনাথ হোৱাৰ প্ৰয়োজন নাই। যোগ্যতাহীন পিতৃ-মাতৃ, শিক্ষক-শিক্ষয়িত্ৰী আৰু অভিভাৱককেই এটা সন্তানৰ পথ বিভ্ৰান্তি ঘটাবলৈ যথেষ্ট। ❀

# পুতলাঘৰ

পৃথিৱীজুৰি জোলপাৰ লগোৱা বিশ্ববিখ্যাত নাট্যকাৰ ইবছেনৰ নাটক 'ডলছ হাউছ' পঢ়া নাছিলোঁ, কিন্তু অতি নিপুণ মঞ্চ দক্ষতাৰে কৰা নাটকখনৰ সফল মঞ্চৰূপ চাবলৈ সুযোগ পাইছিলোঁ। ভাৰতবৰ্ষৰ ভিতৰতে অন্যতম এগৰাকী বিদূষী নাট্য পৰিচালিকা উষা গাংগুলীৰ নাট্যদল 'ৰংগকৰ্মী'য়ে 'গুড়িয়া ঘৰ' অৰ্থাৎ 'ডলছ হাউছ'ৰ মঞ্চৰূপ ইমান নিখুঁতভাৱে প্ৰথমবাৰ (১৯৮০ চনত) মঞ্চস্থ কৰিছিল যে নাট্যান্দোলনৰ প্ৰবাদপুৰুষ শম্ভু মিত্ৰই কৈ উঠিছিল — 'উষাই কিবা এটা কৰিবই, অসাধাৰণ প্ৰতিভা!' মই অৱশ্যে নাটকখন চাইছিলোঁ নব্বৈৰ দশকতহে।

উষাৰ সৈতে প্ৰথম এখন বাতৰি কাকতৰ বাবে ইণ্টাৰভিউ ল'বলৈ গৈ ব্যক্তিগত পৰিচয় হ'ল, তাৰপিছত যোৱা ছটা বছৰত এই সম্পৰ্ক বন্ধুত্বলৈ ৰূপান্তৰিত হ'ল। উষাক মই এক 'নাৰীবাদী' হিচাপেই আৱিষ্কাৰ কৰিলোঁ। সংগীত-নাটক একাডেমী পুৰস্কাৰ বিজেতা এই বিদূষী নাৰীগৰাকীয়ে পুত্ৰক লৈ অকলে থাকে। শতাধিক নাট্যকৰ্মীৰে এটা নাট্যদল চলায়। ভবানীপুৰ কলেজত হিন্দী বিষয়ৰ অধ্যাপনা কৰে। ইয়াৰ উপৰি তেওঁ এগৰাকী নৃত্যপটীয়সী।

কেইমাহমানৰ আগতে 'ছিগাল' নাট্যগোষ্ঠীৰ নাট সমাৰোহৰ বাবে উষা যেতিয়া গুৱাহাটীলৈ নাট মঞ্চস্থ কৰিবলৈ আহিছিল, পুৰণি বন্ধুত্বৰ সূত্ৰ ধৰিয়েই সম্পূৰ্ণ এটা দিন তেওঁৰ সৈতে মই কটাবলগীয়া হ'ল। স্বাভাৱিকতেই সাহিত্য, ফিল্ম, নাটক ইত্যাদিৰ প্ৰসংগই আছিল আমাৰ কথা পতাৰ প্ৰধান সম্বল। কথা প্ৰসংগত মই ক'লোঁ — তেওঁৰ 'গুড়িয়া ঘৰ' নাটকখন মই বাকীবোৰৰ দৰে গ্ৰহণ কৰিব পৰা নাছিলোঁ। কাৰণটো পিছত বিশ্লেষণ কৰি মই গম পাইছিলোঁ, ইয়াত উষাৰ ত্ৰুটি নাছিল, ত্ৰুটি ৰৈ গৈছিল মোৰ মনত। 'ডলছ হাউছ'ৰ মুখ্য চৰিত্ৰ 'নোৰা' নামৰ মহিলাগৰাকীয়ে ভালপোৱাৰ বাবে সন্তান ত্যাগ কৰি গুচি যোৱাৰ কাৰ্যটোৱে মোৰ প্ৰশ্নবোধক হৈ পৰিছিল। উষাই হঠাতে কৈ উঠিছিল — আচলতে নাৰী এটা 'পুতলাঘৰ'ৰ স্বপ্নত আতুৰ হয়। কিন্তু তেওঁলোক বিবাহিতা বেশ্যা হ'বলৈ ধৰাৰ পিছতহে ভাঙিবলৈ ধৰে লাহে লাহে 'পুতলাঘৰ'ৰ স্বপ্ন। উষাই এই প্ৰসংগতে তেওঁৰ ব্যক্তিগত জীৱনৰ বহু উদাহৰণ দিছিল। পঞ্চাশোৰ্ধ এই মহিলাগৰাকীৰ সমাজ আৰু জীৱনৰ প্ৰতি থকা গভীৰ পৰ্যবেক্ষণ আৰু বৈজ্ঞানিক বিশ্লেষণ একাষাৰে মই নুই কৰিবপৰা নাছিলোঁ।

'ডলছ হাউছ'ৰ নোৰাৰ সম্পৰ্কে মোৰ জাগি উঠা মৌলিক প্ৰশ্নবোৰৰ ভিতৰত প্ৰথমেই আছিল — যি প্ৰেমৰ বাবে নোৰাই সকলো ত্যাগ কৰিলে, সেই 'প্ৰেম' সম্পৰ্কে তেওঁৰ সুস্থ ধাৰণা আৰু উদাৰতা আছিলনে? ভালপোৱাৰ বাবে, তথাকথিত মুক্তিৰ বাবে নিজৰ সন্তান ত্যাগ কৰি গুচি যোৱা নাৰীগৰাকী সম্পৰ্কে এতিয়াও মোৰ কৌতূহল আৰু সন্দেহ জাগে। এশ বছৰৰ আগতে এই কাৰ্যক নাৰী স্বাধীনতাৰ দৃষ্টিৰে চোৱা হৈছিল যদিও এনে বহু প্ৰগ্ৰেছিভ, সুন্দৰী আৰু লাহ-বিলাহ ভালপোৱা আধুনিক নাৰী যুগে যুগে আছে, যি বাহিৰত অতি মাৰ্জিত কিন্তু ভিতৰি নিষ্ঠুৰ, নাৰ্চিচিষ্ট আৰু স্বাৰ্থপৰ। তেওঁলোকৰ বাবে প্ৰেম কেৱল ভোগৰ বাবে। বাস্তৱ জীৱনত হেনৰিক ইবছেন ধনী মানুহ নাছিল। ইবছেনৰ পত্নীয়ে বৰঞ্চ দৰিদ্ৰতাকে সাৱটি লৈছিল। তেওঁ ইবছেনৰ সহধৰ্মিণীয়েই নাছিল, বান্ধৱীও আছিল। ইবছেনৰ অশান্ত 'মুড' বুজি কেতিয়াবা ইবছেনৰ পত্নীয়ে মাজৰাতি অকলে ৰাস্তাত খোজ কাঢ়ি ফুৰিছিল। তেওঁৰ ধাৰণা আছিল, কিছু সময়ৰ নিৰ্জনতা আৰু নিঃসংগতাই ইবছেনক সৃষ্টিৰ প্ৰেৰণা যোগাব। এগৰাকী নাৰীৰ বাবে এই মুহূৰ্তবোৰ নিশ্চয় সুখকৰ নাছিল। ভালপোৱাৰ অসম্পূৰ্ণতা তেওঁলোকৰ জীৱনত ঘটিছিল, কিন্তু শ্ৰীমতী ইবছেনে সংসাৰ ত্যাগ কৰি নোৰাৰ

ডায়েৰি
৩০ মে'
'৯৮

দৰে গুচি যোৱা নাছিল। হয়তো 'ডলছ হাউচ' জীৱনৰ সত্যতকৈ কাল্পনিক সত্যৰ ওপৰত বহুখিনি নির্ভৰশীল আছিল। সেইবাবেই হয়তো নাটকখন উচ্চ মধ্যবিত্তৰ 'ফেল্ম্যনেৱ্ৰ ড্ৰইংৰুম'ৰ দৰে লাগিছিল। ইবছেনৰ দৰে নমস্য নাট্যকাৰৰ নাটকক সমালোচনা কৰাৰ ধৃষ্টতা আমাৰ নাই, কিন্তু অনুভৱ ব্যাখ্যা কৰাৰ অধিকাৰ সকলোৰে আছে। ইবছেনৰ যিখন নাটকক লৈ বিশ্বজুৰি তোলপাৰ লাগিছিল, তাতকৈ বহুকেইখন উচ্চস্তৰৰ নাটকৰ স্রষ্টা ইবছেনক লৈ বা সেই নাটকবোৰক লৈ আলোচনা বৰ কম হৈছে।

তিনিটা সত্য ঘটনাৰ ভিত্তিত এই দীঘল পাতনিৰ অৱতাৰণা কৰিবলগা হ'ল। তিনিওটাই বিবাহ বিচ্ছেদৰ ঘটনা। প্ৰথম ঘটনাটোৰ যুৱতীগৰাকীৰ পূৰ্বতে এজন প্ৰেমিক আছিল। জাত-পাত নিমিলা বাবে আৰু যুৱতীৰ ঘৰখনৰ আপত্তিতে তেওঁৰ মনে বিচৰা যুৱকজনৰ সৈতে বিবাহ নহ'ল। দুয়োজনে তেওঁলোকৰ গভীৰ প্ৰেমৰ স্বাৰ্থতে ত্যাগৰ মহিমাৰে নিদৰ্শন দেখুৱালে। যুৱতীগৰাকী এঘৰ সম্ভ্ৰান্ত মানুহৰ ঘৰলৈ বোৱাৰী হৈ আহিল। এইদৰে এবছৰ গ'ল। কিন্তু দুৰ্ভাগ্যবশতঃ যুৱতীগৰাকীৰ স্বামীৰ হঠাতে ব্যৱসায়ত কিবা বিজুতি ঘটিল। নানা অথন্তৰৰ মাজেৰে যুৱতীগৰাকীয়ে দিন নিয়াবলগা হৈ অসহিষ্ণু হৈ পৰিল। তেনেতে এদিন পূৰ্বৰ প্ৰেমিকৰ সৈতে যুৱতীৰ দেখা-দেখি হ'ল। আৰু নিজৰ স্বামীকো নজনোৱাকৈ তেওঁ এদিন পূৰ্বৰ প্ৰেমিকৰ সৈতে গুচি গ'ল। যুৱতীগৰাকীক স্বামীয়ে কিবা ককৰ্থনা কৰিছিলে নেকি বুলি সোধোঁতে আশ্চৰ্যজনক উত্তৰ এটা দিছিল — 'ককৰ্থনাতো বাদেই, তেওঁৰ অৰ্থকষ্টৰ কথা মই গম পাওঁ বুলি 'বিজনেছ' ভাল চলিছে বুলি ফাঁকি দি আছিল। মোৰ মন ভাল লগা কাম কৰি ফুৰিছিল। কিন্তু মই ইমান মূৰ্খ নহওঁ তেওঁৰ কথাত ভোল যাবলৈ। স্বামী-স্ত্ৰীৰ মাজত ফাঁকি-ফুঁকা থাকিলে সম্পৰ্ক কেনেকৈ বৰ্তি থাকিব?'

দ্বিতীয় ঘটনাটোৰ নায়িকা মহিলাগৰাকী এটা সন্তানৰ মাতৃ। চাকৰিজীৱী। মহিলাগৰাকীয়ে তেওঁৰ গৰ্ভলৈ অহা দ্বিতীয় সন্তানটো হাস্পতাললৈ গৈ গৰ্ভপাত কৰালে। কাৰণ তেওঁ এটা সন্তান লৈয়ে সন্তুষ্ট থাকিব খোজে। কিন্তু স্বামীক তিনিটা সন্তানৰ পিতৃ হ'বলৈ লাগে। কেৱল এবাৰেই নহয়, তিনিবাৰকৈ মহিলাগৰাকীয়ে গৰ্ভপাত কৰাৰ পিছত গৃহকন্দলে গৈ চূড়ান্ত ৰূপ ল'লে। আৰু আজি দুবছৰ ধৰি মহিলাগৰাকীয়ে ভাড়াঘৰ লৈ সন্তানটিৰে সৈতে বেলেগে আছে।

তৃতীয় ঘটনাটো, সদ্য বিবাহিতা এগৰাকী যুৱতীৰ। তেওঁ এম এ পাছ কৰিয়েই পিতৃ-মাতৃৰ আদেশ শিৰোধাৰ্য কৰি বিবাহ-পাশত সোমায়। মহানগৰখনৰ এখন আঢ্যৱন্ত ঘৰলৈ বোৱাৰী হৈ অহাৰ পিছদিনাই যুৱতীগৰাকীয়ে নিজৰ ঘৰত দেউতাকৰ সন্মুখত ওলোৱাদি 'নাইট গাউন'টোৰেই ওলাই গৈ চাহ একাপ যাচিলেগৈ। সেই মুহূৰ্তৰপৰাই অসন্তুষ্টিৰ সূত্ৰপাত। শাহুৱেকে নিৰ্ধাৰণ কৰি দিলে বোৱাৰীয়ে কি পিন্ধিব, কেনেকৈ থাকিব ইত্যাদি। আনহাতে যুৱতীগৰাকীয়ে পিতৃগৃহলৈ গৈ আপত্তি দৰ্শাবলৈ লাগিল — 'যদি মোক ভাল বোৱাৰী বা গৃহিণীয়েই কৰিব খুজিছিলা পোন্ধৰ বছৰ বয়সৰপৰা ঘৰত মেখেলা-চাদৰ পিন্ধি থকাৰ অভ্যাস নকৰিলা কিয়? মই যদি আলু বাকলি গুচোৱাত এক্সপাৰ্টেই হ'ব লাগে, মোক টেনিছ খেলিবলৈ পঠাইছিলা কিয়? মই যদি দিনটোৰ বাৰ ঘণ্টা সময় ন-কইনা চাবলৈ অহা আলহী সুধিব লগা হয়, মই কি ৰান্ধিব জানো বা কি নাজানো এই লৈ মোৰ প্ৰধান চৰিত্ৰ বিশ্লেষণ কৰিবলগা হয়, তেন্তে মোক ২৪ বছৰলৈকে উচ্চ শিক্ষা দি টকা-পইচা পানীত পেলালা কিয়? আত্মীয়-কুটুম্বৰপৰা ফুলমাৰ্ক পাব পৰা বোৱাৰীৰ সকলোখিনি যোগ্যতা দেখোন আমাৰ ঘৰৰ বনকৰা তিৰোতাজনীৰে আছে!' এই যুৱতীগৰাকীয়ে বিয়াৰ তিনি মাহৰ পিছৰেপৰাই বিবাহ-বিচ্ছেদৰ কথা চিন্তা কৰিছে। স্বামীৰ জৰিয়তে ছোৱালীজনীৰ বক্তব্যখিনি নতুন ঘৰখনক বুজোৱাৰ চেষ্টা চলি আছে যদিও ফল ধৰা নাই। যুৱতীৰ স্বামীও ভীৰু এই ক্ষেত্ৰত। এই মুহূৰ্তত নৱ-দম্পত্তীয়ে বেলেগ ঘৰ এখনলৈ গুচি যোৱাটো আটাইতকৈ মংগলজনক কথা যদিও বংশ-মৰ্যাদা ন-কইনাৰ ওপৰত 'ঘৰ ভঙা'ৰ গ্লানি, মান-সম্মান ইত্যাদিৰ কথা চিন্তা কৰি ছমাহ ইতিমধ্যে শহুৰেকৰ ঘৰত যুৱতীগৰাকীয়ে পাৰ কৰিছে। কিন্তু জনামতে তেওঁ আৰু কিছুদিন যদি এইদৰেই থাকিবলগা হয়, তেওঁ স্বামীগৃহ যে ত্যাগ কৰিব সি ধুৰূপ।

বাৰ্ণাৰ্ড শ্ব'ই বিবাহক এক আইনসম্মত বেশ্যাবৃত্তি বুলি অভিহিত কৰিছে। আচৰিত ধৰণে এই কথা সঁচা যে শতকৰা নৱৈভাগ মহিলাই কিন্তু বিবাহৰ জৰিয়তে নিচাসক্ত মানুহৰ দৰে আনৰ নিয়ন্ত্ৰণত কাম কৰি যায়। অৰ্থাৎ আইনসম্মত বেশ্যাবৃত্তি স্ব-ইচ্ছাই গ্ৰহণ কৰে।

এই তিনিওটা ঘটনাই অসমীয়া মধ্যবিত্ত পৰিয়ালৰ এতিয়াৰ ছবি। প্ৰতাৰণা, চৰিত্ৰহীনতা, নিৰ্যাতন, সন্দেহ, অত্যাচাৰ ইত্যাদিৰ দৰে অক্ষমণীয় অপৰাধ সহ্য কৰি

থকাটোও এগৰাকী নাৰীৰ অপৰাধ, আৰু তেনে পৰিস্থিতিত বিবাহ-বিচ্ছেদ স্বামী-স্ত্ৰী উভয়ৰে বাবে মংগলজনক। কিন্তু এই তিনিওটা ঘটনা বিশ্লেষণ কৰিলে দেখা যায় — বিবাহ-বিচ্ছেদ হ'ব নলগা কিছুমান সমাধান সূত্ৰ ইয়াত আছে। দ্বিতীয় ঘটনাটোত যদি স্বামীক দোষী সাব্যস্ত কৰা হয়, তেন্তে মহিলাগৰাকীৰো দোষ নথকা নহয়। তেওঁ উচ্চ শিক্ষিতা চাকৰিজীৱী মহিলা হৈ সন্তান গৰ্ভস্থ হোৱাৰ সুবিধা বাৰে বাৰে দিয়াটো সন্দেহজনক। এটা কথা ঠিক, বেছিভাগ বিবাহতে পত্নীক কেৱল সন্তান ধাৰণৰ যন্ত্ৰ হিচাপেহে চোৱা হয়। নিজৰ গৰ্ভৰ স্বাধীনতাও পুৰুষে হৰণ কৰে। বহুক্ষেত্ৰত পত্নীৰ ইচ্ছা নাথাকিলেও স্বামীৰ ইচ্ছাত পত্নী সন্তান-সম্ভৱা হয়। কিন্তু এগৰাকী আত্ম-বিশ্বাসী, স্বাৱলম্বী মহিলাই নিৰক্ষৰ মহিলাৰ দৰে স্বামীৰ ইচ্ছাত গৰ্ভধাৰণ কৰা আৰু সেই কাৰ্যৰ প্ৰতিশোধ ল'বলৈ তিনিবাৰকৈ গৰ্ভপাত কৰি, নিজৰ স্বাস্থ্য হানি কৰি, মাতৃত্বক অস্বীকাৰ কৰি স্বাধীন সত্তা জাহিৰ কৰা কিমান আদৰ্শমূলক সি চিন্তনীয় বিষয়।

আনহাতে, তৃতীয় ঘটনাৰ যুৱতীগৰাকীৰ সমস্যা আজিৰ বেছিসংখ্যক উচ্চ শিক্ষিতা আধুনিক যুৱতীৰ সমস্যা। স্বামীসকলে ভীৰু-কাপুৰুষৰ দলত যোগ নিদিলে তেওঁলোকৰ সংসাৰবোৰ সুখৰ হৈ উঠাৰ সম্ভাৱনাই বেছি।

কিন্তু প্ৰথম ঘটনাটো যুৱতীগৰাকীৰ সিদ্ধান্তক কোনোপধ্যেই মানি ল'ব নোৱাৰি। কেৱল নাৰী-স্বাধীনতাৰ নামত যিহকে ইচ্ছা তাকে কৰি দেখুৱাটো ভৱিষ্যতৰ প্ৰতি কৰা অন্যায়। অনাগত, নাৰীসকলৰ বাবে ভয়াবহ দৃষ্টান্ত।

হঠাতে সিদিনা ১৯৭৫ চনতে হোমেন বৰগোহাঞিয়ে 'মুক্ত তিৰোতা' নামৰ এটা প্ৰবন্ধত উল্লেখ কৰা কেইশাৰীমান বাক্য পঢ়ি অমূল্য সমাধান পোৱা যেন লাগিল। বাক্যকেইশাৰী হ'ল — 'যিবোৰ অৰ্থনৈতিক ষড়যন্ত্ৰৰ দ্বাৰা পুৰুষে যুগ যুগ ধৰি তিৰোতাক শোষণ কৰি সমাজৰ শতকৰা নিৰানব্বৈগৰাকী তিৰোতাক দাসী আৰু 'বিবাহিতা বেশ্যা'ত পৰিণত কৰি ৰাখিছে, সেইবোৰ অৰ্থনৈতিক ষড়যন্ত্ৰৰ অৱসান ঘটিব লাগিব। পুৰুষ আৰু তিৰোতাৰ দোষ-গুণ জোখাৰ মাপকাঠী সদায় একেডালেই হ'ব লাগিব। তাত বৈষম্যৰ স্থান থাকিব নোৱাৰিব। কিন্তু নাৰী আন্দোলনৰ বহুতো অত্যুৎসাহী প্ৰবক্তাৰ মতে Emancipated Women বা মুক্ত তিৰোতাৰ সংজ্ঞা ইমানতে সীমাবদ্ধ নহয়। পুৰুষ-তিৰোতাৰ মাজত থকা সকলো ব্যৱধান নিশ্চিহ্ন কৰি নিদিয়ালৈকে তেওঁ ক্ষান্ত হ'ব নোখোজে। এইসকল লোকৰ মতে কাম চলিবলৈ হ'লে তিৰোতা এদিন হয়তো সম্পূৰ্ণ 'মুক্ত' হ'ব, কিন্তু তেওঁ আৰু 'তিৰোতা' হৈ নাথাকিব। মানুহৰ কাৰণে ইয়াতকৈ ভয়ংকৰ দুৰ্দিন কল্পনা কৰিব নোৱাৰি। যিদিনা পৃথিৱীৰ 'মুক্ত তিৰোতা'সকলৰ দৃষ্টিত প্ৰেম, মাতৃত্ব, বন্ধুত্ব আদিৰ অনুভূতিবোৰ কেৱল উপহাসৰ বস্তু হ'ব, সেইদিনা মানুহৰ কাৰণে পৃথিৱী মৰুভূমিত পৰিণত হ'ব'।

নাৰীয়ে ক্ষমতাৰ বাবে যুঁজ দিয়ক, অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক — সকলো ক্ষেত্ৰতে নাৰী বুলি হোৱা বৈষম্যৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰক, কিন্তু প্ৰকৃতাৰ্থত লাঞ্ছিতা আৰু শোষিতা নাৰীৰ ফালে চকু মুদি যিবোৰ তুচ্ছ কথাৰ বাবে শিক্ষিতা নাৰীয়ে জধে-মধে বিদ্ৰোহ ঘোষণা কৰিবলৈ লৈছে, সেইবোৰ অসহিষ্ণুতাৰ লক্ষণহে। পুতলাঘৰৰ সজাৰ স্বপ্ন দেখি যেতিয়া পুতলাঘৰত প্ৰৱেশ কৰিলে, সৰু ল'ৰা-ছোৱালীৰ দৰেই আকৌ 'পুতলাঘৰ নালাগে' বুলি হাত-ভৰি আঁচাৰিবলৈ ধৰাৰ দৰে কাৰ্য। কেৱল 'বিবাহ-বিচ্ছেদ'কে যদি স্বাধীনতা বুলি ভবা হয়, তেন্তে প্ৰকৃতাৰ্থত যিসকলে বিবাহৰ নামত লাঞ্ছনা-গঞ্জনা সহিবলগা হৈছে, তেওঁলোকৰ বিবাহ-বিচ্ছেদৰ যথাৰ্থতা ক'ত থাকিব? নাৰীয়ে যেতিয়ালৈকে বিবাহপাশত আবদ্ধ হৈয়ো পুৰুষৰ দৰে স্বাধীন হৈ থকাৰ যোগ্যতা অৰ্জন কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁলোক বিবাহিতা বেশ্যাৰ বাহিৰে একো নহয়। সোণৰ শৃংখলত আবদ্ধ হৈ পোৱা 'সুখ' বিবাহিত জীৱনৰ পৰম সুখ বুলি যেতিয়ালৈকে তেওঁলোকে গ্ৰহণ কৰি নিচাগ্ৰস্ত হৈ থাকিব, তেতিয়ালৈকে তেওঁলোক কেৱল হৈ থাকিব পুৰুষৰ পাটীৰ তিৰোতা। আৰু সত্য আৰু বাস্তৱৰ সৈতে সামান্যতমো যুঁজ দিয়াৰ চেষ্টা নকৰি 'বিবাহ-বিচ্ছেদ'ৰ জৰিয়তে তাৎক্ষণিক সমাধান সূত্ৰ বিচাৰি উলিওৱা কাৰ্য হ'ব পলায়ন। বিবাহিতা বেশ্যাৰপৰা নিজকে উন্নীত কৰাৰ যোগ্যতা নাৰীয়ে নিজে অৰ্জন কৰিব লাগিব। ইয়াক কোনেও প্ৰদান নকৰে। সেইবাবেই আজি ২১ শতিকাৰ দুৱাৰডলিত স্বামী-স্ত্ৰীৰ সম্পৰ্কটো নতুনকৈ পৰ্যবেক্ষণ কৰাৰ অতি প্ৰয়োজনীয় মুহূৰ্ত আহি পৰিছে।

নতুন পুৰুষে বিবাহক এক আড়ম্বৰপূৰ্ণ পুতলাঘৰৰ দৃষ্টিৰে নাচাই প্ৰেম আৰু যুক্তিৰে জীৱনৰ গুৰুত্বপূৰ্ণ ক্ষণবোৰৰ সিদ্ধান্ত লোৱা উচিত। ■

# যন্ত্ৰ-শ্ৰেষ্ঠ মানৱ

টিভিৰ মনোৰঞ্জনৰ আন্তৰ্জাতিক চেনেল এটাত সিদিনা এটা লাইফ টেলিকাষ্ট দেখুওৱা হৈছিল। ভাৰতৰ কেম্বাখনো নামী কলেজৰ ছাত্ৰ-ছাত্ৰীক সোধা হৈছিল — স্বাধীন ভাৰতৰ ল'ৰা-ছোৱালী হিচাপে তুমি কিমান সুখী? আশী শতাংশ ল'ৰা-ছোৱালীয়ে উৎসাহেৰে কৈছিল — Wow! Superb! আমি সুখী। কম্পিউটাৰ, ইণ্টাৰনেট, ম'বাইল ফোন, আনকি বিদেশী গাড়ী-গাৰমেণ্ট পৰ্যন্ত ইচ্ছা কৰিলেই আমি পাওঁ, বহুক্ষেত্ৰত বিদেশী বস্তুতকৈ ইণ্ডিয়ান সামগ্ৰী ভালহে। দুজনমানে নাচিয়েই গাই পেলালে Made in India..... মুঠৰ ওপৰত পৃথিৱীৰ যিকোনো দৰ্শককেই নতুন প্ৰজন্মৰ এই উৎসাহ-উদ্দীপনা দেখিলেই বুজি পাব যে ভাৰতবৰ্ষই পাৰমাণৱিক পৰীক্ষা এনেয়ে কৰা নাই, ভাৰতৰ সকলো সমস্যা শেষ এতিয়া। অন্ততঃ নতুন প্ৰজন্মৰ এতিয়া একো চিন্তা নাই।

ইয়াৰ লগতে অসমৰ কেইখনমান ইংলিছ মিডিয়াম স্কুলৰ বাহিৰৰ ঘটনা উল্লেখ কৰাটো ভাল হ'ব। প্ৰথম ঘটনাটো আমাৰ বন্ধু-পৰিয়াল এটাৰ সাত বছৰীয়া ছোৱালীজনীক লৈ। কণমানি ছোৱালীজনীয়ে এদিন স্কুলত থ'বলৈ যোৱা দেউতাকক ক'লে — 'দেউতা, তুমি স্কুলৰ গেট পাবগৈ নালাগে, এইখিনিতে নমোৱা, মই এইকণ বাট খোজকাঢ়ি যাম'। দেউতাকেও তাইৰ কথা ৰাখিলে। স্কুলৰপৰা ছুটীত আনিবলৈ যোৱা মাকক সেইদিনাই তাই ক'লে — 'মা, তুমি কাইলৈৰপৰা অলপ দূৰত, সৌখিনিতে বৈ থাকিবা, মই তোমাক গৈ লগ ধৰিম'। মাকেও ল'ৰা-ছোৱালীৰ খেয়াল-খুচি বুলি ভাবিয়েই হয়ভৰ দিলে। কিন্তু দুদিনমান পিছত, দেউতাক-মাকৰ কথাটোত সন্দেহ উপজিল। স্কুলৰপৰা ওলাবৰ সময়ত আৰু স্কুলত সোমাবৰ সময়ত ছোৱালীজনী যেন কিবা আশংকাত ভোগে। দেউতাক-মাকক স্কুল-গেটৰ সন্মুখলৈ নাযাবলৈ তাই দুখ লাগি যোৱাকৈ মিনতি কৰে। ঘৰত প্ৰশ্নবাণেৰে ছোৱালীজনীক থকা-সৰকা কৰা হ'ল। তাই নকয়হে নকয়। অৱশেষত তাই কান্দি দিলে, আৰু কান্দি কান্দিয়েই ক'লে — 'মোৰ বেষ্ট ফ্ৰেণ্ড চাৰিওজনী গাড়ীত অহা-যোৱা কৰে। সিহঁতে আমি গাড়ী কেতিয়া কিনিম সোধে। মই এদিন কাইলৈ আমি গাড়ী কিনিম বুলি কৈ দিলোঁ। আজি কেবাদিনো সিহঁতে আমি কিনা গাড়ীখন চাবলৈ বৈ থাকে। দেউতা স্কুটাৰত যোৱা আৰু মায়ে ৰিক্সাত আনিবলৈ যোৱা দেখিলে সিহঁতে মোক হাঁহিব.....'। একমাত্ৰ কণমানি জীয়েকৰ মনোকষ্টৰ কাৰণ শুনি মাক-দেউতাকৰ মুখৰ মাত হৰিল। তেওঁলোকে কথাখিনি আমাৰ সৈতে আলোচনা কৰিলে আৰু গভীৰ হতাশাৰ হুমুনিয়াহ পেলাই ক'লে — 'গাড়ী থকা মাক-দেউতাকবোৰে সন্তানক সাধাৰণ ভদ্ৰতাৰ জ্ঞানকণ শিকাব নালাগেনে'?

দ্বিতীয় ঘটনাটো মোৰ এগৰাকী বান্ধৱীৰ ক্লাছ ৱানত পঢ়া ছোৱালীজনীক লৈ ঘটিছিল। গুৱাহাটীৰ নামী কনভেণ্ট স্কুল এখনত পঢ়া ছোৱালীজনীয়ে মাকক আহি এটা ম'বাইল ফোন কিনিবলৈ কুতুৰিবলৈ ধৰিলে। মাক, অৰ্থাৎ মোৰ বান্ধৱীয়ে আহি বৰ্ণনা দিলেহি — 'তুমি মোৰ লগত এবাৰ ব'লা আৰু চোৱাহি, স্কুলৰ সন্মুখত অভিভাৱকবোৰ কেনেকৈ থাকে। আজিকালি কাপোৰ-বেগ-জোতা-গাড়ী ইত্যাদিৰ চমকনি দেখুৱাই ভাগৰিছে ৰাইজ'। এতিয়া ম'বাইল ফোনৰ যুগ। ভদ্ৰ মহিলাসকলে হাতত ম'বাইল ফোন লৈ স্কুলৰ গেটৰ সন্মুখত পায়চাৰি কৰে, নতুবা গাড়ীত বহি থাকে। স্কুল ছুটীৰ ঘণ্টা পৰাৰ লগে লগে তেওঁলোকে ফোনৰ 'ৰাণিং কমেণ্টৰী' দিবলৈ আৰম্ভ কৰি দিয়ে; ঘৰৰ বনকৰা ল'ৰা বা ছোৱালীক উদ্দেশ্য কৰি — 'মোহন..... মোহন..... কি কৰি আছ? দেখা নাই — ম'বাইলত ফোন কৰিছোঁ, কিমান বিল উঠে! লগে লগে আহি ধৰিব নোৱাৰ! পিংকু ক্লাছৰপৰা

ডায়েৰি
১৫ আগষ্ট
'৯৮

ওলাইছে..... এই — গেট পাইছেহি..... তই মাংসখিনি অলপ গৰম কৰিবি..... ভাত দুটামান এতিয়া বহাই দে.....'। সেয়াই নহয়, ম'বাইলৰ 'বিল উঠাত' সচেতন হিচাপী মহিলাগৰাকীয়ে সন্তানটিৰ হাতত ফোনটো তুলি দি কয় — 'বেগেতে পাপাক খবৰ দিয়া তোমাৰ স্কুল যে ছুটী হ'ল'। সন্তানটিয়েও স্ফূৰ্তিতে চিঞৰি চিঞৰি লাগ-বান্ধ নোহোৱা কথা দেউতাকৰ সৈতে পাতে। তাৰপিছত গৰ্বিত মাতৃগৰাকী গাড়ীত উঠি সন্তানসহ গুচি যায়। এই একে ঘটনাৰ বিবৃত্তি আমাৰ আৰু এগৰাকী বান্ধৱীয়ে দিলেহি। তেওঁৰ ল'ৰা অন্য এখন কনভেন্টত পঢ়ে, কিন্তু এই হাস্যস্পদ ঘটনা বৰ্ণনা কৰি অসহায় মুখ-ভংগীৰে — 'আমাৰ ল'ৰা-ছোৱালীয়ে ম'বাইল খুজি হাৰাশাস্তি কৰাত দোষ কাক দিম বাৰু?' বুলি সোধা মাতৃগৰাকীক উত্তৰ দিব খুজিহে ভাব হৈছিল — প্ৰকৃততে এইটো এটা বৰ কঠিন প্ৰশ্ন। পুতৌলগাকৈ আমোদজনক এই ঘটনা ব্যাখ্যাতীত। বোধহয় অসমতহে এনেকুৱা কাণ্ড ঘটে!

ভাৰতবৰ্ষলৈ ম'বাইল ফোন অহাৰ আগমুহূৰ্তত হোৱা এটা অভিজ্ঞতাৰ কথা এইখিনিতে উল্লেখ কৰাটো প্ৰয়োজন। ১৯৯৪-৯৫ চনৰ কথা। কলিকতাৰ এটা নামী মাৰ্কেটিং এজেন্সীয়ে চেলুলাৰ ফোনৰ ছাৰ্ভে কৰাৰ কাম পালে। সেই মাৰ্কেটিং এজেন্সীটোত আমাৰ চুবুৰীয়া বিপুল দাসগুপ্ত নামৰ ল'ৰা এজনে কাম কৰিছিল। বিপুলে এদিন মোক আহি ক'লে — 'কলিকতাত চেলুলাৰ ফোন হ'ব, আৰু ইয়াৰ মাৰ্কেটিং ছাৰ্ভে কৰিবলৈ এটা টেলিকমিউনিকেশ্যন কোম্পানীয়ে আমাক দায়িত্ব দিছে। আপুনি এটা সহায় কৰিব লাগে। কেইটামান কোম্পানীৰ দায়িত্বশীল বিষয়াৰ নাম দিয়ক, যিকেইটা কোম্পানীৰ বছৰি টাৰ্ণ অভাৰ বিছ কোটিতকৈ বেছি'। আমি সেইমতে কেইজনমান কলিকতাস্থ মানুহ যেনে — হেমেন্দ্ৰপ্ৰসাদ বৰুৱা (বৰুৱা এছ'চিয়েট্‌ছ), গৌতম প্ৰসাদ বৰুৱা (উইলিয়ামছন মেগৰ), 'কেৰিট মৰাণ'ৰ শশাংক দত্ত আদি অসমীয়া দুজনমানৰ নাম দিলোঁ যোগাযোগৰ বাবে। এমাহমান পিছত বিপুলক চেলুলাৰ অগ্ৰগতিৰ বিষয়ে সুধিলোঁ। বিপুলে ক'লে — বৰ ভাল নহয়। যাৰ প্ৰকৃততে প্ৰয়োজন আৰু সামৰ্থ্য আছে তেওঁলোকেও প্ৰতিটো ক'লৰ হাইৰেট আনকি মেছেজ ৰিচিভ কৰিলেও দিব লগা বিলৰ কথা ভাবি থেৰো-গেঁৰো কৰি আছে। বিপুলে তেওঁৰ বছ চীফ মাৰ্কেটিং অফিচাৰজনৰ সৈতে এবাৰ চিনাকি কৰাই দিলে। তেওঁকো এই 'বৰ মানুহ'ৰ ফোনটোৰ বিষয়ে সুধিলোঁ। তেওঁ ক'লে — ছাৰ্ভে কৰি যিমান নিৰুৎসাহ হৈছিলোঁ, এতিয়া ফোনটো আহিলত দেখিছোঁ পেজাৰতকৈ চেলুলাৰ ফোনটো মানুহে পছন্দ কৰিছে বেছি। আকৌ সুধিলোঁ — নিশ্চয় ডাঙৰ কোম্পানীবোৰে বেছিকৈ লৈছে। তেওঁ ক'লে — কোম্পানীৰ বিষয়াবোৰে বৰকৈ ল'ব খোজা নাই, কাৰণ কোম্পানীয়ে একোটা ম'বাইল দিয়া মানেই তেওঁলোক চৌবিছ ঘণ্টাৰ দাস। মালিকসকলেহে লৈছে। আৰু টপ্ ৰেংকৰ বিষয়াকহে কোম্পানীয়ে এই ফোন দিছে।

কোনবোৰ মানুহেনো তেতিয়াহ'লে হাঁহিমুখে এই ফোন লৈছে? তেওঁ উত্তৰ দিলে — 'ব্যৱসায়ী, বিশেষকৈ খিদিৰপুৰ অঞ্চলত সঁহাৰি বৰ ভাল। চৰকাৰী ইমাৰজেন্সী ডিউটীৰ মানুহবোৰকো এই ফোন দিয়াত অফিচবিলাকে সঁহাৰি দিছে। আৰু সবাতোকৈ বেছি এই ফোনৰ ক্ষেত্ৰত সঁহাৰি জনাইছে উচ্চ মধ্যবিত্তৰ হাউছ ৱাইফবিলাকে — যাৰ একো কাম নাই..... ইমাৰজেন্সী বুলি কৈ তেওঁ হাঁহিলে। এই কথাখিনি সাধাৰণ যদিও তেওঁৰপৰা মই এখন সমাজৰ পৰিস্কাৰ প্ৰতিবিম্ব দেখিলোঁ। খিদিৰপুৰ অঞ্চলটো চোৰাং ব্যৱসায়ী আৰু অনৈতিক কাম-কাজৰ থলী বুলি জনাজাত। দ্বিতীয়তে আহিল ইমাৰজেন্সী ছাৰ্ভিচৰ মানুহৰ কথা। আৰু তৃতীয়তে, হাউছ ৱাইফ! এক অবিশ্বাস্য বিপৰীতধৰ্মী কথা! অথচ এজন দায়িত্বশীল মাৰ্কেট ছাৰ্ভেৰ বিষয়াই কাগজে-কলমে পোৱা সত্য আবিষ্কাৰ!

দুদিন দেৰিকৈ হ'লেও অসমত (আন ঠাইৰ কথা নাজানো, গুৱাহাটীৰ কথা কৈছোঁ) আমি এই ফোন দেখিছোঁ। গাড়ীত এহাতেৰে ষ্টিয়েৰিং ধৰি মানুহৰ সমাগম দেখিলেই ম'বাইল ফোনটো কাণত লৈ কথা পতা, হোটেল-ৰেষ্টোৰাঁত খোৱা টেবুলত ফোনটো থৈ মাজে মাজে শাক-ভাত খোৱা কথা পতাৰপৰা স্কুলৰ সন্মুখৰ অভিভাৱকে বনকৰা ল'ৰাক ভাত ৰান্ধিবলৈ নিৰ্দেশ দিয়ালৈকে আমি দেখিছোঁ এই ফোনৰ পয়োভৰ। পিতৃৰ অন্ন ধ্বংস কৰি দিন-দুপৰলৈকে এঘুমটি মাৰি বিয়লি দিনটোৰ শুভাৰম্ভ কৰা যুৱকসকলৰ হাততো এই ফোন দেখিছোঁ।

মাত্ৰ দুদিন আগৰ কথা, স্থানীয় পি.চি.অ' এটাত এজন বৃদ্ধক লগ পাইছিলোঁ — কান্ধত এটা জোলোঙা, শুদা ভৰি, শৰীৰত মলিয়ন ধুতী-পাঞ্জাবী, নুখুৰোৱা পকা দাড়িৰে পূৰ্ণ এখন শুকান মুখ। তেওঁৰ সৈতে এজনী দহ-বাৰ বছৰীয়া ছোৱালী। তেওঁ এটা দীঘল নম্বৰ লেখা সৰু কাগজৰ টুকুৰা

দেখুৱালে। পি.চি.অ'ৰ ল'ৰাজনে সুধিলে, 'এইটো ম'বাইলৰ নম্বৰ, কালিলৈ কৰিব খুজিছে?' তেওঁ সৰলভাৱে ক'লে — মোৰ ভতিজা ল'ৰাটোলৈ। পি.চি.অ'ৰ মানুহজনৰ বোধহয় বিশ্বাস নহ'ল। তেওঁ সন্দেহেৰে মানুহজনলৈ চালে। কৌতূহলে মোক বিন্ধিলে। সুধিলোঁ — দেউতা ভতিজা ল'ৰাই ক'ত কাম কৰে? নিঃসংকোচে মানুহজনে ক'লে — আগতে আলফা আছিল, এতিয়া নহয়। ব্যৱসায় কৰে। পাগলাদিয়াই আমাক শেষ কৰি দিলে। ঘৰ-বাৰীৰ চিন নাই। ল'ৰাটো আগতে থকা ঘৰটোত নাই, এই নম্বৰটো মোক এবাৰ দিছিল — ছোৱালীজনী লৈ মই তাক বিচাৰি আহিছোঁ — বোপাই, পাইছানে বাৰু তাক? পি. চি. অ'ৰ মানুহজনলৈ বৃদ্ধজনে আশাৰে চাই সুধিলে।

স্বাধীনতাৰ সোণালী জয়ন্তীত ইয়াতকৈ স্পৰ্শকাতৰ প্ৰশ্ন বোধহয় আৰু একোৱেই নাই।

বস্তুবাদৰ চাকনৈয়াত উটি-ভাহি, ওঁঠ কাটি ওঁঠ ৰঙা কৰাৰ যি প্ৰতিযোগিতা চলিছে, তাত নতুন প্ৰজন্ম হীনমন্যতাত ভোগে বস্তুক লৈ, জ্ঞান-বুদ্ধিক লৈ নহয়। শিক্ষিত পিতৃ-মাতৃৰ হতাশা হয় যুগ সাপেক্ষে প্ৰয়োজনীয় অথবা বিলাসিতা বুলি ভবা সামগ্ৰীবোৰ লাভ কৰিব নোৱাৰাৰ দুখত। হেজাৰ বা লাখটকীয়া সামগ্ৰীক সাধাৰণ চক্লেট এটাৰ দৰে জ্ঞান কৰি কণ কণ ল'ৰা-ছোৱালীয়ে পিতৃ-মাতৃক আনি দিবলৈ আব্দাৰ ধৰে — গাঁও-ভূঁই সকলোতে এই মানসিকতাৰ পয়োভৰ। শিক্ষা-শ্ৰম-সততাৰ মূল্য দিনে দিনে হ্ৰাস হৈ গৈছে; হ্ৰাস হৈছে মানুহৰ জীৱনৰ দাম। মানুহে মানুহৰ হৃদয়ত ম'বাইল স্থাপন কৰি, দুখ-বেদনাৰ সম্ভেদ তৎকালে পোৱাৰ যদি এটা অভিনৱ দিন আহে, সেই দিনাহে চাগে আধুনিক মানুহবোৰে প্ৰকৃত মুক্তিৰ স্বাদ পাব। সেই দিনলৈ মানুহৰ আচল হৃদয়ৰ অস্তিত্ব লোপ পাব। কম্পিউটাৰৰ ইনডিকেটৰে সংকেত দিব — আপোনাৰ দুখ লাগিছে, চকুপানী ওলাইছে — আপোনজনক দেখি আৱেগত হৃদয় অনুৰণিত হৈছে। আধুনিক সভ্যতাত যন্ত্ৰৰ প্ৰয়োজন আটাইতকৈ বেছি, কিন্তু যন্ত্ৰৰ বাবে মানুহৰ দৰে শ্ৰেষ্ঠ জীৱ যেতিয়া ব্যাকুল হয়, জীৱনৰ দৰ্শন সলনি হয়, জড় পদাৰ্থৰ বাবে মানুহ মানুহৰ সৈতে একাত্ম হ'ব নোৱাৰে, জড় জগতৰ ঐশ্বৰ্য-বিভূতিৰ বাবে মানুহৰ কলিতে কেৰোণ ধৰে, জীৱ-শ্ৰেষ্ঠৰ দম্ভ লৈ জড় পদাৰ্থৰে জীৱন ধ্বংস কৰে, তাতকৈ আৰু সৰ্বনশীয় দিন মানুহৰ বাবে একো নাই। যন্ত্ৰ লাভ কৰাৰ অহংকাৰত মোহান্ধ মানুহৰ আত্মাৰ স্বাধীনতা সেইদিনাহে সম্ভৱ — যিদিনাৰপৰা মানুহে যন্ত্ৰক জীৱনৰ প্ৰয়োজনত ব্যৱহাৰ কৰিব, যন্ত্ৰৰ প্ৰয়োজনত জীৱনক সমৰ্পণ কৰাৰপৰা বিৰত থাকিব। নহ'লে আমি নিজকে নিজে ক'ব লাগিব, জীৱ-শ্ৰেষ্ঠ মানৱ আমি নহয়, আমি যন্ত্ৰ-শ্ৰেষ্ঠ মানৱ। ■

# খং

গধূলি মাত্ৰ ছটা বাজিছে। বিজুলী-ঢেৰেকণিৰে বৰষুণজাক আহিল। অফিচৰপৰা ঘৰলৈ যাবলৈ ওলাইছোঁ, ঠিক তেনেতে ফ্ল'ৰিডাৰপৰা বান্ধৱী নন্দিতাৰ এটা ফোন পালোঁ। দুই মিনিটৰ কথোপকথন। তাই গুৱাহাটীত থকা বায়েকক যোগাযোগ কৰিবপৰা নাই, এবাৰ যোগাযোগ কৰিবলৈ বায়েকক ক'ব লাগে, জৰুৰী কথা আছে হেনো। ভদ্ৰতা ৰাখিয়েই সুধিলোঁ — সকলো ঠিক আছেনে? তাই ক'লে — 'নাই, যোৱা সোমবাৰে আমাৰ ঘৰৰ ওচৰৰ মাৰ্কেটখনত ডেট্ এক্সপায়াৰ হোৱা মাংসৰ পেকেট এটা গ্ৰাহকক বিক্ৰী কৰা হৈছিল, গতিকে যোৱা দুদিন আমি সেইখন মাৰ্কেট বৰ্জন কৰিছোঁ। কনজুমাৰ ছ'চাইটিয়ে কেছ তদন্ত কৰিছে। এই সপ্তাহত দহ কিঃ মিঃ দূৰৰ মাৰ্কেটখনলৈ যাব লগা হৈছে। অৱশ্যে কনজুমাৰ ছ'চাইটিয়ে আমাৰ এলেকাৰ মানুহখিনিৰ বাবে দূৰৈৰ মাৰ্কেটখনলৈ যাতায়াতৰ খৰচটো ল'ব বুলি গাত লৈছে। বৰ খং উঠি আছে'। মাত্ৰ কেইটামান বাক্য। কিন্তু সেই বাক্যকেইটাতে ফ্ল'ৰিডাত থকা নন্দিতাৰ খং-বিৰক্তিৰ কাৰণ আৰু এখন সচেতন সমাজ, চৰকাৰ সকলোৰে নিকা ছবিখন চকুৰ আগত ভাহি উঠিল। আমাৰ সমাজত স্বপ্নতো এনে কাণ্ড কল্পনা কৰিব পাৰিনে? নিজ চকুৰে দেখিছোঁ — বেলতলাৰ বজাৰত পুৰা মাছ বিক্ৰী কৰা পকী ঘৰবোৰত মানুহৰ বিষ্ঠা, গৰু-ছাগলী-কুকুৰৰ কথা বাদেই দিলোঁ।

বৰষুণতে ছাতি এটা লৈ ছিটিবাছ ষ্টপেজলৈ ওলাই আহিলোঁ। দুখনমান বাছ আহি ৰ'লহি। দুৱাৰমুখত মানুহ ওলমি আহিছে। সোমোৱাৰ সাধ্য নাই। মাজতে গুৱাহাটী মটৰ ভেৰিকলৰ দায়িত্বত থকা সংস্থাটোৱে যাত্ৰীৰপৰা ভাড়া বেছিকৈ ল'বৰ সময়ত অলেখ প্ৰতিশ্ৰুতিৰে একোখন কাগজ বাছত মাৰিছিল। তাত লেখা আছিল — ষ্টপেজত বেছি সময় বাছ ৰখোৱা নহ'ব, যাত্ৰী অধিক তোলা নহ'ব, ভাড়া লৈ যাত্ৰীক টিকট দিয়া হ'ব ইত্যাদি। ভাড়া বৃদ্ধি ঠিকেই হ'ল, কিন্তু মাত্ৰ দুমাহ পিছতে সকলো ফুটুকাৰ ফেন। কণ্ডাক্টৰ নামৰ আচৰিত প্ৰাণীকেইটাই য'তেই বাছ ৰখাবলৈ ক'ব, ত'তেই ড্ৰাইভাৰে বাছ ৰখাব। খুচুৰা পইচা ঘূৰাই দিবৰ সময়ত কণ্ডাক্টৰে ক'ব — খুচুৰা নাই। ট্ৰেফিকৰ দায়িত্বত থকাসকলক বৃদ্ধাংগুষ্ঠ দেখুৱাই যাত্ৰীৰ ভৰত বাছৰ এফাল হেলনীয়া হৈ যায়, টিকট দিয়াৰ প্ৰশ্নই নাই, টিকটৰ প্ৰতি যাত্ৰীও উদাসীন। যাত্ৰী এবাৰ কোনোমতে ছিটিবাছ এখনত উঠি লোৱাৰ পিছত নিৰ্বিকাৰ। ঘড়ীবোৰ কেৱল হাতৰ শোভাবৰ্ধক অলংকাৰ; প্ৰতিজন মূক-বধিৰ যাত্ৰীয়ে গন্তব্যস্থানলৈ উদাসীনভাৱে যাত্ৰা আৰম্ভ কৰাৰ পিছত সময়ৰ মূল্য অৰ্থহীন। ষ্টপেজত বা যিকোনো স্থানত বাছখন ৰৈ যোৱাটো নিয়ম যদিহে আধাফাৰ্লং দূৰৈৰপৰাও পথাচাৰীয়ে সামান্য ইংগিতো দিয়ে। কলেজীয়া গাভৰুৱে কইনা খোজেৰে বন্ধু-বান্ধৱীৰ সৈতে হাঁহি-খিকিন্দালি কৰি হঠাতে হাত দাঙি বাছ ৰখাব। এবাছ যাত্ৰী ৰৈ থাকিব, আৰু তেওঁলোকে ৰাস্তাত কথা পাতিয়েই থাকিব, তাৰপিছত লেথেৰি নিছিগা কথাৰে বিদায় পৰ্ব আৰম্ভ কৰি বাছৰ ফুটব'ৰ্ডত পদাৰ্পণ কৰিব। হামিয়াই-হিকটিয়াই বাকী যাত্ৰীবোৰে এই কাৰ্যত বিৰক্তি পালেও প্ৰকাশ নকৰাটো, খং উঠিলেও খং প্ৰকাশ নকৰাটো সচেতন নাগৰিকৰ ধৰ্ম। ইমানৰ পিছতো কেতিয়াবা গত্যন্তৰ নাথাকে, ছিটিবাছ ব্যৱহাৰ কৰিবলগা হয়। সেইদিনাও গত্যন্তৰ নাছিল, অৱশেষত বৰষুণজাকৰপৰা নিস্তাৰ পাবলৈ এখন ভিৰ বাছত উঠিবলগা হ'ল।

মূক-বধিৰ হৈ নিজেও চিৰাচৰিত দৃশ্যবোৰ প্ৰত্যক্ষ কৰি গৈ আছোঁ। গণেশগুৰি পাবলৈ আধা কিলোমিটাৰমান থাকোঁতেই বাছখন

ডায়েৰি
২৯ আগষ্ট
'৯৮

ৰৈ গ'ল। সম্মুখত গাড়ীৰ লাইন। এয়াও দৈনন্দিন জীৱন-যাত্ৰাৰ অংগ। পাঁচ মিনিট..... দহ মিনিট..... বিছ মিনিট..... নাই, কোনো এখন গাড়ী লৰ-চৰ হোৱা নাই। পেট্ৰ'ল আৰু ডিজেল পোৰা ধোঁৱাই চৌদিশ আবৰি ধৰিছে। ধোঁৱাৰ মাজত আবদ্ধ মানুহবোৰে কাহিবলৈ আৰম্ভ কৰিছে, চকু জ্বলা-পোৰা আৰম্ভ হৈছে, চকুৱে পানী ওলাইছে, যাত্ৰীৰ কোলাত থকা কেঁচুৱাবোৰে ছট্‌ফটাই এটা সময়ত কান্দি দিছে। বাহিৰত বৰষুণ, বাছৰ ভিতৰত গপ্‌গপীয়া গৰম। ঠিক তেনেতে ছাইৰেণৰ মাত ভাহি আহিল। প্ৰথম খোলা জীপ গাড়ীত ৰঙা পতাকা উৰুৱাই তীব্ৰ গতিত এজাক পখৰা পোছাক পৰিহিত বন্দুকধাৰী প্ৰাণী পাৰ হৈ গ'ল। তাৰ পিছত আৰু এখন। বন্দুকধাৰীবোৰে বন্দুক টোঁৱাই তীব্ৰ ঘৃণা আৰু সন্দেহেৰে দৃষ্টি নিক্ষেপ কৰি গ'ল বৈ তথা বাছবোৰলৈ, পথচাৰীবোৰলৈ। মুঠ বাইছখন মহামান্য দেশ ৰক্ষকৰ গাড়ী সুতীব্ৰ বেগত কলিজা কঁপোৱা ছাইৰেণেৰে পাৰ হৈ গ'ল। য'ত সাধাৰণ মানুহৰ পাঁচ কিলোমিটাৰ পথ অতিক্ৰম কৰিবলৈ ছিটিবাছত লাগে আধা ঘণ্টাৰপৰা এঘণ্টা, মহামান্যসকলে সেই কাম সমাধান কৰে মাত্ৰ পাঁচ মিনিটত। কিমান অসুখীয়া মানুহ, জৰুৰী কাৰ্যৰ বাবে যোৱা লোকে ধৈৰ্যৰ অন্তিম পৰীক্ষা দি তেওঁলোকে সুকলমে পাৰ হৈ যোৱালৈ অপেক্ষা কৰিব লাগে তাক জনাৰ তেওঁলোকৰ অৱকাশ নাই। জনতাক হাৰাশাস্তিৰপৰা উদ্ধাৰ কৰি ভি আই পিসকলৰ বাবে এটা সুকীয়া ভি আই পি ৰাস্তাৰ পৰিকল্পনাৰ কথা বহু দিন ধৰি শুনি অহা হৈছে, কিন্তু এই কাৰ্য ৰাজধানীৰ মানুহৰ বাবে এতিয়া এক বিদ্রূপতহে পৰিণত হৈছেগৈ। হঠাতে মনত পৰিছিল আমেৰিকাৰ ৰাষ্ট্ৰপতি নিক্সনৰ দিনৰ এটি ঘটনালৈ। এবাৰ নিক্সনৰ যাত্ৰাৰ সময়ত হঠাতে তেওঁৰ ছিকিউৰিটীৰ গাড়ীত পৰিছিল এটা ছাতি! হুলস্থূল লাগি গ'ল। দোষীক কৰায়ত্ত কৰা হ'ল। কাৰণ বিচাৰি জনা গ'ল — দোষীৰ পত্নীৰ গাড়ীতে প্ৰসৱ-বেদনা আৰম্ভ হৈছিল। সাত মিনিট সময় পাব্লিকক দিয়া শাস্তিৰ পৰিপ্ৰেক্ষিতত পত্নীৰ বেদনা সহ্য কৰিব নোৱাৰি স্বামীজনে হাতত পোৱা ছাতিটোকে মাৰি পঠিয়ালে। নিক্সনে এই অপৰাধীৰ ওচৰত ওলোটাই ক্ষমা বিচাৰিলে। সেয়া কৰিয়েই ক্ষান্ত নাথাকি অপৰাধীজনৰ পত্নীৰ সু-চিকিৎসাৰ প্ৰতিও তেওঁ খবৰ ৰাখিলে প্ৰতিদিন। এনেকুৱা আৰু এটা ঘটনা হৈছিল ১৯৯৪ চনত কলিকতা হাইকৰ্টত। বিস্কুট ফেক্টৰী এটাত কাম কৰা দুৰ্যোধন দাস নামৰ কৰ্মীজন ২৫ খন বিস্কুট চুৰি কৰাৰ অপৰাধত দোষী সাব্যস্ত হৈ কোম্পানীৰপৰা বৰ্খাস্ত হ'ল। দাসে লেবাৰ কৰ্টত প্ৰত্যাহ্বান জনালে ই এক ষড়যন্ত্ৰ বুলি। সুদীৰ্ঘ বাৰ বছৰ ধৰি কেছ চলি আছিল। লেবাৰ কমিশ্যনাৰৰপৰা লেবাৰ কৰ্ট, লেবাৰ কৰ্টৰপৰা ট্ৰাইবুনেল, তাৰপিছত হাইকৰ্ট। হাইকৰ্টতো পাঁচ বছৰ হৈ গ'ল, কেছ ছিগা নাই। এই সুদীৰ্ঘ বাৰ বছৰত দুৰ্যোধন দাসৰ সকলো শেষ হ'ল, অনাহাৰত পৰিয়ালে দিন কটাবলৈ ল'লে, পঢ়ি থকা ল'ৰা-ছোৱালীকেইটাক স্কুল এৰুৱাই দিয়া হ'ল — আৰু এদিন কেছ হাইকৰ্টত চলি থাকোঁতেই অতিষ্ঠ হৈ দুৰ্যোধন দাসে ভৰিৰ চেণ্ডেলপাট মহামান্য বিচাৰপতিলৈ মাৰি পঠিয়ালে! স্তম্ভিত বিচাৰপতিয়ে দাসক আছুতীয়াকৈ মাতি নি সবিশেষ সুধিলে আৰু তেওঁক ক্ষমা কৰি দিলে। পিছদিনা কলিকতাৰ প্ৰতিখন বাতৰি কাকতত এই ঘটনাটো প্ৰথম পৃষ্ঠাৰ খবৰ হৈ প্ৰকাশ পালে।

আচলতে আইন আৰু ভি আই পিৰ ৰীতি-নীতিত জনতা তৎক্ষণাৎ ক্ষুব্ধ নহয়। বহু দিনৰ পুঞ্জীভূত ক্ষোভ, খঙৰ স্বতঃস্ফূৰ্ত প্ৰকাশ ঘটে ধৈৰ্যৰ অন্তিম পৰ্যায়ত। মাজে মাজে ভাব হয় উপৰোক্ত ঘটনা দুটা অসমত হোৱা হ'লে কি হ'লহেঁতেন! নেবা বুলিলেই চাৰিচাপৰ বাই য'ত, বা বুলিলেতো কথাই নাই! মৰাশ হৈ ঘৰলৈ উভতিব লাগিব নাগৰিক। আমি এনেকুৱা এখন দেশত জন্ম ল'লোঁ, য'ত মানুহৰ নূন্যতম অধিকাৰ বুলিলে শিক্ষিত মানুহবোৰেও শব্দটো নুবুজো। নাগৰিকে হাৰাশাস্তি আৰু মৃত্যু-ভয়কে পৰম বন্ধু কৰিবলৈ চেষ্টা কৰোঁতে কৰোঁতে শেষ হৈ যায় জীৱনৰ আপুৰুগীয়া সময়! খং বিহীন অসমীয়া মানুহ, ধৈৰ্য আৰু সহনশীলতাৰ মূৰ্ত প্ৰতীক অসমীয়া মানুহ মূক-বধিৰ হোৱাৰ বাদে উপায় নাই, কাৰণ আমি যে অসমত জন্মগ্ৰহণ কৰিছোঁ! ই আমাৰ প্ৰাপ্য!

হঠাতে বাছখন আকৌ লৰ-চৰ কৰি উঠিল। কিন্তু আশ্চৰ্যজনকভাৱে পাঁচ মিনিট শামুকীয়া গতিৰে বাছখন গৈয়ে ৰৈ গ'ল। এইবাৰ কি হ'ল বুলি চাওঁতেই দেখা গ'ল — ৰাস্তাৰ কাষত এদল বগা, খাকী আৰু পখৰা পোছাক পৰিহিত দেশ ৰক্ষকৰ দল। 'সকলো বাছৰপৰা নামক দেই' বুলি চিঞৰাৰ লগে লগে যাত্ৰীসকল বিনাবাক্যে নামিবলৈ বাধ্য হ'ল। কেঁচুৱা থকা মাতৃসকলক কেৱল ৰেহাই দিয়া

হ'ল। বাছৰ ভিতৰখনত পৰীক্ষা কৰোঁতে একমিনিটমান সময় লাগিল। কিন্তু যাত্ৰী বৰষুণতে উঠা-নমা কৰা প্ৰক্ৰিয়াটোত সময় ল'লে আধাঘণ্টা। যাত্ৰীৰ কিছুমানৰ বেগ পৰীক্ষা কৰিলে, কিছুমানৰ নকৰিলে। মুঠতে, সমগ্ৰ ব্যৱস্থাটোৱেই এক ভেঁকো-ভাওনা। যাত্ৰীবোৰে গুণগুণালে — স্বাধীনতা দিৱসলৈ তিনি দিনহে আছে, সেইবাবে কঢ়া চেকিং! বাছত ব'ম-ত'ম থাকিব পাৰে। অৰ্থাৎ যাত্ৰীসকলে সান্ত্বনা ল'লে, এটা অনিশ্চিত ব'মৰপৰা সেইদিনালৈ আৰক্ষীয়ে আমাক উদ্ধাৰ কৰিলে। মনত সকাহ পালে — অন্ততঃ আমি যোৱা বাছখনত উগ্ৰপন্থীও নাই, ব'মো নাই; মৃত্যুৰপৰা এদিনলৈ হ'লেও বাচি গ'লোঁ! খং নাই, কাৰো চকু মুখত নাই; এক বিস্ময়কৰ জীৱন লাভৰ স্বস্তিৰে প্ৰসন্ন যাত্ৰীসকলৰ মুখ!

বোধহয় একফাৰ্লঙো যোৱা নাই বাছখন। হঠাতে কণ্ডাক্টৰে কৈ উঠিল — 'বাছ গণেশগুৰিৰপৰা আৰু নাযায়, যি যি বেছি দূৰলৈকে ভাড়া দিছিল ঘূৰাই লওক'। বাহিৰত বিজুলী-ঢেৰেকণি তেতিয়াও কমা নাছিল। তদুপৰি অলপ আগতে বাছৰপৰা চেকিঙৰ নামত যাত্ৰী নামোঁতে কিন্‌কিনিয়া বৰষুণত তিতি সকলো ভিজা মেকুৰী হৈয়ে আছে। যাত্ৰীৰ বাবে বোমা বিস্ফোৰণতকৈও ভয়াবহ আছিল কণ্ডাক্টৰৰ সেই আমোঘ বাণী। 'কিয় নাযায়' বুলি সহস্ৰজনে কৰা প্ৰশ্নৰ উত্তৰত কণ্ডাক্টৰজনে নিৰ্বিকাৰচিত্তে ক'লে — 'গাড়ীয়ে গোলমাল কৰিছে'। বৃদ্ধ এজনে প্ৰতিবাদ কৰিলে — 'ক'তা, গাড়ীৰতো একো হোৱা নেদেখিলোঁ?' কণ্ডাক্টৰে ড্ৰাইভাৰলৈ চালে। ড্ৰাইভাৰে উত্তৰ নিদি এনে এক চাৱনি নিক্ষেপ কৰিলে, যাৰ অৰ্থ — 'বুঢ়া বুলি তোক এইবাৰলৈ একো নকওঁ, আৰু এষাৰ কথা সুধিলেই.....'। বৃদ্ধয়ো নিজ জ্ঞান-বুদ্ধিৰে এই চাৱনিৰ অৰ্থ বুজি বিনাবাক্যে নামি গ'ল বাছৰপৰা।

গণেশগুৰিৰপৰা এইবাৰ অ'টো এখনত যাওঁ বুলি ৰৈ থকা অ'টোৰ শাৰীটোৰ কাষলৈ গ'লোঁ। গন্তব্যস্থানৰ কথা ক'লোঁ — পঞ্চাছ টকা লাগিব। বৰষুণৰ বতৰ। — 'কিয়, পঁচিছ টকাহে লয় তালৈ'। ক'বলৈ পালোঁ কি নাপালোঁ, উত্তৰ আহিল — 'নহ'ব'। কিয় নহ'ব সোধাটো এটা অলীক প্ৰশ্ন। কাৰণ, বোধহয় অসমেই ভাৰতবৰ্ষৰ একমাত্ৰ ঠাই, য'ত টেক্সী-অ'টোৰ কোনো নিৰ্দিষ্ট ভাড়াৰ নিৰিখ নাই। মানুহৰ বিপদৰ সুবিধা লৈ ধন যিয়ে যেনেকৈ ঘটিব পাৰে, তাৰেই জয় লাভ। মাইল-মিটাৰবিহীন গাড়ী, মিটাৰবিহীন এখন দেশ। গ্ৰাহক সুৰক্ষা সমিতিৰ সদস্যসকলে অ'টো-টেক্সী-বাছত উঠেনে?

এজন বেলেগ চালকৰ হৃদয় কুমলিল বোধহয়। ক'লে — চল্লিছ টকা দিব ব'লক। একো নামাতি উঠিলোঁ অ'টোখনত। বৰষুণ ইতিমধ্যে বেছি হৈ আহিছিল। অলপ পিছতে বিদ্যুৎ নিৰ্বাপিত হ'ল সদায় হোৱাৰ দৰে। অন্ধকাৰত ডুব গ'ল মহানগৰী।

বেলতলাৰ ৰাস্তাটো সোমোৱাৰপৰা অ'টোখনৰ গতি হঠাতে ধীৰ হৈ পৰিল। মাজে মাজে ড্ৰাইভাৰজনে পিছলৈ চাবলৈ ধৰিলে। এক অজান আশংকাত শিঁয়ৰি উঠিলোঁ। চালকজন কিমান বয়সৰ আন্ধাৰত বিশেষ অনুমান কৰিবপৰা নাছিলোঁ যদিও বেছ গম্ভীৰভাৱে তেওঁক 'ভাইটি, কিবা অসুবিধা পাইছা নেকি' বুলি সুধিলোঁ। তেওঁ কিবা এটা মুখৰ ভিতৰত ভোৰ্‌ভোৰালে। ৰাস্তাৰ অৱস্থা অবৰ্ণনীয়, প্ৰতিটো থেকেচাতে ড্ৰাইভাৰজনে এটা অশ্লীল শব্দ উচ্চাৰণ কৰে। নুশুনাৰ ভাও জুৰি গৈ থাকিলোঁ। ঘৰ পাবলৈ অলপ দূৰ থাকোঁতেই অ'টোখনত এটা শব্দ হ'ল। ড্ৰাইভাৰজনে চাৰিটামান অশ্লীল শব্দ কৈ বাহিৰলৈ জাঁপ মাৰি ওলাল আৰু পিছৰ চকাটোৰ ওচৰত কিবা পৰীক্ষা কৰিলে। মই প্ৰমাদ গণিলোঁ। এই মুহূৰ্তত এটা বিপদ ঘটিলে কি কৰা উচিত, তাৰ বাবে কিছু সাৱধান হ'লোঁ। বাহিৰত নিশ্ছিদ্ৰ অন্ধকাৰ, ভাগ্যে একো নঘটিল। ড্ৰাইভাৰজনে এইবাৰ বেছি জোৰত অ'টোখন চলালে। কিন্তু কিছুমান গালি আৰু অশ্ৰাব্য শব্দ তেওঁ কাৰোবাৰ উদ্দেশ্যে প্ৰয়োগ কৰি গ'ল। মাতাল নেকি মানুহজন! মনে মনে ভাবিলোঁ। অৱশেষত অ'টোখন মোৰ ঘৰৰ সন্মুখ পালে। বৰষুণৰ প্ৰকোপ কমিছে। ড্ৰাইভাৰজন নামি অ'টোখনৰ হুডটো পৰীক্ষা কৰি ক'লে — 'এইমাত্ৰ টাৰ্পলিখনত ফেবিকল লগাই আনিছোঁ, ডাঙৰ ফুটা এটা আছিল। বাইদেউ, আপুনি কেনেবাকৈ তিতিলে নেকি?' মনটো ফৰকাল লাগিল। ড্ৰাইভাৰজনে বাৰে বাৰে পিছলৈ চাই অহাৰ অৰ্থ এতিয়াহে বুজিলোঁ। তাৰ পিছত তেওঁ বৰষুণজাকতে মাটিত আঁঠুকাঢ়ি অ'টোখন পৰীক্ষা কৰিবলৈ বহিল। 'চাওকচোন, যোৱা সপ্তাহত নতুন বিয়েৰিং লগাইছোঁ, মাহে মাহে গাড়ীৰ পাৰ্টছ কিনোতে আধ্যা পৰিছে। আজি শব্দটো যে হৈছে, বিয়েৰিং আকৌ গ'ল যেন পাইছোঁ। কি বুজিব চৰকাৰে? চৰকাৰী

গাড়ী, চৰকাৰী তেলৰ শৰাধ কৰি এই মখাই ছাইৰেশ বজাই ফুৰিব পাৰিলেই হ'ল — এইবোৰ ৰাস্তাত সিহঁতৰ নিজৰ গাড়ী নাভাগে নহয় — আলফাই সাধাৰণ কথাটোকে বুজা নাই। দিল্লীয়ে আমাক শোষণ কৰা নাই, কৰিছে আমাৰ ঘৰ বিভীষণবোৰে। প্ৰতিটো চৰকাৰী ডিপাৰ্টমেণ্টে বছৰি কম টকাবোৰ পাই আহিছেনে? দলং ভাগিছে — ইফালে পঞ্চাছজন মানুহৰ দালান উঠিছে; নতুনকৈ বনোৱা ৰাস্তাত ছমাহত গাঁত হৈছে — ইফালে এশজন মানুহে লেটেষ্ট মডেলৰ গাড়ী কিনিছে। দিল্লীয়ে শোষণ কৰিছে বুলি ক'লেই হ'লেনে? দিল্লীক ধমকি দিব পৰাকৈ কোনটো মিনিষ্টাৰ সৎ? সৎ হ'লেহে গলাত জোৰ থাকিব। ইচ্ছা হয় সকলোকে যেন শেষ কৰি দিম — ফাঁচি হয়, জেল হয়, যি হয় হ'ব.....। তাৰপিছত কাণত সোপা দিছিলোঁ। তেওঁৰ মুখত অশ্লীল শব্দ আখৈ ফুটাদি ফুটিছিল।

***

মনত এক বিমল প্ৰশান্তি হৈছিল। বাহিৰৰ বৰষুণজাকে অ'টোচালকজনৰ মনৰ জুই শাত পেলাব পৰা নাই। বহু দিনৰ মূৰত দেখিলোঁ এজন অসমীয়া ডেকাৰ প্ৰকৃত খং। এই খং যেন বিয়পি পৰক প্ৰতিজন অসমীয়াৰ মগজুলৈ। সুদূৰ ফ্ল'ৰিডাত থকা নন্দিতাই শুনাকৈ সেই সময়ত মনে মনে চিঞৰিছিলোঁ — নন্দিতা চোৱাহি; তোমালোকৰ খং আৰু আমাৰ খঙৰ পাৰ্থক্য!

# ৰেহানাৰ চকুৰ ৰেহাই মূল্য

যদি ভাবি থাকা কোনো ৰেহাই পাবা পূজাত

তেতিয়া হ'লে ভুল কৰিবা, এয়াতো নহয় তন্তুজ বা খাদী!

এয়া যে মাৰাত্মক শব্দ লৈ হোৱা অক্ষয় অনাদি

ইয়াত ৰেহাইৰ কোনো ব্যৱস্থা এতিয়াও চালু হোৱা নাই.....।

*(সবিশেষ ছাড়'ৰ একাংশ, শক্তি চট্টোপাধ্যায়)*

পূজা-বিহু-দিপাৱলী ইত্যাদিত বিজ্ঞাপনৰ আটাইতকৈ লোভ লগা শব্দ ৰেহাই। দুটা ছাৰ্ট কিনিলে এটা ৰেহাই, এটা জেলী বটলত পাঁচ টকা ৰেহাই..... আধুনিক জীৱন-যাত্ৰাত মানুহৰ সকলোতকৈ অধিক মনোযোগ আকৰ্ষণ কৰিবপৰা শব্দটোৱেই হ'ল ৰেহাই।

কিন্তু মানুহৰ জীৱনত কি কি বিষয়ত ৰেহাই পোৱা যায়? ধৰি লোৱা হওক — মোৰ প্ৰতিবেশীৰ সৈতে অতি আঁপোন সম্পৰ্ক। প্ৰতিবেশীজনৰ হাত দীঘল, কিন্তু অতি নীতিপৰায়ণ মানুহ। এদিন মোৰ লগত থকা আন্তৰিকতাৰ সুবিধাৰে মই এটা অন্যায় অনুৰোধ কৰিলোঁ। ধৰি ল'লোঁ, মোৰ যোগ্যতা নথকা সত্ত্বেও এটা বিশেষ চাকৰিৰ বাবে মই দৰ্খাস্ত কৰিছোঁ আৰু মোক চাকৰিটো দিয়াত সহায় কৰিবলৈ তেওঁক খাটনি ধৰিলোঁ। প্ৰতিবেশীজনে প্ৰত্যাখ্যান কৰিলে। মই তেতিয়া মনে মনে ক্ষুব্ধ হৈ তেওঁক কি ক'ম? এইদৰেই দেশ চলি আছে, ৰাবৰী দেৱীৰ দৰে মানুহ গৈ মুখ্যমন্ত্ৰী হৈছেগৈ! যোগ্যতা থকা কেইজন মানুহ কোনটো গুৰুত্বপূৰ্ণ পদবীত আছে! এনে নীতিপৰায়ণ মানুহ ওলাইছে! চকু চৰহা, আপোনপেটীয়া — নতুবা চিনাকি বুলি মোৰপৰা সুবিধা ল'ব নোৱাৰিব বাবে মোৰ আগত সততাৰ চাদৰখন মেলি ধৰিছে ইত্যাদি অলেখ বিৰূপ মন্তব্য কৰিবলৈ এক মুহূৰ্তও মোক সময় নালাগিব। যিজন প্ৰতিবেশীৰ গুণ-গান বহু বছৰ ধৰি মই মোৰ মুখখনেৰেই আনৰ আগত গাই ছিলোঁ, এটা মাত্ৰ নেতিবাচক উত্তৰত মই সেই প্ৰতিবেশীজনৰে গুণ-গৰিমা ধূলিসাৎ কৰি দিব পাৰোঁ। অৰ্থাৎ, মই তেওঁক ৰেহাই নিদিম মোক প্ৰত্যাখ্যান কৰা বাবে। এইদৰে বহু উদাহৰণ হ'ব পাৰে। কোনোবাই কাৰোবাক প্ৰেম নিবেদিলে — যদি ল'ৰাটোৱে প্ৰত্যাখ্যান কৰিলে তেন্তে ছোৱালীজনীয়ে ল'ৰাটোৰ নামত খড়গহস্ত হ'বলৈ সাজু থাকিব, আৰু যদি ছোৱালীজনীয়ে প্ৰত্যাখ্যান কৰে, তেন্তে তেওঁ কিমান ভয়ানক মূল্য দিবলগা হ'ব পাৰে তাক নিৰ্ণয় কৰিব তেওঁৰ ভাগ্যই। খুব ভাগ্যবানগৰাকীয়েহে প্ৰতিশোধৰপৰা ৰেহাই পাব পাৰে। মুঠতে মানুহে একেলগে সমাজ পাতি বাস কৰিলেও, কৰ্মক্ষেত্ৰত ইজনে-সিজনৰ বাহু ঘঁহাই একেলগে কাম কৰিলেও একো একোটা মুহূৰ্তত কোনোবা এজনে কোনোবাজনক ৰেহাই নিদিয়াৰ মুহূৰ্ত আহি পৰিবই।

কিন্তু আজি যাৰ কথা ক'বলৈ লৈছোঁ তেওঁৰ কথাটো কিছু ভিন্ন। জীৱনৰ ৰেহাই নোপোৱা মুহূৰ্ত এটাৰ স্মৃতিৰ সৈতে ইয়াৰ যোগসূত্ৰ বিচাৰি হাবাথুৰি খাই আছোঁ অলপতে প্ৰকাশ পোৱা এটা সৰু বাতৰি পঢ়াৰ পিছত।

মই ক্লাছ ফাইভলৈ প্ৰমোশ্যন পোৱাৰ পিছত যোৰহাট চৰকাৰী বালিকা বিদ্যালয়লৈ এজনী নতুন ছোৱালীৰ আগমন ঘটিছিল। প্ৰথম দিনা শ্ৰেণী শিক্ষয়িত্ৰীয়ে তাইৰ নামটো সুধি ৰেজিষ্টাৰ বহীৰ সৈতে মিলাই চাওঁতে প্ৰায় ধমক দিয়েই তাইক সুধিছিল — কেনি চাই আছা, মই তোমাক সুধিছোঁ, কোন স্কুলৰপৰা আহিছা? নাম কি?

**ডায়েৰি**
**১২ ছেপ্তেম্বৰ '৯৮**

তাই সেমেনা-সেমেনিকৈ থিয় হৈ কৈছিল — ৰেহানা, ৰেহানা চুলতানা..... বচ্ — হাঁহিৰ ৰোল উঠিল। সেই সময়ত ৰেহানা চুলতানা নামৰ

মুম্বাইৰ অভিনেত্ৰীগৰাকীৰ বেছ নাম হৈছিল। এই ৰেহানাৰ চকু এটা ইমান কেঁৰা যে তাই প্ৰকৃততে কালৈ চাই কথা কৈছে ধৰিব নোৱাৰি। শিক্ষয়িত্ৰীগৰাকীয়ে নিজৰ ভুলটো বুজিব পাৰি আৰু ৰেহানা অপ্ৰস্তুত হৈছে বুলি ভাবিয়েই আমি ইঁহা বাবে এইবাৰ এটা ধমক শোধালে।

ৰেহানা সদায় স্কুললৈ আহিবলৈ ল'লে। কিন্তু আমি মন কৰিলোঁ, তাই একেবাৰে শেষৰ বেঞ্চৰ চুকটো বাছি লৈছে আৰু প্ৰত্যেক শ্ৰেণী শেষ হোৱাৰ পিছতে তাই গাৰ কাষতে থকা খিৰিকীখনেৰে বাহিৰলৈ চাই থাকে। ৰেহানাৰ কাৰো সৈতে বন্ধুত্ব নাই, শত্ৰুতাও নাই। অতি নক'লে নোহোৱা কথাটোৰহে উত্তৰ দিয়ে তাই, তাকো পৰাপক্ষত তলমূৰ কৰি। চকুলৈ চাই কথা ক'বলৈ ৰেহানাই অস্বস্তি পায়। দুষ্ট ছোৱালী কিছুমানে এই সুযোগতে তাইক বেছিকৈ প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰে।

শুকুৰবাৰে আমাৰ ড্ৰীল হয়। এদিন শুকুৰবাৰে মই ভৰিত দুখ পোৱা বাবে ড্ৰীললৈ যোৱা নাছিলোঁ। ৰেহানা কোনোদিন ড্ৰীললৈ নাযায়। দুপৰীয়া টিফিন আৱাৰত নেখেলেও। সুধিলে কৈছিল — তাইৰ কিবা অসুখ হৈছে। শিক্ষয়িত্ৰীকো তেনেকৈ কৈছিল বাবে কোনেও ৰেহানাক জোৰ নকৰে। এটা নিৰ্জন ক্লাছৰুমত প্ৰায় ত্ৰিছটা স্কুলবেগ-পানী বটলৰ ৰখীয়া হৈ মই আৰু ৰেহানা। ৰেহানাই মোলৈ চাই হাঁহিলে। মই নিজেই ক'লোঁ ভৰিত দুখ পোৱাৰ কথা। তাৰ আগলৈকে ৰেহানাৰ সৈতে মোৰ কথা-বতৰা হোৱাই নাছিল। মই তাইৰ ওচৰলৈ গ'লোঁ। তাই বেঞ্চখনত মোক বহিবলৈ সুবিধা কৰি দিলে। মন কৰিলোঁ — ৰেহানাই মোলৈ চাই কথা পাতিছে। হয়তো তাই ভাবিছিল — ক্লাছৰুমত কেৱল মোৰ বাহিৰে কোনো নাই, গতিকে তাই যি ক'ব সেয়া যে কেৱল মোৰ উদ্দেশ্যেই ক'ব, তাক মোৰ বুজাৰ অসুবিধা নহ'ব। ইতিমধ্যে দুই-এটা সৰু-সুৰা কথাৰপৰা ময়ো বুজিছিলোঁ — ৰেহানা প্ৰকৃততে খেলি ভাল নোপোৱা বা কথা-বতৰা নপতা ছোৱালী নহয়। তাইৰ হীনমন্যতা কেৱল চকু এটা লৈ। তাই কালৈ চাই হাঁহিছে বা কাক উদ্দেশ্য কৰি কথা পাতিছে তাক লৈ হোৱা খেলি-মেলিৰ সম্ভাৱনা আৰু তাৰপৰা উদ্ভৱ হ'বপৰা হাঁহি বা উপলুঙাৰ খোৱাকখিনিৰপৰা ৰেহাই পাবলৈয়ে ৰেহানাই নিজকে অকলশৰীয়া কৰি ৰাখিবলৈ যত্ন কৰে। কথাই কথাই ৰেহানাই ক'লে যে তাইৰ দেউতাক দৰ্জী, মোৰ ফ্ৰক চিলাব লগা থাকিলে দিব পাৰিম হেনো। এনেয়ে কৰি দিব, পইচা নলয়। কৈ কৈ তাই মোৰ বাউসিত লগাই থিয় হৈ ক'লে — হ'ব, মোৰ জোখতেই 'ববাই' চিলাব পাৰিব তোমাৰ ফ্ৰক। দিন যোৱাৰ লগে লগে ৰেহানা আৰু মই সচৰাচৰ সমনীয়া ছোৱালীৰ সৈতে নপতা কথা পাতিবলৈ লৈছিলোঁ। যেনে এদিন ফাতেহা-ই-দোৱাজ-দহমৰ স্কুল বন্ধৰ পিছদিনা ৰেহানাই টিফিন বক্স খুলি মোক অলপ চুজিৰ হালুৱা যাচিলে। লগতে তাই ক'লে — ঘিণ কৰিবা নেকি? মই ক'লোঁ — কিয়? 'আমি যে মুচলমান, গৰু খাওঁ'। তাৰপিছত মই হালুৱা খাই খাই তাইক বহুত প্ৰশ্ন কৰিছিলোঁ। সিহঁতে কি কৰে, গৰু মৰা তাই দেখিছেনে? ৰেহানাই বৰ বিষণ্ণ মনেৰে ক'লে — তাই এবাৰ গৰু পোৱালি এটা 'হালাল' কৰা দেখিছে — আধা কটা ডিঙিৰে ছট্‌ফটাই থকা গৰু পোৱালিটোক দেখি তাইৰ চকুপানী ওলাইছিল, তেজৰ ডোঙাত ওপঙি থকা বগা ধুনীয়া দমৰাটোৰ বাবে তাই দোৱা কৰিছিল, কান্দিছিল। বাকী মানুহবোৰৰ উল্লাস দেখি তাইৰ হেনো খুব খং উঠিছিল আৰু সেই গো-মাংস তাই মুখত দিয়া নাছিল। ময়ো উৎসাহ পাই মন খুলি ৰেহানাক কৈছিলোঁ ঘৰুৱা কালীপূজাত ছাগলী বলি দিয়াৰ মৰ্মন্তুদ কাহিনী। যুদ্ধৰ বাজনা বজাই, হৈ-হুলস্থূল কৰি অবোধ ভয়াৰ্ত ছাগলীটোক বলিশাললৈ চোঁচৰাই অনাৰ দৃশ্য, 'জয় মা কালী' বুলি চকুৰ পচাৰতে দুছেও কৰা ছাগলীটোৰ কটা মূৰটো আৰু তেজৰ ডোঙত বিচ্ছিন্ন শৰীৰটোৰ চাৰিওটা ঠেঙে ছট্‌ফটাই থকা সেই হৃদয়বিদাৰক দৃশ্য দেখি মই আৰ্তনাদ কৰি উঠাৰ কথা কওঁতে তাইৰো দুয়োটা চকুত পানী বিৰিঙিছিল। তাইক মই কৈছিলোঁ মই মাংস নোখোৱাৰ কথা। কাৰণ মই যদি মাংস নাখাওঁ অন্ততঃ পৃথিবীত এটা পশু বা পক্ষীয়ে প্ৰাণ লৈ নিশ্চয় বাচি থাকিব। তাই বৰ অসহায়ভাৱে মোক সুধিছিল — 'মানুহবোৰে ধৰ্মৰ নামত এটা পশু কুৰবান কিয় কৰে? ভগৱানে জীৱ হত্যা বিচাৰে নেকি? নে মানুহে মানুহতকৈ দুৰ্বল প্ৰাণী এটাৰ ওপৰত বীৰত্ব দেখুৱাই মনত আনন্দ লাভ কৰে!' উত্তৰত একো ক'ব পৰা নাছিলোঁ।

ৰেহানা মুচলমান আছিল বাবে মোৰ ধাৰণা হৈছিল, ফকৰুদ্দিন আলী আহমেদৰপৰা আনোৱাৰ টাইমূৰলৈকে সকলো তাইৰ খুড়াক-মাহীয়েক ইত্যাদি হ'ব চাগৈ। ৰেহানাহঁত দুখীয়া আছিল। তাহাঁতৰ চাৰিটা ভাই-ভনীৰে

অভাৱৰ সংসাৰখনৰ বিপৰ্যয়ৰ কথা কেতিয়াবা তাই মোক কৈছিল। মই অল্প বুদ্ধিৰে সেই সময়ৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলী আহমেদলৈ এখন চিঠি লিখি জনাবলৈ কৈছিলোঁ। তায়ো এখন চিঠি লিখি দেউতাকক ডাকত দিবলৈ দিছিল। দেউতাকে হেনো পঢ়ি চাই তাইৰ চকুৰ আগতে ফালি পেলাইছিল।

ৰেহানা মোৰ ওচৰত ইমান সহজ হৈ পৰিছিল যে তাই মোৰ লগত তলমূৰকৈ কথা নাপাতিছিল আৰু কেবাজনী ছোৱালীৰ মাজত থাকিলেও ৰেহানাই মোলৈ চাই হাঁহিলে তৎক্ষণাৎ মই প্ৰত্যুত্তৰ দিছিলোঁ। তায়ো আশ্বস্ত হৈছিল যে মই তাইৰ চকুৰ ভাষা বুজি পাওঁ, তাইৰ কেঁৰা চকুটো লৈ মোৰ কোনো অসুবিধা হোৱা নাই। এদিন ৰেহানাক ক'লোঁ — এটা চকু কেঁৰা হ'লে ভাল, লক্ষ্মী — মানুহে কয়। তাই কৰুণভাৱে সুধিছিল — তোমালোকৰ লক্ষ্মীৰ চকু কেঁৰা নেকি?

এনেকৈয়ে ক্লাছ ছিক্সলৈ আমি প্ৰমোশ্যন পাইছিলোঁ। আৰু তেতিয়াই এটা সৰু ঘটনা ঘটিছিল। সৰু যদিও ঘটনাটোৰ পৰিসমাপ্তিয়ে আজিও মোক অপৰাধবোধৰপৰা ৰেহাই দিয়া নাই। বছৰেকীয়া স্কুল উৎসৱত আমি এখন চুটি নাটক কৰাৰ কথা পৰিকল্পনা কৰিছিলোঁ। কোনোবাই এখন নাটক আনিছিল। তাত এটা বন্দুৱাৰ চৰিত্ৰ আছিল। আমাৰ শ্ৰেণীৰ এগৰাকীয়ে চৰিত্ৰবোৰ বিলাইছিল, কিন্তু বন্দুৱাৰ বিশেষ চৰিত্ৰটো কৰিবলৈ কোনো আগবাঢ়ি অহা নাছিল। হঠাতে প্ৰস্তাৱ উঠিল — ৰেহনাক সেই চৰিত্ৰটো দিয়া হ'ব। ৰেহানাই একো নামাতিলে। সকলোৱে হাত চাপৰি মাৰিলে। ময়ো একো নভবাকৈয়ে ক'লোঁ — ভাল হ'ব। ৰেহানাই অবাক হৈ কিছুপৰ মোৰ মুখলৈ চাই থাকিল। তাৰ পিছত শশব্দে কান্দি দিলে ডেস্কত মূৰটো পেলাই। মোৰ তেতিয়াহে হুচ্ আহিল। ৰেহানাক কিয় এই বিশেষ চৰিত্ৰটো দিয়া হৈছে বুজিবলৈ বাকী নাথাকিল। মই ৰেহানাক ক'লোঁ, বুজালোঁ — এই চৰিত্ৰ তুমি কৰিব নালাগে। অৱশেষত আমাৰ নাটক কৰাৰ পৰিকল্পনাই বাতিল হৈ গ'ল, কিন্তু ৰেহানাৰ সৈতে সম্পৰ্ক আগৰ দৰে হৈ নুঠিল। আচৰিত ধৰণে সেইদিনাৰপৰা ৰেহানাই আকৌ আগৰ দৰে মোৰ সৈতে তলমূৰকৈ কথা পাতিবলৈ ল'লে। ৰেহানাই মোৰ মাজেৰে নিজৰ হীনমন্যতা জয় কৰিব পাৰিব বুলি ভাবিছিল, কিন্তু মোৰ দায়িত্বহীন এটা শব্দই তাইৰ বিশ্বাস চিৰকালৰ বাবে নোহোৱা কৰিলে। তাইৰ কেঁৰা চকুটোৱে আনে নেদেখা, বুজি নোপোৱা বহু কথা দেখিছিল, অনুভৱ কৰিছিল। উৰি যুৱা পখিলা, ঘনচিৰিকা, শালিকা চৰাইৰ ধেমালিবোৰ চাই তাই মোক ক'বলৈ সাঁচি থৈছিল। কিন্তু সেই ঘটনাৰ পিছৰ দুটা বছৰত এদিনো এই কথাবোৰ মোক কোৱা নাছিল। ক্লাছ এইটৰ ছমহীয়া পৰীক্ষাৰ আগতেই ৰেহানাই স্কুল এৰি দিছিল। শুনিলোঁ — তাইক হেনো বিয়া দি দিছে। তাইতকৈ বয়সত বহুত ডাঙৰ এটি পুৰুষলৈ আৰু আটাইতকৈ আচৰিত কথা — ৰেহানাক বিয়া দিয়া মানুহজনৰ এখন মাংসৰ দোকান আছিল। অৰ্থাৎ এজন কচাইলৈ ৰেহানাক বিয়া দিয়া হ'ল। ৰেহানাৰ একমাত্ৰ অপৰাধ তাইৰ চকুটো। চকুটোৰ বাবেই ৰেহানাৰ পিতৃ-মাতৃয়েও ৰেহানাক ৰেহাই নিদিলে।

ৰেহানাৰ ওচৰত অপৰাধবোধ ক'ব নোৱাৰাকৈ বাঢ়িছিল। দায়িত্বহীনভাৱে কোৱা একো একোটা শব্দই মানুহৰপৰা চিৰকাললৈ বিচ্ছেদ ঘটায়, একোটা মাৰাত্মক শব্দ হৈ পৰে অক্ষয় অনাদি — কেতিয়াও ঘূৰাই আনিব নোৱাৰি, ইয়াৰ পিছত কেৱল থাকে অনুশোচনা আৰু অপৰাধবোধ। সামাজিক, ৰাজনৈতিক, ব্যক্তিগত — প্ৰত্যেক ক্ষেত্ৰতে দায়িত্বহীনভাৱে কৰা প্ৰতিটো কামৰে ফল ভোগৰপৰা ৰেহাই পোৱা নাযায়। ৰেহানা নামৰ ছোৱালীজনী, যিজনী ছোৱালীয়ে এটা গৰু বা ছাগলীৰ বিচ্ছিন্ন মুণ্ডত মেল খাই থকা সজীৱ নিৰপৰাধ চকুযোৰৰ কথা কৈ কান্দিছিল, তাইৰ জীৱন-যন্ত্ৰণাই অহৰহ মোক খেদি ফুৰিছিল।

এইবোৰ বহু পুৰণি কথা। কিন্তু কিছুদিন আগেয়ে পঢ়া এটা সৰু বাতৰিয়ে জীৱনৰ এক গোপন অব্যক্ত যন্ত্ৰণাক আকৌ মুকলি কৰি দিলে। কৰ্ণাটকৰ গৌৰী নামৰ ছোৱালীজনীয়ে স্কুলৰ ভিতৰত থকা পুখুৰীটোত পৰি আত্মহত্যা কৰিলে। গৌৰীৰ এটা চকু আছিল একেবাৰে বেয়া। গৌৰীৰ হীনমন্যতাও আছিল তাতেই। ঘৰত তাই চিন্তাৰ বিষয়। ল'ৰাৰ অংগক্ষতে বিশেষ অসুবিধা নকৰে, কিন্তু ছোৱালীৰ বাবে ই অভিশাপ। পিতৃ-মাতৃৰ চিন্তা-উদ্বেগ দেখি গৌৰী সংকুচিত হৈ পৰিছিল। এদিন স্কুলৰ শ্ৰেণীতে এটা অংক ভুল কৰাৰ অপৰাধত হঠাতে শিক্ষকজনে গৌৰীক 'কাণী' বুলি তাচ্ছিল্য কৰিলে। আৰু সেইদিনাই সেই ভয়াবহ ঘটনাটো ঘটিল — ক্লাছ এইটৰ গৌৰীয়ে স্কুল

চলি থাকোঁতেই পুখুৰীত জঁপিয়াই আত্মহত্যা কৰিলে। 'দ্য হিন্দু' কাকতখনত অহা এটা অতি সৰু বাতৰি, কিন্তু ই মানুহ জাতিৰ এক অক্ষমণীয় হৃদয়হীনতাৰ পৰিচয়। গৌৰীৰ মৃত্যুৰ বাতৰিয়ে ৰেহানাৰ চকুযুৰিলৈ আকৌ মনত পেলাই দিলে। প্ৰকৃততে ৰেহানাৰ চকুযুৰিয়ে মোক সংগোপনে আজীৱন অনুসৰণ কৰিয়ে আছে। মানুহ হিচাপে আমি ইমানেই স্বাৰ্থপৰ যে মৃত্যুৰ পিছত নিৰ্দিষ্ট কিছু সময়লৈকে চকুযুৰি বাচি থাকে বুলি জানিও সেই চকু অগ্নিদগ্ধ বা মাটিত বিলীন হ'বলৈ দিওঁ। অথচ এয়া নকৰিলে হেজাৰজন দৃষ্টিহীনৰ এজনে পৃথিৱীৰ বিনন্দীয়া ৰূপ দৰ্শন কৰিব পাৰিব। এই কথা জনা সত্ত্বেও আমাৰ মোহ থাকি যায় মৃত চকুযুৰিলৈ। জীৱিত অৱস্থাত জ্ঞাতে-অজ্ঞাতে, কথাৰে, কামেৰে আনক ৰেহাই নিদিয়াটো মানুহৰ স্বভাৱ। কিন্তু এটা মৃত শৰীৰৰপৰা এযোৰ জীৱিত চকু পৃথিৱীৰ ৰূপ নেদেখাজনলৈ উপহাৰ হিচাপে দিব পাৰিলে হাজাৰ-বিজাৰজন দৃষ্টি বঞ্চিত মানুহৰ হৃদয়ৰ পুঞ্জীভূত দুখ, শোকৰ ৰেহাই নহ'বনে? 'ৰেহাই' শব্দটোৰ ব্যৱসায়িক মূল্যৰ আমি যদি আমূল পৰিৱৰ্তন ঘটাও জীৱনৰ সৰল শব্দলৈ, জীৱনৰ ছন্দত গাঁথি লওঁ এই শব্দক, তেতিয়া হয়তো হিংসা, বৰ্বৰতা আৰু স্বাৰ্থপৰতাৰ স্খলন ঘটিবলৈ ল'ব। ই হৈ পৰিব মানৱীয় আবেদনৰ এক নতুন শক্তিশালী অভিব্যঞ্জনা। ■

# এক অনন্য প্ৰেমিক যুগলৰ কথাৰে.....

নব্বৈৰ দশকৰ শেষ প্ৰান্তত বৈ যি সময়ত আমি যুব মানসিকতাৰ ঘোৰ বিপৰ্যয় আৰু মানসিক স্খলন দেখি চিন্তান্বিত হৈছোঁ, সেই সময়তে এই অসমতে, গুৱাহাটী চহৰতে এহাল তৰুণ-তৰুণীৰ ব্যাখ্যাহীন সৌন্দৰ্যৰে মহিমামণ্ডিত প্ৰেমৰ বন্ধনে এবাৰলৈ হ'লেও আমাক থমকি ৰোৱাইছে। তেওঁলোকক চাই জাগি উঠিছে অনাবিল আশা আৰু মধুৰ স্বপ্ন ভবিষ্যতৰ সমাজক লৈ।

এওঁলোকৰ কথা ক'বলৈ যোৱাৰ আগতে মোৰ মনত বাৰে বাৰে উদ্ভাসিত হোৱা এখন বিশেষ ফৰাচী ছবিৰ কিছু মুহূৰ্তৰ কথাও ক'বলৈ মন গৈছে। যিখন ছবিৰ নায়কৰ বিমূৰ্ত প্ৰেমৰ প্ৰকাশৰ সৈতে এই প্ৰেমিক-প্ৰেমিকাহালৰ বহু অনুভৱৰ হৃদয় পৰশি যোৱা সাদৃশ্য আছে।

প্ৰখ্যাত চিত্ৰকৰ চালভাদৰ দালি আৰু চিনেমাত 'চুৰেলিজম' আনি হৈ-চৈ লগোৱা চিত্ৰ পৰিচালক লুই বুনৰেলৰ মাজত আছিল গভীৰ বন্ধুত্ব। সত্যজিৎ ৰায়ে কফি হাউছত হোৱা আড্ডাত প্ৰথমবাৰৰ বাবে এখন অসাধাৰণ ছবি কৰাৰ কথা ঘোষণা কৰাৰ দৰেই বুনৰেল আৰু দালিয়ে দুয়োজনে দেখা দুটা অদ্ভুত সপোনক লৈ আড্ডা দিছিল পেৰিচৰ এক অখ্যাত কাফেত। ইয়াৰ ফলস্বৰূপেই এখন অসাধাৰণ ছবিৰ সৃষ্টি হৈছিল চেলুলয়ডত 'আঁছিয়া আন্দালু'। প্ৰথমবাৰৰ বাবে চিনেমাত 'চুৰেলিজম'ৰ পৰীক্ষা চলিল। এই ছবিখনৰ কিছু গুৰুত্বপূৰ্ণ 'ক্লিপিংছ' চাবলৈ পাইছিলোঁ 'ফিল্ম এপ্ৰিছিয়েছন'ৰ পাঠ্যক্ৰমত। কলিকতাৰ চিত্ৰবাণীৰ এজন চিনেমা বিশেষজ্ঞ 'গাস্তৰোবেৰ্জ' এই চিনেমাৰ বিষয়ে কৈছিল কাব্যিক বিশ্লেষণেৰে। ছবিখনত এটি দৃশ্য বাৰে বাৰে দেখি হৃদয়ত এক গভীৰ বিষণ্ণ বেদনা হৈছিল। ছবিৰ নায়কে (নামবোৰ পাহৰিলোঁ) নায়িকাক 'ভাল পায়, কিন্তু এই ভালপোৱাত থাকে এক গভীৰ বিষণ্ণ আবেদন। নায়ক অতিমাত্ৰা স্পৰ্শকাতৰ, অন্তৰ্মুখী চৰিত্ৰৰ। নায়কৰ নায়িকাৰ প্ৰতি যিমানেই সুতীব্ৰ আকৰ্ষণ আৰু আকাংক্ষা জাগে, সিমানে তেওঁ নায়িকাৰ শাৰীৰিক অবয়ৱৰপৰা আঁতৰি আহি এক বিমূৰ্ত কল্পনাৰে নায়িকাৰ হৃদয় আৰু শৰীৰ স্পৰ্শৰ অনুভূতিত আচ্ছন্ন হয়। একো একোটা মুহূৰ্তত প্ৰেমৰ যন্ত্ৰণাৰ উপশম ঘটাবলৈ তেওঁ খামুচি ধৰে ফুলি থকা ডেফ'ডিল নতুবা এমুঠি ঘাঁহ, কেতিয়াবা আকৌ নদীৰ পানীত নিৰৱচ্ছিন্নভাবে হাতৰ আঙুলি বুলাই হৃদয়ক শান্ত কৰে। প্ৰেমৰ যন্ত্ৰণাৰ এই সুকোমল অথচ সুতীব্ৰ প্ৰকাশভঙ্গীয়ে এজন দৰ্শক হিচাপে মোক ইমানেই আলোড়িত কৰিছিল যে প্ৰায়ে এই ছবিখনৰ সেই সৰু সৰু মুহূৰ্তবোৰ মোৰ চকুৰ আগত ভাহে। প্ৰেমৰ এই অভিনৱ অথচ গম্ভীৰ অনুভৱ দালি বা বুনৰেলৰ দৰে কল্পনাবিলাসী মানুহৰ মগজুতহে সৃষ্টি হ'ব পাৰে। যান্ত্ৰিক সভ্যতা, ধ্বংসৰ ভূমিকাত অৱতীৰ্ণ হোৱা মানৱ সমাজৰ মাজত হোৱা; এজন প্ৰেমিকৰ যন্ত্ৰণা আৰু মানুহৰ প্ৰাণস্পন্দনত থকা আদিম অনুভৱৰ মুক্ত প্ৰকাশৰ বাস্তৱ অনুভূতিৰ লগতে; হৃদয়ৰ সৌন্দৰ্যৰ এক অনন্য ৰূপ প্ৰেমৰ মাজেৰে ছবিখনত দেখুওৱা হৈছিল।

আজিৰ যি দুগৰাকী প্ৰেমিক-প্ৰেমিকাৰ কথা ক'বলৈ ওলাইছোঁ তেওঁলোকৰ বিমূৰ্ত অথচ অতি সহজ প্ৰেমৰ সম্পৰ্কক অনুভৱ কৰাৰ পিছত আমাৰ সেইবাবেই এই ছবিখনৰ নায়কজনলৈ বাৰে বাৰে মনত পৰিছে। একবিংশ শতিকালৈ যাত্ৰা কৰাৰ প্ৰাকমুহূৰ্তত পাঠক সমাজেও যাতে এই অনন্য প্ৰেমৰ সুৰভিৰ সুঘ্ৰাণ পায়, তাৰবাবেই নব্বৈৰ দশকৰ শ্ৰেষ্ঠ (আমাৰ বিবেচনাত) এহাল প্ৰেমিক-প্ৰেমিকাৰ কথা আজি ক'বলৈ ওলাইছোঁ।

কিশোৰ মোহন ভট্টাচাৰ্য আৰু অদিতি বৰুৱা। কিশোৰৰ মন আৰু মগজুত প্ৰতিভাৰ সৈতে আছে এখন কলাত্মক জগত।

ডায়েৰি
৩০ জানুৱাৰি
'৯৯

কিন্তু শৰীৰে তেওঁক বঞ্চিত কৰিছে পৃথিৱীৰ ৰূপ চোৱাৰপৰা। তেওঁ শৰীৰত বহন কৰিছে এযোৰ ক'লা চকু। দৃষ্টিত তেওঁৰ মাথোঁ আন্ধাৰ আৰু আন্ধাৰ। যোৱা বছৰৰ আগষ্ট মাহৰ কথা। মই অসমলৈ আহি কামত যোগদান কৰাৰ বেছিদিন হোৱা নাছিল। হোমেন বৰগোহাঞিদেৱে সম্পাদকৰ কক্ষলৈ মাতি নি এজন খজু দেহৰ ল'ৰাৰ সৈতে চিনাকি কৰাই দিলে। চকুত তেওঁৰ ক'লা চছমা, কাণত ইয়েৰ ফোন। এৱেঁই কিশোৰ মোহন ভট্টাচাৰ্য, কবি। ইয়াৰ উপৰি তেওঁ অসামান্য প্ৰতিভাৰে ব্ৰেইল পদ্ধতিৰে পঢ়া-শুনা কৰি বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ হৈছে। কিশোৰৰ হৃদয়ৰ বহু ক'ব নোৱাৰা আৰু বুজাব নোৱাৰা অনুভূতি প্ৰকাশ কৰে তেওঁ কবিতাৰে। অপূৰ্ব ভাষাশৈলীৰে তেওঁ গদ্যও লিখে। ইয়াৰ আগতেও মই কিশোৰৰ কথা শুনিছিলোঁ, জানিছিলোঁ হোমেন বৰগোহাঞিৰ লেখাৰপৰা। কিশোৰে প্ৰয়োজনীয় অৰ্হতা থকা সত্ত্বেও সংস্থানৰ বাবে হাঁহাকাৰ কৰিবলগীয়া হোৱাত, বৰগোহাঞিদেৱে মুখ্যমন্ত্ৰীলৈ মুকলি চিঠি লিখি ভৰ্ৎসনা কৰিছিল। ইয়াৰ পিছত অৱশ্যে কিশোৰে গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপকৰ এটি অস্থায়ী চাকৰি পালে, যিটো তেওঁ এতিয়াও অনিশ্চয়তাৰ মাজেৰে কৰি আছে।

কিশোৰৰ সৈতে প্ৰথম যিদিনা চিনাকি হৈছিলোঁ, সেইদিনাই মই বিস্ময়াভিভূত হৈছিলোঁ, কাৰণ কিশোৰে মই ১৯৯৪ চনৰপৰা ৯৭লৈকে অসমবাণীত লিখা 'কলিকতাৰ চিঠি'ৰ শিতানৰ প্ৰায়খিনি লেখাৰ কথা শিৰোনামাৰে সৈতে মুখস্থ মাতি গ'ল আৰু লগতে লেখাবোৰৰ কিছুমান বাক্য তেওঁ বাৰে বাৰে আওৰাই ক'লে — 'এই কথাবোৰ মোৰ বৰ ভাল লাগে বাবে মনত ৰাখি থৈছোঁ'। মই তেতিয়ালৈকে জনা নাছিলোঁ, মই লিখা কথাবোৰ ইমান সূক্ষ্ম আৰু গভীৰ আন্তৰিকতাৰে পঢ়া কোনোবা পঢুৱৈ আছে বুলি। চকুৰে এটা ক'লীয়া আখৰ চাবলৈ যি অক্ষম, তেওঁ মোৰ লেখাবোৰ পঢ়ে। কেৱল যে পঢ়ে সেয়া নহয়, তেওঁ আন্তৰিকতাৰে মনতো ৰাখিছে! ই মোৰ বাবে এক অভূতপূৰ্ব উপলব্ধি, কাৰণ ডাঙৰ বা প্ৰতিষ্ঠিত লেখক-লেখিকাই লেখা কথা পঢুৱৈয়ে মনত ৰখাটো স্বাভাৱিক কথা, কিন্তু মোৰ দৰে নতুন, নগণ্য মানুহৰ লেখায়ো এইদৰে কাৰোবাৰ অন্তৰ স্পৰ্শ কৰিব পাৰেনে এইকথা কিশোৰৰ কথাৰপৰা জনাৰ পিছত স্বাভাৱিকতেই মোৰ চকুৰ পানী ওলাইছিল। মই তেতিয়াই এটা প্ৰশ্ন কৰিলোঁ — বাতৰি কাকত পঢ়া কেনেকৈ? কিশোৰে অমায়িকভাৱে ক'লে, 'মোৰ বন্ধুবোৰ আৰু এজনী বান্ধৱীয়ে পঢ়ি দিয়ে।

ঃ আৰু লিখা কেনেকৈ?

ঃ মোৰ বান্ধৱীয়ে লিখি দিয়ে, মই কৈ যাওঁ।

ঃ কোন তোমাৰ সেই বান্ধৱী?

ঃ অদিতি। চমুকৈ উচ্চাৰণ কৰিলে কিশোৰে। সেইদিনা কিশোৰৰ লগত অহা ছাত্ৰীজনীক ইংগিতপূৰ্ণভাৱে মোলৈ চালে। মই বিশেষ একো নাভাবিলোঁ।

তাৰ কিছুদিন পিছত সম্পাদকে মোৰ হাতত কিশোৰৰ এটা লেখা দিলে। লেখাটো পঢ়ি মই হৃদয়ত এক যন্ত্ৰণা অনুভৱ কৰিলোঁ। এজন অন্ধই নীল আকাশ, সূৰুযৰ ৰং উৰি যোৱা বগলীৰ শোভা, নাৰীৰ ৰূপ, প্ৰেয়সীৰ চকু চাব নোৱাৰি হোৱা যন্ত্ৰণাৰ কথা তাত লিখা আছিল। লিখা আছিল — তেওঁ মাত্ৰ অনুভৱ কৰিব পাৰে প্ৰেয়সীৰ চুলিৰ ঘন আন্ধাৰ, গাঢ় ক'লা ৰং, কাৰণ সেইটোৱেই তেওঁৰ একমাত্ৰ চিনাকি ৰং। মই লেখাটো পঢ়াৰ পিছত নিজ হাতেৰে এটা 'ক'লাজ' চিত্ৰ তৈয়াৰ কৰিলোঁ। গাঢ় ক'লাৰ মাজত এটা বগা সূৰুয, বগা ঘাঁহ-বন আৰু দুটা উৰি যোৱা বগা চৰাই। পিছদিনা 'ক'লাজে'ৰে সৈতে বাতৰি কাকতত লেখাটো প্ৰকাশ পালে। মনে মনে মই অধীৰ অপেক্ষা কৰিলোঁ কিশোৰৰপৰা এটা ফোন পাবলৈ। আবেলি ফোন পালোঁ। কিশোৰে ক'লে — ধন্যবাদ বাইদেউ, লগৰ ছবিটোও সুন্দৰ হৈছে, মই ক'লাৰ মাজত এনেকৈয়ে কল্পনা কৰোঁ বগা সূৰুয, গছ-বন-চৰাই.....। মই তেতিয়া আনন্দতে কৈ পেলালোঁ — সেয়া মই নিজে আঁকিছোঁ, তোমাক কোনে কৈ দিলে ছবিখনৰ কথা? তেতিয়াও চমুকৈ কিশোৰে ক'লে — অদিতিয়ে।

লাহে লাহে কিশোৰৰ সৈতে সহজ সম্পৰ্ক হৈ আহিল। কিশোৰৰ ১৯৬৭ চনত উত্তৰ গুৱাহাটীৰ শিলসাঁকোত জন্ম। ১৯৯১ চনত তেওঁ সাহিত্য মঞ্জৰীৰপৰা 'মঞ্জৰী উপাসক' আৰু তেজপুৰৰ জানজুৰী সংঘৰপৰা 'জানজুৰী শ্ৰী' উপাধি পাইছে। ১৯৯৭ চনৰ ১ অক্টোবৰৰপৰা ভাৰত চৰকাৰ মানৱ সম্পদ উন্নয়ন মন্ত্ৰালয়ৰ সাংস্কৃতিক বিভাগে সাহিত্য ক্ষেত্ৰত দুবছৰীয়া 'জুনিয়ৰ ফে'লশ্বিপ'ৰ বাবে তেওঁক মনোনীত কৰে।

কিশোৰে এদিন ফোনতে ক'লে — অদিতিয়ে আপোনাক লগ পাবলৈ খুব ইচ্ছা কৰিছে। মই আজি লৈ যামনে?..... অদিতিক লগ পাবলৈ মোৰো ইচ্ছা প্ৰবল

হৈছিল। এজন অন্ধ যুবকক সকলো সময়তে সাহচৰ্য দিয়া আজিৰ দিনৰ সেই অনন্য ছোৱালীজনী চাবলৈ সেয়ে অধীৰ হৈ পৰিছিলোঁ। ইতিমধ্যে কিশোৰৰ বন্ধু মহলৰপৰা জানিছিলোঁ, অদিতি আৰু কিশোৰৰ প্ৰেমৰ বিষয়ে। কিশোৰে বহুত বন্ধু-বান্ধৱীৰ মাজতো হেনো অদিতিৰ উপস্থিতি বাছি উলিয়াব পাৰে অদিতিৰ মুখৰপৰা এটাও শব্দ নুশুনাকৈয়ে। বিস্ময়কৰ লগতে অন্তৰত এক গভীৰ প্ৰশান্তিৰ অনাবিল সুখ উপলব্ধি কৰিছিলোঁ কথাবোৰ শুনি। কিশোৰে যি কৰি দেখুৱাইছে সেয়া শাৰীৰিকভাৱে বলীয়ান, সক্ষম, সুন্দৰ বহু মানুহে কৰিবপৰা নাই। কিশোৰৰ চকু আৰু কাণৰ বিকল গ্ৰন্থিবোৰে কৰা সহায়ৰ বাবে কিশোৰে পৃথিৱীৰ মানুহৰ কদৰ্য ৰূপ, অমানৱিক আচৰণৰ সৈতে পৰিচিত হোৱা নাই। হৃদয়ৰ সৌন্দৰ্যৰে কিশোৰ নিষ্পাপ এক শিশুৰ দৰে। এনে এজন ল'ৰাক জীৱনৰ বাবে আপোন কৰি ল'ব খোজা ছোৱালীজনীৰ অন্তৰত সৌন্দৰ্যত মুগ্ধ নহৈ নোৱাৰিছিলোঁ যদিও আচৰিতো হৈছিলোঁ। এই বস্তুবাদী সমাজৰ ইণ্ডিকা, জেন, এষ্টিম, ম'বাইল, শীত-তাপ নিয়ন্ত্ৰিত অট্টালিকা, অসৎ উপাৰ্জনেৰে কিনা কাপোৰ-কানি, আ-অলংকাৰৰ চকু ছাটমৰা পোহৰ প্ৰত্যাখ্যান কৰি অন্ধকাৰৰ মাজত পোহৰৰ সন্ধান কৰি হৃদয়ৰ মূল্য বিচৰা ছোৱালী আজিৰ সমাজত সম্ভৱনে?

অদিতিয়ে কিশোৰৰ হাত এখন ধৰি সেইদিনা মোৰ ওচৰলৈ আহিছিল। সুন্দৰী শব্দটোতকৈও সুন্দৰাতীত এক স্নিগ্ধ সৌন্দৰ্যৰে অদিতি কিশোৰৰ কাষত বহিল। কিশোৰৰ কিছু লেখা দিলে মোৰ হাতত। মন কৰিলোঁ অদিতিয়ে কিশোৰৰ প্ৰত্যেকটো চাল-চলনৰ অৰ্থ বুজি পায়। কিশোৰে কি ভাবিছে, কিশোৰে কি বিচাৰিছে অদিতিয়ে তৎক্ষণাৎ বুজি কাম কৰে। অদিতিও উচ্চ শিক্ষিতা। স্নাতকোত্তৰ। কিশোৰক ক'লোঁ — অদিতি কিমান ধুনীয়া কোৱাচোন?

কিশোৰে অদিতিৰ হাত এখন স্পৰ্শ কৰি তাইৰ আঙুলিকেইটা নিজৰ হাতৰ মুঠিত ভৰাই ল'লে। অদিতিয়ে মোৰ আগত অলপ অস্বস্তি অনুভৱ কৰিলে। কিশোৰে পৰম [illegible] ১৯৯১ চনত অদিতিৰ সৈতে চিনাকি হৈছিলোঁ। সেইদিনা মই অদিতিৰ প্ৰেমত পৰিছিলোঁ। অদিতিৰ কণ্ঠ শুনিয়েই মই চিনি পাইছিলোঁ, তাইৰ খোজৰ শব্দ মই চিনি পাইছিলোঁ, তাই কিমান ধুনীয়া তেতিয়াই বুজি পাইছিলোঁ'। অদিতিৰ ধুনীয়া চকুযোৰ আনন্দত জিলমিলাইছিল। অদিতিৰ সেইযোৰ চকুৰেই কিশোৰে দেখে সূৰুযৰ ৰং, আকাশৰ গভীৰ নীলা, শিল্পীৰ ভাস্কৰ্য আৰু চিত্ৰ, পৃথিৱীৰ সকলো সৌন্দৰ্য.....। বহুপৰ মন্ত্ৰমুগ্ধ হৈ অদিতি আৰু কিশোৰক চাই আছিলোঁ। চালভাদৰ দালি বা বুনুৱেলে কিশোৰ আৰু অদিতিৰ এই বিমূৰ্ত অনুভৱৰ বিশ্লেষণ কেনেকৈ কৰিলেহেঁতেন। আৰু ফ্ৰয়ডে? শুনিছোঁ ফৰাচী চ্যুৰেলিষ্টসকল মাৰ্ক্সবাদ আৰু ফ্ৰয়েডৰ প্ৰতি শ্ৰদ্ধাশীল আছিল। মোৰ চকুৰ আগত যি দুজন নৰ-নাৰী গভীৰ প্ৰেমেৰে বহি আছিল তেওঁলোকক লৈ কোনোবা চ্যুৰেলিষ্ট শিল্পীয়ে কেনভাছত অতীন্দ্ৰিয় সত্তাৰ সৈতে ৰঙৰ সপোন ছটিয়াইছেনে? ফ্ৰয়েডীয় 'লিবিডো'ৰ সংজ্ঞা এওঁলোকৰ মনঃসমীক্ষাত খাটিবনে? কিশোৰৰ আঙুলিত চিয়াঁহী লাগিছিল। অদিতিয়ে ৰুমালেৰে মচি দিলে। কিশোৰে এইবাৰ অদিতিৰ ৰুমালখন খামোচ মাৰি ধৰি থাকিল। সেই যে 'আঁছিয়া আন্দালু'ৰ যুবকজন। যি প্ৰেয়সীৰ উপস্থিতি হৃদয়ত অনুভৱ কৰি খামুচি ধৰিছে একোছা ঘাঁহ। ছবিখনৰ নায়কৰ এটি যন্ত্ৰণা আছিল। নায়িকা প্ৰেমিকা পৰস্ত্ৰী, দুটা সন্তানৰ মাতৃ, গতিকেই অপ্ৰাপ্তিৰ যন্ত্ৰণাত নায়ক বিধ্বস্ত। কিশোৰ আৰু অদিতিৰ প্ৰেমৰ মাজতো যন্ত্ৰণা আছে। যন্ত্ৰণা আছে বাবেই মধুৰ এই অনুভৱ। প্ৰাপ্তিৰ পৰিপূৰ্ণতাত প্ৰেমৰ পৰিসমাপ্তি ঘটে। কিশোৰ আৰু অদিতিৰ ওৰে জীৱন থাকিব এটি ইন্দ্ৰিয়ৰপৰা হোৱা শাৰীৰিক অপ্ৰাপ্তিৰ মধুৰ যন্ত্ৰণা। যি যন্ত্ৰণাই তেওঁলোকৰ প্ৰেমৰ তৃপ্তিৰ পৰিসমাপ্তি ঘটাব নোৱাৰে কেতিয়াও। ইয়াতেই তেওঁলোকৰ প্ৰেমৰ সফলতা। ইয়ে হ'ব তেওঁলোকৰ প্ৰেমৰ মংগলময় দিশ।

কিশোৰে জানে মানুহেই সুন্দৰ কৰে পৃথিৱী, মানুহেই ভাঙে মানুহৰ সমাজ, সেয়ে তেওঁৰ শেহতীয়া প্ৰকাশিত কবিতা সংকলন 'জীৱনৰ দোকমোকালিত' লিখিছে —

.....মাটিৰ কোলাত শুই মানুহে উলংগ কৰে আকাশ
আকাশে নাজানিলে মানুহৰো ক্ষুধা আছে —
ক্ষুধাতুৰ মানুহে যে উলংগ কৰে
নদী, পাহাৰ আৰু গাঁৱৰ পথাৰ।
মাটিয়ে নাজানিলে নদীৰ খবৰ.....।
নদীৰ পাৰতে শুই মানুহে উলংগ কৰে
বৰষুণ আৰু ধুনীয়া চহৰৰ বুকু.....

কিশোৰৰ সহজাত অনুভৱৰ প্ৰতি আকৰ্ষিত হৈ এই সৌন্দৰ্যক স্থায়ী কৰিবলৈ অদিতি আগবাঢ়ি আহিল। অদিতিৰ

অনুপ্ৰেৰণাত কিশোৰে লিখি প্ৰকাশ কৰিলে আত্মজীৱনীৰ প্ৰথম খণ্ড 'জীৱনৰ পৰিক্ৰমাত'। সৰুতেই দুৰ্ঘটনাত শৰীৰৰ দুটা আটাইতকৈ সংবেদনশীল ইন্দ্ৰিয় হেৰুওৱাৰ পিছত কিশোৰে জীৱনৰ মুখামুখি হওঁতে কিমান বেদনাদায়ক সময় পাৰ কৰিছে তাৰেই স্বতঃস্ফূৰ্ত প্ৰকাশ ঘটিছে আত্মজীৱনীখনত। অহা ৪ ফেব্ৰুৱাৰীত অদিতি বৰুৱা আৰু কিশোৰ মোহন ভট্টাচাৰ্যৰ শুভ-বিবাহ। এই বিবাহৰ সৌৰভে যেন আমাৰ দেশৰ, মানুহৰ হৃদয়ৰ সকলো পংকিলতাৰ অৱসান ঘটাওক। একবিংশ শতিকালৈ আগুৱাই যোৱা অস্থিৰ মানৱৰ হৃদয়ত প্ৰেমৰ জয়যাত্ৰাৰ এই শুভ সংবাদেই হৈ পৰক শ্ৰেষ্ঠ আশীৰ্বাদ। আহক আমি সকলোৱে প্ৰাৰ্থনা কৰোঁ এই অনন্য প্ৰেমিক যুগলৰ মধুৰ দাম্পত্য জীৱনৰ বাবে যি আমাৰ হেৰাই যোৱা হৃদয়ৰ অনুপম বিশ্বাসক পুনৰায় প্ৰতিষ্ঠিত কৰিলে, মানুহ আৰু মানুহৰ স্বাৰ্থহীন প্ৰেমৰ সত্যতাক গৌৰৱৰ উচ্চ শিখৰলৈ আকৌ এবাৰ আৰোহণ কৰালে। নৱৈৰ দশকৰ শেষাৰ্ধত আৰম্ভ হোৱা কিশোৰ আৰু অদিতিৰ হৃদয়ৰ স্নিগ্ধ স্পন্দন অনুৰণিত হওক, অসমৰ চুকে-কোণে থকা প্ৰতিজন মানুহৰ হৃদয়ৰপৰা হৃদয়লৈ, অনুভৱৰ জ্যোতিৰে প্ৰসাৰিত হওক মানুহৰ অন্তৰ্দৃষ্টি ইন্দ্ৰিয়ৰপৰা অতীন্দ্ৰিয়লৈ। ■

---

[পৰিশিষ্ট ঃ '৯৯ৰ ৪ ফেব্ৰুৱাৰীত কিশোৰ অদিতিৰ শুভ-বিবাহ সম্পন্ন হৈ যায়। এই বিবাহৰ প্ৰাক্‌মুহূৰ্তত প্ৰকাশ পোৱা এই লিখাটো পঢ়ি, অসমৰ অগণন লোকে বাতৰি কাকতলৈ অদিতি-কিশোৰৰ যুগ্মজীৱনৰ বাবে শুভেচ্ছা পঠালে। কিছু সংখ্যক ফেক্স আৰু চিঠি 'আমাৰ অসম'ত সম্পাদক হোমেন বৰগোহাঞিয়ে প্ৰকাশ কৰি বাতৰি কাকতৰ বুৰঞ্জীত এক ব্যতিক্ৰম নিদৰ্শন দেখুৱালে। দুশখনৰো বেছি চিঠি কাকতৰ তৰফৰপৰা কিশোৰ-অদিতিৰ বিবাহৰ দিনা উপহাৰ স্বৰূপে দিয়া হ'ল।]

# আপোনাৰ প্ৰিয় ঠাই কি?

A long run to the home
A long run to the river
A long run to the mountain
My childhood, Flying around the world.....

ব'ব ডিলানৰ এটি গীত আছে। ষাঠিৰ দশকত আমেৰিকাত হোৱা সাংস্কৃতিক বিপ্লৱত যিকেইজন গায়ক-গায়িকাই ইতিহাস সৃষ্টি কৰিছিল তেওঁলোক হ'ল ব'ব ডিলান, জন বেইজ, পিটচিগাৰ আদি। গীটাৰ হাতত লৈ ৰাজপথ, কফি হাউছৰ আড্ডা, পাৰ্কৰ বেঞ্চত বহি দিয়া আড্ডাৰ মাজত তেওঁলোকে যুগজয়ী গীতবিলাক ৰচিছিল, সুৰ দিছিল। তেওঁলোকৰ সমাজ সচেতনতা, সাহস আৰু প্ৰতিভাৰ লগতে আছিল গভীৰ অনুভূতি। এই অনুভূতিপ্ৰৱণতাই তেওঁলোকক আন শিল্পীসকলৰ মাজৰপৰাও পৃথক হিচাপে চিহ্নিত কৰিছিল। যেনেকৈ সেই একে সময়তে অসম বা পশ্চিমবঙ্গতো জনগণৰ সুৰ আৰু ভাষাৰে গীত গাবলৈ লৈছিল ভূপেন হাজৰিকা, খগেন মহন্ত, হেমাংগ বিশ্বাস, সলিল চৌধুৰী আদিয়ে। ইয়াৰ প্ৰথম আৰু প্ৰধান কাৰণ এটাই আছিল, তেওঁলোক মাটিৰপৰা বিচ্ছিন্ন হোৱা নাছিল। মাটিৰ সুৰত গীত গোৱা ডিলান, চিগাৰ আদি আহিছিল গাঁও বা খনি অঞ্চলৰপৰা; সেইবাবেই হয়তো এখন ধনী, উচ্চ প্ৰযুক্তি নগৰীত বসবাস কৰিও তেওঁলোকে গাঁও চিনি পাইছিল, খেতিয়কৰ ঘামৰ গোন্ধ চিনাত ভুল হোৱা নাছিল, শ্ৰমিকৰ শৰীৰৰ হাড়ত বাহ লোৱা বিষবোৰ অনুভৱ কৰিব পাৰিছিল।

এবাৰ এটা ঘটনা ঘটিছিল। সত্তৰৰ দশকত নিউজাৰ্ছিত হোৱা এটি সংগীত সন্ধিয়াত গীত আৰু সুৰেৰে দৰ্শকক মাতাল কৰি ব'ব ডিলান নৈশ আহাৰ কৰিবলৈ এখন অভিজাত ৰেষ্টোৰাঁত বহিলহি। অনুষ্ঠানৰ উদ্যোক্তা দুজনমানো তেওঁৰ সৈতে আছে। হঠাতে 'হাৰ্ডৰক' ভালপোৱা এজাক ল'ৰা-ছোৱালী আহিল ৰেষ্টোৰাঁলৈ। তেওঁলোকে ডিলানক তাত দেখি উচ্ছ্বাস প্ৰকাশ কৰিবলৈকে ডিলানৰ কিছু গীত ভুলে-শুদ্ধই গাবলৈ আৰম্ভ কৰিলে। আনকি কিছু সময়ৰ পিছত গীতসমূহ বিকৃত কৰিও 'হাৰ্ডৰক'ৰ দৰে গাবলৈ ধৰিলে। ডিলানে বহুপৰ সহ্য কৰি অৱশেষত কোনো ভূমিকা নকৰাকৈ হঠাতে উঠি উধাই-মুধাই ল'ৰা-ছোৱালীবোৰক কোবাবলৈ ধৰিলে। হোটেল কৰ্তৃপক্ষ আৰু অনুষ্ঠানৰ উদ্যোক্তাসকলে ধৰি শিল্পীজনক ক্ষান্ত কৰিলে। কিন্তু তেওঁ সিহঁতবোৰক উদ্দেশ্য কৰি গালি পাৰিলে — All bastards! বুলি। ইয়াৰ বাবে অৱশ্যে পিছত তেওঁৰ বিচাৰো হয় আৰু জৰিমনাও ভৰিবলগা হয়। কিন্তু এই বিষয়ে তেওঁ এখন সংবাদ পত্ৰৰ সাক্ষাৎকাৰত উল্লেখ কৰে যে 'আমি সঁচাকৈয়ে জাৰজ কৰিছোঁ ল'ৰা-ছোৱালীবোৰক। সিহঁত ভূমিচ্ছিন্ন ৰবট'। এসময়ত নিজেও হাৰ্ডৰকৰ ভক্ত ডিলান কেনেকৈ অত্যন্ত স্পৰ্শকাতৰ হৈ পিছত লোক-সংগীতৰ পিছে পিছে ধাৱমান হৈছিল এই বিষয়ে ডিলানে তেওঁৰ আত্মজীৱনীমূলক কবিতাতো লিখিছে। তেওঁ বিশ্বাস কৰিছিল, মানুহৰ মাজত থকা এক অপ্ৰাপ্তিবোধৰ হতাশাত মানুহ বিচ্ছিন্ন হয় মাটিৰপৰা।

অলপতে 'দেশ' পত্ৰিকাত ডিলানৰ বিষয়ে পঢ়িবলৈ পোৱাত এই শিল্পীজনৰ বিষয়ে অ'ত-ত'ত টুকুৰা-টুকুৰকৈ পঢ়া এই কথাবিলাক মনত পৰিল। ডিলানে 'জাৰজ' অভিহিত কৰা ল'ৰা-ছোৱালীবোৰ জানো আমাৰে নহয়? আমাৰ অনুভৱত আমি ভূমিচ্ছিন্ন, আমাৰ আহাৰ, পাৰিপাৰ্শ্বিকতা, ভাষা সকলোতে ভূমিচ্ছিন্ন — এক কথাত পৰিচয়বিহীন 'জাৰজ'। এক অপ্ৰাপ্তিবোধৰ হতাশাত আমি আচ্ছন্ন। এই হতাশা আঁতৰাবলৈ প্ৰতিযোগিতাৰ

ডায়েৰি
১৩ ফেব্ৰুৱাৰী
'৯৯

দৌৰ দিছোঁ, অসৎ উপায়ে ধন ঘটিছোঁ, মানুহে মানুহক হত্যা কৰিছোঁ, পদৱী, লোভ, ক্ষমতাৰ যুঁজ-বাগৰ কৰিছোঁ, তথাপিও কিন্তু অপ্ৰাপ্তিবোধ কমা নাই। কেতিয়াও ক'ব নোৱাৰোঁ জীৱন পৰিপূৰ্ণ হ'ল বুলি।

ডেছমণ্ড মৰিছ নামৰ বিশ্ববিখ্যাত সমাজতাত্ত্বিকজনে এবাৰ তেওঁৰ বন্ধু এজনৰ মজাৰ কাহিনী লিখিছিল। মৰিছে আমাজান উপত্যকা সন্দৰ্ভত এখন ডকুমেণ্টৰী কৰিবলৈ ওলাইছিল। তেওঁৰ ছবিখনৰ বিনিয়োগকাৰী নিউয়ৰ্কৰ এজন ধনী উদ্যোগপতি 'পিটাৰ স্মিৰ্ড'। পিটাৰ কোনোপধ্যেই ব্যৱসায় এৰি আমাজানলৈ নাযায়। কিন্তু মৰিছৰ নেৰা-নেপেৰা অনুৰোধত অনিচ্ছাসত্ত্বেও অৱসৰ যাপন কৰাৰ উদ্দেশ্যেৰেই পিটাৰে আমাজান উপত্যকালৈ যোৱাটো মনস্থ কৰিলে।

পিটাৰে যেতিয়া আমাজানৰ গভীৰ বনানি, বহিৰ্বিশ্বৰ প্ৰাচুৰ্য আৰু সংস্কৃতিয়ে কুমাৰীত্ব হৰণ কৰিব নোৱাৰা নৈসৰ্গিক দৃশ্য দেখিবলৈ পালে তেওঁ হৃদয়ত কোনো দিনে নোপোৱা এক অনাবিল সুখ অনুভৱ কৰিলে। সেই উপত্যকাত পদাৰ্পণ কৰিয়েই তেওঁ উচ্চাৰণ কৰিলে — 'ধন্যবাদ মৰিছ। মোৰ জীৱন আজিহে পূৰ্ণ হ'ল'। যি পিটাৰ মাত্ৰ কেইটামান দিনৰ বাবে গৈছিল সেই পিটাৰে তাৰপৰা আহিবলৈ মন নকৰা হ'ল। তেওঁ ইমানেই আমাজানৰ প্ৰাণস্পন্দনত আবদ্ধ হ'ল যে তেওঁ ব্যৱসায়-বাণিজ্য সকলো পাহৰিলে। তেওঁ শস্য পথাৰবোৰৰ মাজেৰে সুছৰিয়াই ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ বিভিন্ন ফটো ল'বলৈ আৰম্ভ কৰিলে। তথাপিও তেওঁৰ হেঁপাহ নপলাল। তেওঁ এগৰাকী জনজাতীয় গাভৰুৰ প্ৰেমত আত্মহাৰা হ'ল। অৱশেষত এদিন যেতিয়া তেওঁ আমাজানৰপৰা ঘূৰি আহিল, তেওঁ তেতিয়া কেৱল উদ্যোগপতি হৈ ঘূৰি নাহিল — তেওঁ তেতিয়া হৈ পৰিছিল এজন শিল্পী, এজন কবি। পিটাৰৰ কবিতাবোৰে বিশেষ সমাদৰ নাপালে, কিন্তু তেওঁ আমাজানত তোলা ফটোৰে কৰা এখন প্ৰদৰ্শনীয়ে আলোড়ন সৃষ্টি কৰিলে। 'বেষ্ট ফটোগ্ৰাফছ'ত তেওঁৰ এখন ফটোও নিৰ্বাচিত হ'ল। পিটাৰে এই প্ৰসঙ্গত উল্লেখ কৰিছিল যে 'আমাক উদ্যোগ-প্ৰযুক্তি-বিজ্ঞান যেনেকৈ লাগে, তেনেকৈ দৰকাৰ এটা সৌন্দৰ্যশীল মনৰো। এই সৌন্দৰ্যশীল মনটোক কছৰৎ কৰিবলৈ যদি কেতিয়াবা সুবিধা দিয়া নহয় আমি ভূমিচ্ছিন্ন কবন্ধ হ'বলৈ বাধ্য'। আজি আধুনিক শিক্ষিত সমাজত আমাৰ অৱস্থাও তেনেকুৱা হৈছে। আমি কিমানে নিজৰ সৌন্দৰ্যবোধ আৰু নিজৰ সন্তানবোৰৰ সবল অনুভূতিক চিনি নাপাওঁ, তাৰ এটা ব্যক্তিগত অভিজ্ঞতাৰ উদাহৰণ দিব খুজিছোঁ —

মোৰ আঠ বছৰীয়া ল'ৰাটোৱে তাৰ ক্ষুদ্ৰ জীৱন পৰিক্ৰমাৰ সাতোটা বছৰ কটালে কলিকতাত। ধূলি, ধোঁৱা, পকী দালান, মেট্ৰ', ট্ৰাম, হুলস্থূল ইত্যাদিত অভ্যস্ত হৈ সি অসমলৈ ঘূৰি আহিল। প্ৰথম ছমাহ সি মন বহুৱাব নোৱাৰিছিল। সন্ধিয়া জোন ওলালে সোধে কলিকতাতো এই জোনটো দেখিছেনে বুলি, আৰু পুৱা বেলি ওলালেও সোধে এই একেটা বেলিয়েই কলিকতাৰ আমাৰ ঘৰটোৰ মানুহে দেখিছে নে নাই বুলি। আমাৰ সৈতে যেতিয়া সি বিভিন্ন ঠাই ঘূৰি ফুৰিছিল, তাৰ একমাত্ৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দুবোৰ আছিল নদী। সাগৰ ভাল পাইছিল যদিও নদীৰ নামত খাল একোটাৰ পাৰতো বৈ থাকি সি ভাল পাইছিল। গতিকেই অসমলৈ আহোঁতে তাক প্ৰধান টোপ দিছিলোঁ গুৱাহাটীৰ মাজেৰেই ব্ৰহ্মপুত্ৰ বৈ গৈছে আৰু ব্ৰহ্মপুত্ৰখন মন গ'লেই চাব পাৰিব বুলি।

অসমলৈ আহিয়েই সি ভোগালী বিহু পালে। তাৰ দেউতাকৰ ঘৰখনৰ পিছফালে বৈ গৈছে ভোগদৈ নৈ। আইতাকৰ ঘৰখনে বিহুৰ সোৱাদ ভালকৈ দিবলৈ তাক ভোগদৈলৈ নি গা ধুৱালে, মেজিৰ বাবে নিজা বাঁহ-কাঠৰ বাৰীৰপৰা কাঠ-বাঁহ আনিলে। ভেলাঘৰ সাজিলে। এই অবিস্মৰণীয় অভিজ্ঞতাত আপ্লুত হৈ সি এইবাৰ ভোগালী বিহুতো আইতাকৰ ঘৰলৈ যাবলৈ জিদ ধৰিলে আৰু আমি যাব নোৱাৰা সত্বেও সি এজন সম্পৰ্কীয় ককায়েকৰ সৈতে গুচি গ'ল।

সম্পূৰ্ণ ৬ দিনৰ পিছত সি ঘূৰি আহিল। ঘূৰি আহি সেইদিনা আৰু তাৰ পিছদিনা সি মন মাৰি থাকিল। বিহুত কি কি কৰিলে আমি বহু প্ৰশ্ন কৰাতো সি উত্তৰ নিদিলে। এনেয়েও সি কথা কম কয়, সেইবাবে আমি বিশেষ গুৰুত্ব নিদিলোঁ এই আচৰণত, আৰু লগতে ভাবি ল'লোঁ যে নিশ্চয় সি বিচৰা ধৰণে এইবাৰৰ বিহু নহ'ল। সেইবাবেই সি ভালপোৱা চকলেট, খেলা, চিনেমা, পাৰ্ক ইত্যাদি দেখুৱাই তাৰ মন ভাল লগাবলৈ চেষ্টা কৰিলোঁ। দুদিনমান সি স্কুললৈ যোৱাৰ পিছত সহজ হ'ল, আৰু এদিন ৰাতি শুবৰ পৰত আপোনমনে সি মোৰ সৈতে কথা পাতিবলৈ ল'লে। সি মোক সুধিলে —

'তুমি ভোগদৈত গা ধুইছানে? মই ক'লোঁ — 'নাই

ধোৱা'। ছল পাই সুধিলোঁ — 'এইবাৰ বিহুত কাৰ লগত খেলিলা? নে ভালকৈ খেলিবলৈ নাপালা'। সি এইবাৰ বিছনাতে আঁঠু কাঢ়ি বহি লৈ ক'বলৈ আৰম্ভ কৰিলে — 'মই ৬ টা বন্ধু পালোঁ। ফচৌ, গেজেং, জানদৈ, ঘুনু, পোৱালি আৰু মুন্না'। নামকেইটা — মোৰ অচিনাকি। কিন্তু সি চিনাকি কৰাই দিলে — 'সেই যে বৰ ধুনীয়া ল'ৰাকেইটা — ছার্টৰ বুতাম খোলা, শুদা ভৰিৰে থাকে, সিহঁতৰ পাক্ঘৰত এখন জুহাল আছে, জুহালৰ ওপৰত চাং, চাঙত খৰি থয়। মোক আইতাই এখন দা এইবাৰ সাজি দিলে। ময়ো কাঠ কাটিব পাৰিছোঁ। তুমি এখন জুহাল কৰিলে কাঠ মই কাটি দিব পাৰিম।..... আমি নৰা কঢ়িওৱা ঠেলাগাড়ী এখন ঠেলিছিলোঁ, মাজতে মই নৰাৰ ওপৰত শুই আহিছিলোঁ। তাৰ মানুহৰ ঘৰবোৰৰ পিছফালে বহুত গছ থাকে..... আমি..... মই ফচৌ-গেজেংহঁতে এঘৰ মানুহৰ বাৰীৰ জেওৰা পাৰ হৈ পাঁচ-ছঘৰ মানুহৰ ঘৰলৈ যাব পাৰোঁ। বহুত গছ..... বহুত পুখুৰী..... কোনেও বেয়া নাপায়, আমি যিকোনো সময়ত যাব পাৰোঁ, যিকোনো গছত উঠিব পাৰোঁ, কোনেও গালি নাপাৰে, মাতি নি জলপান খুৱায় — গুৰ, চিৰা, দৈ..... তিল পিঠা..... দুপৰীয়া ভোগদৈত গা ধুওঁ, পানী বেছি নাই, মোক বেছি পানীলৈ যাবলৈ নিদিয়ে.....। বালিবোৰ গাত লাগিলে চিক্-মিকায়। বালিবোৰত 'গন্ড' আছে, জিলিকি থাকে।..... তাৰপিছত বগৰী খাওঁ, আৰু এটা বস্তু আছে..... চেৰীৰ দৰে ৰঙা, গৰু খিচ্, খাবলৈ টেঙা, এইবাৰ তোমাক লৈ গৈ খুৱাম আৰু জানদৈহঁতৰ এটা চাংঘৰ আছে ছাগলী থাকে, আমি লুকা-ভাকু খেলোঁ। আবেলি ক্রিকেট খেলোঁ.....'

ঃ ক্রিকেট? তুমি বেট, বল দেখোন একো লৈ যোৱা নাই। এইবাৰ মই আচৰিত হৈ সুধিলোঁ। সি ক'লে — 'মোৰ বেটতকৈ বেছি ভাল — শুকান নাৰিকল পাত কাটি গেজেংহঁতে 'বেট' সাজি লৈছে।..... মোৰ বন্ধুকেইটালৈ ইমান মনত পৰি আছে..... আমি আকৌ কেতিয়া যাম? গ'লে সিহঁতলৈ ৰবৰ, পেন্সিল আৰু এটা এটা চোলা লৈ যাম..... কিনি দিবানে? এই কথাখিনি মই স্তব্ধ হৈ শুনি থাকিলোঁ। সি শুই পৰিল, কিন্তু মোৰ টোপনি নাহিল। আমি কিমান স্বার্থপৰ। এটা শিশুক শৈশৱৰপৰা বঞ্চিত কৰি বেৰত ওলোমাই থোৱা ৰুটিনৰ সাঁচত গঢ় দিয়েই নিজকে সফল পিতৃ-মাতৃ বুলি ভাবি সন্তুষ্টি লভিছোঁ। নিজৰ সন্তানটোৱে কিয় মন মাৰি আছে তাক নুবুজাকৈয়ে চক্লেট খুৱাই মন ভাল লগাইছোঁ, পার্কলৈ নিছোঁ — ইয়াতকৈ অন্যায় আৰু কিন্তু আছেনে?

তাৰ কিছুদিন পিছতে আমাৰ সহকর্মীসকলৰ এটা বালিভোজ হৈছিল। ব্রহ্মপুত্রৰ ভিতৰৰ বালিচৰত বালিভোজ। মোৰ ল'ৰাটোকো লৈ গৈছিলোঁ। সি ব্রহ্মপুত্র দেখি আত্মহাৰা হৈ কাপোৰ-কানি খুলি পানীলৈ নামিল বাধা দিয়া সত্ত্বেও। সেই সময়ত তাৰ আনন্দ নষ্ট নকৰি ঘৰলৈ ঘূৰি অহাৰ পিছত অবাধ্য হোৱাৰ বাবে গালি পাৰিলোঁ। বুজালোঁ — ব্রহ্মপুত্রখন ভোগদৈ নহয়। ভোগদৈত এতিয়া পানী শুকাইছে বাবে গা ধুব পাৰিলা, ব্রহ্মপুত্র বিশাল, সোঁতে উটুৱাই নিব। সি ফেঁকুৰি কান্দিলে আৰু কান্দি কান্দিয়েই ক'লে — 'কিন্তু ব্রহ্মপুত্র আৰু ভোগদৈৰ বালিৰ গোন্ধ দেখোন একে, তুমি গোন্ধ পোৱা নাছিলানে?'

উত্তৰ দিবলৈ মোৰ একো নাছিল। মই কেনেকৈ ক'ম — ভোগদৈ আৰু ব্রহ্মপুত্রৰ বালিৰ গোন্ধ কেনেকুৱা? জীৱনত নৈত গা ধুই পোৱাই নাই য'ত! কেনেকৈ ক'ম জুহালৰ ধোঁৱাৰ গোন্ধ কিহৰ সৈতে একে? কেনেকৈ জানিম নৰাৰ গাড়ীত শুই আহিবলৈ কেনেকুৱা লাগে? কেনেকুৱা লাগে ছাগলী থকা চাংঘৰত সোমাই লুকা-ভাকু খেলিবলৈ! কেনেকুৱা আনন্দ হয় শুকান নাৰিকল পাতেৰে সজা বেটেৰে খেলা ক্রিকেট খেল চাবলৈ! মই মাত্র ক'ব পাৰোঁ এতিয়া, মহানগৰৰ কোনটো নর্দমাৰ গোন্ধৰ সৈতে একে কোনজন মানুহৰ মুখৰ ভাষা। কম্পিউটাৰ ৰুমৰ এয়াৰ কণ্ডিশ্যনাৰৰ গোন্ধ কিহৰ সৈতে একে! মেচিনৰ শব্দ আৰু মানুহৰ আচৰণ! কোন কাৰ সৈতে একে? কেনেকৈ ক'ম বন্ধুত্ব আৰু সহৃদয়তা কি? হেজাৰ লক্ষ মানুহৰ মাজতো নির্জন দ্বীপৰ বাসিন্দা মই, তেজে-মঙহে গাত গা লাগি মানুহৰ লানি, অথচ অচিনাকি! মন গ'লেই সময়ে-অসময়ে তেওঁলোকৰ কাষলৈ যাব নোৱাৰোঁ, মোৰ ল'ৰাটোৰ দৰে একেসাজ কাপোৰেৰে হাবিয়ে-বননিয়ে বেপৰোৱাকৈ একেটা বগৰীকে চাৰিটাই খাই গঢ়ি তুলিব নোৱাৰোঁ বন্ধুত্ব! উত্তৰ দিবলৈ একোৱেই নাছিল। আমি নিজেই নিজক চিনি নাপাই সন্তানবোৰকো এক অচিনাকি ৰবটলৈ পৰিবর্তন কৰিবলৈ চেষ্টা কৰিছোঁ অহৰহ। সিহঁতে যাতে মাটি চিনি নাপায়, গছৰ গোন্ধ চিনি নাপায়, নদীবোৰ মাথোঁ নদী, শিলবোৰ মাথোঁ শিল হৈ চকুৰ আগত ভাবলেশহীনভাৱে পৰি ৰয়, মাটি-শিল-পানী-গছবোৰে কান্দিলে যাতে সিহঁতৰ হৃদয়ত কোনো প্রক্রিয়া নহয়, সেই শিক্ষা দিবলৈকে আমি আজিৰ আধুনিক শিক্ষিত সমাজ উঠি-পৰি লাগিছোঁ। সেয়া কৰি আনন্দ লভিছোঁ।

এটা নিৰ্জীৱ মন লৈ সেইদিনা বহি আছিলোঁ। মণিময় বৈশ্য নামৰ ল'ৰাজন আহিছিল। মণিময়ে কামিজৰ জেপত লৈ ফুৰে ভাল লগা কবিতা। হঠাৎ তাৰে এটা কবিতা তেওঁ মোক পঢ়ি শুনালে। অতনু ভট্টাচাৰ্যৰ কবিতা। '৯৮ চনত প্ৰান্তিকত প্ৰকাশ পোৱা।

**'অপ্ৰাপ্তি'**

প্ৰাপ্তিয়েই জীৱনৰ শেষ কথা নহয়
যি শোকৰ ৰ'দত পোৱা নাই
জুকলি-জুপুৰি হোৱা নাই দুখৰ বৰষুণত
যি শংকিত হোৱা নাই
ভাগ্যৰ সৈতে যুঁজি এখন্তেক
ক্লান্ত হোৱা নাই
ভালপোৱাই যাক ব্যাকুল কৰা নাই
অপেক্ষাই যাক উদ্বাউল কৰা নাই
যাৰ বাবে নদীবোৰ মাথোঁ নদী
শিলবোৰ মাথোঁ শিল
যাৰ বাবে সমগ্ৰ পৃথিৱী মাথোঁ মাটিৰ
ভূগোল
যিজনে মানুহৰ শোভাযাত্ৰাত
চামিল হ'বলৈ শিকা নাই
তেওঁৰ বাবে সুখো
এক ধৰণৰ দুখ।

আমি কিয় জন্ম দিব পৰা নাই এদল শিল্পী-সৈনিক, কিয় এক অপ্ৰাপ্তিবোধত বিষণ্ণ হৈ পৰিছোঁ দিনে দিনে, কিয় মানুহে মানুহৰ প্ৰতি হেৰুৱাইছে শ্ৰদ্ধা-বিশ্বাস, ভালপোৱা — এই কবিতাটোৱেই উত্তৰ নিদিয়েনে? ব'ব ডিলানে কিয় ঘৰলৈ দৌৰিব খুজিছিল, কিয় পাহাৰ অথবা নদীলৈ ঢপলিয়াইছিল, শৈশৱৰ পৃথিৱীত কিয় থাকিব খুজিছিল — সেয়া, আপুনি মই সকলোৱেই এবাৰ নিজকে প্ৰশ্ন কৰিব পাৰোঁ। আপোনাৰ প্ৰিয় ভ্ৰমণ, প্ৰিয় ৰাস্তা, প্ৰিয় মানুহ প্ৰকৃততে কোন তাৰ উত্তৰ যদি সঠিকভাৱে নিৰ্বাচন কৰিব পাৰে, তেতিয়াই পাব পাৰি অপ্ৰাপ্তিবোধৰ পৰা নিস্তাৰ। মোৰ ল'ৰাটোক যেতিয়া সুধিলোঁ — তোমাৰ প্ৰিয় ঠাই কি? সি একেষাৰেই উত্তৰ দিলে — যোৰহাটৰ গড়মূৰ — গড়মূৰৰ পাৰৰ ভোগদৈৰ পাৰ। সি এবাৰলৈ নক'লে গংগা, মহানদী, পুৰী-দীঘা বা চন্দ্ৰভাগাৰ সমুদ্ৰ তীৰৰ কথা। আপুনিও যদি সন্তানক সোধে, এনেকুৱা এটা উত্তৰেই পাব, কাৰণ শিশুবোৰ আমাৰ দৰে মিছলীয়া নহয়। ■

# এটা ছাতিৰ কাহিনী

প্ৰথমতে ভাবিলোঁ এটা পুৰণি ছাতিৰ কাহিনী লিপিবদ্ধ কৰিম জানো? তাৰপিছত ভাবিলোঁ — এটা ভঙা পিয়ানো, এটা টুপী, এটা কাঠৰ আলমাৰিক লৈ যদি পৃথিৱী বিখ্যাত গল্প, কবিতাৰ সৃষ্টি হ'ব পাৰে, মোৰ পুৰণি ছাতিটোক লৈ বিখ্যাত কাহিনী নহ'ব পাৰে, কিন্তু ছাতিটো সিদিনা নিজে যি কাহিনীৰ নায়িকা (মহিলাৰ ছাতি বাবে স্ত্ৰীলিংগত পেলাইছোঁ) হৈ এখন এদিনীয়া নাটকৰ সৃষ্টি কৰিলে সেয়া চিৰিয় / কমিক সকলো উপাদানেৰে সমৃদ্ধ এক সঁচা গল্পৰ ৰূপ পাব পাৰে।

ছাতিটোৰ বিষয়ে ক'বলৈ গ'লে দুবছৰৰ আগলৈ উভতি যাব লাগিব। এইটো সঁচা কথা যে অত্যাৱশ্যকীয় নিৰ্জীৱ বস্তু এটা মানুহে কিনাৰ পিছত সি যেতিয়া দৈনন্দিন জীৱনৰ এক গুৰুত্বপূৰ্ণ অংগ হৈ পৰে তাৰ সৈতে মানুহৰ এক আবেগিক সম্পৰ্ক স্থাপিত হয়। এই ছাতিটোৰ সৈতেও মোৰ তেনেকুৱা আবেগিক সম্পৰ্ক এটাই স্থাপিত হৈছিল। অসাৱধানী বা অমনোযোগী বুলি মই আজীৱন এক কলংক বহন কৰি ফুৰিছোঁ। নাৰ্ছাৰী ক্লাছত শ্ৰেণী শিক্ষয়িত্ৰীয়ে প্ৰথম আখৰ লিখা বহীবোৰত সদায় ৰঙা চিয়াঁহীৰে লিখা 'Careless' শব্দটোৱে সেই তেতিয়াৰেপৰা এতিয়ালৈকে মোৰ পিছ নেৰিলে। এই কলংকৰ মহিমাতেই প্ৰতিবছৰ বা দুবছৰত বাৰিষা এটা ছাতি মই কিনিব লগা হয়। প্ৰতিবাৰেই ছাতি কিনিবলৈ যাওঁতে নিজকে যথেষ্ট গালি-শপনি পাৰোঁ, আৰু সংকল্প লওঁ — 'এইবাৰ মই এইটো কেতিয়াও নেহেৰুৱাওঁ। সকলো সময়তে মই ছাতিটোৰ কথা মনত ৰাখিম'। ঠিক তেনেদৰেই ১৯৯৭ চনত মে' মাহত মই তাৰ আগৰ বছৰ কিনা ছাতিটো হেৰুৱাই দুদিনমান নিজকে কষ্ট দিওঁ বুলি প্ৰখৰ ৰ'দত ছাতি নোহোৱাকৈ ঘূৰিছিলোঁ। সেই বছৰ সেই মাহৰে শেষৰ ফালে মই অসমলৈ গুচি অহাৰ কথা। মে' মাহত কলিকতাত প্ৰখৰ ৰ'দ। কিছুমান সৰু-সুৰা কাম, যেনে ওচৰতে থকা বজাৰখনলৈ যোৱা, বেংকটোলৈ যোৱা ইত্যাদি কামবোৰ খোজকাঢ়িয়েই কৰিব লগা হয়। তেতিয়াই প্ৰখৰ ৰ'দত ছাতিটোৰ প্ৰয়োজন হয়। দুদিনমান পিছতে দেখিলোঁ মোৰ 'ছানবাৰ্ণ' হৈছে। এইবোৰ নিজৰ ওপৰত কৰা অত্যাচাৰ, মূৰ্খামিৰ বাহিৰে একো নহয় বুলি বজাৰখনলৈ গ'লোঁ ছাতি এটা কিনাৰ মানসেৰে। ভাবিলোঁ দুশ টকাতকৈ বেছি দামৰ ছাতি মই কেতিয়াও নিকিনো। দেখাত ধুনীয়া, দামী ছাতি বহুত হেৰুৱাই মোৰ লাজ বা শিক্ষা নোহোৱাত আকৌ এটা দামী ছাতি কিনাৰ নৈতিক অধিকাৰ মই হেৰুৱাই পেলাইছোঁ। ছাতিৰ দোকানখনত সোমালোঁ। দোকানীজনে বহুত বিদেশী ছাতি দেখুৱালে তিনিশৰ পৰা ছশ টকালৈকে। মনত বল বান্ধিলোঁ লোভ জয় কৰিবলৈ। ক'লোঁ — মোক আমাৰ দেশী 'মহেন্দ্ৰ দত্ত'ৰ ছাতি এটা হ'লেই হ'ব। ভিতৰটোত 'এক্সট্ৰা লাইনিং' থাকিলে ভাল। ৰ'দ-বৰষুণৰপৰা বেছি নিৰাপদ। মানুহজনে দোকানৰ ভিতৰতে থকা ওপৰৰ তলালৈ চাই চিঞৰিলে — 'সুব্ৰত, নতুন মালটা নিয়ে আয়.....'। মই ওপৰলৈ চালোঁ। কাঠৰ ঠেক ছিৰিটোৰে অলপ পিছতে বস্তু লৈ যিটো ল'ৰা নামি অহা দেখিলোঁ, তাক দেখি মই প্ৰায় আচৰিতেই হ'লোঁ; সিও আচৰিত হ'ল। তাৰপিছত আমাৰ স্বতঃস্ফূৰ্ত আনন্দ প্ৰকাশৰ বিনিময়, প্ৰশ্ন-উত্তৰ —

ঃ তই ইয়াত যে।

সুব্ৰতই, ভাঙি-পাতি ক'লে — 'কি কৰিবি? দুখন দেশী বাতৰি কাকতে মোক 'লেখি থাকাচোন' বুলি ক'লে। মই ঘূৰি ঘূৰি 'নিউজ' দিওঁ। তেওঁলোকে মোক কৃপা কৰাৰ দৰে দুই-এটা নিউজ উলিয়াই দি কয় — এইবিলাকত পইচা নাপায়। তুমি আৰু অলপ 'ইন ডেপথ্' ৰিপ'টিং কৰিবলৈ শিকা। মই বৰ কষ্ট আৰু 'ৰিস্ক' লৈ দুটামান 'ষ্ট'ৰি' কৰিলোঁ। 'ষ্টাৰ্ফ ৰিপৰ্টাৰ'ৰ নামত ওলাল।

ডায়েৰি
১০ জুলাই
'৯৯

ভাবিলোঁ, উৰ্দ্ধ বিশ'টাৰ মোক কৰিলেইবা। পিছত গম পালোঁ এইবোৰ প্ৰহসন। টকাৰ বৰ দৰকাৰ মৰত। এইখনতে 'জেলছমেন' হিচাপে সোমালোঁ। সাতশ টকা পাওঁ। ফাকি-ফুক্কা নাই'।

সুব্ৰতৰ করুণ মুখখনত এটা ম্লান হাঁহি আছিল। সুব্ৰতই মোৰ সৈতে 'বিৰলা লিবাৰেল আৰ্টছ এণ্ড মেনেজমেণ্ট ছায়েল'ত 'জাৰ্ণেলিজম' পঢ়িছিল। আমি দুবছৰ সহপাঠী আছিলোঁ। বৰ স্ফূৰ্তিত থকা ল'ৰা আছিল সি। মই ক'লোঁ — 'কেইমাহমানৰ পিছতে অসমলৈ ঘূৰি যাম। এতিয়া তয়ে মোক ভাল ছাতি এটা পছন্দ কৰি দে'। সি বেছ উলাহেৰে এটা 'ষ্টীলগ্ৰে' ছাতি উলিয়াই ক'লে — 'বৰ ভাল কোৱালিটিৰ ছাতি, বহু বছৰ যাব'। মই 'বহু বছৰ যাব' কথাটো শুনি পেটে পেটে ৰং পালোঁ। ছাতিটো মই বিচৰা ধৰণৰ। ভিতৰত ছিলভাৰ লাইনিং। সেই সময়ত নতুন ডিজাইন। সুব্ৰতই মোক অট'মেটিক আৰু বেছি সৰু কৰিব পৰা ছাতি ল'বলৈ বাধা দিলে। ছাতিটো পছন্দ কৰি সুধিলোঁ — 'দাম'? এইবাৰ মালিকজনে উত্তৰ দিলে — দুশ ষাঠি টকা। মোৰ আকৌ মুখৰপৰা আপোনা-আপুনি ওলাই আহিল — এঃ, মই দুশৰ ভিতৰত ছাতি কিনিম বুলি ভাবিছিলোঁ। হঠাতে সুব্ৰতই মোক ক'লে — মই এটা অনুৰোধ কৰিম, তই ৰাখিবিনে? মই ক'লোঁ — ক'চোন কি অনুৰোধ? সি মোক একাৰবীয়াকৈ মাতি নি ক'লে — মোৰ তোক কিবা এটা দিবলৈ বৰ মন গৈছে। তই অসমলৈ যোৱাৰ পিছত আকৌ বা দেখা হয় নে নহয়? মই ইংগিতটো বুজি তৎক্ষণাৎ ক'লোঁ — নাই, নহ'ব। সি ক'লে — 'ৰচোন, ছাতিটোৰ দাম মই পূৰাকৈ নিদিওঁ নহয়। মই বৰ্তমান মোৰ সামৰ্থৰে ষাঠি টকা দিব পাৰিম। তই দুশ টকাই দে। এনেয়ে ৬০ টকাৰেনো মই তোক কি কামত অহা বস্তু দিব পৰিম? ছাতিটো তোৰ কামত আহিব। আৰু সদায় লওঁতে তোৰ অলপ হ'লেও মোলৈ মনত পৰিব। মোৰ পূৰা দামটোৱেই দিবলৈ মন আছিল, কিন্তু এতিয়া মোৰ বৰ বেয়া অৱস্থা'। সুব্ৰতই অকপটে কোৱা কথাখিনি মই আজিও মনৰ ভিতৰত সযতনে থৈছোঁ। সেইদিনা সুব্ৰতৰ বন্ধুত্বৰ দাবী ৰক্ষা কৰি ২৬০ টকাৰ ঠাইত ২০০ টকা ছাতিটোৰ বাবে দি গুচি আহিছিলোঁ।

তাৰ পিছত দুটা বছৰ পাৰ হৈ গ'ল। যোৱা বাৰিষাত ছাতিটো নেহেৰাল। হয়তো সুব্ৰতৰ এক অংশ বন্ধুত্বৰ স্নেহ ছাতিটোত মিহলি হৈ থকাৰ বাবেই অলপ বেছি সাৱধানতা অৱলম্বন কৰিছিলোঁ।

দুসপ্তাহৰ আগৰ কথা। অফিচলৈ আহিবলৈ সাজু হৈছোঁ। বাহিৰত মেঘৰ গৰ্জন। লগে লগে বৰষুণৰ টোপাল পৰিবলৈ আৰম্ভ কৰিলে। ব্যক্তিগত গাড়ীখন পুৰণি। ড্ৰাইভাৰটোৱে ক'লে — 'আজি গাড়ীখনৰ সৰু কাম এটা আছে, গেৰেজত সোমাই যাব লাগিব। পোন্ধৰ মিনিটমান সময় দেৰি হ'ব'। মই দেৰি কৰিবলৈ ইচ্ছা নকৰি ক'লোঁ যে আজিকালি 'ডিলাক্স ছিটিবাছ' চলে। তাতে মোক উঠাই দিলেই হ'ব। এই 'ডিলাক্স ছিটিবাছবোৰ মহানগৰত নতুন সংস্কৰণ। ষ্টপেজ কম। কম সময়ত অফিচ-কাছাৰীলৈ যোৱা মানুহক গন্তব্যস্থানত থ'বগৈ পাৰে। কাণে-বাৰে মানুহ ওলোমাই নিনিয়াটো ধৰ্ম। আসন অনুসৰি মানুহ উঠোৱাটো নিয়ম। এই সুবিধাখিনি দিয়া বাবেই বাছযাত্ৰীৰপৰা আন ছিটিবাছতকৈ ইয়াৰ ভাড়া বেছি লোৱা হয়।

ড্ৰাইভাৰজনে নিৰ্দিষ্ট ষ্টপেজত মোক নমাই দিলে। নমাই দিওঁতেও সি মোক বুজালে বৰষুণৰ বতৰত ১৫-২০ মিঃ দেৰি হোৱাটো একো ডাঙৰ কথা নহয়। সি গাড়ীখনেৰে থৈ আহিবগৈ। মই মান্তি নহ'লোঁ। মই সময়ৰ কঠোৰ অনুগত হ'ব পৰাগৈ নাই যদিও, অফিচৰ ৰিচিপশ্যন টেবুলত বহা 'দুলুমণি'য়ে সিদিনা কৈছিল — 'আপুনি অফিচলৈ আহিলে কেইটা বাজিছে মই ঘড়ী নাচালেও ক'ব পৰা হৈছোঁগৈ'। দুলুমণিৰ এইষাৰ কথাই মোক ইমান উৎসাহ দিলে যে মই আজিকালি পাঁচ-দহ মিনিট দেৰি হ'লেও অস্বস্তি অনুভৱ কৰোঁ।

যাহওক, ২ মিনিটমান বৰষুণত ছাতিটো মেলি অপেক্ষা কৰোঁতেই এখন ডিলাক্স ছিটিবাছ আহিল। উঠি দেখিলোঁ বহিবলৈ খালি আসন নাই। বাহিৰত বৰষুণ। দ্বিতীয়খন বাছলৈ ৰোৱাতকৈ যোৱাই ভাল বুলি ভাবিলোঁ। বৰষুণত তিতা ছাতিটো যাত্ৰীৰ গাত লাগিলে অস্বস্তি অনুভৱ কৰিব বুলি বাছৰ ভিতৰত থকা 'লাগেজ ৰেক'ত ৰাখিলোঁ। অলপ দূৰ গৈহে অনুমান হ'ল — বাছখনত থিয় হোৱা যাত্ৰী লাহে লাহে ইমান বেছি হৈছে যে মোৰ থিয় হ'বলৈও কষ্ট হৈছে। গণেশগুৰিত বাছখন ৰৈ গ'ল। ট্ৰেফিক জাম। ভি আই পিৰ কনভয় আহিব। সেই সুযোগতে হুৰহুৰাই আৰু এজাক যাত্ৰী সোমাল। নিৰ্বিকাৰ ড্ৰাইভাৰ, কণ্ডাক্টৰ, হেণ্ডিমেন। 'খালি বাছ, খালি বাছ' বুলিহে তেওঁলোকে চিঞৰিবলৈ লাগিল। বগা পোছাক পৰিহিত পুলিচে সকলো দেখিও নেদেখা ভাও জুৰিছে। ট্ৰেফিক পুলিচৰ গাড়ী-মটৰৰ

সৈতে থকা 'ইংগিতৰ বুজা-পৰা'ৰ লৈ বাছযাত্রীৰ সদায় নিষ্ফল আলোচনা হয়। বাছৰ ভিতৰত উশাহ বন্ধ হৈ যোৱা অৱস্থা। মই বাছখনৰপৰা উদ্ধাৰ পাবলৈকে এখন অট' লৈ গন্তব্যস্থানলৈ যোৱাৰ চিন্তা কৰি নামিব খুজিলোঁ। কিন্তু এক ইঞ্চিও লৰ-চৰ কৰিব নোৱাৰিলোঁ। উপায় নাপাই কণ্ডাক্টৰক ক'লোঁ — 'মোক নামিবলৈ বাটটো উলিয়াই দিয়া। ভাড়া বেছিকৈ লৈ মানুহ ইমান উঠাইছা কিয়?' কণ্ডাক্টৰে অদ্ভুত দৃষ্টিৰে মোলৈ চালে। দেশত নোহোৱা-নোপোজা কথা ক'লোঁ যেনিবা। মই কোনোমতে আগবাঢ়ি গৈ বাছৰ ৰেকত থোৱা ছাতিটো খেপিয়ালোঁ। ঢুকি নাপালোঁ। আগে-পিছে মানুহ। অৱশেষত সৰ্বশক্তি প্ৰয়োগেৰে বাছৰপৰা ওলাই আহি ফুট ব'ৰ্ডত ওলমি যোৱা বাছৰ ৰঙা ইউনিফৰ্ম পিন্ধা সৰু ল'ৰাটোক ক'লোঁ যে মোৰ ছাতিটো ৰেকত আছে। সি অলপ ভিতৰলৈ সোমাই আনি দিব লাগে। ল'ৰাটোৱে চেষ্টা কৰিলে, কিন্তু সোমাব নোৱাৰিলে যাত্ৰীৰ ভিৰত। ৰৈ থকা বাছৰ কাষত বৰষুণত তিতি ছাতিটোৰ অপেক্ষাত নিৰুপায় হৈ ময়ো থিয় হৈ আছোঁ। তেনেতে বাছখন চলিবলৈ ধৰিলে। ল'ৰাটোৱে মোক ক'লে — 'যাওক, ঘুৰি আহি দিম'। চকুৰ আগতে বাছখন গুচি গ'ল। খঙে-অপমানে জৰ্জৰিত হৈ বৰষুণত তিতি মই বাছখনৰ পিছে পিছে খোজ কাঢ়িবলৈ ধৰিলোঁ। কি স্পৰ্ধা! ল'ৰাটোৱে তাৰ ড্ৰাইভাৰকো নক'লে গাড়ী ৰখাবলৈ। তাৰ সলনি তাচ্ছিল্য কৰি হাঁহি কৈ গ'ল, 'ঘুৰি আহি দিম'। অৰ্থাৎ বাছখন ঘুৰি অহালৈকে মই বুৰ্বকৰ দৰে এইখিনিতে ৰৈ থকাৰ কথাই সি কৈ গ'ল! বাছখনৰ নম্বৰটো মোৰ চকুৰ আগত ভাহি থাকিল। গাড়ীৰ নম্বৰ, টেলিফোন নম্বৰ মনত ৰখাত মোৰ স্মৃতিশক্তি পুতৌজনক যদিও মনৰ ভিতৰত হোৱা তীব্ৰ ক্ষোভৰ বাবেই হয়তো বাছখনৰ নম্বৰটোৰ বাহিৰে সেই সময়ত মই একোকে নেদেখা হ'লোঁ।

বৰষুণৰ টোপালবোৰ ডাঙৰকৈ পৰিবলৈ ধৰিলে। এখনো খালি অট' নাই। অফিচ-কাছাৰীৰ সময়। দুখন ৰৈ থকা অট'ৰ চালকে ভৰি মেলি টোপনিয়াই আছে। 'যাব নেকি' বুলি সোধাত বিৰক্তি প্ৰকাশ কৰিলে। বৰষুণে যিমানে মোক তিয়ালে সিমানে মোৰ ছাতিটোৰ কথা মনত পৰিবলৈ ধৰিলে। এয়াতো মোৰ অমনোযোগিতাত ছাতিটো হেৰোৱা নাই? চকুৰ আগতে বাছখনে মোক ভেঙুচালি কৰি গুচি গ'ল ছাতিটো লৈ। মোৰ ধোঁৱা ৰঙৰ ছাতিটো..... সুব্ৰতই দুখৰ দিনত উপহাৰ দিয়া যাঠি টকাৰ ছাতিটো.....। আকাশখনলৈ চালোঁ, ক'লা, ধোঁৱা বৰণীয়া মোৰ ছাতিটোৰ ৰঙৰ দৰে। ছাতিবিহীনভাৱে বৰষুণৰ বিপৰ্যয়ত মই। লাহে লাহে মোৰ ভাব হ'ল — বন্ধুত্ব মোৰ সুব্ৰতৰ সৈতেই নাছিল, ছাতিটোৰ সৈতেও হৈছিল। বন্ধুত্ব কিজানি এনেকুৱাই..... বিপদৰ ছাতিটোৰ দৰে..... ৰ'দে-বৰষুণে দিয়া এক অভয়..... বাছখনে কেৱল ছাতিটোৱেই কাঢ়ি নিয়া নাই, মোৰ বন্ধুত্বকো অৱমাননা-তাচ্ছিল্য কৰি গ'ল! কেনেকুৱা এখন অসভ্য-অভদ্ৰ সমাজৰ বাসিন্দা আমি! কাৰো ওপৰত খং-ৰাগ কৰিবলৈ অধিকাৰ নাই। ক'ব নোৱাৰাকৈয়ে মোৰ চকু দুটা পানীৰে ভৰি পৰিল। এজন অট'ৰিক্সা ড্ৰাইভাৰে অৱশেষত মোক লৈ গ'ল গন্তব্যস্থানলৈ।

অফিচত দুই-একক ক'লোঁ ছাতিটোৰ কাহিনী। সমবেদনাও পালোঁ, ছাতিটো ঘুৰাই পোৱাৰ বাবে মোৰ দুৰাশা দেখি বাছৰ নম্বৰ দি থানা নতুবা গুৱাহাটী বেচৰকাৰী বাছ সন্থা আদিৰ সৈতে যোগাযোগ কৰিবলৈ কেবাজনেও পৰামৰ্শ দিলে। বাছ সন্থাত কোনেও টেলিফোন নোতোলাত বশিষ্ঠ থানালৈ টেলিফোন কৰি সবিশেষ ক'লোঁ। সেইখন বাছ বশিষ্ঠৰপৰা সাতমাইললৈ যায়। থানাৰ বিষয়াই ক'লে — 'আপোনাৰ ঘটনাটো গণেশগুৰিত হৈছে। দিছপুৰ থানাক জনাওক'। আকৌ দিছপুৰ থানালৈ টেলিফোন কৰি ট্ৰেফিকৰ যিকোনো এজন বিষয়াক বিচাৰিলোঁ। প্ৰথমে 'বৰ্মন' বোলা এজনে ফোনটো ধৰি 'সৰকাৰ' বোলা এজনলৈ ফোনটো দি কথা পাতিবলৈ ক'লে। মোৰপৰা সবিশেষ শুনি এছ চি সৰকাৰ নামৰ পুলিচজনে ক'লে —

ঃ বাছখনৰ নম্বৰটো দিয়ক।

ঃ দিছোঁ বাৰু, কিন্তু ড্ৰাইভাৰ-হেণ্ডিমেনেও যদি আপোনালোকৰ কথা কেয়াৰ নকৰা হয়, আমি কাক অভিযোগ দিম?

ঃ আপোনাৰ ছাতিটো মই উলিয়াই দিম। আপোনাৰ যোগাযোগৰ ঠিকনা দিয়ক। ঠিকনা দিলোঁ। সেইদিনা যাকে বাছ আৰু মোৰ ছাতিটোৰ বিষয়ে থানাত জনাইছোঁ বুলি ক'লোঁ, সকলোৱে বেছ আমোদেৰে হাঁহিলে, আৰু কেইজনমানে মোক আন্তৰিকতাৰে সুধিলে যে প্ৰকৃততে থানা-কাছাৰীৰ বিষয়ে মোৰ জ্ঞান আছে নে নাই।

যা হওক, পিছদিনা ছাতিটো নোহোৱাকৈয়ে চলিল। জোৰকৈ ছাতিটোৰ কথা পাহৰি সেইদিনাই আবেলিলৈ ছাতি এটা কিনাৰ কথা ভাবি সহকৰ্মীৰপৰা ভাল ছাতিৰ দোকানৰ ঠিকনা সংগ্ৰহ কৰিলোঁ। কিন্তু সন্ধিয়ালৈকে মই এটা ছাতি

কিনাৰ বাবে সময় উলিয়াব নোৱাৰিলোঁ। সেইদিনা ৰাতি ৮ মান বজাত হঠাতে টেলিফোনত এটা অচিনাকি মাত ভাহি উঠিল — 'মই সৰকাৰে কৈছোঁ। ডিব্ৰুগড় থানাৰ সৰকাৰ। আপোনাৰ ছাতি মই থৈ দিছোঁ। বাছখন ধৰিছোঁ, ড্ৰাইভাৰ মোৰ সৈতে আছে — খুব গালি দিছোঁ — এতিয়া আপোনাক ক্ষমা খুজিবলৈ বিচাৰিছে। কি কৰিম কওক। আপুনি কমপ্লেইন উঠাবলৈ ইচ্ছা নকৰিলে আমি ৰাখি থ'ম বাছ-ড্ৰাইভাৰ সকলোকে'।

নিজৰ কাণ দুখনকে বিশ্বাস কৰিবলৈ মন নগ'ল। মই ক'লোঁ — হ'ব দিয়ক, ড্ৰাইভাৰক কওক, আগলৈ যাতে যাত্ৰী বেছিকৈ নুঠায়, আৰু যাত্ৰীৰ সৈতে অভদ্ৰ ব্যৱহাৰ নকৰে। সৰকাৰে ক'লে — আপুনি অনুগ্ৰহ কৰি পুৱা ১০ বজাত আহি ছাতিটো লৈ যাবহি।

পিছদিনা পুৱা এছ চি সৰকাৰ নামৰ অচিনাকি পুলিচজন বিচাৰি ডিব্ৰুগড় থানালৈ গ'লোঁ। যাওঁতে মই কৃতজ্ঞতাৰ চিনস্বৰূপে তেওঁলৈ এপেকেট ভাল মিঠাই কিনি নিলোঁ। সৰকাৰক থানাৰ বাৰাণ্ডাতে পালোঁ। চিনাকি পৰ্বৰ পিছত ধন্যবাদ জনালোঁ। তেওঁ অফিচ-ৰুমলৈ নি দেখুৱালে — 'সৌটো আপোনাৰ ছাতি হয়নে?' মোৰ ধোঁৱা বৰণীয়া পুৰণা ছাতিটো সৰকাৰৰ অফিচ টেবুলখনৰ ওপৰত মেলি থোৱা আছে। দুজনমান ট্ৰেফিক পুলিচ চাপি-কুচি আহিল। এজনে ক'লে — কালি সৰকাৰে ডেৰঘণ্টা বৰষুণত তিতি ৰাস্তাত বাছখন ধৰিলে।

সৰকাৰে ক'লে — 'আচলতে ঘটনাটোত মই নিজেই আচৰিত হ'লোঁ। আমাক কোনেও বাছৰ নম্বৰ দি বেছি মানুহ উঠিছে বুলি অভিযোগ আগতে কৰা নাছিল। দ্বিতীয়তে, বাছখনে ছাতিটো খুজিলতো নিদি গুচি যোৱা কথাটোৱে মোৰ মনত বৰ দকৈ দাগ বহুৱাইছিল। আপোনাৰ ঠাইত আজি সেই ঘটনা যদি আন এজন যাত্ৰীৰ সৈতে হ'লেহেঁতেন — ধৰক তেওঁৰ ক'ৰবাত ৰোগী আছে, কাৰোবাৰ অসুখ আছে, কাৰোবাৰ হয়তো দ্বিতীয় এটা ছাতি কিনাৰ সামৰ্থ এই ৰাতিৰ নাই তেওঁলোকৰ অৱস্থা কি হ'লহেঁতেন? তাৰ উপৰি 'As a good citizen আমাক ভাৰসা কৰি এটা অভিযোগ দিছে — যদিও লিখিতভাৱে অভিযোগটো দিয়া নাছিল — মই কথাখিনিৰ মৰ্ম উপলব্ধি কৰি ভাবিলোঁ — ছাতিটো হেৰুওৱা বা বাছত বেছি যাত্ৰী উঠোৱা কথাটোতকৈও এজন নাগৰিক হিচাপে আপোনাৰ আত্ম-সম্মানত লগা আঘাতটোৱেহে আপোনাক বেছিকৈ পীড়িত কৰিছে। এজন নাগৰিকৰ অধিকাৰখিনিৰপৰা বঞ্চিত হোৱাৰ দুখ আপোনাৰ কথাবোৰত ওলাই পৰিছিল। সেইবাবে ভাবিলোঁ এবাৰ চেষ্টা দি চাম। আমি পুলিচ সদায় হুকুমৰ দাস। কেতিয়াবা মানুহৰ অনুযোগবোৰ পূৰণ কৰিবলৈ স্বাধীনতা পালে ভাল লাগে দেখোন'।

মিঠাইৰ পেকেটটো তেওঁলৈ আগবঢ়াই ক'লোঁ — এই ঘটনাটো মোৰ বাবে এতিয়াও অবিশ্বাস্য। থানা-পুলিচৰ বদনামৰ দুৰ্গন্ধৰ মাজত সামান্য হ'লেও আশাৰ বতৰা দিলে আপুনি। জনতাক মৰম কৰিলে জনতায়ো আপোনালোকক মৰম কৰিব। কিন্তু আকৌ কৈছোঁ — এই বাছবোৰৰ ওপৰত চকু দিব। কাৰণ এতিয়াও শতকৰা আশীভাগ মানুহেই বাছৰ ওপৰত নিৰ্ভৰশীল। দেশখনত কেৱল ভি আই পিয়েই নাই। ৰাস্তাত ভি আই পিৰ অত্যাচাৰত জৰ্জৰিত মানুহবোৰৰ প্ৰতিও আপোনালোকৰ কৰ্তব্য আছে।

ইয়াৰ পিছত ছাতিটো হাতত পৰাৰ লগে লগেই সুব্ৰতৰ কথাই প্ৰথমে মোৰ মনত পৰিছিল। আৰু মনত পৰিছিল অৰ্থনীতিৰ এম এ হৈ জাৰ্ণেলিজম পঢ়ি ছেলছ্‌মেন হোৱা সুব্ৰতই সেইদিনা খঙতে কোৱা কথাষাৰ — 'মই আজিকালি গল্প লিখিবলৈ লৈছোঁ। ক'তো অৱশ্যে প্ৰকাশ নহয়। তথাপিও লিখিছোঁ। মনৰ খঙবোৰ গল্পত লিখিব পাৰি'। মই মনে মনে ক'লোঁ — সুব্ৰত, তোৰ সৈতে দেখা হ'লেই এই ছাতিটোৰ কাহিনীটো ক'ম। তই খঙৰ পৰিৱৰ্তে এটা মৰমসনা গল্প লিখিব পাৰই কিজানি। ■

# বেদনাসুখৰপৰা অতীন্দ্ৰিয় সুখলৈ.....

ইংৰাজীত 'Sadist' বুলি কোৱা শব্দটোৰ অৰ্থ ধৰ্ষকামী বা আনক নিৰ্যাতন কৰি সুখ পোৱা। কিন্তু কিছুদিন আগেয়ে এখন মেনেজমেণ্ট সম্পৰ্কীয় বুলেটিনত ভাৰতীয় মনোবিজ্ঞানী ড° মহেশ জয়ছোৱালে লিখা এটি প্ৰবন্ধত পালোঁ যে আধুনিক সভ্যতাত এই 'Sadism'ৰ অৰ্থ আৰু বেলেগ হৈছে। তেওঁ লছ এঞ্জেলছৰ এদল মনোবিজ্ঞানীৰ উদ্ধৃতি দি কৈছে যে এই বেদনাসুখে দিনে দিনে আধুনিক মনস্তত্বত নগ্নভাৱে সোঁচৰা ব্যাধিৰ ৰূপ লৈছে। (It gradually spreads to a person in a rude and nude form) কথাখিনি পঢ়ি এক নতুন বস্তু আৱিষ্কাৰ কৰাৰ দৰে আনন্দ পালোঁ। কাৰণ সাধাৰণ ঘৰুৱা জীৱনৰপৰা কৰ্মক্ষেত্ৰলৈকে আজিকালি এনেকুৱা কোনো মানুহ বাছি থকা নাই যি এনে বেদনাসুখকাৰীৰ চিকাৰ হোৱা নাই কম-বেছি পৰিমাণে।

কিছুদিন আগেয়ে এগৰাকী প্ৰতিবেশীয়ে আহি কৈছিল যে তেওঁৰ ছাদত লমালমে লগা জলকীয়াবোৰ মৰহি গৈছে। কিছুদিন পিছত তেওঁ আৱিষ্কাৰ কৰিলে যে জলকীয়াৰ টাবটোত কোনোবাই গোপনে প্ৰস্ৰাৱ কৰে। সেইদৰে আন এগৰাকীৰপৰা জানিলোঁ, তেওঁ ৰ'দত দি থৈ অহা আচাৰ বটলকেইটাৰ ভিতৰত কোনোবাই বালি ভৰাই থৈছে। নতুনকৈ গাড়ী কিনা মানুহে প্ৰায়ে অভিযোগ কৰে যে গজাল, চাবি বা চোকা অস্ত্ৰৰে ৰং এৰাই যোৱাকৈ কোনোবাই আঁচ মাৰি থৈ যায়। মই নিজেও দেখিছোঁ মোৰ ফুলৰ টাবত ফুলা ফুলত তামোল খাই কোনোবাই পিক পেলাই যোৱা। এইবোৰ আনৰ সামান্য প্ৰাপ্তিকো সহজভাৱে গ্ৰহণ কৰিব নোৱাৰা বেদনাসুখ। যিজনে এই কাণ্ডবোৰ কৰে, তেওঁ সেই বস্তুবোৰৰ প্ৰতি থকা গৰাকীৰ অপৰিসীম মৰমৰ কথা উপলব্ধি কৰিহে কৰে। হতাশা বা নিৰাশাৰ চিকাৰ হোৱা ব্যক্তিজনে জানে যে তেওঁ কেতিয়াও ভাল আচাৰ কৰিব নোৱাৰে, এজোপা ফুল ফুলাব নোৱাৰে। কেতিয়াবা এই বেদনাসুখ ইমান মাৰাত্মক পৰ্যায় পায়গৈ যে বিবাহ-বিচ্ছেদ, বন্ধু-বিচ্ছেদ, হ'বলগা বিবাহ ভংগ, প্ৰেমিক-প্ৰেমিকাৰ মনোমালিন্য ইত্যাদি জীৱনৰ গতি সলনি কৰি দিয়া বা অঘটন ঘটায়। '৯৯ৰ শেষৰ মাহটোত '২০০০ চনৰ কথা-বাৰ্তা' বুলি লিখা তিনিটা খণ্ডৰ এটাত মই উৰিষ্যাৰ এগৰাকী বান্ধৱীৰ ককায়েকক সহকৰ্মীয়ে ট্ৰেইনৰপৰা পেলাই 'ৰহস্যজনক মৃত্যু'ৰ আখ্যা দিয়াৰ কথা লিখিছিলোঁ। তেওঁলোকৰ পৰিয়ালে দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে তেওঁলোকৰ পুত্ৰই অন্ততঃ অফিচৰ কামৰ টুৰত যাওঁতে মাজবাটত ট্ৰেইনৰপৰা পৰি আত্মহত্যা নকৰে। ল'ৰাটোৰে মৃত্যুক সাবটি ল'বলগা হৈছিল এইবাবেই যে সি কাম কৰা বহুজাতিক সংস্থাটোৱে এটা প্ৰমোশ্যন দি বিদেশলৈ পঠোৱাৰ বন্দবস্ত কৰিছিল, যিটোৰ বাবে ল'ৰাটোৰ সহকৰ্মী তিনিজন বন্ধু (?) হেনো লালায়িত আছিল। নহ'লে মাত্ৰ তিনি মাহৰ পিছতে বিবাহ হ'বলগা এটা উৎফুল্লিত ল'ৰাই জানো আপোনঘাতী হোৱাৰ চিন্তা কৰা সম্ভৱ! উল্লেখযোগ্য যে সেই ট্ৰেইন যাত্ৰাত তিনিওজন সহকৰ্মী বন্ধু ল'ৰাজনৰ যাত্ৰাৰ সংগী আছিল। এনেকুৱা বহু ঘটনাই হৈ থাকে। বিশেষকৈ সমগ্ৰ পৃথিৱীতে বেচৰকাৰী প্ৰতিষ্ঠানসমূহৰ আধিপত্য বঢ়াৰ লগে লগে 'যোগ্য ভোগ্য বসুন্ধৰা' সংজ্ঞাত মানুহ বিশ্বাসী হোৱাৰপৰা 'বেদনাসুখ'ৰ মাৰাত্মক নিচাও বৃদ্ধি পাইছে। জীৱনৰ যিকোনো ক্ষেত্ৰতে সফল বুলি গণ্য কৰা মানুহক Sadist ৰোগে আক্ৰমণ কৰে।

**ডায়েৰি**
**২০ মে' ২০০০**

ডেছমণ্ড মৰিছ মোৰ এজন প্ৰিয় লেখক। 'সামাজিক মনোবিজ্ঞান'ৰ প্ৰতি আকৰ্ষিত হোৱাৰ সময়ৰপৰাই লেখকজনৰ কিতাপ-পত্ৰবোৰ পালে

আগ্ৰহেৰে পঢ়োঁ। তেওঁৰ বিশ্লেষণ মতে, মানুহৰ মাজত সদাজাগ্ৰত ঈৰ্ষা আৰু হিংসুক স্বভাৱক প্ৰশমিত কৰিবলৈকে আদিবাসীসকলে খেল-ধেমালিৰ প্ৰক্ৰিয়াৰ সৃষ্টি কৰিছিল। 'অসফলতা' বা 'সাময়িকভাৱে হাৰি যোৱা' কথাটোক বিশুদ্ধ অন্তৰেৰে গ্ৰহণ কৰি জীৱনটোক বিষাক্ত অনুভূতিৰপৰা মুক্ত কৰিবলৈকে খেলৰ প্ৰয়োজন। যাৰ নাম এসময়ত জনপ্ৰিয় হ'ল — 'Sportsman Sprit' বুলি। মৰিছৰ 'The Soccer Tribe' নামৰ গ্ৰন্থত তেওঁ ইউৰোপৰ ফুটবল 'a symbolic kill by shooting a ball into the goal' বুলি ব্যাখ্যা কৰিছে। আদিম পৃথিৱীৰ 'Survival hunters' (জীৱন যুদ্ধৰ চিকাৰী!) সকলক 'Sport hunters' (খেলুৱৈ যোদ্ধা) লৈ পৰিৱৰ্তন কৰাৰ মূলতে যে ইজনে-সিজনৰ প্ৰতি থকা যুযুৎসু হিংসুক প্ৰকৃতি শান্ত কৰাৰ প্ৰথা, সেই বিষয়ে সুন্দৰ ব্যাখ্যা তেওঁ দিছে। তেওঁ ৰছী টনা, বুল ফাইট, চুমু যোদ্ধা ইত্যাদি খেলৰ বহু উদাহৰণ দিছে। মানুহৰ চৰিত্ৰৰ অতি সবল দুটা অনুভৱ ঈৰ্ষা আৰু হিংসাৰ ব্যাখ্যাও তেওঁ দিছে এইবুলি যে, ঈৰ্ষাৰ সৈতে প্ৰীতি আৰু সদ্ভাৱ থকাটো সম্ভৱ, কিন্তু হিংসা মানেই বন্যতা। ঈৰ্ষাত অভিমান জড়িত থাকে, কিন্তু হিংসাত থাকে কেৱল ঘৃণা। যদিও ঈৰ্ষা আৰু হিংসাৰ সম্পৰ্ক ওচৰা-উচৰি, তাৰ মাজতো কেবাটাও সূক্ষ্ম পাৰ্থক্য থাকে। উদাহৰণস্বৰূপে তেওঁ ব্ৰিটেইনৰ 'গ্ৰীণ হেম ৱমেন'ৰ কথা আনিছে। পুৰুষৰ যোগ্যতা আৰু দমননীতিৰ প্ৰত্যুত্তৰত তেওঁলোকে সমকামিতাকে স্বীকাৰ কৰিছে। তেওঁলোকে 'ভগ্নীত্ব'ৰ বন্ধনত আবদ্ধ হৈ পুৰুষৰ সহায় নোহোৱাকৈ বহু সৰু-বৰ উদ্যোগ কৰি স্বাৱলম্বীও হৈছে। আনহাতে, অষ্ট্ৰেলিয়াৰ 'প্ৰ'লেক' বুলি সৰু জনজাতি এটাৰ মাজত পুৰুষ-মহিলা সকলোৱে মিলি বছৰত এবাৰ ইজনে-সিজনক মনৰ সুখেৰে অকথ্য গালি-গালাজ পাৰি মাৰ-পিট কৰা এবিধ খেল থকাৰ কথা উল্লেখ কৰিছে। শ্লেষপূৰ্ণ মন্তব্যৰে এই খেল আৰম্ভ কৰা হয়। অৱশেষত এই খেলত বহুত পুৰুষ-মহিলাৰ মাজত সকলো খং উজাৰ কৰি দিয়াৰ পিছত যৌন-মিলনো হয়। সমকামী পুৰুষ, মহিলাও তাৰ মাজতে ওলায়। আনহাতে, বহুতৰ মাজত প্ৰণয়, বন্ধুত্ব ইত্যাদিও আৰম্ভ হয়। মানুহৰ বিচিত্ৰ চৰিত্ৰৰ উন্মুক্ত প্ৰকাশৰ মাজেৰে, ইজনে-সিজন মানুহক আৱিষ্কাৰ কৰাৰ এই পদ্ধতিৰ কথা পঢ়ি প্ৰথমে ৰোমাঞ্চিত হৈ উঠিছিলোঁ। কি বিচিত্ৰ আৰু ৰহস্যময় মানুহৰ চৰিত্ৰ!

আধুনিক সভ্যতা আৰু মনস্তত্ত্বই দিনে দিনে জটিল অৱস্থাৰ সৃষ্টি কৰা মানুহৰ সুপ্ত অপৰাধী মনটোৰ বাবেই ১৯৮০ চনত যুক্তৰাষ্ট্ৰত 'Yuppie' (Young, Upwardly, mobile proffessional) নামৰ সফলতাক দুগুণ উৎসাহ দিয়া, বিফলতাকো উৎসাহ আৰু প্ৰশংসা কৰিবপৰা এজন আশাবাদী চৰিত্ৰৰ নিৰপেক্ষ মানুহ ওলাইছিল। সমৰুচি, বুদ্ধিমত্তাৰ এই দলটোৱে মানসিক-সাংস্কৃতিক সুস্থ বাতাৱৰণৰ বাবে কাম কৰিছিল। বিশেষভাৱে শিল্পী-লেখক-কবি-সাহিত্যিক আদিৰ মাজত থকা খোঁচা-বিন্ধাবোৰক উদ্‌গনি নিদিবলৈ তেওঁলোক সংকল্পবদ্ধ হৈছিল। কাৰোবাৰ যদি প্ৰতিভা আছে বা উল্লেখযোগ্য কাম কৰিছে তাক অকুণ্ঠ প্ৰশংসা কৰিবলৈ তেওঁলোক আগবাঢ়ি আহিছিল। এনেকুৱা বহু সংগঠন '৮০ৰ দশকৰপৰা উন্নত দেশসমূহত জনপ্ৰিয় হৈ উঠিছে।

মানুহৰ চৰিত্ৰৰ বিচিত্ৰতা সম্পৰ্কে পূৰ্বৰেপৰাই আগ্ৰহী আছিলোঁ। কিন্তু কলেজ আৰু বিশ্ববিদ্যালয়ত সামাজিক মনোবিজ্ঞান, শিশু মনোবিজ্ঞানক প্ৰধান বিষয় হিচাপে লৈ পঢ়া-শুনা কৰি বহুত কথা জানিছোঁ বুলি ভবাৰ পিছতো কিন্তু ব্যক্তিগত আৰু সামাজিক জীৱনত আৱিষ্কাৰ কৰিলোঁ যে মানুহৰ জটিল চৰিত্ৰ যুগে যুগে ৰহস্যময় হৈয়েই থাকিব। প্ৰকৃততে মানুহ বিশ্লেষণ কৰিবলৈ সামান্য জ্ঞানো মোৰ হোৱা নাই।

দীৰ্ঘদিন প্ৰবাসত কটোৱাৰ পিছত গুৱাহাটীলৈ অহাৰ পিছতে এটা অপ্ৰীতিকৰ ঘটনাৰ পাকচক্ৰত পৰিছিলোঁ। সেই সময়তে মানুহক পুনৰ নতুনকৈ আৱিষ্কাৰ কৰিছিলোঁ। বন্ধু-আত্মীয় বুলি ভবা বহুজনে বিশ্বাসঘাতকতা কৰিছিল, আৰু আমাৰ সৈতে বিশেষ সদ্ভাৱ নথকা, সমাজত ভদ্ৰলোক বুলি সুনাম নথকা কেবাজনো ব্যক্তিয়ে নিস্বাৰ্থ সহায় কৰিছিল, যি কোনোদিনে বন্ধুত্বৰ দাবীও কৰা নাছিল। সেই নিৰ্মম অন্ধকাৰ দিনকেইটাতে মোৰ সমাজ বিজ্ঞানৰ পুৰণি কিতাপবোৰ উলিয়াই উধাই-মুধাই পঢ়িবলৈ লৈছিলোঁ। মই বিচৰা একো সূত্ৰ বিচাৰি পোৱা নাছিলোঁ। অৱশেষত মেগ্‌ডুৱেলৰ 'Sadistic social behaviour'ৰ সৰু ব্যাখ্যা এটা উদ্ধাৰ কৰিছিলোঁ। তেওঁ সেই ব্যৱহাৰৰ ব্যাখ্যাত অপৰাধীলৈ শিল দলিওৱা বেত্ৰাঘাত কৰা, নগ্ন কৰা, গণ বেত্ৰাঘাত কৰা, গণ-ধৰ্ষণ

কৰা, অশ্লীল প'ষ্টাৰিং, বেনামী অশ্লীল চিঠি-ফটো প্ৰেৰণ, আনে শুনাকৈ গালি বৰ্ষণ, অভিযুক্ত মানুহজনৰ বিৰুদ্ধে সংঘবদ্ধ বিযোদ্‌গাৰ গোপনে উত্থাপন কৰি তৃপ্তি পোৱাৰ কথা উল্লেখ কৰিছে। ইয়াৰ পিছৰেপৰাই সামাজিক জীৱন ভালপোৱা মনটো শৃংখলিত কৰি বহু পৰিমাণে সামাজিক জীৱনৰপৰা নিজকে আঁতৰাই আনিলোঁ। বন্ধু আৰু শত্ৰুৰ ব্যাখ্যা আধুনিক সমাজত আটাইতকৈ জটিল বিষয়। দিনে দিনে জটিল মনস্তত্ত্বৰে গঢ় লোৱা সভ্য মানুহৰ পৃথিৱীত বেছিভাগ মানুহেই প্ৰকৃততে বন্ধুহীন আৰু শুভাকাংক্ষীহীন — এই কথা লাহে লাহে সত্যলৈ ৰূপান্তৰিত হৈছে। ইয়াৰ প্ৰমাণ হিচাপে ক'ব পাৰি যে আজিকালি প্ৰচাৰ মাধ্যমবোৰত মানৱীয় গুণ বিশিষ্টৰে ভৰা খবৰবোৰত অধিক গুৰুত্ব দিয়া হয়। কাৰণ এটাই, প্ৰেম, বন্ধুত্ব, দয়া, সহানুভূতি আৰু উৎসাহ-উদ্দীপনা আদি মানৱীয় গুণবোৰৰ দ্ৰুত অৱলুপ্তিৰ। হিংস্ৰতা, বন্যতা, অসৎ ইচ্ছাৰ তীব্ৰ প্ৰতিফলন হোৱা সমাজত যেন এই ভাল খবৰবোৰে জোনাকী পৰুৱাৰ পোহৰৰ দৰে আশাৰ বাট দেখুৱায়।

মোৰো অলপতে তেনেকুৱা ঘটনা এটাৰ অভিজ্ঞতা ঘটিল। কটন কলেজৰ নবীন গোটটোৰ বহুকেইজন অতি মেধাৱী, প্ৰতিভাৱান লেখক-কবিৰ সৈতে মোৰ আত্মীয়তা আছে। তেওঁলোকৰ সাংঘাতিকভাৱে স্পৰ্শকাতৰ কিছু কবিতাৰ সৃষ্টিত অবাক হৈ যাওঁ। তেওঁলোকে মাজে মাজে নতুন কবিতা লিখিলেই মোক দেখুৱাবলৈ আনে।

তিনি সপ্তাহৰ আগৰ কথা। নৱজ্যোতি পাঠক আৰু লাচিত বৰ্মনে হঠাতে টেলিফোন কৰি জনালে যে মোৰ ঘৰলৈ কিছু সময়ৰ বাবে তেওঁলোক আহিব খোজে। সন্ধিয়া তেওঁলোক আহিল। নৱজ্যোতি, লাচিত, প্ৰাঞ্জল। উদ্দেশ্যটো শুনি আৰু ৰোমাঞ্চিত হ'লোঁ। তেওঁলোকে 'বিহু' বুলি উপহাৰ এটা দিব খুজিছে। তিনিওজনে তেওঁলোকৰ ভাল লগা নিৰ্বাচিত কবিতা আবৃত্তি মোক উপহাৰ দিব হেনো।

এটা কোঠালিত নিৰিবিলিকৈ আমি বহিলোঁ। মোক আচৰিত কৰিলে আন এটা কথাই। তেওঁলোকে জেপত লৈ আহিছে প্ৰাণজিৎ বৰা, প্ৰণৱ বৰ্মন, তেওঁলোকৰ অনুজ ধ্ৰুতবাৰ্কৰ কবিতাও। প্ৰায় আঢ়ৈ ঘণ্টা তেওঁলোকে কবিতাৰ তীব্ৰ মাদকতাময় বৰষুণত অবিৰামভাৱে মোক তিয়ালে। তেওঁলোকৰ নিজৰ কবিতাকে ধৰি মুঠ সাতজন কবিৰ কবিতা আবৃত্তি কৰি থাকোঁতে আটাইকেউজনৰে মুখত ফুটি উঠিছিল এক নিৰ্মল আনন্দৰ সুখানুভূতি। নিজৰ কবিতাতকৈও আন অগ্ৰজ আৰু অনুজৰ কবিতা আবৃত্তি কৰিবলৈ তেওঁলোক বেছি আগ্ৰহী হৈছিল। অথচ নৱৰ 'নষ্ট নগৰীত নিবনুৱা নৱ' মেঘালী ছিৰিজ, প্ৰাঞ্জলৰ 'চিগাৰেট', লাচিতৰ 'চিঠি' কোনোগুণেই নিৰ্বাচিত কবিতাবোৰতকৈ নিকৃষ্ট নাছিল। জীৱনত এনে অভিনৱ আৰু বিৰল উপহাৰ লাভ কৰা নাছিলোঁ। নিশা দহটা বাজিছিল। কবিতাৰ তীব্ৰ ৰাগিত মাতাল ল'ৰাকেইটালৈ চাই ৰসভংগ কৰি ক'লোঁ — কিহত যাবাগৈ? এতিয়া বাছো নাপাবা। এক মুহূৰ্ত চিন্তা নকৰি সিহঁতে ক'লে — চান্দমাৰিত আজি থাকিম, খোজকাঢ়ি যাম। মোৰ ঘৰৰপৰা চান্দমাৰিলৈ দহ কিলোমিটাৰ। ল'ৰাকেইটা বলিয়া হ'ল নেকি! সিহঁত কিন্তু নিৰ্বিকাৰ। ক'লে — 'আমাৰ ১০/১৫ কিঃ মিঃ খোজকঢ়াৰ অভ্যাস আছে। আপোনাক কবিতা শুনাম বুলি আহিছোঁ, ইমান সুন্দৰ সন্ধিয়া এটাৰ পিছত খোজকাঢ়ি যোৱাটো কি কথানো? অপৰাধ কৰা নাই নহয়'। নৱৰ কথাত মনত পৰিল যোৱা গ্ৰন্থমেলাত নৱক আৰক্ষীয়ে সন্দেহ কৰি থানালৈ নিছিল। নৱই নহয়, তেওঁলোকৰ বন্ধু কেবাজনৰো এনে স্বাধীন চাল-চলনবোৰক এশিকনি দিবলৈ লক্-আপত আৰক্ষীয়ে নি ভৰোৱাৰ কাহিনী তেওঁলোকে আমাক কৈছিল। নৱক থানাত 'কবি' বুলি জানি এজন পুলিচে অশালীন কটু ভাষাৰে তিৰস্কাৰ কৰাৰ কথা এবাৰ লিখিছিল। সেইদিনা নিশ্চয় পুলিচজনে নৱক নিৰ্যাতন কৰি এক তীব্ৰ 'বেদনাসুখ' লাভ কৰিছিল। এয়া পুনৰাবৃত্তি নহওক বুলি আটাইকেউজনকে অন্ততঃ নিৰাপদ দূৰত্বলৈকে থোৱাৰ ব্যৱস্থা কৰিলোঁ।

ঠিক সেই নিশাৰপৰাই এক অৰ্বাচীন অনুভূতিৰে মন ভৰি উঠিল। কটনৰ ন-পুৰণি এই প্ৰতিভাৱান ল'ৰাখিনিৰ বহু আশা-আকাংক্ষাৰ খবৰ পাই থাকোঁ। তেওঁলোকে 'ছাত্ৰবাৰ্তা' বুলি এখন সৰু আলোচনী উলিয়াইছে মনৰ কথা ক'বলৈ। সকলোতকৈ তেওঁলোকৰ সম্মোহিত কৰা দিশটো হ'ল, ইজনে-সিজনক কৰা প্ৰশংসা, সহানুভূতি, মৰম, বন্ধুত্ব আৰু প্ৰেৰণাৰ মাজেৰে প্ৰত্যেকে একোখন বৌদ্ধিক জগতৰ সন্ধান কৰিবলৈ শিকিছে। এজনক সুধিলেই, আটাইকেউজনৰ খবৰ পোৱা যায়। কোনে কি লিখিছে, তালৈকে খবৰ ৰাখে। পদে পদে মানুহৰ আক্ৰমণৰ সন্মুখীন

হ'ব লগা হোৱা এই পৃথিৱীত, এই এমুঠি ল'ৰা-ছোৱালী যেন এটি মৰূদ্যান। জীৱন যুদ্ধৰ চিকাৰীসকলৰ মাজত যেনেকৈ হিংসা-দ্বেষ প্ৰশমিত কৰিবলৈ 'খেল'ৰ সৃষ্টি হৈছিল, ঠিক তেনেকৈ মানসিক ধৰ্ষকামীৰ বৰ্ধিত সংখ্যা নিয়ন্ত্ৰণ কৰিবলৈ দৰকাৰ এতিয়া কবিতা-গীত-চিত্ৰকলাৰ উৎসৱৰ। ইতিমধ্যে বহু ঠাইত এনেকুৱা উৎসৱ হৈছে। যেনেকৈ নলবাৰীৰপৰা আৰম্ভ হোৱা 'মাঘৰ মালিতা' অসমৰ ইতিহাসতে নতুন সংযোজন। লাচিত, নৱহঁতে সেইদিনা কঢ়িয়াই আনিছিল এখন সপোন যেন লগা ভৱিষ্যতৰ চিঠি। সেই অভিনৱ সন্ধিয়াতে আগতীয়াকৈ জানিলোঁ, ভৱিষ্যতৰ বহু সলনি হোৱাৰ দিনৰ কথা, সলনি ঘটা মানুহৰ মনৰ খবৰ। মই আজিকালি বাৰে বাৰে সন্ধিয়াটোক আওৰাবলৈ লৈছোঁ লাচিতৰ 'চিঠি' নামৰ কবিতাটোৰ দৰে —

তুমি লিখোঁ বোলা চিঠিখন মই আগতীয়াকৈ পঢ়িম
জোনাক ৰাতি ছাঁক সাক্ষী কৰিম
তুমি লিখোঁ বোলা চিঠিখন মই
পথাৰৰ ছিৰালফটা বেদনাত পঢ়িম
সাগৰৰ আকুল পিয়াহৰ আৰ্তনাদত পঢ়িম
সপোনতো পঢ়িম.....

মানসিক ধৰ্ষকামী বা বেদনাসুখৰ সন্ধানৰতসকলৰ বাবে যুদ্ধ ঘোষণা কৰাৰ অমোঘ অস্ত্ৰ কবিতা, গীত আৰু চিত্ৰকলা। 'Sadist' ৰোগীসকলক নিৰস্ত্ৰ কৰাৰ বাবেই প্ৰত্যেকজন Sadistৰ বলি হোৱা মানুহে কবিতাৰ প্ৰেমত পৰিবলৈ শিকক, নিজৰ বাবে, ভৱিষ্যতৰ বাবে। ই হ'ব বেদনাসুখৰপৰা অতীন্দ্ৰিয় সুখলৈ কৰা মহৎ যাত্ৰা। ■



অনুৰাধা শৰ্মা পূজাৰীৰ

অট'গ্ৰাফ

প্ৰকাশক

অনন্ত হাজৰিকা

বনলতা

পাণবজাৰ : গুৱাহাটী-১

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ২০০৪

তৃতীয় প্ৰকাশ : ছেপ্তেম্বৰ, ২০০৫



প্ৰচ্ছদ

পদ্ম সিংহ

# গজু পইণ্টাল

গজুৰ চাকৰিটো মোৰ বাবেই গৈছিল। এই কথাটোৱে যোৱা বিছ বছৰমান ধৰি মনত কাঁইটে বিন্ধাদি বিন্ধি আছে। ইয়াত মোৰ বা গজু কাৰোৱেই হাত নাছিল — কিন্তু ঘটি গৈছিল সকলো। ষাঠিৰ দশকত বৰ্তমান লোকসভাৰ সাংসদ বিজয়কৃষ্ণ সন্দিকৈয়ে 'হেমলতা সন্দিকৈ মেম'ৰিয়েল স্কুল' স্থাপন কৰি দেশী-বিদেশী যোগ্যতাসম্পন্ন শিক্ষক-শিক্ষয়িত্ৰীক মকৰল কৰিছিল। ইংৰাজী মাধ্যমৰ 'নন মিশ্যনেৰী' এই স্কুলখনলৈ কেইবাগৰাকীও বিদেশী শিক্ষয়িত্ৰী আহিছিল। সেই বিদ্যালয়তে মোক চাৰি বছৰ বয়সত নাম লগাই দিয়া হৈছিল। সেই সময়ত 'নাৰ্ছাৰী' নাছিল, আছিল 'লৱাৰ-আপাৰ প্ৰিপেট'ৰী' শ্ৰেণী। স্কুল-ভীতিৰ বাবে প্ৰথম বহুদিন ঘৰৰ মানুহৰ সৈতে কান্দি-কাটি ঘৰলৈ মই ঘূৰি আহিছিলোঁ। স্কুলৰ প্ৰিন্সিপালগৰাকীলৈ মই বাঘৰ সমান ভয় কৰিছিলোঁ। ফ্ৰান্সৰপৰা অহা আদ্‌বয়সীয়া মেমগৰাকীৰ পেঞ্চিল হিল পিন্ধা ধুনীয়া বগা ভৰি দুখন ৰঙীন গাউনৰ মাজেৰে প্ৰথমে বৰ ভাল লাগিছিল। কিমান যে তেওঁৰ ছবি ৰঙীন পেঞ্চিলেৰে কাগজত আঁকিছিলোঁ! কিন্তু তেওঁৰ কড়া অনুশাসন আৰু নিৰ্দয়, কঠুৱা ব্যক্তিত্বই মোৰ স্কুল-ভীতি দুগুণে বঢ়ালে। এদিন ভুলকৈ ইংৰাজী উচ্চাৰণ কৰা বাবে তেওঁ মোক বৰ কষ্ট দি শাস্তি দিলে। তেতিয়াৰপৰা তেওঁৰ পেঞ্চিল হিলৰ খট্ খট্ শব্দটোৱে মোক টোপনিতো খেদি ফুৰা হ'ল। স্কুলখনত এজন ড্ৰীল বা ব্যায়ামৰ শিক্ষকো আছিল তদ্ৰূপ। পোনকৈ থিয় নহ'লেই সৰৌপ সৰৌপকৈ বেতেৰে তেওঁ কোবাই দিছিল। মোৰ গাত তেওঁৰ কোব ভাগ্যক্ৰমে পৰা নাছিল যদিও তেওঁৰ ভয়ানক মূৰ্তিয়ে কেতিয়াবা সপোনতো কন্দুৱাইছিল। যিহওক, দিনে দিনে বাঢ়ি অহা স্কুল-ভীতিৰ বাবে স্কুল কৰ্তৃপক্ষৰ সৈতে মোৰ অভিভাৱকে আলোচনা কৰিলে। আলোচনামৰ্মে সিদ্ধান্ত হ'ল লগৰীয়াৰ সৈতে মোক স্কুল বাছত পঠোৱা হ'ব। স্কুল বাছৰ পৰিৱেশে অকলশৰীয়া সন্তানবোৰক সামাজিক আৰু আত্ম-বিশ্বাসী কৰে বুলি প্ৰিন্সিপালে মোৰ অভিভাৱকক বুজালে।

পিছদিনা জীৱনত প্ৰথমবাৰৰ বাবে দেউতাৰ আঙুলি এৰি স্কুল বাছত উঠিবলৈ বাধ্য হ'লোঁ। কিন্তু বাছ চলোঁতেই মোৰ এনে লাগিল যেন পৃথিৱীত মোৰ সমান অকলশৰীয়া আৰু কোনো নাই। বাছত মোৰ শ্ৰেণীৰ চিনি পোৱা ল'ৰা-ছোৱালীও নাই। সেই বাছখনত আছিল মোতকৈ ওপৰৰ ল'ৰা-ছোৱালীহে। মই ৰাউচি জুৰি এসময়ত কান্দিবলৈ ল'লোঁ আৰু তেতিয়াই মোক বাছৰ ড্ৰাইভাৰজনে তেওঁৰ প্ৰায় কোলাতে বহুৱাই ল'লে। ওৰে বাটটো তেওঁ মোক নানা কথাৰে ফুচুলাই গ'ল। বাছৰ হৰ্ণ বজাবলৈ দিলে। তেওঁ বৰ ভাল সুহুৰি বজাই গানৰ সুৰ তুলিলে আৰু লগতে মুৰ্গীৰ মাত, শিয়ালৰ মাত ইত্যাদিৰ অবিকল অনুকৰণত মাত উলিয়াই মোৰ মনৰ শোক-সাগৰখন শুকুৱাই পেলালে। এইদৰে কেনেকৈ স্কুল পালোঁহি ক'বই নোৱাৰিলোঁ। কিন্তু বাছৰপৰা নমাৰ সময় উপস্থিত হোৱাৰ লগে লগে মোৰ মনৰ ভিতৰত ইমানপৰে নিতাল মাৰি থকা স্কুল-দৈত্যটো ডাঙৰ হৈ আকাশ-বতাহ কঁপাই অট্টহাস্য কৰিবলৈ ধৰিলে। মনত পৰিল, হ'মৱৰ্কৰ দুটা অংক মোৰ কৰা নহ'ল। তাৰ মানে আজি আকৌ শাস্তি! মই ড্ৰাইভাৰৰ ডিঙিত সাবটি ফেকুৰিবলৈ ধৰিলোঁ। তেওঁক ইয়াকো ক'লোঁ যে মোক আজি তেওঁ ৰক্ষা কৰক, মোৰ মনৰ দুখ ঘৰত মা-দেউতায়ো নুবুজে, স্কুলত মাষ্টৰ-মাষ্টৰণীয়েও নুবুজে। তেওঁ মোক তেওঁৰ ঘৰলৈকে লৈ যাওক, মই বৰঞ্চ তেওঁৰ সৈতে থাকিবলৈ ভাল পাম। তেওঁৰ কি হ'ল নাজানো। মোক লৈ তেওঁ বাছ ঘূৰালে। প্ৰথমতে তেওঁ মোক প্লাষ্টিকৰ ৰঙা-নীলা খাৰু, চুলিত মৰা পখিলা-ক্লিপ গুমটি দোকানৰপৰা কিনি দিলে। বুট-ভাজি, মৰ্টন খাই প্ৰকাণ্ড খালি বাছখনত মই য'তে মন যায় ত'তে বহি তেওঁৰ সৈতে ঘূৰি ফুৰিলোঁ। অনাহকত বাছৰ হৰ্ণ বজাই অচিনাকি ৰাস্তাৰে ঘূৰি ফুৰি আনন্দত

আত্মহত্যা হ'লোঁ। যথাসময়ত স্কুল ছুটীৰ পাছত সেই বাছতে লগৰীয়াৰ সৈতে ঘৰমুৱা হ'লোঁ। এয়াই গজু ড্ৰাইভাৰ। গজু পইণ্টাল বুলিহে হেনো তাক মানুহে মাতে। গজুৱে কৈছিল বহু খুহুতীয়া কথা। সেই সময়ত 'পইণ্টাল' ('পেটেল' বোধহয় শুদ্ধ নাম) নামৰ কমেডিয়ান এজনৰ হিন্দী বোলছবিত আৱিৰ্ভাব হৈছিল। তেওঁৰ মুখৰ সৈতে গজুৰ সাদৃশ্য বাবেই হেনো লগৰীয়াই সেইদৰে মাতে। গজুৱে মোক সেই সময়ছোৱাতে 'তই' সম্বোধনেৰে আত্মীয়তা গঢ়ি তুলিলে। মোক সেই দিনটোৰ কথা কাকো নক'বলৈ শপত খুৱাই ক'লে — 'তোৰ ঘৰত গম পালে মোক পুলিচত দিব, স্কুলত গম পালে মোৰ চাকৰি যাব'। গজুক মই প্ৰাণ গ'লেও তেনে বিপদত পেলাব নোৱাৰোঁ। স্বাধীন শৈশৱৰ পাঁচ ঘণ্টা সময়ৰ কথা গোপনেই থাকিল। কিন্তু কেইমাহমানৰ পিছত এই আকাংক্ষা মোৰ পুনৰ জাগ্ৰত হ'ল। স্কুলত বছৰেকীয়া খেল-ধেমালি। ইতিমধ্যে গজুৰ বাছত অহা-যোৱা কৰাৰ লোভত স্কুললৈ বিশেষ আপত্তি নকৰাকৈ অহা-যোৱা কৰিবলৈ লৈছিলোঁ। ঘৰত সকলোৱে স্কুল কৰ্তৃপক্ষক শলাগ লৈছিল, কাৰণ বাছত অহা-যোৱা কৰাৰ পৰামৰ্শ তেওঁলোকেই দিছিল। আজি ভাবোঁ, শিশুৰ মনস্তত্ত্বৰপৰা কিমান দূৰৈত থাকে অভিভাৱকসকল! প্ৰত্যেক দিনাই গজুৰ ড্ৰাইভিং ছীটৰ কাষত মই বহিছিলোঁ। গজুৱে নানা অংগী-ভংগী কৰি মোক হঁহুৱাইছিল। টফি-চকলেট নতুবা পেঞ্চিল-ৰবৰ উপহাৰো দিছিল। গজুৰ বাবেই মই স্কুললৈ গৈছিলোঁ। স্কুলে মোক মুঠেই আকৰ্ষণ কৰা নাছিল। বৰঞ্চ স্কুলখন আছিল মোৰ বাবে নৃশংস বন্দীশাল। য'ত অংকৰ দৰে টান বিষয় পঢ়িব লাগে, ইচ্ছা নাথাকিলেও পদ্য মুখস্থ দিব লাগে, নোৱাৰিলে কাণত ধৰি, বেঞ্চৰ ওপৰত থিয় হৈ অপমান পাব লাগে, কেতিয়াবা হাতৰ তলুৱাত ল'ব লাগে কাঠৰ স্কেলৰ আঘাত। একমাত্ৰ গজুকেই কৈছিলোঁ মোৰ দুখৰ কথা। গজুৱে হেনো কেইশ্ৰেণীমানহে পঢ়িছিল। গজুৰো দুখ আছিল। মাক আৰু তাৰ মাহীমাক একেলগে থকা ঘৰখন গজুৱে পছন্দ নকৰিছিল। মুঠ সাতটা ল'ৰা-ছোৱালীৰ সবাতোকৈ ডাঙৰ এঘৈছ বছৰীয়া গজু এসময়ত হেণ্ডিমেনৰপৰা ড্ৰাইভাৰ হোৱাৰ কাহিনীও মোৰ বাবে আছিল ৰোমাঞ্চকৰ — লোমহৰ্ষক। স্কুলৰ ডাঙৰ দেৱালৰ সিপাৰে থকা গজুৰ মুক্ত ৰোমাঞ্চকৰ পৃথিৱীখনৰ বাবে মই হাঁহাঁকাৰ কৰিছিলোঁ। সেয়ে গজুৰ সৈতে পুনৰ পৰিকল্পনা হৈছিল — স্কুলৰ খেল-ধেমালিৰ দুদিন মই গজুৰ লগত থাকিম। গজুৱে আপত্তি কৰিলে। বুজালে — খেল-ধেমালিত ভাগ লৈ ভালহে পাব লাগে — পঢ়া-শুনা সেই দুদিন নাথাকেই। মই ক'লোঁ যে স্কুলৰ ড্ৰীল মাষ্টৰক মই চকুপাৰি দেখিব নোৱাৰোঁ। মাষ্টৰটোৱে 'দৌৰ' বুলি ক'লেই দৌৰিব লাগে, ৰ'দত ব্যায়াম কৰিব লাগে। কিছুদিন আগতে 'মাৰ্চ' কৰোঁতে 'দাইনে ঘুম' বুলি চিঞৰোঁতে মই বাওঁফালে ঘূৰিলোঁ। ড্ৰীল মাষ্টৰে চুলি-ঘটা এটা দিলে। সি এটা পাষণ্ড, গতিকে মই ড্ৰীল মাষ্টৰৰ খেল-ধেমালিত নাথাকোঁ। বৰঞ্চ গজুৰ সৈতে বাছত থাকিম মনে মনে। মোৰ অলৰ-অচৰ সিদ্ধান্তত গজুৰ উপায় নাইকিয়া হ'ল। অৱশেষত সেই স্মৰণীয় মুহূৰ্ত আহি উপস্থিত হ'ল। গজুৰ বাছত মই মনে মনে সোমাই থাকিলোঁ। সেইদিনা বাছত উঠাই গজুৱে মোক লৈ গ'ল তাৰ বস্তিলৈ। গজুৰ সৈতে মই তাৰ ঘৰলৈ গৈ চমকি উঠিলোঁ এইখন দোকান মোৰ চিনাকি ঠাইখন! যোৰহাটৰ ৰজামৈদামৰ কাষত এটা হৰিজন ক'লনি আছে। তাৰ কাষতে কবৰস্থান। অঞ্চলটোৰ দুটা নামেই বিখ্যাত আছিল। এটা ঢাকাপট্টি, আনটো মেটৰপট্টি। এই মেটৰপট্টিৰ 'হাৰাধনে' আমাৰ ঘৰৰ আন মানুহে কৰিব নোৱাৰা কামবোৰ কৰিছিল। এই ঠাইৰ মাজতে ৰাষ্ট্ৰভাষা স্কুলখন। শনি-দেওবাৰে এই ঢাকাপট্টিৰ মাজেৰে হাতত জুনুকা লৈ মই ৰাষ্ট্ৰভাষা স্কুলত নাচ শিকিবলৈ আহোঁ। সিং ছাৰে মণিপুৰী নৃত্য শিকায়। আহোঁতে যাওঁতে হৰিজন ক'লনিৰ গাহৰি হত্যা কৰা নিৰ্দয় দৃশ্যৰপৰা দ্বন্দ-হাই-কাজিয়া, মদাহী গিৰীয়েকে ঘৈণীয়েকক ৰাস্তালৈ উলিয়াই আনি সমজুৱাকৈ মাৰ-পিট কৰা, আৰু সকলোৱে উদ্বেগহীনভাৱে এইবোৰ লক্ষ্য কৰা দৃশ্যবোৰে সদায় একো একোটা নতুন অভিজ্ঞতাৰ সন্ধান যোগাইছিল মোক। এই বিস্ময়কৰ জগতখনৰপৰা অহা মুৰ্গী-গাহৰি আৰু ল'ৰা-ছোৱালীৰ মল-মূত্ৰৰ গোন্ধটো মোৰ চিনাকি আছিল। আচৰিত হ'লোঁ, যেতিয়া গজুৱে বাছখন আনি এইখিনি পোৱালেহি। এই অঞ্চলৰ মাজেৰে অপাৰ-কৌতূহলেৰে, এশাৰী ঘৰৰ নেওৰাপোটাৰ তলেৰে গৈ মই দিনতে অন্ধকাৰ হৈ থকা গজুহঁতৰ খেৰী ঘৰটো পালোঁ। ঘৰটোত গজুৰ মাহীমাকৰ দুটা সৰু ল'ৰা-ছোৱালীৰ বাহিৰে কোনো নাছিল। গজুৱে মোক তাত বেছিপৰ নাৰাখিলে! আমি পুনৰ ওলাই আহিলোঁ। গজুৱে ছাৰ্টৰ ভিতৰত দুটা বটল লৈ আহি কাষৰ আন এখন দোকানত দি গ'ল। মই সুধিলোঁ 'চুণপানীৰ দৰে বটলত সেইবোৰ কি?' গজুৱে নিঃসংকোচৰে ক'লে — ফুলি।

ঃ ফুলি?

ঃ অ’ এবিধ মদ, আমাৰ ঘৰত থাকে।

ঃ তই খাৱ নেকি?

ঃ গজুৱে ক’লে — নাখাওঁ — বাবা-মাই সবেই খায়।

কিন্তু এই দুটা দিনৰ স্মৰণীয় মুহূৰ্ত মিঠা নহ’ল। দুদিনমান পিছতে ঘৰত গম পালে যে মই স্কুলৰ ‘স্পৰ্টছ’ত যোগদান কৰা নাই। মা হতভম্ব হ’ল, যেতিয়া স্কুলৰপৰা জানিলে মই স্কুলত সেই দুটা দিনত অনুপস্থিত থকাৰ কথা। সেই স্কুলত নিম্ন শ্ৰেণীত খেল-ধেমালিৰ বাবে বহু নম্বৰ থাকে। তাৰপিছৰ অধ্যায় বিষাদ আৰু তিক্ততাৰে ভৰা। সকলো ঘটনা অনুসন্ধানত পোহৰলৈ আহিল। গজুৰ চাকৰি গ’ল। মোক ঘৰৰ ওচৰৰ অসমীয়া মাধ্যমৰ স্কুলত নাম লগাই দিয়া হ’ল। একো তৰ্কিবই নোৱাৰিলোঁ কি ঘটি গ’ল। মাত্ৰ বহুত গালি খালোঁ, মাৰো খালোঁ। গজুলৈ সেই সময়ত বেছিকৈ মনত পৰিছিল। সি থকা হ’লে, মোক মা-দেউতায়ো মাৰিব বা গালি পাৰিব নোৱাৰিলেহেঁতেন বুলি দৃঢ় বিশ্বাস হৈছিল।

গজুৰ সৈতে হোৱা বিচ্ছেদে মোক ভাৱাক্ৰান্ত কৰি তুলিছিল। মোৰ নতুন অসমীয়া মাধ্যমৰ স্কুলখনত মন বহা নাছিল। সেই স্কুলতো একেই অনুশাসন। এদিন অসমীয়া পঢ়োঁৱা শিক্ষকজনক — ‘মই অসমীয়া পঢ়ি-লিখি ভাল নাপাওঁ, আপোনাৰ দৰে ধুতী পিন্ধা ছাৰো ভাল নাপাওঁ, বুলি স্পষ্টকৈ কৈ দিলোঁ। পুনৰ ঘৰলৈ কমপ্লেইন গ’ল। ঘৰত মা-দেউতা দুশ্চিন্তা আৰু বিষাদত বুৰ গ’ল। মাৰ নিশা টোপনি নহা হ’ল। মোৰ উদণ্ড মনক গালি-শপনিৰ সলনি মৰমেৰে বশ কৰিব পৰা যাব বুলি অ’লৈ-ত’লৈ ফুৰাবলৈ দেউতাই লৈ যোৱা হ’ল। এনেকুৱা এদিনতে গোলাঘাটৰ ককাৰ ঘৰৰপৰা আহি থাকোঁতে নেঘেৰিটিং চাহ বাগিচাৰ মাজত ৰংচঙীয়া শনিবৰীয়া হাটখন দেখি উত্ৰাৱল হৈ পৰিলোঁ। ইতিমধ্যে দেউতাইঁতে ভাবিবলৈ লৈছে, মই লাহে লাহে ভাল হৈছোঁ। দেউতাই নিজেও সেই হাটখনতে ইটো-সিটো পাছলি-মাছ আদি বজাৰ কৰিবলৈ ধৰিলে। তেনেতেই দেউতাক মই দেখুৱালোঁ — দেউতা চা, সৌ বটলবোৰ যে সজাই থৈছে — সেইবোৰ ফুলি মদ। দেউতা যেন আকাশৰপৰা পৰিল। মাক কোৱা শুনিলোঁ — ছোৱালীৰ শিক্ষা ভাল হওক বুলি আমি হাবাথুৰি খাই ভাল স্কুল বিচাৰি ফুৰিছোঁ — চোৱা তাই কিমান আগৰণুৱা! এই সাত-আঠ বছৰ বয়সতে তাই ফুলি মদ চিনি পায় — তুমি পোৱানে? মাৰ চকুত তেতিয়া পানী। চকুপানী তেতিয়া মোৰো ওলাইছিল, পিছে মা-দেউতাৰ বাবে নহয় — গজুলৈ মনত পৰি। বটলকেইটাই সোঁৱৰাই দিলে আকৌ — গজুক নেদেখা কিমানদিন পাৰ হৈ গ’ল!

দিনবোৰ ইয়াৰ পিছত সুকলমেই পাৰ হৈ গৈছিল। যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ৰ পঞ্চম শ্ৰেণীত উঠিছিলোঁ। মায়ে মোক এক মুহূৰ্তৰ বাবেও লগ এৰা দিয়া নাছিল। তেওঁ মোক লৈ অনবৰতে বুকুত এক শংকা বহন কৰি লৈ ফুৰিছিল। তথাপি তাৰ মাজতে ঘটনাটো ঘটি গৈছিল। যোৰহাট থিয়েটাৰ হলত ডাঙৰকৈ কালীপূজা-দীপাৱলী পতা হয়। সেইবাৰ দীপাৱলীত মাৰ সৈতে সন্ধিয়া সাতমান বজাত তাত উপস্থিত হ’লোঁগৈ। বহু লগৰীয়া পাই বাহিৰত ফট্‌কা ফুটাই আৰু শাৰী শাৰীকৈ বহা ‘ভাগ্য পৰীক্ষা’ৰ বিচিত্ৰ খেলা পতা দোকানবোৰত ঘূৰি ফুৰিলোঁ। মায়েও অকণমান মোক স্বাধীনতা দিলে সেইদিনা।

যোৰহাট থিয়েটাৰৰ সন্মুখতে শংকৰ চিনেমা হল। হঠাতে দেখিলোঁ চিনেমা হলৰ সন্মুখতে গজু। মোৰ শৰীৰেৰে যেন বিদ্যুৎ প্ৰৱাহিত হৈ গ’ল। গজুক নেদেখা প্ৰায় তিনি বছৰমানেই হ’বৰ হ’ল। গজুৱে মানুহ এটাৰ কান্ধত হাত দি কিবা কথা পাতি আছে। আগ-পাছ নুগুণি দৌৰ দিলোঁ গজুৰ ওচৰলৈ। গজুও মোক দেখি হতবাক। ‘ক’ৰপৰা ওলালিহি! কোন আহিছে লগত?’ ইত্যাদি নানা প্ৰশ্নৰে সি মোক সাবটি ধৰিলে। বহুপৰলৈ মই একো ক’ব নোৱাৰিলোঁ। গজুক ঘূৰাই পোৱাৰ আনন্দ-আৱেগত মোৰ চকুৰপৰা সৰ্‌-সৰ্‌কৈ চকুপানী বাগৰিল। গজুৱে মোক ওচৰৰ দোকানৰপৰা কিবা-কিবি কিনি দি ক’লে — ‘ব’ল, তোক মাৰ ওচৰত থৈ আহোঁ’। মই অমান্তি হ’লোঁ। মোৰ অকণমান সময় গজুৰ সৈতে থাকিবৰ মন। অগত্যা সি শংকৰ চিনেমা হলৰ পিছফালৰ সৰু ঘৰ এটালৈ মোক লৈ গ’ল। বহুত মানুহ ঠাহ খাই ঘৰটোত চিঞৰ-বাখৰ হৈ আছিল। মাজে মাজে — ‘দুই চিড়িয়া’, ‘হৰতন’ ইত্যাদি চিঞৰেৰে মুখৰিত হৈছিল কোঠাটো। আমি খেলা লুডুৰ দৰে কাপোৰ এখনত তাচপাতৰ চিহ্নবোৰ অঁকা আছে। গজুৱে সৰলভাৱেই ক’লে — ঝাণ্ডিমুণ্ডা চলি আছে। মই খেলাইছোঁ। মই একো বুজি নাপালোঁ। কোনোবাই ক’লে — গজু, এই নয়া পইচাটো ক’ত পালি? গজুৱে ক’লে — মোৰ দোস্ত। গজুক মোৰ তেতিয়া হিৰ’ হিৰ’ লাগি গৈছিল। সি মোৰ নামত এটা ‘চাল’ দিলে। গুটি থকা বাকচটো উবুৰিয়াই দিওঁতেই বিপুল

হৰ্ষধ্বনি হ'ল। মই ভেবা লাগি চাই থাকোঁতেই গজুৱে মোৰ মূৰৰ ওপৰত পঞ্চাছ টকা ঘূৰাই ক'লে — তোৰ কপালত লক্ষ্মী আছে। পঞ্চাছ টকা পালি তই। ব'ল এতিয়া তোক থৈ আহোঁ — দেৰি নকৰিবি।

গজুৱে মোক হাতত ধৰি ৰাস্তা পাৰ কৰি লৈ আহিল আতচ-বাজিৰ মাজেৰে। সি কৈ আহিল, হেমলতা সন্দিকৈ স্কুল বাছৰ চাকৰিটো যোৱাৰ পাছত তাৰ হেনো কপাল ভাল হ'ল। সি যোৰহাটৰ মালপানী গুদামৰ ট্ৰাক ড্ৰাইভাৰৰ চাকৰি পালে। ইনকাম ভাল। দুবছৰ আগতে বিয়া কৰাইছে। ক্লাছ ছেভেনলৈকে পঢ়া এজনী ছোৱালী হেনো তাৰ শুচি আছিল। এটা ল'ৰা জন্ম হৈছে কেইমাহমানৰ আগতে। 'তই কোন ক্লাছত পঢ় এতিয়া?' গজুৱে হঠাতে মোক সুধিছিল।

ঃ ফাইভ। পিছে সেইখন স্কুলত নহয়, অসমীয়া মিডিয়ামৰ স্কুললৈ আনিলে মোক।

ঃ খুব ভাল হ'ল বুজিছ। তই জানো মেম হৈ বিলাতলৈ যাবি? সেই বগী মেমবোৰে আমাৰ ল'ৰা-ছোৱালীবোৰৰ মনবোৰ নুবুজে। ভালকৈ পঢ়িবি, আৰু শুন, এটা ডাঙৰ কথা কওঁ — তোৰ সমাজ আৰু মোৰ সমাজ বেলেগ। তই মোক ক'ৰবাত দেখিলেও, এইদৰে নাহিবি। মোক যদি সঁচাকৈ ভাল পাৱ তেন্তে নাহিবি। তোৰ ঘৰত অশান্তি হ'ব — তোৰ মা-দেউতাই বৰ দুখ পাব।

ঃ কেতিয়াবা তোৰ মেটৰপট্টিৰ ঘৰলৈ যামনে? — সুধিছিলোঁ। সি হাঁহি মাৰি ক'লে — 'ধুৰ — সেই বস্তিত মই নাই। আমাৰ থকাৰ ঠাই কামৰ লগে লগে সলনি হয়। মই এতিয়া চেঁউনি আলিৰ ফালে থাকোঁ'। মোৰ মনটো বিমৰ্ষ হৈ পৰিছিল। থিয়েটাৰ হলৰ দুৱাৰমুখত মোক থৈ গজু নাইকিয়া হৈছিল। মোৰ হাতৰ মুঠিত ঝাণ্ডিমুণ্ডাত জিকি পোৱা পঞ্চাছ টকা। হাতত দুটকা দেখিলেও য'ত 'পইচা ক'ত পালি?' বুলি ঘৰত ধমক্ শোধাই, তেনে অৱস্থাত পঞ্চাছ টকা মই ক'ত লুকুৱাম? আৰু পঞ্চাছ টকাৰে কৰিমেই বা কি? পঞ্চাছ টকা হাতত থকাৰ ভয়ত সন্ত্ৰস্ত হৈ এইবাৰ ৰাস্তাৰ কাষৰ নৰ্দমালৈ টকাখিনি দলিয়াই দি নিৰ্ভয় হ'লোঁ। পুনৰ ভাল ছোৱালীৰ দৰে মাৰ কাষত বহিলোঁগৈ।

গজুৰ সৈতে সেয়াই আছিল শেষ সাক্ষাৎ। গজুৰ পৃথিৱী আৰু মোৰ পৃথিৱী বেলেগ। দুখন বেলেগ পৃথিৱীৰ বাসিন্দা হৈ গজুক লগ পোৱাৰ ৰাস্তাবোৰ বন্ধ হৈ গৈছিল। গজু ভাগ্যত বৰ বিশ্বাসী আছিল। গজুৰ পিছত কি হ'লগৈ নাজানো, কিন্তু মোৰ লাভ হ'ল। মই অসমীয়া ভাষা লেখিব-পঢ়িবলৈ শিকিলোঁ। শয়নে-সপোনে মই যিখন বগা চাহাবৰ ৰাজ্যত বাস কৰি নিজে অসমীয়াতকৈ 'উচ্চ' বুলি অহংকাৰ পেটে পেটে কৰিছিলোঁ, সেই অহংকাৰ মোৰ দেশৰ ধূলি আৰু বোকা-পানীৰ সৈতে মিলি চূৰ্ণ হৈ গৈছিল। নিজে বাস কৰা সমাজ আৰু গজুৰ সমাজ দুখনৰ বৈসাদৃশ্য ছবিয়ে অত্যধিক বিলাসী স্বপ্ন দেখাৰপৰা মোক বিৰত কৰি ৰাখিছিল। গজু পইণ্টাল — জোঙা নাকেৰে সেই মানুহটোৱে মোৰ জীৱনৰ অট'গ্ৰাফৰ বহীত এক মচিব নোৱাৰা স্বাক্ষৰ হৈ গ'ল। গজু পইণ্টাল ক'ত কেনেকৈ আছে একো খবৰ নাপাওঁ। যদি জীয়াই আছে, তেওঁৰ বয়স ষাঠিৰ ওচৰ চাপিবৰ হ'ল।

# আহক গাঁৱলীয়া হওঁ.....

স্মৃতিকাতৰ হৈ পুৰণি দিনৰ প্ৰত্যেক কথাৰ জয়গান গাই থকাৰ প্ৰতি আমাৰ অনীহা আছে, কিন্তু বিসৰ্জন দিয়াৰ ইচ্ছাও নাই। এজন জ্যেষ্ঠ লেখকে অলপতে হোৱা বাৰ্তালাপত মোক কৈ পেলাইছিল — তোমালোক নতুন লেখক-লেখিকাবোৰ root-less, শিপাহীন। আস্ — আমাৰ দিনবোৰ, পথাৰৰপৰা পোনেই স্কুললৈ যাওঁ, ভৰিত বোকা লাগিয়েই থাকে। তোমালোকে তামোলৰ ঢকুৱাত চুচুৰি পাইছিলা? আমি সেই খেল খেলিছিলোঁ। লেমৰ পোহৰত আমি অভ্যস্ত আছিলোঁ। লেমৰ পোহৰত উদ্ভাসিত গাঁৱৰ কেঁচা খেৰী ঘৰবোৰৰ সৌন্দৰ্য তোমালোকে দেখা নাই, সেইবাবেই সাহিত্যত গাঁৱৰ প্ৰকৃত গোন্ধ নাথাকে তোমালোক চামৰ লেখাত। আচৰিত হৈ সুধিছিলোঁ — প্ৰকৃত গোন্ধ মানে? মই দেখা আজিৰ গাঁৱত, চুৰিদাৰ পিন্ধা ৰোৱনী-দাৱনী পথাৰত দেখিছোঁ, এয়া সময়ে তেওঁলোকলৈ অনা সুবিধা। কঠীয়া ৰুই সেই চুৰিদাৰ পিন্ধা ছোৱালীজনীয়েই কিছু সময়ৰ পাছত গাঁৱৰ ঘাই আলিয়েদি যোৱা ভিৰ বাছখনত এজাপ কিতাপ বুকুত লৈ কলেজলৈ গৈছে। বাছৰপৰা নিৰ্গত ডিজেলৰ ধোঁৱাত আলিকাষৰ নিলাজী বনজোপাৰ খুদ খুদ পাতবোৰ খন্তেকতে জাঁপ খাই গৈছে। কঠীয়াবোৰৰ কোমল সেউজীয়া পাতত ক'লা চামনি এটা পৰিছে। খৰিৰে ভাত ৰান্ধিবলৈ গাঁৱত হাবি নোহোৱা হৈছে, জনসংখ্যা বাঢ়িছে। দুগুণ দাম ভৰিও গেছৰ চিলিণ্ডাৰ মানুহে গাঁৱলৈ নিছে। গাঁৱৰ মানুহৰ ঘৰত নতুন মডেলৰ গাড়ী আছে, গেৰেজ আছে, গোহালিঘৰো আছে। গধূলি ডবাৰ মাতো শুনিছোঁ, লগে লগে সৰু ল'ৰা-ছোৱালীৰ 'ৰাইমছ'ৰ চিঞৰ-বাখৰো সন্ধিয়া ভাহি আহিছে। আকাশেৰে উৰি যোৱা ঘৰমুৱা বগলীৰ জাকৰ সৈতে মটৰ বাইকৰ শব্দেৰে ঘৰমুৱা হোৱা ডেকা ল'ৰাও গাঁৱত দেখিছোঁ। এইবোৰ গাঁৱৰ প্ৰকৃত চিত্ৰ বা প্ৰকৃত গোন্ধ নহয় নেকি? তেওঁ ক'লে — আজিৰ গাঁও, গাঁও হৈ নাই। প্ৰদূষণ আৰু আধুনিকতাই গ্ৰাস কৰিলে ইয়াৰ সৌন্দৰ্য। মই ক'লোঁ — ক্ষমা কৰিব, মই ভাবোঁ আছে। মই নিজে চহৰত পথাৰ নেদেখাকৈ ডাঙৰ হোৱা। কিন্তু মই নিজে চহৰ-মহানগৰত থাকিও গাঁৱলীয়া। যেনে উৰাজাহাজত অহা-যোৱা কৰি বৰ অস্বস্তি পাওঁ, কিন্তু সময় বচাবলৈ আজি ইয়াতকৈ ভাল সুবিধা নাই। কম্পিউটাৰৰ সৈতে বন্ধুত্ব মোৰ নহ'ল, অথচ কম্পিউটাৰ নোহোৱাকৈ মই আজি কাম চলাব নোৱাৰোঁ, গাড়ী বাদ দি মোৰ জীৱন-যাত্ৰা অচল, অথচ গাড়ী চলোৱাৰ স্পৃহা মোৰ অলপো নাই। ম'বাইল ফোন মোৰ জীৱিকাৰ খাতিৰত জৰুৰী, অথচ মই ম'বাইলৰ বুতাম টিপি বাৰ্তা লোৱা কায়দাটো শিকোঁতেই দুদিন সময় লাগিল। ম'বাইল ফোনটো নাবাজিলেই মই স্বস্তি পাওঁ। মুঠৰ ওপৰত অত্যাধুনিক যন্ত্ৰ-পাতিবোৰে দিয়া সুবিধা গ্ৰহণ কৰাৰ জৰুৰী অৱস্থা মোৰ নপৰা হ'লে, মই এই যান্ত্ৰিক জীৱন-যাপনৰ কেতিয়াও কাষ নাচাপিলোঁহেঁতেন। মই ভাবোঁ, আজিৰ গাঁৱৰ বেছিভাগ মানুহ মোৰ দৰে অৱস্থাৰ দাস। তেওঁ অলপ উত্তেজিত হৈ ক'লে — নাই, মই নামানো। মোৰ জাঁজীৰ গাঁৱৰ ঘৰলৈ দুবছৰ আগেয়ে গৈ মই কাণত ধৰিলোঁ আৰু গাঁৱলৈ নাযাওঁ। আমাৰ ঘৰৰ সন্মুখৰ পথাৰখনত ঘৰ বহি পথাৰ নাইকিয়া হ'ল। ঘৰে ঘৰে টিভিত মগ্ন ল'ৰা-ছোৱালী, বোৱাৰী। চাহৰ সৈতে খাবলৈ দিয়ে অম্‌লেট-বিস্কুট। যোৱা আঠ বছৰ মই গাঁৱলৈ যোৱা নাই। এই আঠ বছৰতে এনে পৰিৱৰ্তন, অবিশ্বাস্য! তদুপৰি লেতেৰা পলিটিক্স আছেই! এনেতে উচ্চ বাক্যৰ কথোপকথন শুনি জ্যেষ্ঠ সাহিত্যিকৰ পত্নী ওলাই আহিল। তেওঁ এখন কলেজৰ অধ্যাপিকা। তেওঁ কাষতে বহি আমাৰ কথাৰ ভাগ ল'লেহি। তেওঁ ক'লে — 'প্ৰকৃততে এতিয়া চহৰৰ সকলো দূষিত বায়ুই

গৈ গাঁও নষ্ট কৰিছে। মই প্ৰথম বোৱাৰী হৈ এওঁলোকৰ ঘৰলৈ যাওঁতে কি সুন্দৰ গাঁও দেখিছিলোঁ। মই গাঁও নেদেখা ছোৱালী আছিলোঁ। ওচৰতে পদুম পুখুৰী এটা আছিল, মই আত্মহাৰা হৈ পদুম ফুলবোৰ চাইছিলোঁ। যোৱা দুবছৰৰ আগতে গৈ দেখিলোঁ পুখুৰী পাৰটোত ঢেৰ বিহাৰী-বঙালী মানুহৰ জুপুৰি। পুখুৰী পাৰতে দমকল এটা। তাৰ পাৰতে খেচেং-মেচেংকৈ কাপোৰ ধোৱা, বাচন ধোৱা মানুহৰ ভিৰ। গাঁও হেৰাই গৈছে, সঁচাকৈয়ে গাঁৱৰ সৌন্দৰ্য হেৰাই গৈছে'। এনেতে কিছু দূৰৈত বাৰাণ্ডাৰ মূঢ়া এটাত বহি বাতৰি কাকতখন বহুপৰ জুপি জুপি পঢ়ি থকা বুঢ়ী মানুহগৰাকী বহাৰপৰা উঠি পোন হ'ল। তেওঁৰ শুভ্ৰ চুলি, শুভ্ৰ মেখেলা-চাদৰযোৰ ফেনৰ বতাহত উৰিল। 'বাপ, ফেনখন কমাই দেচোন, দিনে-ৰাতিয়ে এইখনৰ বতাহত কেনেকৈ থাক ক'ব নোৱাৰোঁ পাই' — এইবুলি কৈ আইতাই মোৰ মুখলৈ চাই মিচিকিয়ালে। সাহিত্যিকজনে মোক ক'লে — মোৰ মা, চকু দেখুৱাবলৈ লৈ আহিছোঁ। এমাহমান হ'ল। বয়স চৌৰাশী বছৰ, কিন্তু এতিয়াও ভাতৰ চৰু চম্ভালি থাকে'। আইতা, গাঁৱৰপৰা আহি চহৰত থাকি ভাল লাগিছেনে? মই সুধিলোঁ। তেওঁ হাঁহি মাৰি ক'লে — মই তোমালোকৰ কথা-বতৰাবোৰ শুনি আছোঁ। পিছে মই গাঁৱলীয়া তিৰোতা, কথা এটা কওঁ বেয়া নাপাবা ভুল হ'বও পাৰে। গাঁও সলনি হৈছে হয়, পিছে প্ৰকৃত গাঁও এতিয়াও আছে, চাবলৈ দৃষ্টিৰ দৰকাৰ। বেছ কৌতূহলেৰে আমি আটায়ে আইতাৰ মুখলৈ চালোঁ। তেওঁ পুত্ৰ আৰু বোৱাৰীলৈ চাই ক'লে — 'পদুম পুখুৰীটোত পদুম ফুল তহঁত যাওঁতেও ফুলি আছিল। তহঁতে বিহাৰী-বঙালীৰ জুপুৰিবোৰ দেখিলি, কিন্তু পদুম ফুল হ'লে নেদেখিলি। সেইবোৰ বিহাৰী-বঙালী জানো? পাঁচ বছৰমান আগেয়ে কাকজান নৈখনে কম তাণ্ডৱ সৃষ্টি কৰিছিলনে? কেইঘৰমান চাহ বাগিচাৰ মানুহ সেই পানীত গুচি আহিল। ভগনীয়া মানুহ। পুখুৰী পাৰতে গাঁৱৰ মানুহক সুধিয়েই ঠাই অকণ ল'লে। আমাৰবোৰৰ ঘৰত চিৰা-ঢেঁকী দিয়াৰেপৰা বাৰীৰ জেওৰা দিয়ালৈকে সিহঁতে কৰে। নিজৰ মানুহ হৈ পৰিছে সিহঁত। বিয়াই-সবাহে সিহঁতকে লাগে এতিয়া। গাঁৱৰ মানুহেনো আগৰ দৰে ক'ত কাম কৰে? সিহঁত থকা বাবে পদুম পুখুৰীটো অশুচি হৈ গ'লনে?

ঃ হ'লেও মা, আগৰ পুখুৰী পাৰটো এতিয়া নাই। — বোৱাৰীৰ উত্তৰ।

ঃ সিহঁতৰ ল'ৰা-ছোৱালীবোৰ, পৰিয়ালকেইটাই নিশ্চিন্ত হৈ চালি এডোখৰৰ তলত আছে, হাঁহি-মাতি আছে, সেয়াও কম ভাল লগা কথানে! তহঁতে সিহঁতৰ জুপুৰিবোৰ বেয়া দেখিছ, সেয়া নোচোৱাকৈ জানো পদুম ফুল চাব নোৱাৰিলিহেঁতেন!

ঃ কেনেকৈ চাবা — যি হুলস্থূল, কলৰ পাৰৰ কাজিয়া! — পুত্ৰই ক'লে। আইতাই ক'লে — 'বুদ্ধৰ দৰে হ'বলৈ শিক। বুদ্ধই পৰম সত্য আবিষ্কাৰ কৰি চাৰি সত্য পাইছিল। এটা তাৰে 'উপেক্ষা'। উপেক্ষা জীৱনৰ ডাঙৰ কৱচ। বুদ্ধই ভিক্ষা বিচাৰি এঘৰ ব্ৰাহ্মণৰ ঘৰত উপস্থিত হ'ল। খঙাল ব্ৰাহ্মণজনে বহু কটু-বাক্য-সমালোচনাৰে বুদ্ধক থকা-সৰকা কৰিলে ভিক্ষা খোজাৰ বাবে। তিৰস্কাৰ শেষ কৰি ব্ৰাহ্মণে দেখিলে বুদ্ধই স্মিত হাঁহিৰে তেওঁলৈ চাই আছে। ব্ৰাহ্মণে ক'লে — ইমান তিৰস্কাৰ পায়ো তোমাৰ লাজ হোৱা নাইনে?' বুদ্ধই ক'লে — হে বিপ্ৰবৰ, কোনোবা এজনে যদি আপোনাক এটা উপযাচি বস্তু দিয়ে, আপুনি গ্ৰহণ নকৰিলে, বস্তুটো কাৰ লগত থাকিব! বিপ্ৰই ক'লে — যি দিছে তেওঁৰ লগত থাকিব! আপোনাৰ গালি-তিৰস্কাৰ মই গ্ৰহণ কৰা নাই — এই নিন্দা-ভৰ্ৎসনা এতিয়া আপোনাৰ সম্পত্তি — এই বুলি বুদ্ধ প্ৰসন্নবদনে গুচি গ'ল। কেতিয়াবা মানুহে বিশ্ব-ব্ৰহ্মাণ্ডৰ চকু ছাট্ মাৰি ধৰা ৰূপতো ভোল নগৈ উপেক্ষা কৰিব লাগিব, কদৰ্য ৰূপ দেখিও উপেক্ষা কৰিব লাগিব। ইয়াৰ মাজৰপৰাই মনে বিচাৰি থকা বস্তুৰ সন্ধান কৰিব লাগিব। মনৰ সন্তুষ্টি বিচাৰি উলিয়াব লাগিব। তহঁত চহৰৰ ৰূপতেই মোহান্ধ, ইয়াতেই কষ্ট খাই থাকিও ভাল পাৱ — গাঁৱক জানো প্ৰকৃততে ভাল পাৱ? আজি তোৰ মাৰজনী জানো বুঢ়ী, ছাল শোটোৰা পৰা নহয়। কিন্তু মোৰ যৌৱন কালতে তোক জন্ম দিছিলোঁ, তই মোক যুৱতী অৱস্থাত দেখিছিলি। আজি জানো তই মোক একে দেখিবি? কিন্তু মই জানো তোৰ আগৰ মাৰজনীয়েই নহয়! তহঁতৰ ইমান ধুনীয়া ঘৰটোৰ পকা চোতালত দেখোন কাৰ্পেট কৰা বননিহে আছে। মই তুলসী পুলি এটা ৰুবলৈ মাটি বিচাৰি নোপোৱাত, টব্ এটাতে তই জানো তুলসী পুলি এটা আনি ৰুই দিয়া নাই? টবৃত ৰোৱা তুলসী পুলিত মই জানো আগতে চাকি জ্বলাইছিলোঁ। কিন্তু মই অলপো বেয়া পোৱা নাই — মোৰ বাবে তুলসী গছ তুলসী গছেই।

টব্‌তেই বা মাটিতেই হওক। আমাৰ মাধৱ পুৰুষে কোৱাৰ দৰে — অন্তৰত এক ঈশ্বৰক, দেখিয়োক নানা বাহিৰত, অন্তৰত বোধ বাহিৰত জড় প্ৰায়.... বাহিৰৰ জগতৰ নানা ৰূপে আমাক ফুচুলায়, আমি তাকেই সঁচা বুলি ভাবোঁ। মনত চেতনা থাকে — চেতনাই ঈশ্বৰ। ঈশ্বৰ আৰু সৌন্দৰ্য একে'। কথাখিনি অতি সৰল ভংগীত কৈ আইতা ভিতৰলৈ ঘোযা এফাঁকি গুণগুণাই উঠি গ'ল, তিনিওজনৰ মাজত কেৱল মৌনতাৰ এখন সাগৰ মেলি থৈ।

ঘৰলৈ ওভতাৰ পথছোৱাত আইতাৰ মুখখন ভাহি থাকিল। আইতাৰ সৈতে কথোপকথন মোৰ জীৱনৰ অট'গ্ৰাফৰ বহীত পৰা এটা অমূল্য চহী।

আইতাই নতুন ধৰণে মোক ভাবিবলৈ শিকালে। গাঁৱৰ মৃত্যু নাই। যিমানে চহৰীয়া, অত্যাধুনিক সংস্কৃতি গঢ় লৈ উঠক, মানুহে গাঁৱৰ সৌৰভেই নতুন নতুন ৰূপত, নতুন উপলব্ধিৰে বিচাৰি থাকিব। গাঁও সংৰক্ষণ কৰিবলৈ লাগিব আইতাৰ দৰে নিষ্কলুষ গাঁৱলীয়া মন। চহৰৰ মাজতে যদি আমি গাঁৱলীয়া হ'বলৈ যত্ন কৰোঁ! কংক্ৰীটৰ অৰণ্যতেই, যান-বাহন, কল-কাৰখানা, কম্পিউটাৰ-ম'বাইল সকলোৰে মাজত সংৰক্ষণ কৰোঁছোন আহক একোখন গাঁও, হৈ পৰোঁ আমি একোজন আধুনিক সময়ৰ গাঁৱলীয়া মানুহ! আইতাৰ দৰে! আইতাৰ দৰে আধুনিকা মই আৰু কাকো লগ পোৱা নাই।

# 'কডোৱা'

পৃথিৱীত চোৰ বহুধৰণৰ আছে। ভিক্তৰ দি চিকোৰ 'দা বাইচাইকেল থিফ' নামৰ বিশ্ববিখ্যাত বোলছবিখন এতিয়ালৈকে মই দহবাৰমান চালোঁ। সুযোগ পালে এতিয়াও আৰু বহুবাৰ চাম। সত্যজিত ৰায়ে জীৱনত ছবি কৰাৰ সংকল্প লৈছিল এই 'দা বাইচাইকেল থিফ' ছবিখন চাই। এই কথা তেওঁ লেখি থৈ গৈছে, লগতে এইবুলিও কৈ গৈছে যে এজন চাইকেল চোৰৰ মাজেৰে প্ৰকাশ পোৱা ইমান সূক্ষ্ম সাৰ্বজনীন মানৱীয় আবেদনেৰে অন্তৰাত্মা জোকাৰি যোৱা এনে ছবি তেওঁ চোৱা নাছিল। এই কথা 'দা বাইচাইকেল থিফ' চোৱা পৃথিৱীৰ সহস্ৰ দৰ্শকে কৈ আহিছে আৰু যুগে যুগে কৈ থাকিব।

'বাইচাইকেল থিফ'ৰ কথা প্ৰসঙ্গক্ৰমেহে টানি আনিছোঁ। এই পৃষ্ঠাটোত মোৰ ক্ষুদ্ৰ নিঃকিন জীৱনৰ বাটত পোৱা কিছুমান বিশেষ ঘটনা বা চৰিত্ৰৰ কথাই লেখি আহিছোঁ, যিবোৰে মোৰ মনত চহী একোটা দিবলৈ সক্ষম হৈছে।

যোৰহাটৰ মালৌআলিত আমি জ্ঞান হোৱাৰেপৰা এজন চোৰৰ কথা জানো। কডোৱা তেওঁৰ নাম। 'কাৰাগাৰৰ ডায়েৰী'ত ইলু দেৱী বৰুৱাই যোৰহাট জেইলত লগ পোৱা আৰু পিছত তেওঁৰ শহুৰৰ ঘৰৰ চুবুৰীয়া হোৱা এইজন মানুহৰ কথা ছদ্মনামত 'মনোৱা চোৰ' বুলি লিখিছে। মই তেওঁৰ প্ৰকৃত নামটোকে ব্যৱহাৰ কৰিছোঁ।

এজন চোৰ যে ইমান জনপ্ৰিয় হ'ব পাৰে, সেইকথা বোধহয় আজিৰ সমাজে কল্পনাও কৰিব নোৱাৰে। কডোৱাৰ বৃত্তিক বেয়া পোৱা সকলো মানুহেই কিন্তু কডোৱাক ভাল পাইছিল, ইয়েই কডোৱাৰ চৰিত্ৰৰ বিশেষত্ব। কডোৱা যে চুৰি কৰি ধনী আছিল তেনে নহয়, বৰঞ্চ তেওঁৰ জীৱন সংগ্ৰাম আছিল সেই সময়তে অতি কঠোৰ। কডোৱাৰ চুৰি কৰাৰ কথা যেনেকৈ সৰ্বজনবিদিত, কডোৱাৰ চুৰি কৰাৰ পদ্ধতিকো সৰ্বজনে অকৃপণভাৱে প্ৰশংসা কৰিছিল। তেনে এটা নমুনাৰ কথা কওঁ। মই তেতিয়া ক্লাছ 'ফাইভ-ছিক্স' মানত পঢ়ি আছোঁ। আমাৰ চুবুৰীয়া এজনে আহি পুৱাই ক'লেহি, 'কালি কডোৱাই মোৰ বাৰীৰ ছজোপা তামোল গছ বগাই তামোলবোৰ লৈ গ'ল'। মানুহজনৰ তামোল-পাণ, নাৰিকলেৰে ভৰা পুৰণি বাৰীখনত এনেকুৱা ঘটনা কডোৱাই প্ৰায়ে কৰে। কিন্তু সেইদিনা মানুহজনৰ চুৰি কাৰ্যৰ বৰ্ণনা আছিল মোৰ বাবে আজিও স্মৰণীয়। তেওঁ কৈ গৈছিল — 'নিশা হঠাৎ তামোলৰ পাত নে ঢকুৱা কিবা এটা পৰাৰ শব্দত মোৰ টোপনি ভাগি গৈছিল। খিৰিকীখন খুলি চালোঁ। বাহিৰত ফৰিংফুটা জোনাক। দেখিলোঁ এডাল তামোল গছ অকণমান হাউলি গৈছে, আৰু উৰণীয়া মানুহৰ দৰে এটা বস্তু গৈ কাষৰে আনজোপা তামোল গছত পৰিছেগৈ। কি অপূৰ্ব দৃশ্য! চাৰ্কাছৰ মানুহতকৈয়ো দক্ষ। চাৰ্কাছত শূন্যত জঁপিয়ালে, অকস্মাৎ পৰিলে ধৰিবলৈ তলত জাল পতা থাকে, ইয়াত একো নাই। কেইটকাৰ তামোল সি পাবনো? কিন্তু কি সাংঘাটিক জীৱনৰ ৰিস্ক কডোৱাই লৈছে! মই কেৱল চালোঁ। কডোৱা কিন্তু বৰ টেলেণ্টেড্ দেই!' কেৱল সেয়াই নহয়, পিছদিনা পুৱা কডোৱাক বাটত লগ পাই মানুহজনে প্ৰশংসাও কৰিলে — 'কডোৱা, তই কালি ৰাতি তামোল চুৰ কৰাৰ দৃশ্য মই পাহৰিব নোৱাৰোঁ। তোৰ বাৰু ইডালৰপৰা সিডাল গছলৈ শূন্যতে জঁপিয়াওঁতে ভয় নালাগেনে?' কডোৱাই লাজকুৰীয়াকৈ হেনো কৈছিল — 'ৰাতিনো সাৰে থাকিবলৈ আপোনাক কিহে পাইছিল? এইবোৰ আমাৰ অভ্যাস হৈ গৈছে'। কডোৱাৰ এনে ঘটনা অসংখ্য আছে। গৃহস্থই নিশা শব্দ শুনি চিঞৰে 'কোন সেইটো?' ভেণ্টিলেটৰৰে কডোৱাই কয় 'মইহে, বস্তু দুটামান নিছোঁ'। এবাৰ আমাৰ চিনাকি মানুহ এঘৰৰ ডাঙৰ পিতলৰ জঁকা এটা চুৰি হ'ল। মানুহঘৰৰ সবাতোকৈ জ্যেষ্ঠ আইতাগৰাকীয়ে পুৱাই ঘটনাটো দেখি ৰাউচি জুৰি কান্দিলে। সেইটো হেনো তেওঁৰ ন-কইনা হৈ অহাৰ স্মৃতি। দেউতাকে

তিতাবৰপৰা হেনো জঁকাটো গঢ়াই নি জীয়েকৰ লগত দিছিল। বাহিৰত পানী থ'বলৈ এই পিতলৰ জঁকাটো ব্যৱহাৰ কৰাৰ বাবে পুত্ৰ-বোৱাৰী সকলোকে আইতাই চুই কিলাবলৈহে বাকী থ'লে। লগে লগে কডোৱাক উদ্দেশ্য কৰি অজস্ৰ শাও-শপনিও বৰষিলে। আইতাৰ পুত্ৰই কডোৱাক গৈ কথাটো ক'লেগৈ। 'বুজিছনে, বৌটিৰ পিতলৰ জঁকাটো কালি চুৰ হ'ল, বেজাৰতে ভাত-পানী খোৱা নাই। বুঢ়ী মানুহ, তেওঁ লঘোণে থাকিলে, আমি ঘৰখনে কেনেকৈ খাওঁ?' কডোৱাই তেতিয়া গুজুককৈ ক'লে, 'আগতেই ক'ব লাগে সেইবোৰ কথা'। পিছদিনা পিতলৰ জঁকা যথাস্থানত বিৰাজমান। আইতাই পুৱাই বস্তুটো দেখি হাঁহি মাৰি ক'লে 'আয়ে কডোৱা, মোৰ মূৰৰ চুলিৰ সমান তোৰ আয়ুস হওক'।

ক'লা, চুটি-চাপৰ, গাঁঠলু চেহেৰাৰে কডোৱা। পুলিচে ৰছীৰে দুহাত বান্ধি কডোৱাক ৰাস্তাৰে লৈ যোৱাটো আমাৰ বাবে সচৰাচৰ আমোদজনক দৃশ্য আছিল। বাটত সেইদৰে লৈ যাওঁতে কডোৱাক প্ৰত্যেকেই মাত লগাইছিল। বহুতেই ছিৰিয়াচ হৈ কৈছিল, 'তই সিদিনা জেলৰপৰা আহিছহে! আকৌ কি কৰিলিনো?' সি স্বাভাৱিকভাৱে সমস্যাৰ কথা বৰ্ণাইছিল — 'এইবাৰ মই তাত চুৰ কৰা নাই। এটা বেলেগ পাৰ্টি ওলাইছে। দয়া-ময়া নাই। হাতত দেগাৰো আছে। সৰু ভায়েকটোক এখোঁচ দিলে হেনো। পিছে পুলিচে মোকো সন্দেহ কৰি ধৰিছে। মই নহয় বুলিলতো এৰা নাই'। কডোৱাৰ এনেবোৰ স্বীকাৰোক্তি পুলিচে বিশ্বাস কৰেনে নাই নাজানো, কিন্তু আমাৰ প্ৰত্যেক চুবুৰীয়াই কডোৱাক বিশ্বাস কৰে।

এবাৰ আমি পৰিয়ালৰ সকলো চাৰিদিনমানৰ বাবে ফুৰিবলৈ ওলালোঁ। ঘৰ-ৰখীয়া দিবলৈ সেইবাৰ কাকো পোৱা নগ'ল। মায়ে কডোৱাক মাতি আনি ক'লে, 'ঘৰখন চাৰিদিনলৈ তোৰ হাতত গটালোঁ। চাউল-দাইল, শাক-পাছলি সকলো আছে, ৰান্ধি খাবি। ঘৰ ৰখাৰ বাবদ পঞ্চাছ টকামান দিম, হ'বনে?' পঁচিছ বছৰৰ আগতে ই এটা লোভনীয় প্ৰস্তাৱ। কডোৱাই না নকৰিলে। চাৰিদিনৰ পিছত ঘূৰি আহি মায়ে ক'লে, 'কডোৱা বস্তুবোৰ আগৰ ঠাইতে আছেনে? তোৰ অসুবিধা হোৱা নাইতো?' সি লাজ কৰি ক'লে — 'কি যে কয়, আপোনালোক দুদিন দেৰীকৈ অহা হ'লেও ভালেহে পালোঁহেঁতেন। বৰ আৰামত আছিলোঁ'।

কডোৱাক সকলোৱে ভালপোৱাৰ সবাতোকৈ উল্লেখযোগ্য কাৰণটো আছিল, কডোৱাৰ পেঁপা বাদন। চাৰিটা যুৱীয়া ম'হৰ শিঙৰ পেঁপা একেলগে কডোৱাই দীৰ্ঘ সময়জুৰি বজাব পাৰিছিল। কডোৱা থকা হুঁচৰিৰ দলটো সবাতোকৈ প্ৰেমাৰপূৰ্ণ আছিল। 'আমাৰ হুঁচৰিত কডোৱা আছে'। এই কথাষাৰ যিকোনো বিহুৱাই বিহু সন্মিলনত বুকু ফিন্দাই ক'ব পাৰিছিল। মালৌআলিত প্ৰথমবাৰৰ বাবে উত্তৰ-পশ্চিম বিহু সন্মিলনীৰ আয়োজন হৈছিল। 'দৈনিক জনমভূমি' কাকতৰ স্বত্বাধিকাৰ প্ৰয়াত কনক শৰ্মা, মোৰ দেউতা উমেশ শৰ্মা, জীৱন ফুকন (অধিবক্তা), জীৱন (ভেটু) ফুকন, ডিম্বেশ্বৰ দয়াল শৰ্মা, কণপাই বৰা আৰু সেই সময়ৰ ডেকা ল'ৰাবোৰৰ সহযোগত প্ৰথমবাৰৰ বাবে মালৌআলিত হোৱা এই বিহু সন্মিলনত শ্ৰেষ্ঠ পেঁপাবাদক, শ্ৰেষ্ঠ ঢুলীয়া হৈছিল কডোৱা। কডোৱাৰ অসাধাৰণ প্ৰতিভাই সকলোকে বিস্মিত কৰিছিল। বিহু প্ৰতিযোগিতাৰ স্থানীয় বিচাৰকমণ্ডলী, পুৰস্কাৰ প্ৰদান কৰা সন্মানীয় অতিথিয়ে কডোৱাক বাধ্য কৰাইছিল মঞ্চত আঁঠু ল'বলৈ। মাইক্ৰ'ফোনত কোৱা হৈছিল 'কডোৱা, তোমাৰ অসাধাৰণ প্ৰতিভা আছে। আজি ৰাইজৰ আগত কোৱা, চুৰি বৃত্তিৰপৰা তুমি আঁতৰি আহিবা'। কডোৱাই পুৰস্কাৰ লোৱাৰ আগতে মঞ্চত আঁঠু লৈছিল। সমবেত দৰ্শকে হৰ্ষধ্বনিৰে কডোৱাক আশীৰ্বাদ কৰিছিল। এই অভূতপূৰ্ব দৃশ্য আমি সৰুবোৰে প্ৰত্যক্ষ কৰিছিলোঁ।

কডোৱাৰ জীৱন সংঘাতপূৰ্ণই আছিল, পিছলৈ কডোৱা শাৰীৰিকভাৱেও ভাগি পৰিছিল। পুলিচৰ লাঠীৰ কোব, গোৰ খাই বহুবাৰ কডোৱা যোৰহাট চিভিল হাস্পতালত থাকিবলগা হৈছিল। শক্তিশালী মানুহটো গেষ্ট্ৰিক বেমাৰত কোঙা হৈ গৈছিল। তদুপৰি নতুন নতুন চোৰৰ পাৰ্টিৰ অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰ, কলা-কৌশলৰ আগত অকলশৰীয়া কডোৱাৰ অস্তিত্ব বিপন্ন হৈ পৰিছিল। পুৱা বাছলৈ যাত্ৰা কৰা বা মৰ্ণিংৱাক কৰা মানুহে প্ৰায়ে কডোৱাক দেখিছিল, টিনপাত মূৰত লৈ আহি থকা, নতুবা এখন চাইকেলত উঠি আনখন চাইকেলৰ হেণ্ডেলত এহাতেৰে চলাই অহা অৱস্থাত। মানুহে সুধিছিল, 'কডোৱা, ওচৰতে পালিনে দূৰৰ?' কডোৱাই সহজভাৱেই কৈছিল — 'ককাইদেউ, আমাৰ অঞ্চলৰ নহয়'। বিহুৰ মাহত কডোৱাই চুৰ নকৰিছিল। 'বিহুটোত মানুহৰ মনত বেজাৰ দিবলৈ বেয়া লাগে' কডোৱাই কয়। কডোৱাই চোৰ বুলিলে কেতিয়াও বেয়া নাপাইছিল। বহুতেই মৰমেৰে কডোৱাক যেতিয়া বুজনি

দিছিল, কডোৱাই সৰলভাৱে কৈছিল, 'মই এই বৃত্তিটোতে এক্সপাৰ্ট হ'লোঁ। মই কেনেকৈ বৃত্তিটো এৰোঁ? মানুহে মোক কামত লগাবলৈ ভয় কৰে। পঢ়া-শুনাও ভাল নহ'ল। পৰিয়ালটো, ভাই-ভনীবোৰক ময়েই চলাব লাগে। বৃত্তিটো এৰিলে খাম কি?' তাৰ উত্তৰ কাৰো হাতত নাছিল। কডোৱা চুৰ কৰিব নোৱাৰা হৈ আহিলতো, ক'ৰবাত চুৰি-ডকাইতি হ'লেই পুলিচে কডোৱাকো লৈ গৈছিল। দুৰ্বল কডোৱাক মাৰ-পিটো কৰিছিল, এই লৈ কডোৱাই মৰ্মান্তিক আঘাত পাইছিল। থানা, জেইলৰ পুৰণি মানুহবোৰৰ দৰে কডোৱাক অকণমান সহানুভূতিৰ দৃষ্টিৰে চোৱা মানুহ নোহোৱা হৈ আহিছিল।

কডোৱা আছে নে নাই এতিয়া সেয়াও মই নাজানো। দুবছৰমানৰ আগেয়ে কডোৱাৰ ঘৰৰ ফালে মই গৈছিলোঁ, কডোৱাৰ বাৰ্তা পোৱাৰ আশাত। কিন্তু কডোৱা থকা অঞ্চলটোত বহু ডাঙৰ ডাঙৰ চোৰৰ অট্টালিকাসদৃশ ঘৰ সগৰ্বে উঠিল। সেই সুদৃশ্য ঘৰবোৰৰ বহু বাসিন্দা চৰকাৰী কৰ্মচাৰী, বিষয়া, ৰাজনৈতিক নেতা, ছাত্ৰ নেতা। এই ঘৰবোৰৰ ভিৰত কডোৱাৰ নিঃকিন পঁজাটো বিচাৰি উলিওৱাটো সম্ভৱ হৈ নুঠিল। কডোৱাৰ ল'ৰা-ছোৱালী, পত্নী কেনেকৈ জীয়াই আছে তাৰো খবৰ নাপালোঁ।

কডোৱাই গোৱা —

'ছিৰিলা-ছিৰিলি দেহা হ'ল মইনা
বিচাৰি জেটুলি পকা
তোমাক পাবলৈ
সাতো গাঁও ঘূৰিলোঁ
পালোঁ ভেকুৰি তিতা'।

বিহুগীতফাঁকি মোৰ মনত থাকি গ'ল। কডোৱাই সঁচাকৈ জেটুলি পকাৰ সোৱাদ বিচাৰিয়েই পেঁপা বজাইছিল অন্তৰ ঢালি। কিন্তু কডোৱাৰ জীৱন ভেকুৰি তিতাৰ সোৱাদেৰেই পৰিপূৰ্ণ হ'ল।

# ৰঙা জাৰ্চিৰ ঢৌ.....

প্ৰত্যেক মানুহৰে জীৱনৰ অট'গ্ৰাফৰ বহীখন আটাইতকৈ ডাঙৰ আৰু বৈচিত্ৰ্যময় অনুভৱেৰে বৰ্ণাঢ্য। সময়ৰ পাণ্ডুলিপিয়ে এই মুহূৰ্তবোৰক চিৰস্থায়ী কৰি থৈ যায়। সিদিনা কোৰিয়াৰ মাটিত ঘৰুৱা দলটোৰ সৈতে পোলেণ্ডৰ বিশ্বকাপ ফুটবল খেলখন টিভিত চাই থাকোঁতে এক অবিস্মৰণীয় দৃশ্য দেখি অভিভূত হৈ গ'লোঁ। কোৰিয়াৰ সকলো দৰ্শকে পিন্ধি আছে তেওঁলোকৰ ফুটবল খেলুৱৈয়ে পিন্ধা ৰঙা জাৰ্চি। আনন্দ, উত্তেজনা, উৎসাহত তেওঁলোকৰ মুখবোৰ ৰক্তিম। একোটা ৰঙা ঢৌ বাগৰি ফুৰিছে যেন গেলেৰীত, ফুটবলৰ গতিৰ লগে লগে। এইবাৰ বিশ্বকাপ ফুটবলৰ এক অৰ্থৱহ গুৰুত্ব আছে। বিশ্বকাপৰ আয়োজক দেশ কোৰিয়া-জাপানে হৃদয়ত এক অটুট দেশপ্ৰেম আৰু প্ৰত্যাহ্বান লৈ প্ৰমাণ কৰিব খুজিছে যে এছীয়সকল একোতে পিছপৰি থাকিব নোখোজে। বিজ্ঞান, প্ৰযুক্তিৰে তেওঁলোকে পশ্চিমক প্ৰত্যাহ্বান জনাইছে, শিল্প-সাহিত্য-চিনেমাৰ জৰিয়তেও এওঁলোকে বিশ্বৰ চকু থিয় কৰিছে, এইবাৰ বিশ্বকাপ ফুটবলৰ আয়োজন কৰিও একে অৰ্থকে প্ৰকাশ কৰিব খুজিছে। এছীয় সভ্যতা, সংস্কৃতিৰ বুৰঞ্জীত পশ্চিমীয়া দেশৰ আগ্ৰাসন, এছীয়সকলৰ প্ৰতি থকা অৱহেলা, অন্যায়ৰ প্ৰতিফলন যুগে যুগে ঘটি আহিছে।

১৯৩৮ চনত আমেৰিকান পাৰ্ল বাকে সাহিত্যৰ নোবেল বঁটা পাওঁতে বহু প্ৰশ্ন উঠিছিল। পাৰ্ল বাক আমেৰিকান হোৱা বাবে ই আচৰিত কথা হোৱা নাছিল, হৈছিল পাৰ্ল বাকৰ সাহিত্যৰ বাবেহে। কাৰণ বাক চীনদেশত, মিছনেৰী পিতৃ-মাতৃৰ সৈতে ডাঙৰ হৈছিল। চীনা সংস্কৃতি, সমাজ-ব্যৱস্থাত অভ্যস্ত বাকে চীনৰ সভ্যতা-সংস্কৃতি, অন্যায়, বিপ্লৱ-শোষণ সকলো সমস্যাকে যুগজয়ী লেখাৰে দাঙি ধৰিলে বিশ্বৰ আগত। যেতিয়া নোবেল বঁটা কমিটিয়ে শ্ৰেষ্ঠ পুৰস্কাৰ ঘোষণা কৰিলে For her rich and truley epic description of peasant life in China..... বুলি, তেতিয়াই পাৰ্ল বাকে ক'লে যে জন্মসূত্ৰে তেওঁ যদিও আমেৰিকান, কিন্তু তেওঁ এই পুৰস্কাৰ চীন দেশৰ জীয়ৰী হিচাপেহে গ্ৰহণ কৰিব। কাৰণ তেওঁৰ হৃদয় মগজু আৰু ধমনীৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই আছে চীনৰ সভ্যতা-সংস্কৃতি। এছীয় মানুহৰ যন্ত্ৰণাৰ বহু গভীৰলৈ তেওঁ প্ৰৱেশ কৰি বুজি পাইছিল পশ্চিমীয়া অহংকাৰক। উল্লেখযোগ্য যে নোবেল বঁটাৰ তালিকাত এছিয়া মহাদেশৰ নাম সদায় নগণ্য বুলি পৰিগণিত হৈ আহিছে। একেদৰেই কোৰিয়াৰ এক নম্বৰত থকা এজনী উদ্যোগী কিম্ ৱুচু, যি 'DAWOO' কোম্পেনীৰ মালিক। (চিয়েল', মেটিজ আদি গাড়ী তেওঁৰ কাৰখানাৰপৰাই তৈয়াৰী)। এই কিম নামৰ কোৰিয়াৰ সবাতোকৈ ধনী উদ্যোগপতিজনে তেওঁৰ জীৱনৰ দুখীয়া-নিচলা অৱস্থাৰপৰা আহি পাঁচশতকৈ অধিক বিভিন্ন বিশ্ববিখ্যাত জাহাজ কোম্পানী, গাড়ী কোম্পানী, তেল, গেছ, পাইপ লাইন, এয়াৰ ক্ৰাফটৰ উদ্যোগ গঢ়ি তোলাৰ সংঘাতময়, ৰোমাঞ্চকৰ কথাবোৰ তেওঁৰ আত্মজীৱনী 'Every Street Paved with Gold' নামৰ আত্মজীৱনীত সন্নিৱিষ্ট কৰিছে। বিশ্বৰ নানা ভাষালৈ অনূদিত 'বেষ্ট চেলাৰ' এই কিতাপখনত তেওঁ স্পষ্টভাৱে লিখিছে 'মোৰ পৰিশ্ৰম আৰু উদ্যমৰ একমাত্ৰ চাবি-কাঠি হ'ল মোৰ দেশৰ প্ৰতি থকা ভালপোৱা মই এজন কোৰিয়ান'।

## ঘন গগৈ আৰু এ-টি-পি-এ

সঁচা কথা ক'বলৈ গ'লে ক্ৰিকেট যদিও জনপ্ৰিয় খেল, এই খেল মোৰ প্ৰিয় নহয়। বিশেষভাৱে ক্ৰিকেটৰ নামত যেতিয়া লাখ লাখ দৰ্শকে অমূল্য একোটা দিন হৈ-হাল্লাৰে পাৰ কৰা দেখোঁ মোৰ ভাব হয় ইংৰাজে প্ৰচলন কৰা পূৰ্বৰ কানি-বৰবিহ নতুন ৰূপত ঘূৰি আহিছে আমাৰ দৰে দুখীয়া দেশবোৰলৈ। পেপ্‌চি, ক'কাকোলা, উইল্‌চ আদিৰ দৰে

বহুজাতিক সংস্থাবোৰৰ বাবে ই এটা অমূল্য সুযোগ। যিমানে ক্ৰিকেট জনপ্ৰিয় হ'ব, বেছিকৈ হ'ব, সিমানে এই কোম্পানীবোৰৰ বাবে মংগল। আনহাতে সমস্যাবহুল দেশ এখনৰ মানুহে যদি ক্ৰিকেটৰ কানি খাই দিনটো মতলীয়া হৈ থাকে, তেন্তে দেশৰ সুবিধাবাদী ৰাজনীতিকৰ বাবে আটাইতকৈ লাভজনক কথা। তথাপি ময়ো ক্ৰিকেট চাওঁ, কিন্তু স্ক'ৰৰ তালিকাখনত চকু ৰখা মোৰ প্ৰিয় দুজনমান ক্ৰিকেট তাৰকাৰ বেটিং থাকিলে টিভিৰ সন্মুখত বহাৰ বাহিৰে সময় খৰচ কৰিবলৈ টান পাওঁ। কিন্তু ফুটবলৰ প্ৰতি এক দুৰ্নিবাৰ আকৰ্ষণ শৈশৱৰপৰাই আছে। কোৰিয়াৰ দৰ্শকৰ খেলৰ মাজেৰে প্ৰকাশ পোৱা দেশপ্ৰেমৰ দৃশ্যই সেয়ে এক পুৰণি মুহূৰ্তক কাষলৈ চপাই আনিলে।

যোৰহাট ষ্টেডিয়ামৰ এ-টি-পি-এ ফুটবল খেলখনৰ আজিৰপৰা বিছ-পঁচিছ বছৰৰ আগত জনপ্ৰিয়তাই সুকীয়া আছিল। আমাৰ ঘৰখনত ফুটবল-প্ৰীতিৰ পৰিৱেশ এটা আছিল। ইয়াৰ ঘাই কাৰণটো মোৰ দেউতা এজন ফুটবল পাগল ব্যক্তি আছিল। বৰদলৈ ট্ৰফীৰ খেল চাবলৈকে দেউতা যোৰহাটৰপৰা গুৱাহাটীলৈ আহিছিল। এ-টি-পি-এ আৰম্ভ হোৱাৰ আগৰেপৰা আমাৰ ঘৰতো খেলৰ মৃদু উত্তেজনা আৰম্ভ হৈ গৈছিল। দেউতাৰ কেবাযোৰো কাপোৰ মায়ে ধুই ইস্ত্ৰি কৰিবলৈ দিছিল, কাৰণ দেউতাই গেলেৰীৰ বাহিৰে ক'তো খেল চাই আনন্দ নাপাইছিল। এটা নিৰ্দিষ্ট গেলেৰীৰ এটা স্থানত তেওঁ বহি খেল চাইছিল। এই গেলেৰীতে তেওঁৰ নানা বয়সৰ বহু ফুটবল খেলপ্ৰিয় ব্যক্তি লগ পাইছিল, বন্ধুত্বও হৈছিল। এবাৰ খেলৰ উত্তেজনাত ৰ'ব নোৱাৰি দেউতাই গেলেৰীতে সোঁভৰিৰে কুচ-কাৱাজ কৰোঁতে, সন্মুখত বহি থকা ডেকা এজন তেওঁৰ গোৰ খাই তলত উফৰি পৰিছিলগৈ। কিন্তু 'বেয়া নাপাবা' বুলি দেউতাই ল'ৰাজনক কৈ মৰম কৰিলতে কথাটো শাম কাটিছিল, আৰু ল'ৰাজনৰ সৈতে নতুন বন্ধুত্বও যুটিছিল। পঁচিছ বছৰৰ আগলৈকে অসমত অনুজ-অগ্ৰজৰ সম্পৰ্কবোৰো এনেকুৱা আছিল, আজিকালি হোৱা হ'লে আমি দেউতাৰ হাড় বিচাৰিয়েই নাপালোঁহেঁতেন। এনেবোৰ কাৰণতে এ-টি-পি-এ আৰম্ভ হোৱাৰ আগে আগে প্ৰত্যেক দিনৰ বাবে দেউতাৰ একোযোৰ সাজ মায়ে সাজু কৰিছিল। সেই কেইদিন আমাৰ ঘৰত ভাতৰ টেবুলত ফুটবল খেলৰ বাহিৰে একো কথাই আলোচনা নহৈছিল। পিছলৈ দেউতাৰ সৈতে মোৰ দুজন দাদাইও সক্ৰিয় ভাগ লৈছিল। ঘৰত কেৱল মই আৰু মা আছিলোঁ শ্ৰোতা। পেলেৰপৰা গিলবাৰ্টছন চাংমালৈকে বিভিন্ন কাহিনী, খেলাৰ টেক্‌নিকৰ বিষয়ে আমি শ্ৰোতা হিচাপে শুনিবই লাগিছিল। এ-টি-পি-এৰ ফাইনেল খেলখন প্ৰায়ে দুলীয়াজান অইল ইণ্ডিয়া আৰু দেৰগাঁৱৰ অসম পুলিচৰ মাজত হৈছিল। আমাৰ ঘৰখন আকৌ দুলীয়াজানৰ সমৰ্থক আছিল। যোৰহাটৰ অৰুণ বৰঠাকুৰ প্ৰায়ে দলটোৰ দলনেতা হৈ আহিছিল। সেইটোৱে বোধহয় 'চেণ্টিমেণ্ট' আছিল। দুলীয়াজানৰ বহুতো খেলুৱৈয়ে আমাৰ ঘৰলৈ চাহ-ভাতৰ আমন্ত্ৰণো পাইছিল। আমাৰ পাকঘৰৰ টেবুলত ৰেৱতী ফুকন, স্বাধীন ডেকাৰজা, ফজল হক আদিক পাই মোৰো বেছ গৰ্ব হৈছিল। ইফালে অসম পুলিচৰ কমলা নাথ, গিলবাৰ্টছন চাংমা আদি খেলুৱৈৰ প্ৰশংসাও হৈছিল। গিলবাৰ্টছন চাংমাৰ নামটোৰ প্ৰতি আকৰ্ষিত হৈ দেউতাক কুটুৰিছিলোঁ, এ-টি-পি-এৰ ফুটবল খেলা চাবলৈ। সেইবাৰ অসম পুলিচ জিকিছিল। দুটা গ'ল দি চাংমা হিৰ' হৈছিল। সেইদিনাই চাংমাৰ সৈতে দেউতাই মোক চিনাকি কৰাই দিছিল। তেওঁ কৈছিল — 'সৰু ছোৱালী এজনী যে মোক চাবলৈ আহিব ভবাই নাছিলোঁ'। ফুটবল খেলখনৰ দৰ্শক হিচাপে ময়েই একমাত্ৰ ছোৱালী আছিলোঁ বাবে সকলোৱে কৌতূহলেৰে মোলৈ চাইছিল। খেলৰ আনন্দ-উত্তেজনাৰ মাজত এই খেলুৱৈজনৰ সৈতে সাক্ষাৎটো মোৰ এক অবিস্মৰণীয় অভিজ্ঞতা হৈ থাকিল। গিলবাৰ্টছন চাংমাৰ বাবেই পিছৰ বছৰৰপৰা মনে মনে দেৰগাঁৱৰ অসম পুলিচ বেটেলিয়ানৰ সমৰ্থক হৈ গ'লোঁ।

এই এ-টি-পি-এ ফুটবল খেলাত দেউতাৰ সৈতে বন্ধুত্ব হৈছিল অসম পুলিচ দলৰ সমৰ্থক দেৰগাঁৱৰ ঘন গগৈ নামৰ যুৱক এজনৰ সৈতে। গগৈয়ে কৃষি বিভাগত চাকৰি কৰিছিল। কিন্তু তেওঁ অসম পুলিচৰ সমৰ্থক হৈ 'এ-টি-পি-এ' চাবলৈ আহিছিল। গগৈক দেউতাই এবাৰ আমাৰ ঘৰলৈও লৈ আহিছিল। তেতিয়া দুলীয়াজান অইল কোম্পানীৰ চাকৰিয়াল এজনৰ কন্যাৰ সৈতে গগৈৰ বিয়া-বাৰুৰ কথা-বতৰা চলি আছিল। গগৈয়ে ছোৱালী চাই পছন্দ কৰিলে। সেই সূত্ৰেই তেওঁক আমাৰ ঘৰত দেউতাই জোকালেও 'অহাবাৰ তুমি দুলীয়াজানৰ সমৰ্থক হ'বানে?' তেওঁ ক'লে — 'বৰ সমস্যা হ'ল — আগৰ দৰে অসম পুলিচক সমৰ্থন কৰিলে, পত্নীয়ে বেয়া পাব। এতিয়াৰপৰা দেহৰ এফাল দুলীয়াজান, এফাল দেৰগাঁও হ'ব'। পিছৰবাৰ 'এ-টি-পি-এ'ৰ সময়ত মনটো খু-দুৱাই থাকিল। দেউতাই

খেলৰপৰা ঘন গগৈৰ কি ৰতৰা আনিব! গগৈয়ে কাক সমৰ্থন দিব? খেলৰ মাজে মাজে এইবোৰ কথাই মোক বৰ ৰস দিছিল। কিন্তু নিশা ভাতৰ টেবুলত দেউতাই যি বৰ্ণনা দিলে, সেয়া শুনি আচৰিত হৈ গ'লোঁ। ঘন গগৈৰ বিয়াখন ভাগিল। কাৰণ! কাৰণ ঘন গগৈৰ দেৰগাঁও প্ৰেম। ঘটনাটো এনেকুৱা। গগৈয়ে বন্ধু দুজনক লৈ ভাবী-পত্নীৰ ঘৰলৈ গ'ল। বেছ ফূৰ্তিৰে ভাত-পানী খোৱাৰ পাছত গগৈয়ে বেছিনত মুখ ধুইছে। আনজনে বৈ থকাতকৈ বাৰাণ্ডাৰপৰাই এমগ পানী লৈ চোতালৰ ফালে মুখ ধুব খুজিলে। ভাবী শাহুৱে তাকে দেখি চিঞৰি উঠিল — 'সেইফালে নুধুব, আচাৰ শুকাবলৈ ৰ'দত দিয়া আছে'। ভাবী শহুৰে হঠাৎ অসতৰ্ক ৰসিকতাৰে কৈ দিলে — 'দেৰগঞা অভ্যাস'। এই দুটা মাত্ৰ শব্দই অঘটন ঘটাই দিলে। সকলো সহ্য কৰিব পাৰি, কিন্তু জন্মভূমিক কৰা অৱজ্ঞা সহ্য কৰিব নোৱাৰি। গগৈয়ে মনৰ পছন্দৰ কইনাজনী ত্যাগ কৰিলে। সেয়াই নহয়, সেইবাৰ খেলত অসম পুলিচ দলটো ফাইনেল খেলত পৰাজয় বৰণ কৰা বাবে, গগৈ ইমান আৱেগপ্ৰৱণ হৈ গ'ল যে গেলেৰীত তেওঁ সকলোৰে আগত হুক্-হুকাই কান্দি পেলালে। দেউতাৰ মুখত এই আৱেগপ্ৰৱণ ঘটনা শুনি আমি মৌন হৈ গ'লোঁ। অসম পুলিচৰ জয়লাভৰ সৈতে সেইবাৰ গগৈৰ সন্মানৰ প্ৰশ্নও জড়িত হৈ আছিল।

কলকাতাত থকা সময়ত, ইষ্ট বেংগল, মোহন বাগান ক্লাবৰ সমৰ্থকৰ বহু আৱেগপূৰ্ণ কাহিনী শুনিছিলোঁ — দেখিছিলোঁ — কিন্তু বিছ বছৰৰ আগত দেখা, দেৰগাঁৱৰ ঘন গগৈৰ ফুটবল আৰু ভাবী-পত্নীৰ বিচ্ছেদৰ এই কাহিনীক, মোৰ মনৰপৰা ম্লান কৰিব নোৱাৰিলে। জন্মভূমিৰ অনুভূতি একেই, সেয়া দেৰগাঁও, লখিমপুৰ, শদিয়া, ধুবুৰীয়েই হওক বা কোৰিয়া, জাপানেই হওক। এই অনুভূতিৰ প্ৰাবল্য বাঢ়ে, যেতিয়া অৱজ্ঞাৰ উপস্থিতি থাকে।

## অনুভূতিৰ সীমা ৰবৰৰ সূতাৰ দৰে.....

ভাৰতবৰ্ষত ১৯১০-১১ চন মানত ফুটবলক কেন্দ্ৰ কৰি এটা উল্লেখযোগ্য ঐতিহাসিক অঘটন ঘটিছিল। এই বিশ্বকাপৰ আৰম্ভণিতে চেনেগালে ফ্ৰান্সক পৰাস্ত কৰাতকৈও ৰোমাঞ্চকৰ অঘটন আছিল এইটো। পৰাধীন ভাৰতত, ভাৰতীয়ই ইংৰাজৰ সৈতে একেলগে খেলা-ধূলাত ভাগ ল'ব নোৱাৰিছিল। সেই সময়ত ইণ্ডিয়ান ফুটবল এছ'চিয়েছন গঠন হৈছিল যদিও ইংৰাজে পাত্তাই দিয়া নাছিল। কিন্তু সেইবাৰ আই-এফ-এ শ্বিল্ড প্ৰতিযোগিতাত ভাগ ল'বলৈ মোহনবাগান দলেও অনুমতি বিচাৰি আবেদন কৰিলে। অৱশেষত বহু আলোচনাৰ অন্তত 'সহানুভূতি দৃষ্টি'ৰে বিচাৰ কৰি মোহনবাগানক অনুমতি দিয়া হ'ল এটা চৰ্তত। ভাৰতীয় দলে জোতা পিন্ধিব নোৱাৰিব। বুটজোতা পৰিহিত ইংৰাজ দলৰ বিৰুদ্ধে শুদা ভৰিৰে মোহনবাগান খেলপথাৰত নামিল। এয়া যেন খেল নহয়, ভাৰতৰ শত শত মুক্তিকামী, স্বাধীন-সত্তাৰ অহিংস শুদা ভৰিৰ বিৰুদ্ধে বিদেশীৰ বুট জোতাৰ উপহাসৰ খেল! কিন্তু এই খেলতেই আটাইতকৈ বিস্ময়কৰ কাণ্ড ঘটিল। ব্ৰিটিশ্ব সৈন্যৰ ফুটবল টিম 'ইষ্ট য়ৰ্কছ'ৰ বুট পিন্ধা সবাতোকৈ শক্তিমান দলটোক মোহন বাগানে শুদা ভৰিৰে খেলি পৰাস্ত কৰি আই-এফ-এ শ্বিল্ড লাভ কৰিলে। ভাৰতীয় ফুটবল ইতিহাসত এই অঘটনেই সবাতোকৈ স্মৰণীয় সোণালী দিন হৈ গৌৰৱৰ ধ্বজা উৰুৱালে।

দেশৰ প্ৰতি আৰু নিজৰ কৰ্মৰ প্ৰতি কৃতজ্ঞ হ'লে, যিকোনো অঘটনেই ঘটাব পাৰি। দেশপ্ৰেম আৰু অনুভূতিৰ সীমাৰেখাডাল ৰবৰৰ সূতাৰ দৰে। ইয়াক ঠেক আৰু প্ৰসাৰ দুয়োটাই কৰিব পাৰি। কোৰিয়া আৰু জাপানে জয়লাভ কৰাৰ আনন্দ-উত্তেজনাৰ মুহূৰ্তত সেয়ে ময়ো অসম মুলুকৰ ঘৰৰ একোণত বহি স্বতঃস্ফূৰ্ত আনন্দত তেওঁলোকৰ দৰেই আত্মহাৰা হৈছিলোঁ এজন এছীয় হোৱাৰ গৌৰৱত। সেইবাবেই অন্তৰেৰে কামনা কৰিছিলোঁ, এছীয় দেশকেইখনে এবাৰলৈ হ'লেও পশ্চিমৰ দলক পৰাস্ত কৰক। খেলৰ সৈতে খেলুৱৈসুলভতা থকা উচিত। কিন্তু জীৱনৰ বহু সত্যাই খেলুৱৈসুলভতাক প্ৰতিফলিত কৰে প্ৰতিবাদী জয়লাভৰ ছাঁ-পোহৰত, গোপন আকাংক্ষাক এনেকৈয়ে। এই ক্ষণিকৰ জয়-পৰাজয়ৰ সৈতে গঁঠা থাকে বহু অৰ্থবহ সংকেত, যেনেকৈ সুদূৰ কোৰিয়াৰ ৰঙা জাৰ্চিৰ টোৰে হিল্লোলিত কৰি এক স্বাক্ষৰ দি গ'ল — মানুহৰ জীৱনৰ অট'গ্ৰাফত এই স্বাক্ষৰবোৰ অদৃশ্য; কিন্তু চিৰস্থায়ী হৈ ৰয়। ■

# বিবাহ বাৰ্ষিকী

বেছিভাগ মানুহৰে সৰুকালত বা ডাঙৰ হোৱাৰ পাছতো এখন অট'গ্ৰাফৰ বহী থাকে। মোৰো সৰুতে এখন তেনে অট'গ্ৰাফৰ বহী আছিল। তাত মই ভালপোৱা মানুহৰ চহী ল'বলৈ মায়ে শিকাই দিছিল। আমাৰ ঘৰলৈ এজন পকাচুলীয়া বুঢ়া মানুহে প্ৰত্যেক দেওবাৰে এভাৰ শাক-পাছলি বিক্ৰীৰ বাবে লৈ আহিছিল। তেওঁ এলেংমৰা বুলি গাঁও এখনৰপৰা আহছিল। তেওঁৰ নিজৰ খেতিমাটি নাছিল। তিনিজন পুতেকে বিয়া-বাৰু কৰাই বেলেগে সংসাৰ কৰি পৈতৃক মাটি ভগাই লৈছিল। মানুহজনৰ ঘৈণীয়েক বহুদিন আগেয়েই ঢুকাইছিল। ফলত পুৰণি ভেটিৰ এটা কোঠালিত মানুহজনে বাস কৰি নিজে ৰন্ধা-বঢ়া কৰি খাইছিল। তেওঁ ভোগদৈ নদীৰ পলসুৱা চাপৰি এটা নিৰ্বাচন কৰি তাত খেতি কৰিছিল। তেওঁ কোৱামতে সেই চাপৰিটো আছিল 'বাক'ৰ। গাঁৱৰ মানুহ সেইফালে নাযায়। পোহৰ নৌহওঁতেই তেওঁ চাপৰিলৈ গৈ কোৰ মাৰি ৰঙালাউ, ভেন্দিৰপৰা শীতৰ বন্ধাকবি, বেঙেনা, বিলাহীলৈকে খেতি কৰে। প্ৰখৰ সূৰ্যৰ তাপত যেতিয়া গা দেই-পুৰি নিয়ে তেতিয়া তেওঁ ঘৰলৈ ওভতে। বাকে তেওঁক কিয় একো নকৰে? — বুলি যেতিয়া আচৰিত হৈ সুধিছিলোঁ, তেওঁ প্ৰাণখোলা হাঁহিৰে কৈছিল — পৰিশ্ৰমী আৰু সাহসী মানুহক সকলো ভূতে ভয় কৰে। এলেংমৰাৰ বুঢ়াজন মোৰ বাবে পৃথিৱীৰ সৰ্বশক্তিমান মানুহ আছিল। চহৰলৈ তেওঁ কান্ধত মেটমৰা শাক-পাছলিৰ ভাৰখন লৈ যেতিয়া দুলি দুলি এটা মধুৰ ছন্দত খোজকাঢ়ি আহি আমাৰ ঘৰৰ গেটৰ মুখত ৰৈ 'দেউতা' বুলি চিঞৰটো মাৰে, 'তেতিয়া দেউতাতকৈ মই আগতেই দৌৰি ওলাই যাওঁ সদায়। তেওঁৰ সমুখৰ দুটা দাঁত নাছিল। কিন্তু কপালেৰে বৈ অহা ঘাম মচি যেতিয়া সদায় মৰা প্ৰাণখোলা হাঁহিটো মাৰিছিল, তেতিয়া তেওঁক পৃথিৱীৰ সবাতোকৈ সুখী মানুহজন যেন লাগিছিল। মোৰ দেউতা আছিল কিছু পৰিমাণে শ্ৰেণী সচেতন, দাম্ভিক, কিন্তু সত্যবাদী পৰিশ্ৰমী মানুহ। মোৰ বাবে আটাইতকৈ বিস্ময়কৰ কথা এইটোৱেই আছিল যে দেউতাই এলেংমৰাৰ বুঢ়াজনক আথে-বেথে সদায় মাতি আনিছিল। তেওঁৰ ওচৰত মূঢ়া এটাত বহিবলৈ দিছিল (যিটো দেউতাৰ শ্ৰেণী আভিজাত্যৰ বিপৰীত দৃশ্য আছিল) আৰু একাপ ৰঙা চাহ তেওঁৰ বাবে আনিবলৈ কৈ ঘৰত হুলস্থূল লগাই দিছিল। আনকি এলেংমৰাৰ মানুহজনে পাছলিৰ দাম কোৱাৰ ওপৰত দেউতাই কেতিয়াও দৰ-দাম কৰাও নেদেখিছিলোঁ। সময় পালে তেওঁ মোৰ সৈতে বহু কথা পাতিছিল, মোৰ বাবে তেওঁ মাজে মাজে পকা কল লৈ আহিছিল। মোক দিয়া কলৰ দাম তেওঁ নলৈছিল ।

অট'গ্ৰাফৰ বহীখন হাতত পৰাৰ পিছদিনা পুৱা এলেংমৰাৰ বুঢ়াজন আহিছিল। আৰু মই প্ৰথমেই তেওঁলৈ পেন এটাৰে সৈতে বহীখন আগবঢ়াই দি কৈছিলোঁ — 'ককা তোমাৰ চহীটো দিয়া'। সেই প্ৰাণখোলা হাঁহিৰে তেওঁ কৈছিল — দিয়া। পেনটো লৈ তেওঁ এডাল '—' এনেকুৱা আঁচ মাৰিছিল। মই ক'লোঁ, 'আখৰ ক'তা?' তেওঁ ক'লে গহীনাই, 'মোৰ চহীটো এনেকুৱাই'। নিজ বাহুবলেৰে বাৰ্ধক্যক প্ৰত্যাহ্বান জনোৱা, পুত্ৰৰ কৃপাত খাম বুলি হাত সাবটি বহি নথকা এই মানুহজন এটা সময়ত কুঁজা হৈ পৰিছিল। কিন্তু তেতিয়াও তেওঁ কান্ধত শাক-পাছলি লৈ চহৰলৈ আহিছিল। আৰু এটা সময়ত তেওঁ একেবাৰেই নহা হৈছিল। মোৰ অট'গ্ৰাফৰ বহীত বহু বিখ্যাত মানুহৰ হস্তাক্ষৰ গোট খাইছিল, সেইখন এটা সময়ত হেৰাই গৈছিল, কিন্তু এলেংমৰাৰ বুঢ়াজনৰ খহটা, অনভ্যস্ত আঙুলিৰে কলমটো টিপা মাৰি দিয়া হাতৰ প্ৰথম চিহ্নটো আৰু তেওঁৰ 'ইমেজ' মোৰ মনৰ অট'গ্ৰাফৰ বহীত চিৰজীৱনলৈ খোদিত হৈ থাকিল। বহুদিনৰ মূৰত এলেংমৰাৰ বুঢ়াজনৰ কথা মনত পৰি আৰু এখন অট'গ্ৰাফৰ বহী মুকলি কৰাৰ ইচ্ছা হ'ল। য'ত ব্যক্তিগত কিছু স্মৰণীয় ঘটনা এতিয়াৰপৰা অট'গ্ৰাফ হ'ব।

মঙলদৈ চহৰৰ বিখ্যাত পৰিয়ালৰ সন্তান ডাঃ অমৰেন্দ্ৰ

নাৰায়ণ দেৱ এজন প্ৰতিষ্ঠিত চিকিৎসক, সমাজকৰ্মী আৰু সাহিত্যিক বুলি নতুনকৈ পৰিচয় কৰি দিয়াৰ প্ৰয়োজন নাই। তথাপি আজি এই ব্যক্তিজনৰ পৰিয়ালৰ এক নিভৃত সুন্দৰ চিত্ৰ প্ৰকাশ কৰাৰ খাতিৰতে তেওঁৰ সম্পৰ্কে পুনৰ কথাবোৰ দোহাৰিব লগা হ'ল। যোৱা ১২ ফেব্ৰুৱাৰীত তেওঁ আৰু তেওঁৰ সুযোগ্যা পত্নী ৰুণু দেৱীয়ে এনে এক অভিনৱ কাৰ্য কৰিলে যিটো সংবাদ মাধ্যমত এক বিশেষ খবৰ হৈ ওলাব লাগিছিল। কিন্তু যিহেতুকে দম্পতী প্ৰচাৰ বিচাৰি এই কাৰ্য কৰা নাছিল, সেইবাবেই কোনো কাকততে এই খবৰ নোলাল বা সাংবাদিকেও জনোৱাৰ ইচ্ছা প্ৰকাশ নকৰিলে।

অ' হেনৰীৰ এটি বিখ্যাত গল্প 'Gift of the Magi'ৰ কাহিনীটো হয়তো বহুতেই পঢ়িছে। তথাপি চমুকৈ আকৌ দিলোঁ। ডিলিংহাম দম্পতীৰ ইজনৰ সিজনলৈ বৰ মৰম। কিন্তু তেওঁলোক স্বামী-স্ত্ৰীহালে বৰ অৰ্থ-কষ্টত দিন কটাবলগা হৈছিল। তেওঁলোকৰ সংসাৰত আপুৰুগীয়া বস্তু দুটা মাত্ৰ, যি দুটা বস্তু লৈ তেওঁলোকে গৰ্ব কৰে। তাৰে এটা হৈছে মিঃ ডিলিংহাম, চমুকৈ 'জিমি'য়ে ককাকৰপৰা বংশ পৰম্পৰাগতভাৱে পোৱা সোণৰ ঘড়ী এটা আৰু মিছেছ ডিলিংহাম, চমুকৈ 'ডেলা'ৰ অপূৰ্ব সুন্দৰ দীঘল চুলিটাৰী। এই দুটা আপুৰুগীয়া বস্তু লৈয়ে ডিলিংহাম দম্পতীয়ে সংসাৰৰ অভাৱ-অনাটনবোৰ পাহৰি থাকে। বৰদিন চমু চাপি আহিছে। ডেলাই স্বামী জিমি (মিঃ ডিলিংহাম)ৰ বাবে এটা ভাল উপহাৰ বৰদিনত দিবলৈ এপইচা-দুপইচাকৈ গোটাইছে। ডেলাৰ মনত বৰ আশা, জিমিয়ে বংশ পৰম্পৰানুযায়ী পোৱা সোণৰ ঘড়ীটোত লগাব পৰাকৈ এডাল প্লেটিনামৰ চেইন তাই কিনিব। চেইন নোহোৱাৰ বাবেই স্বামী জিমিয়ে ঘড়ীটো পিন্ধিব নোৱাৰে। কিন্তু বৰদিনৰ আগদিনালৈকে ডেলাই সঞ্চয় কৰা পইচা যথেষ্ট নহ'লগে। চকুপানী মোহাৰি ডেলা আলিবাটলৈ ওলাই গ'ল। তাই এখন কেশসজ্জা আৰু কেশ বিক্ৰীৰ দোকানলৈ গ'ল। আৰু বিছ ডলাৰত তাইৰ বাদামী ৰঙৰ অপূৰ্ব চুলিকোছা কাটি বিক্ৰী কৰি জিমিৰ বাবে অতি সুন্দৰ প্লেটিনামৰ ঘড়ীৰ চেইন কিনি আনিলে। নিশা জিমি ঘৰলৈ ঘূৰি আহি ডেলাক দেখি মৰ্মাহত হ'ল। ডেলাই ক'লে, 'চোৱা মৰমৰ জিমি, মই জানো তুমি মোৰ চুলিখিনি কিমান ভাল পাইছিলা, কিন্তু মোৰ চুলি আকৌ বাঢ়িব'। জিমিয়ে হুমুনিয়াহ এটা কাঢ়ি ক'লে, 'তুমি চুলিখিনি কাটি পেলালা। ডেলা, তুমি চুলি কাটিলেও তোমাৰ প্ৰতি থকা মোৰ ভালপোৱা কমি নাযায় — কিন্তু তোমাৰ বাবে উপহাৰটো দেখিলেই বুজিবা, কিয় মই ভাগি পৰিছোঁ'। ডেলাই জিমিয়ে তাইলৈ অনা উপহাৰৰ পেকেটটো ফালি চাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। কাৰণ উপহাৰৰ পেকেটত আছে এটা হেয়াৰপিন, যিটো বহুত দিনৰ আগতেই এখন দোকানত তাই দেখিছিল। কাঁচৰ ওপৰত মুকুতাখচিত যিটো হেয়াৰপিন কেৱল তাইৰ চুলিৰ বাবেই যেন তৈয়াৰী হৈছিল। কিন্তু অতি দামী এই হেয়াৰপিন তাই লিৰিকি-বিদাৰি দোকানতে এৰি আহিছিল; এনে দুলৰ্ভ বস্তুৰ বাবে সিহঁতে আশা কৰাটো অশোভনীয় বুলি। আজি জিমিয়ে সেই বহু মূল্যৰ হেয়াৰপিনকে তাইৰ দীঘল বাদামী চুলিকোছাৰ বাবে উপহাৰ হিচাপে হৈ আহিছিল। তথাপি তাই হেয়াৰপিনটো বুকুত সাবটি ক'লে, 'জিমি মোৰ চুলি সোনকালে বাঢ়ে, চুলি বাঢ়িলেই এই হেয়াৰপিনটো মই চুলিত মাৰিম। এতিয়া তোমালৈ অনা উপহাৰটো চোৱা। কিমান দিনৰপৰা মোৰ হেঁপাহ আছিল তোমাৰ সোণৰ ঘড়ীটোৰ বাবে এডাল দামী চেইন কিনাৰ — তোমাৰ পছন্দ হৈছেনে জিমি?' — বুলি ডেলাই সুন্দৰ চেইনডাল জিমিক উপহাৰ দিলে। জিমিয়ে বিবৰ্ণভাৱে ডেলাক বুকুত সাবটি তেতিয়া ক'লে — আমি এই উপহাৰ দুটাৰ কথা পাহৰি থাকোঁ দিয়া কিছুদিনলৈ। তোমাৰ বাবে এই বিশেষ উপহাৰটো কিনিবলৈ মই যে মোৰ সোণৰ ঘড়ীটো আজি বিক্ৰী কৰি দিলোঁ.....।

অ' হেনৰীৰ এই বিখ্যাত গল্পটো সেইদিনা এই বিশেষ অনুষ্ঠানটোত মোৰ মনত পৰিছিল আৰু মই অভিভূত হৈ সেই গল্পটো সেইদিনা আওৰাইছিলোঁ। এতিয়া কওঁ এই সুন্দৰ অনুষ্ঠানটোৰ কথা। অমৰেন্দ্ৰ নাৰায়ণ দেৱে মোক নিমন্ত্ৰণ দিবলৈ আহোঁতে বৰ বিনয়েৰে কৈছিল যে তেওঁ আৰু তেওঁৰ পত্নী ৰুণু দেৱীয়ে লিখা কেইটামান গল্প একেলগ কৰি এখন গ্ৰন্থ প্ৰকাশ কৰিছে। ঘৰুৱাভাৱে তেওঁলোকৰ মণ্ডলদৈৰ ঘৰত সীমিত বন্ধু-শুভাকাংক্ষী আৰু সাহিত্য ৰসিকৰ উপস্থিতিত তেওঁ এই গ্ৰন্থখন মুকলি কৰিব খুজিছে। অমৰেন্দ্ৰ নাৰায়ণ দেৱ, এনে এক ব্যক্তিসম্পন্ন, বিনয়ী-মিতভাষী লোক যে তেওঁৰ অনুৰোধ সহজে প্ৰত্যাখ্যান কৰা টান। লগতে তেওঁৰ বন্ধু ইদ্ৰিছ আলি চাহাবেও বন্ধুৰ হৈ আন্তৰিকতা প্ৰকাশ কৰিলে। অৱশেষত নিৰ্দিষ্ট দিনা দেৱে পঠাই দিয়া গাড়ীৰে গৈ মণ্ডলদৈৰ ঘৰত উপস্থিত হ'লোঁগৈ। তেওঁলোকৰ ঘৰৰ ল'নত অনুষ্ঠানটিৰ আয়োজন হৈছে। মণ্ডলদৈৰ সাহিত্য-সংস্কৃতিৰ সৈতে জড়িত

আৰু অনুৰাগী লোকসকল এজন এজনকৈ উপস্থিত হ'লহি। উপায়ুক্ত শান্তনু ঠাকুৰ আৰু বৰপেটা বোডৰপৰা ডাঃ প্ৰিয়ম্বদা দাসো গৈ উপস্থিত হ'লগৈ। কিন্তু সেই অতিথি — অভ্যাগত মুখেৰে গুণ গুণ কথা-বতৰাৰ মাজেৰে আহিল বিস্ময়কৰ খবৰটো। প্ৰকৃততে সেইদিনা দেব-দম্পতীৰ ত্ৰিছ বছৰীয়া বিবাহ-বাৰ্ষিকী। বিবাহিত জীৱনৰ সুখ-দুখৰ স্মৃতিৰে বিজড়িত ত্ৰিছটা বছৰক তেওঁলোকে মহিমামণ্ডিত কৰিব খুজিছে এক অভিনৱ কাৰ্যপন্থাৰে। শৰীৰ আৰু মনেৰে একাত্ম হৈ থকা ত্ৰিছটা বছৰৰ দাম্পত্য-প্ৰেম যুগমীয়া কৰিব খুজিছে সাহিত্য ক্ষেত্ৰলৈ তেওঁলোকৰ বৰঙণিৰে। সেইবাবেই স্বামী-স্ত্ৰীয়ে সকলোৰে আগোচৰে সাহিত্য-চৰ্চাৰে জীপাল কৰি ৰখা তেওঁলোকৰ বৌদ্ধিক সত্তাক একেলগ কৰি প্ৰথমবাৰৰ বাবে প্ৰকাশ কৰিব খুজিছে। অমৰেন্দ্ৰ নাৰায়ণ দেৱ আৰু ৰুণু দেৱীয়ে নীৰৱে লিখা গল্পসমূহ একেলগ কৰি 'যুগ্ম' নামৰ এই গল্প সংকলনখন উপহাৰ দিব খুজিছে সাহিত্যপ্ৰেমীক আৰু সেইবাবেই এই অনুষ্ঠান। এই বিবাহ বাৰ্ষিকীৰ খবৰটো আগতে মই জনা নাছিলোঁ। সেই অনুষ্ঠানত উপস্থিত আছিল তেওঁলোকৰ তিনিটা ল'ৰা-ছোৱালী নিয়ৰ, জোনাক আৰু কুঁৱলি। জোঁৱাই শিল্পী ৰূপম তালুকদাৰ, আছে নতুন বোৱাৰীও। অনুষ্ঠানটি কবিতা আবৃত্তি, গীত, ৰসালাপেৰে জমজমাট হৈ উঠিল। মণ্ডলদৈৰ শিল্পী-সাহিত্যিক সকলোৱেই অন্তৰংগভাৱে এই অভিনৱ বিবাহ বাৰ্ষিকী উপভোগ কৰিলে। 'যুগ্ম' উন্মোচন হ'ল। যুগ্মৰ আগ-কথাত হোমেন বৰগোহাঞিয়ে লিখিছে — 'বহুতো অসমীয়া কিতাপৰ চিনাকি বা আগ-কথা লিখিবলৈ মোৰ সৌভাগ্য হৈছে। কিন্তু 'যুগ্ম' নামৰ এই গল্প কিতাপখনৰ পাতনি লিখিবলৈ বহি মোৰ যি অভিনৱ-অভিজ্ঞতা হৈছে তাৰ লগত অতীতৰ কোনো অভিজ্ঞতাৰ তুলনা নহয়'। গীতি-কবিতাৰে শেষ হোৱা সুন্দৰ অনুষ্ঠানটোৰ শেষত অতিথি-অভ্যাগতক দম্পতীযুগলে নিজ হাতেৰে মাছৰ টেঙা বিলাই দুপৰীয়াৰ ভাতসাজ খুৱালে। উভতি অহাৰ পথত গাড়ীত মই আৰু ডাঃ প্ৰিয়ম্বদা দাস। প্ৰিয়ম্বদা দাস এগৰাকী অতিশয় অনুভূতিপ্ৰৱণ, সুভাষিণী মহিলা। বৃত্তিত তেওঁ চিকিৎসক, কিন্তু তেওঁ এগৰাকী সুলেখিকাও। আমি দুয়ো প্ৰচ্ছন্ন অনুভূতিৰে দেৱ-দম্পতীৰ আন্তৰিকতা আৰু সংস্কৃতিবান মনৰ কথাকে পাতি আহিলোঁ। অনুষ্ঠানটিত আৰু এটি মজাৰ ঘটনা ঘটিছিল। অমৰেন্দ্ৰ নাৰায়ণ দেৱে সমজুৱাকৈ পত্নীক এটি গোপন উপহাৰ দি কৈছিল — 'বৰ গোপনে যোৱা ত্ৰিছ বছৰ ধৰি মই উপহাৰটি সযতনে ৰাখিছিলোঁ'। পত্নী ৰুণু দেৱীয়ে কৌতূহলেৰে উপহাৰৰ পেকেটটো ফালি বিস্ময়-আনন্দত হাঁহি পেলাইছিল। দৰ্শকৰ কৌতূহল বাঢ়িছিল। ৰুণু দেৱীয়ে কৈছিল — 'এইখন দেখোন আমাৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰখন। ১৯৭২ চনৰ ২২ ফেব্ৰুৱাৰীত আমাৰ বিয়া হৈছিল, নিমন্ত্ৰণী পত্ৰখন আছে বুলি ভবাই নাছিলোঁ'। ত্ৰিছ বছৰে সাঁচি থোৱা নিমন্ত্ৰণী-পত্ৰখন সুন্দৰকৈ বন্ধাই পত্নীক স্বামীয়ে উপহাৰ দিয়া কাৰ্যৰ কথা মই ক'তো শুনাও নাছিলোঁ। এই অনুষ্ঠানত দেৱৰ বোৱাৰীয়েকে এটি সুমধুৰ গীত শহুৰ-শাহুৱেকক বিবাহ বাৰ্ষিকীত উপহাৰ দিছিল। কটনত পঢ়ি থকা দ্বিতীয় পুত্ৰই নিজে লিখা এটা কবিতা মাক-দেউতাকক আবৃত্তি কৰি উপহাৰ দিছিল। প্ৰত্যেকজন অতিথিৰ উপস্থিতিকে দেৱ-দম্পতীয়ে উপহাৰ বুলি গ্ৰহণ কৰিছিল। কিন্তু কোনেও হাতত একো পেকেট লৈ যোৱা নাছিল। আজিকালি বাৰ্থডে', বিবাহ বাৰ্ষিকী, বিবাহ অনুষ্ঠান সকলোতে জাক-জমকতা, উপহাৰৰ নামত দামী সামগ্ৰীৰ প্ৰতিযোগিতা, আ-অলংকাৰ, সাজ-পোছাকৰ প্ৰতিযোগিতা, পোলাও-বিৰিয়ানী আৰু সুৰাৰ পয়োভৰ, মানুহৰ ভোগবাদী লালসা, বস্তুবাদী মন দেখি একধৰণৰ বিতৃষ্ণা আৰু হতাশাই ছানি ধৰিছিল। এনেকুৱা এখন সমাজতে এনে ব্যতিক্ৰমী এহাল দম্পতীৰ সংস্কৃত মনৰ সন্তেদ পাই নিৰ্মল বতাহ সেৱন কৰাৰ দৰেই আনন্দ হৈছিল। 'যুগ্ম'ৰ গল্পসমূহৰ বিষয়বস্তুৰ বেছিভাগেই দাম্পত্যৰ জীৱনৰ ঘাত-প্ৰতিঘাত, অন্তৰ্দ্বন্দ্বক লৈয়েই। এই গল্পসমূহ হয়তো উৎকৃষ্ট মানদণ্ডৰ নহ'ব পাৰে। কিন্তু সংবেদনশীল দম্পতীহালৰ অন্তৰ্জগতৰ উমান পাবলৈ গল্পকেইটা পঢ়িলেই পাঠকে একাত্ম হ'ব পাৰিব।

ডাঃ অমৰেন্দ্ৰ নাৰায়ণ দেৱ স্বচ্ছল, অৱস্থাপন্ন ব্যক্তি। ইচ্ছা কৰাহেঁতেন, তেওঁ এই বিশেষ বিবাহ বাৰ্ষিকী এখন অভিজাত হোটেলতে দি প্ৰতিপত্তি দেখুৱাটো সহজ কামেই আছিল। কিন্তু তেওঁলোকে ওলোটাই উপহাৰ দিলে অতিথি-অভ্যাগতক এখন নিজে লিখা গ্ৰন্থ, আন্তৰিকতা আৰু এটি গীত আৰু কবিতাৰ অনুষ্ঠান। অ' হেনৰীয়ে 'Gift of the Magi' গল্পটোৰ যোগেৰে জ্ঞানীৰ উপহাৰ আৰু মূৰ্খৰ উপহাৰৰ এটি তুলনামূলক বিৱৰণ দিয়াৰ চেষ্টা কৰিছে। অমৰেন্দ্ৰ নাৰায়ণ দেৱ আৰু ৰুণু দেৱীৰ বিবাহ বাৰ্ষিকীটো সমাজৰ বাবে জ্ঞানীৰ উপহাৰ হৈ চিৰযুগমীয়া হৈ ৰ'ব। ❧

## মৰাণৰ অলপ সুবাস

# গুৱাহাটীলৈ নাহিবা কমলা.....

প্ৰাণী সমাজত অনুকৰণপ্ৰিয়তাক সহজাত প্ৰবৃত্তি (Basic instinct) বুলি ধৰা হয়। যেনে ঃ পোৱালি জীৱ-জন্তুবোৰে যেনেকৈ মাকক অনুকৰণ কৰে, মানৱ শিশুৱে পিতৃ-মাতৃ, পৰিয়াল বা পৰিৱেশে দিয়া প্ৰবৃত্তি গ্ৰহণ কৰে। জীৱ-জন্তুৰ সমাজত মানুহৰ সমাজৰ দৰে বিচিত্ৰ উপাদানসমূহৰ ভাল-বেয়া প্ৰভাৱ নাই বাবে সিহঁতৰ খাদ্য সংগ্ৰহ, বাহ সজা ইত্যাদিতে সীমাবদ্ধ। কিন্তু মানুহৰ ক্ষেত্ৰত ইয়াৰ কোনো সীমা বা দিগন্ত ৰেখা নাই। চলচ্চিত্ৰৰ নায়ক-নায়িকাৰপৰা গুগুালৈকে সকলোৱে সমাজৰ বিভিন্ন শ্ৰেণীক প্ৰভাৱিত কৰে। শেহতীয়াভাৱে 'Span' নামৰ আমেৰিকান আলোচনীখনত পেট্ৰিক মুৰে নামৰ সমাজবিজ্ঞানী এজনৰ এটা বিশ্লেষণত পঢ়িলোঁ যে হিংসা, অত্যাচাৰ আৰু মাৰ-পিট কৰাৰ অনুকৰণ বিশ্বৰ বেছিভাগ দেশৰ ল'ৰা-ছোৱালীৰ মাজতে জনপ্ৰিয় হৈ উঠিছে। তেওঁ আমেৰিকাৰ এশ ওঠৰখন নিৰ্বাচিত স্কুলৰ ল'ৰা-ছোৱালীৰ ওপৰত পৰীক্ষা চলাই এই সিদ্ধান্তত উপনীত হ'ল যে এই 'ভায়'লেন্স' তেওঁলোকৰ স্বাভাৱিক ইচ্ছা নহয়। ই একধৰণৰ সোঁচৰা অনুকৰণ। মুৰেৰ মতে, পৃথিৱীৰ প্ৰত্যেক অঞ্চলৰ গোষ্ঠী-সংঘৰ্ষ, ৰাস্তাৰ হিংস্ৰতা (Street violence)ই ভয়াবহ ৰূপ ধাৰণ কৰে অনুকৰণৰ বাবে। আমিও প্ৰায়ে দেখোঁ, ৰাস্তাত পকেটমাৰ বা চোৰ এজনক যদি এজনে ধৰি চৰ এটা মাৰিলে — সকলো কাম-কাজ পেলাই ৰাস্তাৰ মানুহে বিনা প্ৰশ্নেৰে চৰ-ভুকু শোধাবলৈ চোৰজনৰ কাষলৈ দৌৰি আহে। জীৱনত ডাঙৰকৈ ধমকি এটা দি নোপোৱাজনেও হাতৰ মুঠিটো টান কৰি এনেয়ে এবাৰ হাতখন দাঙে। মুৰেৰে আলোচনাটোত ইয়াকেই ব্যাখ্যা কৰিছে। মানুহৰ ব্যক্তিগত বহু হতাশা আৰু খং সমাজত প্ৰকাশ হৈ এইদৰে থাকে — অৰ্থাৎ উৰহৰ খং ভগা ঢাৰিত।

কিন্তু ভাৰতবৰ্ষতো নেতিবাচক জনপ্ৰিয়তা (Negative popularity) কেনেভাৱে বৃদ্ধি পাইছে আৰু এনে অনুকৰণপ্ৰিয়তাই অসমৰ মধ্যবিত্তকো জ্ঞান-শূন্য কৰি কেনেদৰে বলিয়া কৰিছে তাৰ এটা উদাহৰণ বৰ পলমকৈ মই পালোঁ। শেহতীয়া ফেশ্বন, বিয়া-বাৰুৰ আদব-কায়দা সম্পৰ্কত মই ব্যক্তিগতভাৱে আউটডেটেড। কিন্তু বহু বছৰৰ মূৰত নগ'লে নোহোৱা জোৰোণ এখনত অলপতে এভুমুকি মাৰিবলগা হ'ল। প্ৰথমেই মই অবাক হ'লোঁ, বেছিভাগ বোৱাৰীয়ে জোৰোণত সাজি-কাচি কপালত ত্ৰিশূলৰ দৰে সেন্দূৰ সানিছে। এগৰাকীক সুধিলোঁ — এয়া নতুন ষ্টাইল নেকি? তেওঁ ক'লে — অ' কমলিকা ষ্টাইল। কোন কমলিকা? মোৰ সমবয়সৰ বোৱাৰীগৰাকীয়ে এক অদ্ভুত দৃষ্টি মোলৈ নিক্ষেপ কৰিলে, যাৰ অৰ্থ — কমলিকাক চিনি নোপোৱা! কি দীনতা তোমাৰ জ্ঞানৰ! তেওঁৰ সেই দৃষ্টিত মই হীনমন্যতাত ভুগিলোঁ। এখন বাতৰি কাকতত থাকি মই 'কমলিকা'ক চিনি নাপাওঁ। কোন হ'ব পাৰে — মেধা পাটকাৰৰ সৈতে 'নৰ্মদা বাচাও'ত নেতৃত্ব দিছিল নেকি? নে অৰুন্ধতী ৰয়ৰ সৈতে কমলিকা ওতপ্ৰোতভাৱে জড়িত! অসমৰ কোনোবা স্বেচ্ছাসেৱী সংগঠনৰ নেত্ৰী নেকি? তেতিয়াহ'লে নামটো মই জানিব লাগিছিল! নে নতুন আদৰ্শৰ এগৰাকী নায়িকা, যাৰ সাহসী, বুদ্ধিদীপ্ত অভিনয়ে অসমৰ বোৱাৰীবোৰক তেওঁৰ দৰে সেন্দূৰ ল'বলৈ উদ্বুদ্ধ কৰি তুলিছে! মনৰ ভাব মনতে ৰাখোঁতেই দেখিলোঁ, জোৰোণত উৰুলি দি এডাল 'মংগলসূত্ৰ' কইনাক ডিঙিত পিন্ধাইছে। (উল্লেখযোগ্য যে ধুবুৰী, গোৱালপাৰা অঞ্চলৰ লোক এওঁলোক নহয়)। সবিতা কৃষ্ণণ নামৰ এগৰাকী দিল্লীৰ ছোৱালীয়ে 'গৃহবন্দিত্ব'ৰ প্ৰতীক বুলি এই মংগলসূত্ৰ পিন্ধিবলৈ অস্বীকাৰ কৰা বাবে তেওঁৰ বিয়া ভাগি যোৱাৰ বাতৰি 'মানুষী' নামৰ আলোচনীখনত এবাৰ এখন ফটোসহ পঢ়া মোৰ মনত থাকি গৈছিল। অসমীয়া সমাজৰ জোৰোণত তেল-সেন্দূৰ, কেঁচা তামোল মূৰত থৈ দিয়া দেখিছিলোঁ, কিন্তু কেতিয়াৰপৰা 'মংগলসূত্ৰ'ৰ প্ৰচলন হ'ল নাজানো। যি

হওক, 'কমলিকা' নামটোৱে মোৰ পিছ এৰা নাছিল। অৱশেষত এগৰাকী ঘনিষ্ঠ বান্ধৱীক 'কমলিকা'ৰ বিষয়ে সুধি বিস্ময়ৰ সীমা নাথাকিল। 'ষ্টাৰ প্লাছ'ৰ এখন জনপ্ৰিয় ছিৰিয়েলৰ নিগেটিভ চৰিত্ৰ কমলিকা। তেওঁৰপৰাই জানিলোঁ কেইখনমান টিভি ধাৰাবাহিকে এতিয়া বেছিভাগ অসমীয়া মধ্যবিত্ত পৰিয়ালৰ নিয়ম-কানুন নিয়ন্ত্ৰণ কৰে। আচৰিত কথা যে ছিৰিয়েলসমূহ ৰক্ষণশীল, মধ্যযুগীয়া সামন্তীয় সকলো উপাদানেৰে ভৰা। অশিক্ষিত সমাজৰ পৰিয়ালত সচৰাচৰ যিবোৰ লগনীয়া-টুটুকীয়া, গৃহ-কন্দল আৰু সা-সম্পত্তি, লোভ-লালসাৰ বাবে নিম্ন স্তৰৰ কাজিয়া-পেচাল হয়, সেইখিনিকে কোটিপটিৰ ঘৰত, বিলাসী ছোফাত বহি, বহুমূলীয়া সাজ-সজ্জাৰে তেওঁলোকে অভিনয় কৰে। ভাৰতবৰ্ষৰ কোটি কোটি পৰিয়ালৰ মানুহৰ ঘৰত থকা এই চৰিত্ৰবোৰ ছিৰিয়েলত দেখিবলৈ পাই, চৰিত্ৰবোৰ আপোন হৈ পৰিছে। মই নিজেও সেয়ে ছিৰিয়েল দুখন চাবলৈ মাজে মাজে সময় উলিয়ালোঁ। আৰু জনপ্ৰিয়তাৰ কাৰণবোৰ উলিয়াবলৈ যত্নপৰ হ'লোঁ। 'কমলিকা'কো দেখিলোঁ। ফেটীসাপৰ দৰেই বিষাক্ত এগৰাকী নাৰী। পৰিয়ালৰ গাঁথনি যি ছাৰখাৰ কৰি দিছে। কমলিকাৰ সাজ-সজ্জাও কৃত্ৰিম আৰু অতিৰঞ্জিত। কিন্তু চৰিত্ৰবোৰ চাই বিবুধিত পৰিবলৈ ল'লোঁ। চলচ্চিত্ৰৰ নায়ক-নায়িকাৰ ষ্টাইল অনুকৰণ কৰা ইমানদিনে দেখিছিলোঁ। কিন্তু 'কমলিকা'ৰ দৰে হিংসুক নাৰীৰ ষ্টাইলৰ জনপ্ৰিয়তাই কি সংকেত বহন কৰে! পিছে মোৰ দৰে বহুতকেই এই প্ৰশ্নৰ চাকনৈয়াত পেলাইছে বুলি গম পালোঁ, যেতিয়া 'দা উইক' নামৰ আলোচনীৰ এটা সমীক্ষাত বহুজনে মন্তব্য আগবঢ়ালে যে ভাৰতবৰ্ষত এতিয়া 'নেতিবাচক চৰিত্ৰ'ৰ জনপ্ৰিয়তা বেছি। সেয়ে চলচ্চিত্ৰ, টি ভি ছিৰিয়েলৰ প্ৰযোজকে এটা প্ৰধান নেতিবাচক, হিংসুক চৰিত্ৰৰ চৰ্ত কাহিনীকাৰক দিয়ে। অসমীয়া পৰিয়ালৰ জোৰোণখনতো সেয়ে অসমীয়া বোৱাৰীয়ে 'কমলিকা' হৈ গৌৰৱ কৰা, মংগলসূত্ৰ পিন্ধোৱা ইত্যাদি নতুন ধাৰণাবোৰ ছিৰিয়েলৰ কৃপাত গ্ৰহণ কৰি প্ৰমাণ দিছে। কিন্তু ইমানখিনি জনাৰ পিছতো, মই আধুনিক অসমীয়া মধ্যবিত্তৰ জীৱন ধাৰণ সম্পৰ্কে অজ্ঞই হৈ ৰ'লোঁ। কাৰণ কিছুদিন পিছতেই মই এনে এখন কাৰ্ড পালোঁ, য'ত বিয়া আৰু জোৰোণত মোৰ খন্তেক উপস্থিতি কামনা কৰাৰ লগতে 'মেহেন্দী-ৰচম'ত আগদিনা উপস্থিত থাকিবলৈও অনুৰোধ কৰিছে। 'ৰচম' নামৰ দক্ষিণ ভাৰতীয় টেঙা আঞ্জা এখন খাই ভাল পাওঁ বাবে নামটো জানো। কিন্তু 'মেহেন্দী-ৰচম'! এইটো কি বস্তু! তলত স্বাক্ষৰ দিয়া পিতৃ-মাতৃ 'ভূএঞা' উপাধিৰ। দৰাজন অনা-অসমীয়াও নহয়, তেওঁ 'খাউণ্ড' উপাধিৰ। গম লৈ জানিলোঁ, দৰা-কন্যাৰ বাংগালোৰত পঢ়ি থাকোঁতেই চিনাকি। একেখন বিয়ালৈ নিমন্ত্ৰিত এজন ব্যক্তিয়ে কথাটো মোক বুজাই দিলে। আজিকালি বিয়াত কন্যাক 'মেহেন্দী' লগোৱাটো হেনো অপৰিহাৰ্য। তাকে এখোপ চৰি এতিয়া জোৰোণৰ আগদিনা 'মেহেন্দী-ৰচম' অৰ্থাৎ 'উৎসৱ' পতা হয়। টিভি ছিৰিয়েল, চিনেমাত দেখাৰ দৰে কন্যাৰ লগতে উপস্থিত নিমন্ত্ৰিত মহিলাসকলেও হাতত মেহেন্দী লগায়। হিন্দী গীতৰ কেছেট লগাই নাচ-বাগ হয়। মিঠাই খুওৱা পৰ্ব চলে। এঘৰক দেখি সিঘৰেও এনে কৰোঁতে, এতিয়া 'মেহেন্দী-ৰচম' অসমীয়া বিয়াৰ অংগ হ'বলৈ গৈ আছে। আমাৰ অসমীয়া বিয়াৰ অধিবাস, বিয়ানাম এইবোৰ বিসৰ্জন দিয়া হ'ল।

অসমীয়া মানুহৰ অনুকৰণ ক্ষমতা অসীম, এই কথাৰ প্ৰত্যেক ক্ষেত্ৰতে প্ৰমাণ পোৱা যায়। এজনে পি-চি-অ' খুলি লাভৱান হোৱা যেন দেখিলে কাষত শাৰী শাৰী পি-চি-অ' বহি প্ৰথমখনক তলা লগাবলগীয়া অৱস্থা কৰে। ৱাইনশ্বপৰ ক্ষেত্ৰত, গাড়ী কিনা ক্ষেত্ৰত সকলোতে একেই ব্যৱস্থা। কেৱল অনুকৰণ আৰু প্ৰতিযোগিতা নাই বৌদ্ধিক, শৈক্ষিক ক্ষেত্ৰত। সচেতনাত আৰু সু-ৰুচিৰ ক্ষেত্ৰত। ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে 'Evil must be liquidated, if possible by peaceful means and if required, even by use of force' বুলি কোৱাৰ দৰে, বেয়াক শান্তিৰে নতুবা বল প্ৰয়োগেৰে প্ৰতিহত কৰাৰ ব্যৱস্থা এতিয়া লোৱাৰ বাবে কিমানজন আগবাঢ়ি আহিছে খবৰ নাপাওঁ। কিন্তু কিছুদিন আগতে এনে সুখবৰ এটাৰ সংকেত মই পালোঁ। মৰাণ আঞ্চলিক ছাত্ৰ সন্থাই মোক বিহু উৎসৱলৈ নিমন্ত্ৰণ এটা দিছিল। নানা নামেৰে বিহুক উপলক্ষ কৰি, ৰাস্তা-ঘাট বন্ধ কৰি, জন-জীৱন জুৰুলা কৰি চান্দাৰ অত্যাচাৰত কাহিল কৰি, বহুাগক তিৰস্কাৰ কৰি; পদুলিয়ে পদুলিয়ে পতা এই উৎসৱবোৰৰ দেখি মন এঙাই আছিল। সেইবাবেই প্ৰথমেই প্ৰত্যাখ্যান কৰিলোঁ। কিন্তু মৰাণ ছাত্ৰ সন্থাৰ কুশল, ভূপেনে বিনম্ৰভাৱে মোক ক'লে যে ই জনগোষ্ঠীয় সমাৰোহহে প্ৰকৃততে। এই সমাৰোহ অষ্টম বছৰত ভৰি দিছে। যোৱা বছৰৰপৰা এখন ব্যতিক্ৰমী আলোচনী 'এনাজৰী' প্ৰকাশ কৰা হৈছে। এই আলোচনীয়ে প্ৰত্যেক বছৰে একোটা জনগোষ্ঠীৰ সকলো দিশ দাঙি ধৰিছে। যোৱা বছৰ 'চাহ জনগোষ্ঠী'

বিষয়ক আৰু এই বছৰৰ 'সোণোৱাল-কছাৰী' সম্পৰ্কে আলোচনীখনত থাকিব। একেলগে ইমানখিনি জনগোষ্ঠীক একেলগে পোৱাৰ দুৰ্লভ সুযোগ ময়ো আওকাণ নকৰি মৰাণলৈ বুলি বাওনা হ'লোঁ।

মৰাণ উচ্চ মাধ্যমিক বিদ্যালয়ৰ বিশাল বাকৰিত এটি সুবৃহৎ বাঁহেৰে সজা পেঁপাৰ মাজেৰে গৈ মঞ্চখন পালোঁ। মৰাণৰ আৰক্ষী অধীক্ষক কে-পি সিংদেউ, সেনা বিষয়া বলবন্ত সিং, সৰ্বানন্দ সোণোৱাল প্ৰমুখ্যে মৰাণৰ বিশিষ্ট ব্যক্তি প্ৰায়সংখ্যকেই তাত উপস্থিত আছিল। কিছুদিন পূৰ্বে কবি-গীতিকাৰ কেশৱ মহন্ত, খাদ্যৰসিক সুখ্যাত চিকিৎসক ডাঃ মুক্তি গগৈ আহি যোৱাৰ বাৰ্তাও সকলোৱে মোক দিলে। সুবিশাল বাকৰিৰ বেৰাৰ বাহিৰত প্ৰায় ত্ৰিছ-চল্লিছ হেজাৰ লোক। দূৰৈত নানাৰঙী পৰম্পৰাগত পোছাকেৰে নৃত্যৰ দল। এনেতে মোক সমাৰোহ মুকলি কৰিবলৈ এটা ব্যতিক্ৰমী অনুৰোধ কৰিলে কুশলে। 'আহক, নঙলা খুলি আদৰি আনকগৈ'। এক প্ৰাচীন আন্তৰিকতাত মই চমকি উঠিলোঁ। নঙলা নেদেখা কিমান দিন হ'ল! মনত পেলাব নোৱাৰিলোঁ। পদূলিমুখত বকুল বা নাহৰ গছ দুজোপা, বাঁহৰ নঙলা খুলি দীঘল পদূলি, এখন অসমীয়া ঘৰৰ নিভাঁজ চিত্ৰ চকুত ভাহি উঠিল। চাৰিডাল নঙলা খুলি উৎসৱৰ সকলো দলক আদৰি অনাৰ পৰম্পৰা কোনো বহাগী উৎসৱতে ইমানদিনে দেখা নাছিলোঁ। চাহ জনগোষ্ঠী, দেউৰী, মিচিং, বড়ো, সোণোৱাল-কছাৰী, মান-টাইফাকে, ছত্তিশগড়ী, মণিপুৰী, শিখ, কন্যাক নাগা প্ৰায় ত্ৰিছটা দলে একেলগে বাকৰিত নৃত্য প্ৰদৰ্শন কৰিলে। সোণোৱাল-কছাৰীৰ লেচেৰী, হুগ্ৰা, বহুৱা নৃত্য, ফটিকাছোৱা লাঠি নৃত্য, লাই লুংখাম, চাওৰা নৃত্য ইত্যাদি কেতিয়াও দেখিবলৈ নোপোৱা বিভিন্ন জনগোষ্ঠীৰ নৃত্য আৰু থলুৱা সংগীতে আকাশ-বতাহ কঁপোৱাই নহয়, শিহৰিত কৰিছিল আমাৰ মনবোৰো। আচৰিত হৈছিলোঁ অন্য এটা কথাতহে। অষ্টম বৰ্ষত ভৰি দিয়া এই ব্যতিক্ৰমী বহাগী উৎসৱৰ বিষয়ে আমি জনাই নাছিলোঁ ইমানদিনে। আনকি মৰাণৰপৰা উভতি আহিও গুৱাহাটীৰ কোনো কাকততে এই জনগোষ্ঠীয় সমাৰোহৰ খবৰ নাপালোঁ। বাতৰি কাকতৰ উজনি-নামনিৰ 'এডিছন' হোৱাৰ কুফল বোধহয় এয়াই। উজনিয়ে নামনিৰ খবৰ নাজানে, নামনিয়ে উজনিৰ খবৰ নাজানে। সেইদিনা মৰাণত, বিয়লি নিৰোদ বুঢ়াগোহাঁইৰ ঘৰৰ নাহৰৰ তলত শোভেন, ভূপেন আদি কুবিজনমান সাহিত্য চৰ্চা কৰা নতুন প্ৰজন্মৰ ল'ৰা-ছোৱালীৰ কবিতা, ঐনিতম, গান শুনি বিদায় লৈ আহি পুনৰ মৰাণৰ বিহু পেণ্ডেলত সোমাইছিলোঁ। নিশালৈ লোকনাথ গোস্বামীয়ে গীত পৰিৱেশন কৰাৰ কথা। এনেতে মই বহি থকা গাড়ীৰ খিৰিকীৰে এজনী পাটগাভৰুৱে মুখ দেখুৱালে। গোল মুখৰ ধুনীয়া ছোৱালীজনীক সুধিলোঁ — কি নাম?

ঃ কমলা গগৈ — ৰাঙলীৰ — অথনি আপুনি আমাৰ বিহু কেনে দেখিলে?

ঃ অতি সুন্দৰ।

ঃ আমাক বহুত ঠাইলৈ মাতিছে — পিছে গুৱাহাটীলৈ নাই মতা। গুৱাহাটীত কিবা কৰিলেহে হেনো আচল মানুহে দেখে।

ঃ কোনে কৈছে কমলা? — আচৰিত হৈ সুধিলোঁ।

ঃ চবেই কৈছে — সৰল, নিষ্পাপ, প্ৰথম যৌৱনে আভা ছটিওৱা কমলাই দৃঢ়ভাৱে ক'লে। তাইৰ আশা, কিজানি মই গুৱাহাটীত বিহু নচাৰ কিবা সুবিধা কৰি দিব পাৰোঁ।

কমলাই ঠিকেই শুনিছে। সাহিত্য-সংস্কৃতি, প্ৰশাসন সকলো নিয়ন্ত্ৰণ হয় গুৱাহাটীৰপৰাই। গুৱাহাটীক অনুকৰণ কৰে অসমৰ অন্যান্য জিলাই। কিন্তু মই কমলাক নক'লোঁ গুৱাহাটীলৈ অহাৰ কথা। কমলা 'কমলিকা'ৰপৰা দূৰৈত থাকক। গুৱাহাটীৰ 'মেহেন্দী'য়ে তাইৰ জেতুকা সনা হাত দুখনৰ স্পৰ্শ কাহানিও নাপাওক। নিৰোদৰ ঘৰত তগৰ আৰু নাহৰ ফুলৰ সৈতে দিয়া ঘৰৰ শালৰ গামোচাখনৰপৰা এটি সতেজ, নিভাঁজ গোন্ধ ওৰে বাটটো আহিছিল। শোভেন হাজৰিকা, ভূপেন গগৈ, হিতেশ গগৈৰ কবিতাবোৰ ইমান কিয় সতেজ তেতিয়া অনুভৱ কৰিছিলোঁ।

অনুকৰণ কৰাটো বেয়া কথা নহয়। কিন্তু মৰাণৰ শোভিত ছেত্ৰীৰ সম্পাদনাত প্ৰকাশ পোৱা 'এনাজৰী'ৰ দৰে বিহুৰ আলোচনী, থলুৱা পৰম্পৰাৰ হেৰাই যোৱা সংস্কৃতি বিচাৰি অনা কাৰ্যবোৰ গুৱাহাটীৰ বিহুতলীয়ে অনুকৰণ কৰিবনে। হাবিৰ কেতেকী-চম্পা যেনেকৈ গুৱাহাটীৰ জনবহুল পাৰ্কত ভাল নালাগে, গুৱাহাটী ডালিয়াও শদিয়া বা মৰাণত ভাল নালাগে। গুৱাহাটীৰ প্ৰদূষণৰপৰা অসমৰ সৰু সৰু চহৰবোৰ ৰক্ষা পৰক যথাসম্ভৱ, কমলাৰ দৰে নিভাঁজ ছোৱালীবোৰ 'কমলিকা'ৰ দৰে বোৱাৰীলৈ পৰিৱৰ্তিত নহওক — তাকেই উভতি অহাৰ বাটত মই কামনা কৰিছিলোঁ। মনে মনে কৈছিলোঁ — কমলা — গুৱাহাটীলৈ নাহিবা, মৰাণতে থাকা।

# শিঙিয়া পোতনিত এদিন

কিছুদিনৰ আগতে বি-বি-চি চেনেলত দেখিবলৈ পালোঁ, চাৰিজন মনোবিজ্ঞানী, সমাজবিজ্ঞানীৰ কথোপকথন। তাৰে এজন হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ ডঃ লেৱী হেন্‌চ। হেন্‌চৰ 'Social Dilemma and Family Conflict' নামৰ সৰু কিতাপ এখন বিশ্ববিদ্যালয়ত 'Sociology' পঢ়োঁতে পঢ়া মনত আছিল। সাধাৰণতেই পাঠ্যপুথিৰ লেখকসকলৰ বিদেশী নাম মনত নাথাকে। কিন্তু এই নামটো মনত থকাৰ কাৰণ, তেওঁৰ নামটো চুটি আৰু সহজ, দ্বিতীয় কাৰণ, হেন্‌চ নিজে চিকাগোৰ এটি চামৰাৰ বৃহৎ ব্যৱসায় প্ৰতিষ্ঠানত উদ্ভৱ হোৱা গোষ্ঠী সংঘৰ্ষত নিহত হোৱা পিতৃৰ সন্তান আছিল। এই কথা পাতনিতে তেওঁ উল্লেখ কৰিছিল।

এই মনোবিজ্ঞানী, সমাজবিজ্ঞানীকেইজনে এটা বৰ গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিছিল। তেওঁলোকৰ মতে প্ৰত্যেক জীৱনৰ যুযুৎসা প্ৰবৃত্তি (Combat) চৰিত্ৰৰ এটা বৈশিষ্ট্য। মানুহৰ মাজতো এই প্ৰবৃত্তি বিৰাজমান। এই প্ৰবৃত্তিৰ বিকাশ সাধনৰ পৰিৱেশ নিয়ন্ত্ৰণ হয় সামাজিক পৰিৱেশৰ ভিত্তিত। ল'ৰা-ছোৱালীয়ে সাধাৰণতে শাৰীৰিকভাৱে মাৰ-পিট, আক্ৰমণ কৰি এই ভাব প্ৰকাশ কৰে। শাৰীৰিকভাৱে আক্ৰমণত নামিব নোৱাৰাসকলে মানসিক বা বৌদ্ধিকভাৱে নানা প্ৰকাৰে আনক আক্ৰমণ কৰি, পৰিৱেশ বিনষ্ট কৰি তৃপ্তি পায়। সেইবাবেই তেওঁলোকে সমগ্ৰ বিশ্বতে জনপ্ৰিয় কমাণ্ডো, অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰৰে কৰা যুদ্ধ, কাৰ ৰেলী, মটৰ চাইকেল ৰেলীৰ প্ৰতিযোগিতা, এক্সিডেণ্ট কৰি আনৰ গাড়ী উৰুৱাই দিয়া ইত্যাদি চি-ডি কেছেটবোৰৰ নিৰ্মাণ বন্ধ কৰাটোৰ সপক্ষে ব্যৱসায়ীসকললৈ অনুৰোধ কৰে। তেওঁলোকে এই শতিকাটো গোষ্ঠী সংঘৰ্ষ, উগ্ৰবাদ, সংকীৰ্ণ জাতীয়তাবাদ (narrow nationalism)ৰ কবলত বুলি আখ্যা দি কৈছিল — যি সময়ত গ্লোবেল ভিলেজৰ বাসিন্দা হ'বলৈ মানুহে প্ৰয়াস কৰিছে, সেই একে সময়তে হিংসা, আক্ৰোশ, গোষ্ঠী-সংঘৰ্ষ বক্তপাতো বৃদ্ধি হৈছে। একো একোটা পৰিয়াল বিচ্ছিন্ন হৈ গৈছে সমাজ আৰু মানুহৰপৰা, পৰিয়ালৰ সদস্যবোৰো হৈ পৰিছে বিচ্ছিন্ন, নিঃসংগ (alienated)। এই অৱস্থাৰ একমাত্ৰ উপায় হৈছে বিচ্ছিন্ন, হতাশ, ভয়ংকৰভাৱে খণ্ডাল এই মানুহবোৰৰ কাষত মানুহটো থিয় হোৱা। 'তোমালোকৰ দুখ আমাৰো চিন্তাৰ বিষয়' — এই ভাবৰ প্ৰকাশ ঘটোৱা।

এই অনুষ্ঠানটো চোৱাৰ দুদিনমানৰ পাছতেই আৰক্ষী বিষয়া ভাস্কৰজ্যোতি মহন্তই মোক এটা প্ৰস্তাৱ দিলে। অসম আৰক্ষীয়ে সন্ত্ৰাস জৰ্জৰিত শিশুৰ বাবে গঢ়ি তোলা 'আশ্বাস'ৰ পাঁচদিনীয়া কৰ্মশালাৰ কাৰ্যসূচীবোৰৰ এটা দিনত মই নগাঁৱৰ 'শিঙিয়া পোতনি' অঞ্চললৈ যাব লাগে। এই ঠাইৰপৰাই বহু ল'ৰা ওলাই গৈ এসময়ত আলফাত যোগ দিছিল। আজি সেই ঠাইতে নগাঁও জিলাৰ বহু নিহত আলফাৰ পৰিয়াল, আলফাৰ দ্বাৰা নিহত হোৱা বহু পৰিয়ালৰ সদস্য উপস্থিত থাকিব। 'আশ্বাস' নামৰ আৰক্ষীৰ স্বেচ্ছাসেৱী প্ৰকল্পটোৱে ইতিমধ্যে ভালেখিনি উগ্ৰপন্থী, সন্ত্ৰাস-জৰ্জৰিত পৰিয়ালৰ শিশুক পুনৰ সংস্থাপন, ১৮ বছৰৰ তলৰ ল'ৰা-ছোৱালীক শিক্ষাত সাহায্য দিয়া আদি কাম কৰিছে। এই প্ৰকল্পৰ সৈতে চিকিৎসক, মনোবিজ্ঞানীও জড়িত আছে। এসময়ত এনে এটা উল্লেখযোগ্য প্ৰকল্প 'প্ৰহৰী'ও আৰম্ভ হৈছিল কোক্‌ৰাঝাৰত, আৰক্ষী বিষয়া কুল শইকীয়াৰ নেতৃত্বত। আৰক্ষী বিভাগৰ সঞ্চালকপ্ৰধান হৰেকৃষ্ণ ডেকা, ভাস্কৰজ্যোতি মহন্ত প্ৰমুখ্যে কিছুসংখ্যক নিষ্ঠাবান আৰক্ষীৰ উদ্যোগত বৰ্তমান 'আশ্বাস'ৰ দৰে প্ৰকল্প, গাঁওৰক্ষী বাহিনীৰ সক্ৰিয়তা বৃদ্ধি আদিৰ দৰে কামে গতি লাভ কৰিছে। এনে কামৰ বিভিন্ন কাৰ্যসূচীলৈ মই বিশেষভাৱে কেবাবাৰো আমন্ত্ৰিত হোৱা সত্ত্বেও, বিভিন্ন কাৰণত এই কাৰ্যসূচীত ভাগ ল'বলৈ মই অপাৰগ হৈছিলোঁ। কিন্তু 'শিঙিয়া পোতনি'ৰ এই পৰিয়ালসমূহৰ সদস্যৰ সৈতে অন্তৰংগ আলাপ অনুষ্ঠানত বিশেষ অতিথি হিচাপে উপস্থিত থাকিবলৈ পাই মোৰ এক বিৰল অভিজ্ঞতা হৈছিল।

ফেব্ৰুৱাৰীৰ ২ তাৰিখে শিঙিয়া পোতনিত মই আৰু মনোবিজ্ঞানী ডাঃ জয়ন্ত দাস উপস্থিত হ'লোঁ। চাৰিওফালে

এক উৎসৱমুখৰ পৰিৱেশ। বিনামূলীয়া স্বাস্থ্য শিবিৰ, খেলা-ধুলা, স্বাস্থ্য সম্পৰ্কত বাটৰ নাট, সাংস্কৃতিক অনুষ্ঠান, মুকলি সভাৰ লগতে প্ৰধান কাৰ্যসূচী আছিল 'ভাবৰ আদান-প্ৰদান, সন্ত্ৰাসৰ বলি হোৱা পৰিয়ালৰ সৈতে। ইতিমধ্যে পঞ্চাছৰো অধিক পৰিয়ালৰ সদস্য তাত উপস্থিত হৈছিলহি। ডাঃ জয়ন্ত দাসে মনোবিজ্ঞানৰ পৰিপক্ক কথনভংগীৰে ভাষণ দিয়াৰ লগে লগেই দেখা পালোঁ বৃদ্ধা মাতৃ, গাভৰু পত্নী, বৃদ্ধ পিতৃ, কিশোৰী কন্যাৰ মুখবোৰ ৰক্তিম হৈ চকুৰ কোণত বিৰিঙি উঠিছে যন্ত্ৰণাৰ চকুপানী। বহুদিন তেওঁলোকে বুকুৰ মাজত লৈ ফুৰা বৰফ হৈ গোটমৰা বিষাদৰ টুকুৰাবোৰ যেন গলি অহৰহ চকুৰে ববলৈ আৰম্ভ কৰিলে। তেওঁলোকে এজন এজনকৈ থিয় হৈ কথা ক'বলৈ ধৰিলে আপোনা-আপুনি। এগৰাকী সত্তৰোৰ্দ্ধ মাতৃ। বয়সে গৰকা গালৰ ওপৰেৰে দুধাৰি লোতক। তেওঁ ক'বলৈ ধৰিলে — 'মোৰ ল'ৰাটোৱে ইঞ্জিনীয়াৰিং পঢ়িছিল। হঠাৎ সি নোহোৱা হ'লত আমি বলিয়াৰ দৰে হ'লোঁ। আমাৰ আশা-ভৰসাৰ স্থল ল'ৰাটো কিয় নিৰুদ্দেশ হ'ল? এদিন খবৰ পালোঁ সি সংগঠনত সোমাল। আৰু এদিন তাৰ মৰাশ ঘূৰি আহিল। গুলীয়াগুলিত সি মৰিল। এতিয়া কোনো নাই মোৰ, বৰ কষ্ট। আৰ্থিকভাৱেও, মানসিকভাৱেও'। এজনী ধুনীয়া গাভৰু বোৱাৰী থিয় হ'ল। তেওঁ কথা ক'বপৰা নাই, অহৰহ বৈছে চকুৰ পানী। কোলাত এটা তিনি বছৰমানৰ সন্তান। 'মোৰ মানুহজনক নিশা কোনোবা মানুহ আহি লৈ গ'ল। দুবছৰ হ'ল, এই ল'ৰাটো চাবলৈও তেওঁ উভতি অহা নাই। কিবা এটা কৰি তেওঁক বিচাৰি উলিয়াবনে?' বোৱাৰীগৰাকীৰ প্ৰশ্নত অগাধ বিশ্বাস। তেওঁৰ কপালত দগ্‌মগীয়া ৰঙা ফোঁট, শিৰত সেন্দুৰ। তেওঁৰ দৃঢ় বিশ্বাস, স্বামীৰ একো হোৱা নাই, তেওঁ ঘূৰি আহিব। ইয়াৰ উত্তৰ আৰক্ষীৰ হাততো নাই। এনে বহু 'নিখোজ'ৰ শুংসূত্ৰ নাই বছৰ বছৰ ধৰি। দৈৱক্ৰমে যদি কোনোবা ঘূৰি আহিছে, তেন্তে সেয়া এক ব্যতিক্ৰম। কিন্তু কিমান সংখ্যকৰ হাড়-মঙহ মাটিৰ সৈতে মিলি যোৱা কিমান দিন হ'ল তাৰ খবৰ কোনোদিনেই নোলায়। কিন্তু আশাবোৰ এতিয়াও জীয়াই আছে কোনোবা প্ৰেয়সী, পত্নীৰ চকুত, বৃদ্ধ পিতৃ-মাতৃৰ বুকুত।

প্ৰত্যেকৰে বহু কথা ক'বলগা আছে। মাইক্ৰ'ফোনটো সকলোকে লাগে। এগৰাকী বৃদ্ধাই বহুপৰ ভিৰৰ মাজত বিচাৰি আহিল মাইক্ৰ'ফোনটো। তেওঁক কথা ক'বলৈ দিয়া হ'ল। 'বোপাইঁত, মোৰ দুটা ল'ৰা, দুয়োটাই মৰিল'।

ঃ আইতা, দুয়োজন কেনেকৈ মৰিল? — সুধিলোঁ।

ঃ এটা কোক্‌ৰাঝাৰত, আনটো পুলিচৰ গুলীত। ভাস্কৰজ্যোতি মহন্তই সুধিলে — কোক্‌ৰাঝাৰত পুলিচৰ গুলীত মৰিছে নেকি?

ঃ নহয় অ' — সি নিজেই পুলিচত আছিল।

সকলো বিমোৰত পৰা দেখি বৃদ্ধাই সৰলভাৱে অৰ্থ ভঙালে। 'মোৰ দুটা ল'ৰা, এটা পুলিচত গ'ল, আনটো আলফা হ'ল। এবছৰৰ অগা-পিছাকৈ দুয়োটা মৰিল। দুইটাই সংঘৰ্ষত মৰিল। দুয়োটাই দেশৰ কাৰণে মৰিল বুলি মানুহে কয়। কোনটো সঁচা মই নাজানো, পিছে বুঢ়াকালত মোৰ হ'লে বৰ কষ্ট হৈছে। পুলিচটো মৰাৰ পিছত কিছু সাহায্য পাইছোঁ। পিছে পুত্ৰশোক একোৰে নাযায়। মোৰ এতিয়া কোনো নাই এই বয়সত। ইটো কিয় আলফাত গ'ল মই মাক হৈয়ো একো নাজানিলোঁ'।

এগৰাকী যুৱতী এইবাৰ থিয় হ'ল। শান্তভাৱে তেওঁ কথা আৰম্ভ কৰিলে — 'ওঠৰ বছৰ বয়সত বিয়া হৈ আহিলোঁ। তাৰপাছত দুটা ল'ৰা জন্ম দিলোঁ। কিন্তু মোৰ মানুহজনে সংগঠন কৰিছিল বুলি নাজানিছিলোঁ। এদিন ঘৰৰপৰা নোহোৱা হ'ল। এবছৰমানৰ পিছত তেওঁৰ মৃতদেহ আহিল। পুলিচৰ গুলীত মৰিল। কিন্তু মই কেনেকৈ দুটা ল'ৰাক ডাঙৰ কৰোঁ? ডাঙৰটো পঢ়াত ভাল, তাক কেন্দ্ৰীয় বিদ্যালয়ত পঢ়িবলৈ লাগে। সৰুটো চঞ্চল। পঢ়াত মন নাই। সৰু স্কুল এখনত মই শিক্ষয়িত্ৰী হৈ সোমাই লৈছোঁ। মোৰ সকলো সময়ত খং উঠি থাকে, কি দোষত মোৰ জীৱন ছাৰ-খাৰ হৈ গ'ল? নিশা শুব নোৱাৰোঁ, ৰাতিৰ পাছত ৰাতি বিছনাত উজাগৰে কটাওঁ, মোৰ ভৱিষ্যৎ কি? মোৰ এই ল'ৰা দুটাৰ ভৱিষ্যৎ কি? এই প্ৰশ্ন কৰি মই ভাগৰি যাওঁ'। শেষৰফালে মহিলাগৰাকীৰ চকুৰে লোতক বৈ আহিল। তেতিয়া থিয় হ'ল তেওঁৰ দেউতাক। কান্দি থকা জীয়েকক বুকুত সাবটি ধৰি তেওঁ ক'লে — বিধৱা হোৱাৰ পিছত তাইক মই লৈ আহিলোঁ, মন ভালে থাকক বুলি স্কুল এখনত সুমুৱাই দিলোঁ। কিন্তু মোৰ মৃত্যুৰ পিছত তাইৰ কোনো নাই। মোৰ আৰ্থিক অৱস্থাও টনকিয়াল নহয় যে মই সিহঁতৰ পৰিয়ালটোক স্বাচ্ছন্দ্যে ৰাখিব পাৰিম। ল'ৰা দুটাই হতাশা, ভয় আৰু হীনমন্যতাত ভোগে। সিহঁত আলফাৰ ল'ৰা বাবে কিছু নিঃসংগও। চাওঁ, বাবা তই থিয় হ'চোন..... ককাকৰ নিৰ্দেশত ধুনীয়া, সপ্ৰতিভ, বুদ্ধিদীপ্ত চকুৰ ল'ৰা এজন থিয় হ'ল। এইবাৰ ভাস্কৰজ্যোতি মহন্তই সুধিলে — বাবা, তুমি কোন ক্লাছত পঢ়া?

ঃ ক্লাছ ছেভেনত।

ঃ তোমাৰ চেণ্ট্ৰেল স্কুলত পঢ়িবলৈ মন নেকি?

ঃ হয়, মোক যিকোনা চেণ্ট্ৰেল স্কুল এখনত ভৰ্তি হ'বলৈ লাগে। মই পঢ়াত ভাল, আৰু ভাল কৰিব খোজোঁ। মহন্তই তৎক্ষণাৎ নগাঁৱৰ অধীক্ষকক ক'লে, 'নগাঁও চেণ্ট্ৰেল স্কুলত এই ল'ৰাজনক যেনে-তেনে ভৰ্তি কৰিব লাগিব। আপুনি ব্যৱস্থা কৰিব। দুয়োটা ল'ৰাই ওঠৰ বছৰৰ তলত, পঢ়াৰ বাবে ষ্টাইপেন এটা আশ্বাসৰ ফালৰপৰা দিয়া হ'ব'।

মানুহগৰাকীয়ে কিন্তু তেতিয়াও উদাস দৃষ্টিৰে থিয় হৈ চাই আছিল। মই ডাঃ জয়ন্ত দাসক ক'লোঁ — এজনী যুৱতী নাৰী। বিবাহৰ পিছতেই আৱিষ্কাৰ কৰিছে স্বামী নিষিদ্ধ সংগঠনৰ সদস্য বুলি, সন্তান জন্ম হৈছে, পিতৃত্বৰ দায়িত্বৰপৰা সাৰি স্বামী ঘৰ এৰি গুচি গৈছে, অকলশৰে মানুহজনীয়ে প্ৰত্যেকটো সৰু-বৰ ধুমুহা শিৰ পাতি লৈছে আৰু এদিন স্বামীৰ মৃতদেহ ঘূৰি আহিছে ঘৰলৈ। এই মানুহজনীৰ বুকৰ ধুমুহা আপুনিহে চিনি পাব। নিৰাময়ৰ চেষ্টা এজন মনোবিজ্ঞানী হিচাপে আপুনিহে কৰিব পাৰিব। ডাঃ দাসে মানুহগৰাকীক ওচৰলৈ মাতিলে। তেওঁ আহিয়েই ক'লে — মই দায়িত্বৰপৰা কেতিয়াও নপলাওঁ। ল'ৰা দুটা মই ডাঙৰ কৰিম; আৰু মোৰ স্বামীৰ দৰে সিহঁতক হ'বলৈ নিদিওঁ। কিন্তু মোৰ কিয় ইমান খং উঠি থাকে? খঙত মই মোৰ ল'ৰাকে মৰিয়াওঁ। মোৰ সম্মুখত পৰি থকা দীঘল জীৱনটোৰ কথা ভাবিলে খং উঠে, তিক্ততাৰে ভৰি পৰে, এক শূন্যতাই অহৰহ মোৰ টোপনি হৰে। মই ইমানবোৰ সমস্যা লৈ ল'ৰা দুটা কেনেকৈ ডাঙৰ কৰিম? ডাঃ দাসে তেওঁৰ চেম্বাৰৰ ফোন নম্বৰ দি ক'লে, 'দেহৰ অসুখৰ যিদৰে ঔষধ থাকে, মনৰ অসুখৰো ঔষধ আছে। আপুনি অকলশৰীয়া নহয়, আমি সকলো আছোঁ আপোনাৰ সৈতে। মাত্ৰ ল'ৰা দুটা যাতে বিপথে নাযায়, তাৰ যত্ন লওক'। মানুহগৰাকীয়ে এইবাৰ নীৰৱে মূৰ দুপিয়াল।

এটা ডেৰ বছৰীয়ামান শিশু আইতাক আৰু খুড়াকে লৈ আহিল। আইতাকে ক'লে — মই কি কৰোঁ কওক। এই পোনাটো মোৰ হাতত দি থৈ গ'ল সিহঁতে।

ঃ সিহঁত মানে? — সুধিলোঁ।

ঃ ল'ৰাটো আলফাত আছিল মৰিল কেইমাহমান আগতে।

ঃ মাক ক'ত আছে?

ঃ মাকো তাৰেই — গুচি গ'ল। এই পোৱালিকণ মই বুঢ়ী মানুহজনীয়ে কেনেকৈ ডাঙৰ কৰোঁ? মোৰো দেহা বেয়া, যেতিয়াই-তেতিয়াই মৰিম।

ঃ নাম কি ল'ৰাটোৰ?

ঃ পিলাবন।

ঃ পিলাবন? আচৰিত নাম। ডাঃ দাসে ক'লে — বোধহয় প্লাৱন, জিভাত ফুটা নাই। মহন্তই স্মৰণ কৰিলে — হয়, হয় প্লাৱন নামৰ আলফা ল'ৰা এটা এনকাউণ্টাৰত এবছৰমানৰ ভিতৰতে মৰিল। লগে লগেই বৃদ্ধাক ঘটনাৰ সময়, ল'ৰাৰ নাম, সকলো সুধিলত মিলি গ'ল। অৰ্থাৎ এক প্লাৱনৰ মৃত্যুৰ পিছত থাকি গ'ল ক্ষুদ্ৰ প্লাৱন, এক অনিশ্চিত ভৱিষ্যতলৈ বুঢ়ীমাকৰ সৈতে। এই কণমান প্লাৱনৰ পিতৃ-মাতৃ কোনো কাষত নাই। ল'ৰাটোৰ অন্ধকাৰ ভৱিষ্যতৰ শংকা কৰি বুঢ়ীমাক দ্বাৰস্থ হৈছেহি 'আশ্বাস'ৰ ওচৰত। প্লাৱনৰ পঢ়া-শুনাৰ লালন-পালনৰ বাবে 'আশ্বাস'ৰ ফালৰপৰা এটা খৰচ দিয়াৰ ব্যৱস্থা লগে লগেই কৰা হ'ল।

যোৱা বাৰটামান বছৰৰ ভিতৰত গঢ় লৈ উঠা এই ভয়াবহ সমস্যাৰ সৈতে, প্ৰত্যক্ষভাৱে মই নিজেও পৰিচিত নাছিলোঁ। একেখন সমাজৰে বাসিন্দা হৈ আমাৰ গাৰ কাষে কাষে উদ্ভৱ হোৱা এই সমস্যাৰ স্ফুলিংগ নুমুওৱাটো কিমান জটিল কাম সেই কথা উপলব্ধি কৰি নিজেও এক অনামী শংকাত কঁপি উঠিছোঁ। মোৰ সম্মুখতেই থিয় হৈছিলহি আৰু এগৰাকী ধুনীয়া বিধৱা যুৱতী। তেওঁ এজন আত্মসমৰ্পণকাৰী আলফাৰ পত্নী। এই যুৱতীক চিনি পোৱা, ফটোগ্ৰাফাৰ, সাংবাদিক উৎপল বৰাই কোৱা অন্তৰালৰ কাহিনী শুনি শিয়ৰি উঠিলোঁ। মূলসুঁতিলৈ ঘূৰি অহা সেই যুৱকজনে এটা নতুন জীৱন আৰম্ভ কৰিলে। ধুমধামকৈ বিয়া পাতিলে। কিন্তু বিয়াত পোৱা এটা উপহাৰৰ পেকেট খুলি তেওঁৰ কইনা চমকি উঠিল আতংকত। কইনাৰ নামত অহা উপহাৰৰ পেকেটত আছে এখন শুধবগা শাড়ী। তাৰ ওঠৰ দিন পিছতেই নতুন কইনাৰ শংকাক সত্যত পৰিণত কৰিলে আততায়ীয়ে। মাত্ৰ বিবাহৰ ওঠৰ দিন পিছত তেওঁক বিধৱা কৰা হ'ল। কান্দোনত এটা শব্দও ক'ব পৰা নাছিল এই যুৱতীয়ে। তেওঁক সান্ত্বনা দিয়াৰ বাবে আমাৰ কাৰো মুখত ভাষা নাছিল। সোধো-নোসোধোকৈ তেওঁক সোধা হ'ল — তেওঁৰ সন্তান আছে নেকি বা তেওঁ কেনেবাকৈ গৰ্ভৱতী নেকি? 'নহয়' তেওঁ সোঁৱে-বাঁৱে মূৰ জোকাৰিলে। তেওঁৰ চকুযুৰিত এতিয়াও এক আতংক, উদ্ভ্ৰান্ত, নিঃসহায় দৃষ্টি। সকলো সময়তে যেন তেওঁ দেখি আছে সদ্য বিবাহিত স্বামীৰ তেজলগা মৃতদেহ আৰু এই নৃশংস হত্যাৰ আগলি বাৰ্তা হিচাপে পোৱা উপহাৰৰ বগা শাড়ীখন! কি সমাধান থাকিব পাৰে তেওঁলৈ! তেওঁ এটা চাকৰি নতুবা স্বাৱলম্বনৰ সুবিধা হয়তো পাব, কিন্তু তেওঁ পাহৰিব পাৰিবনে সেই ভয়াবহ স্মৃতি? যি স্মৃতি দুৰ্ঘটনা নহয়, মানুহে

ইচ্ছাকৃতভাৱে তেওঁৰ জীৱনক দিয়া অন্যায় শাস্তি।

এক ভাৱাক্ৰান্ত মনেৰে সেইদিনাৰ অনুষ্ঠানটোৰপৰা উঠি আহিছিলোঁ। কিন্তু তেনেতেই এগৰাকী আদহীয়া মাতৃ আৰু পিতৃয়ে মোক আগচি ধৰিলে।

ঃ 'মই স্বাধীনতাৰ মাক, এয়া দেউতাক, তোমাক লগ পাম বুলিয়েই আহিলোঁ!' এক মুহূৰ্তৰ বাবে মই স্তম্ভিত হ'লোঁ। স্বাধীনতা ফুকন, আলফাৰ প্ৰচাৰ সচিব, যি অতি নিৰ্মমভাৱে যোৰহাটত মৃত্যুক সাবটি ল'লে। স্বাধীনতাক মই কেতিয়াও লগ পোৱা নাছিলোঁ, কিন্তু 'কবিৰঞ্জন' হিচাপে স্বাধীনতাই লেখা কবিতাবোৰ তেওঁ জীয়াই থাকোঁতেই মই ৰিভিউ কৰিছিলোঁ। তেওঁৰ সৈতে মোৰ টেলিফোনত বাৰ্তালাপ আছিল; মোৰ 'ডায়েৰী' নামৰ কিতাপখন তেওঁৰ তাগিদাত প্ৰকাশ কৰিছিলোঁ য'ত তেওঁৰ কবিতাৰ বিষয়ে, তেওঁৰ সংবেদনশীল মনটো সম্পৰ্কে, তেওঁৰ ব্যতিক্ৰমী কথা-বাৰ্তা সম্পৰ্কে দুটা লেখা সন্নিৱিষ্ট আছিল। এইজনেই একমাত্ৰ সংবেদনশীল 'আলফা'ৰ ল'ৰা মই লগ পাইছিলোঁ, তেওঁলোকৰ সংগঠনৰ ভুল কৰ্ম-কাণ্ড সম্পৰ্কেও গালি পাৰিব পৰাকৈ অধিকাৰ তেওঁ দিছিল। সেই স্বাধীনতাৰে মাতৃয়ে মোলৈ চাই আছে, ময়ো তেওঁলৈ চাই আছোঁ। মই তেওঁক সাবটি ধৰিলোঁ। তেওঁ মোক সাবটি ধৰি কিছুপৰ কান্দিলে। তাৰপাছত তেওঁ ক'লে — 'আমি একো বিচাৰিবলৈ নাই — সকলো শেষ হৈ গৈছে। এইবোৰ সমস্যাৰ সমাধান নাই, বুকুত জুই লৈ, যন্ত্ৰণা লৈ আমি জীয়াই আছোঁ — জানানে, মোৰ বুকুখন সকলো সময়তে ধপ্‌ধপাই থাকে, তেওঁলৈ চোৱা.....', মই স্বাধীনতাৰ পিতৃলৈ চালোঁ। বাষ্পাকুল তেওঁৰ চকু। 'তেওঁ আজিকালি কথা পাতিবকে নোখোজা হৈ গ'ল — শেষ হৈ গ'ল আমাৰ ঘৰৰ সুখ-শান্তি' মই — কবিৰঞ্জন বা স্বাধীনতাৰ মাতৃক বহুপৰ বুকুৰ মাজত সাবটি ধৰি থাকিলোঁ। কান্দোনত থৰ্-থৰ্‌কৈ কঁপি আছিল তেওঁৰ শৰীৰটো। বাৰে বাৰে মোৰ মনত পৰিল, স্বাধীনতাৰ সেই অপূৰ্ব কবিতাৰ পংক্তি — '..... কিয় আহিছিলা? / আহিছিলা মোৰ সুখ-দুখৰ সোঁৱৰণী হৈ! / মোৰ বুকুৰ বিষ, পেটৰ বেমাৰ..... / জীৱনৰ কোন কেঁকুৰিত হেৰাই গৈছিল / বন্ধু-বান্ধৱীসকলেৰে কটোৱা মোৰ স্বদেশৰ দিন / তুমি নোহোৱা হ'লেই কঠিন শিল হৈ গুচি গ'লহেঁতেন / এটা নিৰ্বাসিত সন্ধ্যা.....' স্বাধীনতাই তেওঁৰ স্বদেশত এৰি যোৱা প্ৰত্যেক মুহূৰ্তক ভাল পাই কবিতা লেখিছিল, আজি তেওঁৰ স্বদেশত পিতৃ-মাতৃ, পৰিয়ালে সুধি আছে চকুৰ পানীৰে 'কিয় আহিছিলা?'

এনেকুৱা হেজাৰ হেজাৰ পৰিয়াল সমগ্ৰ অসমত সিঁচৰতি হৈ আছে। হিংসা, সন্ত্ৰাস আৰু মৃত্যুৰে দি যোৱা যন্ত্ৰণাত দগ্ধ হৈ বাছি আছে আমাৰ সৈতে একেখন দেশত, একেখন সমাজত, অনাথ শিশু, সৰ্বহাৰা বৃদ্ধ পিতৃ-মাতৃ, নিঃসহায়া বিধৱা পত্নী। এই পৰিয়ালবোৰলৈ মৃত্যুক লৈ অনা হৈছে বলপূৰ্বকভাৱে, সেয়ে মৃত্যুৰ পাছতো থাকি গৈছে চেপা আতংক, ভয়, অবিশ্বাস আৰু নিৰাপত্তাহীনতা।

'আশ্বাস' অসম পুলিচৰ এখন মাত্ৰ সহায়ৰ হাতহে। এই মানুহখিনিৰ বাবে আমাৰ সকলোৰে কৰ্তব্য নিশ্চয় আছে। উগ্ৰপন্থী একোজন নিহত হোৱাৰ পিছত ছাৰখাৰ হৈ যোৱা পৰিয়াল একোটাই কি ভয়াবহ আৰ্থিক আৰু মানসিক অৱস্থাত জীৱন নিৰ্বাহ কৰে; এই পৰিয়ালসমূহ নেদেখিলে বুজা নাযায়। প্ৰশ্ন হয়, একোটা পৰিয়াল গঢ়াত যদি সামান্য অৰিহণাও নাই, তেন্তে তেনে একোটা পৰিয়াল ধ্বংস কৰাৰ অধিকাৰ কাৰোবাৰ আছেনে? মৰীচিকা খেদি মৃত্যু হোৱা এই ল'ৰাবোৰৰ সন্তান, পত্নী যদি কালক্ৰমত অসামাজিক হৈ উঠে, তেন্তে ইয়াৰ বাবে দায়ী কোন হ'ব? 'আশ্বাস' নিশ্চয় এই সমস্যা সমাধান কৰাত স্বয়ংসম্পূৰ্ণ অনুষ্ঠান হ'ব নোৱাৰে। কিন্তু 'আশ্বাস'ৰ এই প্ৰচেষ্টা অতুলনীয়। শিঙিয়া পোতনি গাঁওখনত কেইটামান দিন কাষৰ বহু গাঁৱৰ মানুহ আহি একেলগ হ'ল। একেলগে এসাঁজ খালে, বিশিষ্ট খেলুৱৈ, সাহিত্যিক, অভিনেতা-অভিনেত্ৰী, চিকিৎসক, সাংবাদিক সকলোৰে সৈতে মন খুলি কথা-বাৰ্তা পাতিলে, খেলা-ধূলা, গীত-নৃত্য-নাটকত ভাগ ল'লে, এইখিনিয়েই এক পৰিৱেশ গঢ়াত সহায় কৰিলে। পুলিচ জনসাধাৰণৰ ওচৰলৈ এইদৰে কাষ চাপি যোৱাটো এই সময়ত অত্যন্ত জৰুৰী কথা।

কিন্তু ইয়াৰ লগে লগে এই সমস্যা সমাধানৰ দায়িত্ব কেৱল 'আশ্বাস'ৰ ওপৰতে দি উত্তৰ বিচাৰি থাকিলেই নহ'ব। এই মুহূৰ্ততো একো একোটা পৰিয়াল এইদৰে সন্ত্ৰাসত নিঠৰুৱা হৈ আছে। তেওঁলোক নিজেই একো একোটা প্ৰশ্ন হৈ আমাৰ সন্মুখত থিয় দিছে। প্ৰত্যেকদিনেই। প্ৰশ্নবোৰৰ সমাধানৰ উত্তৰ এটাই — নৃশংসতা, সন্ত্ৰাস, অবিশ্বাসৰ পৰিবৰ্তে মানুহৰ ওপৰত বিশ্বাস ঘূৰাই অনা। কিন্তু বিশ্বাস প্ৰতিষ্ঠাৰ বাবে লাগিব শান্তিৰ পৰিৱেশ। আমি দেখিছোঁ, দিৱস পাতি, প্লেকাৰ্ড দেখুৱাই শোভাযাত্ৰা কৰিলেই শান্তি নাহে। সংখ্যাগৰিষ্ঠৰ সদ্-ইচ্ছা আৰু অহৰহ প্ৰচেষ্টা অব্যাহত থাকিলেহে সুদূৰ ভৱিষ্যতে শান্তিৰ বগা পাৰটো আমাৰ পিছৰ পুৰুষে আকাশত, মাটিত যথাৰ্থতেই দেখিব বুলি আশা কৰিব পাৰি।

# হাউছৱাইফ

নাজিৰাৰ প্ৰীতিলতা শইকীয়া নামৰ এগৰাকী মহিলাৰ চিঠি পোৱা প্ৰায় তিনিমাহমানেই হৈ গ'ল। নিতৌ মই ব্যক্তিগত নানা সমস্যাৰ চিঠি বহু বছৰ ধৰি পাই আহিছোঁ। চিঠিৰ উত্তৰ দিবলৈ মোৰ বাবে সম্ভৱপৰ কথা হৈ নপৰে, কিন্তু মানসিকভাৱে পত্ৰ-লেখকৰ সৈতে আৰু তেওঁৰ ব্যক্তিগত জীৱনৰ সৈতে এটা সম্পৰ্ক হৈ যায়, যিবোৰ কথা মাজে মাজে মই সামাজিক সমস্যা বুলি গণ্য কৰোঁ। অত্যন্ত সংবেদনশীল এই মানসিক সমস্যাবোৰ একান্ত ব্যক্তিগত। কিন্তু ব্যক্তিগত সমস্যাবোৰেই জানো সামাজিক হৈ নপৰে? ব্যক্তিৰ সমষ্টিয়েইতো সমাজ। প্ৰীতিলতা শইকীয়াৰ চিঠিখনে তিনিমাহৰ আগতেই মোক আলোড়িত কৰিছিল। আজি পুৱা এগৰাকী মধ্য বয়সত উপনীত হোৱা মোৰ সহৃদয় প্ৰতিবেশীৰ এটা টেলিফোনে পুনৰ প্ৰীতিলতাৰ চিঠিৰ বক্তব্যক জীৱন্ত কৰি পেলালে। কাৰণ এই মহিলা আৰু প্ৰীতিলতাৰ মানসিক সমস্যাৰ সাদৃশ্য আছে বহুখিনি। লাহে লাহে অনুভৱ হ'ল, আধুনিক সমাজৰ নাৰীৰ বাবে ই এক অনাহূত সমস্যা। এতিয়া আচল কথালৈ আহোঁ।

প্ৰীতিলতাৰ চিঠিৰ এটা টুকুৰা মই তুলি দিছোঁ — '.....আপোনাৰ গল্প-উপন্যাসৰ বহু চৰিত্ৰত মই আছোঁ আপুনি জানেনে? মই এতিয়া কেৱল কিতাপ-আলোচনী পঢ়োঁ। পঢ়ি পঢ়ি ভাবোঁ, জীৱনত কি কৰিলোঁ? মোৰ ল'ৰাই মাদ্ৰাজত ইঞ্জিনীয়াৰিং পঢ়ি আছে। ছোৱালীক কেইমাহমান আগতে বিয়া দিলোঁ। তাই কলেজ এখনত অধ্যাপিকা। দুয়োটা ল'ৰা-ছোৱালীৰ আৰু স্বামীৰ সুখ-সুবিধাৰ বাবেই জীৱনৰ অমূল্য বছৰবোৰ কেনি পাৰ কৰি শেষ কৰিলোঁ নাজানিলোঁ। এতিয়া শাহু-শহুৰ নাই। ল'ৰা-ছোৱালীৰ সৈতে মই ব্যস্ত থাকিব নালাগে। স্বামীয়ে অৱসৰ ল'ব অহা বছৰ। মই বাৰু কি কৰিম এতিয়া? মোৰ দুজনী জা, এজনী ননদ, সকলো চাকৰিয়াল। ঘৰখনত 'হাউছৱাইফ' কেৱল মই। হাউছৱাইফৰ সামাজিক মূল্য নাই। সকলোৱে বাহিৰৰ আও-ভাও নজনা বুৰ্বক বুলি ভাবে। চাহ-ভাত আপ্তা ৰন্ধা, অতিথি শুশ্ৰূষা আৰু ল'ৰা-ছোৱালী নিচুকুৱাৰ বাহিৰে যেন আমাৰ একো অস্তিত্বই নাই। মোৰ আত্মীয় বহু মানুহৰে ল'ৰা-ছোৱালী তেওঁলোকৰ ব্যস্ততাৰ বাবে মোৰ ওচৰত থৈ যায়। প্ৰথমে মই কথাবোৰত একো নাভাবিছিলোঁ। এতিয়া এনেকুৱা লাগে যেন মইহে একমাত্ৰ কাম নোহোৱা মানুহ। বাকী সকলো ব্যস্ত। জীৱনত স্থিতি নাই মোৰ। হাউছৱাইফ এগৰাকীৰ জানো সঁচায়ে মূল্য নাই? আপুনি কৰ্মৰতা, এটা দায়িত্বশীল পদত আছে, আপুনি 'হাউছৱাইফ'ৰ সমস্যা বুজিবলৈ যত্ন কৰিবনে?'

প্ৰীতিলতা শইকীয়াৰ দীঘলীয়া চিঠিত আৰু বহু গুৰুত্বপূৰ্ণ কথা আছে। সমস্যাটো পঢ়ুৱৈলৈয়ে তৎক্ষণাৎ বুজিবলৈ এই বিশেষ অংশটো তুলি দিছোঁ। আজি পুৱা মই পোৱা টেলিফোনটোতো একেই অনুযোগ। ভদ্ৰমহিলাৰ দুটা ল'ৰা ডাঙৰ হ'ল। স্বামী অফিচলৈ যোৱাৰ পাছত তেওঁ ৰাস্তাৰে যোৱা ব্যস্ত মাতৃবোৰলৈ চাই ভাবে — এদিন মোৰো এইদৰে ব্যস্ততা আছিল। পুৱা চাহ-জলপান কৰা, ল'ৰাৰ টিফিন তৈয়াৰ কৰা, সিহঁতক স্কুলৰ ইউনিফৰ্ম পিন্ধোৱা, বেগত পেঞ্চিল-পেন, বহী ঠিকমতে আছেনে নাই পৰীক্ষা কৰা, স্কুল বাছত গৈ তুলি দিয়া, অফিচৰপৰা আহোঁতে স্বামীয়ে কি বজাৰ কৰি আনিব তাৰ এখন সৰু লিষ্ট তৈয়াৰ কৰি দিয়া, স্বামীৰ চাৰ্ট-পেণ্ট ইস্ত্ৰিত দিয়া হ'লনে নাই পৰীক্ষা কৰা ইত্যাদি কম কাম! এতিয়া অপেক্ষা বাৰ্ধক্যৰ বাবে — এনেকৈয়ে জীৱন আৰম্ভ আৰু শেষ হয়নে! তেওঁৰ কথাৰ বিষাদ-বেদনাই মোক প্ৰীতিলতাৰ চিঠিখনৰ মৰ্মস্পৰ্শিতাক আকৌ এবাৰ জগাই তুলিলে।

গৃহিণী — আধুনিক সমাজত হাউছৱাইফ। হাউছৱাইফৰ অৰ্থ বৰ সংকীৰ্ণ। 'ৱাইফ' শব্দটো আধুনিক মানুহে গৌৰৱেৰে উচ্চাৰণ কৰে যদিও মই বৰ লাজ পাওঁ! ইংৰাজীত ৱাইফৰ অভিধানিক অৰ্থ "The mistress of a house', Husband's bed partner, related to

the husband." ইংৰাজীত কথা পাতিলে 'ৱাইফ' বুলি নকৈ উপায় নাই, কিন্তু অসমীয়াত 'পৰিবাৰ' শব্দটো বৰ শুৱলা। ই স-সম্মানে ঘৰ। নাৰীগৰাকীক সমস্ত সংসাৰখনৰ প্ৰতীক হিচাপে নিৰ্ধাৰণ কৰে। অত্যুৎসাহী অসমীয়া আধুনিক স্মাৰ্ট পুৰুষ এজনে এবাৰ মোৰ সৈতে তেওঁৰ পৰিবাৰক চিনাকি কৰাই দিছিল, — 'my mistress' .....বৰুৱা'। মানুহগৰাকীয়েও হাঁহিৰে সম্ভাষণ দিওঁতে মই হাঁহিমেই নে কান্দিম লাগিছিল। যি হওক আধুনিক সমাজত বৰ্তমান 'হাউছৱাইফ' শব্দটো বহুল প্ৰচাৰিত চহৰীয়া 'হাউছৱাইফ'ৰ মানসিক অন্তৰ্দ্বন্দ্বৰ মূল সমস্যা হৈছে এনেধৰণৰ মানসিক নিসংগতা আৰু কৰ্মহীন জীৱনক লৈ হোৱা হাতাশা। যিহেতুকে নাৰীসকল আজিকালি উচ্চ শিক্ষিতা। কেৱল দৈনন্দিন সাংসাৰিক কামত নিজকে বন্দী কৰি ৰখা বাবেই তেওঁলোকে শিক্ষা অথলে যোৱা বুলি ভাবিবলৈ আৰম্ভ কৰে। আৰ্থিক উপাৰ্জন কৰা নাৰী এগৰাকীৰ অৰ্থ স্বাধীনতাই দিয়া মানসিক স্বাচ্ছন্দ্যক জীৱনৰ প্ৰকৃত সুখ-সফলতা বুলি হাউছৱাইফসকলে ভাবে। অৰ্থৱান স্বামীৰ পত্নীগৰাকীয়েও একধৰণৰ মানসিক নিসংগতা আৰু হীনমন্যতাত ভোগে 'হাউছৱাইফ'ৰ সংজ্ঞাৰে। সেয়েহে 'হাউছৱাইফ'ৰ কৰ্মহীনতা, নৈৰাজ্য, নিসংগতাক কেন্দ্ৰ কৰি সৃষ্টি হোৱা গল্প-উপন্যাস, চিনেমাই আলোড়নৰ সৃষ্টি কৰিছে। যিহেতুকে নাৰীক বাদ দি এটা পৰিয়াল গঠন হ'ব নোৱাৰে। গতিকে এই নাৰীগৰাকীৰ মানসিক সংঘাতৰ প্ৰতিফলন ঘটে সংসাৰত, পৰিয়ালত, সন্তান-স্বামী সকলোৰে ওপৰত। এই সমস্যা এইদৰে খন্তেকতে আলোচনা কৰিব পৰা বিষয় নহয়, কিন্তু আজিৰ সমাজত, নাৰী শিক্ষা-চিন্তাৰ বিকাশৰ লগে লগে কৰ্মহীন বুলি ভবা 'হাউছৱাইফ'ৰ সমস্যা অতি চিন্তনীয় বিষয় হৈ পৰিছে বুলি বিশ্বাস কৰিছোঁ।

এই ধাৰণা মোৰ এনে কিছুমান নাৰীক দেখি হ'বলৈ লৈছে, যি কৰ্মহীন নাৰী বুলি মনত জন্ম হোৱা হীনমন্যতাৰ বাবে, যিবোৰ কাম কৰি সামাজিক যশ-খ্যাতি লোৱাৰ চেষ্টা কৰিছে, সি তেওঁৰে নহয়, সমাজ আৰু পৰিয়ালটোলৈও ভয়াৱহ সমস্যা মাতি আনিছে। উদাহৰণস্বৰূপে, এনে কিছুসংখ্যক নাৰী অসমৰ বিভিন্ন অঞ্চলত দেখিছোঁ, যি পুৱাতেই ল'ৰা-ছোৱালীৰ সৈতে এমুঠি খাই দিনটো টলৌ-টলৌকৈ ঘূৰি ফুৰে নানা সামাজিক-সাংস্কৃতিক নতুবা সাহিত্য চৰ্চাৰ কামত। বহু নাৰী মই লগ পাইছোঁ, যি সংসাৰখনত নিয়াৰিকৈ চলাই থকা গৃহিনীগৰাকীক উদ্বুদ্ধ কৰিছে তথাকথিত নাৰীবাদী ভাষণেৰে। যেনে — 'তোমাৰ এটা নিজস্ব পৰিচয় দাঙি ধৰা, ঘৰত ভাত ৰান্ধি জীৱন কটাবানে? প্ৰতিভাৰ বিকাশ কৰিবলৈ ঘৰৰ চাৰিবেৰৰ বাহিৰলৈ ওলাই আহা। নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰা — ইত্যাদি!'

'আইডেন্টিটি ক্ৰাইছিছ'ত ভুগি থকা এই নাৰীসকলে 'আত্ম-পৰিচয়'ৰ বাবে হকে-বিহকে যিবোৰ কাম কৰি নিজৰ সংসাৰ আৰু পৰিয়ালটোক শ্ৰীহীন কৰি পেলাইছে তেওঁলোকে আৰু প্ৰত্যেকেই একোগৰাকী বিখ্যাত ব্যক্তি হ'ব পৰাকৈ সফল হ'বনে? তেওঁলোকৰ প্ৰকৃততে লক্ষ্য কি? সমাজৰ উন্নতি নে আত্ম-প্ৰচাৰ নে আত্ম-বিদ্ৰোহ? যদি কোনো নাৰীৰ হাতত অফুৰন্ত সময় আছে, তাক সদ্ব্যৱহাৰ কৰিবলৈ তেওঁৰ বহু ৰাস্তা আছে। যদি বিশেষ প্ৰতিভা আছে, তেওঁ প্ৰতিভাৰ চৰ্চাত আত্ম-নিয়োগ কৰক। সময় নাথাকিলেও তেওঁ প্ৰতিভাক প্ৰাধান্য দি সময় উলিয়াই লওক। যাৰ প্ৰতিভা বিশেষ নাই, তেওঁ সমাজ আৰু দহৰ উপকাৰৰ বাবে নানা কাম হাতত লওক। কিন্তু যিসকল সাংসাৰিকভাৱে সুখী নাৰী, তেওঁলোকক 'অস্তিত্ব' প্ৰমাণ কৰিবলৈ আন নাৰীয়ে প্ৰৰোচনা কৰাটোও মুঠেই ভাল কথা নহয়। এই কথাষাৰ এইবাবেই ক'বলগা হৈছে যে মই মোৰ আত্মীয় আৰু বন্ধু-বান্ধৱৰ এনে কিছুমান সংসাৰ দেখি দিনে দিনে চিন্তিত হৈ পৰিছোঁ। সমাজত 'অস্তিত্ব' প্ৰমাণ কৰিবলৈ উঠি-পৰি লগা নাৰীৰ নিঃসংগ সন্তান দেখিছোঁ, নিসংগ স্বামীক দেখিছোঁ উপায়হীন হৈ তেওঁলোকে সাংসাৰিক সকলো বেমেজালি মানি লৈছে, কেতিয়াবা বিদ্ৰোহী হৈ উঠিছে আৰু কেতিয়াবা হৈ পৰিছে অত্যন্ত খঙাল। মই এনে সংসাৰো দেখিছোঁ, যি নাৰীয়ে স্বামীৰ উপাৰ্জনৰ ধন বেগত ভৰাই দিনটো মেল-মিটিং কৰি পুৰুষ শাসিত সমাজৰ বিৰুদ্ধে বিষোদ্‌গাৰ উজাৰিছে, যুৱ-মানসিকতাৰ অধঃপতনৰ বাবে পিতৃ-মাতৃক জগৰীয়া কৰিছে। প্ৰত্যেক দিনাই তেওঁ সামাজিক কামৰ অজুহাতত ঘৰৰপৰা ওলাই গৈছে, কাপোৰ-কানিৰ খৰচ বাঢ়িছে, যাতায়াতৰ খৰচ বাঢ়িছে, সেই সকলোবোৰ পূৰণ কৰিছে তেওঁৰ মধ্যবিত্ত সংসাৰৰ স্বামীয়ে নানা কষ্টেৰে।

প্ৰীতিলতা শইকীয়াৰ চিঠিৰ উত্তৰ সেইবাবে মই সমজুৱাকৈ দিবলৈ বিচাৰিছোঁ। 'হাউছৱাইফ' বা গৃহিণী হ'লেই নাৰীৰ অস্তিত্ব বিপন্ন হৈ যাব নোৱাৰে। নাৰীগৰাকীৰ নাৰীত্ব (মমতা, সহানুভূতি, পৰিয়াল আৰু মানুহৰ প্ৰতি মংগল চিন্তা, বিনয় ইত্যাদি গুণবোৰ) ক্ষয়প্ৰাপ্ত হ'লেহে

নাৰীৰ অস্তিত্ব বিপন্ন হ'বলৈ ধৰে। মৰমিয়াল গৃহিণী, মাতৃ, পত্নীগৰাকী সময়ত সাহসী, কঠোৰ আৰু একনায়কত্ববাদীও হ'ব লাগিব সংসাৰৰ স্বাৰ্থতে। এই ভূমিকাই এগৰাকী গৃহিণীৰ ব্যক্তিত্ব আৰু অস্তিত্ব দুয়োটাৰে সুৰক্ষা দিব পাৰিব। মই ভাবোঁ, আজিৰ সমাজত সবাতোকৈ গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত নাৰীগৰাকী হৈছে এখন সুখী-সুন্দৰ সংসাৰ পৰিচালনা কৰিব পৰা যোগ্যতাসম্পন্ন গৃহিণী। প্ৰায় সংখ্যক নাৰীয়েই আজিকালি উচ্চ শিক্ষিতা। শিক্ষাৰ মূল্যতকৈ প্ৰজ্ঞাৰ মূল্য অধিক। কি কৰা উচিত, অনুচিত, সেই কথা নাৰীগৰাকীয়ে নিজেই বিচাৰ কৰিব পাৰিব লাগিব। প্ৰীতিলতা শইকীয়াক কওঁ, তেওঁ জীৱনত একো নহ'ল বুলি হতাশ হোৱাৰ প্ৰয়োজন নাই। তেওঁ দুটা সন্তানক উপযুক্ত শিক্ষা দিলে। এখন সুন্দৰ-সুখী সংসাৰৰ নেতৃত্ব দিলে, আপোনাৰ প্ৰতি মোৰ শ্ৰদ্ধা অসীম। মই নিজেও মনে-প্ৰাণে এখন সুন্দৰ সংসাৰৰ কল্পনা কৰোঁ। কৰ্মৰত বাবেই মই অহৰহ অপৰাধবোধত ভোগোঁ। এখন সুন্দৰ সমাজ মোৰ কল্পনাত থাকিলেও, মোৰ সন্তানক কিমান উপযুক্ত কৰিব পাৰিম তাত মোৰ সন্দেহ আছে। কাৰণ মই মোৰ পৰিয়ালক অপত্য স্নেহত বুৰাই ৰাখিবলৈ সময়ৰ ঘড়ী-ঘণ্টা মিলাব লগা হয়। কেতিয়াবা বিফল হওঁ। মই শৈশৱৰপৰাই স্কুল-কলেজৰপৰা ঘূৰি আহি উদং ঘৰ, উদং কোঠালী দেখা নাছিলোঁ। স্কুল-কলেজৰপৰা বিয়লি উভতি আহি মই ভাল পোৱা খাদ্য ৰান্ধি মোৰ বাবে মাক অপেক্ষা কৰি থকা দেখিছিলোঁ। দিনটোৰ সকলো কথা খোৱা টেবুলতে তেওঁক মন খুলি কৈছিলোঁ। আমাৰ পৰিয়ালটোৰ প্ৰত্যেকেই প্ৰত্যেকৰ ইচ্ছা-অনিচ্ছা, ৰাপ ইত্যাদি জানিছিলোঁ। অভাৱ-অভিযোগবোৰ সহন কৰিবলৈও শিক্ষা পাইছিলোঁ। চুবুৰীয়াৰ সৈতে সদভাৱ-মিলা-প্ৰীতি আছিল, আলহী-অতিথিক সন্মান কৰা, মধুৰ ব্যৱহাৰ কৰাৰ শিক্ষা পাইছিলোঁ। মোৰ ঘৰখনেই নহয়; সেইসময়ত বেছিভাগ ঘৰ এনেকুৱাই আছিল। মই ক'ব পাৰিম জানো মোৰ মাৰ দৰে সেই সময়ৰ মাতৃসকল অকামিলা 'হাউছৱাইফ' আছিল বুলি। সেইসময়ৰ নাৰীসকলৰ বয়স এতিয়া ষাঠিৰপৰা আশী-নৱৈৰ ভিতৰত। অসমৰ বহু অঞ্চলৰ এনে 'হাউছৱাইফ'ক মই আটাইতকৈ বেছি বাতৰি কাকত-আলোচনী পঢ়া মহিলা হিচাপে পাইছোঁ। আজিৰ কৰ্মৰতা শিক্ষিতা নাৰীয়ে কেৰিয়াৰ আৰু ভোগসৰ্বস্ব অধ্যয়ন কৰি সন্তুষ্টি লভে। কিন্তু সেইকালৰ 'হাউছৱাইফ'সকলে আজিও 'জীৱনৰ বাটত', 'ইয়াৰুইঙ্গম', বেজবৰুৱাৰ গল্প, শৰৎ চন্দ্ৰ, বংকিম চন্দ্ৰ, ৰবি ঠাকুৰৰ ৰচনা বাৰে বাৰে পঢ়ে। আজি গাঁৱৰ মহিলাসকলে 'অস্তিত্ব'ৰ সংকটত ভুগিবলৈ সুবিধাই পোৱা নাই। তেওঁলোকে সংসাৰখনৰ মংগল চিন্তাত হাড়-ভঙা পৰিশ্ৰম কৰে। খেতি-পথাৰ চাই, দিন মজুৰি কৰে। নাৰীবাদৰ ধ্বজা উৰুৱাই, নিতৌ সামাজিক কামৰ নামত মেল-মিটিঙত ব্যস্ত নাৰীসকলতকৈ পথাৰৰ ৰোৱনীগৰাকীৰ, তাঁত এযুতি লগোৱা শিপিনীগৰাকী নতুবা সন্তানৰ হ'মৱৰ্ক চাই দিয়া, মাতৃগৰাকীৰ 'অস্তিত্ব' সন্মান সামাজিকভাৱে বেছি বুলি মই বিশ্বাস কৰোঁ। বিশ্ববিখ্যাত গাড়ীৰ আৱিষ্কাৰক হেন্ৰি ফৰ্ডৰ নাম সকলোৱে জানে। এই হেন্ৰি ফৰ্ড আছিল ইলেক্ট্ৰিক লাইটৰ কোম্পানীৰ দুখীয়া মিস্ত্ৰী। কামৰপৰা ঘূৰি আহি ফৰ্ডে, নিশা দোভাগলৈকে ঘৰত এটা ইঞ্জিন তৈয়াৰ কৰাত দেহে-কেহে লাগিছিল। খেতিয়ক পিতৃৰপৰা চুবুৰীয়ালৈকে সকলোৱে এনেকুৱা অলাগতিয়াল কাম এটাত ফৰ্ড বছৰ বছৰ জুৰি লাগি থকা কাৰ্যক ঠাট্টা-বিদ্ৰূপ কৰাৰ অন্ত নাছিল। কিন্তু ফৰ্ড-পত্নীয়ে স্বামীৰ এই পগলামিক বিশ্বাস কৰি, শীত-জহ একো নামানি পুৱতি নিশালৈকে স্বামীৰ সৈতে তেওঁৰ কামত সহায় কৰিছিল। আৰু এদিন চুবুৰীয়াই বিস্ময় সহকাৰে দেখিলে প্ৰথমবাৰৰ বাবে ঘোঁৰাৰ সহায় নোহোৱাকৈ ইঞ্জিনত চলা গাড়ীত ফৰ্ড দম্পতী উঠি গৈছে। ফৰ্ডে অকপটে ওৰে জীৱন স্বীকাৰ কৰিলে যে পত্নীৰ সহায়-সহ্যশক্তি অবিহনে তেওঁ এই ইঞ্জিন আৱিষ্কাৰেই কৰিব নোৱাৰিলেহেঁতেন। আমি ফৰ্ড-পত্নীক ক'ম নেকি তেওঁ এগৰাকী সাধাৰণ 'হাউছৱাইফ' আছিল বুলি?

অৰ্থনৈতিক নিৰাপত্তা সংসাৰৰ বাবে জৰুৰী। কিন্তু মানুহৰ মানসিক নিৰাপত্তা আজিৰ যুগত বেছি জৰুৰী বুলি ভাবোঁ। অলপতে গুৱাহাটীৰ এগৰাকী উচ্চ শিক্ষিতা নাৰীয়ে তেওঁৰ স্বামীয়ে বেছি উপাৰ্জন কৰিব নোৱাৰে বাবে মাতৃ আৰু ভাতৃৰপৰা পোৱা ঠাট্টা-মস্কৰাৰ বাবেই আত্মহত্যা কৰাৰ খবৰ পঢ়িছিলোঁ। 'চুইচাইড ন'ট'ত তেওঁ আৰ্থিক অৱস্থাক লৈ হোৱা হীনমন্যতাক দোষী কৰিছে। উল্লেখযোগ্য যে তেওঁ স্বামী আৰু পৰিয়ালক দোষ দিয়া নাই। এগৰাকী সাংসাৰিকভাৱে সুখী নাৰীয়ে, নিজ মাতৃ-ভাতৃয়ে আৰ্থিক অৱস্থাক লৈ কৰা তাচ্ছিল্য সহ্য কৰিব নোৱাৰিহে আত্মহত্যাৰ পথ ল'লে বুলি তেওঁ লেখি থৈ গৈছে। ভোগবাদী সমাজত ইয়াতকৈ কি নিদাৰুণ উদাহৰণ হ'ব পাৰে? অৰ্থ উপাৰ্জন বা সামাজিক যশ-খ্যাতিয়েই মানুহক সুখী কৰিব নোৱাৰে।

অৰ্থ, সামাজিক খ্যাতি লাভ কৰিও যদি সন্তান সুখ পোৱা নাযায়, স্বামীসুখ-পত্নীসুখৰপৰা বঞ্চিত হয়, সেই ব্যক্তিয়ে নিজকে সুখী বুলি ক'লেও মই বিশ্বস নকৰোঁ। এখন প্ৰাণৱন্ত-প্ৰেৰণাদায়ক ঘৰৰপৰাহে সমাজলৈ সৎ-মেধাৱী ব্যক্তি ওলাই আহিব পাৰে। অলসভাৱে বহি-শুই, টিভি চাই সময় কটোৱা 'হাউছৱাইফ'সকলে নিজক প্ৰাণৱন্ত কৰি ৰাখিবলৈকে, ঘৰৰ কাম কৰা উচিত। নিজৰ ঘৰৰ কাম কৰাত লাজ পাব লগা একো কথা নাই। বিশেষ প্ৰতিভা থাকিলে চৰ্চা কৰক। প্ৰীতিলতা শইকীয়া, আপুনি এগৰাকী সুগৃহিণী, মৰমিয়াল পত্নী, সু-মাতৃ, সমাজলৈ আপোনাৰ অৰিহণা অপাৰ। এজন সৎ স্বামীৰ পত্নী, সু-শিক্ষিত সৎ সন্তানৰ মাতৃৰ স্বীকৃতিৰে আপুনি মহীয়ান। সমাজত কোনেও আপোনাৰ 'অস্তিত্ব'ক উলাই কৰিব নোৱাৰে। আপোনাৰ দৰে হাউছৱাইফ হোৱাৰ যোগ্যতা অৰ্জন কৰা হ'লে মই নিজক লৈ গৌৰৱ কৰিলোঁহেঁতেন। 'নাৰীবাদ'ৰ যিকোনো ভাষণ, যাৰে-তাৰেপৰা শুনি নিজকে তুচ্ছ নকৰিব। অতি আত্ম-কেন্দ্ৰিক আৰু স্বাৰ্থপৰ মানুহে সাংসাৰিক স্নেহ নেওচিব স্ব-ইচ্ছাৰে পাৰে। ধনী-দুখীয়া সকলো মানুহৰ অন্তৰত এখন সপোনৰ ঘৰ আৰু সুখৰ সংসাৰৰ স্বপ্নই জাল বান্ধি থাকে। যি সংসাৰ হেৰুৱাইছে, তেওঁলোকে ইয়াৰ মৰ্মবেদনা বুজি পায়। গতিকে কি প্ৰাপ্তিয়ে আপোনাৰ সুখ নিয়ন্ত্ৰণ কৰে সেই কথাহে বিচাৰযোগ্য। আপুনি আপোনাৰ সুন্দৰ সংসাৰ থকা সত্ত্বেও হাউছৱাইফ বুলি ভাগি পৰিছে। এষাৰ বিশ্ববিখ্যাত বাক্য আছে — 'Do not speak of your happiness to one less fortunate than yourself' —আমি কৰ্মৰত নাৰীয়ে আপোনাৰ দৰে সুখী হাউছৱাইফক ঈৰ্ষা কৰোঁ। কাৰণ মই নিজে মনৰ গোপন কোণত আপোনাৰ দৰে এগৰাকী 'হাউছৱাইফ' হোৱাৰ প্ৰবল ইচ্ছা কঢ়িয়াই লৈ ফুৰোঁ। পৰিয়ালৰ প্ৰকৃত সুখ আৰু সাফল্যৰ চাবি-কাঠী এগৰাকী 'হাউছৱাইফ'ৰ হাতত ৰখাটো সহজ — আমাৰ বাবে ই বৰ কঠিন কাম। আপোনালোকৰ জীৱন প্ৰকৃতাৰ্থতে সফল। এই সুযোগক অনাদৰ নকৰিব। ■

# ভাল খবৰৰ সন্ধানত

Good news! ভাল খবৰ — এই শব্দটোৰ এটা যাদুকৰী শিহৰণ আছে। শব্দটো কাৰোবাৰ মুখত উচ্চাৰণ হ'লে বা ক'ৰবাত পঢ়িবলৈ পালেও একো নজনাকৈয়ে আনন্দৰ সৃষ্টি হয় মনত। বাতৰি কাকতৰ বুৰঞ্জীত 'ভাল খবৰ'ৰ কিছুমান কাহিনী আছে। সংবাদ মাধ্যমৰ সৈতে জড়িত এই কাহিনীবোৰৰপৰা বুজিব পাৰি ভাল খবৰ কেনেকৈ বেয়া খবৰলৈ ৰূপান্তৰ হয়, আৰু বেয়া খবৰ কেনেকৈ ভাল খবৰ হ'বলৈ আগবাঢ়ে।

১৮শ শতিকাত আমেৰিকা যুক্তৰাষ্ট্ৰত খবৰৰ কাকতৰ এক বিপ্লৱ আৰম্ভ হয়। ১৮০০ শতিকাতে তাত ৫১২খন পত্ৰিকা প্ৰকাশ হৈছিল। এই সময়ছোৱাত দুহেজাৰৰ অধিক সংবাদ-পত্ৰৰ উত্থান-পতন হৈছিল। আন্তৰ্জাতিক ৰাজনীতি, শ্ৰমিক আন্দোলন, উপনিৱেশ দখল, জাতীয় মুক্তি আন্দোলন ইত্যাদিৰ বিষয়বস্তুৰ মাজত ১৮৩৩ত 'দ্যা নিউয়ৰ্ক ছান' নামৰ পত্ৰিকাখনৰ সম্পাদকে প্ৰথম কাকত প্ৰকাশ কৰিয়েই ৰিপ'ৰ্টাৰ আৰু ডেস্কৰ সাংবাকিক কৈছিল যে 'Bring some different good news to the paper' এই 'ভিন্ন ভাল খবৰ'ৰ ওপৰত পৰীক্ষা চলাওঁতে 'বেয়া খবৰৰ ভাল দিশ' কিছুমান ৰিপ'ৰ্টাৰসকলে সন্ধান কৰিবলৈ লাগি গৈছিল। কিন্তু 'ভাল'ক ৰহণ সানোতে এই সংবাদবোৰ মাজে মাজে মিছা আৰু চাঞ্চল্যকৰ হৈ পৰিছিল। 'দ্যা নিউয়ৰ্ক ছান'ৰ জনপ্ৰিয়তা আৰু বিক্ৰীয়ে অভিলেখ সৃষ্টি কৰিছিল। এই সময়তে 'ছান'ৰ সাফল্যৰ প্ৰত্যাহ্বান জনাই প্ৰকাশ পাইছিল 'দ্যা নিউয়ৰ্ক হেৰল্ড'। সম্পাদক জেমছ গৰ্ডন বেনেটে ঘোষণাই কৰি পেলালে যে 'নাটকৰ ক্ষেত্ৰত শ্বেইক্সপীয়েৰ, চুটিগল্পত স্কট, কবিতাত বাইৰণে যেনেকৈ প্ৰতিভা দেখুৱাই যুগজয়ী হ'ব পাৰিছে, ময়ো সাংবাদিকতাৰ ক্ষেত্ৰত তেনে উদাহৰণ দেখুৱাব খোজোঁ', এইবুলি তেওঁ সাংবাদিকসকলক ক'লে যে 'মানৱ স্বাৰ্থ জড়িত প্ৰকৃত ভাল খবৰৰ অনুসন্ধান কৰা'। এই ভাল খবৰৰ মাজত জনবিৰোধী চৰকাৰী পদক্ষেপবোৰকো জনমানসলৈ পৰিষ্কাৰভাৱে অনা হৈছিল। পৰৱৰ্তী কালত 'ৱাটাৰ গেইট কেলেংকাৰী' প্ৰকাশ হোৱাৰ পাছত আমেৰিকাত 'Protective Privacy Act' আইন এখন অনুমোদন হোৱাত 'হেৰল্ড'ৰ পুৰণি সাংবাদিক কেইজনমানে মুক্তকণ্ঠে কৈছিল যে 'চৰকাৰে নিজৰ দুৰ্নীতি লুকুৱাবলৈকে আৰু প্ৰেছক দূৰত ৰাখিবলৈ এই আইন তৈয়াৰ কৰিছে আৰু চৰকাৰেই প্ৰথম সাংবাদিকবোৰক বেয়া খবৰ যোগান ধৰিবলৈ বাধ্য কৰাইছে। এই সকলোবোৰ ঘটনা 'ভাল খবৰ'ৰ অনুসন্ধান কৰোঁতে সংবাদজগতত হোৱা ঘটনা। এনেকুৱা অলেখ আলোড়নকাৰী কাহিনী পঢ়িবলৈ বহুতেই নিশ্চয় পাইছে।

আমাৰ হত্যা-বিভীষিকা, দুৰ্নীতিৰ অসম ৰাজ্যতো আজিকালি 'ভাল খবৰ' আপুৰুগীয়া ৰত্নৰ দৰে দুৰ্লভ হৈ পৰিছে। আমি সাধাৰণ মানুহবোৰে সংবাদ মাধ্যমে পৰিৱেশন কৰা 'ভাল খবৰ' আজিকালি পঢ়িবলৈ, শুনিবলৈ অপেক্ষা কৰি থাকোঁ। আজিৰেপৰা পোন্ধৰ বছৰ আগতে বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত 'হত্যা'ৰ খবৰ এটা ছপাবলৈ কাকতৰ সম্পাদনা গোষ্ঠীয়ে আগ্ৰহ কৰিছিল। কাৰণ 'হত্যা'ৰ দৰে দুৰ্লভ খবৰে মানুহৰ আলোচনাৰ খোৰাক যোগাইছিল, বিস্মিত কৰিছিল। অপৰাধ, দুৰ্নীতি, ধৰ্ষণ এনেকুৱা খবৰ এখন-দুখন কাকতত প্ৰকাশ কৰি কাকতখনৰ কমাৰ্চিয়েল বৈচিত্ৰ্য এটা আনিবলৈ সম্পাদকে যত্ন কৰিছিল। কিন্তু অৱশেষত এনেকুৱা পৰিস্থিতি নামি আহিল যে আঙ্গৰ দৰে 'ধৰ্ষণ'ৰ বাতৰি থকা কাকতখন, বিভীষিকাময় হত্যাৰ খবৰ এটা থকা কথাটো সাধাৰণ গতানুগতিক খবৰ আৰু ভাল খবৰবোৰ, অসাধাৰণ হৈ পৰিল।

এতিয়াৰ স্বাভাৱিক খবৰবোৰ হ'ল এনেকুৱা — 'পেঙেৰীত দুগৰাকী গাভৰুক ধৰ্ষণ', '২৪জন নিৰীহক হত্যা.....', নৃশংসভাৱে হত্যা শিশুক, অমানৱীয় হত্যালীলা ৰাজ্যত..... (হত্যাৰে আকৌ 'নৃশংস' 'অমানৱীয়' আদি

বিশেষ গুণ মাত্ৰা!) অমুক দপ্তৰত কোটিটকীয়া কেলেংকাৰী, মন্ত্ৰীৰ মদ খাই উত্তগুালি, অমুক মন্ত্ৰীয়ে সাজিছে কোটিটকীয়া দালান..... ইত্যাদি ইত্যাদি। পঢ়ুৱৈক এইবোৰৰ ৰুদ্ধশ্বাসৰপৰা সামান্য উপশম দিবলৈ 'জবৰদস্ত' ভাল নিউজ সাংবাদিকবোৰে আজিকালি বিচাৰে। কাৰণ পঢ়ুৱৈয়ে সত্য হ'ল বুলিলে ৰাতিপুৱাই ইমান নগ্ন সত্যবোৰ হজম কৰাটো বৰ কষ্টকৰ। পঢ়ুৱৈয়ে সেয়ে ভাল খবৰ বিচাৰে। সংবাদৰ গতানুগতিকতাৰপৰা মুক্তি পাবলৈ ভাল খবৰ এটা-দুটা থকাটো দৰকাৰ।

ভাল খবৰবোৰ কি? নাটক, থিয়েটাৰ, কবিতা-গানৰ অনুষ্ঠানবোৰক (ভাল-বেয়াৰ বিচাৰ নোহোৱাকৈ) প্ৰথম পৃষ্ঠালৈ অনা। আচৰিত ধৰণে আজিকালি কিছুমান ভাল খবৰ এনেকুৱা — 'গভাইত ডকাইতৰ দল কৰায়ত্ত কৰি আৰক্ষী পুৰস্কৃত', .....মন্ত্ৰীৰ উদ্যোগত অঞ্চলটোত সফল পানী যোগান আঁচনি'। অৰ্থাৎ পুলিচ প্ৰশাসনে ভাল কাম নকৰাটো ইমান স্বাভাৱিক কথা যে আৰক্ষীয়ে চোৰ-ডকাইত ধৰিলেও প্ৰশংসা পায়। জনসাধাৰণে কিহৰ বাবে এম-এল-এ বা মন্ত্ৰী নিৰ্বাচন কৰি চৰকাৰ গঠন কৰিবলৈ পঠালে, সেয়া পাহৰি যায়, সেয়ে মন্ত্ৰী বা এম-এল-এই যদি অঞ্চলৰ বাবে ভাল কাম কৰে সেয়া 'খবৰ' হৈ যায়। তাকো 'ভাল খবৰ'ৰ শাৰীত তালিকাভুক্ত হয়।

মানুহৰ সমাজৰ মূল্যবোধৰ কেনেকুৱা পৰিৱৰ্তন হৈছে তাৰ এটা নমুনা অলপতে সাংবাদিক বন্ধু এজনে ক'লে। পল্টন বজাৰ থানাত হেনো এজন সৎ পুলিচ আছে। পুলিচৰ মাজত সৎ, ইঞ্জিনীয়াৰৰ মাজত সৎ, ডাক্তৰৰ মাজত সৎ, শিক্ষকৰ মাজত সৎ, সাংবাদিকৰ মাজত সৎ একোজন ব্যক্তি বিচাৰি উলিওৱাটোও আজিকালি 'ভাল খবৰ'ৰ মাজত পৰে। 'সৎ আমোলা-বিষয়া' এৰিধ দুষ্প্ৰাপ্য প্ৰাণী বুলি আজিকালি বিবেচিত হয়। পল্টন বজাৰৰ এই পুলিচজন 'সৎ' বুলি বহুক্ষেত্ৰত প্ৰমাণিত হোৱাৰ পাছত তেওঁৰ হেনো জোকোৱা নাম এটা ওলাল 'চক্ৰেটিছ' বুলি। সেইদৰে সিদিনা গুৱাহাটীৰ কাছাৰীত কাম কৰা আদহীয়া ভদ্ৰলোক এজনৰ কথা তেওঁৰেই সহকৰ্মী এজনে ক'লে 'যুধিষ্ঠিৰ' বুলি। উপলুঙাৰে তেওঁ ক'লে — 'যুধিষ্ঠিৰগিৰি জীৱনটো কৰি তেওঁৰ গুৱাহাটীত এতিয়ালৈকে মাটি একঠাও নাই'। মানুহে মানুহৰ প্ৰতি বিশ্বাস ৰখা, কথা দি কথা ৰখা, স্বাৰ্থহীনভাৱে উপকাৰ কৰা কাৰোবাক ভালপোৱা এই কথাবোৰ, যিবোৰ মানুহৰ বাবেহে কেৱল সম্ভৱ আৰু স্বাভাৱিক, সেইবোৰৰ

আজিকালি 'উল্লেখযোগ্য ভাল খবৰ'লৈ আমূল বিৱৰ্তন ঘটিল। আমি, সংবাদ-পত্ৰৰ মানুহবোৰে এইবোৰক বিচাৰি বিচাৰি ৰাইজক জনাবলৈ বিচাৰোঁ — কি কৰুণ প্ৰচেষ্টা।

কিছুদিন আগেয়ে 'ভাল খবৰ', বিচাৰি গুৱাহাটীৰপৰা ৫৫ কিঃ মিঃ দূৰৈৰ ৰাভা গাঁওকেইখনমানলৈ যাত্ৰা কৰিছিলোঁ। কিছুমান নীৰৱ কৰ্মীয়ে এতিয়াও ভাল কাম কৰি আছে। যিবোৰে সংবাদ মাধ্যমক নিবিচাৰে বাবেই সংবাদ মাধ্যমো তেওঁলোকৰ ওচৰলৈ নাযায়। আমাক তেনেকুৱা এগৰাকী কৰ্মী ড° সুনীতা চাংকাকতিয়ে তেওঁলোকে কাম কৰা গাঁওকেইখনলৈ লৈ গৈছিল। চৰকাৰী জৰাজীৰ্ণ এড়ী পাম এখনকে তেওঁলোকে লৈ পুনৰ গাঁৱৰ মহিলাসকলক পলু পুহি কাপোৰ বৈ স্বাৱলম্বী হ'বলৈ শিকাইছে। বৰদুৱাৰ অঞ্চলৰ এই ৰাভা তিৰোতাবোৰে বিস্ময়েৰে সুনীতাক সুধিছিল — ক'ৰ মানুহ? খবৰ কাগজৰ মানুহ?

আমি সুধিলোঁ — পঢ়ানে খবৰ কাগজ?

ঃ আমাৰ মতা মানুহবোৰে 'চেণ্টাৰ'লৈ গৈ খবৰ কাগজ পঢ়া শুনে নহয় — ঘৰত কয়হি — পিছে খবৰ কাগজ দেখা নাই।

আচৰিত নালাগেনে? গুৱাহাটীৰপৰা মাত্ৰ নাতিদূৰৈত থকা গাঁওকেইখনৰ বেছিভাগ মহিলাই নাজানে বাতৰি কাকত কি — অথচ তেওঁলোকেও প্ৰতি বছৰে ভোট দিয়ে।

আঘোণমহীয়া সোণালী পথাৰ। পথাৰৰ শুকান নৰাৰ গোন্ধ, কেঁচা বাঁহনিৰ নিৰ্মল সুগন্ধ লৈ আমি গাঁওবোৰৰ সৰু গো-বাটবোৰেৰে পিংপিঙাই ফুৰিছিলোঁ। ৰাস্তাৰ কাষত গজা ভেকুৰি তিতাৰ থোপাবোৰৰপৰা গুটি ছিঙি মুখত লৈ তিতা সোৱাদ লৈ আনন্দ কৰিছিলোঁ। আমাৰ সৈতে গৈছিল 'আৰাধনা পেটেল' নামৰ ছোৱালী এজনী। আৰাধনা ড° ভূপেন হাজৰিকাৰ ভনীয়েক ৰুবী পেটেলৰ ছোৱালী। কানাডাত থাকে। জন্মৰেপৰা বিদেশত ডাঙৰ হোৱা আৰাধনাই কানাডাতে 'সমাজ বিজ্ঞান' পঢ়ি চৰকাৰী এন-জি-অ' এটাত কাম কৰিছিল। কিন্তু হঠাতে তাইৰ ভাব হ'ল — মাক-দেউতাকৰ দেশ 'ভাৰতবৰ্ষ' তাই ভালকৈ চোৱাটো দৰকাৰ। তাই এবছৰৰ বাবে ভাৰতলৈ আহিল। অসমৰ গ্ৰাম্য জীৱনৰ প্ৰকৃত ৰূপ চাবলৈ আমাৰ সৈতে তাই ওলাল। সংযোগটো কৰিলে সুনীতাই। আৰাধনাই আমাৰ সৈতে চালে, কেনেকৈ দৰিদ্ৰতাৰ সৈতে কঠোৰ সংগ্ৰাম কৰা মানুহখিনিয়ে গাঁৱলীয়া মদ প্ৰস্তুত কৰি বিক্ৰী কৰে।

এই মানুহখিনিকে পলু পুহিবলৈ শিকাইছে আৰু অৰ্থৰ

যোগান ধৰিছে সুনীতাৰ প্ৰতিষ্ঠানটোৱে। গাঁৱলৈ প্ৰায়ে গাড়ী-মটৰ নাযায়, কিন্তু নিশা চোৰাং কাঠ নিয়া গাড়ী যায়। আমাক ভেওঁলোকে দেখুৱালে এখন অৰণ্যৰ মৰিশালি। সম্পূৰ্ণ এখন শালগছৰ অৰণ্যৰ কেৱল গুৰিৰ মুঢ়াবোৰ আছে। তাত সতৃষ্ণ নয়নেৰে আহি বিচাৰি ফুৰিছিলোঁ এখন অৰণ্য, কিতাপ-কাগজত পঢ়িবলৈ পোৱাৰ দৰে আঘোণ-পুহ-মাঘৰ ধানে-মাহে ভৰা এখন গাঁৱৰ ছবি। গাঁৱৰ বিষণ্ণ ছবিখন চাই বিচাৰি ফুৰিলোঁ ভাল খবৰ। ভাল খবৰ আছিল। প্ৰায় বিছখন ৰাভা গাঁৱৰপৰা অহা মহিলা আৰু ছোৱালীবোৰে পলু পুহিবলৈ লৈছে। চৰকাৰী উদ্যোগত নহয়। 'আছাম চেন্টাৰ ফৰ ৰুৰেল ডেভেলপমেন্ট'ৰ সহযোগত। লগ পালোঁ প্ৰদীপ ৰাভাক। কোনোদিনে কাঠৰ কাম নিশিকা প্ৰদীপে ঈশ্বৰপ্ৰদত্ত প্ৰতিভাৰে তাঁতশাল, প্ৰয়োজনীয় চকী-মেজ তৈয়াৰ কৰি প্ৰতিষ্ঠানটোক সকলো কামতে সহায় কৰিছে, দুপইচা অৰ্জনো কৰিছে। শিপিনীবোৰে এড়ী চাদৰ, টেবুল ক্লথ, বিছনা চাদৰ, পৰ্দা আদি উজ্জ্বল নক্সাৰে বৈ উলিয়াছে। এই গ্ৰাম্য প্ৰতিভাবোৰে কিছুদিন আগলৈকে ভাতমুঠিৰ খৰচ উলিওৱাৰ কোনো উপায়েই পোৱা নাছিল। আৰাধনা পেটেলে ইংৰাজীতে কৈছিল 'মই পঢ়িছোঁহে ভাৰতৰ দৰিদ্ৰতাৰ কথা, কিন্তু মহানগৰীৰপৰা ৫০ কিলোমিটাৰ দূৰৈৰ গাঁওবোৰত যে আখৰ নজনা মানুহ, বিজুলী-বাতিৰ পোহৰ নেদেখা মানুহ, ৰাস্তা নথকা গাঁৱত আধাপেটিকৈ মানুহে জীৱন নিৰ্বাহ কৰি থাকে, সেয়া কল্পনাও কৰিব পৰা নাছিলোঁ'। দৰিদ্ৰতাই ম্লান কৰিব নোৱাৰা গাঁৱৰ মানুহৰ আন্তৰিকতা আৰু আনন্দ-উচ্ছাহ দেখি তাই বিস্ময় মানিছিল। মই কৈছিলোঁ — তুমি কানাডাত গৈ ক'বাগৈ অসমৰ গাঁৱৰ মানুহে দুখ কেনেকৈ লুকুৱাই, কেনেকৈ হিয়াখুলি দিয়ে অচিনাকি আলহীক।

ইয়াৰ কিছুদিন পাছতে গ'লোঁ যোৰহাটলৈ। নগৰখনৰ প্ৰতিটো অলি-গলিতে পৰি আছে জীৱনৰ বহু তিতা-মিঠা ৰোমন্থন। আজন্ম সম্পৰ্ক যোৰহাট থিয়েটাৰৰ সৈতে। সকলোতকৈ ডাঙৰ কথা, কেবাটাও প্ৰজন্ম মিলন স্থল এই যোৰহাট থিয়েটাৰ। পুৰণি ঐতিহ্যবাহী যোৰহাট থিয়েটাৰত ধাৰাবাহিকভাৱে যতি নপৰাকৈ প্ৰত্যেক প্ৰজন্মৰ নাটক হয়। আজি যি সময়ত গুৱাহাটীত এমেচাৰ নাটকত দৰ্শকৰ বাবে চিন্তা হয়, যোৰহাট থিয়েটাৰত সেই শংকা নাই। নতুনে নাটক কৰে। বয়োজ্যেষ্ঠসকলে আখৰা চায়, বয়োজ্যেষ্ঠই নাটক কৰে, নতুন প্ৰজন্মই সকলো সহায় কৰে। এই পৰিৱেশ অসমৰ কোনো ঠাইতে আমি দেখা পোৱা নাই। সকলোকে একেলগে লগ পোৱাৰ আশাৰে থিয়েটাৰ ঘৰত সোমালোঁ। জানুৱাৰি ২৭ তাৰিখৰপৰা 'মাটিৰ গাড়ী' (মৃচ্ছকটিকম্) অনুষ্ঠিত হ'ব। শিৱপ্ৰসাদ চক্ৰৱৰ্তীয়ে অনুবাদ কৰিছে। পৰিচালনাত কুলদা ভট্টাচাৰ্য। গৈ পোৱাৰ পাছতে সেই পুৰণি উষ্ণ আদৰণি। বয়োজ্যেষ্ঠৰ মৰমভৰা দাবী, ধমকি, নতুনবোৰৰ আদৰ-আশ্বাস। তিলমিজকা ('ৰঙা পুলিচ' চিনেমাৰ তিলমিজুৰ ৰহমান) গীতিকাৰ হেমন্ত গোস্বামী, নিত্যঞ্জন বৰঠাকুৰ, অধ্যাপক যোগানন্দ গোস্বামী, তৰুণ গোস্বামী আৰু যে কতজন! সেইদিনা ঈদ। তিলমিজকাই যোৰহাট থিয়েটাৰৰ সকলোকে ঈদৰ হালুৱা, কে'ক, মিঠাই খুৱাইছে। তিলমিজকাক বয়সে চুব পৰা নাই। ক'লে — 'বৰ ভাল দিনটোতে আহিলাহে!' শান্তনু, তপন আদি পিছৰ চামৰ নাট্যকাৰ, অভিনেতাখিনিয়ে চাহ বিলাইছিল। শীতৰ যোৰহাট ঠেৰেঙা। কুঁৱলি আৰু নিয়ৰে সেমেকাই ৰখা নিশাবোৰতো ক্ষতি নকৰাকৈ বয়োজ্যেষ্ঠসকল নিয়মিত আহে মাফ্‌লাৰ, বান্দৰটুপী পিন্ধি। ধৰণীধৰ বৰুৱাদাই ক'লে — এই নাটকত চাৰিটা প্ৰজন্মই অংশগ্ৰহণ কৰিছে। এখন চহৰৰ বুকুত একেলগে সকলোৱে উষ্ণ আবেগেৰে এনেদৰে এতিয়াও বান্ধ খাই থকাটো বিৰল দৃশ্য। ষ্টেজত থকা অশোকদা, অমৰদা সকলোকে মাত লগাই আহিবৰ পৰত কুঁৱলিয়ে চহৰখন ঢাকি পেলাইছিল। মাত্ৰ থিয়েটাৰ হলৰপৰা ভাঁহি আহিছিল 'চাৰু দত্ত বসন্ত সেনাৰ' সংলাপ। ভাবিলোঁ, এয়াও ভাল খবৰ বছৰটোৰ বাবে।

বেচৰকাৰী ডিলাক্স বাছ এখনৰ কণ্ডাক্টৰ এজনৰ সৈতে এটা আকস্মিক অভিজ্ঞতা হ'ল। যোৰহাট চৰকাৰী পৰিবহণ নিগমৰ ভিতৰত বেচৰকাৰী বাছৰ টিকট দিয়া কাউণ্টাৰ। টিকটত নাম লেখি দিয়াৰ নিয়ম। টিকট দিয়া ল'ৰাজনে হঠাতে ক'লে 'বাইদেউ অলপ ৰ'বচোন'। তাৰ পাছত তেওঁ উছাহেৰে ক'লে যে মোৰ লেখাবোৰ তেওঁ হেনো নিয়মিতভাৱে পঢ়ে। আচৰিত লাগিল শুনি। তেওঁ ক'লে যে মই যাব খোজা বাছখনত তেওঁ যাব, গতিকে কথা পাতিব পাৰিব। পিছদিনা বাছত কণ্ডাক্টৰ হিচাপে ল'ৰাজনক পালোঁ। কাজিৰঙামান পোৱাৰ পাছতে আহি মোৰ ছীটৰ কাষত থিয় হৈ আৰম্ভ কৰিলে — 'কিতাপ লেখা মানুহ লগ পালে ইমান ভাল লাগে। বাইদেউ 'মধুৰতম সময়' নামৰ কিতাপ এখন ৰত্না দত্তই লেখিছে। বিজ্ঞাপন পালোঁ। পিছে বিচাৰি নাপালোঁ। নম্ৰতা দত্তই লেখা গুলজাৰৰ কবিতা পঢ়িছেনে।

'বাঘে টাপুৰ ৰাতি' মই পঢ়িবলৈ পোৱা নাই। কলেজত ভালকৈ পঢ়িবলৈ নাপালোঁ। চাকৰিত সোমাবলগা হ'ল। এইদৰে থপিয়াই ছেগ বুজি কিতাপ পঢ়োঁ। কিতাপৰ দোকানত বহোঁ। নতুন নতুন কি কিতাপ ওলাইছে ক'বনে? — এই ইয়াতে আপোনাৰ ঠিকনাটো দিয়কচোন, বুলি সৰু ন'টবুক এখন আগবঢ়াই দিলে মোলৈ, লগতে ক'লে — বেয়া পাব নেকি কেতিয়াবা লগ কৰিলে — মোক কিতাপ পঢ়া বিষয়ত উপদেশ দিলেই হ'ব'। বিস্ময় আৰু আবেগে একেলগে অন্তৰ তোলপাৰ লগাইছিল। হাঁহিমুখীয়া ল'ৰাটোৱে আশাৰে মোৰ মুখলৈ চাই আছে। ল'ৰাজন খৰ খেদাকৈ কেবিনলৈ যাওঁতে সুধিলোঁ, তোমাৰ নামটো?

— পবিত্ৰ তামুলী, আমগুৰিৰ আমাৰ ঠাইখিনি ৰৰবজাৰৰ ওচৰত। মোৰ বাবে কিতাপৰ তৃষ্ণাত আতুৰ পবিত্ৰ এটা ভাল খবৰ। এই বছৰৰ ভাল খবৰ। বৰদুৱাৰৰ গাঁওকেইখনৰ মাজত ৰাভা সম্প্ৰদায়ৰ জীয়ৰী-বোৱাৰী, আইতা সকলোৱে মাছ মাৰি ৰং-ধেমালি কৰা দৃশ্যটোও ভাল খবৰ। মাছ কোনেও পোৱা নাই। — অথচ এই হাঁহি-ধেমালিখিনিকে বুকুত লৈ শুদা ভাত হাঁহিমুখে খাব। জীৱনৰ ইও এক বিচিত্ৰ আনন্দ।

গুৱাহাটী গ্ৰন্থমেলা আৰম্ভ হ'ল। গ্ৰন্থমেলাৰ দ্বিতীয় দিনা গৈছিলোঁ। তাতো ভাল খবৰ। অসম লেখিকা সমাৰোহ সমিতিয়ে এটা অভিনৱ কাম কৰি দেখুৱালে নলিনীবালা দেৱীৰ সমগ্ৰ প্ৰকাশিত কবিতাৰ এটা সংকলন প্ৰকাশ কৰি। কামটো কেতিয়াবাই কৰাৰ দৰকাৰ আছিল। অতি পলমকৈ হ'লেও, এই গুৰুত্বপূৰ্ণ ভাল কামটো কৰি লেখিকা সমাৰোহ সমিতি গৌৰৱৰ অধিকাৰী হ'ল।

এইদৰেই বছৰ শেষ হ'ল। নতুন বছৰৰ প্ৰথমদিনা এক অভিনৱ অভিজ্ঞতা হ'ল। চানমাৰিৰ ফুটপাথত পাণ-দোকান দিয়া কমলাকান্ত ডেকা নামৰ অতি সহজ-সৰল, ল'ৰাজনে এখন কবিতা পুথি প্ৰকাশ কৰিলে দিনে পাঁচ টকাকৈ সাঁচি। তেওঁ এক জানুৱাৰিৰ দিনা 'সাদিন'ৰ কাৰ্যালয়ত উপস্থিত হৈ ক'লে যে সকলোৰে মাজত কিতাপখন অনুষ্টুপীয়াকৈ উন্মোচন কৰাৰ প্ৰবল ইচ্ছা। উন্মোচন কৰা হ'ল। কমলাকান্তই আৱেগতে সিক্ত চকুৰে ক'লে — ফুটপাথত দোকান দিয়াটো বে-আইনী, তথাপিও দিওঁ। পুলিচে খেদি দিলে দিনটো থিয় হৈ তামোল বিক্ৰী কৰোঁ। কি কৰিম? মনটোক বশ কৰিব নোৱাৰোঁ বাবে কবিতা লেখোঁ। অৰুণ মহন্তই কিতাপখন মৰম কৰি প্ৰকাশ কৰি নিদিয়াহেঁতেন, মনৰ আশা মনতে মাৰ গ'লহেঁতেন'। কমলাৰ জীৱন সংগ্ৰামৰ মাজত সৃষ্টি হোৱা কবিতা পুথিখনৰ নাম 'কমল সুবাস'। চানমাৰিৰ বাছষ্টপেজৰ কাষৰ তামোল-পাণৰ দোকানতে পোৱা যাব কমলৰ সৰু কবিতা পুথিখন। বছৰৰ ভাল খবৰ এনেকৈয়ে স্বাভাৱিকভাৱে আৰম্ভ হওক বুলি কমলৰ এটা কবিতা পঢ়ুৱৈক উপহাৰ দিলোঁ —

হাঁহিবও নাজানো
কান্দিবও নাজানো
তুমি জানানে বাৰু?
কি ফুল ছিঙিবা
কি ফুল আনিবা
মোলৈ.....
লুইতৰ বালিৰ চৰত
বহাগ বিহুত
সূৰ্যৰ পোহৰত
আমি দুয়ো মিলি যাম
নতুন দিনত
নতুন কথা পাতিম..... ■

# এটা সাধু কওঁ আহক

পৃথিৱীৰ মানুহক মতলীয়া কৰা ব'ৰাগী আমেৰিকান লোকশিল্পী পিট চিগাৰক লগ পোৱা দিনটোৰ সেই বিশেষ মুহূৰ্তটো আজিও মোৰ বাবে স্মৰণীয় মুহূৰ্ত। তেওঁক মই দেখিছিলোঁ প্ৰথম ১৯৯৬ ত এজাক শিশুৰ মাজত। দেওবাৰ আছিল সেইদিনা। কলিকতাৰ কলা মন্দিৰত এজাক স্কুলীয়া শিশুৰ মাজত তেওঁ সেইদিনা কথা পাতিছিল, গান গাইছিল, মেণ্ডলিন বজাইছিল আৰু সবিস্ময়েৰে আমি কিছুসংখ্যক ডাঙৰ মানুহে অশীতিপৰ মানুহজনৰ প্ৰাণোচ্ছল কাৰ্য-কলাপবোৰ চাই আপোনপাহৰা হৈছিলোঁ। চিগাৰে ল'ৰা-ছোৱালীবোৰক সুধিছিল — তুমি তোমাৰ দেশঁৰ সাধু জানানে? জানানে তুমি থকা ঠাইৰ নামটো কেনেকৈ হ'ল? আৰু জানানে তোমাৰ ককা-আইতাই গোৱা গীতবোৰ? মিঠা মিঠা পদ্যবোৰ? জানানে নাই বাৰু চহৰখনৰ মাজেৰে বৈ যোৱা নদীখনৰ কথা? নদীৰ পাৰৰ সাধুবোৰ একা? — এইদৰে সুধি যাওঁতে তেওঁৰ যাদুময় আঙুলিকেইটা পুৰণি গীটাৰখনৰ ষ্ট্ৰিংবোৰত ঘূৰি ফুৰি মৃদু ঝংকাৰ তুলি আছিল, যেন তেওঁ কথাবোৰ সুৰৰ মাজত সাবটি ধৰি আছিল। ৰঙচুৱা মুখৰ সেই কিম্বদন্তী পুৰুষজন, যি লোকবাদ্যৰেই পৃথিৱীৰ বুৰঞ্জী কৈ যায়, কেতিয়াবা নীল নদীৰ কথা, কেতিয়াবা লণ্ডনৰ কাৰখানাত মৃত্যু হোৱা শ্ৰমিকৰ জীৱন গাঁথা। সপোনৰ দৰে আজিও বহন কৰি ফুৰিছোঁ সেই বিশেষ মুহূৰ্তটো। গায়ক সুমন চট্টোপাধ্যায়ৰ সৈতে তেওঁ নজৰুল মঞ্চত গাইছিল বিখ্যাত ৰবীন্দ্ৰ সংগীত 'পুৰাণো সেই দিনেৰ কথা.....'

ল'ৰা-ছোৱালীবোৰৰ মাজত যিদিনা চিগাৰে কটাইছিল, সেইদিনা দেখিছিলোঁ কিছু বিশেষ কথা। কনভেণ্টৰ শিক্ষাৰে শিক্ষিত ল'ৰা-ছোৱালীবোৰে 'পিট আংকল' বুলি ইংৰাজীতে কথা-বতৰা হৈছিল শিল্পীজনৰ সৈতে। কিন্তু সিহঁতে গাইছিল পুৰণি বাংলা গীত, পুৰণি পদ্য আৰু বুৰঞ্জীমূলক কথা-কবিতা। চিগাৰে কৈছিল — 'শিকা, তোমালোকে গোটেই পৃথিৱীৰ গীত-সুৰ-ভাষা সকলো শিকা কিন্তু নিজৰ মাটিক পাহৰি নহয়.....'

এই কথাবোৰৰ অৱতাৰণা কৰিছোঁ বিশেষ দুটামান কাৰণত। মোৰ একমাত্ৰ পুত্ৰৰ মাত ফুটাৰেপৰা ছবছৰ বয়সলৈকে পশ্চিমবংগত থকা হেতুকে তাৰ স্বভাৱ, মাত-কথাত সেই ৰাজ্যৰ ভাষা-সংস্কৃতিয়ে প্ৰভাৱ পেলালে। বিশেষভাৱে তাৰ মাত প্ৰথম ফুটাৰ পাছত, প্ৰতিবেশী পৰিয়ালবোৰে কোলাত লৈ নানা কথা শিকাইছিল। দুবছৰ বয়সতে সি আধাফুটা মাতেৰে আওৰাইছিল — 'আঁদুৰ-বাদুৰ-চালতা চাঁদুৰ কলা বাদুৰেৰে বিয়ে.....' 'বৃষ্টি পৰে টাপুৰ-টুপুৰ নদীয়ে গেল বান' আদি সুন্দৰ বাংলা 'চড়া' (শিশুপদ্য) বোৰ। তদুপৰি পঢ়িব পৰা হোৱাৰপৰা সি জন্মদিনত উপহাৰ পাইছিল ৰাজা ৰামমোহন ৰায়, ৰবীন্দ্ৰনাথ, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আদিৰ ৰঙীন ফটোগ্ৰাফ থকা শিশু উপযোগী সুন্দৰ জকমকীয়া বাইণ্ডিঙৰ কিতাপ। কিছুমান ফুট থকা ৰেখাংকনৰ বহী, যিবোৰত শিশুৱে পেঞ্চিলেৰে ফুটবোৰ লগ লগালে ৰেখাৰে এটা ভিক্টোৰিয়া মেম'ৰিয়েল, মাদাৰ টেৰেছা; ৰবীন্দ্ৰনাথ, কালীঘাট আদি আপোনা-আপুনি ওলাই পৰে। ছবিখন আঁকি শিশু নিজেই চমৎকৃত হয় আৰু তাৰ পাছত চিনাক্ত কৰি ছবিৰ তলত সেয়া কি আছিল নামটো লেখিব লাগে। এনেকুৱা অসংখ্য খেলৰ কিতাপ সি উপহাৰ পাইছিল। যাৰ বাবে চাৰি বছৰ বয়সতে তাৰ সেই ৰাজ্যখনৰ বুৰঞ্জী-সংস্কৃতি আৰু পূৰোধ্য ব্যক্তিসকলৰ সম্পৰ্কে সম্যক ধাৰণা এটা গঢ় লৈছিল। আচৰিত ধৰণে এই শিক্ষাবোৰ আমি নিদিয়াকৈয়ে সি পৰিৱেশৰপৰা লাভ কৰিছিল। আমি নিশিকোৱাকৈয়ে সি প্ৰতিবেশীক 'দাদু, কাকীমা, পিসি, দিদি, মামা' ইত্যাদি সম্বোধন 'আংকল-আণ্টি'ৰ পৰিৱৰ্তে কৰিছিল। সি মোৰ দেউতাকো 'দাদু' বুলিছিল। দেউতায়ো সেই সম্বোধনত ৰস পাইছিল। যিখন স্কুলত সি পঢ়িছিল সেইখনত হিন্দী আৰু ইংৰাজী মুখ্য ভাষা

আছিল। অসমলৈ অহাৰ পাছতো সেয়ে কেন্দ্ৰীয় বিদ্যালয়ত তাৰ নাম লগোৱা হ'ল। আশা কৰিছিলোঁ যে অন্যান্য ৰাজ্যত থকাৰ দৰেই মাতৃভাষাটো নিশ্চয় স্কুলখনত থাকিব; কিন্তু আশ্চৰ্যৰ বিষয়, অসমৰ কোনো কেন্দ্ৰীয় বিদ্যালয়ত 'অসমীয়া ভাষা'ৰ ঐচ্ছিক বিষয়টোও নাই। আনহাতে পশ্চিমবংগ, উৰিষ্যা আদিত বাংলা আৰু উৰিয়া ভাষা কেন্দ্ৰীয় বিদ্যালয়ত ঐচ্ছিক বিষয়ৰূপে অন্তৰ্ভুক্ত। ইয়াত সেয়ে সোধা-পোছা কৰিলত স্কুল কৰ্তৃপক্ষয়ো ক'লে যে কোনো পিতৃ-মাতৃয়ে অসমীয়া ভাষা কেন্দ্ৰীয় বিদ্যালয়ত দিয়াৰ বাবে কোৱা নাই বাবেই ভাষাটো দিয়া হোৱা নাই। আমি কেবাজনো অভিভাৱককো কথাটো কৈ আলোচনা কৰিলোঁ। কিন্তু উৎসাহ কাৰোপৰা নাপালোঁ।

অৱশেষত আমি নিজেই ল'ৰাক অসমীয়া ভাষা শিকাবৰ বাবে যত্নবান হ'লোঁ। দুয়োজনী আইতাকেই কলিকতাত থাকোঁতে ল'ৰালৈ অসমীয়া অ-আ স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণৰ কিতাপ, কুঁহিপাত আদি পঠাইছিল। তাতেই অলপ-অচৰপ অসমীয়া শিক্ষা আৰম্ভ হৈছিল। অসমলৈ আহি সেই শিক্ষা পুনৰ আৰম্ভ হ'ল। কিন্তু যি দেখা গ'ল, দুটা ভিন্ন ভাষা হিন্দী-ইংৰাজীৰ উপৰি, বিজ্ঞান, সমাজবিদ্যা, অংক আদিৰ পাঠ্যক্ৰম আৰু হ'মৱৰ্ক শেষ কৰি অসমীয়া শিক্ষা লোৱাটো কষ্টসাধ্য হৈছে। পাঠ্যক্ৰমত ভাষাটো থাকিলে যি গুৰুত্বসহকাৰে ভাষাশিক্ষা হয়, ঘৰত শিকালে তেনে নহয়। অৱশেষত আইতাক দুয়োজনীয়ে আমাক এটা আশাৰ বাট দেখুৱালে। তেওঁলোক আমাৰ ঘৰলৈ মাজে মাজে আহি থাকিবলৈ ল'লে। নিশা নাতিক লগত শুৱাই সাধুকথা কোৱাৰ অভ্যাস কৰিলে। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ 'বুঢ়ীআইৰ সাধু'ৰ জোলোঙাটো মুকলি কৰিলে। ইয়াৰ উপৰি জয়মতী কুঁৱৰীৰ সাধু, গদাপাণি, লাই-লেছাই আদিৰ কাহিনী শুনি ল'ৰাই কন্দাৰ উপৰিও সুধিলে 'মাহীমাক' মানে কি? মাহীমাকৰ অৰ্থ উপায়বিহীন হৈ বুজাব লগা হ'ল। সি বাপেকক খাটনি ধৰিলে যে ভুলতো যেন দেউতাকে 'মাহীমাক' নানে। ল'ৰাই সাধু শুনাৰ লগে লগে আমাৰ ঘৰতো এনেকুৱা ৰসাল কাহিনীৰ আবিৰ্ভাৱ হ'বলৈ ধৰিলে। অসমলৈ অহাৰ পাছত আৰু এটা এনেকুৱা ৰসাল ঘটনা হৈছিল। কলিকতাত সি লগৰীয়াবোৰে 'বাবা' বুলি কোৱাও শুনিছিল। দুই-এক ইংৰাজীত 'ডেড বা ডেডী' বুলি দেউতাকক কোৱা শুনিছিল। পিছে তাক আমি 'দেউতা' বুলিবলৈ শিকাইছিলোঁ। অসমত তাৰ লগৰীয়াৰ সকলোৱেই দেউতাকক 'পাপা' বোলে। সি মোক ক'লে 'তুমি মোক অসমীয়াত 'দে'তা' বুলি কৈছিলা পিছে অসমীয়াত 'পাপা'হে দে'তা নহয়। আত্ম-বিশ্বাসেৰে সি আমাৰ ভুলটো শুধৰাই দি বেছ গৰ্ববোধ কৰিলে।

অসমত কলিকতাত পোৱাৰ দৰে শিশুৰ ৰংচঙীয়া অসম বুৰঞ্জীৰ কিতাপ বিচাৰি চলাথ কৰি হতাশ হ'লোঁ। বিহু আৰু গৰমৰ বন্ধত পুত্ৰ আইতাকৰ ঘৰলৈ যায়। মোৰ বিবাহসূত্ৰে পোৱা ঘৰখন পুত্ৰৰ বেছি প্ৰিয়। কাৰণ সেই ঘৰৰ কাষেৰে বৈ গৈছে ভোগদৈ নৈ। মথাউৰিত সি সমনীয়াৰ সৈতে খেলে। ছেগ বুজি গৰুৰ গাড়ীতো উঠে। মাঘবিহুত নৈৰ কাষত বালিভোজ পাতে। এইবাৰ সেয়ে গৰম বন্ধত সি গৈ গুৱাহাটীলৈ নহা হ'ল। আমি অৱশেষত তাক আনিবলৈ গ'লোঁ। সি চৰ্ত দিলে — শিৱসাগৰৰ ৰংঘৰ, তলাতল ঘৰ, জেৰেঙা পথাৰ, জয়দৌল সকলো দেখুৱাব লাগিব। চৰ্ত মঞ্জুৰ হ'ল। ৰংঘৰত উঠি আইতাকে শিকোৱা সি ডায়লগ মাতিলে 'হেৰৌ মানুহজনী। গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়?' শিৱসাগৰৰ এই পুৰাতন কীৰ্তিবোৰৰ পলমকৈ হ'লেও সুন্দৰ ৰক্ষণাবেক্ষণ আৰম্ভ হৈছে। কিন্তু হঠাতে ৰংঘৰ সমুখৰ ফলকত চকু পৰি বিস্ময় মানিলোঁ। অসমীয়াত 'ৰংপুৰ' কিন্তু ইংৰাজী লেখা আছে RONOPUR। স্পষ্ট আখৰ। ৰং যোৱা ছাইনব'ৰ্ডৰ আখৰ নহয়। শিৱসাগৰীয়া কাৰো চকুত পৰা নাইনে কথাটো। বিদেশী বা আন ৰাজ্যৰ পৰ্যটকে 'ৰনোপুৰ' বুলিয়েই উচ্চাৰণ কৰিছে বা বহীত লেখি লৈছে। আমাৰ বন্ধু এজনক কথাটো কওঁতে ক'লে — আফটাৰ অল অসমীয়া মানুহ — 'এ হ'ব আৰু ভাবাটো এৰিব পাৰিবনে? ৰংপুৰ বা ৰনোপুৰ হ'লেই হ'ল কিবা এটা। কিন্তু ইয়াৰ পাছত আৰু এটা বিপদ আহিল। তলাতল ঘৰত উঠি ল'ৰাই ফলক চাই সুধিলে ৰাজেশ্বৰ সিংহ কাৰ দেউতাক আছিল। কেতিয়া মৃত্যু হ'ল ইত্যাদি। বিতং খবৰ দিয়া 'বুকলেট' আমাৰ পৰ্যটন কেন্দ্ৰবোৰে এতিয়াও প্ৰকাশ কৰা নাই। মোৰ নিজৰো বুৰঞ্জী-জ্ঞান সীমিত। আকৌ ঘৰলৈ আহি এইবাৰ বুৰঞ্জী বিচৰাৰ পৰ্ব আৰম্ভ হ'ল। অসমৰ স্কুলত বুৰঞ্জী শিক্ষা উঠাই দিয়া হ'ল। আমাৰ দেশৰ বুৰঞ্জী নজনাকৈয়ে চামে চামে ল'ৰা-ছোৱালী ডাঙৰ হৈছে। শিশু উপযোগী অসম বুৰঞ্জী ক'তো নাপালোঁ। কিতাপৰ বজাৰত বাৰেপাচি ভুলৰ শিশু পুথিৰ আজিকালি অভাৱ নাই। সকলোতকৈ সহজ যেন শিশুৰ বাবে কিতাপ লেখা। শিশুৰ উপযোগী বুৰঞ্জীমূলক কিতাপ নাই। আজিৰপৰা এবছৰমানৰ

আগতে সু-লেখিকা অৰুন্ধতী দত্তই কিবা কথাত ফোন কৰোঁতে কৈছিল যে, অধ্যাপক দেৱেন দত্তই আৰু তেওঁ ল'ৰা-ছোৱালী দুটা লগত লৈ উজনিমুৱা দীৰ্ঘ ভ্ৰমণ কৰিলে। দেৱেন দত্তই গড়গাঁৱৰপৰা গৰমপানীলৈকে প্ৰত্যেক অঞ্চলৰ বুৰঞ্জী ল'ৰা-ছোৱালী দুটাক বুজাই 'গাইড'ৰ ভূমিকা পালন কৰিছিল। আমাৰ দুয়োজন পিতৃ-মাতৃয়ে অলপতে সেয়ে আলচ কৰিছিলোঁ যে শিশুৰ বাবে উপযোগী অসম বুৰঞ্জীৰ কথাবোৰৰ মনোমোহা বৰ্ণনাৰ কিতাপ লেখিব পাৰিব অধ্যাপক দেৱেন দত্তই। শিশু পুথিৰ বাবে বিশেষ চিন্তা কৰি অহা 'অন্বেষা'ক আমি অনুৰোধ কৰিছোঁ, এনেকুৱা এখন কিতাপ তেওঁলোকে প্ৰকাশ কৰি অসমৰ ল'ৰা-ছোৱালীৰ অভাৱ গুচাওক। নেপোলিয়নৰ দৰে বীৰপুৰুষে আজৰিপৰত সাধু পঢ়ি ভাল পাইছিল। তেওঁ শিশুৰ বাবে লেখা মহা মহা মনীষীৰ জীৱনী, বুৰঞ্জীমূলক কাহিনী-উপকাহিনীবোৰ পঢ়ি হেনো আত্মহাৰা হৈছিল। আনকি তেওঁ 'ফেয়াৰি টেল' বা পৰীৰ সাধু পঢ়িও ৰোমাঞ্চিত হৈছিল বুলি পঢ়িবলৈ পোৱা যায়। মই নিজেও বহু বিদ্বান লোক লগ পাইছোঁ, যিসকলে শিশু কাহিনী পঢ়ি আজৰি সময় কটায়। বিদেশত শিশুৰ উপযোগী অপৰ্যাপ্ত সাধুৰ অডিঅ'-ভিডিঅ' কেছেট পোৱা যায়। আইতাক-ককাকৰ মধুৰ উপস্থিতি শিশুৱে অনুভৱ কৰে 'গ্ৰেণ্ডপাজ' টেল' বা গ্ৰেনী'জ টেল'বোৰত। আমাৰ দেশ এতিয়াও তেনেকুৱা হোৱা নাই। অন্ততঃ আইতাক-ককাকৰ সান্নিধ্য শিশুৱে বিচাৰিলেই পাব পাৰে। সাধুৰ এক মহৎ গুণ আছে। পৰিৱেশ আৰু যুগসাপেক্ষে ই সদায় নতুন হৈ পৰে। কথনভংগীয়েও সাধুক নতুন নতুন ৰূপত সজায়। জৰ্জ এলিয়েট সাধু বৰ ভাল পাইছিল। তেওঁ সাধুৰ বিশেষ ৰসৰ কথা উল্লেখ কৰি কৈছিল — 'No Story is the same to us after the lapse of time : or rather we who read it are no longer the same interpreters.' সেইবাবেই সাধু পুৰণি নহয়।

আজি মোৰ দৰে হয়তো বহু পিতৃ-মাতৃ, অভিভাৱকে এই অভাৱ উপলব্ধি কৰি আহিছে। বিষয়ৰ আগ্ৰহ অনুযায়ী প্ৰাপ্তবয়স্কই ইংৰাজী ভাষাত নতুন নতুন বিচিত্ৰ সম্ভাৰৰ কিতাপ পঢ়িবলৈ পাব। কিন্তু শিশু এজনৰ মানসিক বিকাশৰ প্ৰাথমিক পৰ্যায়ৰ বাবে যি দেশৰ মাটিৰ পৰিচয়ৰ দৰকাৰ হয় সেয়া দিবলৈকে আমাৰ সাধুৰ জোলোঙা খালি। পিট চিগাৰে শিশুৰ মাজত গোৱা 'where have all the flowers gone' নামৰ গীতটোৰ সেইদিনা একাংশ শুনিছিলোঁ। তাৰ বহুদিন পাছত গীতটিৰ হেমাংগ বিশ্বাসে কৰা অসমীয়া অনুবাদ পঢ়িছিলোঁ। 'ফুলনি ক'লৈনো গ'ল, ফুলকুঁৱৰীয়ে ছিঙি নিলে কাহানিলৈ বুজিব — কিমান দিন উকিল গ'ল' ইত্যাদি।

এই গীতটিত আছিল কেৱল প্ৰশ্ন আৰু প্ৰশ্ন। অতীতৰ গৌৰৱময় ইতিহাসৰ বিষয়ে শিশুহঁতৰ অলেখ প্ৰশ্ন। চিগাৰে সেইদিনা শিশুৰ মাজত কিয় গীতটি গাইছিল বুজিবলৈ মোৰ বহু সময় লাগিল। লণ্ডন, আমেৰিকাৰ কাহিনীয়ে অসমৰ তেজীমলা, চিলনীৰ জীয়েকৰ সাধুৰ ওপৰত আঁৰ কাপোৰ পেলাইছে। হাৰকিউলিছ, ৰবিনছন ক্ৰুছোৰ দৰে কাহিনী গদাপাণি, ভোটাই ডেকা, জোঙাল বলহুক লৈও ৰচিব পৰা নাযাবনে? ইংৰাজী ভাষাতো এনে কাহিনী ৰচিব পাৰি। চহৰীয়া ল'ৰা-ছোৱালীবোৰৰ দেশীয় জ্ঞানৰ সীমাবদ্ধতা দেখি উপলুঙা বা তিৰস্কাৰ কৰাতকৈ, আহক ইয়াৰ দোষৰ ভাগ আমিও লওঁ। আৰু প্ৰায়শ্চিত্ত হিচাপে চুবুৰীয়া বা ঘৰৰ কণ কণ শিশুক এটাকৈ হ'লেও আমাৰ দেশৰ সাধুকথা ক'বলৈ লওঁ। গীতেৰে, কথাৰে, প্ৰশ্নবোৰ কৰোঁ আহক। চিগাৰে শিকোৱাৰ দৰে — কোৱাচোন তোমাৰ অঞ্চলটোৰ নাম কেনেকৈ হ'ল?

ঃ কোন নদী বা কোন পৰ্বত তোমাৰ ওচৰত থাকে? তাৰ নামটো বা কেনেকৈ আহিল? ■

# 'নিন্দা সাহিত্য' আৰু কিছু অনুভৱ

শিৱসাগৰ জিলাৰ উপায়ুক্ত লক্ষ্মীনাথ তামুলীয়ে এজন সাংবাদিকক গোৰ-চৰ শোধালে, আৰু সাংবাদিকক উদ্দেশ্যি কৰি কোৱা অশ্লীল, অশালীন ভাষাৰ গালি-গালাজবোৰ পিছদিনা প্ৰত্যেকখন দৈনিক কাকততে বৰ বৰ হৰফেৰে প্ৰথম পৃষ্ঠাৰ বাতৰি হৈ প্ৰকাশ পালে। ঘটনাটো লৈ ৰাইজৰ বহুতে কৌতুক কৰিলে, বহুতে আশ্চৰ্য প্ৰকাশ কৰিলে, বহুতে উপায়ুক্তজনৰ স্বভাৱৰ দোষ দি গৰিহণা দিলে আৰু কিছুমানে ক'লে — ভালেই হৈছে, সাংবাদিকবোৰৰ অতপালিৰ উচিত শিক্ষা হৈছে। মুঠৰ ওপৰত বাতৰি কাকত পঢ়া মানুহৰ ঘৰে ঘৰে এই ঘটনাটোৱে এক চিন্তাৰ খোৰাক অথবা ৰসৰ যোগান ধৰিলে। উপায়ুক্তজনে এয়া উচিত কাম কৰিছে বুলি আমি সমৰ্থন জনাব নোৱাৰোঁ। বৰঞ্চ এখন জিলাৰ প্ৰশাসনিক মুৰব্বী হৈ যুদ্ধং দেহি ভাবত ৰাস্তাৰ চাৰিআলি, তিনি আলিত 'মস্তানী' দেখুওৱা ডেকাৰ দৰে 'কাৰ্য দেখুৱাটো অশোভনীয় আৰু দুৰ্ভাগ্যজনক। কিন্তু ইয়াৰ সমসাময়িক আৰু এটা চিন্তাও মনলৈ আহে, সংবাদ মাধ্যম আৰু সাংবাদিকক এনে আচৰণ দেখুৱাব পৰাকৈ ভাবমূৰ্তিৰ অৱনতিও তেনেহ'লে হৈছে নেকি? আজিৰেপৰা দহ-পোন্ধৰ বছৰ আগলৈকে সংবাদ মাধ্যম আৰু সাংবাদিক বুলিলে অসমত এক সুকীয়া শ্ৰদ্ধাৰ আসন আছিল, আৰু এই জীৱিকাত জড়িত থকা ব্যক্তিসকলক সৰ্বসাধাৰণ মানুহৰপৰা মন্ত্ৰী, চৰকাৰ সকলোৱে এক সমীহৰ দৃষ্টিৰে চাইছিল। তেনেস্থলত এজন প্ৰশাসনীয় মুৰব্বীয়ে এই বৃত্তি আৰু বৃত্তিটোত জড়িত ব্যক্তিসকলক চৰম অপমান কৰাৰ সুবিধা হঠাতেই পালেনে? আমি ভাবোঁ, এয়া হঠাতে উদ্গীৰণ হোৱা আগ্নেয়গিৰি নহয়। কিন্তু উপায়ুক্তজনে নিজৰ পদমৰ্যাদা পাহৰি বাতৰি পঢ়ি এজন নদাই-ভদাইলৈ ৰূপান্তৰিত হ'ল, সেয়া আমি দেখিলোঁ। মনস্তাত্বিকসকলে মানুহৰ 'খং' উঠাৰ দুটা কাৰণৰ কথা উল্লেখ কৰিছে। (১) গোকাটি মিছাৰে যেতিয়া এজন মানুহক উত্তেজিত কৰা হয়, (২) আৰু মানুহজনে সঁচাক ঢাকিবলৈ যেতিয়া মিছাৰ আশ্ৰয় ল'বলগা হয়, তেতিয়াই তেওঁ প্ৰয়োজনতকৈ অধিক প্ৰতিক্ৰিয়া প্ৰকাশ কৰে। গতিকে এই সূত্ৰ অনুসৰি কোন সঁচা, কোন মিছা, তাক আমি প্ৰতিপন্ন কৰিব থিতাতে নোৱাৰোঁ। তাৰবাবে প্ৰমাণ থাকিলে আইন-আদালতৰ সহায় লোৱাৰ ব্যৱস্থা আছে। উপায়ুক্তজনেও আইনৰ ব্যৱস্থা ল'ব পাৰিলেহেঁতেন। আমাৰ আলোচনাৰ বিষয় উপায়ুক্তজনৰ খং নহয়, সাংবাদিকতা নামৰ বৃত্তিটোৱে পূৰ্বৰ দৰে মানুহৰ মনত শ্ৰদ্ধাৰ ভাব কিয় নোহোৱা কৰিছে সেই বিষয়েহে কিছু চিন্তা মনলৈ আহিছে।

আজিৰেপৰা পাঁচ-ছবছৰৰ আগতে কলিকতাৰ এখন শিক্ষানুষ্ঠানত আমি 'সাংবাদিকতা' বিষয়টোৰ প্ৰতি অত্যন্ত সম্মোহিত হৈ পাঠ্যক্ৰম এটি লৈছিলোঁ। অতি উচ্চশিক্ষা নাপালেও, এই পাঠ্যক্ৰমটি লোৱাৰ সুবিধাতে আমি এই বৃত্তিত যুক্ত থকা কেবাজনো প্ৰবীণ, অভিজ্ঞ সাংবাদিকক শিক্ষাগুৰু ৰূপে পাইছিলোঁ। তাৰে কেইজনমান বৰ্তমানেও ভাৰতবৰ্ষৰ সংবাদ মাধ্যমৰ অপৰিহাৰ্য ব্যক্তি। কিন্তু এটা কথা আগতে কেবাবাৰো লেখিছোঁ যে সেই শিক্ষা মোৰ বৰ্তমান সাংবাদিক জীৱনত এক হেঙাস্বৰূপহে দিনে দিনে হৈ উঠিছে। কাৰণ সাংবাদিকতা সম্পৰ্কত পৃথিৱীত ইতিহাস সৃষ্টি কৰা যিসকল সম্পাদক, বাতৰি কাকতৰ কথা আমি পঢ়িছিলোঁ, সংবাদ প্ৰেৰণৰ ক্ষেত্ৰত সাংবাদিকৰ সততা, নিষ্ঠা আৰু নৈতিকতাৰ কাহিনী পঢ়ি ৰোমাঞ্চিত হৈছিলোঁ, বাতৰি কাকতে যেনেদৰে সামাজিক, ৰাজনৈতিক আন্দোলনৰ গুৰি ধৰাৰ কথা পঢ়ি আবেগত শিহৰিত হৈছিলোঁ, বাস্তৱ ক্ষেত্ৰত সাংবাদিকতাৰ বৃত্তিলৈ আহি তাৰ ওলোটা স্বৰূপ দেখিবলৈ পালোঁ।

যোৱা ১৪ জুনৰ দিনা হঠাতে মোক বিচাৰি ঘৰলৈ আহিল 'সাংবাদিকতা'ৰ স্কুলৰ এজন শিক্ষক শ্যামল ৰয়। ৰয়ৰ কথা আগতেও মই লেখিছোঁ। তেওঁ একালৰ

অমৃতবাজাৰ পত্ৰিকা আৰু যুগান্তৰৰ সৈতে যুক্ত আছিল, তাৰপিছত বি-বি-চিকে আদি কৰি কেইবাটাও নিউজ এজেন্সীৰ সৈতে কাম কৰিছে। এই ৰয় নামৰ শিক্ষকজনে জীৱনৰ অভিজ্ঞতাৰপৰা 'সাংবাদিকতা' বৃত্তিৰ ভালেখিনি কিতাপত নথকা সত্য আমাক কৈছিল। তেওঁৰ সৈতে আহিছিল কিছু বছৰ আগলৈকে 'ইক'নমিক্স টাইমছ'ত সংবাদ সেৱা আগবঢ়োৱা আৰু এতিয়া 'ফ্ৰীলেন্সাৰ' নীনা লাজমী। সুধিছিলোঁ কল্পনা লাজমীৰ কিবা হয় নেকি, পিছে তেওঁ নহয় বুলি ক'লে, কেৱল 'কাংকান' হোৱাৰ বাহিৰে। নীনাই এজন চুইছ ভদ্ৰলোকৰ প্ৰেমত পৰি বিয়া কৰাই, ডিভোৰ্চ কৰি বিদেশৰপৰা গুচি অহা দুবছৰ হ'ল। নীনা 'ইন্টাৰেষ্টিং' চৰিত্ৰৰ মহিলা। কেতিয়াবা তেওঁৰ বিষয়ে লেখিম। তেওঁলোকৰ সৈতে আমাৰ পৰিয়ালটোৱে ছয়-সাত ঘণ্টা কটালোঁ। তাৰপাছতে তেওঁলোকে নিৰ্দিষ্টকৈ লৈ অহা কামৰ বাবে, কাজিৰঙা আৰু জাতিংগালৈ গ'ল। উভতি যাওঁতে মই গুৱাহাটীত নথকা বাবে লগ পোৱা আমাৰ নহ'ল। কিন্তু সেই ৫/৬ ঘণ্টাত আমি সংবাদ-পত্ৰ আৰু সাংবাদিকৰ জীৱনৰ বিষয়ে বহু অন্তৰংগ কথাৰ বিনিময় কৰিলোঁ। তেওঁক মই সুধিছিলোঁ, বাতৰি পৰিৱেশন আৰু বিজ্ঞাপনৰ মাজত আজিকালি পাৰ্থক্য কি? তেওঁ তৎক্ষণাৎ ক'লে — 'অসমৰ কথা নাজানো, ভাৰতবৰ্ষত বিশেষভাৱে বংগৰ মাতৃভাষাৰ বাতৰি কাকতবোৰৰ ধৰ্মই হৈ পৰিল সংবাদ বিজ্ঞাপন। সংবাদদাতাই তেওঁৰ নিজস্ব মতামত, কাহিনী এনেভাৱে পৰিৱেশন কৰে যে প্ৰকৃত ঘটনাটোৰ বিশ্লেষণ পঢ়ুৱৈয়ে কৰাৰ সুবিধাই নাথাকেগৈ'। অসমৰ সংবাদ মাধ্যম সম্পৰ্কে কিছু কথা ক'ম বুলিও নক'লোঁ। কাৰণ কেৱল 'সংবাদ মাধ্যম'ৰ শুচিতা নষ্ট হৈছে বুলি ক'লেই যথেষ্ট নহ'ব, 'শিক্ষা' বিভাগটোৰ শুচিতা, চিকিৎসা সেৱাৰ শুচিতা, অৰ্থাৎ যিকেইটা বৃত্তিৰ সৈতে মহৎ সমাজ সেৱা আৰু নিৰপেক্ষ ভূমিকাৰ কথা জড়িত হৈ আছে সেই বৃত্তিসমূহৰ কথাও ক'ব লাগিব। সংবাদদাতাবোৰে মাত্ৰ এখন প্ৰেছ কাৰ্ডৰ শক্তিৰে কেনেকৈ আলফা, ছালফা, মন্ত্ৰী, এম-এল-এ, দুৰ্নীতিগ্ৰস্ত বিষয়া, ব্যৱসায়ী, মাফিয়াৰ সৈতে দৰ-দাম কৰে তাৰ খবৰ আজিকালি প্ৰত্যেক অঞ্চলৰ মানুহে পাই থাকে। ইয়াৰ কাৰণো আছে। কেইবাটাও কাৰণৰ ভিতৰত প্ৰথম, অসমত বিস্ময়কৰভাৱে বাঢ়ি অহা বাতৰি কাকত, আলোচনীৰ সংখ্যা। অসমৰ জনসংখ্যানুযায়ী যিমান কাকত-আলোচনী আছে সেই তথ্যই পৃথিৱীবাসীকে চমকিত কৰিব। গতিকেই এই বজাৰখন ধৰি ৰাখিবলৈ আৰু বিজ্ঞাপন আদায় কৰিবলৈ যিকোনো উপায় গ্ৰহণ কৰিবই লাগিব। দ্বিতীয়তে, সংবাদ-পত্ৰৰ মুৰব্বী দুজনমান মানুহৰ বাহিৰে, বেছিভাগ কাকতত স্থানীয় সংবাদদাতা, ৰিপ'ৰ্টাৰ আৰু ডেস্কৰ কৰ্মীসকলৰ সা-সুবিধা আৰু বেতন জীৱনধাৰণ কৰি থকাৰ বাবেও যথেষ্ট নহয়।

ইয়াৰ উপৰি আছে আৰু এটা সমস্যা। 'সাংবাদিকতা'ক জীৱিকা কৰিবলৈ প্ৰকৃততে বেছিভাগ ল'ৰা-ছোৱালীৰে ইচ্ছা নথকা সত্বেও কৰ্মৰ অভাৱত এই বৃত্তিত যুক্ত হয়। গতিকেই তেওঁলোক বৃত্তিটোৰ প্ৰতি মনোযোগী হ'ব নোৱাৰে। অসমৰ সংবাদ মাধ্যমৰ নিয়মৰ সৈতে পৃথিৱীৰ কোনো প্ৰান্তৰ সংবাদ মাধ্যমক ৰিজাব নোৱাৰি। ই এটা নিজস্ব ষ্টাইল ইতিমধ্যে গ্ৰহণ কৰিছে। বিশেষভাৱে, অসমৰ বিদেশী খেদা আন্দোলনৰ সময়ৰপৰা।

আকৌ আহোঁ শ্যামল ৰয়ৰ কথালৈ। যিজন শিক্ষাগুৰুৱে আমাক 'The New york Times'ৰ ভিয়েটনাম যুদ্ধৰ সময়ত উলিওৱা 'The Pentagon Papers'ৰ সাহসী ভূমিকাৰ কথা কৈছিল, 'ৱাটাৰ গেট স্কেণ্ডেল'ৰ সময়ত 'Washington Post'এ পৰিৱেশন কৰা বাতৰি পঢ়ুৱাইছিল, আৰু সেই বাতৰি কাকতৰ দুজন শক্তিশালী ৰিপ'ৰ্টাৰ বব উডৱাৰ্ড আৰু কাৰ্ল বাৰ্ণষ্টেইনৰ শক্তিশালী কলম আৰু 'ইনভেষ্টিগেছন' পদ্ধতিৰ কথা কৈছিল, তেওঁলোকৰ এই অনুসন্ধানমূলক পদ্ধতিৰ অভিযানৰ ফলত মুকলি হোৱা ৱাটাৰ গেট কেলেংকাৰীৰ আলমত হোৱা চিনেমা 'All the President's Men'ৰ ক্লিপিংছ দেখুৱাইছিল, সেইজন শিক্ষাগুৰুৱে সিদিনা হতাশাৰে আমাক কৈছিল — অনুৰাধা, মাজে মাজে ভাবোঁ তোমালোকক বাৰু সঠিক শিক্ষা দিলোঁনে? মোৰ চকুত চকুপানী অকমান বিৰিঙিছিল, ইতিমধ্যে এই জীৱিকাত মই কেবাবাৰো মানসিক সংঘাতৰ সন্মুখীন হৈছোঁ। তেওঁক মই সকলো খুলি নক'লেও, পূৰ্ব পৰিচয়েৰে মোৰ অন্তৰৰ কিছু মনোবেদনা তেওঁ অনুধাৱন কৰিছিল। মই তেওঁক ক'লোঁ — আপুনি আমাক এটা কথা সদায় কৈছিল — তোমালোকৰ চৰিত্ৰৰ বিচিত্ৰতা থাকক, কিন্তু কলমটো এটাই চৰিত্ৰৰ ৰাখিবা, সেইটো হৈছে সত্য, কেৱল সত্য। এই কথা মই পাহৰা নাই। কেৱল এটাই মনোকষ্ট হৈছে, আপোনালোকবোৰক নোপোৱাহেঁতেন, মই সাংবাদিকতাৰ পাঠ্যক্ৰম নোলোৱাহেঁতেন, এই জীৱিকাত মই আন দহজনৰ

দৰে অতি সুখেৰে, আনন্দেৰে, চাকৰি কৰিব পাৰিলোঁহেঁতেন। নীনাই আমাৰ কথোপকথনৰ বাংলা ভাষা ভালকৈ বুজা নাছিল, ইংৰাজীখিনি বুজিছিল। তেওঁ হঠাৎ কৈ উঠিছিল — That's why I prefer to study about nature, Forest and Animal. শ্যামল ৰয়, নীনা আৰু কেবাজনেও বিশেষভাৱে মানুহৰ সমাজৰ 'ৰিপ'ৰ্টিং', 'ষ্ট'ৰী'ৰপৰা আহি প্ৰকৃতি আৰু পশুৰ মাজলৈ আহি জীৱিকাৰ শান্তি বিচাৰি পাইছে। তেওঁলোকে 'National Geography' আৰু আন বহু কাকত, আলোচনীলৈ প্ৰকৃতি-জীৱজগতৰ খবৰ পঠায়। সমগ্ৰ পৃথিৱীৰ মানুহে আজিকালি জীৱজগতৰ বিচিত্ৰ খবৰৰ বাবে হাঁহাঁকাৰ কৰে বুলি তেওঁলোকে মোক ক'লে। মানুহৰ পৃথিৱীৰ খবৰে বঢ়োৱা উদ্বিগ্নতা, খং, হতাশাৰ বিপৰীতে প্ৰকৃতি আৰু জীৱজগতৰ খবৰে আনি দিয়ে মানুহৰ জীৱনলৈ বিমল প্ৰশান্তি। 'We can survive also without news.' নীনাই অৰ্থপূৰ্ণভাৱে হাঁহি মাৰি ক'লে। ময়ো ভাবিলোঁ, হয়তো দুদিনমানৰ আগতে ইচ্ছা কৰি ৪/৫ দিনলৈ বাতৰি নপঢ়াকৈ, বাতৰি নুশুনাকৈ থকাৰ পৰীক্ষা এটা চলাইছিলোঁ। এতিয়া সেইদিনকেইটা তুলনা কৰিলে ভাবোঁ, তেনেকুৱা মানসিক সুখৰ দিন মই বহু বছৰ ধৰি পোৱা নাছিলোঁ। তথাপিও সাংবাদিকতা এক ভয়াবহ নিচা। যেনেকৈ মই এই বৃত্তি এৰিব পৰা নাই, শ্যামল ৰয় আৰু নীনাই ক্ষেত্ৰ বেলেগ কৰিলেও এৰিব পৰা নাই।

মই কৈছিলোঁ, মোক আপোনালোকবোৰে সাংবাদিকতাৰ শ্ৰেণীত কোৱা কথাবোৰে বৰ আমনি কৰি থাকে। 'বেংগল গেজেট'ৰ জেমছ অগাষ্টাছ হিকি'ৰ কথা, যি বাতৰি কাকতৰ প্ৰকাশক-সম্পাদক, মালিক সকলো আছিল আৰু তেওঁ ইংৰাজ হৈয়ো ভাৰতবৰ্ষত পত্ৰিকা প্ৰকাশ কৰি গৱৰ্ণৰ জেনেৰেল ৱাৰণ হেষ্টিংছৰ কাম-কাজৰ কঠোৰ সমালোচনা কৰিছিল। অভিজাত ইংৰাজী শ্ৰেণীটোৱে ভাৰতীয় মানুহৰ ওপৰত কৰা অমানৱীয়তাৰ বিষয়ে মাত মতাৰ বাবে তেওঁৰ ছপাশাল পৰ্যন্ত বাজেয়াপ্ত কৰিছিল, সেই ডেভিড ৰিথি নামৰ দুঃসাহসিক ৰিপ'ৰ্টাৰজনৰ কথা, ক্ৰীতদাস বিক্ৰীৰ খবৰ কৰিবলৈ গৈ এজন ইংৰাজৰ ঘৰত দুমাহ কাল নিজে ক্ৰীতদাসৰূপে বিক্ৰী হৈ গৈ অত্যাচাৰ ভোগ কৰা 'ববী' নামৰ গোৱানিজ ৰিপ'ৰ্টাৰজন, যি তেওঁ পোৱা অভিজ্ঞতাৰ ভয়ংকৰ খবৰ ছপাই ১৯১৫ চনত পৃথিৱী তোলপাৰ লগাইছিল, তদুপৰি 'The New York Tribune'ৰ সম্পাদক হোৰেছ গ্ৰীলে..... এইবোৰৰ কথা কৈছিল? আমাক বাৰে বাৰে সেই সাংবাদিকবোৰৰ কাহিনীবোৰ কিয় শুনাইছিল? আজিকালি সেয়ে বৰ কষ্ট পাওঁ। আপোনালোকে এনে কিছুমান মালিকগোষ্ঠী আৰু সম্পাদকৰ কথা কৈ আমাক মোহাচ্ছন্ন কৰি ৰাখিলে যে আমাৰ সহপাঠী বহুতেই সাংবাদিকতা নকৰোঁ বুলি মোলৈ চিঠি দিছিল। আপুনি এনেকুৱা কিছুমান কাকতগোষ্ঠীৰ উদাহৰণ দিছিল, য'ত মালিক, সম্পাদক, সহকৰ্মীসকল মাত্ৰ এটা পৰিয়াল।

শ্যামল ৰয়ে কিছুপৰ টলকা মাৰি কৈছিল— 'তুমি কেৱল সেইখিনি কথাকে কিয় মনত ৰাখি থ'লা? তোমালোকক মই এখন 'Teel' আৰু 'Taylor' নামৰ সাংবাদিক দুজনে লিখা 'Into the News Room' নামৰ কিতাপ প্ৰেছক্ৰাইব কৰিছিলোঁ, তোমালোকে দেখোন কিনিছিলা। কিতাপখনৰ প্ৰথমতেই পৃথিৱী বিখ্যাত 'The New York Times'ৰ নামজ্বলা ৰিপ'ৰ্টাৰ 'Joseph B. Treaster's এ লেখিছে — 'You don't have to be a nice person to be a good journalist. There are plenty of 'rascals' in the field who do a fine job of informing the world at large but make life miserable for their colleagues.' বিশেষভাৱে কথাখিনি তেওঁ লেখিছিল নতুনকৈ এই বৃত্তিলৈ অহা সংবাদিকসকলৰ বাবে, যি জীৱিকাটোক লৈ সুখ-স্বপ্নত আত্মাহাৰা হয়'।

'Rascal' ৰ প্ৰকৃত অসমীয়া অৰ্থ নাজানো, কিন্তু এয়া ঠিক, সমাজৰ প্ৰত্যেক জীৱিকাতে এবিধ 'পাষণ্ড' থাকে। কিন্তু 'সাংবাদিকতা'ৰ ওপৰত মানুহৰ আক্ৰোশ বেছি। আমাৰ চৌপাশ, ভৰিৰ তলৰ পূতিগন্ধময় মাটি সকলো আওকাণ কৰি কেৱল 'ভাল কথা' লেখি সাংবাদিকতা কৰা হ'লে এই বদনাম হয়তো কমিলেহেঁতেন, কিন্তু সেয়াই জানো বৃত্তিটোৰ প্ৰতি অসৎ হোৱা নুবুজাব? সিদিনা কবি নৱকান্ত বৰুৱাই ক'লে যে 'সংবাদ-পত্ৰ' মানেই আজিকালি 'নিন্দা সাহিত্য' কথাষাৰ নুই কৰিব নোৱাৰি, অসমত বিশেষভাৱে 'নিন্দা সাহিত্য' পঢ়ি পঢ়ুৱৈয়ে সুখ পায়। কিন্তু এমুঠি সু-ৰুচিৰ মানুহে সমাজখনৰ প্ৰতিফলন নঘটায়। যেনেকৈ চৰকাৰখনে এখন সমাজক প্ৰতিফলন কৰে, তেনেদৰে বাতৰি কাকতেও সমাজখনকে প্ৰতিফলন কৰে। 'নিন্দা সাহিত্য'ৰ চাহিদাই আমাক দেখুৱাইছে সমাজৰো 'rascal'ৰ সংখ্যা বৃদ্ধিৰ

হিচাপ। কেৱল সাংবাদিকক 'rascal' সজোৱাৰ লগতে, হিচাপ হোৱা উচিত সমাজখনত 'rascal' বৃদ্ধিৰ সংখ্যাও।

কিন্তু আমি ভাবোঁ, কবি নৱকান্ত বৰুৱাই কোৱা 'নিন্দা সাহিত্য'ৰ প্ৰতি সাংবাদিকে মনোযোগ দিয়া উচিত। এজন অসৎ মানুহৰ অপকৰ্মৰ কথা কওঁতে যদি সাংবাদিকৰ কলমৰ ভাষা আৰু উদ্দেশ্যও নিম্ন আৰু অশালীন হয়, তেন্তে দোষী দুয়োজনেই হয়। যাৰ বিষয়ে লেখা হৈছে তেওঁ যেনেদৰে অসৎ, ঠিক তেনেদৰে সাংবাদিকজনেও বৃত্তিটোৰ প্ৰতি অসততা প্ৰকাশ কৰে। অশ্লীল সাহিত্যৰ লেখক আৰু সাংবাদিকৰ মাজত তেতিয়া পাৰ্থক্য নাথাকে।

লক্ষ্মীনাথ তামুলীৰ অশালীন প্ৰতিক্ৰিয়াই সংবাদ মাধ্যমকো কিছু কথা নতুনকৈ চিন্তা কৰাৰ সুযোগ দিলে বুলি ভাবোঁ। সন্মানজনক স্থিতিৰে, শক্তিশালী ভাষাৰে (শক্তিশালী মানে গালি-গালাজ নহয়) 'নিন্দা সাহিত্য'ৰ ৰূপ লোৱা বুলি অভিযোগ অহা 'সংবাদ মাধ্যম'টোক পূৰ্বৰ দৰেই সকলোৰে শ্ৰদ্ধা-সমীহ কৰা বৃত্তিলৈ পৰিৱৰ্তন কৰা সময় আহি পৰিছে।

এটা উদাহৰণ দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। 'Riehmond Times Dispatch' নামৰ বিখ্যাত কাকতখনৰ দীৰ্ঘদিনৰ কলাম লেখক চাৰ্লছ মেগডুৱেলে, বাতৰি কাকতত ৰিপ'ৰ্টিং সম্পৰ্কে আৰু কেনেকৈ পঢ়ুৱৈক শব্দৰে মোহগ্ৰস্ত কৰিব পাৰি তাৰ বিষয়ে বহু প্ৰবন্ধ লেখি থৈ গৈছে, যিবোৰ প্ৰত্যেক সাংবাদিকৰ বাবে অমূল্য পাঠ্যক্ৰম। তেওঁ এজন মেয়ৰে সাংবাদিকক দেখুওৱা আচৰণৰ ওপৰত বিভিন্ন কাকতে দিয়া মন্তব্যৰ ওপৰত তিনিটা মন্তব্য পাঠ্যক্ৰমত দিছিল। মন্তব্যৰ অসমীয়া ৰূপান্তৰ এনেকুৱা —

১। ৰঙা চুলীয়া, হিংস্ৰ চকুৰ গৰাকী মেয়ৰে সাংবাদিকক কথা কওঁতে কুকুৰনেছীয়া বাঘৰ দৰে গুঁজৰিছিল। (ইয়াত মেয়ৰৰ শাৰীৰিক বৰ্ণনাৰ লগতে, আচৰণৰ কথা আহে)

২। মেয়ৰে বনৰীয়া মেকুৰীৰ দৰে চোচা মাৰি আহিছিল। (ইয়াত কেৱল মেয়ৰৰ আচৰণৰ কথা আছে)

৩। মেয়ৰে যি আচৰণ সাংবাদিকক দেখুৱালে তাৰপাছতো সেই আসনত তেওঁ অধিষ্ঠিত হৈ থকা মানে নগৰবাসীৰ প্ৰতি অশ্ৰদ্ধা প্ৰকাশ কৰা।

৩ নম্বৰ মন্তব্যটো আছিল 'আটলাণ্টা জাৰ্ণাল' নামৰ জনপ্ৰিয় বিখ্যাত কাকতৰ। অৱশেষত মেয়ৰজনে পদত্যাগ কৰিবলগা হৈছিল। পঢ়ুৱৈয়ে কোনটো মন্তব্য পচন্দ কৰিব সেয়া নিজা ৰুচিৰ কথা। কিন্তু মেগডুৱেলে কৈছে — শব্দই পঢ়ুৱৈৰ অন্তৰাত্মাক জোকাৰি যাব লাগিব, ওপৰে ওপৰে, ছাল-বাকলি এৰুৱাই যোৱা বাক্যৰ স্থায়িত্ব নাই। গতিকেই আমাক অন্তৰাত্মা কঁপাই তোলা বাক্য আৰু শব্দৰ প্ৰয়োজন এতিয়া। কষ্টসাধ্য হ'লেও, ই নিশ্চয় দুৰূহ নহয়।

# নীৰেনৰ সমৰ্থনত.....

১৯৯৭ চনৰ জুন মাহত আমি অসমলৈ আহি গুৱাহাটীৰ বেলতলা অঞ্চলত এটা ফ্লেট ভাৰা লওঁ। চাকৰিৰ ট্ৰেন্সফাৰ হৈ ফুৰা মানুহ, ঘৰ বদলি কৰা মানুহৰ ঘৰৰ প্ৰয়োজনীয় সামগ্ৰীবোৰ লৈ কি একোটা বিপৰ্যয় হয়, সেই কথা ভুক্তভোগীসকলক নতুনকৈ বুজোৱাৰ দৰকাৰ নাই। মাত্ৰ যিসকল ভাগ্যৱানৰ এই অভিজ্ঞতা হোৱা নাই, তেওঁলোকক ক'ব খোজোঁ যে সেই সময়ত এনে লাগে যেন ইয়াৰ পিছৰপৰাই সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিম। আমাৰ দৰে মধ্যবিত্ত সংসাৰৰ মানুহৰ ঘৰত প্ৰয়োজনীয় বস্তুতকৈ অপ্ৰয়োজনীয় বস্তু বেছি থাকে। অপ্ৰয়োজনীয় আৰু প্ৰয়োজনীয় বস্তুবোৰৰ মই দুটা ভাগ কৰিছোঁ ইতিমধ্যে। প্ৰয়োজনীয়, যিয়ে জীৱন ধাৰণত সৰ্বতোপ্ৰকাৰে সহায় কৰে। যেনে থাল-বাচন, চচ্‌পেন, কেৰাহী, বহা চকী-মূঢ়া, টেবুল, ফেন, ইস্ত্ৰি, গেছ ইত্যাদি ইত্যাদি। কেছেট, টেপৰেকৰ্ডাৰ, টিভি, কিতাপ ইত্যাদি ইয়াৰ ভিতৰত পৰে (কিতাপ-আলোচনী সকলোৰে বাবে প্ৰয়োজনীয় নহয় অৱশ্যে!) অপ্ৰয়োজনীয়খিনি হ'ল অধিকাংশই ছেণ্টিমেণ্টযুক্ত। মধ্যবিত্তৰ ঘৰতহে এই ছেণ্টিমেণ্টযুক্ত বস্তুবোৰ অত্যাৱশ্যকীয় হৈ সময়ত সমস্যা বঢ়ায়। যেনে — পুৰণি এযোৰ চেণ্ডেল, পুৰণি পুতলা, পুৰণি শাড়ী, ছাৰ্ট, নচলা ঘড়ী, প্ৰত্যেকটোতেই ছেণ্টিমেণ্ট। অমুকটো প্ৰথম সন্তানটোৰ অন্নপ্ৰাসনত মামাকে দিল্লীৰপৰা আনি দিছিল, তমুকটো আগ্ৰালৈ প্ৰথমবাৰৰ বাবে যাওঁতে কিনা, পুৰণি চিল্কৰ শাড়ীখন পেলাওঁ বুলিও পেলাব নোৱাৰি, স্বামীয়ে বিয়াৰ আগতে দিয়া, অথচ বিয়াৰ পিছত স্বামীয়ে বহু শাড়ী-কাপোৰ দিলে, কিন্তু বিয়াৰ আগৰ পূৰ্বৰাগেৰে ভৰা শাড়ীখনৰ মূল্য বেছি। বিয়াৰ পিছৰ দাইল-চাউলৰ লিষ্টৰ লগত অহাৰ দৰে অহা প্ৰেমহীন কাপোৰ-কানিৰ লগত তুলনাই নহয়। এইদৰে বাঢ়ি যায় মধ্যবিত্ত সংসাৰৰ প্ৰবল ছেণ্টিমেণ্টৰে ভৰা অপ্ৰয়োজনীয় বস্তুৰ দ'ম। প্ৰতিটো ঘৰ সলাওঁতে এপদ-দুপদকৈ এই 'ছেণ্টিমেণ্ট'বোৰ কমে যদিও নতুন ছেণ্টিমেণ্টযুক্ত বস্তু এপদ-এপদকৈ বাঢ়ে।

ঠিক তেনেকুৱা বহু সামগ্ৰীৰ সৈতে, এখন ঘৰৰ বিছনা, আলমাৰি, টেবুল-চকী ইত্যাদিৰ গুদামঘৰ এটাৰ মাজত, নতুনকৈ ভাৰালৈ লোৱা ঘৰটোৰ মাজত অসহায়ভাৱে মই বহি আছিলোঁ। সামগ্ৰীবোৰ কলিকতাৰপৰা গুৱাহাটীলৈ ট্ৰাকত কঢ়িওৱা হৈছিল বাবে খেৰ-থাৰ্মকল আদিৰে বন্ধোৱা আছিল। গতিকেই সেইবোৰ খোলোঁতে দ'ম হৈছিল খেৰ, কাঠ, গজাল, ছটি কাপোৰ, ৰছী ইত্যাদি। দুজন মানুহে অহৰহ এইবোৰ খোলা কামত লাগি আছিল। জুন মাহৰ গৰমত সেই নৰককুণ্ডত বহি কামবোৰ তদাৰক কৰি থাকোঁতে এবাৰ ভাব হ'ল — প্ৰথমে এটা কোঠালিত ফেন এখন লগাই ল'লে মাজে মাজে জিৰণি ল'ব পৰা যাব। ফেন থকা বাকচৰ পেকিং খুলিবলৈ ক'লোঁ সেয়ে। খোলা হ'ল। এতিয়া লগাব কোনে? এজন ইলেক্ট্ৰিচিয়ান বিচৰা হ'ল। আমি থকা আবাসক্ষেত্ৰত নিজা ইলেক্ট্ৰিচিয়ান, প্লাম্বাৰ আছে। কিন্তু সেই সময়ত বিচাৰি পোৱা নগ'ল। কাম কৰি থকা মানুহজনেই অলপ বিচাৰ-খোচাৰ কৰি এজন মানুহ লৈ আহি ক'লে — 'ভাগ্যে, ইয়াক পাই গ'লোঁ, ই ইলেক্ট্ৰিচিয়ান নহয়, কিন্তু ইলেক্ট্ৰিকৰ যি কাম দিয়ক ই পাৰে। ওচৰতে থাকে। মোৰ পুৰণা চিনাকি'। হ'ব, ফেনখন লগাব পাৰিলেই হ'ল। ওখ-ক্ষীণ, শান্ত-শিষ্ট মুখৰ মিঠাবৰণীয়া সাধাৰণ ল'ৰা এটা। সি হাতত প্লাষ্টিকৰ মোনা এটাত কিবাকিবি বস্তু লৈ আহিছে।

ঃ কি নাম তোমাৰ?

ঃ নীৰেন, নীৰেন শইকীয়া (নামটো অক'মান সলাইছোঁ)

ঃ ফেনখন লগাব পাৰিবাতো!

ঃ চিন্তাই নকৰিব, মই কৰা কাম আজিলৈকে বেয়া হোৱা নাই। ইলেক্ট্ৰিচিয়ান নহয়, কিন্তু কামবোৰ জানো।

নীৰেনে ফেনখন লগালে। আজিও সেইখন চলি

আছে। সেই তেতিয়াই নীৰেনৰ সৈতে চিনাকি। অমায়িক ল'ৰা, ৰাস্তাই-ঘাটে নিজেই উপযাচি আহি মাতে। নীৰেনৰ সৈতে দুজন মানুহ কাম কৰিছিল কেবাঘণ্টা সময়, মোৰ কিন্তু তেওঁলোকৰ চেহেৰা-নাম মনত নাই। কিন্তু নীৰেনক মনত থাকিল। নীৰেনক মনত থকাৰ কাৰণো এটা নথকা নহয়। কলিকতাৰপৰা অহা ঘৰৰ সামগ্ৰীবোৰৰ ভিতৰত মোৰ ১৫-১৬ টামান কাগজৰ ডাঙৰ বাকচত অত্যাৱশ্যকীয় কিতাপ-আলোচনীবোৰ ভৰাই লৈ আহিছিলোঁ। তাৰে এটা বাকচৰ ঢাকনিখন ফাটি যোৱাত কিতাপ-পত্ৰবোৰ ওলাই আছিল। নীৰেনে বাৰে বাৰে লোভেৰে সেই বাকচটোৰ কিতাপবোৰ লিৰিকি-বিদাৰি আছিল। ওপৰতে থকা শংকু মহাৰাজৰ 'অমৰাৱতী আসাম' নামৰ কিতাপখন পাই সি হাতলৈ তুলি লৈ ক'লে — এই লেখকজনৰ কিতাপ মই পঢ়িছোঁ। এওঁৰ হিমালয়ৰ বিষয়ে লেখা কিতাপ বৰ ৰোমাঞ্চকৰ। তাৰপাছত তেওঁ কিতাপখন মেলি চাই আনন্দতে কৈ উঠিল — শংকু মহাৰাজক লগ পাইছে তাৰমানে। কিতাপখনৰ ভিতৰত শংকু মহাৰাজে আমাৰ নাম লেখি উপহাৰ দিয়া বাক্যকেইটা দেখি নীৰেন উত্তেজিত হৈ পৰিল। মই ক'লোঁ, তেওঁ কলিকতাত আমাৰ ঘৰৰ ওচৰতে আছিল, প্ৰায়ে তেওঁৰ সৈতে কথা-বতৰা পাতি ভাল লাগিছিল। কিন্তু তেতিয়াই হঠাতে মোৰ মনত খেলালে, এয়া অসম, নীৰেনৰ দৰে বঙালী ল'ৰা বহুত পাইছিলোঁ কলিকতাত, ক্লাছ এইটলৈকেহে হয়তো পঢ়া, কিন্তু সাহিত্যৰ তলা-নলা সকলো জানে। পাণ দোকন, চাহ দোকানত ৰাজনীতি-অৰ্থনীতিৰ কথা পাতে। কিন্তু এইখন অসম, অসমত এনে ল'ৰা বৰ মহঙা। নীৰেনৰ প্ৰতি মোৰ কৌতূহল হ'ল। তাক সুধিয়েই পেলালোঁ — তুমি কিমানলৈকে পঢ়িছিলা?

ঃ বি. এ. পাছ কৰিলোঁ। সহজভাৱে সি কৈছিল।

ঃ কাম কি কৰা?

ঃ একো নাই, কেইবাটাও চৰকাৰী ডিপাৰ্টমেণ্টত কেৰাণী, পিয়ন আদি চাকৰিৰ দৰ্খাস্ত দিলোঁ, ইণ্টাৰভিউ দিলোঁ, আনকি মাটি বিক্ৰী কৰি ষাঠি হেজাৰ টকা অ'ত-ত'ত ঘোচ দি পানীত পেলালোঁ। টকা দিও কামত নাহিল। চাকৰি নহ'ল। মোতকৈও বেছি টকা দিয়া মানুহে চাকৰি পালে।

তাৰপাছত প্ৰসংগ সলাবলৈ, কাৰ কিতাপ পঢ়ি ভাল পোৱা তুমি? নীৰেনে কৈ গ'ল ভবেন শইকীয়া, সৌৰভ চলিহা, হোমেন বৰগোহাঞি, মামণি ৰয়ছম, নিৰুপমা বৰগোহাঞিৰ নাম। তাৰপিছত দুখ মনেৰে ক'লে — কিতাপ খুজি আনিহে পঢ়োঁ, কিনিবলৈ পইচা নাথাকে। ভনীজনীয়ে মেট্ৰিক পাছ কৰি কলেজত নাম লগাইছে, কিমান দিনলৈ তাই পঢ়িব পাৰে নাজানো, ভাইটো স্কুলত। দেউতা নাই। মা আছে। এটা ভাৰা ঘৰত থাকোঁ, ভাৰা দুশ টকা, তাকেই দিওঁতে ধোঁৱা-কোঁৱা দেখোঁ। নীৰেনৰপৰা জানিছিলোঁ সেইদিনা, সিহঁতৰ পুৰণিগুদামৰ মাটি-বাৰী বেচি চাকৰিৰ আশাত দুবছৰৰ আগতে নীৰেন আহি গুৱাহাটীত থিতাপি লৈছিলহি। গুৱাহাটী ডাঙৰ চহৰ, অন্ন-সংস্থানৰ কিবা এটা নহয় কিবা এটা বাট মুকলি হ'ব বুলি মাটি বেচা ষাঠি হেজাৰ টকা শেষ সম্বল হিচাপে লৈ নীৰেনে পৰিয়ালটো লৈ গুচি আহিছিল। এয়াই নীৰেনৰ পৰিচয়? ইমানখিনি জনাৰ পিছত নীৰেনক পাহৰা নাযায়। গতিকে নীৰেনক কেতিয়াবা বাটে-পথে দেখিলে হাঁহি বিনিময় হয়।

কিছুদিনৰ আগৰ কথা। 'উদেষ্ণা'ত কিবা জনপ্ৰিয় হিন্দী চিনেমা এখন চলি আছে। মই ক'বলৈ লাজ নাপাওঁ, মাৰ-পিট, নাচ-গানৰ চিনেমা মাজে মাজে চাই মই ভাল পাওঁ। পৃথিৱী বিখ্যাত বিদেশী চিনেমাবোৰো বৰ কমেইহে মই নোচোৱাকৈ সাৰি যায়, কিন্তু সেইবুলি জনপ্ৰিয় হোৱা অসমীয়া, হিন্দী, বঙালী চিনেমাবোৰো সুবিধা পালে চাবলৈ নেৰোঁ। চিনেমাই যিদৰে পৃথিৱীৰ সকলো সমস্যা পাহৰাই ৰাখি মগজু শীতল কৰে, সেইদৰে কোনো বস্তুৱেই এই জটিল পৃথিৱীত মানসিক 'ৰিফ্ৰেছমেণ্ট' নিদিয়ে। কিন্তু মগজুৰ ৰিফ্ৰেছমেণ্টৰ বাবে 'ছিৰিয়াছ' ছবি নাচাওঁ। এনে ছবি চাওঁ, যি মোক একো কথাই ভাবিবলৈ সুযোগ নিদিয়ে। দৰ্শকৰ সৈতে চিনেমাত দেখুওৱা মস্কৰাবোৰত হাঁহো, নায়ক-নায়িকাই নাচি-বাগি গোৱা জনপ্ৰিয় গীতটোৰ সৈতে দুলি দুলি নিজেও গুণগুণাওঁ, ফৰ্মূলাবোৰ জনা সত্বেও দৰ্শকৰ সৈতে উৎকণ্ঠিত হওঁ নায়ক-নায়িকাৰ বিপদৰ মুহূৰ্তত — মুঠৰ ওপৰত তিনি ঘণ্টা সময় নিজৰপৰা পলায়ন কৰি এক বিশেষ আনন্দ লাভ কৰোঁ। তাৰ পাছত পপ কৰ্ণ, কোকাকোলা উদৰস্থ কৰি গীত এটা গুণাগুণাই ঘৰলৈ উভতি অহা সময়ত ভাবোঁ, এনেদৰেই যদি জীৱনটো উপভোগ কৰিব পৰা গ'লহেঁতেন!

ঠিক সেই দিনাও 'উদেষ্ণা'লৈ গ'লোঁ সেই উদ্দেশ্যেৰেই। 'জোছ', ডাঙৰ ডাঙৰ আখৰৰ হৰ্ডিংছৰ সিপাৰে বাহিৰত টিকট লৈ মাৰ-পিট। কি বিচিত্ৰ পৃথিৱী!

সকলো শ্ৰেণীৰ মানুহ। ব্লেকট এটা টিকটৰ দাম ১০০ টকা। টিকটৰ সৈতে বহুতৰ 'ইজ্জত'ৰ কথা জড়িত থাকে। টিকট ল'ব নোৱাৰিলে কাৰোবাৰ প্ৰেমিকাৰ ওচৰত পৰাজয় হ'ব, কাৰোবাৰ পত্নীৰ ওচৰত, কাৰোবাৰ আশাৰে লৈ অহা পুত্ৰ-কন্যাই মুখ ওন্দোলাই ঘৰলৈ উভতিব, মুঠৰ ওপৰত টিকট কৰাটোও যেন এটা জয়-পৰাজয়ৰ খেল! অন্ততঃ সকলো পাৰিলেও এই খেলত নামিব মই নোৱাৰোঁ এই ভাবিয়েই উভতিছোঁ, এনেতে — বাইদেউ!

ঃ নীৰেন দেখোন!

ঃ আপুনিও এইবোৰ চিনেমা চাই নেকি? নীৰেনৰ প্ৰশ্নত অলপ অপ্ৰস্তুত হ'লোঁ যদিও ক'লোঁ — কিয়? মইনো কি বেলেগ? চাওঁ মাজে মাজে।

ঃ টিকট পালে?

ঃ নাই, ব্লেক চলিছে। মই ব্লেকত চিনেমাৰ টিকট লৈ নোচোৱা নহয়, কিন্তু এইবোৰ চিনেমা ব্লেকৰ টিকট লৈ কেতিয়াও নাচাওঁ।

ঃ মই দুটা টিকট দিব পাৰোঁ, চিনাকি আছে মোৰ, ব্লেকত নহয়.....

ঠিক তেনেকুৱাতে এজন ল'ৰা আহি নীৰেনক একাষৰীয়াকৈ মাতি নিলে। মই দেখিলোঁ, নীৰেনে ল'ৰাজনক দুটা টিকট দিছে আৰু দুখন এশটকীয়া তেওঁৰপৰা লৈছে। নীৰেনে কি কৰে বুজিবলৈ বাকী নাথাকিল। কিন্তু নীৰেন মোৰ ওচৰলৈ অহাৰ আগতেই মই সেই ঠাইৰপৰা আঁতৰিলোঁ। নীৰেনে মোৰপৰা টিকটৰ আচল দামেই ল'ব, কিন্তু মোৰ নীৰেনক সেইদিনাৰ প্ৰাপ্যৰপৰা বঞ্চিতও কৰিবলৈ মন নগ'ল। নীৰেনক যিসকলে ওপৰঞ্চি পইচা দিছে, তেওঁলোকৰ নিশ্চয় ভাত-কাপোৰৰ চিন্তা নাই, ক'লা টকাৰ এটা অংশ নীৰেনহঁতৰ দৰে সৰ্বস্ব হেৰুওৱা মানুহৰ হাতলৈ উভতি অহাৰ পথটো মই বন্ধ কৰিম কিয়?

এইকেইদিন বাতৰি কাকতবোৰত অসম চৰকাৰৰ বিষয়াৰ ঘৰত তালাচী আৰু লাখ-কোটি টকা উদ্ধাৰ কৰাৰ বাতৰিবোৰ যেতিয়া পঢ়ি আছোঁ, মোৰ বাৰে বাৰে নীৰেনলৈ মনত পৰিছে। নীৰেনেতো টিকট ব্লেকাৰ হ'ম বুলি গুৱাহাটী চহৰলৈ অহা নাছিল। নীৰেনৰ দৰে কিমান ল'ৰা-ছোৱালীক ব্লেকাৰ, বেশ্যা, গুণ্ডা হৈ অন্ধকাৰ জীৱন ল'বলৈ বাধ্য কৰাইছে এই বিষয়াসকলে! লোকসেৱা আয়োগৰ পৰীক্ষাৰ দুৰ্নীতিৰ কথা আজি নতুন নহয়। সেইদৰে গ্ৰামোন্নয়ন, শিক্ষা, আৰক্ষী বিভাগ — কোনটো বিভাগ দুৰ্নীতিমুক্ত! আজি অসমৰ পানীকেঁচুৱা এটায়ো জানে, চৰকাৰী অফিচৰ চকীদাৰৰ চাকৰি এটা পাবলৈও লাখ টকাৰ উৎকোচ দিব লাগে বুলি। কাকতত পঢ়িবলৈ পোৱামতে বিষয়াৰ ঘৰত চাকৰি-প্ৰাৰ্থীৰ নাম-ঠিকনাৰে সৈতে টকাৰ বাণ্ডিল লকাৰত ওলাইছে। নীৰেনৰ দৰে বহুতেই মাটি-ভেটি বিক্ৰী কৰি হয়তো এই টকা দিবলৈ বাধ্য হৈছে। বিবেক, মনুষ্যত্বহীন এই বিষয়াবোৰৰ অপৰাধৰ তুলনাত নীৰেনহঁতৰ কৰ্ম অসামাজিক বা অপৰাধ নে? আইন সদায় বলীৰ সপক্ষে। সেইবাবেই মই মোৰ নিজা বিবেক আৰু যুক্তিৰ আদালতত নীৰেন নিৰপৰাধী বুলি গণ্য কৰি নীৰেনক দুপইচা অৰ্জন কৰিবলৈ সুবিধা দিয়াটো অপৰাধ নহয় বুলি ভাবিছোঁ। মোৰ ইচ্ছা, নীৰেনে এইদৰে ঘূৰাই আনক পৈতৃক সম্বল বিক্ৰী কৰি চাকৰিৰ বাবে মন্ত্ৰী-বিষয়াক দিয়া উৎকোচৰ এটা এটাকৈ টকা। এই চৰকাৰী অপৰাধীসকল নীৰেনৰ দৰে অকালতে যৌৱনৰ স্বপ্ন কাঢ়ি অনা বহুতৰে জীৱন-যৌৱন হত্যা কৰাৰ দোষত দোষী। নীৰেনে ঘূৰাই আনিব খোজা ষাঠি হেজাৰ টকাৰ পথ 'ক'লা' নহয়, যিমান ঘৃণনীয়ভাৱে ক'লা এই অপৰাধী বিষয়াসকলৰ মনুষ্যত্ব। নীৰেনে জীৱনত ষাঠি হেজাৰ টকা কেনেবাকৈ গোটাব পাৰিলেও তেওঁৰ জীৱনৰ অমূল্য সময় আৰু পবিত্ৰৰ স্বপ্ন দেখা দিনবোৰ ঘূৰাই কেতিয়াও নাপায়, কিন্তু জীৱনত এখন্তেকৰ বাবে কিছু শান্তি পাব পাৰে যদিহে অপৰাধী বিষয়াকেইজনে উচিত শাস্তি পায়। কিন্তু জীৱনৰ আটাইতকৈ নিষ্ঠুৰতম অন্ধকাৰ গহ্বৰত নিক্ষেপ হোৱা নীৰেনহঁতৰ জীৱনৰ মূল্যৰ তুলনাত এই অপৰাধী বিষয়াসকলৰ সমমূল্যৰ শাস্তি বিধান আইনত আছে জানো? ▩

# ঘৰ সজা ঠাই

২৭ আগষ্টৰ দুপৰীয়াৰপৰা কাজিৰঙা আৰু বোকাখাতত এগৰাকী ইংৰাজ ভদ্ৰ মহিলাৰ সন্ধানত আমি ঘূৰি ফুৰিছিলোঁ। মই আৰু 'সাদিন'ৰ সাংবাদিক প্ৰশান্ত দাস। প্ৰশান্তৰ আৰু এটা পৰিচয় আছে; গল্পকাৰ হিচাপে। প্ৰশান্তৰ ব্যতিক্ৰম গল্পৰ সোৱাদ 'প্ৰান্তিক'ৰ পঢ়ুৱৈয়ে পাইছে। তদুপৰি 'এটা শদিয়াৰ গল্প আনটো পৃথিৱীৰ' নামৰ গল্পপুথিখন যিসকলে পঢ়িছে, তেওঁলোকে প্ৰশান্তৰ গল্পৰ নিচা এৰিব নোৱাৰে। যি নহওক, প্ৰশান্তৰ বন্ধু দুজনমানে যেতিয়া সম্ভেদ দিলে, ১৯৯৬ চনৰেপৰা অসমৰ কাজিৰঙাৰ প্ৰেমত পৰি, কঁহৰাৰ গাঁৱৰ মানুহবোৰৰ সৈতে মিলা-মিছা কৰি; চিৰজীৱনৰ বাবে অসমত থাকিম বুলি ইংলেণ্ড এৰি গুচি অহা মেৰী ইংলেণ্ড নামৰ মহিলাগৰাকী খং আৰু অভিমানত অসম এৰি গুচি যাবলৈ ওলাইছে, তেতিয়াই আমাৰ উদ্বিগ্নতা আৰু বিষাদৰ মুহূৰ্তবোৰ আৰম্ভ হ'ল। মেৰী ইংলেণ্ড। যাৰ বিষয়ে প্ৰশান্তই 'প্ৰতিদিনত' এটা চুটি মৰ্মস্পৰ্শী নিউজ কৰিছে। সেই মেৰীৰ, জীৱনক তীব্ৰভাৱে ভাল পায়ো জীৱনৰপৰা পোৱা চূড়ান্ত বিষাদ বিয়পি পৰিছিল যেন সমগ্ৰ কঁহৰাত। মেৰীৰ ঘনিষ্ঠ দুজনমানে ক'লে, 'আজি গোলাঘাটলৈ গ'ল মেৰী। অতি ঘনিষ্ঠ বন্ধু-দুজনমানে তেওঁৰ বিদায় সভা আয়োজন কৰিছে। কাইলৈ তেওঁ যাবগৈ'। গোলাঘাটলৈ সেই মুহূৰ্ততে যোৱা সম্ভৱ নহ'ল। ইতিমধ্যে বিয়লি মেৰীৰ বৰ্তমানৰ আশা-আস্থাৰ বন্ধু 'নীলম' ঘূৰি আহিছে গোলাঘাটৰপৰা। এই নীলমেই আমাক কৈ গ'ল, মেৰীৰ জীৱন, আকাংক্ষা আৰু প্ৰতাৰণাত ভাগিপৰা মুমূৰ্ষ মুহূৰ্তবোৰৰ কথা।

মেৰী ১৯৯৬ চনতে ইংলেণ্ড এৰি আহি অসম পাইছিলহি। মেৰীৰ স্বামীৰ মৃত্যু হ'ল। পুত্ৰ-কন্যা স্বাৱলম্বী, নিজৰ জীৱন কক্ষত স্ব-স্থানত আছে। মেৰীয়ে অকলশৰে পৃথিৱীৰ বিভিন্ন অঞ্চল ঘূৰি ফুৰিবলৈ ল'লে। ক'লৈ যোৱা নাই মেৰী! ইউৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়াৰ নানা অঞ্চল ভ্ৰমি তেওঁ এছিয়া মহাদেশলৈ আহিল। জাপান, মালয়েছিয়া হৈ বাংলাদেশ পালেহি। বাংলাদেশৰপৰা ভাৰত। ভাৰতৰ বিভিন্ন ঠাই ঘূৰি অসম আৰু ১৯৯৬ চনত তেওঁ 'ৱাইল্ডগ্ৰাছ' নামৰ কঁহৰাৰ গাঁৱৰ মাজত থকা অতিথিশালাত জিৰণি লওঁতেই ভাবিলে যে তেওঁ ইমানদিনে বিচাৰি ফুৰা শান্তিৰ জিৰণি ঘৰ যেন ইয়াতেই আছে। কেউফালে সেউজ অৰণ্য, কাৰ্বি আংলঙৰ শাৰী শাৰী পাহাৰ। পাহাৰীয়া নৈ কঁহৰাখন শিলনিৰ মাজে মাজে কেতিয়াবা জঁপিয়াই চঞ্চলা কিশোৰী হৈ, কেতিয়াবা জীৱনৰ অপাৰ ৰহস্য পান কৰি গম্ভীৰ হোৱা মধ্যবয়সীয়া ৰমণীৰ দৰে আৰু কেতিয়াবা নিৰুদ্বেগ বৃদ্ধাৰ দৰে বিচিত্ৰ চৰিত্ৰৰ সম্ভাৰ লৈ বৈ গৈছে। দগাঁও, বচাগাঁও আদি গাঁওবোৰত এতিয়াও এপাল গৰু খেদি ধূলি উৰুৱাই, সন্ধিয়া গৰখীয়াই উকিয়াই উকিয়াই ঘৰলৈ উভতে। গধূলি নামঘৰৰ ডবাৰ শব্দত ঘৰমুৱা চৰাইবোৰে আপোন বাহত নিতাল মাৰে। সহজ-সৰল মানুহবোৰ। তেওঁক সকলোৱে মাতে, চাহপানী একোবাটি যাচে, ইমান আন্তৰিকতা, ইমান সুখ এই পৃথিৱীত পোৱাটো সম্ভৱনে! বোধহয় এই কাজিৰঙাতে সম্ভৱ। তেওঁ মন সলালে। 'গগৈ' উপাধিৰ মানুহ এই অঞ্চলত বেছি। মেৰীৰ 'গগৈ' উপাধিটো পচন্দ হ'ল। তেওঁ নিজৰ নামৰ পিছত 'গগৈ' বহুৱাই মেৰী গগৈ হ'ল। মেখেলা-চাদৰ পিন্ধিলে — শাড়ী পিন্ধিলে, গাঁৱৰ মানুহৰ সুখ-দুখৰ বতৰা লৈ ফুৰিলে, নিবনুৱা ল'ৰাক 'ৱাশ্বিং মেচিন' কিনি দি অতিথিশালাবোৰৰ কাপোৰ ধুই উপাৰ্জন কৰাৰ বাট দেখুৱালে, এয়াই নহয়, তেওঁ এখন ইংৰাজী মাধ্যমৰ স্কুলত শিশুবোৰক ইংৰাজী শিকাবলৈ ল'লে বিনা পাৰিশ্ৰমিকেৰে। তাৰপাছত তেওঁ লীজত মাটি লৈ ঘৰ সাজি দিবলৈ স্থানীয় মানুহক টকা দিলে। তেওঁৰ বহুদিনৰ সপোন এটা ঘৰৰ। মনে বিচৰা ঠাইত, মনে বিচৰা মানুহক ওচৰ-চুবুৰীয়া কৰি, নিজৰ ঘৰত থাকিবলৈ পোৱাটো কম সুখৰ সপোন জানো! এইখিনিতে মেৰীয়ে ভুল কৰিলে। ভাল

পোৱা বস্তু নিজৰকৈ বিচৰাৰ, মানুহৰ চিৰন্তন লোভৰ আকৰ্ষণত মেৰী মতলীয়া হ'ল। তেওঁ নাজানিছিল যে এই ভালপোৱা, আন্তৰিকতাত কিছু মানুহৰ স্বাৰ্থও নিহিত হৈ আছে। মেৰীৰ টকা-পইচাৰ প্ৰতি বহুতৰে লোভ হ'বলৈ ল'লে। সেয়ে মেৰীয়ে মনে বিচৰা ঘৰটো ৰাস্তাৰ কাষৰ পথাৰৰ মাজত আজিও অকলশৰে পৰি আছে। মেৰীৰপৰা টকা লৈ এটা বাস কৰিব নোৱাৰা ঘৰ স্থানীয় ঠিকাদাৰ এজনে সাজি দি মেৰীক প্ৰবঞ্চনা কৰিলে। দুখে-বেজাৰে পুনৰ মেৰীয়ে পুৰণা ঘৰ এটা ভাৰালৈ ল'লে। ঘৰটো তেওঁ বিচৰামতে কিছু ঠিক-ঠাক কৰি দিবলৈ এক লাখ টকাও দিলে ঘৰৰ মালিকক। কিন্তু তাতো প্ৰবঞ্চনা হ'ল। ইয়াতকৈও মৰ্মান্তিক আঘাত পালে মেৰীয়ে, যেতিয়া তেওঁৰ অতি স্নেহৰ দুজন যুৱকে তেওঁৰপৰা পঞ্চাশ হেজাৰ টকা চুৰ কৰি ধৰা পৰিল।

নীলমে আমাক মেৰীয়ে এৰি থৈ যোৱা ঘৰলৈ লৈ গ'ল। মোক ক'লে — 'বাইদেউ আহকচোন, এটা বস্তু চাওকহি — এয়া মেৰীৰ ৰান্ধনিঘৰ'। বটলত অলপ মেকাৰণি, এটা বটলত কাজু বাদাম মিহলি চানাচুৰ, সাধাৰণ আচবাব। এটা কেট্‌লি, কেৰাহী দুখন, গেছ ষ্ট'ভ এটা, দুটামান থাল-বাচন, কাপ-প্লেট। মেৰীয়ে পৰিমিতভাৱে সুৰাপান কৰে অন্যান্য বিদেশী মহিলাৰ দৰেই। কাষৰ নিভৃত কোঠালিটোৰ টেবুলত ৰয়েল ষ্টেগ, এটা হুইস্কীৰ খালি বটল। এটা খালি গ্লাছ, এখন পাছবুক এৰি থৈ গৈছে টেবুলতে, তাত জমা আছে ৫৫০ টকা। মেৰীৰ বেডৰুমৰ পৰ্দাবোৰ বতাহত হালিছে-জালিছে — সকলো মিজো, নগা আদি বিভিন্ন ডিজাইনৰ। বিছনাত এৰী কাপোৰ এখন। বাঁহৰ বিচনী, পাচি, খৰাহীৰে মেৰীৰ সংসাৰ। এটা কাগজৰ কাৰ্টুনত এবাকচ কিতাপ। সকলো ইংৰাজী, ভাৰতীয় ঔপন্যাসিক বিক্ৰম শেঠৰ উপন্যাসো দেখিলোঁ। মেৰীবিহীন শূন্য ঘৰটোত যেন সকলোতে বিদ্যমান মেৰী এক বিষাদ হৈ ঘূৰি ফুৰিলে আমাৰ সৈতে। নীলমক মেৰীয়ে ঘৰটো চোৱা-চিতাৰ দায়িত্ব দি গৈছে। এবুকু অভিমান লৈ ক'ৰবালৈ মেৰী গুচি গ'লেও নীলমৰ বিশ্বাস, মেৰী এদিন সকলো পাহৰি ঘূৰি আহিব। মেৰীৰ স্বভাৱেই তেনেকুৱা। মেৰীয়ে যাওঁতে কৈ গৈছে — You Indian-impossible to separate from money! ভাৰতৰ বিভিন্ন ঠাইত মেৰীয়ে ঠগ খাইছে। কিন্তু অসমত আটাইতকৈ বেছি। মেৰীৰ দুখ হৈছিল তাতেই — মেৰীয়ে অসমীয়া মানুহক হৃদয়খন দি দিছিল। নীলমে কৈছিল — 'মেৰীয়ে অসমীয়া আৰু ভাৰতীয় সম্পৰ্কে এই প্ৰথমবাৰৰ বাবে বেয়া মন্তব্য দিয়া শুনিলোঁ'। আহিবৰ সময়ত নীলমে মোক সুধিলে, বাইদেউ 'টিনফিছ' খায়নে আপুনি? ক'লোঁ — ভালপাওঁ খাই, বিশেষকৈ চাৰ্দিনছ; কিয়?

ঃ মেৰীয়ে মাছ খাই খুব ভাল পায়, এটা চাৰ্দিনছৰ টিন মেৰীয়ে থৈ গৈছে — আপোনালোকে মেৰীক বিচাৰি ঘূৰি ফুৰিছেহি, আপোনাক মেৰীৰ প্ৰিয় 'চাৰ্দিনছ'ৰ টিনটো দিলে নিবনে?' মেৰীৰ হৈ মই দিছোঁ বুলি কৈ চাৰ্দিনছৰ টিনটো নীলমে মোলৈ আগবঢ়াই দিলে। মেৰীৰ ঠিকনা নাই পৃথিৱীত, থাকিলেও স্থায়ী নহয়। গতিকেই মেৰী যদি কেতিয়াবা ঘূৰি আহে — ময়ো জীয়াই থাকোঁ, মেৰীৰ ওচৰত নিশ্চয় সকলো অসমীয়াৰ হৈ মই ক্ষমা খুজিম নতজানু হৈ, অশিক্ষিত, স্বাৰ্থলোভী, হৃদয়হীন বুলি স্বীকাৰ কৰি ক্ষমা ভিক্ষা মাগিম।

সেইদিনাৰপৰা 'এটা ঘৰ'ৰ সংজ্ঞা প্ৰকৃততে কি — সেই কথা মই অহৰহ ভাবিবলৈ ধৰিলোঁ। মোৰো ঘৰ নাই — এটা ঘৰ সজাৰ সপোন আছে সদায়। কিন্তু ঘৰ সজাৰ মনোমত ঠাই বিচাৰি বহু বছৰ কেৱল ঠাই বিচাৰি ফুৰিছোঁ। কেতিয়াবা ভোগদৈৰ পাৰত, কেতিয়াবা উমানন্দৰ মাজত, কেতিয়াবা শ্বিলঙৰ পাইনৰ অৰণ্যৰ নিভৃতত, কেতিয়াবা অখ্যাত গাঁৱৰ সৰিয়হতলীৰ হালধীয়া ফুলৰ মাজত, কেতিয়াবা চন্দ্ৰভাগাৰ সমুদ্ৰৰ তীৰৰ মাছমৰীয়া গাঁৱত, কেতিয়াবা নামবৰ-কাজিৰঙা-পবিতৰাৰ কাষত। মুঠৰ ওপৰত এই কাহানিও সম্ভৱ নোহোৱা এটুকুৰা ঠাইত এটা ঘৰ সজাৰ সপোন বুকুত বান্ধি ফুৰিছোঁ — কিন্তু বাস্তৱত, ইনষ্টলমেণ্ট স্কিমত এহেজাৰ স্কোৱাৰ ফুটৰ ফ্লেট এটা মহানগৰীত বিচাৰি প্ৰম'টাৰৰ দুৱাৰে দুৱাৰে গৈ বুকলেট চাইছোঁ। কেতিয়াবা 'লোকেচন' ভাল পালে অৰ্থৰ নাটনি হয়, অৰ্থই কুলালে পছন্দৰ ঠাই নাপাওঁ। যোৱা সংখ্যাৰ 'সাদিন'ত প্ৰদীপ্ত বৰগোহাঞিয়ে 'প্ৰছাৰপিনাৰ ডায়েৰী'ত মহানগৰত বসবাস কৰাৰ দুৰ্ভোগ আৰু বিৰক্তিৰ এক উৎকৃষ্ট ৰচনা লেখিছে। সংবেদনশীল মানুহবোৰৰ সকলোতে বিপদ। এই অট্টালিকাসদৃশ ঘৰবোৰ মহানগৰত সাজি বসবাস কৰিবলৈ কোনে কিমান মানুহ হত্যা কৰিছে, কাক কোনে কিমান প্ৰবঞ্চনা কৰিছে তাৰ হিচাপ আছেনে? নতুন গল্পকাৰ খাইৰুল ইছলামে 'সাদিন'ৰ পাততে 'মোক এটা ঘৰ লাগে' বুলি বিজ্ঞাপন দিছে। কাৰণ এই ধুনীয়া অট্টালিকাৰ বাসিন্দা

এগৰাকীয়েও খাইৰুললৰপৰা ভাড়াঘৰৰ বাবদ আগধন লৈও — 'মুচলমান' হোৱা বাবে একেটা কুঁৱাৰপৰা পানী কেনেকৈ খাব, কথাটো চিন্তা কৰি পিছত ধন ঘূৰাই দি, ভাড়া ঘৰ নিদিলে। এই ধুনীয়া ঘৰবোৰৰ ভিতৰতে যৌতুকৰ বাবে গৃহবধুক হত্যা কৰা হয়, সুৰাপায়ী স্বামীয়ে পত্নীক শাৰীৰিক-মানসিক অত্যাচাৰ চলায়, ধুনীয়াকৈ ঘৰ সাজি লোৱাৰ পাছতে স্বামী-স্ত্ৰী, পুত্ৰ-কন্যা, নিসংগ হৈ পৰে। পুত্ৰ-কন্যাই নিজা জীৱনৰ সৈতে খাপ খোৱাকৈ নতুন ঘৰ সাজে, পুৰণি ঘৰত, নিৰ্জন দ্বীপত কেৱল জীৱনৰ অন্তিম দিনৰ বাবে অপেক্ষা কৰি পুত্ৰ-কন্যা আত্মীয়-স্বজন আহি থাকিবলৈ সজা বৃহৎ কোঠালিবোৰত বৃদ্ধসকল ঘূৰি ফুৰে, স্মৃতি ৰোমন্থন কৰে। এটা ঘৰ সজাৰ বাবে এই সকলোখিনি ভোগ কৰিবলগীয়াত পৰে। এটা আনৰ চকুতলগা ঘৰ সজাৰ বাবেই এজন পাঁচ হেজাৰ টকাৰ দৰমহা পোৱা চাকৰিয়াল পঞ্চাছ লাখটকীয়া অসৎ হৈ যায়! একোগৰাকী নিৰ্জু নাৰী বেশ্যালয় খুলিব পৰাকৈ সাহসী হৈ যায়। চেৰিলেক নুগুচা ওঁঠৰ ল'ৰা-ছোৱালীয়ে পিতৃ-মাতৃৰ ঘনে ঘনে বেংক ব্ৰেলেঞ্চ বিচাৰে। মেৰীয়ে ঠিকেই কৈ গৈছে — 'ভাৰতীয়সকলক টকাৰপৰা পৃথককৈ চাব নোৱাৰি'।

পশ্চিমবংগৰ স্বনামধন্য কবি অৰ্ধেন্দু চক্ৰৱৰ্তীয়ে মোলৈ অলপতে লেখা চিঠি এখনত লেখিছে — 'আমারতো জীবনে একটা বাড়ী জুটল না, তাই শান্তিতে মরবার জন্য একটা ফ্লেট বুক করেছি। আমাদেরর মত লোকের বাড়ী সে কী নির্যাতন, কি ব'লব। তাই প্রার্থনা কর অনুরাধা, তোমার দাদার যেন মরবার জন্য মাথার ওপর একটা ছাদ থাকে'। গোটেই পৃথিৱীয়েই কবিৰ ঘৰ। তেনেকুৱা কবি এজনৰ বাবে জানো ঘৰৰ দৰকাৰ! কিন্তু অৰ্ধেন্দু চক্ৰৱৰ্তীৰ চিঠিখনে মই বিচাৰি থকা ঘৰৰ সন্ধান দিলে। ময়ো ফুটপাথৰ সলনি নিজা অৰ্থৰে ক্ৰয় কৰা এখন ছালৰ তলত মৃত্যুবৰণ কৰিবলৈ বিচাৰোঁ। সেইবাবেহে ৰ'দ-বতাহ-বৰষুণৰপৰা ৰক্ষা পৰিবলৈ এটা আশ্ৰয় লাগে। ঘৰ থাকিব মোৰ বুকুৰ মাজত, সপোনত।

পাওলো কোৱেলহোৰ বিশ্ববিখ্যাত 'দা এলকেমিষ্ট' নামৰ উপন্যাসৰ নায়ক চাণ্টিয়াগোৱে যেনেকৈ সুখ-সম্পদৰ সন্ধানৰ সপোন দেখি পৃথিৱী ভ্ৰমণ কৰিছিল, ঠিক তেনেকৈ সপোনৰ ঘৰত মই থাকিম। বন্ধু-বান্ধৱ, প্ৰেমিকৰ সৈতে কল্পনাত সান্নিধ্য লভিম। পেলিকান চৰাইবোৰৰ যেনেকৈ ছাইবেৰীয়াৰ জান-জুৰি, পাহাৰ-নদী ভাল নালাগি কাজিৰঙাৰ অগৰাতলিহে ভাল লাগিছে, মোৰো তেনেকৈ ভাল লাগিব, যিকোনো ঠাই, তাতেই হ'ব মোৰ ঘৰ। কিন্তু মেৰীৰ দৰে সপোনৰ ঘৰটো বাস্তৱত সাজি ভুল কৰিবলৈ নাযাওঁ। জীৱনত মানুহৰপৰা বহু দুখ-কষ্ট লভিছোঁ, বিশ্বাসঘাতকতাও দেখিছোঁ, মোৰ সপোনৰ ঘৰৰ আশে-পাশে চুবুৰীয়া কৰি বাস্তৱত বেয়া পোৱা সেই মানুহবোৰৰ সৈতে কেতিয়াও থাকিবলৈ নাযাওঁ? মোৰ বাবে ঘৰৰ সংজ্ঞা হ'ব পৃথক — শৰীৰৰ সুৰক্ষাৰ বাবে বাস্তৱৰ ঘৰ, আৰু মনৰ সুৰক্ষাৰ বাবে হৃদয়ত এখন ঘৰ। হৃদয়ৰ ঘৰত মোৰ মৃত পিতৃৰ সৈতেও শিশু হৈ উমলিব পাৰিম মন গ'লে। মন গ'লেই বিচৰণ কৰিম নিৰ্জন নদী আৰু বিলৰ পাৰত, হৃদয়ৰ ঘৰৰ বাৰাণ্ডাত একেলগে বহি নিভৃত সন্ধিয়াৰ বেলি মাৰ যোৱা চাম, মনে বিচৰা সংগীতৰ সান্নিধ্যত। ঠিক মেৰীয়ে প্ৰাকৃতিক ধাৰণাৰে বিচৰা এখন বহল পৃথিৱীৰ ঘৰৰ দৰে, কোঠালিৰ কংক্ৰীটৰ বেৰাৰে যাক ভাঁগ কৰিব নোৱাৰি। ❀

# আমি ক্লীৱ

অলপতে আমাৰ পৰিয়ালৰ দুজন পৰিচিত ব্যক্তি দিল্লীৰপৰা ৰে'লেৰে আহি অভিজ্ঞতা বৰ্ণালেহি। তেওঁলোক ব্যৱসায়-বাণিজ্যৰ কামত অসমৰ বাহিৰলৈ অহা-যোৱা কৰিব লাগে। কিন্তু এইবাৰ তেওঁলোকে আহি যিখিনি কথা বৰ্ণালেহি — তাত তেওঁলোকৰ কোনোদিন পূৰ্বে নঘটা কিছু অভিজ্ঞতা আছিল। তেওঁলোকৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক হোৱা দুঘৰ অনা-অসমীয়া-অব্যৱসায়ী পৰিয়ালে এইবাৰ টেলিফোন কৰোঁতে আগৰ দৰে হেনো উছাহ প্ৰদৰ্শন নকৰিলে। নিৰুদ্বেগ কথা-বতৰাৰে দুয়োটা পৰিয়ালৰ মুৰব্বী দুজনে তেওঁলোকক দুটা প্ৰশ্ন কৰিছিল — তোমালোকে সঁচাকৈয়ে অসমত আন কোনো মানুহক থাকিবলৈ নিদিওঁ বুলি ভাবিছা নেকি? আন এজনৰ একেধৰণ প্ৰশ্নৰ উত্তৰত অসমীয়াজনে ক'লে — 'এইবোৰ ৰাজনীতি নতুবা কোনোবা প্ৰতিক্ৰিয়াশীল মানুহৰ নিকৃষ্ট কাম। আপোনালোকে জানিব, অসমীয়া মানুহৰ এইবোৰত সমৰ্থন নাই'।

ঃ কেনেকৈ সমৰ্থন নাই? তোমালোকে যে এই কাৰ্যবোৰৰ প্ৰতিবাদ কৰিছা — তাৰ প্ৰমাণ দেখোন ক'তো পঢ়িবলৈ পোৱা নাই।

অসমীয়া আমাৰ পৰিচিত লোকজনে থত্-মত্ খাই তেতিয়া চালে-বেৰে কোবোৱা যুক্তি দুটামান দি ফোনটো থৈ দিলে। কিন্তু সেই মুহূৰ্তৰপৰাই দুয়োজনে এক আশংকাত ভুগিবলৈ ধৰিলে। ক'ব নোৱাৰাকৈয়ে তেওঁলোকৰ মন অলপ সংকুচিত হ'ল। লজ্জা আৰু গ্লানিও আহিল। ৰে'লেৰে আহোঁতে ইজনে-সিজনে কথা পাতোঁতে অসমীয়া ভাষাটো কম ব্যৱহাৰ কৰিলে। ষ্টেচনবোৰত নামোতে হিন্দীভাষা ব্যৱহাৰ কৰিলে নিজৰ ভিতৰতে আৰু বিহাৰ শেষ নোহোৱা পৰ্যন্ত ৰে'লৰ ডবাৰপৰা তেওঁলোক নানামিলে। এক অজান আশংকাৰে তেওঁলোকে পথছোৱা পাৰ কৰিলে।

কেবাদিনো অসমৰপৰা বাহিৰত থকা বাবে তেওঁলোকে আহি পোনছাটেই সুধিলেহি — এই গণহত্যাবোৰৰ প্ৰতিবাদ কাৰ্যসূচী কিবা হৈছেনে নাই? আমি ক'লোঁ, বাতৰি কাকতে 'সৌৰভ গাংগুলীয়ে বাৰ অ'ভাৰত চেঞ্চুৰী কৰিলে'ৰ দৰে কেৱল হেডলাইন ৪১ দিনত ৮৪ টা হত্যা', '১৯ দিনত তিনিটা গণহত্যা' ধৰণৰ বাতৰি আৰু দুই-এটা গৰিহণা হৈ আছে। কিন্তু সামাজিক প্ৰতিক্ৰিয়া একো দেখা নাই। হয়তো বুলেট বা ঘাতকৰ অস্ত্ৰই গুৱাহাটীৰ বা ডাঙৰ চহৰৰ মাজ-মজিয়াৰ বিশিষ্ট এলেকা, বিশিষ্ট ব্যক্তিক এতিয়াও স্পৰ্শ কৰাহি নাই বাবেই মনে মনে থকা হৈছে। যেতিয়াই তেনেকুৱা ঘটনা হ'ব, তেতিয়া বিভিন্ন সংগঠন, বিশিষ্ট মানুহৰ শোভাযাত্ৰা, প্ৰতিবাদ সভা, ফেষ্টুন ইত্যাদি দলে দলে ওলাব নিশ্চয়। যিসকলৰ এতিয়ালৈকে মৃতদেহৰ ফটো বাতৰি কাগজত দেখিছোঁ — সেই শিশু, মহিলা, পুৰুষ এজনো আমাৰ চিনাকি নহয়, সেইবাবেই অন্তৰাত্মাই প্ৰতিবাদ কৰি উঠা নাই। আমি যিটো আবাস ক্ষেত্ৰত বসবাস কৰোঁ, সেইটোত ভাৰতবৰ্ষৰ বিভিন্ন মানুহে বসবাস কৰে। তাৰ লগতে বসবাস কৰে মূলসুঁতিলৈ ঘূৰি অহা কিছুসংখ্যক প্ৰাক্তন আলফা সদস্য। বিভিন্নজনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া জানিবলৈ ইচ্ছা কৰি দুই-এষাৰ কথা বিভিন্নজনৰ সৈতে আমি নপতা নহয়। কিন্তু কথাৰ উৱাদিহ পাবলৈ টান। এক ৰহস্যজনক নীৰৱতা, ভাবলেশহীন মুখৰ আঁৰত প্ৰশ্নবোৰৰ বুৰ-বুৰণি উঠে আৰু শেষ হৈ যায়। সিদিনা কেৱল এটা করুণ প্ৰশ্ন মোৰ চিনাকি বিহাৰী ৰিক্সাৱালাটোৱে তাৰ ৰিক্সাত মোক উঠাই আনোতে কৰিছিল — 'এতিয়া আমি ৰাতি ৰাতি সকলো সাৰে আছোঁ, কেতিয়া আমাক কোনে মাৰিবহি নাজানো — কিন্তু ৰাতি সকলো সাৰে থাকোঁ। আগবেলা সেইবাবে ৰিক্সা

নচলাওঁ অলপ শুই লওঁ — কি হ'ব আমাৰ?' উত্তৰ দিবলৈও মোৰ ভাষা নাছিল। মনে মনে আছিলোঁ।

ফেন্সীবজাৰৰ দুজনমান মাৰোৱাৰী মানুহ কাৰ্যালয়লৈ আহিছিল বিশেষ কিবা কামত। মাৰোৱাৰী সম্প্ৰদায়ৰ বিশিষ্ট লোক দুজনৰ এজন ডাক্তৰ আৰু আনজনৰ এখন স্কুল আছে। দুয়োজনৰ মতে এই হত্যাবোৰ সংঘটিত হৈছে, অসমীয়া হিন্দুক সংখ্যালঘু কৰাৰ উদ্দেশ্যে। কেনেকৈ? তেওঁলোকৰ মতে, জধে-মধে হিন্দু খাটিখোৱা সম্প্ৰদায় হত্যা কৰিলে লাভ মুচলমানসকলৰ হ'ব। এই আৰ্থিক নিম্ন শ্ৰেণীৰপৰা ভয় নাই। তেওঁলোক যিহেতুকে দুৰ্বল, তেওঁলোকে বিচাৰো নিবিচাৰে, প্ৰতিবাদো কৰিবলৈ ভয় কৰে। কিন্তু হত্যাকাৰীৰ লাভ হয় দুটা কথাত — 'সন্ত্ৰাস সৃষ্টি' আৰু অনা-অসমীয়াৰ মনত 'ভয়' জগোৱা। বহুতেই ইতিমধ্যে পলাবলৈ আৰম্ভ কৰিছে। অনা-অসমীয়া হিন্দু অসমীয়া হিন্দুতকৈ সংখ্যাত কম নহয়। গতিকেই এইখিনি পলায়ন কৰিলে অসমীয়া হিন্দু সংখ্যালঘু হ'ব। গতিকে এয়া 'আই-এছ-আই'ৰ কাম। তেওঁলোকে ইয়াকো ক'লে যে বিহুবৰৰ গণহত্যাত উল্লেখযোগ্যভাৱে এজন মুচলমানক হত্যা কৰা হোৱা নাছিল।

আমি তেতিয়া কৈছিলোঁ, তেন্তে চৰকাৰে আই-এছ-আই ধৰি প্ৰমাণ কৰিবপৰা নাই কিয়? প্ৰত্যেক ঠাইতে যদি আই-এছ-আইৰ সক্ৰিয় হাতেৰে সুনিপুণভাৱে গোপনীয়তা ৰক্ষা কৰি এইবোৰ কৰিছে, তেন্তে এয়া প্ৰশাসনৰে বিফলতা। বিহুবৰৰ গণহত্যাত নিচেই কাষতে থানাখন আছিল দেখোন!

তেওঁলোকে বিশেষ নামাতিলে। আনহাতে সেইদিনাই লগ পোৱা উত্তৰপ্ৰদেশৰ অসমতে ব্যৱসায় কৰি থকা এজন লোকে কথা প্ৰসংগত ক'লে — প্ৰকৃততে এয়া ৰাষ্ট্ৰৰ ষড়যন্ত্ৰ। হত্যাবোৰ ঘটোৱা হৈছে, আই-এছ-আই আৰু আলফাৰ নাম সহজে অহাকৈ। খুব সোনকালে এটা ধৰ্মীয় ৰক্তপাত হ'ব পাৰে। ইছলাম ধৰ্মাৱলম্বীখিনিৰ প্ৰতি ক্ৰোধ উৎপন্ন হ'বলৈকে এই হত্যালীলা ৰচনা। এয়া হিন্দুত্ববাদীৰ ষড়যন্ত্ৰ।

বঙাইগাঁৱৰে এজন সাংবাদিকে ক'লে আন এটা কথা। এতিয়াও আত্মসমৰ্পণ নকৰা কিন্তু আত্মসমৰ্পণ নকৰিও প্ৰশাসনৰ সৈতে থকা লোক এই হত্যালীলাবোৰত জড়িত আছে। কোনটো সঁচা? বা কোনটো মিছা? ইয়াৰ চক্ৰবেহুত এবাৰ সোমালে ওলাই অহাৰ পথ নাই। কিন্তু এটা কথা এই গণহত্যাৰপৰা স্পষ্ট যে এটা ৰাজনৈতিক ষড়যন্ত্ৰৰ পৰিপ্ৰেক্ষিতত পৰিকল্পিতভাৱে এই হত্যাযজ্ঞৰ আৰম্ভ হৈছে। সেই বিশেষ ৰাজনৈতিক ষড়যন্ত্ৰ ধৰা নপৰাটোৱেই স্বাভাৱিক, পৰিলেও সেইসময়লৈকে আৰু বহু নিৰ্বোধ-নিৰীহ-আবাল-বৃদ্ধ-বনিতাই জীৱন আহুতি যে দিব লাগিব তাত সন্দেহ নাই।

সমাজ বিজ্ঞানত 'Social dyfunction' নামৰ এটি সূত্ৰক আলম কৰি এক বিস্তৃত অধ্যয়ন ক্ষেত্ৰ আছে। ইয়াত আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে যে দুশ বছৰৰ আগৰেপৰা সমাজতত্ত্ববিদসকলে এটা প্ৰধান কথাত বাৰে বাৰে আঙুলিয়াই আহিছে। তেওঁলোকে সামাজিক বিশৃংখলাৰ আটাইতকৈ ঘৃণনীয় পৰ্যায়টোলৈ মানুহ অৱনমিত হওঁতে কি কি কাৰণকেইটা মূলতঃ আহে তাৰ ব্যাখ্যা দিছে এনেদৰে — যেতিয়া প্ৰত্যেক সমাজত সন্মান (prestige), শক্তি (power) কিছুমান অপদাৰ্থ মানুহৰ হাতলৈ যায়, যাৰ সমাজৰ প্ৰতি অৱদান নাছিল, আৰু তেনে মানুহে ভোগ কৰা অন্তহীন ক্ষমতাৰ বিপৰীতে সমাজৰ প্ৰতি অৱদান থকাসকল এক অনিশ্চিত ভৱিষ্যতৰ আশংকাত দুৰ্বলভাৱে জীয়াই থাকিবলৈ লয়, তেতিয়াই সমাজৰ চকৰী ওলোটা ফালে ঘূৰে। এনেকুৱা সমাজব্যৱস্থাৰ সৈতে কৰা সহাৱস্থানে সমাজৰ বাসিন্দাসকলক হয় ক্লীৱ (Harry M Johnson- এ 'Socialyimpotent' শব্দটো ব্যৱহাৰ কৰিছে) হ'বলৈ বাধ্য কৰে নহয় তেওঁলোকে প্ৰতিবাদ কৰি সামাজিক পৰিৱৰ্তনৰ বাবে সাজু হয়। সমাজ বিজ্ঞানত থকা এই 'Maldistribution of power and prestige' নামৰ সূত্ৰৰপৰা উদ্ভৱ হোৱা প্ৰথম ফলাফলটোত কোৱা হৈছে যে এনেকুৱা সামাজিক উচ্ছৃংখলতাই ৰাজনৈতিক উচ্ছৃংখলতাক স্পষ্টভাৱে নিৰ্ধাৰণ কৰে। সমাজ বিজ্ঞানী মেক আইভাৰে কয়, 'ঠিক এনেকুৱা সময়তে 'Community Sentiment অৰ্থাৎ 'গোষ্ঠীয় একাত্মতা'ই মূৰ দাঙি উঠে। পুৰণি সমাজত 'গোষ্ঠী'বোৰ ধৰ্ম, জাত-পাত ইত্যাদিৰ মাজত আৱদ্ধ আছিল। কিন্তু শিক্ষা, সংস্কৃতি, বিজ্ঞান-প্ৰযুক্তিয়ে এই ধাৰণাৰ ব্যাপ্তি ঘটায় এক বৃহৎ গোষ্ঠীৰ

মাজলৈ 'Community Sentiment ক লৈ গ'ল। যাক আমি মানৱতাবাদ বুলিব পাৰোঁ। (with the extension in community sentiment and with the interdependence of communities, a sense of universal brotherhood is being created-MACIVER)' বৰ্তমান যুগত, গাঁও-জিলা, চহৰ, ৰাজ্য, দেশ পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল হ'বলৈ বাধ্য। সমাজত বিজ্ঞানৰ পুৰণি সূত্ৰসমূহো সেইদৰে সময়ে সময়ে সলনি হৈ আহিছে। লাহে লাহে এই কথাবোৰ আজি আমি বসবাস কৰা, জন্মগ্ৰহণ কৰা ৰাজ্যখনত সকলোফালে ফলিয়াইছে আৰু 'জনচন'ৰ সেই বিখ্যাত ব্যাখ্যাৰ 'ক্লীৱত্ব'ও আমাৰ সামাজিক আচৰণত ফুটি উঠিছে। কিন্তু আচৰিত কথা, আমাৰ মনুষ্যত্ব বা মানুহৰ গোষ্ঠীগত একাত্মতা জাগি উঠা নাই।

ভেনিজুৱেলাৰ এটা জনগোষ্ঠীৰ নাম 'য়ানোমেমো'। এই য়ানোমেমো গোষ্ঠীটোৰ বৈশিষ্ট্য এয়ে যে তেওঁলোকৰ জনসংখ্যা নিয়ন্ত্ৰণ হয় কেৱল কটা-কটি, মৰা-মৰিত। পুৰুষসকল প্ৰায়ে বৃদ্ধ হ'বলৈ নাপায়। হিংস্ৰতাৰ বলি হয় অবোধ শিশুৰপৰা নাৰীলৈকে। নাৰী ধৰ্ষণ এটা নিত্য-নৈমিত্তিক আচৰণ। তেওঁলোকৰ মৌলিক অভাৱ আৱিষ্কাৰ কৰি পোৱা গৈছিল, তেওঁলোকৰ দেশখনৰ অপৰ্যাপ্ত শস্য আছে, কিন্তু তেওঁলোকৰ মাংস খোৱাৰ প্ৰতি আসক্তি বেছি। কিন্তু য়ানোমেমোৰ অঞ্চলত মাংস প্ৰোটিন সহজে পোৱা নাযায়। সেয়ে চুবুৰীয়া অঞ্চলে তেওঁলোকৰ ওপৰত আৰু তেওঁলোকে চুবুৰীয়া ৰাজ্যৰ মানুহৰ ওপৰত জবৰদস্তি চলায়। কালক্ৰমত এই যুদ্ধখন সামৰণি পৰি তেওঁলোক সভ্য হয় যদিও 'Yanomamo attiude' বুলি এষাৰ কথা থাকি গ'ল। মানৱতাৰ সংকটত মাত নামাতিলে এই 'য়ানোমেমো এটিচিউড্' বুলি সমাজশাস্ত্ৰত কোৱা হয়। পশ্চিমত, বিশেষকৈ আমেৰিকাৰ চাৰিশৰো অধিক 'গেং'সমূহৰ ক্ষেত্ৰত এই শব্দৰ প্ৰচলন আছে।

প্ৰথম মহাসমৰৰ পাছত KKK (Ku Klux Klan)ৰ নৃশংস হত্যাকাণ্ডবোৰে বেছিভাগ বন্দুকধাৰী গোটক দেখুৱাইছিল, কেনেকৈ প্ৰশাসনৰ হৈ বা ৰাজনৈতিক দলবোৰৰ হৈ সন্ত্ৰাস বিয়পোৱাত ক্ষমতাশালী হ'ব পাৰি। এনেকুৱা সুবিধাবাদী দলক সাৰ-পানী যোগাই ৰাজনৈতিক দলবোৰে। কিন্তু স্বাৰ্থ সিদ্ধিৰ পিছত তেওঁলোকক আদৰ নকৰে। 'আইডেন্টিটি ' বা অস্তিত্ব প্ৰদৰ্শন কৰিবলৈও দলবোৰে নিৰ্বিবাদে সমাজত হত্যা-ব্যভিচাৰ চলায়। কথা হৈছে সমাজত এইবোৰ নতুন কথা নহয়। আমাৰ 'power' আৰু 'prestige' ইতিমধ্যেই অপাত্ৰৰ হাতত সমৰ্পিত কৰা হৈছে। ৰাজ্যখনৰ প্ৰশাসনিক আমোলা, বিষয়া, আৰক্ষীৰ দৰমহাৰ হিচাপ, আৰু তেওঁলোকৰ অৰ্থ-সম্পত্তিৰ নমুনাই এখন উচ্ছৃংখল, দুৰ্নীতিপৰায়ণ আৰু আত্ম-সম্মানহীন ৰাজ্যৰ ছবি ইতিমধ্যেই দাঙি ধৰিছে। মন্ত্ৰী-বিধায়কৰ কথা নক'লোঁৱেইবা। প্ৰশাসনৰ প্ৰত্যেক বিভাগতে 'গেং' বা অপৰাধী চক্ৰ নিৰ্মিত হৈছে। এই অপৰাধৰ বৃদ্ধিয়ে দুটা পথ সমান্তৰালভাৱে উলিয়ায়। প্ৰথম, ক'লা টকাৰ আমদানি বৃদ্ধি, দ্বিতীয় এই ক'লা টকা অৰ্জনলৈ জনসাধাৰণে যাতে চকু দিবলৈ আহৰি নাপায় তাৰবাবে সন্ত্ৰাসৰ সৃষ্টি। কাৰণ সমুখত বহুত সম্ভাৱনা — নিৰ্বাচন, ৰাষ্ট্ৰপতি শাসন ইত্যাদি ইত্যাদি।

কিন্তু সাধাৰণ মানুহে এতিয়া কি কৰিব? যি গাঁঠিৰ ধন ভাঙি, এটি এটি পইচা হিচাপ কৰি জুই-ছাই মূল্যৰ বজাৰখনৰপৰা ভাতসাঁজৰ বাবে তেল-নিমখ কিনে? চহৰীয়া মধ্যবিত্তই জনপ্ৰিয় ইছ্যুবোৰত সততে মাত মাতি ভাল পায়, কিন্তু আমি এই সময়ত কি কৰিছোঁ? কাকজান, নলবাৰী, বিহুবৰ, তিনিচুকীয়া, বঙাইগাঁও এই গণহত্যাবোৰৰ বাবে অন্ততঃ মানুহে মানুহৰ প্ৰতি দেখুৱাবলগীয়া সৌজন্যমূলক সম্মান দেখুৱাইছোঁনে? এই মৃতকসকলৰ প্ৰতি সমবেত হৈ ক'ৰবাত প্ৰতিবাদ কৰিছোঁনে? আমি যে এই নিৰ্দোষ মানুহবোৰৰ হত্যা ভালপোৱা নাই তাক প্ৰতিপন্ন কৰিছোঁনে? আমি যদি মানুহ হৈ আমাৰ মাজৰে মানুহক হত্যা কৰোঁতে বিচলিত হোৱা নাই, অসমৰ বাহিৰৰ মানুহে অসমীয়া মানুহক ৰে'ল ৰখাই হত্যা কৰিব পাৰে বুলি ভয় খাইছোঁ কিয়? কোনো ৰাষ্ট্ৰীয় জনমাধ্যমতে অসমত অনা-অসমীয়া হত্যা কৰাৰ বিৰুদ্ধে জনমত গঠন হোৱাৰ কথা প্ৰকাশ হোৱা নাই, অসমীয়া মানুহৰ বাবে ইয়াতকৈ লাজৰ কথা কিবা আছেনে আৰু? যিখন ৰাজ্যত আজি শিশুৱে শিশু হত্যা নকৰিবলৈ কৰুণ প্ৰাৰ্থনা কৰি প্ৰস্তাৱ লৈছে, সেইখন ৰাজ্যত থকা শ শ সামাজিক-সাংস্কৃতিক অনুষ্ঠান, দিনৌ হৈ থকা সাহিত্য-সংস্কৃতিৰ মিটিংবোৰত এবাৰলৈ

হ'লেও এই নৰহত্যাবোৰৰ বিৰুদ্ধে প্ৰস্তাৱ, বা এখন্তেকলৈ সমবেদনা জ্ঞাপন কৰা হৈছেনে? হত্যা কোনে কৰিছে আমি নাজানিলোঁৱেই যেনিবা কিন্তু শিক্ষাৰ গৌৰৱ বহন কৰি আমি জাত-শ্ৰেণী নিৰ্বিশেষে জানো 'গোষ্ঠীগত একাত্মতা' মানুহ হিচাপে দেখুৱা উচিত নাছিল? মানুহে মানুহৰ সংকটৰ সময়ত দেখুৱা ন্যূনতম আন্তৰিকতাও আমাৰ মাজৰপৰা লুপ্ত হৈ গ'লনে? আমি আমাৰ স্বাৰ্থত, চৰকাৰৰ স্বাৰ্থত 'ৰাষ্ট্ৰপতি শাসন'ৰ বিৰুদ্ধে মাত মাতিছোঁ, কিন্তু গণহত্যাৰ প্ৰতিবাদ সজোৰ কণ্ঠেৰে কৰিলোঁনে?

এই বোৰৰপৰা সমাজ বিজ্ঞানী জনচনৰ পুৰণি ব্যাখ্যাক পুনৰ দোহাৰিব পাৰি। আমি সামাজিকভাৱে ক্লীৱ বুলি স্বীকাৰ কৰা, নতুবা মানুহ হিচাপে মানৱীয় প্ৰমূল্যৰ অৱমাননাৰ বাবে বিৰুদ্ধাচৰণ কৰা। কোনটো কৰিছোঁ সেয়া আমাৰ আচৰণে নিশ্চয় প্ৰমাণ কৰিছে। ■

# আপোনজনৰ মাত

ঠিক কেনেকুৱা মাতে মানুহৰ হৃদয় আৰু মগজু তৰংগায়িত কৰে? কেতিয়াবা এনেকুৱা হয়নে — বহুদিন আগতে শুনা এটা কণ্ঠস্বৰ, দুপৰত নতুবা দোভাগনিশা উটি অহা বাঁহী নতুবা গাঁৱলীয়া শিল্পীৰ বীণ আৰু দোতাৰাৰ এক বিশেষ সুৰ বাণীবন্ধন হয় হৃদয় আৰু মগজুত। প্ৰিয়জনে মৰমতে মতা সম্বোধন অথবা কাৰোবাৰ কান্দোন, দোভাগ নিশাৰ উচুপনিৰ শব্দ, প্ৰেমাস্পদক ক'ব নোৱাৰা কথাৰ শব্দ, আৱেগিক মুহূৰ্তৰ শব্দ আৰু বিশেষ মুহূৰ্তত কোনোবা বিশেষ চৰায়ে যদি মাতিছিল, সেই শব্দ, বিয়লি গুচি যোৱা ৰে'লগাড়ীৰ উকি, কোনো বিশেষ ক্ষণত বাজি উঠা বিশেষ গীত, ৰফি নতুবা লতা মংগেশকাৰৰ গীতৰ টুকুৰা, নিৰ্জন দুপৰীয়া গাঁৱৰ ঘৰত, বাৰীৰ পিছফালৰ পুখুৰীত কাঁহৰ কাঁহী-বাটি ধুওঁতে হোৱা শব্দ, কাঁহৰ বাচনত হাতৰ খাৰু লাগি হোৱা দুপৰৰ প্ৰাকৃতিক সংগীতৰ মূৰ্ছনা, কেতিয়াবাই মৃত্যু হোৱা আত্মীয়ৰ কোঠালিত অনুভৱ হোৱা তেওঁৰ কণ্ঠস্বৰ, ভৰিৰ খোজৰ শব্দ অথবা তেওঁৰ গলখেকাৰি, খুন্দনাত তামোল খুন্দাৰ শব্দ..... আৰু যে কিমান শব্দ! মানুহৰ জীৱনৰ প্ৰাত্যহিকতাত অনুভূত হোৱা এই শব্দবোৰে ক'ব নোৱাৰাকৈয়ে গভীৰভাৱে হৃদয়ৰ মৰ্মস্থলত সংগোপনে বাস কৰিবলৈ কেতিয়াৰপৰা আৰম্ভ কৰে ক'ব নোৱাৰি। টেপ-ৰেকৰ্ডাৰত বাণীবন্ধন কৰা সংগীত, মাত-কথাৰ দৰেই মানুহৰ মন আৰু মগজুত শব্দ বাণীবন্ধন হয়। যান্ত্ৰিক বাণীবন্ধনৰ সৈতে ইয়াৰ পাৰ্থক্য এটাতেই, মনত বাণীবন্ধন হোৱা শব্দ বা মাত স্বতঃস্ফূৰ্তভাৱে হয়, কৰো বুলি কৰিব নোৱাৰি।

এবাৰ কলিকতাৰ 'আৰ্ট-একৰ' নামৰ বিখ্যাত শিল্পীৰ গাঁওখনলৈ প্ৰথমবাৰৰ বাবে যাওঁতে, বাঁহনিৰ মাজেৰে যোৱা লুংলুঙীয়া ৰাস্তাৰে আগবাঢ়োঁতে ভেকুলীৰ টোৰ্‌টোৰণি আৰু দহিকতৰাৰ মাত শুনি খোজ থমকি ৰৈছিল। বংগৰ বিখ্যাত শিল্পী শুভপ্ৰসন্নই যেতিয়া হাঁহি মাৰি সুধিছিল 'আমাৰ এই চিত্ৰশালাৰ গাঁওখন কেনে লাগিছে' বুলি — মই কৈ পেলাইছিলোঁ, কি এক আপুৰুগীয়া তৃপ্তি ইয়াত — ভেকুলীয়ে মাতে দিনতে, চৰায়ে মাতে, অথচ ইয়াৰপৰাই দেখা যায় দমদম বিমান বন্দৰৰ উৰাজাহাজবোৰে 'টেক অফ' কৰাৰ মুহূৰ্তত মৰা তীব্ৰ দৌৰ।

আমাৰ সৈতে যোৱা বন্ধু এজনে মোক জোকাইছিল — কি আবোল-তাবোল বকিলি অ'? চাৰি-পাঁচ বছৰে কলিকতা মহানগৰীৰ যান-জঁট, যান্ত্ৰিকতাত অভ্যস্ত হৈ 'আৰ্ট-একৰ'লৈ যোৱা ৰাস্তাত শুনা ভেকুলীৰ টোৰ্‌টোৰণিটোৱে মনক কিয় ইমান বিহ্বল কৰিলে, সেই কথা বন্ধুক বুজাবলৈ যি শক্তি ক্ষয় কৰিব লাগিব, তাতকৈ একো নোকোৱাকৈ থকাই, শ্ৰেয় বুলি ভাবিলোঁ। অলপতে ৰাজস্থানলৈ গ'লোঁ। আগতে যোৱা ঠাই, বিশেষ নতুনত্ব নাই যদিও, মৰুভূমিৰ সান্নিধ্যত গঢ়ি উঠা এই ৰঙীন চহৰখনে মোক বিশেষ আকৰ্ষণ কৰে। পুত্ৰই ক'ৰবালৈ ফুৰিবলৈ যোৱাৰ আব্দাৰ কৰোঁতে সেয়ে ৰাজস্থানৰ কথাই ভাবিলোঁ। বালিময় গাঁওবোৰত ঘূৰি ফুৰা তীব্ৰ উজ্জ্বল ৰঙা-হালধীয়া, সেউজীয়া ঘাগৰা-চোলি পৰিহিতা পৰিশ্ৰমী মহিলাবোৰ জীৱন্ত পেইণ্টিঙৰ দৰে। আৰু বালিময় মাটিত গজা শইচ ক্ষেত্ৰবোৰ ইমান প্ৰেৰণাদায়ক! তেনেকুৱা এখন গাঁৱৰ ওচৰতে আমাৰ শীত-তাপ নিয়ন্ত্ৰিত বাছখন কিছু পৰৰ বাবে ৰৈছিল। গৰম নেওচি বাহিৰলৈ যাওঁতেই দেখিলোঁ, এগৰাকী মহিলাই পথাৰৰপৰা আহি জগ এটাৰে মুখৰ ওপৰত পানী ঢালিছে আৰু পানী খাইছে। পিয়াহত আতুৰ মানুহজনীয়ে পানী খাওঁতে ডিঙিৰ ঘটিকাৰ এটা শব্দ হৈছে। শুকান বতৰত, পৰিশ্ৰমী ঘৰ্মাক্ত মানুহজনীৰ কণ্ঠনলীৰে পাৰ হৈ যোৱা পানীৰ শব্দৰ ব্যঞ্জনা ইমান মধুৰ হ'ব পাৰে বুলি ভবা নাছিলোঁ। এতিয়াও মোৰ কাণত সেই শব্দ আহি পৰে। মানুহজনীৰ পানী খাওঁতে মুখমণ্ডলত বিয়পিপৰা তৃপ্তিময় আভা শতযোজনৰপৰা আহি স্পৰ্শ কৰে এতিয়াও। আৰু

এদিন দুপৰীয়া, ৰস্তা জয়পুৰী প্ৰিন্টৰ পাগুৰিৰ ৰাজস্থানী বীণ বজোৱা মানুহটোৰ একমুহূৰ্তৰ সংগীত বাজি থাকিল গোটেই নিশা। আশ্চৰ্যজনকভাৱে দিল্লীৰ অভিজাত ৰেষ্টোৰাঁ এখনৰ পাশ্চাত্য লঘু সংগীতৰ মৃদু মূৰ্ছনাক চেৰ পেলাই মোৰ কাণত মাজে মাজে বাজি থাকিল সেই বীণৰ শব্দ! ৰ'দে পোৱা উজ্জ্বল চহৰখনৰ প্ৰাণদায়িনী সেই সুৰ, ৰাজস্থানৰ বালি-মাটি ভেদি গজি উঠা শইচৰ দৰেই প্ৰাণবন্ত! আশ্চৰ্য, চহৰৰো-গাঁৱৰো মাত থাকে তেনেহ'লে!

কিছুদিন আগেয়ে এখন চিঠি আৰু এটা কেছেট মোলৈ আহিল। চিঠিখন লেখিছে প্ৰয়াত লক্ষ্যধৰ চৌধুৰীৰ পুত্ৰ ড° অমৰজ্যোতি চৌধুৰীয়ে। লক্ষ্যধৰ চৌধুৰীৰ সৈতে থকা আত্মীয়তা তেখেতৰ পুত্ৰৰ সৈতে মোৰ গঢ়ি উঠা নাই। সৌজন্যমূলক চা-চিনাকি আছে। কিন্তু ড° অমৰজ্যোতি চৌধুৰীৰ বিশেষ গুণ, অৰ্থাৎ 'সুদক্ষ আবৃত্তিকাৰ' আৰু কবি-চিন্তানায়ক হিচাপে থকা খ্যাতিৰ সৈতে পৰিচিত আছে। জনপ্ৰিয় পিতৃ-মাতৃৰ সন্তানসকল সাধাৰণতেই প্ৰতিভাৰ যথোচিত মূল্যৰপৰা বঞ্চিত হয়। বহুতেই নিজৰ পৰিচয়েৰে আত্ম-প্ৰকাশ প্ৰতিভাৰে কৰিব খুজিলেও, কেতিয়াবা পিতৃ-মাতৃৰ খ্যাতিয়ে লগ এৰা নিদিয়ে। মই ভাবোঁ, ড° অমৰজ্যোতি চৌধুৰীও তেনে এজন পুত্ৰ। তেখেতৰ বিশাল প্ৰতিভাৰ ঠিক যেনেদৰে মূল্যায়ন হ'ব লাগিছিল তেনেদৰে হোৱা নাই। যি নহওক, চিঠিখনৰ সাৰাংশ আছিল এনেধৰণৰ — '১৩ আগষ্টত দেউতাৰ হতুৱাই কেছেটটো উন্মোচন কৰাৰ কথা আছিল। এতিয়া আৰু উন্মোচন কৰাৰ ইচ্ছা নাই। সম্ভৱ হ'লে 'সাদিন'তে আপুনি কেছেটটোৰ বিষয়ে লেখিব। দেউতাই এই কেছেটটোৰ সম্পৰ্কত আপোনাক লেখাবলৈ কৈ গৈছিল.....' বহুপৰ কেছেটটো হাতৰ মুঠিত লৈ চাই থাকিলোঁ। কেছেটৰ নাম 'মাত'। ..... শেষবাৰৰ বাবে কেতিয়া শুনিছিলোঁ লক্ষ্যধৰ চৌধুৰীৰ মাত! কেতিয়া? ঠিক মনত পৰিছে, যিদিনা লক্ষ্যধৰ চৌধুৰীৰ বুকুৰ বিষ আৰম্ভ হৈছিল, তৎক্ষণাৎ হাস্পতালৈ নিয়া হৈছিল, ঠিক তাৰ দুঘণ্টামানৰ আগতে শুনিছিলোঁ তেওঁৰ তজ্‌বজীয়া মাত। পুৱা দহ বজাত মোৰ ঘৰলৈ ফোনত সচৰাচৰ অহাৰ দৰেই সেই মাতটো আহিছিল 'আজি 'সাদিন' ওলাইছে নেকি, মই এতিয়ালৈকে পোৱা নাই বুইছা, হকাৰটো আহিও গ'ল — অথচ নিদিলে দেখোন'।

'খুৰাদেউ, মই অফিচলৈ গৈ আপোনালৈ একপি পঠাই দিমগৈ'। ক'লোঁ। ঠিক ডেৰঘণ্টাৰ পাছত কাৰ্যালয়ত সেই মাত — 'কিহে কাগজখন নপঠলাচোন'। মই ক'লোঁ যে পিয়ন এজনৰ অসুখ। আনজন এতিয়া আহিব, আহিলেই পঠাই দিম।

ঃ কি বেমাৰী মানুহবোৰ কামত লোৱাহে! আমাৰ দৰে মানুহ ল'ব নোৱাৰা? বেমাৰ-আজাৰে ভয়তে পলাই পত্ৰং দিয়ে। তাৰপাছত খোলা হাঁহি। আধাঘণ্টাৰ পাছত 'দীপক' নামৰ ল'ৰাজন আহিল। 'সাদিন'ৰ কপি এটা দি লক্ষ্যধৰ চৌধুৰীৰ ঘৰলৈ তেওঁক পঠাই দিলোঁ। বিছ মিনিটমানৰ ভিতৰতে দীপক ঘূৰি আহি ক'লে — 'মানুহজনক হাস্পতাললৈ নিলে, হঠাতে কিবা অসুখ হ'ল, ঘৰত কোনো নাই, বনকৰা ছোৱালীজনীৰ হাতত কাগজখন দিলোঁ'। আচৰিত হ'বৰে কথা এঘণ্টাৰ আগতে বেমাৰক ভয় দেখুৱাই কথা কোৱা মানুহজনক হাস্পতাললৈ নিলে! সেই যি গ'ল তেওঁ ঘূৰি নাহিল। আজিকালি মোৰ টেলিফোনত তেওঁৰ মাত নাহে। টেলিফোন ডাইৰেক্টৰীত থকা বিশেষ নম্বৰটো চকুত পৰিলেই তথাপিও এটা মাত ভাহি আহে — 'বুইছা অনুৰাধা....', কিমান আপোন চিনাকি মাতটো হঠাতে নোহোৱা হৈ গ'ল।

এজন খ্যাতিমান ৰাজহুৱা মানুহ যেতিয়া এজনৰ দেউতাক হয়, আৰু এদিন নোহোৱা হৈ যায়, তেতিয়া কেনে অনুভৱ হয় সন্তানৰ! কি বেদনাবোধ লুকুৱাই সন্তানে আপোনজনৰ বাবে হাঁহাঁকাৰ কৰে! বহু বছৰ আগেয়ে এবাৰ 'সানন্দা'ত চেলিব্ৰেটীৰ সন্তানসকলৰ মৰ্মবেদনা পঢ়িছিলোঁ। তাত অপৰ্ণা সেনৰ সৰু ছোৱালীজনীয়ে দিয়া মন্তব্য এটা এতিয়াও মনত আছে —

'এবাৰ মই ড্ৰয়িঙৰ প্ৰতিযোগিতাত প্ৰথম হৈছিলোঁ, ফলাফল ঘোষণাৰ পাছত কেবাজনেও কৈ উঠিল — অপৰ্ণা সেনৰ ছোৱালী! অ' সেইকাৰণে..... সেইদিনা মই পুৰস্কাৰটো পোৱাৰ বাবে হোৱা আনন্দ একধৰণৰ দুখ আৰু হতাশাই গ্ৰাস কৰি পেলাইছিল'। 'মাত' নামৰ কেছেটটো লৈ মোৰ সেয়ে তীব্ৰ কৌতূহল হ'ল। অমৰজ্যোতি চৌধুৰীয়ে 'মাত'ৰ মাজেৰে কি হ'ব খুজিছে বাৰু? টেপ ৰেকৰ্ডাৰত কেছেটটো লগাই দিলোঁ, ভাহি আহিল কবিৰ কণ্ঠ — শুনিছেনে বাৰু মোৰ মাত/মোৰ পুৰুষ মাত/ আৰু পৌৰুষ উপচাই তোলা নাৰীৰ মাত/বুতাম টিপোঁতেই এঙামুৰি দিছেনে মাতে আপোনাৰ বুকুৰ তলাতল ঘৰৰ ছাঁত/বাঁটকুৰি বাওঁতেই জোকাৰি গৈছেনে মাতে ভিতৰৰ লাইহাড়, পালিহাড়ৰ আঁৰৰ তেজ-মঙহ কলিজাৰ এজাত।

চমুৱাই আনিছেনে মাতে/পোনপটীয়া সাঁকোৰ দৰে। মোৰপৰা আপোনালৈ দূৰণিৰ আকোৱা-পকোৱা বগলী বাট/উবুৰি খাই পৰে আগৰ পুৰুষৰ/ভুৰুকাত ভৰোৱা সাঁচিপাতৰ ৰেশলগা মাত/বোপাই, সপি দিলোঁ মাত অৱয়ব আৰু চিন্তাৰ ঠিকনা/জীৱনৰ নিমিলা অংকৰ ঠিকনা/.....মোৰ মাতত বাৰু লুকাই আছেনে সেই ঠিকনাৰ জিলা-ডাকঘৰ অথবা আলিবাট!/এতিয়াতো ঠিকনা নহয়, বতাহৰ দিন/.....মই বৰ দোমোজাত..... আপুনি বাৰু বুজিছেনে মোৰ মাত.....

কবি চৌধুৰীয়ে আৰম্ভ কৰিছে, এই মাতেৰে, প্ৰাগৈতিহাসিক মানুহৰ চিন্তাৰ যাত্ৰা। গছৰপৰা পখী, পখীৰপৰা নদী, নদীৰপৰা চহৰ-গাঁও, আপোনাৰ আৰু মোৰ দৰে মানুহক জীৱনৰ নানা সময়ত বিহ্বলকাতৰ কৰি তোলা মাতবোৰ লৈ আহি এৰি দিছে পুনৰ শৰীৰৰ সিৰা-উপসিৰাৰে, মোৰপৰা আপোনালৈ, আপোনাৰপৰা আপোনজনলৈ, সমাজলৈ। গধূলিৰ মাত, জলকুঁৱৰীৰ মাত, কবিতাৰ মাত, কোনো যন্ত্ৰসংগীতৰ আকুল ধ্বনি উপচি পৰিছে কবিতাত। ড° পংখী দত্ত কোঁৱৰৰ 'হামিং' আৰু শাস্ত্ৰীয় ব্যঞ্জনাত সাৰ পাই উঠিছে মাতে। এক অভিনৱ অনুভূতি। ইমানদিনে ভাবিছিলোঁ, অচেতন মনত লৈ ফুৰা মাতবোৰ মইহে বৈ ফুৰোঁ নেকি, বাতৰি কাকত পঢ়া পৃথিৱীৰ সিমূৰৰ নাৰীৰ সৈতে শিশুৰ বেদনাৰ সৈতে মনে মনে যে কান্দো সেয়া বাৰু অপ্ৰাকৃতিস্থৰ লক্ষণ নেকি? সেই দ্বিধা দূৰ হৈ গ'ল 'মাত' শুনি। 'মাত' শুনি ভাব হ'ল — ড° অমৰজ্যোতিৰ দৰেই আপুনিও, ময়ো সময়ৰ বিভিন্ন মাত বহন কৰি লৈ ফুৰিছোঁ। আমাৰ হৃদয় আৰু মগজু আলোড়িত কৰা এই মাততেই আছে অতীত-বৰ্তমান-ভৱিষ্যতক একাত্ম কৰা সুৰ।

'সেয়ে উজাই ভটিয়াই আহক মাতবোৰ, দুখত কঁকাল পৰা মানুহজাকৰ কুশল বাতৰিবোৰ.....'

'মাত'ৰ অৰ্থব্যঞ্জক শব্দ 'নাদ'। এই 'নাদ' বা 'মাত' অৰ্থব্যঞ্জক হয়, সৌন্দৰ্যময় হয় ইয়াৰ পৰিৱেশনত। যেনেকৈ বৰষুণ খালত পৰিলে পানী, কিন্তু পদুমৰ পাতত পৰিলে মুকুতা হয়। আমাৰ মনক অহৰহ সংবেদনশীল কৰি তোলা মাতবোৰক গভীৰভাৱে উপলব্ধি কৰাৰ সুযোগ দিলে ড° অমৰজ্যোতি চৌধুৰীৰ মাতে। 'মাত' শুনি এক কথাত বহুদিন আগতে টোকাবহীত লেখি থোৱা বাক্য এষাৰিলৈ মনত পেলালোঁ — 'How deep is the magic of sound may be learned by breaking some sweet verses into prose. The operation has been compared to gathering dew-drops, which shine like jewels upon the flower but run into water in hand.' কথাষাৰ বোধহয় উইলমটে কৈছিল।

'আপোনাৰো বাৰু মাজে মাজে মন নাযায়নে কাৰোবাৰ মাত বাৰে বাৰে শুনিবলৈ, হেৰাই যোৱা মাত ঘূৰাই পাবলৈ, সন্তানৰ মাজত নিজৰ মাত জীয়াই ৰাখিবলৈ, নৈ, বতাহ, চহৰ, গাঁও আৰু চৰাইবোৰৰ মাত ধৰি ৰাখিবলৈ। চকুপানী ওলায়নে অত্যাচাৰত জৰ্জৰিত মাতৰ আঘাতত? অচিনাকি মাতে অচিনাকি ঠাইৰপৰা আহি শোকাতুৰ কৰেনে আপোনাক, কান্দেনে নাজীবাহিনীৰ অত্যাচাৰত প্ৰাণ হেৰুৱা মানুহৰ বাবে এতিয়াও। বছনিয়া, ছেচনিয়া, ভিয়েটনাম এইবোৰৰ কথা নকওঁ বাৰু, নকওঁ ধৰ্মৰ ৰোষত পৰি মৃত্যুবৰণ কৰা নাৰী-পুৰুষৰ মুণ্ডহীন শৰীৰৰ কথা, কোক্ৰাঝাৰ, গুৱাহাটী, নামতি, নেলী আৰু এতিয়াও পথে-ঘাটে ছিটিকি থকা তেজ-মাংসৰ টুকুৰাই মাতেনে বাৰু আপোনাক? যদি মাতে আপুনিও 'মাত' শুনি ঘূৰি যাব মাতৰ সন্ধানত। মাটিত মিহলি হৈ যোৱা এই মাতবোৰেই পুনৰ গজালি মেলি গছ হৈ বাৰে বাৰে আহে আমাৰ ফালে। আমাৰ মাত সেইদৰে উপজিব ভৱিষ্যতৰ প্ৰজন্মৰ মাতত। অৱচেতন মনৰ 'মাত'বোৰে চেতনাত কিমান আকুল হৈ বিচাৰি ফুৰে পূৰ্বপুৰুষ প্ৰিয়জনক! দেখাত সাধাৰণ এই 'মাত'ৰ শিপা কিমান গভীৰলৈকে প্ৰসাৰিত, কিমান ঠাইজুৰি থাকে এই মাতবোৰে শৰীৰ আৰু মনত! ■

# জীৱনৰ ভিটামিন

ক'ৰবাত পঢ়া মনত আছে — 'Manners are stronger than Laws' বুলি। মানুহৰ সজ আচাৰ-আচৰণে মানুহক আন ইতৰ প্ৰাণীতকৈ পৃথক কৰি ৰাখে। সামাজিকভাৱে আমি বাস কৰোঁতে এই সজ, মানৱীয় আচৰণৰ বিধি কেৱল মানুহে দায়িত্বসহকাৰে পালন কৰে। সামাজিকভাৱে ব্যক্তিয়ে যেতিয়া দুখ, আনন্দ আদি প্ৰকাশ কৰে, তেতিয়া ইয়াক সামাজিকতা বুলি কওঁ আমি। যেনে, মৃতকৰ ঘৰত উপস্থিত হৈ দুখৰ সমভাগী হোৱা, শুভকাৰ্যত গৈ আনন্দ প্ৰকাশ কৰা, শুভকামনা জনোৱা, অসুখ-বিসুখত চুবুৰীয়া বা স্বজন-বান্ধৱ আদিক মনোবল যোগোৱা এইবোৰ সামাজিকতা যদিও, মানুহৰ জীৱনত ইয়াৰ প্ৰভাৱ অসীম। এই সহমৰ্মিতাখিনিকে লৈ মানুহে সমাজত নিৰ্ভয়ে জীয়াই থাকিবলৈ সাহস কৰে। এক কথাত ক'বলৈ গ'লে এইবোৰেই আমাৰ জীৱনৰ ভিটামিন।

কিন্তু কেতিয়াবা ব্যক্তিগত জীৱন, সাংসাৰিক জীৱন, কৰ্ম জীৱন আৰু সামাজিক জীৱন, এই চাৰিওটাকে বেলেঞ্চ কৰিবলৈ যাওঁতে কোনোটোৱেই মাজে মাজে সঠিক গুৰুত্ব লাভ নকৰে। আজি বেছিভাগ মানুহেই এই সমস্যাত ভুগিছে। এই বিষয় লৈ বন্ধু-বান্ধৱৰ সৈতে আলোচনাও কৰিছোঁ, নানা এই বিষয় পৰিত্ৰাণৰ কিতাপো পঢ়িছোঁ — কিন্তু বাস্তৱত অংকবোৰ নিমিলাকৈয়ে থাকে। এবাৰ এটা আমোদজনক ঘটনা, বাংলা চিনেমাৰ বুদ্ধিদীপ্ত পৰিচালক ঋত্বিক ঘটকৰ সম্পৰ্কত এজন বন্ধুৱে কৈছিল। ব'মভোলা এই পৰিচালকজনৰ 'সুবৰ্ণ ৰেখা'ৰ শ্বুটিং চলি থকা কালত এজন মুচলমান কুশলীৰ পত্নী বিয়োগ ঘটিল। ঋত্বিক ঘটকে কুশলীজনৰ দুখত সমভাগী হৈ শ্বুটিং বন্ধ ৰাখিলে। কেইদিনমান পাছত শ্ৰাদ্ধৰ আয়োজন হ'ল, তালৈ ঘটককো নিমন্ত্ৰণ কৰিলে। পিছে তেওঁ নগ'ল। সেইদিনা ঘটকে সুৰাপান কৰি পাহৰি থাকিলে নিমন্ত্ৰণৰ কথা। পিছদিনা হঠাতে মনত পৰিল তেওঁৰ শ্বুটিং বন্ধ হৈ আছে। কিয় বন্ধ হৈ আছে ভালকৈ মনত পেলাব নোৱাৰি, সুৰাপায়ী বন্ধুক সুধিলে কাৰণ। বন্ধুৱে ক'লে, হুছেইনৰ বাবে শ্বুটিং বন্ধ। ঘটক গৈ হুছেইনৰ ঘৰ পাই চিঞৰ-বাখৰ আৰম্ভ কৰি দিলে যে কিয় সি শ্বুটিঙলৈ অহা নাই। হুছেইনে অবাক হৈ ক'লে — সকলো আপোনাৰ কথামতে হৈছে — মমতাজ নাই বাবেই..... ক'বলৈহে পালে ঋত্বিক ঘটকে চিঞৰি উঠিল। কিমান ম'ণ্টাজ লাগে, ম'ণ্টাজৰ বাবে শ্বুটিং বন্ধ পৃথিৱীত ক'ৰবাত হৈছেনে — ম'ণ্টাজ মোৰ মূৰত আছে — ব'ল আজিৰেপৰা শ্বুটিং আৰম্ভ'। 'মমতাজ' হুছেইনৰ পত্নীৰ নাম আৰু 'ম'ণ্টাজ' চিনেমাৰ এটি কলা-কৌশলৰ অৰ্থপূৰ্ণ নাম।

আইনষ্টাইনৰো সামাজিকতা ৰক্ষা কৰাৰ এক কাহিনী পঢ়িছিলোঁ। আইনষ্টাইনৰ চুবুৰীয়া এজনৰ পত্নীৰ মৃত্যুত তেওঁক সমবেদনা জনাবলৈ পঠোৱা হ'ল। তেওঁৰ তালৈ গৈয়ে চকুত পৰিল এডোখৰ পাতলীয়া ধাতুৰ পাটত। গৃহস্থক তেওঁ সুধিলে যে এই ধাতুৰ পাটখিলা তেওঁলোকৰ প্ৰয়োজনীয় নেকি? গৃহস্থই ক'লে, — 'নহয়, কফিনৰ তলৰ ফালে এই পাটছটা লগোৱা আছিল, অপ্ৰয়োজনীয় বাবে পেলোৱা হ'ল'। আইনষ্টাইনে পাটছটা বুটলি গৃহস্থৰ অনুমতি সাপেক্ষে আথে-বেথে ঘৰলৈ লৈ আহিল। গৃহস্থজন আচৰিত হ'ল। তেওঁৰ পত্নীৰ মৃত্যু সম্পৰ্কে আইনষ্টাইনে একো নুসুধিলে — যেন ধাতুৰ পাটছটা আনিবলৈহে তেওঁ তালৈ গৈছিল। আইনষ্টাইনে পোনেই গৈ তেওঁৰ গৱেষণাগাৰত সোমাল — তাৰ কিছু মাহৰ পাছতে তেওঁ 'Photo Electric Effect' অৰ্থাৎ আলোক বিদ্যুৎ প্ৰভাৱ সূত্ৰ আৱিষ্কাৰ কৰিছিল। কেবামাহৰ পাছত সেই চুবুৰীয়াজনৰ সৈতে সান্ধ্য ভ্ৰমণত মুখামুখি হওঁতে আইনষ্টাইনে মানুহজনৰ কুশল মংগল সুধিলে। আইনষ্টাইনৰ আটাইতকৈ আমোদজনক প্ৰশ্নটো আছিল — আপুনি আগতে পৰিবাৰক লৈ সান্ধ্যভ্ৰমণ কৰে, আজি তেখেত নাহিল নেকি?

জিনিয়াছ মানুহৰ চিন্তাৰ জটিল পৃথিৱীৰ ক্ষেত্ৰত

এনেকুৱা ঘটনা ঘটিছিল। আজিকালি আধুনিক সমাজ ব্যৱস্থা ইমান ঘটনাবহুল আৰু সমস্যাজৰ্জৰিত হৈছে যে সাধাৰণ মানুহেও সামাজিকতা আগৰ দৰে ৰক্ষা কৰিব নোৱাৰা হৈছে। মই নিজেও বহুক্ষেত্ৰত প্ৰয়োজনীয় সামাজিকতা ৰক্ষা কৰিব নোৱাৰি অস্বস্তি অনুভৱ কৰোঁ। কিন্তু ইয়াৰ মাজতো যি সমূহ সামাজিকতা ৰক্ষা কৰিবলৈ যোৱা হয়, তাৰ মাজতে কিছু অভিনৱ অভিজ্ঞতাৰ সম্মুখীন হৈছোঁ। কথাবোৰ সৰু যদিও, গুৰুত্বৰ প্ৰভাৱ ইয়াৰ নোহোৱা নহয়।

মোৰ এগৰাকী আত্মীয় সামাজিকভাৱে জনপ্ৰিয় মানুহ। তেওঁৰ হঠাতে এখন গাল ফুলি গ'ল। দাঁতৰ আলুও ফুলিল, অথচ গুৰি দাঁত মজবুত হৈ আছে। কেবাদিনো হ'ল তেওঁ আহাৰ গিলিব পৰা নাই। দাঁতৰ ডাক্তৰে এন্টিবায়'টিক দিছে, আৰু দাঁতৰ এক্স-ৰে কৰিবলৈ দিলে। এক্স-ৰেত ধৰা পৰিল তেওঁৰ গুৰি দাঁত এটা ক্ষয় গৈ ভিতৰতো ফোপোলা হৈছে, ফুলা কমিলেই ডাক্তৰে দাঁত উঠাব। ইমানেই কথা। আমি যিদিনা উপস্থিত হ'লোঁগৈ — তেওঁৰ ড্ৰয়িংৰুমত থিয় হ'বলৈ ঠাই নোহোৱাৰ দৰে অৱস্থা। এফালে গালখন হাতেৰে হেঁচা মাৰি তেওঁ অনৰ্গল মানুহক বুজাই গৈছে ডাক্তৰে কি কৈছে, দাঁত কেতিয়া উঠাব ইত্যাদি। তেখেতৰ পত্নী ভিতৰত চাহ কৰাত ব্যস্ত। ঘৰত মাত্ৰ সৰু বনকৰা ল'ৰা এটা। পুত্ৰ, কন্যা পৰিয়াল গৈ দূৰৈৰ চহৰত থাকে। ভিতৰলৈ গৈ ক'লোঁ — খুৰী, এইবোৰ কি হৈছে? খুৰাই ইমান কষ্টৰে সকলোকে বেমাৰৰ ব্যাখ্যা কিয় দিব লাগে? খুৰীয়ে নিৰুদ্বেগ কণ্ঠেৰে ক'লে — কি কৰিবা কোনেও দেখোন মোৰ মুখৰপৰা কথাবোৰ শুনাৰ আগ্ৰহ নকৰে। মই ক'লেও খুৰাকক এবাৰ সুধিবগৈ — কোনটো দাঁত। কেতিয়াৰপৰা বিষ? খুৰাৰেও মুখ মেলি দাঁত দেখুৱাই, কথা ক'বলৈ লয়। সিজনেও উৎসাহ পাই নিজৰ দাঁতৰ বিষৰ অভিজ্ঞতা বৰ্ণাবলৈ লয়। এইদৰেই যোৱা চাৰিদিন চলি আছে। এক্স-ৰে ৰিপ'ৰ্টকে এতিয়ালৈকে পঞ্চাছজনমানে পঢ়িলে। এতিয়া খুৰাৰে এক্স-ৰেখন কামিজৰ ওপৰৰ জেপতে লৈ থাকে।

ঃ আৰু সকলো খবৰ কৰিবলৈ অহা মানুহক আপুনি এইদৰে চাহ খুৱায়?

নিৰ্জু হাঁহিৰে খুৰীয়ে ক'লে — কি কৰিবা আৰু দাঁত সৰাই অহাৰ পিছলৈকে এই কাম নুগুচে। তেওঁৰ সৈতে হাঁহিলোঁ যদিও এই অভিনৱ সামাজিকতাত বিস্মিত নহৈ নোৱাৰিলোঁ।

আন এক মোৰ নিকটতম আত্মীয়ৰ ঘৰৰ কাহিনী আছিল এনেধৰণৰ। মোৰ আপোন পেহাজনৰ হঠাতে কণ্ঠস্বৰ সৰু হৈ গ'ল। ডিব্ৰুগড় মেডিকেল হাস্পতালত দেখুৱালত বায়'পচি কৰিবলৈ দিলে। মোৰ আন এজন পেহা ডাক্তৰ, তেওঁ দূৰৈৰ কৰ্মস্থলীৰপৰাই টেলিফোনত নিৰ্দেশ দিলে পেহাক ভেলোৰলৈ লৈ যাবলৈ। যি হ'ব ভেলোৰত হ'ব। পেহা সপত্নীক ভেলোৰলৈ যাবলৈ প্ৰস্তুত হ'ল। মনত দ্বিধা-সংশয়। কেবাজনো ডাক্তৰ আৰু স্থানীয় মানুহে কৰ্কট ৰোগৰ ফালেই ইংগিত কৰিলে। মোৰ পেহী সুশিক্ষিতা যদিও আজলী প্ৰকৃতিৰ। আগতে অসমৰ বাহিৰলৈ যোৱা নাই। হঠাতে গুৰু দায়িত্ব লৈ অচিন ঠাই, অচিন মানুহৰ মাজত থকাৰ কথা ভাবি চিন্তাত অস্থিৰ হ'ল। পেহা সামাজিক মানুহ, গতিকে ঘৰলৈ চুবুৰীয়া-আত্মীয়-স্বজনৰ সোঁত বলিল। ডাক্তৰে কথা পাতিবলৈ বন্ধ কৰা সত্ত্বেও অনৰ্গল তেওঁ নিজৰ ৰোগৰ বৰ্ণনা মানুহক দিবলৈ লাগিল। ৰোগীৰ ঘনিষ্ঠ আত্মীয় দুগৰাকীমানেতো ৰোগীৰ ডিঙিত ধৰি সাবটি কান্দিলে। বহুতেই অদৃশ্য ভগৱানত ভৰসা ৰাখিবলৈ কৈ হা-হুমুনিয়াহ কাঢ়ি হিতোপদেশ দিলে। বেচেৰী পেহীৰ আৰু অৱস্থা কাহিল। ৰোগীৰ চিন্তা, চিকিৎসাৰ খা-খৰচৰ চিন্তা, অচিন ঠাইলৈ যাত্ৰাৰ বৰ্ণনাতীত নীৰৱ বিষাদেৰে ভৰা ঘৰৰ বতাহ। তাৰ মাজতে দুটা-এটা কথা ওলাল। গোট খোৱা মানুহৰ মাজতে আকস্মিক মৃত্যু, ফাঁচী আদি বিষয়ক কথা ওলাল। পৰিৱেশটো অস্বস্তিকৰ হৈ উঠিল। অলপ পাছতে অৱশ্যে পৰিৱেশ নিয়ন্ত্ৰণাধীন হ'ল। শোকদগ্ধা মাতৃগৰাকীয়ে তেতিয়া হঠাতে উচুপি উঠি ক'লে — 'মই নিজকে বহুত কঠোৰ কৰিছোঁ এই ক্ষেত্ৰত তথাপি ইয়াৰ মাজতে কিছুমান মানুহ আহি মোকেই বাৰে বাৰে ঘটনাটো সম্পৰ্কত, মোৰ ল'ৰাৰ মৃত্যু সম্পৰ্কত প্ৰশ্ন সুধি মোক অস্থিৰ কৰি তোলে — মই তেতিয়াহে ভাগি পৰোঁ'। কি ভয়ানক মানসিক নিৰ্যাতন! সেই মাতৃৰ শোকাতুৰ চকুহালেৰে বৈ অহা পানীত তিতি থকা তেওঁৰ যন্ত্ৰণাদগ্ধ কথাকেইটা, মোৰ বুকুত আজিও বাজি আছে। এনে সামাজিকতাৰ দৰকাৰ আছেনে প্ৰকৃততে? সমবেদনাৰ ভাষা ইমান নিষ্ঠুৰ হয়নে?

বহু মানুহকেই দেখোঁ, চূড়ান্ত পৰীক্ষাৰ্থী, বিশেষকৈ মেট্ৰিক পৰীক্ষাৰ আগদিনা পৰীক্ষাৰ্থীজনৰ ঘৰত ভিৰ হয় শুভকামনা জনোৱা মানুহৰ আগমনত। চাবলৈ গ'লে ই অতি শুভ প্ৰথা। কিন্তু প্ৰত্যেক পৰীক্ষাৰ্থীৰ চৰিত্ৰ বেলেগ বেলেগ ধৰণৰ। কোনোবা বেপৰোৱা পঢ়াৰ ক্ষেত্ৰত, কোনোবা অত্যধিক ছিৰিয়াছ, কোনোবা হয়তো নাৰ্ভাছ হোৱা ধৰণৰ।

ইতিমধ্যেই অভিভাৱকৰ আশা, গুৰুত্ব প্ৰদানত পৰীক্ষাৰ্থী জীৱনৰ প্ৰথম চূড়ান্ত পৰীক্ষাটোৰ বাবে সাজু হওঁতে ভিতৰি ভিতৰি উত্তেজিত হৈ থাকে। পৰীক্ষাৰ দুদিন আগৰেপৰা এটা মানসিক স্থিৰতাৰ প্ৰয়োজন হয়। কিন্তু বহু পৰীক্ষাৰ্থীৰ ঘৰৰ আগদিনাৰ পৰিৱেশ উৎসৱ অনুষ্ঠানলৈ পৰিৱৰ্তন হোৱা দেখিছোঁ। শুভকামনা দিবলৈ গৈ বহুতেই বহুতৰ উদাহৰণ দি অত্যধিক মনোযোগ আকৰ্ষণ কৰিবলৈ বিচাৰে। পৰীক্ষাৰ্থীজনক এমাহ বা পোন্ধৰদিন আগতেও জানো দৰকাৰী উপদেশসমূহ দিব নোৱাৰি? এজন পৰীক্ষাৰ্থীক মনোবল যোগাবলৈ যদি পৰীক্ষাৰ আগৰ দুটা দিন বাছি লোৱা হয়, এয়া শুভচিন্তা বুলিব পাৰিনে? বহুতৰ বাবে ই আনন্দদায়ক কথা হ'ব পাৰে, কিন্তু পৰীক্ষাৰ্থীজনৰ বাবে ই মুঠেও মংগলজনক নহয়। দুখত সমবেদনা প্ৰকাশ, আনন্দত আনন্দ প্ৰকাশ, মংগল কামনা, এইবোৰ মানুহৰ জীৱনৰ আটাইতকৈ প্ৰয়োজনীয় জীৱনৰ ভিটামিন।

এই ভিটামিনেই মানুহক আত্মহত্যাৰপৰা ৰক্ষা কৰে, বিপদত ধৈৰ্য-গুণ বৃদ্ধি কৰে। মানুহে মানুহৰ সংগ অবিহনে এই ভিটামিন গ্ৰহণ কৰাটো কঠিন। নিঃসংগ মানুহেও একো একোটা মুহূৰ্তত মানুহৰ সংগৰ ভিটামিন বিচাৰে। কিন্তু এইসমূহ আচৰণ যদি 'সামাজিক প্ৰথা'ত আবদ্ধ কৰি এক বিকৃত পৰিৱেশ গঢ়ি তোলাত সহায়ক হয়, ই মানুহৰ বাবে অতি দুৰ্ভাগ্যজনক হৈ পৰে।

বহুদিনৰ আগতে মুম্বাইৰ বিখ্যাত পৃথ্বি থিয়েটাৰৰ দ্বাৰা মঞ্চস্থ এডৱাৰ্ড এলবিৰ 'হুজ এফ্ৰেইড অৱ্ ভাৰ্জিনিয়া উল্‌ফ' নাটকখন চাইছিলোঁ। জৰ্জ আৰু মাৰ্থাই নৈশ আহাৰৰ বাবে নিক আৰু হুনিক নিমন্ত্ৰণ কৰে। নিশা যিমানে গভীৰ হয়, ফৰমেলিটিজবোৰো নোহোৱা হৈ যায়। এটা সময়ত ইজনে-সিজনৰ প্ৰকৃত ৰূপবোৰ আবিষ্কাৰ কৰে। নিকে কয় — আমি সমাজৰ নীতি-বিধিবোৰৰ কঠোৰ অনুশীলন কৰি, ভাঙিব খোজোঁ নেকি?

মাৰ্থাই কয় — সমাজ — কি সমাজ? সমাজৰ নিয়ম গঢ়োঁ আমি আত্ম-ৰতিৰ বাবে।

বহুদিন এই সংলাপটোৱে মোক ভবালে। কিন্তু মাজে মাজে ভাব হয় — আমি সামাজিক অনুষ্ঠানবোৰতে আটাইতকৈ গভীৰ পৰিচয় পাওঁ এই ভিন্ন মানুহৰ ভিন্ন আত্ম-ৰতিৰ। কেতিয়াবা সহজাত সহৃদয়তাৰে, কেতিয়াবা বেদনাসুখৰ (Sadistic Pleasure) মাজেৰে। কথাটোত একেবাৰে সত্যতা নথকা নহয়। ব্যক্তিৰ আত্ম-ৰতিৰে যদি সামাজিক প্ৰথা পৰিচালিত হ'ব লগা হয় — জীৱনৰ ভিটামিনসমূহৰ সুৰক্ষা দিব আমি নোৱাৰা হৈ যোৱাটোৱেই স্বাভাৱিক কথা নহ'বনে?

# গল্প-সূচী

# এজন পুৰুষৰ গল্প এগৰাকী নাৰীৰ গল্প

নাৰীৰ ষষ্ঠ ইন্দ্ৰিয় বৰ প্ৰবল। এই কথা মই বিশ্বাস কৰোঁ। আৰু লগতে ইয়াকো বিশ্বাস কৰোঁ, জীৱ-জন্তুৰ যিদৰে বিপদ সন্নিকট যেন উমান হ'লেই, মগজুৰ বাৰ্তাকেন্দ্ৰত উদ্ভৱ হোৱা সংকেত স্নায়ুৰ মাজেৰে প্ৰৱাহিত হৈ যায়, ঠিক সেইদৰে পুৰুষৰ সামান্য অমনোযোগিতাত প্ৰকাশ পোৱা বিপজ্জনক সংকেতৰ তড়িৎ সঞ্চালনে নাৰীক মুহূৰ্ততে সজাগ কৰি দিয়ে। ইয়াৰ বিপৰীতে, কিছুমান পুৰুষৰ উপস্থিতিত নাৰী প্ৰয়োজনাধিক অসতৰ্কও হৈ থাকিব পাৰে। এই সমস্ত মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়া নাৰী আৰু পুৰুষৰ জৈৱ-মনস্তাত্ত্বিক সন্তুলনৰ ওপৰতে নিৰ্ভৰ কৰে। কিন্তু মাহীদেউৰ ল'ৰা বনজিৎ গোস্বামী ওৰফে 'বন'ৰ সৈতে কোনোদিনেই অসচেতন ব্যৱহাৰ আদান-প্ৰদান মোৰ নহ'ল। সম্পৰ্কত মাহীদেউৰ ল'ৰা, সচেতন হ'ব লগা একো কথা নাই। ককাই-ভনীৰ এটা সম্পৰ্ক। কিন্তু এয়া কোনোদিনেই হৈ নুঠিল। এয়া কেৱল মোৰ ক্ষেত্ৰত বুলি কথা নহয়, আমাৰ আত্মীয়-স্বজনৰ ছোৱালী বা নাৰীসকলে বনজিতৰ সৈতে অকলশৰে দুআষাৰ কথা পাতিবলৈও অস্বস্তিত ভোগে। এই ভয় সংক্ৰমণৰ কাৰণো বনজিৎ নিজেই। বনজিতে নিজেও এই কথা জানে। এবাৰ বনজিতৰ ভনীয়েক মায়াৰ বিয়াত ঘৰৰ, পৰিয়ালৰ আটাইবোৰ মানুহ গোট খাইছিল। কোনোবাই মোৰ হাতত্তে চাহ একাপ আৰু নিমকি এখনেৰে প্লেটখন দি ক'লে — 'যা বনক দি আহগৈ'। নিৰ্ভয়ে মই চাহকাপ লৈ মাহীদেউৰ প্ৰকাণ্ড দুমহলীয়া ঘৰটোত বনজিতক বিচাৰি চলাথ কৰিলোঁ। কোনোবাই ক'লে — 'ৰুমত আছে'। মোৰ তেতিয়াহে বুকু কঁপিল। সাধাৰণতে বনজিতৰ কোঠালৈ যোৱাটোত আমাৰ গোপন নিষেধাজ্ঞা আছিল। মাহীয়ে বেয়া পাব বুলিহে প্ৰকাশ নকৰোঁ। কিন্তু আমাৰ পৰিয়াল-স্বজনৰ মাজত এক বুজা-পৰা আছিল যে বনজিতৰ কোঠালৈ ছোৱালী নোযোৱাই মংগল। কথাবোৰ আমাক কোনেও প্ৰত্যক্ষভাৱে নকয় যদিও, এই আঁৰ-বেৰবোৰ বয়স্ক আত্মীয় মহিলাসকলে বৰ কৌশলপূৰ্ণভাৱে প্ৰদৰ্শন কৰি থাকে। এনেয়ে বনজিতৰ সৈতে কথা-বতৰা পাতি বেয়া নালাগে। বৰঞ্চ বনজিতৰ খাৰাং-খাচ কথা আৰু মেধাৰ প্ৰখৰতাৰ ওচৰত আমিবোৰ হীনমন্যতাতহে ভোগোঁ। যেনে, মই দৰ্শনত বি-এ পাছ কৰাৰ পাছত এদিন বনজিতে ক'লে — "পাৰখেই মৰ 'অলট্ৰুইষ্টিক চুইছাইড'ৰ থিয়'ৰি চেলেঞ্জ কৰিছে এজন ব্ৰিটিশ্ দাৰ্শনিকে। তেওঁ বহু আন ধৰণৰ লজিকেল কথা কৈছে। মোৰ হাতত এই বিষয়ৰ এটা ইণ্টাৰেষ্টিং প্ৰবন্ধ আছে — এই অলপতে প্ৰকাশ হোৱা। তুমি আহিবা লৈ যাবাহি। শ্ব'ৰ কিতাপো আছে'।' আমি বিষয়বোৰ পঢ়োঁ পৰীক্ষাত নম্বৰ পাবলৈ। মুখস্থ কৰা কথাবোৰ পৰীক্ষা শেষ হোৱাৰ লগে লগে মগজুৰপৰাও অন্তৰ্ধান হয়, কিন্তু দৰ্শনৰ প্ৰথম শ্ৰেণী পোৱা মানেই যে দৰ্শন সম্পৰ্কত জ্ঞানৰ গভীৰতা মোৰ আছে, সেই সম্পৰ্কে বনজিতে ভুল ধাৰণা কৰি লৈছিল। মোৰ জ্ঞানৰ ভাণ্ডাৰ ফুটা বেলুন হোৱাৰ ভয়ত বনজিতৰপৰা আঁৰে আঁৰে থাকিবলৈ ল'লোঁ। এনেকুৱা বহুত উদাহৰণ আছে। কিন্তু এই বনজিতে ডিষ্টিংশ্যনসহ বি-এ পাছ কৰাৰ পাছতে ঘোষণা কৰিলে — 'হ'ব আৰু নপঢ়োঁ'। মাহীদেউকে ধৰি পৰিয়ালৰ প্ৰত্যেকেই বনজিতক ক'লে আৰু পঢ়িবলৈ। কিন্তু বনজিৎ আঁকোৰ-গোজ। সি নপঢ়ে। কাৰণ হিচাপে এটা অকাট্য যুক্তি আগবঢ়ালে। তাৰ মতে, সি পঢ়া পাঠ্যক্ৰম আৰু কিতাপবোৰ আওপুৰণি। আনকি অলপ অহংকাৰ কৰি সি ক'লে যে তাৰ কলেজখনৰ বহু অধ্যাপকতকৈ সি বেছি পঢ়ে। বনজিতে নপঢ়িলে। চাকৰি নকৰে। দেউতাকে থৈ যোৱা অজস্ৰ সম্পত্তিৰ ভিতৰত সি মাত্ৰ দুটা ভাৰাঘৰৰ পইচা পালেই জীৱনটো চলি যাব বুলি মাকক ক'লে। এই বনজিতেই এটা আচৰিত কাণ্ড ঘটালে।

আমাৰ সম্পৰ্কীয় বাইদেউ এগৰাকীক এটা অশালীন প্ৰস্তাব দি দিলে। বাইদেৱে কান্দি-কাটি গৈ মাহীদেউক কথাবাৰ ক'লে। মাহীদেৱে আহি বনজিতক সোধ-পোছ নকৰি দুচৰ বহুৱাই দিলে। দুৰ্ভাগ্যক্ৰমে সেই ঘটনাৰো সাক্ষী আছিলোঁ মই। বনজিতে মাহীৰ চৰ দুটাৰ প্ৰতিক্ৰিয়া নেদেখুৱাই আচৰিত ধৰণে স্বাভাৱিক কণ্ঠেৰে ক'ল — 'বাইদেৱে ৰাতি মোৰ কোঠাত পানী আছেনে নাই। আঁঠুৱা ভালদৰে খুঁচিছোঁনে নাই চাবলৈ আহে'। মাহীদেৱে খঙতে কান্দি পেলালে। থোকা-থুকি মাতেৰে ক'লে — 'কি কুলাংগাৰ বংশত জন্ম হ'ল। এটাই ল'ৰা, মুখত জীয়াই থাকোঁতেই ছাই সানিলে। বায়েকজনীয়ে মৰমতে তাৰ কোঠাত গৈ খবৰ লোৱা বাবেই সি.....। বনজিতে মোলৈ চাই ক'লে — 'তুমি বুজিছানে কথাটো? বাইদেৱে নিশা বুকু খোলা অকমান ব্লাউজ এটাৰে ঢাকিব নোৱাৰা দেহাটোত পাতল শাড়ীখন মেৰাই মোৰ ওচৰলৈ আহে। এনেকুৱা তিনিদিনমান হোৱাত মই কালি সুধি দিলোঁ, মোৰ দোষ হ'ল জানো?' মই কি ক'ম? মোৰো কাণ-মুখ ৰঙা পৰিল। ময়ো তেতিয়া এবি-এ পৰীক্ষা দি উঠিছিলোঁহে। বাইদেউ মাজে মাজে আমাৰ আপোন মানুহবোৰৰ ঘৰে ঘৰে আহি থাকেহি। বয়স ভাটি নিদিলেও চল্লিছ পাৰ হ'ল। জীৱনটো দুখতে গ'ল। বিয়াৰ মাত্ৰ এসপ্তাহ পাছতে গিৰীয়েকে ঘৰ এৰি গুচি গ'ল। যাওঁতে পূৰ্বৰ প্ৰেমিকাক লগতে লৈ গ'ল। এবছৰমান বহুত হুলস্থূল হ'ল। তাৰ পাছত বাইদেউক ঘৰলৈ লৈ আহিল। অংগনবাদী কেন্দ্ৰ এটাত বাইদেৱে কাম কৰিবলৈ ল'লে। মাজে মাজে ছুটী লৈ ইঘৰ-সিঘৰ ঘূৰি ফুৰে। সকলোৱেই বাইদেউক মৰম-সহানুভূতিৰে চায়। মই বনজিতক ক'লোঁ — 'তুমি ভুল কৰিলা। বাইদেউৰ প্ৰতি তোমাৰ সহানুভূতি থাকিব লাগিছিল'। বনজিতে ক'লে — 'মই সহানুভূতিয়েই দেখুৱাইছোঁ। মই জানো — 'বাইদেউক কি লাগে তেওঁ মিছা মাতিছে। আচলতে তেওঁ ৰাতিৰ এই ঘটনাটো নোকোৱাকৈ থাকিলেহেঁতেন! যদিহে সঁচাকৈয়ে তেওঁ মোৰ প্ৰস্তাব বেয়া পালেহেঁতেন। তেওঁ সদৰি কৰিছে এইবাবেই, যাতে তেওঁৰ প্ৰতি সকলোৰে মনোযোগ আকৰ্ষণ হয়। এতিয়াৰপৰা প্ৰত্যেকেই তেওঁৰ দেহাটো বা তেওঁক অলপ মনোযোগ দিব। মোৰ প্ৰস্তাবটো সমজুৱা কৰি তেওঁৰ পাহৰণিলৈ ধাৱমান হোৱা বয়স-যৌৱনক ঘূৰাই আনিব খুজিছে। তুমি নাৰী মনস্তত্ত্ব নাজানা, ছেক্স সম্পৰ্কে নাজানা। যৌন মনস্তত্ত্ব নজনা মানুহে এইবোৰক গুৰুত্ব দি হুলস্থূল কৰে। তুমি আহিবাচোন মোৰ ৰূমলৈ, এই সম্পৰ্কে বহু কিতাপ আছে মোৰ'। সেইদিনাৰপৰা বনজিতৰ কাষ নচপা হ'লোঁ। এই ঘটনাটো আমাৰ পৰিয়ালৰ মাজত ফুচ ফুচকৈ ৰাষ্ট্ৰ হোৱাৰপৰা বনজিৎ বদনামী হৈ গ'ল। মোৰ মায়ে মাহীদেউক খোলাখুলিকৈয়ে কৈ দিলে — 'শুনিছা, বনজিতৰ ৰূমত হেনো নঙঠা ছোৱালীৰ ছবি মৰা আছে, ল'ৰাৰ মতি-গতি সেইবোৰ দেখিলেই বুজিব লাগে। তহঁতৰ ঘৰলৈ আমাৰ ছোৱালী পঠিয়াবলৈ ভয় হ'ল'। মাহীদেৱে এনেকুৱা কথা শুনিলে কেৱল কান্দে। এই ঘটনাৰ এবছৰমানলৈকে আমাক আগৰ দৰে মাহীদেউৰ ঘৰলৈ অকলে নপঠোৱা হ'ল। মায়াৰ বিয়া বাবেহে এই ঘৰত জীয়াৰী-বোৱাৰী বহুদিনৰ মূৰত গোট খাইছে।

মই চাহকাপ লৈ বনজিতৰ কোঠালিলৈ গৈছিলোঁ। তেতিয়া ময়ো এম-এ পঢ়ি আছিলোঁ। যথেষ্ট গুৰু-গম্ভীৰভাৱে ক'লোঁ — 'চাহ আনিছোঁ খোৱা'। বনজিতে এখন শকত নোটবুকত কিবা লিখি আছিল। মোক দেখি হাঁহি মাৰি ক'লে — 'অ' তুমি। আহা বহা। মোৰ ৰূমলৈ আহিলা, কম সাহসী নহয় তুমি'। বনজিতে শ্লেষপূৰ্ণভাৱে কথাষাৰ ক'লে। মোৰ হঠাতে মনটো বেয়া লাগিল। বনজিতৰ প্ৰতি আমাৰ পৰিয়ালৰ মানুহবোৰ বেছি কঠোৰ হ'ল নেকি সেই বাইদেউৰ ঘটনাটোৰপৰা? বনজিত সুঠাম সুন্দৰ নহ'লেও এটা দেখনিয়াৰ ল'ৰা। কম বয়সত জ্ঞানৰ পৰিপক্কতা বেছি বাবে আনবোৰ ল'ৰাৰ দৰে সহজ নহয়। অন্তৰ্মুখী চৰিত্ৰৰ। হয়তো প্ৰচণ্ড জেদী আৰু অভিমানী। মই বনজিতৰ বিছনাখনতে নিঃসংকোচে বহি অলপ স্ফূৰ্তি-তামাছা কৰোঁ বুলিয়েই ক'লোঁ — 'কি এই ৰূমটোতে সোমাই থাকা তুমি! বিয়াঘৰ এখনত সকলোৱে বাহিৰত স্ফূৰ্তি-তামাছা কৰিছে, আৰু তুমি ইয়াত বাল্মীকি হৈ আছা কিয়? বনজিতে পেন-নোটবুক সামৰি ক'লে — 'সেইবোৰ তামাছা তুমি কি ভালপোৱা?' মই থত-মত খালোঁ। কথা সলাবলৈকে ক'লোঁ — 'এ' বাদ দিয়া এইবোৰ, তোমাৰ বিয়া কেতিয়া পাতিবা? শুনিছোঁ বহুত ছোৱালী আহিছে। তুমি বোলে বিয়া নাপাতোঁ বুলি কৈছা। পাপৰিৰ বিয়া হৈ গ'ল, এতিয়া মায়াৰো হ'ল, তুমি নবৌ এজনী আনিলেই ঘৰখন ভৰি যাব। ক'ৰবাত মনে মনে চাই থৈছা নেকি?'

ঃ মনে মনে? মনে মনে চাব লগাকৈ ছোৱালীৰ কি

আছে? — মই প্ৰমাদ গণিলোঁ। বেৰৰ ফালে চালোঁ। মেৰিলিন মনৰোৰ সেই বিখ্যাত প'ষ্টাৰখন। বস্তাহুত উৰি যোৱা ফ্ৰকটো দুই হাতেৰে চেপা মাৰি ধৰিছে। নগ্ন উৰু আৰু বক্ষত হিল্লোল তুলি এটা ভুৱনমোহিনী হাঁহি। তাৰ কাষতে সমুদ্ৰৰ বলুকা ৰাশিত পৰি আকাশলৈ চাই নগ্ন নাৰী শৰীৰৰ আন এখন প'ষ্টাৰ। এই প'ষ্টাৰৰ কাষত এবাৰ বাক্য — 'Sex is much psychological as physical. Love is much more than physical sex appeal .....হেৰল্ড এইচ টিটাচৰ নাম সম্বলিত এই বাক্যশাৰী বনজিতৰ বিছনাৰ কাষৰ বেৰত ডাঙৰকৈ লিখা আছে। মই লগে লগেই বুজিলোঁ, বনজিতৰ প্ৰেমৰ সংজ্ঞা। মই লাহেকৈ ক'লোঁ — 'তুমি বেলেগ ধাৰণাৰ জগতত আছা বোধহয়, সেয়ে ছোৱালীৰ প্ৰতি তোমাৰ অনীহা। প্ৰেমৰ অৰ্থ তুমি শিকা নাই। নাৰীৰ প্ৰেম আৰু পুৰুষৰ প্ৰেমৰ দৃষ্টিভংগী সুকীয়া'। বনজিৎ প্ৰায় চোঁচা মাৰি আহি মোৰ কাষতে বহিলহি। ক'লে — 'আৰে, ইণ্টাৰেষ্টিং! প্ৰেম পুৰুষ নাৰীভেদে পৃথক, কি পৃথক কোৱাচোন?'

ঃ মানে এই ধৰা, পুৰুষবোৰৰ নাৰী প্ৰেমত দেহ মুখ্য, নাৰীৰ মনত কিন্তু পুৰুষৰ দেহ গৌণ।

ঃ অদ্ভুত যুক্তি দিলা দেখোন! মই যদি কওঁ যে পুৰুষ নাৰী দেহৰ প্ৰতি উদাসীন, কিন্তু নাৰী যৌনতাৰ প্ৰতি অধিক আগ্ৰহী আৰু আগ্ৰাসী।

ঃ তুমি সৌ প'ষ্টাৰবোৰৰ নাৰীৰ কথা কৈছা যদি ভুল কৰিছা। নগ্ন প'ষ্টাৰৰ নাৰীয়ে নাৰী জাতিক প্ৰতিনিধিত্ব নকৰে। এই অশ্লীল ছবিবোৰেই তোমাৰ মূৰটো খালে। — মোৰ খং উঠি গৈছিল।

এইবাৰ বনজিতে শান্তভাৱে মোলৈ চাই জিভাৰে তালুত টছ টছ কৰি ক'লে — 'বেচেৰী, কি ধাৰণাত যে জীয়াই আছা? এই প'ষ্টাৰকেইখন তুমি কেনেকৈ অশ্লীল বুলি ভাবিলা? মই যে এই দুখনত একো অশ্লীলতাই নেদেখোঁ। চোৱা, মেৰিলিন মনৰোৰ নিপোটল উৰু আৰু বক্ষ চাই মই জিভাৰ পানী পেলাই থাকোঁ বুলি ভাবিছা যদি তোমাৰ সমান মূৰ্খ নাই। প্ৰেমৰ সমস্ত ব্যাপাৰটো দেহকেন্দ্ৰীভূত। নহ'লে প্ৰেমৰ বাবে যৌৱনকাল কিয় লাগে? প্ৰেমৰ প্ৰক্ৰিয়াটোৱেই চাই ক'ফিজিকেল মে'টামৰফচিছ — এটা মনোদৈহিক বিৱৰ্তন। শুনা, তোমাৰ 'লাইফ স্পেন' যদি আশী বছৰ ধৰা, তেন্তে সুপ্ত আৰু জাগ্ৰত যৌন চেতনাক তুমি দুভাগ কৰা। এভাগ বাৰ বছৰলৈকে, আনভাগ ষাঠিৰপৰা আশীলৈকে। অৰ্থাৎ মুঠ বত্ৰিছ বছৰ সুপ্ত যৌনতাৰ সৈতে কল্পনাত খেলি থাকি, আঠচল্লিছ বছৰহে যৌনতাক জাগ্ৰত কৰি ৰাখিব পাৰা। নাৰীৰ ক্ষেত্ৰত অলপ আৰু ব্যৱধান আছে। নাৰীৰ যৌন চেতনা পুৰুষতকৈ আগতে আহে। মনোদৈহিক পৰিৱৰ্তনো সেইবাবে দ্ৰুত। নাৰীয়েহে সেয়ে অজ্ঞ পুৰুষক যৌন শিক্ষা দিয়ে। ভাৰতীয় নাৰীয়ে ষাঠি বছৰমান সুপ্ত যৌন চেতনাৰে পাৰ কৰে। কাৰণ ভাৰতীয় মানসিকতাত যৌনতাক অশ্লীলতা বুলি বুজে। এই বিষয়ৰ চৰ্চা, আলোচনা বেয়া কাম, বেয়া কথা বুলি ভবা হয়। এই বেয়া কথাৰ প্ৰতি কৌতূহল বৃদ্ধি কৰোঁতে কৰোঁতে ভাৰততে জনবিস্ফোৰণ আটাইতকৈ বেছি। ভাৰতীয় নাৰীয়ে সেয়েহে সকলো সময়তে যৌনতা প্ৰদৰ্শন কৰে, কিন্তু মুখেৰে ইয়াৰ প্ৰতি বিৰূপ ভাব দেখুৱায়'।

ঃ মই নামানো। তুমি এইবোৰ চব ভ্ৰান্ত ধাৰণা মূৰত ভৰাই থৈছা। — মই প্ৰায় চিঞৰি প্ৰতিবাদ কৰিলোঁ বনজিতৰ কথাৰ।

ঃ ভ্ৰান্ত ধাৰণা মোৰ! ঠিক আছে, মোক কোৱাচোন — ছোৱালীবোৰক বুকুখনৰ ওপৰত কাপোৰ জাপি ল'বলৈ শিকোৱা মানে কি! ইয়াৰ অৰ্থ — এই বিশেষ অংগৰ প্ৰতি অধিক মনোযোগ আকৰ্ষণ নহয়নে? এই যে মেখেলা-চাদৰ, শাড়ীৰ মাজেৰে ব্লাউজৰ লুকা-চুৰি এইবোৰ কি? ডিঙি, কাণ, পিঠি, গলধন এইবোৰ নাৰীৰ স্পৰ্শকাতৰ অংগ। এইবোৰত অলংকাৰ প্ৰাচুৰ্যৰে আকৰ্ষণ কৰাৰ অৰ্থ কি? এই প'ষ্টাৰৰ বিদেশী নাৰীৰ দেহ দেখি মোৰ কেতিয়াও ছেক্সুৱেল এক্সাইটমেণ্ট নহয়, কিন্তু ওঁঠত লিপষ্টিক, ফোঁট, চাদৰৰ আঁচলৰ প্ৰতি অধিক সতৰ্কতা, গহনাৰে জিলিকাই থোৱা কাণৰ লতিৰ আমাৰ নাৰীবোৰ দেখিলে লোভ হয় — সঁচা কথা কৈছোঁ মই। এইবোৰ গোপন সুৰসুৰণি, এটা এটা খুউব ছাইলেণ্ট ষ্ট্ৰং ছেক্স এপীল আছে এই কাৰবাৰবোৰত.... ঠিক বুজি পাইছানে তুমি'। — বনজিতে মোক আগ্ৰহেৰে সুধিলে। মই স্তব্ধ হৈ গ'লোঁ। এনেবোৰ কথা মই কেতিয়াও চিন্তা কৰা নাছিলোঁ। আবুৰতাৰ প্ৰতি মানুহৰ কৌতূহল চিৰকাল। ঢাকি থোৱা বস্তু উদঙাই চাব খোজাটো মানুহৰ স্বাভাৱিক কৌতূহল। বনজিতে পুনৰ ক'বলৈ ধৰিলে — 'আমাৰ ছোৱালীবোৰৰ লাজুক চাৱনি, লাজুক হাঁহি, দেহৰ প্ৰতি অধিক সতৰ্কতা — এইবোৰে এজন পুৰুষক কিদৰে

কামনাত বলিয়া কৰে নুবুজিবা। এই যে অধিক সাজোন-কাচোন, এয়া পুৰুষ আকৰ্ষণবেইতো চেষ্টা। নহয় জানো? এয়া কমপ্লিকেটেড এক্সপ্ৰেশ্যন অব্ ছেক্স। দেহৰপৰাহে প্ৰেমৰ উৎপত্তি হয়, শেষো হয় উপভোগত। মানুহ স্বাভাৱিকতেই বহুগামী। নাৰীও পুৰুষো। সেয়ে এই বিয়া-ফিয়া এইবোৰ কথা মোক নক'বা। মই তোমালোকৰ প্ৰেম-বিবাহ-দেহ-আত্মাৰ মিলন এইবোৰ দৰ্শনত বিশ্বাসী নহওঁ। মোৰ কোঠাৰ বেৰত থকা এই প'ষ্টাৰবোৰ বেছিভাগ কাকত-আলোচনীত ওলায়। পুৰুষবোৰে লুকাই চাবলৈ গোপন স্থানত থয়। লুকাই প'ৰ্ণগ্ৰাফী পঢ়ে, চি ডি চায়। মই সকলো খোলাখুলিকৈ কৰোঁ। সৌবোৰ টেবুলৰ ওপৰত জাপে জাপে প'ৰ্ণ মেগাজিন। সেয়ে মই অসভ্য, চৰিত্ৰহীন আৰু লুকাই কৰা হ'লে দেৱতা। মোক বিয়াৰ কথা ক'বলৈ নাহিবা। যেতিয়া প্ৰয়োজন হয় মই একোজনী ওঁঠত কাঢ়া ৰঙৰ লিপষ্টিক লোৱা, নাভিৰ তলত শাড়ী পিন্ধা নাৰীৰ ওচৰলৈ যাম। শাড়ী খুলি মই ভালপাওঁ....'।

ঃ মনে মনে থাকা? ছিঃ লাজ নালাগে মোৰ আগত এইবোৰ ক'বলৈ.....। — মই প্ৰায় উছাট মাৰি বনজিতৰ কোঠাৰপৰা ওলাই আহিলোঁ। বনজিতৰ কোঠাৰপৰা ওলাই আহিয়েই মুখামুখি হ'লো পেহীৰ ছোৱালী ৰঞ্জনাৰ। ৰঞ্জনাই সন্দেহ আৰু কৌতূহলেৰে মোক সুধিলে ঃ কি হ'ল! বনজিতে.....

ঃ একো নাই হোৱা। — মই ক'লোঁ। তথাপি ৰঞ্জনাৰ চকুৰপৰা সন্দেহৰ ছায়া নাৰ্তৰিল। বনজিতৰ কোঠাৰপৰা এইদৰে ওলাই অহাৰ পাছত 'একো হোৱা নাই' বুলিলে ৰঞ্জনাই কেতিয়াও বিশ্বাস নকৰে।

মই সেইদিনাৰপৰাই বনজিতক অলপ বেলেগ দৃষ্টিৰে চাবলৈ ল'লোঁ। বনজিতৰ প্ৰতি আমাৰ আত্মীয়-স্বজনে ভুল ধাৰণা লৈ আছে।

বনজিতৰ প্ৰত্যেক আচৰণ আৰু কথাৰ যুক্তি আছে। কেৱল বনজিতে নিজক লুকাই থোৱা নাই। সেইবাবেই বনজিৎ নাৰীভোগী বুলি কলংকিত হৈ পৰিছে। সেইদিনাৰপৰা মই নাৰী সম্পৰ্কে, পুৰুষ সম্পৰ্কেও ভবা-চিন্তা কৰিবলৈ ল'লোঁ। বনজিতৰ কথাবোৰ শুনিবলৈ অসুবিধাজনক হ'লেও শুনি মোৰ ভাল লাগিছিল। হ'ব পাৰে, নাৰীৰ দৈহিক সতৰ্কতা ৰিফ্লেক্স বা স্বতঃস্ফূৰ্ত সতৰ্কতা বুলি ধৰি ল'লেও, এই সতৰ্কতাক প্ৰদৰ্শন কৰাটো একপ্ৰকাৰৰ অশ্লীলতা। বনজিতৰ কথাৰপৰাই মোৰ ধাৰণা হ'ল, অশ্লীলতা আৰু যৌনতা সম্পৰ্কে মোৰ প্ৰকৃততে কোনো জ্ঞানেই নাই। সামাজিক চিন্তাৰ স্থূলতাই মোকো এনেভাৱে ঘেৰি ধৰি আছে যে বনজিতৰ সৈতে এনেধৰণৰ আলোচনা কৰিবলৈ যাবলৈ মোৰ সংকোচ। বনজিতৰপৰা যৌন মনস্তাত্বিক কিতাপ এখন হাতত লৈ আহিবলৈয়ো মোৰ ভয়। জানোছা মাহীৰ মোৰ প্ৰতি ধাৰণাত বিভ্ৰাট ঘটে। ছোৱালীয়ে খোলাখুলিকৈ যৌন মনস্তত্ত্বৰ কিতাপ পঢ়া, এনে আলোচনা পুৰুষৰ সৈতে কৰাটো আমাৰ সমাজ, পৰিয়ালত সংস্কাৰবৰ্জিত কথা। হঠাতে এই পৰম্পৰা ভংগ কৰাটো সহজসাধ্য নহয়।

জীৱনৰ অচঞ্চল ধাৰাত মই বহু দূৰলৈ উটি গ'লোঁ। বনজিতৰ কথাবোৰ অতীত স্মৃতি হ'বলৈ আৰম্ভ কৰিছিল। মাহীদেউৰ মৃত্যুৰ খবৰ পাইছিলোঁ। বনজিতে বিয়া নকৰালে। মাজতে মাহীদেউৰ ঘৰৰ পুৰণি বনকৰা নেপালী পৰিয়ালৰ ধন বাহাদুৰৰ ছোৱালী লিলিৰ সৈতে বনজিতৰ কিবা এটা ঘটিছিল বুলি ঘুনুক-ঘানাককৈ শুনিছিলোঁ। মহাদেউৰ কাঠৰ মিল এটা আছিল। কাঠৰ মিলৰ বিশ্বাসী চকীদাৰ ধন বাহাদুৰক মহাদেৱে ঘৰৰ কাষতে মাটি এটুকুৰাত ঘৰ সাজি থাকিবলৈ দিছিল। মহাদেউৰ মৃত্যুৰ পাছত মাহীদেৱে মহাদেউৰ ভাৰাঘৰ, দোকানবোৰ চাবলৈকে ধন বাহাদুৰক দায়িত্ব দি নিশ্চিন্তে আছিল। বনজিতে দেউতাকৰ সা-সম্পত্তিৰ হিচাপ কোনোদিনেই নাৰাখে। এই ধন বাহাদুৰৰ ছোৱালী লিলিৰ বিয়া হৈ যোৱাৰ কথাও শুনিছিলোঁ। কিন্তু তাৰ পাছত কেতিয়া কি ঘটিল গম নাপালোঁ। মোৰ জীৱন পৰিক্ৰমা আনফালে গতি কৰাত পাৰিবাৰিক সম্পৰ্কবোৰৰপৰাও আঁতৰি পৰিছিলোঁ। গতিকে আগৰ দৰে এই কথাবোৰত ভাগ লোৱাৰ সুযোগ হেৰুৱাইছিলোঁ।

পিছে বহু বছৰৰ পাছত বনজিতক আকৌ লগ পোৱাৰ এটা অৱস্থা আহি পৰিল। মাহীদেউহঁত থকা চহৰতে মোৰ কৰ্মক্ষেত্ৰৰ সৈতে জড়িত এটা জৰুৰী কাম ওলাল। প্ৰায় বিছ বছৰৰ ব্যৱধানত মাহীহঁতৰ ঘৰলৈ গ'লোঁ। মই কল্পনা কৰিছিলো, মাহীদেউবিহীন ঘৰৰ এক প্ৰেতপুৰীৰ ছবি। বনজিতক হয়তো দেখিমগৈ উচ্ছৃংখলতাত ভস্মীভূত হোৱা কংকাল ৰূপত। এসময়ৰ প্ৰবল প্ৰতাপী মহাদেউৰ ঘৰৰ কি অৱস্থা! বনজিতৰ বয়স এতিয়া পঞ্চাছৰ ওচৰা-উচৰি। মাহীদেউৰ ছোৱালী দুজনী মায়া আৰু পাপৰি ঘৰলৈ

আহেনে। আহিবনো কি আশাও? এখন শ্মশানও থিয় হ'বলৈ কাব ভাল লাগিব। তথাপি মাহীদেউৰ ঘৰলৈ মই গ'লোঁ। হোটেলত ৰুম এটা লৈছোঁ। চাহ-তাহ হোটেলতে খাই আহিছোঁ।

মাহীদেউৰ ঘৰৰ গেইটখন খুলি সোমাই গ'লোঁ। সন্মুখত ল'নত বতৰৰ বিবিধ ফুল। কোনে কৰিছে এইবোৰ! বনজিতে কৰিবই নোৱাৰে — তেন্তে কোনে কৰিছে! ঘৰটো ৰং-চং দি ধুনীয়াকৈ ৰখা হৈছে। পৰিপাটি সকলোফালে। নিমাও-মাও ঘৰখনত কলিং বেল টিপিলোঁ। আবেলি পৰত বনজিৎ ঘৰত থাকিবনে! সদৰ দুৱাৰ খোল খালে। এয়া দেখোন লিলি! বয়স হৈছে, কিন্তু মুখখনত সেই ছোৱালীকালৰ কমনীয়তা এতিয়াও আছে। মই সুধিলোঁ — লিলি নহয়নে! লিলিয়ে কিছুপৰ মুখলৈ চাই থাকি হাঁহি পেলাই — 'ই এ — ইমান দিনৰ মূৰত! বহক বহক' বুলি চোফাখন দেখুৱাই চিৰিৰে লিলি দৌৰি ওপৰলৈ উঠি গ'ল। অলপ পাছত বনজিৎ নামি আহিল। কি অবিশ্বাস্য — বনজিতৰ মুখত আগৰ দৰে দাড়ি নাই।

চুলি, কাপোৰ-কানিও অসংলগ্ন নহয়। আগতকৈ শকত হ'ল। বেছ সুদৰ্শন সু-পুৰুষ চেহেৰাৰে চিৰিৰে নামি অহা বনজিতক দেখি মই অবাক হ'লোঁ। বৰঞ্চ বনজিতৰ তুলনাত নিজকে বুঢ়ী যেন মোৰ অনুভৱ হ'ল।

ঃ কি খবৰ? একো খবৰ নিদিয়াকৈ আহিলা যে! লিলিয়ে ক'লত মই বিশ্বাসেই কৰা নাছিলোঁ।

বনজিতে এইমাত্ৰ গা ধুই আহিছে। জিন্‌ছ পেন্টৰ ওপৰত পিন্ধা পাঞ্জাবীটোৰ হাত দুখন বৰ মনোযোগেৰে সি ভাঁজ কৰিছে। অডিকলনৰ মৃদু সৌৰভ এটা বনজিতৰ দেহৰপৰা বতাহত উটি আহিছে। 'মই কাম এটাত ইয়ালৈ আহিছোঁ। জানা নহয়, মই অসমৰ বাহিৰতে এতিয়া থাকোঁ'।

ঃ জানো, জানো। খবৰ পাওঁ। পিছে তোমাৰ বয়-বস্তু ক'ত?

ঃ নাই, মানে অফিচিয়েল ট্যুৰ..... হোটেলতে.....

ঃ বুজিছোঁ — ডাঙৰ মানুহ হ'লা। কোন হোটেলত উঠিছা — ৰ'বা বস্তুবোৰ অনাই দিওঁ।

ঃ এ — নালাগে নালাগে।

ঃ কি নালাগে? এই ঘৰটোৰ সাতটা ৰুম খালি হৈ পৰি থাকে। বেছি নেদেখুৱাবা..... লিলি, চাহ কৰা চাহ কৰা। ৰাতি কি খুৱাবা আলহীক? বাই দ্য বে — কি খাবা মাছ-মাংস? চিকেন নে ৰেডমিট?'

ঃ ৰ'বাচোন, হুলস্থুল নকৰিবা। — মই বনজিতৰ উৎসাহক বাধা দিলোঁ।

ঃ তোমাৰ কথা ইয়াত নচলিব বুজিছা — তুমি ইয়াতে থাকিব লাগিব আৰু আমি যি খুৱাওঁ খাব লাগিব.....

ঃ আমি মানে — আৰু কোনোবা আছে নেকি?

ঃ কিয় লিলি। এতিয়া এই ঘৰত লিলি আৰু মই থাকোঁ। সেইবোৰ বহুত কথা।

ঃ পাপৰি-মায়াৰ খবৰ কি, ক'ত থাকে সিহঁত? — বনজিতে অলপপৰ মনে মনে থাকি ক'লে — 'ৰ'বা, সকলো খবৰ একেলগে দিলে দেখোন কথাই শেষ হৈ যাব। এইবুলি বনজিতে হো-হোৱাই হাঁহিলে। বনজিতক ইমান ৰঙিয়াল কেতিয়াও দেখা নাছিলোঁ। বনজিৎ মানুহৰ আগলৈ ওলাই নাহিছিল, কথা নাপাতিছিল। লিলিয়ে ষোড়শীৰ দৰে আহি ট্ৰে এখনত চৰ্বত দিলেহি। বনজিতে তাইলৈ চাই সুধিলে — 'আলহীক কি খুৱাবা?'

ঃ লুচি কৰিবলৈ লৈছোঁ। আলিবাবাৰ ওচৰলৈ মণ্টুক পঠাই দিম। তাত লোকেল মুৰ্গী আছে — ব্ৰইলাৰসোপা খাব নালাগে।

ঃ মই যাওঁ আলিবাবাৰ দোকানলৈ। — বনজিৎ থিয় হ'ল।

ঃ নাই, নাই তুমি বহা। মই চব কৰিম। কথা পাতা, ইমান দিনৰ মূৰত আহিছে। — এই কথোপকথনবোৰ মই অসহায়ভাৱে শুনি থাকিলোঁ। এই অবিশ্বাস্য আনন্দময় পৰিৱেশ। ড্ৰাইভাৰ মণ্টু আহি মোৰ হোটেলৰ ৰুমৰ নম্বৰ ল'লে। বনজিতে মোক লগত লৈ ফুলনি, শাকনিবাৰী দেখুৱালে। বনজিৎ এজন নিখুঁত গৃহস্থ হৈ গ'ল কেনেকৈ? লিলিক সি তাৰমানে বিয়া কৰালে! মোৰ সুধিবলৈ বেয়া লাগিছে কথাবোৰ। কিন্তু বনজিতৰ এই পৰিৱৰ্তন, এই আনন্দময় পৰিৱেশ দেখি মোৰ ভাল লাগিছে। সম্পূৰ্ণ ইয়াৰ ওলোটা চিত্ৰ এখন মোৰ কল্পনাত আছিল।

লিলিৰ হাতৰ জুতি লগা ৰন্ধনেৰে ভাত খায় বনজিৎ আৰু মই বেলকনিত বহিলোঁ। বাহিৰত ফৰিংফুটা জোনাক। সি এটা চিগাৰেট জ্বলাব খুজি ক'লে — 'ইফ ইউ ড'ণ্ট মাইণ্ড!' মই ক'লোঁ — 'খোৱা একো নহয়'। 'বুজিছা মদ একেবাৰে এৰিলোঁ, চিগাৰেট মাত্ৰ এটা খাওঁ, নিশা ভাত খাই উঠি। কি কৰিবা চিগাৰেট ডিভোৰ্চ দিব পৰা নাই'।

ঃ তুমি ইমান সলনি হ'বা বুলি-মই কল্পনা কৰা নাছিলোঁ। নিজৰ যত্নও লৈছা — বয়সে চুব পৰা নাই। — মই বেলকনিৰপৰা ঘৰৰ সন্মুখৰ ফুলনিলৈ চাই ক'লোঁ।

বনজিতেও সন্মুখৰ ফুলনিলৈ চাই নীৰৱে চিগাৰেট হুঁপিছে। মোৰ কথাৰ একো মন্তব্য দিয়া নাই। চিগাৰেটৰ ধোঁৱাখিনি পাৰ্যমানে মোৰ ফালে নহাকৈ ৰাখিবলৈ সি যত্ন কৰিছে। কিছু সময় এইদৰে থকাৰ পাছত সি ক'লে — 'জীৱন মানে কিছুমান মুহূৰ্তৰ সমষ্টিহে। হয়তো বেছিভাগ মুহূৰ্তই অকামিলা, অৰ্থহীন, মোৰ ভাষাত, বেশ্যালয়ত কটোৱা ৰাতিৰ দৰে, পাছদিনা পুৰা একো মনত নাথাকে। জীৱন অতিবাহিত কৰাটোও এটা নিচাত পৰিণত হয়, যিদৰে এবাৰ দেহোপজীৱিনীৰ সোৱাদ পালে সদায় যাবলৈ নিচা লাগে। মদৰ নিচাৰ বাবে বাৰে বাৰে খাবলৈ ইচ্ছা হয়, জীৱনটোও তেনেকুৱা। প্ৰত্যেক দিনা জীয়াই থাকিবলৈ ইচ্ছা হোৱাটো এটা নিচা। তুমি কি ভাবা? — বনজিতে অস্পষ্ট পোহৰত মোলৈ চালে।

ঃ হয়তো হয়, আজিকালি ময়ো বিশ্বাস কৰোঁ, জীৱন যাপন কৰি যোৱাটো এটা নিচা।

ঃ এই অৰ্থহীন নিচাৰ মাজত, হঠাতে একোটা মুহূৰ্তই তোমাক সলনি কৰি পেলায়। মোকো যিদৰে কৰিলে। — এইবাৰ মই বনজিতলৈ চালোঁ। সি নিৰুদ্বেগভাৱে চিগাৰেট হুঁপি কথা কৈ আছে —

ঃ এই মুহূৰ্তবোৰক অৰ্থবহ কৰিব পৰাটোৱেই আনন্দ। এয়া সুখ নহ'বও পাৰে, কিন্তু মাত্ৰ এতিয়া মুহূৰ্তবোৰ আনন্দেৰে পাৰ কৰিছোঁ।

ঃ তোমাৰ কথাবোৰে মোক ভীষণ কৌতূহলী কৰি তুলিছে। — মই বনজিতৰ মুখলৈ পৰম আগ্ৰহেৰে চাই ক'লোঁ। বনজিতে হাঁহিলে। এনেতে লিলি আহিল বেলকনিলৈ। মোক বটা এটাতে ক'লা নিমখ সনা শুকান আমলখি কেইটুকুৰামান দি ক'লে — 'বাইদেউ, এয়া খাওক। হজম হয়। মই নিজে কৰা। তাই তাৰ পাছতে বনজিতৰ ফালে চাই ক'লে — মই যাওঁনে — থাকিব লাগিব?

ঃ যোৱা, আজি এওঁৰ লগত বহুত কথা পাতিম।

মোৰ অস্বস্তি হ'ল। লিলিয়ে ক'লে — 'বাইদেউ মই যাওঁ। আপুনি কেইটাত বেড টি খায়? — এনেদৰে আলপৈচান লোৱাৰ মোৰ অভ্যাস নাই, সেয়ে ক'লোঁ — 'নালাগে লিলি। তুমি তোমাৰ মতে কামবোৰ কৰা। মই পুৱা দহটাত ওলাই যোৱাৰ আগতে কিবা এটা খালেই হ'ব'। তাই হাঁহি মাৰি ক'লে — 'ঠিক আছে বাৰু'। লিলি গ'লগৈ। কিন্তু মোক স্তম্ভিত কৰিলে আন এটা কথাই। লিলিক গেইট খুলি ওলাই যোৱা দেখি সুধিয়েই পেলালোঁ — 'সেয়া লিলি নহয়নে। ক'লৈ গৈছে?'

ঃ কিয় তাইৰ ঘৰলৈ?

ঃ নহয় মানে তাই ইয়াত..... মই সোধোঁ-নোসোধোঁকৈ সুধিলোঁ। বনজিতে হাঁহিলে। 'তাই ইয়াত নাথাকে। অৱশ্যে তাইৰ যেতিয়া মন যায় ইয়াতে থাকে'।

ঃ বিয়া কৰোৱা নাই। ৰক্ষিতা। — মই স্বাভাৱিকভাৱেই ক'লোঁ।

ঃ নহয়। ৰক্ষিতাক ভৰণ-পোষণ দিব লাগে। লিলিৰ নিজা দোকান আছে। অৱশ্যে আমাৰে দোকান। এখন ফাষ্টফুড কৰ্ণাৰ। কলেজৰ সন্মুখত। মানুহ ৰাখিছে। দুপৰীয়া তাই তাত থাকে। এখন শাড়ী-ব্লাউজৰ দোকান আছে। দৰ্জীও ৰাখিছে দুটা। তাই প্ৰত্যেক মাহে দোকানৰ ভাৰা মোক দিয়ে। আৰু মই ভাৰা উঠাব নোৱাৰা দোকানবোৰৰ ভাৰাও তাই তুলি দিয়ে। লিলিয়ে নিজেই চাৰিটা মতা মানুহক সংস্থাপন দিছে? মোৰ ৰক্ষিতা কেনেকৈ হ'ব? — বনজিতে পুনৰ হাঁহিলে।

মোৰ সকলো কথাই গোলমাল লাগি গ'ল। সাদৃশ্যৰ মাজত বৈসাদৃশ্য, শৃংখলাৰ মাজত অশৃংখল..... মই বোধহয় বনজিতৰ ফালে কৌতূহলেৰে চাই আছিলোঁ। বনজিতে মোৰ ফালে চাই ক'লে — 'কথাবোৰ তুমি ভবাৰ দৰে জটিল নহয়। আমাৰ দেউতাই লিলিৰ দেউতাক ধন বাহাদুৰক ঘৰৰ কাষৰ মাটিতে সংস্থাপন দিয়াৰ কথা জানা নহয়..... তাৰ পাছত লিলিৰ বিয়াও হৈ গ'ল। ধন বাহাদুৰৰ একমাত্ৰ ছোৱালী আছিল, অভাৱ থাকিলেও আদৰত ডাঙৰ হৈছিল। আমাৰ মায়েও কম মৰম তাইক কৰা নাছিল। লিলিৰ বিয়া হৈ গৈছিল। কিন্তু ডেৰ বছৰৰ পাছত তাই গিৰীয়েকক এৰি গুচি আহিল। গিৰীয়েক মদপী আৰু আন তিৰোতাৰ সৈতে, তাই নথকাত তাইৰ যৌতুকত নিয়া বিছনাতে শুই থকা অৱস্থাত এদিন ধৰা পেলালে। লগে লগে বিছনাখন কুঠাৰেৰে ঘপিয়াই ভাঙিলে আৰু ঘৰলৈ গুচি আহিল। গিৰীয়েকে তাই নিবলৈ বহুবাৰ যত্ন কৰিলে, তাই নগ'ল। ইয়াৰ পাছত তাই মাৰ লগৰী হ'ল। ৰান্ধনিঘৰ আৰু এই

প্ৰকাণ্ড ঘৰটো চোৱা-চিতা কৰিবলৈ মানুহৰ দৰকাৰ। লিলি আমাৰ ঘৰৰ অপৰিহাৰ্য অংগ হৈ পৰিল'। তাৰ পাছত বনজিৎ থমকি ৰ'ল। 'ইফ ইউ ড'ণ্ট মাইণ্ড.....' পুনৰ চিগাৰেট এটা জ্বলাব খুজি বনজিতে ক'লে। মই ক'লোঁ — খোৱা।

ঃ আচলতে আজি দুটা চিগাৰেট খাবলৈ মন গৈছে..... বেলকনিৰপৰা হাউলি বাহিৰলৈ মুখ দি এসোপা ধোঁৱা বনজিতে উলিয়াই পঠিয়ালে।

ঃ লিলি এইখন ঘৰতে ডাঙৰ হৈছিল। বিয়া হৈ গৈছিল। মোৰ তাইৰ প্ৰতি কোনোদিনেই একো ভাবেই অহা নাছিল। প্ৰকৃততে মই নাৰী-পুৰুষৰ আকৰ্ষণ — বেশ্যা আৰু গ্ৰাহকৰ দৰেই ভাবিছিলোঁ। সকলো নাৰী বেশ্যা, সকলো পুৰুষ গ্ৰাহক।

ঃ কি উদ্ভট ধাৰণা তোমাৰ! তোমাৰ মা মানে মাহীদেউকো তুমি এই ধাৰণাৰে চাব পাৰিছিলানে। — মোৰ বনজিতৰ প্ৰতি হঠাতে বিতৃষ্ণা জাগিল।

ঃ ভাবিছিলোঁ। মাকো ভাবিছিলোঁ। দেউতাৰ অন্যায় হুকুমো মায়ে বিনা প্ৰতিবাদে পালন কৰা দেখিছিলোঁ। নিশা তাচ খেলি দোভাগ নিশা ঘূৰি অহা দেউতালৈ মায়ে ভাত নাখাই ৰৈ থকা দেখিছিলোঁ। সৰুতেই মই এই কথাবোৰ দেখি বেয়া পাইছিলোঁ। পৃথিৱীত মই মাৰ সমান কাকো ভাল নাপাওঁ — আজিলৈকে। তথাপি মাক বেশ্যাৰ দৰে লাগিছিল। দেউতাৰ প্ৰতিপত্তি, দেউতাৰ উপাধি, সা-সম্পত্তিৰ অংশীদাৰ হোৱাৰ বিনিময়ত মা বেশ্যা হৈ গৈছিল, দেউতাৰ ওচৰত। তিনিটা সন্তান জন্ম দিছিল। নিশ্চয় দেউতাৰ ইচ্ছাতে সকলো হৈছিল। প্ৰত্যেক মানুহৰ দেহটো আৰু দেহৰ ভিতৰত থকা মনটোৱেই একমাত্ৰ নিজৰ। মৃত্যুৰ পাছত দেহাৱসান হয়, এজন মানুহৰ জীৱন দশা দেহৰ বিলীনতাৰে শেষ হয়। এই দেহাৰ স্বাধীনতা খৰ্ব হোৱা মানেই বেশ্যা নহয় জানো? দেউতাৰ ইচ্ছাৰ বশ হৈ থকা মাৰ দেহ-মনৰ স্বাধীনতা নাছিল। আৰু মোৰ বাইদেউ পাপৰি। তাইকো মই সেইদৰে ভাবোঁ। তাই দুলালৰ সৈতে বিয়াৰ আগতে ঘনিষ্ঠ আছিল — ছ'ৰি মই প্ৰেম বুজি নাপাওঁ দেই। মটৰ পাৰ্টছৰ দোকান এখন আছিল দুলালৰ। নিশা দুলালক লগ পাবলৈ তাই মনে মনে গেইটৰ বাহিৰ হোৱা মই দেখিছিলোঁ। পাছত দেউতাৰ ইচ্ছাতে কম্পিউটাৰ ইঞ্জিনিয়াৰ এটাৰ সৈতে বিয়া হ'ল। এতিয়া তাই বিদেশত। সুখী বেশ্যা। মায়াৰ কথা কি ক'ম? তুমি তাইৰ বিয়াত আছিলা। তাই ছমাহে ছমাহে ল'ৰা বন্ধু সলাইছিল। এতিয়া যিটো ডাক্তৰক বিয়া কৰালে, তাৰ জীৱন নৰক হৈছে। মায়া ইমান সন্দেহী যে গিৰীয়েকে মাইকী মানুহ ৰোগী চালেও তাইৰ সন্দেহ হয়। একপ্ৰকাৰ মায়াৰ ওচৰত বন্ধকত থোৱা ডাক্তৰ জোঁৱাইৰ জীৱন.....।

বনজিতে উচ্চস্বৰে হাঁহিলে এইবাৰ। বনজিতে চকীত লৰচৰ কৰি বহিল। অলপ ৰৈ পুনৰ ক'লে — "মই আগৰেপৰাই কওঁ, সকলো প্ৰাণীৰ দৰে মানুহো বহুগামী। বিয়াৰ চৰ্তৰে বান্ধিলেও মনৰপৰা এই ভাব নাযায়। প্ৰত্যেক নাৰীয়ে মনে মনে আশা কৰে, বিভিন্ন পুৰুষে তেওঁক প্ৰশংসা কৰক, সেইদৰে পুৰুষেও কামনা কৰে আন নাৰীৰ চকুত তেওঁৰ গুৰুত্ব বাঢ়ক। এইবোৰ স্বীকাৰ নকৰি জটিলতা বঢ়াই যোৱাৰ দৰকাৰ কি। আমি বি-এ পঢ়ি থাকোঁতে এগৰাকী ধুনীয়া ইংৰাজী অধ্যাপিকা আহিছিল। আমি হিচাপ কৰিছিলোঁ, তেওঁ প্ৰত্যেকদিনাই নতুন শাড়ী-অলংকাৰ মিলাই পিন্ধি আহিছিল। তেওঁ ছাত্ৰ-ছাত্ৰীৰ মুগ্ধ দৃষ্টি উপভোগ কৰিছিল। তেওঁ কি পঢ়াইছে কাৰো মূৰত সোমোৱা নাছিল। এদিন কলেজৰ বছৰেকীয়া উৎসৱত মই অকলশৰে পাই কৈ দিলোঁ — 'বাইদেউ আপুনি কি পঢ়ায় মই নাজানো, কিন্তু আপোনাক চাবলৈ নাপালে মোৰ টোপনি ক্ষতি হয়'। তেওঁ শাসনমিশ্ৰিত হাঁহিৰে ক'লে — 'নাপায় নহয়, পঢ়া ভালকৈ, তুমি দুষ্ট ল'ৰা'। মই তেওঁৰ তৃপ্তি বুজি পাইছিলোঁ। সেইদিনা তেওঁকো বেশ্যাৰ দৰে লাগিছিল। পিছদিনাৰপৰা তেওঁ মোৰ মুখলৈ সঘনাই চোৱা আৰম্ভ কৰিছিল।"

ঃ লিলিক কি বুলি ভাবা তুমি! — হঠাতে মই সুধিলোঁ। বনজিতে কিবা এটা মনত পেলাবলৈ চেষ্টা কৰাৰ দৰে কৰিলে। 'মায়াৰ বিয়াৰ দুবছৰমান পাছতে লিলিয়ে গিৰীয়েকক এৰি গুচি আহিছিল। প্ৰথম ছমাহমান ভালেই আছিল আমাৰ ঘৰত তাই। তাৰ পাছৰপৰা তাইৰ অসুখ আৰম্ভ হ'ল। মন মাৰি থাকে, ৰাতি টোপনি নাহে। বুকু ধপ্‌ধপায়, হাত-ভৰি জিন্‌জিনায়। প্ৰত্যেকদিনাই বেমাৰৰ চৰিত্ৰ বেলেগ বেলেগ। আজি যদি মূৰ ঘূৰায়, কাইলৈ বুকু ধপ্‌ধপাব। মায়ে নানা ডাক্তৰৰ পৰামৰ্শত বহুত ঔষধ খুৱালে। ভাল নহয়। এদিনৰ কথা। মই বাথৰুমৰপৰা গা ধুই ওলাই আহিছোঁ — সচৰাচৰ দিয়াৰ দৰেই মোৰ গেঞ্জি এটা লিলিলৈ দলিয়াই ক'লোঁ — লিলি ধুই দিবা। লিলিয়ে

মোৰ উদং গাটোলৈ চাই আছিল। মোৰ তৎক্ষণাৎ ভাব হ'ল — লিলি এবছৰ সংসাৰ কৰি অহা মানুহ। গিৰীয়েকৰ সৈতে তাইৰ শাৰীৰিক সম্পৰ্ক ঘটিছিল। লিলিৰ অসুখৰ কাৰণ এয়া নহয়তো। মই সেইদিনা সন্ধিয়া লিলিক নিঃসংকোচে ক'লোঁ — 'লিলি, তোমাৰ আপত্তি নাথাকিলে মোৰ ৰুমলৈ আহিবা'। লিলি সঁচাকৈ আহিছিল। লিলিৰ নিচা বাঢ়ি গৈছিল, মোৰো আসক্তি বাঢ়ি গৈছিল। এক অনিৰ্বাচনীয় আনন্দত ময়ো আত্মহাৰা হৈছিলোঁ। এইদৰে এমাহ এই গোপন অভিসাৰ চলিছিল। এদিন মই তাইক অলপ টকা দিব খুজিছিলোঁ — তাই মোক ক'লে — 'পইচা দিলে কাইলৈৰপৰা নাহোঁ। মোক পইচা নালাগে, তোমাক লাগে'। প্ৰথমবাৰৰ বাবে মোৰ চিন্তাৰ বিভ্ৰাট ঘটিল। লিলি বেশ্যা নহয়। তাই একো জটিল সমীকৰণ লৈ মোৰ ওচৰলৈ অহা নাই। এক স্বাভাৱিক ইচ্ছা তাই প্ৰকাশ কৰিছে। লিলিক মোৰ খুব ভাল লাগি গ'ল সেই মুহূৰ্ততে। কিন্তু মাৰ চকুত এই সম্পৰ্ক ধৰা পৰিল।

ধন বাহাদুৰৰ পৰিয়ালটোৰ সৈতে মায়ে কি কথা পাতিলে নাজানো। এদিন সিহঁত গুচি গ'ল। গোৱালপাৰাত সিহঁতৰ পৈতৃক মাটি-ভেটি আছে। মায়ে সিহঁতক এককালীন এটা ক্ষতিপূৰণো ভালকৈয়ে দি পঠিয়ালে। যাবৰ সময়ত লিলিয়ে মোৰপৰা একো দাবী নকৰিলে। তাই মোক ক'লে — 'এইবোৰ পাহৰি যোৱা, মোক তুমি যি দিলা সেয়াই মোৰ জীৱন চলি যাব। মই আৰু নাহোঁ ইয়ালৈ'। কিন্তু লিলিৰ সৈতে মোৰ এই সম্পৰ্কৰ মুহূৰ্তবোৰ মই পাহৰিব নোৱাৰা হ'লোঁ। মই বহু নাৰীৰ সংস্পৰ্শ পাইছোঁ। শৰীৰ সম্ভোগৰ বিনিময়ত মই মুঠি মুঠি টকাও খৰচ কৰিছোঁ। কিন্তু লিলিৰ সৈতে যি ঘটিল সেয়া এক অবিস্মৰণীয় অনুভূতি। লিলিক ময়ো নাৰাখিলোঁ। তিনি বছৰৰ পাছত মা ঢুকাল। মা ঢুকুওৱাৰ দুমাহমান পাছত লিলি আৰু দেউতাক আহিছিল। মাৰ মৃত্যুৰ খবৰ কেনেবাকৈ পাইছিল। লিলিৰ সৈতে এটা ধুনীয়া কণমালি ল'ৰা। মোৰ বুকু কঁপি উঠিল — ই মোৰ ল'ৰা নহয়তো! লিলিক সুধিলোঁ মনে মনে। লিলিয়ে ক'লে — নহয়। লিলিৰ ওপৰত সন্দেহ হ'ল। তথাপি লিলিৰ কথাই বিশ্বাস কৰিবলৈ বাধ্য। সন্তান কাৰ সেই কথা মাতৃৰ বাহিৰে কোনেও ক'ব নোৱাৰে। লিলিহঁত নাথাকিল। সেইদিনাই উভতি গ'ল। মায়ে ধন বাহাদুৰক দিয়া টকাৰে লিলিয়ে এখন দোকান খুলিলে। ৰেচনৰ দোকান। বিক্ৰী ভাল। ওঠৰ বছৰ এইদৰে পাৰ হৈ গ'ল। নিঃসংগতাত ভুগি, মদ্যপান কৰি অকালতে মই জীৱনৰ সকলো ৰং, স্বাদ হেৰুৱাবলৈ ল'লোঁ। ভাৰাঘৰৰ মানুহবোৰেও সুযোগ পাই পইচা দিয়াত অনিয়ম আৰম্ভ কৰিবলৈ ল'লে। কিতাপেই মোৰ একমাত্ৰ সংগী হ'ল। আত্মীয়-স্বজন আহিবলৈ এৰিলে। বন্ধু-বান্ধৱ মোৰ নাছিলেই। বিয়াৰ প্ৰস্তাৱ লৈ পাপৰি আৰু মায়া অহা-যোৱা কৰি ভাগৰি গ'ল। প্ৰায় বিছ বছৰৰ মূৰত হঠাৎ এদিন ধুমকেতুৰ দৰে লিলি ওলালহি। আগতকৈ শকত হ'ল। এগৰাকী পূৰ্ণবয়স্ক মহিলা।

মাত্ৰ দুবছৰ আগৰ কথা এয়া। লিলি আহিয়েই মোৰ অৱস্থা দেখি উচুপি উঠিল। তাই মোক বহুত ককৰ্থনাও কৰিলে। দুদিন মোৰ সৈতে থাকি ক'লে যে মোৰ যদি আপত্তি নাথাকে তাই আহি মোৰ সৈতে থাকিব খোজে। আগেয়ে ধন বাহাদুৰ থকা মাটিত ঘৰ এটা সাজি তাই থাকিব। দুমাহ সময় লৈ তাই গ'লগৈ। গোৱালপাৰাত তাইৰ এতিয়া কোনো নাই। মাক-দেউতাক ঢুকাল কেতিয়াবাই। মাটি-দোকান সকলো বেচি তাই চাৰিমাহমানৰ পাছত ইয়ালৈ গুচি আহিল। তাই এবছৰমানৰ ভিতৰতে সকলো সলনি কৰি দিলেহি। কলেজৰ ওচৰৰ দোকানখনে বহু মাহ ভাৰা দিয়া নাছিল। লিলিয়ে সেয়ে ভাৰাতীয়া উঠাই নিজেই ফাষ্টফুড কৰ্ণাৰ খুলিলে। আমাৰ ঘৰটো বহু বছৰ ৰং কৰা হোৱা নাছিল। তাই দোকানৰ ভাৰাৰেই হিচাপ কৰি ৰং কৰিলে, দুখন পচি যোৱা দুৱাৰ নতুনকৈ লগালে।

ঃ আৰু তোমাক চাবলৈ ল'লে। — মই বনজিতৰ হাতত খোঁচ এটা মাৰি ক'লোঁ।

ঃ মোৰ বহুত অভ্যাস তাই সলনি কৰি দিলে। — কৈ সি হাঁহিলে।

ঃ লিলিৰ ল'ৰাটোৰ কি হ'ল?

বনজিতে বহুপৰ অন্যমনস্কভাৱে বাহিৰলৈ চাই থাকি ক'লে — 'লিলি অদ্ভুত। বহু কথা নকয়। তাইৰ ল'ৰাটো হায়াৰ ছেকেণ্ডেৰী পাছ কৰাৰ পাছতে আৰ্মীত চাকৰি এটা পালে। এবাৰ তাই কৈছিল, তাইৰ ল'ৰাটো পঢ়াত বৰ চোকা হেনো। হায়াৰ ছেকেণ্ডেৰীত দুটা বিষয়ত লেটাৰ পাই পাছ কৰিছিল। সকলোতকৈ ডাঙৰ কথা ল'ৰাটো গোৱালপাৰাৰ সৈনিক স্কুলত পঢ়ুৱাইছিল। ল'ৰাটো চাকৰিলৈ যোৱাৰ পাছতহে লিলি ইয়ালৈ আহিছে'।

ঃ তুমি ল'ৰাটো দেখিছানে? — মোৰ সাংঘাতিক এটা

উৎকণ্ঠা হ'ল।

ঃ নাই দেখা। মোৰ বুকুত সন্দেহ ৰৈ গৈছে — সি মোৰ ল'ৰা কিজানি.....

ঃ লিলিয়ে কি কয়?

ঃ লিলিৰ মতে নহয়। তাইক মই কেইবাদিনো সুধিছোঁ। তাই কয় সেইবোৰ নুসুধিবা। সি মোৰ ল'ৰা, তোমাৰ ল'ৰা হোৱা হ'লে উপাধি বিচাৰি আহিলেহেঁতেন। সি নিজৰ কপালত খাব-থাকিব।

ঃ ল'ৰাটোৰ নাম কি ৰাখিছে?

ঃ ৰণজিৎ থাপা। লিলিৰ দেউতাকৰ নাম ধন বাহাদুৰ থাপা। আচৰিত কথা এটাই, লিলিয়ে ৰণজিতৰ দেউতাকৰ পৰিচয় মোক দিয়া নাই।

ঃ বনজিৎ — ৰণজিৎ। — মই মুখৰ ভিতৰত ভোৰ্‌ভোৰাই ক'লোঁ — 'বুজিছা সি তোমাৰ ল'ৰা। লিলিয়ে মিছা মাতিছে'।

ঃ কিন্তু মই ল'ৰাটো নিজৰ কৰি ল'বলৈ আপত্তি নাই বুলি লিলিক কৈছোঁ। তাক এবাৰ চাবলৈয়ো বিচাৰিছোঁ। লিলিয়ে 'কেতিয়াবা আহিলে চাবা' বুলি কোবাৰ বাহিৰে মোৰ কথাৰ প্ৰতি কোনো আগ্ৰহ প্ৰকাশ নকৰে।

ঃ এয়া কি জীৱন-যাপন কৰিছা বনজিৎ? লিলিক নহ'লে তোমাৰ নচলে, অথচ তাই তোমাৰ সৈতে নাথাকে। লিলি বঞ্চিতা নহয়, অথচ লিলি তোমাৰ শয্যাসংগীও হয়.....।

ঃ ক'ব নোৱাৰোঁ — মই একো ক'ব নোৱাৰোঁ। কিন্তু মই বৰ আনন্দত আছোঁ। লিলিও বৰ ভালদৰে আছে। তাই দিনে দিনে ধুনীয়া হৈছে। মই সকলো সময়তে তাইৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰোঁ — বিশ্বাস কৰা, মই তাইক যৌৱনৰ শেষ সীমনাত ৰৈ বাৰে বাৰে বিচাৰিছোঁ। মই জানো লিলিৰো মোৰ প্ৰতি একেই তীব্ৰ আকৰ্ষণ। যৌৱনৰ দেহজ চাতুৰ্য, উগ্ৰ নিচাবোৰ শেষ হৈ এক মধুৰ সুৰভি বিয়পি পৰিছে মোৰ দেহত, মনত। মই ঠিক তোমাক বুজাব পৰা নাই....

ঃ মই বুজিছোঁ।

ঃ ঠিক — ঠিক বুজিছানে বাৰু? সামাজিকভাৱে লিলি আৰু মোৰ সম্পৰ্ক নৈতিকতাহীন — গ্ৰহণযোগ্য নহয়। এই সম্পৰ্কে relation without morality বুলিব পাৰা। নৈতিকতাহীন এক ঘনিষ্ঠ সম্পৰ্ক।

ঃ নহয়, এয়া love without morality — সামাজিকভাৱে নৈতিকতাহীন প্ৰেম এয়া। মই ক'লোঁ — 'কিন্তু স্বাভাৱিকভাৱেই এই সম্পৰ্ক স্থায়ী হৈ গৈছে। লিলিৰ দৰে এজনী নাৰী তুমি বিচাৰিছিলা। ভালেই কৰিলা তুমি অবিবাহিত হৈ থাকিলা। তুমি তোমাৰ পত্নীক কেতিয়াও বেশ্যাৰ ওপৰত স্থান দিব নোৱাৰিলাহেঁতেন।'

ঃ ধৰি লৈছা নহয় — মই বিশ্বাস কৰোঁ। দেহজ বাসনাৰে আৱদ্ধ এই পৰিক্ৰমাত এজন পুৰুষ বাধ্য হৈ পৰে। লিলিক নোপোৱা হ'লে, সকলো নাৰীক মই দেহোপজীৱীনী বুলি ভাবি থাকিলোঁহেঁতেন! পুৰুষ নিৰ্ভৰশীল, পুৰুষখ্যাত সম্পত্তিৰ ওচৰত বশ্যতা স্বীকাৰ কৰি থকা চাৰিও কাষৰ নাৰীবোৰ দেখি, পুৰুষ ভুলোৱা কাৰু-কাৰ্যবোৰ দেখি মই নাৰীক মৰ্যাদাৰ আসনত বহুৱাবই পৰা নাছিলোঁ। সামাজিক নীতি-নিয়ম মানে এখন আওপুৰণি সংবিধান। এই সংবিধান মতে নাৰী-পুৰুষৰ আশ্ৰিতা। আশ্ৰিতাৰ মৰ্যাদা থাকে জানো? সামাজিক সংবিধান মতে নাৰী ৰিফিউজী ওৰে জীৱন। লিলি ৰিফিউজী নহয়। লিলিয়ে পিতৃ পৰিচয় নিদিয়াকৈ এটা সন্তান জন্ম দি ডাঙৰ কৰিলে। লিলি এসময়ৰ মোৰ দেহসংগী আছিল। — ইচ্ছা কৰা হ'লেই তাই বিয়া কৰাবলৈ মোক বাধ্য কৰাব পাৰিলেহেঁতেন, টকাৰ দাবী তুলিব পাৰিলেহেঁতেন। আজি বিছ বছৰ পিছতো লিলিয়ে বিচাৰিলে মই মোৰ উপাধি, নাম, ঘৰ সকলো দি দিবলৈ প্ৰস্তুত আছোঁ। লিলি প্ৰায়ে তাইৰ ঘৰটোলৈ নাযায়। মোক সাবটি টোপনি যোৱা লিলিক চাই মই তেতিয়া ভাবোঁ — লিলি মোৰ কি? অথচ লিলিৰ বাবে মই জীৱন দিবলৈও প্ৰস্তুত। এটা দুখীয়া নেপালী পৰিয়ালত জন্ম লোৱা লিলিৰ এই স্বাভিমান কিদৰে গঢ় ল'লে মই ভাবি আচৰিত হওঁ। লিলিৰ স্বাভিমানেই লিলিৰ আভিজাত্য, মৰ্যাদা, লিলিৰ আত্ম-পৰিচয়। এই লিলিক সেইবাবেই মই ক'ব নোৱাৰোঁ, এই প্ৰকাণ্ড খালি ঘৰটো থাকোঁতে তুমি কিয় ওচৰৰ টিনপাতৰ চালিৰ ঘৰটোলৈ গৈ থাকিব লাগে? মোৰ পৈতৃক সম্পত্তিৰ অজস্ৰ ভাৰাঘৰৰ মাত্ৰ দুখন দোকান তুমি চলাই উপাৰ্জন কৰিছা। মোক কিয় নিয়মিত ভাৰা দিয়া, নিদিবা আজিৰপৰা..... কিন্তু মই ক'ব নোৱাৰোঁ। তথাপি মই লিলিৰ বাবে কিছু সম্পত্তি থৈ যাম, এয়া লিলিৰ প্ৰতি মোৰ কৃতজ্ঞতা। লিলি নোহোৱা হ'লে মই বোধহয় জীয়াই নাথাকিলোঁহেঁতেন! দুবছৰৰ আগতে যদি তুমি মোক দেখিলাহেঁতেন..... এটা প্ৰেতৰ দৰে মই এই ঘৰত বাস কৰি আছিলোঁ। আজি মোৰ হেৰোই যোৱা

প্ৰতিটো মুহূৰ্ত ঘূৰাই পাবলৈ ইচ্ছা বাঢ়ি গৈছে। মানুহৰ জীৱনত দৈহিক পৰিৱৰ্তন গুৰুত্বপূৰ্ণ কথা নহয়। মানসিক পৰিৱৰ্তনে দেহ নিয়ন্ত্ৰণ কৰে — মনটোও এটা শৰীৰ — metamorphosis of mind, পুৰুষৰ মনৰ কায়িক পৰিৱৰ্তনত এজনী পূৰ্ণাংগ নাৰী থাকে। এই নাৰী কাল্পনিক, কিন্তু মোৰ কল্পনা ভাঙি দিঠকত সেই নাৰীক পাইছোঁ, এয়া ঈৰ্ষণীয় সৌভাগ্য নহয়নে মোৰ!

ৰাতি পুৱাবৰে হৈছিল। বনজিতৰ গল্প বিন্যাসত এটা উজাগৰী নিশা পাৰ হৈ গ'ল। পুৱা লিলি আহিছিল। লিলিৰ অলপ জ্বৰ উঠিছিল। বনজিৎ লিলিৰ সামান্য জ্বৰতে উদ্বাউল হৈছিল। যেন লিলিৰ অসুখ মানেই এক অনিশ্চয় ৰোগ। ৰোগ মানেই লিলিৰ জীৱন ক্ষয়। লিলিক হেৰুওৱাৰ ভয়ে বনজিতক প্ৰতি মুহূৰ্ততে বিহ্বল কৰা মই দেখিলোঁ। মই বিছ বছৰ আগতে দেখা বনজিৎ আৰু আজিৰ বনজিতৰ বিশাল প্ৰভেদ। বনজিতে কোৱা কথাই হয়তো সত্য, মনটোৱেই শৰীৰ, metamorphosis of mind — বৰ গুৰুত্বপূৰ্ণ কথা। মনৰ কায়িক ৰূপটোক মই নিজে ইয়াৰ আগৈলেকে আৱিষ্কাৰ কৰা নাছিলোঁ। এজনী নাৰীৰ কায়িক মনত পুৰুষ আৰু পুৰুষৰ কায়িক মনত নাৰীৰ উপস্থিতিয়েই হয়তো প্ৰেম, জীৱন। বাকী সকলো মিছা।

বনজিতৰ ঘৰৰপৰা ওলাই আহি মই নিজক প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলোঁ। ৰাস্তাত শাৰী শাৰী গাড়ী, চাইকেল, ৰিক্সা, খোজকাঢ়ি যোৱা মানুহ, কেৱল মানুহ। শ-হাজাৰ, লক্ষ লক্ষ মানুহৰ শাৰীবোৰ লাহে লাহে মাংসৰ পুতলালৈ ৰূপান্তৰিত হৈছে। নাৰী পুতলা, পুৰুষ পুতলাবোৰে বুৰ্বকৰ দৰে হাঁহিছে, খোজকাঢ়িছে, অংগি-ভংগি কৰিছে। নিজৰ হাত-মুখ চুই চালোঁ, ময়ো মাংসৰ পুতলা। পুতলা সমদলত থিয় নহ'বলৈ আপ্ৰাণ চেষ্টা কৰিছোঁ। মই গৈ থকা ৰিক্সাখনত পিছফালৰপৰা এখন গাড়ীয়ে খুন্দা মাৰিলে। গাড়ীৰ পুতলাটোৱে ৰিক্সা পুতলাটোক দোষাৰোপ কৰি গালি পাৰিলে। মই ৰাস্তাত উফৰি পৰি খোজকাঢ়ি যোৱা হাজাৰ-লক্ষ পুতলাৰ সমদলত যোগ দিলোঁ। পুতলা ইচ্ছাহীন, পৰাধীন, সেইবাবেই লিংগহীন। যোৱা নিশা হঠাতে এজন পুৰুষ আৰু নাৰী লগ পাইছিলোঁ। এটা গল্প শুনিছিলোঁ, পুৰুষৰ গল্প নে নাৰীৰ! বনজিৎ নে লিলিৰ? ছেঃ নিজক পাহৰি থকাটোৱেই পুতলাৰ ট্ৰেজেডি।

কালি কাক লগ পাইছিলোঁ মনত নাই। লক্ষ লক্ষ লিংগহীন পুতলাৰ মাজত আকৌ কেনেকৈ বিচাৰি উলিয়াম সেই পুৰুষ আৰু নাৰী!

পিছফালে শাৰী শাৰী গাড়ীৰ হৰ্ণৰ শব্দ, পথৰ কাষৰ বিবাহ-বাহৰৰপৰা আহিছে সাহ্নাইৰ শব্দ, এখন ট্ৰাকত বহুত পুতলাই চিঞৰি প্ৰতিবাদ কৰি গৈছে — এই হুলস্থূলত পাহৰি গৈছোঁ কালি শুনা গল্পৰ শব্দবোৰ। পুৰুষ আৰু নাৰীৰ [illegible]

# কেথেৰিণাৰ সৈতে এটা নিৰ্জন দুপৰীয়া

সৌৰভ কুমাৰ চলিহাৰ 'দুপৰীয়া'ৰ দৰে নিৰ্জন বাৰাণ্ডাখন। ওপৰত নীলা আকাশ — মেঘহীন, এটা চিলনী — চিলনী নে শগুণ? যিয়েই নহওক এটা চৰাই, জনাথন লিভিংষ্টন' চিগালৰ দৰে। উৰাৰ দুৰন্ত বাসনা, ওপৰলৈ আৰু ওপৰলৈ সূৰ্য স্পৰ্শ কৰাৰ হাবিয়াসত উৰা এটা চৰাই। নিৰ্জন দুপৰীয়া, কিচিৰ-মিচিৰকৈ জঁপিয়াই ফুৰা ঘৰচিৰিকাৰ মাতৰ বাহিৰে একো শব্দ নাই। দুপৰীয়াই বহুত কথা কয়, নিৰ্জনতাৰ ভাষা আটাইতকৈ সাবলীল হৈ উঠে, কাহানিও নভবা-নোকোৱা কথাবোৰ হিল-দল ভাঙি ওলাই আহে। ফাগুনৰ দুপৰীয়া, চ'তৰ দুপৰীয়া আৰু বহাগৰ দুপৰীয়াৰ মাৰাত্মক আবেগ আছে। পাহাৰীয়া নদীৰ দৰে। কাণ্ড-জ্ঞানহীন, কেতিয়া ঢল বাগৰে ঠিক নাই। হাতত থকা কিতাপখনৰ কেইপৃষ্ঠামান নীৰৱে পঢ়ি গৈছোঁ, মাজে-মাজে সমুখৰ নিৰ্জন ৰাস্তাটোলৈ চাইছোঁ। কুঁহিয়াৰ চেপা গাড়ী এখন ৰ'লহি। স্কুল ছুটীৰ পাছত ৰাস্তাৰে যোৱা ল'ৰা-ছোৱালীয়ে একোগিলাচ কুঁহিয়াৰ ৰস খাব। এয়া সচৰাচৰ দৃশ্য। এনেকুৱা দুপৰীয়াত বহুদিন আগতে, মায়ে পিছ-চোতালত আচাৰৰ বাবে নিমখ-হালধি সানি আমলখি শুকুৱাইছিল। তেনেতে লিলি খুৰী আহিছিল — 'ৰ'দ পালেনে?' পিছ-চোতালৰ ৰ'দ আৰু ছাঁৰ মাজৰ ঠাইখিনিত মুঢ়া এটা নিজেই পাতি সুধিছিল। মায়ে কৈছিল — 'পালে ৰাতিলৈ মা-মছলা দিব পৰা যাব'। এনেকৈ আৰম্ভ হয় এটা দুপৰীয়াৰ। তাৰ পাছত সেই নীলা আকাশ, আকাশত বিন্দু বিন্দু চিলনী আৰু দুগৰাকী নাৰীৰ ক্ষুদ্ৰ ক্ষুদ্ৰ শব্দ বাক্য। সকলো কথাই ঘৰৰ গৃহস্থ আৰু সন্তানক কেন্দ্ৰ কৰি।

ঃ আমে মলিয়াইছে, বৰদৈচিলাই এজাউৰি নিদিলে ভাল আম লাগিব।

ঃ আমাৰ এখেতে, কেঁচা আম আৰু পদিনাৰ চাট্‌নি অকণ পালে ভাতৰ পাতত একো নালাগে।

ঃ কালি ইহঁতৰ ঘৰুৱা টিউশ্যন মাষ্টৰে আকৌ ঘৰৰপৰা বৰাচাউল অলপ আনিছিল; লৈ যাবা তুমিও অলপ।

ঃ এ হয় নেকি, আমাৰ সৰুটোৱে আকৌ বৰ ভাল পায়। এখেতে নাখায়, ভাল নাপায়।

কিতাপখন জপাই চকু দুটা মুদিলোঁ। দুপৰীয়াৰ এটা নিজা গোন্ধ আছে। গৰম তেলত মিথিগুটি, জিৰা, শুকান জলকীয়া দি ৰহৰ দাইল তেলত দিয়াৰ গোন্ধ, অথবা বতাহত গৰম ভাতৰ নিসনিৰ গোন্ধ। কিন্তু এইবোৰক চেৰ পেলাই এটা সুতীব্ৰ মিঠা গোন্ধ দুপৰীয়া মোৰ আশে-পাশে ঘূৰি ফুৰিলে। ক'ত পাইছিলোঁ এই গোন্ধ! নতুনকৈ ফুলা খৰিকাজাইৰ দৰে..... মানুহৰ নামৰ দৰে কেতিয়াবা গোন্ধবোৰেও পৰিচিতি হেৰুৱাই, অথচ ইমান চিনাকি কিন্তু অচিনাকি। অলপ অলপ বতাহ বলিছে। মোৰ হাতৰপৰা কিতাপখন এই পৰোঁ — এই পৰোঁ, কেথেৰিণা— হয় কেথেৰিণা বহিলহি। ঠিক বহুদিনৰ আগতে মাৰ সৈতে পিছ-চোতালৰ মুঢ়াত লিলি খুৰী আহি বহাৰ দৰে। নিৰ্জন দুপৰীয়া। মই সম্মুখত কেথেৰিণাক দেখি আচৰিত হ'লোঁ। এটা আঁঠু পাৰ হোৱা বসন্তৰ ফুলৰ দৰে ফ্ৰক। এটা পুৰণি লেইচৰ টুপী। ভৰিত একো নাই — সঁচাকৈয়ে সুদা ভৰিৰে কেথেৰিণা মোৰ ওচৰলৈ দৌৰি আহিল। মসৃণ বগা ভৰি দুখন কেথেৰিণাই মোৰপৰা লুকুৱাব খুজি ক'লে — বেছি সময় নবহোঁ — কথা এটাৰ বাবে আহিলোঁ।

ঃ কোৱা, কোৱা।

ঃ তুমি সঁচাই মোক চিনি পাইছানে!

কেথেৰিণাৰ প্ৰশ্নত মই হতবাক। 'তোমাক চিনি নাপাম? সেই বিশ্ববিখ্যাত গ্যেটে, পুৰা নাম এই খাৰখোৱা জিভাৰে উচ্চাৰণ কৰিবলৈ টান পাওঁ — কি আছিল....য়োহান হোলফগাং ফন গ্যোটে ঠিককৈ উচ্চাৰণ কৰিছোঁনে? যি 'ফাউষ্ট' লেখি অমৰ হৈ গ'ল ইউৰোপৰ মহান কবিজন, মোৰ কি ভাগ্য — কেনেকৈ যে গঢ়িলা সেই

দুষ্প্ৰাপ্য ল'ৰাটো তোমাৰ..... মই ভাবি বিচুৰ্তি খাওঁ..... তুমি সেই 'Gothe' — গ্যোটেৰ মাতৃ কেথেৰিণা এলিজাবেথ।'

ঃ এস্ — কি যে কোৱা। — হয়, ঠিক লিলি খুৰীয়ে কোৱাৰ দৰে তেওঁ অকণমান লাজ কৰি ক'লে। (পৃথিৱীৰ সকলো মাইকী মানুহ একে।) সন্মুখত প্ৰশংসা কৰিলে ভালো পায়, অথচ ভালপোৱা দেখুৱাবলৈ টান পায়। শুনা — মই আহিছোঁ অন্য এটা কাৰণত। যোৱা ৰাতি তোমাক সমাজিকত দেখিলোঁ — তুমি মোক সুধিছিলা, তোমাৰ ইমান ধৈৰ্য, সহনশীলতা কেনেকৈ আহিল? মই কেথেৰিণাৰ কথা শুনি আৰু আচৰিত হ'লোঁ। হয়তো, যোৱা নিশা মই কেথেৰিণাৰ কথা ভাবিয়েই শুইছিলোঁ। এই মানুহজনী এনেই গ্যোটেৰ মাক হোৱা নাই দেই — কিবা এক অবিশ্বাস্য শক্তিৰ গৰাকিনী হ'বই লাগিব। মই ক'লোঁ — হয় বুজিছানে, যোৱানিশা সমাজিকত তোমাকেই দেখিলোঁ — কিন্তু মোৰ সমাজিক তোমাৰ সমাজিকৰ সৈতে একাকাৰ হ'ল কেনেকৈ? কেথেৰিণাই বৰ অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে। মই লৰালৰিকৈ ক'লোঁ — ৰ'বা চাহ একাপ খাই লোৱা — মালপোৱা দুটামান ভাজোঁ, খাবানে?

ঃ মালপোৱা?

ঃ অ' এই ধৰা, তোমালোকৰ পেনকে'কৰ দৰে — সুধি নাথাকিবা, খাই চোৱাচোন..... কেথেৰিণাই মই ভাজি দিয়া গৰম মালপোৱা এটাত কামোৰ দিয়েই ক'লে — ৱাউ ডিলিছিয়াছ।

ঃ থেংকিউ — ভাল লাগিল, কিন্তু প্ৰকাশ কৰিবলৈ লাজৰ আশ্ৰয় অকমান ল'লোঁ।

ঃ এতিয়া কোৱা। — কেথেৰিণাই মোৰ মুখলৈ চাই ক'লে।

ঃ আচলতে কি জানা (অকমান মই কণ্ঠনলী পৰিষ্কাৰ কৰি ল'লোঁ। হাজাৰ হওক, কেথেৰিণাৰ দৰে মানুহ, মোৰ ভয়-সমীহ দুয়োটাই আছে মনত।) এদিন যে গ্যোটে দহবছৰীয়া মান হৈ থকা সময়ৰ কথা তুমি ক'ৰবালৈ ওলাই গৈছিলা। গ্যোটে ভনীয়েক কৰ্ণেলিয়াৰ সৈতে আছিল। ঠিক আজিৰ দৰে নিৰ্জন দুপৰীয়া। গ্যোটেই হঠাতে ৰান্ধনিঘৰৰপৰা প্লেট, চামুচ, কেঁৰাহি সকলো এটা এটাকৈ আনি ৰাস্তালৈ দলিয়ালে। ৰাস্তাৰ মানুহে উৎসাহ দিলে এই আজব কাণ্ডত, 'আৰু পেলোৱা আৰু.....' বুলি। গোটেই ৰান্ধনিঘৰৰ বস্তু চুৰমাৰ কৰি গ'ল। এনেতে তুমি ওলালাহি। আচৰিত কথা! তুমি সকলো দেখিও গ্যোটেক একো নক'লা। গ্যোটেই তোমাক সুধিলে — তুমি কেনি গৈছিলা? তুমি ক'লা — এই সময়কণ নাথাকোঁতেই তুমি এনে কৰিলানে সোণ? এইবুলি চুমা এটা খালা। বিশ্বাস কৰা, মোৰ তোমাক এবনৰ্মেল মাক যেন লাগিল। তোমালোকৰ ইমানবোৰ বাচন-বৰ্তন ভাঙি ল'ৰাটোৱে বলিয়ালি কৰিলে, তাকো দহ বছৰ বয়সত আৰু তুমি চুমা খালা! যোৱা ৰাতি মই এই কথাকে ভাবি তোমাকো কিবা পাগলী যেন লাগিছিল — বেয়া নাপাবা দেই, অন্তৰৰ কথা কৈছোঁ তোমাক। কেথেৰিণাই বেয়া পোৱাৰ সলনি হাঁহি মাৰি মোক সুধিলে—

ঃ তুমি বাৰু তোমাৰ ল'ৰাটোৱে এনে কৰা হ'লে কি কৰিলাহেঁতেন?

ঃ ভাল কথাকে সুধিছা — প্ৰথমেই দুটা পূৰ্ণহতীয়া চৰ দিহে এইবোৰ কিয় কৰিলে বুলি সুধিলোঁহেঁতেন। দহ বছৰীয়া ল'ৰা এটাই পাকঘৰৰ সোপাকে বস্তু আনি ৰাস্তালৈ দলিয়াই ফূৰ্তি কৰিব — মই সেইবোৰ দেখি, তোমাৰ দৰে চুমা খোৱা মাক নহওঁ দেই।

ঃ তুমি তোমাৰ ল'ৰাৰ মনোজগতখন চিনি পোৱানে নাই?

ঃ কিয় নাপাম আকৌ — মোৰ পেটৰ পোৱালিহে।

ঃ সি স্কুললৈ যাবলৈ বেয়া পাই, পৰীক্ষা দিবলৈ বেয়া পায়।

ঃ অ' বেছিভাগ উদণ্ড ল'ৰা-ছোৱালীয়ে স্কুল, পৰীক্ষা এইবোৰ নিয়ম-শৃংখলাত থাকি বেয়া পায়। সেই বুলি স্কুলকৈ নপঠিয়াবানে? ফুচুলাই, মৰিয়াই-কিলাই যিকোনো উপায়েৰে স্কুলকৈ পঠাবই লাগিব।

ঃ আমাৰ-গ্যোটেও এই স্কুললৈ যাবলৈ ভাল নোপোৱা ল'ৰা-ছোৱালীবোৰৰ মাজৰে এটা আছিল। সেয়ে দেউতাকে ঘৰতে পঢ়ুৱাৰ সিদ্ধান্ত ল'লে। সি পোন্ধৰ বছৰমানত পৃথিৱীৰ সাতটা ভাষাত কিতাপ পঢ়িব পৰা হ'ল। তুমি জানানে নাই নাজানো, তোমালোকৰ সংস্কৃত ভাষাটোও পঢ়িবপৰা হৈছিলগৈ। ল'ৰা-ছোৱালীক সিহঁতৰ মনৰ স্বাধীনতা অক্ষুণ্ণ ৰাখি শৃংখলিত কৰিব লাগে। জবৰদস্তিৰে একো নহয়।

ঃ সেই বুলি, বস্তু ভাঙিলে মৰম কৰা মাক তোমাকহে দেখিছোঁ কেথেৰিণা!

ঃ মই গ্যোটেক বুজি পাইছিলোঁ। সি সদায় নিশা শুৱৰ পৰত মোৰপৰা সাধু শুনে — শুনি সি নিজাববীয়াকৈ কল্পনা কৰে। দেউতাক বৰ কাঢ়া মানুহ, সেইবাবে মোক সি সকলো সময়তে বিচাৰে। ৰান্ধনিঘৰটো মোৰ জগত। সি মোক এই

সৰু ৰান্ধনিঘৰটোতে দেখি অভ্যস্ত। মই নথকা ৰান্ধনিঘৰটো সেইদিনা গ্যোটেৰ বাবে অসহ্য হৈ উঠিছিল। ৰান্ধনিঘৰটোৰ শূন্যতাই তাক অতিষ্ঠ কৰি তুলিছিল। মোৰ পলম হৈছিল ঘৰলৈ ওভতোঁতে। সেয়ে সি এই শূন্যতা ভৰাইছিল ৰান্ধনিঘৰৰ বস্তুবোৰ দলিয়াই। হয়তো এই বস্তুবোৰ ভঙাৰ শব্দত মোৰ উপস্থিতিক সি বিচাৰি পাইছিল।

ঃ এটা-দুটা বস্তু ভঙাতেই সি ক্ষান্ত হ'ব লাগিছিল, ভনীয়েক কৰ্ণেলিয়াই দুবাৰমান বাধাও দিছিল।

ঃ কৰ্ণেলিয়াৰ প্ৰকৃতি বেলেগ আছিল। গ্যোটেও বেলেগ আছিল। তুমি জানানে বাৰু, দুটা শক্তিয়ে মানুহক আগবাঢ়ি যোৱাত সহায় কৰে।

ঃ কি শক্তি কেথেৰিণা?

ঃ এটা হৈছে তুমি কৰা কামত যেতিয়া বাধা আহে, সমালোচনা আহে, তেতিয়া মানুহ জেদী হৈ উঠে। দ্বিতীয়, তুমি যেতিয়া কৰা কামৰ বাবে উৎসাহ পাবা — বা চৌপাশৰ পৰা 'ফীডবেক' পাবা তেতিয়া সেই কাম কৰিবলৈ বেছিকৈ আগ্ৰহ জাগে। সৰু ল'ৰা-ছোৱালীয়ে বাধা দিয়া কামবোৰ বাৰে বাৰে কৰে — 'ভাল হৈছে' বুলি উৎসাহ দিলেতো কথাই নাই। গ্যোটেই সেই দুয়োটাই পাইছিল। কৰ্ণেলিয়াৰ বাধা, আনহাতে ৰাস্তাৰ পথচাৰীৰপৰা উৎসাহ।

ঃ হে হৰি, তুমি ঘৰলৈ আহি, গ্যোটেক সেই অৱস্থাত দেখি; এই অতবোৰ চিন্তা তৎক্ষণাতে কৰিলা কেনেকৈ? খঙত থেকেচা দুটামান দিবলৈ কিয় মন নগ'ল বাৰু? মই হোৱা হ'লে.....

ঃ সেইবাবেইতো তোমাৰ ল'ৰা ইমান খঙাল হৈছে দিনে দিনে। তুমি তাক বিচৰা একধৰণে আৰু কামবোৰ কৰা একধৰণে। কেথেৰিণাই মোৰ ফালে চকু ঘোপা কৰি চাই কথাকেইটা ক'লে। মই সেই দৃষ্টিত মুখে মুখে তৰ্ক কৰিবলৈ গৈয়ো থমকি ৰ'লোঁ। তেওঁ এইবাৰ আকৌ ক'লে — তোমাৰ ল'ৰা বিভ্ৰান্ত হৈছে। তোমাৰ ল'ৰা বুলিয়ে নহয়। বেছিভাগ ল'ৰা-ছোৱালী কনফিউজড্। চোৱা — তোমাৰ ল'ৰাটোৱে ভাল ক্ৰিকেট খেলে অথচ তাক তুমি কোৱা, অসমত ক্ৰিকেটৰ ভৱিষ্যৎ নাই খেলি কি হ'ব? খেলিলে শচীন, সৌৰভৰ দৰে হ'ব লাগে। কিন্তু তুমি তাক দিনটোত আঠ ঘণ্টা প্ৰেক্টিচ কৰিবলৈ দিবানে? তোমাৰ ল'ৰা স্কুলত ফাৰ্ষ্ট বয় হ'বও লাগিব, ইফালে শচীন তেণ্ডুলকাৰো হ'ব লাগিব? কেথেৰিণাই কথাবোৰ কৈ মোৰ আৰু ওচৰ চাপি আহিল। তাৰপিছত সৰু সৰুকৈ ক'লে — নিশা শুবৰ পৰত তুমি তাক মোৰ দৰে সাধু কোৱানে? 'কওঁ, কওঁ — এইবাৰৰ বৰ উৎসাহেৰে ক'লোঁ। — কি সাধু কোৱা?

ঃ এই ধৰা সৰুতে লক্ষ্মীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধু, নোমল, চাউলপুৰীয়াৰ সাধু, তেজীমলাৰ কথাও কৈছিলোঁ।

ঃ এতিয়া কি কোৱা?

ঃ এতিয়া ডাঙৰ হৈছে নহয়, মই ৰিচাৰ্ড বাকৰ জ'নাথন লিভিংষ্টন চিগালৰ কাহিনীটো কিন্তু সৰুৰেপৰা এতিয়ালৈকে তাক বহুবাৰ কৈ আহিছোঁ। সি বৰ ভাল পায়, বাৰে বাৰে সেই কাহিনীটো শুনিব খোজে।

ঃ কিয় সি বাৰে বাৰে সেই কাহিনীটো শুনিব খোজে তুমি জানানে?

ঃ নাজানো — অসহায়ভাৱে মই কেথেৰিণালৈ চাই ক'লোঁ, কেথেৰিণা এইবাৰ থিয় হ'ল। মোৰ তিনি ফুট x আঠ ফুঠ বেলকনিটোত পায়চাৰি কৰি ক'লে — তুমি তাৰ সন্মুখত উচ্চাকাংক্ষাৰ দুৱাৰ মেলি দিছা। সি স্বাধীনভাৱে জ'নাথন নামৰ চিগাল চৰাইটোৰ দৰে আকাশত উৰিব খোজে। তাৰ প্ৰজাতিৰপৰা ওপৰলৈ যাব খোজে বাধা-বিঘিনি নেওচি।

ঃ হয়, হয় — মই সেয়াই বিচাৰিছোঁ। বিশ্বাস কৰা, সকলো মাতৃৰ বুকুত গোপনে থকা কল্পনা মোৰ আছে। মই তাক আইনষ্টাইনৰ, ষ্টিফেন হকিঙৰ কথা কওঁ পঢ়াৰ সময়ত, ছবি আঁকাৰ সময়ত ভেনগগ, পিকাছো-ৰেঁমব্ৰা আদিৰ কথাও অৱশ্যে কওঁ — অসমৰ শোভা ব্ৰহ্মা, বেণু মিশ্ৰ, নীলপৱনৰ কথাও অৱশ্যে কওঁ — আৰু কওঁ সত্যজিৎ ৰায়, এন্তনিয়নি, কুৰ'শ্বৱাৰ চিনেমাৰ কথা.....

কেথেৰিণাই হঠাতে খিল্‌খিলাই হাঁহিবলৈ ধৰিলে। কি হ'ল কেথেৰিণাৰ? পেটত হাত দুখনেৰে হেঁচা মাৰি ধৰি তেওঁ হাঁহি হাঁহি কোনোমতে বাৰাণ্ডাৰ গ্ৰীলত ধৰি ৰ'ল। বৰ অস্বস্তিত মই ধৰ্ফৰালোঁ। ইমান হাঁহিবলগীয়া কথা ক'লোঁনে? কেথেৰিণাই হাঁহি হাঁহিয়েই সুধিলে — তুমি আৰু কি ভাবা কোৱাচোন? ময়ো মনত সাহস গোটাই ক'লোঁ — কল্পনা কৰাত বাধা কি? ময়ো ভাবোঁ, অকস্মাতে যদি হৈ যায় মোৰ ল'ৰাটোও এদিন ভিত্তৰিঅ' দি চিকা — কিজানি 'বাইচাইকেল থিফ'ৰ দৰে বোলছবি এখন কৰি পৃথিৱী হুলস্থূল কৰি দিয়ে। যদি হৈ যায় হঠাতে গ'গা! যদি — যদি —

ঃ আৰু যদি কি? কৌতুকেৰে কেথেৰিণাই সুধিলে—

ঃ নাহাঁহাতো।

কেথেৰিণাই যথাসম্ভৱ হাঁহি সামৰি ক'লে — নাহাঁহো কোৱা বাৰু — মাজে মাজে মই গ্যোটেৰ দৰে, শ্বেইক্সপীয়েৰৰ দৰে সি হোৱাটোও বিচাৰোঁ — সংকোচেৰে ক'লোঁ কথাবোৰ, কেথেৰিণাই পুনৰ হাঁহাৰ ভয়ত। এইবাৰ কেথেৰিণা গহীন হৈ গ'ল। তেওঁ আকাশলৈ চালে। বহু ওপৰত নীলা আকাশত চিলনীজনী উৰিয়েই আছে। ঠিক সৌৰভ কুমাৰ চলিহাৰ 'দুপৰীয়া' কিতাপখনৰ বেটুপাতৰ দৰে। সৌটো জ'নাথন লিভিংষ্ট'ন নহয়নে?' কেথেৰিণাই আকাশৰ চিলনীটোলৈ দেখুৱালে। মই ক'লোঁ — হয় হয়?

তুমি তোমাৰ ল'ৰাটোক এহেজাৰ বৰ্গফুটৰ ঘৰত বন্দী কৰি, কৈছা উৰা — জ'নাথন লিভিংষ্ট'নৰ দৰে। দিনে-নিশাই হ'মৱৰ্ক কৰি ক্লান্ত হোৱা ল'ৰাটোক কৈছা, আইনষ্টাইনৰ কথা। কিন্তু আইনষ্টাইন স্কুলৰপৰা পলাই আহিছিল। অংকত অধামুৰ্খ বুলি চাৰ্টিফিকেট দিছিল শিক্ষকে। তুমি ভেনগগৰ দৰে বিখ্যাত চিত্ৰশিল্পীৰ কথা কৈছা — কিন্তু কোৱা নাই ভেনগগ বা গ'গাৰ স্বাধীনতা অথবা তোমালোকৰ ভাষাত বলিয়ালিৰ কথা। আনকি তোমালোকৰ বেণু মিশ্ৰ, নীলপৱনৰ কথাবোৰ কৈছানে? সেই যে ঘৰৰপৰা পলাই গৈছিল — তোমালোকে এনে ল'ৰাকতো 'গোল্লাই যোৱা', 'অধঃপতনে যোৱা' বুলি ক'লাহেঁতেন! আমাৰ গ্যোটে — স্কুললৈ নগৈছিল, কিন্তু সি জানো অশিক্ষিত আছিল? সৃষ্টিশীলতা বন্দিত্বত নাহে। তুমি নিজেই নাজানা তুমি কি বিচৰা। সামাজিকভাৱে এজন 'কপিবুক' ভাল মানুহ তোমাক হ'বলৈ লাগে, অথচ নিয়ম ভঙাৰ কথাও তুমি কোৱা। তুমি সন্তানক আকাশ দেখুওৱা নাই, মাটিত অন্তহীন খোজ দিবলৈ শিকোৱা নাই, বৰষুণত তিতিবলৈ দিয়া নাই, ঘৰৰপৰা অকলে ওলাই গৈ অনাই-বনাই ফুৰিবলৈ দিয়া নাই, তুমি পৰীক্ষাত ফেইল কৰিলেও 'একো নহয়' বুলি ক'ব পৰা নাই, হ'মৱৰ্ক নালাগে কৰিব বুলি ক'ব নোৱাৰা — ইমানবোৰ নোৱাৰাৰ কাষত বশ্যতা স্বীকাৰ কৰি তুমি বিচৰা তোমাৰ ল'ৰা জ'নাথন নামৰ চৰাইটোৰ দৰে অন্তহীনভাৱে ওপৰলৈ উঠক! তোমাৰ সন্তান এজন উচ্চপদস্থ চাকৰিয়াল, কোম্পানীৰ শীৰ্ষবিষয়া নতুবা বিষয় শিক্ষক, মুৰব্বী অধ্যাপক হ'ব নিশ্চয় পাৰিব।

ঃ আচ্ছা কেথেৰিণা তুমি বাৰু ভৱিষ্যতে গ্যোটে বিশ্ববিখ্যাত-অমৰ হ'ব বুলি ভাবিছিলানে? কেথেৰিণা এইবাৰ যাবলৈ ওলাল। মোৰ প্ৰশ্নত এবাৰ ঘূৰি চাই ক'লে — তোমালোকৰ দৰে মাকৰ এয়াই বিপদ। সন্তানক লৈ ইমান দুৰাকাংক্ষা কিয়? মই কোনোদিনেই কল্পনা কৰা নাছিলোঁ, গ্যোটে পৃথিৱী বিখ্যাত হ'ব। একমাত্ৰ তাক বুজি পাইছিলোঁ, আৰু তাৰ প্ৰয়োজনত মই আছিলোঁ। মই কৰ্ণেলিয়াকো সমান দৃষ্টিৰে চাইছিলোঁ — তাই বৰ ভাল ছোৱালী হৈ উঠিছিল। গ্যোটেক তোমালোকে আৰু পৃথিৱীয়ে মহান বুলিছা — মোৰ বাবে সি এতিয়াও মোৰ কণমানি ল'ৰা — ৰান্ধনিঘৰৰ বস্তু দলিয়াই মোক বিচাৰি থকা ল'ৰাটো।

ঃ এক মিনিট কেথেৰিণা। ময়ো মোৰ সন্তানক খুব মৰম কৰোঁ। প্ৰত্যেক দিনাই সি যি বিচাৰে তাকে আনি দিওঁ, চক্‌লেট, ক'কাকোলা, চি-ডি, চিপ্‌ছ..... কেথেৰিণাই বৰ পুতৌৰ দৃষ্টিৰে মোলৈ চালে শেষবাৰৰ বাবে। ঈষৎ হাঁহিৰে ক'লে — 'এইবোৰ তোমাৰ অপৰাধবোধৰ পৰিত্ৰাণ। তুমি তাৰ একো মানসিক প্ৰয়োজন পূৰণ কৰা নাই। সেইবাবে অপৰাবোধৰপৰা নিস্তাৰ পাবলৈ তাক নিতৌ এইবোৰ আনি দিছা। তদুপৰি আছে তোমাৰ হীনমন্যতা, যদি তাৰ লগৰীয়াবোৰৰ মাকবোৰে তোমাক হাঁহে! তোমাৰ পাৰিপাৰ্শ্বিকতাৰ ফীডবেক বৰ জঘন্য। তোমালোকে সন্তানক স্বাৰ্থপৰতাৰে ভাল পোৱা। তোমাৰ ইচ্ছাৰ বলি কৰা, ল'ৰা-ছোৱালীক নিজৰ মতে ডাঙৰ হ'বলৈ নিদিয়া। তুমি যেনেকুৱা ফীডবেক দিবা, তেনেকুৱা মানুহেই গঢ়িব পাৰিবা। তোমাৰ ঘৰ, তোমাৰ চুবুৰি আৰু তোমাৰ সমাজে দিয়া ফীডবেকত তোমালোকৰ ল'ৰা-ছোৱালী ডাঙৰ হৈছে। মোৰতো দেখিয়েই ভয় লাগে। গণ্ডাই গণ্ডাই আৰ্টস্কুল, ক'চিংক্লাছ, গানৰ স্কুল, নাচৰ স্কুল প্ৰত্যেক বছৰেই শকতৰা নৱৈ পোৱা জাক জাক ল'ৰা-ছোৱালী — বাপ্‌ৰে-বাপ। কিন্তু জ্যোতিপ্ৰসাদ-বিষ্ণু ৰাভা দুজনেই ওলাল। তেওঁলোকেও বেছ বলিয়ালি কিছুমান কৰিছিল। আৰু তোমালোকৰ যে শংকৰদেৱ। বাৰ বছৰলৈকে হেনো স্কুললৈকে নগ'ল। সাঁতোৰা, গছত উঠা কিমান যে কাম কৰিছিল। স্কুললৈ গৈয়ে আকাৰ-ইকাৰ নিশিকাকৈ লিখি দিলে 'কৰতল-কমল.....'।

ঃ ৰ'বা কেথেৰিণা — গ্যোটে সঁচাকৈয়ে কোনো শিক্ষানুষ্ঠানলৈ নগ'লনে?

ঃ গৈছিল। দেউতাকৰ ইচ্ছাত সি উনৈছ বছৰ বয়সত আইন স্কুলত নাম লগাইছিল। কিন্তু তাৰ আগতেই সি জীৱনৰ বৃহৎ পঢ়াশালিৰ মেধাৱী ছাত্ৰ হৈ উঠিছিল। সি কবিতা, নাটক, চিত্ৰকলা সকলোতে পাৰ্গত হৈছিল।

সকলোতকৈ ডাঙৰ কথা, সি ছবছৰীয়া শিশু হৈ থাকোঁতেই মোক কৈছিল 'ঈশ্বৰ জগতৰ পিতা নহয়'। মই তাক ধৰ্মশিক্ষা, নীতিৰ কথা কোৱাৰ সময়তে, পৰ্তুগালৰ লিছবন চহৰখন ভূমিকম্পত মাটিত বিলীন হৈ গৈছিল। কণমানি গ্যোটেই মোক কৈছিল 'ভাল আৰু বেয়া দুয়োটাকেই মষিমূৰ কৰা ঈশ্বৰ নামৰ শক্তিটোৰ দেখোন একো নীতি নাই, তেওঁ কেনেকৈ জগতৰ পিতা হ'ব পাৰে?' সেই গ্যোটে আইন স্কুলৰপৰা ভালদৰে পাছ কৰি ওলাব নোৱাৰিলে যদিও দেউতাকে কিন্তু একো কোৱা নাছিল। গ্যোটেই আইনৰ ক্লাছৰপৰা প্ৰায়ে পলাইছিল আৰু আত্মজীৱনীতো এই বিষয়ে লিখিছিল — 'আইন ক্লাছৰপৰা পলাই মই জীৱনৰ ৰাস্তা বিচাৰি পালোঁ'। পাছত ৰুছ লেখক মেক্সিম গৰ্কীয়েও গ্যোটেৰ এই কথাক সমৰ্থন জনাইছিল।

কেথেৰিণাই যাবলৈ ওলাই বিদায় সম্ভাষণ জনালে। মই তেওঁক কাতৰভাৱে ক'লোঁ — এটা শেষ প্ৰশ্ন কেথেৰিণা — গ্যোটেই পিতৃ-মাতৃক সন্মান কৰিছিলনে? কেথেৰিণাই সুধিলে — তুমি তেওঁৰ আত্মজীৱনীখন পঢ়া নাই? পিতৃ-মাতৃ সম্পৰ্কে তেওঁ লিখিছে — 'পিতৃৰপৰা পালোঁ দেহৰ গঢ়ন, জীৱনৰ বিন্যাস', 'মাতৃৰপৰা প্ৰাণৰ আলোড়ন আৰু কল্পনাবিলাস.....'

গ্যোটেৰ এটা কবিতাত প্ৰতিফলন ঘটিছে সৰুকালিৰ স্বাধীন মন, এটা শাৰী গাই মই যামগৈ —

জোতাৰ তলুৱাত বান্ধি দিয়া দুখন পাখি
উপত্যকাই-পৰ্বতে হওক দিশহাৰা
আদৰৰ সন্তানক মুক্ত কৰা গৃহৰপৰা
হে শিল্পী-সাহিত্যিকৰ দল
কেতিয়া পাবা শান্তিৰ কবচ-কুণ্ডল
পাবানে আশাৰ তীৰ্থজল?

লিলি খুৰী, অ' নহয়, কেথেৰিণা মোৰ কাষৰপৰা গ'লগৈ।

বাৰাণ্ডাত মই অকলে। হাতৰপৰা পৰি যোৱা গ্যোটেৰ আত্মজীৱনীখন বুটলি ল'লোঁ — কালিৰেপৰা পঢ়ি আছোঁ। আকাশত অকলশৰে সেই চিলনীটো উৰিয়েই আছে। আজি মোৰ ল'ৰাটোৱে বছেৰেকীয়া পৰীক্ষাৰ ৰিজাল্ট আনিবলৈ স্কুললৈ গৈছে। মোৰ বুকুত প্ৰথমবাৰৰ বাবে দুৰু দুৰু কম্পন নোহোৱা হ'ল। মনলৈ সাহ আহিল। সি ভয়ে ভায়ে ৰিপ'ৰ্ট কাৰ্ডখন দেখুৱাই যেতিয়া ক'ব —

— মা মোৰ অংকত নম্বৰ কমিল। মই ক'ম — একো নহয় যা — যদি কয় — মা মই ফেইল —

তেতিয়াও মই ক'ম — একো নহয়, একো নহয় —

মই স্বাৰ্থপৰ মাতৃ আৰু নহওঁ — বহু পলমকৈ, প্ৰথমবাৰৰ বাবে আশাৰে মই স্কুলৰপৰা সি উভতি অহালৈ বাট চাই আছোঁ নিৰ্জন এই দুপৰীয়া — দুপৰীয়াৰ বোকা, ধূলি আৰু ঘামেৰে সি উভতি আহি কওক, মা দেৰি হৈ গ'ল — স্কুলৰপৰা বল খেলিবলৈ গুচি গ'লোঁ.....। ■

# গিলবাৰ্টিছনৰ ভৰি

**সা.....**

প্ৰথম কইনা চাবলৈ গৈ শ্যামন্ত হতবাক হৈছিল। কাৰণ মাক-দেউতাকে পছন্দ কৰা ছোৱালীজনীয়ে বাৰাণ্ডাৰ মাটিত বহি মেকুৰী এটাক ফণি এখনেৰে আঁচুৰি শাসন কৰি আছিল — 'ৰহ, শুই থাক, সৌৱা মানুহ আহিছে ধৰি নিব তোক'। 'মানুহ' বুলি শ্যামন্তৰ ফালে দেখুৱাই কৈছিল। শ্যামন্তই চিনি পাইছিল। ফটোত সি দেখা ছোৱালীজনীয়েই। ছোৱালীজনীয়ে হাঁহি এটা মাৰি স্বাভাবিকভাৱে কৈছিল— 'বহকহি, মই কাপোৰ-চাপোৰ সলাই আহোঁ'। অলপ পিছত মেলা চুলি ফণিয়াই সুন্দৰ পৰিপাটীকৈ শাড়ী এখন পিন্ধি ছোৱালীজনী আহি শ্যামন্তৰ মুখামুখিকৈ বহিছিলহি। ছোৱালীজনী মনে মনে থকা দেখি শ্যামন্তৰ হাঁহি উঠিছিল, যেন তাই শ্যামন্তক চিনিয়েই নাপায়, এনে ভাবত বহি আছিল। শ্যামন্তই সুধিছিল — 'সেই মেকুৰীক চুলি আঁচোৰা ফণিখনৰেই তোমাৰো চুলি আঁচুৰি বান্ধি আহিলা নেকি? ছোৱালীজনীয়ে মিচিককৈ হাঁহিলে, ক'লে — 'অ, একেখন ফণি, আপোনাৰ বেয়া লাগিছে নেকি?'

ঃ নাই লগা। মই কিয় আহিছোঁ জানানে?

ঃ জানো। আপুনি আকাশত চাকৰি কৰে! আপুনি মোক চাবলৈ আহিছে। মই পিছে আকাশ বৰ ভাল পাওঁ।

ঃ আকাশত চাকৰি! অস্ ইণ্ডিয়ান এয়াৰ ফৰ্চ। পিছে মোৰ কাম মাটিত। আৰু আকাশত চাকৰি কৰা মানুহ ভাল পালে পাইলট এজন তোমাৰ বাবে বিচাৰিব পাৰোঁ.....'

ঃ নালাগে।

ঃ নালাগে! কিয়?

ঃ আকাশক মাটিৰপৰা চাবলৈ মোক লাগে..... আপুনি মোক কেনেকুৱা দেখিলে? মই আপোনাৰ নাকটো বেয়া দেখিছোঁ আৰু কাণ দুখন বেয়া দেখিছোঁ, বাকীবোৰ ভাল, কথাবোৰো ভাল। — শ্যামন্ত অপ্ৰস্তুত হৈ গৈছিল। ঘৰলৈ গৈ মাক-দেউতাকক কৈছিল, এই ছোৱালীজনীকেই সি বিয়া কৰাব। কিছুমান সিদ্ধান্ত লওঁতে ভবা-গুণা কৰি থাকিব নালাগে। ছোৱালীজনী তাৰ সঁচাকৈয়ে ভাল লাগিছে।

**ৰে.....**

ঃ তুমি গান গোৱা বুলি জানিছিলোঁ, কিন্তু তোমাক গান গোৱা কিয় নুশুনো.....

ভাস্বতীয়ে হাঁহি এটা মাৰি বিছনাত বাগৰি নাইটিৰ সন্মুখৰ বুতামকেইটা খুলি দিলে। এয়া নিত্য-নৈম্যত্তিক ঘটনা। শ্যামন্তই বুতাম খোলা নাইটিৰ মাজেৰে হাতখন ভৰাই দিয়ে। এটা উত্তেজনাৰ বাবে পূৰ্বৰাগ। কেতিয়াবা ভাস্বতীৰ একো অনুভৱ নহয়। একমাত্ৰ সন্তান সুৰগাই দুবছৰীয়ালৈকে তাইৰ গাখীৰ খাইছিল। জন্মৰ পিছতে সুৰগাই যেতিয়া প্ৰথম স্ফীত স্তন মুখত লৈ শোহা মাৰিছিল, ভাস্বতী মমতাৰ স্ৰোতত উটি গৈছিল। পৃথিৱীত মাতৃ হিচাপে এই ক্ষণটোৱে প্ৰতিষ্ঠিত কৰাইছিল ভাস্বতীক। এই সুৰগাই দুবছৰলৈকে গাখীৰ খোৱা অভ্যাস এৰি নিদিয়াত ভাস্বতীৰ বিৰক্তি আহিছিল। তথাপি অভ্যাস হৈ গৈছিল; সুৰগাই তাইৰ বুকুখন দখল কৰিব খোজা সময়ত অভ্যাসবশতঃ ভাস্বতীয়ে ব্লাউজটোৰ বুতাম খুলি দিছিল।

'মই কিবা এটা সুধিছোঁ নহয় চিকু..... — শ্যামন্তই বিয়াৰ আগৰপৰা ভাস্বতীক চিকু বুলি মৰমতে মাতিবলৈ লৈছিল। কিয় চিকু নামেৰে মাতে ভাস্বতীয়ে নাজানে।

ঃ চিকু, এই চিকু.....

ঃ অঁ, কি কৈছা ? গান — গান কিয় নাগাওঁ..... মানে গান বুকুত থাকে, গান ওলাই নাহে বুকুৰ পৰা.....

ঃ এয়া ইয়াত গান আছে নেকি..... চাওঁ কত গান আছে..... শ্যামন্তৰ প্ৰখৰ আঙুলিকেইটা ভাস্বতীৰ উদং বুকুত ঘূৰি ফুৰিল। ভাস্বতীয়ে জানে ইয়াৰ পিছত এই আঙুলিকেইটা দেহটোৰ কোন দিশকেইটালৈ গতি কৰিব। ইয়াৰ পিছত কি হ'ব।

ঃ 'চিকু, চিকু..... চাওঁ, এইফালে অলপ এনেকৈ।

আচ্ছা, কোৱাচোন, প্ৰথম যিদিনা তোমাক চাবলৈ গৈছিলোঁ, তুমি কিয় আকাশ ভাল পাওঁ বুলি কৈছিলা? তুমি দেখোন প্লেইনত উঠিবলৈ বৰ বেয়া পোৱা। যোৱাবাৰ ছিংগাপুৰলৈ যাওঁতে যে মন মাৰি সুধিছিলা— জাহাজ-তাহাজত যাব নোৱাৰি নেকি? মই বুজি নাপাওঁ, গান ভাল পোৱা মানুহজনীয়ে গান নাগায়, আকাশ ভাল পোৱা তুমি, অথচ আকাশত উৰিব নোখোজা..... চাওঁ, তোমাৰ কাণৰ লতিটো..... তাত চুমা খাই মই ভাল পাওঁ.....

ঃ মই গিলবাৰ্টছন ছাংমাৰ ভৰি দুখন ভাল পাওঁ, — হঠাতে ভাস্বতীয়ে কৈ পেলাইছিল।

ঃ চিকু কি; কোন গিলবাৰ্টছন ছাংমা?' — শ্যামন্তই আলফুলে ভাস্বতীৰ কাণ এখনত জিভাৰে চুব খুজি ৰৈ গ'ল। ক'ৰবাত কুলি চৰাই এজনীয়ে নিশাৰ নিস্তব্ধতা থানবান কৰি বিনাইছে। কুলি চৰাই নিশা নোশোৱে নেকি? ভাস্বতীৰ সুধিবলৈ মন গ'ল শ্যামন্তক। নুসুধিলে। কিছুমান শব্দ শুনাৰ বাবে, বহু আন শব্দ নীৰৱ হোৱা দৰকাৰ। ভাস্বতীৰ বুকুৰ ভিতৰতো এটা নিশাৰ নিৰ্জনতা আছে। ঠিক কুলি চৰাইটোৰ মাত হঠাতে শুনাৰ দৰে কিছুমান শব্দ নিৰ্জনতা ভেদি অকস্মাৎ ওলাই আহে। তাইৰ বাৰু হঠাতে কিয় গিলবাৰ্টছন ছাংমাৰ ভৰি দুখন মনলৈ আহিল?

ঃ 'চিকু,! চিকু, গিলবাৰ্টছনৰ ভৰি মানে কি?

ঃ সৰুতে দেউতাৰ সৈতে এ. টি. পি. এ, বৰদলৈ ট্ৰফী চাইছিলোঁ। তুমি চাইছিলানে নাই? গিলবাৰ্টছনৰ ভৰি দুখনে যেন ছবি আঁকিছিল। সেই যে গিলবাৰ্টছনৰ বিখ্যাত 'বাই-চাইকেল কিক্' শূন্যতে বাই-চাইকেল চলোৱাৰ দৰে বলটো লৈ গৈছিল.....। এখন ফুটবল ফিল্ডত খেলুৱৈকেইজনৰ একমাত্ৰ লক্ষ্য গ'লপষ্টটো। কিন্তু গিলবাৰ্টছন ব্যতিক্ৰম আছিল। গ'ল কৰাটোতকৈ ফুটবলটোৰে ফুটবল ফিল্ডখনত ছবি আঁকি গিলবাৰ্টছনে ভাল পাইছিল। প্ৰতিপক্ষৰ সহযোগী খেলুৱৈলৈ আছিল বন্ধুস্নেহ..... কি গতি সেই ভৰি দুখনৰ.....

ঃ 'আস্ হ'ব, এই সময়ত গিলবাৰ্টছন, গিলবাৰ্টছন..... চিকু..... চিকু, তুমি মোক কিমান ভাল পোৱা — কিমান?'

শ্যামন্তৰ ফিচ-ফিচনি ভাস্বতীৰ কাণেৰে এসোঁতা কুহুমীয়া পানী হৈ বাগৰি গৈছিল।

ঃ চিকু, কোৱানা চিকু.....

ঃ বিয়াৰ বিছ বছৰ পিছত এই প্ৰশ্ন কিয় শ্যামন্ত..... যোৱা বিছটা বছৰে বুজা নাই?

ঃ তথাপি — তথাপি.....

ঃ লক্ষ্য পূৰণটোৱেই জীৱনৰ আনন্দ জানো? সেইবাবেই গিলবাৰ্টছনে গ'ল দিয়াটোকেই মুখ্য কৰি লোৱা নাছিল। জীৱনটোও এটা ফুটবল আৰু তুমি কেনেকৈ খেলিছা, কেনেকৈ আকাশলৈ বলটো উৰি গৈছে, কিমান আনন্দ পাইছা খেলি, সেইটোহে মুখ্য কথা.....

ঃ চিকু, তুমি মোক আচলতে ভাল নোপোৱা.....। — ভাস্বতীৰ গালত পৰি থকা চুলিবোৰ আঁতৰাই শ্যামন্তই আকৌ ক'বলৈ ধৰিলে — 'তুমি বৰ ধুনীয়া — তোমাক বয়সে চুবলৈ ভয় কৰে চিকু.....'

ঃ যোৱা বিছ বছৰে প্ৰত্যেক ৰাতি-দিন তোমাক এইদৰে ভালপোৱা দি আহিছোঁ— এই ভালপোৱাৰে আমাৰ সংসাৰ বাঢ়ি গ'ল, সুৰগা ডাঙৰ হ'ল, মোৰ চুলি এডাল-দুডালকৈ কঁহুৱা হ'ল — তথাপিও তোমাৰ সন্দেহ থাকি গ'ল কিমান তোমাক ভাল পাওঁ.....। — ভাস্বতীয়ে অস্ফুট স্বৰেৰে ক'লে। চিৰাচৰিতভাৱে শ্যামন্তই ক'লে— 'আই এম প্ৰাউড হাজবেণ্ড, পাৰ্টিবোৰত বহুতৰ মাজত যেতিয়া তুমি জিলিকি থাকা, মোৰ গৰ্ব হয়— এই ধুনীয়া মানুহজনী মোৰ— মোৰ.....'। — ভাস্বতীৰ উশাহ বন্ধ হ'ব খুজিছে, শ্যামন্তৰ দেহৰ ভৰত প্ৰত্যেক নিশা হোৱাৰ দৰে। গিলবাৰ্টছন — গিলবাৰ্টছন, তোমাৰ ভৰি দুখন ক'ত? ভাস্বতীৰ চকুত ভাহি উঠিল দহ নম্বৰ হালধীয়া জাৰ্চী পিন্ধা, কোবাল শৰীৰ এটা ভাহি গৈছে বতাহত, আনন্দত গেলেৰী ভাঙো ভাঙো মানুহবোৰ, চিঞৰ-বাখৰবোৰ, কিমান আনন্দময় সেই ক্ষণ, তাই দেউতাকৰ সৈতে চিঞৰিছিল—'কাম অন্ গিলবাৰ্টছন — য়েছ, য়েছ..... সদায় দুলীয়াজান অইল কোম্পানীক সমৰ্থন দিয়া দেউতাকেও চিঞৰি কৈছিল — 'এই দেৰগাঁও বেটেলিয়ানৰ দহ নম্বৰটো — পৃথিৱীৰ এক নম্বৰ হ'ব পাৰিলেহেঁতেন..... আস্ কি মাৰাত্মক কৌশলৰ গ'ল। নাঃ গিলবাৰ্টছনে সুযোগ পায়ো গ'ল নিদিলে, তীব্ৰ বেগত গিলবাৰ্টছনৰ ভৰিত অহা বলটোৰে গ'লকীপাৰক প্ৰচণ্ড আঘাত কৰিলেহেঁতেন। কিন্তু গ'ল কৰাটো খেলৰ একমাত্ৰ উদ্দেশ্য নহয় — প্ৰতিপক্ষৰ গ'লকীপাৰে আঘাত নোপোৱাটোহে গিলবাৰ্টছনৰ বাবে মুখ্য কথা, আঘাত কৰি কৰা গ'লত আনন্দ থাকে জানো! — গিলবাৰ্টছনে গ'ল নকৰিলে। সেইদিনা গ'ল নকৰাৰ বাবে গিলাবাৰ্টছন শ্ৰেষ্ঠ হ'ল — আকাশ-পথাৰ ভেদি দৰ্শকে চিঞৰিলে, 'গিলবাৰ্টছন য়ু আৰ ৱান এণ্ড অনলী.....'

ঃ চিকু, আৰ ইউ হেপী..... মই সঁচাকৈয়ে

'ছেটিছফাইড'। ভাগৰুৱা কণ্ঠৰ শ্যামন্তক ভাস্বতীয়ে অলসভাৱে এৰি দিলে, শ্যামন্তৰ টোপনি আহিল। ভাস্বতী ছট্‌ফটাই থাকিল পুৱালৈ, কেতিয়া ধলফাট দিব? কেতিয়া দেখিব তাই আকাশ, আৰু সপোনত দেখিব সেই কোৱাল দুখন ভৰি..... অপ্ৰতিৰোধ্য সেই ভৰি দুখন..... তাইৰ তন্দ্ৰালস চকুত ভাহি উঠিল মাটিৰপৰা এটা ফুটবলেৰে সৈতে আকাশলৈ উৰি গৈছে দুখন কোৱাল ভৰি, বাধাহীন আনন্দময় দুখন ভৰি.....।

গা.....

ঠিক এই সময়তে কলিং বেলটো বাজিলেই ভাস্বতীয়ে জানে 'কুড়াৱালা' আহিছে। যোৱা বিছ বছৰ ধৰি শ্যামন্তৰ অফিচ-বেগটোৰ দৰে ভাস্বতী দেশখনৰ নানা মাত, নানা আদব-কায়দাত অভ্যস্ত হৈ ঘূৰি ফুৰিছে। দ্বিতীয়বাৰৰ বাবে শ্যামন্তৰ বদলি হৈছে দিল্লীলৈ। দিল্লীত জাবৰ-জোঁথৰ নিয়া মানুহে কলিং বেল বজাই চিঞৰে, 'কুড়াৱালা'। ভাস্বতীয়ে প্ৰত্যহ দিয়াৰ দৰে প্লাষ্টিকৰ জাবৰ পেলোৱা বাল্টিটো লৈ আহিল। চাৰ্ডিন মাছৰ উদং টিনটোৰ তলফালে কুড়াৱালাই নেদেখাকৈ তাই লুকুৱাই দিলে যোৱা নিশা বিছনাৰ কাষত পেলাই থোৱা কণ্ডমটো। ভাস্বতীৰ কেতিয়াবা কুড়াৱালাটোলৈ লাজ লাগে, কাৰ ঘৰৰপৰা কি বস্তু প্ৰতিদিনে বাহিৰ কৰি দিয়ে কুড়াৱালাই জানে। যেনেকৈ তাই এদিন ঘৰুৱা পাৰ্টি এটাৰ পিছত কেইবাটাও খালি বীয়েৰৰ বটল উলিয়াই দি কৈছিল — 'তুমি ইমানসোপা বটল নিবলৈ বেয়া পাবা নেকি?' কুড়াৱালাই ঢেক্‌ঢেকাই হাঁহি কৈছিল — 'মেমচাবে কি যে কয়! বটলবোৰ পালে ভালহে পাওঁ। আপোনাৰ কেতিয়াবাহে ইমান বটল ওলায়। কিছুমানৰ ঘৰৰ জাবৰৰ বাল্টিত লেতেৰা চেনিটেৰী নেপ্‌কিন দিয়ে, তেতিয়া বৰ বেয়া পাওঁ.....'।

এই কথাষাৰ মনত আছে বাবেই ভাস্বতী সতৰ্ক হয় জাবৰৰ বাল্টি দিওঁতে। ভাস্বতীয়ে দুৱাৰ খুলি বাল্টিটো আগুৱাই দি অবাক হৈ গ'ল— আৰে! মই কুড়াৱালা বুলিহে ভাবিছিলোঁ! সত্যেন বৰুৱাহে দেখোন! ইমান পুৱা! সত্যেন বৰুৱা হাঁহি হাঁহি সোমাই আহিল।—'দিল্লীত এই পুৱাতে নাহিলে সময় ক'তহে!' শ্যামন্ত গা-পা ধুই ভিতৰৰপৰা ওলাই আহিল। হাঁহি-স্ফূৰ্তিৰ মাজতে ভাস্বতীয়ে চাহ দিলে। —'শুনা শুনা, আচল কথালৈ আহোঁ। পুৱাই 'কুড়াৱালা' হৈ এনেই অহা নাই। আমাৰ দিল্লীৰ অসম এছ'চিয়েশ্যনৰ মানুহে সমীৰ বৰদলৈক সম্বৰ্ধনা দিব খুজিছোঁ।

ঃ সমীৰ বৰদলৈ মানে। — শ্যামন্ত কৌতূহলী হ'ল। 'পেইন্টাৰ?' ভাস্বতীয়ে কাপ-প্লেটৰ ট্ৰে সামৰি সুধিলে।

ঃ 'এহ্ শ্যামন্ত, ময়ো এতিয়াহে জানো পেইন্টাৰ বুলি। নিজৰ মাতৃভূমিৰ সৈতে সম্পৰ্কই নোহোৱা হ'ল নহয়। ললিত কলা একাডেমীত মানুহজনৰ পেইন্টিং এক্‌জিবিশ্যন হৈ আছে। মানুহজনক আমাৰ সংঘই মাতি সন্মান এটা নিদিলে ভাল নহ'ব। যাবা দেওবাৰলৈ। কথাখিনি ফোনতে ক'ব পাৰিলোঁহেঁতেন, এনেয়ে তোমালোকৰ ঘৰখনত সোমাই যাওঁ বুলি গুচি আহিলোঁ। বুজিছা—কেতিয়াবা জীৱনটো বৰ অসহ্য হৈ যায়। একেবোৰ কাম, একেবোৰ আনন্দ, একেবোৰ বিৰক্তি..... ৰীতা আজিকালি ক্লাবলৈ যাবলৈ লৈছে। মন কৰিছোঁ তেওঁৰ পৰিৱৰ্তন হৈছে। খিংখিঙীয়া স্বভাৱ সলনি হৈ ৰঙীয়াল হৈছে। আচলতে চৌবিছ ঘন্টাই গিৰীয়েকটো মানুহ এজনীৰ ছাঁ হৈ ঘূৰি ফুৰিলেও বিৰক্ত হয় বুজিছা। আমি অফিচ, পাৰ্টি, বন্ধু-বান্ধৱ পাওঁ—ঘৰত থকা মানুহজনীয়ে কিমান টিভি চাব, গিৰীয়েক-ল'ৰা-ছোৱালীৰ শুশ্ৰূষা কৰিব, বজাৰ কৰিব! তোমাৰ মোৰ ঘৈণীবোৰ শিক্ষিতা, তোমাৰ মোৰ প্ৰয়োজনতহে সকলো ত্যাগ কৰি এইদৰে চাকৰি বদলিৰ লগে লগে টোপোলা হৈ ঘূৰি ফুৰিছে— মই আজিকালি কথাবোৰ ভাবোঁ..... আচ্ছা, যাবা দেই তোমালোক সেইদিনা.....

মা.....

ঃ শ্যামন্ত কিয় নাহিল?

ঃ কিবা বিশেষ কাম আছে, ময়ে আহিলোঁ। — ভাস্বতীয়ে চমুকৈ উত্তৰ দিলে।

ভাস্বতী প্ৰশস্ত ছোফা এখনৰ কোণত লাহেকৈ বহিল। প্ৰবাসী মানুহবোৰে মাতৃভূমিৰ কথা পাতিবলৈ এই সংঘটো আহোপুৰুষাৰ্থৰে সাজিলে। প্ৰত্যেক মানুহৰ বুকুত থাকে এখন ঘৰ, বাস্তৱত সজা ঘৰবোৰে আশ্ৰয় দিব নোৱাৰিলে মানুহে বুকুৰ ঘৰলৈ গুচি যাব খোজে। সাজি-কাচি আহিছে মানুহবোৰ। প্ৰবাসী মানুহবোৰ একেলগ হ'লে নিজা নিজা কীৰ্তি, ল'ৰা-ছোৱালীৰ কীৰ্তি বখানিবলৈ ধৰে। ভাস্বতীৰ ভাল লাগে। ভাস্বতীয়ে এয়া আত্ম-প্ৰশস্তি বুলি নাভাবে। সুখ আৰু আনন্দ প্ৰকাশ কৰিব পৰাটো স্বাস্থ্যবান মানুহৰ লক্ষণ। কিন্তু ভাস্বতীয়ে কিয় নোৱাৰে?

ঃ ভাস্বতী! মনে মনে বহি আছা যে! শ্যামন্ত নাহিল! নিজে গাড়ী চলাই আহিলা?' — মিতালী দুৱৰাই চুটি

চুলিকোছাত হাত বুলাই সুধিলে। ভাস্বতীয়ে আটাইকেইটা প্ৰশ্নৰ উত্তৰ এবাৰতে দিলে। — 'শ্যামন্ত নাহিল, মই গাড়ী লৈ আহিলোঁ'। মিতালীয়ে পিন্ধা জিঅগ্ৰা পাখিৰ দৰে ছিফন শাড়ীৰ সুগন্ধি বিয়পাই আন এটা আড্ডাৰ ফালে আগুৱাই গ'ল।

ঃ আহিছে — সমীৰ বৰদলৈ আহিছে। — মানুহবোৰৰ মাজত মৃদু গুঞ্জন। আধা পকা, আধা কেঁচা ফ্ৰেন্স কাট দাড়ি আৰু ৰঙা টী শ্বার্ট পৰিহিত এজন মধ্যমীয়া উচ্চতাৰ ব্যক্তি সোমাই আহিল। সত্যেন বৰুৱাই লগত লৈ আহিছে। চিনাকি পৰ্বৰ পিছত কথোপকথন। ছবিৰ ৰং আৰু ভাবনাৰ সৰু সৰু সংলাপ-আলাপৰ মাজে মাজে চাহ, বন্ধাকবি, পিঁয়াজৰ পকোৰা পৰিৱেশন হ'ল। সত্যেন বৰুৱাৰ ছোৱালী উৰ্বশীয়ে গান গালে। ছবি ভালপোৱা মানুহ কিমান আছে ভাস্বতীয়ে বুজিব নোৱাৰিলে কিন্তু সমীৰক লৈ সকলো উৎফুল্লিত। মানুহজনে কথা ক'ব জানে। বহুতৰ ঘৰলৈ চাহ-ভাতৰ নিমন্ত্ৰণ হ'ল। তাৰ মাজতে ভাস্বতীয়ে ক'লে —'আপোনাৰ ছবি চাবলৈ কাইলৈ যাম'।

ঃ যাব! কেই বজাত? মই থাকিম।

ঃ আপোনাৰ ছবি আঁকোতে একোটা বিশেষ 'ইমেজেৰী'য়ে ক্ৰিয়া কৰেনে — ধৰক, হুছেইনৰ ঘোঁৰা, গগাঁৰ স্থূলকায়া সুন্দৰী.....

ঃ ছবি আঁকে আপুনি?

ভাস্বতীয়ে হাঁহিলে — 'জীৱনত ছবি আঁকি পোৱা নাই'।

ঃ কবিতা লেখে?

ঃ নাঃ কোনোদিন লেখা নাই।

ঃ গান?

ঃ সৰুতে চবেই যিদৰে শিকে, শিকিছিলোঁ, গান ক'তো গোৱা নাই। মই সাধাৰণ হাউছ ৱাইফ। এতিয়া অপৰ্যাপ্ত সময়। ছোৱালীয়ে গ্ৰেজুৱেশ্যন কমপ্লিট কৰি নতুন চাকৰিত জইন কৰিছে। এওঁ ব্যস্ত মানুহ। মোৰ দিনবোৰ আপোনালোকৰ 'প্ৰাইমেৰী কালাৰ'ৰ দৰে। ধৰক ৰঙা বা হালধীয়া।

ঃ আপুনি কাইলৈ আহিবনে সঁচাকৈ? মোৰ কেবাখনো ছবি নীলৱৰ্ণী নাৰীৰ বিষয়বস্তু লৈ —আহিবনে?

পা.....

ঃ তুমি সদায় দুপৰীয়া আৰ্ট এক্‌জিবিশ্যন চাবলৈ গৈছা যে! কথাটো কি? শ্যামন্তই এমুখ ধোঁৱা বতাহত এৰি টিভিৰ ৰিম'ট টিপি সুধিলে।

ঃ সদায় ক'ত? যোৱা তিনিদিন। আজি শেষ প্ৰদৰ্শনী। সমীৰ পৰহিলৈ যাবগৈ।

ঃ ছবিৰ এই নতুন চখটো কেতিয়াৰপৰা হ'ল? আগতে গান ভাল পাইছিলা বুলি জানিছিলোঁ.....

ঃ ৰ'বা, আজি যিহে হ'ল! মই গান এটা গাই দিলোঁ নহয়!

ঃ হাৰে! ক'ত?

ঃ ক'ত আৰু — আজি সমীৰৰ প্ৰদৰ্শনীৰ শেষ দিন। কালিয়েই কথা হৈছিল মাণ্ডী হাউছৰ সন্মুখত ভেলপুৰী খাম। চাৰিটামান ছবি আঁকা ল'ৰা-ছোৱালী লগ পালোঁ। কফি খালোঁ, ভেলপুৰী খালোঁ আৰু ললিত কলা একাডেমীৰ বাৰাণ্ডাতে এটা আড্ডা বহিল। শিপ্ৰা বেনাৰ্জী নামৰ ছোৱালীজনীয়ে ৰবীন্দ্ৰ সংগীত এটা গালে। মোক ইমান জোৰ কৰিলে, মই 'নাহৰ ফুলে নুশুৱাই', বিষ্ণু ৰাভাৰ গীতটোকে গাই দিলোঁ..... বুজিছা..... শ্যামন্ত, শ্যামন্ত, কি হ'ল — তুমি ভালপোৱা নাই নেকি?'

ঃ কিয় সুধিলা?

ঃ নাই তুমি 'এক্সপ্ৰেশ্যনলেছ' হৈ টিভিটো চাই আছা যে!

ঃ মইতো তোমাৰ গান শুনা নাই। যিবোৰে শুনিছে তেওঁলোকৰহে স্ফূৰ্তি লাগিব.....

ঃ 'শ্যামন্ত, মই গুণ্‌গুণাই যেতিয়া বাথৰূমত পানী ঢালোঁ, বেডৰূমত বিছনা পাৰোঁ, ড্ৰয়িংৰূমৰ ফুলদানি সজাওঁ, তোমাৰ প্ৰিয় চিলি-পনীৰ ৰান্ধোঁ..... তেতিয়া এবাৰো কিয় নোকোৱা — বাদ দিয়াচোন এইবোৰ, মোৰ ওচৰত বহি সঁচাকৈ এটা গান গোৱা — বেসুৰাকৈয়ে গোৱা, গীতৰ কলি পাহৰিলেও গোৱা.....'

ঃ 'সেয়া — সেয়া তুমি চেন্টিমেন্টেল হৈ গ'লা। চকু চলচলীয়া হ'ল — আৰে ডাৰ্লিং, মই বেয়া পোৱা নাই— সঁচাকৈ ভাল পাইছোঁ। তুমি এনজয় কৰিছা সময়বোৰ, মোৰ ভাল লাগিছে।

ঃ এনজয়! কি এনজয়? পাৰ্টি এনজয়, গছিপ এনজয়..... এনেকুৱা নেকি! — শ্যামন্তই টিভি বন্ধ কৰি বেলকনিলৈ ওলাই গৈ আৰু এটা চিগাৰেট জ্বলালে।

ঃ শ্যামন্ত শুনা, তুমি কিয় মোৰ আনন্দত আনন্দিত হ'ব পৰা নাই! তুমি যেতিয়া বন্ধুমহলত স্ফূৰ্তি কৰি কোৱা কথাবোৰ মোকো কোৱাহি, মই সমানে আনন্দিত নহওঁনে.....

শ্যামন্ত, শ্যামন্ত.....'

ঃ মোৰ কোনো ছবি আঁকা, গান গোৱা মহিলা বান্ধৱী নাই চিকু.....

নীৰৱতা। নীৰৱতা। চিগাৰেটৰ ধোঁৱাৰ মাজত শ্যামন্ত যেন ধোঁৱাৰে গঢ়া এক মূৰ্তি। বেলকনিৰ আন্ধাৰৰ মাজৰপৰা জেঠী এটাই টিক্ টিক্ শব্দ কৰিলে। ভাস্বতীৰ বয়সে শৰীৰৰ অ'ত-ত'ত দিয়া মেদবোৰ মুহূৰ্ততে বাঢ়ি তাই যেন লৰচৰ কৰিব নোৱাৰা এক মাংসপিণ্ড হৈ পৰিল। ভাস্বতীৰ ম'বাইল ফোনত মোজাৰ্টৰ ৰিং-ট'ন বাজি উঠিল। শ্যামন্তই আন্ধাৰতে ভাস্বতীৰ ফালে এবাৰ চালে।

ধা.....

ঃ হেল্ল'.....

ঃ ভাস্বতী, শুনা তোমাৰ বাবে এখন আকাশ আঁকিছোঁ। ছবিখন তোমাৰ বাবে — জানানে আজি পুৱা পাঁচ বজাৰপৰা এতিয়ালৈকে মই আকাশখন লৈ ব্যস্ত। কাইলৈ তোমাক ছবিখন দি যামগৈ।

ঃ আকাশত আৰু কি দিছা?

ঃ কেৱল ৰং, আৰু একো নাই। তোমাৰ আকাশৰ প্ৰিয় ৰং কোবাল্ট ব্লুৰ সৈতে অলপ লেমন য়েল্ল', ভাৰমিলিয়ন আৰু.....

ঃ আৰু দুখন ভৰি দি দিয়া — লগত এটা ফুটবল.....

ঃ ভাস্বতী, তুমি ফুটবল ভালপোৱা?

ঃ হয় হয়, গিলবাৰ্টছনৰ ছাংমাৰ ভৰি দুখনৰ সৈতে ফুটবল।

ঃ তুমি গিলবাৰ্টছনৰ বাবে ফুটবল নে ফুটবলৰ বাবে গিলবাৰ্টছনক ভাল পোৱা ভাস্বতী?

ঃ গিলবাৰ্টছনৰ বাবে ফুটবলৰ প্ৰেমত পৰিছিলোঁ। এটা নিৰ্জীৱ ফুটবলক জীৱন দি আনন্দ দিয়াব পাৰিছিল গিলবাৰ্টছনে। আৰ্জেণ্টিনা, ব্ৰাজিল যাৰেই খেল চাওঁ মোৰ দহ নম্বৰ হালধীয়া জাৰ্চীৰ খেলুৱৈ দেখিলেই দুখন যাদুকৰী ভৰিৰ কথা মনত পৰে। তুমি আকাশলৈ ফুটবলটো পঠিয়াই দিয়া সমীৰ.....

নি.....

ঃ এই আৰ্টিষ্টবোৰৰ কোনো ডিচেন্সি নাই, ৰাতি দহ বজাত এগৰাকী বিবাহিতা মহিলালৈ ধুমকৈ ফোন কৰি দিব পাৰে! সেই অহো-বলিয়াটো দিল্লীৰপৰা যাব কেতিয়া? — শ্যামন্তই কথাকেইটা কওঁতে এবাৰো ভাস্বতীলৈ নাচালে।

ভাস্বতীয়ে ফোনটো থৈ নীৰৱে পাকঘৰলৈ গ'ল।

ঃ শুনিছানে চিকু, মই কিবা এটা সুধিছোঁ....।

ঃ শ্যামন্ত, সমীৰ দিল্লীত যদি থাকি যায় তুমি দিল্লীৰপৰা পলাবা নেকি?

ঃ য়ু শ্বাট আপ! — ক'ৰবাত যেন বিস্ফোৰণ ঘটিল। ভাস্বতী নিথৰ হৈ ৰ'ল। এই ঘৰৰ দুৱাৰ-খিৰিকীবোৰ ভাগি পৰিল নেকি! যোৱা বিছ বছৰত তাইৰ ঘৰত বজ্ৰপাতৰ ঘা নাছিল তেন্তে! শ্যামন্তই অস্থিৰভাৱে পায়চাৰি কৰিছে বেলকনিত। ইটোৰ পিছত সিটো চিগাৰেট জ্বলাইছে। ভাস্বতীয়ে ভয়ে ভয়ে শুকাই যোৱা কণ্ঠনলীৰে কোনোমতে উচ্চাৰণ কৰিলে—'মোৰ যথেষ্ট বয়স হ'ল শ্যামন্ত, এজনী প্ৰৌঢ়া নাৰী.....'

ঃ মাইকী মানুহৰ বয়স বুলি কিবা কথা থাকে নেকি! — ভাস্বতীয়ে নিজৰ বুকুখন সজোৰে হেঁচি ধৰিলে। হঠাৎ আকৌ মোজাৰ্টৰ ৰিং-ট'ন ম'বাইলত বাজি উঠিল। কি ভয়ংকৰ, কি ভয়ংকৰ মোজাৰ্ট ছিম্ফনী! ভাস্বতীৰ বুকুখন ঢপ্‌ঢপাবলৈ ধৰিলে। কঁপা হাতেৰে ম'বাইল ফোনটো লৈ ড্ৰয়িংৰুমলৈ গুচি গ'ল — 'ভাস্বতী..... তুমি ছবি আঁকিব নজনা মহান শিল্পী, তুমি কবিতা লেখিব নজনা মহৎ কবি..... আকাশৰ যিখন ছবি মই আঁকিছোঁ তাত মোৰ আঙুলি আৰু ব্ৰাছ আছে, ৰং দিছা তুমি, আঁকিছা তুমি.....'

ঃ বচ্ বচ্ সমীৰ নক'বা, নক'বা।

ঃ ভাস্বতী, তুমি ইমান ফোঁপাইছা, কি হৈছে..... গা বেয়া নেকি?

ঃ মনে মনে কোৱা সমীৰ.....

ঃভাস্বতী কাইলৈ ছবিখন তোমাক দি মই যামগৈ.....

ঃ নালাগে নালাগে, তুমি লৈ যোৱা ছবিখন। মোৰ ভাবনাৰে এখন ছবিৰ সৃষ্টি হ'ল — ইয়াতকৈ ডাঙৰ প্ৰাপ্তি জীৱনত একো নাই মোৰ.....। — ভাস্বতীৰ মাতটো ফিচ্‌ফিচ্‌কৈ উচ্চাৰণ হ'ল।

ঃ ভাস্বতী, তোমাক খুব ভয় খোৱাৰ দৰে লাগিছে — এনিথিং ৰং?

ঃ নাথিং ৰং, তুমি ফোনটো থোৱা।

ঃ নথওঁ, কি হৈছে তোমাৰ?

ঃ মই এজনী স্ত্ৰী, মাতৃ.....

ঃ তুমি স্বাধীন সত্তা ভাস্বতী — তুমি ভাস্বতী, ভাৰ্যা, মাতৃ, প্ৰেমিকাৰ উৰ্ধ্বত তোমাৰ পৰিচয়..... তুমি তোমাৰ আকাশত স্বাধীন মনে উৰা গান গোৱা এজনী চৰাই.....ভাস্বতী.....

ঃ উস্ সমীৰ, তোমাৰ কথাবোৰ..... কিয় তুমি দিল্লীলৈ আহিছিলা। কিয় তুমি মোক ছবি দেখুৱাইছিলা..... ফোনটো থোৱা.....

ঃ নথওঁ, তোমাৰ সৈতে কথা পাতি ভাল পাওঁ মই।

ঃ মই শ্যামন্তৰ স্ত্ৰী.....

ঃ হ' হোৱাটি? মই তোমাক স্ত্ৰী কৰিব খুজিছোঁ নেকি? তুমি এটা লেটা পোক, তোমাক মই আন নাৰীতকৈ ভিন্ন বুলি ভাবিছিলোঁ..... তোমাক মই গিলবাৰ্টছন ছাংমাৰ ভৰি দুখন দিব খুজিছিলোঁ, তুমি জানানে তোমাৰ ফুটবলটো মই আকাশলৈ উৰাই পঠাইছোঁ.....'

ঃ চিকু!—আস্ কি অশৰীৰী এটা মাত। ভাস্বতীয়ে তৎক্ষণাৎ ফোনটো অফ্ কৰি ক'লে — 'ম-মমীৰ ফোন। তা-তাই অহাৰ কথা.....'

ঃ মমীৰ ফোন? চাওঁ ময়ো কথা পাতোঁ। — শ্যামন্তৰ সহজ ভংগিমা।

ঃ মই কাটি দিলোঁ লাইন।

ঃ কাটি দিলা! একো নাই, মই আকৌ কৰোঁ দিয়া।

ঃ নাই নাই নালাগে। ভাত খাবৰ হ'ল ব'লা। জানানে, আবেলিতে মই তোমাৰ বাবে চিলি-পনীৰ ৰান্ধিছোঁ। চোৱা, আজি এটা নতুন নাইটি কিনি আনিছোঁ। তোমাৰ প্ৰিয় ৰং গুলপীয়া..... বুকুখন খোলা। সোনকালে শোওঁগৈ ব'লা — বৰষুণো হ'ব পাৰে ৰাতিলৈ..... তুমিয়েইতো কৈছিলা সিদিনা বয়সে মোৰ বুকুখন চুব পৰা নাই..... শ্যামন্ত মোৰ সোণ, তুমি মোক এবাৰলৈ বুজাচোন, এবাৰ কথা শুনাচোন.....। শ্যামন্তই আবেগত ভাস্বতীক সাবটি ধৰিলে।

ঃ চিকু, মোৰ চিকু, জানো তুমি মোক এৰি থাকিব নোৱাৰা। আজি ভাতেই নাখাওঁ, চাওঁ, এই ছোফাত তোমাক শুৱাই দিওঁ....., তুমি ইমান কঁপিছা কিয়? সেয়া তোমাৰ ম'বাইলত মেছেজ আহিছে। আজিকালি তোমাৰ ম'বাইলত বহুত ফোন কল আহে.....

ঃ বাদ দিয়া, কোনো দৰকাৰ নাই কাৰ মেছেজ। টেলিকম্ কোম্পানীৰবোৰৰ মেছেজ হ'বলা..... ভাস্বতীৰ ওঁঠ শুকাই গৈছে। শ্যামন্তৰ মুখৰপৰা সদ্য গলাধঃকৰণ কৰা হুইস্কীৰ মৃদু গোন্ধ। ভাস্বতীয়ে পিন্ধি থকা শাড়ীখন ক্ৰমাৎ এতৰপ এতৰপকৈ খুলি গৈছে। শ্যামন্ত যেন আগতকৈও উন্মাদ হৈ গৈছে— ভাস্বতীয়ে শ্যামন্তৰ অলক্ষিতে ম'বাইল ফোনটো হাতৰ মুঠিতে লৈ মেছেজটো পঢ়িবলৈ যত্ন কৰিলে—'মই তোমাক কাইলৈ গিলবাৰ্টছনৰ ছাংমাৰ ভৰি দুখন দি যামেই ভাস্বতী, তুমি উৰিব লাগিব আকাশত.....' ভাস্বতীৰ হাতৰপৰা ম'বাইলটো কাৰ্পেটৰ ওপৰত পৰি গ'ল। শ্যামন্তই তাইক সজোৰে চেপি ধৰিছে—'চিকু, তুমি সঁচাকৈয়ে মোক ভাল পোবানে?'

ঃ পাওঁ, এই প্ৰশ্ন বাৰে বাৰে কিয়?

ঃ তেন্তে তুমি আৰু কোনো আৰ্ট একজিবিশ্যনলৈ নাযাওঁ বুলি কোৱা — ইয়াৰ বদলি তুমি পৃথিৱীৰ যিকোনো কাম কৰা — বজাৰ কৰা, ফুৰিবলৈ যোৱা — শুনিছানে — শুনিছানে.....

ভাস্বতীয়ে ওঁঠ কামুৰি কান্দোন চেপি ৰাখিবলৈ যত্ন কৰিলে। কোঠাৰ ভিতৰত এটা ফুটবল ওলাই যাব নোৱাৰি বেৰবোৰত ঠেকা খাই উফৰি ফুৰিছে — ভাস্বতীয়ে খিৰিকী ভাঙি ফুটবলটো ওলাই যোৱা চাব খুজিছে — লাহে লাহে কোঠাৰ ছিলিংখন 'কোবাল্ট ব্লু' আৰু 'ভাৰমিলিয়ন'ৰ মিশ্ৰণৰে এখন আকাশ হৈছে..... ভাস্বতীয়ে বিৰ্বিৰাই স্বতঃস্ফূৰ্তভাৱে ক'বলৈ ধৰিলে — 'মই মোক ভাল পাবলৈ ধৰিছোঁ শ্যামন্ত, শুনিছানে..... শুনিছানে..... জীৱনত প্ৰথমবাৰৰ বাবে মই মোৰ প্ৰেমত পৰিছোঁ, মোৰ সৈতে মোক এৰি দিয়া..... সেই যাদুকৰী ভৰি দুখন.....'

আস্, সেই যাদুকৰী মুৰটোৰে খুন্দিওৱা ফুটবলটো যে মাটিত নপৰাকৈ বগাই ফুৰে বতাহত — আনন্দময় ক্ষণৰ জন্ম দিব পৰাজনেইতো মহৎ শিল্পী। গিলবাৰ্টছন — গিলবাৰ্টছন, তুমি আকৌ ঘূৰি আহা, মই চিএৰিম তোমাক হেইট্ৰীটৰ সময়ত 'য়েছ ডেটছ য়ু গিলবাৰ্টছন, য়ু আৰ লাইফ'। ■

# এটা স্বাধীন সপোনত ৰফিকুল, দ্বাৰকা, দেবেন.....

ৰফিকুল হোছেইনলৈ মোৰ বৰ হিংসা হয়। কিছুমান বিশেষ ৰাতি, কিছুমান বিশেষ দুপৰীয়া, কিছুমান বিশেষ সন্ধিয়া, ৰফিকুল হোছেইনলৈ বৰ হিংসা জাগে। এইটো নহয় ৰফিকুল হোছেইন কবি (অৱশ্যে কবিবোৰলৈ মোৰ সহজাত ঈৰ্ষা। এক পৃষ্ঠা গদ্যৰে বুজাব নোৱাৰা কথা কবিয়ে কৈ পেলায় এটা শব্দত — ইমান পাকৈত শব্দশিল্পী — কিয় খং নুঠিব!) ৰফিকুল হোছেইনৰ অঘৰী কবিতাবোৰে বুকুত যেতিয়া নিগাজি ঘৰ এটা সাজি পেলায়, তেতিয়াই আহে টেলিফোনটো — কি খবৰ ভালনে?

(সাংঘাতিক খং উঠে প্ৰশ্নটোত। কাৰণ ৰফিকুল হোছেইনে জানে মই বহুদিন আকাশ দেখা নাই, পথাৰ দেখা নাই, দেখা নাই নদীৰ ভাঁজ, বহুদিন ধৰি ভৰিৰ তলুৱাত লগা নাই বৰষুণৰ পানীৰ ডোঙা — কুঁৱলিয়ে ঢকা আঘোণৰ পথাৰৰ নৰাই কটা নাই কলাফুল.....)

ঃ ভাল, মোৰ ভাল নহৈ পাৰেনে! আপুনি ক'ৰপৰা কৈছে?

ঃ এ — মই সোৱণশিৰিৰ পাৰৰ মিচিং গাঁও এখনত আছোঁ — চাৰি কিল'মিটাৰ আহিলেহে এই পি-চি-অ'টো — কালি নৈ পাৰৰ ডাক-বঙলা এটাত থাকিলোঁ — ছাঁই মদ খালোঁ — খৰ্গেশ্বৰ পেগুৱে আনিছিল, আজি তাৰ ঘৰলৈকে উভতি যাম — মাকে দুপৰীয়া আজি আপঙৰ সৈতে খুৱালে মুৰ্গী কণীৰ গুড়ি-ভাজি, লগত নিমখ-জলকীয়া। আচলতে গোগামুখত কাইলৈৰপৰা থিয়েটাৰৰ ৰিহাৰ্চেল.....

ঃ কিমান দিন তাত থাকিব?

ঃ জানো? — নাটকৰ পিছত কিমান দিন ৰাখে ল'ৰা-ছোৱালীবোৰে! অহা..... তাৰিখে নাটক — আহানা ইয়ালৈ — এইবাৰ বেলেগ ট্ৰিটমেণ্ট এটা দিছোঁ..... কেলেঙাৰখন চালোঁ। সোম, মঙ্গল — নাই নোৱাৰি — বহুত কাম — (কি বুলি ক'ম? সংসাৰ ঃ মাহৰ বজাৰ লিষ্ট। নে অফিচৰ কাম! একেই গণেশগুৰি, ফাঁচী বজাৰ, চানমাৰি, বেলতলা, মিনিষ্টাৰৰ গাড়ী যোৱালৈ অপেক্ষা —) আস্ মনত পৰিছে, ৰফিকুল হোছেইনৰ নাটকৰ দিনাই মোৰ ভতিজা ছোৱালী মমীৰ বিয়া। দৰা কানাডাত থাকে, কম্পিউটাৰ ইঞ্জিনিয়াৰ। কালি তাই আহি পাছপ'ৰ্ট-ভিছাৰ প্ৰ'ব্লেমবোৰ ক'লেহি— হঠাৎ বিয়া। টানিস্ক, অয়ষ্টাৰবেৰপৰা কিনা অলংকাৰ, পাট-কাপোৰৰ আকাশলংঘী দামৰ খবৰবোৰ তাইৰ মুখৰপৰাই পালোঁ। সেইখন বিয়ালৈ যাবই লাগিব। মমীয়ে কৈছে — চোৱা, মই দুই-তিনি বছৰলৈ তোমালোকৰপৰা আঁতৰি যাম—তাইৰ এই কান্দো কান্দো চকুৰ ওচৰত মই পৰাজিত। ক'লোঁ — ৰফিকুলদা —নোৱাৰিম, এখন আৰ্জেণ্ট বিয়া — বাদ দিয়াহে বিয়া। স্বাভাৱিক ভংগীৰে ৰফিকুল হোছেইনে ক'লে।

মই জানো ৰফিকুল হোছেইনে এনেকৈনে ক'ব। দুৰ্দান্ত ৰোমাণ্টিক মানুহটোৱে বিয়া-সংসাৰ কৰি, সন্ত ধৰ্ম লোৱা নাই। মোৰ স্কুলীয়া দিনৰে বন্ধু দ্বাৰকায়ো এই 'প্ৰিন্সিপ'ল' ৰাখি কথা কয়। দ্বাৰকা বহুদিনৰ মূৰত অসমলৈ আহি মোক লগ ধৰিলেহি। বহুদিনৰ মূৰতদেখিয়েই আন কথা-বতৰা নকৈ ঢেক্-ঢেকাই হাঁহিলে। 'বৰবাদ হৈ গ'লি দেই?' সি হাঁহি হাঁহি মোলৈ চাই ক'লে। কিয়? কিয়? — মোৰ খং উঠি গ'ল। সি এইবাৰ অলপ গহীন হৈ ক'লে — 'তই শৰাইঘাট দলঙৰ খুঁটাৰ দৰে হ'লি। এনেকুৱাতো নাছিলি।' মই সুধিলোঁ, তই কি কৰিছ এতিয়া? সংসাৰ-তংসাৰ!

ঃ ধুৰ — মূৰ্খই ঘৰ সাজে — জ্ঞানী থাকে — মোৰ আই-বোপায়ে সাজি দিয়া ঘৰতেই থাকিবলৈ সময় নাই — মই শৰাইঘাট দলঙৰ খুঁটা হ'ব নোৱাৰোঁ।

ঃ ক'ত আছিলি ইমান দিন?

ঃ দুহাজাৰ একত শেষৰ বাৰ তোক পাইছিলোঁ নহয়? — ঠিক ঠিক। তেতিয়া মই দিল্লীত আছিলোঁ। অসমলৈ আহিছিলোঁ আমাৰ কোম্পানীৰ প্ৰডাক্ট এটাৰ মাৰ্কেট ছাৰ্ভে কৰিবলৈ।

ঃ তই তাতেই আছনে?

ঃ ধুৰ — কি যে কম ঃ দুহাজাৰ একৰপৰা চাৰিলৈ, মই সাতটা চাকৰি সলালোঁ। বৰ বিৰক্ত হৈ গ'লোঁ। ছমাহ ছিংগাপুৰতো আছিলোঁ।

ঃ এতিয়া?

ঃ এতিয়া বেলেগ কামত আহিছোঁ। হাতত বাৰ হাজাৰ টকা আছে। চেৰাপুঞ্জীৰ ফালে ৰিচ'ৰ্ট এটা আছে হেনো! দুদিনমান তাত থাকিম। যোৱা বছৰ জোৱাইৰ জয়ন্তীয়া ছোৱালী এজনী পাইছিলোঁ পুনেত। মই যিখন হোটেলত ফ্ল'ৰ মেনেজাৰ হৈ আছিলোঁ তাতেই তাই ৰিচেপশ্যনিষ্ট আছিল। বুজিছ — মানুহে ভাল হোটেল এখন খুলি জীৱনটো কটাই দিব পৰাটোৱেই জীৱনৰ চমৎকাৰ প্ৰাপ্তি বুলি মই এতিয়া ভাবোঁ। খোৱা-থকাৰ চিন্তা নাই — লগতে, নতুন নতুন মানুহৰ সৈতে চিনাকি। বন্ধুত্ব। তাই গুচি আহিল। তাইৰ দেউতাকে বোলে এখন ৰেষ্টোৰাঁ খুলিছে। মোলৈ তাই ই-মেইল কৰিছে, মনত পৰি থাকে হেনো। গুচি আহিলোঁ সেয়ে। চাওঁচোন এই ৰেষ্টোৰাঁতে তাইৰ সৈতে কাম কৰি দুদিনমান থাকিব খুজিছোঁ। কাম কৰিবলৈয়ো মজা এটা লাগে দেচোন। কিন্তু তাৰ আগতে মই চেৰাপুঞ্জীত জিৰণি ল'ম। ঘূৰিম — হাতত টকা অলপ আছে যেতিয়া.....

'হেল্ল' — হেল্ল' — শুনা নাই নেকি? বিয়া-চিয়া বাদ দিয়া' — ৰফিকুল হোছেইনৰ মাত। মই ক'লোঁ — নাই, নোৱাৰিম। ইয়াৰ পিছৰ নাটকখনত যাম ৰফিকদা।

ঃ যাবা! তেন্তে মাইজানলৈ আহিবা। ডিব্ৰুগড়ৰ ওচৰত মাইজান — মাইজান চাহ বাগিচা যে — তাত নাটক হ'ব। জোনাক নিশা চাহ বাগিচা দেখিছা! — মাইজানৰ জোন চাবলৈ আহিবা। মই বেৰত আঁৰা অসমীয়া কেলেণ্ডাৰখনলৈ চালোঁ। তাৰিখবোৰৰ মাজে মাজে পূৰ্ণ চন্দ্ৰৰ ছবি— এটা ক'লা অৰ্ধচন্দ্ৰ — অৰ্থাৎ আঁউসী। কেতিয়া পূৰ্ণিমা, কেতিয়া আঁউসী? মাইজান চাহ বাগিচাৰ পূৰ্ণিমা কোন তাৰিখে হ'ব! ওঁ পাহৰিছিলোঁৱেই। ঠিক পূৰ্ণিমাৰ দিনাৰপৰাই মোৰ ল'ৰাটোৰ ছমহীয়া পৰীক্ষা আৰম্ভ হ'ব। যিহে অঘাইটং ল'ৰা। তাৰ পঢ়া-শুনা, কেৰিয়াৰ এইবোৰ ভৱিষ্যৎ চিন্তা আমাৰ। সি নিৰ্বিকাৰ। ল'ৰাক এৰি যাব নোৱাৰি। নাঃ নহ'ব এইবাৰ — তাৰ পিছৰ নাটকখনত..... ৰফিকুল হোছেইনে ফোনটো থৈ দিলে। ঠিক সেইদিনাই ৰাতি মই মোৰ ভাৰা ফ্লেটৰ ছফুট-আঠফুট বেলকনিৰপৰা আকাশখন চাবলৈ ডিঙি মেলিলোঁ। দুটা এপাৰ্টমেন্টে হেঁচি ধৰা, বাইছটা তৰাযুক্ত চতুৰ্ভূজ এটুকুৰা আকাশ। এতিয়া ৰফিকুল হোছেইনে কি কৰিছে বাৰু? আৰু দ্বাৰকাই? ৰফিকুল হোছেইনৰ শব্দৰ আৰ্কিটেক্সাৰ 'আছিল দেখোন, গাঁওখনৰ কাষেৰে নৈখন বৈ, নৈখনৰ কাষতে গাঁওখন বৈ..... সোৱণশিৰিৰ পাৰৰ ডাক-বঙলাৰ ছোফাত, নতুবা খৰ্গেশ্বৰ পেগুৰ চাঙৰ উমাল জুইৰ কাষত মাতাল টোপনিত সপোন হৈ অহা-যোৱা কৰিছে চাগৈ'। এই মুহূৰ্তত দ্বাৰকাই নিশ্চয় চেৰাপুঞ্জী লাইটকেনছিউ নামৰ গাঁওখনত থকা নিৰ্জন পৰ্যটন নিবাসত শুব খুজিছে নতুবা সি ছবিও আঁকিব পাৰে। মোক এবেগ হুগহেয়াৰ ব্ৰাছ দেখুৱাই কৈছিল — বুজিছ অইল পেপাৰত বহুদিন ছবি আঁকা নাই? পুনেৰ হোটেলত কাম কৰোঁতে, ষ্টেলা নামৰ ফ্ৰেন্স মহিলা এগৰাকীয়ে এবাকছ ৰং দি গ'ল। মজাৰ মহিলা — বৰ ভাল ছবি আঁকে। সুখৰ সংসাৰ, পিছে গিৰীয়েকৰ সৈতে সম্পূৰ্ণ বুজা-পৰাত, কাল্পনিক ডিৰ্ভোচ দি ভাৰতলৈ আহিছে ফুৰিবলৈ। ল'ৰা-ছোৱালী ডাঙৰ হৈছে — এৰি থৈ আহিছে।

কিয় তেওঁ কাল্পনিক ডিভোৰ্চ দিলে! মই সুধিছিলোঁ।

ঃ এঃ নক'বি। জীৱনৰ পঞ্চলিছটা বছৰ পাৰ কৰি হেনো তেওঁ নিজকে প্ৰশ্ন কৰিছে — প্ৰকৃততে মই কোন? মই কি কৰিবলৈ ভাল পাওঁ? মই কি বিচাৰোঁ? এই তিনিটা প্ৰশ্নৰ উত্তৰত তেওঁ পালে, এটা মস্ত জিৰ' — শূন্য। তেওঁৰ বুকুৰ ভিতৰত থকা কলহটো শুকান, অলপ যি পানী জমা হৈছে, সেয়াই জীৱনতৃষ্ণা পুৰাব নোৱাৰে। অথচ বুকুৰ ভিতৰৰ কলহটো ভৰাবলৈ স্ব-ইচ্ছাই তেওঁ পঢ়া-শুনা কৰিলে, স্ব-ইচ্ছাই বিয়া-বাৰু কৰালে, ল'ৰা-ছোৱালী জন্ম দিলে, ধন ঘটিলে, মনে বিচৰা বন্ধু-বান্ধৱ গোটালে। স্বামী, পুত্ৰ সামাজিকতাৰে এজনী সম্পূৰ্ণ সুখী তিৰোতাই, হঠাতে আৱিষ্কাৰ কৰিলে, তেওঁ ইমান সৃষ্টি কৰিলে, কিন্তু প্ৰকৃততে সৃষ্টিৰ সুখ একো নাপালে। সেয়ে তেওঁ এসোপা ৰং, কেনভাছ লৈ এবছৰৰ বাবে ফুৰিবলৈ ওলাল।

ঃ তেওঁ শিল্পী নেকি?

ঃ ধেৎ নহয়। তেওঁ যে ছবি আঁকি বিখ্যাত হ'ব, শিল্পী বুলি কোনোবাই ক'ব, সেইবোৰ একো ইচ্ছা-ভাৱনা নাই। তেওঁ ছবি আঁকি ভাল পায়। এই ভালপোৱা কামটো নানা কাৰণত, তেওঁৰ মন যোৱা সময়ত কৰিব নোৱাৰে। এইদৰেই জীৱনত চল্লিছ বছৰ পাৰ হ'ল।

ঃ বাঃ ইণ্টাৰেষ্টিং মহিলা তেওঁ!

ঃ ষ্টেলাই মোক কৈছিল — দ্বাৰকা, জীৱনটো এটা

বিচিত্র বং আৰু অনুভৱৰ কম্প'জিশ্যন। কোনো সৃষ্টিশীল মানুহে এখন কেনভাছ আগত লৈ, ভাবি-গুণি কেলকুলেশ্যন কৰি; বং সানি ছবি আঁকিব নোৱাৰে। অহা দহ ঘণ্টা বা এসপ্তাহৰ ভিতৰতো মোৰ মৃত্যু হ'ব পাৰে। কিমান আনপ্ৰেডিক্টেবল এই মৃত্যু! এনে সম্ভাবনা এটা লৈ, জীৱনৰ কেলকুলেশ্যন কৰি মই কিয় মূৰ্খামি কৰোঁ! মই মোৰ প্ৰকৃত সুখ নোপোৱাকৈয়ে যদি মৰি থাকোঁ। সেয়ে তৎক্ষণাৎ সিদ্ধান্ত লৈয়েই গুচি আহিলোঁ। এখন বিশাল পৃথিবীত মই — স্বাধীনভাৱে 'মই'ক আৱিষ্কাৰ কৰিবলৈকে এই পলায়ন।

দ্বাৰকাই টেবুলাই দি যোৱা বং লৈ ছবি আঁকিবও পাৰে এই সময়ত। সি কলেজত থাকোঁতে বৰ ভাল ছবি আঁকিছিল। মোৰ জন্মদিনত এবাৰ সি নিজে অঁকা 'ৱাটাৰ কালাৰ' উপহাৰ দিছিল। এখন হেমন্তৰ অৰণ্য, এটা পুখুৰী, হালধীয়া, সেউজীয়া সৰাপাতেৰে পুখুৰীটোৰ পানী বৰ্ণিল। এই নৈসৰ্গৰ নিৰ্জনতাত মন্ত্ৰমুগ্ধ হৈ গৈছিলোঁ — ইমান নীৰৱতা, কিবা এটা জীৱৰ অস্তিত্ব নিদিলি কিয়? দ্বাৰকাই কৈছিল — 'কিয় তই এই পুখুৰীৰ পাৰতে বহি আছ দেখোন — এই ছবিৰ অৰণ্যলৈ তই গুচি গ'লি বাবেইতোঁ, এই নীৰৱতা উপলব্ধি কৰিব পাৰিছ'। সেই দ্বাৰকাই পিছলৈ ছবি আঁকিবলৈ বাদ দিলে। দুজনী ভনীয়েকক বিয়া দিলে। ইচ্ছা নথকাকৈয়ে সি এম-বি-এ কৰিলে। ইচ্ছা নথকাকৈয়ে সি কোম্পানীৰ চাকৰি কৰিলে, ইটোৰ পিছত সিটো চাকৰি সলালে। কেতিয়াবা মাল্টিনেশ্যনেল কোম্পানীৰ এগ্‌জিকিউটিভ, কেতিয়াবা নিবনুৱা। এই অদ্ভুত উত্থান-পতনৰ খবৰ দি দ্বাৰকাই মোলৈ ফোন কৰে — 'এতিয়া, চাকৰি নাই বুজিছ — দুটা টিউশ্যন কৰিছোঁ'। কেতিয়াবা, 'পাই গ'লোঁ বুজিছ ভাল চাকৰি এটা, এমাহ ছিংগাপুৰতো থাকি আহিলোঁ। দেউতালৈ টকা এক লাখ পঠিয়াই দিলোঁ। সৰু ভনীৰ বিয়া হৈ গ'লেই মোৰ দায়িত্ব শেষ'।

: আৰু তোৰ নিজৰ দায়িত্ব! তোৰ বিয়া-বাৰু!

: ধেৎ বুদ্ধু — মোৰ জীৱন মোৰ হাতত। কোনোমতে দায়িত্বৰপৰা স্বাধীন হৈছোঁ। আকৌ আজীৱন কাৰাবাসত সোমাম কিয়? দ্বাৰকালৈ আচলতে মোৰ ঈৰ্ষা হয়। সেয়ে নিজৰ দলভুক্ত কৰিবলৈ কওঁ — পিছত পস্তাবি দ্বাৰকা। জীৱনটো খেলনা বস্তু নহয়। বুঢ়া হ'বি যেতিয়া..... সি ঢেক্‌ঢেকাই তেতিয়াই বেপৰোৱা হাঁহিটো মাৰে। 'নাতি-পুতিয়ে চাব বুলি, তই বুঢ়ী হোৱালৈ বাট চাই থাক — বেষ্ট উইছেছ ফৰ ইয়'ৰ অ'ল্ড এ'জ.....' দ্বাৰকাক বুজাব নোৱাৰি। নাৰায়ণপুৰৰ গাঁও এখনত, বৰ্ষণমুখৰ বহাগৰ ৰাতি; অকস্মাতে পাই গৈছিলোঁ ৰফিকুল হোছেইনক বামপন্থী বন্ধুজনৰ সৈতে। খেৰী ঘৰটোত, পোৱা মাছ আৰু গৃহস্থই বাকী দিয়া হুইস্কীত চুমুক দি, হোছেইনে জীৱন দৰ্শন আৰু কটাক্ষ সম্বলিত উক্তি দি থাকোঁতেই সুধিছিলোঁ — আপুনিতো প্ৰেমিক মানুহ, এজনী প্ৰেমিকাক জীৱন সংগিনী নাই কৰা কিয়? হোছেইনে সেই দ্বাৰকাৰ দৰে প্ৰাণখোলা হাঁহি মাৰি ক'লে — প্ৰেম জানো স্থাৱৰ সম্পত্তি! জীৱনটোওতো স্থাৱৰ নহয়। ৰফিকুল হোছেইনকো বুজাব নোৱাৰি।

মই জানো, এই মাজৰাতি মই যোল্ল পূৰণ যোল্ল আকাশখনৰ বাইছটা তৰা গণি থকা সময়ত, দ্বাৰকাই চেৰাপুঞ্জীৰ নিৰ্জন পৰ্যটন নিবাসটোৰ কোঠালিৰ খিৰিকী এখন খুলি দিছে। এইমাত্ৰ সি এখন ছবি আঁকি শেষ কৰিছে। খিৰিকীৰে কুঁৱলিৰ দৰে ডাৱৰ সোমাই আহি, ছবিখন সেমেকাই পেলাইছে। ছবি অঁকাৰ চখ সকলোৰে থাকে, জীৱনৰ কোনোবা সময়ত মোৰো আছিল। শিল্পী প্ৰণৱ বৰুৱাই হাতত ধৰি শিকাইছিল এসময়ত, ছবি আৰু ৰঙৰ কেমেষ্ট্ৰি। কৈছিল — অইল পেইণ্টিং পুৰণি হৈ গ'লেও, সেমেকা ভাব এটা থাকিব লাগে। এইমাত্ৰ যেন ছবিখন আঁকি শেষ কৰা হৈছে — ঠিক তেনে এটা ভাব। দ্বাৰকাই খিৰিকী খুলি দিছে। ডাৱৰ সোমাই, দ্বাৰকাই অঁকা ছবিখন সেমেকাই পেলাইছে। সি এতিয়া এটা চিগাৰেট জ্বলাইছে। এমুখ ধোঁৱা এৰি তৃপ্তিৰে বহল ছোফাখনত হেলান দি দূৰৰপৰা ছবিখন চাইছে। হঠাতে উঠি গৈ এটা নম্বৰত ডায়েল কৰিছে, .....টেলিফোনটোত এজনী জয়ন্তীয়া ছোৱালীৰ মাত ভাহি আহিছে — তাই অভিমান কৰিছে, এই দোভাগ নিশালৈকে তাই সাৰে থাকিব লগা হৈছে। এটা টেলিফোনৰ বাবে — দ্বাৰকাই বিচিভাৱত এটা চুমা খাই কৈছে — সোণজনী, আৰু মাত্ৰ দুদিন ৰোৱা, মই গৈ আছোঁ। ইয়াত ইমান মেঘ, তুমি ক'ত আছা? কাইলৈ ৰ'দ ওলাওক, তাৰ পিছত তোমাক বিচাৰিম। তুমি বাৰু ৰেড পাইনৰ দৰে থৰঙা, উইপিং উইলোৰ দৰে কোমল চুলিখিনি মেলি থ'বানে — থ'বানে! আবেগত জয়ন্তীয়া গাভৰুৰ কণ্ঠস্বৰ, ডিচেম্বৰৰ শ্বিলঙৰ গধূলিৰ দৰে হৈছে। উমিয়াম লে'কত নতুনকৈ ফুলা চেৰীফুলৰ দৰে তাইৰ গালখন হৈ পৰিছে গুলপীয়া। তাই টেলিফোনৰ বিচিভাৰটো উমাল নিহালিৰ ভিতৰলৈ লৈ গৈছে। দ্বাৰকাৰ কণ্ঠস্বৰ ভাহি আহিছে 'তোমাৰ ঘৰৰ ফালে

ৰাতিবোৰ কেনেকুৱা? বৰফ পৰে নেকি? মই যোৱা নাই কেতিয়াও' .....তাই সেমেকা ফুচ-ফুচনিৰে কৈছে — 'তুমি আহিলে বৰফ গলি যাব, সোনকালে আহা, ইয়াৰ ৰাতিবোৰ মাতাল, অবাধ্য'। দ্বাৰকাৰ বদমাছিবোৰ মই জানো। সি কয় — 'ছোৱালীবোৰ বৰফ। অলপ সাহস কৰি হাতৰ মুঠিত তুলি ল'লে লাহে লাহে গলিবলৈ ধৰে। প্ৰথমতে কষ্ট, তাৰ পাছত সহজ হৈ যায়। মোৰো এটা টেলিফোন আহিল। যোল্ল পূৰণ যোল্ল আকাশখন এৰি, এইবাৰ দহ পূৰণ বাৰ কোঠালৈ আহিলোঁ। ৰিচিভাৰত ভাহি আহিল সাংসাৰিক বাৰ্তা। শাহুৰ বুকুত কফ, মোৰ মাৰ আঁঠুৰ বিষ বেছি হৈছে, এটা ঔষধ পোৱা নাই। নামটো লেখি ল'লোঁ। পল্টনবজাৰৰ বিশেষ ফাৰ্মাচী এখনতহে এই ঔষধটো পোৱা যায়। তৎক্ষণাৎ সময়ৰ অংক মিলালোঁ — পুৱা দহটাত ওলাই গৈ ট্ৰেফিক-জামৰ বেদনা লৈ, সেইখিনি পাওঁতে চাৰে এঘাৰটা হ'ব। তাৰ পিছত অফিচ — ছেঃ বহুত দৰকাৰী কামো আছিল। পিছবেলা, ছয়মাইলত থকা ব্লুহিল কাউন্টাৰত থকা নীৰেনক খবৰটো জনাব লাগিব। যোৰহাটলৈ যোৱা এখন বাছত, ৰাজু নামৰ শহুৰৰ ঘৰৰ ওচৰৰ ল'ৰাটো হেণ্ডিমেন। দৰকাৰী বস্তু অনা-নিয়াৰ দায়িত্ব সিয়েই হাঁহিমুখে লয়। আচৰিত লাগে ৰাজুক দেখিলে। দেখিলেই হাঁহি মাৰি সোধে — 'কিবা খবৰ-খাতি, বস্তু দিব লগা আছে নেকি?' এইদৰে দায়িত্ব পালন কৰি আহিছে, ময়ো নিৰ্বিবাদে দায়িত্ব দিছোঁ। অথচ সি এই দায়িত্ব পালন নকৰিলেও মই তাক বেয়া পাব নোৱাৰোঁ। কিন্তু ৰাজুৱে একো নাভাবে। হেণ্ডিমেনৰ দায়িত্বৰ ভিতৰতে এই দায়িত্বও সামৰি লৈছে। কেতিয়াবা মই তাক কওঁ — ৰাজু তোমাক বৰ কষ্ট দিছোঁ মই। সি কয় — 'এ আপোনাৰ কষ্টও বুজি পাইছোঁ। মাইকী মানুহে দায়িত্ব সাৰিব নোৱাৰে নহয়'। মই সুধিছিলো — 'মতা মানুহে হ'বলা পাৰে? ৰাজুৱে ক'লে — 'মতা মানুহে দায়িত্ব ন'ললে 'ব'মভোলা' বুলি সাৰি যায়। আমাৰ দেউতা ইঞ্জিনিয়াৰিং কলেজৰ পিয়ন। সেইবাবেই নেকি ঘৰত একো নকৰে। ৰাতি এটুপি ধৰি ঘৰ সোমায়। মায়ে আমাৰ চোলা-কাপোৰৰপৰা পঢ়া-শুনা, খৰিৰপৰা লেমৰ কেৰাচিন তেলকণলৈকে চিন্তা কৰি ঘৰ-সংসাৰ চলায়। এতিয়া মই ডাঙৰ হোৱাত অলপ সকাহ পাইছে। দেউতাৰ দৰে মা হোৱা হ'লে বদনামী হৈ নগ'লহেঁতেন জানো?' ৰাজুক এইবাবেই ভাল লাগে। ঔষধ লৈ ৰাজুৰ হাতত দিম গৈ। কাউন্টাৰত বহা নীৰেনক কৈ থ'লেই ৰাজুক খবৰটো সি দি দিব। আকৌ টেলিফোন বাজিল। ঘৰ সজা হেড মিস্ত্ৰীৰ। জীৱনৰ আধা বয়স পাৰ হৈ যোৱাৰ পাছতো মূৰৰ ওপৰত এখন চাল নাই নিজস্বকৈ। মই জানো, ৰফিকুল হোছেইন, দ্বাৰকাই হাঁহিব মোৰ ঘৰ সজাৰ কথা শুনিলে। স্থায়ী ঠিকনা মানেই শৰাইঘাট দলঙৰ খুঁটা — দ্বাৰকাই মোক তাচ্ছিল্য কৰি ক'ব 'তই বৰবাদ হৈ গ'লি'। হেড মিস্ত্ৰীয়ে কৈছে — কাইলৈ ইটা আৰু বালি পেলাব লাগিব। পুৱাই পইচা নিবলৈ আহিব। স্বামী-স্ত্ৰী দুয়ো আৰ্জন কৰিও এটা ঘৰ সজাৰ পইচা গোটাব নোৱাৰোঁ — এইবুলিতো মিস্ত্ৰীক ক'ব নোৱাৰোঁ। সংসাৰ বুদ্ধিত বিচক্ষণ ৰমা খুৰাই এদিন সুধিছিল — তহঁত সদায় উটি-ভাহিয়েই ফুৰিবিনে? নিজৰ ঘৰ এটাত সোমা। মই সুধিছিলোঁ — ঘৰ কেলৈ খুৰা? বুঢ়া বয়সত ঘৰটোৱেই যদি আমাৰ সমস্যা হৈ পৰে, তেতিয়া? খুৰাই ক'লে — 'বিক্ৰী কৰি দিবি। বেচিম বুলি ঘৰটো সাজ। বেচিব নলগীয়া হ'লেও সুখ, বেচিব লগা হ'লেও দুখ নাই'।

মই চাৰিচুকীয়া আকাশখন নিশা সদায় চাওঁ। তাত কেতিয়াবা তৰা নাথাকে, কেতিয়াবা থাকে। সদায় গণি পেলাওঁ তৰাবোৰ। ই এটা খেলৰ দৰেই হৈ পৰিছে এতিয়া। এনে সময়ত দ্বাৰকা, ৰফিকুল হোছেইন আৰু কেতিয়াবা দেবেন দেৱানলৈ মনত পৰে। ছবি আঁকি জীৱন নিৰ্বাহ কৰা দেবেন দ্বাৰকাৰ দৰেই স্বাধীন। দেবেনলৈয়ো মোৰ ভীষণ ঈৰ্ষা। হঠাৎ মাজনিশা টেলিফোন কৰি চিএৰি-বাখৰি গালি পাৰিব। 'এই ফুট গধুলিতে শুলানে? কলকাতাত এতিয়া সন্ধিয়া। আজি বেলাৰ সৈতে বিৰলা আৰ্ট গেলাৰীত সন্ধিয়া কটাই আউটৰাম ঘাটলৈ গ'লোঁ। অলপ নৌকা বিহাৰ — এয়া সোমাইছোঁহি। নতুন ল'ৰা এটাৰ কাম চালোঁ। — শংখনীল দস্তিদাৰ — ল'ৰাটোৱে নতুন ডাইমেনশ্যনত ছবি আঁকিছে। বেলাই বৰ ভাল পোৱা নাই তাৰ কাম, মই ক'লোঁ, তুমি অলপ পুৰণি শিল্পী বুলি ইগ' ত্যাগ কৰি ল'ৰাটোৰ কাম চোৱা। ভাল পাবা। অৱশ্যে সি ৰঙৰ ক্ষেত্ৰত সাৱধান হ'ব লাগিব। নতুন ল'ৰাতো — বেপৰোৱাভাৱে ৰঙৰ ব্যৱহাৰ কৰিছে। সেইবোৰ বাদ দিয়া। মোলৈ ছোৱালী এজনী চোৱাচোন — বিয়া কৰাম, ছিৰিয়াছলি কৈছোঁ' —

দেবেনৰ মুখত যোৱা চৈধ্য বছৰে 'ছিৰিয়াছলি কৈছোঁ — বিয়া কৰাম' বাক্যটো শুনি আহিছোঁ। পূৰবী, বেলা, বিপাশা, মল্লিকা, নিউজিলেণ্ডলৈ গৈ লগ পোৱা জেচিকা, মাৰ্টিনা আৰু কত ছোৱালীৰ, কত মহিলাৰ সুখ-সান্নিধ্যৰ গল্প

তাৰ মুখত শুনিছোঁ। হঠাৎ পৰহিও দেবেনে ফোন কৰিলে — 'গুৱাহাটীৰপৰা কৈছোঁ, সময় আছেনে এবেলা?' মোৰ সেইদিনাই আটাইতকৈ বেছি ব্যস্ততা। নোৱাৰিলোঁ সময় দিব। দেবেনে ফোনতে উৰাই-ঘূৰাই গালি শোধালে। মই ক'লোঁ — পাক্কা কথা — কাইলৈ লগ হ'ম। পিছদিনা দেবেনে ৰাতি ফোন কৰিলে — মই খণ্ডতে সুধিলোঁ — কি হ'ল আজি নাহিলা যে! 'কেনেকৈ আহিম? মই আইজলৰপৰা কৈছোঁ। নৰ্থ-ইষ্টৰ পোছাক, ঘৰৰ পেটাৰ্ণৰ ওপৰত এখন কিতাপ কৰাৰ কাম পাইছোঁ। ঘূৰি ফুৰিছোঁ, দুদিন থাকি নাগালেণ্ডলৈ যাম। এই, মিজো ছোৱালীবোৰ ধুনীয়াহে বৰ। যাবলৈ মন যোৱা নাই! এই পৃথিৱীখন বৰ ধুনীয়া — বৰ ধুনীয়া'।

ঃ তেন্তে তাৰে এজনী চাই বিয়া-বাৰুৰ কথা পাতা।

ঃ বৰ ইচ্ছা হৈছে — পালেতো ভালেই আছিলে — পিছে এইবাৰ ছিৰিয়াছলি কৈছোঁ, মোলৈ ছোৱালী এজনী চোৱা — বিয়া পাতিম তৎক্ষণাৎ....' এনেকুৱা সময়ত দেবেনলৈ বৰ ঈৰ্ষা হয়। বন্ধু সঙ্গীবে প্ৰায়ে মোক কয় — দেবেন এনেকৈয়ে থাকক, তাক বিয়া কৰাবলৈ দিব নোৱাৰি। আমাৰ আশা-আকাংক্ষাৰ প্ৰতীক হৈ সিয়েই থাককচোন....

নিশা চাৰিচুকীয়া, এঘাৰটা তৰাযুক্ত আকাশখন চাই বিছনালৈ যাওঁতেই দিগন্ত ওজাৰ ফোন। দিগন্ত এতিয়ালৈকে 'বৰবাদ' হৈ যোৱা নাই। ক'লে — নতুন বছৰ আহিছে, এটি সাহিত্য সংখ্যাৰ আয়োজন চলিছে, গল্প এটা দিবই লাগিব, আচৰিত প্ৰস্তাৱ। মই কেতিয়া গল্প লেখিছিলোঁ! সেইবোৰ আছিল আখৰৰ সমষ্টি। নোৱাৰোঁ, নোৱাৰোঁ — দিগন্তই নুশুনে।

আজি আকাশত নটা তৰা। গল্প লেখা নহ'ল।

আজি আকাশত তিনিটা তৰা। গল্প লেখা নহ'ল।

আজি আকাশত এটাও তৰা নাই। বতৰ গোমা। শীত পৰিছে, ডিচেম্বৰ শেষ হ'বলৈ দুটামান দিন বাকী। এটা বছৰ এনেকৈয়ে বাগৰিল। ইমান ব্যস্ততা, অথচ বুকুৰ ভিতৰৰ কলহত এটোপা পানীও জমা নহ'ল। — আজিও গল্প লেখা নহ'ল। মইতো ৰফিকুল হোছেইন হ'ব নোৱাৰোঁ, মই দ্বাৰকা বা দেবেন দেৱান হ'ব নোৱাৰিলোঁ — সৃষ্টিৰ প্ৰেৰণা জীৱনৰ বাহিৰে কিহে দিব পাৰে! পুৱা পাঁচটাত উঠি মৰ্ণিংৱাক, সাতটাৰপৰা নটালৈ লেখা, দহটাত অফিচ, দুটাত লাঞ্চ। এই ৰুটিনত কি সৃষ্টি কৰিব পাৰি! শ্বৰ্টকাট চিন্তা কিবা আছে নেকি! নতুবা শ্বৰ্টহেণ্ডত লেখিব পৰা এটা কল্পনা। যোল্ল পূৰণ যোল্ল আকাশ; আৰু বাইছটা তৰাৰে জুমুঠি কৰি লোৱা এটা গল্পৰ এনাটমি কেনেকুৱা হ'ব? মহানগৰত য'তে-ত'তে বিস্ফোৰণ হৈছে, চুটি গল্পৰ দৰে হঠাৎ শেষ হৈছে জীৱন! শান্তিৰ আলোচনা এটা চলি আছে — দিগন্ত ওজাৰ ফোন, 'হ'লনে গল্পটো?' তাৰ মাজতে বাতৰি কাগজত ফটো এখন দেখিলোঁ— মহানগৰৰ আতংক-উদ্বিগ্নতাৰপৰা বহু দূৰৈত, আঘোণৰ পথাৰৰপৰা ধান চপোৱাৰ প্ৰশান্ত দুখন দাৰুনীৰ মুখ। য'ত থাকে ৰফিকুল হোছেইন, দ্বাৰকা, দেবেন।

মই কোনদিনা বুকুৰ দুৱাৰ খুলি আত্ম-গোপন কৰিম! কোন সময়ত নিজৰ হৃদয়ৰ মাজত আবদ্ধ হৈ নগ্ন হ'ম! কোনদিনা সাজিম ৰ' লগা এটা গল্পৰ ঘৰ, যিটো ঘৰৰ খিৰিকীৰ চৌকাঠত বহি ৰফিকুল হোছেইনৰ দৰে ক'ম — 'হঠাৎ কিবা যেন এক আত্মাভিমান লৈ জপাই দিছিলোঁ মই কোঠাৰ খিৰিকী —

তুমি চাগে ভাবিছা সখী
মই কি বলিয়া কবি
আবোল-তাবোল এটাবোৰ কি
শুনাচোন শুনা সখী
সপোনৰ কিবা জানো আছে আগ গুৰি
সপোন যে সদায় স্বাধীন.....। ■

# কথা কোৱা পুতলা

মানসীৰ 'মাৰ্টিনি'ৰ নিচা আৰু আনন্দৰ নিচাত মন আৰু শৰীৰৰ ভাৰসাম্য নোহোৱা হৈ গ'ল। নতুন শতিকাৰ প্ৰথম দিনটোৰ পুৱতি নিশা সোণাবিল ক্লাবতে যেন প্ৰথম সূৰ্যৰ কিৰণ আহি ৰামধনুৰ বৰ্ণময় ৰং ছটিয়াই দিলেহি, ঠিক তেনেদৰেই জ্বলি উঠিল ৰং-বিৰঙৰ লাইটবোৰ। বিশেষ আলোকসজ্জাত সোণাবিল ক্লাবৰ সন্মুখৰ ফোঁৰাৰাটোৰ পানীবোৰ জঁপিয়াই আকাশৰ ফালে গতি কৰিলে আৰু লগে লগেই হৃদয় প্লাৱিত কৰা সংগীত বাজি উঠিল। ঠিক তাৰ লগে লগেই তিনিঘণ্টাৰ আগতে অৰ্থাৎ পুৰণা বছৰ আৰু নতুন বছৰৰ দোমোজাত, বাৰ বাজিবলৈ চাৰি মিনিট থাকোঁতে, নতুন বছৰৰ শ্ৰেষ্ঠ ভাগ্যৱান বিচাৰি অনুষ্ঠিত হোৱা 'লটাৰী'টোৰ ফলাফল ঘোষণা কৰা হ'ল। কেতেকীবাৰী চাহ বাগিচাৰ মেনেজাৰ অনিকেচ চেটাৰ্জীয়ে ঘোষণা কৰিলে — হিয়েৰ আই এম গ'য়িং টু ব্লাষ্ট বিফ'ৰ ইউ, দ্য ফাৰ্ষ্ট লাকী উইনাৰ, দ্য নেইম অৱ বেষ্ট লাকী পাৰছন.....অঃ ন' ন', লেডী অৱ দ্য ইয়েৰ....মিছেছ ৰাজীৱ শইকীয়া..... গিৰ্জনি মৰা হাঁহি, চিঞৰ-বাখৰ, হাততালিৰ মাজত মানসীৰ বুকুৰ ভিতৰত এশটা এশ পাৱাৰৰ বাল্ব একেলগে জ্বলি উঠিল। তাই নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলে। লটাৰীৰ টিকটটো কিনিবলৈ ৰাজীৱৰপৰা টকা এশ লওঁতে ৰাজীৱৰ মুখত দেখা চিৰপৰিচিত বিৰক্তিৰ মুদ্ৰ, হাতৰ তৰ্জনী আঙুলিৰে কাণৰ ফুটাটোত দুবাৰমান খোঁচৰা দেখিয়েই তাই বুজিছিল ৰাজীৱৰ খং উঠিছে। কিন্তু উপায় নাই। ৰাজীৱেও জানে উপায় নাই। মানসীয়ে, মানে মিছেছ ৰাজীৱ শইকীয়াই যদি এশ টকা দি টিকটটো নিকিনে, তেন্তে ইমান ডাঙৰ কোম্পানীৰ পাৰ্ছনেল মেনেজাৰ ৰাজীৱৰে পাৰ্টিটোত নাক-কাণ যাব। ইতিমধ্যে হাউচি, ৰামী, কে'কফান, লাকী ৱাইন উইনাৰ ইত্যাদি গেমবোৰত মানসীৰ পাৰ্চত থকা টকা পাঁচশ শেষ হৈ ৰাজীৱৰো মানিবেগৰ তিনিশ টকা ধৰি মুঠ আঠশ টকা শেষ হৈছে। এতিয়ালৈকে পোৱাৰ নামত একোতো নাই। সৰ্বশেষত শ্ৰেষ্ঠ ভাগ্যৱানৰ লটাৰী। টকা এশ দিওঁতে হুইস্কীৰ নিচাত দোৰোল নোখোৱা জিভাৰে ৰাজীৱে মানসীক কৈছিল — 'আমাৰ যাতে এয়াই শেষ দুৰ্ভাগ্য হয়। আৰু কিবা ওলালে কিবা কৰি সাৰিবলৈ চাবা বুজিছা'। অসমীয়া নুবুজা, ওচৰতে বহি থকা কৰ্ণেল সিঙে সুধিলে — এনিথিং ৰং — মিছেছ চাইকীয়া? 'ন'-নট-এট অল' বুলি ধুনীয়াকৈ হাঁহি মাৰি মানসী ৰাজীৱৰ ওচৰৰ পৰা গুচি আহি দুখ ভাবটো মনৰ ভিতৰতে লুকুৱাই হাঁহি হাঁহি হাই-লেডীবোৰৰ মাজলৈ গৈ ৰাজীৱৰপৰা নিয়া এশ টকা পাৰ্চৰ ভিতৰৰপৰা উলিয়াই দিছিল। কিন্তু এয়া কি অবিশ্বাস্য ভাগ্য। অৱশেষত তাই প্ৰথম পুৰস্কাৰ পালে। তাৰমানে থাইলেণ্ড ভ্ৰমণৰ অহা-যোৱা ফ্ৰি টিকট। মানসীৰ নিচা ফাটি গৈছিল। তাই মাত্ৰ উষ্ণ সাদৰ-সম্ভাষণ — ৱাউ! ৱাণ্ডাৰফুল! হাউ লাকী। ইত্যাদি শব্দবোৰৰ সৈতে পোৱা চুমা-আলিংগনত হেৰাই গৈছিল। ৰাজীৱেও তাইক আহি সাবটি ধৰিলেহে। তাৰো নিচা ফাটি গৈছিল। দ্বিতীয় পুৰস্কাৰ পোৱা 'কাঠমাণ্ডু ফ্ৰি আপ-ডাউন' কোনে পালে মানসীৰ শুনিবলৈকে ধৈৰ্য নহ'ল। ইতিমধ্যে এই পুৰস্কাৰ পোৱাৰ উলাহত আৰু এক ৰাউণ্ড 'ড্ৰিংকছ হৈছিল, ফূৰ্তি আৰম্ভ হৈ গৈছিল।

পুৱা ৫ বজাত সোণাবিল বাগিচাত টুকুৰি লৈ বনুৱা তিৰোতাবোৰে যেতিয়া পাত তোলা আৰম্ভ কৰিছিল, তেতিয়া শাৰী শাৰীকৈ সোণাবিল ক্লাবৰপৰা নানা ৰঙৰ গাড়ীবোৰ বাগিচাৰ সেন্দূৰীয়া ৰাস্তাৰে এখন এখনকৈ পাৰ হৈ গৈছিল। ৰাজীৱ আৰু মানসীহঁতৰো কোম্পানীয়ে কিনিবলৈ সুবিধা কৰি দিয়া, তৃতীয় ইনষ্টলমেণ্ট কেইদিনমানৰ আগতে দি উঠা বগা মাৰুতি জেনখনো সেই শাৰীৰ মাজে মাজে ছন্দোময় গতিৰে গৈ থাকিল। অৱসাদ, তৃপ্তি আৰু আনন্দত ড্ৰাইভিং ছীটৰ কাষৰ ছীটটো হেলনীয়া কৰি মূৰ পেলাই যোৱা মানসীয়ে চকু দুটা মুদিয়েই

সুধিলে— 'ৰাজ, মই পুৰস্কাৰটো পোৱাৰ বাবে তোমাৰ কেনে লাগিছে কোৱানা সঁচাকৈ.....'।

ঃ সঁচাকৈ-মিছাকৈ আৰু কি, ভালটো লাগিছেই, কিন্তু তুমি এটা টিকটহে পাইছা, যাবা নে নোযোৱা তুমি ঠিক কৰিবা, টিকটৰ ভেলিডিটি তিনিমাহলৈকে।

ঃ ইস্ — মই আকৌ অকলে কেনেকৈ থাইলেণ্ডলৈ যাম? তুমিও যাব লাগিব। মানসীয়ে আবদাৰ কৰি ক্লাট্‌ছৰ ওপৰত থকা ৰাজীৱৰ বাঁওভৰিৰ উৰুটোত হাতখন থ'লে।

ঃ পাগল হৈছা নেকি? যেনেকৈ কৈছা যেন, শিৱসাগৰৰ মাৰাৰ ঘৰলৈহে যোৱাৰ কথা। কমেও ত্ৰিশ ছহেজাৰ টকা মোৰ খৰচ হ'ব। তুমি অকলে গ'লেও তাত থকা-খোৱাটো নোপোৱা নহয়। তোমাৰ থকা-খোৱাৰ বাবেও দহ হেজাৰ ধৰা। সাতদিনৰ মূৰতহে ৰিটাৰ্ণ টিকট। গতিকে দুটা মানুহৰ ৭ দিন থকা-খোৱাৰ বাবদ বিছ হেজাৰটো লাগিবই। সকলো মিলি অতি কমেও পঞ্চাছ হেজাৰ টকা। গতিকে তুমিয়েই সাহস কৰি যোৱা। বিশ হেজাৰমান যোগাৰ কৰি দিম আৰু, পুৰস্কাৰ পালা যেতিয়া।

ঃ মই জানিছিলোঁৱেই। মোৰ ভাগ্যত এইবোৰ হ'বই। আই হেড টু কিক্ আউট মাই ফৰচুন..... কৈ কৈ উচুপি উঠিল মানসী। গাড়ীখন আহি ৰাষ্ট্ৰীয় ঘাইপথত উঠিছিলহি। সন্মুখৰ গ্লাছখনত নিয়ৰৰ বিন্দু বিন্দু কণিকা, গাড়ীৰ ভিতৰত মানসীৰ চকুত পানী। ৰাজীৱে ৱাইপাৰ দুডাল চলাই দিলে। গ্লাছখনৰ বাহিৰৰ পানীবোৰ ৱাইপাৰ দুডালে তৎক্ষণাতে মচি চিক্‌চিকীয়া কৰি তুলিলে। ৰাজীৱে কেৰাহিকৈ মানসীলৈ চালে। মানসীৰ চকুৰ পানী বন্ধ কৰিবলৈতো আৰু ৱাইপাৰ ব্যৱহাৰ কৰিব নোৱাৰি। ৰাজীৱে ভাবি নাপালে— কি বুলি ক'লে এতিয়া মানসী শান্ত হ'ব — সি বহুত ভাবি-চিন্তি ক'লে, 'ৰ'বাচোন টিকটৰ পইচা এনকেশ্ব কৰিব পৰা যায় নেকি সোধোঁ। তেতিয়া দেখোন প্ৰায় বিছ হেজাৰ টকা তোমাৰ, যি কৰা কৰিবা। মানসী কিছু শান্ত হ'ল, কিন্তু মুখৰ ডাৱৰ নুগুচিল। সোণাবিলৰপৰা মহানগৰীলৈ প্ৰায় ২৫ কিঃ মিঃ পথ সিহঁত দুয়োটাই আৰু কোনো কথা নাপাতিলে।

দুসপ্তাহ পাৰ হৈ গ'ল। আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোৱে গম পালে মানসীয়ে সাতদিনৰ বাবে থাইলেণ্ড ভ্ৰমণ কৰিব পৰাকৈ ফ্ৰী টিকট পুৰস্কাৰ পাইছে — ইয়াৰ বাবে ৰাজীৱৰ বন্ধু-বান্ধৱক পাৰ্টিও দিব লগা হ'ল। কিন্তু — 'কেতিয়া যাবা তোমালোক' বুলি যেতিয়াই কোনোবাই প্ৰশ্ন কৰে, মানসী ফালৰি কাটি যায়, ৰাজীৱেই উত্তৰ দিয়ে — চাওঁচোন, মই আৰু আমাৰ পিংকীক লৈ সমস্যা হৈছে।

ঃ এস, ইমান ডাঙৰ কোম্পানীৰ পাৰ্ছনেল মেনেজাৰ, এটা টিকটৰ খৰচ গোটাব নোৱাৰিবানে? যোৱা, যোৱা এই সুযোগ নোপোৱা আৰু। পিংকীক আপোন মানুহৰ ঘৰত থৈ যোৱা, দহ-বাৰদিনৰ কথাহে! — বন্ধু-বান্ধৱৰ মন্তব্য।

মানসীয়ে দুপৰীয়া পিয়নে দি যোৱা চিঠিখনৰ কথা ৰাজীৱক ক'বনে নকয় ভাবি অস্থিৰ হৈ থাকিল গোটেই দিনটো। সন্ধিয়া ৰাজীৱ টাইৰ গাঁঠি ঢিলা কৰি কৰি যেতিয়া সোমাই আহিল, মানসীয়ে ততাতৈয়াকৈ নিজেই হাতৰ লেডাৰৰ এগ্‌জিকিউটিভ বেগটো লৈ ক'লে — 'সোনকালে মুখ-হাত ধোৱাচোন, তোমাৰ ফেভাৰেট চিকেন কাট্‌লেট বনাইছোঁ জানা'। বনকৰা ল'ৰা দীনই তধা লাগি মানসীৰ তৎপৰতা চাই থাকিল। অন্যদিনা গাড়ীৰ মাত শুনিলেই দৌৰি গৈ গেট খুলি দিয়া, আৰু হাতত চাহাবৰ বেগটো লৈ পিছে পিছে নাহিলে কুকুৰে কাঁইট নোখোৱাকৈ গালি খাব লগাত পৰে। আজিৰ কথা বেলেগ। ৰান্ধনিঘৰত মানসীয়ে তাক চিকেনৰ মাংস মিহিঁকৈ কুটিবলৈ লগাই নিজেই সকলো কৰিছে।

চাহ খাই তৃপ্তিৰে উগাৰ এটা মাৰি ৰাজীৱে ড্ৰইংৰুমৰ ছোফাত হেলান দি ক'লে — 'বুজিছা, বহুত যত্ন কৰিলোঁ, টিকটৰ পইচা নিদিয়ে। তুমি যাবই লাগিব, নহ'লে থাইলেণ্ড যোৱাটোকে বাতিল কৰিব লাগিব'। 'ইস্, বাতিল কেনেকৈ কৰিম? জীৱনত কেতিয়াবা থাইলেণ্ড ফুৰিবলৈ পাম নেকি? প্ৰেষ্টিজ ক'ত থাকিব? কি ক'বা তোমাৰ কলিগবোৰক? আমাৰ পইচা নাই বুলি? মিছেছ দাস, মিছেছ সিংহঁতে যে মোক কি উপলুঙা কৰিব এবাৰ ভাবি চাইছানে?' মানসী ফোঁচ-ফোঁচাই উঠিল। ৰাজীৱে খঙতে ছোফাৰ হাতলত ঢকা এটা মাৰি ক'লে — 'কিন্তু টিকটৰ পইচা তুমি নোপোৱা। এইবোৰ কমিছনৰ কথা। তুমি কি বুজিবাহে এইবোৰ কথা? 'স্কাইলাইন' বুলি যিটো ট্ৰেভেল এজেন্সীয়ে টিকটৰ যোগান ধৰিছে সিহঁতেই আমাৰ কোম্পানীক কৈ লটাৰী কৰাইছে। কমিছন পায় আমাৰ মেনেজাৰ, ডাইৰেক্টৰে। তোমাৰ মৰমত সিহঁতে থাইলেণ্ডলৈ নগ'লে টিকটৰ পইচা নিদিয়ে। নগ'লে তুমি পুৰস্কাৰ নাপালা, আৰু গ'লে আৰু বিছ-ত্ৰিছ হেজাৰ টকা ভৰা 'নোযোৱাকৈ তুমি থাকিব পাৰা যদি থাকিবা'।

'মই কিন্তু লাজত ছুইছাইড কৰিম'। — মানসীয়ে উচুপিবলৈ ধৰিলে।

'আস্ সা.....ৰ'বাচোন, কিবা এটা কৰিব লাগিব। মই,

চাওঁ বাৰু, প্ৰভিডেণ্ড ফাণ্ডৰ টকাত হাত দিবলৈ মন নাছিল, হঠাতে মাটি একঠা ওলালে কি কৰিবা?'

'এতিয়া বাদ দিয়া মাটি-বাৰী। ভাৰাঘৰত থাকিলেও মানুহৰ মান বাছে, কিন্তু এইটো যদি নহয়'..... মানসী উচুপি উঠিল। ৰাজীৱে চিগাৰেট এটা জ্বলাই পায়চাৰি কৰিবলৈ লাগিল। কি সমস্যা, দুদিনমান আগলৈকে এটা বনকৰা ল'ৰা-ছোৱালীৰ বাবে মানসীয়ে লাজত ছুইছাইড কৰি দিম বুলি কৈছিল। ৰাজীৱ কোম্পানীৰ মাৰ্কেটিং মেনেজাৰ হোৱাৰপৰাই য'ত অনৰ্থৰ মূল হ'ল। নহ'লে দুবছৰীয়া পিংকী, পাৰ্ট-টাইমৰ মানুহ এজনীৰ সৈতে মানসীৰ সংসাৰ ভালেই চলিছিল। কিন্তু কোম্পানীৰ জেনেৰেল মেনেজাৰৰ সন্মানাৰ্থে কৰা ডিনাৰ পাৰ্টিটোত, পিংকীক থ'বলৈ একো উপায় নাপাই লগতে লৈ যোৱাৰ পিছৰপৰাই ঘৰখনৰ ওপৰেৰে এটা প্ৰহেলিকা পাৰ হ'ল। দুবছৰীয়া পিংকীৰে সৈতে সস্ত্ৰীক ৰাজীৱ বৰুৱাক দেখি পাৰ্টিত প্ৰত্যেকেই একোটা কৌতূহলী দৃষ্টি নিক্ষেপ কৰিলে। ৰাজীৱ অফিচৰ কলিগৰ সৈতে ব্যস্ত হ'ল। অফিচাৰ্ছ ৱাইভছবোৰেও পছন্দ অনুযায়ী ড্ৰিংকছ নতুবা ক'লাৰ গ্লাছ লৈ ফুলনিত বহিলগৈ। সমস্যা হ'ল পিংকীক লৈ। মুকলি ফুলনি পাই তাই নতুনকৈ শিকা খোজকেইটা পেলাই দৌৰিবলৈ আৰম্ভ কৰিলে। কেৱল সেয়াই নহয়, তাই জুমজুমকৈ থকা অচিনাকি মানুহবোৰৰ কাপোৰত ধৰিও টানি-আঁজুৰি তাইৰ ফালে দৃষ্টি আকৰ্ষণ কৰিবলৈ উঠি-পৰি লাগিল। মানসীয়ে লাজে-অপমানে জৰ্জৰিত হৈ পিংকীৰ পিছে পিছে দৌৰি ফুৰিলে। আটাইতকৈ পৰিস্থিতিটো বিভীষিকাময় কৰি তুলিলে মিছেছ বৰাৰ শ্লেষোক্তিয়ে। মিছেছ বৰা আৰু মানসী কলেজত একেলগে পঢ়া। কলেজত অতি গাধা আৰু চৌবিছ ঘণ্টাই মেক-আপত থকা মিছেছ বৰাক মানসীহঁতে গুৰুত্ব নিদিছিল। মানসীয়ে ব'টানিত দ্বিতীয় শ্ৰেণী পাই এম-এছ-চি. পাছ কৰি ৰাজীৱক বিয়া কৰোৱাৰ পাছতহে জানিলে যে পি-ইউ দেওনা কেইবাবাৰে যত্ন কৰি পাৰ হ'ব নোৱাৰা বীণা বৰা ৰাজীৱৰ 'বছ'ৰ ঘৈণীয়েক। মিছেছ বৰায়ো কলেজত থকা সময়ছোৱাত মানসীহঁতৰ ওচৰত ভোগা হীনমান্যতাৰ হিচাপ এতিয়া কড়াই-গণ্ডাই মানসীক পাই তুলিবলৈ ল'লে। মানসীৰ সেই পৰিস্থিতি দেখি কোনো এগৰাকী সহৃদয় হাইলেডীয়ে পিংকীক কোলাত নুতুলিলে। বৰঞ্চ মিছেছ বৰাই সকলোৰে শুনাকৈ কৈ দিলে — 'তাইক কেতিয়াবা পাৰ্ক-চাৰ্কত ফুৰাবা মানসী'। স্বয়ং ৰাজীৱেও কল্পনা কৰা নাছিল ইয়াৰ পিছৰ দৃশ্যটোৰ পৰিণামৰ কথা। কথাবাৰ শুনাৰ লগে লগে মানসীয়ে পিংকীৰ কোমল কপাহৰ দৰে বগা ফ্ৰকটোত খামুচি ধৰি তাইৰ ফুল-কুমলীয়া গাল দুখনত থাচ্‌থাচ্‌কৈ দুচৰ শোধাই দিলে। প্ৰথমতে পিংকীয়েও কি হ'ল তৎ ধৰিব পৰা নাছিল, কিন্তু পিছমুহূৰ্তত পিংকীয়ে গগনাফলা কান্দোনেৰে পৰিৱেশটো বৰফ কৰি পেলালে। ৰাজীৱ দৌৰি অহা দেখিয়েই মানসীয়ে ক'লে — 'এই মুহূৰ্ত্তে ঘৰলৈ ব'লা'। পৰিস্থিতিৰ গুৰুত্ব বুজি ৰাজীৱেও সকলোকে ক্ষমা খুজি ঘৰলৈ উভতিল। ওৰে বাটটো মানসীয়ে কান্দিলে। ৰাজীৱক একো বুজোৱাৰ দৰকাৰ নহ'ল। তেতিয়াৰপৰাই ৰাজীৱে সাৱধানতা ল'লে। বনকৰা ল'ৰা দীনক কোনোমতে যোগাৰ কৰা হ'ল। তাৰ পাছত কিন্তু আকৌ অন্য সমস্যা আহিল। ৰাজীৱ মাৰ্কেটিং মেনেজাৰ হোৱাৰ পাছত এটা প্ৰট'কল পাৰ্টি ঘৰত দিব লগা হ'ল। সৰু ঘৰটোত প্ৰায় বাইছজন আলহী উঠা-বহা, খোৱা-বোৱা কৰাটো অসুবিধা হ'ল। মানসীক কেইবাগৰাকীয়ে মাটি আৰু ফ্লেটৰ সন্ধান দিলে। ৰাজীৱৰ বাবে যে এতিয়া ল'ন পোৱাৰ অসুবিধা নাই সেয়াও বুজাই ক'লে। তাৰ পাছৰপৰা মাটি আৰু ফ্লেটৰ অংক কৰোঁতেই আহিল — নতুন থাইলেণ্ড সমস্যা। কি দৰকাৰ আছিল কথা নাই, বতৰা নাই থাইলেণ্ডলৈ যোৱাৰ! ৰাজীৱ বা মানসীয়ে সপোনতো এই সময়ত থাইলেণ্ডলৈ যোৱাৰ কথা জানো কল্পনা কৰিছিল? টিকটটো মানসীয়ে নাপাই ৰাজীৱে পোৱা হ'লে কি কৰিলেহেঁতেন? চিধাই — 'নাযাওঁ' বুলি ক'লেহেঁতেন। কিন্তু তেতিয়াও জানো মানসীয়ে একেই অৱস্থাৰ সৃষ্টি নকৰিলেহেঁতেন? পদ-মৰ্যাদাৰ এই জখলাডাল যে কিমান ভয়ংকৰ ৰাজীৱে প্ৰমোশ্যন পোৱাৰ সময়ত কল্পনাও কৰা নাছিল। জখলাডালত উঠাও টান, নমাও টান। এই সময়ত হঠাতে পঞ্চাছ হেজাৰ টকা যোগাৰ কৰে কেনেকৈ?....

ঃ কি হ'ল আজি চিগাৰেট খায়ে ভোক গুচাবা নেকি?
মানসীৰ মাতত ৰাজীৱৰ সম্বিৎ ঘূৰি আহিল। সম্পূৰ্ণ এপেকেট চিগাৰেট সি ইতিমধ্যে শেষ কৰিলে। টিপয়খনত থকা এচ্‌ট্ৰেটোত চিগাৰেটৰ ছাই আৰু টুকুৰাবোৰৰ বাবে ঠাই নোহোৱা হ'ল।

ঃ পিংকী শুলে নেকি?

ঃ শুৱাই থৈ আহিছোঁ। ভাত দিওঁনে তোমাক?

ঃ ৰ'বা, পিংকীক কি কৰিম? থাইলেণ্ডলৈ পিংকীক নিবলৈ হ'লে দেখোন আৰু ১৫ হেজাৰমান টকা লাগিব।

আমি বাৰু ভাত কিবা-কিবি কোনোমতে খাই ভোক গুচালোঁ। তাইৰ বাবেতো সাতদিনৰ খোৰা লৈ যাব নোৱাৰোঁ।

মানসীয়ে কথাটো চিন্তাই কৰা নাছিল। ভাবিছিল আঢ়ৈ বছৰীয়া ছোৱালীজনীক মাক-বাপেক দুয়োটাৰে মাজত চেপা মাৰি লৈ যাব আৰু কোনোমতে। তাই ৰাজীৱৰ মুখলৈ অসহায়ভাৱে চালে।

ঃ তোমাৰ মাৰাৰ ওচৰত থৈ যাম নেকি?

ঃ কি কোৱাহে? মা মাত্ৰ যোৱা সপ্তাহত নাৰ্চিংহোমৰপৰা কোনোমতে বাচি ওলাই আহিছে। হাই ব্লাড প্ৰেছাৰ, হাই ছুগাৰৰ মানুহজনীক আকৌ পিংকীৰ সমস্যা দিমনে?

ঃ তেন্তে উপায় নাই, আমাৰ বৌটিকে মাতি পঠাওঁ। নহ'লে পিংকীকে গাঁৱলৈ পঠিয়াওঁ। অসুখ-বিসুখ নাই। পথাৰ-সমাৰ চন্তালি আছে। পিংকীক চাব পাৰিব। মানসী নিশ্চুপ হৈ ৰ'ল। পিংকীক কমাৰবন্ধাৰ গাঁৱলৈ যে থাকিবলৈ মানসীয়ে পঠাব নোৱাৰে সেই কথা জানিয়েই ৰাজীৱে এই প্ৰস্তাৱ দিছে বুলি মানসীৰ বুজিবলৈ বাকী নাথাকিল। সমুখত এতিয়া দুটাই পথ, হয় পিংকীক লগত লৈ যাব লাগিব, নহয় গাঁৱৰ ঘৰত থৈ যাব লাগিব। সুযোগ বুজি মানসীয়ে এইবাৰ গাঁৱৰ ঘৰৰপৰা অহা চিঠিখনৰ কথা লাহেকৈ উলিয়ালে।

'আজি ঘৰৰপৰা তোমাৰ চিঠি এখন আহিছে, আইজনীৰ দৰা এটা ওলাইছে, তেওঁলোকৰ বহাগতে বিয়া দিয়াৰ মন'। — ৰাজীৱে কথাটো শুনিয়েই বহাৰপৰা উঠি দিলে।

ঃ ইমান দেৰি সেইটোকে কোৱা নাছিলা কিয়?

ঃ ক'বলৈনো সুবিধা পাইছোঁ ক'ত?' — মানসীৰ খং উঠি গ'ল।

ঃ ৰ'বা, সেইটোহে আমাৰ বাবে এতিয়া প্ৰধান সমস্যা হ'ব লাগিছিল। চোৱাচোন, গাঁৱলীয়া বুঢ়ী এজনীক মাজে মাজে আনি ঘৰত ৰাখিলেও তোমাৰ — মানে আমাৰ প্ৰেষ্টিজ হানি হয় বুলি বৌটিক নানো। ইফালে আজি তিনিবছৰেই হ'ল ঘৰলৈ নোযোৱা তথাপিও সিহঁতে আমাক আপত্তি নকৰে। নিবনুৱা ভাইটোক চাকৰি এটা দিব নোৱাৰিলোঁ, অথচ সি হালৰ মুঠিত ধৰিয়েই গাঁৱৰ পৰিয়ালটো চলাই আছে। মানুহ পালেই যাৰ-তাৰ হাতত চাউল এমোনা, জাতিলাও, ৰঙালাও যি বাৰীৰ বস্তু পাই তাকেই দি পঠায় আমালৈ। ইমান দিন ঘৰখনৰ কাকো একো এটা পা-পইচা দি সহায় কৰা নাই। এতিয়া একমাত্ৰ আবিয়ৈ ভনীজনীৰ দৰা এটা ওলাইছে, তাইৰ বিয়াখন দিব নোৱাৰাটোতকৈ আন কিবা লাজৰ কথা হ'বনে? — চাওঁ চিঠিখন আনা।

মানসীয়ে এইবাৰ দ্‌পদপাই বেডৰুমলৈ সোমাই গ'ল আৰু এখন চিঠি আনি ৰাজীৱৰ গালৈ প্ৰায় দলিয়াই দি ক'লে — 'তুমি ভাবিছা নেকি তোমাৰ কথাবোৰ মই নুবুজোঁ বুলি? আই কেন ফিল ইয়'ৰ পয়জনাছ পিন্স!' ৰাজীৱে চিঠিখন খুলিলে সন্তৰ্পণে। ইনলেণ্ড লেটাৰৰ মাজৰপৰা শুকান মৰহা ফুলৰ পাহি দুটামান সৰি পৰিল। এয়া সদায় হয়। ভায়েকে বা ভনীয়েকে লেখা চিঠিৰ মাজত আখৰ ভালকৈ লেখিব নজনা মাকে ঘৰৰ কাষৰ গোসাঁই থানখনৰপৰা নিৰ্মালি আনি এইদৰে চিঠিৰ মাজত দি পঠায়। ৰাজীৱে ফুলৰ পাহিকেইটা সযত্নে বুটলি ল'লে, তাৰ পাছত চিঠিখন পঢ়িবলৈ আৰম্ভ কৰিলে।

সেইদিনা নিশা ৰাজীৱ আৰু মানসীৰ তৰ্কযুদ্ধই ইমান চৰম সীমা পালে যে দুয়োৱে ভাত নাখাই শুই থাকিল। দীনই কেৱল বহু ৰাতিলৈ শুনি থাকিল — মেম চাহাবৰ চেপা কান্দোন, মাজে মাজে বস্তু দলিওৱাৰ শব্দ।

অৱশেষত এটা সপ্তাহৰ উত্তেজনা, উষ্ণ প্ৰবাহ, অন্তৰ্জ্বলা অতিক্ৰম কৰি হোৱা আগ্নেয়গিৰি বিস্ফোৰণৰ ফলত পৰিস্থিতি বহুখিনি শান্ত হ'ল। মানসীয়ে জোৰোণত দিয়া সোণৰ অলংকাৰ সকলো বিক্ৰী কৰি থাইলেণ্ডলৈ গৈ লাজ-মান ৰক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। সম্পূৰ্ণ দুদিন মানসীয়ে এই সিদ্ধান্তত স্থিতাৱস্থা বাহাল ৰাখিলে। সংসাৰৰ এই দমবন্ধ পৰিৱেশৰপৰা মুক্তি পাবলৈকে অৱশেষত ৰাজীৱে সকলো সাঁচতীয়া টকা উইড্ৰ কৰি থাইলেণ্ড চাবলৈ পত্নীক সংগ দিব বুলি ঘোষণা কৰিলে। ঠিক হ'ল, পিংকীক মানসীৰ বৰদেউতাৰ ছোৱালী নীনাৰ ঘৰত এসপ্তাহলৈ থৈ যাব। নীনা আৰু তাইৰ স্বামী দুয়ো চাকৰিজীৱী যদিও ল'ৰা-ছোৱালী ডাঙৰ, অসমৰ বাহিৰত পঢ়ি আছে। নীনাৰ ঘৰত থকা মালতীবায়ে পিংকীক চোৱা-চিতা কৰিব দিনত। নীনাহঁতেও সানন্দে সন্মতি দিছে কথাটোত। আজিকালিৰ দিনত ইমানখিনি দায়িত্ব লাঘৱ কৰিবলৈ আগবাঢ়ি অহা মানুহ পাই মানসী নীনাৰ প্ৰশংসাত পঞ্চমুখ হ'ল।

ৰাজীৱহঁতে অফিচৰ বন্ধু-বান্ধৱৰ আগত ঘোষণা কৰিলে থাইলেণ্ড যাত্ৰাৰ কথা। অভিজ্ঞ কেইবাজনো ছিনিয়ৰ অফিচাৰে নানা তৰহৰ উপদেশ ৰাজীৱ দম্পতীক দিলে।

মিছেছ্ দাচগুপ্তাই মানসীক টেলিফোন কৰি ক'লে যে আচাৰৰ বটল এটা কাপোৰৰ মাজত যাতে লৈ যায়। তাৰ ভাতবোৰত অলপ অন্য গোন্ধ এটা আছে, আচাৰ থাকিলে খাব পৰা যাব। কোনো কোনোৱে বাদাম লগত নিবলৈ ক'লে। অন্ততঃ বাদাম খাই থাকিলে এসাজ ৰাহি কৰিব পৰা যাব। বহুতে 'ৰিজনেবল' হোটেলৰ সন্ধানো দিলে। ৰাজীৱে সকলো উৎসৰপৰা টকা উঠাই অতি গোপনে দুই-এজন বন্ধুৰ পৰাও ব্যক্তিগত ধাৰ হিচাপে কিছু টকা ল'লে। দুই-এপদ বজাৰ কৰি আনি বন্ধু-বান্ধৱক উপহাৰ দিব নোৱাৰিলে ইজ্জত মাটি হৈ যাব নহ'লে। ইতিমধ্যে লটাৰীত দ্বিতীয় পুৰস্কাৰ পোৱা মিঃ এণ্ড মিছেছ্ চাংকাকতি পৰিয়াল নেপালৰপৰা ঘূৰি আহি সবিস্তাৰে দ্বিতীয় হনিমুনৰ বৰ্ণনা শুনাই গ'লহি। ৰাজীৱে খঙতে ভোৰ্ভোৰালে মানসীক। 'তুমি ফাৰ্ষ্ট প্ৰাইজ নাপাই ছেকেণ্ডটো পোৱা হ'লে কি লোকচান আছিল? তেওঁলোকে পেয়াৰ টিকট পাইছে। দুজনৰ অহা-যোৱা ফ্ৰী। পোন্ধৰ হেজাৰ মানতে সকলো হৈ গ'ল'।

অৱশেষত বন্ধু-বান্ধৱৰ উইচ, আনন্দ-আহ্লাদৰ মাজত মানসীহঁতৰ উৰা-জাহাজ বৰঝাৰৰপৰা আকাশমাৰ্গলৈ উঠিল কলকাতা অভিমুখে। মানসীয়ে বহুপৰলৈ উচুপিলে, পিংকীক এৰি অহা বেদনাত। মাক-বাপেকে তাইক এৰি ক'ৰবালৈ যাবলৈ ওলোৱা দেখি তাই কান্দি-কাটি পৰিৱেশটো অস্থিৰ কৰি তুলিছিল। নীনাই কোলাত লৈ নানা তৰহৰ চকলেট্ দি তাইক যিমানে ফুচুলাইছিল সিমানে তাই মাকক জোৰেৰে সাবটি ধৰিছিল। 'পাপা ময়ো যাম' বুলি ৰাজীৱৰ কোলাৰপৰা পিংকী ননমা হৈছিল। মালতীবায়ে বুদ্ধি কৰি পিংকীক 'দোকানলৈ লৈ যাওঁ' বুলি নিয়াৰ সুযোগতে মানসীহঁত পলাই নহা হ'লে ঠিক মতে এয়াৰপ'ৰ্ট আজি নাপালেহেঁতেন নহ'লে। মালতীবায়ে পিংকীক কোলাত লৈ যাওঁতেও পিংকীয়ে মাক-দেউতাকৰ ফালে করুণ দৃষ্টিৰে বাৰে বাৰে চাইছিল। তাইৰ চকুত মাক-দেউতাকৰ প্ৰতি চৰম অবিশ্বাস ফুটি উঠিছিল। কথাটো ৰাজীৱে যেনেকৈ লক্ষ্য কৰিছিল, মানসীয়েও কৰিছিল, কিন্তু এই সময়ত পিংকীৰ প্ৰসংগ উলিয়াই যাত্ৰাৰ মুড নষ্ট নকৰিবলৈকে দুয়ো নিজে নিজক সহজ কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে।

বাৰ দিনৰ পিছত মানসীহঁতৰ প্লেন বৰঝাৰত অৱতৰণ কৰাৰ লগে লগেই মানসী উত্ৰাৱল হৈ উঠিল। এই সাতদিনৰ ৰোমাঞ্চকৰ অভিজ্ঞতাবোৰ এগুণত দুগুণ ৰহণ সানি কেনেকৈ কাক ক'ব, মনে মনে নামৰ লিষ্ট এখনেই তাই তৈয়াৰ কৰি পেলালে। ছিনিয়ৰ 'বছ'ৰ মাজত ভাৰতৰ বাহিৰলৈ নোযোৱা বহুত আছে। মানসীৰ তৃপ্তিত মন ভৰি উঠিল। তাই খুব আশা কৰিলে। যেন অতি সোনকালেই এটা ফেমিলি পাৰ্টি হয়। এইবাৰ মানসীয়ে ইমান দিনে কৰিব নোৱাৰা বহু কথাই এছ্টাব্লিছ কৰি চমক খুৱাই দিব। পিংকীৰ বাবে অনা কথা কোৱা ধুনীয়া পুতলাটো আৰু ফ্ৰকৰ পেকেটটো মানসীয়ে হাতত ল'লে। পোনেই নীনাৰ ঘৰলৈ গৈ পিংকীক ল'বগৈ লাগিব। তাই বাৰু কেনেকুৱা কৰিব? ৰাজীৱে ক'লে — 'পুতলাটো পালে তাই চাবাচোন, আমাকেই পাহৰিব'। মানসীয়ে নীনাহঁতলৈ সৰু-সুৰা উপহাৰ আনিছে। মালতীবাইক টকাকে অলপ দিয়াটো ঠিক কৰিছে। পছন্দ মতে তাই প্ৰয়োজনীয় বস্তু কিনিব পাৰিব। দেওবাৰ আজি, নীনাহঁত সকলো ঘৰতে থাকিব, বেছ স্ফূৰ্তিৰে ভাত-পানী খাই আবেলি সিহঁত ঘৰলৈ উভতিব পাৰিব।

নীনাহঁতৰ কলিং বে'লটো টিপি, মানসীয়ে পিংকীৰ বাবে অনা তাইৰ সমানেই পুতলাটো লৈ বৈ থাকিল। পিংকী দৌৰি ওলাই আহিলেই তাইক পুতলাটো দি চক্ খুৱাই দিব মানসীয়ে। কোনো ওলাই অহা নাই, নিমাও-মাও পৰিৱেশ। এইবাৰ ৰাজীৱে জোৰেৰে বে'লটো টিপিলে। খুট্‌কৈ শব্দ এটা কৰি দুৱাৰ খোল খালে। নীনা ওলাই আহিল। মানসীহঁতে হুলস্থূল লগাই দিলে — 'কি অ' — ইমান বে'ল বজাইছোঁ, খবৰ নাই। পিংকী ক'ত?' নীনাই মানসীৰ হাতখন টান মাৰি ক'লে — 'ৰচোন, হুলস্থূল নকৰিবি, পিংকীৰ টোপনি আহিছে অকণমান। তহঁত বহ ইয়াতে'। এটা আচহুৱা পৰিৱেশে মানসী আৰু ৰাজীৱক স্তব্ধ কৰি দিলে। 'এই দিনৰ বাৰ বজাত পিংকী শুব কিয়? তহঁতে এসপ্তাহতে তাইৰ সকলে অভ্যাস ওলোটাই পেলালি দেখোন?' মানসীয়ে ছোফাখনত বহি ৰূঢ়ভাৱে ক'লে। এইবাৰ নীনাৰ গিৰীয়েক ভিতৰৰপৰা ওলাই আহিল। মানসী আৰু ৰাজীৱক দেখি যেনেকৈ উৎফুল্লিত হ'ব লাগিছিল, নহৈ, শান্তভাৱে ক'লে — 'পালাহি তোমালোক। তাইৰ বাবে চুপ কৰিছানে নীনা, দৰবটো খুওৱাৰ আগতে খুৱাব লাগিব'। মানসীৰ গা চেবালে, তাই প্ৰায় চিঞৰি দিলে — কি হৈছে পিংকীৰ? ধুমুহাৰ দৰে ভিতৰলৈ যাব খোজা মানসীক নীনাই জোৰকৈ আকৌ ছোফাত বহুৱাই দি ক'লে — 'ৰ'চোন, ক'ম সকলো কথা। তহঁত যোৱাৰ দিনা পিংকীয়ে মাজে মাজে মনটো মাৰি আছিল যদিও, খোৱা-লোৱাত অসুবিধা কৰা নাছিল। কিন্তু পিছদিনাৰপৰা তাই একেবাৰে খাবলৈ-ব'বলৈ মন নকৰা হ'ল। দিনটো তাই মালতীবাইৰ বাহিৰে কাকো নাপাই

এনেকুৱা কৰিছে বুলি এদিন ছুটী লৈ মই ঘৰত থাকিলোঁ। সেইদিনা ৰাতিৰপৰাই তাইৰ জ্বৰ আৰু বমি আৰম্ভ হ'ল। চাইল্ড স্পেচিয়েলিষ্ট আহিল, ঔষধ দিলে, কিন্তু ঠিক যেনেকৈ ভাল হ'ব লাগিছিল নহ'ল। নোখোৱাৰ বাবে তিনিদিনৰ দিনা চেলাইন দিবলগীয়া হ'ল। ইফালে সদায় ময়ো অফিচ ক্ষতি কৰিব নোৱাৰোঁ। কি কৰিম উপায় নাপাই খবৰ-খাবৰ কৰি অফিচৰ পিয়ন এটাক ৰাজীৱৰ গাঁৱৰ ঘৰলৈ পঠাই দিলোঁ। ৰাজীৱৰ মাক-ভায়েক দুয়ো আহিল। ভাইটি কালিহে গৈছেগৈ। যিমান হওক আইতাক বুলি কথা। পিংকী বহুত ভাললৈ আহিছে। ডাক্তৰেও কৈছে, আইতাকেই দৰৱৰ গুণ দিছে। ছেল অৱ ইনছিকিউৰিটি কেতিয়াবা শিশুৰ মাজত হঠাতে ডেভলপ কৰে। সিহঁতে মুখেৰে একো প্ৰকাশ নকৰে, কিন্তু সিহঁতৰ ক্ষুদ্ৰ হৃদয় আৰু মগজুত হোৱা এক ধৰণৰ বিষণ্ণতা আৰু যন্ত্ৰণাই শাৰীৰিক বহু ক্ৰিয়া-প্ৰতিক্ৰিয়া ঘটায়। জ্বৰ উঠে, বমি কৰে। কেতিয়াবা য'তে-ত'তে প্ৰস্ৰাৱ-পায়খানা কৰি দিয়ে। এয়া ডাক্তৰে কোৱা কথা। আমি যদিও দুয়ো চাকৰি কৰোঁ, ল'ৰা-ছোৱালীক কন্দুৱাই ক'লৈকো যোৱা নাছিলোঁ বাবে এইবোৰ ঘটনা যে শিশুৰ মাজত ঘটে গমেই পোৱা নাছিলোঁ। আমি। যি হওক, বে'ডৰুমতে আইতাকো আছে, পিংকীও আছে, চাই আহঁাগৈ। শব্দ নকৰিবা, তাইৰ টোপনি ভাগি যাব'।

ঃ তোমালোকলৈ আমি পিংকীৰ কথা সুধি দুদিন ফোন কৰিছোঁ — নক'লা কেলৈ এইবোৰ কথা? মাত্ৰ দহ-এঘাৰ দিনতে ইমান ঘটনা হ'ল। ৰাজীৱৰ অসন্তুষ্ট মুখখনলৈ চাই নীনাৰ স্বামীয়ে এইবাৰ ক'লে —

ঃ আমি যদি ক'লোঁহেঁতেন পিংকীয়ে খোৱা-বোৱা কৰা নাই, জ্বৰ উঠিছে, তোমালোকে জানো লগে লগে গুচি আহিব পাৰিলাহেঁতেন? তোমালোকৰ ৰিটাৰ্ণ টিকটৰ মতেহে আহিব পাৰিলাহেঁতেন। তোমালোকে আমাক পিংকীৰ দায়িত্ব দি গৈছা, আমাৰ কৰ্তব্য পিংকীক আমাৰ সকলো শক্তি-সামৰ্থৰে ভালদৰে চোৱা-চিতা কৰাটোহে। মিছাকৈ এইবোৰ খবৰ দি সুদূৰ থাইলেণ্ডত তোমালোকৰ ভ্ৰমণ নিৰানন্দময় কৰাৰ কিবা যুক্তি আছে জানো? আমাৰ ষ্টেটাছ, প্ৰেষ্টিজ বৰ এটা নাই, কিন্তু পিংকীৰ যত্ন কৰিব পৰাকৈ অৰ্থ আৰু মৰম দুয়োটাই আছে। সেইবাবে তোমালোকে ভাল পোৱা নোপোৱা নাজানো, আইতাকক ময়ে গাঁৱৰপৰা লৈ আনিবলৈ ক'লোঁ। এতিয়া তাইৰ ভাল। জ্বৰ নাই। যিমান হওক দিয়াচোন, আমি তাইক ছমাহৰ মূৰতহে একোবাৰ দেখোঁ। তাইক আমি মৰম কৰিলেও এই পৰিৱেশ আচহুৱা পাবই। আমি মানুহ দুটাক তাই বিশ্বাসত ল'ব পৰা নাই, মালতীক ল'ব পৰা নাই, এই আচহুৱা নতুন ঘৰটোক ল'ব পৰা নাই। এঘণ্টা-দুঘণ্টাৰ কথা হোৱা হ'লে এয়া নহ'লেহেঁতেন, কিন্তু এঘাৰ দিন তাইৰ বাবে বহু দীঘল প্ৰতীক্ষা। আঢ়ৈ বছৰীয়া ছোৱালীজনীয়েনো বাৰু কেনেকৈ অ'তবোৰ চিন্তা কৰিব কোৱাচোন? — যোৱা, যি হ'ল — হ'ল। এতিয়া তাইৰ ওচৰলৈ যোৱা। আমি এইবোৰত অলপো বেয়া পোৱা নাই। ল'ৰা-ছোৱালী দুটা ডাঙৰ হৈ পঢ়িবলৈ গুচি যোৱাৰেপৰা সদায় সিহঁতক পিংকীৰ দৰে পাবলৈ বৰ মন গৈ আছিল। আমি তোমালোককহে ধন্যবাদ দিছোঁ।

মানসী আৰু ৰাজীৱে ইয়াৰ পিছত এটাও কথা উচ্চাৰণ নকৰিলে। নিশব্দে পিংকী থকা ৰুমটোলৈ গ'ল। আইতাক এখন ইজিচেয়াৰত বহি আছে। আইতাকৰ বুকুত পিংকীয়ে সমস্ত শৰীৰটোৰ ভাৰ এৰি দি পৰম নিৰ্ভয়ে শুই আছে। তাই দুয়োখন হাতেৰে আইতাকৰ ডিঙিত এনেভাৱে সাবটি আছে তাই টোপনি গ'লেও আইতাকে তাইক এৰি উঠি যাব নোৱাৰে। মানসীৰ এটা কথাই আচৰিত লাগিল, পিংকীয়ে মানুহ চিনি পোৱা হোৱাৰেপৰা আইতাকক কোনোদিনে দেখা নাছিল। অথচ পিংকী এইদৰে মানসীৰ বুকুতো কোনো দিনে টোপনি যোৱা নাছিল। মানসীয়ে অপৰাধবোধ ঢাকি পৰিস্থিতিটো লাঘৱ কৰিবলৈকে ৰাজীৱৰ ফালে চাই ক'লে — দেখিছা, ল'ৰা-ছোৱালীয়ে মানুহ কেনেকৈ চিনি পায় — বৌটিক তাই দেখাই নাছিল, অথচ কেনেকৈ নিৰ্ভয়ে শুই আছে। ৰাজীৱে একো উত্তৰ নিদিলে। মাত্ৰ ৰাজীৱৰ মাকে মানসীৰ ফালে এনেকুৱা এটা উদাস চাৱনি নিক্ষেপ কৰিলে, সেই চাৱনিয়ে মানসী আৰু ৰাজীৱ যেন মানুহ নহয়েই, এনেকুৱা কথা এটা ক'লে। সেই চাৱনিৰ অৱজ্ঞাই মানসীৰ অপৰাধবোধ ইমান তীব্ৰ কৰিলে যে তাই হাতত থকা কথা কোৱা পুতলাটো লুকুৱাবলৈ যত্ন কৰিলে। পুতলাটোৰ বুকুত থকা কথা কোৱা মেচিনটোত মানসীৰ আঙুলিৰ হেঁচা পৰি হঠাতে পুতলাটোৱে চিঞৰি উঠিল — 'পাপা-পাপা, মামা-মামা' — তাৰ পিছত শিশু কণ্ঠৰ হাঁহি আৰু কান্দোন। মানসীৰ এনে লাগিল যেন পুতলাটোকো কাঢ়ি আনিছে তাই, মাক-দেউতাকৰ বুকুৰপৰা। ৰাজীৱৰ মাকে পুতলাৰ কথা-বতৰাবোৰ শুনি ফিচ্‌ফিচাই ক'লে — 'শব্দ নকৰিবি, সেইটো বাহিৰলৈ লৈ যা — তাই এতিয়া সেইটো নলয়'। ■

# দাগ

জয়ন্ত গোহাঁইৰ উদাৰ দৃষ্টি আৰু মলিন মুখখন দেখি কোনেও একো সুধিবলৈ সাহস কৰা নাই। কোঠাটোত থম্‌-থমীয়া এটা পৰিৱেশ, মাজে মাজে পুৰুষ আৰু নাৰীৰ মিশ্ৰিত গুণগুণনি। শব্দই যেন থন্ থনকৈ ভাঙি পেলাব মৌনতাৰ আয়নাখন। বেছিভাগ মানুহেই ফিচ্-ফিচাই কথা পাতিছে, কোনোবাই তাৰ মাজতে গৈ জয়ন্ত গোহাঁইক সুধিছে — একাপ চাহ খাবনে? খাওকচোন। গোহাঁয়ে মূৰ লৰাইছে সোঁৱে-বাঁৱে, অৰ্থাৎ নাখায়। কি মাৰাত্মক খবৰ, এনে হোৱাটোৱেই স্বাভাৱিক। মানুহজনে চাকৰিৰপৰা অৱসৰ লোৱা মাত্ৰ এমাহ হৈছে। এই প্ৰকাণ্ড ঘৰখনত থাকিবলৈ মানুহেই নাই, দুটা সন্তানৰ ছোৱালী মমীৰ বিয়া হৈ গৈছে দুবছৰ আগেয়ে। থাকে বাংগালোৰত, গিৰীয়েকৰ সৈতে। ল'ৰা মন, ছোৱালীজনীতকৈ বহু পিছত হোৱা। প্ৰায় দহবছৰৰ সি সৰু ছোৱালীজনীতকৈ। মনে আই-আই-টি-খড়্গপুৰত পঢ়ি আছে। পাছ কৰি ওলাবলৈ আৰু এবছৰ বাকী। দুয়োটালৈকে খবৰ দিয়া হৈছে। জয়ন্ত গোহাঁইৰ হাই ব্লাডপ্ৰেছাৰ। দুবছৰ আগতে এটা ষ্ট্ৰ'ক হৈ গৈছে। গতিকে চুবুৰীয়া আৰু আত্মীয়-স্বজনে জয়ন্ত গোহাঁইক যাবলৈ নিদিলে। তাৰ সলনি গোহাঁইৰ সৰু ভায়েক অনন্ত আৰু মাজু জেঠেৰীয়েক বিনয় গুচি গৈছে। জয়ন্ত গোহাঁইৰ গম্ভীৰ মলিন মুখ দেখি কথাবোৰ ভালকৈ কোনেও সুধিব পৰা নাই। অথচ গোটা খোৱা মানুহখিনিৰ মনত তীব্ৰ কৌতূহল আৰু উত্তেজনা বিৰাজমান। প্ৰত্যেকে ড্ৰয়িংৰুমত বিৰাজমান গোহাঁই দম্পতীৰ লেমিনেশ্যন কৰা ফটো দুখনলৈ এবাৰ চাইছে আৰু ফিচ্ ফিচাই কথা পাতিছে। এখন ফটো বিবাহৰ পাছত তোলা। ক'লা-বগা। গোহাঁই আৰু মিছেছ গোহাঁইৰ চেহেৰা এতিয়াৰ সৈতে একেবাৰে নিমিলে। একোজন মানুহৰ অতীতটো কিমান ফৰকাল আৰু সতেজ হ'ব পাৰে, এই ক'লা-বগা ফটোখনেই প্ৰমাণ। গোহাঁইৰ এলবাৰ্ট ষ্টাইলৰ চুলি। মিছেছ গোহাঁইৰ 'সংগম' ছবিখনৰ বৈজয়ন্তীমালাৰ দৰে সমুখত ঢৌ উঠা চুলিৰ ফেশ্যন। সামান্য ওৰণি এখনো আছে। দুয়োজনৰে নিৰ্মল আনন্দ ভৰা মুখ। জীয়া জীয়া, টাট্‌কা। দুয়ো দুয়োজনৰ বাবেই যেন জন্ম লৈছিল, ঠিক তেনে এটা তৃপ্তিৰ হাঁহি দুয়োৰে মুখত বিৰাজমান। এনে হোৱাটোৱেই স্বাভাৱিক কথা। কাৰণ গোহাঁয়ে পুৰণি কথা ওলালেই মিছেছ লীনা গোহাঁইক পলুৱাই অনাৰ ৰোমাণ্টিকৰ কাহিনীৰ কথা মানুহক কয়। লীনা গোহাঁই পূৰ্বে আছিল লীনা গোস্বামী। কলেজত গোহাঁই দুবছৰ ছিনিয়ৰ। লীনাই গান গাইছিল, জয়ন্তই একো নকৰিছিল। জয়ন্তহঁতৰ এটা অবাইটং ফাইল আছিল? ফাংশ্যন আদিত পিছত বহি চিএঞ্জাটো অভ্যাস আছিল। লীনাক এবাৰ গান গোৱাৰ সময়ত চিএৰি নাৰ্ভাছ কৰাই দিছিল জয়ন্ত গোহাঁইহঁতে। তাই গাবলৈ এৰি কান্দি দিছিল। পিছত কিয় জানো জয়ন্তৰ বেয়া লাগি ক্ষমা খুজিছিল। সেয়াই চিনাকি, তাৰ পাছত প্ৰেম। ঘৰত তুমুল যুদ্ধ হ'ল, জয়ন্তলৈ লীনাক বিয়া নিদিয়ে। লীনাহঁতৰ ককা-দেউতাকহঁতৰ সত্ৰ আছে। বংশ-মৰ্যাদাক এইদৰে কালিমা সানিব নোৱাৰে। জয়ন্ত গোহাঁয়ে এ-চি-এছ দিলে। টেক্স ইন্সপেক্ট হ'ল। আৰু এদিন লীনাক হিন্দী চিনেমাত দেখাৰ দৰে পলুৱাই নি এজন বন্ধুৰ ঘৰত ৰাখিলেগৈ। ক'ৰ্ট মেৰেজ কৰি জয়ন্ত গোহাঁই সস্ত্ৰীক লীনাহঁতৰ ঘৰলৈ গ'ল। কিন্তু লীনাৰ দেউতাকে ঘৰৰপৰা বাহিৰ কৰি দিলে। ক'লা-বগা পুৰণি ফটোখনত জয়ন্ত গোহাঁই আৰু লীনা গোহাঁইৰ মুখ দুখন দেখিলেই বুজিব পাৰি, প্ৰেমৰ যুদ্ধজয়ৰ তৃপ্তিৰ আভা চেহেৰাত কেনেকৈ প্ৰকাশ পায়। আনখন ফটো গোহাঁই-দম্পতীৰ মধ্য বয়সৰ। যৌৱনৰ উত্তাল উন্মাদনাৰ সাগৰত হাজাৰবাৰ স্নান কৰাৰ পিছত যি অৱসাদ আহে তেনেকুৱাই লীনা গোহাঁইৰ মুখখন। গোহাঁইৰ মুখখন ভাব-লেশহীন। জীয়েক মমীৰ বয়স ন-দহ বছৰমান হ'ব। তাই মাক-

দেউতাকৰ মাজত বহি জবৰ-দস্ত হাঁহি এটা মাৰিছে — বোধহয় ফটোগ্ৰাফাৰে সেই সময়ত কৈছিল 'স্মাইল-স্মাইল'। লীনা গোহাঁয়ে হাঁহিবলৈ যত্ন কৰিছে। জয়ন্ত গোহাঁইৰ হাঁহি নুফুটিল। এজন দায়িত্ববান পিতৃ আৰু স্বামীৰ দৰে তেওঁৰ গম্ভীৰ মুখ। মানুহবোৰে ড্ৰয়িংৰুমৰ সেই বিশেষ ফটো দুখন বাৰে বাৰে চাইছে, আৰু হুমুনিয়াহ কাঢ়িছে। এটা অস্বস্তিকৰ পৰিবেশ।

ঠিক তেনেতেই ধুমুহাৰ গতিৰে কোঠালিটোলৈ সোমাই আহিল অজিত দত্ত। মানুহবোৰে স্বস্তিৰ নিশ্বাস পেলালে। সকলোৱেই জানে, জয়ন্ত গোহাঁই আৰু অজিত দত্ত কেৱল অভিন্ন বন্ধুৱেই নহয়, জয়ন্ত গোহাঁইৰ দৰে আঁকোৰগোজ মানুহ এজনক অজিত দত্তইহে বহু কথাত সৈমান কৰাব পাৰে। লীনাক পলুৱাই আনি লুকুৱাই ৰাখিছিল অজিত দত্তৰ ঘৰতে। এই সুদীৰ্ঘ দিনৰ বন্ধুত্ব আজিও বৰ্তি আছে দুয়োজনৰ মাজত। অজিত দত্ত মাত্ৰ পোন্ধৰ দিনৰ আগতে স্থানীয় কলেজখনৰপৰা প্ৰিন্সিপাল হৈ অৱসৰ গ্ৰহণ কৰিছে। পূৰ্বৰ চুক্তিমতেই গোহাঁই আৰু দত্তই একেখন চহৰতে থকাৰ পৰিকল্পনা কৰিছিল। সেইমতেই সকলো হ'ল। বৃদ্ধবয়সত বন্ধুত্বই আশ্ৰয়, সেই কথা গোহাঁই আৰু দত্তই বিশ্বাস কৰিছিল বাবেই মাত্ৰ এক কিলোমিটাৰ দূৰত্বতে দুয়োৰে ঘৰ হ'ল। দত্তৰ জীৱন গোহাঁইৰ দৰে সৰল ৰেখাত নগ'ল। উত্থান-পতন বহু ঘটিল। দত্তৰ প্ৰথমা পত্নী ৰেখাৰ সৈতে বিবাহৰ দুবছৰৰ ভিতৰতে ডিভোৰ্চ হ'ল। সেই সময়ত গোহাঁইহঁত ডিব্ৰুগড়ত থাকে। দত্ত গুৱাহাটীত। দত্তৰপৰা জনামতে, দত্তৰ পত্নী ৰেখা অত্যন্ত সন্দেহপ্ৰৱণ আৰু নিষ্ঠুৰ। ৰেখাৰ খং উঠিলে দত্তক প্ৰহাৰ কৰে আৰু চুবুৰীয়াই জনাকৈ বাৰাণ্ডালৈ ওলাই অশ্লীল গালি-গালাজ পাৰে। দত্ত সংগীতপ্ৰিয় আৰু অধ্যয়ন কৰি ভালপোৱা মানুহ। এবাৰ খঙতে ৰেখাই দত্তৰ কিতাপবোৰ জুই লগাই দিলে, তেওঁৰ মৰমৰ ভায়লিনখন ভাঙি টুকুৰা-টুকুৰ কৰিলে। সেই ঘটনাৰ পাছতেই ডিভোৰ্চৰ সিদ্ধান্ত ল'লে দত্তই। জয়ন্ত গোহাঁয়ে কথাবোৰ শুনি অজিত দত্তক বুজাইছিল যে, এইবোৰ ঘটনাত ডিভোৰ্চ দিব নালাগে। ভায়লিন এখন কিনি অনাটো কি ডাঙৰ কথা? আৰু কিতাপ? সেইবোৰ বজাৰত বিচাৰিলে আকৌ পাব। এনেকুৱা পৃথিৱীত কি কিতাপ থাকিব পাৰে যে, সেইখন নহ'লে জীৱন বৰবাদ হৈ যাব! নাই নাই আৰু। আৰু আহিল ঘৈণীৰ কথা। তেনেকুৱা মূৰ্তি দেখুৱালে দুই চৰ লগাই দিলেই এনে ঘৈণী ঠাণ্ডা হৈ যায়। সহ্য কৰিলেহে লাই পায়। জয়ন্তৰ কথা শুনি অজিত দত্তই মুখ টিপি হাঁহে।

জয়ন্ত গোহাঁই আৰু অজিত দত্ত দুয়োৰে অদ্ভুত বিপৰীমুখী চৰিত্ৰ, অথচ দুয়ো দুয়োৰে অভিন্ন বন্ধু। জয়ন্ত গোহাঁইৰ মতে মদে-ভাতে খাই ফূৰ্তি-তামাচা কৰি থাকিব পাৰিলেই জীৱনত একোৱেই দৰকাৰ নাই। ল'ৰা-ছোৱালীক আৰু পত্নীক দুখত পৰিবলৈ নিদিয়াকৈ ৰখাটো ঘৰৰ মুখিয়াল পুৰুষজনৰ কৰ্তব্য। পৰিয়ালটোৰ সুখ-স্বাচ্ছন্দ্য আৰু খানা-পিনাৰ বাহিৰে যিবোৰ মানুহে আন বস্তুলৈ হাবিয়াস কৰে, তেনে মানুহেই অসুখী হয়। দত্তৰ ডিভোৰ্চৰ পাছত অকলশৰীয়া জীৱন কটোৱা কথাটোত গোহাঁয়ে ভালপোৱা নাছিল। গোহাঁয়ে দত্তৰ বাবে দুজনীমান ছোৱালীও চাইছিল। কিন্তু দত্তৰহে বিয়ালৈ কিবা এটা ভয় সোমাল। গোহাঁয়ে দত্তক বুজাই-বঢ়াইও দ্বিতীয় বিবাহৰ বাবে সৈমান কৰাব নোৱাৰিলে। দত্ত অকলশৰেই থাকিল, জয়ন্ত গোহাঁইৰ পৰিয়ালটোৱেই হৈ পৰিল তেওঁৰ পৰিয়াল।

অজিত দত্ত সোমাই আহিয়েই উদ্‌ভ্ৰান্ত দৃষ্টিৰে গোট খোৱা মানুহবোৰলৈ চালে। এজন চুবুৰীয়াই শোৱনিকোঠাৰ বেলকনিলৈ আঙুলিয়াই দেখুৱালে। দত্তই গৈ দেখিলে, জয়ন্ত গোহাঁই নিশ্চুপ হৈ খোলা আকাশখনলৈ চাই বহি আছে বেতৰ আৰামী চকীখনত। কাষতে মূঢ়া এটাত এটা এছট্ৰে। ইতিমধ্যে তাত চিগাৰেটৰ টুকুৰাৰে পূৰ্ণ হৈ উঠিছে। গোহাঁইৰ হাতত এটা জ্বলন্ত চিগাৰেট। দত্তই প্ৰথমেই গৈ গোহাঁইৰ বাউসিত হাত থৈ মাতিলে — জয়ন্ত। ইতিমধ্যে দত্তৰ পিছে পিছে দুই-এজন চুবুৰীয়া গোহাঁইৰ কাষ চাপিলহি।

জয়ন্ত গোহাঁয়ে যেন মাতটো নুশুনিলে, এনেভাৱে আগৰ দৰেই বহি থাকিল।

ঃ জয়ন্ত — পুনৰ মাতিলে দত্তই।

এইবাৰ গোহাঁয়ে মূঢ়াৰপৰা এছট্ৰেটো মাটিলৈ নমাই ক'লে — বহ — বহচোন।

নীৰৱতা — নীৰৱতা।

ঃ জয়ন্ত, কথাটো সঁচানে! কেনেকৈ ঘটিল? — দত্তৰ মাতটো ভাঙিছিল।

ঃ সঁচা খবৰ। লীনাই অহাৰ আগতেই ফোন কৰিছিল। বাছত আহিছে। দুপৰীয়া দুই বজাত তেজপুৰ পাব। ভনীয়েকৰ ঘৰত এৰাতি থাকি গুৱাহাটীলৈ আহিব।

ঃ কালি নিশা মোলৈ ফোন কৰিও কৈছিল। লীনাৰ ইমান ফূৰ্তি মই আগতে দেখাই নাছিলোঁ। এজনী যোল্লবছৰীয়া ছোৱালীৰ দৰে চিএৰি-বাখৰি ব'মডিলা-টাৱাঙৰ বৰ্ণনা দিছিল। — অজিত দত্তই উদাস ভংগীৰে ক'লে।

ঃ মই জানো, তই এনেকৈ ক'বিয়েই। চাকৰি জীৱন পাৰ হৈ গ'ল। এনেকৈ ক'তো লীনাক পঠোৱা নাছিলোঁ। ব'মডিলালৈ নোযোৱা মানুহবোৰ মৰি গৈছে নেকি? তই লীনাৰ কথাত কম উৎসাহ যোগোৱা নাছিলি..... সেইবাবেই .....জয়ন্ত গোহাঁয়ে এইবাৰ হুকুহুকাই কান্দি দিলে। ইমান পৰে বৰফৰ টুকুৰাৰ দৰে বহি থকা জয়ন্ত গোহাঁইক কন্দা দেখি গোট খোৱা মানুহবোৰে স্বস্তিৰ নিশ্বাস পেলালে। হাই ব্লাডপ্ৰেছাৰ থকা মানুহ। এইদৰে নকন্দাকৈ গুম্ হৈ বহি থকাত সকলোৱে ভয় খাইছিল। মানুহবোৰ লাহে লাহে আঁতৰি ড্ৰয়িংৰুমত বহিলগৈ। 'গোহাঁইক আশ্বাস দিব পৰা ৰাইটমেন অজিত দত্তহে এই সময়ত'। — চুবুৰীয়া বৰুৱাই ক'লে।

জয়ন্ত গোহাঁয়ে অজিত দত্তৰ বাহুত মুৰ থৈ কান্দিছে। দত্তৰ চকুত পানী নাই যদিও, তেওঁৰ চকু দুটা মৰা মাছৰ দৰে প্ৰায় স্থিৰ, শেঁতা।

ঃ জয়ন্ত, তই ভালকৈ জান, লীনাই তোৰ চাকৰিৰ অৱসৰ দিনা হোৱা পাৰ্টিত, এটাই বস্তু, তোক বিচাৰিছিল। কৈছিল — 'তোমাৰ আৰু ল'ৰা-ছোৱালীৰে সংসাৰৰ দায়িত্ব ওৰে জীৱনলৈ মোৰহে অৱসৰ নোলাল। চাকৰি জীৱনত তুমি সংসাৰত মুৰেই নুসুমুৱালা, এইবাৰ অকলে এবাৰ মোক ওলাবলৈ দিয়া। ধৰি লোৱা, এইটো মোৰ টুৰ। ব'মডিলাত থকা ভতিজাটোৱে মাতি থাকে সদায়। তাত এসপ্তাহ থাকিম, তাৰ পিছত ভনীজনীৰ তেজপুৰৰ ঘৰত থাকিম। যাওঁতেও তেজপুৰত থাকি যাম। সকলো মিলি মুঠ দহদিনৰ ছুটী দিয়া। মনত আছেনে কথাবোৰ? সেয়ে প্ৰথম ময়ে কৈছিলোঁ, অকলে নাযাবা জয়ন্তকো লৈ যোৱা। তই তেতিয়া কৈছিলি যে পাহাৰত ঘূৰা-ফুৰা কৰিব নোৱাৰ। শ্বিলঙত খোজ কাঢ়িলেই তোৰ বুকুৰ বিষ হয়। লীনাই মনটো মাৰি পেলাইছিল। তই তেতিয়া আকৌ কৈছিলি 'মঞ্জুৰ'। মনত আছেনে, লীনাই ফূৰ্তিৰে হাত দুখন তুলি এপাক ঘূৰি দিছিল। সদাগম্ভীৰ লীনাক তেনেকৈ দেখি তই আচৰিত হৈ গৈছিলি। তই কথাটো পাহৰিয়েই গৈছিলি, মই মাত্ৰ সিদিনা লীনাৰ সমুখতে পুনৰ তোক মনত পেলাই দিছিলোঁ যে লীনাক ফুৰিবলৈ পঠোৱাৰ কথাটো কি হ'লগৈ? সেইবাৰ তোৰ খং উঠিছিল। তই কৈছিলি — নালাগে যাব। মই কৈছিলোঁ — প্ৰতিশ্ৰুতি দি তই কিয় ৰখা নাই? একো নহয় লীনা যাব। ফুৰিব। ভনীয়েকে সকলো ব্যৱস্থা কৰি দিব তেজপুৰৰপৰা ব'মডিলালৈ। মাত্ৰ চাৰি-পাঁচ ঘণ্টাৰ বাট। সিফালে ভতিজাক ৰনী বৈ থাকিব। পাৰ্টিৰ দিনা লীনাক তই দিয়া প্ৰতিশ্ৰুতিৰ কথা মনত পেলাইহে দিছিলোঁ। মোক কিয় দোষ দিয়? — লীনাই যাওঁতে কেনেকুৱা ৰঙৰ শাড়ী পিন্ধি গৈছিল অজিত?

ঃ কমলা ৰঙত বগা ফুল দিয়া শাড়ীখন....

ঃ তোৰ কেনেকৈ মনত আছে?

ঃ আছে, কিয় তই আৰু মই দুয়োটাই তেজপুৰৰ ভনীয়েকৰ ঘৰত লীনাক থ'বলৈ যোৱা নাছিলোঁ?

ঃ নহয় — নীলা শাড়ী পিন্ধিছিল, তই ভুল কৰিছ।

ঃ নহয়, কমলা ৰঙৰ.....

ঃ আহোঁতে লীনাই কি পিন্ধি আহিছিলেবা.....অজিত, জাননে বাছখন হেনো বিচাৰি পোৱা নাই। লেণ্ডস্লাইড্ জ'ন আছিল। বহু তলত বোধহয় টুকুৰা-টুকুৰ হৈ গৈছে।

ঃ খবৰটো প্ৰথমে কোনে দিছিল?

ঃ পুলিচে। মই ভনীয়েকলৈ ফোন কৰিলোঁ। ভনী-জোঁৱায়েকো গৈছে। কি মাৰাত্মক খবৰ! মই ঘৰত অকলে..... খবৰ আহিছে বাছখন হেজাৰ ফুট তলত পৰি নিৰুদ্দেশ হৈ গৈছে। তোক ফোন কৰিছোঁ, তই নাই, ইমান অকলশৰে এই ভয়ানক খবৰটো লৈ মই ঘৰত থাকিব লগা হৈছে.....

ঃ মই শুনিয়েই আহিছোঁ..... মমী আৰু মনলৈ খবৰ দিলি?

ঃ দিছোঁ। মমী কান্দি-কাটি বলিয়া হৈ গৈছে। মনে টেলিফোনতে চিএৰ এটা মাৰিলে। পিছ মুহূৰ্ততে সি কিন্তু আচৰিত কথা এটা ক'লে। 'দেউতা তুমি ধৈৰ্য ধৰা, ৰিলেক্স —প্লিজ ৰিলেক্স। মই গৈ আছোঁ। সকলো ঠিক হৈ যাব। আমি তোমাকো হেৰুৱাব নোখোজোঁ। আমাৰ কথা ভাবি তুমি শান্ত হোৱা'। — আচৰিত নহয়নে? সি কেনেকৈ ইমান ধৈৰ্যশীল হ'ল? সি কিয় ইমান বেলেগ হ'ল? মই সঁচাকৈয়ে খবৰটো শুনাৰ পাছত বলিয়াৰ দৰে হৈছিলোঁ। তাৰ কথাত বহুত সাহস আছিল। এই অকণমান ল'ৰাটোৱে চাওঁতে চাওঁতে মোক সান্ত্বনা দিব পৰা হ'ল! লীনাই সদায় কয়, মন একেবাৰে বেলেগ, তাৰ দৰে মই হ'ব পৰা হ'লে বৰ

ভাল আছিল। — চাচোন লীনাই পুতেকৰ দৰে বাপেকক হ'বলৈ কয়..... জয়ন্তই বিষাদৰ মাজতো হাঁহিলে। মনত আছেনে অজিত, মন হোৱাৰ সময়ত লীনাৰ কিমান কমপ্লিকেছি হৈছিল।

ঃ আছে আছে, লীনাৰ তেতিয়া পঁয়ত্ৰিছ বছৰ হৈ গৈছিল। ইমান দিনৰ মূৰত প্ৰেগনেছিছ অলপ ভয়ৰ কথা বুলি ডাক্তৰেই কৈছিল। মই ডাক্তৰে কমপ্লিকেটেট কেছ বুলি কোৱাৰ বাবেই এবৰেশ্যন কৰিবলৈ কৈছিলোঁ। লীনাই নুশুনিলে। একপ্ৰকাৰ জেদতেই জন্ম দিব খুজিলে মনক। সেই নিশা মই কেতিয়াও নাপাহৰোঁ। কি বিজুলী-ধুমুহাৰ নিশা। লীনাৰ অসময়ত পেইন হৈছিল। ডাক্তৰী হিচাপ মতে আৰু বিছদিন বাকী আছিল ডেলিভাৰীলৈ।

ঃ তই মোলৈ টেলিফোন কৰিছিলি।

ঃ অ' তই তেতিয়া ক'ত আছিলি অজিত?

ঃ নগাঁৱত। আৰু তহঁত যোৰাহাটত।

মই খবৰ দিয়াৰ পাছতে, তই যে তিতি-বুৰি ধুমুহা বৰষুণতে এথন টেক্সি ভাৰা কৰি আহি নাৰ্ছিংহোম ওলাইছিলিহি! লীনাই ইমান যন্ত্ৰণাৰ মাজতো হাঁহি এটা মাৰিছিল তোক দেখি। সঁচাকৈয়ে তই অহা দেখি লীনাই সকাহ পাইছিল। তাই জানে, মই কিমান অলপ কথাতে নাৰ্ভাছ কৰোঁ। তাইক নাৰ্ছিংহোমলৈ নিয়াৰ আগতে মোক তোলৈ সেয়ে ফোন কৰিবলৈ বাৰে বাৰে কৈছিল।

ঃ লীনাৰ দুপৰীয়াৰপৰা পেইন হৈছিল, আৰু তই খবৰ দিলতো অফিচৰপৰাই অহা নাছিলি জয়ন্ত।

ঃ আৰে অজিত নুবুজ কিয়, সেইদিনা সাংঘাতিক জৰুৰী মিটিং চলি আছিল। বোধহয় ওপৰৱালা অফিচাৰো আহিছিল। সন্ধিয়া গৈ পাওঁ মানে সাংঘাতিক অৱস্থা লীনাৰ।

ঃ অফিচৰপৰা আহোঁতে তই মদ খাই অহা নাছিলি?

ঃ তোৰো বৰ কথা মনত থাকে দেই। কিন্তু মই ঘৰ পায়েই লীনাক নাৰ্ছিংহোমলৈ নিছিলোঁ।

ঃ মনত আছে মোৰ, তয়ো কম নাৰ্ভাছ হোৱা নাছিলি। জীৱনত প্ৰথমবাৰৰ বাবে তই মোক গালি পাৰিছিলি। লীনাৰ জীৱনক লৈ খেলা কৰিছোঁ বুলি, দায়িত্বহীন স্বামী বুলি তই মোক তিৰস্কাৰো কৰিছিলি। পুৰণি কথা বাদ দে — শেষ ফোনটো তই কেতিয়া পাইছিলি জয়ন্ত?

ঃ এঘণ্টামানৰ আগতে। অনন্তই কৰিছিল। বাছখন বিচাৰি পাইছে, মানুহ জীয়াই থকাৰ শূন্যভাগো সম্ভাৱনা নাই। কিন্তু অজিত, মই পুৰণি কথা এটা সুধিম বুলি পাহৰি গৈছিলোঁ। সেইদিনা বহু ঘণ্টা কষ্ট ভোগাৰ পাছত মনৰ যেতিয়া জন্ম হ'ল — তই কান্দিছিলি, কিয় কান্দিছিলি? তোক সেইদিনাৰ বাহিৰে কেতিয়াও কন্দা দেখা নাছিলোঁ।

পুনৰ নীৰৱতা নামি আহিল। অজিত দত্তই এইবাৰ আকাশৰ ফালে চাই নিৰ্লিপ্তভাৱে ক'লে — পুৰণি কথা নপতাই ভাল। বাৰে বাৰে তই কিয় পুৰণি কথা উলিয়াইছ?

বাহিৰত মানুহৰ কথা-বতৰা। প্ৰত্যেকেই, প্ৰত্যেকক ঘটনাটো নিজৰ মতে ব্যাখ্যা দিছে। সন্ধিয়া নামিছে ধীৰে ধীৰে। কোনোবাই লাইটবোৰ জ্বলাই দিছে। এজনী ছোৱালীয়ে ধূনাৰ বান এটা কোঠাবোৰ ঘূৰাই লৈ গ'ল। ধূনাৰ নিৰ্মল সুগন্ধই সন্ধিয়াটোক পবিত্ৰ কৰি তুলিছে।

লীনাই বৰ শুৱলাকৈ কিবা প্ৰাৰ্থনা এটা কৰিছিল। গোহাঁয়ে নীৰৱতা ভংগ কৰি ক'লে।

ঃ মুক্তিত নিস্পৃহ যিটো..... তাই সদায় এই একেটা প্ৰাৰ্থনাই বৰ শুৱলাকৈ গাইছিল। এসময়ত তাই গান গাইছিল। মাতটো তাইৰ বৰ ভাল। চৰ্চা কৰা হ'লে..... অজিত দত্ত পুনৰ নীৰৱ হ'ল। আকৌ নীৰৱতাই গ্ৰাস কৰিলে বাৰাণ্ডাখন।

ঃ অজিত, লীনাই বাৰু মোক মনৰ দৰে হ'বলৈ কিয় কৈছিল? পুতেকৰ চৰিত্ৰ বাপেকে লয়নে? আচলতে তাৰ ধীৰ-স্থিৰ স্বভাৱ, প্ৰখৰ বুদ্ধিমত্তা দেখি লীনা নিজেই আত্মহাৰা হৈছিল। লীনাৰ নিজৰ স্বভাৱো তেনেকুৱাই। মমী কিন্তু একেবাৰে বেলেগ। তাই বৰ চঞ্চল, কেতিয়াও শুদ্ধ ডিছিশ্যন ল'ব নোৱাৰে। চাচোন বিয়াখন তাই জানো ল'ৰাটো ভাল পালে বুলিয়েই ইমান লৰালৰিকৈ পাতিব লাগে? তাই বি-এ টোও কমপ্লিট নকৰিলে। বৰ জেদী ছোৱালী।

ঃ আঁকোৰ-গোজ তোৰ দৰেই। — অজিত দত্তই নিৰ্বিকাৰভাৱে উচ্চাৰণ কৰিলে।

ঃ মহাদেউ ফোন আহিছে — তাৰ পৰা — অলপ আগতে ধূনা দি যোৱা ছোৱালীজনীয়ে কৰ্ডলেছ ফোনটো আনি জয়ন্ত গোহাঁইক দিলে। চুবুৰীয়া ছোৱালী বোধহয়। বৰ মৰম লগা। তাই ফোনটো দিওঁতেও জয়ন্ত গোহাঁইৰ মুখলৈ শংকিত হৈ চাই আছিল। আশংকা আৰু উত্তেজনাত অজিত দত্তও বহাৰপৰা জাঁপ মাৰি উঠিল।

ঃ কোন? অনন্ত! কি হৈছে বেগতে ক — জয়ন্ত গোহাঁইৰ তেজাল মুখখনত ভিতৰৰ কোঠাৰ লাইটৰ পোহৰ

পৰি আৰু তেজগোৰা যেন লাগিছিল।

ঃ কি? ব'ডি পাইছে! — আইডেণ্টিফিকেশ্যন! — নাই — ৰ নাই মনত পৰা নাই।

ঃ নাই-বুজিছ অন্য কিবা.....

ঃ কি হৈছে জয়ন্ত? অজিত দত্তই উৎকণ্ঠাৰে চিঞৰি দিলে।

ঃ কেবাটাও ব'ডি পাইছে। নাক-মুখ-চিনিব নোৱাৰা ব'ডি। পুলিচে আইডেণ্টিফাই কৰাৰ বাবে ক্লু বিচাৰিছে। অনন্তই মোক সুধিছে বৌয়েকৰ শৰীৰ-মুখত কিবা বিশেষ চিন আছে নেকি? নাই দেখোন — লীনাৰ শৰীৰত একো বিশেষ চিন নাই.....

ঃ ছেঃ —

ঃ আ — আছে জয়ন্ত!

ঃ জয়ন্ত গোহাঁয়ে এইবাৰ স্তম্ভিত হৈ অজিত দত্তৰ মুখলৈ চালে।

ঃ লীনাৰ মানে....

ঃ নাই, মই জনাত লীনাৰ শৰীৰত ক'তো মাৰ্ক নাই অজিত — দুৰ্বল কণ্ঠৰে জয়ন্ত গোহাঁয়ে এইবাৰ ক'লে।

ঃ লীনাৰ মানে — বাঁও কাষলিত আৰু স্তনৰ মাজত এটা তুলসী পাতৰ দৰে আধা ইঞ্চিমান ক'লা দাগ আছে.... কথাকেইটা কৈয়েই অজিত দত্তই তলমূৰ কৰিলে। জয়ন্ত গোহাঁই নিৰ্বাক হৈ ৰৈ থাকিল। টেলিফোনত অনন্তৰ অধৈৰ্য মাত..... 'আছেনে দাদা কিবা মাৰ্ক?'

এইবাৰ কম্পিত স্বৰেৰে জয়ন্ত গোহাঁয়ে ক'লে — আছে....বাওঁকাষলতি তল.....বাঁওস্তন.....জয়ন্ত গোহাঁয়ে অজিত দত্তৰ ফালে এবাৰ আকৌ চালে।

অজিত দত্ত কোঠাটোৰপৰা এইবাৰ ওলাই গ'ল। ▩

# সন্ধিক্ষণৰ অংক

নিবাস মহন্ত 'কেলকুলেটিভ মেন' বুলি জনাজাত। তেওঁ যে বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক কাৰণেহে এই আখ্যা পাইছে সেয়া নহয়। পঢ়ি অহা কালৰেপৰাই নিবাস মহন্তই নির্ভুল হিচাপ কথাই-কামে প্রমাণ কৰি দেখুৱাইছিল। ইয়াৰ লগে লগেই তেওঁৰ এটা বাৎসল্যসুলভ জেদো আছিল। কেতিয়াবা একোটা মাৰাত্মক প্ৰত্যাহ্বানো দি পেলাইছিল তেওঁ এই জেদৰ খাতিৰতে। যেনেকৈ কটন কলেজত পঢ়ি থাকোঁতে এবাৰ এটা মজাৰ কাণ্ড কৰিছিল তেওঁ। শিৱসাগৰত কেবাখনো বাগিচা থকা ঘৰৰ ল'ৰা; সহপাঠী শৈলেনে ইংলেণ্ডত থকা মাহীয়েকে উপহাৰ দিয়া কেলকুলেটৰটো হোষ্টেললৈ লৈ আহিল। সেই সময়ত ভাৰতবৰ্ষৰ বাতৰি কাকত বা আলোচনীবোৰতহে তেওঁলোকে এই অংক কৰিব পৰা আচৰিত মেচিনটোৰ কথা পঢ়িছিল। নিবাস মহন্তৰ এটা স্বভাৱ আছিল, সকলোৱে উৎসাহেৰে তৎক্ষণাৎ গ্ৰহণ কৰা যিকোনো কথা তেওঁ গ্ৰহণ কৰোঁতে আটাইতকৈ পলম হৈছিল। পৰাপক্ষত যুক্তিৰে এঘড়ী যুঁজি প্রতিপন্নও কৰিবলৈ বিচাৰিছিল যে তেওঁ ভবা কথাটোহে সঁচা।

দৰ্শনৰ মেধাৱী ছাত্ৰ ৰূমমেট অনন্ত ফুকনে এই বেমাৰটোৰ বাবে তেওঁক 'আইডেণ্টিটি ক্ৰাইছিছ'ত ভোগা মানুহ বুলি আখ্যা দি কৈছিল — 'আচলতে তুমি নিজৰ বিপৰীতধৰ্মিতা সমাজৰ আগত দেখুৱাই নিজৰ অস্তিত্বৰ গুৰুত্ব আকৰ্ষণ কৰিবলৈ সদায় বিচাৰি ফুৰা.....'। অনন্তৰ এই মন্তব্যত নিবাস মহন্তই হাঁহি মাৰি কয় — 'মই যে অংকৰ মানুহ, আৱেগত উত্তৰ নোলায় সেইবাবে'। কেলকুলেটৰটোৰ ক্ষেত্ৰতো সেই একেই ঘটনাই ঘটিছিল। এটা আচৰিত আকৰ্ষণৰ বিন্দু হৈ ক্লাছ ৰূমৰপৰা হোষ্টেলবোৰৰ ৰূমলৈকে কেলকুলেটৰটো লৈ ঘূৰি ফুৰিছিল, আলোচনা হৈছিল, তেনে সময়ত একমাত্ৰ নিবাস মহন্তই দেখুৱাইছিল চৰম উদাসীনতা। কেৱল সেয়াই নহয়, এদিন তেনেকুৱা সময়তে তেওঁ হঠাতে মন্তব্য কৰি পেলাইছিল — 'প্ৰকৃততে কেলকুলেটৰৰ বিশেষ কামেই নাই'। সহস্ৰ সহপাঠীয়ে তেওঁক বাক্য বাণেৰে ব্যতিব্যস্ত কৰি তুলিছিল। তেওঁ কোনো বিখ্যাত পণ্ডিতে ঘোষণা কৰাৰ দৰেই গহীনাই আকৌ কৈছিল — 'দুই এক মিনিট দেৰি হ'ব পাৰে; কিন্তু পূৰণ-হৰণ, যোগ-বিয়োগ কৰিবলৈ কেলকুলেটৰৰ দৰকাৰ নাই, মূৰটোৱেই যথেষ্ট। এইবোৰ ওলাই বৰঞ্চ এতিয়া মানুহক অংক নজনাহে কৰিব'।

সকলোকে আচৰিত কৰি নিবাস মহন্তই কেতিয়াবা কেলকুলেটৰৰ সৈতে একেলগে, কেতিয়াবা দুই মিনিট দেৰিকৈ হ'লেও মুখে মুখে প্ৰায়বিলাক শুদ্ধ উত্তৰ দি সকলোকে স্তম্ভিত কৰিছিল। প্ৰচাৰ হৈ গৈছিল নিবাস মহন্ত এটা জীৱন্ত কেলকুলেটৰ। এই মেধা শক্তিৰেই তেওঁ এবাৰ বি-এছ চিত আৰু এবাৰ এম-এছ চিত অভিলেখো স্থাপন কৰি দেখুৱাইছিল। স্কলাৰশ্বিপ লৈ বিদেশলৈ পঢ়িবলৈও গৈছিল।

নিবাস মহন্তৰ আজি টোপনি অহা নাই। কঠিন সমীকৰণৰ উত্তৰ উলিয়াবলৈ যি ধৈৰ্য আৰ বুদ্ধিৰ প্ৰয়োজন, তেনেদৰেই জীৱনৰ বহু জটিল সময়ত জটিল সমস্যাৰ সমাধান কৰি আহিবলৈ সক্ষম হৈছিল ইমানদিনে তেওঁ। পত্নী নিৰলাৰ ভূমিকা তেওঁ জীৱনত এটা 'এক্স'ৰ দৰে। যি এক্স লগাই যিকোনো অংক কৰাত সুবিধা। নিবাস মহন্তৰ প্ৰতিটো ইচ্ছা-অনিচ্ছা আৰু মন্তব্যত নিৰলাই আহি এক্সৰ ভূমিকা লয়হি।

বিছনাখনত আকৌ এবাৰ বাগৰ দি তেওঁ নিৰলাৰ ফালে মুখ কৰিলে। আজি কিছুদিন ধৰি নিৰলাৰ নাকৰ শব্দ হ'বলৈ ধৰিছে। আত্ম-প্ৰসাদেৰে সিদিনা মাত্ৰ নিৰলাই তেওঁক কৈছিল — 'মোৰ এতিয়াহে সুখ, দায়-দায়িত্ববোৰ শেষ হৈছে সকলো'। সেই নিৰলাই আজি আহি আকৌ ক'লেহি — 'বৰ চিন্তা আহিছে..... মোৰ সুখ নহ'ল আৰু'। নিবাস মহন্তই এই কথাবোৰকে বেয়া পায়। সুখ নোপোৱাৰ যদি সম্ভাৱনা থাকেই, ঘপ্‌হকৈ কিয় কোৱা দুটা উত্তৰ? কিন্তু

গণ্ডগোলটো লাগিছে ক'ত? তেওঁ হিচাপ কৰিয়েই আৰম্ভ কৰা জীৱনৰ সঠিক সময়ত লোৱা সঠিক সিদ্ধান্তৰ উত্তৰবোৰ দেখোন ইমান দিনে ভুল নিয়মেৰে কৰি উলিওৱা নাছিল। ক'ত কেনেকৈ লাগিছে, ক'ত? তেওঁ পুনৰ জুকিয়াই চাবলৈ যত্ন কৰিলে কথাবোৰ, সময়বোৰ।

পোন্ধৰ বছৰৰ আগৰ কথা। বিশ্ববিদ্যালয়ৰ ক্লাছৰ বাহিৰে ঘৰুৱা টিউশ্যন কেতিয়াও নকৰা নিবাস মহন্তৰ আকালো নাছিল, ভঁৰালো নাছিল। বদনাম এটাও তেওঁৰ লগতে আছিল 'কৃপণ' বুলি। তেওঁ কিন্তু নিজকে হিচাপী বুলিহে ভাবিছিল। অদৰকাৰত পাঁচ পইচা এটাও পানীত পেলাবলৈ যেনেকৈ বেয়া পাইছিল, তেনেকৈ তেওঁৰ প্ৰাপ্য এটা টকাও কেতিয়াও এৰি নিদিছিল। লগৰ দুজনমান অধ্যাপকে কেতিয়াবা একেযোৰ কাপোৰ, একেযোৰ জোতা পিন্ধা মহন্তক সুধিছিল — 'আপোনাৰ কোনো চখ নাই নেকি মহন্ত'। মহন্তৰ চখ নথকা নহয়। পঢ়ি থকা কালৰেপৰা তেওঁৰ এটা ধুনীয়া ঘৰ সজাৰ হেঁপাহ হৈছিল। চাকৰি কৰিবলৈ লোৱাৰপৰা, বিশেষকৈ সংসাৰ হোৱাৰপৰা এই ইচ্ছা আৰু প্ৰবল হ'বলৈ ধৰিছিল। নিজৰ ইচ্ছাৰে স্বাধীনভাৱে থাকিব পৰা এটা ঘৰৰ প্ৰয়োজন মানুহক। হয়তো এয়া যৌথ পৰিয়ালৰ মাজত স্বাধীন ইচ্ছাবোৰক চেপি-খুন্দি শাসন কৰি থাকিব লগা হোৱাৰ বাবেই তেওঁৰ এই ইচ্ছাই মূৰ দাঙি উঠিছিল কম বয়সৰপৰা। গাঁৱৰ ঘৰ, এপাল ল'ৰা-ছোৱালীৰ মাজত টনা-আঁজোৰা লগা পঢ়া টেবুলখন, অকলশৰীয়াকৈ কোনোদিনে নোপোৱা নিৰ্দিষ্ট বিছনাখন — এইবোৰে তেওঁক অহৰহ অসন্তুষ্টি দি আহিছিল। বিশ্ববিদ্যালয়ৰ কোৱাৰ্টাৰ নোপোৱালৈকে বিয়াৰ পাছতে নিৰলাক লৈ তেওঁ ভাৰাঘৰত আছিল। 'ৰাতি কালি ইমান দেৰিকৈ কিয় আহিলা? জপনা মাৰিবলৈ আধা ৰাতিলৈকে আমি সাৰে থাকিব নোৱাৰোঁ। গোল নেমুজোপাত সাতটা নেমু আছিল....দুটা দেখোন নাই' ইত্যাদি। ভাৰাঘৰৰ মালিকৰ ওজৰ-আপত্তিত অতিষ্ঠ হৈ নিৰলায়ো কৈছিল — 'কোৱাৰ্টৰ কেতিয়া পাবনো?' ডাঙৰ ল'ৰা নিলয় জন্ম হোৱাৰ পাছতে তেওঁলোক কোৱাৰ্টাৰলৈ আহিছিল। চাৰি বছৰমান যোৱাৰ পাছতে নিৰলাই আকৌ ক'লে — 'পানী নাই হাৰাশাস্তি হৈছে। মিস্ত্ৰী পাইপ ভাল কৰিবলৈ নাহিল দেখোন..... শোবনি কোঠাৰ বেৰৰ ফাটটো দেখিছেনে? চিমেণ্ট অকণ লগাই দিবলৈ অফিচত ক'বচোন'। তাৰ পাছত এদিন নিৰলাই ক'লেহি — 'মাটি এডোখৰ চাব নোৱাৰেনে? নিজৰ ঘৰ এটা হ'লেহে যদি সুখ হয়'। তেওঁৰ ছাত্ৰকে মনত পৰিছিল দেউতাক পৰমেশ্বৰ মহন্তলৈ। বিয়াৰ পাছত তেওঁ আৰু নিৰলাই মাক-দেউতাকক লগত থাকিবলৈ লৈ আহিব খুজিছিল। দেউতাকে ক'লে — 'নিজৰ ঘৰ এটা হওকচোন তোৰ, তেতিয়া যাম আৰু দুদিনমান থকাকৈ'। পিছে তাৰ কিছুদিন পাছতেই মাকে ইহ-সংসাৰৰপৰা বিদায় ল'লে। প্ৰাইমেৰী স্কুলখনৰপৰাও অৱসৰ লৈ থকা, অকলশৰীয়া দেউতাকক দ্বিতীয়বাৰৰ বাবে যেতিয়া লগলৈ আনিব খুজিলে, পৰমেশ্বৰ মহন্তই ক'লে — 'ককাই-ভাইৰ মাজত আছোঁ, গাঁওখনতে মোৰ ছাত্ৰ-ছাত্ৰীও বহুত। এই বুঢ়া বয়সত অচিনাকি পৰিৱেশ এটালৈ নাযাওঁ আৰু। তাতে সেইটো তোৰ নিজৰ ঘৰ নহয়'। তেওঁ ক্ষুণ্ণ হৈছিল। কিন্তু তাৰ মাজতে তেওঁ হঠাতে আৱিষ্কাৰ কৰিছিল দেউতাকৰ মনতো গোপনে থকা এটা নিজৰ ঘৰৰ ইচ্ছাক। যাৰ বাবে চাৰিজনী ছোৱালীৰ পিছত জন্ম হোৱা একমাত্ৰ পুত্ৰ সন্তানৰ নাম ৰাখিছিল 'নিবাস'। পৰমেশ্বৰ মহন্তৰ স্বাধীন সত্তাই, এখন স্বাধীন ঘৰৰ কল্পনা কোনেও নজনাকৈ বিচাৰি ফুৰিছিল। এই পৰমেশ্বৰ মহন্তৰ হঠাৎ মৃত্যুৱে নিবাস মহন্তক বহুদিনলৈ নিৰাসক্ত কৰি তুলিলে। তেওঁৰ জীৱনত দেউতাকৰ বিত্তৰ প্ৰভাৱৰ বাবেই নহয়, তেওঁ আৱিষ্কাৰ কৰা দেউতাকৰ গোপন অভিলাষ জনাৰ পাছত, ইমানদিনে লৈ ফুৰা এটা স্বাধীন ঘৰৰ স্বপ্ন তেওঁৰ মনৰপৰা হঠাতে নোহোৱা হৈছিল। এক কথাত বেছ কিছুদিনলৈ তেওঁ নিস্পৃহ হৈ পৰিছিল।

নিবাস মহন্তৰ স্বপ্নৰো নামাকৰণ হৈছিল তেওঁৰ তিনিটা সন্তানৰ মাজত। নিলয়, আলয় আৰু কন্যা নীড়। নীড়ৰ বাহিৰে ল'ৰা দুটা হাইস্কুলত পঢ়ি থাকোঁতেই সহকৰ্মী ভবেন চক্ৰৱৰ্তীয়ে খবৰ আনিলে মাটি এটুকুৰাৰ। চক্ৰৱৰ্তীয়ে অংক কৰি দেখুৱালে — 'মাটি মুঠ আঠ কঠা। মালিকে একেলগেহে বেচিব। এক লাখ বিচাৰিছে। আশীলৈ নমাব পৰা যাব। দুয়ো ভাগ কৰি ল'লে চল্লিছ-পঞ্চল্লিছ হাজাৰমানকৈহে পৰিব। মাটি টুকুৰা এতিয়াহে বাট-পথ নাইকিয়া আওহতীয়া ফুটুকানি, সময়ত ভাল হ'ব'। নিৰলায়ো এইক্ষেত্ৰত গুৰুতৰ ভূমিকা ল'লে। 'ল'ৰা-ছোৱালী ডাঙৰ হৈ আহিছে, অৱসৰলৈ আৰু যোল্লটা বছৰ আছে। এতিয়াৰপৰা ভাবিলেহে ঘৰ হ'ব। ৰিটায়াৰৰ পিছত জানো গাঁৱৰ ঘৰলৈ উভতি যাব পাৰিম? ল'ৰা-ছোৱালীকেইটাৰ কি হ'ব?' নিবাস মহন্তই হিচাপ মনে মনে কৰি থৈছিল। এৰিয়াৰ পাব লগা ষাঠি হেজাৰ টকাৰে এনেকুৱা কিবা এটা কাম কৰিব বুলিয়েই ভাবি থৈছিল। পৰমেশ্বৰ মহন্তলৈ আকৌ

মনত পৰিছিল তেওঁৰ। মানুহৰ শৰীৰৰ মৃত্যু ঘটে। যি পৰমেশ্বৰ মহন্ত তেওঁৰ হৃদয়ৰ মাজত অহৰহ বিচৰণ কৰি ফুৰিছে, তেওঁৰ ইচ্ছা বা অপূৰণীয় আকাংক্ষাৰ জানো মূল্য নাই? তেওঁ লগে লগেই মাটি টুকুৰা কিনাৰ সিদ্ধান্ত ল'লে।

দিনতে শিয়ালৰ ৰাও শুনা হাবিয়নিৰ বাহিৰে বহু বছৰলৈ গুৰুত্ব নাছিল নিবাসে কিনা মাটি টুকুৰাৰ। কিন্তু পোন্ধৰ বছৰৰ পিছত এই মাটি টুকুৰা যে অমূল্য সম্পদ হৈ পৰিব, সেই কথা নিবাস মহন্তৰ দূৰদৰ্শিতা আৰু কেলকুলেশ্যনতো ধৰা পৰা নাছিল। কোনোদিনে তেওঁৰ সৈতে কথা পাতিবলৈ সাহস নকৰা প্ৰতিবেশীয়েও সুধিছিল,— 'কি মহন্ত, ঘৰ নাসাজে জানো? বৰ কপাল-বলী মানুহ আপুনি। নতুনকৈ বনোৱা ৰাস্তাটো আপোনাৰ মাটি চুইহে গ'ল।.....মহন্ত, ঘৰ নাসাজে যদি বেচকেই মাটি..... তিনি গুণ দাম পাব.....'। নিৰলাৰ সম্পৰ্কীয় ফৰেষ্ট বিষয়া মোমায়েকজনে পোনপটীয়াকৈয়ে দৰ-দাম কৰিলেহি — 'কিমানত কিনিছিল? চল্লিছ হাজাৰ। এই মুহূৰ্তত মই আপোনাক চাৰি লাখ দিছোঁ.....তাকো এডভাৰটাইজমেণ্ট, দালাল একোতে খৰচ নোহোৱাকৈ.....'। এই কথাখোৰত খং উঠাতকৈয়ো মহন্তই অপমানবোধ কৰিছিল। এয়া দেউতাক পৰমেশ্বৰ মহন্তৰ নিষ্পাপ আকাংক্ষাৰ প্ৰতি কৰা অশ্ৰদ্ধা, তেওঁৰ আলয়, নিলয়, নীড় — এই তিনিটা শব্দৰ মাজত প্ৰশান্তি, নিৰাপত্তা আৰু বিমল অনুভূতিক লৈ হোৱা নীলাম.... ক্ৰোধ আৰু অপমানত তেওঁৰ মুখৰপৰা এটা শব্দও উচ্চাৰণ হোৱা নাছিল। নিৰলাই কথাটো ধৰিব পাৰি মোমায়েকক ক'লে — 'মাটি বেচিম বুলি কোনে ক'লে? আমি ঘৰ সাজিম সোনকালে। মোমায়েকে গোঁফৰ তলৰে মিচিক্‌কৈ হাঁহি ক'লে — 'হয় নেকি? বাৰু'। এই শব্দ দুটাৰ মাজেৰেই নিৰলাৰ মোমায়েকজনে তাচ্ছিল্যৰে আঁকি থৈ গৈছিল নিবাসৰ দৰে মধ্যবিত্ত মানুহৰ ঘৰ সজাৰ পুতৌ লগা দুৰৱস্থাক। দহ বছৰেও শেষ কৰিব নোৱাৰা ঋণ লোৱাৰ ডিজাইনত সজা দুচলীয়া আছাম টাইপৰ এটা ঘৰ। পানী-পাকঘৰ আৰু পাইখানাৰ ব্যৱস্থাটো কোনোমতে কৰিয়েই চিমেণ্ট, লোহাৰ সৈতে মাহৰ পাছত মাহ সহবাস। পুৱা-গধূলি মিস্ত্ৰীৰ সৈতে বাক্-বিতণ্ডা, টোপনি ক্ষতি কৰি বাহিৰত পৰি থকা কাঠ-লোহা পহৰা দিয়াৰ মাজতে আকৌ দুই-এখন দৰ্জা-খিৰিকী চুৰি হোৱাৰ বিক্ষিপ্ত ঘটনা, এইবোৰ হৈ অৱশেষত ঘৰটো হোৱালৈ আকৌ তিনি বছৰ অপেক্ষা বং কৰিবলৈ..... নিবাসে নিৰলাৰ মোমায়েকৰ ইংগিত বুজি পাইছিল বাৰুকৈয়ে। নিবাসৰো জেদ বাঢ়িছিল। হাতত ধন গোট নোখোৱালৈকে তেওঁ ঘৰ সজাৰ কামত হাত নিদিওঁ বুলি দৃঢ় সংকল্প লৈছিল। ইয়াৰ পিছত প্ৰায় দহ বছৰ তেওঁৰ স্বপ্নৰ আলয়, নিলয়, নীড়ৰ মধুৰ চিন্তাৰে হ'ব লগা ঘৰটোৰ জল্পনা-কল্পনা কৰি পাৰ কৰি দিছিল। এটা দীঘলীয়া ঠেক লাইব্ৰেৰী, য'ত বহি অৱসৰৰ পিছত তেওঁ কেৱল কিতাপ পঢ়িব..... বহু আকাংক্ষিত গণিত-বিজ্ঞানৰ এখন ব্যতিক্ৰম মূল্যবান গ্ৰন্থ লিখিবলৈ ল'ব। নীড়ে আহি (কেতিয়বা বোৱাৰীৰ কথাও চিন্তা কৰে) একাপ চাহ দিবহি, সেই সুযোগতে নীড়ৰ সৈতে তেওঁ বুৰঞ্জীৰ কথা পাতিব, কাৰণ নীড়ে বুৰঞ্জী বিষয়টো ভাল পায়। ওৰে জীৱন পাকঘৰৰপৰা আহৰি নোপোৱা নিৰলাক লৈ আবেলি অলপ খোজ কাঢ়িব লনত..... যোৱা পঁচিছ বছৰে নিৰলাৰ সৈতে তেওঁ কথা ভালকৈ পাতিবলৈকে নহ'ল, শোৱনি কোঠাৰ সৈতে সংলগ্ন এখন ব্যক্তিগত বাৰাণ্ডা থাকিব। নিৰলা আৰু তেওঁ কথা পাতিব নতুনকৈ। প্ৰতিটো সন্তানে স্বাধীন আৰু স্বতঃস্ফূৰ্তভাৱে থাকিব পৰাকৈ একোটা কোঠালি থাকিব, ড্ৰয়িং ৰুমটো ডাঙৰ কৰিব, আগলৈ নাতি-নাতিনীৰ অন্নপ্ৰাসন, জন্মদিন পাতিলে যাতে অসুবিধা নহয়। যিমান নিবাস মহন্তৰ অৱসৰৰ দিন চমু চাপি আহিছিল, সিমানে তেওঁৰ হিচাপো বাঢ়িছিল, ভিতৰি ভিতৰি এটা অদ্ভুত ৰোমাঞ্চকৰ অভিযানত নামিব খোজা যেন হৈ চঞ্চল হৈ উঠিছিল তেওঁৰ মন।

সকলো ঠিকেই হৈ গৈছিল, বৰঞ্চ ভবাতকৈ বেছিহে হৈছিল। কাৰণ নিলয় ডাক্তৰ হৈ ওলাই আহিছিল। আলয়ে আৰ্কিটেকস্কাৰেল ইঞ্জিনিয়াৰিং দিল্লীৰপৰা পাছ কৰি আহি মাল্টিনেশ্যনেল কোম্পানী এটাৰ গুৱাহাটী শাখাত যোগ দিবলৈ পালে। নীড়ে বুৰঞ্জীত অনাৰ্চ লৈ পঢ়ি আছিল। তেওঁ ঘৰ সজাৰ কাম আৰম্ভ কৰিছিল। আৰ্কিটেক্ট পুত্ৰৰ ডিজাইনৰ ওপৰতো তেওঁ নিজে আইডিয়া খটুৱাইছিল। নিলয় আৰু আলয়ে বিয়া কৰাইছিল, পছন্দ অনুযায়ী, তেওঁ ভবাতকৈয়ো বহু আগতে। নতুন ঘৰৰ নতুন বাসিন্দাও দুজন বাঢ়িল। নীড়ে ইতিহাসত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ বি-এ পাছ কৰিলে। নিৰলাই আত্ম-প্ৰসাদেৰে ক'লে — 'মোৰ এতিয়া সকলোতকৈ সুখ.....'।

পৰমেশ্বৰ মহন্তই এনেকুৱা সময়ত কি কৰিলেহেঁতেন? চাৰিজনী ছোৱালীৰ মাজু আৰু সৰু বায়েক পঢ়াত ভাল আছিল বাবে বি-এ পাছ কৰিছিল। দুয়োগৰাকী স্কুল শিক্ষয়িত্ৰী। কিন্তু বাকী দুজনী ছোৱালী আই-এ, মেট্ৰিক পাছ কৰোঁ-নকৰোঁতেই বিয়া দিছিল তেওঁ। বায়েক থাকোঁতে

ভনীয়েকক বিয়া দিয়া কাৰ্য মাকে সমূলি ভাল পোৱা নাছিল। মহন্তৰ মাত্ৰ এটাই কথা, জীৱনত পৰাপক্ষত নিৰ্ভুলভাৱে সিদ্ধান্ত লৈ কাম কৰি পেলাব লাগে। পঢ়াত বেয়া, ফেল কৰি ঘৰ-বুঢ়ী হৈ থকাতকৈ সংসাৰ ধৰ্ম কৰককগৈ। কিন্তু নীড়ৰ ক্ষেত্ৰত কি কৰিব নিবাস মহন্তই? কোনো এটা ল'ৰা-ছোৱালীৰ নিজৰ সিদ্ধান্তৰ বিপৰীতে তেওঁ বল প্ৰয়োগ কেতিয়াও কৰা নাই। কিন্তু নীড়ে যিটো সিদ্ধান্ত লৈছে, সেয়া মাৰাত্মক নহয়নে? নিৰলাই শুবলৈ আহি ক'লে — 'নীড়ে পংকজক বিয়া কৰাব খুজিছে এই মাহতে, পংকজৰো ইচ্ছা, চিঠি এখন দিছে'। এইজনী নীড়েই ঠিক এনেকৈয়ে বুৰঞ্জীৰ অনাৰ্ছসহ পাছ কৰি কৈছিল হঠাতে — 'এম-এ নপঢ়ো। ফেশ্যন ডিজাইনিং পঢ়িম বম্বেত, পংকজে ঠিক কৰি দিছে'।

'তেন্তে ইতিহাস পঢ়িছিল কিয়?' — হতভম্ব হৈ মহন্তই সুধিছিল। 'নাজানিছিলোঁ, এটা আউটডেটেড্ বিষয় পঢ়িবলৈ তুমি গাইড কৰিবা বুলি.....'। নীড়ৰ কথাত নিবাস মহন্তৰ মুখৰ মাত হৰিছিল, তথাপিও তেওঁ সেও নামানি কৈছিল, 'ইতিহাস আউটডেটেড্? তই জাননে তোৰ জীৱনৰ সোণালী ৰাস্তাটো এৰি খালৰ ফালে গতি কৰিছ বুলি?'

'দেউতা, তুমি ভাবিছা নেকি এম-এ পাছ কৰি মই ক'ৰবাত মাষ্টৰণী পদ এটাৰ বাবে এপ্লাই কৰি কৰি দৰাৰ বাবে অপেক্ষা কৰিম বুলি? কি হ'ব? খুব বেছি ভেঞ্চাৰ কলেজ এখনত লেক্চাৰাৰ হৈ সোমাই গ্ৰাণ্ট নোপোৱালৈকে তাঁত-বাটি কৰিম, পাঁচশ টকাত ঘৰৰপৰা কলেজ, কলেজৰপৰা ঘৰ.....'। মহন্তই কেলকুলেটৰৰ সৈতে লগা কাজিয়াখনৰ দৰেই ইতিহাসৰ পক্ষ লৈ যুঁজিবলৈ আৰম্ভ কৰি দিছিল। নীড়ে সেইবোৰ যুক্তিত ভোল নগৈ গুচি গৈছিল দুবছৰৰ বাবে ডিপ্ল'মা কৰ্ছ ল'বলৈ। পংকজেই সকলো ঠিক কৰি দিছিল। পংকজ দুৱৰা। এসময়ৰ তেওঁৰ প্ৰিয় ছাত্ৰ পংকজে কেমেষ্ট্ৰিত প্ৰথম বিভাগত এম-এ পাছ কৰি দেউতাকৰ ব্যৱসায় চোৱা-চিতাৰ কামত লাগিছিল। পংকজ এতিয়া প্ৰ'মটাৰ। যথেষ্ট টকা-পইচাও হৈছে। নিবাসে পংকজক দেখিব নোৱাৰা হৈছিল। এতিয়া এই নীড়েই মাকলৈ লিখিছে — পংকজক তাই বিয়া কৰাব। তাকো পঢ়া শেষ নকৰাকৈয়ে। এনেকুৱা কি কথা হ'ল যে নীড়ে আৰু ছটা মাহ অপেক্ষা কৰিব নোৱাৰিলে? অবৈধ গৰ্ভধাৰণ? নীড় অন্ততঃ ইমান আউটডেটেড্ নহয়। পংকজো নহয়। গৰ্ভধাৰণ নোহোৱাকৈ থকাৰ উপায়বিলাক সিহঁতে জানে। তেন্তে? কোনো উত্তৰ নাপালে তেওঁ। অসহ্য মূৰৰ যন্ত্ৰণাত তেওঁ কাষত নিশ্চিন্তে টোপনি যোৱা পত্নীক হেঁচুকি জগালে, 'উঠচোন — উঠা'। নিৰলাই তন্দ্ৰালস চকুৰে চাহিবলৈ চাই, বিৰক্তিৰে কৌতূহল প্ৰকাশ কৰিলে — 'আজাব হৈয়ে আছে দেখোন.....?'

'নীড়ক যে ইমান টকা খৰচ কৰি পঢ়াইছোঁ, যিটো পঢ়িবলৈ তাই এম-এ নপঢ়িলে, এতিয়া হঠাতে বিয়া হ'লে কি হ'ব?'

'কি হ'ব। পংকজে দায়িত্ব ল'ব। ল'ৰা-ছোৱালী ডাঙৰ হৈছে, সিহঁতক ভাবিবলৈ দিয়ক। আপুনি কৰ্তব্য কৰিলেহে হ'ল'। — নিৰলাই পিঠি দি আকৌ শুই থাকিল। নিবাসে সৰ্বশৰীৰত এক অনামী ব্যথা অনুভৱ কৰিলে। তেওঁৰ স্বপ্ন আৰু প্ৰেমেৰে গঢ়া ঘৰটোত তেওঁ এক মাথোঁ নৈসৰ্গিক দৃশ্যহে, যাৰ বাবে ঘৰখনৰ প্ৰতিটো পৰিস্থিতিৰপৰা নিৰলাই তেওঁৰ সম্মুখত আঁৰ কাপোৰ তৰি প্ৰাণ-পণে আঁতৰাই ৰাখিব খোজে। দুজনী শিক্ষিতা বোৱাৰীয়ে ড্ৰয়িং ৰুমত ইখনৰ পিছত সিখন ছিৰিয়েল, চিনেমা চাই দিন পাৰ কৰে। নিৰলায়ো বোৱাৰীয়েকহঁতৰ সংগত ইন্ধন যোগাই চাহ একোকাপ দি। ডাঙৰ বোৱাৰী নমিতাক অব্যাহতি দিয়ে কেঁচুৱাটোৰ কাম-কাজবোৰৰপৰা। দুই পুত্ৰৰ অণ্ডহী-বণ্ডহী, বন্ধু-বান্ধৱীৰে প্ৰায়ে ভৰি থাকে ঘৰ। ক্ৰিকেট খেল চাই। গিৰ্জনিত উৰুৱাই নিব খোজে ঘৰৰ মুধচ। ক্ৰিকেট তেওঁৰো প্ৰিয় খেল আছিল। আৰু বহুত প্ৰিয় কাম আছিল। একাপ চাহ খাই সন্ধিয়াৰ বাতৰি শুনা, মনৰ চখতে বিলাতৰপৰা ঘূৰি আহিয়েই কিনা ৰেকৰ্ড প্লেয়াৰটোত তেওঁৰ প্ৰিয় ৰবীন্দ্ৰ সংগীতকেইটা শুনা আৰু মাজে-সময়ে কাচিৎ পুৰণি বন্ধু দুজনমানৰ সৈতে বহি আড্ডা মৰা। আজিকালি এইবিলাক একো নহয়, বৰঞ্চ মাজে মাজে বিৰক্তিত আত্ম-দাহ দিবলৈ ইচ্ছা হয়। ক্ৰিকেট খেল ভাৰতবৰ্ষৰপৰা উঠাই দিবলৈ ইচ্ছা হয়, যেতিয়া নিৰলাই তেওঁক সৰু মুঠিতে লুকুৱা ৰেডিঅ'টো হাতত গুঁজি দি কয় — 'বাতৰি আজি ইয়াতে শুনক..... ইহঁতবোৰে আকৌ খেল চাই আছে নহয়..... কাইলৈ পাৰিব, ৱেষ্ট ইণ্ডিজ যদি আজি জিকে.....'। নিৰলাৰো আজিকালি মুখস্থ — ষ্টাৰ প্লাছ, চ'নি, ই-এন, তেণ্ডুলকাৰ, আজহাৰ।

বাহিৰখন পোহৰ হ'ল। নিবাসে আৰু শুবলৈ যত্ন নকৰি উঠি আহিল। সৰু বোৱাৰী ডেইজী স্বাস্থ্য-সচেতন ছোৱালী। ট্ৰেক-চুট এটা পিন্ধি লনত জগিং কৰি আছে। শহুৰেকক দেখি তাই অপ্ৰস্তুত হ'ল। 'দেউতা, ইমান পুৱাই উঠিলে যে'। বোধহয় তাই পিন্ধা ফিটফিটীয়া ট্ৰেক চুটযোৰৰ বাবে অলপ সংকুচিত হ'ল।

'অলপ খোজ কাঢ়োঁ বুলি ভাবিলোঁ'। এইবুলি কৈয়ে

তেওঁ গেটৰ ফালে খোজ দিলে। এনেয়ে হোৱা হ'লে, তেওঁ ডেইজীক উৎসাহ যোগালেহেঁতেন। কিন্তু ডেইজীৰ মুখমণ্ডলত প্ৰকাশ পোৱা এজন আউটডেটেড্ সংস্কাৰমুক্ত হ'ব নোৱাৰা গতানুগতিক শহুৰেকৰ উপস্থিতিত হ'ব লগা বোৱাৰীয়েকৰ প্ৰতিক্ৰিয়া হজম কৰিব পৰা নাছিল তেওঁ। তেওঁ হাফপেণ্ট পিন্ধি পুৱা খোজ কঢ়া অভ্যাসটো তিনি বছৰ আগতেই নিৰলাই বন্ধ কৰি দিছিল। 'এইটো পিন্ধি নাযাব আৰু, বোৱাৰীৰ আগত ভাল নেদেখি'। তেওঁ হাঁহি মাৰি কৈছিল — 'সিহঁত আজিকালিৰ ছোৱালী, এনেকুৱা স্মাৰ্ট শহুৰেক পালে ভালহে পাব!' পিছে, নমিতা ঘৰ সোমোৱাৰ পিছত ঘৰৰ পৰিৱেশে তেওঁৰ প্ৰিয় অভ্যাসটো কাঢ়ি নিছিল। এতিয়া সকলো স্বাধীনভাৱেই আছে, একমাত্ৰ তেওঁৰ বাহিৰে।

মহন্তৰ নিৰ্লিপ্ত ভূমিকাৰ মাজতে নীড়ৰ বিয়া হৈ গ'ল। নীড় আৰু পংকজে আঠমঙলা খাই যোৱাৰ দিনা, আলয় তেওঁৰ শোবনি কোঠালৈ গধূলি আহিল।

ঃ দেউতা এটা কথা ভাবিছোঁ।

ঃ কি কথা?

ঃ ভাবিছোঁ চাকৰি এৰি নিজে এটা কনষ্ট্ৰাকশ্যন ফাৰ্ম খোলোঁ।

ঃ ভাল কথা।

ঃ টকা যথেষ্ট লাগিব।

ঃ মোৰতো টকা নাই!

ঃ নহয়, সেইবোৰ চিন্তা নাই। পংকজেও সহায় কৰিব। পাৰ্টনাৰশ্বিপত খুলিম।

নিবাস মহন্তৰ বহুত দিনৰ মূৰত বুকুৰপৰা শিল এচপৰা খহি পৰা যেন লাগিল। আলয়লৈ বৰ মৰমেৰে তেওঁ চালে। সেই কণমান আলয় আজি পৰিপূৰ্ণ মানুহ। এবাৰ নেৰানেপেৰা জ্বৰত যিটো কণমান ল'ৰাই দুদিন দুনিশা তেওঁৰ কোলাৰপৰা নমা নাছিল সেই আলয়ে এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱাৰ আগতে তেওঁৰ পৰামৰ্শ বিচাৰিছে। 'দেউতা, প্ৰব্লেম হৈছে ঠাই লৈ। পংকজহঁতৰ ঘৰটো ৰাস্তাৰ কাষত নহয়। আমাৰ আগফালৰ বহল বাৰাণ্ডাৰখনৰ এটা অংশ বেৰিলেই এটা ৰূম ওলায়। আজিকালি ইমান বহল বাৰাণ্ডা মানুহে নকৰেই'।

মহন্ত কিছুপৰ তভক মাৰি ৰ'ল। তাৰ পাছত ক'লে — 'ভাবি চাম, তই যা এতিয়া.....'। মূৰৰ ভিতৰত অজস্ৰ কীটে দংশন কৰিবলৈ ধৰিলে তেওঁক। ক'ত ভুল হ'ল? ক'ত? শোবনি কোঠাৰ সংলগ্ন বাৰাণ্ডাখনলৈ তেওঁ ওলাই আহিল। অৱসৰৰ পিছত নিৰলাৰ সৈতে কথা পাতিবলৈ হেঁপাহেৰে সজা বাৰাণ্ডাখনেই আজিকালি তেওঁৰ নিভৃত স্থল। বহুপৰ তেওঁ অন্ধকাৰ বাৰাণ্ডাত থিয় হৈ থাকিল। কোনোবা আহি নিশব্দে তেওঁৰ ওচৰত ৰ'লহি। নিৰলা।

ঃ ভাত খাবৰ হ'ল নেকি?

ঃ ক'ত ভাত? চকুলৈ যোৱাই নাই। আলয় আহিছিল হ'বলা?

ঃ ভাবি চাম বুলি ক'লোঁ?

ঃ নিবাসে বিস্ময়েৰে নিৰলাৰ মুখলৈ চালে।

ঃ নিলয়ে বহুত দিনৰপৰা সেই বাৰাণ্ডাখন বেৰি চেম্বাৰ এটা খোলাৰ কথা ভাবিছিল, প্ৰাইভেট প্ৰেক্‌টিছৰ বাবে। মোক এদিন কৈছিলোঁ। পিছে আজি আলয়ৰ প্ৰস্তাৱত আপুনি সন্মতি দিছে বুলি দুয়োটাৰে তৰ্কাতৰ্কি লাগিছে। লগতে নমিতা আৰু ডেইজীৰো মাত-বোল বন্ধ হ'ব যেন পাইছোঁ। কেলৈনো কয় এনেকুৱা কথা?

ঃ মই ভাবি চাম বুলিহে কৈছোঁ। নিলয়ে চৰকাৰী হাস্পতালৰ উপৰি দুখন নাৰ্ছিং হ'মতো কাম নকৰে জানো?

ঃ আপোনাৰ দিন নাই, এটা কামকে কৰি কোনো আজিকালি ব্যস্ত হৈ নাথাকে। — নিৰলাই কৈয়ে প্ৰস্থান কৰিলে।

উদাস দৃষ্টিৰে নিবাসে বাহিৰলৈ চাই থাকিল। ফেশ্যন ডিজাইনিং পঢ়িবলৈ যাওঁতে নীড়েও তেওঁক কৈছিল — 'ঘূৰি আহি এই গেটৰ ওচৰতে মই বুটিক এখন খুলিম। ছোৱালীৰো সমান ভাগ আজিকালি দেউতা'। সেইদিনা অগভীৰভাৱেই তেওঁ কৈছিল — 'হ'ব মা, তই পাছ কৰি আহচোন'। এই নীড়েও বিচাৰিবহি নেকি 'বুটিক' খোলাৰ অংশ? চকুৰ আগেৰে তেওঁৰ পাৰ হৈ গ'ল কিছুমান নে'মপ্লেট, হৰডিংছ। ডাঃ নিলয় মহন্ত, এম-বি-বি এছ-এম-ডি, ৰোগী চোৱাৰ সময় পুৱা ছবজাৰপৰা দহবজালৈ....., আবেলি....., দুৱৰা এণ্ড মহন্ত কনষ্ট্ৰাকশ্যন ফাৰ্ম এণ্ড কনচালটেন্‌চি। নীড়ছ বুটিক। জক্‌মককৈ ফুলি থকা যুতি ফুলৰ গছজোপাৰ ডালবোৰ কাটি ফুলিব নোৱাৰা কৰা হ'ল। নহ'লে অহা-যোৱা কৰা মানুহবোৰৰ গাত লাগে। তেওঁৰ এই নিভৃত বাৰাণ্ডাৰ সন্মুখত দ'ম হ'ল মাৰ্বল-টাইলছ-ইটা-বালি.....নিবাসে আৰু একো নাভাবিলে। অস্থিৰ খোজেৰে তেওঁ ড্ৰয়িং ৰূমলৈ ওলাই আহিল। অস্বাভাৱিকভাৱে শান্ত পৰিৱেশ। টিভিটো বন্ধ। তেওঁ টিভিৰ চুইছ অন্ কৰি ৰিম'টত বিভিন্ন চেনেলৰ চুইছ টিপিবলৈ লাগিল। বি-বি-চি উলিয়াব পাৰে নেকি তেওঁ যত্ন কৰি থাকিল। নাপালে। ষ্টাৰ প্লাছত

এখন মুভি চলি আছে..... হঠাৎ সেই অনিন্দ সুন্দৰ মুখ..... গ্ৰেটা গাৰ্বো।..... চিনেমাখন 'পাষ্ট হ'ম'নে? যিখন তেওঁ দুবাৰ চাইছিল। কাৰ সৈতে মিল আছিল গ্ৰেটা গাৰ্বোৰ। গ্ৰীবা? জাগীৰোডৰ সেই সীমা! নহয় নিশা নামৰ ব'টানিৰ ছোৱালীজনী। ছোফাখনত তেওঁ বহি পৰিল। শিখাৰ বিয়াৰ খবৰটো পাই তেওঁ কিয় বহুদিনলৈ উদাসীন হৈ পৰিলে? তেওঁ ড্ৰয়িংৰুমত উজ্জ্বল পোহৰৰ লাইটটো নুমাই, কম পোহৰৰ টেবুল লেম্পটো জ্বলাই দিলে। অনুজ্জ্বল পোহৰত গ্ৰেটা গাৰ্বোৰ কণ্ঠৰ মধুৰ কথা। এটা নিৰিবিলি শান্ত ৰাতি। বতাহত বগা নে'টৰ পৰ্দাখন উৰিছে, খিৰিকীৰে দেখি আছে তেওঁ লহ্‌পহকৈ বাঢ়ি অহা দেবদাৰু দুজোপাৰ কঁপি থকা পাতৰ ছাঁয়া। তেওঁৰ মধুৰ আবেশত চকুৰ পতা গধুৰ হৈ আহিল।

এই তিনিদিন নিবাসে যিহকে মন যায় তাকে কৰিছে। ফুলপুলি ৰুইছে, যেতিয়াই মন যায় তেতিয়াই টিভি চাইছে, বাৰাণ্ডাত পাৰি থোৱা তেওঁৰ আছুতীয়া বেতৰ চকীখনত আন কোনো বহি থকা নাই বাবে ইচ্ছামতেই বহিবলৈ পাইছে। লাইব্ৰেৰীটোত কোনো আলহী যোৱা নাই। জেপত লৈ ফুৰা চাবিটোৰে তেওঁ কিতাপৰ আলমাৰিবোৰ খুলি এখন এখনকৈ কিতাপ উলিয়াই পঢ়িবলৈ সাজু কৰিছে, আনকি তেওঁ হাফপেণ্ট পিন্ধি খোজ কাঢ়িবলৈও আৰম্ভ কৰিছে। ঘৰখনৰ থম্‌থমীয়া পৰিৱেশ একেই আছে। ইয়াৰ মাজতে লক্ষ্য কৰিছে, দুই বোৱাৰীয়ে তেওঁক আলপৈচান ধৰিবলৈ ভালপোৱা হৈছে। বেছ কাষ চাপিবলৈ যত্ন কৰিছে, আনকি নীড় শহুৰেকৰ ঘৰৰপৰা হঠাতে আহি দেওৰেকৰ বিয়াখন আঘোণ মাহত পাতিলে ভাল হ'বনে নহয় বুলি এটা অনৰ্থক পৰামৰ্শও বিচাৰিছেহি.....।

পৰমেশ্বৰ মহন্তলৈ তেওঁৰ দিনটোত কেবাবাৰো মনত পৰা হৈছে আজিকালি। পৰমেশ্বৰ মহন্তই ঘৰ সজা নাছিল। তেওঁৰ তিনিটা ককাই-ভায়েও ভবা নাছিল। আছুতীয়া ঘৰৰ কথা। অথচ নিবাস মহন্তই ষাঠি বছৰৰ পিছতো সুযোগ পালেই দেউতাকৰ আঙুলিত ধৰি খোজ কাঢ়ে মাঘৰ দুপৰীয়া নৰাকটা পথাৰত। বৰদেউতাকৰ ল'ৰা-ছোৱালীকেইটাৰ সৈতে খোকা পাতি বোন্দাপৰ দি থাকে নৈৰ যুৱলিত। মাকৰ আঁচলত মুখ মচি শুদা ভৰিৰে বোকা গচকি দৌৰে তিনিমাইল নিলগৰ ইকৰাৰ বেৰা দিয়া পঢ়াশালিলৈ। এবাহ ল'ৰা-ছোৱালীক সন্তুষ্ট কৰিবলৈ নাটনি হোৱা মাছকণ, হাঁহকণীৰ কুহুম আনায়েসে এৰি দিয়ে অবুজন সৰুকেইটালৈ..... দিনটোৰ বেছিভাগ সময় তেওঁ আজিকালি ঘূৰি ফুৰে সৰুপথাৰৰ গাঁৱৰ ঘৰৰ কোঠালিবোৰত। এটা ওখ মুধচৰ খেৰৰ ঘৰ। ঘাঁহ নগজা চোতালখন, চোতালৰ নঙলা মুখৰ গোহালিটো.....

ঃ কি ভাবি বহি আছেনো'? নিৰলাই একাপ চাহ যাচি নিবাস মহন্তৰ ঘনিষ্ঠ হৈ বহিলেহি।

ঃ অসময়ত চাহ আনিলাচোন।

ঃ আগতে আপুনি যেতিয়াই-তেতিয়াই চাহ খাবলৈ ভাল পাইছিল দেখোন। আজিকালি সময় নাপাওঁ বাবেহে।

ঃ ঘৰত কোনো আৰু মানুহ নাই নেকি?

ঃ ঘৰ গুচি বাঁহতল হৈছে এইখন। কালি পংকজ আৰু নীড়ৰ সৈতেও নিলয়হঁতৰ কাজিয়া হৈছে। নমিতা আজি মাকৰ ঘৰলৈ গৈছে।.....

ঃ কিমান দিন যে এনেকৈ থাকিব।

ঃ যিমান দিন থাকে, সিমান ভাল।

নিবাসে পৰম সন্তুষ্টিৰে ক'লে। নিৰলাই আচৰিত হৈ নিবাস মহন্তৰ মুখলৈ চালে।

ঃ আচলতে ঘৰ ৰ'দ-বতাহৰপৰা ৰক্ষা পাবলৈহে লাগে।

ঃ কিয়, ঘৰটো সাজোঁতে আপুনি কম আনন্দ পাইছিলে নে?

ঃ আনন্দৰ বাবে ঘৰৰ প্ৰয়োজন নাই।

ঃ ল'ৰাকেইটাৰ সুখৰ কথা আছে। আপোনাৰ নাই বাৰু বুজিলোঁ।

ঃ অ', বেপাৰৰ বাবে ঠাই দৰকাৰ হৈছে সিহঁতক..... ঘৰৰ প্ৰয়োজন নাই।

ঃ কিয় নাই? আপোনাৰ মুখলৈ এনেয়ে চাই আছেনে সিহঁতে? — নিৰলাই আলফুলে তেওঁৰ হাতখনৰ ওপৰত হাত এখন থ'লে।

ঃ কিবা সিদ্ধান্ত ল'লে নেকি আপুনি?

ঃ নাই লোৱা।

ঃ কিয়?'

ঃ কাৰণ অংকৰ নিয়ম মই জানো। আবেগত উত্তৰ নোলায়। এতিয়া শুদ্ধ উত্তৰ মোৰ হাতত, অন্ততঃ এই সম্পত্তি মোৰ হৈ থকালৈকে।

ঃ মানে? — নিৰলাই প্ৰায় ফুচ্‌ফুচাই সুধিলে।

নিবাস মহন্তয়ো নিৰলাৰ কাণৰ কাষত ফুচ্‌ফুচাই কৌতুকেৰে ক'লে — 'সময়ৰ অংক, তুমি নুবুজিবা, মানুহ আৰু কেলকুলেটৰৰ পাৰ্থক্য তাতেই'। ■

# 'জেট-ছেট'ৰ সময়ত.....

ডাঃ লাহন দম্পতীক বিমান বন্দৰত লগ নাপাহ মনটো বেয়া লাগি আছিল। সুদীৰ্ঘ দহঘণ্টা ভাৰতৰপৰা উৰি আহি লণ্ডনৰ মাটিত এহাল অসমীয়া মানুহ লগ পাম, এই আনন্দত মই প্ৰায় উত্ৰাৱল হৈ পৰিছিলোঁ। ডাঃ লাহন দম্পতীৰ সৈতে মোৰ ফোনতহে কথা-বতৰা। এজন বন্ধুৱে তেওঁলোকক মই যোৱাৰ বাতৰি দিয়াত, উৎফুল্ল হৈ নিজেই ফোন কৰি কৈছিল — 'আমি এয়াৰপৰ্টত অপেক্ষা কৰিম। তোমাৰ বিমানৰ নম্বৰ দিয়া। আজি দুবছৰ হ'ল দেশলৈ যোৱা নাই। তোমাক অলপ সময়ৰ বাবে লগ পালেও ভাল লাগিব'। কোনোদিনে চকুৰ চিনাকি নথকা এহাল মানুহৰ অপেক্ষা অথলে গৈছিল। কাৰণ মই আন এটা টাৰ্মিনেললৈ তৎক্ষণাৎ গুচি যাব লগা হোৱাত তেওঁলোকক লগেই নাপালোঁ। ফোন কৰি দুখ প্ৰকাশ কৰোঁতে ক'লে — 'হ'ব দিয়া, কেতিয়াবা লগ পাম। কিন্তু তুমি দ্বিতীয়খন এৰোপ্লেনত উঠালৈকে যে লণ্ডনৰ মাটিত থাকিব, আমি আছোঁ বুলিয়েই ভাবিবা'। মোৰ চকুপানী ওলাইছিল। যেনেকৈ নিশা দুই বাজলৈকে প্ৰতিমা ঠাকুৰীয়াৰ পৰিয়ালটো দিল্লীৰ আন্তৰ্জাতিক বিমান বন্দৰত মোৰ বাবেই উজাগৰে থাকি পাৰ কৰাত মোৰ চকুপানী ওলাইছিল। তেজ-মঙহৰ সম্পৰ্ক নথকাকৈয়ে এইদৰে সহৃদয়তা দেখুৱাই কাষত থকা মানুহবোৰৰ বাবেও পৃথিৱীখন বৰ আপোন যে লাগে। মোৰ অকলশৰীয়া বিদেশ যাত্ৰাৰ প্ৰাক্‌মুহূৰ্তত এজন বয়োজ্যেষ্ঠ চুবুৰীয়াই কৈছিল — 'বসুধৈৱ কুটুম্বকম্, ধৰণীয়েই জ্ঞাতি-কুটুম। এই পৃথিৱীখনেই তোমাৰ আপোন — সেয়ে কোনো মানুহ নিঃসংগ নহয়'।

ঠন্‌কৈ কিবা এটা মোৰ ভৰিত পৰিল। এখন কিতাপ। মোৰ কাষত পিঠিত বেগ এটা লৈ সোণালী চুলিৰে এগৰাকী ভদ্ৰ মহিলাই হাতখন মেলি ক'লে — 'ছ'ৰি'। মই কিতাপখন তুলি তেওঁৰ হাতত দিলোঁ। 'থেংক্‌ছ'। তেওঁ পুনৰ হাতত কিতাপখন লৈ মেলি ধৰিলে।

হিথ্ৰ চহৰখনৰ কাষে কাষে আন এটি টাৰ্মিনেললৈ বিমান বন্দৰৰ বাছত গৈ আছোঁ। সমগ্ৰ পৃথিৱীখন যে এই বাছখনত থুপ খাইছেহি। নানা ৰঙৰ চকু, ছাল, চুলিৰ বৰণ। আইনা লগোৱা খিৰিকীৰে বাহিৰলৈ চালোঁ; কুঁৱলিত ঢাক খাই আছে, ধুনীয়া কটেজবোৰ। মুখখন ঘূৰাই সিফালে চাওঁতে কিতাপ পঢ়ি থকা সোণালী চুলিৰ ভদ্ৰ মহিলাৰ চকুৰে চকুৰে পৰিলত দুয়ো সামান্য হাঁহি বিনিময় কৰিলোঁ। তেওঁ হাতত কিতাপখন লৈ মোৰ ফালে চাই আছিল। হঠাতে সুধিলে — 'আপুনি ভাৰতীয় নেকি? ইণ্ডিয়াৰপৰা আহিছে'?

ঃ হয়, পিছে কেনেকৈ জানিলে? মোৰ ছাল আৰু চুলিৰ ৰঙত?

ঃ নহয়, মেক্সিকান, ইণ্ডোনেচিয়ান, ভাৰতীয় বংশোদ্ভৱ বহুতেই আপোনাৰ দৰে। মই বেলেগ এটা কথাত চিনি পালোঁ।

ঃ কওকচোন বাৰু! মোৰ বৰ কৌতূহল হ'ল।

তেওঁ হাঁহি মাৰি ক'লে —'কিতাপখন মাটিৰপৰা তুলি দিওঁতে আপুনি সভক্তিৰে কপালত লগাই মোক দিলে। কিতাপক পূজা ভাৰতীয়ইহে কৰে'।

ঃ কিন্তু আদৰ আপোনালোকে বেছি কৰে। আমাৰ আচলতে এই কিতাপ ভৰিত বা মাটিত পৰিলে, কপালত লগোৱাটো অভ্যাস হৈ গ'ল। এয়া ঠিক পূজা বুলিব নোৱাৰি।

ঃ নহয় নহয়, অভ্যাসেইতো একোটা বিষয় অৰ্থবহ কৰি তোলে। মানুহজনীৰ হাঁহিমুখীয়া বুদ্ধিদীপ্ত কথা-বতৰাই মোক তৎক্ষণাতে মুহি পেলালে।

সুধিলোঁ — 'আপুনি ভাৰতৰ কথা কেনেকৈ জানিলে?

ঃ মই দুবাৰ পুনেলৈ গৈছোঁ। অৱশ্যে প্ৰায় বিছ বছৰৰ আগেয়ে।

ঃ এ, হয় নেকি? পিছে ভাৰতৰ অকল পুনেলৈকে কিয়?

ঃ এ, ব'লা ক্লাৰা, আহি পালোঁ। বেগ দুটা লোৱা। — হঠাতে ভদ্ৰ মহিলাৰ কাষতে অস্থিৰভাৱে থিয় হৈ থকা ৰঙা চুলি, ৰঙা মুখৰ মানুহজনে চিঞৰি উঠিল। ভদ্ৰ মহিলাই বিশেষ মনোযোগ নিদিয়া যেন দেখি তেওঁ নিজেই আটাইবোৰ হেণ্ডবেগ হাতত-কান্ধত লৈ ক'লে — 'বৰ এলেহুৱা তুমি'। ক্লাৰাই (ভদ্ৰলোকজনে এই মহিলাক এই নামেৰেই মাতিছিল) অলপ বিৰক্তিৰে তেওঁৰ পাছ ল'লে। মানুহজন বাছৰ দুৱাৰমুখত এনেভাৱে ৰ'ল যেন দুৱাৰ খুলিলেই তেওঁ দৌৰি গৈ বিমানত উঠি আটাইতকৈ আগতে উৰি গুচি যাব! তেওঁ সঁচাকৈয়ে তেনে কৰিলেও। দুৱাৰ খোলাৰ লগে লগেই প্ৰায় দৌৰি ওলাই গ'ল আৰু যাওঁতে ক্লাৰাকো প্ৰায় দৌৰাই লৈ গ'ল। মানুহজনৰ আচৰিত কাণ্ড দেখি মোৰ হাঁহি উঠিল। পিছে ক্লাৰা মানুহজনীক ভাল লাগিল। এনে অস্থিৰ স্বামী এজনৰ (স্বামীয়েই হ'ব নিশ্চয়) সৈতে সংসাৰ কৰোঁতে মানুহজনীয়ে চাগৈ বহু কথা চম্ভালিব লগা হয়। মুহূৰ্ততে এস্কেলেটৰত মানুহহাল চকুৰ আঁৰ হৈ অসংখ্য মানুহৰ মাজত মিলি গ'ল।

ইউনাইটেড আমেৰিকা এয়াৰলাইনৰ বিমানখনত বহি অৱসাদত চকু দুটা মুদি দিছিলোঁ। বৰ আৰামদায়ক বিমান। হিচাপ কৰিলোঁ মনে মনে, প্ৰায় যোল্ল ঘণ্টা মই যাত্ৰাৰ বাবেই খৰচ কৰিলোঁ। দুনিশা টোপনি ক্ষতি হৈছে, ভাৰতীয় সময়ৰ হিচাপমতে। জেটলেগিং আৰম্ভ হৈছিল বোধহয়, সেয়ে টোপনিৰ ভাব আহিলেও টোপনি অহা নাছিল।

ঃ হাউ ষ্ট্ৰেঞ্জ! ইউ আৰ হিয়েৰ!

মোৰ কাষতে মাতটো শুনি চকু মেলিলোঁ। আৰে! ক্লাৰা দেখোন! ৰঙা চুলীয়া লগৰীয়াজনে বিশেষ একো মন নিদি লাগেজ স্পেচ খুলি কান্ধৰ বেগ ভৰাইছে। এওঁলোক দুজনে দেখোন সকলোতকৈ আগতেই দৌৰিছিল! মই হাঁহি মাৰি ক'লোঁ — আচৰিত কথা নহয়নে! তোমালোক মোৰ কাষতে বহিবা। ভাল লাগিব যাত্ৰাটো। ৰঙা চুলীয়াই টিকটৰ নম্বৰ মিলাই মোৰ কাষৰ ছীটত বহিল। মাজৰ অহা-যোৱা বাটটোৰ ইপাৰে ক্লাৰা। ভাৰতত হোৱা হ'লে ক'লোঁৱেইহেঁতেন, আপুনি মোৰ কাষলৈ আহক, কথা পাতি যাবলৈ ভাল লাগিব। কিন্তু ইয়াত নোৱাৰি। টিকটৰ নম্বৰমতে তেওঁলোক বহিছে। বিমানখনত দুই, তিনি, দুইকৈ আসন ভাগ কৰিছে। দুজনীয়া আসনৰ কাষত এটা ৰাস্তা। তাত পিছত তিনিজনীয়া আসন, আকৌ এটা ৰাস্তা, সিপাৰে আমাৰ দৰে দুখন আসন। এই শৃংখলাত স্বামী-স্ত্ৰীয়ে ইচ্ছা কৰিলে ছীট সলনি কৰিব পাৰে। কিন্তু মই ভাবিলেইতো নহ'ব। ৰঙা চুলীয়া এই মানুহজনে মোলৈ চাই এতিয়ালৈকে হাঁহি এটাও সৌজন্যমূলকভাৱে মৰা নাই। অথচ ক্লাৰাই মোৰ সৈতে ইমান মধুৰ ব্যৱহাৰ কৰিছে! কি কৰিম, এই ৰঙা চুলীয়া গোমোঠা মুখৰ মানুহটোৰ কাষতে বহি সাত-আঠ ঘণ্টা যাব লাগিব, উপায় নাই। 'আজি আমাৰ যাত্ৰা একেলগেই ভগৱান মিলাই থৈছে নহয়নে?' — ক্লাৰাই মোৰ কাষত বহা ৰঙা চুলীয়াৰ কাষেৰে মুখখন উলিয়াই মোলৈ চাই ক'লে। লগে লগে ৰঙা চুলীয়াই ক্লাৰালৈ নোচোৱাকৈ ক'লে — 'কোনে জানে, কিজানি একেলগে মৰিবও লাগিব'।

ঃ ইস্ ৰাম! মাৰ্ক, তোমাৰ এনেকুৱা আপদীয়া কথাবোৰ যাত্ৰা মুহূৰ্তত নক'বাচোন, আমাৰ যাত্ৰা শুভ হ'ব। এই বুলি বুকুত হাত দি ক্লাৰাই এখন্তেক চকু মুদি, পুনৰ মোলৈ চাই ক'লে — 'তুমি মাৰ্কৰ কথাত বেয়া নাপাবা। এওঁ আচলতে এনেয়ে কয় কথাবোৰ'। ময়ো হাঁহি মাৰি এইবোৰ ধৰিব লগা কথাই নহয় বুলি ক্লাৰাক আশ্বস্ত কৰিলোঁ। মোৰ কাষত বহা ৰঙা চুলীয়াৰ নাম তেতিয়া হ'লে মাৰ্ক — মাৰ্ক-ফাৰ্ক যিয়েই নহওক, মানুহটো সুবিধাৰ নহয় যেন লাগিছে। ক্লাৰাৰনো এই মানুহটোৰ সৈতে কেনেকৈ ৰাহি-যোৰা আহিল ক'ব নোৱাৰোঁ। মোৰেই আজি কপাল বেয়া। এনে এটা নিসিজা সহযাত্ৰীৰ সৈতে বহি থাকিব লাগিব। মই মোৰ বাবে নিৰ্দিষ্ট কৰি থোৱা টিভিৰ স্ক্ৰীন খুলি কাণলৈ হেডফোনটো নিব খোজোঁতেই শুনিলোঁ — 'তেতিয়া হ'লে আমি সাত-আঠ ঘণ্টা একেলগে যাম — সাধাৰণতে সহযাত্ৰীৰ সৈতে মই কাচিৎহে কথা পাতোঁ। এতিয়া ক্লাৰাৰ সৈতে আপোনাৰ চিনাকি ভালেই জমিছে যেতিয়া মই কথা দুআষাৰ আপোনৰ সৈতে পাতিবইতো লাগিব'। মাৰ্কে ছীটবেল্ট মাৰি মোলৈ নোচোৱাকৈ কথাকেইটা ক'লে।

ঃ কাক কৈছে? মোকেই কৈছেনে?

ঃ অ', মোৰ ওচৰত আপুনিহে বহিছে!

হে হৰি, এনে অভদ্ৰ মানুহ ক'তো লগ পোৱা মনত নপৰে। সাধাৰণতে বিদেশত অচিনাকি মানুহেও হাঁহি এটা মাৰি সৌজন্য দেখুৱায়। এওঁ কেনেধৰণৰ মানুহ! তথাপি বিনম্ৰভাৱেই ক'লোঁ — তেনেকুৱা একো কথা নাই। কথা নাপাতিলে মই বেয়া নাপাওঁ। মোৰ জেটলেগিং হৈছে, শুবলৈহে মোৰ মন গৈছে। টোপনি নধৰিলে গান শুনিম বা চিনেমা চাম।

ঃ মই আকৌ কথা পাতি বেয়া পোৱা মানুহ নহয়, কিন্তু আপুনি 'ইণ্ডিয়া'ৰ বুলি গম পালোঁ। ইণ্ডিয়া সম্পৰ্কে

মোৰ কোনো কৌতূহল নাই। এইবুলি মানুহজনে বেগৰপৰা কিতাপ এখন উলিয়াই ল'লে। মোৰ অসম্ভৱ খং উঠিল। ক্লাৰাৰ প্ৰতি গঢ়ি উঠা ভাল ভাবো তৎক্ষণাৎ নোহোৱা হ'ল। বগা চাহাববোৰৰ ক'লা ছালৰ প্ৰতি থকা বিদ্বেষ এই শতিকাতো যোৱা নাই। মাৰ্কেই তাৰ প্ৰমাণ। মনৰ তীব্ৰ খং নিয়ন্ত্ৰণ কৰি দৃঢ়ভাৱেই ক'লোঁ — 'ময়ো আপোনাৰ দেশলৈ কাম বিচাৰি অহা নাই। মোৰ আপোনালোকৰ প্ৰতি কোনো আসক্তিও নাই। বিশেষ কিছুমান কনফাৰেন্সৰ বাবে আপোনালোকৰ চৰকাৰে নিমন্ত্ৰণ কৰাতহে আহিছোঁ। আপোনালোকৰ বহুত কথা-কাণ্ড মোৰ হজম নহয়, কিন্তু আহিবলগা হ'ল'। বেছিকৈয়ে খণ্ডৰ ভমকত কৈ পেলালোঁ নেকি। মানুহজনে দুটা বাক্যহে কৈছিল মাত্ৰ — ছেঃ। মই কাজিয়াখোৰ মানুহ নহয়। কিন্তু মোক ভাৰতীয় বুলি জানি তেওঁ এনেকৈ কোৱাটো জানো উচিত আছিল! এইদৰে গাত গা লগাকৈ বহি, মুখ ওন্দোলাই ওৰে বাটটো গৈ থাকিব পাৰিনে? তাতকৈ মুখেৰে নমতাই ভাল আছিল। মানুহজনে মোৰ কথাৰ একো উত্তৰ নিদিলে। তাৰ সলনি নিৰ্বিকাৰ ভাবত কিতাপখন মেলি পঢ়িবলৈ ল'লে। তেওঁৰ এই আচৰণত মোৰ খং দুগুণে চৰিল। কিতাপৰ বেটুপাতলৈ চকু গ'ল। ডান ব্ৰাউনৰ ' The Da Vinci Code'। মই যোৱা বছৰেই পঢ়িলোঁ কিতাপখন। দুহাজাৰ তিনি চনৰে বেষ্ট ছেলিং কিতাপখন তেওঁ এতিয়াহে পঢ়িছে — তাতেই ইমান বাহাদুৰি! কওঁ নেকি, ভাৰতৰ এখন সৰু চহৰত থাকি এইখন কিতাপ এবছৰ আগেয়েই পঢ়িলোঁ বুলি! নিজকে নিয়ন্ত্ৰণ কৰিলোঁ। মোৰ সন্মুখৰ সৰু স্ক্ৰীনখনৰ মুভি চেনেল লগাই, হেডফোন লগালোঁ। ডি কেপ্ৰিয়ৰ ধুনীয়া অজলা মুখন দেখিলোঁ। 'মেন ইন দা মাস্ক' মই আগতে চোৱা চিনেমা। ইটোৰ পাছত সিটো চেনেল সলালোঁ। ভিয়েটনামী গেৰিলা আৰু মাৰ্কিন গেৰিলাৰ যুদ্ধৰ ছবি — বেয়নেটেৰে খুঁচি বুঢ়া মানুহ এজনৰ পেটৰ নাড়ী-ভুৰু উলিয়াই দিয়া হৈছে — বীভৎস.... অন্য এটা চেনেল সলালোঁ — নীলাভ সাগৰৰ উৰ্মিমালাত, ঢৌ খেলা একোচা সোণালী চুলিৰে নায়িকা...., মোৰ কাষৰ মাৰ্কে হঠাতে আঙুলি স্ক্ৰীনৰ ফালে দেখুৱাই কিবা এটা ক'লে। হেডফোনৰ বাবে একো নুশুনাত, ফোন খুলি সুধিলোঁ — কিবা কৈছিল নেকি?

ঃ এইখন 'Cast Away' বৰ ভাল মুভি। আলটাইম টপ গ্ৰছিং মুভিৰ এখন এইখন, পিছে শেষ হ'বৰে হ'ল। আজি এইকেইখন চিনেমা 'ৰিপিট' কৰি থাকিব। চাব পাৰিবা। মাৰ্কে কাণৰ কাষত ডাঙৰকৈ ক'লে।

এই ছবিখনৰ কথা মই শুনিছোঁ। কিন্তু নানা কাৰণত চাবলৈ পোৱা নাই। মনত সাংঘাতিক স্পৃহা হ'ল ছবিখন চাবলৈ। কিন্তু মাৰ্কৰ ওচৰত সৰু হওঁ কেনেকৈ? মাৰ্কৰ ওপৰত খং এটা উঠি আছিলেই। এনেয়ে কৈ দিলোঁ — এইখন চিনেমা মই চালোঁ। মই পিছে ইমান ভালপোৱা নাই। মই বৰঞ্চ তুমি পঢ়া কিতাপখন বৰ ভাল পাইছিলোঁ পঢ়ি। এবছৰ আগতেই পঢ়িলোঁ। — কথাকেইটা কৈহে অন্তৰখন শাঁত পৰিল।

ঃ পঢ়িবাই, জনপ্ৰিয় কিতাপ। ডান ব্ৰাউনৰ কিতাপ ভালপোৱা নেকি? ময়ো ভাল পাওঁ।

এইবাৰ দেখোন তেওঁ মোৰ প্ৰতি মন-কাণ দিছে। ডান ব্ৰাউনে আমাৰ মাজত সহনশীলতাৰ সেতু গঢ়িব খুজিছে যেন পাইছোঁ। তৎক্ষণাৎ ক'লোঁ — নাই, পঢ়িবলৈ বৰ কম সময় পাওঁ। দুখনমানহে পঢ়িছোঁ। তাতে ভাৰতৰ কবি, গল্পকাৰসকলে বৰ ভাল লিখে নহয়, সেইবোৰ পঢ়োঁতেই সময় পাৰ হৈ যায়।

ঃ মই ভাৰতৰ অনুবাদ গল্প আৰু ইংৰাজী লেখকৰ উপন্যাস পঢ়িছোঁ। বেয়া নহয়। যোৱাবাৰ ছামাৰ হলিডে'ত পঢ়িবলৈ বিক্ৰম শেঠ, অৰুন্ধতী ৰয়ৰ পুৰস্কাৰ-তুৰস্কাৰ পোৱা কিতাপ লগত লৈছিলোঁ। যিমান ভাল হ'ব বুলি ভাবিছিলোঁ — ভাল নালাগিল দেখোন।

মই মন্তব্য নিদিলোঁ। ভাৰতৰ প্ৰতি কৌতূহল নথকা মানুহটোৱে যে ভাৰতীয় লেখকৰ কিতাপ পঢ়িছে সেয়ে যথেষ্ট। মই মন্তব্য দিলে কথাত কথা বাঢ়িব। ঠিক তেনে সময়তে ক্লাৰাই আমাৰ ফালে মুখখন আগুৱাই পাৰ্যমানে সৰুকৈ ক'লে — 'এই প্লেইনখনৰ ছাৰ্ভিচ জঘন্য হৈছে বুজিছা। অথনিৰেপৰা জুচ ছাৰ্ভ কৰি সিহঁত এইখিনি পোৱাহি নাই। মাৰ্ক তুমি কি ল'বা? ভল্লদিমেৰীৰ বাবে সময়টো ভাল হৈছে। তুমি তাকে ল'বা। মই কেৱল টমেট' জুচ খাম'।

ঃ কোনে মই! ব্ৰেণ্ডেড হুইস্কী অন ৰকছ ল'ম। খাই দোৰ্ঘোৰ টোপনি যাম। — মাৰ্কে ক্লাৰালৈ চাই গম্ভীৰভাৱে ক'লে।

ঃ কি! এই ভৰ দুপৰীয়াখন! তোমাৰ ইচ্ছা। মই কোৱা উচিত নাছিল তোমাক। — ক্লাৰাই বিৰক্তিৰে মুখখন ঘূৰালে। মানুহজনীয়ে ছীটটোত ইকাটি-সিকাটি কৰি থাকিল। মাৰ্কে নিৰ্বিকাৰভাৱে কিতাপৰ পৃষ্ঠা লুটিয়ালে।

ঃ উস্ — এই ছীটটো.... ক্লাৰাই স্বগতোক্তি কৰিলে।

ঃ কি হৈছেনো? ৰ'বা, মই ঠিক কৰি দিওঁ।

এইবুলি মাৰ্কে ছীটবেল্ট খুলি ক্লাৰাৰ ওচৰলৈ গৈ,

ছীটটো সামান্য হেলনীয়া কৰি কঁকাললৈকে কম্বলখন টানি দিলে। মুৰত হাত ফুৰাই ক্লাৰাৰ ওঁঠত চুমা এটা খাই মাৰ্ক পুনৰ নিজৰ আসনত বহিলহি। 'কি হৈছেনো, কিবা অসুবিধা হৈছে নেকি?' মই উপযাচি কথাটো এনেয়ে সোধা নাই। মনত আশা, কিজানি মাৰ্কে কয় ক্লাৰাক — 'তুমি নহ'লে মোৰ ছীটলৈকে আহা। মই তোমাৰ ছীটলৈ যাওঁ'। মাৰ্কে সেইদৰে নক'লে। বৰঞ্চ সামান্য বাহু দুটা উঠাই মোক ক'লে — 'ইমান সুন্দৰ বিমানখনত কি অসুবিধা আছে! এনেই আৰু অলপ আদৰ বিচাৰিছে। মই অলপ ওলোটা কথা ক'লেই তেওঁৰ এনে দশা হয়'।

হাঁহিমুখীয়া এয়াৰহোষ্টেছ এগৰাকীয়ে ডাঙৰ ট্ৰলীখন ঠেলি আনি সুধিলে — 'ড্ৰিংকছ, কি ল'ব?'

মই সুধিলোঁ — লাইম হ'বনে?

ঃ হ'ব।

ঃ মোক নেমু চৰ্বত বৰফ নিদিয়াকৈ দিব।

ঃ মোকো একেই, মাত্ৰ বৰফ দিব। — মাৰ্কে শকত-আবত ধুনীয়া এয়াৰ হোষ্টেছগৰাকীলৈ চাই সামান্য হাঁহি ক'লে।

মই প্ৰশ্নবোধক দৃষ্টিৰে মাৰ্কলৈ চালোঁ। অলপ আগতে দেখোন তেওঁ ব্ৰেণ্ডেড হুইস্কী খাই টোপনি যোৱাৰ কথা কৈছিল! মই গুৰুত্ব নিদিলোঁ। সেয়া তেওঁৰ নিজস্ব কথা। মাৰ্কে নেমুৰস হাতত লোৱাৰ লগে লগে ক্লাৰা আহি মাৰ্কৰ ডিঙিত সাবটি ওঁঠত চুমা এটা খালেহি।

হে হৰি, এইহালে ওৰে বাটটো এই ভাওনাখন কৰিয়েই গৈ থাকিব নেকি? ক্লাৰাই মাৰ্কৰ গালত হাত ফুৰাই ক'লে — 'মাই গুড বয়'। মই মুভি স্ক্ৰীনত চকু দিলোঁ। কিছুপৰৰ পাছত মাৰ্কে উপযাচি সুধিলে — 'তুমি ইণ্ডিয়াৰ পুনেত থাকা নেকি?'

ঃ ইণ্ডিয়াত কেৱল পুনে নাই।

ঃ ছ'ৰি, ছ'ৰি, মই জানো, ইণ্ডিয়া এখন বিশাল দেশ। কোটি কোটি মানুহ। যোগ-যাদু-সন্ন্যাসীৰ এক ৰহস্যময় দেশ।

এইবাৰ মই প্ৰায় মাৰ্কৰ ফালে ঘূৰি বহিলোঁ। ধীৰে-সুস্থিৰে ক'বলৈ ল'লোঁ — ভাৰতবৰ্ষৰ ঐতিহ্য প্ৰাচীন। বহু হাজাৰ বছৰীয়া এনে ধৰণৰ যোগ-বনৌষধ আদিৰ পৰম্পৰা, সাধু-সন্ন্যাসীৰ পৰম্পৰা আছে। কিন্তু এইবোৰ এতিয়া সমগ্ৰ বিশ্বই স্বাস্থ্যসন্মত বুলি গ্ৰহণ কৰিছে। ভাৰতীয় আয়ুৰ্বেদিক চিকিৎসাৰ বহু হাজাৰ বছৰৰ ইতিহাস আছে। বিজ্ঞান-প্ৰযুক্তিতো ভাৰত পিছপৰি থকা নাই। তুমি ভবাৰ দৰে যাদু-সাধু-সন্ন্যাসীৰ দেশ নহয় এইখন।

ঃ কিন্তু দেশখন বৰ লেতেৰা বুলি মই শুনিছোঁ। মানুহবোৰে 'হাইজিন' হেনো নাজানে। ৰাস্তা-ঘাট লেতেৰা। মুক্তভাৱে ৰাস্তাত শৌচ-প্ৰস্ৰাৱ কৰে মানুহবোৰে। — মাৰ্কে কথাবোৰ মোৰ ফালে নোচোৱাকৈ এনেভাৱে ক'লে যেন ভাৰতৰ এই 'লেতেৰা'বোৰ মোৰ গাতে লাগি আছে। ভাৰতৰ মানুহবোৰ গৰু-কুকুৰ-মেকুৰীৰ দৰে....। মোৰ মাৰ্কৰ ওপৰত অসম্ভৱ বিৰক্তি উপজিল। এই বিৰক্তি প্ৰকাশ কৰি ক'লোঁ — 'মই তোমাৰ সৈতে কথা পাতিবলৈ ইচ্ছুক নহয়। তুমি ভাৰতক কেৱল 'নিগেটিভ' মনোভাবেৰেই চাইছা, তুমি ভাৰতৰ সমস্যাৰ কথা নাজানা। জনসংখ্যা, স্বাস্থ্য-পৰিষ্কাৰ-পৰিচ্ছন্নতা এইবোৰৰ সৈতে দৰিদ্ৰতা বিষয়টোও জড়িত হৈ আছে। অপৰিচ্ছন্নতা তোমালোকৰ মাজতো আমি দেখোঁ। জলবায়ুৰ কথাটো তুমি গুৰুত্বই দিয়া নাই। গ্ৰীষ্মপ্ৰধান দেশৰ মানুহতকৈ শীতপ্ৰধান দেশৰ মানুহৰ অভ্যাসবোৰ মই বেছি অপৰিষ্কাৰ বুলি ভাবোঁ।

ঃ ঠিক আছে, ভাৰতৰ এই দিশটো বাৰু মই এৰিলোঁ। কিন্তু যাদু-মন্ত্ৰত বিশ্বাস কৰি মানুহ হত্যা হৈ থকাটো তুমি উলাই কৰিব নোৱাৰা।

ঃ তুমি ডাইনী হত্যাৰ কথা কৈছা নেকি? সেয়া দেখোন তোমালোকৰ তথাকথিত সাংঘাতিক উন্নত দেশকেইখনতো চলি আছে। ইউৰোপ, আমেৰিকাত 'ব্লেকমেজিক' আৰু 'উইচ্চ' বুলি প্ৰহাৰ কৰি মৰা ঘটনা দেখোন আমি পঢ়ি থাকোঁ। কু-সংস্কাৰ, অন্ধবিশ্বাস নাথাকিলে, বৰ্তমান 'হলিউড'ৰ জনপ্ৰিয় চিনেমা, ছিৰিয়েলৰ কাহিনীবোৰ কিয় এনেকুৱা অতি-ভৌতিক হয়?

ঃ অহ্ — সেইবোৰ ফেণ্টাচি....

ঃ বাট য়ু লাইক ফেণ্টাচি। নহয় বুলি কোৱা?

ঃ মানুহ মাত্ৰেই ফেণ্টাচি প্ৰিয়। মই সেইবোৰৰ কথা কোৱা নাই। মই এইটোহে ক'বলৈ গৈছোঁ যে, তোমালোকৰ দেশত অসংখ্য শিক্ষিত মানুহ থাকোঁতেও ৰাজনীতিক ব্যক্তিবোৰ সাধু-সন্ন্যাসীবোৰৰ পাছে-পাছে ঘূৰি ফুৰে। তেওঁলোকে তোমালোকক প্ৰতিনিধিত্ব কৰে, কিন্তু তেওঁলোক আকৌ এনেকুৱা বাবাবোৰৰ নিৰ্দেশত চলে। তাৰমানে তোমালোকৰ গোটেই দেশখন সাধুবাবাবোৰে চলোৱাটোকে নুবুজায় জানো? সেইবাবেই তোমালোকে কথাবোৰ কোৱা এক ধৰণে, কাম কৰা আন ধৰণে....

ঃ মানে?

ঃ মানে তোমালোকে নিজক প্ৰগতিশীল বুলিও ভাবা,

ইফালে অন্ধবিশ্বাসৰ 'প্ৰেকটিচো' কৰা। ধৰ্মনিৰপেক্ষ বুলি কোৱা, ইফালে সদায় ধৰ্ম লৈ কাজিয়া-বিদ্বেষ। মন্দিৰ-মছজিদ ভঙা-ভঙি, কটা-মৰা....

ঃ ৰ'বাচোন ৰ'বা। কেৱল তুমিয়েই কৈ যাবা নেকি! মানিলোঁ বাৰু আমি ধৰ্ম লৈ কাজিয়া কৰোঁ বুলি, কিন্তু তোমালোকৰ মাজত দেখোন, খ্ৰীষ্টানৰ মাজতে বহুত কটা-মৰা। ভাগে ভাগে কাজিয়া। আজিৰ তাৰিখত ভাৰতত ৰাষ্ট্ৰপতিজন মচলমান। তেওঁ মুচলমান বাবে ৰাষ্ট্ৰপতি হোৱা নাই। তেওঁ এজন পণ্ডিত, বিজ্ঞানী। ভাৰতৰ কোটি কোটি মানুহে তেওঁক শ্ৰদ্ধা কৰে। ইয়াৰ আগতেও ভাৰতত মুচলিম ৰাষ্ট্ৰপতি আছিল। আমাৰ প্ৰধানমন্ত্ৰীজন সংখ্যালঘু শিখ সম্প্ৰদায়ৰ। কংগ্ৰেছ চৰকাৰৰ দলনেত্ৰী ইটালীৰ। বৈবাহিক সূত্ৰেহে ভাৰতীয়। মোক তোমালোকৰ এনে এজন ৰাষ্ট্ৰ মুৰব্বীৰ কথা কোৱাচোন যি অখ্ৰীষ্টান। আমেৰিকা, ইউৰোপ দুয়োখন দেশৰ কথাই কৈছোঁ, তোমালোকে কোনোবা সংখ্যালঘুক ৰাষ্ট্ৰৰ সৰ্বোচ্চ পদ দিছানে? তুমি এজন আমেৰিকান। বিশ্বৰ সৰ্বশক্তিমান দেশৰ বাসিন্দা, তোমাৰ মন-চিন্তা উচ্চ, কিন্তু আজিলৈকে এগৰাকী মহিলাই কিয় ৰাষ্ট্ৰৰ সৰ্বোচ্চ পদ পাব পৰা নাই। উপযুক্ত মহিলা নাই নেকি!

মোৰ মাতটো বোধহয় অলপ ডাঙৰেই হৈছিল। ক্লাৰাই মাৰ্কক বাহুত হেঁচুকি সুধিলে — 'এনিথিং প্ৰব্লেম? তোমালোকে কি বিষয়ে কথা পাতিছা? মোৰ টোপনি ভাগি গ'ল'।

মই বৰ লাজ পালোঁ। তৎক্ষণাতে ক'লোঁ — নাই একো হোৱা নাই। ছ'ৰি, ভেৰী ছ'ৰি। মোৰ মাতটো ডাঙৰ। আমি 'ইণ্ডিয়া'ৰ বিষয়ে কথা পাতিছোঁ ক্লাৰা।

ঃ 'এক্সকিউজ মি'। — এইবুলি মাৰ্ক টয়লেটৰ ফালে উঠি গ'ল। ছেঃ পৰিৱেশটো কিবা বেয়া হৈ গ'ল। কিন্তু মই উপযাচি একো উলিওৱা নাই। মাৰ্কেহে সাধু-সন্ন্যাসীৰ কথা উলিয়াইছিল। মানুহটোৰ ভাৰতৰ প্ৰতি এটা অহেতুক বিদ্বেষ আছে। মই একো বিষয়ে আৰু কথা নাপাতোঁ বুলি বান্ধিলোঁ। ক্লাৰা নিজৰ ছীটৰপৰা মোৰ ফালে অলপ হাউলি আহিল। মাজত ৰাস্তা আৰু মাৰ্কৰ ছীটটোৱে ক্লাৰা আৰু মোৰ মাজত যথেষ্ট দূৰত্বৰ সৃষ্টি কৰিছিল।

ঃ শুনাচোন, এওঁ ইণ্ডিয়া ভাল নাপায়। সেয়ে ভাৰত সম্পৰ্কে কথা ওলালে 'এভইড' কৰিবা। তেওঁৰ হৈ ময়ে তোমাক ক্ষমা খুজিছোঁ। কি কৰিবা, মই ইয়াৰ বিপৰীত। মই বহু বছৰ ধৰি ভাৰতৰ কিছু দৰ্শন প্ৰেকটিচ কৰোঁ। মই যোগাসন কৰোঁ, নিৰামিষ খাওঁ পৰাপক্ষত আৰু চেতাৰ বজাই ভাল পাওঁ।

ঃ সেইবাবেই মাৰ্কৰ খং উঠে নেকি?

ক্লাৰাই উচ্‌পিচ লগালে। কিবা যেন ক'ব খুজিছে, অথচ দূৰত্বৰ বাবে পৰা নাই। মাৰ্কৰ দেখা-দেখি নাই। মই নিজেও ক্লাৰাৰ কথাত কৌতূহল অনুভব কৰিছোঁ। একো নাভাবি মাৰ্কৰ ছীটটোলৈ উঠি গৈ ক'লোঁ — ছ'ৰি, মই এইবোৰ তোমালোকৰ কথাত ভাগ ল'ব নাপায়, কিন্তু বিশ্বাস কৰা, মই নিজে একো ইণ্ডিয়া সম্পৰ্কত উলিওৱা নাছিলোঁ।

ঃ নহয় নহয়, মই সকলো বুজি পাইছোঁ। মাৰ্কৰ সৈতে মই ওঠৰ বছৰে সংসাৰ কৰিছোঁ। তেওঁক ভালদৰে জানো। মাৰ্ক প্ৰকৃততে মানুহটো বেয়া নহয়। মোৰ বৰ যত্ন লয়। কিন্তু তেওঁৰ কিছুমান নিজস্ব ধাৰণা আছে, যিবোৰ নিজেই কেতিয়াবা এৰে, কিন্তু আনে গুচাব নোৱাৰে। আমাৰ ছোৱালী জেচিকাই এই কথা লৈ দেউতাকৰ সৈতে সদায় তৰ্ক কৰে। মাৰ্কে এনেধৰণে কথা পাতিছে বুলি জনা হ'লে; মই আগতেই তেওঁক সাৱধান কৰিলোঁহেঁতেন! আচলতে সেই সময়ছোৱা মই 'জেট-ছেট'ত আছিলোঁ বাবে গম পোৱা নাছিলোঁ'। ক্লাৰাই যে বৰ অস্বস্তিত ভুগিছে, তেওঁক দেখিয়েই বুজি পাইছোঁ। তাতে মই ভাৰতীয়। তেওঁ ভাৰতক ভাল পায়। কিন্তু ক্লাৰা কি 'জেট-ছেট'ত আছিল বুলি ক'লে? বুজি নাপালোঁ। 'জেটলেগ'ৰ কথা ক'লে নেকি? কিন্তু কিয় ভুলকৈ ক'ব? 'ছ'ৰি, ক্লাৰা, মই জেট-ছেট' কথাটো বুজি নাপালোঁ। দিন-ৰাতিৰ পাৰ্থক্যত সুদীৰ্ঘ যাত্ৰাত হোৱা অৱসাদ 'জেটলেগ'ৰ কথা নিশ্চয় নাই কোৱা — বেয়া নাপাবা, মই বুজা নাই বাবেহে সুধিছোঁ'।

ক্লাৰাই চুলিকোছা জোকাৰি হাঁহিলে। 'তুমি প্ৰকৃততে ভাৰতীয় নহয় দেই' এইবুলি ক্লাৰাই আকৌ হাঁহিলে। ক্লাৰা সঁচাকৈয়ে আকৰ্ষণীয় মহিলা। ক্লাৰাই পুনৰ কথাৰ সুৰ সলাই ক'লে — 'মই প্ৰায় পঁচিছ বছৰ ধৰি এজন ভাৰতীয় গুৰুৰ শিষ্য। ছোৱালী কালৰেপৰা। আমেৰিকাতে শিষ্যত্ব গ্ৰহণ কৰিছিলোঁ। এই সংক্ৰান্ততে দুবাৰ ভাৰতলৈ গৈছিলোঁ, প্ৰায় বিছ বছৰ আগেয়ে। আমি কিছুমান ধ্যান কৰোঁ। শৰীৰৰ পুষ্টিৰ বাবে আমি খাদ্য খাওঁ, ব্যায়াম কৰোঁ। মানসিক বিকাশ সাধনৰ বাবে, মনৰ ব্যায়ামৰ দৰকাৰ। তুমি যিমানে ওপৰলৈ যাবা মাধ্যাকৰ্ষণৰ প্ৰভাৱ তোমাৰ শৰীৰত কমকৈ পৰিব। পুৰণি কালত ঋষি-মুনিয়ে 'হাই অলটিচিউড'ত কিয় ধ্যান কৰিছিল? তাৰ কাৰণ আছে। আমি এতিয়া মাটিৰপৰা হাজাৰ হাজাৰ মাইল ওপৰত আছোঁ। পৃথিৱী এৰি আমি ডাৱৰৰ

মাজত, নীলিম শূন্যত ওপঙি বৈছোঁ। আমাৰ সকলো মায়াৰ বন্ধন, গছ-লতিকা, নদী-সাগৰ, পৰ্বত, চৰাই-চিৰিকটিৰ শব্দ, আত্মীয়-স্বজনৰ শৰীৰবোৰ মাটিতে এৰি; শুচি আহি; এক নিৰ্মল জগতৰ মাজত বিচৰণ কৰিছোঁ। তোমাৰ চৌপাশে কেৱল নভোমণ্ডল, নক্ষত্ৰপুঞ্জ, যাক পৃথিৱীৰপৰা আমি ঢুকি নাপাওঁ। তোমাৰ মন পৰিষ্কাৰৰ বাবে ইয়াতকৈ ভাল ঠাই নাই।

ঃ ইণ্টাৰেষ্টিং, কিন্তু তুমি কি ধ্যান কৰা? মোৰ কৌতূহল বাঢ়ি গ'ল।

ঃ এই ধ্যানৰ তিনিটা পদ্ধতি আছে। প্ৰথম, তুমি আকাশৰ বিশাল পৰিধি অনুভৱ কৰি নিজৰ মন, নিজৰ শৰীৰৰ অৱয়ব বিস্তৃত কৰি নিয়া। তুমি এই সমগ্ৰ উৰা-জাহাজখন অনুভৱ কৰিবা। তাৰ পাছত দ্বিতীয় পৰ্যায়, এইবাৰ চকু মুদি তুমি অনুভৱৰ শক্তি তীব্ৰ কৰা আৰু উৰা-জাহাজখনৰপৰা বাহিৰ ওলাই শুচি যোৱা। তোমাৰ ভাব হ'ব, তোমাৰ মাজতহে আছে এই বিমানখন আৰু যাত্ৰীবোৰ। তৃতীয় পৰ্যায়ত তুমি আৰু বিশাল হোৱা। তোমাৰ মাজত এইবাৰ সোমাই পৰিব ডাৱৰ, নক্ষত্ৰপুঞ্জত সম্পূৰ্ণ আকাশ। ইয়াৰ তুলনাত এই পাৰ্থিৱ বিমানখন ক্ষুদ্ৰ বস্তু। আকাশৰ বিষয়ে ভাবিবলৈ যত্ন কৰি, আকাশক লৈ লেখা ভাল কবিতা, গদ্য এইবোৰ মনত পেলাব লাগে। কিন্তু এই কাম কৰোঁতে নিজে নিজক আকাশলৈ পৰিৱৰ্তন কৰিব লাগিব। আকাশৰ কথা কেৱল ভাবিলে, ক্ষুদ্ৰ হৈ পৰিবা, এক পাৰ্থিৱ বাধা আহি পৰিব। মানুহৰ চিন্তা, বিজ্ঞান-প্ৰযুক্তি, উৰা জাহাজ, ৰকেট, ছেটেলাইটতে সীমাবদ্ধ। অসীমৰ সন্ধান কৰিব পৰা যোগ্যতা হোৱা নাই। নিজে আকাশ হৈ ল'লে বহু সত্যৰ সন্ধান পাব পাৰি — নিজে আকাশ হ'লে জোন-বেলি, তৰা তোমাৰ বুকুৰ মাজত ঘূৰি ফুৰিব, তুমি প্ৰকৃততেই অনুভৱ কৰিবা —now these clouds that are moving, and the moon and the stars - they are moving in you, you are huge, unlimited....

ঃ তোমালোকে কথা পাতি থকা দেখি মই প্লেনত ভিতৰতে অলপ খোজ কাঢ়িলোঁ। বহি থাকিবলৈ মই বৰ বেয়া পাওঁ। — হঠাতে মাৰ্কৰ মাতত ক্লাৰা আৰু মোৰ কথাত যতি পৰিল। ক্লাৰাৰ কথাৰ লগে লগে এক তন্দ্ৰালস ভাবে আহি মোক স্পৰ্শ কৰিছিল। মাৰ্ক আহি ওচৰত থিয় হোৱা সত্ত্বেও সেয়ে গম পোৱা নাছিলোঁ। মই খপ্‌জপকৈ উঠি ক'লোঁ — ছ'ৰি, আপোনাৰ ছীটটোত বহি আছোঁ। আচলতে ক্লাৰাৰ সৈতে....

ঃ নাই নাই, ঠিক আছে। বহুক ইয়াতে। মই আপোনাৰ ছীটলৈ যাওঁ। এইবুলি মাৰ্ক মোৰ আগেৰে মোৰ ছীটলৈ গ'ল। এইবাৰ মাৰ্ক মোৰ বাওঁফালে উইণ্ড' ছীটত। মোৰ সোঁফালে বিমান পৰিচাৰিকা, যাত্ৰী অহা-যোৱাৰ সৰু বাটটো। সিফালে ছীটত ক্লাৰা মোৰ সোঁবাহুৰ সমান্তৰালত। মই পেটে পেটে ভালেই পালোঁ। সুদীৰ্ঘ সময়। মাৰ্কৰ দৰে দন্দুৰা যাত্ৰী এজনৰ সৈতে গৰজ পৰিলেও মাত মাতিবলৈ মন নাযাব মোৰ। ক্লাৰাই নিজৰ হেণ্ডবেগত হাত ভৰাই কিবা এটা বিচাৰি আছে।

ঃ ক্লাৰাই ধ্যান, যোগ এইবোৰ শিকাইছিল নেকি? তেওঁ আকৌ নতুন মানুহ পালেই এইবোৰ দীক্ষা দিবলৈ লাগে। মোক নোবাৰে যে! তেওঁ যদি বিৰক্ত কৰিলে, ময়েই তেওঁৰ হৈ ক্ষমা খুজিছোঁ আপোনাক। — মাৰ্কে মোৰ কাণত ফুচ্‌ফুচাই ক'লে।

মাৰ্কৰ কথাত পেটে পেটে খুউব হাঁহি উঠিল। 'ইট্‌ছ অ-কে' এইবুলি হাঁহি চেপি ৰাখিলোঁ। মই ক্লাৰাৰ 'জেট-ছেট'ৰ বৰ্ণনা ভাল পালোঁ বুলি ক'লে জানোচা জগৰ লাগে, সেই বুলিয়েই একো নক'লোঁ।

ঃ এইখন চোৱা, আমাৰ ছোৱালী জেচিকা। সোতৰ বছৰীয়া গাভৰু। — বেছ গৰ্বেৰে ক্লাৰাই কথাষাৰ কৈ, মোলৈ এখন সৰু আইনা লগোৱা ফ্ৰে'মত বন্দী ফটো আগবঢ়াই দিলে।

ঃ আয়ে দেহি, বৰ ৰূপহী ছোৱালী দেই! — জেচিকাই মাৰ্কক পাছফালৰপৰা সাবটি পিঠিত ওলমি হাঁহি আছে। 'মাৰ্ক ইয়াত তোমাকো বৰ ভাল লাগিছে'। — সৌজন্যতাৰে মাৰ্কলৈ চাই ক'লোঁ।

ঃ এক্সিউজ মি। মাৰ্ক আকৌ বহাৰপৰা উঠিল। মোৰ গাটো বৰ ভাল লগা নাই। অলপ খোজ কাঢ়িলে ভাল লাগিব।

ঃ মাৰ্ক, সঁচাকৈ কোৱাচোন? কি হৈছে তোমাৰ? — ক্লাৰা উদ্বিগ্ন হৈ পৰিল।

ঃ একো নাই হোৱা। আচলতে পেটটো ভাল লগা নাই। অলপ অনিয়ম হৈছে। ছ'ৰি — তোমাক বৰ অসুবিধা দিছোঁ। মাৰ্কে মোলৈ চাই বিনয়েৰে ক্ষমা খুজি বহাৰপৰা উঠি গ'ল। ক্লাৰাই উদ্বিগ্নতাৰে কিছু সময় মাৰ্কলৈ চাই ক'লে — 'এই মানুহটো যে — নিজৰ অসুবিধাবোৰ কাকো ক'ব নোখোজে। মোৰ এইটোৱে অশান্তি বুজিছানে? মাৰ্কে মোৰ আৰু ছোৱালীজনীৰ সকলো কথাৰে পৰিচৰ্যা কৰিব, কিন্তু নিজৰ কিবা হ'লে আমাৰপৰা লুকুৱাব। জেচিকাই এই

কাৰণে কম গালি নাপাবে — অ', চোৱা এইজনী জেচিকা। বাপেকৰ মৰমত নষ্ট পোৱা ছোৱালী। তাইৰ আকৌ 'অপেৰা ষ্টাৰ' হোৱাৰ মন। ৰয়েল ডান্স এণ্ড ড্ৰামা স্কুলত প্ৰশিক্ষণ লৈ তাই 'বষ্টন বেলে ক'ম্পেনী'ত সোমোৱাৰ সুযোগো পালে জানানে? জেচিকা নামটোও মাৰ্কে দিয়া শ্বেইক্সপীয়েৰিয়ান নাম। অৰ্থ বোধহয় ঈশ্বৰৰ অস্তিত্ব। মাৰ্কে আকৌ খোলাকৈ কথাবোৰ নকয় নহয়। জেচিকা প্ৰকৃততে বাপেকৰ সৈতেহে ডাঙৰ হৈছে। মই স্কুলৰ শিক্ষয়িত্ৰী আছিলোঁ। কেইমাহমানৰ আগতে কাম এৰি দিলোঁ। মাৰ্কৰ বাবেই এৰিলোঁ। জেচিকা যেতিয়া 'অপেৰা ক'ম্পেনী'লৈ গ'লগৈ, মাৰ্ক বিমৰ্ষ হৈ পৰিল বেছিকৈ। যাবই দিয়াচোন। তাইৰ নিজৰ লক্ষ্য আছে, জীৱনবোধ আছে। মাৰ্কে ঔষধৰ ক'ম্পেনী এটাত কেইবাবছৰো ধৰি কাম কৰি আছে। কামত মাৰ্কৰ 'ৰেপুটেশ্যন' ভাল। কিন্তু জেচিকা যোৱাৰ পাছত মাৰ্কে কামতো বেয়া ফল দেখুৱাইছে। তেওঁ কয় — 'ইমান সৰুতেই তাই টকা ঘটিবলৈ গুচি যাব নালাগে নহয়। ওঠৰ বছৰেই হোৱা নাই তাইৰ'। কিন্তু তাই যে ডাঙৰ সুযোগ পালে, সুযোগ সদায় আহে জানো। সংগ্ৰাম কৰিবলৈ সৰুৰেপৰাই শিকিব লাগিব ল'ৰা-ছোৱালীয়ে। এইবোৰ অশান্তিতে আমি ৰেলছলৈ ফুৰিবলৈ গ'লোঁ। মাৰ্কে ছুটী ল'লে। পিছে কি হ'ব — পৰহি মাৰ্কে খবৰ পালে, জেচিকাই শ্ব' কৰিবলৈ আহিছে ৱাশ্বিংটনলৈ। তেৰেঁই ফোন ধৰিলে। মই বাথৰূমত আছিলোঁ। গম পায়ে ৰক্ষা নহ'ল। আন যাত্ৰীয়ে কেন্সেল কৰা টিকট দুটা কোনোমতে যোগাৰ কৰি আজি আহিলেই। তাই প্ৰায় এবছৰ ঘৰৰ ফালে আহিবই পৰা নাছিল। সেয়ে মাৰ্ক অধৈৰ্য হৈ গৈছিল'।

ঃ তোমালোক ৱাশ্বিংটনত থাকা নেকি?

ঃ হয়, অলপ দূৰত — ভাৰ্জিনিয়াত। মই জেচিকাৰ মোবাইলত ইমান ফোন কৰিলোঁ — বোলো, কিমান দিন থাকিব, আমাক সময় দিব পাৰিবনে নাই কথাবোৰ সোধোঁ — তাইৰ মোবাইল বন্ধ। ই-মেইল এটা কৰিলোঁ — উত্তৰো নাই। অগত্যা মাৰ্কৰ সিদ্ধান্তমতেই গুচি আহিছোঁ। কিযে এটা আগ-গুৰি নোহোৱা সিদ্ধান্ত ল'লে মাৰ্কে ৰেলছত মাত্ৰ চাৰিটা দিন হৈছিলহে — পোন্ধৰ দিনৰ ছুটীত কিমান ঠাইলৈ যোৱাৰ কথা পাতিছিলোঁ মনত — সকলো অথলে গ'ল।

ঃ হ'ব দিয়া, ইমান দিনৰ মূৰত ছোৱালীক লগ পাবা, ছুটীৰ আনন্দতকৈ বহুত বেছি আনন্দ এয়া।

মাৰ্ক ঘূৰি আহিল। মুখ-হাত ধুই আহিছে হ'বলা, বেছ সজীৱ লাগিছে মাৰ্কক। 'এতিয়া ভাল পাইছানে বাৰু?' মই আৰু ক্লাৰাই প্ৰায় একেলগে কথাষাৰ সুধিলোঁ। লগে লগে মই মাৰ্কক মই বহি থকা ছীটটো এৰি দি ক'লোঁ — 'তুমি ইয়াতে ক্লাৰাৰ ওচৰত বহা। মই নিজৰ ছীটত বহিম'। মাৰ্কে কেইবাবাৰো ধন্যবাদ দি ক'লে — 'মই এতিয়া ঠিকে আছোঁ'।

ঃ তুমি অলপ শুলে ভাল পাবা নেকি? — মই ক'লোঁ।

ঃ নাই, মোৰ টোপনি নাহে। মই ইতিমধ্যে স্লিপিং টেবলেট খাইছোঁ। কিন্তু টোপনি অহা নাই।

ক্লাৰালৈ চালোঁ। ক্লাৰাই বিমান পৰিচাৰিকাই দিয়া আবেলিৰ চাহৰ কাপত গাখীৰৰ পেকেট খুলি ঢালিছে। বিমান পৰিচাৰিকাই আমালৈও এটা পেকেট আগবঢ়াই দিলে। মাৰ্কে নল'লে। তাৰ সলনি ব্লেক কফি খাব খুজিলে। পেকেট খুলি দেখিলোঁ জেতুলি পকা, নুনিফল ইত্যাদিৰে ভৰা, ফলেৰে সজোৱা মস্ত কেক এডোখৰ। ওপৰত ক্ৰীম ঢলা। মোৰ ইমান ভোক নাই। সেয়ে এয়াৰ হোষ্টেছক সুধিলোঁ — চাহ হ'লেই হ'ব। কুকিজ আছে যদি দিব পাৰে।

ঃ কিয় এই কে'ক নোখোৱা? খোৱা, কেলিফোৰ্নিয়ান বেৰীজ কে'ক। মই যদি ভুল কৰা নাই লগত নিউজিলেণ্ডৰ ক্ৰীম অব্ টাৰ্টাৰ দিয়া হৈছে। সুস্থ হৈ থকা হ'লে মই এই কে'ক খাবলৈ নেৰোঁ। — মাৰ্কে ক'লে।

ঃ ঠিক আছে, খাম বাৰু। এই যে ফলটো দেখিছা, আমাৰ তাত এই ফলৰ খেতি হয়। কিন্তু ফলৰ বাবে নহয়। নুনিগছৰ পাত পলুৱে খায়। পলুৰপৰা লেটা হয়। ইয়াৰপৰা আকৌ সূতা উলিয়ায়, আমাৰ গাঁওবোৰত শিপিনীয়ে ঘৰতে তাত বয়, সূতা কাটে। এৰী, মুগা, পাট কাপোৰ শিপিনীয়ে ঘৰতে বয়। তুমি যে পিন্ধি আছা কপাহী চোলাটো, এনে কাপোৰ ঘৰতে বব পাৰে আমাৰ শিপিনীয়ে।

ঃ ইয়ে বৰ আচৰিত কথা দেখোন? এইবোৰ বিক্ৰী কৰেনে?

ঃ কৰে, নিজেও বৈ-কাটি পিন্ধে। কাপোৰত নানা নক্সাৰ ফুলো বাছে। কিন্তু তোমালোকৰ দৰে উন্নত মাৰ্কেটিং নাজানে বাবে প্ৰকৃত মূল্য নাপায়। আমাৰ গাঁৱে গাঁৱে এনে বোৱা-কটা কৰিব জনা ছোৱালী-বোৱাৰী আছে।

ঃ তুমি পিন্ধি থকা জেকেটটোৰ কথা মই সুধিম বুলি ভাবিছিলোঁ — এয়া ঘৰত কৰা নেকি? বৰ ধুনীয়া।

ঃ অ' এইটো, কাৰ্বি আংলং নামৰ পাহাৰীয়া ঠাইৰ জনগোষ্ঠীয়ে হাতেৰে বোৱা নক্সা এইটো।

ঃ ক'ত এই ঠাইখন?

ঃ তুমি শুনা নাই চাগৈ। মই অসম নামৰ এখন

ঠাইৰপৰা আহিছোঁ। এফালে বাংলাদেশ, আনফালে বাৰ্মা আৰু এফালে চীনৰ সীমা। ভাৰতৰ একেবাৰে উত্তৰ-পূবত। পাহাৰে ঘেৰা। চাহপাত, কয়লা, খনিজ তেলেৰে চহকী ঠাই। তাৰেই বস্তু এই জেকেটটো।

ঃ মই 'আছাম টি'ৰ কথা জানো। খুব ভাল। — মাৰ্কে মূৰ দুপিয়াই ক'লে।

ঃ ধন্যবাদ। দুটা প্ৰশংসা পালোঁ তোমাৰপৰা। এই মই পিন্ধা জেকেটটোৰ আৰু চাহপাতৰ। ভাৰতৰ সকলো বেয়া পোৱা কথাৰ মাজত এই দুটা যে ভাল পালা! তাৰবাবে তোমাক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

মাৰ্ক অলপ গহীন হৈ গ'ল। অন্যমনস্কভাৱে সি ইফালে-সিফালে চালে। একো মন্তব্য নকৰি এইবাৰ কফি খাবলৈ ধৰিলে তেওঁ একান্তমনে।

ভালেমান সময় নীৰৱতাৰ মাজেৰে পাৰ হৈ গ'ল। মোৰ টোপনি ধৰাত চকু মুদি থাকিলোঁ যদিও, ভালকৈ শুব পৰা নাই। পিঠিত এটা বিষ অনুভৱ হৈছে। ইতিমধ্যে মই বাৰ ঘণ্টামান যাত্ৰাই কৰি আছোঁ। নানাভাৱে ছীটত শৰীৰটো পেলাই মই শুবলৈ যত্ন কৰি আছোঁ।

ঃ প্লিজ আ পিল'। — মাৰ্কে এয়াৰ হোষ্টেছক গাৰু বিচৰা শুনিলোঁ। মোকো এটা গাৰু লাগিছিল। কওঁ নেকি? এ নালাগে, চকু মেলিবৰে মন যোৱা নাই। বেছিকৈ পিঠি বিষালে গাৰু বিচাৰিম। এনেতে মোৰ বাহুত এটা মৃদু স্পৰ্শ পালোঁ। চকু মেলি চাই দেখো মাৰ্কে মোক গাৰু এটা দিব খুজিছে। 'এই গাৰুটো লৈ শোৱা। মই মন কৰিছোঁ, তুমি ভালকৈ শুব পৰা নাই। চকুত আইপেড লৈ শুলেহে টোপনি আহিব'।

কি কথা! মাৰ্কৰ দৰে দন্দুৰা, নীৰস মানুহটোৰ মাজত ইমান দয়াৰ পুখুৰীটো ক'ত সোমাই আছিল ইমানপৰে! মোৰ কি কৰিম-নকৰিম লাগিল। মাৰ্কৰ এই নতুন ৰূপটোৱে মোক স্তম্ভিত কৰিলে। লাজতে ক'লোঁ — 'বহুত ধন্যবাদ। ইমান মৰম নকৰিবা। ক'ৰ অচিনাকি মানুহ, ক'লৈ যাবাগৈ। আৰু কেতিয়াও লগো নাপাম। এনেকুৱা কৰিলে মায়া হৈ যায়'।

ঃ তোমালোক ভাৰতীয় মানুহবোৰৰ এইটোৱে দোষ। বৰ আবেগিক। ক্লাৰাও তেনেকুৱা। 'মায়া-বন্ধন' এইবোৰ ত্যাগ কৰিবলৈ আকৌ ধ্যানৰ প্ৰেকটিচ কৰে। ক্লাৰাৰ মতে আকৌ পৃথিৱীত মানুহে দেখা সত্যবোৰ হেনো সত্য নহয়। সত্য নামৰ ফলটো গুচাই গুচাই, মিঠা-কেঁহা চুহি স্বাদহীন গুটি চোবোৱাটোহে হেনো প্ৰকৃত সত্য। ইমান ডিটেকটিভগিৰী কৰি সত্য বিচৰাৰ দৰকাৰেই বা কি? মোৰ মতে মই যি দেখিছোঁ, যি অনুভৱ কৰিছোঁ সেয়াই সত্য। ক্লাৰাই মায়া-বন্ধনত বেছিকৈ নপৰিবলৈ মোক সকীয়ায়। মই মায়াত পৰি ভাল পাওঁ। মায়াৰ ৰছীৰে বান্ধ খাই পৃথিৱীক ভাল পাব খোজোঁ। মই আকাশ ভাল নাপাওঁ, মাটি ভাল পাওঁ। এই যে তুমি এইমাত্ৰ ক'লা, ক'ৰ মানুহ, ক'লৈ যাবা, মোৰ আচৰণত তোমাৰ মায়া বাঢ়িব বুলি ভয় খাইছা — কিয়? আচলতে, তোমালোক পলায়নবাদী, দায়িত্বক ভয় কৰা। তোমাৰ কষ্ট দেখিছোঁ, মই তোমাক শাৰীৰিক-মানসিক আৰাম দিব পাৰোঁ নেকি চেষ্টা কৰিছোঁ — ইয়াত আকৌ 'মায়া-মোহ'ৰ কথা আহিল ক'ৰপৰা? ভাৰতীয় কথা-বতৰা সেয়ে মই ভাল নাপাওঁ।

ঃ ছ'ৰি ছ'ৰি। মই এনেয়ে কৈছিলোঁ। ধন্যবাদ তোমাৰ অনুভৱৰ বাবে। কথাই প্ৰতি তুমি 'ভাৰত'ক টানি খোঁচ নমাৰিলে শান্তি নোপোৱা দেখিছোঁ। তুমি অদ্ভুত মানুহ এটা'। মোৰ অসন্তৰ খং উঠিছিল মাৰ্কৰ কথাত। ছেঃ আহিব খোজা টোপনিটোও ভাগিল। ক্লাৰালৈ চালোঁ — দুৰ্ঘোৰ টোপনিত লালকাল। খাই-বৈ শুলে। লিপষ্টিক লগোৱা ওঁঠহাল অলপ মেলা খাই আছে। ক্লাৰা যিমান শান্ত, মাৰ্ক সিমান অস্থিৰ। এই মানুহটোৰ সৈতে কথা নপতাই ভাল। মাৰ্কে মোৰ কথাৰ কোনো প্ৰতিবাদ নকৰিলে এইবাৰ। অন্যমনস্কভাৱে ক্লাৰালৈ চাই থাকিল মাৰ্কে। ক্লাৰালৈ চাই থাকিলেও মাৰ্কৰ মনটো যে ক'ৰবাত আছে দেখিলেই বুজিব পাৰি। সাধাৰণতে বিমানবোৰত সহযাত্ৰীৰ সৈতে কোনেও বিশেষ কথা-বতৰা নাপাতে। মোৰ ক্ষেত্ৰতহে আজি প্ৰথমৰপৰাই এটা ব্যতিক্ৰম ঘটিল। মানুহহালক ভালো লাগিছে, বেয়াও লাগিছে। মনত কিবা এটা কৌতূহলেও খুন্দিয়াই আছে বাৰে বাৰে। মাৰ্কক মই বেয়াকৈ ক'লোঁ নেকি? দোষী দোষী ভাব এটা হ'ল মোৰ। বেচেৰা মানুহটোৱে মোৰ বাবে এটা গাৰু উপযাচি খুজি আনি দিছিল। বিমানখনৰ বেছিভাগ যাত্ৰী শুইছে। কিছুমানে গান শুনিছে, কিছুমানে চিনেমা চাইছে। মাৰ্কে হাতত কিতাপখন লৈ পঢ়া নাই। ছীটত মূৰটো হাওলাই চকু মুদিছে, আকৌ চকু মেলি মানুহবোৰলৈ চাইছে। মাৰ্কৰ বাৰু কিবা বেমাৰ আছে নেকি? তেনেকুৱা যেনেই লাগিছে। মাৰ্কৰ প্ৰতি মনোযোগ নিদিবলৈকে মনিটৰৰ স্ক্ৰীনত স্পৰ্শ কৰি আমাৰ বিমানখনৰ অৱস্থিতি চাবলৈ ধৰিলোঁ। সাগৰৰ ওপৰেৰে আহি আছে বিমানখন। অলপ শোৱাই যাওক বুলি চকু মুদিলোঁ। আইপেড চকুত লগাই ল'লোঁ। মাৰ্কে মোলৈ চালে। মই এটা বাক্যও বিনিময় নকৰিলোঁ।

কিমান ঘণ্টা শুলোঁ ক'ব নোৱাৰিলোঁ। শুই উঠি দেখিলোঁ কাষৰ ছীটটো খালি। মাৰ্ক নাই। ক্লাৰা শুই আছে। মাৰ্কৰ আকৌ গা বেয়া কৰিছে নেকি বাৰু? মই টয়লেটৰ ফালে উঠি গ'লোঁ। বিমানখন ডাঠ স্ক্ৰীনেৰে তিনিটা ভাগত ভগোৱা। টয়লেটৰ দুৱাৰ বন্ধ। অলপ পিছতে 'ভেকেট' শব্দটোৰ লাইট জ্বলি উঠিল টয়লেটৰ দুৱাৰত। মাৰ্ক ওলাই আহিল। চকু দুটা ৰঙা। পাৰফিউমযুক্ত টিছ্যু পেপাৰেৰে হাত-মুখ মচি থকা মাৰ্কক দেখি ক'লোঁ — তোমাৰ গা আকৌ বেয়া কৰিছে নেকি?

ঃ মোৰ গা-মন সকলো বেয়া। মাৰ্কৰ মুখখন হঠাতে বৰ করুণ হৈ পৰিল। মাৰ্ক যেন থিয় হৈ থাকিব নোৱাৰিব। টয়লেটৰ বাহিৰৰ মুকলি ঠাইতে বৈ মাৰ্কে বেৰত ভেজা দি থিয় হ'ল। মই কি হৈছে বুলি সোধাটো উচিত হ'ব নে অনুচিত হ'ব ধৰিব নোৱাৰি মাৰ্কৰ ওচৰত থিয় হৈ থাকিলোঁ। মাৰ্কৰ ৰঙা মুখখন বেছি ৰঙা পৰি আছে। মাৰ্কে মোৰ মুখলৈ চাই সামান্যভাৱে হাঁহি ক'লে — মই তোমাক বিৰক্ত কৰিছোঁ বহুত — নিজেই তাৰ বাবে মই লজ্জিত।

মই একো নামাতিলোঁ। মাৰ্কে কিবা এটা ক'ব খুজিও থমকি ৰৈছে। হঠাতে অলপ বিচলিত কণ্ঠেৰে কৈ উঠিল—

ঃ জেচিকাৰ এটা ডাঙৰ দুৰ্ঘটনা হৈছে। তাই শেহতীয়াভাৱে কিছুমান মোবাইল শ্ব'ত ভাগ লৈছিল। তেনে এটা শ্ব'ৰ বাবে তাইঁতৰ দলটো নিউয়ৰ্কৰপৰা ডি-চিলৈ আহিছিল বাছেৰে। বাটত এটা দুৰ্ঘটনা হ'ল। পৰহি মোক খবৰ দিলে। তাই কি অৱস্থাত আছে মই নাজানো। মই ক্লাৰাক এই বিষয়ে জনোৱা নাই'। — মাৰ্কৰ চকুত পানী বিৰিঙিছিল। হাতৰ তলুৱাৰে তৎক্ষণাৎ চকুপানী মচি মাৰ্কে ক'লে — 'ছ'ৰি'। মই স্তম্ভিত হৈ কিছুপৰ বৈ থাকিলোঁ। মাৰ্কে ওঁঠ দুখনেৰে কান্দোন চেপি তৎক্ষণাৎ নিজৰ বহা ঠাইলৈ অস্থিৰ খোজেৰে গুচি গ'ল। মই মাত্ৰ অলপ আগতে জেচিকা নামৰ ধুনীয়া ছোৱালীজনীৰ ফটো চালোঁ, তাইৰ বিষয়ে কথা পাতিলোঁ ক্লাৰাৰ সৈতে। কথাতেই গম পায়, মাক-দেউতাকৰ নয়নৰ মণি তাই। বিশেষকৈ মাৰ্কৰ বাবে জেচিকা প্ৰাণাধিক। মনটো তৎক্ষণাৎ বেদনাগধুৰ হৈ পৰিল। মাৰ্ক মানুহটোলৈ বেয়া লাগিল। কিমান গধুৰ শিল এচপৰা বুকুত বান্ধি আহি আছে মানুহটোৱে। মাৰ্কৰ অস্থিৰতা, গা বেয়া লগাৰ কাৰণ পৰিষ্কাৰ হৈ গ'ল। কিন্তু ক্লাৰাৰ ওচৰত এই বিষয়ে অধিক চৰ্চা কৰিবও নোৱাৰোঁ।

ক্লাৰাই টোপনিৰপৰা সাৰ পাই এয়াৰ হোষ্টেছক একাপ কফি বিচাৰিলে। মই মাৰ্কৰ কাষতে বহি আছোঁ যদিও কথা পাতিবলৈ সাহ হোৱা নাই। ক্লাৰা থিয় হ'ল। 'উস্ — অলপ খোজকাঢ়োঁ মই। বহি বহি কঁকাল ঠহ্‌ঠহাই গৈছে। আৰু এঘণ্টামান আছে নেকি লেণ্ড কৰিবলৈ'। — ক্লাৰাই এওঁামুৰি এটা দি ক'লে।

ঃ অ — বেছি দেৰি নাই। তুমি খোজকাঢ়াগৈ যোৱা। ক্লাৰা ছীটৰপৰা উঠি যোৱাৰ লগে লগে মাৰ্কৰ ফালে চালোঁ। ঠিক সেই সময়তে মাৰ্কেও মোৰ ফালে চাই হাঁহিবলৈ যত্ন কৰিলে।

ঃ তুমি পিছে ক্লাৰাক পৰিস্থিতি চম্ভালিবলৈ সাজু কৰাটো ভাল আছিল নেকি! — সুযোগ পাই ক'লোঁ।

ঃ ক্লাৰাই মাটিত ভৰি দিয়াৰ পাছতহে মই ক'ম, কাৰণ তেওঁ এতিয়া আকাশত আছে। এনিৰে, এইবোৰ কথা থোৱা। আমাৰ সমস্যাৰ মাজত এই কেইঘণ্টাৰ ভিতৰতে তুমি সোমাই পৰিছা, তুমি মোক ভাৰতবিদ্বেষী বুলি জানিও, ইমান আন্তৰিকতা দেখুৱাইছা। মই সঁচাকৈয়ে আচৰিত হৈছোঁ। তোমাক কি বুলি ধন্যবাদ দিম মই বুজি পোৱা নাই। — মাৰ্কে মোৰ হাত এখন স্পৰ্শ কৰি ক'লে।

ঃ মাৰ্ক, মানুহৰ জীৱনটো গ্ৰামাৰৰ কিতাপ নহয়। তোমালোক ব্যাকৰণ মতে চলা বাবেই ইমান অসুবিধা! সুখ-দুখ, আনন্দ-কান্দোন এইবোৰৰ ভাষা গোটেই বিশ্বতে একে, এজন এমেৰিকান, এজন ইণ্ডিয়ানৰ চকুপানী আৰু হাঁহিৰ উৎসবোৰো একে। তোমাৰ এই মুহূৰ্তত যি ঘটিছে, এই ঘটনাটো মোৰ জীৱনত ঘটা হ'লেও একেই প্ৰতিক্ৰিয়া হ'লহেঁতেন। তুমি অৱশ্যে আৱেগক অধিক অনুশাসনত ৰাখিছা, সেইবাবেই তোমাৰ আচৰণবোৰ ব্যতিক্ৰম হৈছে। কিন্তু মাৰ্ক, মই আচৰিত হৈছোঁ বেলেগ কথা এটাত। তোমাৰ পত্নী ভাৰত অনুৰাগী, তুমি কিয় অহেতুক ভাৰতবিদ্বেষী! তোমাৰ আৰু ক্লাৰাৰ মাজত সম্পৰ্কও মই ভালেই দেখিছোঁ। বেয়া নাপাবা, তোমাক বন্ধু হিচাপে সুধিছোঁ। নিয়মমতে, তোমাৰ সৈতে হোৱা প্ৰথম আলাপৰ পিছত, মই কথাই পাতিব লগা নাছিল, কিন্তু আমি এতিয়াও আশ্চৰ্যজনকভাৱে কথা পাতি আছোঁ। মাৰ্কে মোৰ কথা নুশুনাৰ দৰে আনফালে মুখ ঘূৰালে।

মাৰ্ক নীৰৱে থাকিল কিছুপৰ। এবাৰ মুখখন হাতৰ তলুৱাৰে মোহাৰিলে। বগা হাতৰ আঙুলিৰ ওপৰত স্পষ্ট হৈ থকা নীলা সিৰবোৰ চুই আঙুলিবোৰ টানিলে মাৰ্কে। কিবা যেন এটা অস্বস্তিত ভুগিছে। মাৰ্কক নিৰুত্তৰ দেখি, মই আৰু একো নুসুধিলোঁ। মোৰ কি দৰকাৰ! এনেকুৱা কাৰণ নোহোৱা ধাৰণা কিছুমানেইতো মানুহক মানুহৰ শত্ৰু কৰি তুলিছে।

মাৰ্ক প্ৰকৃততেই মানুহটো ভাল নহয়। সুদীৰ্ঘ সময়জুৰি মোৰ সহযাত্ৰী হিচাপে সহ্য কৰিবগীয়া নোহোৱা হ'লে, মই এই মানুহটোক গতিয়াই পেলাই দিলোঁহেঁতেন। উপায় নাই, মাৰ্কৰ দেশলৈকে মই আহি আছোঁ, মাৰ্কৰ দেশৰে উৰাজাহাজত।

ঃ সত্তৰৰ দশকত কেলিফোৰ্নিয়াত হিপ্পী আন্দোলন আৰম্ভ হৈছিল। হঠাতে মাৰ্কে স্বগতোক্তিৰ দৰে ক'বলৈ ধৰিলে। মই বিশেষ গুৰুত্ব নিদি শুনিব লাগে বাবে শুনিলোঁ।

ঃ আশী চনমানৰ কথা। মোৰ বয়স ওঠৰ-ঊনৈছ বছৰমান হৈছিল। মই এই হিপ্পী আদৰ্শত মুগ্ধ হৈ পঢ়া-শুনা বাদ দি জীৱনৰ মুক্তিৰ স্বাদত নিজকে সমৰ্পণ কৰিলোঁ। এই সংসাৰ অনিত্য, খন্তেকীয়া, মুক্ত আনন্দ, বন্ধনহীন সত্তাৰ জয়গানেহে মানৱ জীৱনৰ সাৰ্থকতা আনে। এই বিশ্বাস মোৰ দৃঢ় হৈছিল। পৰিয়াল-স্বজন মই ত্যাগ কৰি হিপ্পীৰ দলৰ সৈতে কিমান ঠাই যে ঘূৰিলোঁ। মদ-ভাং-মাৰিজুৱানাৰ নিচাত দিনে-ৰাতিয়ে স্বপ্নবিভোৰ হৈ থাকিলোঁ। ইতিমধ্যে মোৰ দেহ ক্ষয় হ'বলৈ ধৰিছিল। বেমাৰে বাহ লৈছিল মোৰ দেহত। ত্ৰিছবছৰ হোৱাই নাছিল, অথচ মই এটা আলৰ বুঢ়ালৈ ৰূপান্তৰিত হৈছিলোঁ।

এনে এটা সময়তে মই এখন ঠাইৰ সন্ধান পাই গৈছিলোঁ। এজন ভাৰতীয় পণ্ডিত সন্ন্যাসীৰ আশ্ৰমৰ খবৰ পাইছিলোঁ। মই কোনো মাৰ্গ দৰ্শনৰ সন্ধানত যোৱা নাছিলোঁ। শুনিছিলোঁ ভাৰতীয় ঔষধি গছৰপৰা কৰা বহু দৰৱে ৰোগমুক্তি দিয়ে। শৰীৰৰ যন্ত্ৰণা সহ্য কৰিবলৈ মই বৰ কষ্ট পাইছিলোঁ। তাতেই লগ পাইছিলো ক্লাৰাক। মাহৰ পাছত মাহ সেই ঠাইত মই আছিলোঁ। ক্লাৰাই মোক নানা যোগাসন শিকাইছিল। লগতে তেওঁৰ তত্ত্বাৱধানত মোৰ চিকিৎসাও হৈছিল। প্ৰায় এবছৰৰ ভিতৰত মই সুস্থ হৈ উঠিছিলোঁ, আচৰিত ধৰণে মোৰ নিচাসক্তি কমি গৈছিল।

ঃ তুমি অকৃতজ্ঞ মানুহ দেখোন। তুমি ৰোগমুক্তি পালা এজন ভাৰতীয় সন্ন্যাসীৰ আশ্ৰমত, সেইবাবেই তুমি 'ভাৰত'ৰ প্ৰতি বিমুখ!

ঃ ৰ'বা, কথাবোৰ শুনাচোন আগতে। ক্লাৰা সেই সময়ত ভাৰতলৈ যায়। ঘুনুক-ঘানাককৈ জানিছিলোঁ, তেওঁৰ এজন প্ৰেমিক আছে, একেজন গুৰুৰ শিষ্য। এদিন সেই শিষ্য ভাৰতৰপৰা আমেৰিকালৈ আহিল। মই ক্লাৰাৰ প্ৰতি অনুৰক্ত নাছিলোঁ, গতিকে কথাবোৰ জানিলেও মোৰ একো কৌতূহল হোৱা নাছিল। এইদৰে আৰু ছমাহ গ'ল। ইতিমধ্যে মই সম্পূৰ্ণ সুস্থ হৈ সেই ঠাইতে থাকিবলৈ ল'লোঁ। জীৱন-মৃত্যু, বাস্তৱ-কল্পনা, সত্য আৰু ছলনাৰ বিষয়ে নানা পণ্ডিতৰ মতামত, ছেমিনাৰ শুনি ভাল লাগিবলৈ ধৰিলে। মই এটা ফাৰ্নিচাৰ ক'ম্পেনীৰ কামতো সোমালোঁ। বহু বছৰৰ মূৰত আপোন-স্বজনক লগ পাবলৈ মন গৈ মই কেলিফোৰ্নিয়ালৈ উভতিবলৈ মনস্থ কৰিলোঁ। জীৱনৰ আইনাত মোৰ নতুন ৰূপ দেখি নিজেই বিস্মিত হ'লোঁ। ক্লাৰাক বিদায় মাত এবাৰ দিবলৈ গৈ দেখিলোঁ, সদা হাস্যময়, মমতাময়ী ছোৱালীজনী বিষণ্ণতাত মুজুৰা পৰিছে। যিজনী ছোৱালীয়ে মোৰ দৰে বহু মুৰ্মূৰ্ষ মানসিক ৰোগীক জীৱনৰ নানাৰঙী ফুলৰ স্বপ্ন দেখুৱাই আহিছে, সেই ক্লাৰা মৃতপ্ৰায়। এক আচৰিত পৰিৱৰ্তন এয়া। ক্লাৰাই ক'লে, তেওঁৰ প্ৰেমিক ভাৰতলৈ গুচি গৈছে। ক্লাৰাৰ অপৰাধ, তাইৰ বুকুত এখন সংসাৰ গঢ়াৰ স্বপ্নই গজালি মেলিছিল। বন্ধন-মায়া-মোহ, এয়া ক্লাৰাৰ প্ৰেমিকৰ দৰ্শন নহয়। যৌনতাৰ মোক্ষপ্ৰাপ্তিত থাকে জীৱনৰ সাৰ্থকতা। এয়া প্ৰেম নহয়। বন্ধনক প্ৰেম বুলি নকয়। ক্লাৰাই প্ৰেমক বন্দী কৰিব খোজাটোৱেই অপৰাধ। ক্লাৰা এই অপৰাধৰ বাবেই নিঃসংগ হৈ পৰিল সহশিষ্যসকলৰপৰাও। — মাৰ্ক অলপ সময় নীৰৱে থাকিল। তাৰ পাছত আকৌ ক'বলৈ ধৰিলে — 'ক্লাৰাক লগত লৈ মই গুচি আহিলোঁ। বিয়া কৰালোঁ। জেচিকাৰ জন্ম হ'ল। যোৱা ওঠৰটা বছৰ আমাৰ জীৱনৰ বহু উত্থান-পতনৰ পাছত কিছু সুস্থিৰ এতিয়া আমি'। এইবুলি মাৰ্ক নীৰৱ হৈ গ'ল। ক্লাৰা খোজকাঢ়ি ঘূৰি আহিল। 'হে'ৰা, বেছি সময় নাই। আমাক এতিয়া শেষ 'কফি ছাৰ্ভ' কৰিবলৈ লৈছে'। ক্লাৰাই বেছ উৎফুল্লিতভাৱে মাৰ্কক ক'লে। মাৰ্কে ঘড়ী চালে। অলপ অস্থিৰ হৈ পৰিল। মোৰ মন নানা চিন্তাৰে উগুল-থুগুল হ'ল। এজন ভাৰতীয় প্ৰেমিকে ক্লাৰাক প্ৰতাৰণা কৰিলে, তাৰ বাবে ক্লাৰাই ভাৰতৰ ওপৰত, ভাৰতীয়ৰ ওপৰত কোনো বিদ্বেষ-খং ৰখা নাই। বৰঞ্চ মই ভাৰতীয় বুলি জানি ক্লাৰা মোৰ সৈতে অন্তৰংগহে হ'ল। ক্লাৰা এতিয়াও সেই পুৰণি গুৰুৰ শিষ্য মনে-প্ৰাণে। মাৰ্কে কিয় এই কথা এৰি দিব পৰা নাই। মাৰ্কে ক্লাৰাৰ জীৱনৰ এটি সাধাৰণ ঘটনাৰে সমগ্ৰ ভাৰতীয়ক ঘৃণা কৰি আছে কিয়? মাৰ্কৰ প্ৰতি মোৰ হঠাতে বিতৃষ্ণা আহিল। মাৰ্ক এটা হিংসুক, অভদ্ৰ, নিষ্ঠুৰ মানুহৰ বাহিৰে একো নহয়। বেচেৰী ক্লাৰাই মাৰ্কক কেনেকৈ সহ্য কৰিছে। ক্লাৰাই মাৰ্কক ভয় কৰে নেকি! হ'বও পাৰে। মাৰ্কৰ নিষ্ঠুৰতা ক্লাৰাই নিশ্চয় দেখিছে। মাৰ্কৰ সৈতে মই এবাৰ কথাও বিনিময় নকৰিলোঁ। নীৰৱেই সময়ছোৱা পাৰ হ'ল।

ঘোষণা আহিল, আৰু দহ মিনিটৰ পাছত আমি ৱাশ্বিংটনৰ মাটিত নামিম। মাৰ্ক সেই লগুনত দেখাৰ দৰে অস্থিৰ হৈ পৰিল ঘোষাণাৰ লগে লগে। লাগেজ স্পেচৰপৰা বেগ নমাবলৈ যো-জা কৰিলে। এয়াৰ হোষ্টেছে অলপ টানকৈয়ে ক'লে — 'এই সময়ত ছীট-বেল্ট বান্ধি বহি থাকিব লাগে। জানি-বুজি এনে কাম কিয় কৰিছে'। এটি মৃদু জোকাৰণিৰে উৰাজাহাজখনে মাটি চুলে। মাৰ্কে হঠাতে মোক সুধিলে — 'তুমি বাৰু কি কৰিলাহেঁতেন, যদি তুমি জানিলাহেঁতেন তোমাৰ একমাত্ৰ সন্তানটো তোমাৰ নহয়, অথচ তুমি সন্তানটো নিজৰ জীৱনতকৈও ভাল পোৱা?'

সপ্ৰশ্নেৰে মাৰ্কৰ মুখলৈ চাবলৈ বাধ্য হ'লোঁ। 'হয়, জেচিকা মোৰ ছোৱালী নহয়। ফটোত তুমি বোধহয় মন কৰা নাই, তাইৰ চকুৰ মণিৰ ৰং ঠিক তোমাৰ দৰে। চুলি-ছালৰ ৰং অৱশ্যে ক্লাৰাৰ দৰে। মই সভয়ে ক্লাৰালৈ চালোঁ। ক্লাৰাই সৰু আইনা এখন হাতত লৈ ওঁঠত লিপষ্টিক ঘঁহিছে। কোলাত মেক-আপ বক্সটো খুলি লৈছে। বেছ উৎফুল্লিত লাগিছে ক্লাৰাক।

'মই আৰু ক্লাৰাই এই বিষয়ে আজিলৈকে একো কথা পতা নাই। কিছুমান ৰহস্য ভেদ কৰিবলৈ নোযোৱাটোৱেই ভাল কথা। ৰহস্যৰ মাজত আছে বাবেই জেচিকা আমাৰ বৰ মৰমৰ, বৰ আকাংক্ষিত....'

ঃ কিন্তু তাই তোমাৰ সন্তানো হ'ব পাৰে! বহু আমেৰিকানৰ চকুৰ মণিৰ ৰং ক'লা....

ঃ নহয় নহয়, ম-মই এটা অক্ষম পুৰুষ। শাৰীৰিকভাৱে মোৰ ত্ৰুটি একোতে নাই। এগৰাকী পত্নীক শাৰীৰিক সন্তুষ্টি দিব পৰাকৈ মই সক্ষম। কিন্তু মই সন্তান জন্ম দিব নোৱাৰোঁ। বহু বছৰজুৰি নিৰ্দয়ভাৱে মোৰ শৰীৰক অৱহেলা কৰিলোঁ, উচ্ছৃংখল জীৱনৰ দান এয়া। ক্লাৰাই বোধহয় কথাটো নাজানে — আজিলৈকে এই বিষয়ে তেওঁ একো সোধা নাই।

ঃ মাৰ্ক, তুমি চুলি ব্ৰাছ কৰিবা নেকি! এ তুমি দেখোন বহাৰপৰাই নুঠা হ'লা। ক্লাৰাই নিজৰ পিন্ধি থকা স্কাৰ্টটো টানি-টুনি থিয় হ'ল। কান্ধত হেণ্ডবেগটো ওলোমাই ল'লে। তাৰ পাছত মোৰ ফালে হাওলি আহি গালত গাল লগাই ক'লে — 'বৰ ভাল লাগিল তোমাৰ দৰে সহযাত্ৰী পাই, তাতে তুমি ভাৰতৰ। ইয়াত থকা দিনকেইটা খুব ভালদৰে যাওক, শুভেচ্ছা থাকিল'। তাৰ পাছতে ক্লাৰাই মাৰ্কক পাছ পেলাই যাত্ৰীৰ পাছে পাছে শাৰী পাতিলে।

'মই তোমাৰ যাত্ৰা নষ্টহে কৰিলোঁ, মোক ক্ষমা কৰিবা।' মাৰ্কে মোৰ সোঁহাতখন সজোৰে মুঠি মাৰি ক'লে। এই প্ৰসংগ সলাবলৈকে ক'লোঁ — একো চিন্তা নকৰিবা। জেচিকাৰ একো নহয়।

ঃ মোৰ আচৰিত ভয় এটা মাজে-মাজে হয়। কিজানি কোনোবাদিনে জেচিকাই এই কথা জানি তাইৰ পলৰীয়া ভাৰতীয় দেউতাকক চাবলৈ যায়। যদি কেতিয়াবা সোধে, ক্লাৰা আৰু মোৰ দৰে তাইৰ চকুৰ মণিৰ ৰং কিয় একে নহ'ল! ক্লাৰাৰ ভাৰতপ্ৰীতিৰপৰা কিমান কষ্টেৰে যে ছোৱালীজনী মই বছাই ৰাখিছোঁ — ক্লাৰাই বাৰু ইমান কিয় তেওঁৰ গুৰুৰ দৰ্শন ভাল পাব লাগে কোৱাচোন? মাৰ্কে কান্ধত বেগ লৈ আগবাঢ়িল। চলচলীয়া চকু দুটা মচিবলৈ যত্নও নকৰিলে।

মাৰ্কৰ ওপৰত ইমানপৰে থকা খং কৰ্পূৰৰ দৰে উৰি গ'ল। মই মোৰ সন্মুখত থকা মাৰ্কৰ পিঠিত হাতৰ স্পৰ্শেৰে ক'লোঁ — 'মাৰ্ক, তুমি অতিশয় ভাল মানুহ।' মাৰ্কে যাত্ৰীৰ শাৰীৰপৰা তেওঁৰ পাছতে মই আছোঁ নে নাই আকৌ এবাৰ চালে। 'তুমিও বৰ ভাল' — মাৰ্কে লাহেকৈ ক'লে। ইয়াৰ পাছত মাৰ্কে মোলৈ এবাৰো উভতি নাচালে। যাত্ৰীৰ মাজত বিশাল বিমান বন্দৰটোত ক্লাৰা আৰু মাৰ্ক হেৰাই গ'ল।

বহুপৰৰ পাছত মাটিত ভৰি থৈ আকাশলৈ চালোঁ। 'জেট-ছেট'ত যি সময়ত ক্লাৰাই আকাশ, ডাৱৰ, জোন-তৰা বুকুত ভৰাই থ'ব খুজি মাটিৰপৰা নিজক বিচ্ছিন্ন কৰিছিল, মাৰ্কে সেই সময়ত মাটিত থকা জেচিকাক বুকুত ভৰাই অস্থিৰ ভাবনাত উত্ৰাৱল হৈ আছিল। জেচিকাৰ শৰীৰত আছে ভাৰতীয় ৰক্তপ্ৰবাহ। ক্লাৰাৰ হৃদয়ত আছে ভাৰতৰ প্ৰতি অনুৰাগ। মাৰ্কৰ দোষ নাই। তীব্ৰ অনুৰাগৰপৰাইতো সৃষ্টি হয় বিৰাগ। মাৰ্কৰ দৰে ভাল মানুহ লগ পোৱাটো সহজ কথা নহয়। ভাৰতবিদ্বেষী মাৰ্কৰ ওপৰত মোৰ আৰু কোনো দিন খং নুঠে। ■

# এজন অসামাজিক কবিৰ বায়'গ্ৰাফী

কিছুমান মানুহৰ প্ৰতি একোটা 'কংক্ৰীট' ধাৰণা হৈ যায় — যেনে, অমুক? নাই তেওঁ এনেকুৱা কাম নকৰে।

ঃ তোমাৰ বিষয়ে কিন্তু বেয়াকৈ কৈছে।

ঃ মই বিশ্বাস নকৰোঁ।

ঃ কিয়, ইমান বিশ্বাস নে?

ঃ বিশ্বাস আছে বাবেইতো ইমান বিশ্বাসেৰে কৈছোঁ!

ঃ কৰা বিশ্বাস, এদিন বুজি পাবা।

ইমানৰ পিছতো বিশ্বাস নহয়। অৰ্থাৎ, 'অমুক, কেতিয়াও এনেকুৱা নহয়' জাতীয় ধাৰণাটো মনৰ মাজত শিলৰ খুঁটাৰ দৰে কঠিন হৈ যায়। ঠিক তেনেকৈয়ে কৌশিক বৰুৱাৰ প্ৰতি মোৰ ধাৰণা অতি দৃঢ়। অৰ্থাৎ, কৌশিক বৰুৱা মেধাৱী, উচ্চ বিষয়া, কিন্তু নিৰহংকাৰী, সত্যবাদী, পৰোপকাৰী ইত্যাদি। তেওঁৰ প্ৰতি এই ধাৰণা হঠাতে হোৱাও নহয়। বৰঞ্চ ধাৰণাটোৰ বীজ ৰোপণ হৈছিল শৈশৱৰপৰাই। কথাখিনি আৰু ভালকৈ কোৱা যাওক।

মোৰ বয়স তেতিয়া তিনি কি চাৰি। চহৰৰ প্ৰথম, নতুন ইংৰাজী মাধ্যমৰ স্কুলখনত মোক ভৰ্তি কৰা হৈছিল। কৌশিক বৰুৱা তেতিয়া ডেকা ল'ৰা। আমাৰ ওচৰৰ কলেজখনত নতুনকৈ চাকৰিত যোগদান কৰিছে। ইংৰাজীৰ অধ্যাপক। ছট্‌ফটীয়া। কথাই কথাই ইংৰাজী আঁখৈ ফুটাদি ফুটে। কনভেণ্টত যিহেতুকে মোক ভৰ্তি কৰোৱা হৈছে, সেয়ে তেওঁক মোৰ কথিত ইংৰাজীৰ প্ৰতি চকু দিবলৈ ঘৰৰপৰা অনুৰোধ কৰিছিল। তেওঁ হেলাৰঙে সেই দায়িত্ব কান্ধ পাতি ল'লে। তেওঁ ইংৰাজী উচ্চাৰণ শিকোৱাৰ মাজে মাজে মোৰ সৈতে উমলিবলৈও ল'লে। যেনে কান্ধত মোক তুলি জঁপিয়াই জঁপিয়াই গায় — পুছি কেট, পুছি কেট, হোৱেৰ হেভ ইউ বিন্? এয়া কৰোঁতে তেওঁ কুঁজা হৈ মেকুৰীৰ দৰে হয় আৰু মাজে মাজে 'মিয়াও মিয়াও'! বুলি চিঞৰে। এইদৰেই মেকুৰী আৰু মানুহৰ খেলাৰে পঢ়া-শুনা হৈছিল। তেওঁ মোৰ সমনীয়া বন্ধু-বান্ধৱীতকৈও প্ৰিয় হৈ পৰিছিল। আনকি কোনেও শুনাব নোৱাৰা কথা তেওঁ মোক ক'লেই মানি লৈছিলোঁ। মোৰ ছবছৰ বয়সলৈকে তেওঁ পিঠিত লৈ মোক দৌৰিছিল, খেলিছিল। তাৰ পাছতে তেওঁ এদিন কৈছিল যে তেওঁ চৰকাৰী ভাল চাকৰি এটা পাইছে, সেই চহৰ এৰি যাবগৈ লাগিব। মোৰ অন্তৰখন ভাঙি চুৰমাৰ হৈ গৈছিল। তেওঁ বিদায় লোৱাৰ দিনা মই কোঠালি এটাত সোমাই ফেঁকুৰি ফেঁকুৰি কান্দিলোঁ। তেওঁ মোক কোলাত লৈ নিচুকাই কৈছিল — পাগলী! এনেকৈ নাকান্দে নহয় মাজনী, মই তোমাক চাবলৈ আহি থাকিম নহয়। তুমি ভাল হ'বা — ভালকৈ পঢ়িবা.... এদিন তোমাৰ কথা যেতিয়া মানুহে ক'ব — মই ক'ম — চোৱা — এইজনী মোৰ মাজনী। তাইক মই বোকোচাত লৈ লৈ পঢ়াইছিলোঁ — তাই ভাল নহ'বনে?

ইয়াৰ পিছত বহুদিন পাৰ হৈ গৈছিল। দুষ্টালি কৰিলেই মায়ে কয় — কৌশিক মামা আহক, ৰ, তোৰ কথা কৈ দিম। মই সাৱধান হৈ যাওঁ। সকলো হ'ব পাৰে, কিন্তু কৌশিক মামাৰ ওচৰত মই বেয়া হ'ব নোৱাৰোঁ। যিকোনো কাম নতুনকৈ কৰাৰ আগতে ভাবি লওঁ — বেয়া কাম কৰা নাইতো! যদি কৌশিক মামাই বেয়া বুলি কয়! মুঠৰ ওপৰত কৌশিক মামাৰ ভাবমূৰ্তিৰে নিজক গঢ়াৰ প্ৰচেষ্টা অটুট ৰাখিছিলোঁ।

এদিন এখন চিঠি আহিল। কৌশিক মামাৰ বিয়া। মই ভাবিবলৈ ধৰিলোঁ, কইনাজনী বাৰু কৌশিক মামাৰ দৰেই ধুনীয়ানে? তেওঁৰ দৰে ভালনে? মোক মৰম কৰিবনে? বিয়ালৈ যোৱাৰ ইচ্ছা আছিল যদিও যোৱা নহ'ল। এদিন সপত্নীক কৌশিক মামা আমাৰ ঘৰত আহি উপস্থিত হ'ল। আহিয়েই সেই আগৰ দৰে হৈ-হাল্লা কৰি চিঞৰি উঠিল — ক'ত মোৰ মাজনী ক'ত? মই ওলাওঁ-নোলাওঁকৈ ওলালোঁ। তেতিয়া বয়স কিছু বাঢ়িল, সাত বছৰমান হ'ব। কিন্তু তেওঁ আগৰ দৰেই মোক দুহাতেৰে দাঙি শূন্যলৈ

দুবাৰমান দলিয়াই গালে-মুখে চুমা খাই নতুন কইনালৈ চাই ক'লে — 'মোৰ মাজনী। এই ডেৰ বছৰতে ইমান ওখ হ'ল তাই! লাজকুৰীয়াও হ'ল — ইচ্ নাক চেপেঁটাৰ আকৌ নাকত লাজো হ'ল — মোক দেখি লাজ কৰিছে আকৌ!' মোৰ নাকটোত দুবাৰমান টানিলে তেওঁ। কইনাই মোলৈ এটা ধুনীয়া ফ্ৰক লৈ আহিছিল। তেওঁ নিজ হাতেৰে পিন্ধাই মোক মৰম কৰিলে। কৌশিক মামাৰ নতুন কইনাই মোক মৰম কৰা দেখি নিশ্চিন্ত হ'লোঁ — হওক তেও, কইনাজনী ভাল। লগে লগেই মই তেওঁক বেছ ধুনীয়াও দেখিলোঁ। বেছ ফূৰ্তিৰে দিনটোৰ পাঁচ ঘণ্টামান আমাৰ সৈতে কটাই কৌশিক মামা গ'লগৈ। যাওঁতে আকৌ মোক কৈ গ'ল — বি অনেষ্ট, বি আ গুড গাৰ্ল, ৰাইট। কৌশিক ককাৰ ইংৰাজী ভাষাটোৰ প্ৰতি দুৰ্বাৰ আসক্তি। অসমীয়াত ক'ব পৰা কথাকেইটাও শুৱলাকৈ ইংৰাজীত কৈহে তেওঁ শান্তি পায়। মই মূৰ দুপিয়ালোঁ শান্তভাৱে।

তাৰ পাছত পাঁচ বছৰমান কৌশিক ককাৰ সৈতে দেখা-সাক্ষাৎ নাই। চিঠি-পত্ৰৰে যোগাযোগ দেউতাহঁতৰ সৈতে আছিল, তাত মোলৈও ধুনীয়া বাক্য কেইষাৰমান পঠাইছিল। প্ৰায়ে মহা মহা মণীষীৰ যুগমীয়া বাক্য তেওঁ মোলৈ উপহাৰ হিচাপে পঠিয়াইছিল। পাছলৈ চিঠি-পত্ৰৰ যোগাযোগ কমি আহি এসময়ত একেবাৰে নোহোৱা হ'ল। খবৰ পাইছিলোঁ, তেওঁৰ ল'ৰা এটা আৰু ছোৱালী এজনীৰ জন্ম হ'ল। মোৰ অকমান অভিমান হ'বলৈ লৈছিল — নিজৰ ল'ৰা-ছোৱালী হ'ল বাবে কৌশিক মামাই মোৰ খবৰ নোলোৱা হ'ল। ঈৰ্ষাও হৈছিল কৌশিক মামাৰ ল'ৰা-ছোৱালীহাললৈ। কিন্তু প্ৰকাশ কৰা নাছিলোঁ। অপৰাধবোধ হৈছিল, কৌশিক মামাৰ ল'ৰা-ছোৱালীলৈ মোৰ ঈৰ্ষা হ'ব পাইনে? তেওঁ জানিলে কি হ'ব বাৰু? লাহে লাহে তেওঁৰ কথা নাভাবিবলৈ যত্ন কৰিলোঁ। কৈশোৰৰপৰা যৌৱনৰ দুৱাৰডলিত ভৰি দিলোঁ। কিন্তু তেতিয়াও কৌশিক মামাৰ ভাবমূৰ্তিৰ এক অদৃশ্য ছাঁয়াই মোৰ পৰিচালনা কৰিছিল। সৎভাৱে থকাৰ যি শিক্ষা তেওঁ বাৰে বাৰে দিছিল, সেয়া পাহৰা নাছিলোঁ। এইদৰে আৰু কেইবাটাও বছৰ বাগৰিল। এদিন কোনে জানো ক'লেহি — অ' — কৌশিক ককা? তেওঁৰ কিবা এটা 'স্কেণ্ডেল' হ'ল অলপতে, মানুহজন বৰ ঠিক নহয় নেকি? মুখ পাতি ধৰিলোঁ — স্কেণ্ডেল? কৌশিক ককাৰ? হেজাৰখন মুখে আহি কওকহি মোক, মই কিন্তু বিশ্বাস নকৰোঁ। মানুহজন মনে মনে থাকিল।

এদিন এখন বিয়াত হঠাতে লগ পাই গ'লোঁ কৌশিক ককাক। মোক দেখি বিশ্বাসেই কৰিব পৰা নাই। চকু ডাঙৰ কৰি ক'লে — তুমি মাজনী! তাৰ পাছত সেই হৈ-হাল্লা। ল'ৰা-ছোৱালী দুটা ইতিমধ্যে স্কুলত পঢ়িছে, সিহঁতকো মাতি আনি মোৰ সৈতে চিনাকি কৰি দিলে। মামী আহিল। মই ক'লোঁ — তুমি দিয়া সেই ফ্ৰকটো মই থৈ দিছোঁ।

ঃ হয় নেকি? মই যে তোমাক নেদেখা হ'লে, সেই অকমানি ফ্ৰক পিন্ধা ছোৱালীজনীৰ ছবিখনহে চকুৰ আগত থাকিলহেঁতেন।

ঃ তুমি ইমান খীণালা। ক'লাও পৰিলা দেখোন।

ঃ নক'বা আৰু, এতিয়া য'ত আছোঁ, একেবাৰে লগ-সংগ নাই। মাজতে মোৰ অপাৰেশ্যন হৈ গ'ল। গ'লব্লাডাৰ, এ্যপেনটিছাইটিছ দুয়োটা ৰিমোভ কৰিলোঁ। তদুপৰি ল'ৰা-ছোৱালী, ঘৰ চম্ভালা, বাৰেকুৰি কামতে এই অৱস্থা।

বেছি কথা নবঢ়ালোঁ, নহ'লে ক'বলৈ মন আছিল, মোৰো তোমাৰ ন-কইনাৰ চেহেৰাটো মনত আছে বাবেহে তোমাক বেয়া দেখিছোঁ। কি উজ্জ্বল চকু-মুখ। কেতেকী ফুলৰ দৰে গাটোৰপৰা সুগন্ধি এতিয়াও মোৰ নাকত লাগি আছে। কৌশিক মামাই এহাতেৰে বাউসিত ধৰি তোমাক কাষ চপাই গৰ্বেৰে যেতিয়া 'মাই অ'নলি ৱাইফ' বুলি কৈ সকলোৰে আগত চিনাকি কৰি দিছিল, তোমাৰ গাল দুখন বেলি ওলোৱাৰ আগৰ আকাশখনৰ দৰে হৈছিল। তুমি তোমাৰ বাউসিৰপৰা কৌশিক মামাৰ হাতখন আঁতৰাই দিওঁতে মিহি সোণৰ খাৰুকেইপাট 'ঝিনিক'কৈ বাজি উঠিছিল। শব্দটো মোৰ কাণত এতিয়াও বাজে। তোমাক মই মন্ত্ৰমুগ্ধ হৈ চাইছিলোঁ — কিয়বা নাচাম, তুমি যে কৌশিক মামাৰ কইনা আছিলা! কৌশিক মামাৰ মামীয়ে সৰু-সুৰা কথা দুটামান পতাৰ পিছতে ধীৰ খোজেৰে আঁতৰি গৈছিল। মোৰ এটা হুমুনিয়াহ অজানিতে সৰি পৰিছিল। সময়ে মানুহৰ শৰীৰটোৰ ওপৰতেই প্ৰথম কিয় পৰীক্ষা চলায়? সুন্দৰিয়াই সুন্দৰিয়াই কৌশিক মামা আহিছিল? তেওঁ চফল ডেকাৰ দৰেই তজবজীয়া। সময়ে একো কৰিব পৰা নাই। মতা মানুহক সময়েও ভয় কৰে হ'বপায়! তেওঁ সাজ-পোছাকবোৰ বাইছ বছৰীয়া ল'ৰাৰ দৰে কৰিছিল। মামী তেওঁৰ ওচৰত নাথাকি ভালেই হৈছে, কোনেও নহ'লে মামীক তেওঁৰ পত্নী বুলি নাভাবে। কৌশিক মামাক মামীৰ সৰু ভায়েক বুলিলেহে বিশ্বাস জন্মিব। কৌশিক মামাই সেইকণ সময়তে মোৰ পঢ়া-শুনাৰ খবৰ ল'লে। ইতিমধ্যে

তেওঁ মোক থোৰতে কেইবাখনো বিদেশী ভাল উপন্যাসৰ কথা ক'লে। মোৰ যে এইটোৱেই পঢ়াৰ আটাইতকৈ উপযুক্ত বয়স, সেয়াও বুজাই দিলে। কৌশিক মামাৰ মেধা আৰু স্মৃতিশক্তিৰ কথা তেওঁৰ বন্ধুমহলতো চৰ্চা হৈছিল। কিন্তু তেনেকুৱা বন্ধু এজনেই তেওঁৰ কিবা কেলেংকাৰীৰ কথাও কৈছিল। মই সুধিম বুলিও কথাটো নুসুধিলোঁ, সেই আনন্দময় পৰিৱেশত। কোনে জানো কৈছিল, শত্ৰু আৰু মিত্ৰ দুজনেই মনত আঘাত দিয়ে। শত্ৰুৱে বদনাম ৰটি আঘাত দিয়ে, আৰু মিত্ৰই সেই বতৰাবোৰ কঢ়িয়াই কাণত পেলাই আঘাত দিয়ে। মই তেওঁৰ মিত্ৰ, এই পৰিৱেশত সেই কথা সুধিলে তেওঁ মোক হয়তো প্ৰশ্ন কৰিব, তুমি কথাবোৰ বিশ্বাস কৰিলা নেকি? 'নাই কৰা' বুলি ক'লে হয়তো ক'ব, তেনেহ'লে মনত কিয় ৰাখি থ'লা? — নাই কেতিয়াও নোসোধোঁ এই কথা। কিন্তু তথাপিও দেখোন ইচ্ছা হয় ক'বলৈ — 'কৌশিক মামা, তোমাৰ অমুক বন্ধুজন যে — তুমি বিশ্বাস নকৰিবা, তোমাৰ কথা এনেকৈ এদিন কৈছিল'। — নাই, ইচ্ছা, হ'লেই সকলো কাম কৰা অনুচিত। কৌশিক মামাৰ সৈতে হোৱা সেই সাক্ষাতৰ পিছতে জানিছিলোঁ, তেওঁলোক আকৌ বদলি হ'ব — এইবাৰ কাছাৰলৈ। তাৰমানে আৰু বহু দূৰলৈ তেওঁলোক যাব, মই হয়তো লগেই নাপাম। সেয়াই হৈছিল। তাৰ পাছত সুদীৰ্ঘ পোন্ধৰ বছৰে 'কৌশিক বৰুৱা' নামৰ মানুহজনৰ কথা একো জানিব পৰা নাছিলোঁ।

ইতিমধ্যে মোৰ আনুষ্ঠানিক শিক্ষা সমাপ্ত হ'ল। তাৰ পাছত মোৰ জীৱনো সাঙোৰ খালে আন এজনৰ সৈতে। সংসাৰ হ'ল, সংসাৰ বাঢ়িল। কৌশিক বৰুৱা নামৰ মানুহজনৰ কথা প্ৰায় পাহৰি গ'লোঁ। মাত্ৰ তেওঁৰ প্ৰভাৱ মোৰ আচাৰ-আচৰণত থাকি গ'ল। জীৱনৰ ইচ্ছা-অনিচ্ছাক নিয়ন্ত্ৰণ কৰা এটা অভ্যাস হৈ গ'ল।

সুদীৰ্ঘ পোন্ধৰটা বছৰৰ পাছত আমি আন এখন চহৰলৈ বদলি হ'লোঁ। নতুন ঠাইখনত কি কি আছে গম লওঁতেই অকস্মাতে এগৰাকী বান্ধৱীয়ে ক'লে, তোমাৰ প্ৰিয় অভিনেতাজনৰ ঘৰ ইয়াতে।

ঃ মানে।

ঃ মানে ঐশানুব্ৰতৰ ঘৰ ইয়াত।

আনন্দত মন নাচি উঠিল। ঐশানুব্ৰত কম বয়সীয়া অভিনেতা। কিন্তু ইমান কম বয়সত ইমান জনপ্ৰিয়তা আৰু প্ৰতিভা লাভ কৰা দৃষ্টান্ত বিৰল। মই মাত্ৰ দুখনমান চিনেমাত তেওঁৰ অভিনয় চাই বিস্ময়সহকাৰে উচ্চাৰণ কৰিছিলোঁ — আচৰিত, আচৰিত! এই আচৰিত প্ৰতিভাৰ ব্যাখ্যা নাই। কিন্তু সেই চহৰখনত ঐশানুব্ৰত থকা কথাটোতকৈয়ো আৰু এটা বিস্ময় মোৰ বাবে অপেক্ষা কৰিছিল। বান্ধৱীয়ে ঐশানুব্ৰতৰ পিতৃৰ নাম যেতিয়া উচ্চাৰণ কৰিলে কৌশিক বৰুৱা বুলি, মই আচৰিত হৈ সকলোকে চিঞৰি এটাই মাৰিলোঁ। বহু সোধা-পোছাৰ অন্তত নিশ্চিন্ত হ'লোঁ যে সেই কৌশিক বৰুৱাই 'কৌশিক মামা'। তেওঁৰ ল'ৰা ঐশানুব্ৰত। ঐশানুব্ৰত কিয় ইমান প্ৰতিভাশালী বুজিবলৈ বাকী নৰ'ল। এয়া জিনৰ চমক, কৌশিক মামাৰ ল'ৰা বাবেই ঐশানুব্ৰত বিৰল প্ৰতিভাৰ অধিকাৰী। কিন্তু তাৰ লগে লগেই মোৰ আন এটা লোভ হ'ল। কৌশিক মামাক চমক দিয়াৰ এটা প্ৰবল ইচ্ছা হ'ল। মই তেওঁৰ টেলিফোনৰ নম্বৰ যোগাৰ কৰিলোঁ, বান্ধৱীৰ সহায়তেই। কৌশিক মামাক ফোন কৰি চমক দিয়া যাওক।

ডিচেম্বৰ মাহৰ নিশা ন বজা। বাহিৰত কিন্‌কিনীয়া বৰষুণ। সেইদিনা সোনকালেই ভাত-পানীও খোৱা হ'ল। শীতৰ আমেজ সম্পূৰ্ণ উপভোগ কৰিবলৈ লেপৰ তলত সোমাই বিছনাৰ কাষত হিমশীতল হৈ থকা টেলিফোনৰ ৰিচিভাৰটো তুলিলোঁ। নিৰ্দিষ্ট নম্বৰটোত ডায়েল কৰিলোঁ। প্ৰথমেই কি ক'ম মনে মনে আখৰা কৰিলোঁ। বহুপৰ ৰিং হৈ থকাৰ মূৰত সিফালৰপৰা পুৰুষ-কণ্ঠই গম্ভীৰভাৱে ক'লে — হেল্ল'।

কৌতুক কৰিবলৈকে ক'লোঁ — কৌশিক বৰুৱানে?

ঃ ইয়েছ, এনি ডাউট!

ঃ ন' ডাউট — কিন্তু মই কোন কোৱাচোন।

ঃ তুমি — তুমি — তোমাৰ মাতটো মিলিৰ দৰে লগা নাই — মিলিৰ মাত অলপ টেংটেঙীয়া — বাট য়ু হেভ আ ছেক্সী ভয়চ্.... প্লিজ কোৱানা কোন?

মই থমকি ৰ'লোঁ। কৌশিক বৰুৱা হয়তো! পুৰুষ কণ্ঠৰ কথা-বতৰাবোৰো বেলেগ, সুৰাপায়ী মানুহৰ দৰে, এনেকৈ কৌশিক বৰুৱাই কথা ক'বই নোৱাৰে। মই এইবাৰ পোনপটীয়াকৈ নম্বৰটো আকৌ কৈ ক'লোঁ — আপুনি ঐশানুব্ৰতৰ দেউতাক কৌশিক বৰুৱানে?

ঃ হয় — কিন্তু তুমি....

ঃ গীতা মামী আপোনাৰ পত্নীনে?

ঃ আস্ — ডেম্ গীতা, হয় হয় কিন্তু তুমি —

ঃ মই — মাজনী....তুমি কৌশিক মামা নোহোৱা জানো....

ঃ অ' — মাই গুড গড্ — তুমি ক'ৰপৰা কৈছা তোমাৰ কথা মই জানো, মই জানো, তুমি এই চহৰলৈ আহিলা সেয়াও জানো। কিন্তু তোমাৰ মাতটো টেলিফোনত ইমান ভাল লাগিছিল — কৌশিক মামাৰ কথাবোৰ অসংলগ্ন। তেওঁ সুৰাপানত মত্ত হৈ আছে। সেয়ে হতাশ মনেৰে মই ক'লোঁ — আচলতে মই এনেয়ে খবৰ এটা ল'লোঁ, পাছত কথা পাতিম দেই —

ঃ প্লিজ, প্লিজ ফোন নথ'বা। মই কিমান অকলশৰীয়া জানা মাজনী — মাজনী প্লিজ ফোন নথ'বা; তুমি জানানে মই ইতিমধ্যে এই ঘৰটোত অকলশৰে দহ পেগৰ ওপৰত হুইস্কী খাই ছোঁ। কি কৰিম কোৱা? মই কিমান নিঃসংগ....বাহিৰত কি সুন্দৰ বৰষুণ....

ঃ কিয় মামী....

ঃ আস্ — ডেম মামী। জানা তেওঁ জীৱনটো মোৰ শেষ কৰি দিলে। আই'ম ৰুইনড্, টোটেলি ৰুইনড্.....

মামীৰ মুখখন মোৰ মনত পৰিল। পোন্ধৰ বছৰৰ আগতে বিয়াখনত দেখোঁতে তেওঁৰ সোণবৰণীয়া মুখখন বহুদিন নোধোৱাকৈ ৰখা পিতলৰ বাচনৰ দৰে লাগিছিল। কিন্তু তথাপিও মুখখনত লাগি আছিল সৰল হাঁহিটো। সেই মানুহজনী ইমান ভয়ংকৰ হ'ব পাৰেনে যে কৌশিক মামাৰ দৰে মানুহটোৰ জীৱন ধ্বংস কৰি দিব পাৰে! মোৰ উৎকণ্ঠা জাগি উঠিল। কি এনেকুৱা ঘটনা হ'ব পাৰে বাৰু? টেলিফোনত কৌশিক মামাই ডাইনী, বিচ্ছ ইত্যাদি বহু অশ্লীল শব্দ মামীৰ নামত ক'বলৈ ল'লে। নিজৰ কাণকে যেন বিশ্বাস নকৰিম, কৌশিক মামাৰ মুখত এনে শব্দ উচ্চাৰণ হয়। কি ভদ্ৰ-অমায়িক তেওঁৰ কথা-বতৰা। তেনেকুৱা মানুহ এজন, এনেকুৱাকৈ সলনি হ'বলৈ হ'লে কিমান ডাঙৰ আঘাত পাব লাগিব? অকাৰণতে মামীলৈ মোৰ খং উঠিল। বাহিৰৰপৰা মানুহ দেখিলে ভিতৰখন বুজিব নোৱাৰি। মই তেওঁক নম্ৰভাৱে ক'লোঁ —

ঃ শুনা মামা, তোমাৰ যে জীৱনত এটা ডাঙৰ দুখ হৈছে, মই ভালকৈ বুজিছোঁ। ময়ো তোমাক সুৰাত ডুবি থকা মানুহ হিচাপে পাই বৰ কষ্ট পাইছোঁ।

ঃ মই জানো, তুমিয়েই মোক বুজি পাবা। তুমি তাহানিৰ কণমানি হৈ থকা নাই। বহুত 'মেচিয়ৰ' হ'লা। মোৰ মানসিক অন্তৰ্দ্বন্দ্ব বুজাবলৈ তোমাৰ দৰে উপযুক্ত মানুহ মই বিচাৰি পোৱা নাছিলোঁ — বৰ ভাল কৰিলা, তুমি যে মোক এই সময়ত ফোন কৰিলা। আই'ম গ্ৰে'টফুল টু ইউ....কি ভয়াবহভাৱে মই জীয়াই আছোঁ জানা — গীতা আৰু ছোৱালীজনীৰ বাবে ঘৰ সাজি দিছোঁ, ডিব্ৰুগড়ত, তাতে তেওঁলোকে থাকে। মোৰ ল'ৰা ছিম্পলি হি ইজ আ জিনিয়াছ ফাৰ্ষ্ট চাইল্ড, মোৰ প্ৰথম যৌন আবেগত সি সৃষ্টি হৈছিল। মোৰ মনত তেতিয়া একমাত্ৰ কামনা আছিল, এটা এনে সন্তান আজিৰ ৰাতিটোত অংকুৰণ হ'ব লাগিব যাৰ ৰূপ মাকৰ দৰে, মেধাশক্তি মোৰ দৰে হ'ব। তুমি 'এল্‌কিন'ৰ কিতাপ পঢ়িছা।

ঃ নাই পঢ়া।

ঃ মিছাকৈ ইমান পঢ়িলা। শুনা, এল্‌কিনৰ 'দ্য অষ্ট্ৰেলিয়ান এবৰিজিনছ' পঢ়িবা। তাত 'প্ৰেমি' বুলি উপজাতি এটাৰ কথা আছে। তেওঁলোকে পুৰুষ-নাৰীৰ প্ৰথম সহবাসৰ নিশা উপাস্য দেৱতাক আগত ৰাখি সুৰাপান কৰে। টিমিক-ঢামাক চাকিৰ পোহৰত দুয়োজনে কেনেকুৱা সন্তান কামনা কৰে প্ৰকাশ কৰে, তাৰ পাছত সেই দেৱতাক সন্তুষ্ট কৰিব পৰাকৈ ৰতিক্ৰীড়া আৰম্ভ কৰে। চাকিটো নিজে নিজে নুমাই গ'লেই দেৱতা সন্তুষ্ট হৈ মনে বিচৰা সন্তান দান দিব বুলি ভবা হয়। মই ঠিক তেনেকুৱাই কৰিছিলোঁ।

অলপ অস্বস্তি হ'ল, কথাবোৰ শুনি, কিন্তু এক দুৰ্বাৰ কৌতূহল কৌশিক বৰুৱাৰ প্ৰতি জাগি উঠিল। মই শান্তভাৱে তেওঁক ক'লোঁ —

ঃ তুমিতো জিনিয়াছ সন্তান এটা বিচৰা মতেই পালা, ইয়াৰ পাছত মামীৰ সৈতে অন্তৰ্ঘাতৰ সৃষ্টি হ'ল কিয়?

ঃ তুমি বুজা নাই। ছবছৰলৈকে ভালেই আছিল। তাৰ পিছত গীতাৰ অসুখেই-অসুখ। তিনিটামান অপাৰেশ্যন হৈ গ'ল। কেৱল অসুখ আৰু অসুখ। মই যত্ন লওঁ তেওঁৰ, তথাপিও তেওঁৰ সন্দেহ, মোৰ স্বভাৱ-চৰিত্ৰৰ প্ৰতি। নাৰী মই ভাল পাওঁ, সেয়া সঁচা কথা। সেই কথা গীতাক ক'লেই জ্বলি-পকি উঠে। মোক ঘৰৰপৰা ওলাবলৈ নিদিয়ে। সম্পৰ্কীয় কোনো নাৰীৰ সৈতে কথা পাতিবলৈয়ো নিদিয়ে। আনকি নিশা তেওঁ প্ৰায়ে সাৰে থাকে, কিজানি মই তেওঁৰ টোপনিৰ সুযোগ লৈ কোনোবা নাৰীৰ সন্ধানত গুচি যাওঁ।

ঃ স্বামী-স্ত্ৰীৰ সম্পৰ্ক কেৱল যৌন জীৱনৰ ওপৰতেই বৰ্তি নাথাকে — সেই কথা তুমি গীতা মামীক বুজোৱাত ব্যৰ্থ হ'লা নিশ্চয়। তুমি তেওঁক মানসিকভাৱে গ্ৰহণ কৰা নাছিলা নেকি?

ঃ গীতাৰ মন বুলি বস্তুৱেই নাই। থকা হ'লে মোৰ কথা সমূলি নুবুজিলেহেঁতেননে? তেনেকুৱা এদিনতে, মোৰ

পুৰণি চিনাকি ছোৱালী মিলিক লগ পালোঁ। মিলিৰ ডাঙৰ ককায়েক মোৰ লগত পঢ়িছিল। মিলিক মই নতুনকৈ আৱিষ্কাৰ কৰিলোঁ। ঠিক — মই যেনেকুৱা নাৰী এগৰাকীৰ সন্ধানত আছিলোঁ, মিলি তেনেকুৱাই। আমি বাৰে বাৰে লগ পাবলৈ ল'লোঁ। কি এক বিৰল সুখ! কি এক আনন্দ! মিলিৰ দুজনী ডাঙৰ ছোৱালী, আৰু এক বেৰসিক, অক্ষম স্বামীৰে সংসাৰ। তাই মোৰ আগত অকপটে তাইৰ কল্পনাৰ কথা ক'লে। মোৰ দৰেই তায়ো বহুদিনৰপৰাই এখন অন্য সমাজৰ বাসিন্দা। আমি দুয়ো দুয়োৰে দুখ-কল্পনা, আনন্দ শৰীৰেৰে প্ৰকাশ কৰিবলৈ ধৰিলোঁ। মিলিৰ প্ৰেমে মোক বলিয়া কৰি তুলিলে। তাই তোমাৰ উপন্যাস, গল্পৰ নায়িকাৰ দৰেই ৰোমাণ্টিক। তাই আমাৰ সমাজৰ বাবে নহয়, মই যেন তাইক লৈ 'ৰ'জাৰ বাক'ৰ 'লাভ জাংগল'লৈ যাম। তুমি 'লাভ জাংগল' পঢ়িছানে?

ঃ নাই পঢ়া। নামো শুনা নাই।

ঃ কি পঢ়িছানো তুমি? যিহকে সোধো তাকে নাই পঢ়া। কিতাপ নপঢ়াকৈয়ে আজিকালি লেখক-লেখিকা হৈ যাব পাৰি। শুনা 'লাভ জাংগল'ত সকলো উলংগ হৈ থাকিব পাৰে। আমাৰ শৰীৰটো ঈশ্বৰৰ দান। পৃথিৱীৰ শ্ৰেষ্ঠ শিল্পকীৰ্তি। ইয়াক ঢাকি ৰাখিব নাপায়। মাইকেল এঞ্জেল'ই 'ডেভিড'ক উলংগ কিয় কৰিছিল? — ভেনাচ উলংগ কিয়? ৰেমব্ৰাঁ, চেজান, ম'নে, এইবোৰ কি পাগল আছিল? পিকাছো কি পাগল আছিল? আচলতে প্ৰকৃত সংবেদনশীল মানুহে, প্ৰত্যেক মানুহকে উলংগ কৰিয়েই সৌন্দৰ্য চাব জানে। মই অন্ততঃ নাৰীক তেনেকৈ দেখোঁ। তুমি আচৰিত হ'বা, মিলিও তেনেকুৱা — ছ' ছেন্সিটিভ, ছ' ৰোমাণ্টিক, তুমি কল্পনা কৰিব নোৱাৰা। তাই বাৰে বাৰে কয় — ব'লা তুমি আৰু মই এটা জনশূন্য দ্বীপত এসাজ কাপোৰৰ দৰকাৰ নোহোৱাকৈ কটাই দিওঁ। তোমাক মই আৰু ক'ব পাৰোঁ — এবাউট হাৰ ছেক্স ফেণ্টাছি — এবাউট হাৰ ড্ৰীম — এবাউট হাৰ লাভ....

ঃ নাই — নালাগে, মোক গীতা মামীৰ কথা কোৱা।

ঃ অ' — ডেম্, তুমি মোক স্বৰ্গৰপৰা গেলা নৰ্দমা এটালৈ দলিয়াই দিলা — তুমি কথা ক'ব নাজানা — য়ু আৰ নট ছেন্সিটিভ্ এটল। মই ভাবিছিলোঁ উচ্চ শিক্ষা লৈ, তুমি মানসিকভাৱে আন এখন পৃথিৱীৰ বাসিন্দা হৈছা — তুমি ম'ষ্ট বেকৱাৰ্ড, পুৰণি পৃথিৱীৰ বাসিন্দা। এনিৱে, গীতাই কথাবোৰ জানি, সাধাৰণ মাইকী মানুহৰ দৰে 'জেলাছ' হ'ল। মোৰ সৈতে কাজিয়া কৰিলে। মই ক'লোঁ যে মিলিলৈ চোৱা, তাইতো তোমাক লৈ 'জেলাছ' হোৱা নাই। সেইখিনিতেই তুমি সাধাৰণ, মিলি অসাধাৰণ। তুমি যি দিব পৰা নাই, আনৰ পৰা ল'লে তোমাৰ আপত্তি কি? তেওঁ নুবুজে জানা। তেওঁ ল'ৰা-ছোৱালী দুটা লৈ মোৰ পুৰণি ঘৰলৈ গুচি গ'ল। মোৰ আই-বোপাইকো 'ব্ৰেইন ৱাছ' কৰিলেগৈ। মোক ঘৰখনে দেখিব নোৱাৰা হ'ল। কিন্তু মোৰ কি ভুল কোৱা — মই যে মিলি নহ'লে জীয়াই থাকিব নোৱাৰোঁ। মই যে মিলিকেই সকলোতে দেখোঁ, মিলিকেই স্পৰ্শ কৰোঁ।

ঃ তোমাৰ ল'ৰা-ছোৱালী দুটাই কথাবোৰ জানেনে?

ঃ জানে, ল'ৰাটো মোৰ, সি জিনিয়াছ, মাকৰ দৰে নহয়। সি মোক কি কৈছে জানা — এইদৰে তুমি থাকিব নালাগে — মিলি আণ্টিক বিয়া কৰাই বেলেগে থাকা।

ঃ কিন্তু মই জনাত ঐশানুৱে অতি কম বয়সৰপৰাই প্ৰচুৰ মদ্যপান কৰে, ছোৱালীৰ সংসৰ্গৰ কথা মই বাৰু নকওঁ, কিন্তু সি এটা উচ্ছৃংখল জীৱন যাপন কৰে। ইমান মূল্যৱান প্ৰতিভা এটা এনেকুৱা হোৱাৰ কাৰণে অলপ তুমিও দায়ী নেকি বাৰু?

ঃ ন' — নট এট অল। সি মোক সকলো খুলি কথা কয়, তোমাক যিবোৰ কথা কৈছোঁ, মই তাকো কৈছোঁ। আমি দুয়ো বন্ধু বুলি ভাবোঁ।

ঃ মাকৰ সৈতে তাৰ সম্পৰ্ক কেনেকুৱা?

ঃ নৰ্মেল। মাকৰ সৈতে পুত্ৰৰ যি সম্পৰ্ক — তেনেকুৱা।

ঃ গীতা মামীক কথাবোৰ কৈছানে?

ঃ গীতাক তুমি কি বুলি ভাবিছা? মিলিৰ কথা জনাৰ পিছতে গীতাই কান্দি-কাটি, ল'ৰা-ছোৱালী লগত লৈ গুচি গ'ল। আনকি মই যে মাজে মাজে কবিতা লিখোঁ, গল্প লিখোঁ, সেইবোৰ ফালি-ছিৰি নৰ্দমাত পেলাই দিলেগৈ। কি ক'লে জানা — মই হোনো সেইবোৰ লিখি গোটেই সমাজখনক ঠগিছোঁ, ভাল মানুহ বোলাই আছোঁ। কিন্তু তেওঁক কেনেকৈ ক'ম, মই যে সেইখন সমাজৰপৰা কেতিয়াবাই ওলাই আহিলোঁ। এতিয়াহে মই আচল কবি, এটাও যাৰ কবিতা নাই। কবিয়ে জানো কবিতা লিখি নিজকে কবি বুলি প্ৰমাণ কৰে। হাউ ষ্টুপিড!

ঃ গীতা মামী তোমাৰ কাষত নাই যেতিয়া, মিলিৰ সৈতে এনেকৈ সম্পৰ্ক ৰখাৰ অৰ্থ আৰু নাই, তুমি তেওঁক লৈ প্ৰকাশ্যভাৱেই থাকিবলৈ লোৱা। তেওঁৰ দুৰ্ভগীয়া

স্বামীয়েও মুক্তি পাব। ছোৱালী দুজনী মাতৃহীনা হ'ব বাবে ভাবিবলৈ অৱশ্যে কষ্ট হৈছে।

ঃ সেইটোৱেটো এতিয়া প্ৰধান সমস্যা হৈছে জানা! মিলিয়ে প্ৰথমে ছোৱালী দুজনী লগতে লৈ অনাৰ কথা ভাবিছিল। ডাঙৰ ছোৱালীজনীৰ আপত্তি নাই। সৰুজনীয়ে দেউতাকক এৰি নাহে। কিন্তু মই যেতিয়া মিলিক ক'লোঁ, ডাঙৰ ছোৱালীজনীৰ প্ৰতি মই লাহে লাহে অনুৰক্ত হৈ পৰিছোঁ বুলি — মিলিয়ে ভয় খাই গ'ল। এখন স্বাধীন সমাজত বন্ধনহীনভাৱে নাৰী-পুৰুষ একেলগে থকাৰ কথা যি মিলিয়ে কল্পনা কৰিছিল, তেওঁ চিঞৰি উঠিল — ই কেনেকৈ সম্ভৱ!

ময়ো যেন উশাহ সলাবলৈ পাহৰি গ'লোঁ। কৌশিক বৰুৱাৰ এই বিচিত্ৰ ৰহস্যময় জীৱনৰ ধাৰণাই অলপ সময়লৈ মোকো স্তব্ধ কৰি দিলে। ময়ো মনে মনে ক'লোঁ — সম্ভৱনে, এয়াও সম্ভৱনে! কৌশিক বৰুৱাই নিচাসক্ত কণ্ঠেৰে ধীৰে ধীৰে কৈ গ'ল — তুমি মোক বেয়া বুলি ভাবিছা নেকি? যদি ভাবিছা, মই আৰু একো নকওঁ। সদায় ভাবোঁ কথাবোৰ কাৰোবাক ক'ব লাগে — কিন্তু মোক যদি চৰিত্ৰহীন বুলি ইতিকিং কৰে! তোমাকো কৈছোঁ, তুমি মোক মাৰি পেলোৱা, কিন্তু ইতিকিং নকৰিবা। মিলি ইমান স্বাৰ্থপৰ কিয় হ'ল? এটা সুন্দৰ সপোনৰ জাল তৈয়াৰ কৰি মোক তাতে বন্দী কৰি তেওঁ কিয় পলাই গ'ল! মই যে এটা মকৰা এতিয়া। জালত বন্দী মকৰা! মোৰ জানো দোষ, তুমিয়েই কোৱাচোন? মিলিৰ সৈতে সুদীৰ্ঘ পোন্ধৰ বছৰৰ যি সম্পৰ্ক, তাৰ মাজতো খন্তেকীয়াভাৱে আৰু দুগৰাকী নাৰী মোৰ সংস্পৰ্শলৈ আহিছিল। মিলি নিজেও তেনেকুৱা আছিল। কাৰণ আমাৰ দুয়োৰে কল্পনাত আছিল জাত-ধৰ্ম-শ্ৰেণী নিৰ্বিশেষে নাৰী-পুৰুষৰ এখন সমাজ। এটাই ধৰ্ম, ইয়াত কোনো জোৰ-জুলুম নচলিব। সকলোৰে মনৰ তীব্ৰ আকাংক্ষাত, উভয়ৰ সম্মতিতহে সকলো সম্ভৱ হ'ব। কিন্তু মিলি ইমান দিনৰ পাছত পলাই গ'ল কিয়? কোৱাচোন তুমি, মই জানো বেয়া মানুহ? মোৰ ধাৰণা, মোৰ ইচ্ছা-অনিচ্ছাৰ সৈতে তোমাৰ মত নিমিলিব পাৰে, সেইবুলি তুমি ভাল — মই বেয়া বুলি কিয় ক'বা? মোক বেয়া বোলাসকলক মই যদি 'বেয়া-নষ্ট চৰিত্ৰ'ৰ বুলি কওঁ? মই জানো প্ৰকৃততে বেয়া?

ঃ তুমি 'অনেষ্ট', সেইবাবেই মোক কথাবোৰ ক'ব পাৰিছা।

ঃ বিশ্বাস কৰা, বহু পত্ৰিকাত মই নৰ-নাৰীৰ যৌন জীৱনৰ আধুনিক সমস্যাৰ বিষয়ে লিখিব খোজোঁ — অশ্লীল বুলি প্ৰকাশ নকৰে। জানা সেইবাবে, ভ্লাদিমিৰ নবোকভে ছদ্মনামত বহু লেখা লিখিব লগা হৈছিল। 'ডি চিৰিণ' নামেৰে তেওঁ এনেকুৱা কথা কিছুমান লিখিছিল, যিবোৰ মানুহে কেৱল পঢ়া নাছিল — গিলিছিল। কাৰণ তেওঁলোকে জীৱনৰ বহু সত্য কথাৰ উত্তৰ নাপাই ক্ষুধাৰ্ত হৈ আছিল। নবোকভৰ 'বেণ্ড চিনিষ্টাৰ', 'নিন' এই উপন্যাস দুখন পঢ়িছানে? দুয়োখনেই উৎকৃষ্ট উপন্যাস।

ঃ নাই পঢ়া।

ঃ ললিতা একা!

ঃ পঢ়িছোঁ।

ঃ সেয়া মই জানো। নবোকভক পৃথিৱীয়ে মনত ৰাখিছে 'ললিতা'ৰ বাবে। তুমিও নবোকভৰ ললিতাহে পঢ়িছা। 'ললিতা', যিখন উপন্যাস ফ্ৰান্সত অশ্লীলতাৰ দোষত নিষিদ্ধ আছিল। বিখ্যাত 'চিকাগো ট্ৰিবিউন' পত্ৰিকাই আকৌ ইমান ভদ্ৰ আৰু অভিজাত হৈ দেখুৱালে যে উপন্যাসখনৰ সমালোচনা ল'বলৈয়ো অস্বীকাৰ কৰিছিল। কিন্তু পঢ়ুৱৈ সদায় সত্যৰ ফালে যায়, জানিবা। হামবাৰ্ট নামৰ মধ্যবয়সীয়া পুৰুষজনৰ যৌন লালসা কিশোৰীৰ মাজত সীমাবদ্ধ — এই কথাটো নবোকভে উপলব্ধি কৰিছিল। তেনেকুৱা বহু পুৰুষক তেওঁ লগো পাইছিল। তেওঁ প্ৰাণ ঢালি হামবাৰ্টৰ প্ৰেম-বেদনাৰ চিত্ৰ অংকন কৰি দুখেৰে কৈছিল — 'ৰুছ ভাষাত, মোৰ মাতৃভাষাত কিতাপখন লিখিব নোৱাৰি, ইংৰাজীত লিখিলোঁ, এই দুখ প্ৰকাশ কৰাৰ ঠাই নাই মোৰ'। মানুহৰ গোপন ইচ্ছা, পাপ আত্মাৰো জ্যোতি থাকে। সেই জ্যোতি যি চিনি নাপায়, তেওঁক চৰিত্ৰহীন বুলি আখ্যা দিয়া হয়। সেইবাবে সকলো পুৰুষকে মই ক'বলৈ বিচাৰোঁ তোমাৰ ইচ্ছাৰ গোপন জ্যোতি য'তে -ত'তে প্ৰকাশ নকৰিবা — চৰিত্ৰহীন হৈ পৰিবা ৰাতা-ৰাতি।

ঃ কেৱল পুৰুষক তুমি কিয় কৈছা? তুমি গীতা মামীৰ তেনেকুৱা কিবা ইচ্ছা আছে নেকি সুধিছিলা জানো?

তেওঁ হঠাৎ ঢেক্‌ঢেকাই হাঁহিলে —

ঃ সাধাৰণ নাৰীৰ গোপনীয়তা নাথাকে বুলি নাজানা নেকি? তেওঁ পতিব্ৰতা তিৰোতা। মানুহ চিনি নাপায় তেওঁ, তেওঁ কেৱল স্বামীক চিনি পায়।

ঃ কিন্তু গীতা মামীৰ দোষ কি আছিল?

ঃ দোষ? তেওঁ অতি সাধাৰণ তিৰোতা আছিল। তেওঁ ভাবিছিল, তেওঁ মোক ত্যাগ কৰি মোক শাস্তি বিহিলেই মই বাটৰ ভিকছু হ'ম, এজন যৌনৰোগ ব্যাধিগ্ৰস্ত লোকৰ দৰে

ভয়াবহভাবে মৃত্যুবৰণ কৰিম — আৰু তেওঁ হাতচাপৰি বজাই ইউটিকিং কৰি মোক সকলোকে দেখুৱাই হাঁহিব — চা — চা, সৌটো কবি, এটা উচ্চ পদবীৰ বিষয়া, ভণ্ড-লম্পট, কিন্তু সেয়া মই হ'বলৈ নিদিলোঁ। বাহিৰত ক'তো মোৰ চৰিত্ৰৰ বদনাম নাই। অ' — মদ্যপায়ী বুলি বদনাম আছে। কেতিয়াবা য'তে-ত'তে পৰি থাকোঁ, মদৰ নিচাত অফিচলৈয়ো কেতিয়াবা যাব নোৱাৰোঁ। মিলি গুচি যোৱাৰ পিছত মই একেবাৰে নিঃসংগ হৈ গ'লোঁ। আচলতে মিলিয়েও মোক ঈৰ্ষা কৰিছিল। আঠাবন্ন বছৰতো অটুট থকা স্বাস্থ্যৰ বাবে পঞ্চাশ বছৰীয়া মিলিৰ ঈৰ্ষা হ'ল। যোৱা পোন্ধৰটা বছৰৰ সম্পৰ্ক তেওঁ সেয়ে ছিণ্ডি পেলালে। তেওঁ ছোৱালীৰ সুৰক্ষাৰ বাবে সাধাৰণ নাৰীলৈ ৰূপান্তৰিত হ'ল। কিন্তু মই মোৰ ল'ৰাক এনে সুৰক্ষা দিয়াৰ যত্ন নকৰিলোঁ জানা? কিমান নিংসংগ মই! মোৰ ল'ৰা-ছোৱালীৰ মোৰ ওচৰলৈ আজিকালি কিয় নহা হ'ল? মোৰ কি দোষ আছিল? কোৱাচোন কি দোষ? — কৌশিক বৰুৱা এইবাৰ কান্দোনত ভাগি পৰিল। বাহিৰৰ বৰষুণৰ দৰে কৌশিক বৰুৱাৰ চকুপানীৰ শব্দ টেলিফোনেৰে অহৰহ আহি থাকিল। পুৰুষৰ কান্দোনে পাষাণ নাৰীৰো হিয়া বিচলিত কৰে।

কি বিব্ৰতকৰ মুহূৰ্ত। ক'লৈ গ'ল ওখ, খীণ, ডাঠ ফ্ৰেমৰ চছমা পিন্ধি মুখত অনবৰতে সুহুৰি লৈ ফুৰা মেধাবী কৌশিক বৰুৱা? কি এক ভয়ানক জীৱনৰ বাসিন্দা তেওঁ আজি! এটা উচ্চপদস্থ চাকৰি, টকা-পইচাৰ অভাৱ নাই, এটা জনপ্ৰিয় প্ৰতিভাৱান ল'ৰাৰ গৰ্বিত পিতৃ, একমাত্ৰ ছোৱালীজনীও মেধাবী, ৰূপে-গুণে অতুলনীয়, আৰু মামী? সেই সৰল বিষণ্ণ মুখখনত তেন্তে লুকুৱাই লৈ ফুৰিছিল নেকি গোপন বিষাদ? ৰিচিভাৰটো কাণত লগাই মই আজি শুনিছোঁ, প্ৰায় আঠাবন্ন-উনষাঠি বছৰীয়া কৌশিক নামৰ পুৰুষজনৰ কান্দোন। এনেকুৱাও হয়! এনেকুৱাও!

ঃ তুমি মোক বেয়া বুলি ভাবিছা নেকি বাৰু? সকলো ভাবা, কিন্তু বেয়া নাভাবিবা। শুনা, মানুহে বেয়া বোলালৈ মোৰ আটাইতকৈ ভয়! মইতো বেশ্যালয়লৈ যাব পাৰিলোঁহেঁতেন! নাই যোৱা। — বুজা-পৰা নোহোৱাকৈ কেৱল টকাৰ লেনদেনত সকলো — নাঃ, মই একেবাৰে পছন্দ নকৰোঁ। শৰীৰৰো ভাষা থাকে — মই ঠিক, ঠিক বুজাব পৰা নাই — পাৰিছোঁনে বাৰু? শৰীৰ সুগঢ়ী-অগঢ়ী কথা নাই, স্পন্দন থাকিব লাগিব, শৰীৰৰ স্পন্দনে কথা ক'ব লাগিব — কবিতা গাব লাগিব — মই বাৰু বুজাব পাৰিছোঁনে? মিলি ঠিক তেনেকুৱা। চুটি-চাপৰ, শকত, নাকটো জোখতকৈ বেছি দীঘল। মিলিক দেখিলে তুমি হয়তো ক'বা, কৌশিক মামা এওঁৰ বাবেই বলিয়া হ'লনে? কিন্তু তোমাক কেনেকৈ বুজাম, চি ইজ ৱাণ্ডাৰফুল — আৰু তেওঁৰ ছোৱালীজনী, কথাই-বতৰাই, চেহেৰাই যেন এজনী সৰু মিলি। ইয়াৰ পিছতো মিলিৰ ছোৱালীৰ প্ৰেমত পৰাটো মোৰ দোষনে? চোৱা, ইমানৰ পিছতো মিলি পলাই গৈছে মোৰ জীৱনৰপৰা। মই এইদৰে কিমান মদ খাম? ইনচ'মেনিয়াত ভুগি মোৰ চকুৰ গুৰিবোৰ ক'লা পৰি গৈছে, মোৰ হাত-ভৰিবোৰ আজিকালি কঁপি থাকে, মই বাৰু বুঢ়া হৈ গৈছোঁ নেকি? অক্ষম হৈ যাম নেকি! তুমি জানাইচোন মই শ্বেক্সপীয়েৰ, বাইৰণ, টেনিছন এইবোৰতে গোটেই জীৱন আকণ্ঠ ডুবিলোঁ, কত ল'ৰাই মোৰ ওচৰত ইংৰাজী শিকি প্ৰথম শ্ৰেণী পালে। সিহঁতে ওৰে জীৱন মোক কেৱল শ্ৰদ্ধাই কৰি আহিছে, সিহঁতে মোৰ এই ভয়াবহ জীৱনৰ কথা জানে বুলি, আজিকালি কাকো মোৰ ঘৰলৈ আহিবলৈ নিদিওঁ। ছোৱালীবোৰক আৰু আহিবলৈ নিদিওঁ — কিবা কাৰণত যদি মোৰ দুৰ্বলতা প্ৰকাশ পাই যায়! ছোৱালীবোৰ ইমান ধুনীয়া — নাৰী নথকা হ'লে পৃথিৱীখন মৰুভূমিতকৈ ৰুক্ষ নহ'লহেঁতেননে? আস্ — তুমিও যে নাৰী — সেইবাবেইটো মোৰ গোপন বাসনাৰ এখিলা এখিলা পৃষ্ঠা তোমাক — তোমাক পঢ়ি শুনাব পাৰিছোঁ — মোক ভুল নুবুজিবলৈ মোৰ স্ত্ৰী, পুত্ৰ-কন্যা সকলোকে মোৰ এই কথাবোৰ কৈছোঁ.... টেলিফোনৰ তাঁৰৰ মাজেৰে যেন এক অব্যক্ত ভাবানুভূতিয়ে আহি মোক স্পৰ্শ কৰিলে। কথা ঘূৰাবলৈকে ক'লোঁ —

ঃ গীতা মামীওতো নাৰী — এই কথা কিয় পাহৰি গৈছা?

ঃ কৌশিক বৰুৱা যেন খণ্ডতে ফাটি পৰিল। প্ৰায় চিঞৰি তেওঁ ক'লে —

ঃ তেওঁ নাৰী নহয় — অনুগ্ৰহ কৰি তুমি তেওঁক নাৰী বুলি নক'বা। তেওঁ এজনী ডাইনী — মোক কি তিৰস্কাৰ কৰে জানা — নষ্ট চৰিত্ৰৰ মতা, পাপী — পাপী, পৰকিতি লৰা বুঢ়া, লম্পট.... কোনো নাৰীয়ে এনেকৈ কথা নকয় জানা — নাৰীয়ে এনেকুৱা কথা ক'বই নোৱাৰে। এই কথাবোৰ শুনি শুনি, তেওঁক এৰি মই মিলিৰ সৈতে থাকিবলৈ ল'লোঁ। কিন্তু মিলি কিয় আঁতৰি গ'ল? মোক তেন্তে এখন সৰগ কল্পনা কৰিবলৈ তেওঁ কিয় কৈছিল — আমি এনে এখন পৃথিৱীত বাস কৰিম, য'ত প্ৰত্যেকে নাৰী-পুৰুষ স্বাধীনভাৱে থাকিব, সংগী বেলেগ বেলেগ হ'লেও আমাৰ ঈৰ্ষা নাথাকিব

— আমাৰ ল'ৰা-ছোৱালীবোৰ হ'ব সকলোৰে, সিহঁতবোৰৰ আমি সকলো পিতৃ-মাতৃ.... চোৱাচোন, পাৰিবনে কোনোবাই মিলিব দৰে কল্পনা কৰিব? — নোৱাৰে কোনেও নোৱাৰে। গীতাই মিলিক সেয়ে দেখিব নোৱাৰে। তেওঁ হেনো এতিয়া মণ্টেছৰী স্কুল এখনৰ মাষ্টৰণী সোমাইছে.... চোৱাচোন, গীতা আকৌ মাষ্টৰণী, তাকো ল'ৰা-ছোৱালীৰ! হাঃ হাঃ শুনিয়েই মোৰ হাঁহিত পেটৰ নাড়ী ডাল ডাল হ'ল বুজিছা! যোৱা দহ বছৰ ধৰি তেওঁ মোৰ সৈতে কোনো যোগাযোগ ৰখা নাই। এজনী সাধাৰণ তিৰোতাই মোক ইমান উপেক্ষা কৰি দেখুৱায়! তেওঁ আচলতে মই এনেকৈ মৃত্যুক সাবটি লোৱাটো বিচাৰিছে। তেওঁ বুজাই নাই, তেওঁ বাস কৰা সমাজখনৰপৰা মই কেতিয়াবাই আঁতৰি আহিলোঁ। সেইখন সমাজৰ লেটাপোক হৈ জীয়াই থকাটো তেওঁৰহে কাম্য, মোৰ নহয়। জানো, মোৰ মৃত্যু হ'লেই তেওঁ সুখী হ'ব — Now the poet cannot die, nor leave his music as of old, but round him ere he scarce be cold begins the scandal and the cry — এনেকৈ টেনিছনে এনেয়ে কৈছিলনে? মই কবিতা এতিয়াও লিখোঁ মাজে মাজে, জীৱনত সংগীতৰ সন্ধান কৰি কৰিয়েই এটা পাপী, চৰিত্ৰহীনৰ নাম পালোঁ নিজৰ ঘৈণীৰপৰাই। কবি জানো মৰে? মইতো শিল্পী — শিল্পীৰ জানো মৃত্যু হয়? এটা কাম কৰা — তুমিয়েই আজি এটা মোৰ বায়'গ্ৰাফী লিখা কিন্তু বায়'গ্ৰাফীটোত এটা সুৰ দি গুণগুণাই তুমি গাব পাৰিলেহে লিখা। মাজে মাজে কান্দি কান্দি গাবা, মাজে মাজে আবৃত্তি কৰিবা আৰু মাজে মাজে নেওতা পঢ়াৰ দৰে পঢ়িবা। কিন্তু পঢ়িবা ক'ত — মই যে তোমালোকৰ সমাজৰ নহয় — অসামাজিক কবিৰ বায়'গ্ৰাফী — ক'ত পঢ়িবা! আচ্ছা তোমাৰ কোনোবা গোপন প্ৰেমিক আছেনে?

ঃ মোৰ? মানে....

ঃ সেয়া তুমি যে সামাজিক মানুহ! প্ৰেমিক থাকিবও পাৰে নাথাকিবও পাৰে, কিন্তু তোমাৰ দ্বিধা আছে। তোমালোকৰ সমাজত ভয়, দ্বিধা, সংকোচ থাকে বাবেই পলাই ফুৰা। আমাৰ সমাজত নাই। তোমাক সুধি লাভ নাই। জানো তুমি মিছা মাতিবা।

ঃ তুমি শুই থাকা, ৰাতি বহুত হ'ল।

ঃ কি হ'ল — তুমিও তাৰমানে মোৰপৰা পলাইছা। তোমাৰ চাগৈ 'ডিজইলুউশ্যন' হৈ গ'ল। এটা ভাল মানুহ তেতিয়াহ'লে তোমাৰ চকুতো পাপী, চৰিত্ৰহীন হৈ গ'ল। দিয়া — তোমালোকে সকলোৰে মিলি এতিয়া মোক শাস্তি দিয়া। মোৰ মৃত্যু চাবলৈকেতো সকলো আজি অধীৰভাৱে অপেক্ষাৰত — Yes kill me, kill me....

ইয়াৰ পাছত কৌশিক বৰুৱাই 'কিল্ মি' শব্দটো সুৰ লগাই গাবলৈ ধৰিলে। প্ৰথমে কবিতাৰ দৰে, তাৰ পাছত উচুপি উচুপি। ফোনৰ ৰিচিভাৰটো নমাই লাইন কাটি দিলোঁ। বাহিৰত বৰষুণ কমা নাই। কিন্তু কৌশিক বৰুৱাৰ সুৰ লগাই গোৱা 'কিল্ মি' শব্দটো মই শুনি থাকিলোঁ। সেই সুৰৰ মাজে মাজে গীতা মামীৰ বিষণ্ন মুখখন ভাহি আহিল। গীতা মামীৰ সুদীৰ্ঘ নীৰৱতাই বাৰু কৌশিক বৰুৱাৰ ভয়ানক শাস্তি হৈ উঠিছে নেকি? সকলো সহ্য কৰিব পাৰিলেও উপেক্ষা অসহ্যকৰ। গীতা মামীক উদ্দেশ্য কৰি ক'বলৈ মন গৈছিল — কৌশিক বৰুৱাক আৰু শাস্তি দিয়াৰ দৰকাৰ নাই —

## — পৰিশিষ্ট—

কৌশিক বৰুৱাৰ কথা যিমানে ভাবিলোঁ, সিমানেই এক বোবা ক্ৰন্দন বুকুৰ মাজৰপৰা উজাই আহি কণ্ঠৰুদ্ধ কৰিলেহি। সৰু কালতে, চৰকাৰী চাকৰি কৰিবলৈ, আমি বাস কৰা চহৰখনৰপৰা কৌশিক বৰুৱা গুচি যোৱাৰ সময়ৰ বিদায় ক্ষণটোত, ঠিক তেনেকুৱা ক্ৰন্দন এটা বুকুৰ মাজেৰে অহা-যোৱা কৰিছিল। ওৰে জীৱন যাৰ বাক্যবোৰ আওঁৰাই জীৱনৰ বহু সংকটময়, আৱেগিক মুহূৰ্ত জয় কৰাৰ সাহস গোটাইছিলোঁ, সেইজন মানুহে জীৱনৰ বিপন্ন চিতাত জ্বলি-পুৰি ছাই ভস্ম হৈ মোক আজি কাতৰ অনুৰোধ কৰে বায়'গ্ৰাফী লিখিবলৈ!

কৌশিক বৰুৱাৰ পুৰণি আৰু এতিয়াৰ দুয়োখন প্ৰতিচ্ছবি মনৰ মাজত একেলগ কৰি এটাই মাথোঁ তেওঁৰ সপক্ষে যুক্তি বিচাৰি পালোঁ, সেয়া হৈছে তেওঁৰ 'সাধুতা'। ভালেই কৰক বা বেয়াই কৰক, তেওঁ স্ত্ৰী-পুত্ৰ-কন্যা সকলোৰে আগত 'সত্য'ক দাঙি ধৰিছে। বহু সামাজিক মানুহৰ দৰে তেওঁ নিজকে চতুৰালিৰে গোপন কৰা হ'লে হয়তো কৌশিক বৰুৱাই এজন সুখী স্বামী-পিতৃ হৈ সামাজিক জীৱন অতিবাহিত কৰিব পাৰিলেহেঁতেন। তেওঁক সমাজৰ ইতিকিঙৰপৰা বচাবলৈ ইয়াতকৈ বেলেগ যুক্তি বিচাৰি মই পোৱা নাই। তথাপিও কৌশিক বৰুৱাই মোক সোধাৰ দৰে, ময়ো মনে মনে তেওঁৰ প্ৰশ্নটোৰ উত্তৰ বিচাৰি আছোঁ — তেওঁৰ প্ৰকৃততে দোষ ক'ত হৈছিল? ■

# ফৰেষ্ট বুঢ়াৰ বাৰী

ফণীভূষণ দাসক দেখিলে কেতিয়াবা তেওঁক এজন অপ্ৰকৃতিস্থ লোক যেন লাগে। এসময়ত বন বিভাগৰ উচ্চপদস্থ চাকৰিয়াল আছিল। অৱসৰ লোৱাৰো দহ বছৰ হৈ গ'ল। দেখাত বয়স তেওঁৰ পঞ্চাছ-পঁচপন্নৰ ভিতৰতে ৰৈ গ'ল। সেয়ে তেওঁ প্ৰথম মানুহৰ সৈতে চিনাকি হ'লেই নিজৰ বয়সৰ হিচাপটো দি, আনজনৰ আচম্বিত হোৱা মুখৰ প্ৰতিক্ৰিয়া চাবলৈ ভাল পায়। মোৰ ক্ষেত্ৰতো প্ৰথম তেনেই হৈছিল। এই নতুন অঞ্চলটোত মাটি কিনি ঘৰ সজা এবছৰ হোৱাই নাছিল তেতিয়া। সেৰেঙা প্ৰতিবেশীৰ দুই-এঘৰৰ সৈতে মাত-বোল, দোকানী দুজনমানৰ সৈতে চা-চিনাকি হৈছিলহে মাত্ৰ। একমাত্ৰ গেলামাল দোকানখনৰ দোকানী নন্দেশ্বৰে বস্তু ল'বলৈ যাওঁতেই সুধিলে — ফণীভূষণ খুৰাৰ সৈতে চিনাকি হ'লনে নাই? 'কোন ফণীভূষণ খুৰা?' মই প্ৰশ্ন কৰাৰ প্ৰত্যুত্তৰো প্ৰশ্নই আহিল — 'উৰা! ফণীভূষণ খুৰাৰ সৈতে এতিয়ালৈকে চিনাকি নাই?' তাৰ পাছত যিখিনি কথা জানিলোঁ, এই পাহাৰৰ কাষৰীয়া অঞ্চলটোৰ মানুহ ফণীভূষণৰ তত্ত্বাৱধানতহে থাকিব পাৰে। তেওঁৰ সৈতে মোৰ ভেটা-ভেটি এতিয়ালৈকে নোহোৱাটোহে হেনো বিস্ময়কৰ কথা। মই সুধিলোঁ, কোননো তেওঁ? এই অঞ্চলৰ কাউন্সিলাৰ নেকি? নন্দেশ্বৰে হাঁহি মাৰি ক'লে, 'কাউন্সিলাৰৰ বাপেক। অৱশ্যে আপুনি চিনি নাপালেও আপোনাৰ সম্পৰ্কে, আপোনাৰ ঘৰটোৱে নলা-নৰ্দমা সামৰি কিবা অপকাৰ কৰেহে নেকি এইবোৰ ফণীভূষণ খুৰাই চৰজমিন তদন্ত নকৰাকৈ থকা নাই। বে-ঠিক কিবা হোৱা হ'লে, আপোনাৰ ওচৰ পাই গ'লহেঁতেন। সকলো ঠিকে থাকিলে, তেওঁ উপযাচি নতুন মানুহৰ সৈতে চিনাকি নহয়। এই অঞ্চলৰ পুৰণি মানুহ যে, অলপ ভেম মনত পুহি ৰাখে। কিন্তু এই কথা-বতৰাৰ তিনিদিনমান উকলি যাওঁতেই সেই বিখ্যাত ফণীভূষণ খুৰা সৈতে চিনাকি হৈ গ'ল নন্দেশ্বৰৰ দোকানতে। নন্দেশ্বৰে মোৰ নামটো কোৱাৰ লগে-লগে তেওঁ ক'লে — জানো জানো। তোমাৰ ঘৰটো—বেয়া নাপাবা, মই তুমিয়েই বুলিম, কাৰণ অহা আঘোণত মোৰ ঊনসত্তৰ বছৰ পূৰ্ণ হ'ব।

ঃ ঠিক আছে, খুৰা, পিছে মই আচৰিত হ'লোঁ শুনি। আপোনাৰ বয়স মই বাৱন্ন-তেপন্নৰ ভিতৰত বুলি ভাবিছিলোঁ। সন্তোষৰ হাঁহিৰে ক'লে তেওঁ —"সকলোৱে ভুল কৰে। বুজিছা পুৱা চাৰিবজাত উঠোঁ। সৌ যে পাহাৰখন দেখিছা — তাৰ টিঙলৈকে উঠোঁ। তাতে নেপালী মানুহ দুঘৰমান আছে। গৰু পোহে। টিংটো সমান্তৰাল। বুজিছা, বৰ ভাল খেতি হয়। এটা বাৰমাহে পানী থকা পুখুৰী আছে তাত। প্ৰকৃতিৰ যে কি লীলা। কেইবাঘৰো কাৰ্বি মানুহ আছে। অলপ দূৰত এখন গাৰো গাঁও পাবা। মই প্ৰায় আটাইকেউঘৰত পাক মাৰি কথা-বতৰা পাতোঁ। নেপালী ঘৰতে বহি সদায় চাহ এটোপা খাওঁ। কেতিয়াবা ভাল চাহপাত পালে মই সিহঁতকে দিওঁগৈ, ঘৰত দি লাভ নাই, সেই কাপ চাহ কৰি দিব নোৱাৰে — ৰ'বা, মোৰ কথাহে কৈ আছোঁ, তোমাৰ ঘৰটোৰ পিছফালে অৰ্জুন গছ এজোপা আছে। তোমাৰ বাৰীৰ সীমাত আছে। কাটি নেপেলাবা গছডাল। অলপ ভাঁজ লগাই ৱালখন দিলে গছজোপা ৰক্ষা পৰিব। বাকী তোমাৰ সন্মুখৰ নৰ্দমাটো পৰিষ্কাৰ, জাবৰ-জোঁথৰ নেপেলাবা তাত। আহিলা যেতিয়, এতিয়া লগ পায়ে থাকিম'। — ফণীভূষণ খুৰাই হাতত মোনা লৈ ঘৰলৈ খোজ দিছিল। নন্দেশ্বৰে হাঁহি মাৰি কৈছিল — 'দেখিলে, মই কৈছিলোঁ নহয়, খুৰাই আপোনাৰ বাৰী-ঘৰৰ তলা-নলা লৈ থৈছে। আচলতে চহৰখনত মাটি পাবলৈ নাইকিয়া হোৱাৰপৰা য'ৰে-ত'ৰে মানুহ আহি জধে-মধে গছ কাটি, পাহাৰ কাটি ঘৰ সাজিছেহি। এই ঠাইখিনি যোৱা পাঁচ বছৰ

আগলৈকে সেউজীয়া আছিল। ডাঙৰ ডাঙৰ হাবি আৰু জলাশয় আছিল। খুৰাই ইয়াত মাটি লওঁতে, ৰাস্তা-ঘাটৰ সলনি হাবিতলীয়া বাটহে আছিল। যোৱা পোন্ধৰ বছৰ ধৰি খুৰা ইয়াৰ বাসিন্দা, এতিয়া ইয়াত চিটিবাছ চলে, বিজুলী তাঁৰো আহিল। হুৰ্-হুৰাই মাটিৰ দাম বাঢ়িল। খুৰাৰ বৰ ভয়; চাই থাকোঁতে হাবিবোৰ শেষ হৈ গৈছে, জীৱ-জন্তু, চৰাইবোৰ নোহোৱা হৈছে। ইফালে মানুহে যেনি-তেনি নলা-নৰ্দমা পুতি ঘৰ সাজিছে। খুৰাই চহৰৰ বাকী অঞ্চলৰ নিচিনা হয় বুলি ভয় খাই থাকে।" নন্দেশ্বৰৰপৰা কথাবোৰ শুনি ভালেই লাগিল। ময়ো গছ-বন ভাল পাওঁ। পৰিবেশ-প্ৰকৃতিক গুৰুত্ব দিয়া মানুহৰ সংগই মোৰ প্ৰিয়। মই খুৰাৰ সৈতে বন্ধুত্ব বঢ়োৱাৰ সিদ্ধান্ত ল'লোঁ।

সেই সিদ্ধান্ততে খুৰাৰ ওচৰ চাপি গৈছিলোঁ। এতিয়া খুৰাই মোক এদিন দেখা নাপালেও হুলস্থূল কৰে। খুৰা নিজে জীৱ-জন্তু, পোক-পতংগ, গছ-বন লৈ ব্যস্ত থাকে বাবেই আনকো তেনে বুলিয়েই গণ্য কৰে। ঘৰখনৰ চৌপাশে ৱালৰ ওপৰত দীঘলকৈ দিয়া বাঁহৰ বেৰা। এবিঘা মাটিত সৰু মচ্‌কুইট'প্ৰুফ আছাম টাইপ ঘৰ এটা। ৱালৰ কাষে-কাষে আম, জামু, কঁঠাল, পনিয়ল, আমলখি ইত্যাদি অগণন গছ। ফুল-ফল, শাক-পাচলিৰ মাজত থকা ঘৰটোলৈ দীঘল পদুলিৰে সোমাই যাওঁতে মনটো প্ৰশান্তিৰে ভৰি পৰে। খুৰাৰ কামবোৰো পৰিকল্পিত। চাকৰিৰপৰা অৱসৰ লোৱাৰ আগে-আগে ছোৱালীৰ বিয়া পাতি আজৰি হ'ল। ল'ৰাই বাংগালোৰৰ ফালে চাকৰি কৰে। খুৰাৰ পৰিবাৰ মৃদুভাষী, সাদৰী। খুৰাই পুৱা-গধূলি পৰিবাৰক চুবুৰীয়াৰ খবৰ, পখিলা, চৰাই-চিৰিকটিৰ খবৰবোৰ দি থাকে। অঞ্চলটোলৈ আহি নতুনকৈ মাটি কিনি ঘৰ সাজি বহা মানুহবোৰক গছ-বন, নলা-নৰ্দমাবোৰ ভালকৈ ৰখা সম্পৰ্কত বক্তৃতা এটা নিদিয়াকৈ নাথাকে। খুৰাৰ পৰিবাৰ এই কথাবোৰত ভিতৰি অলপ অসন্তুষ্ট নোহোৱাও নহয়। এদিন মোৰ সন্মুখতে খুৰীয়ে ক'লে — 'এই মানুহজনৰ নলগা জেঙাত লাগি ফুৰিবলৈ কি দৰকাৰ? তুমি নিজে যি, বা যেনেদৰে থাকা, আনকো কিয় তেনেদৰে থাকিবলৈ উপদেশ দি ফুৰা?' মই হাঁহি মাৰি কথাবোৰ পাতলাবলৈকে ক'লোঁ — 'থিয়ৰি অব্ ৰিফ্লেক্‌ছেশ্যনৰ মতে যি মানুহ যেনেকুৱা আনকো তেনেকুৱাই দেখে খুৰী। গতিকে খুৰা বন্যপ্ৰেমী বাবে আনকো তেনেকৈ ভাবে।' — 'নহয়, সেইটো কথা নহয়। মই এই ঠাইৰ পৰিৱেশ ভালে ৰাখিবলৈহে চেষ্টা কৰোঁ, এই চহৰখনৰ বাকী ঠাইবোৰ মই দেখিছোঁ। জঘন্য জঘন্য। ডাঙৰ দালান সাজি পাইখানাৰ চকপিট নসজাকৈ ৰাস্তাৰ কাষৰ নৰ্দমালৈ পাইপ দি দিছে। চিন্তাবোৰ চোৱাচোন! চকপিটৰ দুফুট মাটিও নেৰে। ওখ দেৱাল, ইফালে সন্মুখতে আৱৰ্জনাৰ দ'ম। প্ৰত্যেক অঞ্চলেই এঘৰ-দুঘৰ মানুহেৰে আৰম্ভ হৈ নগৰ হয়গৈ। তাৰ পিছত ঘপহকৈ নাম এটা দি সেইটো এটা নতুন ৱাৰ্ড হৈ পৰে। সেয়ে আৰম্ভণিৰপৰাই মই লাগিছোঁ, এনেকুৱা অৱস্থা যাতে আমাৰ নহয়'। খুৰাই তৎক্ষণাৎ মোৰ কথাৰ প্ৰতিবাদ কৰিলে।

ঃ মানুহে জানো শুনিছে? দুই-এঘৰৰ বাহিৰে, বেছিভাগ মানুহেই আপোনাক ফিচিঙা-ফিচিঙি কৰে। এইবোৰ কৰি জানো লাভ আছে? নিজে নিজৰ মতে থকাই ভাল। স্বল্পভাষী খুৰীয়ে একেলগে বহুত কথা কৈ পেলালে। খুৰীয়ে এইবাৰ মোৰ মুখলৈ চাই ক'লে — 'চক্ৰৱৰ্তী বোলা মানুহঘৰে ঘৰ সাজিবলৈ লৈছেহে — এখেতে বাৰু কি কাৰণে সোণাৰু পুলি আৰু আমলখি পুলি এটা নি পদুলিমুখতে ৰুবলৈ জোৰ কৰি আছেগৈ? তেওঁলোকে পদুলিমুখত গছ নুৰুবও পাৰে'।

ঃ কিয় নুৰুব? সেই ৰাস্তাটোত এজোপাও গছ নাই। থকা গছবোৰ কাটি ঘৰ সাজিছে মানুহে। চক্ৰৱৰ্তীক মই কি অপকাৰী কাম কৰিবলৈ কৈছোঁ? আমলখিৰ গছ বেয়া নেকি? সেই ৰাস্তাটোত সোণাৰুজোপা ফুলি থাকিলে তেওঁলোকৰহে চকু জুৰ পৰিব, মইতো ঘৰৰপৰা দেখাও নাপাওঁ। মোৰ এনে কি কপট উদ্দেশ্য আছে যে সেই পুলিকেইটা গছ হ'লে সেয়া সফল হ'ব। খুৰা এইবাৰ কিছু উত্তেজিত হৈ পৰিল।

'আপুনি মোৰ কথা বুজা নাই — বুজাই নাই', খুৰী এইবাৰ প্ৰায় কন্দনামুৱা হ'ল। 'মই কৈছোঁ, এইবোৰ আপুনি উপযাচি কৰি থকাৰ কি প্ৰয়োজন? মানুহে আপোনাৰ বিষয়ে কোৱা কথাবোৰ শুনিলে মোৰ বেয়া লাগে....' খুৰীৰ চকুপানী ওলাল। মুখখন ৰঙা পৰিল। খুৰাই বোধ কৰোঁ খুৰীৰ মনটো হঠাতে বুজি পালে। তেওঁ মোৰ অপ্ৰস্তুত অৱস্থাটোও লক্ষ্য কৰি শান্ত হৈ ক'লে — 'আহা বহাচোন, শুনা এটা মজাৰ গল্প কওঁ। এই যে তোমালোকে ভাবিছা, এইবোৰ কৰি কি লাভ? কি প্ৰয়োজন আছে উপযাচি

এনেবোৰ কাণ্ড কৰাৰ — তাৰ এটা মজাৰ কাহিনী কওঁ। মাইকেল ফাৰাডে নামৰ বিজ্ঞানীজনে তেওঁ কৰি থকা পৰীক্ষা-নিৰীক্ষাবোৰ মানুহক বুজাই কৈ ভাল পাইছিল। এবাৰ এটা বক্তৃতাত তেওঁ চুম্বক আৰু কইলৰ এটা বিস্ময়কৰ তত্ত্ব দেখুৱাই আছিল। তাঁৰেৰে মেৰিয়াই থোৱা কইলটোৰ দুটা মুৰ গেলভেনোমিটাৰ এটাত লগাই দিলে বিদ্যুৎ শক্তিৰ উমান পাব পাৰি। এই বিজুলী শক্তিৰ উপস্থিতি তেওঁ পৰীক্ষা এটাৰে দেখুৱাই আছিল দৰ্শকক। তেনেতে গেলেৰীৰ দৰ্শক এজনে সুধিলে — মিঃ ফাৰাডে, চুম্বক আৰু কইলৰ যি পাৰস্পৰিক ক্ৰিয়া দেখুৱালে সেয়া বেছ মনোগ্ৰাহী। পিছে ইয়াৰ প্ৰয়োজনীয়তা ক'ত? আমাৰ কি কামত আহিব? ফাৰাডে মানুহজনৰ কাষ চাপি গৈ ক'লে — মহাশয়, এটি নৱজাতকৰ প্ৰয়োজনীয়তানো কি মোক ক'বনে? — কথাবোৰ তেনেকুৱাই। আমি কোনো কাৰ্যৰ ফলাফলৰ ভৱিষ্যৎবাণী জানো কৰিব পাৰোঁ? প্লেটোৱে জ্যামিতিক উপপাদ্যবিলাক আনক বুজাওঁতে আজিৰ কম্পিউটাৰজগতখনৰ কথা ভাবিছিল জানো? ফাৰাডেই তেতিয়া ভাবিছিল জানো তেওঁৰ চুম্বকে জন্ম দিয়া বৈদ্যুতিক শক্তিৰ নৱজাত শিশুৱে আজিৰ বৈদ্যুতিক প্ৰযুক্তিৰ ক্ষেত্ৰ এখন কৰি পেলাব! এডিছনে বাৰু তেওঁৰ এডিছন এফেক্টত আজিৰ টেলিভিছনটো দেখা পাইছিলনে? এতিয়াৰ বিজ্ঞানীয়ে গ্ৰহ-নক্ষত্ৰৰ সন্ধান কিয় কৰি আছে? কিয় গ্ৰহবোৰৰপৰা এমুঠি শিল-বালি লৈ আহিছে, কিয় এইবোৰত অজস্ৰ টকা, সময়ৰ অপব্যয় কৰিছে? অংকৰ নতুন সূত্ৰ, উপপাদ্য উদ্ভাৱন হৈ আছে কিহৰ বাবে? কি প্ৰয়োজনত? তাৰ তুলনাত মইনো কি কৰিছোঁ, নৰ্দমাত জাবৰ নেপেলাবলৈ ঘৰে-ঘৰে কৈছোঁগৈ, গছৰ পুলি দুটা ৰুবলৈ দিছোঁ — মইতো ইয়াৰ বাবে সময়, টকা-পইচা একো খৰচ কৰা নাই, ইমান দোবণীয় কাম কৰিছোঁনে বাৰু....' খুৰাৰ কণ্ঠত বিষাদৰ সুৰ। পৰিৱেশটো গম্ভীৰ হৈ পৰিল। মোৰ অন্তৰখনো খুৰাৰ প্ৰতি এক অজান আৱেগত উথলি উঠিল। সেয়ে ক'লোঁ — 'খুৰা, আপুনি এইবোৰ কৰি যাওক। আমি আপোনাৰ লগত আছোঁ নহয়। যি কয় ক'ব মানুহে, আমি উত্তৰ দিম নহয়।' খুৰীয়ে লাহেকৈ ক'লে — 'আপোনাক আমি বুজোঁ বাবেই কথাবোৰ কওঁ'।

এই অঞ্চলটো প্ৰত্যেক দিনেই সলনি হ'বলৈ ধৰিলে। বিশেষকৈ সলনি হ'ব বন বিভাগৰে ৰেঞ্জাৰ শোভন গগৈ অহাৰ পাছত। ফণীভূষণ খুৰাকেই এসময়ত শোভন গগৈয়ে প্ৰথম চাকৰিৰ জইনিং ৰিপ'ৰ্ট দিছিল। খুৰা গগৈৰ বহু ওপৰৰ পদবীত আছিল। গগৈ আহিয়েই তেওঁ ঘৰ সাজিব লগা বাৰীত থকা চাৰিজোপা গছ কাটি পৰিষ্কাৰ কৰিলে। খবৰ মুখে মুখে বাগৰিল। ঘৰ পাঁচতলা হ'ব। এই অঞ্চলত ইমান ডাঙৰ ঘৰ কাৰো নাই। একতলাত গগৈ সপৰিয়ালে থাকিব, চাৰিতলাত ভাড়াতীয়া থাকিব। খুৰাৰ খং উঠিল কথাবোৰ শুনি। গগৈৰ মাটিও কম, মাত্ৰ দুকঠা। তাতে পাঁচতলাৰ ঘৰ। মানুহ বেছি হোৱা মানেই পানী শোষণ কৰা বেছি হ'ব। সেই অঞ্চলটোত পানীৰ হাঁহাঁকাৰ নুগুচে। পাহাৰৰ ওখ অঞ্চলটোত বাস কৰা মানুহখিনিৰ মাঘ-ফাগুনমহীয়া পানীৰ কষ্ট বেছি হয়। খুৰাই শোভন গগৈৰ সৈতে কথা পাতিলে। 'ঘৰটো পাঁচতলা নকৰিলে নহয়নে?' গগৈয়ে ক'লে — 'ছাৰ, মই ইতিমধ্যে ফাউণ্ডেশ্যন সেইমতে কৰিলোঁৱেই'।

ঃ ইমান ডাঙৰ ঘৰ সাজিবা, ভৰি থ'বলৈ মাটি অকণো নাথাকিব দেখোন'। খুৰাই কওঁ-নকওঁকৈ ক'লে।

ঃ নাই, ইয়াত কেৱল ঘৰ থাকিব। ফাৰ্ম-হাউছ এটাৰ বাবে দহ বিঘা মাটি মই দূৰত কিনি থৈছোঁ। এতিয়া তাত কেবাশ কল, তামোল লগাইছোঁ। বিক্ৰীও কৰিব পাৰিছোঁ। পিছে-পৰে কটেজ এটা সজাৰ কথাও ভাবিছোঁ। আচলতে আমি বন বিভাগত কাম কৰা মানুহতো..... গছ-গছনি নাথাকিলে ভাল নাপাওঁ। ছাৰ, আপোনাৰ ইমান ডাঙৰ বাৰী আছে, কি কৰিম বুলি ভাবি থৈছে? নিশ্চয় কিবা ডাঙৰ পৰিকল্পনা কৰি থৈছে মনে মনে। গগৈয়ে মোচৰ তলেৰে মিচিকিয়া হাঁহিৰে সোধা প্ৰশ্নটোত খুৰাৰ খঙে মুৰৰ চুলি পালেগৈ। প্ৰায় খং মুৰা হৈয়েই ক'লে — 'মোৰ এনেকুৱা কিস্তুত পৰিকল্পনা নাই'।

ঃ এ ছাৰ, এই অঞ্চলত আপোনাৰ ইমানখিনি মাটি, হাবি-জংঘলেৰে ঢাকি আছে বাবেহে কিমান মাটি ধৰিব নোৱাৰি। আপুনি আমাতকৈ ছিনিয়ৰ, সকলোফালপৰা। গতিকে প্লেনিং তেনেকুৱা পৰ্যায়ৰে হ'ব। মোক বাৰু নকয়, পিছে যিকোনো মানুহেই এই ওকণি শিৰৰ ইমানখিনি মাটি দেখিলেই বুজিব, আপুনি এনেয়ে গছ-বন লগাই মাটিখিনিৰ ৰখীয়া হৈ থকা নাই'। খুৰা একমুহূৰ্তও সেইখিনিত নৰৈ, পোনছাটেই মোৰ ঘৰ পালেহি। মানুহজন ফোপাই ফোপাই চকী এখনত বহি ক'লেহি — 'পানী এগিলাচ দিয়া'। মই

আলি দিয়া পানী গিলাচ ঘট ঘটকৈ খাই ক'লে — 'ই কুকুৰে মোক তাৰ দৰে ভাবিছে। মই কি নাজানো তাৰ কথা। সি হাবিবোৰ ডহিলং কৰি পইচা ঘটিলে। এবাৰ ছাছপেন্সনত গৈছিলেই, মিনিষ্টাৰ লগাই বাছিল'।

ঃ কোন খুৰা!

ঃ কোন হ'ব — ই চুৰা-খোৰাৰ জাত শোভন। এইবুলি আদ্যোপান্ত মোক কৈ ক'লে — 'কি কৰোঁহে ইয়াক? মই বোলে হাবি কৰি মোৰ বাৰীখন বিশেষ উদ্দেশ্যৰে থৈ দিছোঁ'। খুৰাৰ মুখ-চকুৰপৰা যেন তেজ ফাটিহে ওলাব, মোৰ ভয় লাগিল। বুঢ়া মানুহ, ব্লাডপ্ৰেছাৰ বাঢ়ি যাব পাৰে। তেওঁক শান্ত কৰি ক'লোঁ — 'হ'ব এনেয়েও তেওঁ দেখিব নহয়। এইবোৰ কথালৈ কাণ নিদিব। খুৰা, আন কথা এটাহে কওঁ, আপুনি আগৰ দৰে ফুৰা-চকা নকৰা হৈ আহিছে। মই কথাটো মন কৰিছোঁ। গা বেয়া নেকি বাৰু?'

ঃ নহয়হে — গা বেয়া নহয়, ক'তো ওলাবলৈ মন নোযোৱা হৈছে। মানুহবোৰে য'তে-ত'তে নলা-নৰ্দমা বন্ধ কৰি ঘৰ সাজিছে দেখিছা? পাহাৰবোৰ চকলিয়াই নাইকিয়া কৰিলে। আগৰ দৰে পাহাৰৰ টিঙলৈকে বগাবলৈ এৰিলোঁ। ওপৰত নানা তৰহৰ মানুহে পাহাৰ দখল কৰিলে। পুখুৰীটোৰ পানী কদৰ্য হৈ গ'ল। এইফালে জুৰিটো যে বৈ গৈছে, চাইছানে কেতিয়াবা? পাহাৰৰ ওপৰৰ মানুহৰ বিষ্ঠা, জাবৰ, পলিথিন সকলো কঢ়িয়াই আনে। ভাল নলগা হৈছে।

কেইটামান মাত্ৰ বছৰৰ ব্যৱধান। মোৰ চকুৰ আগতেই আমূল পৰিৱৰ্তন দেখিছোঁ অঞ্চলটোৰ। লগতে খুৰাৰো। আজিকালি খুৰা বোধহয় মোৰ ঘৰলৈহে আহো। আগৰ দৰে নতুন নতুন ঘৰবোৰ চাই নুফুৰে। হয়তো পৰিৱৰ্তনৰ এই চাকনৈয়াই খুৰাক ভিতৰি অপ্ৰকৃতিস্থ কৰি পেলাইছে। মানুহজন খঙাল হৈ পৰিছে। যাকে-তাকে গালি পাৰিবলৈ পৰোৱা নকৰা হৈছে। খুৰাৰ অবিৰাম চেষ্টা সত্ত্বেও অঞ্চলটো লাহে লাহে লেতেৰা হৈ পৰিছে। কিছু বছৰ আগলৈকে থকা ৰাস্তাৰ কাষৰ গছবোৰ নোহোৱা হৈছে। কেৱল খুৰাৰ 'সেউজী পাম'হে ব্যতিক্ৰম হৈ আছে। এদিন এটা ঘটনা ঘটিল। নন্দেশ্বৰৰ দোকানত বস্তু লৈ থাকোঁতেই দেখিলোঁ, দোকানৰ কাষতে ফুলি থকা কুমলীয়া কৃষ্ণচূড়াৰ ডাল এটা আড্ডা মাৰি থকা এটাই মটককৈ ভাঙি পেলালে। আন এটাই তৎক্ষণাৎ ক'লে — 'চাবি ফৰেষ্ট বুঢ়াই দেখিলে খাব কলিজা তোৰ'। তাৰ মানে খুৰাৰ উপনাম এটাও সৃষ্টি হ'ল এই কেইবছৰতে 'ফৰেষ্ট বুঢ়া'। মনটো বেয়া লাগিব। খুৰাই নিশ্চয় এইবোৰ কথা গম পোৱা হৈছে। সেয়ে আগৰ দৰে নোলোৱা হৈছে। খুৰাৰ এই আত্ম-গোপন কৰাৰ প্ৰচেষ্টাত একমাত্ৰ ময়েই গৈ বিঘিনি ঘটাই দু-আষাৰ কথা খুৰাৰ ঘৰতে পাতোঁগৈ।

সিদিনা খুৰাৰ ঘৰত কেইবাদিনৰ মূৰত সোমাই ভাল লাগি গ'ল। বহুত দিনৰ মূৰত খুৰা প্ৰাণ চঞ্চল। দুবছৰৰ মূৰত পুত্ৰ আহিছে, জীয়েকৰ পৰিয়ালো আহিছে। এইদৰে পো-জী একেলগে কেইবাবছৰো গোট খোৱা নাছিল। খুৰাই উলাহতে নাতি ল'ৰাক গছত উঠাই দিলে, মধুৰিআম ছিঙিবলৈ। বেছ হুলস্থূলীয়া ৰঙীন পৰিবেশটো দেখি মনটো আনন্দত ভৰি পৰিল। খুৰা-খুৰীৰ বয়স যেন হঠাতে কমি গ'ল! পিছদিনা প্ৰায় সাত বজাতে খুৰাই আহি কলিং বেল বজালেহি। কলিং বেলৰ শব্দৰ লগে লগে মোৰ নাম ধৰিও খুৰাই চিঞৰিলে। দেওবাৰ। অলপ বেলিলৈকে শুই আছিলোঁ। খুৰাৰ চিঞৰত ওলাই আহি আচৰিত হৈ গ'লোঁ খুৰাক দেখি। অবিন্যস্ত কাপোৰ-কানি। চকু দুটাও ৰঙা। মুখখন — খুৰাৰ এইখন মুখ মই কাহানিও দেখা নাছিলোঁ। খুৰাই বাৰাণ্ডাৰ চকীত বহি কোনো প্ৰস্তাৱনা নোহোৱাকৈ মোক সুধিলে — 'মোৰ বাৰীখনত বিছটা ফ্লেটৰ এপাৰ্টমেন্ট এটা হ'লে কেনেকুৱা হ'ব? ধৰা, নামটো একে থাকিব। মাত্ৰ গছবোৰৰ সলনি বিল্ডিংটোৰ ৰং সেউজীয়া হ'ব — নামটো একেই থাকিব 'সেউজী পাম' নতুবা 'গ্ৰীন এনক্লেভ্' কেনে হ'ব? কোৱা কেনে হ'ব?' মই স্তম্ভিত হৈ একেথৰে ৰৈ থাকি, ক'লো — খুৰা মই একো বুজা নাই। খুৰাই অপ্ৰকৃতিস্থৰ দৰে হাঁহিলে। নাটকীয় ভংগীত এইবাৰ ক'লে — 'কি মানুহহে তুমি? সাধাৰণ কথা এটা বুজাৰ ক্ষমতা নাই? শুনা ইমান বছৰৰ মূৰত মোৰ ল'ৰা-ছোৱালী একেলগে এনেয়ে অহা নাই ঘৰলৈ। ল'ৰাটোৱে ছোৱালী চাইছে। দিল্লীৰ ছোৱালী। সি এই ঘৰত থাকিবলৈ নাহে। কালি নিশা আচল কথা-বতৰা হ'ল। সিহঁতে প্ৰস্তাৱ দিলে, ভাল বিল্ডাৰ্ছ গ্ৰুপক দিলে ইয়াত এটা এপাৰ্টমেন্ট হ'ব। তিনিটামান ফ্লেট ফ্ৰীতে পোৱা যাব। দুটা ফ্লেটৰ ভাড়া আমি লৈ থাকিব পাৰিম। আজিকালি এইদৰে হেনো মাটি নষ্ট নকৰে। চোৱাচোন, বিছ বছৰ আগতে লগোৱা এই গছবোৰ,

ফলে-মূলে দোঁ-খাই থকা গছবোৰে মোৰ মাটি নষ্ট কৰিছে হেনো।

ঃ আপুনি কি ক'লে? — উৎকণ্ঠাত ময়ো চিঞৰি উঠিলোঁ।

ঃ কি ক'ম? ক'লোঁ, মোক মাৰি পেলা আগতে।

ঃ তেতিয়া?

সিহঁত মনে মনে থাকিল। আৰু একো কথা নুলিয়ালে। আজি সিহঁত যাবগৈ।

স্বস্তিৰে মই ক'লোঁ — 'ৰক্ষা। সিহঁতে বুজি পালে। জোৰ-জুলুম যে নকৰিলে!' মোৰ কথা শুনি খুৰা বৈ থাকিল মোৰ মুখলৈ চাই। তাৰ পিছত লাহে লাহে ক'লে — 'তুমিও নুবুজিলা মোক! সিহঁত বাৰু উভতি যাবগৈ। কিন্তু সিহঁতৰ অভিপ্ৰায়টো! মোৰ মৃত্যুলৈ সিহঁত অপেক্ষা কৰি থাকিব। আৰু মই মৃত্যুৰ আগতেই জানি গ'লোঁ, ইমান বছৰৰ মোৰ সাধনা অথলে গ'ল, কাৰণ এই মাটিত এই বহুতলা ঘৰ হ'ব — শোভন গগৈয়ে হাঁহি হাঁহি ক'ব — 'বেটা বুঢ়া কম নহয়, পুতেক-জীয়েকক ধন দিবলৈ ইমান বছৰে যক্ষৰ দৰে বাৰীখন ৰখিলে.... মইতো ফাৰাডে হ'ব কেতিয়াও নোৱাৰিম — ইমান বছৰে মোৰ কথাবোৰ মানুহক ক'লোঁ — অথচ মোৰ সন্তানকেই বুজাব নোৱাৰিলোঁ। তুমি যে কোৱা — মই 'ৰিফ্লেক্‌ছেশ্যন থিয়ৰি' মতে চলোঁ, অৰ্থাৎ মোৰ দৰেই আনকো ভাবোঁ। ঠিকেই, সকলো এই সূত্ৰৰেই চলিছে। শোভন গগৈয়ে সেয়ে নিজৰ দৰে মোক ভাবিয়েই কথাবোৰ ক'লে, মোৰ পুত্ৰ-কন্যাই নিজৰ দৰেই মোকো ভাবিলে, কিন্তু মোৰ কি লাভ হ'ল!' মই বিব্ৰত হৈ খুৰাক ক'লোঁ — 'নহয় — ভুল বুজিছে আপুনি। আপুনিয়েই জানো কোৱা নাছিল 'এডিছনে এডিছন এফেক্ট' কামত নহা বুলিয়েই নাকচ কৰিছিল কিন্তু....খুৰা' — একমুহূৰ্তও মোৰ কথা শুনিবলৈ বৈ নাথাকিল। তেওঁ প্ৰায় ঢলং-পলংকৈ 'সেউজী পাম'ৰ ফালে খোজ দিলে। মোৰ একো কথাই তেওঁৰ কাণত নোসোমাল। প্ৰকৃতিৰ ভাৰসাম্যৰ বাবে ওৰে জীৱন যুঁজ দিয়া খুৰা ভাৰসাম্যহীন খোজেৰে ৰাস্তাৰে গৈ থাকিল। কোনোবাই চিঞৰা শুনিলে — ঐ ফৰেষ্ট বুঢ়া আহিছে..... পলা — পলা। ■

# ছাঁ

জে'মছ হেড্‌লীৰ ৰহস্যঘন কাহিনীৰ নায়কৰ দৰে এটা ছায়া মানৱ মোৰ পিছে পিছে ঘূৰি ফুৰিছে বুলি ইতিমধ্যে মই গম পাই গৈছোঁ। এনেকুৱা থ্ৰীলাৰ কাহিনী এসময়ত স্কুল-কলেজত পঢ়ি থাকোঁতে অসংখ্য পঢ়িছিলোঁ। ভৌতিক গল্পবোৰতো আছেই। এই কিতাপবোৰ পঢ়ি পঢ়ি সন্ধিয়া হোৱাৰ লগে লগেই এক অশৰীৰীৰ উপস্থিতি মোৰ চৌপাশে ঘূৰি ফুৰা যেন লাগিছিল। সি যেন মোক সুযোগ পালেই থাপ মাৰি ধৰিবলৈ লুকাই আছে দুৱাৰৰ চেপাত। প্ৰস্ৰাব-পায়খানা ঘৰ আমাৰ দূৰৈত আছিল। কলেজ গ্ৰন্থকাৰ পাছতো সন্ধিয়াৰ পাছত অকলে সেইবোৰলৈ নগৈছিলোঁ। ঘৰৰ কোনোবা নহয় কোনোবাক লগত লৈ গৈছিলোঁ। সকলোৱে উপলুঙাও কৰিছিল, মতা ল'ৰাৰ ভয়! লাহে লাহে ভয় ভাগিছিল যদিও অন্ধকাৰ কৰিড'ৰ বা অন্ধকাৰ ৰাস্তা, মই কেউফালে চাই লৰ মাৰি পাৰ হৈ স্বস্তিৰ নিশ্বাস পেলাইছিলোঁ। অন্ধকাৰ কোঠালিত লাইট জ্বলাবলৈ গৈ দৌৰ মাৰি ছুইছ অন কৰিছিলোঁ, যাতে কোঠাত মোক ধৰিবলৈ বৈ থকা অশৰীৰীটোৱে মোক ধৰিবলৈ সময় নাপায়। এইবোৰ বহু বছৰৰ আগৰ কথা। লাহে লাহে আন্ধাৰলৈ ভয় নলগা হ'ল। বৰং বহু কথা আন্ধাৰত কৰিহে ভালপোৱা হ'লোঁ। সেই ৰহস্যময় অশৰীৰীটো মোৰ ভয়ত পলাই ফাটি মাৰিলে। মোৰ বাঢ়ি অহা সাহসক লৈ মই সন্তুষ্টি লভিলোঁ।

কিন্তু বহুদিন আগতেই মোৰ জীৱনৰপৰা হেৰাই যোৱা এই অশৰীৰ ছাঁটোৰ পুনৰ আবিৰ্ভাৱে মোক বেছ বিপাঙত পেলাইছে। ঘটনাটো সিদিনা হঠাতে ঘটিছিল। আগদিনা বেছ ডাঙৰ পাৰ্টি এটাৰ আয়োজন চলিছিল চহৰৰ নামী হোটেল এখনত। দিনত মোৰ চাকৰিৰপৰা অৱসৰ লোৱাৰ গুৰু-গম্ভীৰ মিটিং এখন অফিচত হৈ গৈছিল। মই মন কৰিছিলোঁ, চাকৰিত দোপত-দোপে প্ৰমোচন পাই যোৱাৰ পাৰ্টিবোৰত যিদৰে মানুহবোৰ আহি জুমুৰি দি ধৰিছিল, মোক এষাৰ মাত লগাবলৈ হেতা-ওপৰা লগাইছিল, সেই দৃশ্য উপলব্ধি নহ'ল। বৰং মই ভবাতকৈও বহু কম মানুহ মিটিঙত উপস্থিত থাকিল। মোৰ ইগ'ত লাগিছিল। মনে মনে চেলেঞ্জ এটাও লৈ পেলালোঁ — ব' ডেপুটেশ্যনত আহিম আকৌ। ইতিমধ্যে মোৰ এনে এটা কথা-বতৰা চলি আছে উচ্চ পৰ্যায়ত। কিন্তু চাকৰি কালত মোৰপৰা সহায় পোৱা ব্যৱসায়ী, ঠিকাদাৰ, নানা ৰাজনৈতিক দলৰ সৰু-বৰ লীডাৰ, কিছু সমাজসেৱী, যিসকলে মোৰ বিভাগৰপৰা যোৱা চৰকাৰী ধন হেলাৰঙে পাব পাৰিছিল, তেওঁলোকে এখন বিখ্যাত হোটেলত মোৰ চাকৰি জীৱনৰপৰা অৱসৰ লোৱাৰ পাৰ্টি দিলে। তেওঁলোকে মোক আশ্বাস দিছে যে মই বিচৰা চৰকাৰী দপ্তৰটোৰ মুখ্য প্ৰবন্ধকৰ খালি হ'বলগীয়া পদটোৰ বাবে মোৰ নামটো উচ্চ পৰ্যায়ত প্ৰস্তাৱ কৰি হেঁচা দি আছে। এমাহমানৰ ভিতৰতে খাটাং খবৰ মই পাম বুলি বিশ্বাস হৈছে। কিন্তু সেই অৱসৰৰ পাৰ্টিৰ দুদিন পাছতেই ঘটিছিল ঘটনাটো। মই দুদিনমান কাকো লগ নকৰোঁ বুলি ঘৰত কথাটো জনালোঁ। ঘৰ মানে, ঘৰত থকা চকীদাৰ, ৰান্ধনি, ড্ৰাইভাৰকেইটাক। মোৰ তিনিমহলীয়া অট্টালিকাসদৃশ ঘৰটোৰ সিহঁত বাসিন্দা। এই ঘৰটো চৌব্বিছ ঘণ্টাই গিজ্‌গিজাই থাকে নানাধৰণৰ মানুহেৰে। চান্দা নিয়া, কালচাৰেল নাইটত মোক মুখ্য অতিথি কৰিবলৈ আমন্ত্ৰণ কৰা, অফিচ মেটেৰিয়েল ছাপ্লাই দিয়া লোকেল ল'ৰা, কেন্দ্ৰৰপৰা অহা যোজনাসমূহৰ ধন আবণ্টনৰ ভাগ ল'ব খোজা মানুহ — মুঠৰ ওপৰত খাৱন-শোৱন বুলি মোৰ সময় নাছিল। ইয়াৰ উপৰি মিনিটে মিনিটে আহি থকা ফোন। বিভিন্ন পাৰ্টি, মিটিং কৰি কৰি মই যথেষ্ট ভাগৰুৱা হৈ পৰিছিলোঁ। এবছৰ আগেয়ে মাইল্ড হাৰ্ট-এটেক এটাও হৈছিল। ব্লাডপ্ৰেছাৰ আগৰেপৰাই ওপৰত। ডাক্তৰেও পৰামৰ্শ দিলে অন্ততঃ কিছুদিন মই শান্তিৰে এতিয়া কটোৱা

উচিত।

পুনৰবপৰা টেলিফোনটোৰ ৰিচিভাৰ উঠাই থ'লোঁ। ম'বাইল ফোন খোলা ৰাখিলোঁ। দৰকাৰী ফোন হ'লেহে ৰিচিভ কৰিম। বহুদিনৰ মূৰত ঘৰৰ সন্মুখৰ ল'নত পায়চাৰি কৰিলোঁ। মালীটোক মাতি আনি ধমকো দুটামান দিলোঁ। ফুলনিত চখ বহু বছৰৰ আগতে আছিল। ঘৰটো সজাওঁতেই আৰ্কিটেক্টজনে লেণ্ডস্কেপিং কৰা মহিলা এগৰাকীক আনি দিছিল। সেই মহিলাই নাৰ্ছাৰীৰপৰা বিৰল গছ আনি ফুলনি সাজিছিল। জাপানীজ পামট্ৰী — মই দিল্লীৰ নাৰ্ছাৰীৰপৰা অনাই দিছিলোঁ। এখন ৰক গাৰ্ডেন আৰু এটা সৰু ফাউণ্টেন তেওঁ সাজি দিছিল। এইখিনি কৰি তেওঁ স্কোৱাৰ ফুট হিচাপত অবিশ্বাস্য অংকৰ বিল এখন মোলৈ পঠাই দিছিল। মই দিছিলোঁ। শ্ৰীমতীয়ে 'অলপ বেছি দাম' বুলি কৈছিল যদিও মই কেইবালাখো টকা মহিলাক দি দিছিলোঁ। দিছিলোঁ এইবাবেই যে মোৰ সঁচাকৈয়ে টকা থোৱাটো এক গুৰুতৰ সমস্যা হৈ পৰিছিল। নামে-বেনামে অলেখ সা-সম্পত্তি কৰিও মোৰ যথেষ্ট টকা আহি থাকিছিল। টকাই যে এনেকৈ পোৱালি পাৰে মই কল্পনাও কৰিবপৰা নাছিলোঁ। এই টকা বস্তুটো মদৰ নিচা, নাৰীৰ নিচাতকৈও তীব্ৰ। দৰমহাৰ টকাকেইটাৰ বাহিৰে যিদিনাৰপৰাই অনিয়মৰ টকা সোঁৱে-বাঁৱে পাবলৈ আৰম্ভ কৰিলোঁ, ই একপ্ৰকাৰ এডিক্‌শ্যনৰ দৰে হৈ পৰিল। কি এক অদ্ভুত আনন্দ, এক অনামী শিহৰণ জাগি উঠে এনে টকাৰ মালিক হ'লে, সেয়া কেৱল মই বুজোঁ। মোৰ চাকৰি, মোৰ দৰমহাৰে মই এটা বেলেগ মানুহ, অথচ বাহিৰৰ কোনো মানুহে প্ৰমাণ কৰিব নোৱাৰে মোৰ হাতত যে কোটি কোটি টকাৰ গুপ্ত ভাণ্ডাৰ। কি এক তৃপ্তি, এড্‌ভাঞ্চাৰ সেই কথা কেৱল মই বুজোঁ। বহুবাৰ এই গুপ্ত ভাণ্ডাৰ লৈ নানা বিপদৰ সন্মুখীন হৈছোঁ। বিভাগীয় তদন্ত, বাতৰি কাকতৰ সাংবাদিকৰ ৰোষ, বহুতৰে বলি হৈছোঁ। কিন্তু টকাৰ এনে এক মোহিনী শক্তি আছে যে প্ৰত্যেকবাৰেই অৱশেষত মই বিপদবোৰৰপৰা উদ্ধাৰ পাই গৈছোঁ। মোৰ বিশ্বাস, মই যেনেকৈ টকাক ভালপাওঁ, মোকো টকাই ভাল পায়। টকাৰ বাবেই মই বিপদত পৰোঁ, আকৌ টকাই মোক ৰক্ষা কৰে। এক অদ্ভুত, অবিচ্ছেদ্য সম্পৰ্ক। মানুহক মই বিশ্বাস কৰিব নোৱাৰোঁ, আনকি মোৰ পত্নী, মোৰ পুত্ৰ-কন্যা কাকো বিশ্বাসত ল'ব নোৱাৰোঁ, কিন্তু টকাক পাৰোঁ। ল'ৰা-ছোৱালী হালকে বিদেশত পঢ়ুৱাইছোঁ। আজিকালি ভাৰতবৰ্ষখন নিচেই সৰু হৈ গ'ল। দিল্লী, মুম্বাইত ফ্লেট এটা কিনিলেও পিৰালিৰ চুবুৰীয়াই জানি যায়। গতিকেই মই বিদেশত এটা ঘৰ কিনিছোঁ। ল'ৰা-ছোৱালী দুয়োটাই বিদেশত পঢ়ি আছে, মই আৰু মোৰ পত্নী মাজে মাজে যাওঁ, খবৰ-খাতি ল'বলৈ, সেই বুলিয়ে মানুহক কওঁ। বিদেশত মোৰ ঘৰটো ক'ত আজিলৈকে কোনেও নাজানে। ভুলতো কাকো মই কোৱা নাই। এইবোৰ উৰহী গছৰ ওৰ জানিবলৈ ইচ্ছা কৰা মোৰ পুৰণি বন্ধু-বান্ধৱ, আত্মীয়-স্বজনবোৰৰপৰা কেতিয়াবাই আঁতৰি আহিছোঁ। সেই পৰচৰ্চা কৰা মহলটোত মই বা মোৰ পৰিয়াল এতিয়া নাই।

মই চাকৰিৰপৰা অৱসৰ লোৱা বা নোলোৱাটো মোৰ পত্নী বা পৰিয়ালৰ বাবে একো গুৰুত্বপূৰ্ণ খবৰেই নহয়। আচৰিত কথা যে যিটো চাকৰিৰপৰা মোৰ আজি এই জয়জয়-ময়ময় অৱস্থা, সেই চাকৰিটোৰ কথাই মই মাজে মাজে পাহৰি যাওঁ। মোৰ পত্নী এসপ্তাহমানৰ আগতে গৈছে বিদেশলৈ। কিছুদিন থাকিব। তেওঁ মোৰ কাষত থকা বা নথকাটো গুৰুত্বপূৰ্ণ কথাও নহয়। পত্নী আৰু ল'ৰা-ছোৱালী দুটাৰ ভৱিষ্যতৰ বাবে, বৰ্তমানৰ বাবে মই এই সকলো সম্পত্তি কৰিছোঁ। কপাল বা ভাগ্যক মই বিশ্বাস কৰি আহিছোঁ। পূজা-পাৰ্বণ, দান-পুণ্য-যজ্ঞ ইত্যাদিত কৃপণালি কেতিয়াও কৰা নাই। কাৰণ মই মোৰ ভাগ্যলক্ষ্মীক দেখি নিজেই বিস্মিত হওঁ। ভাগ্যৰ মেজিক নাথাকিলে, এটা জীৱনতে ইমানখিনি হ'ব নোৱাৰে। মোৰ ভাগ্যত এই যাদুৰ খেল হৈছে। বাস্তৱত মই পাইছোঁ, উপভোগ কৰিছোঁ। এইখিনি কৰিবলৈ যাওঁতে মোৰ যি ভুল-ত্ৰুটি হৈছে তাৰ বাবে মোক পৰিয়ালেও বাৰে বাৰে ক্ষমা কৰিছে। নাৰীৰ প্ৰতি মোৰ দিনে দিনে দুৰ্বলতা বাঢ়ি গৈছে, নানা বিপদতো পৰিছোঁ। কিন্তু প্ৰত্যেকবাৰ তেতিয়া পত্নী আহি থিয় দিছে মোৰ কাষত। পত্নীৰ এই সামাজিক ত্ৰাণকৰ্তাৰ ভূমিকাত, মই বদনামৰপৰা বাচি গৈছোঁ, লগতে পত্নীৰ প্ৰতি অসীম কৃতজ্ঞতাত বুৰ গৈছোঁ।

অৱসৰৰ পাছদিনাও বেছ আৰামত কটালোঁ। সন্ধিয়াৰপৰা ৰিচিভাৰ উঠাই থোৱা ফোনটোত পুনৰ ৰিচিভাৰ সংস্থাপন কৰিলোঁ। কিন্তু লক্ষ্যণীয়ভাৱে কাৰো ফোন নাহিল। দুটা ফোন আহিছিল — এটা কেব্‌'ল অপাৰেটৰৰ নতুন পেইড চেনেলৰ বাবে পঞ্চাছ টকা দাম বাঢ়িছে বুলি, আনটো মোৰ ডাঙৰ বাইদেউৰ ল'ৰা চন্দনৰ। অৱসৰ লোৱাৰ আগতে ভাগিন-ভতিজাৰ কাৰোবেই মই

খবৰ লোৱা নাছিলোঁ। সকলোকে মোৰপৰা কেৱল সুবিধা লাগে। কিন্তু অৱসৰ পাছত সেই ভয় নাই। চন্দনে ক'লে, তাৰ মাক অৰ্থাৎ মোৰ বাইদেউৰ টান নবীয়া। মোক চাব খুজিছে। আচৰিত লাগিল শুনি। যোৱা পোন্ধৰ-ষোল্ল বছৰমান বাইদেউক দেখাই নাই। গোলাঘাটৰ যৰকাটিগুলৈ বিয়া হৈছিল। তাইৰ বিয়াত মই সৰু। পাছত বৌটিহঁতে কৈছিল, মই তাইক হেনো ইমান ভাল পাইছিলোঁ যে হোমৰগুৰিতো তাই কইনা হৈ থাকোঁতে, তাইৰ কোলাত মই শুই আছিলোঁ। স্কুল-মাষ্টৰলৈ তাইক বিয়া দিয়া হৈছিল। ভিনদেৱে শেষলৈ সেইখন স্কুলৰ প্ৰিন্সিপাল হৈ ৰিটায়াৰ কৰিছিল। বাইদেউৰ ডাঙৰ ল'ৰা চন্দন এই চহৰৰে কোনোবা কলেজৰ প্ৰফেচাৰ। কোন কলেজৰ নাম পাহৰিলোঁ। দুবছৰৰ আগেয়ে প্ৰথম এইখন কলেজত জইন কৰিয়েই আহিছিল মোক খবৰ দিবলৈ। সি ঘূৰি ঘূৰি সবিস্ময়েৰে মই নতুনকৈ সজা ঘৰটোৰ ওপৰলৈ সাপৰ দৰে উঠি যোৱা চিৰিবোৰ চাইছিল। এনেধৰণৰ নীৰৱ কৌতূহলী চকু মই ভাল নাপাওঁ। চন্দনক মই প্ৰায় এভইড্ কৰিছিলোঁ। তাৰপাছত সি আৰু নাই অহা।

সন্ধিয়া বহু বছৰৰ মূৰত মই ঘৰত আছোঁ এইদৰে। সকলো সা-সুবিধাৰে, বহুমূলীয়া বয়-বস্তুৰে সজোৱা ঘৰটোৰ সোৱাদ ল'বলৈ মই আহৰিয়েই পোৱা নাছিলোঁ। শনি-দেওবাৰবোৰত প্ৰায়ে মোৰ ফাৰ্ম হাউছটোলৈ যাওঁ, পৰিয়াল বা চাকৰিত থাকোঁতে কামত অহা নানা বন্ধু-বান্ধৱৰ সৈতে। এইবিলাক একপ্ৰকাৰৰ ইনভেষ্টমেণ্ট বুলি মই ধৰোঁ। সম্পৰ্কৰ এই ইনভেষ্টমেণ্টবোৰেই মোক জীৱনত দোপত-দোপে উন্নতি কৰাত ইন্ধন যোগাই গৈছে। সন্ধিয়া এইদৰে অকলশৰে বেলকনিত বহিবলৈ পোৱাৰ কথা মনতেই নপৰে। ৰান্ধনি ল'ৰাটোক ক'লো — কাজু, আমণ্ডৰ ট্ৰে এখন খুলিবলৈ। সেই নিশাৰ পাৰ্টিটোত কেইবাটাও ব্ৰেক্‌ডগ, হাড্ৰেড্ পাইপাৰছ্, ভেট চিক্সটি নাইন উপহাৰ পাইছোঁ। কাৰ কাৰ মিছেচে জানো ড্ৰাই ফ্ৰুইট্‌ছৰ পেকেট, ট্ৰে আদি দিছিল। মিষ্টাৰবোৰতকৈ মিছেচবোৰৰ সৈতে মোৰ বন্ধুত্ব বেছি। বহুতৰে সৈতে মোৰ বহু অতৰ্কিত ঘনিষ্ঠ মুহূৰ্ত পাৰ হৈছে। কিন্তু মই অকৃতজ্ঞ নহয়, বিনিময়ত তেওঁক বা তেওঁলোকৰ মিষ্টাৰসকলক নিয়ম ভংগ কৰিও প্ৰমোচন বা অন্যান্য সা-সুবিধা দিছোঁ। জীৱনত উন্নতি কৰিবলৈ, সম্পৰ্ক স্থাপন বিষয়টো ডিপাৰ্টমেণ্টেল টেষ্টৰ নিয়মমতে চলিব লাগে বুলি মই বিশ্বাস কৰোঁ। নগদ কাৰবাৰ, বাকী নাই। সেইবাবে যি মানুহে মোক সন্তুষ্ট কৰিছে, তৎক্ষণাৎ তেওঁক মই সন্তুষ্ট কৰিছোঁ। তাতেই শেষ। তেওঁৰ সৈতে দীৰ্ঘদিন সম্পৰ্ক নাৰাখোঁ। অৰ্থাৎ বাকীৰ কাৰবাৰ নাই। কিন্তু এই পুৰণি সকলো সম্পৰ্ক সেই নিশাৰ পাৰ্টিত উভতি আহিছিল। হয়তো তেওঁলোকে শেষবাৰৰ বাবে মোৰ পুৰণি উপকাৰবোৰৰ বাবে কৃতজ্ঞতা জনাবলৈ আহিছিল। কাৰণ সেই দিনটোৰ পাছত মোক তেওঁলোকৰ প্ৰয়োজন নাই। কিন্তু তথাপিও কিছু থাকি যায়। মোৰ ফাৰ্ম-হাউছ, পত্নীৰ নামত চলি থকা হোটেলখন, কমাৰ্চিয়েল চেণ্টাৰটোৰ সা-সুবিধা যিকোনো মুহূৰ্ততে যাৰে-তাৰে কামত আহি যাব পাৰে। তদুপৰি বহুতেই বিশ্বাস কৰে, অৱসৰৰ পাছত মই হয়তো সক্ৰিয় ৰাজনীতি কৰিম। এই বিষয়ত মোৰ লোভ এটা নথকাও নহয়। এই দামী সুৰাৰ বটল, ড্ৰাই ফ্ৰুইট্‌ছ, সোণৰ টাইপিন, গোল্ড প্লেটেড্ চিগাৰেট কে'ছ এই উপহাৰবোৰে মোক বুজাই দিছিল যে মোৰ জীৱনৰ সবাতোকৈ উপভোগ্য সময় অৱসৰৰপৰাহে আৰম্ভ হ'ল।

মই বেলকিনত বহি বহি অপেক্ষা কৰিলোঁ ৰান্ধনি ল'ৰাটোলৈ। সন্মুখত মোৰ ঘৰৰ চাৰিওফালে বহুত ঘৰ হ'ল। মই মনেই কৰা নাছিলোঁ। মোৰ কম্পাউণ্ডৰ বাউণ্ডেৰী ৱালৰ সিপাৰে একেলগে চাৰিজোপা তামোল গছ। কেতিয়া হ'ল এইবোৰ? তামোল ৰোৱা কোন মানুহ এইঘৰ? 'ছাৰ মাছ ভাজিছোঁ দিম নেকি' — ৰান্ধনিটোৱে সুধিলে। সি মোৰ ওচৰত টেবুল এখন থ'লেহি। এখন ট্ৰেত ডায়মণ্ড কাট্ ৱাইন গ্লাছ আৰু এটা স্কট্‌ছ হুইস্কী, চ'ডা বটলৰ সৈতে থ'লেহি। চ'ডাৰ সৈতে স্কটছ মই ভাল নাপাওঁ; তাক ক'লোঁ — 'চ'ডা লৈ যা, পানী আন'।

ঃ মাছ আনিম নেকি — ভাঙোন মাছ, তাজা? — সি আকৌ সুধিলে।

ঃ ক'ত পালি অ'?

ঃ চন্দনদা আহিছিল, আপুনি শুই আছিল তেতিয়া। জগাবলৈ মানা কৰিলে। মাছকেইটা দি ক'লে আপোনাক গৰমে গৰমে ভাজি দিবলৈ। আপুনি হেনো ভাল পায়।

এক মুহূৰ্তৰ বাবে থমকি ৰ'লোঁ। হয়তো, মোৰ শৈশৱৰ প্ৰিয় মাছ। বৌটিয়ে গৰমে ভাজি মোক প্ৰথমেই দিছিল। মোৰ ডাঙৰ বাইদেউ, চম্পা অৰ্থাৎ চন্দনৰ মাকে তাইৰ ভাগৰ ভাঙোন মাছটোও মোৰ ভাতৰ পাতত দি দিছিল। চন্দনে নিশ্চয় মাকৰপৰা শুনিছে এই কথা। নহ'লে

সি কিয় ভাণ্ডোন মাছ আনি ভাজি দিবলৈ ক'ব? কিন্তু মোক অন্নসৰৰ পাছত এই বস্তুবোৰ দি খাতিৰ কৰি কি লাভ চন্দনৰ? যি নহওক, মোক, এই ভাণ্ডোন মাছে বহুত পুৰণি কথা মনত পেলাই দিলে। এই ঘৰত ভাণ্ডোন মাছ কোনেও নাখায়। ইলিচ আৰু লোকেল বৌ, বাহু চলে। মই তৎক্ষণাৎ মাছ দুটামান ভাজি আনিবলৈ ক'লোঁ।

জোনটো আহি সম্মুখৰ দুটামান ঘৰৰ তামোল চাৰিজোপাৰ মাজ পালেহি। ঝিম্-ঝিম্ নিচাৰ ৰাগীটো বেছ ভাল লাগিছে। ফিৰ্‌ফিৰিয়া বতাহ একোছাটি আহিছে তামোল কেইজোপাৰ ফালৰপৰা। গাড়ী, ঘৰ, অফিচৰ এয়াৰ কণ্ডিচনাৰত থাকি আচল বতাহৰ সোৱাদ পাহৰিয়েই গৈছিলোঁ। হঠাতে মোৰ ভাব হ'ল, তামোল কেইজোপা মই আজি হঠাৎ দেখিছোঁ যদিও, ঠিক এইদৰে এই পৰিবেশত আৰু ক'ৰবাত দেখিছোঁ। ক'ত? — ক'ত বাৰু! অ' মনত পৰিছে। চম্পা বাইদেৱে নিশা ভাত খাই উঠাৰ পাছত কাঁহী-বাতিজাপ লৈ পুখুৰীত ধুবলৈ যায়। মোক লেম নতুবা টিপচাকি এটা লৈ পাৰতে ৰৈ থাকিবলৈ দিয়ে। ঠিক এনেকুৱা নিৰ্জন গাঁৱৰ নিশা পুখুৰীপাৰৰ তামোল কেইজোপাৰ মাজেৰে জোনটো উঠি আহে ওপৰলৈ। কেতিয়াবা বাইদেৱে কাঁহী-বাতি ধুওঁতে বহুপৰ কৰে। মই কওঁ — 'চা বাইদেউ, ইমান দেৰী কৰিছ তই, আমি পুখুৰীপাৰলৈ আহোঁতে জোনটো তামোলৰ ঢকুৱাটোত লাগি আছিল, এতিয়া পাতৰ আগ চুলেহি'। তাই কয় — 'ৰচোন, আজি ইমানবোৰ আলহীয়ে ভাত খোৱা নাই জানো। মছুৱা কাঁহী-বাতি ফুটছাইৰে মাজিলে গোন্ধ ফথকৈ নাযায়। কাঁজী নেমুৰ পাত দুখিলামান বালিত সানি ঘঁহিলেহে মাছৰ গোন্ধ যায়। তই এনেয়ে ৰৈ থাকিব নালাগে। পদ্য দুটামানকে আওৰাই থাকচোন। মোৰো শুনি ভাল লাগিব'। মই কি গাইছিলোঁ তেতিয়া — কি গাইছিলোঁ — 'কোনে মোক তুলি-তালি কৰিলে ডাঙৰ, মৌসনা মিঠা মাতে পাহৰি ভাগৰ.... সেই নিৰ্জন নিশা পুখুৰীপাৰত কাঁহৰ কাঁহী-বাতি ধোৱাৰ খুটুং-খাটাং শব্দ, আৰু মোৰ পদ্যই জয়াল পৰিবেশটো পাতলাই দিছিল। জোনটো তামোল গছৰ ঢকুৱা বগাই ওপৰলৈ উঠি আহিছিল। কেইটা পদ্য শেষ হয়, মনত নাথাকে। 'ব'ল এতিয়া' — বুলি বাইদেৱে কোৱাৰ লগে লগে শেষ হয়। আগে আগে টিপচাকি লৈ মই যাওঁ, পিছে পিছে কঁকালত কাঁহী-বাতিজাপ লৈ হেলনীয়া হৈ জোনৰ পোহৰত বাইদেউ আহি থাকে। এই চম্পা বাইদেউৰে অসুখ। যোৱা দহ-পোন্ধৰ বছৰমান হ'ল তাইক নেদেখা। কিমান বুঢ়ী হ'ল তাই? মোৰেই বাঠি চুৰৰ হ'ল। মোতকৈ দহ বছৰৰ ডাঙৰ বাইদেউ। পাঁচোটা ককাই-ভনীৰ সকলোতকৈ সৰু মই। ঘৰত পেটমচাটো বুলি যেয়ে-সেয়ে কয়। বাইদেউৰ পাছৰ এজনী ছোৱালী আৰু মোৰ ওপৰৰ কাকাইদেউ ঢুকাল। এই দুটা ঘটনাৰ পাছতেই বৌটি মৰিল। বৌটিৰ পাছত দেউতা গ'ল। জীয়াই আছে চম্পা বাইদেউ আৰু তিনি নম্বৰ বাইদেউ। কথাবোৰ পাহৰিয়েই গৈছিলোঁ। চম্পা বাইদেউৰ একোছা কিচ্‌কিচিয়া ক'লা চুলি আঁঠুলৈকে পৰা আছিল। তাইৰ গাৰ বৰণটোও কাৰো সৈতে নিমিলে, ঠিক পছলা খাবলৈ অনা বাকলি গুচোৱা কলপুলিটোৰ দৰে। এবাৰ মৈদাত পছলা কুটোঁতে মই কৈছিলোঁ — 'তোৰ হাতখন আৰু পছলাৰ ৰং একে'। এতিয়া তাই দেখিবলৈ কেনেকুৱা বা হ'ল? কেতিয়াৰপৰা মই মোৰ ঘৰখনৰপৰা আঁতৰি আহিলোঁ। মই জনাত হাই-কাজিয়াও লগা নাছিল। অথচ মোৰ ঘৰে মোক এৰি দিলে — নে মই এৰিলোঁ? নাই—মই ঠিকেই আছোঁ। মই গাঁৱৰ ঘৰলৈ যাবলৈ সময় পালোঁ ক'ত? সিহঁতে মোৰ ব্যস্ততা বুজি পালে। বুজি পাই নহা হ'ল। কিন্তু এই তামোল গছকেইজোপা — বেলকনিৰপৰা দেখা এই তামোলকেইজোপাই আজি মোক ইমান কষ্ট দিছে কিয়? ইয়াত বহি থাকিব নোৱাৰি। মই থিয় হ'লোঁ। কিন্তু এয়া মই ঠিকেই দেখিছোঁনে! মোৰ সৈতে তামোলজোপাও থিয় হৈ দুগুণ দীঘল হ'ল। হয় — মই ঠিকেই দেখিছোঁ, এই দীঘল ছাঁটো লাহে লাহে মোৰ কম্পাউণ্ডৰ বাল পাৰ হৈ ল'নৰ ওপৰেৰে মোৰ ফালে আহি থাকিল। মই চিঞৰিব খুজিছোঁ, পৰা নাই। মই চট্‌ফটাইছোঁ — খোজকাঢ়িব পৰা নাই। ছাঁটো আহি আছে মোৰ ফাললৈ। ঠিক তেনেতেই ৰান্ধনি ল'ৰাটোৰ মাত — 'ছাৰ — ছাৰ — পৰিব এতিয়া। ব'লক বেডৰুমলৈ, শুৱাই দিওঁগে'। উস্ — ৰক্ষা। আজিলৈ ৰক্ষা পৰিলোঁ। সি মোক ধৰি আনি শুৱাই দিলে। লাইট নুমুৱাই কম স্পীডত ফেনখন চলাই দিলে। এখন খিৰিকী খুলি দিলে। কিছু সময়ৰ পাছত মই লাহে লাহে টোপনি যাবলৈ ধৰিলোঁ। কিন্তু ঠিক তেনেকুৱাতেই চক্ খাই উঠিলোঁ। কেৰ্‌কেক — শব্দটোত চকু মেলিলোঁ। হে হৰি, খিৰিকীখনত চেপেটা লাগি আছে ছাঁটো। মৰোঁ-জীউকৈ মই উঠি ছুইছ অন কৰিলোঁ। কম পোহৰৰ লাইটটো জ্বলি উঠিল। চিঞৰিলোঁ ৰান্ধনি ল'ৰাটোক। সি দৌৰি আহিল।

তাক ক'লোঁ — 'সৌটো কোন? খেদি দে তাক'। সি আচৰিত হৈ খিৰিকীৰ কাষৰ বেৰখনলৈ চালে।

ঃ সেইটো বেৰত লৰচৰ কৰিছে চা।

ঃ ছাৰ সেইটো আপোনাৰেই ছাঁ দেখোন। — সি ডাঙৰকৈয়ে ক'লে।

ঃ মই এই ছাঁটোৰ সৈতে নাথাকোঁ — ই সেই তামোলজোপাৰপৰা আহিছে। কাইলৈ তামোলকেইজোপা কাটিব লাগিব। মই চব জানো, মোৰ ইমান দিনৰ কষ্টৰ সকলো ফল ই লৈ যাবলৈ আহিছে — ইয়াক এই মুহূৰ্ততে খেদ। — ৰান্ধনি ল'ৰাটোৱে এইবাৰ মোক তাতে এৰি দৌৰ মাৰিলে ভিতৰলৈ। মই তাক আটাহ পাৰি মাতি থাকিলোঁ। অলপ পাছত নেমু চৰ্বত এগিলাচ লৈ আহি মোক জোৰকৈ সি খুৱাই দি ক'লে — 'শুই থাকক ছাৰ। ভাত খাব নালাগে। আজি আপোনাৰ বেছি হৈ গ'ল'। মই কেনেকৈ তাক বুজাওঁ, তিনিপেগ হুইস্কীত মোৰ যে একো নহয়। ছাঁটো সি কিয় মোৰ ছাঁ বুলি ভাবিছে! তাক ধমকি মাৰি ক'লোঁ — 'এইটো মোৰ ছাঁ নহয়। ই মোৰপৰা সকলো লৈ যাবলৈ আহিছে'। সি ওলোটাই বুজালে — 'ছাৰ, নিজৰ ছাঁটোক অবিশ্বাস নকৰে নহয়। আপোনাৰ এই ঘৰ, সম্পত্তি কোনে কাঢ়ি নিব পাৰিব বাৰু? মই বাৰু কাইলৈ বাইদেউহঁতক খবৰ এটা দিম। ডাক্তৰকো মাতিম'। সি কিবা-কিবি কৈ মোক শুৱাই দি মূৰ-গা মালিচ কৰিবলৈ লাগিল। মোৰ টোপনি আহিল। কিন্তু পাছদিনা পুৱাৰপৰা মোৰ বুকুখন দুৰ্বল যেন লাগিল। বেলকনিৰপৰা তামোল গছকেইজোপালৈ চালোঁ। ইস্ — যেন সাধাৰণ তামোলগছ! মই জানো, এই কেইজোপা সাধাৰণ তামোল নহয়। চকীদাৰটোক মাতি ক'লোঁ — সৌ মানুহঘৰলৈ যা। এই টকা পাঁচশ লৈ দেগৈ আৰু ক'বি, আজিৰ ভিতৰত তামোল কেইজোপা কাটিবলৈ কৈছে। সি অঁকৰাৰ দৰে মোলৈ চাই গ'লগৈ, কিন্তু বিছ মিনিটমানৰ পাছত আহি ক'লে যে তাক হেনো তামোল গছৰ গৃহস্থই গালি পাৰি খেদি দিলে। মই ক'লোঁ — 'কিয়? আৰু টকা লাগে নেকি? ঠিক আছে এক কোৱেই পাঁচ হেজাৰ দি দিম যা। ক'বি যে আজি সন্ধিয়াৰ আগতে কাটিবলৈ কৈছে'। সি যাওঁ-নাযাওঁকৈ গ'ল, কিন্তু আকৌ এঘণ্টামানৰ পাছত আহি ক'লেহি — 'ছাৰ, নহ'ব দহ লাখ টকা দিলেও হেনো তামোলগছ নাকাটে'। আচৰিত লাগিল। তামোল কেইজোপাত এনে কি থাকিব পাৰে যে দহ লাখ টকাতো নাকাটে? মোৰ বুজিবলৈ বাকী নাথাকিল। গাঁৱত থকা সময়ত বীৰা, ভূত, দ'ত আদি ভয় কৰিছিলোঁ। কিন্তু এই চহৰৰ মাজমজিয়াত এইবোৰ পাহৰি যোৱা বহুকাল হ'ল। মই বুজি পালোঁ — মোৰ সমস্ত সা-সম্পত্তি হস্তগত কৰি, মোক মাৰিবলৈ সেই মানুহঘৰে তামোল কেইজোপাত বীৰা পুহিছে। চাকৰিত থাকোঁতে সাহস কৰা নাছিল। মই ৰিটায়াৰ কৰাৰ সুবৰ্ণ সুযোগলৈ সিহঁতে অপেক্ষা কৰি আছিল। এনেকৈয়ে সন্ধিয়া নামি আহিল। মই বেলকনিৰ ফালৰ দুৱাৰখন নিকপ্‌কপীয়াকৈ বন্ধ কৰিলোঁ। চকীদাৰটোক তামোল কেইজোপাৰ ওচৰতে থাকিবলৈ ক'লোঁ। দুৱাৰ-খিৰিকী সকলো বন্ধ কৰি দিলোঁ। ৰান্ধনিটোক ক'লোঁ — ঘৰটোৰ লাইটবোৰ নুমাই দে। মই জানো, পোহৰ থাকিলে মোৰ ছাঁৰ ভেশচন ধৰি সি আহি বেৰত পৰিব। আন্ধাৰ থাকিলে সি আহিব নোৱাৰে। এই বুদ্ধিয়ে কামত দিলে। এইদৰে কেইবা দিনো সন্ধিয়াৰেপৰা ঘৰটো আন্ধাৰত বুৰ গ'ল। চাৰি দিনৰ দিনা মন কৰিলোঁ, মোৰ চকীদাৰ আৰু ৰান্ধনিটোৱে তামোল কেইজোপাৰ ফালে চাই কিবা কথা পাতিছে — হাঁহিছেও। মোৰ সন্দেহ ঘনীভূত হ'ল। ইহঁত এইবাৰ তামোলগছৰ ভূতৰ সৈতে লগ লাগিছে। তৎক্ষণাৎ মই সিদ্ধান্ত ল'লোঁ। ইহঁতক মোৰ শোৱনি কোঠালৈকে আহিবলৈ দিব নোৱাৰি। হ'লেইবা বহু বছৰীয়া পুৰণি ভৃত্য। বিশ্বাস কাকো কৰিব নোৱাৰি। মই সিহঁতক হুকুম দিলোঁ — ওপৰতলালৈ মই নামাতিলে যাতে নাহে কোনো। সিহঁতৰ ডিউটি তলৰ মহলাত থাকিব। কিন্তু সন্ধিয়া, সিহঁতে তলৰ মহলাত দুটা লাইট জ্বলালে, মোক নোসোধাকৈয়ে। মই খঙত পগলা'হৈ গ'লোঁ আৰু নিজে লাইট নুমুৱাবলৈ ছিৰিৰে নামি গ'লোঁ। মাত্ৰ কেইটামান মুহূৰ্ত, মই দেখিলোঁ, ছিৰিৰে নামি যাওঁতে মোৰ লগে লাগে নামি গৈছে সেই দৈত্যকায় অশৰীৰীটো। মই উভতি দৌৰ মাৰিলোঁ — কিন্তু কোঠাত সোমাব খুজি বাগৰি পৰি গ'লোঁ। মই পৰা দেখিয়েই অশৰীৰীটো জীৱন্ত হৈ অট্টহাস্য কৰিবলৈ লাগিল। তাক মই কাতৰভাৱে ক'লোঁ — 'কি লাগে তোমাক? তোমাক দহ লাখ নালাগে — পোন্ধৰ লাখ দিলে মোক এৰি দিবানে? নিদিয়া — কি মই আকৌ গাঁৱৰ ঘৰলৈ যাব লাগে? সেই পুখুৰীপাৰলৈ? অসম্ভৱ! কি ক'লা — চম্পা বাইদেউৰ ওচৰলৈ! কিন্তু এইদৰে মোক ভয় খুৱাই তুমি কিয় মোক নিবলৈ আহিছা? মই তুমি বিচৰাৰ দৰে থকা হ'লে এই ধন-সম্পত্তি, ক্ষমতা সকলো হেৰুৱাব

লাগিলহেঁতেন —। মই নাখাওঁ — মই নাখাওঁ'। হঠাতে চকু-মুখ ঠাণ্ডা হৈ গ'ল। মই চকু মেলিলোঁ। চকু-মুখত মোৰ পানী। মোৰ স্বাস্থ্য পৰীক্ষা কৰি ৰহি আছে মোৰেই ঘৰুৱা ডাক্তৰ। ৰান্ধনি আৰু চকীদাৰটোও আছে। কম পোহৰত ডাক্তৰক ভয়াবহ লাগিছে। যেন অশৰীৰী দৈত্যটো দীঘল হৈ আহিছে। ডাক্তৰৰ ভেশছন্ন ধৰি অহা নাইতো? মই তৎক্ষণাতে অশৰীৰীটোৰ এইবাৰ ডিঙি চেপি ধৰিলোঁ। সি চট্‌ফটালে। লগৰ দুটাই মোক টানিছে। মই এৰি নিদি ক'লোঁ — 'আজি তোক মাৰি পেলাম। তামোলগছত বাহ লৈ মোক ভয় খুৱাইছিলি? মোৰ ছাঁৰ ভেশছন্ন লৈ কোঠাত সোমাইছহি! মোৰ টকা-পইচাৰ এটা ফুটাকড়িও নাপাব'।

....হঠাৎ টনা-আঁজোৰাৰ মাজতে শৰীৰৰ কোনোবা অংশৰে কিবা এটা সোমাই গ'ল। মই গভীৰ টোপনিত লালকাল দিলোঁ। অশৰীৰীটো গুচি গ'ল।

মোক নাৰ্ছিংহোমলৈ নিয়াৰ প্ৰস্তাৱ ওলাল। মই নগ'লোঁ। মই জানো এই ঘৰটোৰপৰা আঁতৰাব পাৰিলেই সি তামোলগছৰপৰা নামি আহি এই ঘৰ দখল কৰিবহি। চকীদাৰটোৱে ক'লে — 'সি হেনো দুদিনৰ ছুটীত ঘৰলৈ যায়। মই ভালেই পালোঁ। ইহঁতৰ বিশ্বাস নাই। চম্পা বাইদেউক চাবলৈ মোৰ বৰ মন গৈছে। কিন্তু এই সময়ত এই ঘৰটো অকলে এৰি যোৱাটো ঠিক কথা নহ'ব। এবাৰ চম্পা বাইদেউৰ সৈতে গাঁৱৰ ঘৰৰ পুখুৰীপাৰলৈ যাবলৈ বৰ মন গৈছে। জোনাক নিশা তাই বাচন ধুব, মই পদ্য গাম '— কোনে মোক তুলি-তালি কৰিলে ডাঙৰ....' কিন্তু এই সময়ত এয়া কৰিব নোৱাৰি। তামোল দুজোপাত সি চোপ লৈ চাই আছে মোৰ ঘৰটোলৈ — মোলৈ। ৰান্ধনিটোক ক'লোঁ — 'ভাত নাখাওঁ ৰাতি — মই শুম। নজগাবি'।

## অন্তিম ছাঁ

ৰান্ধনি ল'ৰাটোৱে পাছদিনা দুপৰীয়া বাৰ বজালৈকে দুৱাৰ বন্ধ দেখি দুৱাৰ ভাঙি দেখিলে বিছনাত নিস্পন্দ শৰীৰটো। সি হুৱা-দুৱা লগালে। কোনো নাহিল। কোনোমতে চন্দনক সি বিচাৰি উলিয়ালে। চন্দনে শটো হাস্পতালৰ মৰ্গত থোৱাৰ ব্যৱস্থা কৰিলে, চিনাকি ডাক্তৰ দুজনমানৰ সহায়ত। বিদেশৰপৰা তেওঁৰ পুত্ৰ-কন্যা-পত্নী আহিলেহে সৎকাৰ সম্ভৱ। খবৰ দিয়া হ'ল। খবৰ আহিল — এইদৰে হঠাতে গুচি আহিব কোনো নোৱাৰে। কমেও পাঁচ-ছদিন ৰ'ব লাগিব। তাতকৈ চন্দনেই সৎকাৰৰ ব্যৱস্থা কৰক। শ্ৰাদ্ধ-বিধি কৰিবলৈ সকলো আহি পাব।

তিনি দিনৰ মূৰত হাস্পতালৰ শীতল ঘৰৰপৰা চন্দনে মোমায়েকৰ মৃতদেহ আনি সৎকাৰ কৰিলে। চন্দনৰ চাৰি-পাঁচজন বন্ধু উপস্থিত আছিল। চিতাৰ জুইৰ ধোঁৱা আকাশলৈ উৰি যাওঁতে এক অশৰী ছায়াৰ দৰে একা-বেঁকা হৈ দীঘল হৈ গৈ থাকিল। চন্দনক ৰান্ধনি ল'ৰাটোৱে তাৰ ছাৰক ছাঁ এটাই খেদি ফুৰাৰ কথা কৈছিল। সি দেখিলে লাহে লাহে তাৰ মোমায়েকৰ শৰীৰটো জুইৰ মাজত অদৃশ্য হৈ এটা ছাঁ হৈছে। ছাঁটো ওপৰলৈ ক্ৰমাৎ উৰি বিলীন হৈ গৈছে আৰু মোমায়েক গুড়ি-গুড়ি ছাই হৈ তললৈ সৰি পৰিছে। কাঁহী-বাতি ধুবলৈ সাঁচি ৰখা ফুট ছাঁইৰ দৰে। ■

# এখন চকী

চন্দ্ৰ মহন্ত ঢুকাল। এটা অবিচলিত খবৰ। চন্দ্ৰ মহন্তৰ মৃত্যুৱে কাকো এবাৰলৈ উদ্বিগ্ন কৰা নাই। এয়াই স্বাভাৱিক কথা। যোৱা চাৰি বছৰে মহন্ত বাৰাণ্ডাৰ চকীখনত বহি আছিল। কেতিয়াবা চকীখন চন্দ্ৰ মহন্ত নতুবা চন্দ্ৰ মহন্ত হৈ পৰে চকীখন। প্ৰথম হাৰ্ট এটেকতে মানুহজনৰ এফাল চকীখনৰ হৈ গ'ল। চন্দ্ৰ মহন্তৰ শৰীৰৰ যিটো ফালে কথা ক'ব খোজে, জীয়াই থাকিব খোজে, সেই অংশবোৰ একান্ত শৰণাপন্ন হৈ পৰিল তেওঁৰ পত্নীৰ। এনেকৈয়ে চকীখনৰ সৈতে কথা পাতি, কেতিয়াবা অভিমান, কেতিয়াবা আনন্দৰ পুৰণি দিনৰ ভাব বিনিময় কৰি চন্দ্ৰ মহন্ত পুৱাৰপৰা সন্ধিয়ালৈকে চকীখনতে ব্যস্ত আছিল। কেতিয়াবা চন্দ্ৰ মহন্ত চকীখনত নাথাকে, কিন্তু সদায় আহ-যাহ কৰোঁতে চেনাকি মানুহবোৰে অভ্যাসবশতঃ দিয়া মাতবাৰ নিদিয়াকৈ নাযায় — 'ককাইদেউ বহিছে', অথবা 'খুৰাদেউ ভালনে?' চকীখনে শুনে, ঠিক চন্দ্ৰ মহন্তৰ দৰে। আবেলি চন্দ্ৰ মহন্ত পত্নীৰ শক্তিৰে যেতিয়া চকীখনত বহেহি, চকীখনে কথা পাতিবলৈ আৰম্ভ কৰে চন্দ্ৰ মহন্তৰ সৈতে। কিন্তু এই চিৰন্তন বন্ধুত্ব এৰি হঠাতে চন্দ্ৰ মহন্ত ঢুকাল। যোৱা চাৰি বছৰৰ পাছত প্ৰথমবাৰৰ বাবে চকীখনৰপৰা মাত্ৰ দুশগজ দূৰত্বত চন্দ্ৰ মহন্ত কাৰো সহায় নোলোৱাকৈ শুই থাকিল। চকীখনৰ দৰে মহন্ত, আৰু মহন্তৰ দৰে চকীখন, সকলোৱে আহি দুয়োলৈকে এবাৰ চাই কয় — 'মৃত্যু অৱশ্যম্ভাৱী, মুক্তি পালে মহন্তই'। 'জীয়াই থকাৰ কষ্টৰপৰা মুকলি হ'ল মহন্ত'। পৰিয়ালে নুশুনাকৈ গুণা-গঁথা কৰিলে মানুহবোৰে। মহন্ত এনেদৰে জীয়াই থকাটো যে কাৰো কাম্য নাছিল, চকীখনৰ ওচৰতে সকলোৱে কথা পাতিলে। 'এই চকীখন ইয়াৰপৰা গুচাব লাগিব দেই, মহাদেউ বহি থকাৰ দৰে লাগিছে পাই'। মহন্তৰ পত্নীৰ ভনীয়েক চকীখনৰ ওচৰলৈ আহি দুখোজ পিছুৱাই গৈ ক'লে। গোটা খোৱা মানুহবোৰে চকীখনলৈ সভয়ে চালে। যেন মহন্তৰ তেজ-মঙহেৰে তৈয়াৰী। শ্বাস-প্ৰশ্বাস লৈ আছে আৰু ট-টকৈ চকু মেলি বাটৰ ফালে চাই আছে। এখন পুৰণি বেতৰ আৰামী চকী। মহন্তৰ নিকটাত্মীয় চকীখনৰ ওচৰলৈ কোনো নগ'ল।

'বিয়াৰ পাছতে, তেতিয়া আমি ঢেকীয়াজুলিত। মোক বিয়া কৰাই অনা মাত্ৰ দুমাহ হৈ গৈছে। ঘৰখনত মাত্ৰ এই চকীখন আৰু দুটা মূঢ়া, এখন বিছনা। তেখেতৰ অবিবাহিত জীৱনৰ সম্পত্তি। এই চকীখনতে বহি তেওঁ পুৱাৰ চাহকাপ হাতত লৈ আৰামেৰে সোহা মাৰে ওচৰতে মূঢ়াটোত বহি ময়ো চাহকাপ হাতত লৈ দিনটোৰ বজাৰ-সমাৰ, কাম কি আছে কথা পাতোঁ। ল'ৰা-ছোৱালীবোৰ তেতিয়া হোৱাই নাছিল'। চকীখনলৈ চাই মহন্তনীয়ে মাটিতে বহি কথাষাৰ ক'লে। তেওঁক বেৰি কেইবাগৰাকীও মহিলা। বৰপুত্ৰ, বৰজীয়ৰী আহি পোৱাহি নাই। শ্মশান যাত্ৰালৈ দেৰি আছে। চুবুৰীয়াই ঘুনুক-ঘানাক্কৈ খবৰ পাই এপাক চাই গৈছেহি। কি হৈছিল, কেনেকৈ ঢুকাল? ইত্যাদি অৱধাৰিত প্ৰশ্নবোৰ নাহিল। কাৰণ সকলোৱে জানে, চন্দ্ৰ মহন্ত যোৱা চাৰি বছৰ বাৰাণ্ডাৰ চকীখনত একাকাৰ হৈ আছিল। প্ৰথম হাৰ্ট এটেকটো হোৱাৰ পাছৰপৰাই, চন্দ্ৰ মহন্তৰ এফাল নিৰ্জীৱ চকীখনৰ দৰে হৈ পৰিছিল। পুৱতি নিশা মহন্তনীয়ে তেওঁক সচৰাচৰ দেখাৰ দৰে ট-টকৈ চকুহাল মেলি চিলিঙৰ ফেনখনলৈ চাই থকা নেদেখি হেঁচুকি দিলে। এটা সৰু চিৎকাৰ কৰি সৰু পুত্ৰক চিঞৰি মাতিলে। ডাক্তৰ আহিল। ঘোষণা কৰিলে মৃত বুলি। এই শেষ পৰ্যায়ৰ কথাখিনি মহন্তনীয়ে বাৰে বাৰে সকলোকে ক'ব লগা হ'ল। আনৰপৰা শুনাতকৈ মহন্তনীৰ মুখৰপৰা কথাবোৰ শুনিবলৈ সকলো আগ্ৰহী হ'ল। আৰু চকীখন? 'কালি সন্ধিয়াও মই তেওঁক চকীখনত দেখি গৈছোঁ' — এজন চুবুৰীয়াৰ মন্তব্য। 'নাই কালি আবেলি তিনিমান বজাতে তেওঁক চকীখনৰপৰা

উঠাই নিছিলোঁ। গাটো বেয়া লাগিছে বুলি ক'লত, ময়ে তেওঁক লৈ গৈছিলোঁ। চকীখনত তেওঁ নাছিল' — মহন্তনীয়ে ক'লে। 'এ হয় নেকি? কিন্তু তেওঁকেই যেন দেখিলোঁ চকীত.....' মানুহজনে এইবাৰ চন্দ্ৰ মহন্তৰ থাঁহনিত শুই থকা শৰীৰ আৰু চকীখনৰ সৈতে ৰিজাই চালে। অস্বাভাৱিক দৃশ্য। যোৱা চাৰি বছৰ চকীত বহি থকা মানুহজন শুই আছে — বহি থকা নাই। মানুহজনে পুনৰ চকীখনলৈ চাই ক'লে — 'আচলতে বাৰাণ্ডাত এই চকীখনত তেওঁ বহি থকা দেখি দেখি ভাবেই নহয়, তেওঁ চকীখনত আছেনে নে নাই....'

ঃ দেউতাক কিমান ক'লোঁ এই পুৰণি বেতৰ চকীখন পেলোৱা — নাই, এই চকীখন তেওঁ নেৰিলে। শেষ দিনলৈকে। — সৰু পুত্ৰ অজয়ে হাতৰ ঘড়ীটো বাৰে বাৰে চাই ক'লে। সন্ধিয়া নামি আহিছে। ঘৰৰ বৰপুত্ৰই মুখাগ্নি কৰিবহি। সি খবৰ পাইছে দেৰিকৈ, সন্ধিয়াৰ আগে আগে পাবহি বুলি কৈছিল। কনিষ্ঠ জীয়ৰী মাইনু, বৰজীয়ৰী মালা আহি পালেহি। সিহঁতৰ আগমনে অলপ বিষাদ চঞ্চল কৰিলে পৰিৱেশটো। মাকক সাবটি সান্ত্বনা দিলে দুয়োজনীয়ে। তাৰপাছত ঘড়ী চোৱা আৰম্ভ হ'ল। চন্দ্ৰ মহন্তক বিদায় দিবলৈ সকলো উদ্‌গ্ৰীৱ — বৰপুত্ৰ অনুপম আহি কিয় পোৱা নাই? গোট খোৱা মানুহবোৰৰ দুই-একে গুণা-গঁথা কৰিলে। 'মই কাইলৈ পুৱাই যাব লাগিব। ছোৱালীৰ ইউনিট টেষ্ট। তাতে এওঁ কাইলৈ গুৱাহাটীলৈ যাব'। মাইনুৱে কথাবোৰ নিজকে নিজে কোৱাদি ক'লে। 'মোৰো বহুত লেঠা। খবৰটো পাই কি কৰোঁ-নকৰোঁ লাগিল। যোৱা সপ্তাহত মই দেউতাক ভালেই দেখি গৈছিলোঁহি। ৰাজাক কেৰাটে স্কুলত দিছোঁ। মাষ্টৰজন বৰ ষ্ট্ৰিক্। এইবোৰ মাৰ্চিয়েল আৰ্ট শিকিলে কেজুৱেল হ'লে নচলিব, তেওঁ ভৰ্তি কৰোঁতে কৈয়েই দিছিল। নতুনখিনিৰ শ্ব' এখন হ'ব, চাৰি দিনৰ পাছত। ৰাজাকো লৈছে। ক্ষতি হ'লে সি চান্স নাপাবও পাৰে'। বৰজীয়ৰী মালাৰ কথাবোৰ শেষ নহ'লৈই, ৰাজাই তাৰ আঠ বছৰীয়া হাত-ভৰিবোৰ সমবেত মানুহখিনিৰ ওপৰত প্ৰয়োগ কৰিবলৈ আৰম্ভ কৰি দিলে। একোবত সি জাঁপ মাৰি গৈ চকীখনত বহিল। মালাই চিঞৰি উঠিল — 'নাপাই ৰাজা.... সেইখনত নবহিবা'।

ঃ কিয়। কি হয় বহিলে?

ঃ সেইখন ককাৰ চকী।

ঃ কি হ'ল পিছে?

এইবাৰ ৰঙা চকু দেখুৱাই মালাই পুত্ৰক ধমক দিলে — 'নাপায় বুলিছোঁ নাপায়'। ৰাজাক তাই আঁজুৰি আনিলে বহি থকাৰপৰা। চকীখন ক্ৰমাৎ অশৰীৰী হৈ উঠিছে বাৰাণ্ডাখনত।

ঃ এঃ ই কিয় ইমান দেৰি কৰিছে? মানুহবোৰৰ কাম আছে নহয়। সি আবেলি তিনি বজাতে পামহি বুলিছিল — এতিয়া পাঁচ বাজে আৰু। জাৰকালি এতিয়া মানুহবোৰ ঘৰা-ঘৰি যাবগৈ। — অজয়ে ভোৰ্‌ভোৰালে। অজয়ৰ সহপাঠী ৰাজেন সোমাই আহিল। আহিয়েই সি ক'লে — 'খুৰাদেউৰ বিষয়ে অলপ কচোন অজয়। পাৰিলে নিউজ এটা পঠাই দিওঁ। মফচলীয়া সাংবাদিক ৰাজেনৰ এনে বিশেষ মুহূৰ্তবোৰত গুৰুত্ব আছে। ৰাজেনক বিচাৰি ফুৰে স্থানীয় মানুহে মৃত্যুৰ সংবাদ দিবলৈ'।

ঃ বাদ দে। কি হ'ব? জীৱনকালত যাৰ এবাৰ বাতৰি কাকত, ৰেডিঅ'ত নামটো নুঠিল, তেনে মানুহ মৃত্যুৰ লগে লগে মহান হৈ যায় নেকি? কাম নাই। — অজয়ে অলপ খঙেৰেই ক'লে। এই পৰিৱেশত অজয়ৰপৰা এনে কথা কোনেও আশা কৰা নাছিল। পৰিয়ালৰ মানুহবোৰ উচ্‌পিচাই উঠিল অস্বস্তিত। অজয় স্বভাৱতেই এনেও খঙাল। ঘৰৰ সৰু। তাৰ ওপৰত দুজনী বায়েক। মৰম বেছিকৈ পাই অনুশাসনহীন হৈছিল সৰুৰেপৰাই। এতিয়া এম-কম পাছ কৰি দুবছৰ বেকাৰ জীৱন কটোৱাত আগতকৈ খং-ৰাগো বাঢ়িল। ৰাজেনে এইবাৰ মহন্তনীক সুধিলে — 'খুৰীদেউ, খুৰাদেৱে ব্লক ডেভেল'প্‌মেণ্টত কাম কৰা নাছিল জানো? এনেয়ে আৰু কি কি কৰিছিল বাৰু?'

ঃ হয়, তেওঁ তাতে চাকৰি কৰিছিল — কিন্তু আৰু কি কি কৰিছিল মানে? — 'চা ৰাজেন বেয়া নাপাবি। তয়ে ইমানদিনে এই ঘৰখনলৈ অহা-যোৱা কৰি দেউতাৰ বিষয়ে নাজানিলি। আজি মৃত্যুৰ লগে লগে তেওঁ সঁচাই-মিছাই অমুক-তমুক কৰিছিল বুলি লিখিব পৰাকৈ ইম্পৰটেণ্ট চাবজেক্ট হৈ গ'লনে? তহঁতৰ কাগজবোৰত স্পেচ্‌ৰ মূল্য নাই জানো?' অজয়ে ভোৰ্‌ভোৰাই কথাবোৰ ক'লে।

ঃ 'তই, মনে মনে থাক। খুৰাদেউক মই বৰ শ্ৰদ্ধা কৰিছিলোঁ। তেওঁৰ বিষয়ে জনাটো উচিত মানুহে'।

ঃ কি বুলি জানিব ৰাজেন? চন্দ্ৰ মহন্ত ব্লক অফিচাৰ

আছিল। তেওঁৰ লগৰবোৰে ৰাজ্যৰ চাৰি ঠাইত মাটি কিনাৰ সময়ত তেওঁ আছাম টাইপৰ পাঁচ কোঠালিৰ ঘৰ এটা সজাৰ পৰিকল্পনা লৈছিল পৈতৃক মাটিত। ঘৰ সাজি, ছোৱালী বিয়া দি, আমাক পঢ়ুৱাই প্ৰভিডেণ্ট ফাণ্ড, গ্ৰেচুইটিৰ টকা শেষ। এইবোৰ লিখিবি।

পৰিবেশটো থমথমীয়া হৈ পৰিল। অজয়ৰ মুখখন দেখি আৰু কোনেও কথা ক'বলৈ সাহ নকৰিলে। মহন্তনীয়ে বিষাদেৰে চকীখনলৈ চাই থাকিল। ৰাজেন তথাপি হতাশ নহ'ল। সি সুধিলে — খুৰীদেউ, খুৰাদেৱে ধৰ্ম-কৰ্ম কৰিছিলনে? মানে কিবা ৰাজহুৱা কাম — নামঘৰ-ভামঘৰ, সাংস্কৃতিক অনুষ্ঠান চাকৰিত থকা কালত কৰিছিল নেকি?

মহন্তনীয়ে সোঁৱে-বাঁৱে মূৰ জোকাৰিলে। — 'নাই কৰা ৰাজেন। ধৰ্ম কোনো দিন কৰা নেদেখিলোঁ। নামঘৰলৈয়ো যোৱা নেদেখিলোঁ। অৱশ্যে মই এইবোৰ কৰাত একো বাধা নিদিছিল। কৰ্ম কিন্তু কৰিছিল। তেওঁ আন সামাজিক কাম কৰিবলৈ সময়নো ক'ত পাইছিল? পুৱা দহ বজাত তেওঁ অফিচ পাইছিলগৈ। ইমান মনপুতি কাম কৰিছিল যে তেওঁ সেই সময়ত ঘৰ-সংসাৰ সকলো পাহৰি থাকিছিল। প্ৰত্যেকটো চৰকাৰী আঁচনিৰ সুবিধা কেনেকৈ ল'ব লাগে তেওঁ গাঁৱৰ ঘৰে ঘৰে গৈ বুজাইছিল। বহু মানুহে তেওঁৰ কথা কৈছিল যে তেওঁৰ আগৰ কোনো চৰকাৰী বিষয়াই এইদৰে পাব লগা ঋণ আঁচনিবোৰৰ ধন উলিয়াই দিব পৰা নাছিল। মানুহজনে অমানুষিক পৰিশ্ৰম কৰিছিল। গাঁৱৰ মানুহে পাব লগা সুবিধাবোৰ নাপালে তেওঁ বৰ হতাশ হৈছিল। তেওঁ ভাল গৃহস্থও আছিল। মোক ঘৰখন চলোৱাত, ল'ৰা-ছোৱালীকেইটা ডাঙৰ কৰাত পাৰ্যমানে সহায় কৰিছিল। আনকি ৰিটায়াৰ হোৱাৰ আগদিনা দোভাগ নিশালৈকে তেওঁ অফিচৰ কাম ঘৰত কৰিছিল। ওপৰৱালাই হেনো তেওঁৰ ফেয়াৰৱেল মিটিঙত তেওঁৰ নিখুঁত কামৰ ভূয়সী প্ৰশংসা কৰিছিল। তেওঁ কেতিয়াও কাম পেলাই নথৈছিল বুলি তেওঁৰ সহকৰ্মীসকলেও মিটিঙত কৈছিল'। মহন্তনীয়ে সুদীৰ্ঘ সময় মহন্তৰ কথাবোৰ কৈ নীৰৱ হৈ পৰিল। ৰাজেন বিমোৰত পৰা যেন হ'ল। এই কথাবোৰ বাতৰি হ'বনে নহয় সি ঠিৰাং কৰিব নোৱাৰি মাইনুলৈ চাই ক'লে — 'মাইনু বাইদেউ, তুমি এটা শ্ৰদ্ধাঞ্জলি লিখি মোক দিবা। তাত খুৰাদেউৰ এই কথাবোৰ লিখিবা। মই সম্পাদকক জোৰ দিম বাক প্ৰকাশৰ বাবে'। 'নালাগে। দৰকাৰ বুলি ভাবিলে দেউতাৰ অফিচৰ মানুহে লিখিব — যদি সঁচাকৈয়ে দেউতাই কিবা কাম কৰিছিল। ঘৰৰ জীয়ৰীয়ে এইবোৰ লিখেনে?' — অজয়ে ৰাজেনৰ কথা মুখতে কাঢ়ি ল'লে। পৰিৱেশটো আকৌ থমথমীয়া হৈ পৰিল। চন্দ্ৰ মহন্তৰ মৃতদেহৰ মূৰৰ ফালে থকা তুলসী পুলিটোৰ তলত কোনোবাই এটা চাকি জ্বলাই দিলে। বৰপুত্ৰ অনুপম এতিয়াও পোৱাহি নাই। অস্থিৰতা বাঢ়ি গৈছে সময় বঢ়াৰ লগে লগে। চন্দ্ৰ মহন্ত এনে কোনো বিশিষ্ট লোক নাছিল যে বনজুইৰ দৰে তেওঁৰ মৃত্যু-সংবাদ চহৰখনত বিয়পি পৰিব। শোকবাৰ্তা প্ৰেৰণ কৰি পুষ্পাঞ্জলি দিবলৈ কোনো অনুষ্ঠান-প্ৰতিষ্ঠানো অহাৰ কথা নাই যেতিয়া মৃতদেহ এইদৰে অবাবত ৰখাৰ প্ৰয়োজনো নাই। পুৱা গোট খোৱা মানুহৰ সংখ্যা কমি এতিয়া পৰিয়ালৰ মানুহখিনিহে ৰৈছেগৈ। এনেতে অস্থিৰতাৰ অৱসান ঘটাই বৰপুত্ৰ অনুপমৰ গাড়ীখন ঘৰৰ সন্মুখত ৰ'লহি। চাঞ্চল্য এটা বিয়পি পৰিল। অনুপম অকলে আহিছে। চাৰি বছৰীয়া কন্যা ৰিয়াৰ কাইলৈ স্কুল এড্‌মিছন টেষ্ট। নিশা দহ বজালৈকে ৰৈ ফৰ্ম আনি, ছাবমিট্ কৰি, ইণ্টাৰভিউ কল পাইছে। গতিকে ৰিয়াক লৈ মাক যাব স্কুলৰ ইণ্টাৰভিউলৈ। লগত লৈ অহাৰ প্ৰশ্নই নুঠে।

অনুপম অহাৰ লগে লগে সকলোৱে খৰ-ধৰ কৰিলে। আলস্য, বিৰক্তি, অস্বস্তিৰ নাযায়-নুপুৱাই সুদীৰ্ঘ দিনটো হঠাৎ কৰ্মচঞ্চল হৈ উঠিল। অনুপমে পেণ্ট-ছাৰ্ট সলাই ধুতী-চাদৰ গাত ল'লে। আঁৰিয়া এমুঠি আনি তাৰ হাতত তুলি দিয়া হ'ল। মৃতদেহৰ শেষ দৰ্শন পৰিয়ালৰ সকলোৱে কৰাৰ পাছতে চন্দ্ৰ মহন্তক চাঙীত তোলা হ'ল। শ্মশান বেছি দূৰৈত নহয়, চাৰিখন কান্ধ আগবাঢ়ি আহিল চাঙী-মাৰিৰ ভাৰ ল'বলৈ। সন্মুখত দুই পুত্ৰ অনুপম আৰু অজয়। পাছত দুজন জ্ঞাতি। 'হৰি বল' ধ্বনিৰে চন্দ্ৰ মহন্ত ওলাই গ'ল পদূলিৰে। প্ৰথমবাৰৰ বাবে ঘৰখনত এনে দৃশ্যৰ অৱতাৰণা হ'ল। চোতালত দুজনী ছোৱালীৰ বিয়া, বৰপুত্ৰ অনুপমৰ বিবাহ-উৎসৱ ধুম-ধামেৰে নহ'লেও যথাযথভাৱে হৈ গৈছিল। ঘৰটোৰ খুঁটা পোতাৰ দিনা নাম-প্ৰসঙ্গ হৈছিল। ঘৰ লোৱাৰ দিনা মানুহৰ সমাগম হৈছিল। চন্দ্ৰ মহন্ত নিজে আলহীৰ ঘৰ ফুৰা মানুহ নাছিল যদিও আলহী আহিলে তেওঁ বৰ আলহ-উদহ কৰিছিল। উৎসৱে-পাৰ্বণে সেয়ে

ঘৰখনত মানুহৰ সমাগম হৈছি । কিন্তু যোৱা চাৰি বছৰে এইবোৰ কথাও অতীত হৈ গৈছিল। চন্দ্ৰ মহন্তৰ প্ৰায় অসাৰ দেহটো এক অৰ্থহীন অস্তিত্বত পৰিণত হৈছিল। কথা-বতৰা কোৱাতকৈ তেওঁ আকাৰে-ইংগিতে কথা পাতিবলৈ লৈছিল। অদৰকাৰত কাকো আমনি নকৰিছিল। তেওঁৰ প্ৰয়োজন হ'লেও কাকো পৰাপক্ষত নামাতিছিল। চকীখনৰ হাতল দুটা খামোচ মাৰি সকলো সময়ত ধৰি থাকি ভাল পাইছিল। মহন্তনীয়ে চকীখনলৈ চাই কথাবোৰ ভাবোঁতে চকীখনৰ হাতল দুটা মহন্তৰ দুখন শীৰ্ণ হাতৰ দৰে লাগিবলৈ ধৰিলে। মানুহজনে সোঁহাতখন দাঙি তেওঁক ইংগিতেৰে মাতিলে। মহন্তনী আগুৱাই গ'ল চকীখনৰ ওচৰলৈ। তেওঁ আঙুলিৰে মুখখন দেখুৱালে পদূলিলৈ। মহন্তনীয়ে চাই ৰ'ল। কোনো নাই। চোতালৰ শেষ মানুহজনো শৱযাত্ৰাত গ'ল। ঘৰৰ মানুহবোৰ ভিতৰলৈ গ'ল। শূন্য বাৰাণ্ডাত কেৱল মহন্তনী আৰু মহন্ত অকলে। চাকিটো জ্বলি আছে তুলসী তলত। মহন্তনীয়ে চকীৰ হাতল এটা খামুচি ধৰিলে।

ঃ 'এনে এটা দিন আহিব বুলি ভবা নাছিলোঁ'। — মহন্তনীয়েই প্ৰথম ক'লে।

ঃ কিয় ভবা নাছিলা? মইতো যোৱা চাৰি বছৰ আজিৰ দৰেই আছিলোঁ।

ঃ তথাপি আপুনি আছিল।

ঃ ভবাৰ দৰে একো কৰিব নোৱাৰিলোঁ জীৱনত।

ঃ বহুত নকৰিলে। দুজনী ছোৱালীক বি-এ পাছ কৰালে, বিয়া দিলে উপযুক্ত পাত্ৰলৈ....

ঃ নাই — সিহঁতৰ অসন্তুষ্টি থাকি গ'ল। সিহঁতে আশা কৰা মতে দৰা নাপালে। হয়তো মোৰ অৱস্থাৰ বাবেই। চিমেণ্ট-লোহাৰ দ'মৰ মাজতে, দুয়োজনীৰ কেইবাটাও ভাল দৰা আহি ছোৱালী চাই অপছন্দ কৰিছিল। ঘৰটো সাজোঁতেই পাঁচ বছৰ লাগিল। পূৰা তথাপি নহ'ল।

ঃ হ'ব বাকীখিনি ল'ৰাই কৰিব। আপোনাক কোনেও ঘৰ এটা সাজি দি থৈ যোৱা নাছিল নহয়।

ঃ ল'ৰাই নকৰে। অনুপমে থকা ঠাইত মাটি লৈছে। অজয় এই ঘৰত নাথাকিবও পাৰে। তাৰ মোৰ ওপৰত খং আছে।

ঃ নাই সি দেখাতহে খঙাল। আপোনাক ভক্তি কৰে।

ঃ মহন্ত নীৰৱে থাকিল। 'অজয়ে চাকৰি এটা পাবনে?' — মহন্তই কিছুপৰ বৈ সুধিলে।

ঃ পাব নিশ্চয়। সি পিছে ব্যৱসায় কৰাৰ কথাহে ভাবিছে।

ঃ ব্যৱসায় কেনেকৈ কৰিব? মই একো থৈ যাব নোৱাৰিলোঁ। ব্যৱসায়ৰ বাবে পুঁজি লাগে। মই একো এৰি থৈ যাব নোৱাৰিলোঁ।

ঃ আপুনিও একো পোৱা নাছিল। কিন্তু কিমান মানুহক চাকৰিত থাকোঁতে সহায় কৰিছিল। আপুনি নথকা হ'লে, এই ঘৰখন, ঘৰখনৰ মানুহবোৰ কেনেকৈ জীয়াই থাকিলহেঁতেন। ল'ৰা-ছোৱালীবোৰ মানুহ হ'লহেঁতেন কেনেকৈ? সিও নিজেই কৰিব কিবা এটা.....

ঃ সেইবোৰ এতিয়া অৰ্থহীন। মই মোৰ কাম মনপুতি কৰা বাবেই একো কৰিব নোৱাৰিলোঁ। কোনো সামাজিক কাম কৰিবও নোৱাৰিলোঁ, ভাল দেউতাকো হ'ব নোৱাৰিলোঁ।

ঃ এনেকুৱা কথা নক'ব। মই জানো আপুনি কি আছিল, ঘৰখন কেনেকৈ চলাইছিল..... মহন্তনীয়ে ফেকুৰি কান্দি উঠিল।

ঃ এস্ তুমি কান্দিলাই — মই জানো, তুমিয়েই মোক বুজি পাইছিলা। বুজি পাইছিলা বাবেইতো মোৰ সকলো দায়িত্ব যোৱা চাৰি বছৰে লৈছিলা। মই এটা কেঁচুৱাতকৈয়ো সমস্যা দিছিলোঁ তোমাক। আগতে মই সহায় কৰিছিলোঁ তোমাক, এতিয়া তোমাক সহায় কৰা মানুহ কোনো নাই। তুমি মোক গা ধুওৱা, দাঁত ব্ৰাছ কৰোৱাৰপৰা ভাত পিটিকি খুওৱালৈকে কৰা যত্নবোৰত মই মনে মনে বৰ কষ্ট পাইছিলোঁ। মই মৃত্যু কামনা কৰা সত্বেও তুমি মোক দুদিন বেছিকৈ জীয়াই ৰাখিবলৈ অশেষ যত্ন কৰিছিলা। ঔষধ নিয়মিতভাৱে খুৱাইছিলা। তোমাৰ ওপৰত মোৰ খং উঠিছিল। মোৰ কষ্টক তুমি কিয় দীঘলীয়া কৰি ভাল পাইছিলা? কাৰ কামত আহিছিলোঁ মই? এক অৰ্থহীন অস্তিত্বৰ বাবে তুমি দিনে-নিশাই কষ্ট কৰি কি পাইছিলা? অনিদ্ৰাত চকু সোমাই গৈছিল, অসুখ হ'বলৈ আৰম্ভ কৰিছিল। তদুপৰি আন মানুহবোৰে মোক দেখুওৱা পুতৌ তোমাৰ সহ্য নহৈছিল। মোৰ নহৈছিল। ল'ৰা-ছোৱালীকেইটাকো মই ভাল নোপোৱা হৈ আহিছিলোঁ। সিহঁতে মোক সমস্যা কৰি ল'বলৈ আৰম্ভ কৰিছিল। আজি ভাল লাগিছে। এতিয়াৰপৰা এইয়া ঘৰৰ এটা ডাঙৰ বোজা কমিল। .... সেয়া তুমি আকৌ কান্দিবলৈ ধৰিলা। মই সঁচা

কথা কৈছোঁ মই একো ক্ষোভ মনত ৰাখি যোৱা নাই। বৰঞ্চ মোৰ দুখ থাকি গ'ল তোমালোকৰ বাবে মনত ৰাখিবলৈও একো কৰি থৈ যাব নোৱাৰিলোঁ।

ঃ হ'ব — আৰু নক'ব — মই বৰ অকলশৰীয়া হ'লোঁ।....

ঃ মা! কি কৰিছা তুমি? ভিতৰৰ কোঠাত তোমাক নাপাই চলাথ কৰি ফুৰিছোঁ। কিয় কান্দিছা! এই চকীখন ইয়াৰপৰা আঁতৰাব লাগিব'। — মালাই মহন্তনীক ধৰি জোৰকৈ ভিতৰলৈ লৈ গ'ল। বাৰাণ্ডাত চন্দ্ৰ মহন্ত অকলে বহি থাকিল চকীখনত। সন্মুখত জ্বলি থকা চাকিটোৰ ঠিক পোনে পোনে বাৰাণ্ডাখন। মহন্তনীক ভিতৰত মাটিতপৰা বিছনাখনত মালাই বহুৱাই থৈ পুনৰ ওলাই গ'ল। মাইনু আৰু দুগৰাকী প্ৰতিবেশীয়ে তেওঁ আঁউজিবলৈ গাৰু দুটামান দি ওচৰতে বহিল। মালা কোঠালৈ আকৌ সোমাই আহিল। হঠাতে বাহিৰৰপৰা এটা মাত ভাহি আহিল — জুইত পুৰি দিবলৈ ক'মনে কাৰোবাক দি দিবলৈ ক'ম বাইদেউ?

ঃ নাই, পুৰি পেলাবলৈ ক'বি।

মালালৈ সপ্ৰশ্নৰে মহন্তনীয়ে চালে। 'চকীখন, বাৰাণ্ডাত সেইখন থাকিব নালাগে। মানুহ এটাৰ হাতত দি পঠাইছোঁ চকীখন। শ্মশানৰ জুইত দি দিবলৈ কৈছোঁ'। — চকীখন মালাই পঠাই দিয়াটো মহন্তনীয়ে সহ্য কৰিব নোৱাৰি চিঞৰি উঠিল — 'জীয়াই থাকোঁতে চকীখন তই দি পঠালি'। — মহন্তনীয়ে প্ৰায় দৌৰি ওলাই গ'ল বাহিৰলৈ। নাই, চকীখন বিচাৰি পদূলিলৈকে দৌৰি গ'ল। মাইনু আৰু মালা দৌৰি আহি মাকক ধৰি লৈ গ'ল। দুগৰাকী প্ৰতিবেশী তিৰোতাই দুখ কৰিলে.....।

ঃ 'বেচেৰী। যোৱা চাৰি বছৰে মানুহটোৰ লগত ছাঁৰ দৰে লাগি আছিল। সহ্য কৰিবপৰা নাই।

মহন্তনীয়ে বাৰাণ্ডাখনলৈ চালে। শূন্য। বাৰাণ্ডাত চন্দ্ৰ মহন্ত বহি থকা নাই। চন্দ্ৰ মহন্তই সঁচাকৈয়ে তেওঁলৈ একো কৰি থৈ নগ'ল। আনকি শেষ মুহূৰ্তলৈকে চন্দ্ৰ মহন্তৰ সৈতে অভিন্ন বন্ধু হৈ থাকিল চকীখন। ইজন-সিজনৰ লগৰীয়া হ'ল। চকীখনে চন্দ্ৰ মহন্তৰ অৱশিষ্ট অস্তিত্ব মচি লৈ গ'ল নিজৰ সৈতে। ❀

# ভানুৰ পৃথিৱী

ভানুৰ কাহিলি কাহিলি পুৱাতেই টোপনি ভাঙিল। কিছুপৰ নিতাল মাৰি তাই বাঁহৰ চাংখনতে পৰি থাকিল। তাই কুচি-মুচি ভায়েক-ভনীয়েকহালৰ আৰু কাষ চাপি গ'ল। বস্তা, ফটা গৰম কাপোৰ আদিৰে চিলাই লোৱা কেঁঠাখন নিজৰ গাৰপৰা খহাই ভায়েক-ভনীয়েকৰ গাত বেছিকৈ মেলি দিলে। কোঠালি এটাই, বাঁহৰ খুঁটাৰে সজা বিছনা এখনত তাই আৰু দুটা ভায়েক-ভনীয়েক, আনখনত নতুনকৈ ওপজাটোৰ সৈতে মাত-বাপেক। বায়েকজনী পলাই যোৱাৰ আগতে বায়েকো তাহাঁতৰ লগত শুইছিল। বায়েক যোৱাৰপৰাহে ভৰি-হাত মেলি সিহঁতে বিছনাত শুব পৰা হৈছে। বাহিৰত কাউৰী, ঘনচিৰিকা, শালিকাৰ কিছিৰ-মিচিৰ শব্দৰ মাজতে সিহঁতৰ চপনীয়া কুকুৰ ভলৌৰ বৌ-ৰৌৱনী ভাহি আহিল। কোনোবা এটাক খেদি গৈছে হ'বলা। পুৱাই গাঁৱৰ মানুহ পথাৰ-হাবিলৈ বাহিৰ ফুৰিবলৈ যায়। কেতিয়াবা বদমাছ একোটাই লোকৰ বাৰীতে বেয়া কাম কৰে। হয়তো সিহঁতৰ বাৰীলৈও কোনোবা গৈছে। ভলৌৱে খাবলৈনো পায় কি? সিহঁতৰ ভাতৰ থালত একো নাথাকেই। তথাপিও কেতিয়াবা নিসনি-পোতনী দুটামান পায়, তাকে খায়ে ভলৌৱে গৃহস্থৰ পহৰাদাৰী অতি নিষ্ঠাৰে কৰে। ভলৌৰ মাত নুশুনা হ'ল। ভানু লাহেকৈ শোৱাৰপৰা উঠি বিছনাত বহিল। সিখন বিছনাত নতুনকৈ ওপজা ভনীয়েকজনীয়ে কেঁ-কেঁকৈ চিঞৰি উঠিল। এনেকুৱা সময়তে তাই উঠে। ছোৱালীজনী ওপজাৰ দিন ধৰি মাকৰ দেহালৈ থৰ অহাই নাই। তলপেটত বিষ। ভানুৰ বিৰক্তি লাগে। তাইৰ পিছৰ দুটা ভায়েক-ভনীয়েকৰ গু-মূতৰ কাপোৰ ধোৱাৰেপৰা এই নতুনকৈ ওপজাজনীলৈকে তাই এই কামৰপৰা অব্যাহিত পোৱা নাই। এনেয়ে হোৱা হ'লে তাই কেঁচুৱাজনীৰ মাত নুশুনাৰ ভাও জুৰি, নিতাল মাৰি পৰি থাকিলেহেঁতেন। পিছে আজিৰ কথা বেলেগ। তাইক আজি দূৰ সম্পৰ্কীয় চহৰত থকা পেহীয়েকে কোনোবা মানুহ এঘৰলৈ লৈ যাব। বনকৰা ছোৱালী হিচাপেই থাকিব যদিও গাঁৱতকৈ আৰামত থাকিব। দুসাঁজ খোৱাৰ চিন্তা নাই, পিন্ধাৰ চিন্তা নাই, তদুপৰি তাইৰ কামো কমিব। মানুহ ঘৰত সৰু ল'ৰা এটা আছে। গৃহস্থ-গৃহস্থনী দুয়োটাই চাকৰি কৰে, ল'ৰাটো ইস্কুলৰপৰা অহাৰ পাছত যতন ল'ব লাগে — মূল কাম ইমানেই। এইখিনি কাম কৰাৰ বাবদ তাই মাহেকত ভাল টকাও পাব দৰমহা হিচাপে। কথাবোৰ শুনি ভানুৰ মনটো মুকলি লাগিছিল যদিও মনে মনে ভয় এটাইও বাহ লৈছিল। গাঁৱৰ তাইৰ সমনীয়া ছোৱালীবোৰো এজনী এজনীকৈ চহৰলৈ বনকৰা ছোৱালী হৈ গুচি গৈছে। সিহঁতৰ বহুতকে যোৱাৰ পাছত আৰু তাই দেখা পোৱা নাই। দুজনীমান যোৱা বেলি গাঁৱৰ ৰাসলৈ আহিছিল। গাঁৱৰ ৰাসত উলিয়াই দিয়া জীয়ৰীও মাকৰ ঘৰলৈ আহে। বহুত নাহিলে ৰাসত আহে। পিছে তাইৰ প্ৰাণৰ বান্ধৱী নীলিমা দুবেলি ৰাসত নাহিল। মাজতে মাকৰ অসুখত তাই এদিনলৈ আহিছিল, তেতিয়া তাইক কৈছিল, আহোঁ বুলিলেই তাই গাঁৱলৈ আহিব নোৱাৰে। গোটেই ঘৰৰ দায়িত্ব তাইৰ ওপৰত। সেইবাৰ জোনাক নিশা চোতালত বহি নীলিমাক ঘেৰি সিহঁত কেবাজনীয়েও চহৰৰ কথা সাধু শুনা দি শুনিছিল। সিহঁতৰ বিস্ময়ৰ সীমা নাছিল যেতিয়া জানিছিল যে নীলিমাই গেছত ৰন্ধা-বঢ়া কৰে, টিভি নিজে চলাব জানে, আনকি সিহঁতে জীৱনত নাম নুশুনা নানাবিধ জুতিলগা ৰন্ধা-বঢ়াও তাই কৰিব জানে বুলি ক'লে। তাই যিঘৰত কাম কৰে, সেইঘৰৰ বাইদেউৰ কাপোৰ চিলোৱা দোকান আছে। নীলিমাৰ ফ্ৰক, চেলোৱাৰ-কুৰ্তাবোৰ তাতেই চিলায়। সিহঁতে নীলিমাৰ কাপোৰবোৰ পিটিকি পিটিকি চাইছিল। সেই তেতিয়াৰ পিছত আৰু নীলিমাক তাই লগ পোৱা নাই। ভানুৰ মনটো উগুল-থুগুল লাগি আছে, তাই চহৰ ভালকৈ দেখাই নাই। পাৰিবনে নীলিমাৰ দৰে গেছ জ্বলাব, টিভি চলাব! নীলিমাই কোৱামতে এইবোৰ বৰ বিপজ্জনক কাম,

যেয়ে-সেয়ে নোৱাৰে, কিন্তু চহৰত থাকিলে এইবোৰ কাম জানিবই লাগিব। কেঁচুৱাটোৱে আকৌ কেঁ-কেঁ কৰিলে। এইবাৰ ভানু বিছনাৰপৰা নামি গৈ আঁঠুৱাখন দাঙি ফটাকানিৰ টোপোলাৰ মাজত থকা এধানমান কেঁচুৱাটোলৈ হাত মেলি ক'লে — বৌটি দে তাইক।

ঃ এ — থক দে, সদায় তই এইবোৰকে কৰি আছ, আজি পুৱাই এইবোৰ কাম কৰিব নালাগে — এফালে যাবলৈ ওলাইছ.... ভানুৰ হাতখন কোঁচ খাই আহিল। অথনিৰেপৰা কেঁচুৱাটোৱে কান্দি থকা সত্ত্বেও মাকে কিয় তাইক মতা নাছিল এতিয়াহে বুজিলে। এনেয়ে আজিৰ দৰে ভাই লেহেম কৰাহেঁতেন মাকে দাঁতে দাঁতে কৰচি তাইক গালিৰে থকা-সৰকা কৰিলেহেঁতেন। আজি তাই যাবগৈ বাবে মাকেও ভাবিছে, কেঁচুৱাৰ গু-মূত ধুই যোৱা ডেৰমাহে পুৱা আৰম্ভ কৰা ভানুৰ আজি পুৱাটো বেলেগ হওক। মাকৰো তেতিয়াহ'লে তাইলৈ মৰম অকমান আছে — যাবলৈ নোলোৱা হ'লে ভানুৱে এই কথাৰ উমানেই নাপালেহেঁতেন। তাই এইবাৰ নিজেই কেঁচুৱাটো মাকৰ কাষৰপৰা উঠাই আনিলে। ৰাতিটোৱে লেতেৰা কৰি থোৱা কাপোৰবোৰ গাৰপৰা গুচাই তাই ধুই শুকাই থোৱা ফটাকানি কেইডোখৰমান আনি কেঁচুৱাটোৰ কাষত ৰাখিলে। কেঁচুৱাটো ডেৰমাহেও তিনিদিনীয়া কেঁচুৱাৰ দৰে নিশকটীয়া। তাই ডাঙৰ পীৰাখনত কেঁচুৱাটো শুৱাই পানীত জুবুৰিয়াই অনা ফটাকানি এডোখৰেৰে কেঁচুৱাটো পৰিষ্কাৰ কৰিলে। চেঁচাপানী খাই কেঁচুৱাটোৱে ৰাউচি জুৰি কান্দি ঠেৰেঙা দিলে। মাকে বাপেকক কেনকেনাই কিবা এটা ক'লে। বাপেকৰ নাকৰ ঘোৎ-ঘোৎ শব্দৰ বাহিৰে ভানুৱে একো নুশুনিলে। আগনিশা বাপেক সদায় অহাৰ দৰেই ঢুলাই মদ খাই নিশা দোভাগত সোমাইছেহি। ভাগ্যে আনদিনাৰ দৰে আগনিশা মাকক মাৰ-পিট কৰা নাই। মাত্র চোতালত থকা গৰুৰ দানাখোৱা পাত্রটোহে গোৰ মাৰি পঠিয়ালে। নিশা ঢলং-পলংকৈ অহা বাপেকে সন্মুখত কিবা বাধা পালেই জ্বলি-পকি উঠে। ল'ৰা-ছোৱালীবোৰ বাপেক অহা গম পালেই বিছনাত নিতাল মাৰে, বৈ থাকে মাকজনী। গতিকে কিবা হীন-ডেঢ়ি হ'লেই বাপেকৰ চৰ-ভুকু-কিল, থিয়-গোৰ গা পাতি লয়। বাপেকৰপৰা একো সঁহাৰি নাপাই মাক টুঁচৰি কেঁকাই-গেঠাই নামি আহিল বিছনাৰপৰা। ভানুনে কেঁচুৱাটোক শুকান কাপোৰেৰে মেৰিয়াই মাকৰ হাতত তুলি দিলে।

— 'থ লেতেৰা কাপোৰবোৰ ময়েই নি ধুমগৈ'। ভানুৱে মাকে কোৱা কথাষাৰ নুশুনাৰ দৰে নিজেই কেঁচুৱাৰ লেতেৰা কাপোৰবোৰ লৈ বাৰীৰ চুকৰ পুখুৰীটোৰ ফালে গ'ল। যাওঁতে তাই কাপোৰ ধোৱা চাবোনৰ টুকুৰাটোও পিৰালিৰপৰা লৈ গ'ল। মাকে পিৰালিতে ভৰি-হাত মেলি কেন-কেনাই ক'লে — 'চাবোন বেছি খৰচ নকৰিবি'।

দিনটোৰ সদায় কৰা সকলো কামেই ভানুৱে কৰিলে। কেঁচুৱাৰ কাপোৰ-কানি ধুই তাই প্রাতঃকার্য সমাপন কৰি পুখুৰীৰ পানীৰে গা ধুলে। চোতাল সাৰিলে, গোবৰ-মাটিৰে পিৰালি আৰু চোতালৰ এছোৱা লেপিলে। তাৰ পাছত হাত-ভৰি ধুই আগদিনা তাই হাবিৰ পৰা বুটলি অনা জেং-খৰিবোৰ ভাঙি জুহালত জুই একুৰা ধৰি চাহৰ বাবে পানী উতলিবলৈ চৌকাত কেট্‌লীটো তুলি দিলে। পানী তপত হ'বলৈ লগা সময়খিনিতে তাই ৰান্ধনিঘৰত কলহ দুটাত, পঞ্চায়তে যোৱা বছৰ দিয়া সমজুৱা দমকলটোৰপৰা পানী আনি ভৰালেহি। গৰুটোৱে হেম্বেলিয়াই আছিল, তাকো মেলি দিলে। এটা বলদহে ৰৈছেগৈ। গাইজনী যোৱাবেলি ঢুকাল, কেঁচুৱাজনীৰ মাকৰ বুকুৰ গাখীৰ এৰাৰ পিছত এইবাৰ মুখত গাখীৰ নপৰিব। ইতিমধ্যে বাঁহনিৰ মাজেৰে প্রথম বেলিৰ কিৰণ আহি সিহঁতৰ চোতালত পৰিলহি। ৰান্ধনিঘৰ ভুমুকিয়াই তাই দেখিলে, পানী কেট্‌লীত বক্-বক্‌কৈ উতলি আছে। নলীৰে ধোঁৱা ওলাইছে আৰু কেট্‌লীৰ সাঁফৰখনো পানীৰ গৰম ভাপত ওপৰলৈ উঠি যাওঁ যাওঁ কৰি আছে। চাহ বাকিবলৈ বুলি পাকঘৰলৈ সোমাব খুজি ভানুৱে দেখিলে, মাকে গা ধুই আহি তিতা তিয়নী চোতালৰ এমূৰৰ বাঁহৰ ডাঁৰিত মেলি দিছে। ভানুৱে ক'লে — বৌটি, পানী উতলি আছে। চাহ বাকি খা, মই অকমান গাঁও ফুৰি আহোঁ।

ঃ তই চাহ এটোপা নোখোৱাকৈ যাবনে?

ঃ মই খাম কাৰোবাৰ ঘৰত। এতিয়াই নগ'লে যাবলৈ সময় নাপাম। মাকে একো নামাতিলে। ভানু যাবগৈ আজি। কিমানদিনলৈ গাঁৱলৈ নাহে ঠিক নাই।

গাঁওখনত লগা-লগি প্ৰত্যেকৰে ঘৰ। বেছিভাগেই বানপানীত ভাগি অহা মানুহ। দুঘৰমান কলিতা, ছঘৰমান নাথ, দহঘৰমান কৈৱৰ্ত আৰু আঠঘৰ বঙালী মানুহেৰে চুবুৰিটো প্ৰথমে হৈছিল। এতিয়া বাঢ়ি বাঢ়ি পঞ্চাছ ঘৰমান মানুহ হ'লগৈ। পুৰণি স্থানীয় বাসিন্দাখিনিয়ে প্রথমে সিহঁতৰ সৈতে বেছি মিলা-মিছা নকৰিছিল। পিছে ঘৰৰ জেওৰা দিয়া,

কাঠফলা, তাঁত-বাতি কৰা, ধান-বনা, ভুঁই-ৰোৱা আদি সকলো কামতে যেতিয়া এই নতুন মানুহখিনি পুৰণি বাসিন্দাখিনিৰে কামত আহিবলৈ ধৰিলে, তেতিয়াৰপৰাই এইখন গাঁৱৰ মানুহ পুৰণি গাঁওখনৰ সৈতে মিলি পৰিল। ভানুৰে বিহুৰ সময়ত ঢেঁকী দি, তাঁত বাতি কৰি দি দুপইচা পায়। কিন্তু তাইৰ পইচাকেইটা বাপেকে ডকা-হুকা দি লৈ নিশা মদ খাই টলং-ভটং হৈ ঘূৰি আহে। ভানুৰ এই লৈ সদায় অশান্তি। পিছলৈ তাই কাম কৰা মানুহৰ ঘৰতে পাবলগা পইচা জমা থ'বলৈ ল'লে। আজি তাই যাবগৈ। যোৱাৰ আগতে মানুহবোৰক মাত নলগালে অসন্তোষ কৰিব।

দুপৰীয়া মাকে যতনাই দিয়া মাটিমাহৰ খাৰ, কঁচুপিটিকা আৰু গুটি আলু খৰিচা ঢেঁকীয়া দি ভজা এখনেৰে ভানুৱে ভাত খাই যাবলৈ ওলাল। মাকে মাছ-পুঠিৰে ভাতসাঁজ খুৱাব নোৱাৰি অসন্তোষ কৰিলে। এনেয়ে ভানুৱে জাকৈ-জুলুকি মাৰি দুটা হ'লেও শিঙৰা-দৰিকণা আনি দুপৰীয়া ভাতসাঁজ মছুৱা কৰে। মাছ মাৰি আহোঁতে লগতে বাটতে পোৱা কঁচু, ঢেঁকীয়া, মাটিকাদুৰি, কলমৌ যিহকে পাই তিহকে এমুঠি আনি মাকক দিয়ে। আজিও গাঁও ফুৰি আহোঁতে হাতত ঢেঁকীয়া এমুঠি লৈ আহিছিল। মাছ মাৰিবলৈ যাবলৈহে সময় নাপালে। পেহীয়েকে কৈ গৈছে কালি, দুপৰীয়া দুই বজাৰ বাছ ধৰিবগৈয়ে লাগিব। সেয়ে সদায় তাই কৰা কামৰ ভিতৰত হাবিৰপৰা খৰি বুটলি অনা আৰু আবেলি বলদটো ঘৰলৈ আনি দানা খুওৱাৰ কামটো কৰিব নোৱাৰিলে। পেহীয়েকজনী আহি খদমদম লগাই দিলেহি। দুই বজাত শেষ বাছখন ঘাই আলিয়েদি যায়হি। সেইখন ধৰিব নোৱাৰিলে আজি আৰু যোৱা নহ'বগৈ। ইফালে ঘাই আলিলৈকে এছোৱা খোজ কাঢ়িবলৈ আছেই। ভানু ঘৰৰপৰা বহুদিনলৈ যাব যদিও ঘৰৰ মানুহবোৰৰ বিশেষ একো প্ৰতিক্ৰিয়া হোৱা দেখা নাই ভানুৱে। তাই এই কথাটোত মনে মনে ভালেই পালে। ঘৰখন এৰি অচিন-অবিন ঠাইৰ মানুহ এঘৰলৈ যাবলৈ লৈ মাজে মাজে তাইৰ দুখ নলগাও নহয়। ঘৰৰ মানুহবোৰে যদি তাই যোৱাৰ বাবে মন মাৰিলেহেঁতেন, তাইৰ যাবলৈ কষ্ট হ'লহেঁতেন। পাঁচ বছৰীয়া ভায়েকটোৱেহে মাত্ৰ ক'লে — 'তই সোনকালে আহিবি দেই। আহোঁতে মোলৈ বিস্কুট আৰু লুজেন আনিবি'। যাবৰ সময়ত কেঁচুৱা ভনীয়েকজনীক একোলা লব'লৈ মন আছিল যদিও তাই কোলাত নল'লে। তাই নোহোৱাত কেঁচুৱাজনীৰ আলে-আথানি হ'ব বুলি মনটো বেয়া লাগিল। পদূলিৰ নঙলামুখলৈকে মাক আগবাঢ়ি আহিল। মাকৰ শুকান পিয়াহ চুহি কেঁচুৱাজনী টোপনিত লালকাল দি আছে। ভানুৱে কেঁচুৱাজনীৰ গালখন চুই চাই খৰ খোজ দিলে। আগে আগে বাপেক আৰু পেহীয়েক গৈ বহুদূৰ পালেগৈ।

ইস্কুল ঘৰটোৰ কাষেৰে যাওঁতে ভানুৰ মনটো অকমান বেয়া লাগিল। দুবছৰৰ আগেয়েই বাপেকে ঘৰৰ কাম কৰিবলৈ মানুহ নাই বুলি তাইক ইস্কুল এৰুৱাই দিছিল। এজনী এজনীকৈ তাইৰ লগৰবোৰেও এৰিছিল। এতিয়া মাত্ৰ তাহাঁতৰ লগৰ চিন্তামণিহে ইস্কুললৈ অহা-যোৱা কৰি আছে। চিন্তামণিৰো পঢ়াত ইতি পৰিছিলেই, তেনেকুৱাতে যেনিবা ককায়েকটো মিলিটেৰীত সোমাল। তাইক পঢ়িবলৈ ক'লে। এতিয়া চিন্তামণি সপ্তমমান পাইছেগৈ। তাইৰো পঢ়িবলৈ মন আছিল, পিছে দুবছৰৰ আগতেই ইস্কুল এৰি দিয়াত তাইৰ এতিয়া পঢ়া একো মনত নাই আৰু পঢ়িবলৈ ইচ্ছাও নাই। ইস্কুললৈ অহা-যোৱা কৰা দিনবোৰৰ কথা মনত পৰি তাইৰ মনটোত অকমান বিষাদৰ ভাব আহিল। বৰ ভাল আছিল দিনবোৰ। তাইৰ লগত আটাইকেইজনী — নীলিমা, সুমিত্ৰা, ৰেণুমাই, বগী আৰু চিন্তামণি একেলগে ইস্কুললৈ গৈছিল, একেলগে নৈৰ যুৰলিত-বিলত মাছ মাৰিছিল, ভুঁই ৰুইছিল, ৰাসত উজাগৰে থাকি ৰাস চাইছিল, গোপীৰ ভাও লৈছিল, পুৱতি নিশা দোকানৰ ভজা বুট খাই মুখত মেক-আপেৰে সৈতে ঘৰলৈ উভতিছিল। পথাৰৰ আলিৰে ৰাস পূৰ্ণিমাৰ নিশা সিহঁতে গোপীৰ পোছাকেৰেই এবাৰ ঘৰলৈ ওভটোতে গাঁৱৰ উদণ্ড ডেকা কিৰিটিয়ে সিহঁতৰ গাৰ কাষেৰেই চাইকেল চলাই চিঞৰি কৈছিল — 'এইকেইজনী বৃন্দাবনৰ সঁচা গোপী দেখোন। কৃষ্ণগোসাঁয়ে দেখা হ'লেও বলিয়া হ'লহেঁতেন, আমি কোন কুটা!' কথাষাৰ ভানুৰ আজি আকৌ মনত পৰিল। বৰ ভাল আছিল সেই দিনবোৰ! তেতিয়া তাইৰ পিতায়েকে মদো নাখাইছিল। তাহাঁতৰ অভাৱ আজিৰ দৰে নাছিল।

তাই, পেহীয়েক আৰু পিতায়েক আলিমূৰৰ বৰগছজোপাৰ তলতে বৈ থাকিল। পিতায়েকে পেহীয়েকৰ সৈতে তাইৰ দা-দৰমহা সম্পৰ্কত আলোচনা কৰিছে। পেহীয়েকে এই ছলতে ভানুক জ্ঞান দিবলৈ লাগিল — 'চহৰলৈ প্ৰথম যাবি, সাৱধানে থাকিবি। গাঁৱৰ সৈতে একো নিমিলে। গাভৰু ছোৱালী যেতিয়া আনে বুজাব নালাগে।

নিজেই সতৰ্ক হ'বি। হাবিত হৰিণা পহু যেনেকৈ থাকে, গাভৰু ছোৱালীও তেনেকৈ থাকে। গাভৰু ছোৱালীৰ বাবে সংসাৰখন এখন জন্তু-জানোৱাৰেৰে ভৰা জংঘলেই। ছাৰ-বাইদেৱে যেনেকৈ কয় তেনেকৈ চলিবি, ভালকৈ চলিলে তোৰ সুখে নধৰা হ'ব, বাইদেউহঁতেই তোৰ বিয়া-বাৰুৰ দায়িত্বও ল'ব — ঠিক তেনেতেই দুৰৈত বাছখন দেখা গ'ল। পেহীয়েকে কথাবোৰ কওঁতে পিতায়েকে বিড়ি হুপি কথাবোৰ শুনি আছিল। এইবাৰ পিতায়েকে মাত লগালে — 'শুনিলি নহয় কথাবোৰ। ভালকৈ থাকিবি। কিবা উৰাহে-পিয়াহে পেহীয়েৰক বিচাৰিলেই পাবি'। বাছখন সিহঁতৰ ওচৰত ৰ'লহি। ভানুৰ গাঁওখন এৰি ডিঙিলৈকে বুকুৰ ভিতৰৰ পৰা শোক এটা উজাই আহি সোপা মাৰি ধৰিছিল। বাছখনত যিহে ভিৰ, তাই কোনোমতেই ঠেলি-হেঁচি ভিতৰ সোমাব পাৰিলে। বাছখন চলিবলৈ ধৰিলত পিতায়েকক দেখে নেকি তাই ডিঙি মেলি চালে — পিছে নেদেখিলে। বাছৰ ভিতৰত ঠেলা-হেঁচা কৰা মানুহবোৰৰ মূৰ আৰু ডিঙিৰ ফাঁকেৰে তাই বৰগছজোপাৰ দুটামান ঠাল আৰু ৰিব্‌ৰিবৃকৈ বতাহত কঁপি থকা পাত দুটামান দেখিলে, গাঁওখন, পিতায়েক সকলো অদৃশ্য হৈ গ'ল।

ভানুৰ নতুন মানুহ ঘৰত চাওঁতে চাওঁতে ডেৰ বছৰ পাৰ হৈ গ'ল। প্ৰথম অৱস্থাত তাই পেঁপুৱা লাগি দুদিনমান আছিল। মানুহক জীৱন ধাৰণ কৰিবলৈ ইমানবোৰ বস্তু লাগেনে? ছাৰ-বাইদেউ চাকৰিলৈ গ'লে আৰু ল'ৰাটো ইস্কুললৈ গ'লে ঘৰখনত তাই অকলে থাকে। তেতিয়া তাই প্ৰতিটো বস্তু লিৰিকি-বিদাৰি চায়। কোনটো বস্তুৰ কি নাম, কি কৰে তাই একোকে নাজানে। বস্তুবোৰ কেনেকৈ পৰিষ্কাৰ কৰিব লাগে বাইদেৱে শিকাইছিল প্ৰত্যেক দিনাই। তথাপিও তাই কাপ-প্লেট-গিলাছ-ফুলদানী কেবাটাও ভাঙিলে। তাই বেছি সাৱধান হওঁতেই দেখোন অঘটনবোৰ ঘটে। বস্তুবোৰ লওঁতেই হাতখন থৰ্ থৰ্কৈ কঁপে। তাই ভয়ত বিবৰ্ণ হৈ কুচি-মুচি হৈ থাকে তেতিয়া বাইদেউলৈ। পিছে বাইদেৱে গোমোঠা হৈ থকাৰ বাহিৰে বিশেষ গালি পৰা নাছিল। ডাঙৰ ফুলদানী এটা ভঙাৰ পাছতহে তাইক সাৱধান কৰি দিছিল যে ইয়াৰ পাছত কিবা ভাঙিলে তাইক এটকাও দৰমহা নিদিয়াকৈ ঘৰত থৈ আহিবগৈ। তেতিয়াৰপৰা তাই বেছি সাৱধান হ'বলৈ লৈছিল।

যোৱা ডেৰ বছৰত ভানু এই ঘৰখনৰ অপৰিহাৰ্য অংগ হৈ পৰিল। তাইৰ অভ্যাসো বহুত সলনি হ'ল। ঠাণ্ডা দিনত গৰমপানীৰে গা ধোৱা অভ্যাস হ'ল। চেণ্ডেল নিপিন্ধাকৈ থাকিলে ভৰিৰ তলুৱাবোৰ অপৰিষ্কাৰ হোৱা যেন লাগিবলৈ ধৰিলে। তাইৰ নিজস্ব এটা বাকচ হ'ল। ভাত তাই বাইদেউহঁতে আনি দিয়া নতুন কাপোৰ থ'লে। বাইদেউৰ নিপিন্ধা ভাল মেক্সি, চেলোৱাৰ-কুৰ্তা কেবাযোৰো তাই পালে। তদুপৰি বাইদেউ আৰু তাইৰ ভৰিৰ জোখ একে হোৱাত বাইদেউৰ পুৰণি ধুনীয়া ডিজাইনৰ কেবাযোৰো চেণ্ডেল-জোতা তাই পালে। তাইৰ এখন আৰ্চী, ফণি, তেল, মুখত ঘঁহা ক্ৰীম, পাউডাৰ, বিন্দি আৰু গা ধোৱা চাবোন নিজাকৈ হ'ল। এবাৰ পিতায়েক আহিছিল বিহুত লৈ যাবলৈ। তাই নগ'ল। তাৰ সলনি টকা তিনিশ বাইদেউৰপৰা লৈ তাই দেউতাকৰ হাতত দি ক'লে — 'পিতাই, বিহু খাবি। ভাই-ভনীকেইটাক কিবা একোটা কিনি দিবি। মই বিহুত গ'লে বাইদেউৰ অসুবিধা হ'ব'। ভানুৱে টিভি, ভেকুৱাম ক্লীনাৰ, টেপ ৰেকৰ্ডাৰ সকলো চলাব পৰা হ'ল। টেলিফোন কৰিবলৈ আৰু নম্বৰৰ বুতাম টিপি ফোন কৰিবলৈও শিকিলে। তাই অ'ভেনত কেক-বিস্কুট আদি তৈয়াৰ কৰিবলৈ শিকাৰ লগতে, মিক্সিত মচলা গুড়ি কৰা, জুছ কৰা আদিতো পাকৈত হ'ল। এই ডেৰ বছৰত কামবোৰ তাই যিমানে শিকিলে, সিমানে তাইৰ নীলিমালৈ মনত পৰিবলৈ ধৰিলে। লগে লগে তাই থিৰাং কৰিলে যে এইবাৰ তাই ৰাসত গাঁৱলৈ যাব। ৰাসত তাইৰ বান্ধৱীবোৰো যেনে-তেনে গাঁৱলৈ আহে। কথাটো তাই বাইদেউক কাণ চোৱালতে বাইদেৱে তিনিদিনৰ ছুটী মঞ্জুৰ কৰি ক'লে যে ভানুৰ ঘৰখন যিহেতুকে বাইদেউহঁতে দেখা নাই, গতিকে তাইক ৰাসত থ'বলৈ তেওঁলোক যাব। আহোঁতে তাইক দেউতাকে থৈ যাব পাৰিব।

নিশা বৰষুণ দিছিল। জাৰ নমোৱা বৰষুণ। ভানুৰ খুব পুৱাই টোপনি ভাঙিল। তাই বেলকনিলৈ ওলাই আহি তললৈ চালে। শাৰী শাৰী গেৰেজবোৰ তাইৰ চকুত পৰিল। প্ৰথমতে তাইৰ এই ওখ ওখ বাকচ হেন অট্টালিকাবোৰ দেখি ভয়ত বুকুখন টিপ্-টিপাইছিল। পেহীয়েকে বুজাই কৈছিল, এইবোৰক ফ্লেট বুলি কয়। একো একোটা এনেকুৱা অট্টালিকাত পোন্ধৰ ঘৰমানকৈ মানুহ থাকে। প্ৰথমতে চাৰি তলাৰ এই ফ্লেটটোৰপৰা তললৈ তাই চালেই মূৰ ঘূৰাইছিল। পিছত চাব পৰা হ'লগৈ। চিৰিবোৰৰে হাড-ভৰি নৰ্কপাকৈ তাই খৰকৈ অহা-যোৱা কৰিব পৰা হ'ল। মাটিত ভৰি নপৰাকৈ মানুহ যে থাকিব পাৰে সেয়া ভাবি তাই প্ৰথমে

বিচুৰ্তি খাইছিল, পিছত লাহে লাহে তাইৰো অভ্যাস হ'ল। ডেৰ বছৰেই হ'ল, তাইৰ ভৰিৰ তলুৱাখনে মাটি স্পৰ্শ নকৰা।

বেলকনিৰ ৰেলিঙত ভৰ দি তাই শাৰী শাৰী গেৰেজবোৰলৈ চালে। কোনটো গেৰেজত কাৰ, কি ৰঙৰ গাড়ী থাকে তাইৰ মুখস্থ হৈ গৈছে। সেইদৰে গাড়ীৰ আকাৰ দেখিয়ে তাই ক'ব পাৰে গাড়ীৰ নাম। এইক্ষেত্ৰত বাইদেউৰ ল'ৰাটোৱে তাইক বহুত সহায় কৰিছে। ঘৰত ভাই-ভনীবোৰক এৰি অহাৰ দুখটো তাই ক্লাছ ফ'ৰত পঢ়া ৰাহুলক পাই পাহৰিছে। তাৰ সৈতে ভিডিঅ' গ্ৰেম, কেৰম খেলিবলৈও শিকিছে। তাৰো ঘৰত লগ-ভাগ নাই, ভানুক পাই সি খেলাৰ লগৰী পাইছে। কাকতীৰ গেৰেজটোৰপৰা ৰূপালী মেটিছ গাড়ীখন ওলাইছে। ড্ৰাইভাৰটোৱে ওপৰলৈ চাই তাইক ৰৈ থকা দেখি জিভা উলিয়াই দেখুৱালে। ভানুৱে একো প্ৰতিক্ৰিয়া নেদেখুৱালে। এনেকুৱা আচৰণবোৰত তাই নিৰ্বিকাৰ হ'বলৈ শিকিছে। এবাৰ ছাদৰ ওপৰত কাপোৰ মেলিবলৈ যাওঁতে, কাকতীৰ ড্ৰাইভাৰটো আৰু নন্দ সিং নামৰ মানুহজনৰ ড্ৰাইভাৰটোৱে মুখ চুপতি মাৰি কাষ চাপি আহিছিল। তাই 'তহঁতৰ কথা আজিয়েই বাইদেউক ক'ম ৰ' — বুলি ক'লত সিহঁত পলাই পত্ৰং দিলে। পোন্ধৰটা বিল্ডিঙৰ এই বিশাল অঞ্চলটোত কিমান ড্ৰাইভাৰ, ঝাড়ুৱালা, গুৱাল, হকাৰ, ফেৰীৱালা অহা-যোৱা কৰে উমান ধৰিবলৈ টান। তাৰ ভিতৰতে কিছুসংখ্যকক তাই চিনি পোৱা হৈছেগৈ।

এই ফ্লেটবোৰত কাম কৰা ড্ৰাইভাৰৰপৰা ঝাড়ুৱালালৈকে অসংখ্য অপৰিহাৰ্য মতা মানুহবোৰক; কেতিয়াও বিশ্বাসত নল'বলৈ বাইদেৱে শিকাই দিয়ামতেই তাই সিহঁতক প্ৰশ্ৰয় নিদিয়ে। তাই সাৱধানী ছোৱালী। কিন্তু তথাপি আজিকালি তাই অন্যমনস্ক হৈ পৰে। তাই নিজেই ধৰিব পৰা হৈছে কথাটো। বাইদেউৰ ভায়েক বুবু অফিচৰ কামত গুৱাহাটীলৈ আহি দুদিনমান থাকি যোৱাৰ পাছৰপৰাই তাইৰ পৃথিৱীখন কিবা শূন্য শূন্য লাগে। ৰাহুলে 'বুবুমা' বুলি মাতে বাবেই তায়ো বুবুমামাক বুবুমা বুলি মাতে। ইমান ফুৰ্তি কৰে বুবুমাই! ভানুক কথাই কথাই প্ৰশংসা কৰে। 'ভানু আধাঘন্টাৰ মূৰে মূৰে মই চাহ খাওঁ বুলি তইহে খবৰ ৰাখ — ঘৰত এনেকৈ চাহ খুজিলে মাৰ গালি, ইয়াত বাইদেউৰ গালি'। কেতিয়াবা কয় — 'ভানু তোৰ হাতৰ মাছৰ টেঙা খাই মোৰ ইয়াৰপৰা যাবলৈয়ে মন নাযায়'। বুবুমা থকা কেইদিন ভানুৰ মনটোত কিবা উলাহ উলাহ ভাব লাগি থাকে। গাঁৱত ৰাস মহোৎসৱ আৰম্ভ হোৱাৰ সময়ত যেনেকুৱা উলাহ লাগে, — ঠিক তেনেকুৱা। সেইকেইদিন তাই নিজৰ যত্নও বেছিকৈ লয়। এদিন তাই শ্বেম্পু কৰা দীঘল চুলিখিনি ৰ'দত শুকুওৱা দেখি বুবুমাই কৈছিল — 'ভানু, ছোৱালীৰ এনেকুৱা ধুনীয়া চুলি দেখিবলৈকে নাই আজিকালি। চহৰৰ কোনো ছোৱালীৰ চুলিয়ে তোৰ সৈতে ফেৰ মাৰিব নোৱাৰে দেই'। তাইৰ বুকুৰ ভিতৰৰ কোনোবা এঠাইত তেতিয়া শিৰিক্‌কৈ উঠিছিল। এদিন তাই গা ধুই ওলাই আহোঁতে বুবুমাই তাইলৈ ৰ লাগি চোৱাৰ কথা গম পাইছিল। যদিও একো নেদেখাৰ ভাও জুৰিছিল তাই, এটা অবুজ শিহৰণে তাইৰ হাত-ভৰিবোৰ অৱশ কৰিছিল হঠাতে। মতা মানুহৰ চাৱনিত যে ইমান মোহনী শক্তি থাকে তাই আগতে জনা নাছিল। মুঠৰ ওপৰত বুবুমা দুই-তিনিদিন থাকি গুচি যোৱাৰ পাছৰ দুমাহ-তিনিমাহ সময় তাই বুবুমাৰ বাহিৰে চাৰিওকাষে একো নেদেখা হৈ থাকে। কিয় এনে হয় তাই নাজানে। বাইদেৱে কেবাদিনো গালি পাৰিছে তাইৰ অচেতনভাৱে কৰা কামবোৰৰ কাৰণে। বাইদেৱে তাইৰ মনৰ কথা গম পাইছে বুলি তেতিয়া তাই ভয় খাই যায়। উপৰ্যুপৰি হৰ্ণ বজা শুনি তাই সম্বিৎ ঘূৰাই পালে। কিমান সময় বেলকনিৰ ৰেলিঙত ভেজা দি তাই তলৰ গেৰেজবোৰলৈ চাই আছিল গমেই নাপালে। কাকতীৰ ড্ৰাইভাৰটোৱে গাড়ীখন বেক কৰি তাইৰ পোনে পোনে ৰখাই তাইলৈ চাই কিবা-কিবি ইংগিত দি অংগী-ভংগী কৰি আছে। আচৰিত কথা, ইমানপৰে তাই তালৈকে চাই আছে যদিও প্ৰকৃততে একো দেখা নাছিল। বুবুমাৰ কথা ভাবি থাকিলে এনেকুৱাই হয় তাইৰ। কাকতীৰ ড্ৰাইভাৰটোৱে নিশ্চয় ইমানপৰে তালৈকে চাই থকা বুলি ভাবিলে। কথাটো ভাবৰ লগে লগে তাৰ ওপৰত ভানুৰ অসহ্য খং উঠি আহিল। পৰা হ'লে তাই তাৰ মূৰৰ ওপৰত জাবৰ থোৱা বাল্টিটো ওপৰৰপৰা পেলাই দিলেহেঁতেন। ভানু তৎক্ষণাৎ সেই ঠাইৰপৰা আঁতৰি আহি বাইদেউক গোচৰ লগালে — 'এই কাকতীৰ ড্ৰাইভাৰটোক মই কিন্তু চৰিয়াম কাহানিবা। ছল পালেই সি মোক জোকায়'। বাইদেৱে মিচিকিয়াই ক'লে — 'হ'ব — তই এইবোৰ হাই-কাজিয়া নকৰিবি। তই তালৈ নাচালেই হ'ল'।

ৰাসলৈ এদিন থাকোঁতে ভানুক লৈ গৈ তিনিদিনৰ বাবে ঘৰত থৈ অহাৰ বন্দবস্ত হ'ল। ৰাসৰ পিছদিনা টোপনি খতি পূৰাবলৈ শুব লাগিব। ভানুৱে ইচ্ছা কৰিলে আৰু এদিন থাকিব পাৰিব বুলি ছাৰ-বাইদেৱে অনুমতি দিছে। ডেৰ বছৰৰ

মূৰত ভানু নিজৰ গাঁৱলৈ, নিজৰ ঘৰলৈ যাব। সেইমতেই পুৱাতে ভানু ওলাল। কাপোৰ-কানি ভৰাই নিবলৈ বেগ এটাও তাই পালে। যাওঁতে বাইদেউহঁতৰ নিজা গাড়ীৰে তাইক থ'বলৈ যাব। বাইদেউহঁতৰ ভানুৰ পৰিয়ালৰ সৈতে দেখা-দেখি নাই। ছাৰে বাৰে বাৰে কৈছে — ভানুৰ ঘৰ ক'ত চাই অহাটো ভাল। পুৱাই ভানুৰ গাঁৱলৈ যাবলৈ গোটেই ঘৰখনৰ ব্যস্ততা দেখি ভানুৰ মনত আনন্দ লাগিল। ৰাজুলৰ গাত ভত্ নাই। ভানুৰ গাঁৱৰ কাষেৰেই এখন নদী গৈছে। কথাটো শুনাৰেপৰা ৰাজুলৰ মনটো নদী পাৰত আছেগৈ। ঘৰত তলা মাৰি যাবলৈ সকলো ওলাওঁতেই ঘটনাটো ঘটিল। হঠাতে বেগ এটা হাতত লৈ উপস্থিত বুবুমা। ভানুৰ উশাহ বন্ধ হৈ যোৱাৰ উপক্ৰম হ'ল। বুবুমাই ঘৰৰ চাবি খুজি ক'লে — 'একো নহয় তহঁত যা। মই ওলায়ে যাম। কাম আছে'। ভানুৱে ক্ষীণ কণ্ঠস্বৰেৰে ক'লে — 'বাইদেউ, বুবুমাক চাহ একাপকে দি যাওঁ নহ'লে....' বুবুমাই 'নাই নাই' কৰি উঠিল। চাহ সি নিজে কৰি খাব।

ভানুলৈ চাই বুবুমাই ক'লে — ঘৰৰপৰা মোলৈ কি আনিবি ভানু? মই কিন্তু পৰহিলৈ যামগৈ। তাই একো নামাতিলে। ভৰি দুখন তাইৰ আগলৈ নচলা হৈ গ'ল। ডেৰ বছৰৰ মূৰত ঘৰলৈ যোৱাৰ উৎসাহ একমুহূৰ্ত্ততে নোহোৱা হৈ গ'ল। তাই পুতলাৰ দৰে গাড়ীত বহিলগৈ। ওৰে বাটটো তাইৰ কাণত বাৰে বাৰে শব্দকেইটা আহি খুন্দিয়াই থাকিল — ঘৰৰপৰা মোলৈ কি আনিবি ভানু? তাই পৰা হ'লে বাইদেউক ক'লেহেঁতেন — বলক বাইদেউ উভতি যাওঁ। মই গাঁৱলৈ নাযাওঁ, ৰাসো নাচাওঁ। বুবুমাই কৈছিল, পৰহিলৈকে তেওঁ থাকিব। কাইলৈ ৰাস, ৰাসৰ পিছত ভানু ঘৰত দুদিন থকাৰ কথা, তাৰমানে বুবুমাক তাই ঘূৰি আহি নাপায়! বুবুমা তিনি-চাৰিমাহৰ মূৰতহে আহে, তাকো অফিচৰ কাম থাকিলেহে। কি কৰিব তাই? ভানুৱে কওঁ-নকওঁকৈ বাইদেউক ক'লে — 'ৰাসৰ পিছদিনাও মই যাবগৈ পাৰোঁ, মই নাথাকিলে আপোনালোকৰ কষ্ট হ'ব'। বাইদেৱে কথাষাৰ শুনিয়ে তাইলৈ মৰমসনা দৃষ্টিৰে ক'লে — 'হ'ব ইমানদিনৰ মূৰত তই ঘৰলৈ আহিছ — থাক, আমি দুদিন চম্ভালিব পাৰিম'। ভানুৰ মুখখনৰ সকলো উজ্জ্বলতা নোহোৱা হৈ গ'ল কথাষাৰ শুনি।

গাঁৱত ভৰি দিয়েই ভানুৱে গম পালে ইতিমধ্যে তাই মানুহবোৰৰ ঘৰে ঘৰে চৰ্চাৰ বিষয় হৈ পৰিছে। ইয়াৰ আগতে গাঁৱৰ কোনো ছোৱালীক থ'বলৈ এই আওঁহতীয়া গাঁওখনলৈ চহৰৰপৰা মটৰগাড়ীৰে মানুহ অহা নাছিল। ভানুৱে গাঁৱৰ চেণ্টাৰত থকা মিহিৰৰ দোকানৰপৰা গজা আৰু খুৰ্মা কিনিলে। বাইদেৱে পইচা দি কৈছিল, 'যদি কিবা কিনই, অতবোৰ চহৰৰ মিঠাইৰ দোকান পাৰ হৈ আহি এইখন দোকানত গজা কিনিবলৈ সোমালি কিয়? ইয়াতকৈ ভাল বস্তু পালিহেঁতেন'। ভানুৱে একো নামাতিলে। তাই কেনেকৈ ক'ব যে মিহিৰৰ মিঠাইৰ দোকানৰপৰা গজা-খুৰ্মা কিনি খাব পৰা মানুহ গাঁৱত কমেই আছে। এবাৰ পিতায়েকে ঘৰলৈ বাকীকৈ খুৰ্মা নি পিছত পইচা নিদিয়াত মিহিৰে পুৱাই চোতালতে বাপেকক কুকুৰে কাঁইট নোখোৱাকৈ গালি দি থৈ গৈছিল। খুচুৰাকৈ গজা-চিঙাৰা কিনে মিহিৰৰ দোকানত; গাঁৱৰ মানুহে ভানুৱে সেই মিহিৰৰ দোকানত আজি এক কেজি গজা আৰু আধা কেজি খুৰ্মা কিনিছে, নগদ পইচা দি, এই গৰ্ব আৰু আনন্দৰ কথা, বাইদেউক ক'লেও বুজি নাপাব। তাই ভায়েকলৈ বিস্কুটৰ পেকেট, আলহীক চাহ খুৱাবলৈ গাখীৰৰ পেকেট এটাও কিনিলে। তাৰ পাছত টোপোলাৰে সৈতে গৰ্বেৰে গাড়ীত উঠি ঘৰমুৱা হ'ল।

বাইদেউহঁত এঘণ্টামান ভানুৰ ঘৰত থাকি গ'লগৈ। ইতিমধ্যে ভানুহঁতৰ চোতালত এখন ডাঙৰ মেল বহিল। তাত জুম খোৱা তিৰোতাবোৰে ভানুৰ ভাগ্যৰ কথা একমুখে স্বীকাৰ কৰিলে। গাঁৱৰ বেছিভাগ ছোৱালী ৰাসত চহৰৰপৰা ছুটী লৈ আহিছে। কিন্তু ভানুৰ সমান কোনোজনীয়েই সুখত থকা নাই। কেবাজনী তিৰোতাই সিহঁতৰ ল'ৰা-ছোৱালীবোৰৰ বাবেও ভানুক একোখন ভাল ঘৰ চাই দিবলৈ খাটনি ধৰিলে। ভানুৱে ডেৰ বছৰৰ মূৰত আহি দেখিলে, তাইৰ ঘৰখনত সম্মানো কিছু বাঢ়িছে। মাকে তাইক একো কাম কৰিবলৈ দিয়া নাই। তাই ভনীয়েকজনীকে কোলাত লৈ গাঁৱৰ ইঘৰ-সিঘৰ সন্ধিয়া পৰলৈকে ফুৰি ফুৰিলে। তাইৰ পিছ নেৰিলে ভায়েক-ভনীয়েককেইটাই।

গাঁওখন ৰাস মহোৎসৱৰ দিনা উদুলি-মুদুলি হ'ল। সন্ধিয়াতে সকলোৱে ভাত-পানী খাই ৰাস চাবলৈ ওলাল। ভানুৱে দেখিলে সুমিত্ৰা, বগী, কনকাহঁতৰ সৈতে নীলিমাও আহিছে সিহঁতৰ ঘৰলৈ। আটাইকেইজনীৰ গাত সিহঁতৰ আটাইতকৈ ভাল চেলোৱাৰ-কুৰ্তা আৰু স্কাৰ্ট-ব্লাউজ। ভানুৱে বাইদেৱে এমাহ আগতে দিল্লীৰপৰা আনি দিয়া কোমল গুলপীয়া চেলোৱাৰ-কুৰ্তাযোৰ পিন্ধিলে। কনকৰা গুলপীয়া চুন্নীখন যেতিয়া ভানুৱে গাত পেলাই ল'লে আটাইকেইজনীয়ে ভানুলৈ চাই থৰ লাগিল।

ৰাসৰ চৌঘৰলৈকে সিহঁত পোনে পোনে গ'ল। গাঁৱৰ বেছিভাগ মানুহেই পাৰ্ট লৈছে। কিৰিটি আগৰ দৰেই কৃষ্ণ হৈছে। গোপীবোৰ সৰু সৰু। ডাঙৰবোৰ বেছিভাগেই চহৰলৈ গ'ল বনকৰা ছোৱালী হৈ। বহুদিনৰ মূৰত ভানুক দেখি এক আনন্দমুখৰ পৰিৱেশেই হ'ল। কংস আন চহৰৰ পৰা অহা। ভানুৱে চিনি নাপালে। ৰাসত কংসৰ জনপ্ৰিয়তা আটাইতকৈ বেছি। কংস ভাল নহ'লে ৰাস পৰি যায়। মানুহে হামিয়াবলৈ লয়। আগতে এই গাঁৱৰে মালভোগ কাইটিয়ে কংসৰ পাৰ্ট কৰিছিল। যোৱা বছৰ কঁঠাল এজোপা কাটোঁতে ডাল এটা পৰি মালভোগ কাইটিক বেয়াকৈ ঘাইল কৰিলে। থুলন্তৰ মানুহটোৱে তেতিয়াৰপৰা কুঁজা হৈ খোজকাঢ়ে। পোন হ'ব নোৱাৰিলে। মালভোগ কাইটি হেনো বেজাৰতে ৰাসলৈ অহা নাই। ভানুৱে মন কৰিলে কংসই তাইলৈ বাৰে বাৰে চাই আছে। কিৰিটিয়ে মুখত বালিছন্দা লগাই লগাই ক'লে — 'অ' ভানু, এই ডেৰ বছৰতে তই সাইলাখ পৰী যেন হ'লি। এই গাঁৱত তোৰ লায়কৰ ল'ৰা পোৱাই টান হ'ব'।

ঃ তোৰ মন খাইছে নেকি অ'? — বগীয়ে কিৰিটিক আঙুলিৰে খোঁচ মাৰি সুধিলে।

ঃ থ হায়াৰ ছেকেণ্ডাৰী ইস্কুলৰ পিয়নলৈ ভানু নেযায়। তাইলৈ চহৰৰ অফিচত চকী-টেবুলত বহি কাম কৰা দৰা ওলাব। — এইবাৰ নীলিমাই ক'লে। কিৰিটিয়ে পিয়নৰ চাকৰি পালে বুলি ভানুৱে তেতিয়াহে জানিলে। ভানুৰ হঠাতে আকৌ বুবুমালৈ মনত পৰিল। তাইৰ লগে লগেই গাঁৱৰপৰা চহৰলৈ ঢপলিয়াই যাবলৈ মন গ'ল। বুবুমা এতিয়া নিশ্চয় ঘৰত বহি ৰাহুলৰ সৈতে ফূৰ্তি কৰি আছে। বুবুমাই যে ঘণ্টাই ঘণ্টাই 'ভানু চাহ একাপ খুৱানা', 'ভানু মোৰ ছাৰ্টটো ধুই দেনা', 'ভানু টাৱেলখন দেনা' আদি এশ-এবুৰি ফৰমাইছেৰে ব্যতিব্যস্ত কৰি তোলে, তাই নথকাত বাৰু মনত পৰিছেনে তাইলৈ? নিশ্চয় পৰিছে। বাইদেৱে কাপোৰবোৰ ৱাশ্বিং মেচিনত সুমুৱাই লৰালৰিকৈ ধোৱে। ভানুৱে বুবুমাৰ ছাৰ্ট, ৰুমাল যত্ন কৰি হাতেৰে ঘঁহি ধোৱে। বুবুমাৰ ছাৰ্টৰ সেই বিশেষ গোন্ধটো কাৰো সৈতে নিমিলে। ৰাহুলৰ কাপোৰৰ গোন্ধ, ছাৰ-বাইদেউৰ কাপোৰৰ গোন্ধ তাইৰ অতি চিনাকি। সেইদৰে বুবুমাৰ কাপোৰৰ গোন্ধটোও তাইৰ চিনাকি। কিন্তু এই গোন্ধটো যেন তাইৰ শৰীৰৰ ৰন্ধ্ৰই ৰন্ধ্ৰই সোমাই যায়। সেয়ে বহুপৰ লাগে বুবুমাৰ কাপোৰ ধুওঁতে। বাথৰুমত দুৱাৰ বন্ধ কৰি বুবুমাৰ ছাৰ্টটোৰ সৈতে যেতিয়া তাই থাকে, তেতিয়া তাই বহু কল্পনাই কৰে। কেতিয়াবা টিভিৰ চিনেমাত চোৱা গানৰ দৰে তাই নৈ-বিল, পাহাৰ, ফুলনিৰ মাজে মাজে ছাৰ্টটোৰ সৈতে ঘূৰি ফুৰে। কেতিয়াবা ছাৰ্টটোৰ এটা এটাকৈ বুতাম মাৰে, কেতিয়াবা খোলে, বুবুমাৰ নোমাল বুকুখনত পৰি থকা 'ওঁ' লেখা লকেটৰ সৈতে সোণৰ চেইনডাল তেতিয়া তাইৰ চকুৰ আগলৈ উঠি আহে। বুবুমাৰ নিমজ বাউসিত থকা ক'লা ডাঙৰ তিলটোও আহি ছাৰ্টৰ সৈতে লিপিট খাই ধৰেহি। তাই বুবুমাৰ ৰুমাল এখন সেয়ে নিজৰ লগত ৰাখিছে। ৰুমালখন ধোৱাৰ পিছতো বুবুমাৰ শৰীৰৰ গোন্ধটো লাগি আছে।

'মোক নাবান্ধা নাবান্ধা অ' মোৰ মাও  
বান্দৰে লৰণু খালে, মোক এৰি দিয়া যাওঁ  
মোক নাবান্ধা নাবান্ধা অ' মোৰ মাও....'

ননীচোৰ কৃষ্ণক মাকে পঘাৰে বান্ধোতে শিশু কৃষ্ণই মাকক এৰি দিবলৈ মিনতি কৰিছে। ৰাস আৰম্ভৰ এছোৱা ভানুৱে কি চালে একো গম নাপালে। এইবাৰ তাই চকু ফুৰালে চাৰিওফালে। ৰভাঘৰ ভৰ্তি মানুহ। কেবাখনো গাঁৱৰ মানুহ আহিছে ৰাস চাবলৈ। মাটিত খেৰৰ ওপৰত ট্ৰিপাল পাৰি দিয়া হৈছে। টিনৰ চকীও আছে বহিবলৈ। বাহিৰত কুঁৱলি পৰিছে। ঠাণ্ডা পৰিছে যদিও মানুহৰ ভিৰত ঠাণ্ডা অনুভৱ হোৱা নাই। সিহঁত আটাইকেইজনী টিনৰ চকীত একেলগে বহিছে। ভানুৱে মাককো দেখিলে গাঁৱৰ তিৰোতাবোৰৰ লগত। ভায়েক-ভনীয়েক দুটা ল'ৰা-ছোৱালীৰ সৈতে মাটিত পাৰি দিয়া গাদীত বহি ৰাস চাইছে। তাইৰ মনটো গাঁওখনে, ঘৰখনে একোৱে বান্ধি ৰাখিব পৰা নাই। বাৰে বাৰে তাইৰ মনটো উৰা মাৰিছে ওখ অট্টালিকাৰ কেইটামান বিশেষ কোঠালিলৈ, য'ত বুবুমা ঘূৰি ফুৰিছে। শিশু কৃষ্ণৰ দৰে পৰা হ'লে তায়ো মাকক ক'লেহেঁতেন, মোক নাবান্ধা নাবান্ধা অ' মোৰ মাও....।

দধি মথিব নোৱাৰে যশোৱা  
কৃষ্ণই আমনি কৰেহে  
ৰাম — ৰামে ৰাম ৰাম  
আগবাঢ়ি বাঢ়ি, পিছে খুজি খুজি  
মথনি দণ্ডিতে ধৰেহে  
ৰাম — ৰামে ৰাম ৰাম....

ভানু হঠাতে জাঁপ মাৰি উঠিল। তাইৰ পিঠি আৰু গলধনৰ ওচৰত কোনোবাই আঙুলিৰে সুৰসুৰাই দিলে।

খণ্ডতে পিছলৈ চাই তাই দেখিলে ময়ূৰ পংখী মুকুট পিন্ধি কৃষ্ণৰ সাজসজ্জাতে কিৰিটি তাইৰ পিছফালে বৈ হাঁহি আছে। মহাৰাস আৰম্ভ হোৱা নাই। মহাৰাসতহে ডাঙৰ কৃষ্ণ ওলায়, সেয়ে কিৰিটি এতিয়া দৰ্শকৰ মাজ পাইছেহি। ভানুৰ গোমোঠা মুখখন দেখি কিৰিটিয়ে ক'লে — 'মোৰ মেক-আপ দেখুৱাবলৈ তোৰ ওচৰলৈ আহিলোঁ — কেনে দেখিছ?' তাই একো নামাতি বিৰক্তিৰে মুখ ঘূৰালে। কিৰিটি অপ্ৰস্তুত হৈ বগীলৈ চাই ক'লে — 'তহঁত কেইজনীয়ে কিবা খাবি নেকি?'

ঃ আমাক নালাগে, মন গৈছে যদি ভানুকে খুৱা — বুলি বগীয়ে ধেক্-ধেকাই হাঁহিলে। লগে লগে বাকীকেইজনীয়েও।

ঃ লাইন মাৰিবলৈ আৰু গাঁৱত ছোৱালী নাই। — নীলিমাই গহীনকৈ ক'লে।

কিৰিটি চুচুক-চামাককৈ সিহঁতৰ ওচৰৰপৰা যাব খোজোঁতেই বগীয়ে আকৌ ক'লে — কিৰিটি ককাইটি, তোক সাইলাখ ঋত্বিক ৰোশনৰ দৰে লাগিছে।

ঃ 'কহোনা প্যাৰ হে' চাইছনে ভানু?' — কনকাই ভানুক সুধিলে। কিন্তু ভানুৱে উত্তৰ দিয়াৰ আগতে নীলিমাই ক'লে — 'মোৰ কিন্তু ঋত্বিকক 'মিছন কাশ্মীৰ'ত বেছি ভাল লাগিল। ফিজ্জাতো ভাল লাগিছিল — কি ক'ম, মুঠৰ ওপৰত ঋত্বিক ৰোশনক দেখিলে মই বলিয়া হৈ যাওঁ', ঋত্বিকে ক'লে — এই মুহূৰ্ততে মই বৰপুখুৰীত জাঁপ দি মৰিব পাৰিম।

ঃ আমাৰ আকৌ ক'লা-বগা টিভিহে — তাকো বাইদেৱে দিলেহে চাব পাৰোঁ। গতিকে মই চিনেমাৰ মানুহবোৰ ভালকৈ ধৰিবই নোৱাৰোঁ। — সুমিত্ৰাই কথাষাৰ কোৱাৰ লগে লগে আটাইবোৰে গিৰ্জনি মাৰি হাঁহিলে। সেই মুহূৰ্ততে বকৰূপী অসুৰ আৰু শিশু কৃষ্ণৰ মঞ্চত তয়াময়া ৰণ আৰম্ভ হৈ গ'ল। সিহঁত আটাইকেইজনীয়ে মাজে মাজে যুদ্ধখন চালে যদিও চিনেমাৰ ফাইট, কৰিশ্মা-উৰ্মিলাই পিন্ধা কাপোৰৰ পৰা মতা ল'ৰাই কৰা বদমাছিবোৰলৈকে ফুচ্‌ফুচীয়া মেল পাতিলে। ভানুৰ আকৌ বুবুমালৈ মনত পৰিল। 'মিছন কাশ্মীৰ'খন চিনেমা হলত দেখুৱাবলৈ বুবুমাই টিকট কৰি সকলোকে লৈ গৈছিল। চিনেমা চাই উভতি আহোঁতে, বাইদেউ-ছাৰৰ বন্ধু এজনকো লৈ আহিবলগা হোৱাত মাৰুতি গাড়ীত ঠায়ে নোজোৱা হৈছিল। বুবুমাই ভানুৰ কান্ধৰ ওপৰেৰে গাড়ীৰ ছীটত হাতখন থ'লতহে পিছৰ ছীটত তাই আৰু বুবুমাৰ কামত বাহুল বহিব পাৰিছিল। বুবুমাৰ শৰীৰ এফাল অধিকাৰ কৰি তাই বহিছিল। প্ৰথমবাৰৰ বাবে বুবুমাৰ শৰীৰবিহীন ছাৰ্টৰ সলনি তাই বুবুমাৰ শৰীৰত স্পৰ্শ আৰু গোন্ধ একেলগে আপোনভাৱে পাইছিল। তাই কান্ধত মাজে মাজে গাড়ী জোকাৰণিত বুবুমাৰ ছীটত মেলি থোৱা হাতখন খহি খহি পৰিছিল। তাই সমগ্ৰ পথছোৱা নিচাখোৱা মানুহৰ দৰে মাতাল হৈ আহিছিল। বুবুমাই মাজতে সুধিছিল — 'ভানু তোৰ কষ্ট হৈছে নেকি বাৰু?' তাইলৈ ইমান মৰম বুবুমাৰ.... এনেয়েনে? তাইৰ বহোঁতে কষ্ট হৈছিল সঁচা কিন্তু তাই কেনেকৈ ক'ব যে এই স্বৰ্গ সুখ তাই কেতিয়াও পোৱা নাছিল। বুবুমাই এনেয়ে তাইৰ দুখ-সুখৰ প্ৰতি ইমান নজৰ দিবনে! তাই বুজি পাইছে, প্ৰকাশ কৰি নোৱাৰিলেও বুবুমাৰো তাইৰ প্ৰতি আছে বুজাব নোৱাৰা আকৰ্ষণ — মৰম। ক্ষণিকৰ সেই মধুৰ স্মৃতি আহি ভানুক মুহূৰ্ততে উন্মনা কৰি তুলিলে। মঞ্চত মহাৰাস আৰম্ভ হৈছে। আঁৰ-কাপোৰ আঁতৰাৰ লগে লগে কদম তলত কৃষ্ণৰূপী কিৰিটিক হাতত বাঁহী লৈ দেখা গ'ল। গাঁৱৰ ল'ৰা নিৰঞ্জনে আজি বহু বছৰ ধৰি বাঁহী বজাই আহিছে। নিৰঞ্জন চাকোলা। দুয়োটা ভৰিয়েই বেয়া। তাৰ সেই বিষাদ বাঁহীৰ মাজেৰে নিগৰি নিগৰি ওলায়। এতিয়াও তেনেকুৱাই হ'ল। নিৰঞ্জনৰ বাঁহীয়ে ভানুক আৰু বিহ্বল কৰিলে। কৃষ্ণৰ বাঁহীত ৰাধা বলিয়া হোৱাৰ দৰে হঠাতে ভানু থিয় দিলে। লগৰকেইজনীয়ে একেলগে সুধিলে — 'কি হ'ল অ' ভানু?'

ঃ মই কাইলৈকে চহৰলৈ যামগৈ।

ঃ কি? — আটাইকেইজনী চক্ খাই উঠিল।

ঃ অ' কিবা ভাল লগা নাই। বাইদেউ আৰু ৰাহুলৰ মই নাথাকিলে কষ্ট হ'ব।

বগীয়ে এইবাৰ চকু ঘোপা কৰি সুধিলে — 'কি কব অ' তই? কোনোবা বেলেগক এৰি আহি কষ্ট হৈছে যেন পাওঁ। এনেকুৱা নাশ্ৰুত-নাভূত কথা নহ'লে কবনে? খুন্দা দিম অ' তোক।

নীলিমাই বগীৰ কথাত হয়ভৰ দি ক'লে — 'চা ভানু, তোক মানুহঘৰে বৰ মৰম কৰে বুলি জানিছোঁ। কিন্তু সেইবুলি ডেৰ বছৰৰ মূৰত গাঁৱলৈ আহিছ, ঘৰখনত এৰাতি থাক তই। আটাইকেইজনী আমি ইমানদিনৰ মূৰত লগ হৈছোঁ, কাইলৈ নৈলৈ গৈ ধেমালি কৰিম বুলি ভাবিলোঁ, তই আমাকো বেয়া পোৱা হ'লিনে? ইমান সলনি হ'বি বুলি

ভৰাই নাছিলোঁ।

ঃ নহয় অ', বেয়া নাপাবি মই যাবই লাগিব। — এইবুলি তাই আকৌ সিহঁতৰ মাজত বহি পৰিল। ভানুৰ এই অস্থিৰ উচ্‌পিচনি দেখি বাকীকেইজনী টলকা মাৰিলে। সিহঁতৰ মাজত হৈ থকা ফূৰ্তি-তামাচাবোৰ নোহোৱা হৈ গ'ল। প্ৰত্যেকজনীয়েই মৌন হৈ নিজৰ জগতত বিচৰণ কৰিবলৈ লাগিল।

পুৱতি নিশা ৰাস ভগাৰ পিছত আটাইকেইজনীয়ে নীলিমাই অনা একেখন এড়ি কাপোৰতে সোমাই সাবটা-সাবটিকৈ পথাৰৰ আলিৰে ঘৰমুৱা হ'ল। পুৱতি নিশা ৰাস পূৰ্ণিমাৰ জোনৰ পোহৰখিনি নতুনকৈ পৰা কুঁৱলিত পৰি পথাৰখনে মায়াবী ৰূপ ধাৰণ কৰিছে। ৰাসৰ গীত গাই চাইকেলেৰে ডবল কৰি ডেকা ল'ৰাবোৰ পাৰ হৈ গৈছে। কিন্তু আগৰ দৰে সিহঁতক কোনেও নোজোকালে। জোনৰ পোহৰত গাঁৱৰ পদূলিমুখৰ নঙলাবোৰ নিয়ৰত তিতি চিক্‌মিকাই উঠিছিল। শেৱালি ফুল, খৰিকাজাইৰ গোন্ধৰ সৈতে মাজে মাজে গৰুৰ গোবৰৰ গোন্ধ বতাহত ভাহি আহিছিল। ভানুৱে দুবাৰমান হাঁচিয়ালে। সমগ্ৰ পথছোৱা মৌন হৈ অহা ছোৱালীকেইজনীৰ মাজৰপৰা নীলিমাই ক'লে — 'মোৰো আজিকালি গাঁৱত নুশুজে। বোকা-পানী খচকিলে চৰ্দি হয়। পুখুৰীৰ পানীত পুৱাই জোবোৰা মাৰিবলৈ কষ্ট হয়।' ভানুৰ ঘৰৰ পদূলিমুখ পাওঁতেই ধপ্‌ধপাই বাদুলি এটা উৰি গ'ল। পদূলিমুখৰ ভীমকলকেইজোপাত পৰি কল খাই আছিল। উৰি যোৱা বাদুলিটোলৈ চাই বগীয়ে ক'লে — 'বাই ভানু। আমাক একেবাৰে পাহৰি নাযাবি'।

ঃ বাই, তায়ো ক'লে। চহৰত থকা আটাইকেইজনীয়ে গাঁৱতো ইজনীয়ে-সিজনীৰ পৰা বিদায় লওঁতে 'বাই' বুলি কয়। আগতে এইবোৰ শুনি গাঁৱৰ মানুহবোৰে ফিচিঙা-ফিচিঙি কৰিছিল। আজিকালি নকৰে। গাঁৱৰ দুঘৰত ক'লা-বগা টিভি হ'ল। মনেশ্বৰ আৰু নিতাই দুয়োঘৰেই নতুনকৈ চহকী হ'বলৈ ধৰিছে। গতিকেই দুয়ো ঘৰৰ মাজত জেদ, নতুন বস্তু কোনে প্ৰথম ল'ব পাৰে। গাঁৱৰ মানুহবোৰে টিভি দুটাক লৈ দুভাগ হ'ল। মনেশ্বৰৰ ঘৰত টিভি চোৱা মানুহক নিতাইৰ ঘৰে ভাল নাপায়। সেইদৰে নিতাইৰ ঘৰত টিভি চোৱা মানুহ ভঙাই মনেশ্বৰৰ ঘৰলৈ নিয়া বাবে মাজতে এখন কাজিয়াও হৈ গ'ল। টিভি চোৱাৰপৰা গাঁৱৰ মানুহে চহৰীয়া বহু কথা জানিলে। গতিকে ভানুহঁতৰ চহৰীয়া আদব-কায়দাবোৰ গ্ৰহণযোগ্য হোৱাত আগৰ দৰে অসুবিধা নোহোৱা হ'ল।

ভানু দেউতাকৰ সৈতে পিছদিনাই গৈ ওলোৱাত বাইদেউ-ছাৰ সকলো আচৰিত হ'ল। ভানুৰ দেউতাকে ক'লে— 'আইদেউ, ভানু সঁচাকৈ আপোনালোকৰ ছোৱালী হ'ল। তাইক কাবৌ কৰিও এৰাতি বেছিকৈ ঘৰত ৰাখিব নোৱাৰিলোঁ। তাই আমাতকৈ আপোনালোককহে আপোন ভাবে'। বাইদেৱে মৰমতে ভানুক ওচৰলৈ টানি আনি ক'লে — মই দেখোন এইক মোৰ ছোৱালী কৰি ল'লোঁৱেই। এইৰ বিয়া-বাৰুৰ দায়িত্বলৈকে মই ল'লোঁ। তাই আমাক আপোন কৰিছে যেতিয়া, তায়ো আমাৰ আপোন। তুমি তাইৰ চিন্তা আমাৰ ওপৰতে এৰা'। ভানুৱে বাইদেউৰ সাবটি থকা হাতখন এৰুৱাই ভিতৰলৈ যাবলৈ ওলাওঁতেই বাইদেৱে ক'লে — তই কাপোৰ-কানি সলাই কিবা এটা খাই ল। আজি আলহী আহিব। মই অফিচৰপৰা ছুটীয়েই ল'লোঁ। তই নাজানই নহয় — বুবুমাৰ কইনা বন্দৱস্ত হ'ল। সেই কইনাঘৰৰে আলহী আহিব। তই মোক পাক্‌ঘৰত সোমাবলৈ নিদি অভ্যাসেই বেয়া কৰি দিলি নহয়। লুচি ভাজি কেনেকৈ অকলে কৰিম ভাবিহে আছিলোঁ। তই আহি মোক উদ্ধাৰ কৰি দিলি। সঁচাকৈ তই মোৰ লক্ষ্মী ছোৱালী।

ভানু কিছুপৰ একে ঠাইতে থিয় দি থাকিল। তাৰ পাছত তাইৰ কাপোৰৰ বেগটো লৈ বেলকনিলৈ গৈ কাপোৰবোৰ উলিয়াই ৰেলিঙত মেলি দিলে। ৰাহুলৰ ৰুমৰপৰা ভিডিঅ' গেম খেলাৰ হুলস্থূল এটা আহিছে। বুবুমাৰ মাতো তাই শুনিছে। ৰাহুল আৰু বুবুমা ফূৰ্তিত মছগুল। তাইৰ বুকুৰ মাজৰপৰা অসহ্য বিষ এটা উজাই আহি ডিঙিত সোপা মাৰি ধৰিলে। প্ৰথম গাঁওখন, তাইৰ ঘৰখন এৰি আহি বাছত উঠোঁতে এনেকুৱা হৈছিল। চকু দুটা, নাকৰ ভিতৰখন জলকীয়াই পোৱা দি পুৰিবলৈ ধৰিলে। চকুপানী ৰোধ কৰিবলৈ তাই আপ্ৰাণ যত্ন কৰিলে। এটা তীব্ৰ সুহুৰি তলৰপৰা ভাহি আহিল। চাৰি তলাৰ ৰেলিঙত ভেজা দি হাউলি তাই তললৈ চালে। কাকতীৰ ড্ৰাইভাৰটোৱে ওপৰলৈ মূৰ কৰি তাইলৈ চাই [illegible]
[illegible]

# চিকাৰ

'মনত বহিব নেকি?' নেপালী চকীদাৰটো দৌৰি আহি প্ৰিয়ংকাক সুধিলেহি। প্ৰিয়ংকাই আবেলি কেবাদিনো আগৰ দৰে খোজকাঢ়ি জংঘলৰ লুংলুঙীয়া বাটটোৰে নদীৰ পাৰলৈ যোৱা নাই। কাঠৰ বঙলাটোৰপৰা নামিয়েই সোঁফালে থকা প্ৰকাণ্ড কোমল ঘাঁহনিডৰাৰ মাজত থকা কৃষ্ণচূড়াজোপাৰ তলত বেতৰ চকী এখনত বহি থাকে। আজিও সেয়ে চকীদাৰটোৱে আবেলি গা ধুই কাঠৰ চিৰিটোৰেদি নামি অহা প্ৰিয়ংকাক দেখি চকী-টেবুল আনিবলৈ উদ্যত হ'ল। প্ৰিয়ংকাই সৰুকৈ তাক ক'লে — 'নালাগে, ওলাই যাম'। 'আচ্ছা মেমচাব' — সি ধীৰ খোজেৰে গুচি গ'ল। ৰুণাৰ চিঠিখন পোৱাৰেপৰা তাইৰ একো ভাল নলগা হৈছে। যোৱা পাঁচ বছৰ ধৰি মৃগাংকৰ সৈতে অৰণ্যবাসী তাই। বিয়াৰ পাছত দুবছৰমান তাইক অৰণ্যই বিমুগ্ধ কৰি ৰাখিছিল। এটা বাইন'কুলাৰ আৰু কেমেৰা লৈ অৰণ্যৰ মাজত তাই আপোন-পাহৰা হৈছিল। সদায় দেখা ডাউক, হেটুলুকা, বনকুকুৰা, সখিয়তী, ভাটৌৰ মাজত কেতিয়াবা হঠাতে দেখা পায় ধনেশ, ম'ৰা। সেইদিনা তাই আনন্দত উত্ৰাৱল হৈ পৰে। বসন্তৰ আৰম্ভণিতে বিলবোৰত পৰেহি 'মাইগ্ৰেটেড বাৰ্ড'। কি নাম? ক'ৰপৰা আহিছে? আদিৰ খবৰ সংগ্ৰহ কৰিবলৈ এসময়ত মৃগাংকৰ ওচৰলৈ তাই উধাতু খাই আহিছিল। মাহে মাহে এই উত্তেজনা, উৎসুকতাৰবোৰ তাইৰ কমি আহিল। বিশেষকৈ গুৱাহাটীত থকা মাক-দেউতাক, আত্মীয়, বন্ধু-বান্ধৱবোৰক বছৰেকৰ মূৰত দেখা কৰি তাই যেতিয়া এই অৰণ্যলৈ উভতি আহে, তাই কেইবাদিনলৈ উদাসীন হৈ পৰে। সভ্যতাৰ জ্যোতিয়ে স্পৰ্শ নকৰা আদিম পৃথিৱী এখনলৈ যেন তাই উলটি আহিছে। শ্বপিং কৰিবলৈ বজাৰ নাই, মুখৰ জুতি সলাবলৈ এখন ৰেষ্টোৰাঁ নাই, ভি চি আৰটো থাকিও নাই। নতুন নতুন চিনেমা চাবলৈ ওচৰত ভি ডি অ' কেছেটৰ লাইব্ৰেৰী নাই। তাই বান্ধৱীবোৰৰ আজি কিমান সুখ তাইৰ তুলনাত। 'নমস্তে মেমচাব' নিম্নাঙ্গত লজ্জা নিবাৰণৰ বাবে দুই ইঞ্চিমান কাপোৰ বান্ধি ৰৈছেহি 'মাংৰা'। কান্ধত বৰশী আৰু খালৈ। এইমাত্ৰ বুৰ মাৰি পানীৰপৰা উঠি আহিছে সি। তেল সানি চিক্‌চিকীয়া কৰি ৰখা তাৰ সুঠাম শৰীৰটোত পানী ৰ'ব নোৱাৰি পিছলি গৈছে। তাইৰ বন্ধৰ থকা এনথ্ৰপ'লজিৰ পণ্ডিত মোমায়েকৰ ঘৰত বহু আদিবাসীৰ ফটো দেখিছিল। মোমায়েকে উৎসাহেৰে তাইক এইবোৰ বুজাই ভাল পায়। প্ৰিয়ংকাৰ মোমেয়েকৰ ঘৰত ড্ৰয়িং ৰুমত থোৱা কলম্বিয়াৰ 'টাৰকানা' যুৱকৰ ফটোখনলৈ মনত পৰি গ'ল। একেই মাছমৰা ভঙ্গী। মাংৰা উৰিষ্যাৰ আদিবাসী। কিন্তু 'টাৰকানা' যুৱকটিৰ চেহেৰাৰ সৈতে ক'তো পাৰ্থক্য বিচাৰি নাপালে তাই। এনেয়ে তাই সিহঁতক দেখিলে কিবাকিবি সোধে। আজি তাইৰ কথা পাতিবলৈকে মন নগ'ল। বীতশ্ৰদ্ধ হৈ গৈছে এই নঙঠা মানুহবোৰ সদায় দেখি তাই। 'মাংৰা' কান্ধলৈকে ওখ হোৱা জাৰ্মানী বনবোৰৰ মাজেৰে গৈ অদৃশ্য হৈ গৈছে। মাজে মাজে মাত্ৰ আবেলিৰ শেষ কিৰণৰ আভা পৰি জাৰ্মানী বনৰ মাজেৰে তাৰ তেলসনা পেশীবহুল পিঠিখন চিক্‌চিকাই উঠি আকৌ নোহোৱা হৈ গৈছে। 'মেমচাব, আৰু আগলৈ নাযাব আজি, সৌৱা চাওক, অলপ আগেয়েই 'বাবাহঁত' এই ফালেদিয়েই আগলৈ গ'ল'। খৰি বুটলি থকা ৰাণী বুঢ়ীয়ে ক'লে। ৰাণীৰ জীয়েক মিনিয়েই তাহাঁতৰ একমাত্ৰ তিনি বছৰীয়া সন্তান 'বনি'ক চোৱা-চিতা কৰে। প্ৰিয়ংকাই সমুখলৈ চালে। জাবৰৰ দৰে হাতীৰ বিষ্ঠা। জংঘলত হাতীৰ বৰ সন্মান। কোনেও নাম নলয়। 'বাবা' বুলি সাতোটা সেৱা কৰে। তাই আগলৈ নগৈ কাষৰ লুংলুঙীয়া বাটটোৰে নদীৰ ফাললৈ নামি গ'ল। তাই আচৰিত হৈ গ'ল, নদীৰ দুয়োপাৰ বগফৰ গুৰিৰ দৰে শুধ বগা হৈ পৰিছে। বতাহত কঁহুৱা ফুলবোৰ হালিছে-জালিছে। আকাশত ওপঙি ফুৰা শুকুলা ডাৱৰ। ভুৰুংকৈ এজাক শৰালি হাঁহ তাইৰ খোজৰ শব্দ শুনি উৰা মাৰি দূৰ-দিগন্তত মিলি গ'ল। আচৰিত, শৰৎ ইমান

নিঃশব্দে আছিল। তাই কিমান দিন এই নৈৰ পাৰলৈ অহা নাই? তাইৰ মনত নপৰিল। যিকোনো মানুহেই এই বিৰল প্ৰাকৃতিক শোভা পুৱা-গধূলি চাই দিন কটোৱা প্ৰিংকাক দেখিলে হিংসা কৰিব। বিয়াৰ আগতে হোৱা হ'লে তাইৰো ঈৰ্ষা হ'লহেঁতেন। মৃগাংকৰ বিয়াৰ প্ৰস্তাৱত তাই সেয়ে একেবাৰতে মান্তি হৈ গৈছিল। তাইৰ সহপাঠী বান্ধৱী, মাহীয়েকৰ ছোৱালী ৰুণাৰ বিয়া খাবলৈ ডিগবৈলৈ যাওঁতেই মৃগাংকৰ সৈতে তাইৰ দেখা। প্ৰথম দৰ্শনত প্ৰিয়ংকাৰহে মৃগাংকৰ প্ৰতি কৌতূহল হৈছিল। বিয়া ঘৰত ডাড়ি-গোঁফ চিকুনাই, কাপোৰৰ ইস্ত্ৰি ভাগিব বুলি থৰে-থৰে বহি থকা অবিবাহিত ডেকাবোৰৰ মাজত 'জবৰজং' প্ৰকৃতিৰ মৃগাংকক দেখি তাইৰ খুব ভাল লাগিছিল। সু-স্বাস্থ্যৰ, দেখনিয়াৰ চেহেৰাৰ মৃগাংকক নিজৰ চেহেৰা আৰু কাপোৰৰ প্ৰতি অতি নিৰুদ্বেগ আৰু উদাসীন যেন লাগিছিল। মাহীয়েকৰ ল'ৰা ৰন্তুক সেয়ে তাই একেটানেই ভিতৰলৈ নি সুধিছিল — 'এই, কচোন সৌ ল'ৰাটো কোন?' ৰন্তুও মহা বদমাছ। 'জানো মোৰ চিনাকি নহয়' — বুলি কৈ অলপ পাছতেই তাইক নি ল'ৰাটোৰ সমুখতে থিয় কৰাই কৈছিল — 'এইজনী প্ৰিয়া, প্ৰিয়ংকা। আমাৰ ৰুণাবা'ৰ লগৰ। কথা পাতকদেই' — বুলি সি নোহোৱা হৈছিল। প্ৰিয়ংকা দিল্লী, বম্বেত পঢ়া-শুনা কৰোঁতে হোষ্টেলত বেছ উৎপাত কৰা ছোৱালীয়েই আছিল। পিছে তেনে অৱস্থাত জীৱনতো পৰা নাছিল। হয়তো মৃগাংকক দেখি প্ৰিয়ংকাৰ হৃদয়ৰ এটি অংশ দুৰ্বল হৈ পৰিছিল, তাই সেয়ে কথা ক'ব পৰা নাছিল। 'কি হ'ল থিয় হৈ আছে যে, বহক আকৌ' — সহজভাবে মৃগাংকই কৈছিল। তায়ো নিজকে পাৰ্যমানে সহজ কৰি উত্তৰ দিছিল — 'আপুনি ইয়াতে থাকে?'

ঃ নাথাকোঁ।

ঃ ক'ত থাকে?

ঃ জংঘলত। — কৈয়েই মৃগাংকই হো-হোৱাই হাঁহিছিল। তাই থত্‌মত্‌ খাইছিল। — 'কি হ'ল, আচৰিত হ'ল যে, উপায় নাই বুজিছে, চাকৰি। যোৱা তিনি বছৰ ধৰি বনবাস খাটিছোঁ। বন্ধু-বান্ধৱে ক'ত থাকে বুলি মোক নোসোধে, কি সোধে জানে? এতিয়া পিছে তই কোন হাবিত?' মৃগাংকৰ কথা শুনি প্ৰিয়ংকাও হাঁহিত ৰ'ব পৰা নাছিল। আটাইতকৈ ভাল লাগিছিল, মৃগাংকৰ কোনো কৃত্ৰিমতা নেদেখি। বাহিৰে-ভিতৰে একে। সেয়াই সূত্ৰপাত। প্ৰেম। তাৰ পাছত বিয়া। বিয়াৰ পাছত প্ৰিয়ংকাৰ অৰণ্য-প্ৰীতি দেখি মৃগাংকৰো ভাল লাগিছিল। — 'মই ভাবিছিলোঁ মোক বিয়া কৰাবলৈ কোনো ছোৱালী নোলায়। তুমি গুৱাহাটীৰ ছোৱালী। বাহিৰতে পঢ়া-শুনা কৰিছা, সেইবাবে অৰণ্যত তুমি মোৰ সৈতে থকা অসম্ভৱ বুলিয়ে মনত ভয় আছিল। পিছে এতিয়া বুজিছোঁ, ভগৱানে তোমাক মোলৈকে সৃজিছিল'। মৃগাংকই বিয়াৰ ছমাহমান পিছতে এদিন কৈছিল। তাহাঁতৰ ঘৰটোৰ কাষেৰে পাহাৰৰপৰা কুলু-কুলু ধ্বনিৰে বৈ যোৱা নদীখন, ম'ৰা, ধনেশ পখীৰ অপৰূপ শোভা চাই তন্ময় হৈ পৰা প্ৰিয়ংকা বিয়াৰ পাছত প্ৰথমবাৰ গুৱাহাটীলৈ গৈ মাত্ৰ এসপ্তাহ থাকিয়ে অৰণ্যত এৰি অহা মৃগাংকৰ বাবে মনটো ছট্‌ফট্‌ কৰি গুচি আহিবলৈ ওলাওঁতে সকলোৱে জোকাইছিল। তাই মাত্ৰ কৈছিল — 'তহঁতে নুবুজিবি। কেৱল ছবিতহে যেনেকুৱা এটা ঘৰ দেখ, ঠিক তেনেকুৱা ঠাইত মই এতিয়া আছোঁ'। এইবোৰ বহুত পুৰণি কথা। এই প্ৰিয়ংকাই আজিকালি মৃগাংকক কয় — 'বহুত ফৰেষ্ট ৰেঞ্জাৰ দেখিছোঁ। চহৰত বা চহৰৰ আশে-পাশে থাকে। বিয়াৰ পাছৰেপৰা যি দুখন ঘোঁকোট জংঘলত আছোঁ যে, বিছ কিঃ মিঃ গ'লেহে গুমটি দোকান দুখনমান একেলগে দেখিবলৈ পোৱা যায়। তুমিও দেখোন ইয়াৰপৰা ওলাবলৈ যত্ন কৰিব পাৰা'। মৃগাংকই কৈছিল — 'চোৱা প্ৰিয়া, মোক বিয়া কৰোৱাৰ আগেয়ে তুমি অৰণ্যত থাকিব লাগিব বুলিয়েই জানিছিলা। মই অৰণ্য ভাল পাই ইয়াত কাম কৰিছোঁ। ইয়াৰপৰা ওলোৱাৰ বাট বিচৰাটো মোৰ বাবে সেয়ে প্ৰয়োজন হোৱা নাই। তোমাক মই জোৰ কৰা নাই ইয়াত থাকিবলৈ। তুমি পঢ়া-শুনা কৰা ছোৱালী। ইচ্ছা কৰিলেই গুৱাহাটীত চাকৰি এটা যোগাৰ কৰি থাকিব পাৰিবা। আজিকালি বহুত স্বামী-স্ত্ৰী এইদৰে থাকে'। প্ৰিয়ংকাৰ এই বিষয়ে বাৰে বাৰে প্ৰসঙ্গ উত্থাপন কৰিবলৈ উৎসাহ নোহোৱা হৈছিল। তাই জানে মৃগাংক অন্য ধাতুৰে গঢ়া মানুহ। অৰণ্যৰ প্ৰতিজোপা গছ, প্ৰতিটো জীৱ-জন্তুক নিজৰ পুত্ৰ-কন্যা বুলি ভাবে সি। প্ৰায়ে কয় — 'অৰণ্যইহে কেৱল তোমাক সকলো দিব পাৰে, প্ৰিয়া। স্নেহ, মমতা, প্ৰেম। সকলো। আমি মানুহ অকৃতজ্ঞ, নিষ্ঠুৰ; অৰণ্যৰ প্ৰতি বিশ্বাসঘাতকতাৰ বাহিৰে আমি আন একোকে কৰা নাই'। এই মৃগাংক থকা বাবে বহু অৰণ্যলোভী, স্বাৰ্থজড়িত মহলৰ সুবিধাত বাধা পৰিছে। ফলত মৃগাংকৰ ওপৰৱালাৰ সৈতে কাজিয়া। ঘোঁকোটৰপৰা ঘোঁকোট হাবি-জংঘললৈ ঘনে ঘনে ট্ৰেন্সফাৰ। মৃগাংকৰ বাবে এইবোৰৰ কোনো অৰ্থ নাই। অৰণ্য অৰণ্যই।

গুৱাহাটীলৈ গ'লেই প্ৰিয়ংকাই মনৰ হেঁপাহেৰে ফেন্সী বজাৰত বজাৰ কৰে, নতুন ৰেস্তোৰাঁত প্ৰাণভৰি চাইনিজ, কণ্টিনেন্টেলৰ সোৱাদ লয়। বিউটী পাৰ্লাৰত ঘন্টাৰ পাছত ঘণ্টা সময় কটায়। এদিন মৃগাংকই সেয়েহে কৈছিল — 'প্ৰিয়া, কোনো বিউটী পাৰ্লাৰৰ সাধ্য নাই তোমাক ধুনীয়া কৰিবলৈ'। 'কিয় ?' — তাই সুধিছিল। 'কাৰণ তোমাৰ পেডিকিয়ৰ, মেনিকিয়ৰ হয় নিয়ৰসনা দুবৰিত, পাহাৰীয়া নিজৰাৰ পানীত.... ফেচিয়েল হয় ঋতুৰে পখালি নিয়া অৰণ্যৰ বৰ্ষাত.... আৰু গালৰ 'ব্লাশ্ব'? ময়ে সেই ৰং.... গালত দেখোঁ.... দিনতো-ৰাতিও.... যেতিয়া মই....' 'হ'ব। মনে মনে থাকা। তোমাৰ ইমান কাব্যৰসৰ প্ৰতাপ মোৰ সহ্য নহয়। মুঠৰ ওপৰত মই ভূতুনী হৈছোঁ তোমাৰ সৈতে থাকি। জংঘলী ভূতুনী, বুজিছা?' প্ৰিয়াই মৃগাংকৰ মুখতে ধৰি কৈছিল। লগে লগেই মৃগাংকৰ মুখৰ হাঁহি মাৰ গৈছিল। গম্ভীৰ হৈ কৈছিল — 'তোমাক গুৱাহাটীত দেখিলে মোৰ অচিনাকি মানুহ যেন লাগে। ইমানদিনে মৰুভূৰ তপত খোলাত এটোপা পানী খাবলৈ নিদিয়াকৈ যেন মই তোমাক বান্ধি ৰাখিছিলোঁ। শুনা প্ৰিয়া, ভৱিষ্যতে জংঘলক লৈ ঘৃণাসূচক মন্তব্য মোৰ আগত নকৰা যেন। প্ৰিয়ংকা ইয়াৰ পাছৰপৰা কথা কওঁতে সাৱধান হৈছিল।

* * *

'কোৱা মই কোন?' দুটা কোমল হাতে প্ৰিয়ংকাৰ চকুদুটা পিছফালৰপৰা ঢাকি ধৰিলেহি। 'শিলটোত বহি অকলে কি ভাবিছা মেমচাব? সন্ধিয়া লাগিল, আমি বিচাৰি ফুৰিছোঁ....' বনিৰ সৈতে ৰাণী আৰু মিনি আহি তাইৰ ওচৰতে ৰ'লহি। প্ৰিয়ংকাই পিছফালৰপৰা বনিক টানি আনি কোলাত লৈ থিয় হ'ল। কিছুপৰ তেনেকৈয়ে বনিক কোলাত লৈ থাকি 'ব'ল গৈছোঁ' বুলি বনিক শিলটো পাৰ কৰি নদীৰ বালিত নমাই দিলে। বেলি ডুবি আকাশত সেন্দূৰীয়া আঁচ কেইটামানহে অৱশিষ্ট আছেগৈ। দূৰৈৰ পাহাৰবোৰ এঙাৰৰ দ'মৰ দৰে লাগিছে। মাত্ৰ কঁহুৱাবোৰে পকা সুমথিৰাৰ বৰণ লৈছে। নদীৰ পানী শান্ত। অনন্ত ৰহস্যৰ সন্ধান বিচাৰি যেন তজবজীয়া এটা দিন ডুব দিলে নদীখনত। বনি এটা হৰিণা পোৱালিৰ দৰে ডেও দি দি আগে আগে দৌৰিছে মিনি আৰু ৰাণীক হায়ৰাণ কৰি। গুৱাহাটীত সকলো বন্দবস্ত কৰি থোৱা সত্ত্বেও এই বনিৰ জন্ম হ'ল এই অৰণ্যৰ হাস্পতালৰ ডাক্তৰ মধুসূদন সৰকাৰৰ হাততেই। সেই সময়তে মৃগাংকৰ সাংঘাতিকভাৱে মেলেৰিয়া হ'লত তাইৰ গুৱাহাটীলৈ যোৱাটো কেইদিনমান পিছুৱাইছিল। নামঘৰৰপৰা গোলাঘাট হৈ যোৰহাট। যোৰহাটৰপৰা প্লেনেৰে গুৱাহাটী। সহজ ব্যৱস্থা হৈ আছিল। হিচাপতকৈ বাইছ দিন আগতেই তাইৰ 'পেইন' হ'ল। নাৰ্ছৰ সৈতে ডাক্তৰ আহিল প্ৰথমে 'ফলছ্ পেইন' বুলিয়েই ওঁঠে-দাঁতে কামুৰি প্ৰিয়ংকাই প্ৰসৱ যন্ত্ৰণা সহ্য কৰিছিল। মৃগাংকৰ মুখখন ভয়ত শুকাই গৈছিল। অসুস্থ দেহাৰেই সি পিছদিনা যিকোনো প্ৰকাৰে প্ৰিয়ংকাক গুৱাহাটীলৈ নিয়াৰ ব্যৱস্থা কৰিবলৈ ওলাই গৈছিল। কিন্তু তাইঁত দুয়োটাকে অবাক কৰি এটি নৱজাতকে কান্দি উঠিছিল। ডাক্তৰৰ মুখখন সাফল্যৰ হাঁহিৰে তিৰ্-বিৰ্ কৰিছিল। 'মা, অৰণ্যৰ লখিমী আহিল। সময়তকৈ আগতেই'। অৰণ্য-প্ৰিয় ডাক্তৰ সৰকাৰে হাঁহি মাৰি কৈছিল। মৃগাংক উধাতু খাই আহি ডাক্তৰক সাবট মাৰি কান্দিছিল। ভয়, উৎকণ্ঠা আৰু প্ৰথম পিতৃত্বৰ গৌৰৱত তাৰ দুচকুৰে অশ্ৰুৰ বন্যা নামিছিল। ডাক্তৰে তাৰ পিঠিত হাত বুলাই সান্ত্বনা দিছিল 'প্ৰকৃতিৰ কোলাত সকলো স্বাভাৱিকভাৱেই হয় মৃগাংক, তুমি অৰণ্যক পিতৃত্বৰ নিৰ্ভয়তা দিছা, তোমাৰ বাবে অৰণ্যই এইকণ কৃতজ্ঞতা নেদেখুৱালেনে?' প্ৰিয়ংকাৰ মাকে পাছত গুৱাহাটীতত ভাল ডাক্তৰৰ হতুৱাই প্ৰিয়ংকা আৰু কেঁচুৱাটোক ভালকৈ 'চেক্ আপ' কৰাইছিল। সংশয় থাকি গৈছিল মাকৰ, অৰণ্যত ওপজা কেঁচুৱাৰ বাবে। এই বনিৰ নাম ডাক্তৰেই দিছিল 'বনানি', মৃগাংকৰ 'বনি মা', প্ৰিয়ংকাৰ কেৱল 'নি'। বনি ওপজাৰ পিছদিনাই এটা ঘটনা ঘটিছিল। কাহিলি পুৱাতে মৃগাংকই এটা সদ্যোজাত হৰিণ পোৱালি লৈ আহিছিল। নিজ হাতেৰে মৃগাংকই দুধদানিৰে গাখীৰ খুৱাইছিল পোৱালিটোক। " Men! the only animal in the world to fear!" মৃগাংকই প্ৰিয়ংকাক কৈছিল। 'এই'টোও নিশ্চয় তোমাৰ লৰেঞ্চ বোলাজনে কোৱা?' মৃগাংকৰ লৰেঞ্চ-প্ৰীতিক প্ৰিয়ংকাই সুযোগ পালেই জোকায়। 'অঁ, লৰেঞ্চৰ বাদে এনেকুৱাকৈ ক'ব পৰা মানুহ কোন আছে? যোৱাকালি তুমি যেতিয়া প্ৰসৱ বেদনাত ছট্‌ফটাইছিলা এই পোৱালিটোৰ মাকেও ছট্‌ফটাইছিল। দুই নম্বৰ চেক পষ্টৰ বাহাদুৰে হাবিত গুলীৰ শব্দ শুনি সদলবলে হাবিলৈ সোমাই গৈছিল। সেই অঞ্চলৰ দুজনী গাভিনী গঁড়ক পহৰা দি ৰখা হৈছিল। চোৰাং চিকাৰীয়ে গঁড় দুজনীক লক্ষ্য ৰাখিছিল। নোৱাৰিলে মাৰিব। গুলী কৰিলে নে, গাত কেনেবাকৈ লাগিল নেজানো। বাহাদুৰইঁতে তেজৰ চেঁকুৰাৰ মাজত পালে এই সদ্যোজাত পোৱালিটো। জন্ম হোৱাৰ

এঘন্টাও হোৱা নাছিল। সি থিয় হ'বও পৰা নাছিল। মাকজনী চিকাৰীয়ে লৈ গৈছিল'। প্ৰিয়ংকা নিশ্চুপ হৈ ৰৈছিল। সেই হৰিণ পোৱালি 'মুন্না' আৰু বনি একেলগেই ডাঙৰ হৈছে। মৃগাংকই বনিক কৈছিল 'বনি মা, 'মুন্না' তোমাৰ ভাইটি। সি তোমাতকৈ তিনি ঘন্টামানৰ সৰু। বিয়াৰ আগতে প্ৰিয়ংকাই মৃগাংকৰ হৃদয়ত সদা-প্ৰবাহিত এটি প্ৰেমৰ নিজৰাৰ সন্ধান পাইছিল। কিন্তু অৰণ্যত থাকি প্ৰিয়ংকাই উপলব্ধি কৰিছিল, মৃগাংকৰ হৃদয় স্নেহ-মমতাৰ অতল সমুদ্ৰ। এই অতলতাত তাই আৰু বনিৰ বাহিৰেও সমগ্ৰ অৰণ্যখনে অৱগাহন কৰিব পাৰে নিৰ্ভয়ে।

কিন্তু তাই মৃগাংকৰ দৰে হ'ব নোৱাৰে। তাইৰ সমুখত তাইৰ নিজৰ ভৱিষ্যৎ, বনিৰ ভৱিষ্যতৰ কথা আছে। সেইবাবেই তাইক কেঁচাঘাঁহৰ গোন্ধে, বনৰীয়া ফুলৰ সুবাসে বান্ধি ৰাখিব পৰা নাই। বিশেষকৈ দুদিন আগতে পোৱা ৰুণাৰ চিঠিখনে তাইক এই সিদ্ধান্ত লোৱাত সাহস দিলে। 'মেমচাব, বনিক ভিতৰলৈ লৈ গৈছোঁ মই। আপুনি বাৰাণ্ডাত বহিব নেকি? চাহ আনিমনে?' — তাইৰ হঠাৎ যেন সম্বিৎ ঘূৰাই পালে। তাই কেতিয়া আহি তাহাঁতৰ কাঠৰ বঙলাটোৰ বাৰাণ্ডাত উঠিলহি ক'ব নোৱাৰে। ৰুণাৰ চিঠিখন পোৱাৰ পাছত তাই একেবাৰে অন্যমনস্ক হৈ পৰিছে। 'যা, আনিবি' বুলি মিনি আৰু ৰাণীক কোনোমতে পঠিয়াই তাই বাৰাণ্ডাৰ বেতৰ দোলানাখনত বহি পৰিল। ৰুণাৰ চিঠিখনৰ কথাবোৰ বাৰে বাৰে তাইৰ চকুৰ আগত ভাহিল '.... তই আগৰ দৰে একেবাৰে নাই.... কথা নাপাত লগ পালেও। ইয়াত নিউট্ৰিশ্যনৰ, ডায়েটিচিয়ান আদিৰ প'ষ্ট ওলাইছে। মই এপ্লাই কৰিছোঁ। তই কৰিব খুজিলে লিখিবি। ফৰ্ম পঠিয়াই দিম। এমাহ সময় আছে। বনিৰ কথা কি ভৱিছ? তাইক পঢ়ুৱা-শুনোৱাৰ মন নাই নেকি? আমাৰ পিংকিৰ বাবে কেবাখনো স্কুলৰ ফৰ্ম আনিছোঁ। আজিকালি ইমান কম্পিটিশ্যনৰ যুগত তইঁতে ভাল বনবাস খাটি ভৱিষ্যৎ নষ্ট কৰিছ।....কথাবোৰ গভীৰভাৱে ভাবিবলৈ ল। মানুহৰ জীৱন মাত্ৰ এটাই। এই জীৱন আপুৰুগীয়া। তোৰ দৰে জীৱনৰ আশা-আকাংক্ষা, স্বাদ-আহ্লাদ নথকাকৈ জীৱন কটাব পৰা মানুহ মই দেখা নাই। তোৰ ভৱিষ্যতৰ কথা বাদেই দিলোঁ, বনিৰ কথা ছিৰিয়াছলি ভাব। তইঁত গুৱাহাটীলৈ আহিলে মৃগাংকও আহিবলৈ বাধ্য।....ট্ৰেন্সফাৰৰ বাবে ক'লে মই লাগিম ইয়াত। স্বামীৰ খেয়াল-খুচিত জীৱন বিসৰ্জন দিয়া ছোৱালী বুলি অন্ততঃ তোক ভবা নাছিলোঁ.... খং নকৰিবি, সময় থাকোঁতেই তোক সোঁৱৰাইছোঁ মাত্ৰ....'। ৰুণাৰ বি-ডি-অ' স্বামী গুৱাহাটীলৈ ট্ৰেন্সফাৰ হ'ল। ঘৰো তাতে সাজিছে হেনো। তাই চিঠিখন মৃগাংকক নেদেখুৱালে। শুবৰ সময়ত স্পষ্টভাৱে তাই মৃগাংকক ক'লে ৰুণাৰ চিঠিৰ কথাবোৰ নিজাববীয়াকৈ। লগতে সিদ্ধান্ত শুনাই দিলে, তাই বনিক লৈ গুৱাহাটীলৈ যাব। কাম এটা তাইৰো যোগাৰ হ'ব। প্ৰথম ছমাহমান মাকৰ ঘৰৰপৰাই বনিক স্কুললৈ অনা-নিয়া কৰিব। মৃগাংকই কথাবোৰ শুনি সহজভাৱেই ক'লে — 'কথাটো ময়ো চিন্তা কৰিছিলোঁ। মই ভাবিছোঁ দুবছৰমান বনি এনেকৈয়ে পঢ়ক। বন্ধত ইয়ালৈ গুচি আহিবা, আঠ বছৰীয়া হ'লে বৰ্ডিং স্কুলত দি দিম'।

ঃ কিয়, বৰ্ডিং স্কুলত কিয় দিম? — প্ৰিয়ংকাই মুখতে ধৰিলে মৃগাংকৰ।

ঃ বৰ্ডিং স্কুলত দিয়াৰ মোৰো মন নাই, কিন্তু লগত ৰাখি পঢ়ুৱাৰ যে উপায় নাই।

ঃ কিয় তুমি ট্ৰেন্সফাৰ ল'ব নোৱাৰা? অন্ততঃ বনি আৰু মোৰ স্বাৰ্থত তুমি এইকণ ত্যাগ কৰিব নোৱাৰানে?

ঃ এয়া ত্যাগৰ কথা নহয় প্ৰিয়া। মই ঘপহকৈ ট্ৰেন্সফাৰ ল'ব নোৱাৰোঁ। তুমি জানাই কাৰো ওচৰত মই তেল নমৰা বাবে, উপঢৌকন নিদিয়া, ভিজিট কৰিবলৈ আহিলে শৰপহু মাৰি মাংসৰে ভাত খুৱাই কাকো সন্তুষ্ট নকৰা বাবেই মোক শাস্তিমূলকভাৱে এইবোৰ ঠাইত ঘূৰাই ফুৰাইছে। এয়া মোৰ বাবে গোৰ মাৰি গংগাত পেলোৱাৰ দৰে কথা। অৰণ্য মোৰ সৰুৰেপৰাই প্ৰিয়।

ঃ জানো, তোমাৰ বাবে অৰণ্যতকৈ মই বা বনি কোনোৱেই প্ৰিয় নহয়। কিন্তু পাঁচ বছৰে তোমাক একো অনুৰোধ কৰা নাই। নিজৰ জিদৰ খাতিৰত ছোৱালীজনীৰ ভৱিষ্যৎটো ধ্বংস নকৰিবা। — খঙত প্ৰিয়ংকাৰ নাকৰ পাহি ফুলিছিল।

ঃ প্ৰিয়া, সৰুতেই ঘাট-মাউৰা হৈ মোমাইদেউৰ দয়াত পঢ়া-শুনা কৰা ল'ৰা মই। মাক-দেউতাকৰ অভাৱ, পৰিয়ালৰ মৰমৰ অভাৱ কি বস্তু মই নুবুজোঁনে? শিশু অৱস্থাৰপৰাই অক'মান মৰমৰ বাবে কিমান হামৰাও কাঢ়িছিলোঁ, তুমি জানানে? তুমি আৰু বনি মোৰপৰা দূৰৈত থাকা মানেই যে মই আকৌ ঘাট-মাউৰা অৱস্থালৈ উলটি যাব লাগিব সেয়া বুজি পাইছানে....? — কৈ কৈ মৃগাংক বিছনাৰপৰা উঠি গৈছিল।

প্ৰিয়ংকাই শুই থকা বনিৰ মূৰত হাত বুলাই

থকাৰপৰাই ক'লে — 'সকলো বুজিছোঁ, কিন্তু আৱেগৰ প্ৰাধান্য দি সকলো সিদ্ধান্ত ল'লে মূৰ্খামিৰ বাহিৰে একো নহয়। তুমি তোমাৰ স্বাৰ্থৰে কথাবোৰ ভাবিছা। এই হাবিৰপৰা বিছ কিঃ মিঃ দূৰৈত এখন স্কুল। তা'লে নিতৌ অনা-নিয়া কৰি তাইক পঢ়াম বুলি ভাবিছা নেকি?' — মৃগাংক চুপ হৈ গৈছিল। সি বুজি উঠিছিল সন্তান আৰু পত্নীৰ মোহে তাক বাস্তৱৰপৰা নিলগলৈ লৈ গৈছে। প্ৰত্যুত্তৰ দিব পৰাকৈ তাৰ সপক্ষে যুক্তি নাই।

পিছদিনাই সি দুপৰীয়া ভাত খাবলৈ আহি ক'লে — 'পৰহিলৈ আমি গুৱাহাটীলৈ যাম। খবৰ ল'লোঁ কেবাখনো ভাল স্কুলৰ ফৰ্ম দিছে বোলে। ছমাহমানৰ বাবে কাপোৰ-কানি বান্ধা। বাকী দৰকাৰী বস্তু গুৱাহাটীতে কিনিবাগৈ'। প্ৰিয়ংকাই ইমান সোনকালে যাব লগা হ'ব বুলি ভবাই নাছিল। যোৱাৰ কথা সঁচাকৈয়ে হ'লত তাইৰ মনটো বিষণ্ণ হৈ পৰিল। 'চাহ মেমচাব'। ৰাণীয়ে দুখন বিস্কুটৰ সৈতে একাপ ধোঁৱাই থকা চাহ যাচিলেহি। তাই চাহকাপ লৈ বাৰাণ্ডাৰ ইমূৰৰপৰা সিমূৰলৈ খোজ কাঢ়িবলৈ ল'লে। বাৰাণ্ডাত শাৰী শাৰী ফুলৰ টাব্। বিভিন্ন সময়ত বিভিন্ন জাতৰ ফুল হাবিৰপৰা সংগ্ৰহ কৰি তাই আগফাল-পিছফাল ভৰ্তি কৰি পেলাইছে। যিকোনো মানুহে তাইঁতৰ কাঠৰ আটোমটোকাৰী বঙলাটো মুগ্ধ হৈ চায়। বম্বেত থকা মোমায়েকৰ পৰিয়ালটো এবাৰ আহি এসপ্তাহ থাকি গৈছিলহি। যাবৰ সময়তো মোমায়েকে কৈছিল, — 'প্ৰিয়া, তই বৰ ভাগ্যৱতী। প্ৰকৃতিৰ মাজত এনে এখন ধুনীয়া সংসাৰ আমাৰ স্বপ্নতহে সম্ভৱ। তই বাস্তৱত পাইছ। মৃগাংকৰ দৰে মৰমিয়াল, সৎ স্বামী পাইছ। বনিক দেখি কি ভাব হৈছে জান? তাই ৱৰ্ডছৱৰ্থৰ যেন এটা নতুন কবিতা.... এই সংসাৰ খুব সাৱধানেৰে যতন ল'বি....'। কালিৰেপৰা মৃগাংক ঘৰত নথকা হৈছে। দিনটোত সুযোগ পালেই চাৰিবাৰমান ঘৰলৈ পাক্ মাৰি বনিক চাই যোৱা, প্ৰিয়ংকাৰ ক্ষণিক সান্নিধ্যৰ বাবে ঘনে ঘনে ব্যাকুল হৈ পৰা মৃগাংকৰ ক'ত অভিমান হৈছে তাই ভালকৈ বুজিব পাৰিছে। কিন্তু কঠোৰ হৈ তাই সিদ্ধান্ত ল'ব লগা হৈছে। জীৱনলৈ এনে কিছুমান মুহূৰ্ত আহে, য'ত হৃদয়ক শৃংখলিত কৰিব লগা হয়। তাই ভাবিছে বনিক এই সিদ্ধান্তৰ কথা কেনেকৈ কোৱা হয়। কান্দি-কাটি হুলস্থূল নকৰেতো। তাইৰ আজন্ম পৰিচিতি অৰণ্যৰ সৈতেহে। আৰু দেউতাকক এৰি থাকিব পাৰিবনে তাই? যিজনী ছোৱালী তিনি-চাৰিদিনৰ বাবে গুৱাহাটীৰ আইতাকৰ ঘৰলৈ গ'লে মনটো মাৰি পেলায় সেইজনী ছোৱালীক কেনেকৈ ক'ব তাই এই ঘৰ, দেউতাকক এৰি থকাৰ কথা? বনি ভিতৰৰপৰা খিলখিলাই দৌৰি আহি মাকৰ কোলাত উঠিলহি। পিছে পিছে চুটি চুটি জাপ মাৰি বগা-ক'লা শহাটো আৰু হৰিণাটো। বনিৰ সংসাৰৰ এই প্ৰাণীকেইটাই তাইৰ পিছ নেৰে। প্ৰিয়ংকাই ভাবিলে এয়াই সুযোগ, বনিক কথাটো কাণ ছোওৱা ভাল। — 'নি সোণজনী!' বনিৰ চুটি চুলিবোৰ আঙুলিৰে লিৰিকি-বিদাৰি প্ৰিয়ংকাই ভয়ে ভয়ে মাতিলে।

ঃ কি মা?

ঃ অহা দুমাহৰ পাছতে তুমি চাৰি বছৰীয়া হ'বা। তেতিয়া স্কুললৈ যাব লাগিব; যাবানে নাই?

ঃ যাম আকৌ।

ঃ কেনেকৈ যাবা? ইয়াত স্কুল নাই নহয়।

ঃ কিয় মিনিহঁতৰ স্কুল এখন যে আছে....

ঃ ধেৎ, সেইখনত পঢ়িলে ডাঙৰ মানুহ তুমি হ'ব নোৱাৰা, ভাল হ'ব লাগিব তুমি।

ঃ মিনি ভাল দেখোন। তাই ডাঙৰ হ'ব নোৱাৰে নেকি?

প্ৰিয়ংকাই প্ৰসঙ্গ সলালে। — 'গুৱাহাটীত আইতাৰ ঘৰৰ ওচৰতে ধুনীয়া স্কুল আছে। তোমাক নতুন বেগ, ৱাটাৰ বটল, ধুনীয়া ষ্টিকাৰ লগোৱা টিফিন বক্সত চক্‌লেট, লজেন্স দি স্কুললৈ পঠাম, যাবা।

ঃ কেনেকুৱা ষ্টিকাৰ লগোৱা বেগ, ৱাটাৰ বটল?

ঃ তুমি ভাল পোৱা ষ্টিকাৰ আকৌ। ধুনীয়া মেকুৰী, কুকুৰ, হৰিণা, শহা চবৰে....

ঃ মোৰ সেইবোৰ ভাল নালাগে। মুন্না, তুলতুল, ৰাজাতকৈ ভাল নহয়....

মুন্না, তুলতুল, ৰাজা বনিৰ সংসাৰৰ হৰিণা আৰু শহাকেইটাতকৈ কি আৰু ভাল লগা বস্তু গুৱাহাটীত থাকিব পাৰে বনিৰ বাবে? প্ৰিয়ংকাই চিন্তা কৰিবলৈ লাগিল। বনি কোঠাৰপৰা নামি গৈ হৰিণাটোৰ সৈতে খেলিবলৈ লাগিল। প্ৰিয়ংকাৰ হঠাৎ খং উঠি আহিল। কি দৰকাৰ তাই অবাস্তৱ আৱেগ কিছুমানক প্ৰাধান্য দি নিজৰ সংসাৰখনৰ ভৱিষ্যৎ নষ্ট কৰিবলৈ? মৃগাংক আৰু বনি একেই। বনি লাহে লাহে দেউতাকৰ দৰেই কথা-বতৰা, আচাৰ-আচৰণত গঢ় লৈছে। তাইৰ ৰুণাৰ চিঠিৰ শাৰী এটা মনলৈ আহিল '....মানুহৰ জীৱন এটাই, আপুৰুগীয়া....' ঠিকেই এই আপুৰুগীয়া জীৱনটো গঢ়িবলৈ পাহাৰ চাই, আকাশ চাই, বনৰীয়া ফুল,

জীৱ-জন্তুৰ মাত শুনি বহি থাকিলে নহ'ব। তাইৰো স্বপ্ন আছে। গুৱাহাটীত এটা ঘৰ হওক.... এখন লেটেষ্ট মডেলৰ গাড়ী থাকক। তাইৰো যোগ্যতা যথেষ্ট আছে। তাই এটা ভাল চাকৰি কৰিব, বনিয়ে সাংঘাতিক ভাল ৰিজাল্ট কৰি বিদেশলৈ পঢ়িবলৈ যাব.... এইবোৰ স্বপ্নতো তাইৰ ব্যক্তিগত নহয়। মৃগাংক, বনি, তাই — তিনিওটাৰে বাবে শুভচিন্তা। মৃগাংক আৰু বনিৰ ল'ৰা-ধেমালিত তাইৰ কল্পনাক থানবান হ'বলৈ দিব নোৱাৰে। তাই কিছু কঠোৰভাৱেই বনিক মাতিলে। — 'বনি, শুনা। তুমি আৰু মই গুৱাহাটীত থাকিম। পাপাই আমাক থ'বলৈ যাব। তুমি তাত পঢ়িবা। স্কুল বন্ধত আমি ইয়ালৈ আহিম, বুজিছা। তুমি ভাল হ'ব লাগিব। যোৱাৰ আগতে বা পাপাই আমাক থৈ গুচি আহোঁতে কন্দা-কটা নকৰিবা, মই এতিয়াই কৈ দিলোঁ কিন্তু,' মাকে এনেদৰে কঠোৰভাৱে এনেকুৱা এটা খবৰ শুনাব বুলি বনিয়ে ভবা নাছিল। তাই থৰ লাগি মাকৰ মুখলৈ চাই কথাবোৰ বুজিবলৈ যত্ন কৰিলে। প্ৰিয়ংকাই বনিৰ ফালে চোৱা নাছিল। হৰিণা পোৱালিটোৱে বনিক মূৰটোৰে খুন্দিয়াই দিলে নেখেলা বাবে। অলপ পাছত বনি চুচুক-চামাককৈ ভিতৰলৈ গুচি গ'ল। প্ৰিয়ংকাৰ চকুদুটা পানীৰে উপচি পৰিল, তাই ৰেলিঙত ধৰি বাহিৰৰ অন্ধকাৰলৈ চাই থাকিল। জিলিৰ মাত ভাহি আহিছে। মৃগাংকই কিমান দেৰি কৰে ঠিক নাই। ওচৰৰ নেপালী বস্তিটোত কোনোবাই বাঁহী বজায় যেতিয়াই তেতিয়াই। এতিয়াও বাঁহীৰ মাত ভাহি আহিল। তাইৰ চিঞৰি ক'বলৈ মন গ'ল — 'বন্ধ কৰ, নবজাবি এতিয়া বাঁহী'।

* * *

ৰাতি দহ বজাত মৃগাংকৰ জীপ আহি ৰ'লহি চৌহদত। আহিয়েই সি ভাত খাবলৈ বহিল। দিনটো কিমান ব্যস্ততাত গ'ল, কিমান কামৰ হেঁচাত সি ঘৰলৈ পাক মাৰিবপৰা নাই মুখস্থৰ দৰে মাতি গ'ল। প্ৰিয়ংকাই মন কৰিলে মৃগাংক যেন তাইৰপৰা পলাই ফুৰিছে। বনি শোৱাৰপৰা উঠি আহিল। 'কি হ'ল বনি মা, তুমি শোৱা নাই?' মৃগাংকই বাওঁহাতে তাইক গাৰ কাষলৈ চপাই আনিলে।

ঃ মই তোমাৰ সৈতে শুম।

ঃ কিয় হঠাৎ আজি এই প্ৰস্তাব।

বনি কিন্তুপৰ দেউতাকৰ গাত মুখ লুকুৱাই টলকা মাৰি ৰ'ল। তাৰ পাছত লাহে লাহে ক'লে, — 'পাপা মায়ে কৈছে আমি হেনো একেলগে থাকিব আৰু নোৱাৰোঁ....' মৃগাংকই প্ৰিয়ংকাৰ চকুলৈ চালে। প্ৰিয়ংকাই তলমূৰ কৰিলে।

* * *

মৃগাংকৰ বুকুৰ মাজত নিজৰ কণমান শৰীৰটো যিমান পাৰে লিপিট খুৱাই ডিঙিত সাবট মাৰি বনি শুই পৰিল। প্ৰিয়ংকা নিঃশব্দে বিছনাত পৰি আছে। মৌনতা ভাঙিলে বনিয়েই। — 'পাপা, সাধু এটা ক'বা?'

ঃ মই সাধু নাজানো নহয়, মা। মায়েহে জানে।

ঃ নহয় তুমি কোৱা। সেই যে কেইদিনমান আগতে হাতী এটা বদমাছ মানুহে মাৰিছিল। দুদিনলৈ লগৰ হাতীবোৰে চিঞৰিছিল, দল বান্ধি বাট ভেটিছিল.... সেইটো।

ঃ তুমি এইবোৰ ক'ত শুনিলা, মা?

ঃ কিয়, তুমি মাক কওঁতে মই দেখোন ওচৰতে খেলি আছিলোঁ সেইদিনা।

ঃ অ' মাজনী। তিনিদিনলৈ আমি কোনো সেইফালে যাব পৰা নাছিলোঁ। ভয়ংকৰ হৈ উঠিছিল হাতীৰ দলটো।

ঃ হাতীটো কিয় মাৰিলে?

ঃ হাতী দাঁত বৰ মূল্যবান। তেনেকৈ গঁড়ৰ খড়গও। চোৰাং চিকাৰীয়ে সেইবাবে ইহঁতক মাৰি দাঁত, খড়গ এইবোৰ লৈ গৈ বিক্ৰী কৰি ধনী হয়।

ঃ মূল্যবান মানে কি, পাপা?

ঃ মূল্যবান মানে দামী। দামৰ আকৌ অৰ্থ বেলেগ বেলেগ। যেনেকৈ মোৰ বাবে এই জীৱ-জন্তু আৰু গছবোৰৰ প্ৰাণ বহুত মূল্যবান, তেনেকৈ চোৰাং চিকাৰীৰ বাবে ইহঁতৰ প্ৰাণৰ মূল্য নাই। দাঁত, খড়গ এইবোৰৰহে মূল্য আছে।

ঃ জন্তু মাৰিলে কিয় সিহঁতে বাট বন্ধ কৰে?

ঃ মাজনী, সকলো সমগোত্ৰীয় প্ৰাণীৰ একতা থাকে, স্নেহ, দয়া, মমতা থাকে। এয়া নথকা হ'লে পৃথিৱীত কোনো বাছি থকাৰ অৰ্থই নাথাকিলহেঁতেন। মানুহ সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ। বুদ্ধি-চিন্তা আছে। সেইদৰে আইন-কানুন তৈয়াৰ কৰি লৈছে। কিন্তু এই জীৱ-জন্তুবোৰৰ কোনো নাই। সিহঁতে মানুহৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ উপায় নাই। সেইবাবে চিঞৰে। বাট-পথ বন্ধ কৰি দিয়ে। মৃত জন্তুটো বেৰি ধৰি সমবেদনা জনায়। সেইদৰে হৰিণা পছুৱেও কান্দে। লগৰীয়াটোৱে মানুহে কন্দাদি কান্দে। সাপে মানুহে এনে অন্যায় কৰিলে প্ৰতিশোধ ল'বলৈ বিচাৰে। তুমি শুনিলে

আচৰিত হ'বা। এবাৰ মোৰ এজন বন্ধুৱে চিকাৰ কৰিবলৈ গৈ ভুলতে শিয়াল এটা মাৰিছিল। শিয়ালটোৰ মৃতদেহ ঘেৰি গোটেই ৰাতি লগৰীয়াবোৰে 'হোৱা' দিছিল। পিছদিনা বন্ধুজন শিয়ালৰ ভয়ত হাবিলৈ যাবলৈ ভয় কৰিছিল.... এয়া ভেওঁ মোক নিজে কোৱা কথা। বলীয়ে দুৰ্বলৰ ওপৰত আক্ৰমণ কৰিবলৈ ভাল পোৱাটো সহজাত প্ৰবৃত্তি। ....জন্তুৰতো বন্দুক হাতত নাই, সেয়ে একগোট হৈ বিদ্ৰোহ কৰি দেখুৱাই অন্যায়ৰ....

ঃ পাপা তুমি জন্তু চিকাৰ কৰিছানে?

ঃ এবাৰেই এটা কণামুচৰি এনেয়ে মাৰিছিলোঁ, হাত পোন হৈ আছেনে চাবলৈ, তাকো কেটেপাৰে। ধৰ্ফৰাই থকা চৰাইটোৰ ওপৰত লগৰীয়াটো বহুপৰলৈ ঘূৰি আছিল। চোঁ মাৰি আমালৈ খেদি আহিছিল। এই দৃশ্যটো পাহৰিব নোৱাৰিয়েই মই আৰু কোনোদিন একো বধ কৰা নাই। জীৱন ল'বলৈ বৰ সহজ, জীৱন দিয়াটো আটাইতকৈ কঠিন। জীৱন দিব নোৱাৰোঁ যেতিয়া লোৱাৰ জানো অধিকাৰ আমাৰ আছে? বনৰ জীৱয়ো উদ্দেশ্যবিহীনভাৱে অন্য প্ৰাণী বধ নকৰে। আনকি ভোক নালাগিলে বনৰ ৰজায়ো হৰিণা চৰি থকা দেখিলেও নামাৰে, জানা মাজনী.... সেইবাবেই বাঘ বনৰ ৰজা। অৰণ্যৰ নিয়ম ভংগ নকৰে। একেখন অৰণ্যতে বাঘো থাকে এন্দুৰো থাকে।

ঃ কি কথাবোৰ কৈছা তাইক? তাই সাধু শুনিবলৈহে বিচাৰিছিল। সেইকণ ছোৱালীক জীৱন-মৃত্যু আদিৰ দৰে দাৰ্শনিক কথা কয় নেকি? আচৰিত তুমি। — প্ৰিয়ংকা আৰু মনে মনে থাকিব নোৱাৰিলে। — 'ছ'ৰি ছ'ৰি। বনি মা, শুই থাকা। মই সাধু নাজানো বুলি দেখোন কৈছিলোঁৱেই...... সৰুতে কোনেও সাধু শুনোৱাও নাছিল নহয়....'।

ঃ গুড্ নাইট পাপা। মই কিন্তু 'মূল্যবান' মানে কি বুজি পালোঁ।

ঃ কি বুজিলা সোণজনী?

ঃ তুমি মোৰ বাবে আটাইতকৈ মূল্যবান....। — মৃগাংকই বনিৰ কণমান শৰীৰটো বুকুৰ মাজত সজোৰে চেপি ধৰিলে। তাৰ চকুযোৰ সজল হৈ পৰিল। প্ৰিয়ংকা মৃগাংকৰ কিছু কাষ চাপি আহি মুখত হাত বুলালে। তাইৰ আঙুলিয়ে অনুভৱ কৰিলে মৃগাংকৰ সিক্ত চকুযোৰ। সান্ত্বনা দিবলৈ প্ৰিয়ংকাই ভাষা নাপালে। কিছুমান মুহূৰ্তত 'ভাষাও' অবান্তৰ হৈ পৰে....।

* * *

স্তব্ধ হৈ পৰিছিল কথাটো শুনি প্ৰিয়ংকা। মুখৰ মাত হৰিল। চকুৰ পতা মেল খাই থাকিল বহু পৰলৈ। যোৱাকালি গুৱাহাটী আহি পোৱাৰেপৰা বহুদিনৰ মূৰত সকলোকে লগ পাই কেনেকৈ যে ৰাতিটো হুলস্থূলতে পাৰ হ'ল! মাত্ৰ ডেৰ ঘন্টামানৰ আগতে মৃগাংক ওলাই গৈছে বনিৰ স্কুলৰ ফৰ্ম আনিবলৈ। বনিহে কেৱল গম্ভীৰ হৈ আছিল। তাইৰ শহা, হৰিণাইকেইটা এৰি আহি মন বেয়া লগাই স্বাভাৱিক। গা ধুই সেয়ে গোসাঁই থাপনাত ধুপ আৰু চাকি এগছ জ্বলাই প্ৰিয়ংকাই বনিৰ ভাল স্কুল এখনত ভৰ্তি হোৱাৰ বাবে প্ৰাৰ্থনা কৰি বাৰাণ্ডাৰ চকীখনত বহিছিলহে মাত্ৰ। ওচৰৰ কাণু খুড়াৰ 'লাফাঙ্গা ল'ৰা' বুলি জনাজাত মন্টুৱে গেটৰ বাহিৰতে হিৰ'-হোণ্ডাখন পেলাই উধাতু খাই দৌৰি আহিল। প্ৰিয়ংকাক দেখি থমকি; সি সোঁকাণত পিন্ধা দুলটো হাতেৰে দুবাৰমান মোহাৰি 'মাহীদেউ, মাহীদেউ' কৈ ভিতৰলৈ দৌৰ দিলে। প্ৰিয়ংকাই ঘটনাটো কি হৈছে বুজিব নোৱাৰি ভিতৰলৈ মন্টুৰ পাছে পাছেই গ'ল। 'কি হ'ল মন্টু' বুলি সুধিব খোজোঁতেই মাক আৰু মন্টু উত্তেজিত হৈ তাইৰ ফালেই আগুৱাই আহিল। 'প্ৰিয়া, সৰ্বনাশ হ'ল। মৃগাংকক হাস্পতাললৈ নিছে। বোধহয় বাছি থকা নাই....' কৈয়েই আঁচলেৰে মুখ ঢাকি মাকে হুকহুকাই কান্দি পেলালে। প্ৰিয়ংকা স্তব্ধ হৈ গ'ল। এনে এটা খবৰৰ বাবেই তাই ততাতৈয়াকৈ গুৱাহাটীলৈ আহিলনে? অবিশ্বাসত তাইৰ চকু বহল হ'ল। মন্টুৰ কলাৰত খামুচি ধৰি তাই প্ৰায় চিঞৰি উঠিল। 'কি হৈছে, সঁচা কথা ক'। মন্টুৱে তাইৰ হাত দুখন ছাৰ্টৰ কলাৰৰপৰা এৰুৱাবলৈ যত্ন কৰি ক'লে 'হয় বাইদেউ। মই নিজে দেখি আহিছোঁ'।

ঃ কেনেকৈ?

ঃ আচলতে ভিনদেউ 'টাৰ্গেট' নাছিল। সম্ভৱতঃ ভিনদেৱে মিঠাই কিনি দোকানখনৰপৰা ওলাই আহি স্কুটাৰত উঠিছিল। ক'লা গ্লাছ লগোৱা 'ৱান থাউজেন্ট' এখন ৰৈছিলহি। লগে লগেই ধাৰাসাৰে গুলী। গাড়ীখনৰ গ্লাছ ভাঙিছে। পিছে পলাব পাৰিলে। ড্ৰাইভাৰ ভাল আছিল....গাড়ীৰ ব'ডিও হেনো থকা-সৰকা হৈছে....।

ঃ তই মৃগাংকৰ কথা ক'....। — প্ৰিয়ংকাই চিঞৰি দিলে।

ঃ প্ৰথমে মানুহে ভবাই নাছিল কাৰোবাৰ গাত গুলী লাগিছে বুলি। পলাই ফৰিং-ছিটিকা দিয়া মানুহবোৰ আকৌ যেতিয়া চাপি-কুচি অলপ পৰৰ পাছত আহিল, স্কুটাৰৰ হেণ্ডেলতে মূৰ থৈ বহি থকা মানুহ এজন দেখি সন্দেহ হ'ল।

ভাগ্যে মই ঘটনাস্থলী চাবলৈ লগৰ কেইটামানৰ সৈতে গৈছিলোঁ। মানুহেতো ভিনদেউক চিনি নাপায়। ডিঙি আৰু কাণৰ সাঁতাৰ কাষেৰে গুলী সোমাই পাৰ হৈ গৈছে। মই চিনাক্ত কৰিলোঁ। ডেড়বডী পুলিচে নিছে....।

ঃ ডেড়বডী বুলি নক'বি মন্টু — বুলি প্ৰিয়ংকাই হুকহুকাই কান্দি উঠিল। বনিয়ে ইমান পৰে দুৱাৰ এখনৰ গাতে চেপেটা লাগি সকলো শুনি আছিল। আইতাকে তাইক টান মাৰি বুকুৰ মাজলৈ আনি হাও-হাওকৈ কান্দিবলৈ লাগিল। বনিয়ে আইতাকৰ মুখলৈ চাই থাকিল, নাকান্দিলে....।

* * *

মৃগাংক ঢুকোৱাৰ এসপ্তাহ হৈ গ'ল। চুবুৰিৰ মানুহ, আত্মীয়-স্বজন আহি খবৰ কৰি আছেহি। প্ৰিয়ংকাক সকলোৱে সান্ত্বনা দিছে — 'দিন-কাল বেয়া হ'ল। কোনদিনা কাৰ কি হয় ক'ব নোৱাৰি....। কোনে জানে আমাৰো আজিৰ ভিতৰতে কি হয়....'

ৰাতি প্ৰিয়ংকাই বনিৰ স্কুলৰ ফৰ্ম এখন মেলি ল'লে। জমা দিয়াৰ কাইলৈ শেষ দিন। পুলিচে মৃগাংকৰ জেপত অক্ষত অৱস্থাত থকা বস্তু কেইপদৰ লগত ঘূৰাই দিছিল দুখন স্কুলৰ নাম-ভৰ্তিৰ ফৰ্ম। 'ফাডাৰ্ছ নেম'টো পুৰাবলৈ লৈ থমকি প্ৰিয়ংকা উচুপি উঠিল। বনি নিঃশব্দে আহি প্ৰিয়ংকাৰ ওচৰত ৰ'লহি। 'মা, উঠা শোওগৈ। নাকান্দিবা'। বনিক কোলাত লৈ প্ৰিয়ংকা সৰু মাটিত পৰা বিছনাখনত বাগৰ দিলে। তাইৰ চকুৰ আগত ভহি উঠিল, পাতল গুলপীয়া বিছনা চাদৰ পৰা বহল এখন চিনাকি বিছনা। মাজত বনিক লৈ বহল বিছনাখনত মৃগাংক আৰু তাই। কিমান আশাৰে গঢ়িছিল তাহাঁতে সংসাৰখন। আকাংক্ষা আৰু স্বপ্নৰে ফুলি উঠিছিল প্ৰতিটো দিন। মৃগাংকই নিজৰ পৰিয়ালটোৰ দৰেই অৰণ্য ভাল পাইছিল। ভাল পাইছিল তাৰ কামক। সততাৰে যুঁজিছিল অন্যায়ৰ বিৰুদ্ধে......

ঃ মা। — বনিয়ে সৰুকৈ মাতিলে।

ঃ কোৱা সোণজনী।

ঃ মানুহে মানুহক কিয় মাৰে?

ঃ শুই থাকা সোণজনী....।

ঃ মানুহে মানুহ মাৰিলে বাট-পথ বন্ধ নকৰে নেকি? হাতীবোৰৰ দৰে দল বান্ধি নিচিঞৰে নেকি? হাতীবোৰৰ দৰে খঙাল হৈ নুঠে নেকি?

ঃ কিয় সুধিছা, মাজনী এইবোৰ কথা? পাপাৰ কথা নিউজ পেপাৰত ওলাইছে নহয়।

ঃ বহু? মাত্ৰ এবাৰ পাপাৰ নামটো লিখিছে। মই মানুহে পঢ়োঁতে শুনিছোঁ।.... মা, আমি জন্তু নহ'লোঁ কিয়?

ঃ কিয় সোণজনী? — প্ৰিয়ংকাৰ এইকেইদিনতে বনিক ডাঙৰ যেন লগা হৈছে।

ঃ জন্তু হোৱা হ'লে পাপাৰ বাবে চবেই চিঞৰিলোঁহেঁতেন, বাট-পথ বন্ধ কৰি দিলেহেঁতেন আৰু....আৰু পাপাক মৰা মানুহবোৰ বিচাৰি উলিয়াই....।

ঃ ছিঃ মা, এইবিলাক কথা ভাবিবও নাপায়, তুমি পাপাৰ দৰে হোৱা, মানুহক ভাল পাবলৈ শিকা....।

ঃ মা, পাপাক গুলীওৱা মানুহবোৰ চোৰাং চিকাৰী নেকি?

প্ৰিয়ংকা মনে মনে আছিল। কেনেকৈ ক'ব তাই! তাহাঁতৰ দৰে বহু পৰিয়ালৰ আশা-আকাংক্ষা, স্বপ্ন কাঢ়ি নিয়া মানুহবোৰ চোৰাং চিকাৰী নহয়নো কি? মাক মনে মনে থকা দেখি বনিয়ে আকৌ সুধিলে, — 'মা, পাপা বৰ মূল্যৱান আছিল নেকি গুলী কৰা মানুহবোৰৰ বাবে?'

ঃ সোণজনী, শুই থাকাচোন। পাপাই এনেয়ে এদিন কণামুচৰি এটাৰ জীৱন লোৱাৰ কথা কোৱা নাছিল জানো? তেনেকৈয়ে মানুহেও মানুহৰ জীৱন লয়.... এনেয়ে....।

ঃ কিন্তু পাপাই কৈছিল,ভোক নালাগিলে এনেয়ে বাঘে চৰি থকা হৰিণা দেখিলেও বধ নকৰে.... মানুহে এনেয়ে কিয় মাৰে মা?

ঃ সেয়ে কৈছোঁ তুমি পাপাৰ দৰে হোৱা। তুমি মোক আকৌ পাপাৰ অৰণ্যলৈ লৈ যাবা; আমি অৰণ্যৰপৰা আৰু কোনোদিন নাহোঁ.... এতিয়া শুই থাকা মাজনী....। ■

# আত্মসমৰ্পণ

ঃ দে'তা, ককাৰ ঘৰত ইমান মানুহ কে'লে?

ঃ ককা ঢুকাল।

নীলকণ্ঠ দুৱৰা বৰ ভাল মানুহ আছিল। ডি-আৰ-ডি-এৰ দৰে বিভাগ এটাত মুৰব্বী বিষয়া হিচাপে কাম কৰি অৱসৰ লোৱাৰ পিছতো তেওঁ মাত্ৰ ঘৰটোৰ চাৰিটা কোঠালি সাজি আৰু আগবাঢ়িব নোৱাৰিলে। অৱসৰ লোৱাৰ পিছতো তেওঁ বহু সামাজিক ভাল কাম কৰি ফুৰিছিল। মৌমনে নীলকণ্ঠ দুৱৰাক ককা বুলি মাতিছিল। তাই দুৱৰাক নিজৰ ককাক বুলিয়েই ভাবিছিল। ঘৰৰ পদুলিমুখৰ মানুহ বা প্ৰতিবেশী হিচাপে নীলকণ্ঠ দুৱৰা আৰু তেওঁৰ পত্নীয়ে সিহঁতৰ সদায় খা-খবৰ ৰাখে। নীলকণ্ঠ দুৱৰাৰ মৃত্যুৰ বাতৰি পায়ে সেয়ে সন্ধ্যাই উচুপি উঠিছিল। দীপকক কৈছিল—'মৌমনক লৈ তুমি ঘৰতে থাকা, তাই মৰা মানুহ দেখা নাই কেতিয়াও, তাতে ককাকক বৰ ভাল পাইছিল। মই গৈ আহোঁ, তুমি শৱ-যাত্ৰাত যাবা'।

ঃদে'তা, ঢুকাল মানে কি?—বহুপৰ পাছত, দীপক কোলাত বহি মৌমনে সুধিলে। কথাটো সোধোঁতে তাই নীলকণ্ঠ দুৱৰাক বাৰাণ্ডাত বহি থকা দেখে নেকি তাকো চালে।

ঃ ঢুকাল মানে নাই। কাইলৈৰপৰা তুমি ককাক নেদেখা। ককা সৌ আকাশলৈ উৰি গুচি গ'ল।

ঃ বাঃ কিমান ভাল হ'ল। ককা চৰাইবোৰৰ সৈতে উৰিব পাৰিব, খেলিব পাৰিব। লগত আৰু কোন কোন থাকিব দে'তা?

ঃ বহুত মানুহ থাকিব, ইমানদিনে যিমান মানুহ ঢুকাল.... সেইবোৰ থাকিব।

ঃ ককাইঁত থাকিব ক'ত?

ঃ ভ-ভগৱানৰ ঘৰত।—দীপকে ভগৱান শব্দটো উচ্চাৰণ কৰিবলৈ গৈ উজুটি খালে। মৌমনে এইবাৰ সুধিব নেকি ভগৱানৰ ডেফিনেছন? পিছে তাই নুসুধিলে। মাকে তাইক এই বিষয়ে কিবা বুজাই থৈছে নিশ্চয়।

ঃ দে'তা, মানুহবোৰে চিঞঁৰি চিঞঁৰি কান্দিছে কিয়? ভালহে ঢুকালে!

দীপকে কি উত্তৰ দিব ভাবি নাপালে। তাইক সন্তুষ্ট কৰিবলৈ ক'লে, — ব'লা মৌ-মা, ভিতৰত আমি খেলোঁগৈ'। এনেতেই গেট খুলি সন্ধ্যা সোমাই আহিল, শাৰীখনৰ আঁচলেৰে সন্ধ্যাই চকু মচি আহিছে।

ঃ অ' মা, মোকো ককাৰ লগত যাবলৈ দিয়ানা.... দে'তা,ময়ো এবাৰ আকাশলৈ যাওঁ দিয়ানা.... মৌমনৰ এই আচৰিত আবদাৰত সন্ধ্যাই বিচুৰ্তি খালে। হঠাতে মৌমনৰ গালত ঠাচ্‌কৈ দীপকে এটা চৰ মাৰিলে। মৌমন কিছুপৰ স্তব্ধ হৈ থাকিল। তাইৰ চাৰিবছৰীয়া জীৱনকালত মাৰ খাই পোৱা নাছিল। এই আচম্বিত অভিজ্ঞতাত তাইৰ মুখৰ মাত হৰিল। সন্ধ্যাই দীপকৰ কোলাৰপৰা মৌমনক আঁজুৰি লৈ আহি ক'লে—'তুমি মানুহ হৈছা বুলি ভাবিছিলোঁ, পিছে তুমি পশুৱেই হৈ আছা'। মাকৰ কোলাত উঠিয়েই মৌমনে তাল-ফাল লগাই কান্দিবলৈ লাগিল।

'পশু!' — এই কথাটো কিমান দিনৰ মূৰত শুনিলে দীপকে? দীপকৰ বুকুত নখেৰে আঁচুৰি এক গভীৰ ক্ষতৰ সৃষ্টি কৰিলে শব্দটোৱে। 'পশু'—ই এটা শব্দই নহয়, তাৰ মূৰৰ ভিতৰত এহেজাৰ ঘোঁৰাই একেলগে কৰা ই পদাঘাত। মাত্ৰ এটা শব্দই তাৰ সৰ্বশৰীৰ চাবুকেৰে কোবাই চিৰাচিৰ কৰিলে, ঘূৰাই লৈ আহিলে দীপকৰ পুৰণি খণ্ডটো, এটা মৃতদেহ হঠাতে সাৰ পাই তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। দীপকে হঠাতে এটা অস্বাভাৱিক বিকট চিঞঁৰ মাৰি সন্ধ্যালৈ চোঁচা ল'লে। 'কি ক'লি—পশু...'মই পশু। আহিছিলি কিয় এই পশুলৈ? এই পশুৱে দিয়া ভাত খাইছ কিয়? এই পশুৰ পাটীৰ তিৰোতা হ'লি কিয়?

হাৰামজাদী.... দীপকৰ মুখেৰে আখে ফুটাদি অশ্লীল শব্দ ওলাবলৈ ধৰিলে। সন্ধ্যাই মৌমনক বুকুত সজোৰে চেঁপি ধৰি ইটো কোঠালিৰপৰা সিটো কোঠালিলৈ দৌৰি ফুৰিবলৈ ধৰিলে। চকী-টেবুল-ফুলদানী মাটিত পৰি যিমান শব্দ হ'ল মৌমনে সিমান চিঞৰিলে। বাথৰুমত দুৱাৰ মাৰি সোমাব খোজাৰপৰা দীপকে সন্ধ্যাক চোঁচৰাই উলিয়াই আনিলে। মৌমনে কৰ্ফাল খাই দূৰত ছিটিকি পৰিল। প্ৰচণ্ড আক্ৰোশেৰে দীপকে সন্ধ্যাক চৰিয়াবলৈ-ভুকুৱাবলৈ লাগিল। সন্ধ্যাই দীপকৰ এই ভয়ংকৰ মূৰ্তি দেখি ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দি তাই ক'লে, 'এশবাৰ পশু ক'ম, হাজাৰবাৰ ক'ম, পশু নহয় কি? পশুৰ বাহিৰে মানুহে এনেকুৱাকৈ মানুহক মাৰিব পাৰেনে? এটা পুৰণি পগলা ঘন্টা যেন দীপকৰ মূৰৰ ভিতৰত অহৰহ বাজিবলৈ ধৰিলে। উন্মাদ মানুহৰ দৰে সি সন্ধ্যাৰ ফালে কিছু সময় চাই থাকিল। সন্ধ্যাৰ ভয়াৰ্ত চকুহাল ওলাই এইমাত্ৰ মাটিত সৰি পৰিব যেন হৈছে। দীপকে দুয়োখন হাত ওপৰলৈ তুলি এক শ্বাপদ-জন্তুৰ আক্ৰমণ ভংগিমাত এখোজ-দুখোজকৈ সন্ধ্যাৰ ফালে আগবাঢ়িল। সন্ধ্যা চুঁচৰি পিছুৱাই গৈ থাকিল। দীপকৰ চকুৰ আগত ভাহি উঠিল সেই মানুহজনী। গিৰীয়েকৰ গুলী লগা দেহাটো তাই সাবটি তাই ঠিক এনেকৈয়ে কৈছিল — 'পশু। তহঁত মানুহ নহয়, পশু। যিটো মানুহে জীৱনটোত দহ হেজাৰ টকা একেলগে জমা কৰিব নোৱাৰিলে, তেওঁ পইচা দিব ক'ৰপৰা? এটা সৎ মানুহক কাৰোবাৰ কথাত মাৰি পেলালিহি!' সেয়াই নহয়, ঘৈণীয়েকজনী উঠি আহি বন্দুকৰ নলীটো তাইৰ নিজৰ বুকুত লগাই কৈ উঠিছিল 'মাৰ — মোকো মাৰি পেলা, পশু! আমাৰ আটাইকেইটাকে মাৰি থৈ যা'। কোন চহৰত ঘটিছিল ঘটনাটো? মনত নপৰিল। যি কোনো চহৰ এখনত, ঘটনাবোৰ যেতিয়া একে, চহৰবোৰো একে। এজনী সামান্য মাইকীয়ে 'পশু' বুলি ক'ব? ঘৰ-সংসাৰ কৰি তাহাঁতে ফন্তি মাৰি থাকিব; আৰু সিহঁতে হাবি-বননিয়ে ঘূৰি, গছ-পাত, বনৰীয়া জন্তুৰ মঙহ খাই দেশৰ বাবে যুঁজ দিব আৰু গালিও শুনিব? সি মানুহজনীৰ বাউসিতো খামোচ মাৰি ধৰিলে, ট্ৰিগাৰত আঙুলিটো ৰাখিলে। হঠাতে মানুহজনীয়ে হুকহুকাই কান্দি মাটিত বহি পৰিল। তাইৰ ব্লাউজৰ এফাল তাৰ হাতত থাকি গ'ল। ইমান ডাঙৰ অফিচাৰৰ ঘৈণীয়েকে ইমান পুৰণি চুলেই ফিচিকি যোৱা ব্লাউজ পিন্ধেনে। সন্ধ্যা টেবুল এখনত লাগি হামখুৰি খাই পৰিল। তাইৰ শাড়ীখন উৰুৰ ওপৰলৈ উজাই গৈছে। ব্লাউজটো ফাটিছে। সন্ধ্যাৰ শৰীৰৰ অ'ত-ত'ত তেজৰ দাগ। মানুহজনীৰো শৰীৰটো গিৰীয়েকৰ তেজেৰে তিতি গৈছিল। একেদৰেই শাড়ীখন উজাই গৈছিল। তথাপিও তাই ক'বলৈ নেৰিছিল 'পশু'! পশু!' বিকট চিঞৰৰ এটা মাৰি সি মানুহজনীৰ ওপৰত জঁপিয়াই পৰি টেটু চেপি ধৰিছিল। মানুহজনীৰ ছটফটনিয়ে তাৰ স্নায়ুত এক অদ্ভুত উত্তেজনাৰ সৃষ্টি কৰিছিল। মানুহজনীৰ গাৰপৰা তেজৰ গোন্ধ ওলাইছিল, এটা আচৰিত গোন্ধ। ঠিক হাবিত বৰা-গাহৰি জীয়াই জীয়াই বখলিয়াওঁতে যেনেকুৱা গোন্ধায়। যিমানে গাহৰিটোৱে আৰ্তনাদ কৰে ভোক দুগুণে বাঢ়ে। মাইকী মানুহৰ শৰীৰ প্ৰথমবাৰৰ বাবে এইদৰে সি চুই পাইছিল। ভয়-আতংক আৰু ক্ৰোধত বিস্ফোৰিত এটা নাৰী শৰীৰ.... তেজেৰে সিক্ত, বৰা-গাহৰিৰ দৰে গোন্ধ....খণ্ডত সি তাইৰ মাংসবোৰ খামুচি ধৰিছিল.... পিঠিত এটা বন্দুকৰ নলীৰ খোঁচ পোৱাত সি সচকিত হৈ উঠি আহিছিল। এক সুতীব্ৰ ক্ষুধাই তাক উন্মাদ কৰি তুলিছিল। লগত অহা বন্ধুটোৱে প্ৰায় চোঁচৰাই তাক বাহিৰলৈ লৈ গৈছিল। পিছফালৰপৰা মানুহজনীয়ে আকৌ কোৱা শুনিছিল — 'পশু — কাপুৰুষ!' — ক'বি মোক পশু বুলি আকৌ, ক'বি! — সন্ধ্যাই আৰ্তনাদ কৰি উঠিল। তাক এটা গতা মাৰি তাই শিলপৰা কপৌৰ দৰে থৰ লাগি বৈ থকা মৌমনক সাবটি হুকহুকাই কান্দি দিলে।

দীপকৰ সম্বিৎ ঘূৰি আহিল। এসোঁতা উষ্ণ তেজ ধীৰে ধীৰে যেন মগজুৰপৰা প্ৰত্যাবৰ্তন কৰিলে। এয়া সি কি কৰিলে? অতীতৰ এক ভয়াবহ অপূৰ্ণ ক্ষোভৰ প্ৰতিশোধ ল'ব খুজিছিল নেকি সন্ধ্যাৰ শৰীৰটোৰ ওপৰত। কেতিয়াবাই বিসৰ্জন দিয়া তাৰ পুৰণি খণ্ডটো, পুৰণি আক্ৰোশবোৰ তেতিয়াহ'লে লুপ্ত হৈ যোৱা নাছিল। কাৰ ওপৰত এতিয়া তাৰ খং উঠি থাকে? তেতিয়া কাৰ ওপৰত উঠিছিল? বিপ্লৱৰ আৰ্দশক মনে-প্ৰাণে বিশ্বাস কৰিও তাৰ মাজে মাজে খং উঠিছিল, একোটা শব্দৰ ওপৰত ঘৃণা হৈছিল, আক্ৰোশৰ সৃষ্টি হৈছিল। সেই বিশেষ শব্দবোৰ তাহাঁতৰ মগজুৰ মাজত বেজীৰে সী থোৱা আছিল। তাহাঁতৰ হৃৎপিণ্ডত গাঁথি লৈছিল অন্য কিছু স্বপ্ন, শব্দবোৰ আৰু স্বপ্নৰ মাজত অহৰহ কাজিয়া হৈছিল। সেই

মানুহজনীৰ গিৰীয়েকটোৱেই তাৰ শেষ হত্যা আছিল। সন্ধ্যাই কি ভুল কৰিছিল, যাৰবাবে আজি সি তাইক শাস্তি দিলে। এসময়ৰ সহপাঠী সন্ধ্যাই তাৰ একমাত্র নিৰাপদ আশ্ৰয় আছিল। তাৰ আত্মসমৰ্পণৰ মূলতেই আছিল সন্ধ্যাৰ প্ৰতি হোৱা অগাধ আস্থা। সন্ধ্যাৰ পিতৃ-মাতৃৰ সৈতেও বিচ্ছেদ ঘটিছিল। একমাত্র ভায়েক শান্তনুৱে কেৱল বায়েকৰ খবৰ লয়। এই সন্ধ্যাকেই মৌমনৰ সন্মুখতে সি প্ৰহাৰ কৰিলে — নে ধৰ্ষণো কৰিলে? লাজ-অপমাণত সি জৰ্জৰিত হ'ল।

'হৰি বোল হৰি বোল' সমস্বেত কণ্ঠত অঞ্চলটো মুখৰিত হৈ উঠিল। নীলকণ্ঠ দুৱৰাৰ শৱযাত্ৰা আৰম্ভ হৈছে বোধহয় । এঘন্টাৰ আগলৈকে দীপকেও শৱযাত্ৰাত ভাগ লোৱা কথা আছিল। সন্ধ্যাই মৌমনৰ কণমান হাত দুখন একেলগে কৰি ক'লে—নমস্কাৰ কৰা মৌ-মা, মানুহৰ শৱযাত্ৰাক সন্মান দেখুৱাব লাগে। ককা খুব ভাল মানুহ আছিল.... মৌমনে মাকক অনুসৰণ কৰি কোনো অদৃশ্য শক্তিৰ উদ্দেশ্য প্ৰাৰ্থনা কৰিলে।

হঠাতে দীপকে হুকহুকাই কান্দি উঠিল। নিজৰ শৰীৰত চৰ-ভুকু নিৰ্দয়ভাৱে শোধাবলৈ ধৰিলে। বেৰখনত দু বাৰমান মূৰটো আছাৰি সি বাহিৰত থকা মটৰ চাইকেলখনৰ কাষলৈ দৌৰ মাৰিলে। মুহূৰ্ততে সি মটৰচাইকেলখন ষ্টাৰ্ট কৰি সুতীব্ৰ বেগত কঁৰবালৈ ওলাই গ'ল।

উদ্‌ভ্ৰান্তৰ দৰে সি কিমান সময় চহৰখনৰ আলিয়ে-গলিয়ে ঘূৰি ফুৰিলে তাৰ হিচাপ নাই। কিহৰ বাবে এদিন সি ওলাই গৈছিল আত্ম-গোপন কৰিবলৈ? আৰু আত্ম-সমৰ্পণেইবা কৰিলে কিয়? জীৱনৰ কোনটো লক্ষ্য শুদ্ধ আছিল? মেট্ৰিকত লেটাৰ পোৱা সি এটা মেধাৱী ল'ৰা আছিল। কলেজত পঢ়ি থাকোঁতেই হঠাতে তাৰ সকলো অসাৰ যেন উপলব্ধি হৈছিল। এটা বিপ্লৱৰ স্বপ্নই তাক উদ্বাউল কৰি পেলাইছিল। মাও-জে-দঙৰ 'লং মাৰ্চ'খন যিদিনা পঢ়ি উঠিছিল, সেইদিনাই কথা দি পেলাইছিল সেই বিপ্লৱী বন্ধুজনক। তাৰ পাছত আত্ম-গোপন, ছদ্মনাম, ছদ্মবেশৰ আৰম্ভ হৈছিল। দুৰ্লংঘ্য পাহাৰ-পৰ্বতবোৰ অতিক্ৰম কৰি ট্ৰেইনিং লৈছিল অস্ত্ৰ-চালনাৰে। এটা হাঁহ বা পাৰ মাৰিলে চাব নোৱাৰা ল'ৰাটোৱে একবিন্দু প্ৰতিক্ৰিয়া প্ৰকাশ নকৰাকৈ মানুহ হত্যা কৰিবপৰা হৈছিলগৈ। তেনেকৈয়ে সন্ধ্যাক এদিন সি লগ পাইছিল। একমাত্র সন্ধ্যাকেই সি পাইছিল, যি অলপো কুণ্ঠাবোধ নকৰাকৈ তাক আশ্ৰয় দিছিল, সুবিধা পালেই তাক আত্ম-সমৰ্পণ কৰাৰ কথা কৈছিল। আত্ম-সমৰ্পণ কৰি বিনা অস্ত্ৰৰে কৰিবপৰা কিছুমান ভাল কাম কৰিবলৈ উপদেশ দিছিল। সন্ধ্যাৰ কথাবোৰ ইমান ভাল আছিল যে সি দৃঢ়ভাৱে বিশ্বাস কৰিবলৈ লৈছিল তাইৰ প্ৰতিটো কথা। কিমান দিনৰ আগতে সি এৰি আহিছিল অতীতটো? আৰু কিমান দিন হ'ল তাৰ বৰ্তমানটোৰ? সামাজিকভাৱে বসবাস কৰিলেও দীপকে কোনোদিনেই পোৱা নাই কাৰো উদাৰ আতিথ্যতা। কোনো প্ৰতিবেশীয়েই নজনায় উষ্ণ সম্ভাষণ। চহৰখনত বিক্ষিপ্ত অসামাজিক ঘটনা ঘটিলেই থানাৰপৰা তালৈ নিৰ্দেশ আহে হাজিৰ হ'বলৈ। আত্ম-সমৰ্পণকাৰীৰ 'ৰেজিষ্টাৰ খাতাখনৰপৰা তাৰ নামো হয়তো আমৃত্যু মচা নাযাব। এক ভয়াবহ সন্দেহৰ চক্ৰবেহুত সি কটাইছে দিনৰ পিছত দিন। মাজে মাজে সন্ধ্যাৰ ওপৰত অসহ্য খং উঠে, প্ৰতিশোধৰ তাড়নাত সি পাগল হৈ যায়। সন্ধ্যাই কয়—'বিপ্লৱ বহু ধৰণে হ'ব পাৰে, তোমালোক আত্ম-সমৰ্পণকাৰীসকলে মানুহৰ বাবে কাম কৰিবলৈ লোৱা। চহৰৰ বুকুত লাখ টকাৰ ব্যৱসায় কৰি কি পাবা? তাতকৈ সমবায় ফাৰ্ম খোলা, গাঁৱলৈ যোৱা, নৈৰ বান্ধবোৰ কিয় ভাঙে সেয়া চোৱা, গাঁৱৰ মানুহে চিকিৎসা কিয় নাপায় সেয়া চোৱা, বেশ্যাৰ দালালবোৰক আগতে ধৰাতকৈ পাঁচশ টকাত পিতৃয়ে কন্যাক কিয় বিক্ৰী কৰে সেয়া চোৱা, দুৰ্নীতি নকৰাকৈ কেনেকৈ কাম কৰি সসন্মানে জীয়াই থাকিব পাৰি সেয়া যদি তোমালোকে দেখুৱালাহেঁতেন; কোনোদিনে তোমালোকক কোনেও সন্দেহ নকৰিলেহেঁতেন'। পুলিচৰ সন্দেহ, প্ৰতিবেশীৰ সন্দেহ, সন্ধ্যাৰ সন্দেহ; এই সন্দেহৰ জালত এটা ক্ষুদ্ৰ মকৰা হৈ দিনে দিনে মাত্র ক্ষুদ্ৰ হৈ গৈ আছে। সন্ধ্যাৰ মেধাৱী ভায়েকটোৱে তাক কথাই কথাই ইতিকিং কৰে — তুমি যদি আত্ম-সমৰ্পণেই কৰিলা, চৰকাৰৰ টকা ল'লা কিয়?'

ঃ কি কৰি খালোঁহেঁতেন?

ঃ অস্ত্ৰ লৈ বিপ্লৱ কৰোঁতে ভবা নাছিলা নেকি, জীৱিকা অৰ্জনৰ বাবে শ্ৰম কৰিব লাগিব বুলি ; এটা দহ টকা আনে দিয়া আৰু তুমি শ্ৰম কৰি অৰ্জন কৰাৰ মাজত থকা পাৰ্থক্য নুবুজিলা নেকি?

ঃ এতিয়া শ্ৰম কৰিছোঁ।

ঃ সেয়া পুতৌ ভিক্ষা, তোমালোকৰ গাঁৱৰ ঘৰত মাটি আছে, পুতৌ ভিক্ষা নলৈ খেতি নকৰিলা কিয়? ঋণ নল'লা কিয়? চৰকাৰৰ ওচৰত বিক্ৰী গ'লা কিয়?

ঃ চুপ থাকা শান্তনু, তুমি যদি ইমানেই বিপ্লৱত বিশ্বাসী নোযোৱা কিয়? কিয় নিৰাপদে ঘৰত বহি উচ্চ বাক্য কৰিছা?

ঃ মই ডাক্তৰী পঢ়ি আছোঁ আৰু শুনা, তুমি সাক্ষী আছা, কোনোদিন মই গাঁৱৰ হাস্পাতালৰপৰা চহৰৰ হাস্পাতাললৈ ট্ৰেন্সফাৰ দিবলৈ স্বাস্থ্যমন্ত্ৰীক খাতিৰ নধৰোঁ চাবা। মোৰ বিপ্লৱ মোৰ জীৱিকাৰে আৰম্ভ কৰিম। যিদিনাই ছত্ৰভংগ দিম সেইদিনাই মই প্ৰকৃততে মৃত্যুবৰণ কৰিম। মই শিখণ্ডী হ'বলৈ নাযাওঁ'। — বহুদিন হৈছে এই তৰ্ক-বিতৰ্ক। তৰ্কত পৰাজয় হ'লেহ' সি ভয়ংকৰ হৈ উঠে। সন্ধ্যা আৰু শান্তনু তেতিয়া মনে মনে থাকে।

দীপকৰ কেতিয়াবা শান্তনুক টেঁটু চেপি মাৰিবৰ মন যায়, কেতিয়াবা সন্ধ্যাকো, কেতিয়াবা আশে-পাশে সকলো মানুহক মটৰ চাইকেলেৰে খুন্দিয়াই হাড় গুড়ি কৰি দিবলৈ মন যায় তাৰ। শিখণ্ডী! সি জানো শিখণ্ডী! কেতিয়াও নহয়। শিখণ্ডীৰ দৰে সি মৃত্যুবৰণ কৰিব নোখোজে, একমাত্ৰ অশৰীৰী এক মৃত্যুছায়াক ভয় কৰাৰ বাহিৰে কাকোৱেই ভয় সি নকৰে। মৃত্যুক দস্তৰমত ভয় কৰে সি, ভয়েই নকৰে ঘৃণাও কৰে। প্ৰায়ে নিশা কাৰোবাৰ আৰ্তনাদত তাৰ টোপনি ভাঙে, ৰক্তৰ গোন্ধত এনেয়ে কেতিয়াবা বমি হয়। — হঠাৎ তাৰ পেটটোৰ ভিতৰত কিহবাই যেন কৰ-মৰাই উঠিল। বমি হ'ব নেকি? নহয়; তাৰ অসম্ভৱ ভোক লাগিছে। সি ৰাস্তাৰ কাষত ৰৈ পেন্টৰ জেপত হাত ভৰালে। পেন্ট-ছাৰ্টৰ আটাইকেইটা পকেট খুঁচৰি দুটকা পয়সত্তৰ পইচা পালে। কেইটামান টকা সি আহোতে লৈ আহিব নোৱাৰিলেনে? দুটকাত সি কি পাব খাবলৈ? চহৰৰ কোনটো প্ৰান্তত সি থিয় হৈ আছে এতিয়া? অলপ দূৰ সি আগুৱাই গ'ল। এখন চাহৰ দোকানলৈ সি সোমাই গ'ল।

ঃ বাবু কি দিম?

ঃ কেইটা বাজিল?—দহ বছৰীয়ামান বয়সটোৰে ভেলেঙা লাগি কিছুপৰ ৰৈ মালিকক সময়টো সুধিলে।

ঃ দুটা পঞ্চত্ৰিশ।

ঃ খাবলৈ কি আছে?

ঃ পুৰি-তৰকাৰী, মাংস-পৰঠা, অমলেট....

ঃ অমলেট আন,দাম কিমান?

ঃ চাৰে পাঁচ টকা ডবল অমলেট —

ঃ ছিংগল আন ডবল নালাগে....

ঃ ছিংগল তিনি টকা—

ঃ কিয় আঢ়ৈ টকাহে হ'ব লাগিছিল....

ঃ হেই কি একেটা মানুহতে লাগি আছ, বাকী মানুহ বহি আছে.... হোটেলৰ মালিকটোৰ কথাত দীপকৰ হাতৰ মুঠিতো টান হৈ আহিল। সি টেবুলৰ ওপৰত থকা গ্লাছ এটা থেকেছা মাৰি খণ্ডতে ভাঙি পেলালে। তাৰ পাছত কঁকালত এবাৰ এনেয়ে হাত ফুৰালে থিয় হৈ । হঠাতে মালিকটোৱে যেন কিবা বুজি পালে, তৎক্ষণাৎ সি বয়টোক হুকুম দিলে' 'ঐ কি চাই আছ ছাৰলৈ পৰঠা-মাংস লৈ আহ'। মুহূৰ্ততে তাৰ খাটিৰ বাঢ়িল। সি আত্ম-সন্তুষ্টিত হাঁহিলে। এতিয়াও তাৰ মূল্য আছে তেতিয়াহ'লে। হোটেলৰ বাকী গ্ৰাহকবোৰে তালৈ সভয়ে চালে। তাৰ বিপৰীত ফালে থকা টেবুলখনৰপৰা এটা ক্ষীণ-মীন ল'ৰাই তীব্ৰ দৃষ্টিৰে তালৈ চাই আছে। অদ্ভুত সাদৃশ্য আছে কাৰোবাৰ সৈতে সেই দৃষ্টিৰ। কাৰ সৈতে? সন্ধ্যা! নে শান্তনুৰ সৈতে? শিখণ্ডী শিখণ্ডী — সেই দৃষ্টিয়ে যেন তাক কৈ উঠিল। সুবিধাবাদী—আচলতে তোমালোক সুবিধাবাদী, শান্তনুৰ দৰে এই ল'ৰাটোৱে তাকেই কৈছে নেকি? সি ল'ৰাটোৰ ফালে চাই থাকিব নোৱাৰিলে। টেবুলত বয়টোৱে একপ্লেট ধোঁৱাই থকা মাংস আৰু গৰম পৰঠা থ'লেহি। সুস্বাদু গোন্ধত তাৰ পেটতো দুগুণে কলমলাই উঠিল। হঠাতে সি এটা আচৰিত কাম কৰিলে। খোৱাবস্তুবোৰ তেনেকৈয়ে পেলাই সি কাউন্টাৰটোলৈ উঠি গ'ল। জেপৰপৰা আঢ়ৈ টকা উলিয়াই মালিকটোক ক'লে 'লোৱা ভঙা গ্লাছটোৰ দাম' কৈয়ে সি নৰ'ল, জঁাপ মাৰি মটৰ চাইকেলখনত উঠিল।

ক'লৈ যাব সি? ঘৰলৈ? হয় ঘৰলৈকে যাব। আচৰিত ধৰণে পেটৰ জুইকুৰা এতিয়া নাই। তাৰ সলনি মনটো তাৰ প্ৰশান্তিৰে ভৰি পৰিল। হ'ব পাৰে ই এটা সামান্য কাম, কিন্তু এই সুখৰপৰা সি বহুদিন বঞ্চিত হৈ আছিল। এই মুহূৰ্ততে তাৰ সন্ধ্যাক লগ পাবলৈ মন গৈছে। সি তীব্ৰ গতিৰে মটৰ চাইকেলখন ঘৰ অভিমুখে চলাই দিলে। সন্ধ্যাই সদায় কয়—'তোমালোকে অস্ত্ৰ ত্যাগ কৰিলা

ঠিকেই, কিন্তু জীৱনৰ মহত্ত্ব বুজি পাবলৈ বহুত বাকী। প্ৰথমে এজন মানুহ হোৱা, বিপ্লৱী হ'বলৈ যিমান কঠিন, মানুহ হ'বলৈ তাতোকৈ কঠিন। যিদিনাৰপৰা মানুহ হৈ মানুহক শ্ৰদ্ধা কৰিবলৈ শিকিবা; সেই দিনাৰপৰাহে তোমালোকৰ প্ৰকৃত বিপ্লৱ আৰম্ভ হ'ব। ভাল কাম কৰি পোৱা বিমল প্ৰশান্তিয়ে, তোমালোকৰ আত্ম-বিশ্বাস গঢ়ি তুলিব.... ক্ৰেচকৈ তাৰ সম্মুখত সজোৰে ব্ৰে'ক মাৰি পুলিচৰ জীপ এখন ৰ'ল। এখন চিনাকি পুলিচৰ মুখে গাড়ীৰ খিৰিকীৰে ওলাই সুধিলে—

ঃ ক'ৰপৰা আহিলা?

ঃ এফালে গৈছিলোঁ।

ঃ কি কামত?

ঃ এনেয়ে....

ঃ এনেয়ে মানে? তুমি যোৱা ৰাতি ঘৰত নাছিলা?

ঃ আছিলোঁ। কিবা হ'ল নেকি?

পুলিচজনে সন্দেহৰ দৃষ্টিৰে তাক মূৰৰপৰা ভৰিলৈকে লক্ষ্য কৰি ক'লে, নাজানাই হ'ব পায়, এঘণ্টাৰ আগতে দুজন মিলিটেৰী অফিচাৰক হত্যা কৰা হৈছে। মটৰ চাইকেলৰ নম্বৰ ধৰা পৰিছে। তুমি থকা চুবুৰিটোৰ ফালেই গৈছিল সিহঁত। কথাবিলাকে তুমি থানালৈ আহিবলগা হ'ব পাৰে' — এক বিদ্ৰূপৰ ভংগীত কথাকেইটা কৈ পুলিচজন গুচি গ'ল।

দীপকৰ কপালত বিন্দু বিন্দু ঘামৰ কণিকা ওলাল। সি কিমান মানুহৰ মৃত্যুৰ দায়িত্ব বহন বহন কৰি থানালৈ অহা-যোৱা কৰিব? যোৱা পাঁচ বছৰে সি অতীতৰ সৈতে সম্পৰ্ক ৰখা নাই। অথচ প্ৰতিটো হত্যা, প্ৰতিটো বোমা বিস্ফোৰণৰ সময়ত সি প্ৰমাদ গণে। এনেকৈ বুলি জনা হ'লে সি আত্ম-সমৰ্পণ কেতিয়াও নকৰিলেহেঁতেন। কিন্তু অস্ত্ৰৰ ভাষা জানো সি নিৰ্বিবাদে গ্ৰহণ কৰিব পাৰিছিল? হৃদয়ংগম হৈছিল জানো তালৈ অহা নিৰ্দেশ অথবা সংকটৰ মৰ্ম! তাৰ বিবেকে অন্ধ হৈ অনুকৰণ কৰিব খুজিছিলনে বিপ্লৱৰ নিৰ্ধাৰিত পৰিভাষাবোৰ! শিখণ্ডী শিখণ্ডী — শান্তনুৱে যেন তাৰ মগজুত এপাট কাড় মাৰি দিলে চিৰকাললৈ। এনেকৈয়ে হঠাতে তাৰো এদিন মৃত্যু হ'ব। মৌমনৰ শিশু পৰিচয় তেতিয়া কি হ'ব? নীলকণ্ঠ দুৱৰাৰ দৰে সি দীপক শইকীয়া হৈ নিষ্কলুষ মৃত্যু পাবনে? দীপকৰ কাণৰ সঁতাৰে ঘাম বৈ আহিল।

আলি-বেঁকুৰিটো ঘূৰোঁতেই ৰাস্তাৰ কাষত বৈ থকা এখন ধোঁৱা বৰণীয়া মাৰুতি ভানৰপৰা হঠাতে দুৱাৰ খুলি এজন লোক ওলাই আহিল। দীপকে চিনি পালে। অতীতৰ সংগী এজন। এনেকৈ বহুতকে সি মাজে মাজে লগ পায়। তাক ৰ'বলৈ কোৱা হ'ল। অনিচ্ছাসত্ত্বেও সি গাড়ীখনৰ কাষত ৰ'ল। 'এখন মটৰ চাইকেল আছে তোৰ ঘৰত। লৈ ফুৰিবলৈ সুবিধা নহ'ল। নম্বৰ প্লেটখন সলাবি, নহ'লে ক'ৰবাত থৈ আহিবি' কোনো ভূমিকা নকৰাকৈ কথাখিনি কৈ তাৰ এসময়ৰ বন্ধুটো গৈ ভানখনত উঠি অদৃশ্য হ'ল। বজ্ৰাহতৰ দৰে দীপক কিছুসময় একেঠাইতে বৈ থাকিল। তাৰপাছত ধীৰে ধীৰে ঘৰলৈ ৰাওনা হ'ল। তাৰ খুব পিয়াহ লাগিল। মৰুভূমিৰ মাজত তৃষ্ণাতুৰ পথিকৰ দৰে সি সেপ ঢুকিলে।

গেটখন খুলি সন্তৰ্পণে সি চাৰিওফালে চালে। ঘৰৰ দুৱাৰ-খিৰিকীবোৰ বন্ধ। বাৰাণ্ডাৰ কাষৰ জবাজোপাৰ কাষত মটৰ চাইকেলখন। দীপকে মটৰ চাইকেলখনৰ ফালে নোচোৱাকৈয়ে সচৰাচৰ নিজৰ মটৰ চাইকেল থোৱা ঠাইত মটৰ চাইকেলখন থ'লে। কলিং বেল টিপিলতে সন্ধ্যাই আহি দুৱাৰ খুলি দিলে। দীপকে সন্ধ্যাৰ ফালে নোচোৱাকৈ পোনেই ফোনটোৰ ওচৰলৈ গ'ল। 'হেল্ল', পুলিচ থানা?' — দীপকে সমস্ত ঘটনাৰ হুবহু বিৱৰণৰ সৈতে, সন্দেহযুক্ত মটৰ চাইকেলখন যে এতিয়াও ঘৰতে পৰি আছে সেই কথা একো লুক-ঢাক নোহোৱাকৈ ক'লে। সন্ধ্যাই এবাৰ দৌৰি বাহিৰলৈ গৈ মটৰ চাইকেলখন চালে আৰু হতবাক হৈ দীপকলৈ চাই চিঞৰি উঠিল এয়া তুমি কি কৰিলা? দীপক নিচাগ্ৰস্ত মানুহৰ দৰে ঢলংকৈ-পলংকৈ গৈ বিছনাত পৰি দিলে একো উত্তৰ নিদিয়াকৈ।

ঃ এতিয়া পুলিচ আহি তোমাক লৈ যাব। ভাবিছা নেকি সিহঁতে তোমাক বিশ্বাস কৰিব?

ঃ মোৰ একো উপায় নাই আৰু বৰ ভাগৰ লাগিছে এই জীৱনৰ বোজা বহন কৰি । মই মটৰৰ চাইকেলখন ক'তো লুকুৱাব নোৱাৰোঁ। — সেহাই সেহাই দীপকে ক'লে।

ঃ কিন্তু সিহঁতৰ নামবোৰ যে কৈ দিলা, ক'ত থাকিব পাৰে তাকো ক'লা, তোমাক সিহঁতে জীয়াই থাকিবলৈ দিবনে?

ঃ জীয়াই থাকিবলৈ মোক কোনেও নিদিয়ে। অথচ

এদিন সকলোতকৈ বেলেগে, মুক্ত বিহংগৰ দৰে, স্বপ্নৰ ঘৰত বাস কৰিম বুলি পণ কৰি ওলাই আহিছিলোঁ। স্বপ্নৰ জাল গুঠি গুঠি মই এটা ক্ষুদ্ৰ মকৰা হৈ সেই জালতে ওলমি ৰ'লোঁ। প্ৰায়শ্চিত্ত কৰাৰ এই সুযোগ মোৰ কাহানিও নহ'ব, জালখনৰপৰা মুক্তি পোৱাৰ পথ মোৰ এটাই। মই জানো পুলিচেও মোক বিশ্বাসত নলয়। কিন্তু কি কৰিব পাৰিলে মই আকৌ বিশ্বাসভাজন হ'ম! ভাল হ'ম! এই কথা ভাবি মই ভাগৰি পৰিছোঁ।

ঃ কি দোষৰ প্ৰায়শ্চিত্ত কৰিছা তুমি? মৌমন আৰু মোৰ কথা! এবাৰো নাভাবিলা তুমি! দীপকলৈ ম্লান হাঁহি এটা মাৰি ক'লে — 'কিয় ইমান ভয় খাইছা? কাৰো প্ৰতি মোৰ অভিযোগ নাই। মই মোৰ জীৱনৰ ওচৰত প্ৰায়শ্চিত্ত কৰিব খুজিছোঁ। তুমি দেখোন মোক সুন্দৰ সুন্দৰ শব্দৰে এখন নতুন পৃথিৱীলৈ গুচি আহিবলৈ সদায় শিক্ষা দিয়া। তোমাৰ কথাবোৰ মিছা আছিল নেকি? সন্ধ্যাৰ চকুত দুটোপাল পানী বিৰিঙিল।

বাহিৰত কেইবাখনো গাড়ী ৰোৱাৰ শব্দ হ'ল। এটা মৃদু হুলস্থূলৰ সৃষ্টি হ'ল। কিছুমান গধুৰ বুটৰ শব্দই চাৰিওকাষে কঁপাই তুলিলে। দীপক শুই থকা কোঠালিটোলৈ শব্দবোৰ ডাঙৰ হৈ আহিবলৈ ধৰিলে।

পিছদিনা খবৰ কাগজবোৰত বৰ বৰ হৰফেৰে দীপকৰ স্বীকাৰোক্তি ছপা হ'ল। সেই স্বীকাৰোক্তিৰ ভিত্তিত চাৰিজন উগ্ৰপন্থীক হাতে-লোটে চহৰৰ সম্ভ্ৰান্ত মানুহ এঘৰত ধৰা পেলাই পুলিচে কৰায়ত্ত কৰিলে।

তাৰ তিনিদিন পাছত পুনৰ এটা খবৰ সকলৈকে এইবুলি প্ৰকাশ পালে — দীপক শইকীয়া নামৰ আত্ম-সমৰ্পণকাৰী উগ্ৰপন্থীজনক দুজন অচিনাক্ত লোকে যোৱা নিশা গুলীয়াই হত্যা কৰে। উল্লেখযোগ্য যে.... সামৰিক বিষয়া দুজনৰ হত্যা সন্দৰ্ভত শইকীয়াই দিয়া বিস্ফোৰন সাক্ষ্যদানৰ ভিত্তিতেই....

প'ষ্টমৰ্টেমৰ পিছত ঘৰলৈ অনা মৃতদেহটোৰ কাষত বহি মৌমনে মাকলৈ চাই কণমান হাত দুখন নমস্কাৰৰ ভংগীত একেলগে কৰি সুধিলে—'দে'তা ভাল মানুহ আছিল নে নাই মা? নমস্কাৰ কৰোঁনে?' ■

# এটা কবিতাৰ জন্ম

মৃন্ময়ী দুৱৰা আজি কিছুদিনৰপৰা খিংখিঙীয়া হৈ পৰাটো ঘৰখনৰ প্ৰত্যেকজন সদস্যই উপলব্ধি কৰিছে। আনকি নুনমাটিত থকা তেওঁৰ নুমলীয়া ল'ৰা অশান্তৰ পাঞ্জাবী বোৱাৰীজনীয়েও সিদিনা আহি সুধিলেহি — মা আপোনাৰ অসুখ হৈছে নেকি? একেই প্ৰশ্ন কিছুদিন আগতে মৃন্ময়ীৰ স্বামী জ্যোতিপ্ৰকাশ দুৱৰায়ো সুধিছিল। প্ৰশ্নটো শুনি মৃন্ময়ীৰ দুগুণ খং উঠিছিল। যদিও অতি ধৈৰ্যৰে তেওঁ উত্তৰ দিছিল—অসুখৰ কিবা লক্ষণ দেখিছা নেকি?

নহয় দুদিনমানৰপৰা তুমি হাঁহি-ধেমালি নকৰা হৈছা, ঘৰখন কিবা হৈ গৈছে....

ঃ মই ঘৰ ৰিফ্ৰেছমেণ্টৰ মেচিন নেকি?

জ্যোতি দুৱৰা মনে মনে বৈছিল। হয়তো ক্ষুণ্ণ হৈছিল মৃন্ময়ীৰ উত্তৰত। মাত্ৰ পৰহি মৃন্ময়ীৰ ডাঙৰ পুত্ৰ নিশান্তই এলাহাবাদৰপৰা ফোন কৰি মাকৰ খা-খবৰ লওঁতেও মৃন্ময়ীৰ ভাগৰুৱা কণ্ঠস্বৰে তাকো ভবাই তুলিছিল। সিও একেই প্ৰশ্ন সুধিছিল অলপ অন্য ধৰণেৰে —

ঃ 'মা তোমাৰ শৰীৰ ভালে আছে নহয়?

মৃন্ময়ীয়ে নিজেও বুজা নাই কি হৈছে। মৃন্ময়ী দুৱৰাই বিবাহিত জীৱনৰ ছাব্বিশটা বছৰত কোনোদিন কাৰো ঈৰ্ষাত দগ্ধ হোৱা নাই, দুটা স্বাস্থ্যৱান আৰু মেধাবী পুত্ৰ, এজন বিজ্ঞানী স্বামীৰে তেওঁৰ সংসাৰখনত একোৰে অভাৱ নাই আজিলৈকে। তদুপৰি মৃন্ময়ীৰ নিজৰ এটা সুকীয়া সন্মান আছে সমাজত। মৃন্ময়ী এখন কলেজৰ বুৰঞ্জী বিভাগৰ মুখ্য অধ্যাপিকা। কেইবছৰমানৰ ভিতৰতে সেই কলেজখনৰ তেওঁ প্ৰিন্সিপাল হোৱাৰ কথা। সেয়াই নহয়, এগৰাকী বিশিষ্ট কবি হিচাপে সমাজত তেওঁৰ খ্যাতি আছে। তেওঁ কবি হিচাপে দুটা সৰ্বভাৰতীয় পুৰস্কাৰ পোৱাৰ পাছত তেওঁৰ কবিতা বিভিন্ন ভাৰতীয় ভাষালৈ অনুবাদ হোৱাৰ উপৰিও ইংৰাজী ভাষাতো অনুবাদ হৈছে। মৃন্ময়ী দুৱৰাৰ স্বামী জ্যোতিপ্ৰকাশ দুৱৰাও সুখ্যাতিৰ সোণালী ৰাস্তাৰে খোজকাঢ়ি অহা মানুহ। তেওঁ এজন সৰ্বভাৰতীয় খ্যাতিসম্পন্ন কৃষিবিজ্ঞানী। কেবাবছৰো বিদেশত অতিথি অধ্যাপকৰূপে বিশ্ববিদ্যালয়ত শিক্ষাদান কৰিছিল। জ্যোতিপ্ৰকাশেও কেবাটাও উল্লেখযোগ্য সৰ্বভাৰতীয় পুৰস্কাৰ লাভ কৰিছে। মৃন্ময়ী আৰু জ্যোতিপ্ৰকাশৰ নিজা নিজা বিষয়ত কেবাখনো উল্লেখযোগ্য গ্ৰন্থও প্ৰকাশ পাইছে।

তেওঁলোকৰ দুই পুত্ৰ তেওঁলোকৰ সমান প্ৰতিভাৱান নহ'লেও মেধাবী বুলি দুয়োজনে নিজা কেৰিয়াৰত প্ৰমাণ দি আহিছে। ডাঙৰ পুত্ৰ নিশান্ত এলাহাবাদৰ এটা নামী বস্ত্ৰ প্ৰতিষ্ঠানৰ ইঞ্জিনিয়াৰ। সৰু পুত্ৰ অশান্তই ডাক্তৰী পঢ়ি আছে। মুঠৰ ওপৰত এখন সুখী আৰু সফল ঘৰ বুলিলে মানুহে পোনছাটেই তৎক্ষণাৎ আঙুলিয়াই দিব পৰা এখন ঘৰ হ'ল মৃন্ময়ী দুৱৰাৰ ঘৰখন।

এই ঘৰখনতে জীৱনৰ ছাব্বিশটা বছৰ পাৰ কৰি প্ৰায় পঞ্চাশৰ ডেওনাত ভৰি দিব খোজা মৃন্ময়ীৰ বহুদিনৰপৰা একো ভাল নলগা হৈ আহিছে। প্ৰথমে এবছৰ তাৰ পিছত দুবছৰ.... প্ৰতিবাৰেই নতুন বছৰ সোমোৱাৰ লগে লগে মৃন্ময়ীয়ে ভাবে, এইবছৰ কিবা নতুন কাম কৰিব লাগিব, কিন্তু দিন যোৱাৰ লগে লগে আগৰ বছৰকেইটাৰ দৰেই পুৰণি আমনিদায়ক হৈ যায় সময়বোৰ। মেলে-মিটিঙে সম্বৰ্ধনা, নিৰ্দিষ্ট বক্তা, মুখ্য অতিথি হৈ একেবোৰ কথাকে ভাষণ দি দি তেওঁৰ প্ৰাণশক্তি সঞ্জীৱিত হোৱাতকৈ আজিকালি নিজকে দুৰ্বল যেনহে লাগে। তেওঁৰ লাহে লাহে দৃঢ় ধাৰণা হ'বলৈ লৈছে, এইবোৰ কথা কৈ যেন তেওঁৰ শক্তি ক্ষয়ৰ বাদে একো হোৱা নাই। আজিকালি তেওঁ সেয়ে সভা-সমিতিলৈ নিমন্ত্ৰণ কৰিলে নোযোৱাৰ বহু অজুহাত দেখুৱায়। সময়ত আৰম্ভ আৰু শেষ কৰিব নোৱাৰা সভা এখনত চহৰখনৰ প্ৰায় একেখিনি মানুহকে যেতিয়া তেওঁ শ্ৰোতা হিচাপে বহি থকা দেখে তেওঁৰ সকলো উদ্যমত যেন চেঁচাপানী পৰে। পাঁচ

বহুবমান আগতে সৰ্বভাৰতীয় বঁটা পোৱাৰ পিছত তেওঁৰ যি উশাহ নোহোৱা অৱস্থাৰ সৃষ্টি হৈছিল, তেতিয়া তেওঁ হাঁহাঁকাৰ কৰিছিল; একান্ত নিজৰ কিছু সময়ৰ বাবে। মানুহে তেওঁক তেতিয়া বিচাৰিলেও সময় দিয়া নাছিল। বহু কষ্টৰে তেওঁ লাহে লাহে অত্যধিক সামাজিক জীৱনৰপৰা নিজকে আঁতৰাই আনিছিল। কিন্তু তেওঁ লাহে লাহে উপলব্ধি কৰিছিল, কোনো এক অজ্ঞাত কাৰণত যোৱা পাঁচবছৰত এটাও ভাল কবিতা লেখিব পৰা নাই। প্ৰতিটো কবিতা লেখি উঠি এবাৰ পঢ়িয়েই তেওঁ ফালি পেলায়। এসোপা আওপুৰণি শব্দৰ সমাহাৰ, পুৰণি প্ৰকাশভংগী, বৈচিত্ৰ্যহীন ম্লান কবিতাবোৰ দেখি তেওঁৰ নিজৰ প্ৰতিবিম্বই দেখা যেন লাগে। তেওঁ মাজে মাজে নিজেই নিজক প্ৰশ্ন কৰে, মাত্ৰ পঞ্চল্লিছটা বছৰলৈকেহে তেওঁৰ কবিতাৰ প্ৰাণৱন্ত নিজৰা জীৱিত আছিল নেকি? একোখন আলোচনীৰ পাতত কোনো তৰুণ-তৰুণী হৃদস্পন্দনৰ গতি উষ্ণ প্ৰৱাহত পৰিণত কৰা একোটা কবিতা পঢ়ি উঠি তেওঁৰ মন সংকুচিত হয়, নিজৰ নিঃকিন্ন সৃষ্টি দেখি। আচৰিত ধৰণে আজিকালি মৃন্ময়ীৰ কোনো ঋতুতে আবেগৰ সৃষ্টি নহয়। শৰতৰ কঁহুৱা, শীতৰ সৰাপাত, ফাগুনৰ মদাৰৰ তীব্ৰ ৰঙাই তেওঁক বিচলিত নকৰে। বসন্তৰ প্ৰথম কুলিৰ মাত বিচাৰি তেওঁৰ হাবাথুৰি খাবলৈ মন নাযায়, বহাগৰ প্ৰথম বৰষুণজাকত তিতি চুৰকৈ যৌৱনক আকৌ এবাৰ স্পৰ্শ কৰাৰ আকাংক্ষা জাগি নুঠে। মাজে মাজে তেওঁৰ অভিজাত ঘৰটোৰ ছেল্‌ফবোৰত সজাই থোৱা জীৱনৰ অমূল্য সম্পদস্বৰূপ বঁটাবোৰ দেখি কিহৰ বাবে এইবোৰ তেওঁক দিয়া হৈছিল, তাৰ কথা সুঁৱৰিবলৈ যত্ন কৰে। এখন পুৰণি ভাল ছবি থকা কেলেণ্ডাৰ এনেয়ে চাই ভাল লগাৰ দৰে, বঁটাবোৰ চাই তেওঁৰ ভাল লাগে। বিভিন্ন সভা-সমিতিত পোৱা উপহাৰবোৰ চাই ভাল লাগে। এসময়ত তেওঁ এই বঁটা আৰু সন্মানবোৰ পাবলৈকে কৰিছিল উদগ্ৰীৱ প্ৰতীক্ষা, অপৰিসীম চেষ্টা। আজিকালি মৃন্ময়ীয়ে জ্যোতিপ্ৰকাশক আগতকৈ বেছি সময়ৰ বাবে পায়। জ্যোতিপ্ৰকাশ বিদেশত থকা কেইবছৰত তেওঁলোকৰ মাজত অভিমান আৰু তীব্ৰ আকৰ্ষণ ভৰা শব্দৰে চিঠিৰ আদান-প্ৰদান হৈছিল। মৃন্ময়ী কেবামাহো জ্যোতিপ্ৰকাশৰ সৈতে ইউৰোপত আছিলেগৈ। বিচ্ছেদৰ প্ৰতিটো মুহূৰ্তত তেওঁলোকৰ অনুভৱ হৈছিল তেওঁলোক স্বামী-স্ত্ৰী নহয়, প্ৰেমিক-প্ৰেমিকাহে। এই যন্ত্ৰণাতে মৃন্ময়ীয়ে যিবোৰ কবিতা লিখিছিল, প্ৰত্যেকটো কবিতাই হৈ পৰিছিল যুগজয়ী। কেতিয়াবা নিৰ্জন ঘৰটোৰ বাৰাণ্ডাত বহি বিজুলীঁৰত লাগি মৃত্যু হোৱা বাদুলিক দেখি কবিতা তেওঁৰ কলমেৰে বৈ আহিছিল, কেতিয়াবা মাত্ৰ এটা কুঁহিপাত দেখি কলমত স্বতঃস্ফূৰ্তভাৱে ভাবৰ জোৱাৰ উঠিছিল। কবিতাৰ বিষয়-বস্তুৰ বাবে তেওঁ ভাবিবলগা হোৱা নাছিল।

মৃন্ময়ীয়ে এতিয়া কেতিয়াবা মনত পেলাবলৈ যত্ন কৰে তেওঁৰ পুৰণি বন্ধু-বান্ধৱবোৰ কোন কোন আছিল? কোন আছিল তেওঁৰ প্ৰেমিক? আচৰিতধৰণে তেওঁৰ কোনো পুৰণি বন্ধু-বান্ধৱী আগৰ উচ্ছ্বাসেৰে তেওঁক লগ পাবলৈ নাহে। সুখ্যাতি আৰু মৃন্ময়ীৰ আভিজাত্যই বহু দূৰলৈ তেওঁৰ পুৰণি বন্ধু-বান্ধৱীবোৰক ঠেলি পঠিয়াইছে নেকি? জ্যোতিপ্ৰকাশক তেওঁ এই প্ৰশ্নবোৰ কেতিয়াবা কৰে। জ্যোতিপ্ৰকাশে মৃন্ময়ীৰ সংবেদনশীলতাক অনুধাৱন কৰিব নোৱাৰিয়েই হয়তো মনে মনে থাকে। মৃন্ময়ীৰ দিনে দিনে বাঢ়ি অহা অস্থিৰতা আৰু বিষণ্ণতাই জ্যোতিপ্ৰকাশক বিব্ৰত কৰি তোলে। সেয়ে তেওঁ মৃন্ময়ীক আজিকালি প্ৰায়ে সোধে, তোমাৰ কিবা অসুখ হৈছে নেকি? মোক খুলি নোকোৱা কিয়? মৃন্ময়ীয়ে নিজেও নাজানে তেওঁৰ অসুখ কি? কেতিয়াবা ভাবে, জ্যোতিপ্ৰকাশে মৃন্ময়ীৰ সৈতে এখন কাজিয়া নকৰে কিয়? জ্যোতিপ্ৰকাশ স্বভাৱগতভাৱেই অত্যধিক বিনয়ী আৰু ভদ্ৰলোক। আনকি মৃন্ময়ীয়ে খং কৰিলেও তেওঁ প্ৰতিক্ৰিয়া নেদেখুৱায়। ইউৰোপৰপৰা অহাৰ পাছত জ্যোতিপ্ৰকাশৰ এই স্বভাৱৰ জেউতি দুগুণ চৰিল। মৃন্ময়ীয়ে অসুবিধা পাব বুলি জ্যোতিপ্ৰকাশ সদা সতৰ্ক থাকে। জ্যোতিপ্ৰকাশৰ এই অতি-মাৰ্জিত ব্যৱহাৰ মৃন্ময়ীৰ ভাল নালাগে। ঘৰত মৃন্ময়ী কোনো কবি অথবা কলেজৰ অধ্যাপিকা নহয়। কিন্তু জ্যোতিপ্ৰকাশে তেনেদৰেই ভাবে।

মৃন্ময়ীৰ অসহ্য লাগে। কলেজৰ কমনৰুমত লঘুৰসৰ কথা-বতৰা বন্ধ হৈ যায় মৃন্ময়ীৰ আগমনত। কেতিয়াবা কলেজৰ শিক্ষক-শিক্ষয়িত্ৰীয়ে দল বান্ধি চিনেমা নতুবা থিয়েটাৰ চাবলৈ যায়। আধা ৰিক্সাত নতুবা ছিটি বাছত ঠেলা-হেঁচা কৰি আহি মধ্য বয়সীয়া অধ্যাপিকায়ো বিনাদ্বিধাৰে আদিৰসেৰে ভৰপূৰ মন্তব্য এটা কৰি সকলোকে হঁহুৱায়। কিন্তু মৃন্ময়ীৰ কাণত এনে মন্তব্য যাতে নপৰে তাৰ বাবে সকলো সজাগ হৈ যায়। কাণত পৰিলেও মৃন্ময়ীয়ে নাহাঁহে নতুন অধ্যাপক-অধ্যাপিকাবোৰে আমনি পাব বুলি। মৃন্ময়ীক কোনেও চিনেমালৈ লগ নধৰে, ৰেস্তোৰাঁত বহিবলৈ লগ নধৰে, বজাৰত এখন বেড্‌ছিট বিচাৰি, দহখন দোকান ঘূৰি দাম-দৰ মাৰি ফুৰাৰ বাবে লগ নধৰে। এটা চলন্ত নিৰ্জন দ্বীপৰ দৰে মৃন্ময়ী সময়ত আহে কলেজলৈ, ড্ৰাইভাৰে দুৱাৰ

খুলি দিয়ে, তেওঁ ক্লাছলৈ যায় ক্লাছ শেষ হোৱাৰ পাছত আকৌ গাড়ীখনত উঠি গুচি আহে ঘৰলৈ।

মৃন্ময়ী আৰু জ্যোতিপ্ৰকাশৰ কিছুসংখ্যক নিৰ্বাচিত বন্ধু-বান্ধৱীৰ পৰিয়াল নথকা নহয়। কিন্তু সকলোবোৰৰ এটা পৰিধি থাকে, সময় থাকে, মৃন্ময়ীহঁত নিজেও সময় আৰু পৰিস্থিতি-সচেতন মানুহ। অনিয়মীয়া জীৱনত তেওঁ অভ্যস্ত নহয়।

কলেজৰ কমনৰুমত সচৰাচৰ হোৱাৰ দৰেই বেছ ৰসাল আলোচনা এটা হৈ আছিল। মৃন্ময়ীৰ সমবয়সী আৰু একমাত্ৰ বান্ধৱী ব'টানিৰ মুৰব্বী অধ্যাপিক শান্তিপ্ৰিয়া দাস আছিল ৰসাল আলোচনাৰ কেন্দ্ৰীয় ব্যক্তি। মৃন্ময়ী সোমাই অহাৰ লগে লগে ব'টানিৰ নতুন অধ্যাপক ধ্ৰুৱ দাস আৰু অন্যান্য সকলো সংযত হ'ল। শান্তিপ্ৰিয়াই হঠাতে ক'লে — 'মৃন্ময়ী তুমিও ওলোৱা এইবাৰ আমাৰ সৈতে'।

মৃন্ময়ীয়ে অবাক হৈ সুধিলে — 'ক'লৈ যাম?'

ঃ এস্, তুমিও আৰু, কোনখন জগতত যে থকা! যোৱা সপ্তাহৰপৰা এই আলোচনা চলিছে, একমাত্ৰ তুমি নাজানা।

ঃ ঠিক আছে নাজানিলোঁ বাৰু — এতিয়া তুমি কোৱা। — মৃন্ময়ী শান্তিপ্ৰিয়াৰ কাষতে বহিলেগৈ।

ঃ আমাৰ এডুকেছনেল ট্যুৰ এটাৰ বাবে কিছু পইচা আহিছে। ব'টানি ডিপাৰ্টমেন্টৰ ল'ৰা-ছোৱালীখিনি লৈ যাম বুলি ভাবিছোঁ। আমাৰ এই নতুন ল'ৰা ধ্ৰুৱৰ ককায়েক এজন আকৌ টুৰিষ্ট অফিচাৰ.... বন্দৱস্তবোৰ গইনেই হৈছে এওঁৰ কৃপাত।

ঃ কিন্তু মই কিয় যাম আকৌ।

ঃ এনেয়ে যাবা। কিছু পইচা অৱশ্যে তুমি দিব লাগিব। এইবাৰ আমাৰ সৈতে বাৰু ওলাই চোৱাচোন এবাৰ। কিন্তু তোমাৰ লগত জ্যোতিপ্ৰকাশকো নিব নোৱাৰিম দেই। — কৈ কৈ শান্তিপ্ৰিয়াই হাঁহি পেলালে। শান্তিপ্ৰিয়াই ভালদৰেই জানে, মৃন্ময়ী এইদৰে দলৰ সৈতে হঠাতে নাযায়। যোৱা সাত-আঠ বছৰত মৃন্ময়ীৰ জীৱন যাত্ৰা একেবাৰেই সলনি হৈ গৈছে। মৃন্ময়ী এতিয়া কেৱল এখন কলেজৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপিকা নহয়। তেওঁ দেশৰ গৌৰৱ, জাতীয় সম্পত্তি।

ঃ ঠিক আছে মই যাম। মৃন্ময়ীয়ে সন্মতি জনোৱাটো সকলোৰে বাবে অভাৱনীয় আছিল। শান্তিপ্ৰিয়ায়ো প্ৰথমে কেৱল ধেমালিৰেহে কথাটো কৈ চাইছিল। মৃন্ময়ীৰ ফালে শান্তিপ্ৰিয়াই অবিশ্বাসৰ দৃষ্টিৰে চালে।

ঃ কি, নিয়াত কিবা অসুবিধা আছে নেকি? তোমালোকক বাৰু মই অসুবিধা নিদিওঁ, মই মোৰ ফালে থাকিম। এতিয়া কোৱা কেনি যাম বুলি ঠিক কৰিছা?

শান্তিপ্ৰিয়াই হাঁহি ক'লে — 'মৃন্ময়ী মই বিশ্বাসেই কৰিব পৰা নাই। তথাপিও শুনা। আমি প্ৰথমে ভালুকপুঙৰপৰা অলপ আগলৈ গৈ অৰ্কিড চেন্টাৰ চাম, তাৰপৰা ব'মডিলালৈকে যাম। নিজা বাছ লৈ যাম। বাকী থকা-মেলা বন্দৱস্তবোৰ এই ধ্ৰুৱই ঠিক কৰিছে, অসুবিধা পাব নালাগে'।

মৃন্ময়ীৰ মুখত হাঁহি বিৰিঙিল।

গ্ৰীষ্মৰ প্ৰাৰম্ভণি যদিও খুব পুৱাই যাত্ৰাৰম্ভ হোৱা বাবে গৰম অনুভৱ হোৱা নাছিল মৃন্ময়ীৰ। বাছখনত প্ৰত্যেকেই ব্যস্ত। ল'ৰা-ছোৱালীবোৰে কোনোবাই গান গাইছে, কোনোবাই কথা পাতিছে। মৃন্ময়ীৰ অজানিতেই বুকুৰ ভিতৰত এক আনন্দময় শিহৰণ জাগি উঠিল। গছবোৰত কুঁহিপাত ওলোৱা আৰম্ভ হৈছে। বহুদিন নপঢ়াকৈ থকা কবিতা এটা যেন বতাহত উৰি উৰি আহি মৃন্ময়ীৰ কাণত গুণগুণাই আবৃত্তি কৰিবলৈ লাগিল। মৃন্ময়ীয়ে এটা দীঘল উশাহ লৈ এই কোলাহল আৰু বাটৰ কাষৰ গছ, নৈ, মানুহৰ সুগন্ধবোৰ একেলগে উশাহৰ সৈতে নি হাওঁফাওঁত সুমুৱাই ল'ব খুজিলে।

অৰুণাচললৈ কেতিয়াও যোৱা হোৱা নাছিল মৃন্ময়ীৰ। সঁচা কথা ক'বলৈ গ'লে মৃন্ময়ীৰ ভ্ৰমণস্পৃহা তীব্ৰও নাছিল। কিন্তু তৎসত্বেও মৃন্ময়ীক ভাগ্যই দুহাত খুলি ভ্ৰমণৰ সুবিধা দি আহিছে। বিয়াৰ পিছতে মৃন্ময়ী মধুচন্দ্ৰিকাৰ বাবে গৈছিল উটিলৈ। সেয়াই আৰম্ভণি। প্ৰথমে জ্যোতিপ্ৰকাশৰ সৈতে ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমণ। তাৰ পিছত দুবাৰ বিদেশ যাত্ৰা। মৃন্ময়ী যেতিয়া এজন প্ৰখ্যাত কবিৰূপে প্ৰতিষ্ঠিত হ'ল, তেতিয়াৰপৰাই নিজেই বহু ঠাইলৈ আমন্ত্ৰিত হ'ল। দিল্লী, কলিকতা, উৰিষ্যা, বাংগালোৰ এইবোৰ বহুত ঠাইলৈ সাহিত্য-সংস্কৃতি দপ্তৰ বা অনুষ্ঠানবোৰে তেওঁক নিমন্ত্ৰণ কৰিছিল। মৃন্ময়ী এটা সময়ত এখন সভাত আমন্ত্ৰণ পোৱাৰ বাবে, এটা পুৰস্কাৰ বা সন্মানেৰে বিভূষিতা হোৱা বাবে প্ৰায় উন্মাদিনী হৈ পৰিছিল। য'লৈকে তেওঁক নিমন্ত্ৰণ কৰা হৈছিল, তালৈকে তেওঁ গৈছিল। কিন্তু সেই ভ্ৰমণবোৰত ক'তো আজিৰ দৰে আনন্দ-আৱেগত হৃদয় আলোড়িত হোৱা নাছিল। তেওঁৰ মগজুত আজি অস্থিৰতা নাই, মৃন্ময়ীয়ে আজিৰ যাত্ৰাত আওৱাই যাব নালাগে কোনো সভাত দিব লগা ভাষণটো, অস্থিৰ উত্তেজনাৰে বাট চাব নালাগে পুৰস্কাৰ

বা খঁটা পোৱাৰ ক্ষণ এটালৈ। তেওঁ দূৰদৰ্শন বা বাতৰি কাকত, আলোচনীৰ বাবে অন্থা কেমেৰাৰ ফালে সতৰ্ক দৃষ্টি ৰাখি জুখি-মাখি কথা ক'ব নালাগে, সংযত কৰি বান্ধি ৰাখিব নালাগে নিজৰ ব্যক্তিত্বক। সন্মুখত একো লক্ষ্য নাই, মৃন্ময়ী এজন অপৰিচিত প্ৰেমিকক লগ পাবলৈ উদ্বাউল হোৱাৰ দৰে আবেগ আৰু আনন্দত আজি আলোড়িত। যিমানেই বাছখনে ভালুকপুং অভিমুখে দৌৰিছে, সিমানে ওচৰ চাপি আহিছে সেউজ আৰু নীল আকাশ, পাহাৰ, অৰণ্যৰ সুগন্ধ। ল'ৰা-ছোৱালীবোৰে গান গাইছে, হাঁহিত বাগৰি পৰিছে, কথা পাতিছে অসংযতভাৱে। মৃন্ময়ীৰ বাবে এই যাত্ৰাটোৱেই যেন এটা হৃদয়স্পৰ্শী গীত। তেওঁ যেন এজোপা কৌটিকলীয়া কঠুৱা গছ, হঠাতে এই গীতৰ ধ্বনিত তেওঁৰ শৰীৰৰপৰা গজি উঠিল অসংখ্য সেউজ কোমল শাখা-প্ৰশাখা! তেওঁৰ বয়স যেন মিলি গ'ল এজাক যৌৱনৰ সৈতে।

এটা কৰ্কশ শব্দ কৰি বাছখন ৰৈ গ'ল। লগে লগে স্তব্ধ হৈ গ'ল সকলো কোলাহল। ড্ৰাইভাৰজন নামি গ'ল। লগে লগে নামি গ'ল ল'ৰাবোৰ। কি হৈছে, কি হৈছে! উৎকণ্ঠা, কৌতূহলৰ নিৰ্দিষ্ট কিছুসময়ৰ পাছতহে ড্ৰাইভাৰে ঘোষণা কৰিলে বজ্ৰকঠিন শব্দকেইটা — 'গাড়ী নাযায়। বেয়াকৈ ভাঙিছে পাৰ্টছ এটা। তেজপুৰলৈ গৈ পাৰ্টছ আনিব লাগিব। চাৰিঘণ্টাও লাগিব পাৰে, বেছিও লাগিব পাৰে'।

কোনো প্ৰস্তুত নাছিল সেই অভাৱনীয় ঘটনাৰ বাবে। মুহূৰ্ততে হুলস্থুল লাগি গ'ল। কোনোবাই ড্ৰাইভাৰক গাড়ী ভালকৈ নৰখাৰ বাবে গালি পাৰিলে। কোনোবাই আন উভতি যোৱা গাড়ী পাই নেকি তাৰ সন্ধান কৰিলে। কোনোবাই উপদেশ দিলে ভালুকপুঙৰ পৰ্যটন নিবাসটোলৈ দুই কিলোমিটাৰমান আছে, খোজকাঢ়ি গৈ সেইখিনি পালে কিবা এটা বন্দবস্ত কৰিব পৰা যাব। কিছুদেৰি আগলৈকে বাছখনৰ প্ৰতিজন যাত্ৰীয়ে যি এক নিশ্চিত যাত্ৰাৰ আনন্দত আত্মহাৰা হৈ আছিল। সেই পৰিবেশৰ ঠাইত এতিয়া সকলোৰে মুখত দুশ্চিন্তাৰ চাপ। গানৰ সুৰবোৰ কৰ্কশ শব্দলৈ ৰূপান্তৰিত হৈ চঞ্চল হৈ পৰিল। মৃন্ময়ীয়ে হঠাতে আৱিষ্কাৰ কৰিলে তেওঁ এই ঘটনাটোত অলপো বিচলিত হোৱা নাই। এই যে মৃন্ময়ীহঁতক ঘেৰি থকা জনমানৱহীন অৰণ্যখন আৰু এটা অজগৰ সাপৰ দৰে পৰি থকা ৰাস্তাটোৰপৰা হ'বপৰা দুৰ্ঘটনাবোৰৰ কথা, ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীবোৰে জল্পনা-কল্পনা কৰি আছে, মৃন্ময়ীয়ে তাৰ একো কথাতে ভাগ ল'ব পৰা নাই। মানুহবোৰ একপ্ৰকাৰ উত্তেজিত হৈ উঠিছে। তেওঁলোকে আশংকা কৰিছে, হয়তো এই অৰণ্যৰপৰাই হঠাতে ওলাই আহিব এজাক সন্ত্ৰাসবাদী, হয়তো ৰাস্তাৰে যোৱা কোনো গাড়ীয়ে মানুহখিনিক বিপদৰ সুযোগ লৈ ডকাইতিৰ বাবে পৰিকল্পনা কৰিছেগৈ....।

মৃন্ময়ীয়ে চাৰিওফালে চকু ফুৰালে। নতুন কুঁহিপাতেৰে অৰণ্যৰ গছবোৰত বহু ৰং ধৰিছে। কোমল সেউজীয়া, ডাঠ সেউজ, বিবৰ্ণ ধূসৰ মটীয়া ৰং, ৰঙচুৱা কিমান যে ৰং। মৃন্ময়ী ৰহি পৰিল ৰাজআলিৰ কাষৰ শিলাময় খণ্ড এটুকুৰাত। জনবসতিহীন অঞ্চলটোত এক প্ৰাকৃতিক নীৰৱতা বিৰাজমান। মাত্ৰ এই বাছখনৰ মানুহবোৰে কোলাহলৰ সৃষ্টি কৰি আৰু মাজে মাজে পাৰ হৈ যোৱা দুই-এখন গাড়ীৰ শব্দই এই নীৰৱতাক বিকৃত কৰি তুলিছে। হঠাতে মৃন্ময়ীয়ে দেখা পালে এজাক পানীকাউৰী ভুকংকৈ উৰা মাৰিলে। ওচৰৰে ক'ৰবাত বিল আছে চাগে। মানুহৰ কোলাহলত সিহঁত নিশ্চয় অতিষ্ঠ হৈ উঠিল। কি অপৰূপ দৃশ্য। চাই থাকোঁতেই সিহঁতৰ মাতবোৰ আৰু শৰীৰবোৰ আকাশত এশাৰী বিন্দুত পৰিণত হ'লগৈ। মৃন্ময়ীয়ে উত্তেজনাত চিঞৰি উঠিল — 'চোৱাচোন চোৱা কি সুন্দৰ!' মৃন্ময়ীৰ কথাত কিছুমানে আমোদ পালে আৰু বহুতে আশ্চৰ্য প্ৰকাশ কৰিলে যদিও মনে মনে থাকিল। শান্তিপ্ৰিয়া দাসে ৰ'ব নোৱাৰি ক'লে — 'মৃন্ময়ী তোমাক মানিলোঁদেই, এই জংঘলৰ মাজত কি কৰিম আমি ভাবি তৎ পোৱা নাই আৰু তুমি আকাশত চৰাই চাইছা'।

ঃ ছেঃ আবেলি চাৰি বজাত বম'ডিলা পাই গ'লোঁহেঁতেন। ভালুকপুঙত দুঘণ্টা কটোৱাৰ কথা আছিল.... ধ্ৰুৱ দাসে ঘড়ী চাই ক'লে।

ঃ এটা কামকে কৰোঁ, আমি খোজকাঢ়ি ভালুকপুঙৰ ইন্সপেকছন বাংলৈলৈ যাওঁ, ড্ৰাইভাৰে বেলেগ গাড়ীত গৈ পাৰ্টছ তেজপুৰৰপৰা আনকগৈ, হেণ্ডিমেনে ইয়াতে বাছখন ৰখি থাকক। — এজন ছাত্ৰই প্ৰস্তাৱ দিলে। মুহূৰ্ততে বহুতে সমৰ্থন কৰিলে কথাটোত। অৱশেষত বহু তৰ্ক, বাক্-বিতণ্ডাৰ পাছত ঠিক হ'ল অনিৰ্দিষ্ট সময়লৈ এই ৰাস্তাৰ কাষত চৌৱিছজন মানুহ ৰৈ থকাতকৈ খোজকঢ়াই ভাল। কপালত কষ্ট আছে যেতিয়া উপায় নাই। প্ৰথম এতিয়া ইন্সপেকছন বাংল'টোত গৈ উঠাটোৱেই ডাঙৰ কথা।

মৃন্ময়ীৰ মাত্ৰ এটা সৰু হেণ্ডবেগ আছিল। কষ্ট নোহোৱাকৈ তেওঁ হাতত সেইটো লৈ খোজকাঢ়িবলৈ ওলাল। বাকীবোৰেও হাতে হাতে বেগবোৰ ল'লে। মাত্ৰ দহখোজমান তেওঁলোকৰ দলটো গৈছে মাত্ৰ, ঠিক

তেনেকুৱাতে এখন বগা ৰঙৰ মিনিবাছ আহি তেওঁলোকৰ কাষত 'ক্ৰেছ'কৈ শব্দ কৰি বৈ গ'ল। বাছখনৰ ড্ৰাইভিং ছীটৰপৰা ওখ-পাখ মানুহ এজন নামি আহিল। পিন্ধনত তেওঁৰ ৰঙা-বগা আঁচ পৰা টি-ছাৰ্ট, অলপ মলিয়ন জিন্‌ছৰ পেণ্ট আৰু ভৰিত চেণ্ডেল। বয়স পঞ্চত্ৰিছৰ কম নহয়। মানুহজনে ধ্ৰুব দাসক প্ৰথমে পাই কিছুসময় কথা পাতিলে, আৰু হাতেৰে 'হ'ব হ'ব' জাতীয় ভংগী কৰি বাছখন চলাই গুচি গ'ল। ধ্ৰুব দাসে হাঁহি মাৰি মৃন্ময়ীহঁতৰ ফালে আগবাঢ়ি আহি খবৰ দিলে — মানুহজন বাছখনৰ মালিক। ড্ৰাইভাৰ আজি নাই বাবে নিজে চলাইছে। তেজপুৰৰপৰা ভালুকপুং লাইনত বাছখন চলে। মানুহখিনিৰ বিপৰ্যয়ৰ কথা শুনি কৈছে যে বাছৰ মানুহখিনিক ভালুকপুঙত নমাই তেওঁ খালি বাছখন আনি মানুহখিনিক লৈ যাবহি। তৎক্ষণাতে গোটেই দলটোৰ মুখত হাঁহি বিৰিঙিল। সকলোৰে একেমুখে স্বীকাৰ কৰিলে মানুহজন বিপদত ভগৱান হৈ আহি সকলোকে উদ্ধাৰ কৰিছেহি।

প্ৰায় আধাঘণ্টা অপেক্ষাৰ মূৰত অদূৰত বগা মিনিবাছখন জিলিকি উঠা দেখি ছাত্ৰ-ছাত্ৰীবোৰে কিৰিলি পাৰি উঠিল। বাছখনৰপৰা মানুহজন নামিয়েই সকলোকে প্ৰায় হুকুম দিলে — 'বেগবোৰ লৈ মানুহবোৰ আহক বাছলৈ। ড্ৰাইভাৰ ক'ত? শুনা ড্ৰাইভাৰ, অলপ সময়ৰ পাছত এখন গাড়ী যাব তেজপুৰলৈ, তুমি তাত গৈ পাৰ্টছ লৈ ঘূৰি আহিবা। গাড়ী যদি ভালো নহয়, আপোনালোকৰ অসুবিধা নহয়, মই থকা ব্যৱস্থা কৰি দিম। কাইলৈ যাব পৰাকৈ বেলেগ বাছ হ'লেও ফিটিং কৰি দিম'। মানুহবোৰে মানুহজনে যেনেকৈ ক'লে, তেনেকৈ কামবোৰ কৰিলে। মুহূৰ্তৰ ভিতৰতে মৃন্ময়ীহঁতৰ দলটোৱে মানুহজনক দলপতিৰ আসনত অধিষ্ঠিত কৰিলে। বিনাবাক্যে এজন এজনকৈ বাছত মানুহবোৰ উঠিল। মৃন্ময়ীয়ে বাছৰ ফুটব'ৰ্ডত ভৰি দিছে মাত্ৰ, হঠাতে মানুহজন খৰ-খোজেৰে মৃন্ময়ীৰ কাষ চাপি আহি কৈ উঠিল — 'বাইদেউ আপুনি। আপুনি মৃন্ময়ী দত্ত হয়নে বাৰু?'

মৃন্ময়ী চমকি উঠিল। মৃন্ময়ী দত্তৰপৰা দুৱৰা হোৱা আজি ছাবিছ বছৰ হৈ গ'ল। এই উপাধিটো তেওঁ পাহৰিয়েই গ'ল। কোন হ'ব পাৰে মানুহজন! মানুহজনে যেন মৃন্ময়ীৰ মনৰ ভাববোৰ ধৰিব পাৰিলে। তেওঁ অলপ সংকুচিত হৈ সৰু মাতেৰে ক'লে — 'মই অজয় হাজৰিকা, অমিয় হাজৰিকাৰ ল'ৰা'। ছাটকৈ মৃন্ময়ীৰ চকুৰ আগেৰে চক্ৰৰ দৰে বহু ঘণ্টা উলটি গৈ এক বিশেষ সময়ত বৈ গ'লগৈ। লগে লগে মৃন্ময়ীৰ প্ৰসন্ন মুখখনত বিয়পি পৰিল কেইটামান বিৰক্তিৰ ৰেখা। '....মই আজিকালি ব্যৱসায় কৰোঁ.... বাছ দুখন আছে.... আপোনাৰ গালৰ মাহটো নেদেখি প্ৰথমে চিনিব পৰা নাছিলো'। মৃন্ময়ীৰ হঠাতে খঙত নাকৰ পাহি ফুলি উঠিল। এক তীব্ৰ চাৱনিৰে মানুহজনলৈ খন্তেক চাই ৰ'ল। তাৰ পিছত একো নকৈ দপ্‌দপাই বাছৰ ভিতৰলৈ সোমাই গৈ ছীট এটাত বহি দীঘলকৈ উশাহ ল'লে। শান্তিপ্ৰিয়াই ঘটনাটো লক্ষ্য কৰি সুধিলে — 'কি হ'ল মৃন্ময়ী, মানুহজনক চিনি পোৱা নেকি?'

ঃ নাপাওঁ। ভুল কৰিছে।

বাছখন ভালুকপুং অভিমুখে যাবলৈ ধৰিলে। সকলোৰে স্বস্তিৰে উশাহ ল'লে। ধ্ৰুব দাস ড্ৰাইভাৰৰ ছীটৰ ওচৰতে বহি কথা পাতি গৈছে। মৃন্ময়ীৰ শৰীৰটো জ্বলা-পোৰা কৰা যেন অনুভৱ হ'বলৈ ধৰিলে হঠাতে। মনটো অস্থিৰতাত টন্‌টনাই উঠিল। অজয়.... অজয়.... হাজৰিকা! গুণ্ডা-অসভ্য সেই ক্ষীণ ওখ ল'ৰাটো। যাৰ ভয়ত স্কুল-কলেজলৈ ছোৱালী যাওঁতে সাৱধান হ'ব লগা হৈছিল। তাৰ শালীন-অশালীন বাক্যবাণত ছোৱালীৰ কাণ-মূৰ ৰঙা হয়। যাৰ বাবে মৃন্ময়ী কলেজৰ আধাতেই সৰু চহৰখন, মৰমৰ ঘৰখন, মাক-দেউতাক, ভনীয়েকক এৰি বৰদেউতাকৰ ঘৰত থাকি পঢ়া-শুনা কৰিবলগা হ'ল। আনকি অজয় বোলা সেই গুণ্ডাৰ ধমকিৰ বাবে ছাবিছ বছৰ আগতে মৃন্ময়ীৰ বিবাহ পৰ্যন্ত হৈছিল বৰদেউতাকৰ ঘৰৰপৰা — সেই অজয় মৃন্ময়ীৰ জীৱনত হঠাতে উদয় হোৱা ধুমকেতুক জানো পাহৰা যায়! কিন্তু মৃন্ময়ীয়ে লাহে লাহে পাহৰি পেলাইছিল বিশেষকৈ মৃন্ময়ীৰ মাক-দেউতাকে যেতিয়া সৰু চহৰখনৰ ঘৰ-মাটি বিক্ৰী কৰি গুৱাহাটীলৈ স্থায়ীভাৱে বসবাস কৰিবলৈ গুচি আহিছিল। সকলো সংযোগ তেতিয়া হেৰাই গৈছিল। লাহে লাহে মৃন্ময়ীৰ জগতখন সলনি হৈছিল। অন্ততঃ যোৱা বিছ বছৰত মৃন্ময়ীৰ এবাৰো এই অজয় নামৰ ল'ৰাটোলৈ মনত পৰা নাছিল। ওঠৰ বছৰ বয়সৰপৰা বাইছ বছৰলৈকে চাৰিটা বছৰৰ ভয়াৰ্ত সময়বোৰত কেতিয়াবা সপোনতো মৃন্ময়ীয়ে অজয়ক দেখি চিঞৰি উঠিছিল। কি স্পৰ্ধা অজয়ৰ! মৃন্ময়ী আজি কি, সেয়া অজয়ে নিশ্চয় জানে। আৰু জানিও অজয়ে তেওঁক মতাৰ সাহস কৰিছে — সেয়াই নহয়, গালৰ মাহটোৰ কথাও কৈছে! মৃন্ময়ীৰ নিজৰ ওপৰত ভীষণ খং উঠিল। কিয় আহিছিল তেওঁ? এই গুণ্ডা অজয়ৰ বাছতে অজয়ৰ কৃপাতে তেওঁ আজি যাবলগা হৈছে! অথচ নগৈ উলটি যাবলৈও তেওঁৰ উপায় নাই। নিজৰ পৰিচয় নিদিয়া

হ'লে মৃন্ময়ীয়ে কেতিয়াও অজয়ক চিনি নাপালেহেঁতেন। সেই দীঘল চুলি, দীঘল জুলফি.. কিম্ভূত-কিমাকাৰ ছাৰ্ট-পেণ্ট, ডিঙিত এডাল শকত চেইন আৰু এতিয়া? শকত-আবৃত, পুলিচ-মিলিটেৰীৰ দৰে চুটি চুলি, ভদ্ৰলোকৰ দৰে সাজ-পোছাক, অমায়িক আচৰণ? ৰত্নাকৰৰ বাল্মীকি ভেশ হ'ল কেতিয়াৰপৰা? অজয়ে যিমানেই ৰূপ সলাওক, মৃন্ময়ীয়ে কেতিয়াও অজয়ক মানুহৰ শাৰীত স্থান দিব নোৱাৰে। চাৰিটা বছৰে পোৱা যন্ত্ৰণাৰ ৰেশ আজিও মৃন্ময়ীৰ বুকুত প্ৰতিশোধৰ দাবানল হৈ জ্বলে। কিমান অসহায় আছিল তেওঁ।

মৃন্ময়ীতকৈ অজয় দুবছৰমানৰ সৰু আছিল। তথাপিও মৃন্ময়ীক কলেজলৈ যাওঁতে অজয়ে জোকাইছিল। মৃন্ময়ীয়ে প্ৰথমতে কাণসাৰ দিয়া নাছিল। এদিন-দুদিন। তাৰ পাছত এমাহ-দুমাহ, মৃন্ময়ীক দেখিলেই অজয়ে সমনীয়া বদমাছ ল'ৰাবোৰৰ মাজৰপৰা চিঞৰিছিল। তাৰ পাছত হঠাতে এদিন মৃন্ময়ীয়ে এজনী বান্ধৱীৰ হাতত পঠোৱা অজয়ৰ চিঠিখন পাইছিল। অজয়ে লেখিছিল — সি তাইক খুব ভাল পায়। সি পঢ়া-শুনাত বেয়া আৰু দেখিবলৈ বেয়া বুলি যাতে মৃন্ময়ীয়ে অনাদৰ নকৰে। তাই যিহকে বিচাৰে সি হেনো তাকেই কৰি দেখুৱাব। মৃন্ময়ীয়ে চিঠিখন খণ্ডত ফালি পেলাইছিল। অজয়ে আৰু এখন চিঠি দিছিল — সি লিখিছিল — মৃন্ময়ীতকৈ সৰু বাবে মৃন্ময়ীৰ খং উঠা উচিত নহয়। ভালপোৱাই এই সৰু-ডাঙৰ পাৰ্থক্য নাৰাখে। মৃন্ময়ীয়ে সেইখন চিঠিও ফালিছিল। তাৰ পিছত আৰু তিনিখন চিঠি দিছিল অজয়ে। এদিন ৰাতি মৃন্ময়ীৰ ঘৰৰ পদূলিমুখত অজয়ে চিঠিৰ উত্তৰ নিদিয়াৰ বাবে মদ খাই চিঞৰি চিঞৰি গালি পাৰিছিল। মৃন্ময়ীৰ ঘৰখন লাজত ম্ৰিয়মান হৈছিল। মাকে দুজনী ছোৱালীৰ ভৱিষ্যতৰ কথা চিন্তা কৰি দেউতাকক হাতে-ভৰিয়ে ধৰিছিল অজয়ক গালি-শপনি নাপাৰিবলৈ। তাৰ পাছত আহিছিল সেই ভয়ংকৰ বৰ্ষণমুখৰ সন্ধিয়াটো....

হুচকৈ বাছখন ৰৈ গ'ল। মৃন্ময়ীৰ মুৰটো অলপ আচন্দ্ৰাই কৰা যেন লাগিল। চকুহাল মেলি তেওঁ সন্মুখলৈ চালে — এটা ধুনীয়া বঙলা।

ঃ মৃন্ময়ী টোপনি ভাঙিলনে? নামা, পালোঁহি। — শান্তিপ্ৰিয়াৰ মাত।

ঃ চাওঁ বাইদেউ, বেগটো মোক দিয়ক। — অজয়ে হাত মেলি দিলে।

ঃ নালাগে। মই নিজেই পাৰিম। — কঠোৰভাৱে মৃন্ময়ীয়ে ক'লে। অজয়ে যেন মৃন্ময়ীৰ উত্তৰ নুশুনিলেই, এনে ভাবত ক'লে ঃ আপোনালোক আজি ইয়াতে থাকিব পাৰিব। মই কথা পাতিলোঁ গেগৰ সৈতে। অলপ ফ্ৰেছ হৈ অৰ্কিড চেণ্টাৰলৈ মোৰ বাছতে যাব পাৰিব। ইয়াত প্ৰব্লেম নাই। মানুহ-দুনুহবোৰে মোৰ কথা মোটা-মুটি শুনে। — মৃন্ময়ীৰ যেন হঠাতে আজি সাহস বাঢ়ি গ'ল। যিসময়ত মৃন্ময়ীয়ে আপ্ৰাণ যত্ন কৰিও অজয়ক এষাৰ টান কথা ক'বলৈ সাহস কৰা নাছিল, আজি যেন সেই সুযোগ হাততে পালে। তৎক্ষণাৎ মৃন্ময়ীয়ে ক'লে — 'গুণ্ডাৰ কথা মানুহে নুশুনি কি কৰিব? বলিয়া কুকুৰলৈ মানুহে ভয় কৰে কামোৰে বুলি, সেইবাবে ওচৰো নাচাপে আৰু ভুকিলে আঁতৰি যায়। কুকুৰটোৱে সেইবাবে নিজকে ৰজা বুলি ভাবে'।

অজয়ে একো নামাতি মৃন্ময়ীৰ ওচৰৰপৰা আঁতৰি গ'ল। মৃন্ময়ীয়ে অলপ ডাঙৰকৈ ক'লে — 'শুনা, তোমাৰ বাছত লৈ অহা বাবে ধন্যবাদ। কিন্তু মই এস্কৰ্ট নকৰোঁ। কাইলৈ উলটি যাম'। মৃন্ময়ীয়ে দেখিলে অজয়ে পিছলৈ উভতি নোচোৱাকৈ খৰ-খোজেৰে আঁতৰি গৈছে। বহুদিনৰ মূৰত মৃন্ময়ীৰ হৃদয়খনে যেন তৃপ্তিৰ নিশ্বাস পেলালে।

ডাক-বঙলাত কিছুসময় ভাগৰ পলোৱাৰ পাছত, ধ্ৰুৱ দাসে অজয় হাজৰিকাৰ নামত পঞ্চমুখ হৈ গুণানুকীৰ্তন কৰিবলৈ লাগিব। 'বাছখন আজি ভাল নহ'লেও কথা নাই। অজয় হাজৰিকাৰ নতুন বাছখন দিম বুলি কৈছে। ....এই ডাক-বঙলাত ঠাই নহ'লেও কথা নাই, দুটা ফৰেষ্ট অফিচাৰৰ খালি কোৱাৰ্টাৰ আছে, হাজৰিকাই বন্দৱস্ত কৰি দিছে। ডাক-বঙলাত খোৱা-লোৱা ভালদৰে নাপালেও কথা নাই.... হাজৰিকাই এখন হোটেলত কৈ দিছে। দৰকাৰ হ'লে ভাতো ইয়াতে দি যাবহি....সৌ গেটৰ ওচৰতে'। মৃন্ময়ী থিৰেৰে আৰু ৰ'ব নোৱাৰিলে। তেওঁ কঠোৰভাৱেই ক'লে — 'ধ্ৰুৱ, ইয়ালৈ আহোঁতে বাটত কোনোবা অজয় হাজৰিকাক লগ পাই বন্দৱস্তবোৰ কৰিম বুলি আহিছিলা নেকি? লাজ নালাগে এজন অচিনাকি মানুহৰ সহায়ত এইদৰে থাকিবলৈ?'

ধ্ৰুৱ দাসে এনেকুৱা এষাৰ কথা শুনিব বুলি ভবা নাছিল। ধ্ৰুৱৰ ক'লা পৰা মুখখন দেখি শান্তিপ্ৰিয়াই উত্তৰ দিলে— তুমি কেনেকুৱা কথা কৈছা? বাটত গাড়ী বেয়া হ'ব বুলি জানো আমি ভাবিছিলোঁ? মানুহজনে আমাক উপযাচি উপকাৰ নকৰা হ'লে, এই মানুহসোপাৰ আজি কি দশা হ'লহেঁতেন? ভালুকপুঙত আমি একাৰ কোনো কথাই নাছিল। দুঘণ্টা কটোৱাবহে কথা আছিল। ধ্ৰুৱৰ ৰুকায়েক

টুৰিষ্ট অফিচাৰ হ'লেও, ইমানসোপা মানুহৰ থকা ব্যৱস্থা আগতে বুকিং নকৰাকৈ জানো কৰি দিব পাৰিব? এই মানুহজনক নিয়মমতে আমি সমজুৱাকৈ কৃতজ্ঞতা জনোৱা উচিত'।

মুহূৰ্ততে পৰিৱেশটো গোমা হৈ পৰিল। মৃন্ময়ী বাৰাণ্ডাৰ বেতৰ চকী এখনত বহিলগৈ। খন্তত তেওঁৰ নিজৰ মূৰৰ চুলি ছিঙিবৰ মন গ'ল। মৃন্ময়ীয়ে শান্তিপ্ৰিয়াক ক'লে, তেওঁ অৰ্কিড চেণ্টাৰ চাবলৈ নাযায়। শৰীৰ ভাল লগা নাই। ডাক-বঙলাতে আৰাম কৰিব।

মৃন্ময়ী অকলে ডাক-বঙলাৰপৰা ল'নখনলৈ নামি গ'ল। সন্মুখত জীয়াভৰলী, অদূৰত শাৰী শাৰী সেউজ পাহাৰ। শান্তিপ্ৰিয়াকে ধৰি ব'টানিৰ ছাত্ৰ-ছাত্ৰীয়ে মৃন্ময়ীক অৰ্কিড চেণ্টাৰলৈ লৈ যাবলৈ কাকুতি-মিনতি কৰিছিল। মৃন্ময়ীয়ে শৰীৰ ভাল নলগাৰ ভাও জুৰিলে। তেওঁ মনে মনে ঠিক কৰিলে পিছদিনা যদি অজয়ৰ বাছত ব'মডিলালৈ যোৱাটো হৈ উঠেগৈ, তেওঁ গা অসুখ বুলি ইয়াৰপৰা উভতি যাবগৈ।

এজাক অচিন চৰাই মৃন্ময়ীৰ মূৰৰ ওপৰেৰে উৰি গ'ল। মৃন্ময়ী এজোপা খৰিকাজাইৰ কাষত থিয় হ'লগৈ আৰু গছজোপাৰ কাষতে বহি পৰিল। এটা মিঠা সুগন্ধ বতাহত ভাহি আহিছে। খৰিকাজাইৰ নহয়, চজিনা ফুল নহ'লে কিবা টেঙাজাতীয় ফুলৰ সুবাস.... ইমান সুন্দৰ নৈসৰ্গিক দৃশ্য.... পাহাৰ, অৰণ্য, নদী-আকাশ, বতাহত নাম নজনা ফুলৰ সুবাস, অথচ মৃন্ময়ীয়ে একো উপভোগ কৰিব পৰা নাই। মৃন্ময়ী নহা হ'লেই ভাল আছিল। হঠাতে মৃন্ময়ীয়ে দেখিলে ডাক-বঙলাৰ গেটেৰে এজনী মানুহ প্ৰায় দৌৰি সোমাই আহিছে। তাই মৃন্ময়ীৰ ফালেই আগবাঢ়ি আহিছে। মানুহজনীৰ হাতত এখন এলুমুনিয়ামৰ ট্ৰে। ট্ৰেত এটা এলুম'নিয়ামৰ কেট্‌লি। এযোৰ কাপ-প্লেট আৰু কিবা সামগ্ৰী। তাইৰ কমলা ৰঙৰ শাড়ীখনত সেউজীয়া গছৰ পাতৰ নক্সা। মানুহজনীৰ ভৰিত থকা ৰূপৰ পায়েলে নিৰ্জনতাক ছন্দময় কৰি তুলিলে। তাইৰ মুখত পৰিছিল এমোকোৱা হাঁহি। এই প্ৰাকৃতিক পৰিৱেশত মানুহজনীক অনিন্দ্যসুন্দৰী যেন লাগিল মৃন্ময়ীৰ। 'বাইদেউ চাহ'। আচৰিত হৈ মৃন্ময়ীয়ে মানুহজনীলৈ কিছুপৰ চাই থাকি সুধিলে — 'তুমি ডাক-বঙলাৰপৰা অহা নেদেখিলোঁ দেখোন?

ঃ মই সৌ হোটেলৰ। আপুনি কেনেকুৱা চাহ খাই নাজানো নহয়। ৰঙা চাহ কাড়াকৈ লৈ আহিছোঁ। এয়া চেনি। এয়া গাখীৰ। এয়া গৰম পানী। ট্ৰেখন মানুহজনীয়ে বননিত থ'লে। তাৰ পাছত কঁকালৰ খোচনিৰপৰা প'লিথিন মোনা এটা উলিয়াই তাৰ ভিতৰৰপৰা এটা গ্লুক'জ বিস্কুটৰ পেকেট উলিয়ালে। ট্ৰেখনত পেকেটটো থৈ তাই সুধিলে — 'কওক বাইদেউ কেনেকুৱা চাহ খাব?'

মৃন্ময়ীয়ে কেট্‌লিৰ মুখৰ কাগজৰ ঠিলাটো গুচাই ক'লে — 'ৰঙা, গৰমপানী মিহলাবা। চেনি নিদিবা। তুমি ইমান কষ্ট কৰি মোলৈ চাহ আনিলা যে?'

ঃ আপোনালৈকে। অজয়দাই কৈ গৈছে নহয়। আপুনি অকলে থাকিব, কিবা দৰকাৰ হ'ব পাৰে, এই ডাক-বঙলাত আপোনাৰ খবৰ কোনেও নলয়। আপুনি ইমান ডাঙৰ মানুহ — অথচ এতিয়ালৈকে কোনোবাই খবৰ লৈছেনে? মিনিষ্টাৰৰ অঙহী-বঙহী আহিলে চাব কাৰো গাত তৎ নাথাকে।

মৃন্ময়ীয়ে মুখেৰে একো নামাতিলে। মানুহজনীয়ে আথে-বেথে আগবঢ়াই দিয়া চাহকাপ মুখলৈ নিলে। মানুহজনীয়ে প্লেটৰ কাষত দুখন বিস্কুটো দিলে।

ঃ তোমাৰ নাম কি?

ঃ বগী.... বগৰী....। অকমান হাঁহি তাই আকৌ ক'লে — আচলতে বগী — অজয়দাই বগৰী বুলি মাতে বাবে সকলোৱে বগৰী বোলে।

ঃ অজয় কোন?

ঃ এ', অজয়দাক আপুনি চিনি নাপায় হ'বলা। মই আকৌ চিনি পায় বুলিহে.... অজয়দাৰ বাছ আছে। থাকে মোৰ হোটেলখনৰ সৌ কাষৰ ৰূমটোত। বৰ ভাল মানুহ। ইয়াত সবে ভাল পায়।

ঃ তুমিও ভাল পোৱা? — বগৰীয়ে মৃন্ময়ীৰ কথাত থত্‌মত খাই গ'ল। তাইৰ গাল দুখন, কাণ দুখন ৰঙা পৰিল।

ঃ কি নক'লা যে....

ঃ নাই বাইদেউ। সেইবোৰ বহুত কথা। মোৰ মানুহটোৱে অজয়দাৰ বাছত ড্ৰাইভাৰ কাম কৰিছিল। এবছৰৰ আগতে মৰিছে। এক্সিডেণ্ট হৈ। মোৰ দুটা ল'ৰা। ডাঙৰটো তিনিবছৰীয়া সৰুটোৰ এতিয়া এবছৰ হৈছে। পিছে অজয়দাই, এই চাহৰ দোকানখন খুলি দি মোক চলাবলৈ দিলে। মোৰ মানুহটো গ'ল যদিও অজয়দাৰ বাবে মোৰ ল'ৰা দুটা জীয়াই আছে, মই নহ'লে দেহা বেচি ল'ৰাৰ মুখত ভাত দিবলগা হ'লহেঁতেন।

মৃন্ময়ীয়ে এইবাৰ বগৰীলৈ ভালকৈ চালে। বয়স বত্ৰিছৰ বেছি নহয়। স্বাস্থ্যৱতী। কিন্তু বগৰীৰ অন্য এটা

কথাইহে মৃন্ময়ীক আচৰিত কৰি তুলিলে। বগৰীয়ে কথাই কথাই হাঁহে। অফুৰন্ত প্ৰাণশক্তি বগৰীৰ। তাই যিদৰে নিজক সজাই-পৰাই ৰাখিছে, তাৰপৰা ভাব নহয় বগৰীৰ কিবা দুখ আছে বুলি। বগৰীয়ে কামিলা হাতেৰে মৃন্ময়ীয়ে খোৱা কাপ-প্লেটযোৰ ট্ৰেখনত তুলি ল'লে। তাৰ পাছত লচ্‌পচ্‌কৈ যাবলৈ ওলাল। যোৱাৰ আগেয়ে তাই আকৌ ক'লে — 'বাইদেউ মই ৰুটি আৰু মাংস ৰান্ধিছোঁ। আপুনি কেতিয়া খাব ক'ব। মই ৰুমত দি আহিম। একো চিন্তা নকৰিব। মই খবৰ লৈ থাকিম'। বগৰীৰ উচ্ছল খোজবোৰলৈ চাই মৃন্ময়ীৰ কিবা এটা ভাল লাগি গ'ল। এই অচিন ঠাইত বগৰীৰ দৰে মৰমিয়াল মানুহ এজনীয়ে তেওঁৰ আলপৈচান ধৰিব এই কথা তেওঁৰ বাবে একেবাৰেই অপ্ৰত্যাশিত। মৃন্ময়ীৰ লাহে লাহে অজয়ৰ সম্পৰ্কত সন্দেহ হ'ল। অজয় হাজৰিকাৰ কি মতলব? এতিয়াও কিবা স্বাৰ্থ সি পুহি ৰখা নাইতো? কিন্তু প্ৰথমে সেই বেয়া হোৱা বাছখনত সি সহায় কৰিবলৈ নজনাকৈয়ে আগবাঢ়ি আহিছিল! মানুহ ইমান সলনি হ'ব পাৰেনে? কেতিয়াও নোৱাৰে.... সেই ভয়ংকৰ সন্ধিয়াটোত দেখা অজয় নামৰ পাষণ্ড এটাক তেওঁ ভাল বুলি জীৱনত স্বীকাৰ কৰি ল'ব নোৱাৰে। কি নিৰ্মম সেই শব্দকেইটা.... 'এইমুহূৰ্তত তোমাক উঠাই লৈ যাম। কি কৰিবা তুমি? চিঞৰিবা? চিঞৰিলেতো মোৰেই লাভ। তোমাক মোৰ বাহিৰে আৰু কোনেও বিয়া নকৰায়।.... বাহাদুৰি কিয়.... ধুনীয়া বুলি? কাৰ কাৰণে তুমি তোমাৰ ৰূপৰ অহংকাৰ সাঁচিছা? মোৰ বাদে কোনে তোমাক লৈ যায় চাম মই....' মৃন্ময়ী ভয় আৰু লাজত থৰ্‌থৰ্‌কৈ কঁপিছিল। বাহিৰত হৰ্‌হৰাই বৰষুণ দিছিল। কি কুক্ষণত তাই বৰষুণত দোকান ঘৰটোৰ বাৰাণ্ডাত আশ্ৰয় লৈছিল! বোধহয় অজয়ে তাই কলেজৰপৰা আহোঁতে নজনাকৈ পিছে পিছে আহিছিল। বৰষুণৰ মাত্ৰা বেছি হোৱাৰ পাছতে অজয় দুটা বন্ধুৰে সৈতে বন্ধ দোকানখনৰ বাৰাণ্ডালৈ উঠি আহিছিল। আহি মৃন্ময়ীৰ একেবাৰে কাষত থিয় হৈছিলহি। বহুদিনৰপৰা যেন সি সুযোগ বিচাৰি ফুৰিছিল মৃন্ময়ীক এইদৰে অকলশৰে এবাৰ পোৱাৰ বাবে। মৃন্ময়ীৰ কি হৈছিল ঠিক মনত নাই.... তাই সোঁহাতখন দাঙিছিল। বোধহয় এটা চৰ মাৰিবলৈ ইচ্ছা হৈছিল অজয়ক। অজয়ে থাপ মাৰি তাইৰ হাতখন ধৰি লৈছিল — 'এই মুহূৰ্তত মই তোমাক কি কৰিব পাৰোঁ জানানে? ৰাস্তাৰ মানুহে তোমাক এইদৰে চোৱাটো বিচৰা নেকি?' মৃন্ময়ীয়ে কান্দি পেলাইছিল। অজয়ে হঠাতে হাতখন এৰা দি কৈছিল — 'এবাৰ মাত্ৰ কোৱাচোন ভাল পাওঁ বুলি, তুমি যিহকে বিচৰা তাকে কৰিম....' মৃন্ময়ী বৰষুণতে তিতি তিতি দৌৰিছিল। বৰষুণত জুৰুলি-জুপৰি হৈ ঘৰ পাইছিলগৈ। ঘৰত বিছনাত পৰি বহুসময়লৈ দুৱাৰ বন্ধ কৰি কান্দি কান্দি চকু উখহাই পেলাইছিল। অজয় নামৰ এটা সৰ্বগ্ৰাসী ভয়ে তাইক কোঙা কৰি পেলাইছিল। পিছদিনাৰপৰাই মৃন্ময়ীহঁতৰ সৰু চহৰখনত মৃন্ময়ী আৰু অজয়ৰ মাজত অশালীন জল্পনা-কল্পনাৰে বহু কথা বু-বু বা-বা হ'বলৈ আৰম্ভ কৰিছিল। মৃন্ময়ী কলেজলৈ যাবলৈ ভয় কৰা হৈছিল। বৰদেউতাক আহি মৃন্ময়ীক লৈ নোযোৱা হ'লে.... সেই তেতিয়াৰপৰা চাৰিটা বছৰ.... মৃন্ময়ী গুলীবিদ্ধ চৰাইৰ দৰে দিনে-নিশাই ছট্‌ফটাই আছিল। কি দোষ আছিল তেওঁৰ! এটা গুণ্ডাৰপৰা পলাই আহিবলগা হোৱাটো কোনোপধ্যেই বিবেকে মানি লোৱা নাছিল। মৃন্ময়ীক যেন কোনোবা এটা ইন্দ্ৰিয়ই সজাগ কৰি আছিল — প্ৰকৃততে মৃন্ময়ীক কোনেও বিশ্বাস কৰা নাই....ঘৰখনেও। সেয়ে মৃন্ময়ীৰ ইচ্ছা থকা সত্ত্বেও বিবাহৰ আগেয়ে তেওঁক ঘৰখনলৈ যাবলৈ দিয়া নহ'ল, আনকি অতি অনুষ্টুপীয়াকৈ বৰদেউতাকৰ ঘৰৰপৰাই তেওঁৰ বিবাহ সম্পন্ন হ'ল। বিয়াখনতো যেন এটা চেপা উত্তেজনা.... অজয় আহি একো নঘটায়তো.... দৰাঘৰৰ আগত মান-সন্মান ধূলিসাৎ হৈ যাব পাৰে যিকোনো মুহূৰ্তত। এই আলোচনাবোৰ মৃন্ময়ীয়ে শুনিছিল, শুনি এক নিষ্ফল আক্ৰোশত উচুপি উঠিছিল। কিন্তু ভবা মতে একোৱেই হোৱা নাছিল। সেই বৰ্ষণমুখৰ কালান্তক সন্ধিয়াটোৰপৰা অজয়ৰ ছাঁটোও মৃন্ময়ীয়ে দেখা নাছিল। এটা দুঃস্বপ্নৰ দৰেই ঘটিছিল সকলো। যোৱা ছাব্বিছটা বছৰত বহুত সলনি হ'ল। মৃন্ময়ীৰ সন্মান, মৃন্ময়ীৰ পৰিয়ালৰ সন্মান, জ্যোতিপ্ৰকাশৰ আভিজাত্য এইবোৰৰ মাজত মৃন্ময়ীৰ জীৱনৰ আটাইতকৈ ট্ৰেজিক ঘটনাটোৰ কোনো অস্তিত্বই নৰ'ল। এই অজয়ক ইমান বছৰৰ মূৰত দেখি মৃন্ময়ী সেয়ে প্ৰতিশোধৰ তাড়নাত আজি জ্বলি-পকি উঠিছে। হাতীয়ে গুৰি পৰুৱাৰ কামোৰৰ প্ৰতিশোধ ল'বলৈ বিচাৰি ফুৰা সাধুটোৰ দৰে হোৱা নাইনে? মৃন্ময়ীয়ে নিজৰ সৈতেই কথা পাতি থাকিল বহুপৰ।

ডাক-বঙলাৰ সন্মুখত এটা হুলস্থূল হ'ল। বাছখন উলটি আহিছে। ইমান সোনকালে আহিলেনে? মৃন্ময়ীয়ে হাতৰ ঘড়ীটোলৈ চালে, আঠটা বাজিল। তাৰমানে মৃন্ময়ী সম্পূৰ্ণ তিনি ঘণ্টা এইদৰে বহি থাকিল। অলপ ভোক লগা যেন তেওঁৰ অনুভৱ হ'ল। বগৰীয়ে ৰুটি-মাংস ৰান্ধিছিল.... ডাক-বঙলাৰ কাৰোবাক কৈ পঠালেই তাই লৈ অহাৰ কথা

আছিল। অজয়ক কেন্দ্র কৰি মৃন্ময়ীইঁতৰ দলটো বেছ ফূৰ্তি কৰি আগবাঢ়ি আহিছে। হঠাতে অজয়ে মৃন্ময়ীক দেখি ধ্রুব দাসৰ সৈতে কিবা কথা পাতিলে আৰু আঁতৰি গ'ল। মৃন্ময়ীয়ে পৰিস্থিতি সহজ কৰিবলৈ ল'ৰা-ছোৱালীবোৰৰ আনন্দৰ ভাগ ল'বলৈ আগবাঢ়ি গ'ল। শৰীৰ বেয়াৰ অজুহাতত, তেওঁ নিজে এইদৰে দলটোৰপৰা আঁতৰি থকা বাবে ইতিমধ্যে মৃন্ময়ীৰ মনত এক অস্বস্তিকৰ অপৰাধবোধৰো জন্ম হৈছিল।

নিশা হঠাতে মৃন্ময়ীৰ টোপনি ভাঙি গ'ল। মৃন্ময়ী অলপ পোহৰতো শুব নোৱাৰে ৰাতি। বিছনাৰপৰা উঠি তেওঁ দেখিলে কোঠালিটোত পোহৰ। এটা কোঠালিত দহখনমান মাটিত বিছনা পৰা আছে। দুখন মাত্র কাঠৰ পালেং। এখনত মৃন্ময়ী আনখনত শান্তিপ্রিয়া। সকলোৰে গভীৰ নিদ্রা। দিনটোৰ ভাগৰুৱা দেহ নিশ্চিন্ত মনে সকলোৱে বিছনাত এৰি দিছে। মৃন্ময়ী খুব সন্তর্পণে উঠিল। বিছনাৰ কাষত থকা খদ্দৰৰ ড্রেছিং গাউনটো গাত সুমুৱাই ল'লে। ইমান পোহৰ ক'ৰপৰা আহিব পাৰে? মৃন্ময়ীয়ে খিৰিকীৰে বাহিৰলৈ চালে, আৰু চায়ে তেওঁ স্তব্ধ হৈ গ'ল। এয়া কোনো বিজুলী বাতি নহয় এয়া যে অভাবনীয়ভাবে প্রকৃতিয়ে দিয়া পোহৰ। বাহিৰত ফুৰিংফুটা জোনাক। নিশাৰ এই অপৰূপ জ্যোতি মৃন্ময়ীয়ে আগতে কেতিয়াও দেখা মনত নপৰে। ভৰলীৰ পানীবোৰ জোনৰ পোহৰত ৰূপালী গলপতাৰ দৰে তিৰ্‌বিৰ্ কৰিছে। তন্দ্রালসা চকুৰে তেওঁ এক তীব্র সম্মোহনত বন্দী হৈ এখোজ-দুখোজকৈ বাহিৰলৈ ওলাই আহিল। এক শীতল কোমল পৰশত তেওঁৰ দেহটো এবাৰ জিকাৰ খাই উঠিল। সেমেকা অথচ উষ্ণ আবেদনেৰে ভৰপূৰ এছাটি বতাহে তেওঁৰ চুলিবোৰ উৰুৱাই নিলে। মৃন্ময়ীৰ চকুৰ পতা সেমেকি উঠিল। কেতিয়াবা হৃদয়ত জগা অত্যধিক পুলকো যন্ত্রণাময় হৈ উঠে। প্রকৃতিৰ এই মোহনীয় ৰূপত বিস্মৃত মৃন্ময়ীৰ হৃদয়তো একেই যন্ত্রণাৰ সৃষ্টি হ'ল।

মৃন্ময়ী আগুৱাই গ'ল। মাজে মাজে বনৰীয়া চৰাই আৰু জন্তুৰ মাতে নিশাৰ নৈঃশব্দ্যক জীৱন্ত কৰিছে। ঝিলিৰ ৰি ৰি আৰু নদীৰ জলধিৰ শব্দই এক ৰহস্যময় পৃথিৱীৰ যেন সম্ভেদ বাৰে বাৰে দিব খুজিছে মৃন্ময়ীক। ইমান পৰিষ্কাৰ জোনাক! মৃন্ময়ীয়ে দেখিলে, ঢেঁকীয়া, বিহলঙনিবোৰ, দিনত দেখা খৰিকাজাই জোপা, হে'জৰ সিপাৰে থকা ফুটুকা গছবোৰ জোনাকত তিৰ্‌বিৰ্ কৰিছে। বতাহত গছবোৰৰ এক মধুৰ ঘৰ্ষণৰ শব্দ আৰু গুণ গুণ....। কিহৰ গুণ গুণ? মৃন্ময়ীৰ কাণ দুখন হঠাতে সকলোৰেপৰা সংযোগ বিচ্ছিন্ন হৈ এঠাইত কেন্দ্রীভূত হ'ল। ঠিক, এয়া মানুহে কথা পতাৰ দৰে গুণ গুণ। মৃন্ময়ীৰ অলপ ভয় লাগিল। এইদৰে তেওঁ গুচি অহাটো ভাল কথা হোৱা নাই। এই সমস্ত অঞ্চলটো সন্ত্রাসবাদীৰ কবলত। মৃন্ময়ীয়ে স্পষ্ট শুনিলে এজোপা অচিন গছৰ জোপোহাৰ কাষৰপৰা নাৰী-পুৰুষৰ মিশ্রিত কণ্ঠস্বৰ। এক অশ্লীল বতাহ যেন তাৰপৰা বৈ আহি মৃন্ময়ীৰ গাত লাগিল। মৃন্ময়ী ডাক-বঙলালৈ খৰ-ধৰকৈ উভতিব খুজিলে।

ঃ বাইদেউ!

মৃন্ময়ী উচপ খাই উঠিল। এয়া অজয়ৰ মাত। জোপোহাটোৰ ওচৰৰপৰা উঠি অহা ওখ-পাখ, এয়া অজয়ৰ বাহিৰে কোনো নহয়। মৃন্ময়ীৰ তৎক্ষণাৎ চকুৰ আগত ভাহি উঠিল বহু বছৰৰ আগৰ সেই সন্ধিয়াটো.... তেওঁ কি ক'ব খন্তেক বিবুদ্ধিত পৰিল।

ঃ বাইদেউ, অকলে কিয় ওলাই আহিলে? ইয়াত বনৰীয়া জীৱ-জন্তুও ঘূৰি ফুৰে....

ঃ মোৰ বনৰীয়া জীৱলৈ ভয় নাই.... মানুহতকৈ সিহঁত অপকাৰী নহয়.... মৃন্ময়ীয়ে কথা শেষ কৰিবলৈকে নাপালে, এটা নাৰীমূৰ্তি জোপোহাটোৰ ওচৰৰপৰা থিয় হৈ দিলে।

ঃ বগৰী.... এইফালে আহ। অজয়ে অস্পষ্ট সুৰত মাতিলে। বগৰী এখোজ-দুখোজকৈ আগবাঢ়ি আহিল।

ঃ বাইদেউ, আপুনি ইমান ডাঙৰ মানুহ হ'ল, অথচ মোৰ দৰে নগণ্য গুণ্ডাৰ এটাক আজিলৈকে ক্ষমা কৰি দিয়া নাই!

মৃন্ময়ী মনে মনে থাকিল যদিও অলপ ক্ষুণ্ণও হ'ল অজয়ৰ কথাত।

ঃ বগৰী — এই বাইদেউক যে দেখিছ, বৰ ডাঙৰ মানুহ — কবি — তই বুজি নাপাবি। বৰ ধুনীয়া আছিল এসময়ত.... মই তেতিয়া ভাল নাছিলোঁ, অলপ উৎপাত কৰিছিলোঁ। আপুনি যে গুচি গৈছিল — তেতিয়া মই বহুদিন ভাবিছিলোঁ ক্ষমা খুজিম — কেতিয়াও একো নকওঁ, মাত্র ঘৰ এৰি, আমাৰ ঠাইখন এৰি গুচি নাযাব। আপোনালোকৰ ঘৰৰ মানুহবোৰ দেখিলেও মই পলাই ফুৰা হ'লোঁ। কিন্তু কি সাহসত মই কথাখিনি ক'বলৈ যাম? বাইদেউ, প্রথমে আপোনাৰ গালত মাহটো নেদেখি আপোনাক চিনিব পৰা নাছিলোঁ....

মৃন্ময়ীয়ে হঠাতে অকণমান হাঁহি ক'লে — 'অপাৰেছন কৰি উঠাই দিলোঁ'। — মৃন্ময়ীয়ে ক'ম বুলিও নক'লে জ্যোতিপ্রকাশে বিয়াৰ পাছত মাখিৰ দৰে গালৰ মাহটো দেখি সদায় অসন্তুষ্টি প্রকাশ কৰিছিল।

জ্যোতিপ্ৰকাশৰ বাবেই তেওঁ দিল্লীলৈ গৈ গালৰপৰা মাহটো অপাৰেছন কৰি চিৰকালৰ বাবে বিদায় দিছিল।

ঃ ছেঃ বেয়া কৰিলে দেই। মাহটোৱেই আপোনাৰ বিশেষত্ব আছিল। সকলোৰে নথকা কিবা এটা আপোনাৰ আছিল — জন্মগত দৈহিক সম্পত্তি কটা-ছিঙা কৰি অত্যাচাৰ কৰিব নাপায়। মোৰ এজনী ছোৱালী আছে, তাইৰো....

ঃ তুমি কেতিয়া বিয়া কৰালা?

ঃ নাই, ক'ত বিয়া? মোৰ ভাইটোৰ সৰু ছোৱালীজনী — বোবা-কলা, তাইক মইহে বুজোঁ, তায়ো মোক ভাল পায়। মই লৈ আহিলোঁ চাৰিবছৰতে। এতিয়া চৈধ্য বছৰ তাইৰ। তাইক ঘৰত বৰ আদৰ নকৰে — বহুতেই পুতৌ কৰে। মই কৈ দিছোঁ, তাই বোবা-কলা, এয়া জন্মগত সম্পত্তি। সেইবাবে তাই আনতকৈ বেলেগ।

....আপুনি গালৰ মাহটো গুচাই পেলাব নালাগিছিল।

মৃন্ময়ীৰ মনত এক ভূমিকম্পৰ সৃষ্টি হ'ল। তাই অজয়ৰ মুখলৈ স্তব্ধ হৈ চাই থাকিল। অজয়ে অলপো খোকোজা নোহোৱাকৈ কৈ গ'ল —

ঃ বাইদেউ, মাহীমা আছিল নহয় মোৰ.... মানুহজনী বেয়া নাছিল.... পিছে মা ঢুকোৱাৰ পিছত অহা মানুহজনীক মইহে সহ্য কৰিব পৰা নাছিলোঁ। মোক মায়ে বৰ মৰম কৰিছিল নহয়। সেয়ে, সেই মানুহজনীক মই সদায় লাজত পেলাবলৈ ভাল পাইছিলোঁ, বাহিৰত মই কৰা উৎপাতবোৰৰ বাবে তেওঁক কোনোবাই দোষী সাব্যস্ত কৰিলে ৰং পাইছিলোঁ। দেউতাৰ ওপৰতো খং উঠিছিল। শিক্ষক বুলি তেওঁক মানুহে সন্মান কৰিছিল। মোৰ তেওঁৰ ওপৰত অভিমান হৈছিল — তেওঁৰ সন্মানৰ কলংক হ'বলৈ মই নিজে আগবাঢ়ি গৈছিলোঁ — দেউতা ঢুকোৱাৰ পিছতহে মোৰ বহুত সলনি হ'ল। — সেইবোৰ বহুত কথা। বাইদেউ, এটাই কথা ক'ম — আপুনি ইমান ডাঙৰ কবি — মোক ক্ষমা কৰি দিব। নহ'লে মই শান্তি নাপাম।

মৃন্ময়ীয়ে বগৰীলৈ চালে। তাই গোটেই সময়খিনি অজয়ৰ কাষত লৰচৰ নকৰাকৈ থিয় হৈ আছে। আনকি তাই চাহ দিবলৈ আহোঁতে যেনেদৰে কথা-পাতিছিল, হাঁহিছিল, তাৰ লেশমাত্ৰও আভাস নাই। অজয়ে যেন কিবা এটা বুজি পালে। সি নিজেই ক'লে — 'বাইদেউ, বগৰী আৰু মোক দেখি আপুনি নিশ্চয় আচৰিত হৈছে। মিছা নকওঁ, বগৰীক মই ভাল পাওঁ। তায়ো। তাইৰ মানুহটো মৰালৈকে আমাক একো নাছিল। পিছত দেখিলোঁ বগৰীক কেন্দ্ৰ কৰি ডাঙৰ মানুহবোৰেও সুবিধা ল'বলৈ জাল পেলাইছে। তাইক চাহৰ দোকানখন দিয়াই দিলোঁ। শৰীৰ আৰু মনৰ চাহিদা মোৰো আছে, তাইৰো আছে। বিয়া নকৰাওঁ। তাইৰ দুটা ল'ৰা, মোৰো বোবা-কলা ছোৱালীজনী আছে। আমি প্ৰত্যেকেই প্ৰত্যেকক চাওঁ। এখন সংসাৰেই বুলিব পাৰি। পিছে দিনত আমাৰ ইমান কাম — সময় নাপাওঁ.... ভাল মানুহ কোনোদিন হ'ব নোৱাৰিলোঁ। পিছে ল'ৰা-ছোৱালীৰ আগত সকলো কাম কৰিবলৈ বেয়া মানুহেও লাজ কৰে....

মৃন্ময়ীয়ে ভাবিলে ইমানৰ পিছত অজয় আৰু বগৰীৰ ওচৰত থকাটো উচিত নহয়। তেওঁ সামান্য হাঁহিবলৈ যত্ন কৰিলে। তাৰ পাছত এখোজ-দুখোজকৈ ডাক-বঙলালৈ উভতিল। বাৰাণ্ডাৰপৰা তেওঁ ল'নখনলৈ চালে — অজয় আৰু বগৰীক নেদেখিলে। ক'ৰবাত 'ঝিনিক্'কৈ এটা শব্দ হ'ল। বগৰীৰ ভৰিৰ পায়েলযোৰৰ শব্দ। অথনিও মৃন্ময়ীয়ে শুনিছিল। হঠাতে তেওঁৰ বগৰীৰ প্ৰতি ঈৰ্ষা জাগি উঠিল। বগৰীৰ প্ৰাণচঞ্চলতা, বগৰীৰ খিল্‌খিল্ হাঁহিটোলৈ মনত পৰি মৃন্ময়ীৰ নিজকে বৰ নিঃস্ব যেন অনুভৱ হ'ল। ইমান স্বাধীন প্ৰেমত বন্দী হ'ব পৰাকৈ সাহসীনে সিহঁত? 'বগী — বগৰী' মৃন্ময়ীয়ে অস্ফুট স্বৰেৰে উচ্চাৰণ কৰিলে নামটো। বগৰীৰ সমান প্ৰাণময় হ'বলৈ মৃন্ময়ীয়ে ইচ্ছা কৰিলেও নোৱাৰে। অজয় আৰু বগৰী এনে এখন স্বাধীন পৃথিৱীৰ বাসিন্দা যে মৃন্ময়ীয়ে নিজৰ খ্যাতি, আভিজাত্য, উচ্চ শিক্ষাৰ কাৰাগাৰ ভাঙি সেই স্বাধীনতা — সেই প্ৰেমৰ অনুভৱ কেতিয়াও স্পৰ্শ কৰিব নোৱাৰিলে।

তেওঁ বহু সময় বাৰাণ্ডাতে বৈ থাকিল। আকাশখনে কোমল হালধীয়া বৰণ ধৰিছে। এক তীব্ৰ বিষাদবোধেৰে মৃন্ময়ীয়ে জোনাক ৰাতিটো বিদায় দিবলৈ প্ৰস্তুত হ'ল। তেওঁৰ শৰীৰটো যেন ৰাতিটোৰ মায়াৱী স্পৰ্শত হিল্লোলিত হৈ এটা কবিতালৈ ৰূপান্তৰিত হৈছে। তেওঁ হেণ্ডবেগটোত থকা কলম আৰু কাগজ বিচাৰি মন্ত্ৰমুগ্ধ গতিৰে আগবাঢ়িল। ৰাতি পুওৱাৰ আগেয়েই তেওঁ লিখি শেষ কৰিব বহুত বছৰৰ মূৰত আজি এটা কবিতা — হৃদয়ৰ সমস্ত আৱেগ আৰু তাড়নাৰে বন্দী কৰিব তাৰ প্ৰতিটো শব্দক। ■

# বাদুলি

মিছেচ জান্কী বৰুৱা খৰধৰকৈ বেংকৰ সন্মুখত গাড়ীখনৰপৰা নামিল। হাতত বহুত কাম, সময় নাই। তেওঁ ড্ৰাইভাৰে গাড়ীৰ দুৱাৰ খুলি দিয়ালৈ বাট নাচাই নিজেই গাড়ীৰপৰা ওলাল আৰু লগতে দুৱাৰ বন্ধ কৰিলে। তেওঁ ড্ৰাইভাৰক মুখস্থ মতাৰ দৰেই কৈ গ'ল, — 'ভবেন, এক ছেকেণ্ড দেৰি নকৰিবি। প্ৰথমে 'ফ্ল'ৰিনা'লৈ যা — কবি, দীঘল দীঘল ঠাৰিৰে গ্লেডিঅ'লা দিবলৈ কৈছে, ইতিমধ্যে ফোনেৰে মই কৈ থৈছোঁ। তাৰপৰা ওলায়ে 'মিষ্টিমুখ'ৰপৰা মিঠাইখিনি ল'বি — অ' আৰু এটা কথা, বাটত মিছেচ ব্ৰীজমোহনৰ ঘৰত সোমাই ক'বি, কাজু বাদাম আৰু আমণ্ডৰ পেকেট কেইটামান যাতে আগতেই পঠিয়াই দিয়ে। তেওঁক অকণমান সোনকালেই আহিবলৈ ক'বি। — সাতটাৰ আগতে, সাতটাৰপৰা গেষ্ট আহিবলৈ ল'ব। আৰু.... আৰু....' জান্কী বৰুৱাই থুঁতৰিত জমা হোৱা সামান্য চৰ্বিখিনি নেইল পলিচ লগোৱা জোঙা নখৰ তৰ্জনী আঙুলিটোৰে টুকুৰিয়াই ভাবিবলৈ ধৰিলে। আৰু ঠিক তেনেকুৱাতে ৰিক্সাৱালা এটাই ৰিক্সাৰ টিলিঙা বজাই ক'লে, — 'মেমচাহাব, থোৰা চাইড....' জান্কী বৰুৱাই পৃথিৱীৰ সকলো বিৰক্তি একেলগে মুখমণ্ডলৈ আনি ভোৰভোৰালে — 'ননছেন্স। থিয় হ'বলৈ ঠাই নাই ৰিক্সা সুমুৱাইছেহি'। জান্কী বৰুৱাৰ গাড়ীখন তেনেদৰে ৰাস্তাৰ কাষত ৰৈ থকাত সকলোৰে অসুবিধা হৈছিল। সেই চাৰিআলিটো এনেয়েও ব্যস্ত। এখন অভিজাত হোটেল, কাষত দুই-তিনিটা বেংক, অ'টো ৰিক্সাৰ ষ্টেণ্ড, টেক্সী ষ্টেণ্ড, বাকী দোকান-পোহাৰবোৰ আছেই। তাৰ লগতে আকৌ এখন নহয় দুখন মন্টেশ্বৰী স্কুল। সেই সময়ত দুয়োখন স্কুলেই ছুটী হৈছে। গাড়ীৰ হৰ্ণ, ৰিক্সাৰ টিলিঙা, বাছৰ গাত কণ্ডাক্টৰে হাতেৰে ধুম্ধুমকৈ শব্দ কৰি চাইড বিচাৰি মৰা বিকট চিঞৰ আৰু ল'ৰা-ছোৱালীৰ কোৰ্হালেৰে ঠাইখনত কোনেও কাৰো মাত নুশুনা অৱস্থা এটা হৈছে। দোকান-পোহাৰবোৰে ৰাস্তাটো চেপি-খুন্দি অনা বাবে গাড়ী-মটৰ, মানুহ, ৰিক্সা সকলোৰে কোনোবা এটা অংশ পকী ৰাস্তাত আৰু কোনোবা এটা অংশ বোকা বা জাবৰ ইত্যাদিত নপৰাকৈ নাথাকে। ৰিক্সাৱালাই চাইড বিচৰাৰ লগে লগে জান্কী বৰুৱা সামান্য আঁতৰি দিব খোজোঁতেই সেয়ে তেওঁৰ পেডিকিঅ'ৰ কৰা সুন্দৰ ভৰিত লাগি থকা, দুডাল মাত্ৰ মিহি ফিটাৰে ধৰি থকা পেন্সিল হিলৰ চেণ্ডেলযোৰ ক'লা বোকাত সোমাই পৰিল। মাত্ৰ যোৱা সপ্তাহত নেপাললৈ ফুৰিবলৈ গৈ বিদেশী বজাৰৰপৰা কিনি অনা ইমান দামী চেণ্ডলযোৰৰ অৱস্থা দেখি জান্কীৰ কান্দোন ওলাই অহাৰ উপক্ৰম হ'ল। কিন্তু পিছমুহূৰ্ততে তেওঁ ৰুদ্ৰমূৰ্তি ধাৰণ কৰি ভঙা হিন্দীতে ৰিক্সাৱালাটোক গালি পাৰিলে — 'এই দেখতা নাহী....লক আপ মে চবকো ভৰা দেংগা.... চমজা নহী.... কুত্তাকা বাচ্চা.... উল্লুকা পঠ্ঠা.... পিছৰ শব্দকেইটা উচ্চাৰণ কৰোঁতে জান্কী বৰুৱাই গিৰীয়েক ভবানীবল্লভ বৰুৱা বা চমুকৈ বিবি বুলি খ্যাত এ-এছ-পিজনৰ মুখ-ভংগিমাটো আনিবলৈ যত্ন কৰিলে। ৰিক্সাৱালাটোৱে থৰ লাগি তেওঁলৈ চাই থকা দেখি এইবাৰ আকৌ তেওঁ ক'লে — 'তু পাগল, হে ক্যা?' এইবাৰ ৰিক্সাৱালাটোৱে কোনোমতে ৰিক্সাখন পাৰ কৰি আঁতৰিবলৈ যত্ন কৰিলে। ভবেনেও তাৰ বাইদেৱেকৰ সুৰতে সুৰ মিলাই ক'লে, — 'হাটো.... ভাগো....'। ভবেনে গাড়ীত থকা ফ্লানেলৰ হালধীয়া কাপোৰখন উলিয়াই আনি ক'লে, — 'চাওঁ বাইদেউ ভৰিখন, বোকাবোৰ মচি দিওঁ'। জান্কীয়ে দ্বিধাহীনভাৱে ভৰি মেলি দিলে।

ঃ ইচ্ ইমান ধুনীয়া ভৰিখনত বোকাবোৰ দেখিলে ভাল নালাগে। — ভবেনে বোকা মচি মচি ক'লে। জান্কীয়ে স-প্ৰশংস দৃষ্টিৰে ভবেনলৈ চাই থাকিল। হ'লেই বা ভবেন ড্ৰাইভাৰ, জান্কীৰ দৰে মধ্যবয়সীয়া নাৰী এজনীয়ে যদি দিনটোত দুবাৰ এটা ত্ৰিছ-পঁয়ত্ৰিছ বছৰীয়া ডেকাৰপৰা এনেকুৱা মন্তব্য পাই থাকে ই কম গৌৰৱৰ

কথানে? ভবেনেও সুযোগ পালেই জান্‌কীৰ ৰূপৰ প্ৰশংসা নকৰাকৈ নাথাকে। জান্‌কীয়ে এইদৰে বহুতৰে প্ৰশংসা পায়। পাৰ্টিবোৰত মিঃ ব্ৰীজমোহন, যমুনালাল, ৰাধেশ্বৰী, এছ-পি বলেন বৰগোহাঁই আদিয়ে অলপ বেপেৰোৱাকৈয়ে তাইক কাষত পাবলৈ বিচাৰে, দুপেগমান খোৱাৰ পিছতো কথাই নাই, তাইৰ ৰূপৰ প্ৰশংসা কৰাতে তেওঁলোকৰ ওঁঠত পানী বিৰিঙি আহে। পিছে ভবেনৰ সেইবোৰ কৰিবলৈ দুঃসাহস নাই। তাৰ মন্তব্যত মালিকনীৰ প্ৰতি থকা ভৃত্যই সমীহ-শংকা আৰু 'হয় বাইদেউৰ' নম্ৰতা থাকে। সেইবাবেই জান্‌কীয়ে ভবেনৰ এই মন্তব্যবোৰ শুনিবলৈ ব্যাকুল হৈ থাকে। অন্যমনস্ক ভাবেৰেই জান্‌কীয়ে সেয়ে ভবেনৰ বুকুত জুই জ্বলাবলৈ চেষ্টা কৰে। 'হ'ব বাইদেউ, চাফা হৈ গ'ল। ভবেনে আলফুলে ভৰিখন এৰি দিয়ে। জান্‌কীয়ে এইবাৰ ডেও দি ফুটপাথটোলৈ উঠিল। ফুটপাথলৈ উঠিয়েই তাই ভবেনক আকৌ ক'লে, — 'যা পুৰা দুটা বজাত পাবহি লাগিব। মই মেনেজাৰৰ ৰূমতে থাকিম। দেৰি নকৰিবি, আজি শনিবাৰ বেংক বন্ধ হ'ব দুটাত। তাৰ আগতে আহি পাবহি লাগিব। আৰু দেৰি কৰিলে মই অটোৰিক্সা লৈ গুচি যাম'। মালিকনীৰ কথাত ভবেনে এক মুহূৰ্ত নৰৈ গাড়ী ষ্টাৰ্ট কৰিলে।

জান্‌কী বৰুৱাই ডেও দি তিনিমহলীয়া চিৰিবোৰ পাৰ হৈ গ'ল। তেওঁ পোনছাটেই তিনিমহলাত থকা বেংকটোৰ মেনেজাৰৰ কোঠালিত সোমাই গ'ল।

বেংকৰ মেনেজাৰ অচ্যুত বৰ্মনে জান্‌কী বৰুৱা কোঠালৈ সোমাই অহা দেখিয়েই থিয় হৈ — 'আৰে। আহক, আহক। আমাৰ কি ভাগ্য। কওকচোন এই বান্দাই কি সহায় কৰিব পাৰোঁ?' — বুলি নিজৰ ৰগৰতেই নিজে বৰ্মনে সশব্দে হাঁহিলে। জান্‌কীয়ে বিশেষ ভংগীৰে চকী এখন টানি, শৰীৰৰ মৃদু হেন্দোলনি এটা তুলি বহিলে। বহোঁতে বাওঁ ভৰিৰ ওপৰত সোঁ ভৰিটো অলপ আলসুৱাকৈ ৰাখি ফিল্মষ্টাৰ, মডেলবোৰে কেমেৰাৰ সন্মুখত প'জ দিয়াৰ দৰে কৰিলে। শাড়ীৰ বিজ্ঞাপনত থকাৰ দৰে শাড়ীৰ আঁচলখন মেলি ধৰিলে। তেওঁ মুখৰ ঘামবোৰ ৰুমালেৰে সামান্য চাপ দি ক'লে, — 'উস্, লিফ্‌টৰ ব্যৱস্থা কিয় যে নাই এই বিল্ডিংটোত'।

ঃ স্বাস্থ্যৰ বাবে ভাল দিয়ক।

ঃ ইস্, স্বাস্থ্য ৰক্ষাৰ বাবে হেলথ ক্লাবলৈ যাম, ছুইমিং কৰিম, এনেকুৱা লেং-লেঙীয়া চিৰি বগাই স্বাস্থ্য ৰক্ষা কৰে নেকি?

ঃ বাৰু, বাৰু কওকচোন, কিয় আহিলে? — অচ্যুত বৰ্মনে প্ৰশ্নটো সুধিয়েই টেবুলৰ বেলটো টিপিলে।

জান্‌কী বৰুৱাই ভুবন বিজয়ী হাঁহিটো বিৰিঙাই ক'লে — 'অলপ জুৱেলাৰী উলিয়াম। আজি বিশেষ পাৰ্টি এটা থ্ৰ' কৰিছোঁ। আপোনাক নিমন্ত্ৰণো দিলোঁ লগতে'।

ঃ কিবা বিশেষ ভাল খবৰ আছে নেকি? ল'ৰাটোৱে ভাল ৰিজাল্ট কৰিছে নেকি? এইবাৰ সি মেট্ৰিক দিয়া নাছিল জানো?

জান্‌কী বৰুৱা অলপ অপ্ৰস্তুত হ'ল। তেনেতে পিয়নটোৱে আহি মাত লগালে — 'ছাৰ!'

ঃ চাহ আনিবিচোন....

ঃ না, এই গৰমত চাহ....

ঃ তেন্তে ক'ল্ড ড্ৰিংকছ.... যা এটা লৈ আহ

ঃ আ চোৱা, মিৰিণ্ডা আনিবা। দীপ ফ্ৰীজত ৰখা আনিবা....

জান্‌কীয়ে কৈয়ে ওপৰত মন্থৰ গতিত ঘূৰি থকা ফেনখনলৈ চাই ক'লে — 'স্পীডটো বঢ়াই দিয়ক না....'।

ঃ ছ'ৰি এইখনৰ ইমানেই স্পীড, বুজিছেনে? অৱশ্যে মোৰ বাবে ভাল। মোৰ আকৌ অলপ এজ্‌মাৰ দোষ আছে নহয়।

ঃ আজিকালি বেংকবিলাক, ইমান মৰ্ডান.... গৰম দিনত ইয়ালৈ আহিলে ভাবো জুৱেলাৰীৰ লকাৰটো বেলেগলৈ ট্ৰান্সফাৰেই কৰোঁ নেকি? — কৈয়ে জান্‌কীয়ে অৰ্থপূৰ্ণভাৱে হাঁহিলে।

বৰ্মনেও বেঙাৰ দৰে হাঁহি ক'লে,— 'এৰা, আপোনালোকৰ দিগ্‌দাৰ। ঘৰত এ-চি, গাড়ীত এ-চি, এনেকুৱাও সময়ত হ'বগৈ নেকি, গাড়ীৰপৰা ঘৰ বা আলিবাটলৈ ওলাবলগীয়া হ'লে এ-চি চোলা ওলাব পিন্ধি যাবলৈ। বা য'ত এ-চি নাই এ-চি চোলা বা বাকচ এটা পিন্ধি মানুহটো থিয় হৈ থাকিব পাৰিব।

ঃ এস, তেনেকুৱা চোলা ওলালেতো ময়ে প্ৰথম কিনিম।

অচ্যুত বৰ্মনে সশব্দে হাঁহি ক'লে — 'বাৰু এতিয়া কওকচোন কি ভাল খবৰ, কিহৰ পাৰ্টি?'

জান্‌কী বৰুৱাই অলপ লৰচৰ হৈ বহিল। স্বাভাৱিকতকৈ মাতটো অলপ সৰু কৰি ক'লে— 'মানে আমাৰ এওঁ জানা কেতিয়াবাই এছ-পি মানুহ হ'ব লগা

নহয়? আচলতে মিনিষ্টাৰক খাতিৰ নকৰে বাবেহে। দুবাৰ যে ছাছপেণ্ড হৈছিল সেই তেতিয়াৰপৰাই গণ্ডগোল। এওঁৰ শত্ৰু বহুত। এবাৰ এছ-পি হৈছিলেই, পিছে আমাৰ চিনাকি সাংবাদিক দুটামানেই কাগজত বেয়াকৈ লেখি হুলস্থূল লগালে — সেই যে ধুবুৰী কেছটো.... চান্দেক আলীৰ ক্ৰিমিনেল গেঙৰ সৈতে হাত মিলাই দুৰ্নীতি কৰিছে বুলি খবৰ উলিয়াইছিল — তাৰে এটা দেখোন আপোনাৰ ভতিজা নে কিবা সাংবাদিক ল'ৰাটো বুলি চিনাকি দিছিলে। পিছে বৰ বদমাছ দেই। ইমান মদে-মাংসই খুৱালোঁ — সিহঁতে খালেও, ইপিনে বেয়াকৈ লিখিলেও.......

ঃ ৰ'বচোন, ভাল খবৰটো দিয়ক আগতে....

ঃ তাকেইতো ক'বলৈ লৈছোঁ, এইবাৰ পিছে খবৰ পক্কা। মাত্ৰ দুই-এদিনতে কাগজ ওলাবলৈ বাকী। এওঁ এছ-পি হ'ব। সেইবাবে কেইজনমান বিশেষ মানুহক পাৰ্টি এটা দিছোঁ।

ঃ বাঃ কংগ্ৰেচ্ছুলেশ্যন। পিছে মইনো গৈ তাত কি কৰিম? — পিয়নটোৱে আহি ঠাণ্ডা মিৰিণ্ডাৰ বটলটো আনি টেবুলত থ'লেহি। বটলৰ সাঁফৰটো খুলি তাত এডাল ষ্ট্ৰ' ভৰাই দিলে।

জান্‌কীয়ে 'থেংক ইউ' বুলি 'চিয়েৰছ'ৰ ভংগীত বৰ্মনলৈ বটলটো অলপ টোৱাই দুই ৰক্তিম ওঁঠৰ মাজত আলফুলে ষ্ট্ৰ'ডাল চেপি ধৰিলে। খুব ধীৰে ধীৰে বটলৰ সোণালী ঠাণ্ডা জুলীয়াখিনি গলাধকৰণ কৰি সৰুকৈ গল-খেকাৰি এটা মাৰি জান্‌কীয়ে ক'বলৈ ধৰিলে — 'পাৰ্টিত কি কৰিবগৈ, দুজনমান ডাঙৰ মানুহ লগ পাব, খাব, স্ফূৰ্তি কৰিব.... আৰু কি?'

ঃ আপোনাৰ ল'ৰাটোৰ ৰিজাল্ট কি?

ঃ এস্ আপুনিও যে.... যোৱাবাৰ টেষ্টতে তাক অন্যায় কৰি স্কুলত ৰখোৱা নাছিল জানো? খণ্ডতে এওঁ মিনিষ্টাৰ লগাই দিল্লীৰ ভাল স্কুলত লগাই দিলেগৈ। এতিয়া সি তাত বেছ ভালেৰে আছে। — কথাখিনি কৈয়ে জান্‌কী বৰুৱাই হাতৰ ঘড়ীটোলৈ চাই সুধিলে —বন্ধ কেইটাত কৰিব?

ঃ আজি শনিবাৰ নহয়। অলপ সোনকাল কৰক। এনেয়ে বন্ধ হ'বৰ হ'লেই। এটা বাজি গ'ল নহয়। এইবাৰ আকৌ দুটা বন্ধ একেলগে পালোঁ। কাইলৈ দেওবাৰ, পৰহিলৈ মে' ডে.... গাঁৱৰ ঘৰলৈ যাম বুলি ভাবিছোঁ। আইৰ গাটো ভাল নহয়।

জান্‌কীয়ে ইতিমধ্যে ভল্ট খুলিবৰ বাবে কৰিব লগা নিয়ম-কানুনবোৰ বৰ্মনেই আগভাগ লৈ কৰি দিয়া বাবেই জান্‌কীয়ে আৰু দেৰি নকৰিলে। 'থেংকি ইউ' বুলি মোহনীয় ভংগীত বৰ্মনৰ ফালে চাই হাঁহি মাৰি ওলাই গ'ল। বৰ্মনে ক'লে — 'পাৰ্টিলৈ যাব নোৱাৰা বাবে বেয়া নাপাব, মই অলপ সোনকালেই আজি এফালে যাম। পাছত লগ পাম'। জান্‌কীয়ে 'হ'ব বাৰু' বুলি কৈ কেছিয়াৰৰ ওচৰ পালেগৈ। কেছিয়াৰৰ সৈতে জান্‌কী লকাৰ থকা ৰুমটোলৈ গ'ল। 'বুজিছে গৈগৈ, আপোনালোকৰ বেংকটোত অসুবিধা বহুত। পুৰণি বিল্ডিং। কিন্তু এই লকাৰ ৰুমটো বৰ ভাল। আনবোৰত এই সুবিধা নাই। বেংকৰ ভিতৰতে এটা প্ৰাইভেট ব্যৱস্থা। সহজে চকুতেই নপৰে। মোক মিছেচ ব্ৰীজমোহনে সেয়ে ইয়াত আ-অলংকাৰ থ'বলৈ পৰামৰ্শ দিছিল। নহ'লে আজিকালি যিহে ডকাইতি'। কেছিয়াৰ গৈগৈয়ে লকাৰত চাবি ভৰালে, লগে লগে জান্‌কীৰ নিজা চাবিটোও ভল্টটোৰ সৰু ফুটাত ভৰোৱাৰ লগে লগে খুট্‌কৈ ভল্টটো খোল খালে। জান্‌কীয়ে কেছিয়াৰকো 'থেংক ইউ' বুলি ক'লে।

ঃ মিছেচ বৰুৱা, বেংক বন্ধ হ'বৰ হ'ল। আচলতে এনেয়ে ইমান সময়ত আমি এইবিলাক কাম নকৰোঁৱেই। অলপ খৰধৰ কৰিব দেই। — গৈগৈ খৰধৰকৈ সৰু কোঠালিটোৰপৰা ওলাই গ'ল।

জান্‌কীয়ে লকাৰটো খুলি বিশেষ ভেলভেটৰ বাকচটো উলিয়ালে। সাঁফৰখন খোলোঁতেই, তিৰ্‌বিৰাই উঠিল হীৰাৰ নেক্‌লেছডাল। জান্‌কীয়ে আপোন পাহৰা হৈ প্ৰত্যেকডাল সোণৰ নেকলেছ, কৰধনি, মুক্তাৰ হাৰত হাত বুলালে। বহুদিন নিলগত থকা সন্তানক চুবলৈ পালে মাকবোৰ যেনেকৈ ভিতৰি বাউলী হয় ঠিক তেনেকৈ তেওঁ অলংকাৰবোৰ চুই বাউলী হ'ল। অলংকাৰবোৰৰ বিচ্ছেদত জান্‌কীৰ অন্তৰত জাগি থকা প্ৰবল লোভ-বাসনাই হঠাতে তেওঁক উন্মাদিনী কৰি তুলিলে। হীৰাৰ নেকলেছডাল কিমান হেঁপাহেৰে গঢ়াইছিল। মাত্ৰ এদিনেই পিন্ধিবলৈ পালে। গিৰীয়েক ভবানীবল্লভে ক'লে, 'এইবোৰ অলংকাৰ ঘৰত থৈ আপদ নচপাবা। এনেয়ে মোৰ দিন বেয়া চলিছে। তদুপৰি ঘৰখনত অ'তবোৰ লগুৱা-লিকচৌ, পিয়ন, চকীদাৰ, কাক তুমি বিশ্বাস কৰিবা?' কিন্তু আজি তেওঁ এই সুযোগ নেহেৰুৱায়। জান্‌কীয়ে অলংকাৰৰ বাকচটো বুকুত সাবটি কিছুপৰ বৈ থাকিল। মুক্তা আৰু সোণৰ মণিৰে গঢ়া মৰমৰ নেকলেছডালত চুমা খালে। তাৰ পাছত সাৱধানে হীৰাৰ নেক্‌লেছ আৰু তাৰ আনুষংগিক কাণৰ, হাতৰ, আঙুলিৰ

অলংকাৰ কেইপদ হাতত থকা সৰু বেগটোত ভৰাই লকাৰ বন্ধ কৰি খৰ্‌খৰকৈ ওলাই আহিল। দুৱাৰ দুখনত থকা বন্দুকধাৰী ৰখীয়াজনে পায়চাৰি কৰি আছিল। হঠাতে জানকীৰ ভাব হ'ল— তেওঁ লকাৰটো ঠিকমতে বন্ধ কৰিলেনে বাৰু? অলংকাৰবোৰ চাই আত্মহাৰা হৈ থাকোঁতে লকাৰ ভালকৈ বন্ধ কৰিবলৈ পাহৰা নাইতো? জানকীয়ে কথাষাৰ ভবাৰ লগে লগে আকৌ উভতি লকাৰ ৰুমলৈ প্ৰায় দৌৰ মাৰিলে। কোনো কাৰণত এই অলংকাৰখিনি ক্ষয়-ক্ষতি হ'লে জানকী বৰুৱা বলিয়া হৈ যাব। জানকী গৈ আকৌ লকাৰটোৰ সন্মুখত থিয় হ'লগৈ। সকলো ঠিক আছে। তেওঁ মৰমতে লকাৰটোৰ বাহিৰতে হাতখন ফুৰালে। ঠিক তেনেকুৱাতে দপ্‌কৈ লাইটবোৰ নুমাই গ'ল। কোঠালিটো তৎক্ষণাৎ নিশ্ছিদ্ৰ অন্ধকাৰত বুৰ গ'ল। কিংকৰ্তব্যবিমূঢ় হৈ জানকীয়ে চিঞৰি দিলে— 'লাইট'। লগে লগেই জানকীৰ কাণত পৰিল এটা ঘৰ্‌ঘৰ্ শব্দ। সৰ্বনাশ। সেইখন ছাটাৰৰ শব্দ নহয়তো? জানকীয়ে ভয়াৰ্ত কণ্ঠেৰে চিঞৰি উঠিল— 'দুৱাৰ বন্ধ নকৰিবা। মই ভিতৰত আছোঁ'। তেওঁ খেপিয়াই খেপিয়াই আগুৱাই আহিল। জানকীয়ে আন্ধাৰত একোকে মনিব নোৱাৰিলে। জানকীয়ে অশ্ৰাব্য গালিবোৰৰ মাজতে 'ষ্টুপিড্, ননছেন্স, দৰ্‌জা খোল দৰ্‌জা খোল' কৈ চিঞৰি থাকিল। বিশেষ সুৰক্ষাৰ ব্যৱস্থাৰে থকা, কেউপিনে এখনো খিৰিকী নথকা লকাৰ ৰুমটোৰ দুখন ষ্ট্ৰং ড'ৰ বন্ধ হৈ গ'ল বুলি জানকীৰ বুজিবলৈ বাকী নাথাকিল। জানকীৰ আস্ফালনৰ যে সামান্য শব্দও বাহিৰলৈ নগৈ কোঠালিৰ ভিতৰত শেষ হৈ যাব সেয়াও তেওঁ ভালকৈয়ে বুজিলে। কাৰণ জানকীয়ে নিজেও বাহিৰৰ হাই-উৰুমি, মানুহৰ মাত তৎক্ষণাৎ একোকে নুশুনা হৈ গ'ল। জানকীৰ হঠাতে মেনেজাৰে কোৱা কথালৈ মনত পৰিল। বেংক একেলগে দুদিন বন্ধ থাকিব। লগে লগেই জানকীৰ হৃৎপিণ্ড শিল হৈ গ'ল। তাৰ মানে এই সৰু বায়ু-পোহৰ নোসোমোৱা কোঠালিটোত তেওঁ তিনিদিনলৈ বন্দী হৈ থাকিব লাগিব। এয়া হ'বই নোৱাৰে। জানকীয়ে সৰ্বশক্তিৰে চিঞৰিবলৈ ধৰিলে। ৰখীয়া বন্দুকধাৰীটোক উদ্দেশ্যি গালি পাৰিলে— 'উল্লুকা পঠ্‌ঠা। বেৱকুফ। ওলাই লওঁ ৰ'বি.... তোৰ চাকৰি খাই দিম....'। জানকীয়ে দিনটো কেবল টিভিত বা ভি-চি-আৰত হিন্দী চিনেমা চাই চাই অসমীয়া গালিবোৰ প্ৰায় পাহৰিয়েই গৈছে। কিন্তু জানকীৰ সকলো চেষ্টা, বিদ্ৰোহ, গালি অথলে গ'ল। দুৱাৰ খোলাৰ একো উম-ঘাম নহ'ল। জানকী খঙে-ক্ষোভে জৰ্জৰিত হ'ল। বেংকটোৰ কোনো কৰ্মচাৰীৰ ভাব নহ'ল যে জানকী বৰুৱা ওলাই যোৱা নাই। জানকী প্ৰথমবাৰ যেতিয়া ওলাই গৈছিল, তেতিয়া সকলোৰে মাজত ব্যস্ততা দেখা পাইছিল। ৰখীয়াটোৱে মাত্ৰ তাইক ওলাই যোৱাটো লক্ষ্য কৰি সি কেছবক্সৰ ওচৰত থকা আনটো ৰখীয়াৰ কাষলৈ চাধা মাৰি মাৰি আগবাঢ়ি গৈছিল। সি জানকী আকৌ লকাৰ ৰুমলৈ উভতি যোৱা কথাটো বা মন কৰিছিলনে নাই? কি কুক্ষণত তাই আজি এই বেংকটোলৈ আহিল? দ্বিতীয়বাৰ তাই লকাৰ ৰুমলৈ আহিবলৈ কিহে পাইছিল? হে ভগৱান.... তাই নামঘৰ, মন্দিৰ সকলোলৈকে শৰাই আগবঢ়ালে মনতে। 'মোক উদ্ধাৰ কৰিবলৈ সু-বুদ্ধি দিয়া, প্ৰভু'। কথাখিনি ভাবোঁতে জানকীৰ দুচকুৰে সৰ্‌সৰ্‌কৈ পানী বাগৰি আহিল। এইবাৰ জানকী আউলী-বাউলী হ'ল। হঠাতে তেওঁ ইতিমধ্যে অনুভৱ কৰিলে তেওঁ দুৱাৰখনৰ ওচৰ আহি পাইছেহি। দেহৰ সকলো শক্তি প্ৰয়োগ কৰি তেওঁ দুৱাৰখন ভুকুৱাবলৈ ধৰিলে। যদিও তেওঁ জানে কাঠৰ দুৱাৰখন পাৰ হৈ এখন কলাপ্‌চিবল গেট তাৰ পিছত এখন আইৰণ ছাটাৰে এই ৰুমটোক একেবাৰে বিচ্ছিন্ন কৰি ৰাখিছে। জানকীয়ে চিঞৰি চিঞৰি কান্দিলে, দুই হাতেৰে দুৱাৰখন ভুকুৱাওতে হাতৰ মুঠি বন্ধ নোহোৱা হ'ল। আঙুলিবোৰ জঠৰ-অকামিলা হ'ল। খঙত-দুখত জানকীয়ে নিজৰ চুলিকে আঁচুৰিবলৈ লাগি অৱশেষত দুৱাৰত ভেঁজা দি বহি পৰিল। জানকীৰ সৰ্বশৰীৰ ঘামত তিতি জুৰুলি-জুপুৰি হ'ল। তেওঁৰ চকুৰ পানী নোলোৱা হ'ল, মুখৰ মাত নোহোৱা হ'ল। অৱসাদত দুচকু তেওঁৰ মুদ খাই আহিল।

জানকী কিমান সময় সেইদৰে আছিল নাজানে। হঠাতে খকমককৈ সাৰ পাই চকু মেলিব খুজিও অৱসাদত চকু জাপ খাই গ'ল। সৰ্বশৰীৰত তেওঁৰ যন্ত্ৰণা। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে। পানী এটোপাৰ চিন্তা অহাৰ লগে লগে তেওঁ আকৌ এবাৰ জিকাৰ খাই উঠিল। এইদৰে কিমান ঘন্টা তেওঁ এটোপা পানী নোখোৱাকৈ থাকিব পাৰিব? যদি বেংক নোখোলাকৈ তেওঁ উদ্ধাৰ নহয়, জীয়াই তেওঁ থাকিবনে? থাকিবনে? তেওঁৰ ঘৰত অতিথিবোৰ চাগৈ আহিবলৈ ল'লে। ভবানীবল্লভে নিশ্চয় এতিয়ামানে হুলস্থূল লগাই দিছে। খবৰ চাৰিওপিনে বনজুইৰ দৰে বিয়পি পৰিছে। এ-এছ-পি ভবানীবল্লভৰ পত্নী নিৰুদ্দেশ। ড্ৰাইভাৰ ভবেনক চাগৈ ইতিমধ্যে ভবানীবল্লভে হাতেৰে চৰ-ভুকু

দিয়াৰ উপৰিও কঁকালৰ বেল্ট খুলি মৰিয়াবলৈ আৰম্ভ কৰিলে। ভবেন নিশ্চয় আহিছিল তাইক নিবলৈ। সি অতি হুকুম পালনকাৰী। নিশ্চয় খবৰ লৈছিল। কাৰো হয়তো খবৰেই নাই। আগত দুদিন ছুটী পাই শনিবাৰৰ দুপৰীয়া বেংকৰ কৰ্মচাৰীৰবোৰ আত্মহাৰা। সোনকালে ঘৰলৈ যোৱাৰ হেঁপাহত জানকী বৰুৱা লকাৰ ৰুমৰপৰা ওলালনে নাই চাবলৈ কাৰো আহৰি নহ'ল। তেওঁ আগতে ভবেনক এসেকা দিবলৈ অটোৰিক্সা ধৰি গুচি যোৱাৰ উদাহৰণ আছে। এবাৰ এক্‌জিবিশ্যন এখন চাই উভতি আহিবৰ সময়ত ভবেনে কিবা কামত গাড়ী লৈ গৈ সময়মতে আহি নোপোৱাত তেওঁ অটোৰিক্সা লৈ ঘৰলৈ গুচি আহিছিল। ভবেনৰ দৰমহাও কাটিছিল। এনেয়ে যে তেওঁ ব্যস্ত মহিলা বা সময়-সচেতন মহিলা সেয়া নহয়, কিন্তু চাকৰ-বাকৰে তেওঁৰ হুকুমৰ হীন-দেৢি কৰিলে সহ্য কৰিব একেবাৰে নোৱাৰে। তেওঁ 'টি-পাৰ্টি' কৰিলে ড্ৰাইভাৰে ঘন্টাৰ পিছত ঘন্টা হামিয়াই-হিকটিয়াই বহি থাকিব লাগিব, কিন্তু ড্ৰাইভাৰে যদি দহ মিনিট সময়ৰ গাফিলতি কৰে তাৰ দোষ তেওঁ ক্ষমা কৰা বিধৰ মানুহ নহয়। কথাবোৰ তেওঁ ভাবি অস্থিৰ হৈ পৰিল। তেওঁৰ এই স্বভাৱৰ বাবেই শাস্তিৰ ভয়ত ভবেন নিশ্চয় তৰা-নৰা ছিঙি ঘৰ পালেগৈ। বেংকত খবৰ কৰিলত, নিশ্চয় 'তেওঁ গ'ল' বুলি ক'লে। ভবানীবল্লভে বাৰু ক'ত বিচাৰিছে? তেওঁ নিশ্চয় প্ৰথমে ডি-এফ-অ' সত্যৰঞ্জন মুদৈৰ ঘৰত বিচাৰিব। মুদৈ মানুহজনৰ সৈতে জানকীৰ কিছুদিনৰপৰা হলি-গলি বেছি হৈ আহিছে। এই লৈ মুদৈৰ ঘৈণীয়েক আৰু তেওঁৰ গিৰীয়েক দুয়োজনেই নিজৰ নিজৰ ঘৰত গৃহ কন্দল সৃষ্টি কৰিছে। জানকীৰ প্ৰথমে মুদৈৰ প্ৰতি সিমান আকৰ্ষণ হোৱা নাছিল। হয়তো মুদৈয়ৰো হোৱা নাছিল। কিন্তু সেই বাতৰি কাকতৰ পাব্‌লিছাৰজনৰ পুতেকৰ বিয়াৰ পাৰ্টিটোত মুদৈৰ সৈতে তেওঁৰ কথা-বতৰা বেছিকৈয়ে হ'ল। তাতেই সেই নিশা মদ ৰাগীতো দুয়োজনৰ মন চঞ্চল কিছু নোহোৱাকৈ থকা নাছিল। সেইবুলি গৃহ কন্দল হ'বলগীয়াকৈ একো হোৱা নাছিল। কথা গৈ বিষম অৱস্থা পালেগৈ গৃহকন্দল হোৱাৰ পিছতহে। টেলিফোনত দুয়োজনে যেতিয়া নিজৰ ঘৰত হোৱা পৰিস্থিতিৰ ফলত হোৱা দুখবোৰৰ ভাগ-বতৰা কৰিবলৈ লাগিল, মুদৈ আৰু জানকী ঘনিষ্ঠ তেতিয়াহে হৈ পৰিল। গোপনে প্ৰেমিক-প্ৰেমিকাৰ দৰে দুয়ো চুৰকৈ দেখা কৰা হ'ল, কথা পতা হ'ল। এই কাণ্ডবোৰ ধৰা পেলাবলৈ ভবানীবল্লভে যেনেকৈ চোৰাংচোৱা নিয়োগ কৰিলে, মুদৈয়নীয়েও কৰিলে। ফলত মুদৈৰ পৰিয়াল আজিৰ পাৰ্টিৰপৰা নিজে নিজেই বহিস্কাৰ হৈ গৈছে। হঠাতে জানকীৰ মনত পৰিল, দুদিনমান আগতে মুদৈক পাৰ্টিলৈ নিমন্ত্ৰণ কৰিবলৈ যাম বুলি কওঁতে মুদৈয়ে কৈছিল — 'মোক মাতি আকৌ বিপদ চপাই নল'বা জানকী, সেইদিনা মই এনেয়েও নাথাকোঁ। ট্যুৰ এটা আছে'। জানকীৰ বুকুখন গধুৰ হৈ গৈছিল। যদিও খন্তেকলৈ সেয়া হ'ল। কাৰণ পাৰ্টিলৈ মিছেচ ডি-আই-জি অহাৰ কথা। মিছেচ ডি-আই-জিৰ সৈতে মুদৈৰ আকৌ পুৰণি শত্ৰুতা। গতিকে আজিৰ পাৰ্টিত মিছেচ ডি-আই-জিক অসন্তুষ্ট কৰিব নোৱাৰি। জানকীৰ সম্পৰ্কবোৰ সদায় ক্ষণস্থায়ী। সুবিধা-অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখিহে মানুহৰ সৈতে সম্পৰ্ক স্থাপন কৰে। মুদৈয়ে ইতিমধ্যে দুখন চেগুন কাঠৰ কাৰু-কাৰ্য কৰা ড্ৰেছিং টেবুল উপহাৰ হিচাপে জানকীক দিছে। তাৰ উপৰিও মুদৈক ভালপোৱাৰ একমাত্ৰ কাৰণ হৈছে, মুদৈ জানকীৰ ৰূপৰ প্ৰশংসাত সদায় মছগুল। খং উঠাবলৈকে মুদৈয়ে জানকীৰ সলনি 'জানকী' বুলি মাতে। জানকীয়ে নামটোৰ কাৰণে হীনমান্যতাত ভুগি সদায় নিজৰ নামটো জান্‌কী বুলিহে কয়। মুদৈয়ে সেই দুৰ্বলতা ধৰা পেলাই জানকীক জোকায়। হঠাতে জানকীৰ ভাব হ'ল, যদি ভবানীবল্লভে ভাবি লৈছে মুদৈৰ অনুপস্থিতিৰ সৈতে জানকীৰ কিবা সম্পৰ্ক আছে বুলি। ভবানীবল্লভলৈ জানকীৰ হঠাতে বৰ খং উঠিল। ভবানীবল্লভৰ জানকীৰ আগত দম্ভালিৰ অন্ত নাই। কিন্তু ওপৰৱালাৰ ঘৰত মেকুৰী যেন হৈ থিয় হৈ থাকে। ওপৰৱালা অফিচাৰৰ ঘৈণীয়েকৰ বজাৰ কৰা মোনা ভাৰ বৈ অনাও জানকীয়ে বহুবাৰ দেখিছে। কিন্তু জানকীৰ ক্ষেত্ৰত? ক'লৈ গৈছিলা? ইমান দেৰি কিয় হ'ল ইত্যাদিৰ সঠিক জবাব নাপালে জানকীক অশ্ৰাব্য ভাষাৰে গালি পৰাৰপৰা মাৰ-পিট কৰিবলৈও কুণ্ঠাবোধ নকৰে। জানকীয়ে কষ্টৰে এটা হুমুনিয়াহ কাঢ়িলে। চকু দুটা আন্ধাৰতে জোৰকৈ মেলিলে। তেওঁ খুব ভোক অনুভৱ কৰিলে। সময় কিমান হ'ল বাৰু? কেৱল আন্ধাৰ আৰু আন্ধাৰ। পুৱাই মাত্ৰ দুখন টোষ্ট, অলপ সিজোৱা মটৰ আৰু এগিলাচ স্কিমমিল্ক খাই ওলাই আহিছিল জানকী। স্বাস্থ্য-সচেতন জানকীয়ে যথেষ্ট সচেতন হৈ খোৱা-বোৱা কৰে। মেদ বেছিকৈ জমা হ'লেই জানকীৰ সকলো গ্লেমাৰ শেষ হৈ যাব বুলি বৰ ভয় কৰে। কিন্তু এতিয়া ভোকত জানকীৰ পেটৰ কেঁচু-কুমটিয়ে খলক লগাইছে। জানকীৰ পাকঘৰত এতিয়ামানে নিশ্চয় ৰৌ-বাহু

মাছবোৰ টুকুৰা কৰি নিমখ-হালধি সানি ভাজিবলৈ লৈছে ৰান্ধনিয়ে। কিজানি এতিয়াও ঘৰত কোনেও ভবাই নাই জানকীৰ এই বিপৰ্যয়ৰ কথা। জানকীয়ে কোনো বান্ধৱী লগ পালেও ক'ৰবালৈ গুচি গৈ দেৰিকৈ ঘৰ সোমাইহি। ভবানীবল্লভ কিজানি ঘৰ সোমোৱাহিয়েই নাই। সময়বোৰ নাযায়-নুপুৱায়। কি বীভৎস আন্ধাৰ। এই আন্ধাৰ কোঠালিত শাৰী শাৰী ভল্ট। সোণৰ-হীৰাৰ বহুমূলীয়া অলংকাৰৰ মাজত জানকীৰ নিজকে এজনী প্ৰেতিনীৰ দৰেই লাগিল। হঠাতে তেওঁ এটা শব্দ শুনাৰ দৰে পালে। কাগজ মাটিত চোঁচৰালে হোৱা শব্দৰ দৰে। জানকীয়ে প্ৰাণে-পণে চিঞৰিবলৈ ধৰিলে শব্দটো অনুধাৱন কৰি। 'বছোৱা-বছোৱা দৰজা খোলা....' শব্দটো নাইকিয়া হ'ল। কিন্তু জানকীয়ে পাগলীৰ দৰে চিঞৰিয়েই থাকিল— 'বছোৱা বছোৱা........'।

কিমান সময় জানকীয়ে চিঞৰিলে ক'ব নোৱাৰে। কিন্তু তেওঁৰ অনুভৱ হ'ল ডিঙিৰে যেন হোলোকা-হোলোকে তেজ ববলৈ ধৰিছে, চকু ফুটি পানীৰ সলনি ৰক্তস্ৰোত ব'ব ধৰিছে। শৰীৰতো জুয়ে পোৰাৰ দৰে ভক্‌ভক্‌নি উঠিবলৈ ধৰিলে! জানকী পুনৰ মূৰ্ছা যোৱাৰ দৰে হ'ল। তেওঁ উদং মজিয়াত শুই দিলে। বুকুৰ ভিতৰতে হৃৎপিণ্ডটো এটা মাগুৰ মাছে মৃত্যু যন্ত্ৰণাত ছট্‌ফটোৱাৰ দৰে ছট্‌ফটাবলৈ ধৰিলে। অকমান উশাহ ল'বৰ বাবে বহু কষ্টেৰে জানকী বৰুৱাই দীঘল দীঘলকৈ নিশ্বাস ল'বলৈ ধৰিলে। পিয়াহত তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই খৰ্‌খৰীয়া হ'ল। যিমানেই তেওঁৰ যন্ত্ৰণা বেছি হ'ল সিমানেই তেওঁৰ প্ৰবল হ'ল জীয়াই থকাৰ বাসনা। জানকী বৰুৱাই হঠাতে পাগলীৰ দৰে হাঁহিবলৈ ধৰিলে। হাঁহোতে জানকীৰ মুখখন যন্ত্ৰণাত ভালকৈ মেল নাখালে।

তন্দ্ৰাচ্ছন্ন হৈ থকা জানকীয়ে সামান্য চকু মেলি এইবাৰ অনুভৱ কৰিলে কোঠাটোত খুব ক্ষীণ পোহৰৰ আভা এটা পৰিছেহি। ঠিক কোঠালিটোৰ কোন অংশ পোহৰ হৈছে তেওঁ ভালকৈ অনুমান কৰিব নোৱাৰিলে। তথাপিও তেওঁ মাটিত এডাল কেৰেলুৱাৰ দৰে চুঁচৰি-চুঁচৰি আগবাঢ়ি গ'ল। জানকীৰ হাতৰ ওপৰেৰে কিবা এটা বগাই গ'ল। জানকী চক্ খাই উঠিল। এবাৰ নহয়, দুবাৰ কেইটামান ক্ষুদ্ৰ স্পৰ্শত জানকীৰ বুজিবলৈ বাকী নাথাকিল সেইটো এটা নিগনি। লগে লগেই জানকীৰ এটা প্ৰশান্তিৰ নিশ্বাস বাগৰি গ'ল। হওক তেওঁ, কোঠালিটোত জীৱন্ত এটা হ'লেও প্ৰাণী আছে তেনেহ'লে। জানকীয়ে এখন বেৰৰ আশ্ৰয় পাই তাতে ভেজা দি বহিবলৈ যত্ন কৰিলে। সেইদৰে বহি থাকোঁতেই জানকীৰ চিল্‌মিলকৈ টোপনি আহিল। টোপনিতে বহি থাকোঁতেই দেখিলে, এটা একা-বেঁকা গাঁৱলীয়া ৰাস্তা। বুকুত এজাপ কিতাপ সাবটি এজনী ছোৱালীয়ে নীলা পাৰীৰ মেখেলা-চাদৰ পিন্ধি স্কুললৈ গৈ আছে। এখন চাইকেল সম্মুখৰপৰা আহি তাইৰ কাষেৰে পাৰ হৈ গ'ল। ইমান অস্পষ্ট সেই মুখ.... অথচ চাইকেল চলোৱাজন ইমান চিনাকি.... কোন আছিল, কোন আছিল সেইজন? ছোৱালীজনী কোন? এজোপা ঔ টেঙা.... আৰু তাৰ তলতে এটা ঘৰ.... এখন ছাইনবোৰ্ড.... কি সংঘ? নামটো পঢ়িবই নোৱাৰি। ছোৱালীজনীয়ে এইবাৰ এযোৰ হাতে বোৱা মেখেলা-চাদৰ পিন্ধি সংঘটোলৈ সোমাই গ'ল। সেই চাইকেলত অহা ডেকাজনৰ মুখখন অস্পষ্ট, কিবা এটা তেওঁ গান গাবলৈ ল'লে.... ইমান চিনাকি সুৰ.... ছোৱালীজনীৰ সৈতে আৰু বহুত ল'ৰা-ছোৱালী.... সমস্বৰে সিহঁতে ডেকাজনৰ সৈতে কণ্ঠ মিলাই গীত গাবলৈ ল'লে.... গীতটোৰ মাজে মাজে ৰাতি পুৱাল, আন্ধাৰ হ'ল.... আকৌ ৰাতি পুৱাল.... ৰাতি পুওৱাৰ লগে লগে এজাক কাউৰীয়ে মাতিবলৈ ল'লে.... ৰাতিৰ লগে লগে উৰি ফুৰিল কেইটামান বাদুলি, বাদুলি.... ঢপ্‌ঢপাই উৰি গ'ল ছোৱালজনীৰ কান্ধেৰে.... খক্‌মক্‌কৈ জানকীয়ে সাৰ পাই গ'ল। কেৱল আন্ধাৰ আৰু আন্ধাৰ.... অথনি দেখা পোহৰৰ ছাঁয়াময়াকণো নাই। বাদুলিটো ক'লৈ গ'ল। জানকীয়ে সাৰ পালে যদিও চকু দুটা মুদি থাকিল। এটা আন্ধাৰ কোঠালিত চকু মেলা আৰু বন্ধ কৰি থকাৰ কিবা পাৰ্থক্য আছে জানো? জানকীৰ নাকত এটা বেয়া গোন্ধ লাগিলহি। কাষতে ক'ৰবাত বেংকৰ প্ৰস্ৰাৱগাৰ আছে চাগৈ। জানকীয়ে নিজৰ শৰীৰত উত্তাপ অনুভৱ কৰিলে। মনে মনেই তেওঁ অনুভৱ কৰিলে তেওঁৰ পিন্ধা শাড়ীখন শৰীৰত নাই। আৰু সেই ৰাজহুৱা প্ৰস্ৰাৱ-গাৰৰৰ গোন্ধ তেওঁৰ শৰীৰৰপৰাই আহিছে। পুৱাৰপৰা নিশালৈকে শৰীৰটো লৈ ব্যস্ত থকা জানকী বৰুৱাৰ নিজৰ অতি মৰমৰ শৰীৰটোৰ ওপৰত নিয়ন্ত্ৰণ নোহোৱা দেখি ফেকুৰি ফেকুৰি কান্দি উঠিল। তেওঁৰ মাত্ৰ কিছুক্ষণ আগতে দেখা অসংলগ্ন সপোনটোলৈ মনত পৰিল। কিয় দেখিছিল সেই সপোনটো। যোৱা ওঠৰ বছৰত জানকীয়ে কেতিয়াও বাদুলি দেখা নাছিল সপোনত.... আৰু সেই অস্পষ্ট মুখখন.... জানকীৰ প্ৰথম যৌৱনৰ সেই পুৰুষৰ মুখখন.... ক'ত বা আছে তেওঁ? বিহুগুৰিলৈ জানকীৰ দেউতাক-মাকৰ

মৃত্যুৰ পিছত যোৱাই নাই। দুজনী বাই-ভনী, ভনীয়েক থাকে ডিব্ৰুগড়ত। দুয়োজনীয়ে লগ পাই থাকে বাবে বিহগুৰিলৈ যোৱাৰ প্ৰয়োজনেই নাই। কিন্তু বিহগুৰিত থকা দিনবোৰ, জ্যোতিশিখা সংঘ.... জানকীৰ কণ্ঠ কিমান শুৱলা আছিল.... দীপক.... দীপক.... এম-এছ-চি পাছ কৰি গৈ হাইস্কুলৰ শিক্ষক হৈ সোমোৱা দীপক শইকীয়াৰ সৈতেই জানকীয়ে প্ৰথম যৌৱনৰ সকেলা স্নিগ্ধ অনুভূতিৰ সপোন দেখিছিল। দীপকে দিয়া প্ৰথম চিঠিখন মেট্ৰিক পৰীক্ষাৰ ঠিক পিছতেই পাইছিল। চিঠিৰ উত্তৰ লিখিবলৈ এটুকুৰা গোপন ঠাই বিচাৰি পোৱা নাছিল। চিঠিখন কোনোবাই দেখে বুলি সকলো সময়তে বুকুৰ মাজত লৈ ফুৰিছিল। কেৱল গা ধুওঁতে চিঠিখন উলিয়াই থৈছিল। দহদিনমান তেনেকৈয়ে চিঠিখন লৈ ফুৰাৰ পিছত এদিন সুযোগ পাই চিঠিৰ উত্তৰ লেখিবলৈ চিঠিখন মেলি দেখিছিল ইতিমধ্যে চিয়াঁহীৰ আখৰবোৰ ঘামত তিতি চিনিব নোৱাৰা হৈছে। তাই অভিজ্ঞতাটোৰ কথা দীপকক কওঁতে দীপকে কৈছিল—'উত্তৰ নালাগে মই উত্তৰ পাই গৈছোঁ'। কিয় যে খেলি-মেলি হৈ গৈছিল। দীপক মাত্ৰ দুমাহৰ শিক্ষকৰ ট্ৰেইনিংটোত গৈছিল তেতিয়াই ভবানীবল্লভৰ আবিৰ্ভাৱ। জানকীক দেখিয়েই দেউতাকক জানকীক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিলে। ভবানীবল্লভ তেতিয়া সেই অঞ্চলৰ প্ৰতাপী পুলিচ। জানকীৰ দেউতাকেও এজন পুলিচ জোঁৱাই পোৱাৰ লোভত প্ৰায় কথা দি পেলালে। জানকীয়ে একো ভাবিবই নোৱাৰিলে। নে তাইৰো দেউতাকৰ দৰেই লোভ বাঢ়ি গৈছিল। বিবাহৰ প্ৰস্তাৱ দিয়াৰ পিছদিনাই ভবানীবল্লভে দুযোৰ পাটৰ কাপোৰ তাইক উপহাৰ দিছিল। জানকীহঁতৰ ঘৰলৈ অহাই প্ৰতি ডাঙৰ বৌ, বাছ মাছ, পক্ষৰ মাংস, ছাগলীৰ মাংস, শাক-পাচলি বোজাই কৰা জীপ গাড়ী লৈহে ভবানীবল্লভে ভাবি-শহুৰৰ ঘৰত বিৰাজমান হৈছিল। দীপকক এবাৰো কৈফিয়ৎ দিয়াৰ জানকীয়ে প্ৰয়োজনবোধ নকৰিলে। গাঁৱৰ মানুহে কেইবাবছৰলৈ সুঁৱৰিব লগা জোৰোণ দি ভবানীবল্লভে জানকীক লৈ গ'ল। এবাৰ মাত্ৰ মাকৰ মৃত্যুৰ সময়ত জানকীয়ে দীপকক দেখিছিল। জানকীয়ে কিছু কথা ক'ম বুলিয়েই দীপকৰ ফালে আগবাঢ়ি গৈছিল। দীপকে তাইৰ ফালে কেৰাহিকৈয়ো নাচাই গুচি গৈছিল। জানকীয়ে ইয়াৰ পিছত বিহগুৰিলৈ কেইবাটাও প্ৰয়োজনত গৈছিল যদিও দীপকক দেখা কৰা নাছিল। গাঁৱৰ ঘৰ-মাটি বিক্ৰী কৰিয়েই দুই বাই-ভনীয়ে টকা-পইচা ভগাই লোৱাৰপৰা বিহগুৰিৰ সৈতে সম্পৰ্ক বিচ্ছিন্ন হৈ গৈছিল।

ভবানীবল্লভে জানকীৰ ভোগ-লালসাৰ থাৰ-বাৰুদত যেন জুইশলা কাঠীহে মাৰিছিল। ভবানীবল্লভ এনেয়েও দুৰ্নীতিপৰায়ণ আছিল, কিন্তু তাৰ লগতে ভবানীবল্লভৰ অতিশয় কামুক চৰিত্ৰই জানকীকো মাজে মাজে অতিষ্ঠ কৰি তুলিছিল। ভবানীবল্লভ যিকেইখন থানাৰ অ-চি হৈছিল আটাইবোৰ অঞ্চলতে মানুহ সন্ত্ৰাসত ভুগিছিল। ভবানীবল্লভৰ এই ব্যক্তিত্বত জানকীৰো লাভ হৈছিল। তেওঁক খোচামোদ কৰা মানুহৰ অন্ত নাই এতিয়াও। চিনেমাহলত বিনা পইচাই তেওঁ বান্ধৱীৰ সৈতে চিনেমা চাব পাৰে। বৰঞ্চ ইন্টাৰভেলত কল্ড ড্ৰিংকছৰো যোগান ধৰে চিনেমা হ'লৰ মালিকে। ৰেস্তোৰাঁলৈ গ'লে জানকীয়ে কেতিয়াও বিল ভৰিব নালাগে। এই সুবিধাবোৰ ভবানীবল্লভ লগত নাথাকিলেও জানকীয়ে পায়। ভবানীবল্লভৰ সৈতে জানকী কাচিৎহে ফুৰিবলৈ যায়। পুলিচ মানুহৰ হেনো পৰিয়ালৰ সৈতে থকাৰ সুবিধা নাই। এই কথা বিয়াৰ পিছতে জানকীক ভবানীবল্লভে কৈছিল। কিন্তু সেই বাদুলিটো.... জানকীৰ এইবাৰ জাৰ লাগিবলৈ ধৰিলে। অলপো বতাহ নোসোমোৱা কোঠালিটোত জানকী জাৰত থক্‌থক্‌কৈ কঁপিল। ভোক-পিয়াহত জানকীৰ শৰীৰৰ নোমবোৰ ঠৰঙা হ'ল। জানকীৰ এফালৰপৰা অলংকাৰৰ ভল্টবোৰ ভাঙি পেলাবৰ মন গ'ল। তেতিয়াহে হঠাতে জানকীয়ে ভাবিলে তেওঁৰ হীৰাৰ নেকলেছডাল সুমুৱাই থোৱা বেগটো ক'ত? জানকী আচৰিত হ'ল। বেগটোৰ প্ৰতি তেওঁৰ কোনো আগ্ৰহ নহ'ল। পৰা হ'লে তেওঁ হীৰাৰ নেকলেছডাল চোবাই খালেহেঁতেন জানকীয়ে ক'ব নোৱাৰাকৈ নিজৰ হাতখন চেলেকিবলৈ ধৰিলে। লুণীয়া ঘামৰ স্বাদখিনিয়েই জানকীৰ জিভাত অমৃত সদৃশ হ'ল। হঠাতে জানকীৰ ভাব হ'ল—এই কোঠালিটোত এটা জীৱন্ত নিগনি ঘূৰি ফুৰিছে.... নিগনি খাবলৈ কেনেকুৱা? ছিঃ জানকীয়ে খোৱাৰ কথাও ভাবিছেনে? ভোকত মৰিলেও নিগনি খাব পাৰিনে? জানকীৰ মনত পৰিল ভোকত মানুহে অখাদ্য খোৱাৰ কথা—বান-বিধ্বস্ত ভগনীয়া শিবিৰত যে এটা পৰিয়ালে মৰা কুকুৰৰ মাংস খাই মৃত্যুবৰণ কৰিছিল.... সেই পৰিয়ালটোৰ একমাত্ৰ মাংস নোখোৱা বাছি থকা পোন্ধৰ বছৰীয়া ছোৱালীজনী ভবানীবল্লভে ঘৰত কাম কৰিবলৈ আনিছিল। জানকীয়ে জোৰকৈ ছোৱালীজনীৰ মুখখন চকুৰ আগলৈ নানো বুলিলতো ছোৱালীজনী যেন

আগবাঢ়ি আহিল। জানকীয়ে ভয়ার্ত কণ্ঠেৰে চিঞৰি উঠিল। 'নাহিবি গুচ....। নাহিবি' জানকীয়ে যিমানে চিঞৰিলে সিমানে ছোৱালীজনী আগবাঢ়ি আহিল। ভবানীবল্লভে নিতৌ জানকীক বিছনাতে এৰি নিশা ছোৱালীজনীৰ কোঠালৈ উঠি গৈছিল। জানকীয়ে চকু মুদি বিছনাত শুই একো নেদেখাৰ ভাও জুৰিছিল। দিনৰ ভাগত জানকীয়ে ভবানীবল্লভক একো কৰিব নোৱাৰাৰ জ্বালাৰ উপশম ঘটাইছিল ছোৱালীজনীৰ ওপৰত। ছোৱালীজনীক লঘোণে ৰাখিছিল, চৰ-ভুকুৰে থেতালি পেলাইছিল। আৰু যেতিয়া যন্ত্ৰণাত জৰ্জৰিত হৈ ছোৱালীজনীয়ে কান্দে, জানকীয়ে তাইৰ লেতেৰা অন্ধকাৰময় কোঠালিটোত ঠেলি সুমুৱাই বাহিৰৰপৰা খিলি লগাই দিয়ে। এদিন সেই কোঠালিতে ছোৱালীজনীয়ে ডিঙিত গামোচা বান্ধি ওলমি আছিল। তাইৰ তলপেটটো অলপ ওখ হৈ আছিল। ইলেকট্ৰিকৰ তাঁৰত ওলমি থকা বাদুলিৰ দৰে তাইৰ হাত দুখন ওলমি আছিল.... পষ্টমৰ্টেম ৰিপ'ৰ্ট জাল কৰা হৈছিল। জানকীৰ তেতিয়াৰে পৰা বাদুলি দেখিলেই ছোৱালীজনীলৈ মনত পৰিছিল। জানকীয়ে বাদুলি দেখিলেই লগুৱা-লিকচৌবোৰক চিঞৰিছিল — মাৰ মাৰ বাদুলিটো মাৰ....। এটা ইলেকট্ৰিকৰ তাঁৰত লাগি ওলমি ৰোৱা বাদুলিৰ সৈতেহে তাইৰ মিল আছিল.... ওলমি পৰা হাত.... ওলাই আহিব খোজা চকু.... তাই বৰ ভয় খাই গৈছিল।

ভবানীবল্লভক বিপদে এৰা নাছিল। ঠিক তাৰ দুবছৰৰ পিছত থানাতে এজনী মহিলাক ধৰ্ষণ কৰাৰ অভিযোগত চাকৰিৰপৰা নিলম্বিত হৈছিল ভবানীবল্লভ। কিন্তু ছোৱালীজনীয়ে ভূত হৈ যেন জানকীক খেদি ফুৰিবলৈ এৰা নাছিল। জানকীৰ ভয় লাগিবলৈ ধৰিলে। ইমান অকলশৰে এই অন্ধকাৰ কোঠাত ছোৱালীজনীৰ ভূত যদি সোমাই আহে! আত্মহত্যা কৰা মানুহৰ আত্মা ভূত হয় বুলি মানুহে কয়.... জানকীয়ে কিয় দেখিলে বাদুলিটো.... আৰু সেই ছোৱালীজনী.... তাই ইমানদিনে জানকীৰ দুৰ্বল মুহূৰ্তটোৰ এই সুযোগলৈকে অপেক্ষা কৰি আছিল তেনেহ'লে। জানকীয়ে অন্ধকাৰতে চকু মেলি দিলে.... তেতিয়াও দেখিলে তাইৰপৰা কিছু দূৰৈত ছোৱালীজনী থিয় হৈ আছে.... আৰু তাইৰ ঠিক মূৰৰ ওপৰত উৰি ফুৰিছে এটা বাদুলি। জানকীয়ে প্ৰথমে চিঞৰিলে—'খবৰদাৰ এখোজো নাহিবি.... আকৌ মাৰি পেলাম.... ছোৱালীজনী কিন্তু এখোজ দুখোজকৈ জানকীৰ ফালে আহি থাকিল.... খবৰদাৰ নাহিবি.... জানকীৰ এইবাৰ ভয় লাগিল....। ছোৱালীজনীয়ে তেওঁৰ কথাক ভ্ৰূক্ষেপেই কৰা নাই। এইবাৰ জানকী মাটিত উবুৰি খাই পৰি কান্দিবলৈ ধৰিলে—হয়, তোক আমি মাৰিলোঁ.... ক্ষমা কৰ, ঐ ক্ষমা কৰি দে.... মই নিজেই এটা পিশাচিনীৰ জীৱন কটাইছোঁ.... তই মৰি উদ্ধাৰ হ'লি— মোকো এইবাৰ মাৰি নে.... মাৰি নে....' জানকীয়ে অনুভৱ কৰিলে ছোৱালীজনীয়ে তাইৰ ভৰিৰে জানকীৰ কণ্ঠ হেঁচা মাৰি ধৰিছে.... জানকী মূৰ্ছা গ'ল।

জানকীয়ে যেতিয়া সাৰ পালে, তেতিয়া নিজকে আৱিষ্কাৰ কৰিলে এখন শুদ্ধ বিছনাত। চকু মেলাৰ লগে লগে নাৰ্ছে ডাক্তৰক খবৰ দিবলৈ দৌৰিলে। ডাক্তৰ আহি ক'লে — উস্, বাচিল আপুনি । সম্পূৰ্ণ দুটা দিন ধৰি আপুনি এটা কোঠালিত অৰ্ধমৃত হৈ পৰি আছিল। 'বহু কষ্ট কৰি উদ্ধাৰ কৰা হ'ল। আপোনাৰ স্বামীয়েহে উদ্ধাৰ কৰিলে। বেংকৰ মেনেজাৰৰ চাকৰি থাকে নে নাই সন্দেহ....'।

কোনো ভাবান্তৰ নোহোৱাকৈ আচন্দ্ৰা দৃষ্টিৰে জানকী বৰুৱাই ডাক্তৰলৈ চাই থাকিল। ডাক্তৰে ভয় খাই এইবাৰ তেওঁক জোকাৰি দি ক'লে— 'মই কি কৈছোঁ শুনিছেনে, মিছেচ জানকী বৰুৱায় ?' জানকীয়ে অস্ফুট স্বৰেৰে ক'লে, 'জানকী নহয়, জানকী মোৰ নাম। মোক অনুগ্ৰহ কৰি ঘৰলৈ নপঠাব.... লাগিলে শ্মশানলৈ নি পুৰি পেলাওক.... কিন্তু ঘৰলৈ নপঠাব। ....মই এটা বাদুলি হ'লোঁ.... বাদুলিয়ে আন্ধাৰত দেখে.... মই এটা বাদুলি হ'লোঁ'।

ডাক্তৰ আৰু নাৰ্ছে ইজনে সিজনৰ মুখলৈ চালে। ডাক্তৰে স্বগতোক্তি কৰিলে— 'ষ্টেজ অৱ কনফিউছন.... ইট্ মে লিড টু চিজ'ফ্ৰেনিয়া....'

জানকীয়ে পোহৰ সহ্য কৰিব নোৱাৰি চিঞৰি দিলে, 'মোক আন্ধাৰলৈ নিয়া.... একো নেদেখা হৈছোঁ পোহৰত....। আন্ধাৰ দিয়া আন্ধাৰ....আন্ধাৰতহে মই মোক দেখিলোঁ....

ডাক্তৰ-নাৰ্ছে কৰুণভাৱে জানকীলৈ চাই থাকিল। ■

# ইষ্টেচনৰ আহিন

বাছন্তীয়ে নিৰঞ্জনৰ মাল-বস্তু কঢ়িওৱা তিনিচকীয়া ঠেলা ৰিক্সাখনৰ বাওডালত বহি টকালি পাৰি বগৰী খাই থকা দেখি হামিদৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। বাছন্তীৰ ভৰটো পৰি যাতে ৰিক্সাখনৰ এফাল দাং খাই নাযায় তাৰ ব্যৱস্থাও নিৰঞ্জনে কৰি দিছে। আগৰ চকাটো আৰু হেণ্ডেলদাল ভগীৰথৰ চাহৰ দোকানৰ কাঠৰ বেঞ্চি আৰু দোকানৰ খুঁটাটোৰ মাজত নিকপকপীয়াকৈ লগাই থৈছে। বাছন্তীলৈ নোচোৱাকৈ হামিদে ভগীৰথৰ দোকানৰ চাহ দিয়া পোৱালি বোলা ল'ৰাটোক অৰ্ডাৰ দিলে 'এক ছিংগল, চাল্লু'। ইস্পিচিয়েল চাহ সি কেতিয়াবাহে খায়, বিশেষকৈ বাছন্তী ওচৰত থাকিলে। দুদিন বাসন্তীকো ইস্পিচিয়েল চাহ খুৱাইছে সি। হামিদলৈ চাই বাছন্তীয়ে সুধিলে, 'চাহ খুৱাবি নেকি?' হামিদে একো নামাতিলে। নিৰঞ্জন অকমান আঁতৰি যোৱাৰ সুবিধা লৈ সি ক'লে — 'কিয়, সৌটো দেখোন ভেনা মাখিৰ দৰে লাগিয়ে ফুৰিছে, তাক নকব কেলৈ? মই চাল্লু চাহ খাইছোঁ, সি ইস্পিচিয়েল খুৱাব'। বাছন্তীয়ে খিক্‌খিকাই হাঁহি দিলে। হামিদৰ আৰু খং উঠিল তাই হঁহা দেখি — 'ইস্, নিলাজৰ সঁচ!' যিহে তাই পাটৰাণীৰ দৰে নিৰঞ্জনৰ ঠেলাত ভৰি জোকাৰি বহি আছে। হামিদৰ গতা মাৰি বাছন্তীক পেলাই দিবলৈ মন গ'ল। এলুমেনিয়ামৰ মগটোৰপৰা আয়নাৰ চুটি গিলাচটোত ওপৰৰপৰা ফেন উঠাকৈ চাহ ঢালি পোৱালিয়ে তাৰৈ আগবঢ়াই দি ডাঙৰকৈয়ে ক'লে — 'ছয় টাকা আঠআনা, পিছলা বাকী চামেত'। হামিদে গিলাচটোত আগ-পাছ নুগুণি শোহা মাৰি দিলে। উগ্ৰ গৰম চাহে তাৰ ওঁঠ-জিভা দেই-পুৰি নিলে। 'কুত্তা কা বাচ্ছা, চাহ দিছ এয়া....' বুলি হামিদে অশ্লীল উত্তৰ দি দিলে তৎক্ষণাৎ। হামিদে চাহ আধা খোৱাকৈ ভাতে এৰি দপ্‌দপাই তাৰপৰা গুচি গ'ল। তাৰ মূৰটো খঙত ভম্‌ভমাই জ্বলিছে। টকা নাথাকিলে 'ইমান্' নাথাকে। আজি প্ৰায় দুসপ্তাহ হ'ল তাৰ কাম নাই। সীতাৰামৰ চাহৰ দোকানখনত কাম কৰি থাকোঁতে অভাৱ আছিল যদিও তাৰ বুকু ডাঠ আছিল। অন্ততঃ মাহিলি উপাৰ্জন এটা নিয়মিতভাৱে হৈছিল। চাহৰ দোকানখন উঠি গৈ তাৰ সেই বাটটোৰো মুদা মাৰিল। আজি ষ্টেচনত যাত্ৰীৰ মাল-বস্তু কঢ়িওৱা মুটিয়া, কাইলৈ টেম্পৰাৰী হেণ্ডিমেন এই কামবোৰে তাক নিশ্চয়তা দিব নোৱাৰে। ঘৰত আছে বেমাৰী মাক। 'টকা দেখিলে চব কুত্তা!' হামিদে ভোৰভোৰালে। নিৰঞ্জনৰ ঠেলাখনত বাছন্তী ভৰি জোঁকাৰি বহি থকা দৃশ্যটো মনত পৰি হামিদৰ আকৌ টিঙিচকৈ খঙটো উঠি আহিল। নিৰঞ্জনৰ 'পাৰমেণ্ট' ইনকম্। মালিক লাগিলেই অন্যই হওক। তথাপিও এটা নিৰ্দিষ্ট উপাৰ্জন আছে। বাছন্তীও আজি সেইবাবে নিৰঞ্জনৰ ওচৰত। তাতকৈ নিৰঞ্জনৰ মূল্য বাছন্তীৰ বাবে নিশ্চয় বেছি এতিয়া। অভাৰ ব্ৰীজখন পাৰ হৈ সি ৰেল নচলা লাইনকেইটাৰ ওপৰেদি বস্তিৰফালে খোজ পেলালে। তাৰ বাছন্তীৰ বাবে 'মহব্বত' হৈ যোৱা নাইতো? হঠাতে কথাটো ভাবি সি বৈ দিলে। বাছন্তীয়ে হয়তো একো নাভাবিবও পাৰে। হামিদ বাছন্তীৰ ভায়েক থানুৰ লগৰহে, কিজানি বাছন্তীয়ে তাক ভায়েকৰ দৃষ্টিৰেই চায়? কিমাননো তাৰ বয়স এতিয়া? খুব বেছি ষোল্ল। বাছন্তীতকৈ ডেৰবছৰমানহে সৰু হ'ব চাগে। হ'লেও যথেষ্ট বয়স আৰু বুদ্ধি জ্ঞান হৈছে তাৰ। বস্তিৰ তাৰ লগৰ ল'ৰা এটা-দুটাই চাদীও কৰালে। যিবোৰে চাদী কৰোৱা নাই সেইবোৰে নিষিদ্ধ আনন্দ পুৰামাত্ৰাই উপভোগ কৰিছে। সিহে এই ক্ষেত্ৰত কেঁচা হৈ আছে এতিয়াও। যোৱা এবছৰমান ধৰি মাত্ৰ অনুভৱ কৰিছে, বাছন্তীক দেখিলেই তাৰ শৰীৰ আৰু মনত এটা আচৰিত উত্তেজনাৰ সৃষ্টি হয়। তাই যেতিয়া পিছফালপৰা কেতিয়াবা তাক সাৱটি ধৰে, তাৰ কান্ধত কিলাকুটিটো ভেজা দি খোজকাঢ়ে একেলগে,

তাৰ খুব ভাল লাগে। এসময়ত বাছন্তীয়ে তাইঁতৰ সৈতে একেলগে খেলি-ধূলিয়ে ডাঙৰ হৈছিল। তেতিয়া বাছন্তীৰ গাৰ ছালখন ফপৰীয়া আছিল, বস্তিৰ ঘৰৰ চালত দিয়া টাৰ্পলিনবোৰৰ দৰে। চুলিবোৰ কুটুৰাকুটুৰ, ৰঙা, জঁট আৰু ওকণিৰে ভৰ্তি। হাড়বোৰ লেখিব পাৰি। হঠাতে দুবছৰমানৰপৰা বাছন্তীৰ শৰীৰলৈ পৰিৱৰ্তন আহিল। গাৰ ছাল নিমজ হ'ল, চকুত কাজল সনা হ'ল তাই, সেয়াই নহয় চুলিবোৰ আগতকৈ ক'লা হ'ল, গোন্ধতেলৰ ফুৰ্‌ফুৰীয়া গোন্ধ তাঁইৰ চুলিৰপৰা অনবৰতে আহি থকা হ'ল। বাছন্তীৰ বাবে বস্তিৰ মৰদবোৰ বলিয়া হোৱাদি হ'ল। থানু, 'শৰ্মা মটৰ গেৰেজ'ত সোমোৱাৰপৰা সি বাছন্তীহঁতৰ ঘৰলৈ গৈ থাকিবলৈও চেলু নোহোৱা হ'ল।

হামিদ টাৰ্পলিন আৰু ক'লা-পখৰা প'লিথিনৰ চালি দিয়া আন্ধাৰ-মুন্ধাৰ ঘৰবোৰৰ কাষে কাষে খোজকাঢ়ি যাবলৈ ধৰিলে। কেইটামান ঝুপড়িৰ ভিতৰৰপৰা উতলা গৰম ভাতৰ গোন্ধ আহিছে। কেঁচুৱাৰ কেঁ-কেঁ ভেঁ-ভেঁ, হাই-কাজিয়াৰ শব্দবোৰৰ মাজেৰেও সি শুনিবলৈ পালে কেৰাহীত হেতাৰে ভাজি লৰোৱাৰ খুটুং-খাটাং শব্দ। তাৰ মুখখন পানীৰে ভৰি পৰিল। পেটটোৰ ভিতৰত ভোকত কেঁচু-কুমটিবোৰে তাণ্ডৱ নৃত্য কৰিবলৈ লাগিল। কালি ৰাতিও একো খাবলৈ নহ'ল। পঁইতা যিকেইটা আছিল মাকক দিলে। কফৰ ধাতুৰ মানুহ, পঁইতা ভাত খাই গোটেই ৰাতি কাহত শুব নোৱাৰিলে। ক'লা প'লিথিনেৰে ঢাকি থোৱা ঝুপড়িটো দেখি তাৰ ভৰি দুখন গধুৰ হৈ আহিল। টেকেলিযেন পেট আৰু নিশকতীয়া ভৰি-হাতেৰে কংকালসাৰ পেন্দুকণা ল'ৰা-ছোৱালী এগালে ঝুপড়িটোৰ সমুখত কিবা বুটলি ফুৰিছে। হামিদে ওচৰলৈ গৈ দেখিলে বননিৰ মাজে মাজে মুড়ি পৰি আছে। পুৱাই ইষ্টেচনলৈ যোৱা মুড়িৱালা দুটামানে এইপিনে ছৰ্ট-কাট দিয়ে। কেনেবাকৈ বস্তা ফাটি পৰিল চাগৈ। হামিদে দেখিলে বননিৰ মাজে-মাজে বিষ্ঠা, কুকুৰৰ নে মানুহৰ ধৰিব নোৱাৰি। সি তাৰ ঝুপড়িটোলৈ চালে। ক'লা পলিথিনৰ চালিখনত ফুটা এটা হৈ দাং খাই আছে। তাঁৰ বান্ধি প'লিথিনবোৰ উৰি নোযোৱাকৈ ইটাৰে হেঁচা দি থৈছিল সি। কাউৰীবোৰে সংসাৰৰ গেলা-পঁচাবোৰ খাই ঠোঁট মোহাৰিবলৈ ঠাই পায় এই চালিকেইখনতে। সি আন্ধাৰ, জেকা ঝুপড়িটোলৈ সোমাবলৈ লৈও উভতি আহিল। ভিতৰত মাকে কাহি আছে। গৈ কি কৰিব সি? খাবলৈ ঘৰত খুদকণ এটাও নাই, মুৰটো তাৰ টিংটিঙাইছে। স্প'ৰ্টিং গেঞ্জীটোৰ ওপৰৰ জেপটোত এনেয়ে খেপিয়াই চালে সি। এটাও বিড়ি নাই, কালি বিষ্ণু চানাচুৰবালাৰপৰা দুটা বিড়ি ধাৰলৈ লৈছিল, চাৰি টুকুৰা কৰি খালে। পুৱাই বাছন্তীক দেখি তাৰ মনটো ভাল লাগি গৈছিল, দুখ-কষ্ট থকা সত্বেও। পিছে নিৰঞ্জনৰ সৈতে তাইৰ হুলি-গতি দেখি তাৰ মেজাজ গৰম হৈ গ'ল। সি ভগা ৰেলৰ দবা দুটাৰ কাষত থকা হিউম পাইপ এটাৰ ওপৰতে বহি ল'লে। ইষ্টেচনলৈকে যাব নেকি? কিজানি কিবা মৌকা ওলাই যায়। ভবাৰ লগে লগেই সি থিয় হৈ এঙামুৰি এটা দিলে। 'হামিদ.... এই হামিদ....' কোনোবাই চিঞৰি মতা শুনি সি ঘূৰি চালে। বাছন্তী। লাইনৰ চিৰিৰ ওপৰেৰে সমান্তৰালকৈ হাত দুখন মেলি চাৰ্কাছত ৰছীৰ ওপৰত খোজকঢ়াৰ দৰে তাৰ ফাললৈকে আহিছে। সি তাইক দেখিও মুৰ ঘূৰালে। অভিমান আৰু বেজাৰত বুকুখন তাৰ গধুৰ হৈ পৰিল। 'হামিদ' বাছন্তীৰ মুখত তাৰ নামটো শুনিলেই সি পমি যায়। আওকণীয়া হৈ ভাও জুৰি বাৰে বাৰে বাছন্তীৰ মুখত তাৰ নামটো শুনিবলৈ মন যায় তাৰ। 'ৰাতিপুৱাই তোৰনো আজি মেজাজ গৰম কেলৈ অ'?' হামিদে গোমোঠা মুখেৰে ক'লে 'তোক কেলৈ, মোৰ কথা?' বাছন্তীয়ে খিল্‌খিলাই হাঁহি দিলে। পাণ খাই ৰঙচুৱা হোৱা দাঁতবোৰ ওলাই পৰিল। 'নিৰঞ্জনক তই ইমানকৈ দেখিব নোৱাৰ বুলি নেজানো নহয়?' কৈ কৈ বাছন্তী তাৰ গাতে গা ঘঁহাই বহিল। 'নিৰঞ্জনক দেখিব নোৱাৰা নহয়, তোৰ সৈতে বাত-চিত কৰি থাকিলেহে নিৰঞ্জনক দেখিব নোৱাৰা হওঁ' — হামিদে আনফালে চাই ক'লে। 'এই, তোৰ মহব্বত হৈছে নেকি মোৰ লগত?' বাছন্তীয়ে ধেমালিকৈ হামিদক ঠেলা এটা মাৰি খিল্‌খিলাই হাঁহিলে। 'ক'ব নোৱাৰোঁ' — হামিদৰ গহীন উত্তৰ। 'আজি একো কাম নাই তোৰ?' হামিদে বাছন্তীৰ মুখলৈ এবাৰ চাই সোঁৱে-বাঁৱে মুৰ জোকাৰিলে। মাহেশ্ৰী মিলৰ চিম্‌নিৰে ক'লা ধোঁৱা ওলাই আকাশখন কজলা বৰণৰ কৰি পেলাইছে। হামিদে ধোঁৱাবোৰলৈ চাই থাকিল একান্তমনে। 'আমলখি খাবি?' বাছন্তীয়ে শাড়ীৰ খোঁচনিৰপৰা তুলতুলীয়া আমলখি কেইটামান উলিয়াই হাতৰ তলুৱাত মেলি ধৰিলে। হামিদে এটা তাইৰ হাতৰপৰা তুলি লৈ মুখত দি মুখখন বিকটাই পেলালে। 'বেছি কেঁহা।

দেখাওহে ধুনীয়া'। বাছন্তীয়েও এটা আমলখিত কামোৰ মাৰি টকালি পাবি ক'লে 'আমলখি বিচাৰি একেবাৰে পাঁচ নম্বৰ গুডামৰ পিছফাল পালোঁগৈ'। হামিদ বহাৰপৰা উঠিল। 'ক'লৈ, যাব?' হামিদে খোজ পেলালে আগলৈ। 'পেটে নুবুজে একো। তোৰ সৈতে কথা পাতি থাকিলে জানো পেট ভৰিব?' বাছন্তী হামিদৰ পিছে পিছে আহিল। 'মোৰ ঘৰত চাল, দালি, আলু আছে। সিদ্ধ কৰি দিম, ব'ল খাবি'। হামিদে একো নক'লে। 'আম্মালৈও দুটামান লৈ যাব পাৰিবি'। হামিদে হঠাতে সুধিলে — 'ক'ৰপৰা পাব তই এইবোৰ?' বাছন্তীয়ে তলমূৰ কৰিলে — 'ভগবানৰ কৃপাত মোৰ ঘৰত আটা, চাল, দালি থাকে....' হামিদক পিছ পেলাই বাছন্তী আগে আগে গৈ থাকিল। হামিদে আৰু একো নুসুধিলে। তাৰ মানে সি শুনা কথাটো সঁচা। মনোহৰলালৰ দোকানত ভি-চি-পি চাই থাকোঁতে কাল্লুৱে কৈছিল বাছন্তীৰ কথা। চুন্দৰলালজীৰ ভতিজাক কানু বোলাটোৰ সৈতে বাছন্তীৰ লেন-দেন। কেএগোলাৰ ৰেচন ফ্ৰী তাইৰ বাবে। আজিকালি বাছন্তীয়ে আচ্‌লি চান্দীৰ ছিজ পিন্ধে। হামিদৰ কাল্লুক এঘোচা মাৰিবলৈ মন গৈছিল। কোনোমতেহে সহি থাকিল। মনোহৰকো দিনে দুটকা হিচাপত এসপ্তাহৰ চিনেমা চোৱা টকা দিবলৈ আছে। মাৰ-পিট কৰিলে মনোহৰে ডিঙিত ধৰি উলিয়াই দিয়াৰ লগতে টকাৰ তাগিদাও দিব বুলি সি মনে মনে সহ্য কৰিছিল।

হামিদে হালি-জালি আগে আগে গৈ থকা বাছন্তীলৈ চালে। প্ৰতিটো খোজতে তাইৰ চান্দীৰ পায়েল আৰু কাঁচৰ চুড়িৰ শব্দই ঠাইডোখৰকে ছন্দময় কৰি তুলিছে। বুঢ়ী মাকজনীৰ দায়িত্বটো নথকা হ'লে সিও বাছন্তীক পায়েল এযোৰ কিনি দিবলৈ পইচা গোটাব পাৰিলেহেঁতেন। হামিদৰ বিষ্ণু চানাচুৰবালাক সেইফাললৈকে আহি থকা দেখি বুকুখন সংকুচিত হ'ল। বিষ্ণুৱে কালি ধাৰে দিয়া বিড়ি দুটা যদি বাছন্তীৰ আগত ঘূৰাই বিচাৰে, তাৰ ইজ্জত ধূলিৰ লগত মিহলি হৈ যাব। পিছে বিষ্ণুৱে তালৈ ভ্ৰূক্ষেপেই কৰা নাই। বাছন্তীক দেখি সি আটাইকেউটা চাধা খাই ক'লা পৰা দাঁত উলিয়াই হাঁহি পেলালে। হামিদৰ টিঙিচকৈ খং উঠিল। বিষ্ণুৱে নিৰ্বিবাদে বাছন্তীৰ উৰুত থপৰিয়াই ক'লে, 'আজি তোক ফিল্মৰ মাফিক লাগিছে ৰাণী....' বাছন্তীয়ে হাঁহি মাৰি ক'লে, 'চানাচুৰ দেনা'। বিষ্ণুৱে বাঁহৰ থিয় মূঢ়াটোৰ ওপৰত আয়না লগোৱা বাকচটো থৈ সুধিলে — 'কিত্‌নি কা?' 'কিতনি কা, পইচা ক'ত পাম?' বাছন্তীয়ে বিষ্ণুলৈ ঘোপাকৈ চালে। ভজা বুট, ভজা চিৰা, বাদাম, গোমধান মিহলি কৰি কটা পিঁয়াজ, কেঁচা জলকীয়া, ধনিয়া, নিমখ ছটিয়াই সৰ্বশেষত নেমুটেঙা এফাল চেপি বিষ্ণুৱে বাছন্তীলৈ কাগজৰ টোপোলা এটা আগবঢ়াই দিলে। হামিদে দেখিলে, আয়নাৰ বাকচটোৰ আঁৰ কৰি বিষ্ণুৱে বাছন্তীৰ উদং পেট আৰু ব্লাউজৰ সংগমস্থললৈ বাওঁহাতখন লৈ গ'ল। বাছন্তীয়ে কপট খং দেখুৱাই হাঁহি মাৰি আঁতৰি দিলে। বিষ্ণুৱেও হাঁহি-হাঁহি তাইলৈ উলটি চাই চাই গুচি গ'ল। 'হো খা' বাছন্তীয়ে টোপোলাটো হামিদৰ আগত মেলি ধৰিলে। 'নাখাওঁ' — হামিদে খঙেৰে ক'লে। বাছন্তীয়ে হামিদৰ খঙলৈ কৰ্ণপাত নকৰি কুটুৰ-কাটাৰ শব্দ কৰি আপোনমনে ভজা বুট-মাহ চোবাবলৈ লাগিল। হামিদৰ তাইক এচৰ শোধাবলৈ ইচ্ছা হ'ল। 'তোৰ ইজ্জত বুলি একো নাই?' হামিদৰ কথাত বাছন্তী থমকি ৰ'ল। 'কি ক'লি, আকৌ ক'চোন? কাৰ ইজ্জতৰ কথা কৈছ? তহঁত মৰদবোৰৰ হ'বলা ইজ্জত আছে? এই জামানাত মৰদে ইজ্জত লুটে, আৰু ইজ্জত লুটা মৰদটোৰ ইজ্জত থাকে, তিৰোতাজনীৰহে ইজ্জত নাথাকে?' হামিদে এইবাৰ ডাঙৰকৈয়ে চিঞৰি ক'লে, 'মই সেইবোৰ নেজানো, বিষ্ণুৱে সাহস কেনেকৈ পাব তোক, তোৰ আঁসে নাপালে?' বাছন্তীয়ে কিছুপৰ হামিদৰ মুখলৈ চাই ৰ'ল। 'শুনিবি? এই বিষ্ণু চাচাক মই বাপুৰ পাছতে ভাল পাই আহিছিলোঁ। ফালেকাটা ইষ্টেচনৰপৰা যেতিয়া ইয়ালৈ উঠি আহিছিলোঁ। মই চাৰি বছৰীয়ামান, থানু পানী কেঁচুৰা, মাই মৰি গৈছে। আমাক ইয়াত কোনেও ঠাই দিয়া নাছিল। এই বিষ্ণু চাচাই এটা ৰাতি তাৰ ঝুপড়িত আমাক ৰাখিছিল। লাল-চাহ মুড়ি খুৱাইছিল। মোৰ পিন্ধিবলৈ পেন্ট নাছিল, চাচাই এটা ফ্লাম পেন্ট আনি দিছিল মোক.... বাপু মৰাৰ পাছতো 'চাচা' বুলি মই সেয়ে দৌৰি যাওঁ....' বাছন্তী ৰ'ল অলপ পৰ। তাই আকৌ হামিদৰ আগে আগে লাহে লাহে খোজ দিলে। — 'চাৰিমাহমানৰ আগতে তাৰ ঝুপড়িলৈ মই কেৰাচিন তেল বিচাৰি গৈছিলোঁ.... তেল অকণমান দি সি মোক গবা মাৰি ধৰিলে। নিচা কৰি আছিল বাবে ঠেলা মাৰি তাক পেলাই কোনোমতে সাৰিলোঁ, পিছে সি তাৰ পাছৰপৰা সুবিধা পালেই মোৰ শৰীৰলৈ হাত মেলে। বিনা মতলবত এই দুনিয়াত কোনেও মৰম নকৰে হামিদ। আজিকালি ময়ো

সুবিধা লওঁ। ৰাছি থাকিবলৈ হ'লে কাঢ়ি খাবও জানিব লাগিব, নহ'লে তোৰ 'ইমান্' নৰয় ক'তো....' হামিদে বাছন্তীলৈ চাই পিছে পিছে গৈ থাকিল। হঠাতে সি সোঁফালৰ ৰাস্তাটোৰ ফালে ঘূৰি বাছন্তীক ক'লে — 'তই যা, মই আৰু নাযাওঁ'। 'ভাত দুটামান ৰান্ধি দিওঁ খাই যা'। হামিদে বাছন্তীলৈ নোচোৱাকৈ চিএঞৰিলে 'নাখাওঁ' ভোক নাই'। পেটে কল্‌মলাই থকা সত্বেও সি বাছন্তীক মিছা মাতিলে। বাছন্তীৰ ওচৰত তাৰ নিজকে বৰ সৰু যেন লাগিল। বাছন্তীয়ে ভাল পোৱা মৰদ্‌টো হ'ব নোৱাৰা বাবে সি নিজে নিজকে ধিক্কাৰো দিলে।

হামিদ বস্তিলৈ নোযোৱা দুসপ্তাহ হৈ গ'ল। বাছন্তীয়ে সেইদিনা তাৰ কপালত ফুল পেলাই দিছিল বোধহয়। খণ্ডতে সি দুদিন বস্তিলৈ নগৈ ইষ্টেচনত থাকিল। তৃতীয় দিনা অভাৱনীয়ভাৱে এটা কাম পাই গ'ল, ইষ্টেচনৰ ওচৰৰ হোটেল এখনত বাচন ধোৱা, টেবুল 'চাফ' কৰা কাম। মাহিনা পঁয়সত্তৰ টকা। খোৱা ফ্ৰী। একো নকৰাতকৈ এয়াই ভাল। উশাহ ল'বলৈও তাৰ সময় নাই। বাছন্তী আহি এদিন তাৰ খবৰ কৰি গৈছিলহি। তাই তাক মনপুতি কাম কৰিবলৈ বুজনি দিলে। হামিদৰ মাকক তাই চোৱা-চিতা কৰি থকা বুলিও ক'লে। হামিদে মালিকৰপৰা সেইদিনা খুজি টকা পোন্ধৰটা বাছন্তীৰ হাতত দিলে, মাকলৈ চাউল ডেৰ-দুই কেজিমান লৈ যাবলৈ।

হামিদে আকৌ হেৰাই যোৱা বল ঘূৰাই পাইছে। এটা নিৰ্দিষ্ট উপাৰ্জনে মনলৈ যে কিমান বল আনে সি ভাবিব পৰা নাছিল আগতে। মালিকে কৈছে, কাম ভালকৈ কৰিলে, এই মাহৰপৰাই এশ টকা বঢ়াই দিব। হেড্-যোগালিটোৱে পাঁচশ টকা পায় হেনো। সিও পাব, মনপুতি কাম কৰিব, দৰমহা বাঢ়িব, এদিন বাছন্তীক সি নিজৰ কৰি ল'ব। তেতিয়া কোনো মৰদে আৰু তাইক আমনি কৰিব নোৱাৰিব। তাহাঁতৰ বাচ্ছা হ'ব। দুৰ্গা পূজাৰ আগতেই সি বাছন্তীক চাদী কৰিব। দুৰ্গা পূজালৈ আৰু দুমহিনা বাকী। বাছন্তী হিন্দু, দুৰ্গা পূজাৰ লাল চুড়ি পিন্ধিবলৈ তাইৰ হেঁপাহ বুলি এদিন কৈছিল। তাহাঁতৰ ল'ৰা-ছোৱালী ইস্কুলত পঢ়িব। বহুত সপোন আছে তাৰ। চকুৰ আগত সপোনৰ সেন্দুৰীয়া দীঘল আলি।

বাছন্তী আকৌ আহিছিল। তাইৰ চকুৰ গুৰি ক'লা পৰিছে। খীণাইছেও বৰকৈ। মুখখনো শেঁতা হৈছে। বেমাৰ নেকি সি সুধিছিল। তাই ক'লে, — 'একো নাই হোৱা'। হামিদ বস্তিলৈ যাব পৰা নাই। মালিকে ছুটী নাই দিয়া, বাছন্তীয়ে দুসপ্তাহমানৰ মূৰে মূৰে আহি হামিদক মাকৰ খবৰ দি যায়হি। মাক যেনে আছিল তেনেই আছে। হামিদলৈ হেনো বাট চাই থাকে। যোৱা মাহৰ মহিনা পাই বাছন্তীক সি টকা দহটা গুঁজি দি কৈছিল, — 'পছন্দমতে চুড়ি কিনিবি। তোৰ চুড়িৰ আৱাজ মোৰ বৰ ভাল লাগে'। বাছন্তীৰ কি ফূৰ্ত্তি সেইদিনা। পিছদিনাই ৰঙা আৰু হালধীয়াত সোণোৱালী তৰা থকা দুকোচা কাঁচৰ চুড়ি দুহাতত পিন্ধি আহি তাৰ কাণৰ কাষত ঝুনঝুনকৈ হাত দুটা জোঁকাৰি শুনালেহি। 'তই দিয়া বস্তু পিন্ধিলে মোৰ ইমান্ বাঢ়ে অ' — বাছন্তীয়ে কৈছিল। সি কথাটো বুজি নাপাই সুধিছিল — 'কিয়?' 'তই যে মোক মহব্বত কৰ....' বুলি কৈয়ে বাছন্তী দৌৰ মাৰিছিল তাৰ ওচৰৰপৰা। দূৰৈৰপৰা হাত জোকাৰিছিল তাই, এবাৰ সিএঞৰিও দিছিল। সেই যি যোৱা বাছন্তীৰ, আজি তিনিসপ্তাহ হৈ গ'ল, তাই নহাৰ। হামিদৰ বুকুখন অভিমানেৰে পৰ্বতাকাৰ হ'ল।

কাল্লুক উধাতু খাই অহা দেখি হামিদৰ বুকুখনে চিৰিংকৈ মাৰিলে। মাকৰ একো হোৱা নাইতো? এনেও আজিকালিতে সি বস্তিলৈ যোৱাৰ কথা, মালিকেও অনুমতি দিছে তাক। কাল্লুৱে যিবোৰ কথা ক'বলৈ ধৰিলে তাৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। কাল্লুৰ প্ৰতিটো শব্দ একোটা শিলগুটি হৈ উফৰি আহি তাৰ কলিজা বিন্ধিবলৈ ধৰিলে।.... বাছন্তীক হস্পিতেললৈ নিছে। পেটত বাচ্ছা আছিল.... কিবা দেৱাই খালে.... পুৰা আটাহ পাৰি তেজৰ দোঙাত ওপণ্ডি আছিল।.... কোনেও খবৰ লোৱা নাই.... খাৰাপ ছোকড়ী.... বেশ্যা বুলি তাইক চুবই নোখোজে। নিৰঞ্জনে তাইক হস্পিতেললৈ নিবলৈ ঠেলাখনো নিদিয়ে.... চামছেৰে অৱশেষত নিৰঞ্জনক ঘোচা এটা মাৰি নিৰঞ্জনৰ ঠেলাতে তাইক হস্পিতেললৈ নিছে। লগত চামছেৰৰ ভনীয়েক চিবানী গৈছে.... হামিদে আৰু একো শুনিব নুখুজিলে, দৌৰ মাৰিলে হস্পিতেললৈ। 'হামিদ, বাছন্তীৰ ঘৰৰ চাল-দালিবোৰ চুৰি হৈ যাব পাৰে, মই ৰখোঁগৈ.... হস্পিতেল নাযাওঁ....' কাল্লুৱে দৌৰি যোৱা হামিদৰ উদ্দেশ্যে চিএঞৰিলে।

'চাৰিঘণ্টা হস্পিতেলৰ বাৰাণ্ডাতে পৰি আছিল বাছন্তী। বাছন্তীৰ বুকু ফটা চিএঞৰ সহিব নোৱাৰি ডিউটিত

থকা ডাক্তৰ এজনৰ বেয়া লাগি বিছনা এখনৰ ব্যৱস্থা কৰি দিলে। বেজীও এটা দিলে'। — চিবানীয়ে হামিদক হস্পিতেলত দেখিয়েই উশাহ নসলোৱাকৈ কথাকেইটা ক'লে।

চকু মুদি পৰি আছে বাছন্তী। হামিদে আলফুলে তাইৰ মূৰত হাত বুলাই মাতিলে 'বাছন্তী.... মই.... হামিদ....' বাছন্তীয়ে কোনোমতে চকুহাল খুলিলে। তাইৰ মৰা শ'ল মাছৰ পেটৰ দৰে শেঁতা নিঠৰ ওঁঠ দুখনত প্ৰাণ সঞ্চাৰ হৈ কঁপি উঠিল। চিবানীয়ে এচামুচ পানী তাইৰ ওঁঠত বাকী দিলে। সোঁহাতখন দাঙি বাছন্তীয়ে চিবানীক ইংগিত দিলে। চিবানী আঁতৰি গ'ল অলপ। ঝুনুক্‌কৈ শব্দ কৰি বাছন্তীৰ হাতখন আকৌ পৰি গ'ল। তাইৰ হাতত হামিদে দিয়া ৰঙা-হালধীয়া কাঁচৰ চুড়ি। হামিদে তেতিয়াহে মন কৰিলে, বাছন্তীৰ কম্বলৰ তলত বিছনা চাদৰত তেজৰ চেঁকুৰা। 'তই এয়া কি সৰ্বনাশ মাতিলি বাছন্তী'। — হামিদে কঠোৰভাৱেই তাইক ক'লে। 'কানুৱে.... কেঞ্চাগোলাৰ কানুৱে মই নজনাকৈ কিবা দেৱাই দিলে.... খোৱাবস্তুত.... ছয় মহিনা হৈছিল...., মই লুকুৱাই থৈছিলোঁ....' বাছন্তীয়ে সেহাই সেহাই ক'লে। 'কিয় মোক তই ন'কলি? মই তোক বচাওঁলোহেঁতেন....।' হামিদৰ কথাত বাছন্তীৰ শুকান ওঁঠৰ ওপৰেদি ঈষৎ হাঁহিৰ ৰেখা বিয়পি পৰিল। 'দুচৰা আদমীৰ বাচ্চা.... মোৰ পেটত.... তইও মৰদহে.... ভাবিছিলোঁ তোৰ খং উঠিব.... মহব্বত নকৰা হৈ যাবি মোক....' বাছন্তীয়ে চকু দুটা আকৌ মুদি দিলে। নাৰ্ছ এজনী হুৰা-মুৰাকৈ সোমাই আহি ভটা মাতেৰে সুধিলেহি — 'কি নাম এইৰ?' চিবানী আগবাঢ়ি আহি ক'লে 'বাছন্তী'। কাগজ এখিলাত নামটো লিখিলে নাৰ্ছে। 'এইৰ মতাটো ক'ত?' চামছেৰ আৰু চিবানীয়ে সভয়ে পৰস্পৰৰ চকুলৈ চালে। 'ক'ত এইৰ গিৰীহঁত?' ধমকিৰ সুৰতে সুধিলে নাৰ্ছে। 'ম.... মই.... হামি আছোঁ এই গিৰীহঁত....' হামিদে হঠাতে ক'লে। নাৰ্ছে হামিদৰ চকুলৈ কট্‌মট্‌কৈ এনেভাৱে চালে যে তাৰপৰাই সিহঁতে বুজি পালে হামিদৰ কথা নাৰ্ছে বিশ্বাস কৰা নাই। 'যত্ত চব.... ৰেণ্ডী.... বদমাইছ.... হাৰামী ইয়ালৈ মৰিবলৈ আহে'। খঙতে ভোৰ্‌ভোৰাই নাৰ্ছ আকৌ গ'লগৈ। সিহঁত তিনিওটাই নাৰ্ছৰ ব্যৱহাৰ দেখি তাপ মাৰিলে, হামিদৰ দাঁত দুপাৰি কৰ্‌কৰাই উঠিল। 'হামিদ' ক্ষীণ কণ্ঠস্বৰেৰে বাছন্তীয়ে চকুৰ ইংগিতেৰে তাক কাষলৈ মাতিলে। 'হামিদ.... মই নাবাচো.... ডাক্তৰে কেঁচুৱাটো বাহিৰ কৰিলেও নাবাচো.... তই বাচ্চাটো নিজ হাতে ক'ৱৰাত পুতি থ'বি.... মোৰ অপ্পা জিছমৰ হিচ্ছা.... ইহঁতে মেতৰক দি ক'ৰবাত পেলাই দিব.... বস্তিৰ মানুহে মোক ঘিণ কৰে। তই মোৰ শৰীৰটো পুৰিব নোৱাৰিলেও পুতি থ'বি আন কাকো চুবলৈ নিদিবি.... নহ'লে মোৰ ইমান্ নৰ'ব....' হামিদৰ চকুত দুটোপাল পানী বিৰিঙি উঠিল। 'কানুক তই আগতে নক'লি কেলৈ?' আগতে সি তোক দেৱাই খুৱাই দিয়া হ'লে আজি এই দশা তোৰ নহয়' — হামিদে কৈ কৈ প্ৰায় কান্দি পেলালে। বাছন্তীয়ে পৰম হেঁপাহেৰে হামিদৰ মুখলৈ কিছুপৰ চাই থাকি ক'লে — 'পেটত বাচ্চা আছে বুলি মই আগতেই কোৱা হ'লে কানুৱে চাল-দালি দিয়া বন্ধ কৰি দিলেহেঁতেন। মই তাৰ ঘৰত বাচন-বৰ্তন ধোৱাৰ বাবে সি মৰম কৰি চাল-দালি নিদিয়ে নহয়, ময়ো ভাবিলোঁ, বস্তিৰ চব মৰদৰ ঝুথা হোৱাতকৈ কানুৰ সৈতে লেনা-দেনাই ভাল। তাৰ এখন ৰেচন দোকান আছে। লেকিন দিল কানুক দিয়া নাছিলোঁ হামিদ....'। হামিদে বাছন্তীৰ হাতৰ চুড়িবোৰত হাত বুলাই ক'লে — 'তোৰ একো নহয় বাছন্তী, আমাৰ জিছমটো ৰেলগাড়ীৰ বগীৰ দৰে, জবৰ-দস্তি মানুহে বস্তু ভৰাব পাৰে, লৈ যাব পাৰে, কিন্তু ইঞ্জিনটোৱে ৰাস্তা বদলাব নোৱাৰে। সি ঠিক য'লৈ যাব লাগে তালৈ যায়। যেনেকৈ তোৰ দিলে, ঠিক হামিদৰ ফালে ৰাস্তা বাছি লৈছে। তোৰ একো নহয়। তই এতিয়া ইষ্টেচন পাই গৈছহি আৰু এক মহিনা ৰ'বি। মোৰ তন্‌খা এশ টকা বাঢ়িব। দুৰ্গা পূজাৰ আগতে চাদী কৰিম.... আৰু দুৰ্গা পূজাত তোক লাল চাৰী, লাল চুড়ি পিন্ধাই ফুৰিম। তই কৈছিলি নহয়, দুৰ্গা পূজা তোৰ ভাল লাগে বুলি....'

ঃ ঐ হামিদ কাৰ লগত বাত কৰিছ? বাছন্তী মৰি গৈছে ৰে.... চামছেৰে হঠাতে চিঞৰ মাৰি দি বাছন্তীৰ গাটো জোকাৰি দিলে। বাছন্তী লেতু-সেতু হৈ বাগৰি পৰিল। তাইৰ চকুকেইটা হামিদৰ ফালে আধা মেল খাই আছে। হামিদে তেতিয়াও বাছন্তীৰ ৰঙা-হালধীয়া চুড়ি পিন্ধা হাতখন মুঠি মাৰি ধৰি থাকিল। বাছন্তীৰ নিষ্প্ৰাণ দেহটোৰ দৰেই শীতল কণ্ঠেৰে হামিদে সুধিলে, — আসিন মহিনালৈ কিমান দিন ৰে?'

ঃ বেছি দিন নাই, কাঁচফুল ফুটিল, পাঁচ নম্বৰ গুডামৰ পিছফালে থকা নলাটোৰ পাৰত। ইষ্টেচনৰ দুৰ্গা পূজাৰ

ঢাকীটোৱে সিদিনা ঢোলটোৰ ছাল ৰ'দত দিছে। — উত্তৰটো চিবানীয়ে দিলে।

ঃ বাছন্তীয়ে দুৰ্গা পূজাটোৰ বাবে বাট চাই আছিল। চিবানী তোৰো দুৰ্গা পূজাত ফূৰ্ত্তি লাগে নেকি? কিন্তু তইতো মুচলমান!

ঃ অ'তো! ইষ্টেচনতে এটাই উৎসৱ হয়, চাৰা বস্তিত সেই কেইদিন ফূৰ্ত্তি হয়, ৰোজগাৰ দুপইচা বেছি হয়, মদ নোখোৱাটোৱেও মদ খাই মাতাল হয়, ইয়াত হেন্দু-মুচলমানৰ কি আছে? আমাৰ বস্তিৰ মানুহৰ কিবা জাত আছে নেকি?

ঃ বাছন্তীৰ কি সাধ আছিল ৰে — তাই লাল চাৰী, লাল চুড়ি পিন্ধি দুৰ্গা পূজাত মোৰ লগত ফুৰিব, মই তাইক অপ্পা কমাইৰে বিষ্ণুৰ দোকানত জিলাপী আৰু চাহ খুৱাম.... চানাচুৰ খুৱাম....

ঃ হামিদ। চিবানীয়ে কওঁ-নকওঁকৈ কিবা এটা ক'ব খুজিলে। কিন্তু মুখ ফুটাই নক'লে।

হামিদে চিবানীৰ ফালে উদাস দৃষ্টিৰে চালে।

ঃ হামিদ মই এটা কথা ক'ম ৰাখিবি?

ঃ কি?

ঃ বাছন্তীৰ হাতত আচলি চান্দীৰ চুড়ি দুপাত আছে। মই ভাবিছোঁ মুৰ্দাৰ লগত তাইৰ চান্দীৰ পায়েল, চুড়ি যোৰাতকৈ মোকে যদি দিয়.... তইতো কৈছই বাছন্তীৰ লাল কাঁচৰ চুড়িহে পছন্দ, চান্দী নহয়....

ঃ হামিদ, এইবোৰ ভাবি লাভ নাই, বাছন্তী মৰি বাচি গ'ল ৰে। তাইৰ নচিব ভাল আছিল বাবে, ৰাজসুখ খাই মৰিল। আহোঁতে বাছন্তীৰ ঘৰত আধাবস্তা চাউল, এক টিন দালি আৰু আলু-পিঁয়াজ দেখি আহিছোঁ। অলপ জলদি ক'ৰ। আনে নিয়াৰ আগতে বস্তুবোৰ মোৰ ঘৰলৈকে লৈ যাওঁ। এই কেইদিন তই আমাৰ ঘৰতে ভাত খাবি হামিদ।

চামছেৰে খৰ-ধৰকৈ বাছন্তীৰ মুখৰ ওপৰলৈকে কাপোৰখন টানি দি ক'লে। ■

# বনফুলৰ কেইটামান দিন

হাৰাধন চৰ্দাৰৰ হাতত ধৰি বনফুল চচুক-চামাককৈ লোহাৰ গেটখন খুলি সোমাই গ'ল। এটা দীঘল পদূলি। প্ৰকাণ্ড প্ৰকাণ্ড গছৰ ছাঁ পৰি থকা চোতালখনত বিবিধ ফুল। বনফুলে এইফালে অহা-যোৱা কৰোঁতে এই ডাঙৰ দুমহলীয়া ঘৰটো দেখিছে। কিন্তু ভিতৰ সোমাই কেতিয়াও পোৱা নাছিল। কিন্তু তাই এই ঘৰটোৰ বিষয়ে, ইয়াৰ মানুহবোৰৰ বিষয়ে বহু কথা শুনিছে। কথাবিলাক সিহঁতে জহকালি চোতালত নহ'লে জাৰৰ দিনৰ জুহালৰ কাষত সাধু কথা শুনাদি মন দি শুনে।.... বড়াবাবুৰ খানাৰ টাইম, মেমচাবৰ গা-ধোৱা সময়, ছোটাচাব স্কুলৰপৰা ঘূৰি অহা টাইম, বেবী অৰ্থাৎ ছোটাচাবৰ দুবছৰীয়া ছোৱালীজনীক গা-ধুওৱা সময়, সকলো হিচাপ জানে তাই। ইয়াৰ উপৰিও বুঢ়া-বুঢ়ী চাব-মেমচাবৰ গা-ধোৱা টাইম, বুঢ়ী-মেমচাবৰ বেড়পেন লোৱাৰ সময় সকলো জানে। মাত-কথা বুজি পাবৰ বয়স হোৱাৰেপৰা তাই মাত্ৰ এই ঘৰখনৰ কথা ৰজা-ৰাণীৰ সাধুৰ দৰে এইবিলাক কাহিনী শুনিছে। কেৱল যে তাই বাপু হাৰাধনৰপৰা এই কাহিনীবোৰ শুনে, তেনে নহয়। মাকৰপৰাও শুনিছে। তাইৰ ভায়েক দুটা ভোলা আৰু বলোৰামে ছোটাচাবৰ ল'ৰাৰ ধুনীয়া নতুন যেন হৈ থকা চোলা-পেণ্ট-জোতা আদিও পিন্ধিবলৈ পাইছে। সেই ঘৰটোত ডাঙৰ ডাঙৰ 'পাৰ্টি' হৈ থাকে। পাৰ্টিৰ পিছদিনা সিহঁতে আশাৰে বাট চাই থাকে মাক আৰু বাপু ঘৰলৈ অহালৈ। মাক-বাপেক দুয়োটাৰে হাতত থকা টোপোলা দুটাৰ ওপৰত; সিহঁত তিনিওটা ল'ৰা-ছোৱালীয়ে ৰাস্তাতে গৈ উবুৰি খাই পৰি হাই-কাজিয়া কৰেগৈ। এনে কৰাৰ বাবে কেবাদিনো ঘৰৰ ডাঙৰ ছোৱালী বাবে বনফুলেই বেছিকৈ মাৰ খাইছে। কিন্তু মাৰ খাই কান্দিলেও যেতিয়া টোপোলাবোৰৰপৰা হালধীয়া ভাত, চপ্‌জি, নিম্‌কি, ৰসগোল্লা আৰু নানা নাম নজনা খাদ্যবস্তুৰ ভগা-ছিগা টুকুৰা ওলাই পৰে তেতিয়া দুখ-বেজাৰ তাই পাহৰি যায়। প্লাষ্টিকৰ মোনাকেইটাত তাহাঁতৰ ভতুৱা কুকুৰটোৱে গোন্ধটোৰ বাহিৰে একো নাপাই সিহঁত ল'ৰা-ছোৱালীকেইটালৈ চাই গেঙেৰি দিয়ে।

বনফুলে বাপেকৰ হাতত ধৰি ফুলনিখন পাৰ হৈ বঙলাটোৰ পিছফালে যোৱা বাটটোৰে যাবলৈ ধৰোঁতেই সভয়ে সুধিলে — 'বাপু, বঙলাটোত সোমোৱা ৰাস্তাটো দেখোন এৰি গলি!'

ঃ ধেৎ, সেইটো আমাৰ ৰাস্তা নহয়। পায়খানা, বাথৰুম, নলা-নৰ্দমা গোটেইবোৰ পিছফালেহে আছে! আগতে আমাৰ সৌ পিছফালে এটা ৰাস্তা আছিল। কবৰস্থানৰ মাজেৰে আহিব লাগে। মই সৰু থাকোঁতে মোৰ বাপুৰ সৈতে সেই বাটেৰে অহা-যোৱা কৰিছিলোঁ। পিছে বুঢ়াচাব আৰু কবৰস্থান কমিটিৰ মাজত সীমা লৈ হোৱা মোকৰ্দমা এটাৰ পিছত ইয়াত কবৰস্থান কমিটিয়ে ডাঙৰ বাল দি দিলে। আমাৰ বাট বন্ধ হৈ গ'ল।

ঃ বাপু, এই ঘৰটোত কিমান লেটিন-বাথৰুম আছে?

ঃ পাঁচটা। বুঢ়াচাবহঁতৰ এটা, ছোটাচাব থকা মহল্লাত দুটা, আৰু গেষ্টৰ বাবে দুটা।

ঃ গেষ্ট মানে?

ঃ মেহমান, আলহী।

ঃ আলহীৰ বাবেও পায়খানা বেলেগ নেকি?

ঃ অ' তা! 'চাৰভেন'ৰ বাবে বাৰীৰ চুকত এটা বেলেগ আছে। মই হিচাপত ধৰা নাই।

ঃ চাৰভেন মানে কি অ'?

ঃ চাকৰ, নৌকৰ, চাবলোকে চাৰভেন বুলি কয়।

ঃ বাপু তই চাৰভেননে?

হাৰাধনে কিছুপৰ তভক মাৰি জীয়েকৰ মুখলৈ চাই থাকিল ক'লে ঃ 'নহয়, চাৰভেনতকৈ তলৰ। চাৰভেনবোৰে

আমাক নোচোৱে — মানে নলা-নৰ্দমা-পায়খানা চাফ্ কৰোঁতো.... সিহঁতে আকৌ চাবৰ ঘৰৰ ভিতৰ-বাহিৰ কৰি থাকিব লাগে নহয়।

ঃ বাপু — মই নাযাওঁ। মোক ইস্কুলত চিট নিদিয়ে। হঠাতে বনফুল ঘাঁহনিত বহি দিলে। তাইৰ কন্দনামুৱা মুখখনলৈ চাই হাৰাধনো কিংকৰ্তব্যবিমূঢ় হ'ল। হাৰাধনে জীয়েকক বুজনি দিবলৈ তাইৰ কাষতে ঘাঁহনিত বহি পৰিল। তাইৰ মূৰত হাত ফুৰাই ক'লে — চা বনফুল; ছোটাচাবক মই কৈ থৈছোঁ। তোৰ মাত্ৰ ইস্কুলত নাম লগোৱাৰ বয়সতকৈ বেছি বয়স হৈছে, কিন্তু চাহাবে গেৰাণ্টি দিছে....

ঃ বয়স মই বেছি কৰিছোঁ নেকি? দুবছৰ আগৰেপৰা দেখোন ইস্কুলবোৰত তই মোক ঘূৰাই ফুৰিছ.... সেইবোৰত নাই দিয়া যেতিয়া ইয়াতো নিদিয়ে, ব'ল ঘূৰি যাওঁগৈ.... বনফুলে উ-উকৈ ফেকুৰি কান্দিবলৈ লাগিল। জীয়েকৰ এই আঁজল-মঠালি দেখি হাৰাধনৰ খঙে মূৰৰ চুলি আগ পালেগৈ। জীয়েকৰ হীনমন্যতা দেখি তাৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। সি আগ-পাছ একো নুশুনি জীয়েকক ঠাচ্-ঠাচ্কৈ দুচৰ লগাই দিলে। বনফুলে ৰাউচি জুৰি কান্দিবলৈ লাগিল। তাইৰ কান্দোন শুনি বঙলাৰ ওপৰ মহলাৰ ৰেলিঙত ছোটাচাব আহি থিয় দি সুধিলে — 'হেই, কি হৈছে?' হাৰাধনে পাৰ পোৱাদি পালে। সি হাত যোৰকৈ ক'লে — চাব, ছোৱালীজনী লৈ আহিছোঁ আপুনি কোৱা মতে। টাউনত কোনো ইস্কুলত তাইক চিট নাই দিয়া বাবে আপুনিও আপোনাৰ হ'ব লগা ইস্কুলত চিট নিদিয়ে বুলি কান্দিছে। চাব্, মই তাইক কৈছোঁ — আপুনি কালি মোক গেৰাণ্টি দিছে....'

ঃ গেৰাণ্টি ক'ত দিছোঁ? গৱৰ্মেণ্টৰ ছেংশ্যন নহালৈকে এখন দুখীয়া ল'ৰা-ছোৱালী আৰু অনাথৰ স্কুল খুলিম বুলি ভাবিছোঁ; নিজেই অলপ ধন খৰচ কৰি। অসুবিধা নহ'লে অহা মাহৰপৰা খুলিম— পিছে কিবা কাৰণত ইস্কুলেই যদি নহয়, তোৰ ছোৱালীকনো কেনেকৈ ল'ম? হাৰাধনে কথাষাৰ শুনি কাতৰ হৈ ক'লে — 'চাব্, পুণ্য হ'ব। ইস্কুল খোলক। আমাৰ নিচিনা মানুহৰ ল'ৰা-ছোৱালীয়ে নহ'লে জিন্দেগীত আখৰ চিনি নাপাব'।

ঃ এইৰ নাম কি?

হাৰাধনে ছোটাচাবৰ প্ৰশ্নটো শুনিয়েই বনফুলক ঠেলা মাৰি ক'লে — 'ক আকৌ, নমস্কাৰ দে....'

বনফুলে নিজৰ নামটো ক'বলৈ ওপৰলৈ চালে। তাই বহি থকা ঘাঁহনিৰপৰা বহু ওখত এজন গাঁঠলু চেহেৰাৰ মানুহ। এইজনেই তেনেহ'লে সৰুৰেপৰা সাধুকথাৰ দৰে বাপেক-মাকৰ মুখত শুনি অহা ছোটাচাব! তাই অস্ফুট স্বৰেৰে নিজৰ নামটো উচ্চাৰণ কৰিলে যদিও ছোটাচাবে নুশুনিলে। হাৰাধনেই ক'লে জীয়েকৰ নামটো। বনফুলে মাত্ৰ দুইহাত একেলগ কৰি নমস্কাৰ জনালে — প্ৰাৰ্থনা জনোৱাৰ দৰে। তাইৰ চকুৰ পানীত তিতি থকা চকু দুটাত মিনতিভৰা কাৰুণ্য ভৰি পৰিলে। তাইৰ মনৰ একান্ত হেঁপাহ আৰু আকুতিখিনি যেন হাত দুখনৰ মাধ্যমেৰেই মানুহজনলৈ পঠিয়াই দিব খুজিলে। ঈশ্বৰক প্ৰাৰ্থনা কৰাৰ সময়ত আপোন-আপুনি যেনেকৈ চকু দুটা মুদ খাই যায়, ঠিক তেনেকৈ বনফুলৰ চকু দুটাও মুদ খাই গ'ল।

ছোটাচাবৰ মুখৰ প্ৰতিক্ৰিয়াৰপৰা একো বুজা নগ'ল যদিও এটা কথাত হাৰাধন আৰু বনফুল আশ্বস্ত হ'ল যে, ইস্কুল যদি চাহাবে খোলে, তেন্তে বনফুলে তাত পঢ়িবলৈ পাব।

বনফুল যেন এটা ডাঙৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাইৰ বুকুখন আনন্দতে ধান বনাদি বানিবলৈ ধৰিলে। তাই ডেও দি উলাহতে চুটি চুটি জাঁপ মাৰি হাৰাধনৰ লগে লগে খোজ দি ঘৰলৈ উভতিল। পুৱাৰেপৰা আজিৰ দিনটোৰ বাবেই কত প্ৰস্তুতি! মাকে কালি ৰাতিয়েই তাইক গা-ধুৱাবৰ বাবে বস্তিৰপৰা কিছু দূৰৈত থকা 'মিনিচিপেলটি'ৰ পাইপত অহা পানী আগদিনাৰেপৰা বাল্টি এটাত সাঁচি থৈছিল। নহ'লে পুৱাই পাইপৰ ওচৰত যিহে ভিৰ হয়! পুৱাতেই মাকে তাইক চাবোনেৰে ঘঁহি ঘঁহি গা-ধুৱালে। গা-ধুৱাই থাকোঁতে মাকে গুণ্‌গুণাই গীত গাই আছিল। আজি মাক ঝাড়ু দিবলৈও নগ'ল। মাকে তাইৰ চুলিত তেল সানি, বেণী দুডাল গুঁঠী, কমলা ৰঙৰ ফিটা দুডাল মাৰি চুলিত দুটা উৰণীয়া পখিলা আহি জিৰণী লোৱাৰ দৰে ফিটা দুডালেৰে দুটা পখিলা সাজি দিছিল। বাকচত থকা ৰঙা-হালধীয়া ফুল থকা পোছাকী ফ্ৰকটো পিন্ধাই তাইৰ হাতে-ভৰিয়ে মিঠাতেল সানি চিক্‌চিকীয়া কৰি দিছিল। আৰু দুয়োখন ভৰিতে কাঠি এডালৰ আগত কপাহ অকণমান লগাই আলতা বটলৰপৰা আলতা লগাই দুয়োখন ভৰিৰ পতা ৰঙীন কৰি দিছিল। সাধাৰণতে উৎসৱে-পাৰ্বণেহে

মাকে তাইৰ ভৰিত আলতা লগাই দিছিল। কিন্তু আজি প্ৰথমবাৰৰ বাবে তাইক ছোটাচাবৰ ঘৰলৈ পঠিয়াব। তাতে ইস্কুলত চিট দিবলৈ — মাকে বনফুলক যাতে কোনোপধ্যেই অনুপযুক্ত বুলি নাভাবে তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। বনফুলে মাকৰ কথা ভাবি ভাবিয়েই হাৰাধনৰ মুখলৈ চালে। বনফুলৰ মনটো মৰহি গ'ল। বাপেকৰ মুখত কোনো আনন্দৰ চিন-চাব নাই। সম্মুখৰ ৰাস্তাটোত চকু পোন কৰি কেৱল খোজকাঢ়ি আছে। বনফুলে হাৰাধনৰ খোজত খোজ মিলাই নীৰৱে যাবলৈ ধৰিলে। দুয়োৰেপৰাই দেখিলে তাই, মাক বস্তিৰ সম্মুখতে থকা শিৱ মন্দিৰটোৰ কাষতে সিহঁতলৈকে বাট চাই ৰৈ আছিল। মাকৰ হালধীয়া শাড়ীখনেৰে অস্পষ্ট অৱয়বটো সিহঁতৰ কাষলৈকে ৰাস্তাৰে আগুৱাই আহিল। মাক বিপৰীত দিশৰপৰা সিহঁতৰ কাষ চাপি যিমানে আহিল, বনফুলে দেখিলে মাকে কৌতুহল আৰু উদ্বিগ্নতাৰে কেৱল হাৰাধনৰ মুখৰ ফালে চায়েই আগবাঢ়ি আহিছে। মাকে হাৰাধনৰ মুখখন চাই একো বুজি পোৱা নাই। বনফুলেও বুজি পোৱা নাই। নীৰৱেই এইবাৰ মাকে বনফুল আৰু হাৰাধনৰ সৈতে ঘৰমুৱা হৈ খোজ দিলে। মাকে বনফুলৰ গলধনটোত হাতখন থ'লে। 'কি হ'ল তাত?' কৌতুহল সামৰিব নোৱাৰি মাকে সুধিলে।

ঃ হ'ব — ইস্কুল যদি পাতে।

ঃ মানে?

ঃ মানে কি? ইস্কুলত নপঢ়িলে তহঁতৰ নহয় নেকি? গোটেই বস্তিটোত কোনটো ল'ৰা-ছোৱালীয়ে পঢ়িছে দেচোন? ছোৱালীয়ে জিদ ধৰিলে বুলিয়েই তয়ো তাইৰ মতে যাব লাগেনে? দেখুৱাই হাৰাধনৰ কঠুৱা কথাত বনফুলে অসহায়ভাৱে মাকৰ মুখলৈ চালে।

ঃ শালাচব — তাহাঁতৰ গু-মূত পেলাব লাগে। এদিন আমি নগ'লেই সিহঁতৰ দম বন্ধ হৈ যায়, আৰু আমাৰ পোৱালি সিহঁতৰ পোৱালি পঢ়া ইস্কুলত পঢ়িলেও ইস্কুল পায়খানা হৈ যায়! থুঃ। হাৰাধনে দাঁত কৰচি, এসোপা থু পেলালে।

সিহঁত আহি আহি বস্তিৰ ওচৰ পাইছিলহি। বস্তিৰ সকলো মানুহৰে অভাৱ পূৰাই থকা খেম্‌কাৰ দোকানৰ বাহিৰৰ এফলীয়া কাঠছটাতে বহি আছিল থানু পগলা। থানু পগলাই হঠাতে মাত দিলে বনফুলক, 'তই ইস্কুল কেতিয়াৰপৰা যাবি?' হাৰাধনে থানুৰ প্ৰশ্নটো শুনিয়েই খঙত ৰ'ব নোৱাৰা হ'ল। সি একে টোঁচাই থানুৰ ফিচিকা ছাৰ্টটোৰ কলাৰটোত খামুচি ধৰিলেগৈ — চুৱৰৰ বাচ্চা — নিজেতো পঢ়িয়েই পগলা হ'লি, লাজ নাই বৰ মানুহৰ ল'ৰা হৈ মেতৰৰ বস্তিত চুবা চেলেকি পৰি থাকহি, এতিয়া মোৰ ঘৰো বৰ্বাদ কৰিহে এৰিবি নেকি?' হাৰাধনে থানুক মাৰিব খোজাৰেপৰা বনফুল আৰু বনফুলৰ মাকে হাৰাধনক সাবটি টানি আনিলে। খঙতে হাৰাধনে সকলোৰে আগতে ঘৈণীয়েকক ঠাচ্-ঠাচ্‌কৈ চৰ বহুৱাই দিলে, আৰু ফোঁ-ফোঁৱাই জুপুৰিটোলৈ খোজ ল'লে। হাৰাধনৰ ঘৈণীয়েকে বিনাই বিনাই কান্দিবলৈ ধৰিলে। থানু তলমূৰকৈ কাঠৰ বেঞ্চখনতে বহি থাকিল। বনফুলৰ ক'লা মুখখনত ভয়াৰ্ত অসহায় চকুকেইটা চলচলীয়া হ'ল। তাই চুচুক-চামাককৈ থানুৰ ওচৰলৈ গ'ল। এই থানু পগলাই তাইক মূৰত সুমুৱাই দিছিল এদিন তাই পঢ়িব লাগে। থানুৰ লেতেৰা জধলা চেহেৰা, ময়লা কাপোৰ-কানি দেখি কোনেও ক'ব নোৱাৰে ভাল ঘৰৰ ল'ৰা বুলি। সিহঁতে বুজা হোৱাৰেপৰাই সদায় দেখি আহিছে — মুখেৰে অনবৰত বিৰ্‌বিৰ্‌কৈ কিবাকিবি কথা কৈ থকা থানু পগলা সদায় পুৱা আহি খেম্‌কা দোকানৰ বেঞ্চিখনত বহে। মাজে মাজে দুই-এটা ভাল কথাও কয়। বস্তিৰ মানুহবোৰে কয় থানু এসময়ত কলেজৰ চোকা ল'ৰা আছিল। পিছত পগলা হ'লত ঘৰে এৰি দিলে। এই থানু পগলা দিনটো খেম্‌কাৰ দোকানৰ মুখত বহি থাকে। কোনোবাই কিবা দিলে কেতিয়াবা খায়। গধূলি হ'লে যায়গৈ। থানুৱে বনফুললৈ নাচালে তলমূৰ কৰি বহি থাকিল।

বনফুলৰ নাভিৰপৰা বুকুৰ মাজেৰে এটা কান্দোন আহি ডিঙিত খুন্দা মাৰি ধৰিলে। চিলট্-ফলিগুটি লৈ আন ৰাস্তাৰে যোৱা ল'ৰা-ছোৱালী দেখি বনফুলে এদিন দোকানৰ মুখতে থানুক কৈছিল মাত্ৰ তাইৰো বৰ পঢ়িবলৈ মন যায় বুলি। থানুৱে এদিন বস্তিৰ কাষতে থকা প্ৰাইমেৰী স্কুলখনলৈ তাইক লৈ গ'ল আৰু পোনছাটেই হেড্ মাষ্টৰক লগ ধৰি বনফুলক স্কুলত ভৰ্তি কৰিবলৈ নেৰা-নেপেৰাকৈ লাগিল। সেইদিনা সকলো শিক্ষক-শিক্ষয়িত্ৰীয়ে কৰা তিৰস্কাৰৰ অৰ্থবোৰ বনফুলে বুজিছিল। এটা আধা পগলা, আৰু এজনী মেতৰৰ ছোৱালীৰ স্থান কি থানুৱে বুজা নাছিল বাবেই বনফুলে থানুৰ চোলাত ধৰি টানি-আঁজুৰি আকৌ

খেম্‌কাৰ দোকানৰ ওচৰলৈ লৈ আহিছিল। হাৰাধনে কথাবোৰ শুনি খণ্ডত উতলা হৈ বনফুলক দবিয়াইছিল। বনফুলৰ মাকে কেৱল হাৰাধনে নজনাকৈ বনফুলক ওচৰৰ দুখন পঢ়াশালীলৈ আকৌ লৈ গৈছিল। বনফুলৰ মাকৰ এই নোহোৱা-নোপজা কাণ্ডক দোষাৰোপ কৰি পঢ়াশালীৰ অভিভাৱকবোৰ জাণ্ডুৰ খাই উঠা কথাটোও বনফুলক মাকে আহি কৈছিল। মেতৰৰ ছোৱালীৰ সৈতে চহৰৰ সম্ভ্ৰান্ত ঘৰৰ বামুণ-গোসাঁই, কলিতা-কায়স্থৰ ল'ৰা-ছোৱালীয়ে পঢ়িব! এই লৈ অভিভাৱকবোৰৰ এখন মিটিঙো হোৱাৰ খবৰ পিছত বনফুলহঁতে পাইছিল। কিন্তু আজিৰ কথাটো বেলেগ। তাই মন কৰিছে পঢ়াৰ কথা উলিয়ালে, মাজে মাজে হাৰাধনে উৎসাহো দেখুৱায়, কিন্তু কেতিয়াবা ধমকো দিয়ে। যেনেকৈ মাকৰ কথামতে ছোটাচাবে খুলিব খোজা ইস্কুলত চিট এটা দিবলৈ বনফুলক লৈ গৈ খাটনিও ধৰিলে, ইফালে থানুৱে ইস্কুলত নাম লগোৱাৰ কথা সুধিলতে হাৰাধনে তাক মাৰিবলৈ চোঁচাও ল'লে। মাজতে বেচেৰী মাকজনীয়ে দুচৰ খালে। কথাবোৰৰ বিসঙ্গতিত বনফুলৰ কোমল মগজু আৰু মনে একো উৱাদিহ নাপালে। চুচুক-চামাককৈ তাই জুপুৰি ঘৰটোলৈ খোজ ল'লে। কণমান গাহৰি পোৱালি দুটা বোকাত লুতুৰি-পুতুৰি হৈ তাইক খুন্দিয়াই দৌৰ মাৰিলে। অন্যদিন হোৱা হ'লে তাই পোৱালি দুটাৰ পিছে পিছে ল'ৰা-ঢপৰা কৰি খেলিলেহেঁতেন। পুৱা-গধুলি নেক্‌নেকীয়া বোকা খুঁচৰি থকা গাহৰি পোৱালিবোৰ আৰু মুৰ্গীকেইজনীৰ সৈতে তাই উমলিবলৈ নাপালে শান্তি নাপায়। আজি তাইৰ এইবোৰ একো কৰিবলৈ মন যোৱা নাই।

পিৰালিটোত ভৰি থৈয়ে তাই মাক-বাপেকৰ তুমুল কাজিয়া শুনিবলৈ পালে। মাকে চিঞৰি চিঞৰি বাপেকৰ গোষ্ঠীত ধৰি গালি পাৰিছে। খং উঠিলেই মাকে এই কথাবোৰ কয়। মাকৰ মাক, অৰ্থাৎ বনফুলৰ আইতাক হেনো ভাল মানুহৰ ঘৰৰ লিগিৰী আছিল। জাতে-পাতে অসমীয়া গাঁৱৰ ছোৱালী। পিছে তাই ককাকৰ সৈতে এদিন পলাই আহি ঘৰ-সংসাৰ কৰিলে। আইতাকে লিগিৰী হৈ থকা ঘৰৰ নৰ্দমা-পায়খানা পৰিষ্কাৰ কৰিছিল ককাকে। গতিকেই আইতাক যদিও হৰিজনৰ বোৱাৰী হ'ল, কিন্তু আইতাকৰ এটা সুকীয়া স্থান বংশত বৈ গ'ল। সেই আইতাকৰে ছোৱালী বনফুলৰ মাক। অসমীয়া বিয়ানাম, সাধুকথা, আইতাকৰপৰা মাকে আহৰণ কৰি বনফুলকো শিকাইছিল। সেইবাবেই বাপেকে মদ খাই আহি মাতলামি কৰিলে, অবাইচ মাতিলে মাকে-বাপেকৰ গোষ্ঠীৰ শৰাদ কৰে আৰু নিজে যিমান ভাল জাতৰ সেয়া জহাবলৈ লাগে। আজিও সেয়াই হৈছে। বনফুলৰ চিৰাচৰিতভাৱে কাণ দুখন সৰ্তক হ'ল। কিন্তু আচৰিত ধৰণে আজি বাপেকৰ মাতত আগৰ দৰে জোৰ নাই। বনফুলৰ কাণত বাপেকৰ দুৰ্বল কণ্ঠস্বৰহে আহি পৰিলহি — 'ইস্কুলত ফিজ যেনিবা নিদিলোঁৱেই, কিতাপ, ফলি, পেঞ্চিলৰ খৰচ দিব পাৰিবি? ঝাড়ু দি কেই টকা পাব? চাওঁতে চাওঁতে এই চুবুৰিটোতে কেঁচা পায়খানা নোহোৱা হ'ল। আৰু দুঘৰত পকী 'লেটিন' সাজিছে। তেতিয়া সেই দুঘৰো পায়খানাৰ টিং কঢ়িওৱা কাম বন্ধ হৈ যাব। মিনিচিপেলটিৰ চৰ্দাৰে কালি মোক কি ক'লে জাননে? এবছৰ মানৰ ভিতৰতে পায়খানা নিয়া গাড়ীবোৰ নলগা হ'ব। আমাৰ কাম নাথাকিব। পকী পায়খানা নতুনকৈ সজা মানুহবোৰে আমাক নলয়। সকলোতো ছোটাচাবৰ দৰে নহয়। নলা-নৰ্দমা লেটিন নিজেই চাফা কৰিব। এঘৰ মানুহৰ কামাইৰে পাৰিবি তাইক পঢ়ুৱাব? তাইক পঢ়ুৱালেতো ল'ৰা দুটাকো পঢ়ুৱাব লাগিব!'

বনফুলৰ মাকৰ আগৰ টেং-টেঙীয়া মাতটো অলপ মোলান পৰিল যদিও চিঞৰিয়ে ক'লে — 'কৰিম আকৌ ময়ো কামবোৰ। ভাল ঘৰৰ ছোৱালী আছিলোঁ বাবে ৰেৱতী নাৰ্ছৰ দুটা কাম কৰিয়েই বাদ দিছিলোঁ। ৰেৱতী নাৰ্ছে মোক বিচাৰিয়েই থাকে। পকী পায়খানা চহৰত যেনেকৈ বাঢ়িছে, ডাঙৰ মানুহৰ ছোৱালীবোৰৰ পেট খহোৱা কামো বাঢ়িছে। সিদিনা ৰেৱতীয়ে ক'লে, মোৰ লগলৈ আহ। ফুৰচৎ নাই এতিয়া মোৰ। ফুটনি থ।— সেই দুটা কাম কৰিয়েই যি টকা পাইছিলোঁ, দহদিনৰ চকুৰ চিন্তা নাছিল। বেয়া লাগিহে এৰিলোঁ। সিহঁতচবৰ বাবে সেইবোৰ পাপৰ মাংসৰ টুকুৰা। কিন্তু লেতেৰা কাপোৰবোৰৰ সৈতে মাংসৰ টুকুৰাবোৰ যেতিয়া গাঁত খান্দি মই পুতিব লগা হৈছিল, মনটোৱে কান্দিছিল। চকু-মুখ গজোঁ-নগজোঁতেই মৰা কেঁচুৱাবোৰ পুতি ময়ো জানো পাপ কৰা নাই! পিছে এতিয়াৰপৰা নকৰোঁ। যাৰ পেটৰ চিন্তা, তাৰ আকৌ কিহৰ পাপ-পুণ্য! মুঠৰ ওপৰত মোৰ ছোৱালী মই পঢ়ামেই। তাইৰ যাতে মোৰ দৰে দশা নহয়। কিন্তু তই মোক বাটত মাৰিলি কেলৈ?' বুলি মাকে শোক টানি আকৌ উ-উকৈ কান্দিবলৈ

লাগিল। মাকে খেম্‌কাৰ দোকানৰ সমুখত বাপেকে মৰা চৰ দুটাৰ কথা পাহৰিব পৰা নাই।

বনফুল ঘৰটোৰ পিৰালিৰপৰা আকৌ চোতাললৈ ওলাই আহিল। সকলো কামে-কাজে ব্যস্ত। মতিয়ে দিনতে চুলাই খাই আহি খেম্‌কাৰ দোকানৰ মুখত থিয় হৈ দেখ্-দেখ্‌কৈ পেচাব কৰিছে। মানুহটো থিয় হৈ থাকোঁতেও হালি-জালি আছে। নন্দীৰ মাকে ওচৰতে দালিৰ বড়ী কাগজ-পাৰি শুকুৱাইছে, মতিয়ে ওচৰতে পেচাব কৰা বাবে ৰণচণ্ডী মূৰ্ত্তি ধৰি তাই মতিক বলকিছে। সি পিছে কেৰেপেই কৰা নাই। নাঙঠ-পিঙঠ ল'ৰা-ছোৱালীবোৰ যেনিয়ে-তেনিয়ে পিন্‌পিনাই ফুৰিছে। বনফুলৰ এক অজান দুখে বুকুখন হেঁচা মাৰি ধৰিলে। এই ল'ৰা-ছোৱালীবোৰৰ দৰে ইস্কুলত পঢ়াৰ হাবিয়াস তাইৰো যদি জাগি নুঠিলেহেঁতেন ; তাইও সিহঁতৰ দৰেই আনন্দেৰে চোতালত খেলি থাকিব পাৰিলেহেঁতেন! আমন-জিমনকৈ তাই চোতালৰ মাজতে বহি আকাশলৈ চালে। চিলনীবোৰ উৰি আছে। সিহঁতৰ বস্তিৰ ওপৰৰ আকাশখনৰপৰা চিলনী নুগুচেই। ইটো-সিটো উছৱে-পৰৱে গাহৰি মৰা হয়। চাৰি ঠেং বান্ধি একোডাল ভলুকা বাঁহত গাহৰিটো ওলোমাই জীয়াই জীয়াই নোম উভলা হয়। গাহৰিটোৰ নাৰকীয় মৰণ-যন্ত্ৰণাৰ চিঞৰ শুনাৰ লগে লগে বস্তিৰ কুকুৰবোৰ চাপি-কুচি আহি জিভা পানী পেলাই বহেহি। ঢোঁৰা কাউৰীবোৰ দূৰ-দূৰণিৰপৰা আহি সিহঁতৰ বস্তিৰ ঘৰবোৰৰ চাল ভৰি পৰেহি। কাউৰী-কুকুৰৰ খেদা-কোৰ্হাল, ল'ৰা-ছোৱালী মুনিহ-তিৰোতাৰ লুভীয়া আনন্দৰ চিঞৰ-বাখৰবোৰৰ মাজত, আৰু মৃত্যু-যন্ত্ৰণাত আটাহ পৰা গাহৰিটোৰ বহু ওপৰত আকাশত ওপঙি ওপঙি উৰে চিলনীৰ জাক। মঙহ কাটি নাৰী-ভুৰু পেলোৱা ঠাইত কাউৰী-কুকুৰৰ যুদ্ধৰ মাজত আহি শগুণ, চিলনীয়ে থপিয়াই লৈ যায় একোডাল তেজলগা নাড়ী। যেন আকাশলৈ উৰি যায় উৰণীয়া সাপ! বনফুলে মঙহ খাব নোৱাৰে, এই আনন্দোৎসৱত ভাগো ল'ব নোৱাৰে। আকাশত চিলনী উৰি থকা দেখিলেই তাইৰ কাণত ভাহে ওলোমাই থোৱা জীয়া গাহৰিটোৰ বুকু বিদীৰ্ণ কৰি ওলাই অহা মৃত্যুকাতৰ চিঞৰিটো। টোপা-টোপে তাৰ কঁপি উঠা শৰীৰৰপৰা ওলোৱা তেজবোৰ তাইৰ চকুতো কৰাল মাৰিব খোজে। তাই চিলনী আকাশত উৰা দেখিলেই ভয় লাগে। তাই বহুপৰ আকাশত উৰি থকা ক্ষুদ্ৰ ক্ষুদ্ৰ চৰাইকেইটালৈ চাই চকু দুটা জোৰকৈ মুদি দিলে।

বনফুল দিনক দিনে বিমৰ্ষ হৈ আহিল। তাইৰ বয়সৰ বস্তিৰ ছোৱালীবোৰে চেংগুটি, চোতালত আঁচ টানি এঠেঙীয়াকৈ গুটি পিছলাই খেলি থকা দেখিলেও তাইৰ খেলিবলৈ মন নাযায়। ঠিক তেনেকুৱা এদিনতে হাৰাধনে আহি খবৰ দিলেহি বনফুল ইস্কুললৈ যাব পাৰিব। ছোটাচাবে কৈছে কাইলৈৰপৰাই ইস্কুল আৰম্ভ। বনফুল আনন্দতে লৰ ধৰিলে খবৰটো বস্তিৰ আন ল'ৰা-ছোৱালীবোৰক দিবলৈ।

এক অবুজ আনন্দত শিহৰিত হৈ বনফুলে ফলি-পেঞ্চিল লৈ স্কুললৈ গ'ল। ছোটাচাবৰ বঙলাৰ সীমাত থকা এটা সৰু খেৰীঘৰত সমবেত হৈছেহি তাইৰ দৰে দহোটামান ল'ৰা-ছোৱালী। তাইতকৈ কিছুমান সৰু, কিছুমান ডাঙৰ। কিন্তু তাহাঁতৰ বস্তিৰ তাইৰ বাহিৰে কোনো নাই। ইস্কুল আৰম্ভ হোৱাৰ দিনা ছোটাচাবৰ লগত কেবাজনো ডাঙৰ মানুহ আহিছিল। এটা মানুহক ছোটাচাবে ল'ৰা-ছোৱালীকেইটাক মিঠাই বিলাই দিবলৈ নিৰ্দেশ দিছিল। বনফুলে হাত পাতি মিঠাইটো লৈয়েই চিনি পাইছিল। ছোটাচাবৰ ঘৰত কিবা উৎসৱ হ'লে পিছদিনা দেউতাকে লৈ অহা টোপোলাবোৰত এই মিঠাইৰ টুকুৰা থাকে। মিঠাইটোৰ সুগন্ধিটো তাইৰ নাকত সদায় লাগি থাকে। ভায়েক দুটাৰ সৈতে এই কোমল হালধীয়া ৰঙৰ মিঠাইৰ টুকুৰা লৈ সদায় কাজিয়া হয়। তাই ডাঙৰ বুলি সদায় মিঠাইৰ সোৱাদৰপৰা বঞ্চিত হয়, আৰু ভায়েক দুটালৈ ভাগ এৰি দিব লাগে। মিঠাইটো গোটে-পিতে হাতত পাই তাই একামোৰ লগে লগেই মাৰিলে যদিও পিছমুহূৰ্ততে তাইৰ ভায়েক দুটালৈ মনত পৰিল। আধাখোৱা মিঠাইটো তাই সন্তৰ্পণে জাঙ্গিয়াৰ খোচনিত সুমুৱাই থ'লে। এজন চাপৰ মেকুৰী চকুৱা মানুহক ছোটামেমচাবে লৈ আনি ক'লে— নমস্কাৰ কৰা, এয়া তোমালোকৰ শিক্ষক। বনফুলৰ শিক্ষকজনক কিবা এটা ভাল নালাগিল। তেওঁ মেকুৰীৰ দৰে মেমচাবৰ পিছে পিছে হাত মোহাৰি ফুৰিলে। তেনেকুৱা স্কুল চাবলৈ অহা ডাঙৰ মানুহ দুজনমানক লৈ ছোটাচাব সিহঁতৰ শ্ৰেণীত প্ৰৱেশ কৰিলেহি। ছোটামেমচাবে হঠাতে বনফুলৰ ফালে দেখুৱাই মানুহকেইজনক সৰু সৰুকৈ কিবাকিবি ক'লে। লাজতে বনফুল মুচকঁচ যাব

খুজিলে। অতবোৰৰ মাজত তাইলৈহে আঙুলি পোনাই ছোটামেমচাবে কিবা ক'ব লাগেনে! এইবাৰ মানুহবোৰৰ মাজত থকা খোপা ওখকৈ বন্ধা একমাত্ৰ মাহিলাগৰাকীয়ে ক'লে — 'মেতৰ নে মুচি'?

ঃ মেতৰ — মানে হৰিজনতে পৰে। আমাৰ সেই মেতৰপট্টিৰ ছোৱালী। দেউতাক আহি আমাক লাগি আছিলহি। ককাকৰ দিনৰপৰা আমাৰ ঘৰৰ ছুইপাৰ। বাপেকে আমাৰ ল'ৰা-ছোৱালী পঢ়া স্কুলবোৰলৈ নিছিলে, কোনে চিট দিব! বেচেৰীলৈ বেয়া লাগি আমি এই স্কুলতে চিট দিছোঁ। এইবোৰৰ বাবেইতো আমি কাম কৰিম বুলি ভাবিছোঁ'। ছোটা মেমচাবে শুৱলাকৈ কথাখিনি কৈ শেষ কৰোঁতেই সকলোৱে ভুৰি ভুৰি প্ৰশংসা কৰিলে। বনফুলহে কেঁচুডালৰ দৰে কোঁচ-মোচ খালে। সকলোৱে তাইৰ প্ৰসঙ্গ সলাই যেতিয়া চৰকাৰৰ টকা-পইচাৰ কথা পাতি পাতি আকৌ কোঠালিটোৰপৰা ওলাই গ'ল তেতিয়াহে বনফুলে স্বস্তিৰে উশাহ সলালে। তাই দহ-বাৰটা ল'ৰা-ছোৱালীৰ মাজতো নিজকে অকলশৰীয়া যেন লাগিল। তাইৰ মূৰৰ ভিতৰত 'মেতৰ' শব্দটোৱে বেজীৰ দৰে খুঁচি থাকিল। ঘৰলৈ আহিয়েই তাই মাকক সুধিলে, 'মেতৰ মানুহ কেনেকৈ চাফা হয়?' মাক কিছুপৰ তভক মাৰি থাকিল, তাৰ পাছত বনফুলৰ মূৰত হাত ফুৰাই ক'লে — 'আমি মেতৰ নহয় অ' — হৰিজন। ভগৱানৰ সন্তান। তোক কোনোবাই কিবা ক'লে নেকি?' বনফুলে বিষণ্ণ মনেৰে উচ্চাৰিলে — 'নাই কোৱা'।

বনফুলে খুব কম সময়তে পঢ়া-শুনাবোৰ আয়ত্ত কৰিব পাৰে। অৱশ্যে তাইৰ বুদ্ধি আৰু বয়সো আন ল'ৰা-ছোৱালীবোৰতকৈ বেছি। বনফুলে যেতিয়া বাক্য সাজি লেখিব পৰা হ'ল, তেনেকুৱা দিনৰেপৰা হাৰাধন আগতকৈ বেছি মদাহী হ'ল। সি দিনে-ৰাতিয়ে মদ খাই মাতাল হৈ আহি বনফুলৰ মাকক মাৰ-ধৰ কৰা হ'ল। মুখৰপৰা অবাইচ মাত নুগুচা হ'ল। বনফুল আৰু ভায়েক দুটাৰ সকলো সময়তে; সিহঁতৰ বস্তিত মানুহ দেখিলেই নেগুৰ পেলাই পলাই ফুৰা ফাপৰে খোৱা কুকুৰকেইটাৰ দৰে অৱস্থা হ'ল। বাপেক আগদুৱাৰেদি সোমালে সিহঁত পিছদুৱাৰেৰে পলায়, নহ'লে দুটা কোঠালিৰ কোনোবা এখন দুৱাৰৰ চেপত জুপুকা মাৰে। হাৰাধনৰ চিঞৰ-বাখৰবোৰৰপৰা সিহঁতে গম পায় যে এতিয়া হাৰাধনৰ হাতত ছোটাচাবৰ বঙলাৰ কামটোৰ বাহিৰে আৰু কাম নাই। চাওঁতে চাওঁতে চহৰখনত কেঁচা পায়খানা নোহোৱা হ'ল। মিনিচিপেলটিৰ হাৰাধনহঁতৰ চৰ্দাৰে কৈ দিছে যে, কেজুৱেল মানুহবোৰৰ এতিয়া দৰকাৰ নাই। বেছিভাগ মানুহৰ ঘৰত চেনিটেৰী লেট্ৰিন হৈছে। গতিকে আগৰ দৰে কেঁচা পায়খানাৰপৰা ময়লাটিং আমি মিনিচিপেলটিৰ ময়লাগাড়ীৰ টেংকিত ভৰাব নলগা হ'ল।

হাৰাধনে আগৰ দৰ আন্ধাৰ-মুন্ধাৰতে উঠি শেতেলী এৰিব নলগা হ'ল। মদৰ নিচাত সি প্ৰায়েই ৰোমন্থন কৰি থকা হ'ল, কেনেকৈ সি মানুহৰৰ ঘৰৰ পায়খানাৰ টিংবোৰ পানী কেঁচুৱা কোলাত লোৱাৰ দৰে কান্ধত লৈ, গৃহস্থ শুই নৌ উঠোঁতেই চোতালেৰে লাহে লাহে খোজ দি সাৱধানে লৈ যাব লাগিছিল। ঠেৰেঙা লগা জাৰৰ পুৱতি নিশা এনেকুৱা টিংবোৰ কান্ধত লৈ খোজ দিওঁতে, নিহালীৰ উমত গভীৰ সুখ-নিদ্ৰাত মগ্ন মানুহবোৰৰ ঘৰৰ বন্ধ দুৱাৰ-খিৰিকীবোৰ দেখিলে, আৰু কুঁৱলিত অস্পষ্ট, নিমাও-মাও চহৰখনত সঙ্গী হিচাপে কুকুৰ এটাকো যেতিয়া নেদেখে, তেতিয়া নিজেই নিজৰ জীৱনৰ ওপৰত শাওপাত বৰষিছিলে। অহৰহ দুৰ্গন্ধৰ সৈতে বসবাস কৰি সি তেতিয়া নিজৰ আত্মা-শৰীৰ সকলো ঘিণ কৰিবলৈ শিকিছিল। কিন্তু এতিয়া আকৌ তাক সেই দিনবোৰ ঘূৰাই লাগে। তাক আকৌ জাৰ-জহ একো নমনাকৈ আন্ধাৰতে শুই উঠি দুৰ্গন্ধৰ গাঁতত হাত দুখন ভৰাই দিবলৈ লাগে। তাক কাম লাগে। আগৰ দৰে ল'ৰা-ছোৱালীকেইটাৰে সৈতে পৰিয়ালটোক সপ্তাহত এদিন মঙহৰ জোলেৰে ভাত খুৱাবলৈ লাগে। বনফুলৰ দৰে ল'ৰা দুটাকো পঢ়ুৱাবলৈ খৰচ লাগে। কথাবোৰ কৈ কৈ হাৰাধন যেতিয়া নিতাল মাৰি নাকেৰে ঘোৎ ঘোৎ শব্দ কৰি শুই যায় তেতিয়া বনফুলহঁতে স্বস্তিৰে উশাহ লয়।

হাৰাধনৰ কাম নাথাকিলেও পুৱতি নিশাতে আগৰ দৰে টোপনি ভাঙি যায়, সেয়া বনফুলে সদায় গম পায়। বাঁহৰ বিছনাখনত হাৰাধন ছট্‌ফটাই থাকে। হাৰাধনৰ পাচ্চৱাল শৰীৰটোৰ ভৰত পুৰণি বাঁহৰ চাংখনে মেৰ্‌মেৰ্ শব্দ কৰি থাকে। অপাইতা কলৰ দৰে গেঠেলা মৰা কিবা এটা শোকৰ খুন্দাত বনফুলৰ ডিঙিটো বিষায়। ভিতৰলৈ গুচিও নাযায়, বাহিৰলৈ ওলাইও নাহে। তাইৰ ডিঙিৰ শিৰবোৰ যন্ত্ৰণাত ফুলি উঠে।

হাৰাধনে সেইদিনাও পুৱতি নিশা বিছনাত ধৰ্ফৰাই আছে। মাজে মাজে উস্-আস শব্দও মুখৰপৰা ওলাই আহিছে। বনফুলে সন্তৰ্পণে শুই থকাৰপৰাই মাতিলে — 'বাপু!'

ঃ কি হ'ল, সাৰ পালিয়েইনে?

ঃ তই যেতিয়া সাৰ পাব,ময়ো সদায় সাৰ পাওঁ।

কিছুপৰ স্তব্ধতা। হাৰাধনে বুজিবলৈ চেষ্টা কৰিলে বনফুলৰ মাতটো ঠিক কোনখিনিৰপৰা আহিছে। ভিতৰখন ঘিট্‌মিটীয়া আন্ধাৰ। কুকুৰাই দুবাৰ ডাক দিলে। গাহৰি পোৱালিকেইটাই গড়ালত কুঁউ-কুঁউ শব্দ কৰিছে। বহল চাংখনৰ একেবাৰে শেষত হাৰাধনৰ ঘৈণীয়েক গভীৰ নিদ্ৰাত মগ্ন। মাকৰ কাষতে বনফুল, তাৰ পাছতে ল'ৰা দুটা। কোঠালিটোত একমাত্ৰ হাৰাধনৰ সৈতে জীয়েক সাৰে আছে। হাৰাধনৰ জীয়েকলৈ হঠাতে মায়া উপজিল। সি মৰমসনা মাতেৰে সুধিলে — তই ভালকৈ পঢ়া-শুনা কৰিছনে, ফুল?' বনফুলৰ চকুযোৰ সেমেকি উঠিল। অতি মৰম লাগিলে বাপেকে তাইক ফুল বুলি মাতে। কিমান দিনৰ মূৰত যে তাই এই নামটো শুনিলে। তাই এঁকো নামাতিলে। আৰু দুবাৰমান এই নামটো বাপেকৰ মুখত শুনিবলৈ তাই উৎকৰ্ণ হৈ ৰ'ল।

ঃ শুনিছনে ফুল?

তাই এইবাৰ মাত লগালে — বাপু, ইস্কুল মই নাযাওঁ নহ'লে, ফিজ্ নিদিলে কি হ'ব? ফলিগুটি, কিতাপ, এইবোৰত বহুত খৰচ। ইফালে অহা বছৰৰপৰা আমাক বহী ল'বলৈ কৈছে, কলমো লাগিব, চিয়াঁহীও লাগিব'।

ঃ তই পঢ়া নেৰিবি, বঙলাৰ কামটো মোৰ আছে নহয়। কাম ওলাবই, তই মন দি কেবল পঢ়, খৰচলৈ চিন্তা নকৰিবি।

ঃ তই উস্-আস্ কৈ কেলে আছিলি, বাপু?

ঃ গাটো ভাল লগা নাই। জ্বৰ উঠিছে হ'বলা।

বনফুল লাহেকৈ বিছনাৰপৰা উঠি জুহাললৈ গ'ল। কাঠ খৰি দুডোখৰমান জুহালত সুমুৱাই তাই কাগজ এখনত জুইশলা কাঠী মাৰি জ্বলাই চলি কেইডোখৰত লগাই দিলতে দপ্‌দপকৈ জুইকুৰা জ্বলিল। কমকৈ পানী তপতাই তাই তাত এচিকুটমান চাহপাত আৰু তেজপাত একেলগে দি উতলাবলৈ ধৰিলে। এলুমিনিয়ামৰ গিলাচ এটাত ৰঙচুৱা গৰম পানীৰ চাহটোপা লৈ তাই টেকেলি-টেমাবোৰ খেপিয়াই ক'তো গুৰ বিচাৰি নাপালে। অৱশেষত কাগজেৰে মেৰিওৱা টোপোলা এটাত এটা মুড়ী লাৰু পাই সেইটোৰ সৈতে চাহ গিলাচ আনি হাৰাধনক দিলেহি। হাৰাধনে পৰম তৃপ্তিৰে জীয়েকে আগবঢ়াই দিয়া চাহ গিলাচটো লৈ শোহা মাৰিলে। তাৰ সঁচাকৈয়ে অণ্ঠ-কণ্ঠ শুকাই গৈছিল। বনফুলে বাপেকৰ গাত হাত দি গম পালে, বাপেকৰ তমোময় জ্বৰ।

ইস্কুললৈ যাবলৈ সাজু হওঁতেই হাৰাধনে কেঁকাই-গেঠাই বনফুলক ক'লে যে সি কামলৈ যাব নোৱাৰে। ছোটাচাবৰ বঙলা আৰু বনুফুলহঁতৰ ইস্কুলটো যিহেতু সদায় পৰিষ্কাৰ কৰাৰ দায়িত্ব তাৰে, গতিকে বনফুলে খবৰ এটা বঙলাত দি যাব লাগিব।

বনফুলে মনোযোগেৰে শ্ৰেণীত বিয়োগ অংক এটা কৰি আছিল। তেনেতেই এটা মৃদু চাঞ্চল্য হ'ল। প্ৰথমতে বনফুলে কথাটো ধৰিব পৰা নাছিল, ল'ৰা-ছোৱালীবোৰ বহাৰপৰা থিয় হৈ নাকত সোপা দিলে। বহি থাকিল মাত্ৰ বনফুল আৰু সহপাঠী গোলোক। মাষ্টৰজনে বনফুলক দবিয়ালে — 'বনফুল থিয় হ'।

বনফুলে আচৰিত হৈ অংক কৰি থকাৰপৰা মূৰ দাঙি চালে।

ঃ চাওঁ, থিয় হ বুলিছোঁ নহয়!

বনফুল থিয় হ'ল। মাষ্টৰজনে দূৰৰপৰা তীক্ষ্ণভাবে তাইক পৰীক্ষা কৰিলে। তাৰপাছত ক'লে — 'গোলোক থিয় হ'। থিয় হোৱাৰ পৰিবৰ্তে গোলোকে ভেঁ-ভেঁকৈ কান্দি দিলে। বনফুলে তেতিয়াহে দেখিলে গোলোকে কাপোৰে-কানিয়ে পায়খানা কৰিলে। আটাইবোৰৰ লগতে তাইও নাকত সোপা দিলে। মাষ্টৰে বনফুলক হাৰাধনৰ কথা সুধিলে।

ঃ বাপুৰ জ্বৰ, দুদিনমান আহিব নোৱাৰে — বঙলাত মই খবৰ দি আহিছোঁ। — বনফুলে ইতস্ততঃ কৰি ক'লে। এইবাৰ মাষ্টৰে শ্ৰেণীৰে ল'ৰা দুটামান পঠাই বঙলাত এই ঘটনাৰ বিষয়ে সবিশেষ খবৰ দিলে। কিছুপৰৰ পিছত বঙলাৰ চকীদাৰটো আহি মাষ্টৰৰ কাণে কাণে কিবা এটা ক'লে। মাষ্টৰে ঘোষণা কৰিলে — যা তহঁতৰ ইস্কুল ছুটী। কাইলৈ চাফ-চিকুণকৈ আহিবি। টাউন মিউনিচিপেলটিৰ চেয়াৰমেন আহিব ইস্কুল চাবলৈ'। উলাহতে ল'ৰা-ছোৱালীবোৰে কিতাপ-ফলি লৈ লৰ ধৰিলে। মাষ্টৰে ঘৰলৈ

যাৰ খোজা বনফুলক তেনেতে ক'লে — 'তই ৰচোন'। বনফুল থমকি ৰ'ল। চা কাইলৈ চেয়াৰমেন চাহাব আহিব। হাৰাধনো আহিব নোৱাৰে। তয়ে বেঞ্চখন পৰিষ্কাৰ কৰি থৈ যা, বুজিছ। — যা একো নহয়, তইতো কামবোৰ জানই, সৌ বাহিৰতে হাৰাধনৰ ঝাড়ুটো আছে — যা'। বনফুল বজ্ৰপৰা মানুহৰ দৰে য'তে আছিল তাতে থিয় হৈ থাকিল। তাইৰ দেহাটো যন্ত্ৰণাত থৰ্থৰকৈ কঁপি উঠিল। মাৰিবলৈ নিয়া গাহৰিটোৱে শৰীৰৰপৰা এডাল এডালকৈ নোম উভালোতে যি যন্ত্ৰণাত চিঞৰে, ঠিক তেনেদৰে মাষ্টৰৰ মুখেৰে ওলোৱা এটা এটা শব্দত তাইৰ গাহৰিটোৰ দৰে চিঞৰিবলৈ ইচ্ছা হ'ল।

ঃ যা — ৰৈ আছ যে! মেতৰপট্টিৰ ছোৱালী হৈ এইবোৰ নকৰোঁ বুলিলে হ'বনে?' — এইবাৰ মাষ্টৰে দবিয়ালে। বনফুল এইবাৰ পলাবলৈ উদ্যত হ'ল। মাষ্টৰে আগভেটি ধৰি ক'লে — 'বঙলাৰপৰা ছোটচাবে কৈ পঠাইছে। বাপেৰৰ চাকৰিটো খাব খুজিছ নেকি?'

বনফুলে এবাৰ ক্ৰোধদৃষ্টিৰে মাষ্টৰলৈ চালে আৰু হাতত থকা ফলিখনেৰে দুবাৰ ভেটি ৰখা মাষ্টৰৰ হাতত এমাৰ শোধাই তাই দৌৰিবলৈ ধৰিলে। বস্তিত থকা খেম্‌কাৰ দোকান নোপোৱালৈকে তাই দৌৰিয়ে থাকিল। তাইঁতৰ জুপুৰিটোৰ পিৰালিতে হাৰাধনে কম্বল এখন লৈ ৰ'দ লৈ আছিল। মাকে চাউল বাছি আছে। তাই দৌৰি দৌৰি গৈ মাকক গবা মাৰি ধৰি হাও-হাওকৈ কান্দিবলৈ ধৰিলে। কান্দি কান্দি তাই যেতিয়া সকলো ঘটনা বৰ্ণনালে হাৰাধন বহাৰপৰা থিয় হয়। মাকে বনফুলক আঁৰ কৰি ধৰিলে। হাৰাধনৰ চকুহাল খঙত নে জ্বৰত ৰঙা পৰিছে ধৰিব নোৱাৰিলে। তাই কেৱল বাপেকৰ খঙৰপৰা পৰিত্ৰাণ পাবলৈ মাকৰ আঁচলত মুখ লুকুৱাইছে। হাৰাধন এইবাৰ বনফুলৰ ওচৰলৈ আগবাঢ়ি আহিল। মাকে ক'লে — 'খবৰদাৰ, তোমাৰ চাকৰিতকৈ মোৰ ছোৱালীৰ জীৱন ডাঙৰ, তাইক নমৰিয়াবা'। হাৰাধনে একো নুশুনিলে, মাকৰ গাত আঠা লাগি থকা বনফুলক টানি আনি সাবটি ধৰিলে। বিস্ময়েৰে হাৰাধনৰ মুখৰ ফালে বনফুলে চাই দেখিলে হাৰাধনে কান্দিছে — আৰু মুখেৰে বিৰ্‌বিৰকৈ আকাশৰ ফালে চাই কৈছে — 'ভাল কৰিলি। তই হাৰাধনৰ বেটী। আমাৰ কাম কোনেও খাব নোৱাৰে। যিদিনালৈকে চহৰ বাঢ়িব, মানুহৰ সোঁত বাঢ়িব, ঘৰৰ ওপৰত ঘৰ হ'ব, নৰ্দমাবোৰ ঘৰৰ ভিতৰ সোমাবগৈ, তেতিয়ালৈকে আমাৰ হাতৰ কাম কোনেও কাঢ়িব নোৱাৰে। আমাক চহৰৰ প্ৰয়োজন নাই, চহৰৰ মানুহবোৰৰহে আমাক প্ৰয়োজন। কিমান দিন সিহঁতে আমি নোহোৱাকৈ চলিব? গতিকে অন্যায় সহ্য কিয় কৰিবি? থানু পাগলাৰ ওচৰতে তই গৈ পঢ়িবি, দেৰী হ'লেও, তোক আকৌ পঢ়ুৱাম। তই সঁচাকৈয়ে হাৰাধনৰ নাম ৰাখিলি আজি'।

বনফুল বহুতদিনৰ মূৰত হাৰাধনৰ বুকুত পৰম নিৰ্ভয়েৰে কুচি-মুচি সোমাল। ■

*[বিঃ দ্ৰঃ-গল্পৰ পটভূমি ১৯৭০ চন, যোৰহাট চহৰ। ১৯৬৮-৬৯ চনৰপৰা সৰু চহৰবোৰত কেঁচা শৌচাগাৰ নোহোৱা হ'বলৈ আৰম্ভ কৰিছিল আৰু ১৯৭৫ চন মানৰপৰা মিউনিচিপেলটিৰ এই বিশেষ কামৰ বাবে দৰকাৰ হোৱা টেংক গাড়ীবোৰৰ প্ৰচলন নোহোৱা হৈছিল।]*

# বসন্তৰ গান

বিজিত ফুকনৰ ঘৰৰপৰা শেষ আলহীজন ওলাই যোৱাৰ পিছত তেওঁ চকীদাৰটোক তলা মাৰি গেটখন ভালকৈ বন্ধ কৰি দিবলৈ ক'লে। দিন-কাল বেয়া। তাতে সিদিনা তেওঁৰ ঘৰত 'বাচন নোধোওঁ' বুলি কোৱা; টেম্পৰেৰী অৰ্ডালী ল'ৰাটোক দুচৰ মাৰি খেদি পঠোৱাৰ পিছত আলফাত যোগ দিছেগৈ বুলি আহুকাণে-পহুকাণে শুনাযেপৰা ফুকনৰ ভয় আৰু বাঢ়িবলৈ ধৰিলে। বাৰাণ্ডাতে বৈ তেওঁ নতুনকৈ কিনা চিয়েলোখনলৈ সন্তুষ্টিৰে এবাৰ চালে। আজি তেওঁ যেন পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ সুখী মানুহজন। ত্ৰিছ বছৰীয়া চাকৰি জীৱনৰ অগাধ সা-সম্পত্তি, পঢ়াত ভাল নহ'লেও প্ৰেমাৰ বজাই ৰাখি দিল্লী আৰু মাদ্ৰাজত পঢ়ি থকা দুটা ল'ৰা-ছোৱালী জিতু আৰু মিতু, পঞ্চাছ বছৰ বয়সতো যোল্ল বছৰীয়া যুৱতীৰ অটুট স্বাস্থ্যৰে পত্নী নন্দা। মাত্ৰ এটা খেদ আছিল জীৱনত, হওঁ হওঁ অৱস্থাৰপৰা; তেওঁৰ পিছত লগা চকু চৰহাৰ দল এটাৰ বাবে দুবাৰ উপাযুক্ত পদ পোৱাৰ বাবে মনোনীত হোৱাৰপৰা বঞ্চিত হৈছিল। অৱসৰ ল'বলৈ তেওঁৰ মাত্ৰ তিনি মাহমানহে আছে। জীৱনৰ অন্তিম লক্ষ্য পূৰণ আৰু নহ'বগৈ বুলি ভাবোঁতেই তেওঁ সু-খবৰটো পালে, তেওঁক ধুবুৰী জিলাৰ উপাযুক্ত কৰি ট্ৰেন্সফাৰ দিয়া হৈছে। নন্দাই লগে লগে প্ৰস্তাৱ দিলে আঠ এপ্ৰিল, অৰ্থাৎ তেওঁৰ জন্মদিনৰ দিনাই মুধাফুটা প্ৰশাসনিক বিষয়া আৰু পত্নীসকলক নিমন্ত্ৰণ কৰি এটা 'ডিনাৰ' দিয়া হ'ব। নন্দাই কৈয়ে পেলালে, 'মিছেচ বৰকাকতী, মিছেচ ৰয়হঁতৰ ওচৰত বহুদিন হীনমন্যতাত ভুগিলোঁ, আৰু নহ'ব'।

ড্ৰইংৰূমত চৰকাৰী পিয়ন দুটাই খালি বটল, গিলাছবোৰ সামৰিছে। নন্দাই উলাহেৰে ফুকনক দি যোৱা উপহাৰবোৰ সামৰি বেডৰূমলৈ নিছে। এজন সফল মানুহ হোৱাৰ যে আনন্দ কিমান ফুকনে আজিৰ দিনটোত পোন-প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিলে। বেডৰূমত সোমাই বিজিত ফুকন স্তব্ধ হৈ গ'ল। বেডৰূমত পৰ্দাৰপৰা কাৰ্পেটলৈকে সকলো নতুন, এটা কোমল গোলাপী আভাৰে সজ্জিত সকলো, বিছনাৰ কাষত এথোপা ৰজনীগন্ধা। নন্দা বাথৰূমৰপৰা ওলাই আহিল। নন্দাৰ শৰীৰত এটা নুতুন জিএগ্ৰা পাখি যেন গোলাপী ৰাত্ৰিবাস, নন্দাই যেন বুজাই দিব খুজিলে কোনো কিশোৰীয়েই তেওঁৰ সৈতে ফেৰ মাৰিব নোৱাৰে। 'এইবিলাক কিহৰ আয়োজন নন্দা? সাংঘাতিক কাণ্ড কৰি পেলাইছা দেখোন'। — ফুকনে নন্দাক এহাতেৰে কাষলৈ চপাই আনি ফুচফুচাই সুধিলে। নন্দাৰ ওঁঠেৰে এটি ৰহস্যময় হাঁহি — টৌ খেলি গ'ল। 'ছাৰপ্ৰাইজ, তোমাক আজি প্ৰথম নিশাটো ঘূৰাই উপহাৰ দিব খুজিছোঁ, পঁচিছ বছৰৰ পিছত'। ফুকনৰ শৰীৰ-মনত এক বিদ্যুৎ তৰঙ্গ মুহূৰ্ততে খেলি গ'ল। নন্দাই কাৰ্পেটৰ ওপৰত উপহাৰৰ পেকেটবোৰ লৰালৰিকৈ খুলি কৌতূহল নিবাৰণ কৰিব খোজোঁতেই ফুকনে নন্দাক আৱেগেৰে সাবটি ধৰিলে। কৃত্ৰিম খং দেখুৱাই নন্দাই ক'লে — 'প্লিজ, চাই ল'বলৈ দিয়া প্ৰেজেণ্টবোৰ, হাতৰপৰা পৰি ভাঙি যাব'। ফুকনৰ কোনো কথাই শুনিবলৈ ধৈৰ্য নহ'ল। নন্দাৰ হাতৰপৰা পেকেটবোৰ পৰি গ'ল। বিজিত ফুকন আজি জীৱনৰ সৰ্বোচ্চ প্ৰাপ্তিৰ আনন্দত সঁচাকৈয়ে আত্মহাৰা। যোৱা পোন্ধৰ বছৰ ধৰি বিজিত পত্নীৰ বাবে এনেকৈ কেতিয়াও আকুল হোৱা নাছিল। অন্যান্য ওপৰঞ্চি সুবিধাবোৰৰ দৰেই বিজিতৰ চাকৰিটোৱে ইন্দ্ৰিয় উপভোগৰ সকলো উপকৰণ নিয়মিতভাৱে পোৱাত সহায় কৰিছিল।

কিন্তু আজিৰ কথা সুকীয়া, আজি তেওঁ জীৱনৰ অৰ্জনৰ সন্তুষ্টিত পৰিতৃপ্ত মানুহ.... নন্দাই পৰি যোৱা পেকেটকেইটা বুটলিছে। এটা ক্ৰিষ্টেল এচ্‌ট্ৰে, মোৰাদাবাদী সুৰাপানৰ পাত্ৰ আৰু এটা বাকচৰপৰা সৰি পৰিল এটা

কলম। উজ্জ্বল কমলা ৰঙৰ সোণালী ক্লিপ লগোৱা। ফুকন আচৰিত হ'ল। তেওঁক কলম উপহাৰ দিয়া মানুহ কোন ওলাল? বিজিত ফুকনে শুউলি মাটিকপৰা কলমটো তুলি ল'লে।

ঃ এইটো কোনে দিছে, নন্দা?

ঃ জানো। অ' ৰ'বা, মনত পৰিছে। এজন মানুহ আহিছিল সন্ধিয়া। তুমি বাথৰুমত আছিলা। বাহাদুৰে মোক মাতি দিছিল। হয় তেওঁ দি গৈছিলে বাকচটো, লগতে এথোপা তগৰ ফুল, কাণ্ডাই ডাইনিং ৰুমত সজাই থৈছে'।

ঃ তগৰ ফুল? — ফুকনৰ মুখখন গভীৰ হৈ পৰিল। যোৱা ত্ৰিশ বছৰৰ পিছত এই উপহাৰ? কোন? মানুহজনৰ নাম কৈছিলনে? নন্দাই ফুকনৰ কান্ধত হাত দুখনেৰে মেৰাই ধৰি ক'লে, 'বাদ দিয়ানা, তোমাৰ যে বন্ধু নহয় সেয়া খাটাং কথা। ল'ৰাৰ মিডল ক্লাছৰ মানুহ, কাপোৰ-কানি.... কিবা 'সেনাপতি' বুলি কৈছিল.... সেনাপতি উপাধিটো ইন্টাৰেষ্টিং নহয়? মনত থাকি গ'ল সেইবাবে'।

ঃ বুলু? বুলু সেনাপতি? চছমা পিন্ধা? পায়জামা-পাঞ্জাবী পিন্ধে? — নন্দাৰ চেলাউৰিযোৰ কোঁচ খালে ফুকনৰ কথাত।

ঃ অ', তেনেকুৱাই। পিছে বুলু-ফুলো যি হওক, তোমাৰ ইমান চিন্তা কিহৰ? পুৰা ড্ৰাইভাৰ গোবিন্দয়ো জানো তোমাক এসোপা মিঠাই দি যোৱাহি নাই? কৈ কৈ নন্দা ফুকনৰ ঘনিষ্ঠ হৈ পৰিল, নন্দাই উজ্জ্বল পোহৰৰ লাইটটো নুমাই দিলে।

বুলু, বুলু সেনাপতিক তেওঁ কিমান দিনৰ পিছত লগ পালে সিদিনা? প্ৰথমতে চিনিবই পৰা নাছিল। বয়স যেন বহুত বাঢ়ি গ'ল বুলুৰ। সেই আগৰ পোছাকেই এতিয়াও পিন্ধে। খদ্দৰৰ কামিজ, ওপৰৰ দুটা বুটাম আগৰ দৰেই খোলা, চকু দুটা কিন্তু প্ৰখৰ, তাহানিৰ দৰেই, অফিচত সোমায়েই ৰ' লাগি চাই ৰোৱা বিজিতৰ মুখলৈ চাই কৈছিল — 'পাহৰিলি? বুলু, বুলু সেনাপতি। নাহিলোঁহেঁতেন, পিছে নহাকৈ নহ'ল'। সেই আগৰ দৰেই নিঃসংকোচ কথা-বতৰা। বিজিতে বহুত কথাই সুধিম বুলি ভাবিছিল, পিছে বুলুৱে সুধিবই নিদিলে। বুলুৱে এটা এটাকৈ কৈ গৈছিল, কিয় বিজিতৰ ওচৰলৈ অহাৰ দৰকাৰ হ'ল। বুলুৰ একমাত্ৰ ল'ৰাটোক পুলিচে ধৰি আনি থানাত ভৰাই ৰাখিছে। বুলুৰ মতে, তাৰ কোনো উগ্ৰপন্থীৰ সৈতে সম্পৰ্কও নাই, আৰু সি অপৰাধ কৰিব কেতিয়াও নোৱাৰে। অলপ দুঃসাহসী ঠিকেই। সন্ধিয়াতে ঘৰ সোমোৱাৰ অভ্যাস নাই। কাকতে-পত্ৰই লিখে, ফ্ৰিলাঞ্চাৰ, কবিতাও ভাল লিখে, ৰাতি চাৰে নটা বজাত ৰাস্তাত অকলে পাই পুলিচে ধৰি আনি মৰিয়াইছে, গতি-বিধি সন্দেহজনক বুলি উক্তি কৰিছে, গতিকে পাৰিলে ল'ৰাটো উলিয়াই অনাৰ ব্যৱস্থা কৰিব লাগে। বুলুৱে ইমানদিনৰ মূৰত তেওঁক লগ পাই নিজৰ বিষয়েও একো নক'লে আৰু তেওঁৰ বিষয়েও জানিবলৈ উৎসুক নহ'ল। বুলুৱে আজিও মনত ৰাখিছে তেওঁৰ জন্মদিনটো? কিন্তু ইমানদিনৰ মূৰত হঠাতে কিয়? কিয় দিলে এই উপহাৰ? বুলুৰ ল'ৰাটোৰ এই দুৰ্ঘটনা নোহোৱা হ'লে বুলু আহিলহেঁতেননে তেওঁৰ ওচৰলৈ? বুলুৱে শিৱসাগৰ কেতিয়াবাই এৰিলে বুলি সিদিনা কৈছিল। এই চহৰতে যদি আছে, যোৱা দুবছৰে দেখা নকৰিলে কিয়? সিদিনা বুলুক লগ পাওঁতে তেওঁৰ ৰাতি টোপনি অহা নাছিল। কিন্তু পিছদিনাই পোৱা সুখবৰটোৱে তেওঁক বুলুৰ কথা পাহৰাই দিলে। এথোপা তগৰ আৰু এটা কলম। তগৰ ফুলখিনি তেওঁৰ চাবলৈ মন গ'ল হঠাতে। জেউতি — মিঠাবৰণীয়া, দীঘল বেণীৰে জেউতি, জেউতিৰ খবৰ বুলুৱে জানেনে? জেউতিৰ সৈতে ৰাতি নিৰ্জনত খোজকঢ়াৰ সেই মধুৰ ক্ষণ, জেউতিৰ গালত তেওঁৰ জীৱনৰ প্ৰথম চুৰকৈ যচা চুমা, — 'কি হৈছে তোমাৰ?' — নন্দাৰ বিৰক্তি মিশ্ৰিত বাক্যটোৱে তেওঁক ভয় খুৱাই দিলে। তেওঁৰ এই অন্যমনস্কতা ধৰা নপৰাৰ বাবে আপ্ৰাণ যত্ন কৰিলে নন্দাৰ কাষত।

বিজিতৰ কোনো মতেই টোপনি অহা নাই। নন্দা পৰিতৃপ্তিৰে গভীৰ টোপনিত মগ্ন। তেওঁ হাতত সাৰে ভৰিত সাৰে ডাইনিং ৰুমলৈ গ'ল। এটা চিনাকি সুগন্ধিয়ে তেওঁক জোকাৰি দিলে। ডাইনিং ৰুমৰ অনুজ্জ্বল পোহৰতো তেওঁ দেখিলে তগৰ ফুলখিনি। এখোজ-দুখোজকৈ তেওঁ ফুলখিনি থকা টেবুলখনৰ ওচৰলৈ গ'ল। জেউতি — কিমান বছৰৰ আগতে এনেকুৱা এটা জন্মদিনত জেউতিয়ে তেওঁক তগৰ ফুল দিছিল? ক'ত? ক'ত? কটনৰ নৱাগত আদৰণি সভাত? নে বান মঞ্চত? নে যোৰহাট থিয়েটাৰত 'ভোগজৰা' কৰা সময়ত? জেউতি ব্যতিক্ৰমী ছোৱালী আছিল। সেই কালৰ পুৰুষৰ সৈতে সহ-অভিনয় মঞ্চত কৰা ছোৱালী। কি যে পাগলামিৰ দিনবোৰ! শিৱসাগৰৰ বুলু, গোলাঘাটৰ নৰেন চমুৱা, তেজপুৰৰ জেউতি। চীনা

আক্ৰমণত তেজপুৰৰ মানুহবোৰে ঘৰ-বাৰী এৰি পলাওঁতে, তেওঁলোকে আশ্ৰয় শিবিৰ পাতিছিল, ভলণ্টিয়াৰৰ হৈ কাম কৰিছিল — আৰু ভাষা আন্দোলনৰ দিনবোৰ? ৰঞ্জিত বৰপূজাৰীৰ মৃতদেহ কঢ়িয়াই নিয়া দিনটো, কেতিয়া? কেতিয়া ঘটিছিল এইবোৰ। আৰু এজন মানুহ.... সেই মায়াবী মানুহজনক; দুবাৰমান লগ পাইছিলোঁ। কি নাম আছিল, ৰাভা, বিষ্ণু ৰাভা, বুলুৱে চিনাকি কৰাই দিছিল ঢেকীয়াজুলিৰ গণ-সমাবেশত। বুলুৱে কৈছিল, 'ৰাভাৰ হেনো বন্দুক এটাও থাকে লগত, পিছে ৰাভাই কেতিয়াবা মানুহ মাৰিব পাৰিব বুলি তই বিশ্বাস কৰনে? যিজন মানুহৰ একোটা শব্দই বুলেট, যাৰ খোজত জনতা জাগে, তেওঁৰ হাতত বন্দুক কেতিয়াবা ব্যৱহাৰ হ'বনে?' পিছলৈ এই ৰাভাই বিজিতকো বলিয়া কৰিছিল। বিপ্লৱী শিল্পী ব্ৰজ শৰ্মাৰ এলাগী হৈ পৰি থকা মৃতদেহটো মেডিকেল কলেজৰপৰা আনিবলৈ বুলু আৰু জেউতিয়েই তেওঁক প্ৰথম লগ ধৰিছিল। মনত পৰিছে, বিজিত ফুকনে সেই সময়ত কবিতা লিখিবলৈ লৈছিল। তেওঁৰ কবিতাৰ প্ৰেমত বন্দী জেউতি, জেউতি তেওঁৰ হৃদয়ৰ সবাতোকৈ স্পৰ্শকাতৰ এটা অনুভূতিলৈ ৰূপান্তৰিত হৈছিল। বসন্তৰ কোনোবা এটা দিনত তেওঁলোকে গাইছিল, নাহৰ ফুলে নুশুৱায়, তগৰ ফুলে শুৱাব, ক'ত? ঠিক মনত নাই কেনেকুৱা আছিল সুৰটো? কিন্তু জেউতিয়ে সেইদিনাই তেওঁক দিছিল এথোপা তগৰ। বুলুৱে এটা কলম, সেইদিনা তেওঁৰ জন্মদিন আছিল। ক'ত যে হেৰাই গ'ল তেওঁৰ সেই কলমটো, কোনোদিনেই বিচাৰি নাপালে। বিজিত ফুকনে ফুলখিনি চুব খুজিও হাতখন কোঁচাই আনিলে। তেওঁ বেডৰুমলৈ উভতি গ'ল। টেবুল লেম্পটো জ্বলাই দিলে। নন্দাই বাগৰ সলালে। এয়াৰকণ্ডিশ্বনাৰৰ নিয়ন্ত্ৰিত শীতত নন্দাৰ গাত থকা কোৰিয়ান কম্বলখন অকণমান খহি গ'ল। বিজিতে বেড চাইড টেবুলৰপৰা তুলি ল'লে সেউজীয়া সৰু বাকচটো। বাকচটোৰ মাজত কলমটো, বাকচটো ঘূৰাই চাওঁতেই আঠা দি লগোৱা এটুকুৰা কাগজ চকুত পৰিল। শুভেচ্ছাৰে, বিজিতৰ জন্ম দিনত, — বুলু, জেউতি। জেউতি? বুলু আৰু জেউতিৰ বিয়া হ'ল নেকি? জেউতিক তেওঁ কেতিয়া হেৰুৱাইছিল? ল'ৰাটো তেতিয়াহ'লে জেউতিৰে? কি নাম কৈছিল? অনিৰ্বাণ, অনিৰ্বাণৰ উগ্ৰপন্থীৰ সৈতে সম্পৰ্ক সঁচাকৈ নাইনে? যদি আছে সি অপৰাধী, শাস্তি পাবই লাগিব। বুলু বা জেউতিৰ ল'ৰা বুলি সাৰি নাযায়। কিন্তু বিজিত ফুকনৰ ল'ৰা জিতু? যোৱা দুবছৰৰ আগতে যোৰাবাটৰ ওচৰত বন্ধুৰ সৈতে মদ্যপান কৰি স্কুলীয়া ছোৱালী এজনীক গাড়ীত ভৰাই নি ধৰ্ষণ কৰাৰ বাবে যে ধৰা পৰিছিল। ওপৰত হাত দীঘল বাবেইতো তেওঁ জিতুক সৰুৱাই দিল্লীলৈ পঢ়িবলৈ পঠিয়াবলৈ সক্ষম হৈছিল। বিজিত ফুকনৰ কপালত ঘাম বিৰিঙি উঠিল। বুলুহঁতে জানে নেকি এই ঘটনা? জানিবও পাৰে, খবৰটো বিয়পি পৰিছিল। বিজিতৰ বুকুখন ধপ্‌ধপাবলৈ ধৰিলে হঠাতে, কলমটো তেওঁ এছাৰ মাৰি দলিয়াই দিলে। তগৰ ফুলৰ গোন্ধটো তেওঁ বেডৰুমলৈকে পালে, গোন্ধটোৱে তেওঁৰ হাওঁফাওঁত বিষক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিলে। শ্বাস-প্ৰশ্বাস লোৱাত তেওঁ কষ্ট পাবলৈ ধৰিলে। অস্ফুট গেঙনিৰে তেওঁৰ মুখেৰে ওলাল — পানী, পানী। শুই থকা নন্দা ধৰ্‌মৰাই উঠিল। বিধ্বস্ত চেহেৰাৰে মাটিত বহি থকা বিজিতক দেখি নন্দাই চিঞৰি দিলে। যন্ত্ৰণাত বুকুখন এহাতেৰে হেঁচি বিজিতে কলমটোলৈ বাৰে বাৰে দেখুৱালে, কেঁকাই কেঁকাই ক'লে, তগৰ ফুলবোৰ উলিয়াই দে, মই মৰি যাম গোন্ধত। নন্দাই কিবা এটা বুজিলে যেন। তৎক্ষণাৎ কেইটামান ফোন কৰিলে। বিজিতক বিছনাত শুৱাই দিলে। বিজিত ছট্‌ফটাই থাকিল। অলপ পিছতে ডাক্তৰ বৰা নাৰ্ছ লৈ আহিল। 'মাইল্ড এটেক্' — ডাঃ বৰাই ক'লে। ডি-এছ-পি বৈশ্য সদলবলে আহি সোমালেহি। ক'ত কলমটো? আৰু ফুলখিনি? বৈশ্যাই চাবলৈ বিচাৰিলে। নন্দাই সভয়ে আঙুলিয়াই দেখুৱালে। মুহূৰ্ততে বিশেষজ্ঞৰ দলটোৱে যন্ত্ৰ-পাতিৰে কলমটো আৰু ফুলখিনি বাহিৰলৈ উলিয়াই লৈ গ'ল। 'কি নাম কৈছিল মানুহজনৰ?'

ঃ বুলু সেনাপতি, আগতে কেতিয়াও অহা নাই আমাৰ ঘৰলৈ।

ঃ কোনো কথা নাই। বিচাৰি উলিয়াই হাড় ভাঙি গুড়ি কৰি দিম। সদম্ভে ডি-এছ-পি বৈশ্যাই ঘোষণা কৰিলে। আজিকালি দেশ-কাল বেয়া — বিজিত ফুকনৰ শত্ৰুৱে কৰিছে এইবোৰ.... হয়তো তগৰ ফুলত বিষ দিছে.... পৰীক্ষা কৰিলে গম পোৱা যাব.... ফুকনে ঠাৰে-চিয়াঁৰে 'সেইবোৰ একো কৰিব নালাগে' বুলি হাতেৰে দেখুৱালে। সেঁহাই কোনোমতে উচ্চাৰণ কৰিলে, 'বুলু, ৰাভাৰ মানুহ'। নন্দাই

তৎক্ষণাৎ বৈশ্যক ক'লে, 'শুনিছে, বুলু বোলাজনৰ ৰাভা নামৰ এজনৰ সৈতে সম্পৰ্ক....'

ঃ 'কোনো কথা নাই ৰাভা বোলাটোও সাৰি নাযায়, বান্ধি লৈ গুলীয়াম, চিনি পোৱা নাই'। ডি-এছ্-পি বৈশ্যই দাঁত কৰচিলে। বিজিত ফুকনে দীঘল দীঘলকৈ উশাহ ল'বলৈ ধৰিলে। ডাঃ বৰাই অক্সিজেনৰ মাস্কটো মুখত পিন্ধাই ক'লে — 'এতিয়াই নাৰ্ছিং হোমলৈ নিব লাগিব'। কাঞ্চাই আহি ক'লেহি, 'নিউজ পেপাৰৰ মানুহ আহিছে'। বিজিতে কিবা ক'ব খুজিছে, মুখত মাস্কটো থকাৰ বাবে চকুকেইটা কৰুণ হৈ পৰিছে। নন্দাই কন্দনামুৱা হৈ ক'লে, — 'চিন্তা নকৰিবা, বুলু সেনাপতি, ৰাভা কোনো সাৰি নাযায়। বৈশ্যই কৈছে।' বিজিতে আপ্ৰাণ যত্ন কৰিলে মনত পেলাবলৈ সেই চিনাকি গানৰ সুৰটো, বসন্তৰ কোনো এটা দিনত গোৱা সেই গীতটো। ঠিক, মনত পৰিছে বিজিতৰ, কিন্তু কণ্ঠৰুদ্ধ হৈ গৈছে তেওঁৰ। জড় হৈ পৰিছে শৰীৰ। চকুহাল ধীৰে ধীৰে তেওঁ মুদি দিলে। তেওঁৰ মাস্ক থকা মুখখনেৰে আপ্ৰাণ চেষ্টা কৰি থাকিল বিষ্ণু ৰাভাৰ নামটো উচ্চাৰণ কৰিবলৈ.... বুলু সেনাপতিৰ আৰু জেউতিৰ ল'ৰাটোৰ নিৰ্দোষতাৰ কথা ক'বলৈ — নাৰ্ছে তেওঁক ষ্ট্ৰেচাৰত তুলি দিলে। ■

# বৰ্ষাৰ ফুল

গৌৰকিশোৰ ভট্টাচাৰ্যৰ ঘৰলৈ যিদিনা ডলি আৰু তাইৰ মাক-দেউতাক আহিছিল সেইদিনটো আছিল বৰ্ষাৰ এটি বিৰক্তিকৰ সন্ধিয়া। সাতদিন ধৰি নেৰা-নেপেৰা বৰষুণ। গৌৰকিশোৰ ভট্টাচাৰ্যৰ দুটা কমৰ ঘৰটোৰ প্লাষ্টাৰ এৰাই যোৱা মজিয়াখনৰপৰা ভেঁকুৰা-ভেঁকুৰ গোন্ধ ওলাইছিল। পদূলিমুখৰপৰা ঘৰৰ মজিয়ালৈকে পানী। দুটা চিৰি বুৰ গৈ আছে পানীত। মজিয়ালৈকে কেঁচু উঠি আহি কেৰ্মেৰাই ফুৰিছে। এডাল দীঘল কাঠীৰে গৌৰকিশোৰে বাৰাণ্ডাত উঠা কেঁচুবোৰ পানীলৈ পেলাই থাকোঁতেই পদূলিমুখত ৰ'লহি এখন চিক্‌চিকীয়া গাড়ী। গাড়ীৰ দুৱাৰ খুলিয়েই এগৰাকী প্ৰৌঢ় মহিলাই আঁঠুৰ ওচৰলৈকে শাড়ীখন উজাই এখন ভৰি ইতস্ততঃ কৰি দুৱাৰ উলিয়াই সুমুৱাই অৱশেষত লেতেৰা পানীখিনিত নামি দিলে। গৌৰকিশোৰে দেখিলে মানুহগৰাকীৰ নিমজ সুদৃশ্য কলাফুল দুটা আৰু সুন্দৰ ওখ চেণ্ডেলযোৰ মুহূৰ্ততে কজলা, কেচেমা-কেচেম গোন্ধোৱা পানীত বুৰ গৈ আদৃশ্য হৈ গ'ল। ইয়াৰ পিছত আৰু এযোৰ ভৰি। আপেক্ষিকভাৱে আগৰ ভৰি হালতকৈ ক্ষীণ কিন্তু সযত্নে প্ৰতিপালিত। আগৰ দৰে এইহাল ভৰি দ্বিধাগ্ৰস্ত নহয়, আঁঠুৰ ওপৰলৈকে উন্মুক্ত। ভৰিহালে এবাৰ জোতাই পানী স্পৰ্শ কৰিয়েই তৎক্ষণাৎ ভিতৰ সোমাই গ'ল। গাড়ীৰ দুৱাৰ বন্ধ হৈ গ'ল। ড্ৰাইভিং ছীটৰপৰা ওলাই অহা প্ৰৌঢ় ব্যক্তিজনৰ কিন্তু কোনো সংকোচ নাই। তেওঁ জপং জপংকৈ পানীত খোজকাঢ়িছে। দুৱাৰ খুলিবলৈ যত্ন কৰিছে। ভিতৰ সোমাই ঠেহ পতা ছোৱালীজনীক উদ্দেশ্য কৰি পিতৃ-মাতৃ দুয়োৱে (গৌৰকিশোৰে ভাবি লৈছিল, সেয়া মাক-দেউতাক আৰু ছোৱালীজনী তেওঁলোকৰে বুলি) লেতেৰা পানীতে থিয় হৈ বাক্-বিতণ্ডা কৰাত লাগি গৈছে। অৱশেষত প্ৰায় দহমিনিটমানৰ পিছত ঘপহকৈ গাড়ীৰ দুৱাৰ খোল খালে আৰু এজনী অত্যাধুনিকা কিন্তু অতি মৰমলগা ছোৱালী পিতৃ-মাতৃকো চেৰ পেলাই জপং জপং শব্দৰে গৌৰকিশোৰৰ ঘৰৰ ফালে আহি থাকিল।

আহি আহি ছোৱালীজনী গৌৰকিশোৰৰ একেবাৰে সন্মুখত থিয় হ'লহি। তিতি-বুৰি ছোৱালীজনীৰ মাক-দেউতাকো তাইৰ পিছতে থিয় হ'লহি।

গৌৰকিশোৰ ভট্টাচাৰ্যৰ ভাল, চোকা, অধ্যাপক বুলি সুনাম যেনেকৈ আছে, দুৰ্নামো আছে — অত্যন্ত খঙাল, অশ্লীলভাষী আৰু ব্যৱহাৰ নজনা মানুহ বুলি। গতিকে তেওঁ স্বাভাৱিকভাৱেই এষাৰো মাত-বোল নকৰি যেনেকৈ ফটা মজিয়াৰ ভিতৰৰপৰা কেঁচু উলিয়াই পানীত পেলাই আছিল, তেওঁ তেনেকৈয়ে থাকিল। 'মাজনী নমস্কাৰ কৰা' গৌৰকিশোৰৰ কাণত পৰিল প্ৰৌঢ় পুৰুষজনৰ কণ্ঠ। ছোৱালীজনী কিন্তু আগৰ দৰেই ৰৈ থাকিল। 'আপুনি মিঃ ভট্টাচাৰ্য নেকি বাৰু। আমি ভট্টাচাৰ্যক লগ পাবলৈ আহিছোঁ'। — পুৰুষ কণ্ঠই ক'লে। গৌৰ কিশোৰে লৰচৰ নকৰাকৈ ক'লে — 'কওক'।

ঃ এয়া মোৰ পৰিবাৰ — ৰেণুকা।

ঃ আপোনাৰ পৰিবাৰক আকৌ মই কি কৰিব লাগে?

— দুটামান অস্বস্তিকৰ মুহূৰ্ত পাৰ হৈ গ'ল।

ঃ মই মোৰ ছোৱালী ডলিক আপোনাৰ ওচৰলৈ লৈ আহিছোঁ — আপুনি তাইক পঢ়ুৱালে ধন্য হ'ম। ইংৰাজীত অনাৰ্ছ আছে তাইৰ....

ঃ সপ্তাহত দুটা ক্লাছ — মাহে ছশ টকা। টকা দিয়া এদিন দেৰি কৰিলেও মই পিছদিনা নপঢ়াও। আৰু টিউচন লোৱাৰ আগতে দুমাহৰ টকা একেলগে। নহ'লে বিশ্বাস নাই, এমাহ ক্লাছ কৰি পইচা দিয়াৰ আগতেই 'ভুৰুং'কৈ নাইকিয়া হ'ব। জনা আছে মোৰ।

ঃ আমি তেনে নহওঁ, লাগিলে আজিয়ে টকা লওক।

— অস্বস্তিৰে ক'লে মানুহজনে।

ঃ দিয়ক।

মানুহজনে লেখি লেখি ওপৰৰ জেপৰপৰা টকা ছশ

উলিয়ালে। গৌৰকিশোৰে লেখি লেখি ল'লে টকাকেইটা। তাৰ পিছত ক'লে — 'এনেকুৱা পার্টিক বিশ্বাস কৰিব পাৰি'। কওঁতে তেওঁৰ মুখত ঈষৎ হাঁহি বিৰিঙি গ'ল।

ঃ এয়া ডলি, মোৰ ছোৱালী। মেট্ৰিকত দুটাত লেটাৰ পাই ফাৰ্ষ্ট ডিভিজন পাইছিল, হায়াৰ ছেকেণ্ডেৰীতো ফাৰ্ষ্ট ডিভিজন....

ঃ হ'ব হ'ব, গুণ বখানিব নালাগে। কিমান পণ্ডিত মই পঢ়ুৱালেই জানিম নহয়.... শ্যেলীৰ কবিতা পঢ়িছা?

ডলিয়ে টপৰাই ক'লে — 'বহুত পঢ়িছোঁ?'

'কি? বহুত পঢ়িছা? কোৱাচোন শ্যেলীয়ে প্ৰথম যৌন অভিজ্ঞতাৰ পিছত কোনটো কবিতা লিখিছিল?

'হে ভগবান' ৰেণুকাই অস্ফুট স্বৰেৰে উচ্চাৰণ কৰিলে। ডলিৰ পিতৃৰ কাণ-মুখ ৰঙা পৰিল। ডলি নিৰ্বিকাৰচিত্তে ৰৈ থাকিল।

ঃ হেঃ হেঃ, নোৱাৰা.... ক'ৰপৰা পাৰিবা। ইপিনে বহুত পঢ়িছোঁ....' বুলি গৌৰকিশোৰে সোৎকৈ নাকটো পৰিষ্কাৰ কৰি পিন্ধি থকা লেতেৰা পায়জামাটোত হাতখন মচি থ'লে।

ঃ যোৱা-যোৱা, ৰৈ থাকিব নালাগে। সোমবাৰ আৰু শুকুৰবাৰে আবেলি চাৰে পাঁচটাৰপৰা সাতটালৈ ক্লাছ। মই নিয়মৰ ইফাল-সিফাল নকৰোঁ। তুমি কৰিলেও নচলিব।

ঃ আবেলি নকৰি পুৱা কৰিব নোৱাৰিনে। — ডলিয়ে ভয়ে ভয়ে সুধিলে।

ঃ কিয়? বয়ফ্ৰেণ্ডৰ লগত টহল দিবা?

ঃ নহয় মই মানে টেনিছ প্ৰেক্টিছত যাওঁ....

ঃ কি হ'বা তুমি? ষ্টেফি গ্ৰাফ? নে মণিকা ছেলেচ? তেতিয়াহ'লে মই নপঢ়াওঁ।

ঃ নহয়, মিঃ ভট্টাচাৰ্য, এই টেনিছ প্ৰেকটিছলৈ নাযায় সেই কেইদিন। ডলি, নকব কিয়? — মাকে ধমক দিলে তাইক। ডলিয়ে বিষণ্ণ বদনেৰে ক'লে — হয়, মই আপুনি কোৱামতেই পঢ়িবলৈ আহিম।

ঃ ঠিক আছে। কাইলৈ সোমবাৰ। কাইলৈৰপৰা আৰম্ভ কৰিম তোমাৰ ক্লাছ। এতিয়া দয়া কৰি আপোনালোকে বিদায় ল'বনে?

ডলিৰ পিতৃ-মাতৃয়ে নমস্কাৰ দি তৎক্ষণাৎ বিদায় ল'লে। যাওঁতে ৰেণুকাই ভোৰ্‌ভোৰাই কৈ গ'ল, 'জীৱনত ইমান অভদ্ৰ আৰু অসভ্য মানুহ লগ পোৱা নাই। ছিঃ, কি নিৰ্লজ, লেতেৰা, লোভী-পাষণ্ড....'

ঃ কিন্তু উপায় যে নাই। গৌৰকিশোৰ ভট্টাচাৰ্যৰ ওচৰত লাঞ্ছনা-গঞ্জনা সহিও ক্লাছ ল'বলৈ দূৰ-দূৰণিৰপৰা ল'ৰা-ছোৱালী আহে। তেওঁৰ চৰিত্ৰৰ সকলো দোষ মৰিষণ হৈ যায়, যেতিয়া তেওঁৰ ছাত্ৰ-ছাত্ৰীবোৰে মূধা-ফুটা ৰিজাল্ট কৰে। উপায় নাই। ডলি যদি অলপো ভাল হ'লহেঁতেন মই এওঁৰ ওচৰলৈ এইদৰে অপমানিত হ'বলৈ নাহোঁ'।

তৎক্ষণাৎ পৰিৱেশটো বেলেগ হৈ গ'ল। ডলিয়ে বিৰক্তিত চকু কোঁচালে। ৰেণুকা মনে মনে থাকিল। গোটেই বাটটো কাৰো মুখত কথা নোলাল।

এটা নহয় দুটাকৈ কেলেংকাৰিত জড়িত হৈ কুমুদ শৰ্মা আৰু ৰেণুকাৰ একমাত্ৰ দুহিতা ডলিয়ে তেওঁলোকৰ মুখত ছাই সানি থৈছে। প্ৰথমবাৰ দুদিন উধাও হৈছিল কোনোবা এয়াৰফ'ৰ্চৰ টেনিছ পাৰ্টনাৰ এটাৰ লগত। সেয়া শাম কাটোঁতেই পদ্মিনী নামৰ পঞ্চ তাৰকাযুক্ত হোটেলৰ মেনেজাৰ হৈ থকা পাঞ্জাবী ডেকা ল'ৰাটোৰ সৈতে হোটেলৰ চুইটত গোপনে কেবা ঘণ্টাও অতিবাহিত কৰা অপৰাধত ডলি ধৰা পৰিছিল আৰু ল'ৰাটোৰো চাকৰি গৈছিল। ডলি অতি মেধাৱী ছাত্ৰী আছিল। কিন্তু কিছুদিনৰপৰা ডলি ভাবিব নোৱাৰা ধৰণে পঢ়াত বেয়া হৈছে। কুমুদ শৰ্মাৰ মাজু পুতেকেও এনেকুৱাই দুই-এটা কাণ্ড নকৰা নহয়। কিন্তু ল'ৰা মানুহৰ কথা আৰু ছোৱালী মানুহৰ কথা বেলেগ। কুমুদ শৰ্মাৰ বন্ধু ডাক্তৰ অশ্বিনী দত্তই পৰহি এটা উপদেশ দিলে। 'ডলিক গৌৰকিশোৰৰ হাতত দিয়া। চিধা হৈ যাব। মোৰ ল'ৰা চিধা হৈ গ'ল। সি আজি পুনে ইউনিভাৰ্ছিটিৰ লেক্‌চাৰাৰ। অথচ এটা সময়ত মোৰ ল'ৰা জন্ম হৈ নমৰিল কিয় বুলি মই আফ্‌ছোচ্‌ কৰিছিলোঁ। সকলো গৌৰকিশোৰৰ যাদু। যিমান বদ্‌-মেজাজী নহওক কিয়, গৌৰকিশোৰে ঠিক বাটলৈ সকলোকে লৈ আহে। তেওঁৰ অদ্ভুত খঙাল, ৰহস্যময় চৰিত্ৰটোৰ বাবেই আচলতে ল'ৰা-ছোৱালীবোৰ ভাল হৈ যায়। তেওঁ সাধাৰণতে টিউচন সকলোৰে নলয়। ল'লেই তোমাৰ ভাগ্য জানিবা....' কুমুদ শৰ্মাই গাড়ীৰ ভিতৰত অশ্বিনী বৰুৱাই কোৱা গোটেই কথাখিনি পাগুলি গ'ল। বহুপৰৰ মূৰত তেওঁ ক'লে, 'তোমাৰ ছোৱালীক গৌৰকিশোৰে পঢ়াবলৈ গাত লৈছে। সেয়াই ভাগ্য বুলি জানিবা। মানুহটো বদ্‌-মেজাজী, কিন্তু তথাপিও দেখোন প্ৰত্যেক অভিভাৱকৰ শ্ৰদ্ধা আছে মানুহটোলৈ। অন্ততঃ এটা কথাত নিশ্চিন্ত, এই আদবুঢ়া, লেতেৰা, আপচু মানুহটোৰ সৈতে মোৰ ছোৱালীয়ে তুৰি-মুৰি কৰিব নোৱাৰে। ডলিয়ে ক্ৰোধত চিঞৰি উঠিল 'মোক অলপ

শান্তিত থাকিবলৈ দিবানে তোমালোকে?’

তিনিটা মাহ পাৰ হৈ গ'ল। ডলিয়ে গৌৰকিশোৰৰ চকুলৈ অলপ অলপকৈ চাবলৈ সাহস কৰা হৈছে। ডলিৰ সৈতে অংকুৰ চৌধুৰী নামৰ সুন্দৰ চেহেৰাৰ নিমাখিত ল'ৰা এটায়ো ক্লাছ লয়। গৌৰকিশোৰে লক্ষ্য কৰিছে, কিছুদিন ধৰি ডলি আৰু অংকুৰৰ দৃষ্টি বিনিময়, ঠাট্টা-মস্কাৰ বাঢ়ি গৈছে। এদিন হঠাতে গৌৰকিশোৰে ক'লে — ‘অংকুৰ তোমাৰ সময়টো সলনি কৰিম। তুমি মঙলবাৰ আৰু শনিবাৰে পুৱা আহিবা’।

ডলি মনে মনে থাকিব নোৱাৰিলে। ‘কিয়? কিয়?’ হঠাতে তাই প্ৰশ্ন কৰি পেলালে।

ঃ কি হ'ল? সি মুখেৰে মতা নাই, তোমাৰ গাৰ পোৰণি উঠিল কিয়? — গৌৰকিশোৰে ৰঙা চকু দেখুৱাই সুধিলে।

ঃ মই চব জানো, আপুনি আচলতে অতি নীচ মনৰ মানুহ।

আজিলৈকে গৌৰকিশোৰক এইদৰে ক'বলৈ কোনেও সাহস কৰা নাছিল। ডলিৰ মুখলৈ চাই তেওঁ কিছুপৰ হতভম্ব হৈ ৰৈ থাকিল। অংকুৰৰ ওঁঠ দুখন মেল খাই গ'ল। গৌৰকিশোৰে ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। আৰু চিঞৰি চিঞৰি কলে ঃ ‘তোমাৰ কাণ্ড-কীৰ্তি মই নাজানো বুলি ভাবিছা নেকি? এনেয়ে বুকু আৰু উৰু উলিয়াই ইয়াত পঢ়িবলৈ আহানে? মতা ল'ৰামখাক জ্বলাবলৈ আহা?’

ঃ আপুনিও জ্বলিছে নেকি? মই ভালেই পাওঁ কাইলৈৰপৰা নাহোঁ আৰু। — ডলিয়ে শান্তভাৱে ক'লে।

ডলিৰ নিৰুদ্বেগ উদ্ধত উত্তৰ শুনি গৌৰকিশোৰ বজ্ৰ পৰা মানুহৰ দৰে হ'ল। কিন্তু তাৰ পাছতে তেওঁ খঙত ফাটি পৰিল।

ঃ নাহি পৰিবি? বাপেৰক চিনি পোৱা নাই। এই গৌৰকিশোৰে এবাৰ হাতত লোৱা ল'ৰা-ছোৱালী নিজে নেৰিলে কোনোবা যাব পাৰিছিনে সুধি চাবি। খঙত গৌৰকিশোৰৰ দাড়ি নুখুৰুৱা মুখখন আৰু বিকৃত হ'ল। চুলি নোহোৱা কপালখনত চাৰিডালমান একেলগে আঁচ পৰিল। খঙতে পঢ়াৰ টেবুলৰপৰা উঠি গৈ তেওঁ বাৰাণ্ডালৈ ওলাই গ'ল।

ঃ অসভ্য, বুঢ়া! প্ৰেম কি বস্তু বুজি পালেহে! জীৱনত বিয়া-বাৰু নকৰিলেই, আৰু কৰিব বা কেনেকৈ? কোনে বিয়া কৰাব? কৰাইচ এটা, টকা এসোপা গোটাই ষ্টেণ্ডাৰ্ডলেছ জীৱন এটা কটোৱাৰ বাদে কি শিকিলে? চোকা হ'ল বুলিয়ে সাতখুন মাফ হ'বনে? কলেজত এই মানুহটোক পঢ়াবলৈ দিলে কেনেকৈ সেয়াই মই আচৰিত! মই প্ৰিন্সিপাল হোৱা হ'লে কলেজৰপৰা বাহিৰ কৰি দিলোঁহেঁতেন....

ডলিয়ে লাওপাত-কচুপাত মুখখন জোকাৰি অঙ্গী-ভঙ্গী কৰি বাৰাণ্ডালৈ ওলাই যোৱা গৌৰকিশোৰলৈ চাই কথাষাৰ নিৰ্ভয়ে কৈ থাকিল।

ঃ ডলি প্লিজ মনে মনে থাকা, বাৰাণ্ডাৰপৰা তেওঁ তোমাৰ সকলো কথা শুনি আছে নিশ্চয়। তুমি পঢ়া এৰিলেও এৰিবা, মই নোৱাৰোঁ। মোক এই ছাৰৰ ওচৰৰপৰা গুচি যোৱা বুলি গম পালে ঘৰত শুদাই নেৰে। — অংকুৰে সভয়ে ফিচ্‌ফিচালে।

ঃ তুমি এটা কাৱাৰ্ড। তোমাৰ একো নাই। ইডিয়ট! মই তেওঁক শুনাবলৈহে এনেকৈ কৈছোঁ....

ডলিয়ে শেষ কৰিবলৈ নাপালে, গৌৰকিশোৰ সোমাই আহিল গম্ভীৰ খোজেৰে। আচৰিত ধৰণে শান্ত গৌৰকিশোৰ। ডলিয়ে অধীৰ আগ্ৰহেৰে শুনিবলৈ বাট চাই ৰ'ল — ‘গেট্ আউট ফ্ৰম মাই ক্লাছ, আই ডণ্ট ৱাণ্ট টু চি ইয়ৰ ফেচ এনি ম'ৰ....’ জাতীয় বাক্য এষাৰি। এই বাক্যষাৰিৰ বাবেই ডলি অপেক্ষাৰত। তাই প্ৰতিশোধ ল'ব, মাক-দেউতাকৰ ওপৰত, গোটেই সমাজখনৰ ওপৰত। যিবোৰে তাইক নিজৰ ইচ্ছাত জীয়াই থাকিবলৈ দিয়া নাই। গৌৰকিশোৰে সেইবোৰ একো নকৰিলে, তাৰ পৰিবৰ্তে — তেওঁ এখন কিতাপ টান মাৰি আনি পঢ়িবলৈ ধৰিলে.... I would love you ten years before the flood.... তুমি ইচ্ছা কৰিলে প্ৰত্যাখ্যান কৰি যোৱা মোৰ প্ৰেম-ভালপোৱা, কিন্তু মই তোমাক মহাপ্ৰলয়ৰ দহ বছৰ আগৰেপৰাই ভাল পাই আহিছোঁ.... ডলিয়ে অপলক নেত্ৰেৰে গৌৰকিশোৰলৈ চাই থাকিল। এই অভদ্ৰ মানুহজনে যেতিয়া ছেক্সপীয়েৰ পঢ়ুৱায়, মাৰভেলৰ প্ৰেমৰ উক্তি দিয়ে, কীটছ্, শ্যেলীৰ কবিতা আবৃত্তি কৰে, কোনো মানুহৰ সাধ্য নাই তেওঁৰ স্বৰূপ বুজাৰ। অসাধাৰণ বাগ্মিতাৰে, অতি আন্তৰিকতাৰে তেওঁ পঢ়ুৱাই যায়। অলপ আগতে ডলিয়ে খঙেৰে কোৱা কথাবোৰ তেওঁ নিশ্চয় শুনিছে, অথচ কোনো ভাবান্তৰ নাই। আচলতে অভাৱনীয় কাণ্ড এটা কৰি এই সুযোগতে টিউচনটোৰপৰা হাত সাৰিব পাৰিলেই তাই বাচিব বুলি ভাবিছিল। ইমান পঢ়া তাইৰ সহ্য নহয়। জীৱনৰ আচল সময় গুচি যায় এতিয়া এইদৰে। এই হেমন্তৰ সন্ধিয়াবোৰ,

এই কিতাপৰ গুদামঘৰটোতে শেষ হৈ যাব এতিয়া। দিনবোৰো আজিকালি তাইৰ বাবে একোটা অভিশাপ হৈ আছে। গৌৰকিশোৰে বোজাই বোজাই দিয়া হ'মৱৰ্ক কৰোঁতেই ধাতু যায়। মাক-দেউতাক আগতকৈও বহুত কঠোৰ। বিনা অনুমতিত ক'লৈকো যাব নোৱাৰে। কি এক অসহ্য বিড়ম্বনা! কিন্তু এই মানুহটোৱে দেখোন তাইৰ গালিবোৰ গিলি থোৱাদি থ'লে। নে নুশুনিলেই?

.... How many stars in your bowl?
How many shadows in your Soul?
Only mine, love mine?....

গৌৰকিশোৰে আপোনমনে লৰেঞ্চৰ কবিতা পঢ়াই গৈছে। হঠাতে ডলিলৈ নোচোৱাকৈ অন্যান্য ছাত্ৰ-ছাত্ৰীলৈ চায় গৌৰকিশোৰে ক'লে — 'ডি-এইচ-লৰেঞ্চে তোমালোকৰ দৰে যুৱক-যুৱতীলৈ অসংখ্য কবিতা এৰি থৈ গৈছে। পিছে আজিকালিৰ ল'ৰা-ছোৱালীয়ে এইবোৰৰ মৰ্ম কি বুজিবা! দেহ-সৰ্বস্ব প্ৰেমহে তোমালোকে জানা! যত মানে অৰুচি বদহজমৰ প্ৰেমালাপ, ছিঃ'।

ডলিয়ে বুজিলে এই ঘৃণাৰ অংশীদাৰ তায়ো। গৌৰকিশোৰে সুবিধা পালেই তাইৰ প্ৰতি অসহিষ্ণুতা এইদৰে প্ৰকাশ কৰে। ডলিৰ ক্ৰোধত সৰ্বশৰীৰ জ্বলে, এটা লেতেৰা, তাই চকু পাৰি দেখিব নোৱাৰা মানুহে তাইক চাব নোখোজে, ইয়াতকৈ অপমানজনক কথা কি হ'ব পাৰে? যি ডলি চহৰখনৰ চৰ্চাৰ বিষয়, ডলিৰ একমুহূৰ্ত সান্নিধ্যৰ বাবে বহু ডেকা ল'ৰাই ব্যাকুলভাৱে প্ৰতীক্ষা কৰে; তেনেস্থলত গৌৰকিশোৰ ভট্টাচাৰ্যৰ দৰে পঞ্চলিছ বছৰীয়া অবিবাহিত কুৎসিত মানুহ এটাই তাইক ঘৃণা কৰে! ডলি বলিয়া হৈ যোৱাৰ উপক্ৰম হ'ল, কথাখিনি ভাবি। গৌৰকিশোৰে তাইক ইমান দেখিব নোৱাৰে যে পঢ়াওঁতেও তাইৰ সহপাঠী চাৰিটা ল'ৰা-ছোৱালীৰ ফালে চাইহে পঢ়ায়। ডলিয়ে সংকল্প ল'লে, ইয়াৰ পোটক তাই তুলিবই তুলিব।

দুদিনমানৰ পিছত দেখা গ'ল, গৌৰকিশোৰৰ ঘৰলৈ যোৱা ৰাস্তাত দুখন প'ষ্টাৰ। গৌৰকিশোৰৰ ছাত্ৰীসকলৰ সৈতে থকা সম্পৰ্কৰ সন্দেহজনক উক্তি আৰু গৌৰকিশোৰৰ দুশ্চৰিত্ৰৰ কথা তাত প্ৰকাশ পালে। এজন ছাত্ৰই খণ্ডতে সেইবোৰ ফালিবলৈ গৈছিল, গৌৰকিশোৰে ক'লে — 'খবৰদাৰ, প'ষ্টাৰবোৰ থাকিবলৈ দিয়া। মোক লৈ কোনেও ইমান গুৰুত্ব আগতে প্ৰকাশ কৰা নাছিল। মই বৰ ভাল পাইছোঁ, অন্ততঃ মোৰ দামো আছে এই চহৰত'। ডলি মন্তব্যটো শুনি হতাশ হ'ল। তাই অন্য পন্থা ল'লে এইবাৰ। গৌৰকিশোৰ কিমান অসৎ আৰু লম্পট, সেই কথা তাই ৰটনা ৰটিবলৈ ল'লে। ইয়াৰ বাবে তাই নিজৰ শৰীৰৰ কিছুমান বিশেষ অংগৰ স্পৰ্শানুভূতিৰ বাবে গৌৰকিশোৰে কি ফান্দ্ পাতিছিল; এই বিষয়েও মুখৰোচক বিশ্বাসযোগ্য কল্পকাহিনী তৈয়াৰ কৰি বন্ধুমহলত বিতৰণ কৰিবলৈ তাই কুণ্ঠাবোধ নকৰিলে। বহুতেই এইবোৰ শুনি কলেজত গৌৰকিশোৰলৈ আঙুলিয়াই ফিচ্‌ফিচালে — 'ই বুঢ়া কম নহয়। বিয়া নকৰালে কি হ'ব, টিউচনত ছোৱালীলৈ হাত মেলে'।

গৌৰকিশোৰৰ এটা আচৰিত পৰিবৰ্তন লাহে লাহে প্ৰত্যেকে লক্ষ্য কৰিবলৈ ল'লে। গৌৰকিশোৰ নিজক লৈ সচেতন হোৱাটো ছাত্ৰ-ছাত্ৰীবোৰৰ লগতে কলেজৰ কলিগষোৰেও লক্ষ্য কৰিলে। তেওঁৰ মাত-কথাবোৰ কোমল হ'ল, ব্যৱহাৰ মাৰ্জিত হ'বলৈ ল'লে। সকলোতকৈ ডাঙৰ কথা, গৌৰকিশোৰে হাঁহিলে কিমান সুন্দৰ দেখি সেই কথা প্ৰথমবাৰ বাবে কলেজৰ ক্লাছৰুমতো চৰ্চা হ'বলৈ ধৰিলে।

গৌৰকিশোৰে থকা ঘৰটো মেৰামতি কৰিলে। গ্লাছৰ দুৱাৰ-খিৰিকীৰে বাৰাণ্ডাখন অলপ আগুৱাই দি এটা ধুনীয়া ক্লাছৰুম কৰিলে। টিউচন ৰুমটোত বগা নেটৰ পৰ্দা দিলে। মছকুইট' প্ৰুফ কৰিলে। গৌৰকিশোৰে এদিনো দাড়ি নুখুৰালে থাকিব নোৱাৰা হ'ল। যি গৌৰকিশোৰে কাষত বহি পঢ়ালে ছাত্ৰ-ছাত্ৰীয়ে নাকত সোপা দি থাকিব লগা অৱস্থা হয়, সেই গৌৰকিশোৰ আজিকালি ক্লাছৰুমৰপৰা ওলাই গ'লেও তেওঁৰ দেহৰপৰা নিৰ্গত বিলাতী সুবাস ক্লাছৰুমত স্থায়ীভাৱে থাকি যোৱা হ'ল। গৌৰকিশোৰে যে নিজৰ দেহৰহে যত্ন লোৱা হ'ল এনে নহয়, তেওঁ থকা ঘৰটোও আটোম-টোকাৰিকৈ সজালে। অতি উৎসাহেৰে তেওঁ ছাত্ৰ-ছাত্ৰীবোৰৰপৰা এই সম্পৰ্কে উপদেশ লয়। চৌখিন হ'বপৰা কিতাপ-আলোচনীৰে ঘৰটো ঠাহ খাই পৰিল। এটা বছৰৰ ভিতৰত গৌৰকিশোৰৰ আমূল পৰিবৰ্তন ঘটিল। গৌৰকিশোৰৰ আকস্মিক পৰিবৰ্তনৰ কথা নানা ধৰণে চৰ্চা হ'বলৈ ধৰিলে। ইয়াৰ লগে লগে তেওঁ হৈ পৰিল ছাত্ৰ-ছাত্ৰীৰ, অভিভাৱকসকলোৰে প্ৰিয়পাত্ৰ। আজিকালি গৌৰকিশোৰে ছাত্ৰ-ছাত্ৰী আৰু সহকৰ্মী নাৰীসকলৰ সৈতেও ফূৰ্তি-তামাছা কৰে। একমাত্ৰ উদাসীন ডলিৰ ক্ষেত্ৰত। ডলি নিয়মিতভাৱে টিউচনলৈ আহিলেও গৌৰকিশোৰে ডলিৰ সৈতে দূৰত্ব ৰাখে।

বি-এ ফাইনেল পৰীক্ষালৈ তিনিমাহ মাত্ৰ বাকী থাকোঁতে ডলি হঠাতে গৌৰকিশোৰৰ ঘৰলৈ ক্লাছ ল'বলৈ নহা হ'ল। সেয়াই নহয়, আনকি ডলি কলেজলৈও নোযোৱা হ'ল। অভিভাৱকে আহি গৌৰকিশোৰক ক'লেহি — ডলিৰ কি অসুখ হৈছে কোনেও ধৰিব পৰা নাই। খোৱাত অৰুচি, সকলো সময়তে মন মাৰি থাকে, ঘৰৰপৰা নোলায়।

পৰীক্ষালৈ মাত্ৰ দুমাহ বাকী। এদিন হঠাতে আবেলি ডলি আহিল মাকৰ সৈতে। সকলোৱে দেখিলে, ডলিৰ শৰীৰ প্ৰায় অস্থিচৰ্মসাৰ। চকুৰ গুৰিবোৰ ছাই সনাৰ দৰে ক'লা। দীৰ্ঘদিন অনিদ্ৰাৰ চিন তাত সুস্পষ্ট। চুলিবোৰ যত্নবিহীন, শুকান। ডলিৰ জ্যোতিহীন দেহাটো আবৰি আছে এযোৰ দগধা খদ্দৰৰ ম্লান ৰঙৰ ছেলোৱাৰ-কুৰ্তাই। বাৰাণ্ডাত উঠিয়ে ডলিয়ে গৌৰকিশোৰলৈ তীক্ষ্ণ দৃষ্টিৰে কিছুপৰ চাই থাকিল। তাৰ পাছত লাহে লাহে ক'লে — 'মোৰ কিছু কিতাপ-বহী আপোনাৰ ওচৰত আছে। লৈ যাওঁ।

ঃ তুমি ক্লাছলৈ অহা নাই কিয়? — গৌৰকিশোৰে শান্তভাৱে সুধিলে।

ঃ মই ক্লাছলৈ নহা বাবে আপোনাৰ কি লোকচান হৈছে? — পইচা মই লৈ আহিছোঁ এই মাহৰ।

ঃ লোকচান মোৰ হোৱা নাই, তোমাৰ হৈছে।

ঃ মোৰ? মই পঢ়া-শুনাৰ ইতি পেলালোঁ। আৰু কোনোদিন মই নপঢ়ো, কলেজলৈও নাযাওঁ। কাৰো শক্তি নাই মোক পঢ়িবালৈ পঠিয়াবলৈ।

গৌৰকিশোৰে একো নামাতিলে। ডলিৰ মাকে অসহায় দৃষ্টিৰে গৌৰকিশোৰৰ মুখলৈ চাই থাকিল। গৌৰকিশোৰ ভিতৰলৈ উঠি গৈ হাতত কেইখনমান বহী আৰু এখন কিতাপ লৈ ওলাই আহিল। ডলিয়ে দেখিলে, কিতাপ-বহী কেইটাত সুন্দৰকৈ নতুন ক'ভাৰ লগোৱা হৈছে। গোটা গোটা আখৰেৰে তাৰ ওপৰত ডলিৰ নাম লেখা আছে। তাই চিনি পালে গৌৰকিশোৰৰ হাতৰ আখৰকেইটা।

ঃ তুমি যদি নপঢ়াই এইবোৰ নিবলৈ আহিলা কিয়, ডলি? — গৌৰকিশোৰে ডলিৰ হাতত কিতাপ-বহীখিনি দি মৰমেৰে সুধিলে।

হঠাতে ডলিয়ে হুকহুকাই কান্দি দিলে। পৰিস্থিতিটো অস্বস্তিকৰ হৈ উঠিল। পঢ়ি থকা ছাত্ৰ-ছাত্ৰীবোৰে লেখিবলৈ এৰি, খিৰিকীৰে ডলিৰ ফালে চাই ৰ'ল। গৌৰকিশোৰে আড়ষ্টভাৱে সৌহাতখন ডলিৰ মূৰলৈ নি চুলিত আলফুলে হাত ফুৰাই ক'লে — 'ডলি, তোমাৰ কি হৈছে? তুমি ইমান মেধাৱী, ইমান ভাল ছোৱালী, তুমি এইবোৰ কি বলিয়ালি কৰিছা? তোমাৰ ওপৰত মোৰ কিমান আশা.... তুমি এনেকুৱা কৰিলে মই বৰ দুখ পাম'।

হঠাতে যেন বিস্ফোৰণ ঘটিল। ডলিয়ে কান্দিবলৈ এৰি স্থিৰদৃষ্টিৰে গৌৰকিশোৰৰ দীৰ্ঘাঙ্গ দেহটো দুবাৰমান মূৰৰপৰা ভৰিলৈ পৰ্যবেক্ষণ কৰিলে। ডলিৰ কান্দি উথহি যোৱা ধুনীয়া চকুহালৰ সেই তীব্ৰ দৃষ্টি গৌৰকিশোৰৰ বাবেও অসহ্যকৰ হৈ উঠাত তেওঁ অন্যফালে মূৰ ঘূৰালে।

ঃ এই কথাখিনি ইমানদিনে নকৈ মোৰ সৈতে দুৰ্ব্যৱহাৰ কিয় কৰিছিল?

ডলিৰ প্ৰশ্নত থত্‌মত খাই গৌৰকিশোৰে ক'লে — 'দুৰ্ব্যৱহাৰ? মই তোমাক দুৰ্ব্যৱহাৰ কৰিছিলোঁ, ডলি? ভাবাচোন, টিউচনৰ ক্লাছত তোমাৰপৰা জীৱনত নোপোৱা তিৰস্কাৰ মই পাইও তোমাক পঢ়ুৱাই আছোঁ এতিয়াও, এয়া মোৰ তোমাৰ প্ৰতি দুৰ্ব্যৱহাৰ নেকি? তুমি কথাই কথাই, বুঢ়া, কৰাইচ, লেতেৰা ইত্যাদি মন্তব্য সমনীয়াৰ আগত মোৰ পিছফালেই যেতিয়া কৰা, সেয়া মই নুশুনো বুলি ভাবা নেকি? ইয়াতো ক্ষান্ত নহৈ তুমি মোৰ বদ্‌নাম ৰটি ফুৰিলা কলেজত, গোটেই চহৰখনত, মই জনাত মোৰ ঘৰলৈ যাতে টিউচন ল'বলৈ কোনো নাহে সেই ব্যৱস্থা কৰিবলৈ তুমিয়েই তোমালোকৰ ড্ৰাইভাৰক টকা দি মোৰ ঘৰৰ আগত অশ্লীল প'ষ্টাৰ লগাইছিলা, মোৰ চৰিত্ৰহনন কৰি — ইমানবোৰ জানি-শুনিও তোমাক মই পঢ়ুৱাবলৈ এৰা নাই। অথচ তুচ্ছ কথাতে কত ছাত্ৰ-ছত্ৰীয়ে মোৰ টিউচন এৰিব লগা হৈছে! এতিয়া তোমাৰ প্ৰতি মোৰ কোনখিনিত দুৰ্ব্যৱহাৰ দেখিলা?' কথাবোৰ শুনি এইবাৰ ডলিৰ মাকে ৰণচণ্ডী মূৰ্তি ধাৰণ কৰিলে। তেওঁ আগ-পাছ নুগুনি, আভিজাত্য এৰি থাপ মাৰি ডলিৰ পনি টেইন বন্ধা চুলিকোছাত ধৰি চিঞৰি উঠিল — উস্, এই ছোৱালীজনীয়ে জীয়াই জীয়াই আমাক পুৰিও শান্তি পোৱা নাই'। হঠাৎ এই নাভূত-নাশ্ৰুত কাণ্ড দেখি টিউচন কৰি থকা ল'ৰা-ছোৱালীবোৰ কিছুসময়ৰ বাবে হতভম্ব হৈ পৰিছিল যদিও তৎক্ষণাৎ দুজনীমান ডলিৰ সমবয়সৰ ছোৱালীয়ে ডলিৰ মাকক ক্ষান্ত কৰি চকী এখনত হেঁচা মাৰি বহুৱাই দিলেহি।

ডলিৰ চকুযোৰ চল্‌চলীয়া হ'ল — তাই শোকাৰ্ত হৈ থোকাথুকি মাতেৰে গৌৰকিশোৰক ক'লে — ইমানৰ পিছতো আপুনি মোক পঢ়ুৱাই সহানুভূতি দেখুৱাই মহান হ'বলৈ গ'ল নেকি? মই নপঢ়োঁ — পঢ়িবলৈ মোৰ অলপো

ইচ্ছা নাই।

ঃ কি কৰিবা তুমি? জীৱনটো চিনেমাত দেখাৰ দৰে ৰঙীন বুলি ভাবিছা নেকি? নপঢ়ি কি কৰিবা? কাৰোবাৰ সৈতে প্ৰেম কৰি পলাই যাবা? ঠিক আছে — তেনেকৈয়ে গ'লা, তাৰ পাছত? এবছৰমান খুব শৰীৰৰ আনন্দ ল'লা — তাৰ পাছত ল'ৰা-ছোৱালী জন্ম দিলা, তাৰ পাছত লাহে লাহে বুঢ়ী হ'লা, ভাবিছা নেকি সময়বোৰ তোমাৰ এনেকৈয়ে যাব বুলি? তেতিয়া বুজিবা, তোমাৰ মেধাশক্তিৰ কি বিঘিনি ঘটালা।

এইবাৰ গৌৰকিশোৰক কথা ক'বলৈ নিদি ডলিয়ে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে আপুনি যদি মোৰ ভৱিষ্যৎ লৈ ইমান চিন্তাই কৰে, মোৰ প্ৰতি ইমান অৱহেলা কিয়? কিয় কোনোদিনে মোক একো কথা বুজোৱা নাছিল — সঁচা কথা কওক....

গৌৰকিশোৰ অলপ বিচলিত হৈ পৰিল এইবাৰ। এইবাৰ তেওঁ ডলিৰ ওচৰ চাপি গ'ল। স্থিৰভাৱে ডলিলৈ কিছুপৰ চাই থাকি তেওঁ শান্তভাৱে কৈ উঠিল — 'সঁচা কথা শুনিবানে?' ডলিয়ে চকুপানীত তিতা চকুযোৰেৰেই গৌৰকিশোৰলৈ চালে।

ঃ তোমাক মই ভাল পাবলৈ লৈছিলোঁ।

খন্তেকতে পৰিৱেশটো কাহ পৰি জীণ গ'ল। গৌৰকিশোৰে অস্বস্তি অনুভৱ নকৰাকৈ কৈ গ'ল — তোমাৰ জীৱন আৰু যৌৱন সম্পৰ্কে থকা উদ্ধত ধাৰণাই মোক তোমাৰ প্ৰতি প্ৰচণ্ড খঙাল কৰি তুলিছিল। কেবাদিনো তোমাক ক্লাছৰপৰা বাহিৰ কৰি আৰু কোনোদিনে নাহিবলৈ ক'ব খুজিছিলোঁ। তোমাৰ দৰে উদ্ধত, অহংকাৰী আৰু ঈৰ্ষাপৰায়ণ মানুহ মই ছাত্ৰ-ছাত্ৰীৰ মাজত বাদেই, জীৱনত কাকো লগ পোৱা নাছিলোঁ। ....কিন্তু তুমি মোক লেতেৰা, আদবুঢ়া, কৰাইচ.... ইত্যাদি বিশেষণেৰে গালি পাৰিলে তোমাৰ উদ্দেশ্য সিদ্ধি হ'ব বুলি ভাবিছিলা যদিও — মই জীৱনত প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিছিলোঁ যে মোক গুৰুত্ব দিয়া মানুহো আছে। অলপ যত্নতে চহৰখনৰ বহু মানুহে মোৰ বদনাম গাব পৰাকৈ গুৰুত্ব পালোঁ। নাৰী সম্পৰ্কে মোৰ এধানমানো কেতিয়াও কৌতূহল নাছিল। তুমি দিয়া বদনামে প্ৰথম কৌতূহলী কৰিলে। জীৱনত অভিভাৱকত্বৰপৰা বঞ্চিত হৈ ঘাত-প্ৰতিঘাতৰ মাজেৰে ডাঙৰ হৈছিলোঁ। একপ্ৰকাৰে কাকো দেখিব নোৱাৰাই হৈছিলোঁ। তোমাৰ প্ৰতিটো বিদ্বেষৰ আঘাতত নিজকে মই আৱিষ্কাৰ কৰিব পাৰিলোঁ। ডলি! মই ৰূঢ় আচৰণ কৰি নেদেখুৱা হ'লে আজি তুমি তোমাৰ অহংকাৰ থৈ এইদৰে আহিলাহেঁতেননে!'

ডলিয়ে কাকো ভ্ৰূক্ষেপ নকৰি তীব্ৰ আবেগেৰে গৌৰকিশোৰক সাবটি ধৰিলে। গৌৰকিশোৰেও ডলিক সাবটি গালে — I would love you ten years before flood.... মই তোমাক মহাপ্ৰলয়ৰ দহবছৰ আগৰেপৰা ভাল পাই আহিছোঁ.... যিদিনা বৰ্ষাৰ এজাঁঠু পানীত নামি মোৰ লেতেৰা চেহেৰা আৰু ঘৰটোৰ ফালে চাই তুমি বিদ্ৰূপ আৰু ঘৃণাত এপাহ অহংকাৰী ফুলৰ দৰে বৰষুণত তিতি আছিলা....

ডলি-গৌৰকিশোৰৰ এই উন্মুক্ত প্ৰেমালিঙ্গন বিস্ফোৰিত নেত্ৰেৰে প্ৰত্যক্ষ কৰিলে ডলিৰ মাক আৰু টিউচনলৈ অহা ছাত্ৰ-ছাত্ৰীয়ে। ডলিয়ে এইবাৰ মাকলৈ চাই ক'লে — 'চাওঁ এইবাৰ কাৰ সাধ্য আছে মোক এই টিউচনৰপৰা এৰুৱাই লৈ যোৱাৰ!' মাকে একো উত্তৰ নিদিলে। তেওঁ ভালদৰেই জানে, এই মুহূৰ্তত তেওঁৰ নৈতিক উপদেশ অথবা ক্ৰোধ মূল্যহীন হৈ পৰিছে ডলি আৰু গৌৰকিশোৰৰ আগত। ■

# ঘৰৰ দাম

'ডেইজী লেন' বুলি সেউজীয়াত বগা গোট গোট আখৰেৰে লিখা নতুন চিক্‌চিকীয়া নামফলকখনলৈ দময়ন্তী দেৱীয়ে কিছুপৰলৈ নিষ্পলকভাৱে চাই থাকিল। তেওঁ চল্লিছ বছৰৰ স্মৃতিৰ পটত প্ৰচণ্ড হেঁচা প্ৰয়োগ কৰি বাৰে বাৰে নিজৰ মনকে প্ৰশ্ন কৰি থাকিল — কোন এই ডেইজী? যাৰ নামেৰে এই ৰাস্তাটোৰ নতুন নামকৰণ হ'ল! যোৱা চল্লিছটা বছৰত এই ৰাস্তাটোৰ কাষে কাষে নিগাজীকৈ বহিবলৈ লোৱা প্ৰত্যেকঘৰ মানুহৰ সতি-সন্ততি সকলোৰে নাম তেওঁৰ মুখস্থ। কিন্তু ডেইজী নামৰ কাৰো কথাই তেওঁৰ মনলৈ নাহিল। ডেইজী ফুলৰ কথা কৈছে নেকি? তেতিয়াহ'লেও দময়ন্তীয়ে ভালকৈয়ে জানে; এই ৰাস্তাটোৰ কাৰো ঘৰৰ ফুলনিত এপাহো ডেইজী ফুল নাই। তেওঁৰ ভালকৈয়ে মনত আছে, নতুনকৈ ঘৰ-বাৰী পাতি প্ৰতিঘৰ মানুহেই দময়ন্তীক জবা, খৰিকাজাই, কাঞ্চন, গোলাপৰপৰা বেলপুলি, তুলসী পুলিটোলৈকে খুজিছিল। সেই ফুল-ফলৰ পুলি এঘৰৰপৰা আনঘৰ নতুন মানুহৰ বাৰীলৈ গৈছিল। কিছুমানে ফুলপুলি এটা নিবলৈ আহি খৰাহি ভৰাই বতৰৰ শাক-পাচলিও দুই-তিনি সাঁজৰ বাবে লৈ গৈছিল। দময়ন্তী আৰু তেওঁৰ স্বামী কৃষ্ণ চৌধুৰীৰ জীৱনলৈ তেতিয়ালৈকে কোনো তৃতীয় অতিথি অহা নাছিল। ডালভৰি লগা লিচুজোপা, আমলখি, বগৰী আৰু ৰবজামুজোপাৰ তলত কোৰ্হাল কৰি থকা ল'ৰা-ছোৱালীবোৰক হেঁপাহ পলুৱাই ফলবোৰ লৈ যাবলৈ দি দময়ন্তীয়ে তৃপ্তি পাইছিল। ক'তা? তাৰ মাজতো দেখোন ডেইজী বোলা কোনো ছোৱালী নাছিল! এই কৌতূহলৰ বাবে দময়ন্তীয়ে সমস্ত দেহৰ বাত-বিষৰ যন্ত্ৰণা লৈয়ো গেটৰ মুখলৈ আজি ওলাই আহিব লগা হৈছে এই নতুন ফলকখন চাবলৈকে। আচলতে কথাটো তেওঁৰ ঘৰত কনকৰা তিৰোতা মনেশ্বৰীৰ মুখত শুনাৰেপৰা দেহতকৈয়ো মনত যন্ত্ৰণা বেছি হ'বলৈ ধৰিছিল। মনত সন্দেহৰ উদ্ৰেক হৈছিল। কিজানিবা কিবা অন্য নামফলককেই! এই ৰাস্তাটোৰ নতুন নামাকৰণ হ'লে দময়ন্তী দেৱীয়ে গম নাপাব এনে কথাও সম্ভৱনে? ইমানদিনে এই ৰাস্তাটোত মুখে মুখে চলি অহা নাম 'চৌধুৰী শ্ব মিল'। চৌধুৰী শ্ব মিলটো যিহেতুকে এতিয়া নাই, অন্ততঃ কৃষ্ণদেৱ চৌধুৰীৰ নামটো থকা উচিত আছিল! মানুহ ইমান অকৃতজ্ঞ হ'ব পাৰেনে! ইমান....! মনেশ্বৰীয়ে কিজানি কিবা ভুল কৈছে, এই ভাবিয়ে দময়ন্তীয়ে নিজেই ক'লে — চাওঁ মনেশ্বৰী মোক ধৰচোন। ব'ল পদুলিমুখৰপৰা আহোঁ'।

ঃ পাৰিব জানো আইদেউ? সিবেলি বেছিকৈ খোজকাঢ়ি এমাহলৈ কি কষ্ট ভুগিছিল; মই আজিও পাহৰা নাই।

ঃ তোক 'ব'ল' বুলিছোঁ নহয়! ধৰ মোক!— অগত্যা মনেশ্বৰীয়ে দময়ন্তীৰ কঁকালটোত সজোৰে ধৰি থিয় কৰাই দিছিল। বাওঁহাতখন মনেশ্বৰীয়ে কান্ধেদি পাৰ কৰি দেহৰ আধা বোজা দি সোঁহাতখনেৰে কাঠৰ লাখুটিডাল ধৰি এখোজ-দুখোজকৈ ভৰি পিছলাই প্ৰায় পাঁচমাহৰ মূৰত দময়ন্তীয়ে বাৰাণ্ডাৰ চিৰিকেইটাৰপৰা নামি ঘাঁহনিখিনি স্পৰ্শ কৰি এটা হুমুনিয়াহ পেলাইছিল, মনেশ্বৰীয়ে নুশুনাকৈ।

নামফলকখন দেখা মাত্ৰকেই দময়ন্তীৰ আৰু এক মুহূৰ্তও গেটৰ মুখত ৰৈ থাকিবলৈ ইচ্ছা নহ'ল। মনেশ্বৰীক ধৰিবলৈ যত্ন নকৰি এখন ভৰি চোঁচৰাই চোঁচৰাই তেওঁ নিজৰ ঘৰটোৰ পিনে চকু পোন কৰি প্ৰায় লৰ ধৰিলে। তৎমুহূৰ্ততে মনেশ্বৰীয়ে ব্যাকুল হৈ চিঞৰিলে — 'অ' আইদেউ, মোক ধৰক, আইদেউক কিহে পালে, পৰি যাব এতিয়া....' কৈ কৈ মনেশ্বৰীয়ে খপ্‌কৈ দময়ন্তীৰ কঁকালটো সজোৰে ধৰিলে আৰু দময়ন্তীৰ গধুৰ দেহাটোৰ সমস্ত ভাৰ বহন কৰি বাৰাণ্ডাৰ আগতে কৃষ্ণ চৌধুৰীয়ে আৰাম কৰা দীঘল আৰামী চকীখনত প্ৰায় শুৱাই দিলে। দময়ন্তীৰ মুখত-কপালত ঘামৰ

টোপালৰ। কাণৰ সঁভাৰে অহৰহ ঘাম বাগৰিছে। মনেশ্বৰীৰো অৱস্থা তথৈবচ। ফাগুন মাহৰ বতৰতো তাইৰ শৰীৰ ঘামত তিতি জুৰুলি-জুপুৰি হৈছে। একো কথা নকৈ মনেশ্বৰীয়ে দময়ন্তীক চাদৰৰ আঁচলেৰেই বিচিবলৈ লাগিল। দময়ন্তীয়ে কিছুপৰ ফোঁপাই-জোপাই এটা এটাকৈ ক'লে — 'মনেশ্বৰী, তই মোক আলপৈচান ধৰোঁতেই কেতিয়াবা জীৱটো যাব। মই মৰিলে কান্দিবলৈ পিছত কেও-কিছু নাই, তোৰ কিবা হ'লে, তোৰ এহাল কেঁচুৱা কেনেকৈ বাচি থাকিব?' মনেশ্বৰীয়ে প্ৰায় কান্দো কান্দোকৈ ক'লে — আইদেউ মোৰ কেঁচুৱা দুটাৰ শপত, এনেকুৱা কথা আৰু নক'ব। দুখীয়া হ'ব পাৰোঁ, নিমখহাৰামী নহয়, আপোনাৰ বাবেহে মোৰ পৰিয়ালটো বাচি আছে, ৰ'ব আপোনালৈ নেমু চৰ্বত এগিলাছ আনোগৈ'। মনেশ্বৰীয়ে আঁচলেৰে মুখ মোহাৰি খৰ-ধৰকৈ ভিতৰলৈ সোমাই গ'ল। দময়ন্তীয়ে চকুহাল মুদি দিলে। বাওঁ ভৰিটো এবাৰ চপাই — এবাৰ মেলিবলৈ যত্ন কৰি থাকিল। এক অসহ্য টন্‌টননি উঠিছে ভৰিটোত।

দময়ন্তীয়ে দেখিলে চাৰিটা ভাৰাঘৰৰপৰা একোখন মুখে কৌতূহলেৰে ভুমুকি মাৰি দময়ন্তীলৈ চাই পিছমুহূৰ্ততে নোহোৱা হৈছে। আজি দুবছৰমানৰপৰা দময়ন্তীয়ে মানুহৰ সৈতে কথা পতা প্ৰায় বন্ধ কৰিছে। আগতে মাজে মাজে আহ-যাহ কৰা ভাৰাঘৰৰ মানুহবোৰ নহাই হৈছেগৈ। এবাৰ এজন ভাৰাতীয়াক 'মোক বিৰক্ত কৰিবলৈ আহি নাথাকিব, মাহৰ পইচা দিব কথা শেষ' বুলি খঙতে কোৱাৰপৰাই চাৰিওটা ভাৰাঘৰৰপৰা মানুহ অহা-যোৱা কৰা, মাত-বোল প্ৰায় বন্ধই হৈ গ'ল। দময়ন্তী আজিকালি খিং-খিঙীয়া হৈ গৈছে, এই কথা নিজেও তেওঁ অনুভৱ কৰিছে। নিঃসংগতা আৰু অতীত-স্মৃতি বিজড়িত এখন ঘৰ, আদিত্যৰ শৈশৱ-কৈশোৰ এতিয়াও উমলি থকা এই সমগ্ৰ 'চৌধুৰী শ্ব মিল'ৰ ৰাস্তাটোৰ সৈতে অঞ্চলটো, এতিয়াও পিছফালে থকা পেলনীয়া বস্তু ৰখা চালিখনৰ তলত সযতনে থৈ দিয়া মৰিছ গাড়ীখনৰ দুটা ফুটা চকা, কৃষ্ণ চৌধুৰীয়ে অকলশৰে 'মেম'ৰী টেষ্টিং' কৰি থকা তাচজাপ, আদিত্যৰ তিনিচকীয়া চাইকেলখন এই সকলোবোৰৰ অস্তিত্বৰ মাজত শোক-গাথা হৈ জীয়াই আছে দময়ন্তী দেৱী। মাজে মাজে ভাবে এই সকলোবোৰ স্মৃতিচিহ্ন পুৰি ছাই কৰি দিব তেওঁ, তাৰ পিছত ভাবে এই ঘৰটোৰপৰা ক'লৈ যাব তেওঁ? এই ঘৰটোৰ প্ৰতিটো চুকে-কোণে পৰি থকা প্ৰতিটো বস্তুতে স্মৃতিৰ পৰশ লাগি আছে। ঘৰৰ প্ৰতিখন বেৰত কৃষ্ণ চৌধুৰীয়ে হুকে-বিহুকে ফটো তুলি বন্ধাই থোৱা আনন্দময় মুহূৰ্তবোৰ ক'লৈ দলিয়াই পেলাব দময়ন্তীয়ে? দময়ন্তীৰ চকুৰ আগেৰে প্ৰতিটো কোঠালিতে বাস্তৱ হৈ থকা ক'লা-বগা ফটোবোৰ সজীৱ হৈ চকুৰ আগেৰে সমদল কৰি অহা-যোৱা কৰি থাকিলেও দময়ন্তীয়ে সেইবোৰ পেলাই দিব নোৱাৰে।

দময়ন্তী প্ৰথম ন-কইনাৰ বেশেৰে মেচিন নাৱৰ ৰেলিঙত ধৰি ব্ৰহ্মপুত্ৰৰ বুকুলৈ, সেউজ পাহাৰ আৰু ৰ'দ জল-মল আকাশখনলৈ তন্ময় হৈ চাই আছিল। চৌধুৰীয়ে যেতিয়া তেওঁক এপলক চাবলৈ কৈছিল, তেতিয়ালৈকে দময়ন্তীয়ে জনা নাছিল চৌধুৰীয়ে মুখ ঢাকি চাই থকা ক'লা দীঘলীয়া বাকচটোৰ নামেই যে কেমেৰা। দময়ন্তীহঁতৰ ঘৰখন অৰ্থবান নহ'লেও অভাৱী ঘৰ নাছিল। তথাপিও দময়ন্তীয়ে কেমেৰা স্বচক্ষে দেখা নাছিল। অ'ত-ত'ত দুখনমান ফটো তোলা ষ্টুডিঅ' হৈ উঠা বুলি শুনিছিল যদিও দময়ন্তীৰ কেতিয়াও ফটো তোলা হোৱা নাছিল। কৃষ্ণদেৱ চৌধুৰীৰ ঘৰখনত সাধাৰণ মানুহৰ ঘৰত নথকা এনেকুৱা বহুত বস্তু দেখি দময়ন্তী প্ৰথমে সংকুচিতো হৈছিল। ঘাটত তেওঁলোকক নিবলৈ বৈ আছিল বৰ কাছৰ দৰে সেউজীয়া গাড়ী এখন। ড্ৰাইভাৰ জগতক পিছৰ ছীটলৈ পঠিয়াই চৌধুৰীয়ে দময়ন্তীক আগত বহুৱাই গাড়ী নিজেই চলাইছিল। পিছত জানিছিল গাড়ীখন 'মৰিছ' গাড়ী বুলি। চৌধুৰীয়ে গাড়ীখনৰ ওচৰতো তেওঁৰ ফটো এটা তুলিছিল।

দময়ন্তীৰ চৌধুৰী পৰিয়াললৈ আহি হোৱা প্ৰত্যেকটো অভিজ্ঞতাই নতুন আছিল। বিয়াৰ পোন্ধৰ দিন পিছতে ভৰা ঘৰ এখনৰপৰা স্বামীয়ে সৈতে অকলে গুৱাহাটীলৈ গুচি যাব লগা কথাটোতো দময়ন্তী আচৰিত হৈছিল। ন-কইনা তেনেকৈ স্বামীৰ কৰ্মক্ষেত্ৰলৈ গুচি যোৱাটোৰ প্ৰচলন একেবাৰেই নাছিল। দৃষ্টিকটু হোৱাৰ আশংকাত তেওঁ যিমানে কৃষ্ণদেৱৰ সৈতে নোযোৱাৰ অজুহাত দেখুৱাইছিল, সিমানেই তাই শহুৰেৰ ঘৰখনৰপৰা উৎসাহ পাইছিল কৃষ্ণদেৱৰ সৈতে গুৱাহাটীলৈ গুচি অহাটোৰ বাবে। বিয়াৰ আগতে, দময়ন্তীতকৈ আগতে বিয়া হোৱা সমনীয়া ছোৱালীৰ মুখত স্বামী আৰু শহুৰৰ ঘৰবোৰৰ যি বৰ্ণনা শুনিছিল, তাৰপৰা এটা থূলমূল ধাৰণা হৈছিল যে স্বামীৰ মনোবাসনা স্ত্ৰীয়ে পূৰণ কৰিবলৈ সদা-সৰ্তক হৈ থাকিব লাগে, স্বামী আৰু শহুৰৰ ঘৰৰ মংগলাৰ্থে অভিনয় কৰি

হ'লেও নিজৰ দুখ-কষ্ট লুকুৱাব লাগে। প্ৰয়োজন সাপেক্ষে মিছা মাতি স্বামীৰ ঘৰৰ মানুহক ভালৰি বোলাই থাকিব পাৰিব লাগে। এয়াই বিবাহিতা নাৰীৰ চৰিত্ৰ ভূষণ। দময়ন্তীয়ে নিজকে তেনেদৰেই প্ৰস্তুত কৰিছিল। কিন্তু বিবাহৰ মাত্ৰ পোন্ধৰ দিনৰ ভিতৰতে দময়ন্তীয়ে এটা সত্য উপলব্ধিৰে আনন্দত আপ্লুত হৈ ভাবিছিল যে তেওঁ একোঁতে অভিনয় কৰিব লগা হোৱা নাই। হয়তো চৌধুৰী পৰিয়ালৰ তিনি পুত্ৰৰ পিছত জন্ম হোৱা একমাত্ৰ কন্যাৰ মৃত্যু শোকৰ পৰিত্ৰাণ হিচাপে চৌধুৰী পৰিয়ালৰ সকলোৱে আন্তৰিকতাৰে দময়ন্তীক গ্ৰহণ কৰা বাবেই এনে হৈছিল। দময়ন্তীৰ অচিনাকী ঘৰখন বহুদিনৰ চিনাকি যেন লাগিছিল। তাতোকৈ তাইৰ হৃদয়ত নিজৰ ঘৰখনৰ প্ৰত্যেকটো সামগ্ৰীৰ ওপৰত যিদৰে মৰম আৰু অধিকাৰবোধ পুঞ্জীভূত হৈ আছিল; নতুন ঘৰখনতো সেয়াৰ অভাৱ নঘটিল। ঘৰৰ প্ৰত্যেকজন সদস্যই আচাৰে-ব্যৱহাৰে বুজাই দিলে যে তাই এই পৰিয়ালৰ সদস্যই নহয়, ঘৰখনৰ প্ৰতিটো কথাৰে অংশীদাৰ। সেয়ে বিয়াৰ দুদিন পিছতে কৃষ্ণদেৱ চৌধুৰীয়ে যেতিয়া অচিনাকি ঘৰ এখনত তেওঁক এৰি গুৱাহাটীলৈ কাম ক্ষতি কৰিব নোৱাৰি গুচি আহিছিল, দময়ন্তীয়ে সেইকেইদিনত বেছিকৈহে মানুহখিনিক বুজি উঠিছিল। কৃষ্ণদেৱ চৌধুৰীৰ ঘৰখন চহকী বুলি দময়ন্তীয়ে জানিছিল, কিন্তু কৃষ্ণদেৱৰ গুৱাহাটী চহৰত ইমানখিনি পৈতৃক সম্পত্তিৰ অংশ আছে বুলি জনা নাছিল। কৃষ্ণদেৱ তাইতকৈ শিক্ষা-দীক্ষায়ো ওপৰত আছিল। বেনাৰসত পঢ়িছিল। পিছে দেউতাকৰ মৃত্যুৰ পিছত কিয় হঠাতে পঢ়া-শুনা আধাতে এৰি আহি ব্যৱসায়ত ধৰিলেহি সেই কথা দময়ন্তী চৌধুৰীৰ জীৱিতকালত কোনোদিনেই সোধা নহ'ল। দময়ন্তীয়ে প্ৰাক্-বিবাহ কালত যৌৱনৰ দুৱাৰ-ডলিত যিজন অদেখা-অজানা স্বামীৰ কথা কল্পনা কৰিছিল সেইজন তাইৰ বান্ধৱীবোৰে দিয়া স্বামী-চৰিত্ৰ বৰ্ণনাৰ প্ৰতিৰূপ আছিল। কৃষ্ণদেৱ চৌধুৰী নামৰ মানুহজনৰ চৰিত্ৰ তাইৰ বাবে সাঁথৰ হৈ পৰিছিল। ওৰে জীৱন মানুহজনৰ প্ৰতিটো কাণ্ড-কাৰখানা চাই দময়ন্তীয়ে নিজৰ জীৱন আৰু সৰু সংসাৰখন লৈ এক পুলক অনুভৱ কৰিছিল। দিনটো এটা কাঠফলা মেচিনৰ ঘৰ্ ঘৰ্ শব্দ কাণত লৈ থকাৰ বাবেই হ'বলা কৃষ্ণদেৱে সৰুকৈ কথা ক'ব নোৱাৰিছিল। মাতটো প্ৰয়োজনতকৈ ডাঙৰ হোৱা বাবে ভাল কথাবোৰ কৰ্কশ হৈ উঠিছিল। বহু পলমকৈ দময়ন্তী যেতিয়া সন্তানসম্ভৱা হৈছিল, কৃষ্ণ চৌধুৰী ইমানেই বিহ্বল হৈ পৰিছিল যে দময়ন্তীক দাবী-ধমকি দি শুৱাই থৈ প্ৰায় বেমাৰীক শুশ্ৰূষা কৰাৰ দৰে নিজে কাম-কাজ এৰি ওচৰত পৰদি বহি থাকিবলৈ লৈছিল। আটাইতকৈ মজাৰ কথা হৈছিল — বনকৰা ল'ৰাটোৱে তেনেকুৱা সময়তে দময়ন্তীক কৈছিল, গোলনেমুজোপাত প্ৰথমবাৰৰ বাবে চাৰিটা ফুল হৈছে। কৃষ্ণদেৱে কথাষাৰ শুনি গছজোপাত এতিয়া কি সাৰ দিব লাগিব, কেনেকুৱা যতন ল'ব লাগিব ইত্যাদি পৰামৰ্শ ঘৰলৈ অহা প্ৰতিজন মানুহৰপৰাই ল'বলৈ ধৰিলে। কোনোদিনে গছ এজোপাত পানী দি নোপোৱা কৃষ্ণ চৌধুৰীয়ে নেমু গছৰ গুৰিত মানুহৰ পৰামৰ্শ মতে মাছৰ বাকলি দিয়া, চূণ দিয়া ইত্যাদি কামবোৰ নিষ্ঠাৰে পালন কৰা দেখি হাঁহি সামৰিব নোৱাৰি দময়ন্তীয়ে সুধিয়েই পেলাইছিল 'হঠাৎ আপোনাৰ নেমুজোপালৈ ইমান মৰম কিয় হ'লনো' বুলি। কৃষ্ণদেৱে গম্ভীৰ মুখেৰে কৈছিল, — 'তোমাক চাবলৈ ডাক্তৰ এজন আছে, নেমু পুলিটো দেখিলে এতিয়া মোৰ তোমাৰ অৱস্থাটোলৈ মনত পৰে, এবাৰ ৰিবা কেৰোণ ধৰিলে কম কষ্টখন হ'বনে?' দময়ন্তীয়ে কৃষ্ণ চৌধুৰীৰ এই আচৰিত মনস্তত্ত্ব বিশ্লেষণ কৰাৰ প্ৰয়াস কোনোদিনেই চেষ্টা কৰা নাছিল যদিও তাই অন্তৰত এক দৃঢ় বিশ্বাস হৈছিল যে তাই যি স্বামী লাভ কৰিছে সেয়া বহু পুণ্যৰ ফল। ইয়াৰ পিছতো বহুত তেনে ঘটনা ঘটিছিল। দময়ন্তী 'চৌধুৰী শ্ব মিল'ৰ সংলগ্ন এবিঘা বাৰীৰে সৈতে সাতোটা প্ৰকাণ্ড কোঠালিৰে সৈতে থকা আচাম টাইপৰ ঘৰটোত যেতিয়াৰেপৰা বসবাস কৰিবলৈ লৈছিল, এক জয়াল নিঃসঙ্গতাই তাইক চেপি-খুন্দি পেলাইছিল। ওচৰত ক'তো মানুহ-দুনুহ নাই, চাৰিওফালে চৰণীয়া পথাৰ, ফুটুকা গছৰ হাবি। ওখ ওখ শিমলুকেইজোপাত দুপৰীয়া শগুণ বহি থাকে। দময়ন্তীয়ে কৃষ্ণদেৱক বহুত কৈ-মেলি সেই মাটিবোৰ বিক্ৰী কৰিবলৈ খাটনি ধৰিছিল। উদ্দেশ্য এটাই — ওচৰত মানুহ-দুনুহ বহিলে ঠাইখন থাকি ভাল লগা হ'ব। চৌধুৰী শ্ব মিলৰ দুখন 'ফাৰ্গো', এখন 'বেডফৰ্ড' ট্ৰাক আৰু দুটা হাতীয়েই আছিল সম্পত্তি। ড্ৰাইভাৰ, চকীদাৰ বা মাউতকেইটাৰ সৈতে সুখ-দুখৰ কথা পাতিলেও দময়ন্তীৰ সৈতে এটা মালিক আৰু ভৃত্যৰ দূৰত্ব সদায় আছিল। বন্ধুত্ব হৈছিল দময়ন্তীৰ হাতী দুটাৰ সৈতে। কাঠ 'ল'ডিং' 'আনল'ডিং' কৰাৰ পিছতে দময়ন্তীয়ে হাতী দুটাক নিজৰ

হাতে একাধিক কল খুৱাই সদায় তৃপ্তি পাইছিল। যি হওক, দময়ন্তীৰ কথাত কৃষ্ণদেৱ চৌধুৰীয়েও হয়ভৰ দিলে। গুৱাহাটী চহৰ তেতিয়া ডাঙৰ হ'বলৈ ধৰিছে। সম্ভাতে চৌধুৰীয়ে মাটিবোৰ বিক্ৰী কৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে, পাঁচ বছৰতে প্ৰায় বিছ-বাইছ ঘৰ মানুহে মাটি কিনিলে। চৌধুৰীয়ে হিচাপ কৰিয়েই এটা বাৰ ফুট বহল ৰাস্তাৰ ব্যৱস্থাও কৰিলে। মানুবোৰে লাহে লাহে ঘৰ সাজিবলৈ ল'লে। ঘৰৰ প্ৰয়োজনীয় কাঠ সকলো চৌধুৰী মিলৰপৰা গ'ল। নগদ ধনৰ প্ৰশ্নই অহা নাছিল। কিস্তিত শোধ কৰা ঋণ বিছ-পঁচিছ বছৰলৈকে চলিল। কিছুমানে আধাতে ঋণ শোধ কৰা বন্ধ কৰিলে। চৌধুৰীয়ে কোনোদিনে চুবুৰীয়া মানুহ বুলি টকা নুখুজিলে। তাৰ পিছতে আৰম্ভ হ'ল বাৰী পতা কাৰ্য। বামুণ, শূদিৰ, আহোম, কছাৰী প্ৰত্যেকঘৰৰ প্ৰয়োজন মতে তুলসী-বেল পুলিটোৰপৰা দহিকচু, নেমুটেঙা, ভীমকলৰ পুলিলৈকে দময়ন্তীয়ে নিজহাতে পতা বাৰীখনৰপৰাই নতুন বাৰীবোৰলৈ সৰবৰাহ হ'বলৈ ধৰিলে। দময়ন্তী আৰু কৃষ্ণ চৌধুৰী নহ'লে কাৰো ঘৰত সকাম-নিকাম একোৱেই সম্পূৰ্ণ নোহোৱা হ'ল। বেমাৰ-আজাৰবোৰত অঞ্চলটোত একমাত্ৰ ভৰসা আছিল চৌধুৰীৰ 'মৰিছ' গাড়ীখন। দময়ন্তীইঁতে এটা ৰেফ্ৰিজাৰেটৰ লৈছিল। ৰেফ্ৰিজাৰেটৰ বা ফ্ৰিজ শব্দটো সেই সময়ত নতুন। ক'বলৈ অসুবিধা পাই দময়ন্তীয়ে সেইটোক 'বৰফ মেচিন' বুলিহে কৈছিল। ৰাতি কাৰোবাৰ বেছি জ্বৰ হ'লে, ওচৰ-চুবুৰীয়াই জ্বৰীয়াৰ মূৰত ভৰণ দিবলৈ বৰফ লৈ গৈছিল। চৌধুৰীয়ে মৰিছ গাড়ীখন লৈ ডাক্তৰ লৈ আহিছিলগৈ। ডাক্তৰৰ ফিজ কৃষ্ণদেৱে দিয়াটো এটা সাধাৰণ নিয়মত পৰিণত হৈছিল। এনেকুৱাও হৈছিল, বহু ক্ষেত্ৰত ডাক্তৰে 'যাওঁ' বুলি মাত দিয়াৰ পিছতো গৃহস্থই 'ফিজ'ৰ কথা একোকে নুলিয়াইছিল। হয়তো ধাৰণা কৰি লৈছিল, চৌধুৰীয়ে ডাক্তৰ আনিছে যেতিয়া নিশ্চয় ফিজো চৌধুৰীয়ে দিয়াটোৱে কৰ্তব্য।

ঃ আইদেউ, চৰ্বত গিলাছ নাখালে দেখোন। — মনেশ্বৰীৰ মাতত দময়ন্তীৰ সম্বিৎ ঘূৰি আহিল। মনেশ্বৰীয়ে কেতিয়াবাই কাষৰ টেবুলখনত চৰ্বত এগিলাছ ঢাকি থৈ গৈছিল। দময়ন্তীয়ে অলপ লৰচৰ কৰিলে। চৰ্বত গিলাছ লৈ এঢোক মাৰি ভৰিহাল মেলি ধৰিলে। টনটনাই উঠিল বিষত। আজি ৰাতি দময়ন্তী বিষত শুব নোৱাৰিব। আচলতে নামফলকখন দেখি দময়ন্তীৰ উত্তেজনাই ইমান চৰম সীমা পাইছিলগৈ যে তেওঁ নিজৰ 'চাইটিকা'ৰ বিষৰ কথাও পাহৰি গ'ল। দময়ন্তীৰ কঁকালৰপৰা আঁঠুলৈকে টানি ধৰা চিনাকি তীব্ৰ বিষটো উঠি আহিবলৈ যে ষেছিপৰ নাই সেয়া ভালকৈয়ে উপলব্ধি হ'ল। কেতিয়াৰপৰা হৈছিল এই বিষটো? দময়ন্তীৰ মনত নপৰিল। এবাৰ আদিত্যক গা ধুৱাওঁতে দময়ন্তী বাথৰুমত পিছলি পৰি বেয়াকৈ দুখ পাই বহুদিনলৈ শয্যাশায়ী হৈছিল। আদিত্যক ক্লাছ ছিক্সমানলৈকে দময়ন্তীয়ে গা ধুৱাব লাগিছিল, ভাত খুৱাব লাগিছিল। কেঁচুৱাৰ দৰেই গা ধুৱাওঁতে বাৰ বছৰ বয়সতো মাকলৈ সি পানী মাৰিছিল, ভাত খাওঁতে মাকে কাবৌ-কোকালি কৰা পৰিস্থিতি মাতি আনি ভাল পাইছিল। তেনেকৈয়ে এবাৰ বাথৰুমত মাকলৈ পানী মাৰি দিওঁতে দময়ন্তী আঁতৰি দিব খোজোঁতেই পানীতে পিছলি কঁকালৰ যোৰা লৰিছিল। দময়ন্তী ইয়াৰ পিছত সুস্থ হৈয়ো উঠিছিল, তাৰ পিছত কেতিয়া হৈছিল আকৌ 'চাইটিকা' নামৰ এই অদ্ভুত বিষটো? দময়ন্তীয়ে স্মৃতিৰ পটত প্ৰচণ্ড চাপ পেলাবলৈ যত্ন কৰিলে। একো লাভ নহ'ল।

আদিত্যই কন্দা-কটা কৰি দিল্লী বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈছিল। আদিত্যৰ পিছত দময়ন্তী আৰু কৃষ্ণ চৌধুৰয়ে সন্তান কামনা কৰিছিল যদিও নহ'ল। তেওঁলোকে আদিত্যক লৈ ইমান ব্যস্ত আছিল যে দ্বিতীয় সন্তান নহাৰ বাবে আক্ষেপো নকৰিছিল বা কোনো ডাক্তৰৰ কাষো চপা নাছিল। আদিত্যৰ আলোৰে ভৰা চৌধুৰীৰ ঘৰখনত ই কোনোদিন প্ৰশ্ন হৈ থিয় হোৱাৰ সুবিধাই নাছিল। আদিত্য দিল্লীৰ হোষ্টেলত থাকিবলৈ লোৱাৰপৰা এই প্ৰশ্নটো কৃষ্ণদেৱ আৰু দময়ন্তীৰ বুকুৰ মাজত সংগোপনে প্ৰতিধ্বনিত হৈছিল যদিও আদিত্যৰ মৰম আৰু আবদাৰ ভৰা চিঠিবোৰে সকলো পাহৰাই ৰাখিছিল।

কৃষ্ণ চৌধুৰী আছিল দূৰদৰ্শী মানুহ। তেওঁ স্ব মিলটো বিক্ৰী কৰাৰ সিদ্ধান্ত লৈছিল অতি কষ্টৰে। যুক্তি দি দময়ন্তীক বুজাইছিল — 'আদিত্যই মোৰ দৰে এই কাঠৰ কাৰবাৰত লাগি জীৱন নষ্ট কৰিব নালাগে। এতিয়াই বিক্ৰী কৰি দিলে, সি পঢ়া-শুনা ভালকৈ কৰিব। অন্ততঃ তাৰ ৰিজাল্ট কেনেবাকৈ বেয়া হ'লে ঘৰলৈ গৈ দেউতাৰ ব্যৱসায় চম্ভালিম বুলি ভবাৰ থল মোৰ দৰে নাথাকিব'। দময়ন্তীয়ে কৃষ্ণদেৱৰ মনৰ বহু কথাৰ সম্ভেদ এই কথাকেইষাৰতে গম পাই গৈছিল। কিন্তু দময়ন্তী বা কৃষ্ণ চৌধুৰীয়ে ইমান দূৰদৰ্শিতা

দেখুৱাব পৰা নাছিল যিমান পাৰিছিল তেওঁলোকৰ চকুৰ মণি আদিত্যই। কি আনন্দৰ জোৱাৰ লৈ আনিছিল সেইদিনা এখন টেলিগ্ৰামে! আদিত্যই অৰ্থনীতিত প্ৰথম স্থান অধিকাৰ কৰি কৃষ্ণদেৱ আৰু দময়ন্তীৰ বুকু জুৰাই ঘৰতে আছিল। আৰু তেনেকুৱা এটা দিনতে সি হঠাতে চিঞৰি উঠিছিল আনন্দত। আদিত্যই স্কলাৰশ্বিপ পাইছে বিদেশলৈ যাবলৈ। একমাত্ৰ পুত্ৰ সাত সাগৰ তেৰ নদী পাৰ হৈ যোৱাৰ দুখ অকল্পনীয় হ'লেও এই আনন্দবাৰ্তাই গোটেই চৌধুৰী-বংশকে গৌৰৱৰ শিখৰত আৰোহণ কৰাইছিল। চৌধুৰী শ্ব মিল নামৰ ৰাস্তাটোৰ কাষত হোৱা বাছ ষ্ট'পেজটোত গোট খোৱা মানুহবোৰে সেইকেইদিন কেৱল আদিত্যৰ কথা পাতিছিল। এবছৰ.... দুবছৰ.... তিনি বছৰ। তিনি বছৰৰ পিছত আদিত্যৰ প্ৰত্যাবৰ্তনৰ বাবে অসীম উৎকণ্ঠাৰে অপেক্ষা কৰি থকা কৃষ্ণদেৱ আৰু দময়ন্তীয়ে এখন চিঠি পাইছিল। আদিত্যই লিখিছে, সি আৰু উভতি নাহে দেশলৈ। এগৰাকী আইৰিছ জীৱন সংগিনী সি বিচাৰি পাইছে। সময়-সুবিধা পালেই সি পত্নীক লৈ মাক-দেউতাকক এব্যাৰ দেখা কৰিবলৈ আহিব। দময়ন্তী স্তব্ধ হৈ গৈছিল। বিশ্বাস হোৱা নাছিল। ঘৰ এৰাৰ দুখত যিটো ল'ৰাই 'দিল্লীত পঢ়িবলৈকে নাযাওঁ' বুলি দময়ন্তীৰ বুকুত সোমাই উচুপিছিল; সি কেনেকৈ এই সিদ্ধান্ত ল'ব পাৰিলে! কৃষ্ণ চৌধুৰী অসম্ভৱ গহীন হৈ পৰিছিল। এদিন তেওঁৰ প্ৰাণসম মৰিছ গাড়ীখন হঠাতে দময়ন্তীক নোসোধাকৈ বিক্ৰী কৰি দিছিল। এনেকৈ আৰু দুটা বছৰ পাৰ হৈছিল। দময়ন্তীৰ 'চাইটিকা' আৰম্ভ হৈছিল। বহু চিকিৎসাৰ মূৰতো ভাল ফল পোৱা নাছিল। ঘৰৰ ফুলনিখন তুলি দি তাত চাৰিটা সৰু ভাৰাঘৰ সজা হৈছিল। চৌধুৰীৰ শ্ব মিল বিক্ৰী কৰা টকা তাতে শেষ হৈছিল। আৰু কৃষ্ণদেৱ চৌধুৰীয়ে এই কামখিনি কৰিয়েই হঠাতে ইহলীলা ত্যাগ কৰিছিল।

দেউতাকৰ মৃত্যু ছমাহ পিছত আদিত্য আহিছিল। দময়ন্তীক লৈ যোৱাৰ প্ৰস্তাৱ দিছিল। অতি কঠোৰভাৱে দময়ন্তীয়ে সেইদিনা আদিত্যক বিমুখ কৰিছিল।

সেই আদিত্য অহাৰো দহ বছৰ হৈ গ'ল। যোৱা দহ বছৰত এই অঞ্চলটোৰ আৰু পৰিবৰ্তন ঘটিছে। চৌধুৰী শ্ব মিলৰ এই ৰাস্তাটো গৈ চহৰৰ প্ৰধান পথ এটাৰ সৈতে সংযোগ হ'ল। পুৰণি বাইছ ঘৰ মানুহ বাঢ়ি চল্লিছ ঘৰ হোৱালৈকে দময়ন্তীয়ে গম পায়, এতিয়া আৰু কিমান বাঢ়িল তেওঁ নাজানে বা জানিবলৈও কোনো প্ৰয়োজন বোধ নকৰে। কাচিৎ বাৰাণ্ডাত বহিলে ৰাস্তাৰে পাৰ হৈ যোৱা অসংখ্য অচিনাকি মুখবোৰ দেখিলেহে গম পায়, এই অঞ্চলটো কিমান ঘন বসতিপূৰ্ণ হ'লগৈ। যোৱা দহটা বছৰত দময়ন্তীৰ নিয়মিত খবৰ লোৱা মানুহকেইটা হ'ল — মনেশ্বৰী, গেলামালৰ দোকানী বাবুলালৰ দোকানৰপৰা চাউল, দাইল কঢ়িয়াই ঘৰত দি যোৱা ছোক্ৰাটো, গুৱালটো আৰু হকাৰটো। পুৰণি মানুহবোৰৰ কিছুমানৰ মৃত্যু হ'ল, কিছুমান অতি বুঢ়া হৈছে আৰু সক্ষমবোৰে কেতিয়াবা ভুমুকি মাৰে কিবা প্ৰয়োজন থাকিলেহে। চুবুৰীয়াৰ ঘৰৰ পো-নাতিবোৰক দময়ন্তীয়ে চিনি নাপায়। সিহঁতৰ প্ৰয়োজনো নাই দময়ন্তীৰ ওচৰলৈ অহাৰ, চহকী হৈছে, ঘৰে ঘৰে গাড়ী, বৰফ মেচিন, কাকো ডাক্তৰ আনি দিয়া মানুহৰ প্ৰয়োজন নাই। পুৱাৰপৰা ৰাতিলৈকে গিজ্‌গিজাই থকা অঞ্চলটোত মাত্ৰ দময়ন্তীয়ে পাৰ কৰে দিনৰ পিছত দিন এখন চকী বা বিছনাত শুই। মনেশ্বৰী ৰাতি গুচি যোৱাৰ পিছত বিয়াল্লিছ বছৰৰ আগৰ শিমলুগছৰ ওপৰত উঠি থকা শগুণকেইটা চাই শিয়ৰি উঠা নিৰ্জন দুপৰীয়াবোৰে, শিয়ালৰ হোৱাত নামি অহা সন্ধিয়াবোৰে, জিলি আৰু হুদুৰ মাতত টোপনি ভঙা নিশাবোৰে — একেলগে আহি দময়ন্তীক বেৰি ধৰি ৰং চাবলৈ আৰম্ভ কৰে। দময়ন্তীয়ে উত্তৰ বিচাৰি হাবাথুৰি খায়, কিয় এনে হ'ল।

হঠাতে দময়ন্তীয়ে এটা আচৰিত কাণ্ড কৰি পেলালে। এটা মাত্ৰ ভাৰাঘৰ এৰি, থকা ঘৰটো আৰু তিনিটা ভাৰা ঘৰেৰে সৈতে চাৰে-চাৰি কঠা মাটি বিক্ৰী কৰাৰ সিদ্ধান্ত লৈ খবৰ কাগজত এটা বিজ্ঞাপন দিলে। ঠিকনাত স্পষ্টকৈ 'ডেইজী লেন'ৰ সলনি 'চৌধুৰী শ্ব মিল' বুলি লিখিলে। পিছদিনাৰপৰাই দময়ন্তীৰ ঘৰত এটা আচৰিত পৰিবৰ্তন ঘটিল। তেওঁৰ ঘৰলৈ মানুহৰ সোঁত ব'বলৈ ধৰিলে। বহুতে এনেয়ে ঘৰমাটিৰ দৰ-দাম মাৰিবলৈ আহিল, বহুতে এই ছেগতে আদিত্য আৰু মেম-বোৱাৰীৰ কথা সুধিলে, কৃষ্ণদেৱৰ ককাই-ভাইবোৰে এই সিদ্ধান্তত অসন্তোষ দেখুৱালেহি, কাহানিও মুখ নেদেখা বহু ব্যক্তিয়ে আহি কৃষ্ণদেৱ চৌধুৰীৰ সৈতে থকা পুৰণি সম্পৰ্কৰ মধুৰ অভিজ্ঞতা বখানি ঘৰ-মাটিৰ দাম-দৰ কৰিলেহি। মুঠৰ ওপৰত দময়ন্তীৰ দিনবোৰ আগৰ দৰে নোযোৱা হ'ল। তাৰ সলনি দময়ন্তীৰ খাৱন-শোৱনৰ সময়ৰ ঠিক নোহোৱা হ'ল।

বিভিন্নজনৰ মুখেৰে দময়ন্তীয়ে শুনিলে চৌধুৰী পৰিয়ালৰ গুণ-গৰিমা। দময়ন্তীৰ চকুৰ আগত প্ৰত্যেকেই যেন খুলি দিবলৈ চেষ্টা কৰিলে দময়ন্তীৰ অতীতৰ একোখিলা পৃষ্ঠা। আত্মীয়-স্বজন, প্ৰতিবেশী বহুতেই কৌশলেৰে সুধিলে, টকাৰ ভাগ আদিত্যই পাবনে? নহ'লে কোনে? দময়ন্তীয়ে কথাবোৰ তৃপ্তিৰে শুনে। মন্তব্য নিদিয়ে। মাহৰ পিছত মাহ গ'ল। দময়ন্তীয়ে ঘৰ-মাটিৰ মূল্য নকমালে, বৰঞ্চ দিনে দিনে দাম বৃদ্ধিহে পালে। মানুহে নানা তৰহৰ কথা উলিয়াবলৈ ধৰিলে। দময়ন্তীয়ে চা-চিনাকি মানুহক মাটি-ঘৰ বিক্ৰী নকৰে, টকাৰ লোভত সিদ্ধি, মাৰোৱাৰী ব্যৱসায়ীৰ পাৰ্টিবোৰলৈ খাপ পাতি বহি আছে, দময়ন্তী পো-বোৱাৰীৰ লগত থাকিবলৈ ফ'ৰেনলৈ যাব, দময়ন্তীৰ অসমীয়া গ্ৰাহকৰ প্ৰতি দয়া-মায়া নাই, দময়ন্তীয়ে এই বয়সত টকা-পইচা মৰিলে লগত নিব নেকি? ইত্যাদি ইত্যাদি।

দময়ন্তীৰ কাণতো এই মন্তব্যবোৰ পৰে। তথাপিও তেওঁ নিৰ্বিকাৰ। আজিকালি মানুহৰ সমাগম আৰু নানা তৰহৰ কৌতূহলী প্ৰশ্নত বিৰক্ত হৈ তেওঁ মনেশ্বৰীক মাজে মাজে সকীয়াই, 'মানুহ আহিলে আজি লগ নকৰোঁ বুলি ক'বি'। ঠিক তেনেকুৱা এদিনতে আবেলি মনেশ্বৰীয়ে ভয়ে ভয়ে ক'লে, — 'আইদেউ, আদিত্য বোপাৰ লগৰ ল'ৰা এজন আহিছে। মই লগ নকৰে বুলি ক'লতো নুশুনে; আপোনাক লগ পাই যাবই লাগে বোলে'। দময়ন্তীৰ বুকুত 'আদিত্য বোপাৰ লগৰ ল'ৰা' বাক্যটোৱে কিছুপৰলৈ খুন্দিয়াই থাকিল। তাৰ পিছত হঠাতে ক'লে, — 'যা, মাতি আন ভিতৰলৈ'।

এজন বেছ ওখ-পাখ ল'ৰা। সাজ-পোছাকে সচ্ছল যেন লাগে। তেওঁৰ সৈতে সোমাই আহিল মৰম লগা মানুহ এজনীও। ল'ৰাজনে নমস্কাৰ দি ক'লে, — 'মাহীদেউ, মনত আছেনে, অলক ফুকনৰ ঘৰটোত যে আমি ভাৰাত আছিলোঁ.... পূৰ্ণ শইকীয়াৰ ল'ৰা মই দীপক। আদিত্যৰ সৈতে একেটা ক্লাছত পঢ়া। এয়া আপোনাৰ বোৱাৰী'। দময়ন্তীৰ তৎক্ষণাৎ সকলো পৰিষ্কাৰ হৈ গ'ল। এই চুবুৰিটোৰ কোন মানুহৰ ঘৰত কোন ভাৰা থাকে এসময়ত তেওঁৰ নখ-দৰ্পণত আছিল। দময়ন্তীয়ে স্মৃতিৰপৰা দীপক নামৰ দহ-বাৰ বছৰীয়া ল'ৰাটোৰ মুখখন কঢ়িয়াই আনি সন্মুখত বৈ থকা দীপকৰ মুখৰ সৈতে মিলাই চাই ক'লে, — 'মহাৰে আদিত্যৰ সৈতে তোমাকো মৰিছ গাড়ীখনতে স্কুললৈ অনা-নিয়া কৰা নাছিলে জানো?' দীপকে মূৰ দুপিয়ালে। দীপকে কৈ গ'ল আৰু বহু পুৰণি কথা, আদিত্যৰ সৈতে শ্ব মিলৰ হাতীৰ পিঠিত উঠাৰ কথা, দময়ন্তীয়ে গৰম দিনত আদিত্য আৰু লগৰীয়াবোৰক বাৰীৰ মিঠা আমজোপাৰ আম পাৰি চকলিয়াই কাটি খুওৱাৰ কথা, মাউত কন্টি আৰু 'ফাৰ্গো'খনৰ ড্ৰাইভাৰ মনোহৰ সৈতে ঘৰত নোকোৱাকৈ আদিত্য আৰু দীপক যাত্ৰা চাবলৈ যোৱাৰ পিছত দময়ন্তীয়ে কথাটো গম পাই দুয়োটাকে আঁঠু কঢ়াই কাণত ধৰি শাস্তি দিয়াৰ কথা.... দময়ন্তীৰ বুকু ফাটি চকুৰে পানী বৈ আহিল দীপকৰ কথাবোৰ শুনি। দীপকক যেন আৰু যাবলৈ নিদিয়াকৈ বুকুৰ মাজত সুমুৱাই থ'ব দময়ন্তীয়ে এই মুহূৰ্ত্তত! আদিত্যই সকলো পাহৰি গ'ল, অথচ দীপকে মনত ৰাখিছে সকলো। কেৱল মনত ৰখাই নহয়, আজি দময়ন্তীক চাবলৈও আহিছে! বহুদিনৰ মূৰত দময়ন্তীয়ে আলহীক মনৰ সন্তোষেৰে সোধ-পোছ কৰিলে। মনেশ্বৰীক নিৰ্দেশ দি কেবাবিধো বস্তুৰে চাহ-জলপান খুৱালে। দীপকহঁত এইবাৰ যাবলৈ উঠিল। মনেশ্বৰীয়ে আগবঢ়াই দিয়া তামোলৰ বঁটাটোৰপৰা তামোল এখন লৈ দীপকে ক'লে, — 'মাহীদেউ, কথা এটা শুনিছিলোঁ, এই ঘৰ-মাটি বিক্ৰী কৰিব হেনো? ভাবিছিলোঁ, আপোনাক চোৱাৰ লগতে এই খবৰটোও কৰি যাওঁ'।

ঃ তুমি কিনিবা নেকি? ইমান সোপা মাটি-ঘৰ কিনি কি কৰিবা?

ঃ মাহীদেউ, ডাক্তৰী কৰাৰ পোন্ধৰ বছৰ হ'ল, এতিয়া ভাবিছোঁ নাছিং হোম এখনেকে খোলোঁ। আপোনাৰ বোৱাৰীও ডাক্তৰ নহয়!

ঃ দীপক বোপা, অন্তৰৰ কথা এটা গোপনে কওঁ তোমাক, মই ঘৰ-মাটি প্ৰকৃততে একো নেবেচোঁ।

দীপকে বিচূৰ্তি খাই সুধিলে, — 'একো নেবেচে মানে? যোৱা বছৰৰপৰা দেখোন বিজ্ঞাপন দেখিছোঁ। মানুহৰ মুখে মুখে হৈছে, আপুনি হেনো গ্ৰাহক পছন্দ নকৰে।'

ঃ সেইটোৱে কথা। বেচা হ'লে ইমানদিনলৈ থাকেনে? আচলতে মানুহবোৰে মোৰ খবৰ ল'বলৈ এৰি দিছিল, আনকি তোমাৰ মহাদেউ কৃষ্ণদেৱ চৌধুৰীৰ কথাও পাহৰি গৈছিল। চৌধুৰী শ্ব মিলটো বাৰু নাই, কিন্তু মহাৰৰ সকলোখিনি অস্বীকাৰ কৰি চোৱাচোন সৌ ৰাস্তাটোৰ মূৰত ফলকখন 'ডেইজী লেন!' দময়ন্তীৰ চকুযোৰ সেমেকি

উঠিল। বহুপৰ নিস্তব্ধতা। দীপকে আৰু পত্নীয়ে ইটোৱে-সিটোৰ মুখলৈ দৃষ্টি বিনিময় কৰিলে। এইবাৰ দীপকে হঠাতে কৈ উঠিল, — 'মাহীদেউ, আপোনালোক যুগৰ লগত খাপ নোখোৱা, একেবাৰে ইমপ্ৰেক্টিকেল মানুহ। এয়া আপোনাৰ ল'ৰা-ধেমালি নহয়নে? আজি এমাহ হিচাপ কৰি মই আৰু নমিতাই চেম্বাৰ বন্ধ কৰি সময় উলিয়াই আপোনাৰ ওচৰলৈ আহিলোঁ এই কথাটোৰ বাবে। এইদৰে কিমান মানুহৰ সময় নষ্ট কৰিলে আপুনি ভাবি চাইছেনে? ব'লা নমিতা যাওঁ'। দীপক প্ৰায় খঙেৰেই যাবলৈ উঠিল। দময়ন্তী স্তব্ধ হৈ গ'ল। দীপকেও তেতিয়াহ'লে আবেগৰ, স্মৃতি ব্যৱসায় কৰিহে দময়ন্তীৰ অন্তৰ স্পৰ্শ কৰিছিল! দীপকইঁত গপ্‌গপাই নামি চোতাল পাইছিলগৈ। দময়ন্তীয়ে চিঞৰি এবাৰ দীপকক মাতিলে। দীপক উভতি আহি তেওঁৰ সন্মুখত ৰৈ ক'লে, — 'আকৌ কি হ'ল? কিয় মাতিলে?'

ঃ দীপক, ঘৰ-মাটি মই বেচিম এটা চৰ্তত।

ঃ কিমান লাগিব সেইটো কওক।

ঃ বিছ লাখ, মই পাই আছোঁ বহু গ্ৰাহকৰপৰা।

ঃ ময়ো দিম বিছ লাখ....

ঃ মোক তুমি দহ লাখ দিলেই হ'ব।

ঃ কি! এইবোৰ আকৌ ল'ৰা-ধেমালি নহয়তো, মাহীদেউ?

ঃ একেবাৰে নহয়। মই আগতেই কৈছোঁ এটা চৰ্ত আছে।

ঃ চৰ্তটো কওক। দীপকৰ চকু-মুখ উথলি উঠিছে আনন্দত।

ঃ নাছিং হোমখনৰ নাম হ'ব লাগিব কৃষ্ণদেৱ চৌধুৰীৰ নামত। মই তোমাৰপৰা পাব লগা বিছ লাখৰ দহ লাখ টকা এই নামটো দিয়াৰ বাবেই কম ল'ম।

দীপকে দুখোজ আগুৱাই আহিল। মুখখন আগৰ দৰে কোমল হৈ পৰিল। — 'নাম যাৰে থাকক, কোনো কথা নাই, মাহীদেউ....'

দময়ন্তীয়ে দীপকক কথা শেষ কৰিবলৈ নিদি ক'লে, — 'তুমি মোক 'মাহীদেউ', বুলি নামাতিবা আৰু, এতিয়া তুমি গ্ৰাহক মই বিক্ৰেতা। চৰ্তত ৰাজী যদি টকা লৈ আহিবা কাইলৈকে'। তাৰ পিছত মনেশ্বৰীক চিঞৰি মাতি দময়ন্তীয়ে ক'লে, — 'দুৱাৰ বন্ধ কৰি দে, আৰু কাকো মই লগ নকৰোঁ'। ■

# আশংকা

'ষ্টুপিড্....' জয়ন্তৰ হাতৰপৰা মিনাৰেল ৱাটাৰৰ এইমাত্ৰ কিনি অনা বটলটো, মুৰত দহোটামান বাকচ জাপি সন্মুখত বৈ থকা মাল-বস্তু কঢ়িওৱা কুলীজনৰ গাত লাগি উফৰি গৈ ৰেল লাইনত পৰিলগৈ। উভতি জয়ন্তলৈ চাব পৰা অৱস্থাত নাথাকিলেও মানুহটোৱে উত্তৰ দিলে 'বাবু গালি চণ্ডালকে দেনা....' জয়ন্তই একো নামাতিলে। এটা বিৰক্তিকৰ অৱস্থা। অসমলৈ যাব লগা কামৰূপ এক্সপ্ৰেছখন তিনিঘণ্টা দেৰিকৈ আহি শিলিগুড়ি পাইছেহি। প্লেটফৰ্মত বৈ ধৈৰ্য্যচ্যুতি হোৱা মানুহবোৰে ট্ৰেইনখন আহি ৰোৱাৰ লগে লগেই লৰা-ঢপৰা কৰিবলৈ আৰম্ভ কৰিলে। দবাবোৰত উঠিবলৈ মানুহে হেতা-ওপৰা লগালে। চাৰিওফালে চিএৰ-বাখৰ, ঠেলা-ঠেলি, এক দম বন্ধ হোৱা পৰিবেশ। জয়ন্তই কান্ধত বেগটো আৰু বাওঁ হাতত পানীবটলটো লৈ উঠিব খোজোঁতেই কুলীটোৱে খুন্দা মাৰি বটলটো ওফৰাই দিলে। দবাৰ ঠেক দুৱাৰখনেৰে খুপি খুপি জয়ন্ত ভিতৰলৈ সোমাই গ'ল। বেছ ঘৰুৱা পৰিবেশ কৰি লৈছে মানুহবোৰে ইতিমধ্যে। এজনে দুৱাৰ মুখৰ টয়লেটৰ কাষতে লুঙী পিন্ধিছে। মানুহজনৰ গাত গা ঘঁহাই জয়ন্ত তাৰ ৰিজাৰ্ভেশ্যন থকা কোঠালিটোত গৈ থমকি ৰ'ল। মহা আৰামেৰে ভুজিয়া চোবাই ঠেং-ভৰি তুলি বহি আছে পেটুলী চেহেৰাৰ দুজনী মাইকী মানুহ। লগত তিনিটামান আঘাইতং ল'ৰা-ছোৱালী আৰু এটা পেন্দুকণা। জয়ন্তক দেখি এজনীয়ে ৰঙা-বেঙুনীয়া ফুল দিয়া শাড়ীৰ ওৰণিখন টানি ল'লে। জয়ন্তই নিজৰ ছীট নাম্বাৰ মিলাই চাই ক'লে, — 'এইটো মোৰ ছীট, আপোনালোকৰ নম্বৰ কিমান'? উচাৎ মাৰি এজনী মাইকী মানুহ খিৰিকীৰ কাষলৈ চাপি গৈ ওৰণিৰ তলৰপৰাই ক'লে, — 'মৰদ্ লোগ্‌কো পুছ্‌না'। জয়ন্তৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। ইফালে-সিফালে চালে, কোনো মতা মানুহ কম্পাৰ্টমেণ্টটোত চকুত নপৰিল। কাষৰ ছীট দুটাত তাচ খেলি মগ্ন হৈ থকা মানুহ দুজনকে এই বিষয়ে জয়ন্তই সুধিলে। 'মতা মানুহ দুজন দেখিছোঁ, পিছে এতিয়া নাই দেখোন' — বুলি কৈ তেওঁলোক আকৌ খেলাত মগ্ন হ'ল। 'মহা সমস্যাত পৰিলোঁ, আজি কাৰ মুখ চাই যাত্ৰা কৰিছিলোঁ জানো?' মুখৰ ভিতৰতে সি ভোৰ্‌ভোৰালে। বয়-বস্তুৰে সৈতে মানুহকেইজনীয়ে এনেদৰে বহিছে যে জয়ন্তই কাষতে বহিবলৈও সংকোচ কৰিলে। কি কৰিব কি নকৰিব ভাবি থাকোঁতেই ছাফাৰি চুট পিন্ধি, জৰ্দাপাণৰ মল্‌মলীয়া গোন্ধ বিয়পাই হটঙা মানুহ এজন সোমালেহি। মানুহজনক দেখিয়েই দুয়োজনী মানুহে নিজৰ ভাষাত কেল্-মেলকৈ কিবা ক'বলৈ ধৰিলে। মাজে মাজে ওৰণিৰ ফাঁকেৰে পোন্দোৱাকৈ জয়ন্তলৈ চালে। কি বিড়ম্বনা! জয়ন্তই আগ-পাছ নুগুণি কঠোৰ মাতেৰেই হিন্দীতে মানুহজনক ক'লে, 'মই দবা আৰু ছীট নম্বৰ ভুল কৰা নাই। টিকট ডবল ইছ্যু হৈছে যদি গাৰ্ড আহিলে ক'ব লাগিব'। মানুহজনে নিজৰ টিকটটো উলিয়াই কিছুপৰ ঘূৰাই-পকাই চাই মানুহকেইজনীক কিবা এটা ক'লে। মুহূৰ্ততে আকৌ কোৰ্হাল আৰম্ভ হ'ল । ভুল দবাত একে নম্বৰৰে ছীটত বহি আছে বুলি জয়ন্তই কথা-বতৰাৰপৰা কিছু বুজি পালে। অলপ পিছতে গিৰ্-গিৰাই আটাইকেউটা মানুহে ছীটকেইটা এৰি উঠি গ'ল। গোটেই কম্পাৰ্টমেণ্টটোত সিঁচৰতি হৈ পৰি ৰ'ল ভুজিয়া, কাগজ, পানী ইত্যাদি।

কান্ধৰ বেগটো ওপৰৰ বাংক এটাত থৈ জয়ন্তই খিৰিকীৰ কাষত বহি এটা দীঘল নিশ্বাস পেলালে। ট্ৰেইনখন প্ৰায় খালি বুলিবই পাৰি। বেছিভাগ মানুহ কলিকতাৰপৰা আহি শিলিগুড়িত নামিল। জয়ন্তই মন কৰিছে যোৱা তিনিমাহত দুবাৰ অসমলৈ যাওঁতে এইদৰে শিলিগুড়িত যাত্ৰী সেৰেঙা হোৱা। এমাহতে দুবাৰ বোমা ফুটাৰ ঘটনাই অসমলৈ যোৱা মানুহৰ মাজত ভীতিৰ সঞ্চাৰ কৰিছে। যোৱাবাৰ ঘৰৰপৰা ঘূৰি আহিবৰ সময়ত তাৰ শান্ত-নিমাখিত মাকজনীয়েও কৈছিল — 'সাৱধানে যাবি। ৰেলত উঠিয়েই

বহা ঠাই, বাকচবোৰ চাই ল'বি'। মনত পৰা দিনৰেপৰা মাকে তাক ক'ৰবালৈ যাওঁতে এনে সাৱধান বাণী শুনাইছে বুলি মনত নপৰে। তাৰ মাকজনী স্বভাৱতেই বেলেগ। অল্পভাষী, চুটি-চাপৰ, ক্ষীণ-মীন মানুহজনীয়ে গৃহস্থালিৰ কৰ্তব্য নিপুণভাৱে কৰাৰ বাহিৰে আৰু যে কিবা ভাবে এই কথা জয়ন্তই ভাবিব পৰা নাছিল। মাকে তাক লৈয়ো যথেষ্ট ভাবে বুলি সেইদিনাহে গম পালে। পদূলিমুখলৈকে আগবাঢ়ি অহা জয়ন্তৰ বায়েকজনীয়েও ক'লে — 'ৰেলৰে পুলিচে ভালকৈ কম্পাৰ্টমেণ্টবোৰ চাই দিয়েনে বাৰু?' প্ৰশ্নটোতে সি বুজিছিল, ট্ৰেইনত অহা-যোৱা কৰা কথাটোত মুখ ফুটাই নক'লেও ঘৰৰ সকলোৱে বুকুত এক অনামী আশংকাই বাহ লৈছে। পৰা হ'লে জয়ন্তক — 'শিলিগুড়িত কাম কৰিব নালাগে, ঘৰৰ ল'ৰা ঘৰত থাক' বুলি দেউতাকে কঠোৰ নিৰ্দেশ শুনালেহেঁতেন। কিন্তু এই মুহূৰ্তত দেউতাকৰ এনেকৈ ক'বলৈ শক্তি হেৰাই গৈছে।

'....এই ছীটত বহি থকা মানুহবোৰ ক'লৈ গ'ল?' টাৱেল এখনেৰে মুখ-হাত মচি মচি মানুহ এজন আহি তাৰ সন্মুখৰ ছীটটোতে বহিলেহি। জয়ন্তই ঘটনাটো বিৱৰি ক'লে। 'এহ্ ভালেই হ'ল দিয়ক। মই বৰ অশান্তি পাইছিলোঁ সোমাই আহি। ভাবিছিলোঁ হ'ল আৰু আজি....' হিন্দী ভাষী মানুহজনে ক'লে।

ঃ আপুনি ইয়াতে উঠিছেনে?

ঃ অ', আপোনাতকৈ অলপ আগতে বোধহয়। এই দবাকেইটাৰ যাত্ৰী বোধহয় শিলিগুড়িৰপৰা এলট্মেন্ট কৰা হৈছে। আপুনি ইয়াৰেনে?

ঃ নহয় অসমৰ, ইয়াত মোৰ অফিচ।

ঃ কি অফিচ?

ঃ ভি-কে-এইছ টায়াৰ.... নতুন ক'ম্পেনী, নৰ্থ-ইষ্ট ৰিজনৰ বাবে ইয়াত অফিচ খুলিছে।

ঃ আপুনি কি হিচাপে.... মানে ইফ ইউ ড'ণ্ট মাইণ্ড....

ঃ মই এছিষ্টেন্ট মাৰ্কেটিং মেনেজাৰ। গুৱাহাটীত অফিচ নাই তেনেকৈ, যি কেইজন ডীলাৰ আছে ময়ে মাজে মাজে পাক মাৰি চাই আহোঁ। মঙলদৈত মোৰ ঘৰ.... ঘৰলৈও এপাক মৰা হয়, অ' বাই-দা-বে, মই জয়ন্ত নাথ।

ঃ মই এম শ্ৰীবাস্তৱ, মানে মোহন শ্ৰীবাস্তৱ, এৰিয়া মেনেজাৰ, এছিয়ান পেইন্টছত কাম কৰোঁ। এনেকুৱাই হয়, ট্ৰেইনৰ সহযোগী সদায় বন্ধুদিনীয়া পুৰণি বন্ধুৰ দৰে হৈ পৰে, নাম-ধাম কেতিয়াবা মনত ৰৈ যায় আৰু কেতিয়াবা পাহৰি যোৱা হয়। কিন্তু যাত্ৰাৰ কেইঘণ্টামানতে নিকটতম আত্মীয়ৰ দৰে হৈ যায়.... বুলি শব্দ কৰি খোলা হাঁহি মাৰিলে শ্ৰীবাস্তৱে। বয়স চল্লিছৰ ওচৰা-উচৰি। বেছ স্ফূৰ্তিবাজ মানুহ যেন লাগিল জয়ন্তৰ। যা হওক, যাত্ৰা কালছোৱা আমনিদায়ক নহ'ব। জয়ন্তই ভাবিলে মনে মনে। 'আপুনি বেয়া নাপায় যদি মোৰ এই কাৰ্টুনকেইটা অলপ চকু দিব, মানুহ উঠা আৰু নমাৰ সময়ত সাৱধান হোৱাটো ভাল। আৰু সৌ ওপৰৰ বাংকাৰৰ চুকৰ বেগটো মোৰ, মই ইয়াৰ পিছৰ অৰ্থাৎ ফাৰ্ষ্ট ক্লাছত ব্ৰাঞ্চ মেনেজাৰ আছে, দেখা কৰি আহোঁ। আমি তিনিজন আহিছোঁ, পিছে কালিহে থিৰাং হ'ল এই 'ট্যুৰ'টোৰ কথা। ছীটবোৰ বেলেগে বেলেগে পৰিল' বুলি কৈ শ্ৰীবাস্তৱে চুলিখিনি ফণিৰে বেকব্ৰাছ কৰি কৰি ওলাই গ'ল। কাৰ্টুনকেইটা প্ৰথমে দেখি জয়ন্তই কাৰ হ'ব পাৰে ভাবি আছিল মনে মনে। এতিয়া নিশ্চিত হ'ল। এক অনামী আশংকা তেতিয়াহ'লে প্ৰতিমুহূৰ্ততে তাৰো আছে! জীৱনক লৈ? এতিয়া জয়ন্তৰ জীৱন কেৱল তাৰেই নহয়, ঘৰৰ পাঁচোটা প্ৰাণীৰ জীৱনৰ আশংকা, ভৱিষ্যতৰ আশংকা জড়িত হৈ আছে তাৰ জীৱনৰ সৈতে। অৱসৰপ্ৰাপ্ত শিক্ষক দেউতাক-মাক, জয়ন্ততকৈ এবছৰৰ ডাঙৰ বায়েক, এজনী ভনীয়েক আৰু কলেজত এইবাৰ নাম লগোৱা ভায়েক মণ্টুৰ জীৱনৰ গুৰুত্বপূৰ্ণ অস্তিত্ব হৈছে জয়ন্ত। পঢ়াত মেধাৱী হোৱা সত্ত্বেও বি-কম পাছ কৰিয়েই সি এই ক'ম্পেনীটোত যোগ দিলে। বন্ধু-বান্ধৱবোৰে বাধা দিছিল, ইণ্টাৰভিউ দিবলৈ যাওঁতেই। 'ক'ৰ নাম নজনা ক'ম্পেনী। টকা কম, খাটুৱাই মাৰিব বেছি....' আদি কথা কৈ নিৰুৎসাহো কৰিছিল। ঘৰখন সচ্ছল হৈ থকা হ'লে সিও তেনেদৰেই ভাবিলেহেঁতেন। দেউতাকে মাত্ৰ ক'লে, 'দিনত চাকৰি কৰি ৰাতি পঢ়াৰ সুবিধা কৰিব নোৱাৰিবিনে মইনা!' জয়ন্তই জানে ক'ম্পেনীৰ চাকৰিত এয়া অসম্ভৱ! তাতে নতুন। এনেয়ে অসমীয়া ল'ৰা ল'বলৈ ভাল নাপালেও, অসমৰ পৰিস্থিতি চম্ভালি ব্যৱসায় আগুৱাই নিবলৈ ক'ম্পেনীটোৱে যে জয়ন্তক লৈছে; সেই কথা মেনেজিং ডাইৰেক্টৰ আৰ-জি প্ৰসাদৰ সৈতে কথা পাতোঁতেই সি বুজি উঠিছিল। কিন্তু দেউতাকৰ মনোকষ্ট বুজিব পাৰিয়েই সি কৈছিল 'হ'ব, কিয় নহ'ব। এবছৰমান চাকৰি কৰি লওঁ, তাৰ পিছত ভাবিম'। চাওঁতে চাওঁতেই চাকৰিৰ এবছৰ হৈ গ'ল। প্ৰমোছন এটাও হ'ল। দৰমহা চাৰি হাজাৰৰপৰা আৰু পাঁচশ টকা পালে বেছিকৈ। লগতে ডেইলী এলাৱেন্সো বাঢ়িল। বায়েক নয়নীক চাবলৈ দৰা

অহাৰ দিনা সি গৈছিল ঘৰলৈ, সুবিধা এটা কৰি। দুমাহমান দৰাপক্ষৰপৰা খবৰ-খাতি নাপাই বিয়া নহ'ব বুলিয়েই ভাবিছিল। পিছে পৰহি দেউতাকৰ এখন হঠাৎ চিঠি আহিল জৰুৰী খবৰ লৈ। দৰাই নয়নীতকৈ, মাইনু অৰ্থাৎ ভনীয়েককহে পছন্দ কৰিলে। আঙঠি পিন্ধাব খোজে চাৰিদিনৰ ভিতৰত। আঙঠি পিন্ধাবলৈ ভালেখিনি মানুহ আহিব দৰাপক্ষৰপৰা। সু-খবৰো, দুঃখবৰো। সি টকাৰ যোগাৰ কৰি ঘৰলৈ যাব লাগে।

বায়েক নয়নীক সি জানে। মাইনুৰ দৰে সৰবৰহী বা সাজ-সজ্জা কৰিব জনা ছোৱালী তাই নহয়। মেট্ৰিকত দুটাত লেটাৰ পাই পাছ কৰিছিল। বি-এছ-চিত ডিষ্টিংছন লৈ পাছ কৰি, বি-এড্ পঢ়ি আছে। তাই মাইনুৰ দৰে স্বাস্থ্যৱতীও নহয়। আনহাতে, মাইনুৰ এঁকেছ বছৰ বয়সতো কাণ্ড-কাৰখানা দেখিলে তেৰ বছৰীয়া ছোৱালী বুলি ক'ব পাৰি। ভায়েক মণ্টুৰ সৈতে ক্ষণে ক্ষণে কাজিয়া, ওফোন্দ। ঘৰলৈ গ'লে জয়ন্তয়ো প্ৰমাদ গণে; মাইনুৱে বা কি এটা ডাঙৰ অংকৰ বস্তু খুজি এইবাৰ তাক বিপদত পেলায়! জয়ন্তই দেউতাকৰ চিঠিখন মনত পেলালে '....বায়েক থাকোঁতে ভনীয়েকক বিয়া দিয়াটো বৰ মানসিক কষ্টৰ কথা, তথাপিতো এবাৰ তই যেনে-তেনে আহ ঘৰলৈ এদিনৰ বাবে হ'লেও, মুখেৰে নয়নীয়ে একো প্ৰকাশ কৰা নাই, কিন্তু তাইৰ স্বভাৱটো তই জানই।.... মাইনুক বিয়া দিলেও তোৰেই বহুত সমস্যা লাঘৱ হ'ব, দৰা ওলাওঁতেই গটোৱা ভাল, মানুহঘৰৰ অৱস্থা-পাতিও ভাল, ল'ৰাই ব্যৱসায় কৰে....'

'এই এই ওখানে,ৰাখ....বস' বাবা....ঐ জানালাটা খুলে দাওতো, বাবু সোণা....ঠিক্ আছে, বেছ হয়েছে....' চিঞৰি চিঞৰি এজনী বুঢ়ীমানুহ সোমাই আহিল খৰধৰকৈ। জয়ন্তই বহাৰপৰাই ভৰি দুটা কোঁচাই দিলে। এজন ডাঠ ফ্ৰেমৰ চশমা পিন্ধা মানুহ গহীনাই বহিলহি জয়ন্তৰ সন্মুখৰ ছীটটোত। ৰঙা পাৰীৰ আঁচ দিয়া শাড়ী পিন্ধা মানুহগৰাকী সোমায়ে ব্যস্ত হৈ পৰিল। দবাৰ খিৰিকীৰ বাহিৰত কোমলমতীয়া ল'ৰা এটা থিয় হৈ আছে। কথাই প্ৰতি মানুহগৰাকীয়ে দবাৰ ভিতৰৰপৰা 'বাবু সোণা, কৌটোটা দাও.... বাবু সোণা, জলেৰ বোটল ক'থায় ৰাখলি....' ইত্যাদি কৈ কম্পাৰ্টমেণ্টটোৰ ভিতৰতে ঘূৰি ফুৰিবলৈ ধৰিলে। মানুহগৰাকীৰ অহা-যোৱাবোৰৰ লগে লগে জয়ন্তই এবাৰ ভৰি কোঁচাই, এবাৰ হাত কোঁচাই, শৰীৰৰ কুচ-কাৱাজ কৰি থাকিব লগা হ'ল। দবাটোত যে আৰু কোনোবা যাত্ৰী আছে সেই কথালৈ মানুহজনীৰ কোনো ভ্ৰূক্ষেপেই নাই। জয়ন্তই মানুহজনলৈ চালে — মানুহজনৰ কিন্তু এইবোৰ একোৰে প্ৰতি ভ্ৰূক্ষেপ নাই। নিৰ্বিকাৰচিত্তে তেওঁ খিৰিকীত কিলাকুটি থৈ বাহিৰলৈ এমুখ ধোঁৱা উৰুৱাই চিগাৰেট খাই 'দৈনিক বসুমতী' এখন মেলি পঢ়ি আছে।

মানুহজনীয়ে জয়ন্তলৈ চাই ক'লে, 'আপোনাৰ বাৰ্থ তলতনে?' জয়ন্তই 'হয়' বুলি মূৰ জোকাৰিলে। 'বেয়া নাপায় যদি কথা এটা কওঁ, এওঁ মানে জামাইবাবুৱে মাজৰ বাংকত শুব নোৱাৰে। বাবু সোণা, মানে মোৰ সৌ ল'ৰাটোৱে টিকট কৰিছিলে। তলত নাপালে। বেয়া নাপায় যদি আপুনি ওপৰৰটোলৈ, মানে জামাইবাবুৰটোত শুবনে?' কি স্পৰ্ধা! বুঢ়া-মেথা নহয়, গজগজীয়া ডেকা মানুহ এটা শুব নোৱাৰে মাজৰ বাংকটোত! মাকৰ বয়সৰ মানুহ নহৈ যদি আনে কথাষাৰ ক'লেহেঁতেন জয়ন্তই ভাল গালি এটা শোধালেহেঁতেন। বহুত ধৈৰ্য ধৰি সি ক'লে, 'নাই, নোৱাৰোঁ দিব'।'আচ্ছা থাক্ থাক্' বুলি বুঢ়ীগৰাকীয়ে বাহিৰলৈ চাই আকৌ চিঞৰিলে ল'ৰাটোক, 'চটিটা কই....' ল'ৰাটো এইবাৰ ভিতৰ সোমাই আহিল। 'সৌ ওপৰতে দেখোন'। ল'ৰাটোৰ কথামতে মানুহজনীয়ে হেপামেলি ওপৰৰ বাংকত হাতেৰে খেপিয়াওঁতেই কাগজেৰে বন্ধা টোপোলা এটা আহি জয়ন্তৰ গাত পৰিলহি। 'এই যে পেয়েছি' বুলি মানুহজনীয়ে টোপোলাটো খুলি হাৱাই চেপ্পেল এযোৰ উলিয়াই ক'লে, 'বাবা, তোমাৰ চটি এখানেই ৰাখলাম' মানুহজনৰ ভৰিৰ কাষত চেণ্ডেলযোৰ থলেতো মানুহজনে কাটি-কূটাই নকৰিলে। সমগ্ৰ পৰিস্থিতিটোতে জয়ন্তৰ বিৰক্তি উপজিল। এনেকুৱা অসভ্য মানুহ থাকেনে, যি কাষত বহি থকা অচিনাকি মানুহ এজনক এইদৰে হাৰাশাস্তি কৰিব পাৰে! 'বাবা, তুমি কেনি যাবা?.... ট্ৰেইন লেট্ দুঘণ্টা' বুলি কৈ মানুহগৰাকীয়ে তাৰ ফালে চাই শাড়ীৰ আঁচলেৰে মুখখন মচি জামাইক আঁচলেৰেই বিচি দিলে দুবাৰমান।

ঃ লেট্? ক'তা শুনা নাই দেখোন!

ঃ 'আজিকালি ট্ৰেইনৰ টাইমবোৰ সলনি কৰা হৈছে বোমা ফুটাৰেপৰা। দিনতে পাৰ কৰা হয় কিছুমান অঞ্চল। তেনেকুৱাই কিবা হৈছে চাগে....' এইবাৰ সুদীৰ্ঘ সময়ছোৱাৰ পাছত বহি থকা মানুহজনে গহীনাই উত্তৰ দিলে।

ঃ কোৱা-কুই কৰিছে মানুহে.... সেইফালেই অন্য এখন ৰেলত বোমা উদ্ধাৰ হৈছে হেনো। সেইবাবে ট্ৰেইন লেট্....' তেওঁলোকৰ লগত অহা কোমলমতীয়া ল'ৰাজনে দবাৰ

খিৰিকীৰে মুখ সুমুৱাই বাহিৰৰপৰাই ক'লে।

ঃ হয়তো হ'ব পাৰে.... এনেকুৱা পৰিস্থিতিত বহুতে বহুত কথা উলিয়ায়। মানুহজনে জয়ন্তলৈ চাই কথাটো ক'লে। জয়ন্তই মূৰ দুপিয়ালে। জয়ন্ত আৰু মানুহজনৰ মাজত হোৱা কথোপকথনখিনিত মানুহগৰাকীয়েও মূৰ দুপিয়ালে দুবাৰমান, তাৰ পিছত হঠাতে ক'লে— 'বন্ধ কৰাচোন এই বোমা-টমাৰ কথা যাত্ৰা কালত। দুৰ্গা, দুৰ্গা। বাবা, নাৰিকলৰ সন্দেশৰ বাকচটো পাপিয়াই দিলেনে? আহ বেচেৰী.... তাই কালি ৰাতি এটা বজালৈকে এইবোৰ বনাইছে। জামাইবাবুৱে নাৰিকল সন্দেশ ইমান ভাল পায় বুলি মোক আগতে কোৱা নাই নহয়....' মানুহজনে একো কথাৰে উত্তৰ নিদিলে। আকৌ কাগজ পঢ়াত নিমগ্ন হ'ল। অনুজ্জ্বল পোহৰত এনে অস্বাস্থ্যকৰ পৰিস্থিতি এটাতো মনোযোগেৰে তেওঁ বাতৰি কাগজ এনেভাৱে পঢ়ি থাকিল যেন, এটা বাতৰি এই মুহূৰ্তত এৰি গ'লেই— এটা ডাঙৰ অঘটন ঘটিব। 'জামাইবাবুৰ খালি পঢ়া-শুনা। মোৰ ছোৱালীজনীও সেই । কিতাপৰপৰা মূৰ তুলিবই নোখোজে.... জামাই প্ৰফেছাৰ, আগেয়ে ধুবুৰীত আছিল, এতিয়া শ্ৰীৰামপুৰত.... বাবুসোণাৰে..ঃ কোথায় গেলি.... কথাৰ মাজতে মানুহগৰাকীয়ে ল'ৰাটো নেদেখি চিএঞৰ এটা মাৰিলে। খিৰিকীৰ বাহিৰত ল'ৰাটোৱে আকৌ ভুমুকি মাৰিলে। 'টিফিন কৌটোটা কথায় ৰাখ্লি?' ল'ৰাটোৱে আঙুলিয়াই দেখুৱালে বেগ এটালে। 'এই যে বাবা, তোমাৰ টিফিন। ৰুটি-মাংস। মাংস চম্পাই বনাইছে। তুমি যে কালি ভাল পাইছিলা লংকাৰ আছাৰ.... বটলটোকে দি দিছোঁ, এইবাৰ চম্পা গৈ তোমাক বনাই দিবগৈ'। জয়ন্ত এইবাৰ বহাৰপৰা উঠিল। তাৰ এই মানুহজনীৰ কাণ্ডবোৰ দেখি ধৈৰ্যচ্যুতি ঘটিল। 'বেগটো চাবনে অলপ, মই ট্ৰেইনৰ বিষয়ে খবৰ লৈ আহোঁ....' মানুহজনে বাহিৰলৈ চাই আছে.... জয়ন্তৰ কথা নুশুনিলে চাগৈ। একো উত্তৰ নিদিলে। এখন ঠেলাগাড়ী আহি খিৰিকীৰ মুখত ৰ'লহি.... বাকচ বন্ধা শিকলিৰপৰা ৰং-বিৰঙৰ গাৰু গিলিপ, বক্ষবন্ধনীলৈকে সকলো ওলোমাই থোৱা আছে। মানুহজনৰ দৃষ্টি অনুসৰণ কৰি মানুহগৰাকীয়ে ক'লে, 'কি লাগে জামাইবাবু! চম্পাই যোৱা দুমাহ ধৰি হৰমোন ইঞ্জেক্‌ছন লৈছে.... আগতকৈ বহুত ভাল হৈছে.... এই চাইজবোৰ নহ'ব এতিয়া....' জয়ন্তৰ কাণ-মূৰ গৰম হ'ল। সি তৎক্ষণাৎ বাহিৰলৈ ওলাই গ'ল। ছিঃ ছিঃ এনেকুৱা নিৰ্লজ্জ বুঢ়ী। জোঁৱায়েকে এই স্বভাৱবোৰৰ বাবে নামাতে নিশ্চয়। যেনে হ'লেও শিক্ষিত মানুহ, প্ৰফেছাৰ.... মান-সম্মান বুলি বস্তু এটা আছে। মানুহজনৰ দুৰ্ভাগ্য দেখি জয়ন্তৰ দুখ লাগিল। এনেকুৱা এজনী শাহু-আই থাকিলে জীৱনত দুৰ্ভাগ্য ঘটিবলৈ বেলেগে একো নালাগে। জোঁৱায়েকক এইদৰে খাতিৰ ধৰা শাহু জীৱনত সি কোনোদিনে দেখা নাছিল। ৰেলৱে পুলিচ এজন পাই, সি তেওঁকে সুধিলে — 'হয়নে, ক'ৰবাত কিবা গণ্ডগোল হৈছে নেকি? ট্ৰেইন লেট যে....'

ঃ কি হ'ব আৰু, খবৰ এটা ওলাইছে, ডাউন ট্ৰেইন এখনত বোমা থকা বুলি। চিন্তা নাই, ক'ৰবাত ৰ'ব পাৰে, কিন্তু ৰাতি পাৰ হ'ব নলগাৰ ব্যৱস্থা লোৱা হৈছে।

ঃ কিমান দেৰি হ'ব?

ঃ ক'ব নোৱাৰোঁ। — পুলিচজন গ'লগৈ। ছেঃ, জয়ন্তই মিছাকৈ দৌৰাদৌৰিকৈ ওলাই আহিল। দুজন আৰ্জেণ্ট ক্লায়েণ্টলৈ ফোন কৰি কথা পাতিব লগা আছিল অফিচত। ট্ৰেইন যাবগৈ বুলিয়ে একো নকৰাকৈ গুচি আহিল। কোনোমতে বঙাইগাঁৱত সি কাম এটা উলিয়াই লৈছে, তাকো বহুত ফাকি-ফুকা দি। মাৰ্কেটিং মেনেজাৰজন কাঢ়া আৰু সন্দেহী। মঙলদৈলৈ এটা দিনৰ বাবে গ'লেও বঙাইগাঁৱৰ ডীলাৰজনক সি শিকাই-বুজাই থ'ব লাগিব। নহ'লে মেনেজাৰে ফোন কৰি যে তাৰ খবৰ ল'ব সেয়া নিশ্চিত। এবাৰ এনেকুৱা এটা সৰু ফাকিত ধৰা পৰি সহকৰ্মী অৰিন্দম সৰকাৰৰ প্ৰায় চাকৰি গৈছিলেই। পিছে সিহঁতৰ কেবাজনেও অৰিন্দমে যোৱা দুবছৰে নিষ্ঠাৰে দেখুৱাই অহা কামৰ সফলতাৰ লিষ্ট এখন মাৰ্কেটিং মেনেজাৰৰ সন্মুখত দাঙি ধৰি অনুৰোধ কৰিলত কোনোমতে সেইবাৰলৈ ৰক্ষা পৰিল। অৰিন্দমৰ প্ৰেমিকাক জোৰকৈ দৰা বন্দৱস্ত কৰি বিয়া দিব খুজিছিল। সেয়ে এবাৰ যেনেতেনে অৰিন্দমক আহিবলৈ তাই খবৰ পঠিয়াইছিল। মাত্ৰ এবেলাৰ কথা, তাতে অৰিন্দম ধৰা পৰিল 'বছ'ৰ চোৰাংচোৱাগিৰিত। দুখতে অৰিন্দমে কৈছিল। 'Boss is always Boss'। প্ৰাইভেট ক'ম্পেনীত তোমাৰ ব্যক্তিগত জীৱনো 'বছ'ৰ হাতৰ মুঠিত। 'বছ'ক যদি তেল মাৰিব পাৰা সকলো সময়তে; তেতিয়া অৱশ্যে কথা নাই.... 'মানে?' জয়ন্তই বুজি পোৱা নাছিল। বুজি পোৱাৰো কথা নহয়। তেতিয়া জইন কৰা মাত্ৰ চাৰিমাহ হৈ গৈছিল।

ঃ শুনা, 'বছ' আৰু চাব'ৰডিনেটৰ পাৰ্থক্য.... When I please my Boss-I'm apple-polishing.... when my Boss pleases his Boss-he's co-

operating. When I take a long time, I'm slow, when my Boss takes a long time he is thorouh.... আৰু সকলোৰে ওপৰত কি জানা? — When I do good, my Boss never remembers, when I do wrong he never forgets.... ইমানবোৰ শিক্ষা অৰিন্দমৰপৰা পোৱাৰ পাছতো জয়ন্ত মৰসাহ কৰি গুচি আহিছে আজি। উপায় নাই। সি পঠোৱা তিনিহাজাৰ টকাৰে পৰিয়ালটো ভালকৈ চলিব নোৱাৰে। দেউতাকে পেঞ্চন পোৱা নাই এতিয়া। মাইনুক আঙঠি পিন্ধাবলৈ বা কিমান মানুহ আহিব? দুহেজাৰমান খৰচ পৰিব নেকি? সি ধাৰ-ধুৰ কৰি যোল্লশ টকা লৈ আহিছে। দৰাটোৱে তাক লগ পাব খোজে, দেউতাকে চিঠিত লিখিছে। কাইলৈ যদি মানুহখিনি দিনত আহে গধূলিলৈ সি বঙাইগাঁৱলৈ গৈ ডীলাৰজনক দেখা কৰিব পাৰিব। যদি মাৰ্কেটিং মেনেজাৰে কাইলৈ ৰাতিপুৱাই ফোন কৰে ডীলাৰজনলৈ?.... তাৰ ভাবিবলৈ ভয় লাগিল। এই মুহূৰ্তত তাৰ চাকৰিটো প্ৰাণতকৈও জৰুৰী। হঠাতে তাৰ টিঙিচকৈ খং উঠি আহিল। এই আঙঠিটো মানুহঘৰে মাইনুক নিপিন্ধালে নহয় নেকি? কি এনে ঐতিহাসিক ৰজাঘৰীয়া চুক্তি হ'ব যে, সোণৰ আঙঠি এটা আৰু পাটৰ কাপোৰ এযোৰত বুধীন্দ্ৰ নাথ মাষ্টৰৰ ছোৱালী মালবিকা আৰু ফৰেষ্ট ৰেঞ্জাৰৰ পুতেক অখিল বৰাৰ বিয়াখন যুগমীয়া হৈ ৰ'ব? শুনামতে ল'ৰাটোৰ 'ৰাইন শ্বপ' আছে। মাকৃতি আছে। বাকী কোৱালিফিকেছনৰ কথা জয়ন্তই নাজানে। সোধাও নাই। তাৰ এতিয়া দুটাই চিন্তা, বায়েকে নয়নীৰ সৈতে সি মুখামুখি কেনেকৈ হ'ব? আৰু আঙঠি পিন্ধোৱাত কিমান খৰচ হ'ব? যোৱা দুদিন সি দিনে-ৰাতিয়ে কেৱল অংক কৰিছে। অফিচৰপৰা যদি সি ধাৰ লয়, সানন্দে 'বছে' তাক যিমান টকা লাগে দিব। কিন্তু সি বন্ধকীত থাকিব লাগিব। অন্য ভাল সুবিধা পোৱা চাকৰিলৈ যাব নোৱাৰিব। এতিয়া যিবোৰ কাম বছে হুকুম দিলেও সি নকৰে, তেতিয়া সেইবোৰো কৰিবলৈ বাধ্য। জীৱনৰ সকলো আশা-আকাংক্ষা জলাঞ্জলি দিয়াৰ পিছতো যি সামান্য মনুষ্যত্ব আৰু আত্ম-সন্মানবোধ বাছি ৰৈছেগৈ, সেইখিনি ৰক্ষা কৰাটো সম্ভৱ হ'বনে তেতিয়া? গাঁৱৰ ধান হোৱা দেউতাকৰ মাটি কেইহালিচামান আৰু মণ্ডলদৈ চহৰত থকা ঘৰ-মাটিকণৰ বাহিৰেতো একো সম্পত্তি নাই যে বিক্ৰী কৰি দিব। অফিচৰ বন্ধুকেইটামানে অৱশ্যে দুই-এহাজাৰকৈ টকা ধাৰে দিব, কিন্তু কিমান হ'ব? সকলোৰে তাৰ দৰে অৱস্থা। নয়নীয়ে বাৰু কি কৰিছে এতিয়া! ঘৰত নিশ্চয় দেউতাকেও তাৰ দৰে অংক কৰিছে। বিয়াৰ আলোচনা হৈছে। ল'ৰাটো কেনেকুৱা অভদ্ৰ। বায়েকক চাবলৈ আহি ভনীয়েকক পছন্দ হ'ল! দোকানৰ কাপোৰ নেকি? নয়নীৰ পছন্দ হৈছিলে নেকি বাৰু ল'ৰাটোক? যদি হৈছিল তেতিয়াও সি গম নাপায়, নাই হোৱা যদিও গম নাপায়, কাৰণ তাইৰ স্বভাৱেই তেনেকুৱা। গভীৰ নদীৰ দৰে। শান্ত উপৰিভাগ দেখি অনুমান কৰিব নোৱাৰি ভিতৰত কিমান চাকনৈয়া। হঠাতে এটা উকি বাজিল। সি চক্ খাই উঠিল — ট্ৰেইনখন যাব নেকি? জয়ন্ত প্লেটফৰ্মেৰে আহি আহি ট্ৰেইনৰ শেষ মূৰ পাইছিলহি। তাৰ দবাটো বহু দূৰৈত থাকি আহিল। সি দৌৰিবলৈ ধৰিলে তাৰ দবাৰ উদ্দেশ্যে।

'এ, এই বাবা, শোন তুমি.... অকমান ৰোৱা....' সৰ্বনাশ! বাট আগচিলে সেই আপদীয়া বুঢ়ীয়ে। জয়ন্তই নেদেখা ভাও জুৰি যাবলৈ ধৰিলে, আচৰিতভাৱে বুঢ়ীগৰাকীয়ে তাৰ হাতখন থাপ্ মাৰি ধৰিলে 'ভগৱানৰ শপত বাছা, কথা কেইটামান শুনি যোৱা....' জয়ন্ত ৰ'ল কিছুপৰ। 'নাযাঁয় বাবা, আৰু দুটা হুইছেল মৰাৰ পাছতহে ৰেলখন যাব। শুনা বাছা....' 'বেগেতে কওক ট্ৰেইন যাব এতিয়া....' জয়ন্তই উপায়হীন হৈ ক'লে।

ঃ বাছা, তুমি মোক কি ভাবিছা ঠিকনা নাই.... আচলতে মোৰ বৰ আশংকা হৈছে....

ঃ আশংকা কৰিবলৈ কি আছে? বোমা ফুটিব বুলিতো আৰু অহা-যোৱা, কাম-বন বন্ধ কৰিব নোৱাৰি। কপালত মৰণ থাকিলে হ'ব আৰু....

ঃ দুৰ্গা, দুৰ্গা; এইবোৰ নক'বা। বোমা ফুটা-নুফুটালৈ মোৰ আশংকা নাই.... মানুহ মৰিলে হিচাপ-নিকাচ, পৃথিৱীৰ সৈতে লেনা-দেনা শেষ হৈ যায়.... জীয়াই থকালৈকেহে সকলো কষ্ট....

ঃ আপুনি কি ক'ব সোনকালে কওক।

ঃ তুমি এইকণ বাট জামাইবাবুৰ সৈতে যাবা নহয়, তুমি জামাইবাবুক অলপ বুজাবাচোন....

ঃ আপোনাৰ জামাইবাবুৰ সৈতে মোৰ চিনাকিয়েই নাই, কি বুলি মই তেওঁক আপোনাৰ কথা বুজাম.... চাওঁ বাট এৰক। আপোনাৰ গুণধৰ জোঁৱাইৰ গুণ-কীৰ্তন শুনিলে মোৰ ট্ৰেইন 'মিছ' হ'ব।

মানুহগৰাকী কন্দনামুৱা হৈ উঠিল। 'বাছা, তোমাৰ

মাৰৰ বয়সৰ মানুহ মই। জামাই মৰমত মোৰ ঘৰলৈ অহা নাই.... মই পাৰোঁতে জামাইক এইদৰে খাতিৰ ধৰি থকা নাই.... মোৰ তিনিজনী ছোৱালী ডাঙৰজনী চম্পাক তেওঁ বিয়া কৰাইছে। বৰ ভাল ছোৱালী বোপা, পঢ়াই-শুনাই, কামে-কাজে। দেখাতো বৰ দলিয়াই পেলাবলগীয়া নহয়। প'লিটিকেল ছায়েন্সত অনাৰ্ছ লৈ ভালকৈ বি-এ পাছ কৰিছিল। দেউতাক প'ষ্টমাষ্টৰহে আছিল, তাকো ৰিটায়াৰ হ'ল। বিয়াত ভালকৈ দিব-থ'বও নোৱাৰিলোঁ। জামায়ে সেইবোৰত আপত্তি নুতুলিলে। জয়ন্তই ট্ৰেইনৰ কাষে কাষে খৰ খোজেৰে তাৰ নিৰ্দিষ্ট দবাটোলৈ খোজ দিলে। মানুহজনীয়েও তাৰ সৈতে প্ৰায় কুকুৰ লৰ দি কথাবোৰ ফোঁপাই ফোঁপাই ক'বলৈ ধৰিলে।

ঃ নহয়, শুনাচোন বাবা.... কিন্তু এবছৰমান যোৱাৰপৰা অন্য অশান্তি এটা হ'ল। মোৰ পিছৰজনী ছোৱালী পাপিয়াক তেওঁ বেছিকৈ মৰম কৰা হ'ল। চম্পায়ো ভাবিছিল খুলশালী যেতিয়া মৰম কৰিবই। তোমাক ক'বলৈ লাজেই লাগে বাছা, মোৰ ল'ৰাৰ বয়সৰ তুমি.... পাপিয়াই বায়েকক ক'লে, ভিনিহিয়েক বিপজ্জনক হৈ উঠিছে তাইৰ বাবে। দুদিনমান বায়েকৰ ঘৰলৈ ফুৰিম-থাকিম বুলি যোৱা ছোৱালীজনী ঘৰ পালেহি। শুনিছোঁ কলেজৰ ছাত্ৰী এগৰাকীৰ সৈতেও কিবা সম্পৰ্ক আছে'। এইবাৰ জয়ন্তৰ খোজ মন্থৰ হ'ল। সি প্ৰথমবাৰৰ বাবে ভালকৈ মানুহজনীৰ মুখলৈ চালে। মানুহজনীয়ে তালৈ নোচোৱাকৈ লেঙুৰিয়াই তাৰ সৈতে প্ৰায় দৌৰিছে। বেয়া লাগি সি অলপ বৈ দিলে। মানুহজনীয়ে উশাহ সলাই আকৌ ক'বলৈ ধৰিলে — 'চম্পাৰ অশান্তি বাঢ়িল। তাইক জোঁৱাইয়ে মাৰ-ধৰো কৰিবলৈ আৰম্ভ কৰিলে৷ তাই ঘৰ পালেহি। সিদিনা হঠাতে জোঁৱাই ওলালহি। চম্পাৰ বৰ আনন্দ হ'ল। মানুহটোৱে ভুল বুজিব পাৰি শুচি আহিল বুলি। পাকে-প্ৰকাৰান্তৰে পিছে জোঁৱায়ে আমাক বুজালে, তেওঁ চম্পাক নিবলৈ অহা নাই। চম্পাই সুখ দিব পৰা নাই.... মোৰ ল'ৰাটোও সৰু, কি কৰিম ভাবি পোৱা নাই। পেঞ্চনৰ টকাৰে চলা সংসাৰ। তুমি বাটত বুজাবাচোন বাছা.... উশাহ নসলোৱাকৈ কথা কৈ যোৱা মানুহগৰাকীয়ে আঁচলেৰে চকু মচিলে, দীঘলকৈ কেইবাৰমান উশাহ ল'লে। বেলে আকৌ উকিয়ালে। জয়ন্তই যেন সম্বিৎ ঘূৰাই পালে। 'আপুনি মোক মিছাকৈয়ে এইবোৰ ক'লে, মই তেনে এজন মানুহক কি বুজাম? মাত্ৰ কেইঘণ্টামানৰ সহযাত্ৰী।'

ঃ বাছা, তোমাৰো নিশ্চয় মা আছে, বাই-ভনী আছে। বিপদত মানুহৰ তৃণ-কুটাডালো সহায় হয়.... এইমুহূৰ্তত এই বিপদৰপৰা ৰক্ষা পাবলৈ মই একো বিচাৰি পোৱা নাই.... জোঁৱাইয়ে যদি চম্পাক একেবাৰে এৰি দিয়ে.... পাৰোতেনো বাটৰ যাত্ৰী এজনক মই এই কথাবোৰ কওঁনে.... বাছা, তুমি পঢ়া-শুনা, ভাল ল'ৰা যেন লাগিছে, যদি ট্ৰেইনত যোৱা সময়খিনিত মোৰ জোঁৱাইক কথাবোৰ অলপ বুজোৱা....

ঃ ছোৱালীৰ শিক্ষা আছে, কাম কৰি খাব, বেছি চিন্তা নকৰিব....

ঃ বাছা তুমি জানা, চাকৰি এটা পোৱাটো কিমান টান কাম.... তদুপৰি শিক্ষাৰ মূল্য থকা হ'লেনো প্ৰফেছাৰ জোঁৱায়ে হায়াৰ ছেকেণ্ডাৰী পঢ়ি থকা পাপিয়াক হাৰাশাস্তি কৰেনে? কলেজৰ ছোৱালীৰ সৈতে বদনাম ওলায়নে?.... ট্ৰেইনখন চলিবলৈ ধৰিলে। ক'ব নোৱাৰাকৈয়ে জয়ন্তই হাত জোকাৰিলে মানুহজনীৰ ফালে। তেওঁক নেদেখা হোৱালৈকে জয়ন্ত দবাটোৰ দুৱাৰমুখতে বৈ থাকিল। ....আশংকাত প্লেটফৰ্মত বৈ থকা মানুহজনী...., মাইনুৰ বিয়াখন লৈ আশংকিত মাক-দেউতাক, চাকৰিটো যোৱাৰ আশংকাত প্ৰতিমুহূৰ্তত সন্ত্ৰস্ত সি নিজে.... হঠাৎ ট্ৰেইনখন বিস্ফোৰণ হ'লে কি হ'ব ভাবি আশংকিত যাত্ৰীবোৰ.... সি ভাবি আচৰিত হ'ল, প্ৰকৃততে মানুহৰ মৰণৰ প্ৰতি আশংকা নাই, আছে জীৱনৰ প্ৰতি। মৰণে যিকোনো মুহূৰ্ততে শেষ কৰিব পাৰে জীৱনৰ হিচাপ-নিকাচ.... 'নয়নী বাইদেউ তই বাছি গৈছ এটা আশংকাৰপৰা....' জয়ন্তই চকু মুদি গভীৰ নিশ্বাস পেলাই স্বগতোক্তি কৰিলে মনে মনে। ট্ৰেইনখনত তীব্ৰ বেগত হেৰাই গ'ল জয়ন্তই কোৱা শব্দকেইটা। প্লেটফৰ্মত এৰি অহা শংকিত মাকজনীৰ দৰেই মণ্ডলদৈৰ ঘৰৰ বাৰাণ্ডালৈ ওলাই সি অহালৈ বাট চাই আছে নিশ্চয় তাৰ মাকে.... যদি সি ঠিক সময়ত গৈ ঘৰ নাপায়।। ■

# স্বাধীনতাৰ চোলা

যোৱা তিনিদিন ধৰি বিষ্ণু শৰ্মাৰ ঘৰখনক এক মৃদু আনন্দ প্ৰৱাহে চঞ্চল কৰি ৰাখিছে। বিষ্ণু শৰ্মাৰ পত্নী কমলাই ঘৰখনৰ এই আনন্দময় পৰিবেশ বহুদিনৰ মূৰতহে দেখিছে। হায়াৰ ছেকেণ্ডাৰী পাছ কৰিয়েই পঢ়া-শুনাৰ ইতি পেলাবলগীয়া হোৱা নুমলীয়া জীয়েক ৰাধাও এইকেইদিন বেছি হাঁহি-মাতি ফুৰিছে। সকলোতকৈ ডাঙৰ কথা, চৌবিছ ঘন্টাই টিঙিৰি তুলা হৈ থকা বিষ্ণু শৰ্মাৰ মুখখনো বেছ প্ৰসন্ন। যোৱা তিনিদিনতে বিষ্ণু শৰ্মাৰ হাব-ভাবেই সলনি হৈ গৈছে। কথাই-বতৰাই গম্ভীৰ, খবৰটো শুনি খবৰ ল'বলৈ অহা গাঁৱৰ মানুহবোৰৰ আগত খোজ-কাটলে এক স্বদেশী স্বদেশী ভাব ফুটাই তুলিছে। দেউতাকৰ দৰেই বহুদিনৰ মূৰত ৰাধাও ব্যস্ত হৈ পৰিছে। প্ৰগতি শিল্পী সমাজৰ অনুষ্ঠানত ৰাধাক কোৰাছ প্ৰেক্‌টিছ কৰিবলৈ মাতিছেহি। 'অ' মোৰ আপোনাৰ দেশ' গীতটো ভালকৈ প্ৰেক্‌টিছ নকৰিলে সদায় মানুহবোৰে ভুল কৰে। অনুষ্ঠানলৈ মন্ত্ৰী অহাৰ কথা, ভুল হ'লে ডাঙৰ ঘটনা হ'ব। প্ৰগতি শিল্পী সমাজৰ ছেক্ৰেটাৰী গাঁৱৰে ল'ৰা প্ৰজ্ঞানে আহি কৈ গৈছে, ৰাধাই কোৰাছটো লীড ল'ব লাগিব। ব্যস্ত হৈ পৰিছে কমলাও। বিষ্ণু শৰ্মাক স্বাধীনতা সংগ্ৰামী বুলি সম্বৰ্ধনা জনোৱা হ'ব, এই খবৰটো শুনাৰেপৰা গাঁৱৰ মানুহ, মিতিৰ-কুটুম আনকি উলিয়াই দিয়া চাৰিওজনী ছোৱালীৰ জোঁৱাইকেইটাও আহি খবৰ নকৰাকৈ থকা নাই। প্ৰজ্ঞানে কোৱামতে সম্বৰ্ধনাৰ সৈতে দুহাজাৰ টকাৰ মাননি এটাও বিষ্ণু শৰ্মাক সন্মান হিচাপে দিয়া হ'ব হেনো। বিষ্ণু শৰ্মাই সেয়ে দীনু মহাজনৰ গোলাত বাকীৰ খাটাৰ অংক বঢ়াবলৈ বিশেষ চিন্তা কৰা নাই। মনে মনে হিচাপ কৰি দেখিলে পোৱা টকাখিনিৰে ধাৰ মাৰিলেও আঠশমান টকা ৰ'বগৈ। কিন্তু সেই বুলি খবৰটো পাই তেওঁৰ ঘৰলৈ খবৰ ল'বলৈ অহা মানুহবোৰক চাহ এটোপা নুখুওৱাকৈ, মিতিৰ-কুটুমক ভাত এসাঁজ নুখুওৱাকৈ জানো পঠাব পাৰি? জীৱনটো জোৰা-টাপলি মাৰি অভাৱৰ সৈতে মিতিৰালি পাতিয়েই পাৰ হ'ল। বিষ্ণু শৰ্মাই পাৰ কৰি অহা ষাঠিটা বছৰত এদিনো কোনেও সোঁৱৰাই নিদিলে যে দেশৰ কাৰণে তেওঁৰো এটা অৱদান আছিল। বিষ্ণু শৰ্মাৰ কথা বাদেই, এইখন গাঁৱতে বিষ্ণু শৰ্মাৰ বৰদেউতাক, যাৰ অনুপ্ৰেৰণাত ১৯৪২ চনত তেওঁ মাত্ৰ বাৰ বছৰ বয়সতে, বৰদেউতাকৰ সৈতে গৈ যোৰহাট কাছাৰীত পিকেটিং কৰি জাতীয় পতাকা তুলিবলৈ অহা দলটোৰ সৈতে খোজকাঢ়ি গৈছিল, যিজন বৰদেউতাকৰ সৈতে কাৰাবৰণ কৰিছিল আৰু নাবালক ল'ৰা বুলি তিনিদিনতে তেওঁক এৰি দি বৰদেউতাকক তিনিমাহ জেল হাজোতত ৰাখিছিল, সেই বৰদেউতাকেও কোনো স্বীকৃতি নোপোৱাকৈয়ে মৃত্যুবৰণ কৰিছিল। গতিকে বিষ্ণু শৰ্মায়ো কাহানিও ভবা নাছিল যে কোনোবা এদিন তেওঁ এই কামৰ বাবে প্ৰশংসা বা সন্মান পাব। গাঁৱৰে আদৰ্শ বুনিয়াদী বিদ্যালয়খনত শিক্ষকতা কৰিয়েই চাৰিওজনী ছোৱালীক ভাত মুঠি খাব পৰা ল'ৰা একোটালৈ উলিয়াই দিলে। অনিয়মীয়া দৰমহা, অৱসৰৰ পিছত পেঞ্চনহীন দিনবোৰৰ দুৰ্বিষহ যাতনা ভোগাৰ সময়তে আহিল সুখবৰটো লৈ প্ৰগতি শিল্পী সমাজৰ ছেক্ৰেটাৰী প্ৰজ্ঞান। স্বাধীনতা দিৱসৰ তাৎপৰ্যৰ কথা বিষ্ণু শৰ্মাই পাহৰিয়ে গৈছিল। এসময়ত বহু স্বাধীনতা সংগ্ৰামীয়ে আৱেগবিহ্বল হৈ তাম্ৰপত্ৰ চৰকাৰক ওভতাই দিয়াৰেপৰা স্বাধীনতা দিৱস পালন কৰাৰ নিয়মবোৰো উঠিয়েই গ'ল। বিষ্ণু শৰ্মাৰ এইবোৰ লৈ চিন্তা কোনোদিন হোৱা নাছিল। ঘূৰাই দিবলৈকো বিষ্ণু শৰ্মাই চৰকাৰী প্ৰশংসা-পত্ৰ এখন পোৱা নাছিল। কিন্তু আজিৰ কথা বেলেগ। স্বাধীনতাৰ পঞ্চাছ বছৰৰ মূৰত হ'লেও গাঁৱৰে ল'ৰাহঁতে বিষ্ণু শৰ্মাৰ অৱদানক গৌৰৱ বুলি ভাবি স্বীকৃতি দিব খুজিছে। শৰ্মাৰ জীয়েককেইজনীয়ে বুজন হোৱাৰেপৰা দেউতাকক খেচ-

খেচাই আহিছে, তেওঁ আজিৰ যুগৰ মানুহ নহয় বুলি। সদায় আনৰ উপকাৰ চিন্তা কৰোঁতে নিজৰ টেকেলি কাটি। এতিয়া অন্ততঃ তেওঁ ক'ব পাৰিব, মানুহে বঁটা-সন্মান পাবলৈ বিচাৰি ফুৰিব নালাগে, ভাল কাম কৰিলে আপোনা-আপুনি আহিব।

বাহিৰত চিপ্-চিপীয়া বৰষুণ। বিষ্ণু শৰ্মাই এইকেইদিন পুৰণি কিতাপ থোৱা আলমাৰিটোৰপৰা কেৱল কিতাপ-পত্ৰকেই খুঁচৰি-খুঁচৰি উলিয়াইছে আৰু জাৰি-জোকাৰি সুমুৱাইছে। কাঁচ ভগা আলমাৰিটো ঘুণে ধৰি জৰাজীৰ্ণ কৰি পেলাইছে। তেওঁ কাষেৰে পাৰ হৈ যোৱা কমলাক ক'লে, — 'বুজিছা, টকাকেইটাৰে এটা আলমাৰি সাজিবলৈকে দিম নেকি? নহ'লে কিতাপবোৰৰ বৰ দুৰ্গতি হৈছে। ডালশলিয়াই কেবাখনো কিতাপ পঢ়ি পেলালে দেখোন। এতিয়া অ'ত-ত'ত হোৱা মিটিংবোৰলৈ মোক মাতিবহি নহয়, ভাষণ একোটা দিবলৈ পঢ়া-শুনা ভালকৈ কৰি নগ'লে হ'ব জানো?' কমলা অলপপৰ তেওঁৰ ওচৰতে বৈ কিবা চিন্তা কৰা যেন দেখুৱালে। তাৰ পিছত ক'লে — 'মই পিছে অন্য এটা কথাহে ভাবিছোঁ। চ'ৰাঘৰটোৰ ওপৰত আৰু টিন-পাত দুখিলামান আছে। আলমাৰিটোত পানী পৰা নাই। শোৱনি-কোঠা আৰু আখলৰ ওপৰত খেৰৰ সলনি টিন-পাত দুখনমান দিলেহে ভাল হ'ব নেকি? ভাত ৰান্ধোঁতে যি শাস্তি হয়, বৰষুণ দিলে মজিয়াৰ বোকা মচি থাকিব লাগে। শোৱনি কোঠাৰ পালেংখনো সলাই থ'বলৈ ঠাই নোহোৱা হ'ল। যিফালেই থওঁ সেইফালেই পানী পৰে। কালি ৰাতি দেখোন আপুনিয়েই শুব নোৱাৰিলে।' 'হ'ব বাৰু ভাবি চাব লাগিব। চাহ এটোপা দিবা নেকি.... এ নালাগে নহ'লে' — বুলি শৰ্মা এইবাৰ আকৌ কিতাপৰ পাতত নিমগ্ন হ'ল। টেবুলখনৰ ওপৰত থকা, ৰাধাৰ স্কুললৈ নিয়া পুৰণি বহী এখনৰ থাকি যোৱা উকা পাতকেইখিলাত কিবাকিবি লিখিবলৈ ল'লে। কমলাই বুজে। এই সময়ত শৰ্মাই চাহ একাপ পালে ভাল পায়, কিন্তু দীনু মহাজনৰ গোলাৰ হিচাপটো মনত পৰিলত শৰ্মাই চাহ নাখাওঁ বুলি ক'লে। কমলাই মুখেৰে একো নোকোৱাকৈ সেয়ে শৰ্মালৈ চাহ একাপ কৰি আনিবলৈ ভিতৰলৈ গ'ল। শৰ্মাই অলপ ঠাণ্ডা অনুভৱ কৰিলে। চোলাটো পিন্ধিব পৰা হ'লে ভাল আছিল। কিন্তু চোলাটো কমলাক খুজিবলৈ সাহ নহ'ল।

শৰ্মাই এইকেইদিন ঘৰত গেঞ্জী পিন্ধিয়েই আছে। গেঞ্জীটোত কেবাটাও ফুটা ওলাইছে যদিও, বিশেষ চিন্তা কৰা নাই। ঘৰলৈ আহি গৈ থকা মানুহবোৰ গাঁৱৰে মানুহ। পাঞ্জাবী চোলাটো এইকেইদিন কমলাই পিন্ধিবলৈ দিয়া নাই। চোলাটোৰ কাষলতি তল আৰু পিঠিৰ ওচৰত অকমান ফিচিকিছে। কমলাই যত্নেৰে হাতচিলাই মাৰি ধুই-পখালি নিজৰ কাপোৰ থোৱা ট্ৰাঙ্কটোত ভৰাই থৈছেগৈ চোলাটো। বেছিকৈ ফাটিলে মিটিঙলৈ পিন্ধি যাব নোৱাৰিব বুলিয়েই কমলাই চিন্তা কৰি যোৱা তিনিদিন আগতেই এই সিদ্ধান্ত ল'লে। টকা দুহেজাৰ পালেই কমলাই নিজে গৈ দুশ টকা খৰচ কৰি এটা ভাল পাঞ্জাবী চোলা পোনেই কিনি আনিবগৈ বুলি কৈ থৈছে। বিষ্ণু শৰ্মাই গাটো গৰম লাগক বুলিয়েই কোঠালিটোৰ ভিতৰতে পায়চাৰি কৰি ভাষণ মুখস্থ কৰিবলৈ লাগিল। তেওঁ পঞ্চাছ বছৰৰ আগৰ তেজস্বী সময়বোৰলৈ উভতি যাবলৈ যত্ন কৰিলে। বিষ্ণু শৰ্মাৰ বৰদেউতাকৰ মুখখন বাৰে বাৰে চকুলৈ আহি থাকিল। বৰহোলা, ৰজাবাহৰ, বিৰিণাশায়েক, কচুখাত, ৰঙাজান, মৰাণগাঁও আদিৰপৰা অহা স্বেচ্ছাসেৱকৰ দলবোৰ, তিতাবৰ-বেবেজীয়াৰ মূল শিবিৰত কোমল চাউলৰ জলপান সকলোৱে খাই যোৰহাট কাছাৰী অভিমুখে সমদলটো যাত্ৰা কৰোঁতে শ্ল'গান দিয়া সেই ৰোমাঞ্চকৰ মুহূৰ্তত 'বন্দে মাতৰম্' কথাবোৰ ভাবোঁতে ভাবোঁতেই বিষ্ণু শৰ্মাৰ চকুপানী বিৰিঙিল। কমলাই 'চাহ খাওক' বুলি কোৱাতহে তেওঁৰ সম্বিৎ ঘূৰি আহিল। ষ্টীলৰ গিলাছ এটাত কমলাই লৈ অহা চাহকণ দেখি তেওঁ কমলাৰ প্ৰতি ইমান প্ৰসন্ন হৈ পৰিল যে কৈয়ে পেলালে, — 'তুমি মোৰ মনটো কেনেকৈ বুজি পোৱা বাৰু?' কমলাই আজি কেইদিনমানৰপৰা হঠাতে এনেবোৰ কথা গিৰীয়েকৰ মুখত শুনি অস্বস্তি অনুভৱ কৰিবলৈ লৈছে। কমলাই ছাব্বিছটা বছৰ গিৰীয়েকৰ মন বুজিয়েই সংসাৰ চলালে। গিৰীয়েকক সন্তোষ দিয়াটোৱেই কমলাই জীৱনৰ আটাইতকৈ কঠিন সমস্যা বুলি আজি অতবছৰে বিবেচনা কৰি আহি; আজি শেষ বয়সত তিনিদিনমান ধৰি কমলাই কথাই প্ৰতি বিষ্ণু শৰ্মাৰ প্ৰশংসা পোৱাটোত অস্বস্তি পাবৰে কথা। বিষ্ণু শৰ্মাৰ সামাজিক স্বীকৃতিয়ে কমলালৈও নিবিচৰাকৈয়ে এক গাৰ্হস্থ্য স্বীকৃতি আনি দিছে।

পুৱাৰেপৰা ডবাপিটা বৰষুণ আৰম্ভ হৈছে। বিষ্ণু শৰ্মাৰ চিন্তা বাঢ়ি আহিবলৈ ধৰিলে। কিবা কাৰণত যদি সভাখন স্থগিত হৈ যায়! অলপতে চুবুৰীয়া টংকেশ্বৰ বৰাৰ ল'ৰা

জিতেনে কৈ গ'লহি, 'খুৰা, ঠিক আঢ়েটা বজাত আপোনাক আগবঢ়াই নিববৈ আমি মানুহ পঠাম'। 'এস্, মই গাঁৱৰে মানুহ আগবঢ়াবহি লাগিছে কেলৈ?' শৰ্মাই লজ্জিত হৈয়েই ক'লে। 'নহয় খুৰা, আপোনাক মঞ্চলৈ নিব লাগিব নহয়, মন্ত্ৰী আহিব, ইফালে পৰহিলৈ স্বাধীনতা দিৱস বৰ্জন কৰিবলৈ বন্ধ ঘোষণা কৰিছেই। আমাকো সংগঠনৰ মানুহে ধৰিছিলেই, পিছে কেবাটাও বন্ধু, আছিল.... সিহঁতক বুজালোঁ, বোলো চহৰবোৰতো স্বাধীনতাৰ পঞ্চাছ বছৰৰ অনুষ্ঠানবোৰ হৈয়ে আছে, আমাকো কৰিবলৈ দিয়া। মন্ত্ৰী আহিব, আমাৰ ক্লাবঘৰটোলৈ সাহায্য এটাও দিব বুলি কৈছে। গাঁওখনৰ কিবা উন্নতি হ'লে কি বেয়া? তেতিয়াহে সিহঁত সৈমান হ'ল। এতিয়া পিছে চিন্তা বাঢ়িল। মন্ত্ৰীৰ সৈতে ঢেৰ পুলিচ-মিলিটেৰী, ছিকিউৰিটি আহিব। মঞ্চত থকা মানুহবোৰক আগতে চেকিং কৰা হ'ব। আনকি সভালৈ অহা মানুহবোৰকো চেকিং কৰা হ'ব। আপোনাক লৈ নগ'লে ছিকিউৰিটিয়ে মঞ্চত উঠিবলৈকে নিদিব। ৰাধাকো সোনকালে যাবলৈ ক'ব। আমি আৰম্ভ কৰিম 'বন্দে মাতৰমে'ৰে আৰু শেষ কৰিম 'অ মোৰ আপোনাৰ দেশেৰে'। তাইক পাক্কা দুটা বজাত যাবলৈ ক'ব'। জিতেনে কথাবোৰ কৈ যোৱাৰ পিছৰেপৰা বিষ্ণু শৰ্মাৰ বুকুখন এক অজান আশংকাত কঁপিবলৈ ধৰিলে। তেওঁ সেইবোৰ কথা ভবাই নাছিল। অতবোৰ পুলিচ-মিলিটেৰীৰ আৱেষ্টনীৰ ভিতৰত তেওঁ পাৰিবনে বুজাব সেই শোভাযাত্ৰাটোৰ কথা। বৰদেউতাকৰ কথা! যোৰহাট কাছাৰীত হোৱা পিকেটিঙৰ কথা! ৰাধাই কালি ক'লেহি, সংগঠনৰ মানুহৰ সৈতে ক্লাবৰ ল'ৰাৰ কিবা কাজিয়াও লাগিছে। মিটিং বন্ধ হৈ যাব পাৰে। মিটিং বন্ধ হ'লে, তেওঁৰ টকা দুহেজাৰ...., বিষ্ণু শৰ্মাই সেই মুহূৰ্তত যোৱা তিনিদিনে কি ভাষণ মুখস্থ কৰিছিল সকলো পাহৰি গ'ল। তেওঁ নজনাজনলৈ হাতযোৰ কৰি কৈ উঠিল — 'হে ঈশ্বৰ, মিটিংখনৰ যাতে একো হানি-বিঘিনি নকৰা, আলফা ল'ৰাকেইটাক সুমতি দিয়া'।

মিটিঙলৈ যাবলৈ আৰু এঘণ্টা সময়হে হাতত আছে। যিমানে সময় চমু চাপি আহিছে, শৰ্মাৰ মনৰ অৱস্থাও অশান্ত হৈ আহিছে। ৰাধা সোনকালেই গৈছে ক্লাবলৈ। মাজতে এবাৰ আহি মিটিঙৰ আলেখ-লেখৰ বুজ দি যোৱাহি কথা। তায়ো অহা নাই। বৰষুণজাকো কমা নাই। এনেতে ৰান্ধনিশালত কিবা এটা শব্দ হ'ল। শব্দটোৰ লগে লগে কমলাৰ কেঁকনি এটা ভাহি আহিল। শৰ্মা উধাতু খাই পাকঘৰ পায়েই মূচকচ যাবৰ উপক্ৰম হ'ল। কমলা মজিয়াৰ বোকাৰ মাজতে চিতখাই পৰি আছে। ভাতৰ বটুৱাটো একাষত কাটি হৈ পৰি আছে। নিসনিৰে সৈতে গৰম ভাতৰ জুলীয়া পানী এসোঁতা কমলাৰ ফালে বৈ আহিছে। শৰ্মাই আগ-পাছ নুগুণি তৎক্ষণাৎ কমলাক দাঙি ধৰি সুধিলে, 'পুৰিলে নেকি? ক'ত পুৰিছে?'

'নাই পোৱা, ভাতৰ নিসনি কাঢ়িবলৈ যাওঁতেই মজিয়াত পিছল খালোঁ, ভাগ্যে গৰম ভাতৰ বটুৱাটো গাত নপৰিলে....' সেহাই সেহাই কমলাই ক'লে। কমলাৰ মূৰৰ ওপৰত তেতিয়াও পানী পৰিছে। শৰ্মাই খেৰৰ চালিখনলৈ চালে। কাউৰীয়ে ঠোঁট মোহাৰি পাতল খেৰকেইডাল ঠায়ে ঠায়ে নোহোৱা কৰি পেলাইছে। কমলাৰ সৰ্বশৰীৰত বোকা আৰু ভাতৰ নিসনিৰ লেপজেপীয়া আঠা। শৰ্মাই তৎক্ষণাৎ কমলাৰ গাৰ কাপোৰ আঁজুৰি খুলি ক'লে, 'শুকান কাপোৰ ক'ত আছে?' কমলা নিৰুত্তৰ হৈ থাকিল। বিষ্ণু শৰ্মাৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। মাইকত মিটিঙৰ ঘোষণা ইতিমধ্যে আৰম্ভ হৈছে। ভাতকেইটা খাই যাবলৈ পোৱাৰ আশাও মুদা মৰিল। খঙেৰেই তেওঁ সুধিলে, 'নোকোৱা কিয়, কাপোৰ ক'ত আছে?'

ঃ নাই। — কমলাই চুক এটাও থিয় হৈ লাহেকৈ ক'লে।

ঃ নাই! কি নাই?

ঃ ভালযোৰ ৰাধাক পিন্ধাই পঠিয়াইছোঁ....

বিষ্ণু শৰ্মা ধপচ্‌কৈ কেঁচা মজিয়াতে বহি পৰিল। তেওঁ কমলালৈ চকু তুলিও চাব নোৱাৰিলে। হঠাতে সুধিলে, 'মোৰ পাঞ্জাবী চোলাটো ক'ত?'

ঃ মোৰ বাকচটোত।

বিষ্ণু শৰ্মা প্ৰায় দৌৰি গৈ বাকচ খুলি পাঞ্জাবী চোলাটো আনি কমলাৰ সন্মুখত ৰৈ ক'লে, 'এইটো পিন্ধা....'

ঃ আপুনি মিটিঙলৈ....

ঃ নাযাওঁ।

কমলাই পাঞ্জাবী চোলাটো হাতত লৈ উচুপিবলৈ ধৰিলে।

ঃ কি কান্দিবলৈ আহিছা, পিন্ধা বুলিছোঁ নহয়। শৰ্মাই উগ্ৰমূৰ্তি ধাৰণ কৰিলে।

বাহিৰত কেইটামান ল'ৰাই মাত লগালে, 'খুৰাদেউ

হৈছেনে? দেখিয়েই হ'ব, সোনকালে আহক। কমলাই নিষ্পলক দৃষ্টিৰে শৰ্মালৈ চাই ৰ'ল। শৰ্মাই বাহিৰত মাত শুনিও একো উত্তৰ নিদিলে। কমলাই গাৰপৰা বোকা লগা কাপোৰবোৰ খুলিবলৈ ধৰিলে লাহে লাহে।

ঃ খুৰাদেউ....

ঃ তোমালোক গৈ থকা, মই পিছে পিছেই গৈ আছোঁ— ক্ষীণ স্বৰেৰে বিষ্ণু শৰ্মাই ভিতৰৰপৰা উত্তৰ দিলে।

ঃ খুৰাদেউ, মিটিঙত গণ্ডগোল লাগিব পাৰে, সময়টো সেই বাবে সোনকালেই কৰিছোঁ, দেৰি নকৰিব, আমি আহি আছোঁ।

বিষ্ণু শৰ্মাৰ মুখলৈ চাবলৈ কমলাৰ সত যোৱা নাই। হঠাতে কমলাই এটা আচৰিত কাম কৰিলে। ৰান্ধনিঘৰৰ দুৱাৰখন জপাই তাই ভিতৰ সোমাই ল'লে। বিষ্ণু শৰ্মাই বাহিৰৰপৰা চিঞৰিবলৈ ধৰিলে, দুৱাৰ বন্ধ কৰিছা কিয়? অলপ শোৱাহি। মানুহ কোনো নাই, কোনেও নেদেখে....

এনেতে কমলাই কাণি দুৱৰীকৈ দুৱাৰখন মেলি পাঞ্জাবী চোলাটো উলিয়াই দি ক'লে, বাহিৰৰপৰা দাংডাল দি চোলাটো পিন্ধি মিটিঙলৈ যাওক। জীৱনটো সুযোগ হেৰুৱাওঁতেই গ'ল.... এনেয়ে ছোৱালীহঁতে আপোনাক নোদোষে, ঘৰটোৰ আটাইকেউখন দুৱাৰ বন্ধ কৰি থৈ যাব। চিন্তা নকৰিব মই বোকা লগা কাপোৰ পিন্ধি থকা নাই। খুলি থৈছোঁ।

মাইকত ভাহি আহিল বন্দে মাতৰম্— 'সেয়া ৰাধাহঁতে গালেই কোৰাছ.... মিটিং আৰম্ভই হ'ল' — কমলাৰ কণ্ঠত কান্দোন।

বিষ্ণু শৰ্মাই অলপো পলম নকৰিলে। পাঞ্জাবী চোলাটো পিন্ধি, ৰান্ধনিঘৰৰ দুৱাৰৰ দাংডাল ৰছীৰে বাহিৰৰপৰা বান্ধি বন্ধ কৰি দৌৰিবলৈ লাগিল। বিষ্ণু শৰ্মাই কেনিও নোচোৱাকৈ দৌৰিছে, দৌৰি থাকোঁতেও তেওঁ ভাবি গ'ল .... দুহাজাৰ টকাৰ চেক্ দিলে তেওঁ ক'ত ভঙাব, তেওঁৰ বেংকত কোনো একাউণ্ট নাই.... মিটিংখন বাৰু কিবা কাৰণে বন্ধ হ'ব পাৰে নেকি.... ৰান্ধনিঘৰৰ ভিতৰত তেওঁ যে থৈ আহিছে নাওঠ মানুহজনীক....। ■

# এটা আধুনিক গল্প

হঠাৎ প্ৰাণজিতৰ টোপনি ভাঙি গ'ল। যোৱা তিনিদিন ধৰি প্ৰাণজিতৰ টোপনি ভাল হোৱা নাই। নন্দিতা প্ৰায় গোটেই ৰাতি সাৰে থকাৰ দৰে থাকে। আধাঘণ্টাৰ মূৰে মূৰে তাই হয় পানী খায়, নহয় বাথৰূমলৈ যায়। এই সময়ত নন্দিতাক ভাল টোপনিৰ প্ৰয়োজন, কিন্তু যোৱা তিনিদিনতে প্ৰাণজিতে লক্ষ্য কৰিছে, নন্দিতাৰ স্বাস্থ্যৰ চকুত পৰাকৈ অৱনতি হৈছে। প্ৰাণজিতে চকু মুদি টোপনি যাবলৈ যত্ন কৰি নন্দিতাৰ ফালে বাগৰ দিলে। হাতখন মেলি বিছনাত নন্দিতাই লোৱা কম্বলখন চুই চাই দেখিলে নন্দিতা বিছনাত নাই। এইবাৰ প্ৰাণজিতে চকু দুটা বহলকৈ মেলি বিছনাত উঠি বহিল। কোমল নীলা ৰঙৰ বাল্বটোৰ পোহৰত কোঠালিটোৰ প্ৰত্যেকটো বস্তু ভালদৰে দেখি। প্ৰাণজিৎ তৎক্ষণাৎ নামি বাথৰূমৰ ফালে গ'ল। বাথৰূমৰ দুৱাৰ বাহিৰৰপৰা বন্ধ, তাৰমানে নন্দিতা বাথৰূমলৈ যোৱা নাই। প্ৰাণজিৎ উঠা যেন উমান পাই নন্দিতাই মাত লগালে — 'মই ইয়াত আছোঁ'। প্ৰাণজিতে নন্দিতাৰ মাতটো অনুসৰণ কৰি আগফালৰ বাৰাণ্ডালৈ ওলাই গৈ বিচূৰ্তি খাই ক'লে — 'তুমি পাগল হৈছা নেকি? এই ৰাতি দুটা বজাত এই অৱস্থাৰে অকলে বাৰাণ্ডাত বহি আছা, মই ভাবিছিলোঁ তুমি বাথৰূমলৈ গৈছা।'

ঃ মোৰ টোপনি অহা নাই, বিছনাত বাগৰি থাকিলে সদায় তোমাৰ টোপনি নষ্ট হয়....

ঃ হ'ব হ'ব, উঠা এতিয়া। আৰু টোপনি নাহিবলৈ হৈছে কি? ডাক্তৰে কি কৈছে? কিবা ঔষধ....

ঃ এই সময়ত মোক টোপনিৰ ঔষধ খুৱাবা নেকি?

ঃ উঠা—এই মুহূৰ্ততে ইয়াৰপৰা উঠা—যোৱা তিনিদিনত তোমাৰ চেহেৰা কিম্ভূত-কিমাকাৰ হৈছেগৈ — ভাত-পানী ঠিকমতে একো নোখোৱা। তুমিতো সৰু ছোৱালী নহয়। মাক হ'বলৈ ওলাইছা, অথচ পাঁচ বছৰীয়া ছোৱালীৰ দৰে অবুজন হৈছা দিনে দিনে।—প্ৰাণজিতে অলপ কঠোৰভাৱেই ক'লে কথাবোৰ। নন্দিতাক সি জোৰকৈ লৈ গৈ বিছনাত শুৱাই দিলেগৈ।

নীৰৱ নিঃসাৰ এটা ৰাতি। দূৰৈৰ হাইৱেত ট্ৰাক নতুবা বাছ অহা-যোৱাৰ শব্দ। শইকীয়াৰ ঘৰৰ কুকুৰটোৱে মাজে মাজে ৰাউচি জোৰে। নন্দিতা আৰু প্ৰাণজিতে এটাও বাক্য বিনিময় নকৰাকৈ বিছনাত পৰি আছে। কোঠালিটোৰ আঁঠুৱাৰপৰা পৰ্দা, বিছনা, আলমিৰা সকলোৰেপৰা নতুন গোন্ধ যোৱাই নাই। নন্দিতা আৰু প্ৰাণজিতৰ বিবাহৰ পাঁচ মাহ হৈছে মাত্ৰ। নন্দিতা তিনি মাহৰ অন্তঃসত্ত্বা। প্ৰাণজিতে খবৰটো শুনি যিমান আনন্দত আত্মহাৰা হ'ল, নন্দিতা নহ'ল। দুখে-বেজাৰে তাই ক'লে — 'লাজহে লাগিছে। মানুহে কি ক'ব? ক'তো ফুৰা-চকাও নহ'ল'। প্ৰাণজিতে নন্দিতাৰ কথাত আচৰিত নহৈ নোৱাৰিলে।

বিবাহৰ পিছত এজনী নাৰী অন্তঃসত্ত্বা হ'লে লাজ কৰাৰ কি কাৰণ আছে সি বুজি নাপালে। প্ৰাণজিতে আচৰিত হৈ সুধিলে — 'সতি-সন্ততি লাভৰ বাবে মানুহে বিয়া নকৰায় জানো?'

ঃ ইস্ সেইবুলি ইমান সোনকালে.... আমাৰ আত্মীয়-স্বজন, মোৰ বান্ধৱীবোৰে ইমান বুজাইছিল, এবছৰমান ৰ'বলৈ।

প্ৰাণজিতৰ টিঙিচকৈ খং উঠি আহিল কথাটো শুনি। জীৱনটো লোকৰ কথা মতে উঠ-বহ কৰোঁতেই যায়, নিজৰ সন্তান জন্ম দিব কেতিয়া সেয়াও এতিয়া আনৰ পৰামৰ্শমতেহে হ'ব নেকি? খঙতে প্ৰাণজিতে ক'লে — 'এই তোমাৰ যিবোৰ মানুহে এবছৰলৈ সন্তান অহাত বাধা দিছে, সেইবোৰেই নিৰ্দিষ্ট সীমা পাৰ হোৱাৰ পিছৰপৰাই তোমাক জ্বলাই খাব প্ৰশ্ন সুধি—কি হ'ল? কিবা ভাবিছনে নাই? ডাক্তৰকে নহ'লে দেখুৱা...., তেতিয়া আকৌ আজিৰ দৰে তুমি মোৰ ওচৰত আহি উচুপিবাহি, একে ডায়লগ মাৰিবাহি — লাজেই লাগিছে — বিয়াই-সবাহে মানুহে

সোধে, একেলগৰে তমুকৰ ল'ৰা ছমহীয়া, ছোৱালী স্কুলত নাম লগালে। মুঠৰ ওপৰত মানুহ নামৰ এই প্ৰাণীবিধৰ কথামতে যদি তুমি চলা, তোমাৰ ভৱিষ্যৎ জীৱন অন্ধকাৰ, মই কৈ থ'লোঁ।

নন্দিতা অন্তঃসত্ত্বা হোৱাৰ পিছত হোৱা এই ঘটনাবোৰৰ অৱসান কেতিয়াবাই হ'ল। প্ৰাণজিতৰ বুজনি, প্ৰাণজিতে ল'ব লগা যত্ন, আদৰ-আশ্বাস এই সকলোবোৰে নন্দিতাৰ সোনকালে মাতৃ হোৱাৰ আক্ষেপটো নোহোৱা কৰিছিল। কিন্তু আজি কেইদিনমান ধৰি নন্দিতাই যিবোৰ অভাৱনীয় কাণ্ড কৰি আছে, সেইবোৰে প্ৰাণজিতক শংকিত কৰি তুলিছে। নন্দিতাক বিয়া কৰোৱাৰ পাঁচ-ছয় মাহতে প্ৰাণজিতে বুজি উঠিছে, নন্দিতা দৰকাৰতকৈ বেছি ইন্ট্ৰ'ভাৰ্ট, স্বাভাৱিকতকৈ বেছি সামাজিকভাৱে ভয়াতুৰ। নন্দিতাক আকৌ কোনোবাই কিবা লগাইছে নেকি? 'কৰ্মহীন মগজুত অসুৰ বাস কৰা' কথাটো প্ৰাণজিতে অন্তঃকৰণেৰে বিশ্বাস কৰে। উচ্চ-শিক্ষিতা ছোৱালী এজনীয়ে পুৱা ভাত দুটামান ৰান্ধি প্ৰাণজিতক খুৱাই অফিচলৈ পঠিয়াব, তাৰ পিছত নিঃসংগ ঘৰ এখনত গধূলি ছয় বজালৈকে স্বামী ঘূৰি অহালৈ অপেক্ষা কৰিব, এই কথা প্ৰাণজিতে সমূলি পছন্দ নকৰে। সেই বাবে অফিচৰপৰা আহোঁতে প্ৰাণজিতে নন্দিতালৈ নানা আলোচনী, বাতৰি কাকত লৈ আহে। কিছুদিন এনেদৰে ভালেই গৈছিল। কিন্তু এদিন প্ৰাণজিতে হঠাতে আৱিষ্কাৰ কৰিলে, নন্দিতাই কিতাপ-আলোচনীবোৰ পঢ়িবলৈ উৎসাহবোধ নকৰা হৈছে। প্ৰাণজিতে মনে মনে বিকল্প চিন্তা কৰিলে। নন্দিতাৰ দিনটো হয়তো আলোচনীৰ ফটোবোৰৰ মানুহ চাই বিৰক্তি লাগিছে। চুবুৰীয়াৰ ঘৰলৈ নন্দিতা বৰকৈ যোৱাৰ অভ্যাস নাই। তদুপৰি দিনত মানুহবোৰৰ ঘৰত কোনো নাথাকে। সকলো কৰ্মৰত। পুৰুষ-মহিলা কামলৈ ওলাই যায়। ঘৰত কেৱল কেঁচুৱা, বনকৰা মানুহ জাতীয়বিলাকহে থাকে। জীৱন্ত সংগ কি দিব পাৰি প্ৰাণজিতে চিন্তা কৰি গাঁৱৰপৰা মাকক লৈ অহাৰ কথা ভাবিলে। কিন্তু পিছমুহূৰ্ততে ভাবিলে, মাকে দুটা কোঠালিৰ এই ঘৰটোত মাহৰ পিছত মাহ কটোৱাটোও কম শাস্তি হ'বনে? নন্দিতাৰ কেঁচুৱা হ'বলৈ এতিয়াও ছমাহ বাকী। তদুপৰি মাকে গাঁৱৰ ঘৰ-বাৰী, নিতৌ নামঘৰলৈ যোৱা ইত্যাদি এৰি চহৰত থাকিবলৈ বৰ কষ্ট পায় বুলি এবাৰ দুদিনমানলৈ আহোঁতে কৈছিলেই। প্ৰাণজিতৰ মাকে এতিয়াও চাৰিটা হালোৱালৈ চাহ-ভাত যোগান ধৰি, ঘৰৰ মুঠ এঘাৰটা মানুহলৈ নিতৌ ভাত ৰান্ধে। আলহী-অতিথিৰ শুশ্ৰূষাতো আছেই। প্ৰাণজিতে বয়সীয়া মাকে এইবোৰ কৰি কষ্ট পাইছে বুলি নিজৰ লগত দুদিনমান ৰাখিবলৈ আনিহে গম পালে—মাক কোনোপধ্যেই প্ৰাণজিতৰ চহৰীয়া ঘৰত সুখী হ'ব পৰা নাই। আনকি ন-বোৱাৰী নন্দিতাই প্ৰাণ ঢালি কৰা আদৰ-যত্নৰ মাজতো মাকে কৈ থাকে, পথাৰলৈ চাহ-জলপান পঠোৱাৰ সময় হ'ল চাগৈ। ঘড়ী চাব নজনা মাকে প্ৰাণজিৎ অফিচৰপৰা অহা সময়ত কৈ উঠে — 'আমাৰ ক'লীজনী এই সময়ত সোমায়হি। তাই জানো কম, গোটেইজাকে দানা-পানী খাই গোহালিত সোমোৱা সময়ত তাইক মই বিচাৰি ননালৈকে নাহে।' প্ৰাণজিতে সেইকেইটা দিনতে অনুভৱ কৰিলে মাকে নিৰুপায় হৈহে পুত্ৰ-বোৱাৰীৰ সৈতে শৰীৰটো কেৱল সংলগ্ন কৰি সৰু ভাৰাঘৰটোত আছে। পুৱাৰপৰা ৰাতিলৈকে তেওঁৰ আত্মা থাকে গাঁৱৰ ঘৰত। গতিকেই প্ৰাণজিতে গাঁৱৰ ঘৰৰপৰা মাকক লৈ অহাৰ সিদ্ধান্ত মনৰপৰা বাদ দিলে। নন্দিতাৰ মাকক আনি ৰখাৰ প্ৰশ্নই নাই, কাৰণ নন্দিতাৰ দেউতাক ডায়েবেটিছ থকা মানুহ। এবাৰ হাৰ্ট এটেকো হৈ গৈছে। নন্দিতা নিজেই সেয়ে মাকৰ কষ্ট হ'ব বুলি ঘৰলৈ যাব নোখোজে। প্ৰাণজিতে বিকল্পৰ চিন্তা কৰি হায়ৰাণ হ'ল। আধুনিক মানুহৰ যে কত সমস্যা! প্ৰাণজিতে এদিন ডেল কাৰ্নেগীৰ 'Modern Man and Conflicts' খন আনি পঢ়িলে। পিছে প্ৰাণজিৎ খুব বেছি লাভৱান নহ'ল। বিদেশৰ সমস্যাৰ লগত ইয়াৰ সমস্যাৰ আকাশ-পাতাল প্ৰভেদ। বহু ভাবি-চিন্তি এদিন বাৰাণ্ডাত বহি থাকোঁতে প্ৰাণজিতে দেখিলে, কাষৰ মানুহঘৰৰপৰা পাৰ্ট-টাইমত কাম কৰা বনকৰা মানুহজনী ওলাই গৈছে। প্ৰাণজিতৰ মগজুত যেন বিদ্যুৎ চমকি উঠিল। নন্দিতাক গৈ উৎসাহেৰে ক'লে, 'এজনী পাৰ্ট টাইম মানুহ ৰাখোঁ। ঘৰৰ কাম-বন কৰি দুপৰীয়া যাবগৈ। বাকী থাকিব দুই-তিনি ঘণ্টা সময়হে, প্ৰাণজিৎ অফিচৰপৰা আহি পাবই। নন্দিতাই কথাবোৰ শুনি মনে মনে থাকিল। কিছুসময়ৰ পিছত তাই প্ৰাণজিতক ক'লে — 'পাৰ্ট টাইমৰ মানুহ নালাগে। ঘৰখনত মাত্ৰ দুটা মানুহ, আধুনিক সংসাৰ এখনত এইকেইটা কামৰ বাবে মানুহ নালাগে। মিছা-মিছি পইচা খৰচ। তাতকৈ এজনী ঘৰত থকা বিশ্বাসী ছোৱালী পালে বেয়া নহয়। সংগও হ'ব আৰু কেঁচুৱা হোৱাৰ পিছত অত্যাৱশ্যকীয় বনকৰা এজনী ছোৱালীৰ সমস্যাও দূৰ হ'ব।

প্ৰাণজিতে নন্দিতাৰ চিন্তাৰ শলাগ ল'লে। বনকৰা

ছোৱালী এজনী বিচৰাৰ পৰ্ব আৰম্ভ হ'ল। অফিচৰ পিয়ন, শাক-শাচলি বেচিবলৈ অহা বেপাৰীৰপৰা অগুহী-বগুহী, বন্ধু-বান্ধৱ সকলোৱে জানিলে যে প্ৰাণজিতক অতি শীঘ্ৰে এজনী বনকৰা বিশ্বাসী ছোৱালী লাগে। নন্দিতাই বনকৰা ছোৱালীৰ কথা উলিয়ালেই 'বিশ্বাসী' শব্দটোৰ ওপৰত সবাতোকৈ বেছি গুৰুত্ব আৰোপ কৰে। আচৰিত কথা, প্ৰত্যেকেই বনকৰা ছোৱালীৰ খবৰ দিয়ে, কিন্তু বিশ্বাসী নে অবিশ্বাসী তাৰ গেৰাণ্টি দিব নোৱাৰে। এই লৈয়ে বহু তৰ্ক-বিতৰ্কও হ'ল প্ৰাণজিতৰ নন্দিতাৰ সৈতে। প্ৰাণজিতে কয় — 'চোৱা, আধুনিক সমাজত বিশ্বাস জুৱা খেলৰ দৰে। জিকিবও পাৰা হাৰিবও পাৰা। জুৱাৰীয়ে জানো জুৱাত হাৰি খেল এৰে? আমিবোৰো একোজন জুৱাৰী। জুৱাৰীয়ে জিকাৰ আশাত খেলাৰ দৰেই তোমাক মই পত্নীৰূপে গ্ৰহণ কৰিছোঁ, তুমিও মোক তেনেকৈয়ে গ্ৰহণ কৰিছা। তেনেকৈয়ে চুবুৰীয়া, বন্ধু-বান্ধৱ, অফিচৰ সহকৰ্মী সকলোৰে লগত মিলা-মিছা কৰাটোৱেই জুৱা খেল এখন। কেতিয়াবা বিশ্বাস পাই গৈছা, কিন্তু কেতিয়াবা ৰাম-টাঙোন পৰি বিশ্বাস ভংগ হৈছে। জিকিছাও, হাৰিছাও। কিন্তু সেই বুলি খেলা এৰিব নোৱাৰা তুমি।' নন্দিতাই প্ৰাণজিতৰ কথাত একো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিলে যদিও অনিচ্ছাসত্ত্বেও ক'লে — 'যি আনা আনা, কিন্তু গোঁৱাৰ-গোবিন্দ নতুবা মুখচোকা এজনী নহ'লেই হ'ল। বাকীবোৰ মই ঠিক কৰি ল'ম।'

নন্দিতাৰ এই সেউজ সংকেতটো পাই প্ৰাণজিতে সকাহ পালে। সমস্যাৰ সমাধানো হ'ল ভালভাৱে। গাঁৱৰপৰা মাকে বাৰ্তা পঠিয়ালে — এজনী ভাল ছোৱালী আছে। অতি দুখীয়া ভকতৰ এজনৰ ছোৱালী। আগতে দুঘৰ মানুহত আছিল। শেষৰ মানুহঘৰ দিল্লী নে ক'ৰবালৈ বদলি হ'ল বাবে তাইক ঘৰত চমজাই থৈ গ'ল। এতিয়া গাভৰু ছোৱালী এজনী ঘৰত পুহি ৰাখিবলৈ বাপেকৰ সাধ্য নাই। তাইৰ পিছতো আৰু ছটা ল'ৰা-ছোৱালী। গতিকে মাকে কথা পাতি থৈছে, প্ৰাণজিতে গৈ লৈ আহিলেই হ'ল। ইমান শুভ খবৰ পাই প্ৰাণজিৎ একমুহূৰ্তও নৰ'ল। গাঁৱৰপৰা 'সৰু ছোৱালী'ক লৈ আনিলেগৈ।

সৰু ছোৱালীৰ নামটোহে সৰু ছোৱালী। বয়স পোন্ধৰ-ষোল্লৰ কম নহয়। বয়সটো নন্দিতাই বৰ ভালপোৱা নাছিল যদিও ওজৰা-আপত্তি নকৰি তাইক ৰখাই শ্ৰেয় বুলি ভাবিলে। কেঁচুৱা ৰাখিবলৈ এজনী ডাঙৰ ছোৱালী হ'লে বেছি ভাল। তদুপৰি নন্দিতা যেতিয়া ঘৰতে থাকিব, সৰু ছোৱালী চকুৰ আগতে থাকিব। অকলশৰে গাভৰু ছোৱালী ঘৰত থৈ চাকৰি-বাকৰি কৰিবলৈ যাব লগা হ'লেহে অলপ চিন্তা হ'ব। এতিয়া সেই চিন্তা নাই।

ইমানখিনি সমস্যাৰ সমাধান কৰিও কিন্তু প্ৰাণজিতে নিশ্চিন্তমনে অফিচলৈ অহা-যোৱা কৰিবলৈ এমাহমানহে পালে। সৰু ছোৱালী অহাৰ পিছত প্ৰাণজিতেও গধূলি অফিচৰপৰা তৰা-নৰা ছিগি অহা কামটো জৰুৰী বুলি নভবা হ'ল। নন্দিতাই কেতিয়াবা সৰু ছোৱালীৰ সৈতে ঘৰৰ সন্মুখৰ ৰাস্তাটোতে সন্ধিয়া খোজকাঢ়ি ফুৰি থাকিব পৰা হ'ল। কিন্তু প্ৰাণজিতৰ এই সুখ বেছিদিন নিটিকিল। নন্দিতা আকৌ আগৰ দৰে বিমৰিষ হ'ল। এইবাৰ আগতকৈ বেছিহে। ৰাতি টোপনি নাহে, সকলো সময়তে এক অস্থিৰতা, চিন্তাক্লিষ্ট মুখ আৰু প্ৰাণজিতে কিবা সুধিলে বিৰক্তিৰে উত্তৰ দিয়ে — 'একো হোৱা নাই, কিনো সুধি থাকা?' কিন্তু নন্দিতাই যে টোপনি নহাৰ অজুহাতত নিশা দোভাগত বিছনাৰপৰা উঠি গৈ অকলশৰে বাৰাণ্ডাত বহি থাকিব, সেই কথা প্ৰাণজিতে সপোনতো ভাবিব নোৱাৰে। কাৰণ নন্দিতা সন্ধিয়াৰ পিছত ইমান ভয়াতুৰ যে কিবা কাৰণত দিনত ৰ'দত দিয়া আচাৰৰ বটলকেইটা আনিবলৈ পাহৰি নিশা ঘৰৰ পিছফালৰ দুৱাৰ খুলি আনিবলৈ গ'লেও প্ৰাণজিৎ যাব লগা হয় লগত। কি হ'ব পাৰে নন্দিতাৰ? দেখাততো সমস্যা একো নাই। নিয়মিত ডাক্তৰী চেক্-আপো চলি আছে। শাৰীৰিক অসুবিধা হ'লে নিশ্চয় ডাক্তৰে ক'লেহেঁতেন। প্ৰাণজিতে যদিও নন্দিতাক ধমক দি বাৰাণ্ডাত বহি থকাৰপৰা আনি বিছনাত শুৱালেহি, প্ৰাণজিতে গম পালে নন্দিতাৰ টোপনি নাই অহা। প্ৰাণজিতে চকু মুদি নীৰৱে কেৱল কথাবোৰ ভাবি থাকিল। তাৰো টোপনি নাই অহা। হঠাৎ বিছনাত এটা মৃদু শব্দ হ'ল। নন্দিতা বিছনাৰপৰা উঠিছে।

ঃ আকৌ কি হ'ল?

ঃ পিয়াহ লাগিছে, পানী খাম।

ঃ মোক ক'লেই হ'ল দেখোন।

ঃ তোমাৰ টোপনি অহা নাই?

ঃ যিবোৰ দেখুৱাই আছা, সেইবোৰৰ পিছত জধামূৰ্খ হোৱা হ'লেহে টোপনি ভালকৈ আহিলেহেঁতেন।

নন্দিতাই প্ৰাণজিতৰ কথা কোৱাৰ সুৰতে বুজিলে, প্ৰাণজিৎ ভিতৰি খণ্ডত অস্থিৰ হৈ আছে। নন্দিতাৰ এক অবুজ শোকে বুকুখনত খুন্দা মাৰি ধৰিলে। তাই উচুপিবলৈ

ধৰিলে। প্ৰাণজিতে প্ৰথমে নন্দিতাৰ উচুপনি শুনিও একো কৰা নাছিল। নিথৰ হৈ বিছনাতে পৰি আছিল। পিছে তাৰ অলপ পিছত বেয়া লাগি নন্দিতাৰ কাষ চাপি আলফুলে তাইৰ চুলিত হাত বুলালে। নন্দিতাৰ উচুপনি বেছি হৈ আহিল। প্ৰাণজিতে নিৰ্বিকাৰ ভংগীতে সুধিলে, নন্দিতা তোমাৰ কিবা এটা হৈছে। অথচ তুমি মোকো বিশ্বাসত নতুবা আপোন বুলি নভবাৰ বাবে একো প্ৰকাশ কৰিব পৰা নাই। নন্দিতাৰ বাবে এই বাক্যশাৰীয়ে যথেষ্ট আছিল। তাই এইবাৰ সশব্দে কান্দিবলৈ আৰম্ভ কৰিলে। কান্দোনৰ ফাঁকে ফাঁকেই নন্দিতাই ক'লে,

: আচলতে সমস্যাটো মোৰ।

: কি? বিয়াৰ পিছত অকলে সমস্যা হয় নেকি?

: কথাটো শুনিবা নেকি?

: নুশুনো বুলি ভবা হ'লে যোৱা তিনিদিন ধৰি — তোমাৰ কি হৈছে, নোকোৱা কিয় বুলি পেঘেনিয়াই সুধি থাকোঁ নেকি? জানানে তোমাৰ এই অদ্ভুত আচৰণে দুটা মানুহৰ এই সংসাৰখন নৰকসদৃশ কৰিছে! তোমাৰ এই অস্থিৰ গোমোঠা মুখখনে যোৱা তিনিদিন মোক কিমান শাস্তি দিছে! ৰাস্তাত স্কুটাৰ কেনেকৈ চলাইছোঁ, অফিচত কি কাম কৰিছোঁ একো বাছ-বিছাৰ নোহোৱা হৈছে। অতিষ্ঠ হৈ গৈছোঁ....

নন্দিতা এইবাৰ কিছু শান্ত হ'ল আৰু অলপ ভয়-সমীহ কণ্ঠেৰে ক'লে — 'আচলতে সমস্যাটোৰ সমাধান কৰিব তুমি নোৱাৰা....'।

: মই নোৱাৰোঁ? আৰু তুমি পাৰিবা?

: ময়ো নোৱাৰোঁ.... মায়ে যে গম পালে কি দশা হ'ব.... কি যে কৰোঁ.... নন্দিতাৰ কান্দোন আকৌ ওলাই আহিল।

: উস্, মই বলিয়া হৈ যাম এতিয়া, কাৰ মা, কি কথা কৈছা?

: তোমাৰ মাৰ কথাই কৈছোঁ। কি সতেৰে মুখ দেখুৱাম?

: হে হৰি, আমি কি অপৰাধ কৰিছোঁ, মুখ দেখুৱাব নোৱাৰাকৈ? মোৰ মায়ে তোমাৰ এই সময়ত ক'ত কষ্টেৰে ছোৱালী এজনী আনি দিছে, কেঁচুৱা হ'বৰ সময়ত আহিম বুলি কৈছে, আকৌ হঠাতে তোমাৰ হ'ল কি?

: সেয়েতো কাল হ'ল.... তাই চুকত থাকি বুকুত কামুৰিলে —

: মানে? — প্ৰাণজিৎ এইবাৰ নন্দিতাৰ আৰু কাষ চাপি আহিল।

: তাইৰ গাতো হেৰি....

: হেৰি মানে? পাগল হৈছা নেকি?

: মই পাগল হোৱা নাই। আজি কেইদিনমান ধৰি তাই ভাত খাই উঠিয়ে বমি কৰে। পুৱা শুই উঠি ওকলিয়াই থাকে। মই পৰহি আবেলি ডাক্তৰৰ ওচৰলৈ যাওঁতে তাইকো নিলোঁ। তাই প্ৰথমে নাযায়। তোমাৰ সৈতে মোক যাবলৈ ক'লে। মই ক'লোঁ, ডাক্তৰৰ সৌটো চেম্বাৰ, ব'ল খোজকাঢ়ি গৈ আহোঁ। মোৰ অলপ সন্দেহো হৈছিল। ডাঃ দুৱৰাই চাই ক'লে, তাই ডেৰমাহমানৰ প্ৰেগনেণ্ট। ইউৰিন টেষ্ট কৰিবলৈ কৈছে যদিও তেওঁ কনফাৰ্মড্। ইয়াৰ পিছত মানুহ থিৰেৰে থাকিব পাৰেনে? ঘৰখনলৈ এটা নহয় দুটা কেঁচুৱা আহিব.... ইটোৰ কোন বাপেক নাজানো.... মই মৰি যোৱা নাই কিয়.... নন্দিতাই আকৌ কান্দিবলৈ আৰম্ভ কৰিলে।

প্ৰাণজিৎ কিছুসময় বজ্ৰাহত হৈ থাকিল। তাৰ পিছত সেপ ঢুকি ক'লে, 'শুনা নন্দিতা, এই ঘটনাটোত তোমাৰ মোৰ ওপৰতে প্ৰথম সন্দেহ অহাটো স্বাভাৱিক, কিন্তু মই আহিব লগা সন্তানটোৰ নামত শপত খাই কৈছোঁ, মই অন্ততঃ সৰু ছোৱালীলৈ চকু দিয়া বিধৰ মানুহ নহয়। তুমি যদিও বিয়াৰ পিছতহে মোক চিনি পাইছা, মই তথাপিও কওঁ, মই বিয়াৰ আগলৈকে চৰিত্ৰবান ল'ৰাই আছিলোঁ। আমি সাধাৰণ ঘৰৰ গাঁৱৰ ল'ৰা। কষ্ট কৰি চহৰৰ হোষ্টেলত থাকি পঢ়িছিলোঁ। কেনেকৈ ডিগ্ৰী এটা লৈ ভাত মুঠি উলিয়াব পৰা চাকৰি এটা পাওঁ তাৰ চিন্তাহে প্ৰধান আছিল। এইবোৰ শৰীৰৰ খেলৰ ছলা-কলা ভালকৈ নেজানিছিলোঁ বাবেই তুমিও সোনকালেই মাতৃ হ'বলৈ ওলালা। এতিয়া আচল কথালৈ অহা। তুমি কথাটো গাপ দি বৰ অন্যায় কৰিছা। মোক কোৱাচোন তাই আমাৰ ঘৰলৈ অহা হ'ল কেইদিন?

: পুৱা দুমাহ।

: এই দুমাহত তাই হেৰি মানে....

: হ'ব হ'ব। ছিঃ মাজৰাতি কিবোৰ কথা পাতিব লগা হৈছে। মই সুধিছিলোঁ। সিঘৰত হৈ অহা নাই হেনো। এই দুমাহত তাই নোৱৰা হোৱা নেদেখি মই সুধিলত তাই ক'লে, তাইৰ হেনো এনেকৈ বহুত দিনৰ মূৰতহে মাহেকীয়া হয়।

: এয়া কেনেকৈ সম্ভৱ? তুমি দেখোন ঘৰতে থাকা। তুমি তাইক ভালকৈ সুধিবা মানুহটো কোন। দৰকাৰ হ'লে বিয়া পাতিবলৈ বাধ্য কৰাব লাগিব।

ঃ বহুত সুধিলোঁ, এচৰ মাৰিলোঁও, মৰমেৰে, খঙেৰে.... যোৱা তিনিদিন মোৰ তুমি অফিচলৈ যোৱাৰ পিছত তাইক প্ৰশ্ন সোধাহে কাম হৈছে। তাই নকয়। কি যে কৰিম! বনকৰা ছোৱালীৰ এই দশা হোৱাৰ পিছত, কিমান ঘটনা ঘটা খবৰ কাগজত ওলাই থাকে! কি যে কৰিম!

ঃ ৰ'বাচোন। সদ্যহতে কোন মানুহটোৱে তাইৰ এই কাণ্ড কৰিলে জনাতকৈ এই বিপদৰপৰা কেনেকৈ উদ্ধাৰ পাব পাৰি সেয়া চিন্তা কৰা।

ঃ মই মানুহ এটা সন্দেহ কৰিছোঁ। — নন্দিতাই অভিজ্ঞ ডিটেক্‌টিভৰ দৰে মন্তব্য কৰিলে।

ঃ কোন?

ঃ বৰুৱাৰ ঘৰৰ ড্ৰাইভাৰটোৰ লগত তাইৰ যি হুলি-গলি! প্ৰথম পিছফালে কাপোৰ-বাচন ধুওঁতেই চিনাকি। এদিন তাইক ধমক দিছিলোঁ। ড্ৰাইভাৰটোৰ বায়েক এজনী হেনো সিহঁতৰ গাঁৱৰ ঘৰৰ ওচৰলৈ দিছে। সি মোৰ লগতো কথা পাতে। ঘৰতে লগা ঘৰ, ওলাওঁতে-সোমাওঁতে তাৰ সৈতে দেখা-দেখি হ'লেই সি উপযাচি মাতে। ময়ো ল'ৰাটো ইমান বেয়া বুলি ভবা নাই।

ঃ সি নহ'বও পাৰে, মিছাকে ল'ৰা এটাক....

ঃ হয়েই, সিদিনাও দেখিছোঁ, সি আৰু তাই মুখ চুপতি মাৰি থকা....

ঃ এস্ ৰ'বাহে, এইবোৰ মুখ চুপতিতে হোৱা বস্তু নহয়, তুমি এই ঘৰখনত থাকোঁতে এনেকুৱা হ'বলৈ তাই সুযোগ পালে কেনেকৈ? — নন্দিতাৰ এইবাৰ সঁচাকৈয়ে খং উঠি আহিল। তাই বিছনাত লেপেটা কাঢ়ি বহি ল'লে আৰু প্ৰায় চিঞৰি কৈ উঠিল, 'মই তাইৰ চকিদাৰণী নেকি? দুপৰীয়া অকমান টোপনিও নামাৰিমনে? বৰুৱাৰ ঘৰৰ ড্ৰাইভাৰৰ ৰুমটো আৰু আমাৰ পিছফাললৈ যোৱা দুৱাৰখনৰ মাজত সেই ভগা ৱাল আৰু সৰু ড্ৰেইনটোহে। এনেবোৰ কামৰ কাৰণে সেইকেইটা বস্তু পাৰ হৈ যোৱাটো কিবা সমস্যা হ'লনে? আৰু আছে — তাইক ঘৰত থৈ আমি দুবাৰ ভাতৰ নিমন্ত্ৰণ খাবলৈ যোৱা নাই জানো? তোমাৰ সৈতে ডাক্তৰৰ ওচৰলৈ বা ফুৰিবলৈ যাওঁতেও দেখোন তিনি ঘণ্টামান হয়.... আন কোনোবাও তেতিয়া আহিব পাৰে!

ঃ থোৱাহে এনে বিশ্বসুন্দৰীজনী! অহাৰ এমাহ-দুমাহ নৌহওঁতেই প্ৰেমিকেৰে ভৰি পৰিছেহি!

ঃ এইবোৰলৈ প্ৰেমিক লাগে নেকি? কৈলে, সিদিনা আমি সৰু মামাৰ ঘৰত ভাত খাবলৈ যাওঁতে দেখোন, মুকুলহঁতো আহিছিল বুলি কৈছিল....

ঃ ছিঃ তুমি মুকুলক সন্দেহ কৰিছা? সি মোৰ তেজ-মঙহৰ ভাই, ডাক্তৰী পঢ়ি থকা ল'ৰা, নিজৰ ককায়েকৰ ঘৰত সি এই কাণ্ড কৰিবহি বুলি ইমান নীচ কথা ভাবিলা কেনেকৈ? ছিঃ....

ঃ ৰ'বাচোন, মই কথাটো শেষ কৰিবলৈকে নাপালোঁ। মই মুকুলৰ কথা কোৱা নাই.... ঠিক তেনেকৈ কোনোবা আহিছে বা আহিব পাৰে বুলিহে ক'ব খুজিছোঁ! তোমাৰ মোক দোষ দিবলৈ পালে একো নালাগে.... নন্দিতাৰ আকৌ কান্দোন ওলাই আহিল। প্ৰাণজিতে অসহায় হৈ কৈ উঠিল, 'প্লিজ নন্দিতা, এই কন্দা-কটা থোৱা, মূৰটো এনেয়ে গৰম হৈ আছে, কি ওলাই মুখত ক'ব নোৱাৰা হৈছোঁ.... অত কষ্টৰ মূৰত এজনী বনকৰা ছোৱালী পালোঁ.... মোৰ ভাগ্যত এয়াহে হ'লগৈ। প্ৰাণজিতে ভোৰ্‌ভোৰাই নন্দিতাৰ ফালে পিঠি দি শুলে।

নিশা দুটা বজাৰ সংকেত দিলে বেড্‌ৰুমৰ বেৰত থকা ঘড়ীটোৱে। ঘড়ীটোৰ কোমল পিয়ানোৰ সুৰৰ মূৰ্ছনাটো প্ৰাণজিতে বৰ ভাল পায়। আজি তাৰ কিন্তু খংহে উঠিল শব্দটোত। দাঁত কৰচি এবাৰ কৈ উঠিল, 'তাই ৰেটীয়ে আমাক নৰকত পেলাই ফন্তি মাৰি শুই আছে.... উঠি গৈ দিওঁ নেকি দুচৰমান! নিশা দুটা বাজিল অথচ শুবপৰা নাই। দিনত অফিচৰ টেনশ্যন, পৰিয়ালৰ টেনশ্যন, বজাৰ-সমাৰ এশ-এবুৰি চিন্তা, ৰাতি যদি টোপনিও মাৰিবলৈ নাপাওঁ....' নন্দিতাই অৱসাদগ্ৰস্ত মাতেৰে উত্তৰ দিলে — 'মোৰ কাৰণেই এই সকলো হৈছে.... সেই বাবেই একো কোৱা নাছিলোঁ তোমাক। আজি মোৰ যদি সৰু চাকৰি এটাও থাকিলেহেঁতেন, এইদৰে মোক ৰখিবলৈ ছোৱালী এজনীৰ কোনো দৰকাৰ নাছিল। সৰুৰেপৰা কম কষ্টৰে পঢ়িলোঁনে? ৰাতি উঠি উঠি পঢ়া.... পৰীক্ষা দিয়া, মায়ে মোক ৰাতি আৰু পুৱা চাহ কাপ কৰি দিবলৈকে টোপনি ক্ষতি কৰি বহি থাকিছিল। বুৰঞ্জীত এম-এ পঢ়ি থাকোঁতে দেউতাই কিমান কষ্টৰে মোলৈ হোষ্টেলৰ খৰচ পঠাইছিল.... সৰু ভাইটিয়ে মেডিকেল কলেজত এডমিশ্যন পাইছিল, দুয়োটাকে পঢ়ুৱাওঁতে দেউতাৰ কিমান কষ্ট হৈছিল! অথচ মোৰ এম-এ পাছ কৰা দুবছৰ হ'ল। এটা চাকৰিও নহ'ল.... আকৌ এসোপা খৰচ কৰি দেউতাই মোক বিয়া দিলে, ভালকৈ সংসাৰখনকে হওক বুলি.... এয়া মোৰ ভাগ্যত সংসাৰৰ সুখ!

নন্দিতাই স্বগতোক্তি কৰাৰ দৰে কথাবোৰ কৈ যোৱা

দেখি প্ৰাণজিতৰ মনটো বেয়া লাগিল। তথাপিও সি একো উত্তৰ নিদি মনে মনে ৰ'ল। প্ৰাণজিৎ নীৰবে থকা দেখি নন্দিতাও মনে মনে থাকিল।

এটা নিজান নিশা। খিৰিকীৰ নেটৰ পৰ্দাকেইখন নিশাৰ মৃদু বতাহত কঁপি আছে। তাৰ মাজে মাজে বিয়পি পৰিছে নন্দিতা আৰু প্ৰাণজিতৰ বিষাদগ্ৰস্ত একোট হুমুনিয়াহ। প্ৰাণজিতহঁত সাধাৰণ চাকৰিয়াল। এখন মধ্যবিত্ত সংসাৰৰ সৰু সৰু আশা-আকাংক্ষা আৰু সমাজত কেৱল মান-সন্মান ৰক্ষা কৰি চলি যাব পৰাটোহে আটাইতকৈ গুৰুত্বপূৰ্ণ কথা বুলি ভাবে। এজনী আবিয়ে অন্তঃসত্ত্বা বনকৰা ছোৱালীৰ দায়িত্বৰ কথা তেনেস্থলত প্ৰাণজিতহঁতে কল্পনা কৰিব নোৱাৰা কথা। কথাটো কাক ক'ব, ডাঃ দুৱৰাই তাইক পৰীক্ষা কৰি কি ভাবিলে? আকৌ কোনটো নাকেৰে ডাক্তৰৰ ওচৰলৈ সৰু ছোৱালীক লৈ যাব? যদি সৰু ছোৱালীয়ে তাৰ নাম লয়। কথাবোৰ ভবাৰ লগে লগে প্ৰাণজিৎ ঘামি উঠিল। সৰু ছোৱালীৰ কি বিশ্বাস? আগতে দুই-তিনি ঘৰ মানুহৰ ঘৰত থাকি অহা ছোৱালী। নন্দিতাই এনেয়ে বিশ্বাসী ছোৱালীৰ কথা কোৱা নাছিল! সৰু ছোৱালীক ঘৰত চমজাই থৈ আহিলে কি হয়। লগে লগেই প্ৰাণজিতৰ চকুৰ আগত এজন চুলি দীঘল নৈষ্ঠিক মানুহ ভাহি উঠিল। মাকেও কৈছিল — 'অতি ধাৰ্মিক মানুহৰ ছোৱালী। বৰ দুখীয়া। ভালকৈ ৰাখিলে ছোৱালীজনীয়ে তহঁতক সুখ দিব'। এনেকুৱা মানুহ এজনক তেওঁৰ ছোৱালীৰ এই অৱস্থাৰ কথা কেনেকৈ ক'ব? যদি সিহঁতকে ইয়াৰ বাবে দোষাৰোপ কৰে? গাঁৱত মেল চপায়! নহ'লে থানা-পুলিচ.... গাওঁবুঢ়া.... প্ৰাণজিতৰ মগজুত সহস্ৰ পোকে যেন দংশন কৰিলে। সি তৎক্ষণাৎ বিছনাৰপৰা উঠি বহি নন্দিতালৈ চালে। নন্দিতাৰ বোধহয় টোপনি আহিছে। সি তাইক নজগালে। এইবাৰ প্ৰাণজিৎ নিঃশব্দে উঠি গৈ বাৰাণ্ডাৰ চকীত বহিলগৈ।

পুৱা পাঁচমান বজাতে প্ৰাণজিতে গা-পা ধুই নিজে একাপ চাহ কৰিলে। ইতিমধ্যে কোনোবা উঠাৰ গম পায়েই হ'বলা সৰু ছোৱালীও উঠিল। প্ৰাণজিতে বাৰে বাৰে নন্দিতাক চালেগৈ। সি ওৰে ৰাতি টোপনি ক্ষতি কৰি লোৱা সিদ্ধান্তটো নন্দিতাক জনাবলৈ উচ্‌পিচাই থাকিল। সৰু ছোৱালী বহুপৰ পিছফালে দ'মকলটোৰ তলত বহি থাকিল। প্ৰাণজিতে হঠাতে চিঞৰিলে — 'সৰু ছোৱালী, এইফালে আহ'। মুখেৰে একো উত্তৰ নিদি সৰু ছোৱালী চুচুক-চামাককৈ প্ৰাণজিতৰ ওচৰ চাপি একো নামাতি থিয় হৈ থাকিল।

ঃ তোৰ ঘৰলৈ তোক লৈ যোৱাৰ কথা ভাবিছোঁ। — সৰু ছোৱালী নিমাত।

ঃ পিতায়েৰে সকলো জানিলে তোক জীয়াই ৰাখিব বুলি ভাবিছ নেকি? — সৰু ছোৱালী তললৈ মূৰ কৰি থাকিল।

ঃ তাতকৈ তই ক — তই এতিয়া কি কৰাটো বিচাৰ? কোন মানুহটো?

নন্দিতা বিছনাৰপৰা উঠি আহিল, অলস দেহাটো তাই ধপচ্‌কৈ বেতৰ চকীখনত বহুৱাই দিলে। অৱসাদগ্ৰস্ত চকু দুটাত প্ৰশ্নবোধক চিন লৈ তাই এবাৰ প্ৰাণজিৎ আৰু এবাৰ সৰু ছোৱালীলৈ চালে।

ঃ নন্দিতা, আজি গাঁৱলৈ যাম।

ঃ অফিচ?

ঃ হ'ব কিবা এটা, প্ৰথমে এই সমস্যা সমাধান নকৰিলে নহ'ব। মই বহুত ভাবি সিদ্ধান্ত লৈছোঁ। সৰু ছোৱালীৰ বাপেকক কথাটো জনাবই লাগিব। তাইৰ ডাঙৰ বেমাৰ হ'লেওতো জনালোঁহেঁতেন! প্ৰাণজিতৰ কথাত নন্দিতাৰ চকু দুটা বিস্ফোৰিত হ'ল। তাই চিঞৰি উঠিল— 'পাগল হৈছা নেকি? কথাটো বাঢ়িলেই বাঢ়ি যাব। তাৰ পিছত কোনে কাৰ, কি বদনাম উলিয়াব, চুবুৰীয়া, আত্মীয়-স্বজন, তোমাৰ অফিচৰ মানুহ, কোনে কি ৰটিব তাৰ কি ঠিক? হে ভগৱান। এনেকুৱা আপোনঘাতী চিন্তা তুমি কৰিলা কেনেকৈ?'

ঃ এইখন চহৰ, এইবোৰ ভাবি থাকিবলৈ মানুহৰ আহৰি নাই।

ঃ ইস্, দেখিছোঁ নহয়? মোক তুমি মানুহৰ ঘৰে ঘৰে ফুৰা জানো দেখিছা? কিন্তু মোক সোধা, কাৰ ঘৰত গিৰীয়েক-ঘৈণীয়েকে মাজৰাতিলৈকে কাজিয়া কৰে, কাৰ ঘৰলৈ দুপৰীয়া কোন আহে, কাৰ ঘৰৰ ছোৱালীৰ কোন ল'ৰাৰ সৈতে কি আছে? এইবোৰ খবৰ মোক কোনোবাই নিদিলেহি মই বিচাৰি জানো গৈছোঁ? চহৰত থকা, গাঁৱত থকা বুলি আচলতে কোনো কথা নাই। পৰচৰ্চাৰ বাবে মানুহৰ আজৰি সময় অফুৰন্ত। মানুহে স্বাৰ্থৰ বাবেহে এখন আধুনিক সংসাৰ চহৰত পাতি সুবিধাৰ বাবে থাকে। মনটোৰ সলনি নঘটে।

ঃ কিন্তু এতিয়া কি কৰিবা? বাপেকটোক নজনোৱাকৈ তাইৰ 'এবৰ্ছন' কৰাবা নেকি? মই চিন্তাই কৰিব নোৱাৰোঁ। মুঠৰ ওপৰত গাঁৱলৈ গৈ মাক লগত লৈ এইৰ বাপেকক মই লগ ধৰি সকলো ক'ম। তাৰপিছত যি হয় হ'ব। —

কথাবোৰ শুনি নন্দিতায়ো য'তে বহি আছিল ত'তে বহি থাকিল। তাইৰ যেন কান্দিবলৈও শক্তি নাই। সৰু ছোৱালীয়ে ৰান্ধনিঘৰৰ দুৱাৰতে ভেজা দি যি তলমূৰ কৰি আছে আৰু ওপৰলৈ মূৰ তোলা নাই।

ঃ ঠিক আছে, ব'লা, কিন্তু লগত ময়ো যাম আৰু সৰু ছোৱালীকো লৈ যাম। একেবাৰে থৈ আহিম। পিছত যি হয় হ'ব। — হঠাতে নন্দিতাই ক'লে।

ঃ ৰাখিবওতো লাগিব? কথাখিনি কোৱাৰ পিছত আমি গাঁৱৰপৰা ভালে ভালে ওলাই আহিব পাৰিমনে নাই সেয়াকে ঈশ্বৰক চিন্তা কৰা। — প্ৰাণজিতৰ কথাত নন্দিতা মনে মনে থাকিল। প্ৰাণজিতে সৰু ছোৱালীক ক'লে — 'যা তোৰ কি ক'ত কাপোৰ-কানি আছে টোপোলা লৈ ওলা। তোৰ আমি কি অপকাৰ কৰিছিলোঁ যে তই এনেকুৱা প্ৰতিশোধ ল'লি?'

সৰু ছোৱালীয়ে এইবাৰ কান্দি দিলে।

মাহৰ শেষত এখন টেক্সি ভাৰা কৰি প্ৰাণজিৎ, নন্দিতা আৰু সৰু ছোৱালী পয়ত্ৰিছ কিঃ মিঃ দূৰৰ গাঁৱলৈ ৰাওনা হ'ল। বাটত কোনেও কাৰো সৈতে একো কথা নাপাতিলে। সকলোৱে নিজৰ নিজৰ ভাবনাত বিচৰণ কৰিবলৈ ধৰিলে। প্ৰাণজিতে ঘৰ পাই নন্দিতাক ক'লে, 'মাক তুমি কথাবোৰ বুজোৱাগৈ। দেৰি নকৰি মাক লগতে উলিয়াই ল'বা, উভতি যাব লাগিব — নহ'লে টেক্সিয়ে ঘণ্টা হিচাপত ভাৰা বঢ়াব।

প্ৰাণজিতৰ মাক শিল পৰা কপৌৰ দৰে সৰু ছোৱালীৰ ঘৰলৈ যাবলৈ ওলাল। প্ৰাণজিতৰ ঘৰৰপৰাও সৰু ছোৱালীৰ ঘৰলৈ দুই কিঃমিঃ পথ। যাওঁতে প্ৰাণজিতৰ মাকে গোসাঁইঘৰত চাকি এগছ লগাই সেৱা কৰি গ'ল।

সৰু ছোৱালীৰ ঘৰ পাবলৈ দুই ফাৰ্লংমান থাকোঁতেই প্ৰাণজিতৰ মাকে ক'লে — 'এইখিনিৰপৰা খোজকাঢ়ি যাব লাগিব'। আটাইকেউটা নিঃশব্দে নামি পথাৰৰ বঙিয়াৰে গৈ থাকিল। একেবাৰে আগত হাতত টোপোলাৰ সৈতে সৰু ছোৱালী, তাৰ পিছতে প্ৰাণজিতৰ মাক, নন্দিতা, একেবাৰে শেষত প্ৰাণজিত নঙলা খুলি সৰু ছোৱালী ঘৰটোলৈ সোমাই গ'ল। প্ৰাণজিতহঁত থমকি ৰ'ল। জৰাজীৰ্ণ এটা খেৰী ঘৰ। কিন্তু পৰিষ্কাৰ। চোতালখনত ক'তো জাবৰ অকমানো নাই। এজোপা জবা ৰমক-জমককৈ পদূলিমুখত ফুলি আছে। নিজম দুপৰীয়া গাঁৱৰ ঘৰৰ এই পৰিবেশ নন্দিতাই বৰ ভাল পায়। নন্দিতা গাঁৱত ডাঙৰ-দীঘল নোহোৱা ছোৱালী যদিও বিয়াৰ পিছত প্ৰাণজিতৰ গাঁওখন দেখি বৰ ভাল পাইছিল। বিশেষকৈ গাঁৱৰ দুপৰীয়াৰ ৰহস্যময় নিস্তব্ধতা ভংগ কৰি হেম্বেলিয়াই উঠা গৰু, হাঁহৰ পেক্ পেক্ আৰু পুখুৰীপাৰত কাঁহৰ বাচন ধুওঁতে হোৱা শব্দই নন্দিতাৰ মনোজগতত এক অন্য আলোড়ন সৃষ্টি কৰিছিল। আজিও সেয়ে তাই কৈ উঠিল, 'বৰ ভাল লাগিছে পদূলিটো, নহয়!' প্ৰাণজিতে একো মন্তব্য নিদি নন্দিতালৈ মাত্ৰ এক আচহুৱা দৃষ্টি নিক্ষেপ কৰিলে। সৰু ছোৱালীক দেখিয়েই নঙঠা-পিঙঠা ল'ৰা দুটা 'বাইদেউ আহিছে' বুলি কিৰিলিয়াই আহিল। সৰু ছোৱালীৰ হাতত দিয়া বিস্কুটৰ পেকেটটো, তাই এবাৰ প্ৰাণজিতহঁতলৈ চাই ভায়েক দুটালৈ আগবঢ়াই দিলে। এযোৰ মলিয়ন মেখেলা-চাদৰ পিন্ধি সৰু ছোৱালীৰ মাক পিৰালিত থিয় হ'লহি। মাকে ওৰণিখন কপাললৈকে টানিলে যদিও চুটি চাদৰখন গলধনৰ ওপৰতে ওলমি থাকিল। প্ৰাণজিতে দেখিলে মাকৰ গাত ব্লাউজ নাই। বাউসিতে চাদৰখন ফটা। মুগা ৰঙৰ বাহুটো ওলাই আছে।

ঃ যাচোন, পিতায়েৰক মাতি আনগৈ। মাকে ওচৰতে বিস্কুট লৈ কাজিয়া কৰা ল'ৰা দুটাৰ এটাক ক'লে। অলপ ডাঙৰটোৱে 'শেষ কৰিলে চাবি কিন্তু' বুলি কৈ মুখেৰে 'ভোঁ-ও....' শব্দ কৰি হাতদুখন স্কুটাৰ চলোৱাৰ দৰে কৰি দৌৰ মাৰি অদৃশ্য হ'ল। মাকে লৰালৰিকৈ দুখন পীৰা আৰু এখন নাল নাইকিয়া কাঠৰ চকী আনি চোতালত পাৰি ক'লে, 'বহক!' চকীখনত প্ৰাণজিতৰ মাক বহিল। নন্দিতা আৰু প্ৰাণজিৎ থিয় হৈ ইফাল-সিফাল কৰি থাকিল। সৰু ছোৱালী এইবাৰ ওলাই আহিল ভিতৰৰপৰা আৰু মাকৰ কাষতে একো নামাতি থিয় হৈ থাকিল। মাকে এবাৰ প্ৰশ্নবোধক দৃষ্টিৰে সৰু ছোৱালীলৈ চাই ভিতৰলৈ আকৌ সোমাই গ'ল। অলপ পিছতে 'চিৰি বিষ্টু, চিৰি বিষ্টু'কৈ সৰু ছোৱালীৰ দেউতাক পদূলিৰে সোমাই আহি খদম্-দম লগাই দিলেহি। — 'এইদৰে খবৰ এটা নিদিয়াকৈ সকলো আহিল.... মোৰ আকৌ নাম এষাৰ আছিল ওচৰতে.... ঐ বোলে তামোল-চালি, চাহ-জলপান....'। প্ৰাণজিতে হকা-বধা কৰি ক'লে — 'একো নালাগে, এটা বিশেষ কথাৰ বাবেহে আমি আহিছোঁ। আপুনি অলপ বহক আমাৰ সৈতে। সৰু ছোৱালীৰ দেউতাকে ইতস্ততঃ কৰি পীৰাতে বহিল। প্ৰাণজিতে মাকৰ মুখলৈ চালে। তিনিওজনৰ মাজত দৃষ্টি বিনিময় হোৱাৰ পিছত প্ৰাণজিতৰ মাকেই সংকোচেৰে আৰম্ভ কৰিলে, 'দেউ, বৰ মনত দুখ পাই আহিব লগা হ'ল। সৰু ছোৱালীক থৈ যাবলৈ আহিলোঁ। তাই এনেকুৱা এটা বেয়া ঘটনা কৰিছে যে মই আপোনাৰ আগত ক'বলৈ সংকোচ হৈছে.... সৰু

ছোৱালীৰ দেউতাকে সন্দেহেৰে এবাৰ সৰু ছোৱালীলৈ চালে। তাৰ পিছত ক'লে — 'মুঠৰ ওপৰত ভাল কৰিলেও বেয়া কৰিলেও আপোনালোকক ছোৱালী গটালোঁ। নিজৰ বুলি শুধৰাই ল'ব'। 'আপুনি বুজা নাই কিয়? তাই সৰু-সুৰা বেয়া কাম কৰা নাই....' প্ৰাণজিতৰ মাকে কেনেকৈ কথাটো উল্লেখ কৰিব প্ৰমাদ গণিলে। সৰু ছোৱালীৰ মাকে তামোলৰ বঁটাটো মাজতে থ'লেহি। সৰু ছোৱালীয়ে ইমানপৰে ভৰিৰ নখেৰে মাটি খুঁচৰি এটা মাৰ্বল গুটি সোমাব পৰা গাঁতৰ সৃষ্টি কৰিছে।

ঃ শুনক দেউ, সৰু ছোৱালী মাক হ'বলৈ ওলাইছে। তাইক বহুত সোধা হ'লতো মানুহটোৰ নাম নকয়। — হঠাতে মাকৰ মুখৰপৰা কথাষাৰ কাঢ়ি আনি প্ৰাণজিতে ক'লে। নন্দিতাই লাজত, ভয়ত অন্যফালে চালে। এটা থমথমীয়া পৰিৱেশ। এই মুহূৰ্ততে হয়তো দেৱে ভিতৰপৰা দাখন উলিয়াই আনি খণ্ডত জোকৰিবহি, সৰু ছোৱালীক দুছেও কৰিবলৈ.... নহ'লে চিঞৰি মানুহ গোটাব.... প্ৰাণজিতকো দোষ দিব পাৰে.... মুঠৰ ওপৰত নন্দিতাই উশাহ বন্ধ কৰি এক অকল্পনীয় পৰিস্থিতিৰ বাবে নিজকে সাজু কৰিলে। কিছুপৰ তেনেকৈয়ে গ'ল। হঠাৎ দেউ প্ৰাণজিত ফালে দৌৰি আহিল। আত্মৰক্ষাৰ ভংগীত প্ৰাণজিৎ দুখোজ পিছুৱাই গ'ল। সৰু ছোৱালীৰ বাপেকে খপ্‌কৰে প্ৰাণজিতৰ হাত দুটাত ধৰি ক'লে — 'হ'ব বোপাই, সকলো নিজ গুণে মৰিষণ কৰি মাত্ৰ তাইক তোমালোকৰ লগতে লৈ যোৱা। ডাক্তৰক দেখুৱাই ভাল কৰি লোৱা। মুঠৰ ওপৰত তাইক থৈ নাযাবা'। প্ৰাণজিৎ হতভম্ব হ'ল। নন্দিতাৰ চকু-মুখ মেল খাই গ'ল। প্ৰাণজিতৰ মাক থিয় হৈ দিলে বহাৰপৰা। দেউতাকে আকৌ ক'লে, 'এইবোৰ মোৰ ঘৰত থাকোঁতে হোৱা নাই, ধৰি লোৱা তাইৰ এইটো ডাঙৰ অসুখ.... দায়িত্ব তোমালোকৰ'। নন্দিতাই বেছি পলম নকৰি সৰু ছোৱালীলৈ চাই ক'লে, 'টোপোলাটো লৈ আহ। সৰু ছোৱালীয়েও নিৰ্বিকাৰ ভংগীত ভিতৰৰপৰা টোপোলাটো লৈ থিয় হ'লহি। প্ৰাণজিতে একো নামাতি যাবলৈ ওলালতে, সৰু ছোৱালীৰ দেউতাকে ক'লেহি — 'বোপা, টকা পঞ্চাছটামান হ'ব নেকি? চাউল দুদিন সিজোৱাই নাই'।

টেক্সিখনত আগৰ দৰেই প্ৰাণজিৎ আগৰ ছীটত, নন্দিতা আৰু সৰু ছোৱালী পিছৰ ছীটত বহি চহৰমুৱা হৈ আহি থাকিল। পয়ত্ৰিশ কিঃ মিঃ পথত নন্দিতাই মাত্ৰ এটাই প্ৰশ্ন প্ৰাণজিতক কৰিলে — 'তুমি বাৰু ভাবিব পাৰিছিলানে, ঘটনাই এনেকুৱা মোৰ ল'ব বুলি?'

ঃ আচলতে মই আগতেই ভাবিব পাৰিব লাগিছিল — দেউহঁত আমাতকৈও আগতেই আধুনিক হ'বলৈ বাধ্য হ'ল। প্ৰাণজিতে উদাস মনেৰে উত্তৰ দিলে। ❖



হৃদয় এক বিজ্ঞাপন

অনুৰাধা শৰ্মা পূজাৰী

প্ৰকাশক

অজয় কুমাৰ দত্ত

ষ্টুডেণ্টচ্ ষ্ট'ৰচ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী -৭৮১০০১

পৰিৱেশক

ভাৰতী বুকষ্টল

গোলাঘাট -৭৮৫৬২১

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰি, ১৯৯৮

পঞ্চম সংস্কৰণ : জুলাই, ২০০৪



প্ৰচ্ছদ

সুব্ৰত চৌধুৰী

# হৃদয় এক বিজ্ঞাপন

বন্ধ লিফ্‌টৰ ভিতৰত অকলশৰে সদায় অস্বস্তি হয় ভাস্বতীৰ। আজিও হৈছে। সো-সোৱাই লিফ্‌টখন ওপৰলৈ উঠি গৈছে। তাইৰ চকুৰ আগত 'কম্পিউটাৰাইজড' ৰঙা আখৰবোৰ জ্বলিছে, নুমাইছে — তিনি, চাৰি, পাঁচ.... ছয় নম্বৰত লিফ্‌টখন সামান্য থমকি ৰ'ল। এজন হটঙা ছুট-টাই পৰিহিত পাঞ্জাবী মানুহ উঠিল। নিশ্চয় এই বিল্ডিঙতে কাম কৰে। আঠ নম্বৰত লিফ্‌টখন ৰ'লত তাই ওলাই আহিল। পিছে পিছে মানুহজনো। বিশাল কৰিড'ৰ। মাৰ্বল টাইলছ্‌ৰ। কৰিড'ৰৰ দুয়ো কাষৰ ৰূমবোৰ বন্ধ। বন্ধ দুৱাৰত একোখনকৈ নেম-প্লেট। তাই ইফালে সিফালে বিমোৰ হৈ চালে। তাইৰ সৈতে লিফ্‌টত অহা মানুহজন সোঁফালৰ কৰিড'ৰেদি খৰ খোজেৰে গৈছে। তাই পিছফালৰপৰাই মাত লগালে, 'এস্কিউজ মি'। সৰুকৈয়ে মাতিছিল, কিন্তু দেৱালবোৰত তাইৰ মাতটো এনেকৈ প্ৰতিধ্বনিত হ'ল যে, তায়ে অস্বস্তিত ইফালে-সিফালে চালে। মানুহজনে পিছলৈ চালে। তাই প্ৰায় দৌৰি যোৱাদি গৈ সুধিলে — 'এড্‌কন ক্ৰিয়েটিভ কোনফালে জানেনে?' 'এই আঠ নম্বৰ ফ্ল'ৰতে আছে'। — যথাসম্ভৱ সৰু মাতেৰে মানুহজনে তাইক বিপৰীত ফালৰ কৰিড'ৰটোৰেদি ঘূৰি শেষৰ দুৱাৰখনৰ ফালে যাবলৈ ক'লে। ধন্যবাদ দিয়েই তাই আকৌ দৌৰিবলৈ ধৰিলে। ঘড়ীটোলৈ চালে। বাৰটালৈ তিনি মিনিট বাকী। তাইক সময় দিয়া হৈছিল 'এঘাৰটা পঞ্চলিছ'। প্ৰথমদিনাই তাই 'টাইম ফেইল' কৰিছে। নাকত-কপালত ভাস্বতীৰ বিন্দু বিন্দু ঘাম বিৰিঙি উঠিল। বন্ধ দুৱাৰবোৰ পঢ়ি গ'ল — জে. কে. ফিনান্স ক'ম্পেনি.... ড'ৰা ড'ৰা, গেঞ্জী-জাঙিয়া — টি-ভি-ত দিয়া এড্‌ভাৰটাইজটোলৈ তাইৰ মনত পৰিল। তিতাগড় টি ক'ম্পেনি.... এড্‌কন ক্ৰিয়েটিভ — ক'লাৰ ওপৰত অল্ড ইংলিছ টাইপ আখৰৰ 'লেমিনেট' কৰা নেম-প্লেট। এটা অপৰাধবোধেৰে ছুইংড'ৰখন তাই ভিতৰলৈ ঠেলিলে। তাইক ইন্টাৰভিউ দিবলৈ ঠিক মতা হোৱা নাই; কিন্তু ইয়াত কাম কৰা বিষয়তে কথা পাতিবলৈ তাইক মতা হৈছে। ঘড়ীটোত পূৰা বাৰটা বাজিবলৈ আধা মিনিটমান বাকী।

এটা মজলীয়া আকাৰৰ কোঠা। দেৱালত বগা প্লাষ্টিক পেইন্ট। সেউজ দূবৰিৰ দৰে কাৰ্পেট। দুখন কোমল হালধীয়া ৰঙৰ প্ৰশস্ত ছোফা। পিতলৰ টাবত সতেজ গছ, দুখনমান পেইন্টিং, কোণৰ এখন ব'ৰ্ডত কিছুসংখ্যক বিজ্ঞাপনৰ ফটো। এখন টেবুল, ৰিভলভিং চেয়াৰ — কিন্তু কোনো নাই। কোঠালিটোত জীৱৰ অস্তিত্ব লৈ তায়ে থিয় হৈ আছে। ভাস্বতীৰ এখন 'ষ্টীল লাইফ' পেইন্টিং চোৱাৰ দৰে লাগিছে কোঠালিটো। কি কৰিব? কাক মাতিব? কোঠালিটোত এখন বন্ধ দুৱাৰ দেখিছে তাই। কিন্তু সেইখন খুলি সোমাই যোৱাটো জানো ভদ্ৰোচিত কথা হ'ব! এনেতে ৰিচেপশ্যান টেবুলৰ ফোনটো বাজি উঠিল। ৰক্ষা তেঁও, ভাস্বতীয়ে ভাবিলে। বন্ধ দুৱাৰখন খুলি ভিতৰৰপৰা নীলা স্কাৰ্ট আৰু বগা লেচৰ কাম কৰা 'টপ' পৰিহিতা এজনী ছট্‌ফটীয়া ছোৱালী ওলাই আহিল। ইতিমধ্যে ফোনৰ শব্দও নাই। ইন্টাৰ-কানেকশ্যান, ভিতৰত কোনোবাই তুলিছে চাগৈ। ছোৱালীজনীয়ে তাইৰ ফালে চোৱাৰ লগে লগে ভাস্বতীয়ে ক'লে — 'আই এম ভাস্বতী, ভাস্বতী চলিহা — আই হেভ আ....' ছোৱালীজনীয়ে তাইৰ মুখৰ ওপৰতে ধৰি ক'লে — 'ইয়েছ, ইয়েছ, মিঃ বাৰ্মা হেজ গান আউট ৰাইট নাও — ছুন হি উইল বি বেক — প্লিজ ৱেট ফৰ আ হোৱাইল' — তাই যি ভাবিছিল সেইটোকে হ'ল। তাই ছোফা এখনতে বহিল। ছোৱালীজনীয়ে তাইক বহুৱাই থৈ আকৌ ভিতৰলৈ সোমাই গ'ল। প্ৰয়াগে ঠিকেই কয়, 'প্ৰাইভেট ক'ম্পেনিত কাম কৰিলে বুজি পাবা, আমি কিয় ঘড়ীৰ কাঁটা দেখুৱাই এক ছেকেণ্ড-দুই ছেকেণ্ডবোৰো গুৰুত্ব দিওঁ। আমাৰ মানুহে ইংৰাজৰ 'ধুন' চব শিকিলে এই সময়জ্ঞান আৰু পৰিশ্ৰমৰ বাহিৰে। অপেক্ষা কৰাৰ বাহিৰে এতিয়া আৰু ভাস্বতীৰ একো উপায় নাই।

## দুই

কি অস্বস্তি, নিসাৰ কোঠালি এটাত বহি অপেক্ষা কৰিবলৈ। ভাস্বতীয়ে 'এড্‌কন ক্ৰিয়েটিভ'-এ কৰা বিজ্ঞাপনৰ কামবোৰ চাবলৈ লাগিল কোণীয়াকৈ সজাই থোৱা ব'ৰ্ডখনত। হেয়াৰ ভাৰ্টিলাইজাৰ — লিপষ্টিক — নেইল পলিছ — ব্ৰা-পেন্টি পৰিহিতা ৰমণী — আটাইকেইটা সৰ্বভাৰতীয় খ্যাতনামা ক'ম্পেনিৰ বিজ্ঞাপন। তাইৰ এঠাইত চকু বৈ গ'ল। 'হোৱাইট হৰ্ছ' ছাৰ্টৰ বিজ্ঞাপন। সমুদ্ৰৰ জলাশয়ত আধা ডুবি থকা এগৰাকী যুৱতী। তাই পিন্ধি থকা 'হোৱাইট হৰ্ছ'ৰ ছাৰ্টটো তিতি শৰীৰত লিপিটি খাই আছে। সমুখৰ বুতাম এটাৰ বাদে আটাইকেইটাই খোলা। পানীৰপৰা ওলাই থকা নগ্ন উৰুত এটা কেপচন — 'ফৰ এক্‌জিকিউটিভ মেন'। তাৰ তলত আৰু এশাৰী বাক্য — 'অলৱেজ হট এণ্ড ফ্ৰেছ'। পুৰুষৰ ছাৰ্টৰ বিজ্ঞাপন নগ্ন নাৰীৰ শৰীৰত! তাই চকু ঘূৰাই আনিলে। বেৰত থকা পেইন্টিং কেইখনৰ ওচৰলৈ উঠি গ'ল। যামিনী ৰায়, পিকাছো আৰু লিওনাৰ্ডোৰ 'মনালিছা'। আটাইকেইখন ফটো-প্ৰিন্ট। পিতলৰ টাবত থকা গছ কেইজোপা নকল; তাই এতিয়াহে ওচৰৰপৰা ধৰিব পাৰিলে। সঁচা আৰু মিছাৰ দূৰত্বটো আজিকালি নোহোৱাই হৈছে। ছোৱালীজনী ভিতৰৰপৰা আকৌ ওলাই আহিল। 'চাহ খাব? মই দিবলৈ কৈছোঁ। মোৰ বাহিৰত কাম আছে, মই ওলাই যাম, আপুনি কাইগুলি দহ মিনিট অপেক্ষা কৰক'। — কৈয়ে তাই বেগৰপৰা সৰু 'লুকিং মিৰৰ' এখন উলিয়াই মুখখন পৰীক্ষা কৰিলে। ওঁঠ দুখন লিপষ্টিকৰ ওপৰতে জিভাৰে সামান্য তিয়াই তাইৰ ফালে হেলনীয়াকৈ চাই হাঁহি এটা মাৰি মিঠা বৰণীয়া মৰম লগা ছোৱালীজনী ওলাই গ'ল। এটা সুবাসে কোঠালিটোৰ বন্ধ দুৱাৰ-খিৰিকী খুন্দিয়াই ঘূৰি ফুৰিল। বোধহয় বিদিশী পাৰফিউম — গোন্ধটো ভাস্বতীৰ চিনাকি। তাইৰ খুব ইচ্ছা গ'ল বন্ধ দুৱাৰখন খুলি ভিতৰত কিমান মানুহ আছে চাবলৈ। ইমান নিঃশব্দ! নৈঃশব্দ্যও কেতিয়াবা ইমান বিৰক্তিকৰ হয়!

ভাস্বতীৰ আগতে কোনো 'এড্‌ভাৰটাইজিং এজেন্সি'ত কামৰ কৰাৰ অভিজ্ঞতা নাই। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা 'এনথ্ৰ'পলজি'ত এম-এ কৰিছিল। তাৰ পাছত এখন মণ্টেছৰী স্কুলত তিনিশ টকা দৰমহাত আঠ মাহ কাম কৰিছিল। চাকৰি তাই পোৱা নাছিল। কেতিয়াবা উপযুক্ত চাকৰিত তাই উপযুক্ত বুলি বিবেচিত নহৈছিল, কেতিয়াবা তাইৰ উপযুক্ততাৰে চাকৰিটো উপযুক্ত নহয় বুলি তাইক বিবেচিত কৰা নহৈছিল। তাৰ পাছতে প্ৰয়াগৰ সৈতে তাইৰ বিয়া। প্ৰয়াগ এটা মাল্টিনেশ্যনেল ক'ম্পেনিৰ 'পাৰ্ছ'নেল অফিচাৰ'। ছমাহ অসমত থাকি দিল্লীলৈ তাই আহিল প্ৰয়াগৰ সৈতে। দিল্লীত মাছ কমিউনিকেশ্যন পঢ়িলে। কবিতা লিখাৰ অভ্যাস আছিল আগৰেপৰা। তেতিয়াই অ'ত-ত'ত প্ৰকাশিত কবিতাবোৰৰ এটা সংকলন তাই উলিয়ালে। তাইৰ বান্ধৱী সীমা নায়াৰে দুটামান কবিতা হিন্দীত অনুবাদ কৰি এখন হিন্দী দৈনিকত প্ৰকাশ কৰিছিল। 'এচিভমেণ্ট' বুলিবলৈ তাইৰ ইমানেই। কাম নকৰিলে সংসাৰ নচলে; এনেকুৱা তাগিদা তাইৰ নাই যদিও তাই সদায় কাম কৰিবলৈ উৎসুক। তাইৰ জ্ঞানসমৃদ্ধ মনে কেৱল উল গোঁথা আৰু পোলাও-বিৰিয়ানী ৰন্ধাৰ কামত আত্ম-নিয়োগ কৰিবলৈ নকয়। বিভিন্ন কাম, বিভিন্ন মানুহ, বিভিন্ন জীৱনৰ অভিজ্ঞতাৰ বাবে বাহিৰৰ পৃথীবীয়ে বাৰে বাৰে দিয়া আহ্বান তাইৰ উপেক্ষা কৰিবলৈ বৰ কষ্ট হয়। প্ৰয়াগেও এইক্ষেত্ৰত সদায় উৎসাহ দেখুৱায়। সদায় কয় — 'কাম কৰা, যিকোনো কৰি ভালপোৱা কাম। যিকোনো কামেই অভিজ্ঞতা কঢ়িয়াই আনে জীৱনলৈ'। প্ৰয়াগহঁতৰ অফিচৰ এটা ফেমিলি পাৰ্টিতে মিঃ সুভাষ বাৰ্মাৰ সৈতে সাক্ষাৎ ভাস্বতীৰ। প্ৰথম কথাষাৰেই সুধিছিল তাইক — 'কেৱল এক্‌জিকিউটিভছ্ ৱাইফ নে আৰু কিবা?' প্ৰয়াগেই কৈ দিছিল তাইৰ কি কি বিষয়ত দক্ষতা আছে। 'মনোমত কাম এটা বিচাৰিছোঁ। পিছে ইয়াত মোলৈ কোনে কাম থৈছে? দিল্লীতো নাপালোঁ' — ভাস্বতীয়ে কৈছিল। 'কলিকতালৈ অহাৰ কিমান দিন হ'ল?' — বাৰ্মাই সুধিছিল। 'তিনিমাহ হৈ গৈছে'। 'আগতে এড্ এজেন্সিত কাম কৰাৰ অভিজ্ঞতা আছে নেকি?' তাই মূৰ জোঁকাৰিছিল সোঁৱে-বাঁৱে। 'মোৰ তালৈ আহিবচোন। আমাৰ এড্ এজেন্সিৰ নাম শুনিছে চাগৈ। এড্‌কন ক্ৰিয়েটিভ। আমাক এগৰাকী 'পাবলিক ৰিলেশ্যন অফিচাৰ'ৰ প্ৰয়োজন। আপোনাৰ শিক্ষাগত অৰ্হতাও আছে। তদুপৰি কবিতা-তবিতা লিখা মানুহ যেতিয়া কপি-ৰাইট ভাল কৰিব পাৰিব। আমি বেলেগ কপি-ৰাইটাৰ নাৰাখিলেও হ'ব। এয়া মোৰ কাৰ্ড, ইচ্ছা থাকিলে মোৰ অফিচলৈ আহি কথা পাতিব পাৰে'। তাই কথাবোৰ আকৌ মনত পেলালে। পিছদিনাই তাই মিঃ বাৰ্মাক ফোনেৰে যোগাযোগ কৰিলত আজি সময় দি মাতি পঠিয়ালে। আৰু আহি এই অৱস্থা। হঠাতে তাইৰ প্ৰয়াগলৈ খং উঠি গ'ল। দিল্লীৰপৰা কলিকতালৈ অহাৰ মাত্ৰ তিনি

মাহুহে হৈছে তাইৰ। তাই ইয়াৰ ৰাস্তা-ঘাটৰ তলা-নলা একো ভু নাপায়। প্ৰয়াগক ক'লে, তাইক ঠিক ঠাইত নমাই থৈ চাকৰিলৈ যাবলৈ। সি ওলোটাই তাইক জ্ঞান দিয়াতহে লাগিল। 'আৰে ইয়াত চি-আৰ-এভিনিউ বুলি ক'লে যিকোনো টেক্সিবালাই লৈ যাব। বাছ যায়, চান্দনি চৌকলৈকে মেট্ৰো-ৰে'ল যায়, একো নহয়, অকলেই যাব পাৰিবা। তদুপৰি তোমাক চাৰে দহটাত নমাই থৈ মই অফিচ পামগৈ কেইটাত? বাৰটাত?'

ঃ আচল কথা তোমাৰ অফিচ, তাকে নোকোৱা কিয়? — তাইৰ মুখখন ফুলিছিল।

ঃ তুমি জানানে এবাৰ এজনী ছোৱালীয়ে দেউতাকক লগত লৈ ইন্টাৰভিউ দিবলৈ যোৱা বাবে আমাৰ ক'ম্পেনিত চাকৰি পোৱা নাছিল....

ঃ থোৱা.... ভাস্বতীৰ শুনিবলৈ আৰু ধৈৰ্য নাছিল।

ঃ সঁচাকৈয়ে কৈছোঁ। আমাৰ জি-এমে সুধিছিল তাইক, আহোঁতে একো অসুবিধা হোৱা নাইতো? ছোৱালীজনীয়ে গপছত ক'লে — 'নাই হোৱা, দেউতা আহিছে লগত; বাহিৰত বহি আছে'।

ঃ তোমাৰ জি-এম লুতুৰা স্বভাৱৰ যেন পাইছোঁ। দেউতাক লগত থকা বাবে বেয়া পাই চাকৰি নিদিয়া এটা কাৰণ হ'লনে?

ঃ তোমালোক আজিকালি ফেমিনিষ্ট হৈ গৈছাতো, এনেকৈয়ে ভাবিবা। পিছে নাৰী স্বাধীনতাৰ বক্তৃতা দিবলৈ মিটিংখনলৈ যাওঁতেও স্বামীয়ে গাড়ীখনেৰে থৈ আহিব লাগিব আকৌ লৈও আহিব লাগিব।

ঃ চুপ কৰা, আচল কথা কোৱা —

ঃ আমাৰ জি-এমে ক'লে — তিনি বছৰ বয়সৰপৰা তেইছ বছৰ বয়সলৈকে যিজনী ছোৱালীয়ে মাক-দেউতাকৰ আঙুলি নধৰাকৈ খোজ কাঢ়িবলৈ শিকা নাই; তেওঁ পৰীক্ষাত যিমান টপ পজিশ্যন পাওক, চাকৰি নাপায়। এটা গুৰুত্বপূৰ্ণ পদত থাকি 'ৰাইট-টাইম'ত 'ৰাইট-ডিচিশ্যন' ল'ব পৰাকৈ 'কন্‌ফিডেন্স' থাকিবনে তাইৰ, যাৰ ছেল্‌ফ কন্‌ফিডেন্সেই নাই!

ঃ তাৰ পিছত?

ঃ তাৰ পিছত কি হ'ব আৰু, সল্‌সলাই চাহাবী ইংৰাজী কোৱা বিজিনেছ মেনেজমেণ্ট বিষয়ত প্ৰথম শ্ৰেণী পোৱা ছোৱালীজনীৰ ঠাইত ল'ৰা এটাই চাকৰি পালে। — ভাস্বতীয়ে ইমানখিনি শুনাৰ পাছত প্ৰয়াগক তাইক থৈ আহিবলৈ ক'বলৈ আত্ম-সম্মানত লাগিছিল। তাই অকলে গুচি আহিছিল। 'গুড লাক' — প্ৰয়াগে পিছফালৰপৰা কৈছিল। তাই উভতিয়ে চোৱা নাছিল।

খট্‌কৈ শব্দ এটা হ'ল। ভাস্বতীয়ে দুৱাৰৰ ফালে চাই দেখিলে, মিঃ সুভাষ বাৰ্মা সোমাই আহিছে। তাই থিয় হ'ল। সোমায়ে মিঃ বাৰ্মাই তাইকহে বাৰে বাৰে ক্ষমা খুজিলে বহুৱাই থোৱা বাবে। ভাস্বতীক তেওঁৰ অফিচ-ৰুমলৈ লৈ গ'ল। দুৱাৰখন খুলিয়েই এটা বিৰাট হল-ঘৰ। প্লাইউডৰ পাৰ্টিশ্যন কৰা আছে। সৰু সৰু কোঠালি। তাই যোৱা দেখি সমুখৰ কোঠালিটোৰ ল'ৰাজনে মূৰ তুলি চালে। টাইপ কৰি থকা ছোৱালীজনীয়ে মূৰ তুলিয়েই নাচালে।

## তিনি

চকীখনত বহিয়েই মিঃ বাৰ্মাই চিগাৰেট এটা জ্বলাব খুজিও নজ্বলালে। তাৰ সলনি ইন্টাৰকমত চাহ আনিবলৈ কাৰোবাক ক'লে। ভাস্বতীৰ ফালে চাই মিচিকিয়াই সুধিলে — 'কওকচোন আপুনি কি ঠিক কৰিলে?' ক'ব লাগে তেওঁহে, আজিকালি প্ৰাৰ্থীয়ে চাকৰি কৰিবনে নকৰে কোনোৰ দিন আছে জানো? ভাস্বতীয়ে ভাবিলে। তাই কি ক'ব, মনৰ ভিতৰতে ঠিক কৰি লৈ আৰম্ভ কৰিলে — 'চাওক, বিজ্ঞাপন সংস্থাবোৰৰ কামনো কি প্ৰকৃততে, অসমৰ বাহিৰত থকাৰপৰাহে অলপ-অচৰপ জানো। তাকো সকলোৱে জনাতকৈ বেছি নহয়। কাম কৰাৰ মোৰ অভিজ্ঞতা মাত্ৰ এখন মণ্টেছৰী স্কুলত। এয়া মোৰ বায়'ডাটা....' বুলি ভাস্বতীয়ে ফাইল এটা মিঃ বাৰ্মালৈ আগবঢ়াই দিওঁতেই তেওঁ ক'লে — 'থাক, থাক, নালাগে। বায়'ডাটাৰে কাম একো নহয়। আপোনাৰ সম্পৰ্কে ইন্‌ফৰ্‌মেশ্যন আছে আমাৰ'। ভাস্বতী আচৰিত হ'ল। তাই আকৌ ক'লে — 'কেপচন বা কপি-ৰাইট কৰা কামবোৰ মই পাৰিম বুলি বিশ্বাস। হিন্দী, বাংলা, ইংৰাজী, অসমীয়া এই চাৰিটা ভাষাৰ কাম কৰিব পাৰিম। আপোনালোকৰ মাল্টিনেশ্যনেল ক'ম্পেনিৰ সৈতে সম্পৰ্ক। কি বিষয়তে কেনেকৈ 'ডিল' কৰিব লাগিব বা কেনে সম্পৰ্ক মই ৰাখিব লাগিব সেয়া আপোনালোকে বুজাই দিব লাগিব। মাছ কমিউনিকেশ্যন মই পঢ়িছিলোঁ, অসুবিধা হ'ব নালাগে। এইখিনি চাই যদি মই আপোনালোকৰ সহায়ত আহিম বুলি ভাবে, মোৰ আপত্তি নাই'। — কথাখিনি কৈয়ে ভাস্বতীয়ে উশাহ এটা ল'লে দীঘলকৈ। 'আমাক আপোনাৰ

অৰ্হতাখিনিহে লাগে। আপুনি ইন্টেলিজেন্ট, কাম শিকিব পাৰিব সোনকালে। ৰ'ব, আমাৰ চিফ এড্‌ভাৰটাইজিং অফিচাৰৰ সৈতে আপোনাক চিনাকি কৰি দিওঁ'। বাৰ্মাই ইণ্টাৰকমত কাৰোবাৰ সৈতে কথা পাতিলে। এটা বিছ-বাইছ বছৰীয়া ল'ৰাই ট্ৰেত এক টিপট চাহ, কাপ-প্লেট আৰু এখন প্লেটত কেইটুকুৰামান ছুগাৰ কিউব দিলেহি। পিছে পিছে এজন ওখ পঞ্চল্লিছ-সাতচল্লিছ বছৰ বয়সৰ মানুহ সোমাই আহিল। পিন্ধনত গ্ৰাফিক ডিজাইনৰ ৰঙচঙীয়া ছাৰ্ট আৰু এটা ফেডেড জিনছ্। মানুহজনৰ খেলুৱৈসুলভ চেহেৰা। 'এয়া বাসব বেনাৰ্জী। চিফ এড্‌ভাৰটাইজিং অফিচাৰ। আগতে নিউইয়ৰ্কত আছিল। যোৱা চাৰি বছৰ ধৰি আমাৰ ইয়াত। বেনাৰ্জী এড্‌কন ক্ৰিয়েটিভৰ ব্ৰেন এণ্ড হাৰ্ট। আপোনাকো প্ৰকৃততে এখেতেই আবিষ্কাৰ কৰিছে। আলতাফ হুছেইনে আপোনাৰ কথা কওঁতে বেনাৰ্জীয়ে আপোনাক লোৱাৰ কথা ভাবিছিল 'প্ৰথম'। 'আলতাফ হুছেইন? জনছন এণ্ড ডেভিছ ক'ম্পেনিৰ পি-আৰ-অ'?' — ভাস্বতীয়ে আচৰিত হৈ সুধিলে। 'অঁ তেখেতেই। আমি একেখন জগতৰে মানুহ। তেওঁ মিঃ বেনাৰ্জীৰ সৈতে নিউইয়ৰ্কত কিছুদিন একেটা বিজ্ঞাপন সংস্থাতে কাম কৰিছিল। তেতিয়াৰপৰাই বন্ধুত্ব'। — সুভাষ বাৰ্মাই কৈ হাঁহিলে।

আলতাফ প্ৰয়াগৰ বন্ধু। আলতাফে ভাল উৰ্দু জানে। কেবাটাও ভাষাত পাৰ্গত। পূৰ্বপুৰুষ লাহোৰৰ। এতিয়া দিল্লীত বসবাস। আলতাফে 'শ্বায়েৰী' ভাল কয়। শ্বাহদাদ হাচান মাণ্টো আৰু ছুফদৰ হাচমীৰ বহু লেখা আলতাফে বিভিন্ন ভাষালৈ অনুবাদ কৰিছে। আলতাফ এদিন সিহঁতৰ ঘৰলৈ আহি বহুত ৰাতিলৈকে আড্ডা দিছিল। কবিতাৰ প্ৰসংগ ওলাইছিল। প্ৰয়াগ আৰু আলতাফ সেইদিনা হুইস্কি আৰু কবিতাৰ ৰসত আকণ্ঠ ডুবিছিল। সীমা নায়াৰে কৰা ভাস্বতীৰ কবিতাৰ হিন্দী অনুবাদ পঢ়ি সি অভিভূত হৈছিল। সেই আলতাফে ভাস্বতীৰ কথা বেনাৰ্জীক ক'লে? আচৰিত! তাৰমানে তাই এড্‌কন ক্ৰিয়েটিভলৈ অহাৰ আঁৰত এটা পূৰ্ব পৰিকল্পনাও লুকাই আছে? প্ৰয়াগে প্ৰায়ে কয়, 'মাল্টিনেশ্যনেল ক'ম্পেনিৰ সৈতে যুক্ত থকা মানুহৰ একোযোৰ জুহুৰীৰ চকু থাকে। মুখ মেলিলেই এওঁলোকে গৰ্ভ দেখে'। কিন্তু তাইৰ দৰে পূৰ্ব অভিজ্ঞতা নথকা মানুহক কিয় ল'লে? এয়া জানো জুহুৰীৰ চকু? একো বুজি নাপালে তাই।

'এতিয়া কিছু দৰ্কাৰী কথালৈ আহোঁ?' সুভাষ বাৰ্মাই কৈ গ'ল — 'প্ৰথম তিনিমাহ আপুনি ট্ৰেইনিং পিৰিয়ডত থাকিব। তেতিয়া দৰমহা দু হেজাৰ পাঁচশ টকা প্লাছ যাতায়াত খৰচ। ট্ৰেইনিং পিৰিয়ডৰ পাছত পাব চাৰি হেজাৰ টকা। ডেইলি এলাৱেন্স পঁচিছ টকা এক্সট্ৰা। দেওবাৰৰ বাহিৰে মাহেকত এটা লিভ্। লিভ জমাও কৰিব পাৰে বা আমাক বিক্ৰী কৰিবও পাৰে। বিক্ৰী কৰিলে এদিনৰ দৰমহাতকৈ বিছ পাৰ্চেণ্ট বেছি পাব। লিভ ল'লে প্ৰতিমাহে ল'ব পাৰে এদিন। কিন্তু দৰকাৰতো অফিচলৈ নাহিলে আৰু যদি লিভ্ জমা নাথাকে দৰমহাৰপৰা মাইনেছ হ'ব। টাৰ্মছ-কণ্ডিশ্যন সকলো লিখিতভাৱে নাথাকে। এতিয়াৰ এপইণ্টমেণ্ট লেটাৰত আপোনাক ট্ৰেনী বুলিহে দিয়া থাকিব। তিনিমাহ পাছত সম্পূৰ্ণ লেটাৰখন পাব। এনি প্ৰব্লেম?' সকলোখিনি কৈ এম-ডি সুভাষ বাৰ্মাই তাইক সুধিলে। তাই সোঁৱে-বাৱেঁ মূৰ জোকাৰি নাই বুলি ক'লে। এই গোটেই সময়ছোৱা বাসব বেনাৰ্জীয়ে কেৱল তলমূৰকৈ মূৰ দুপিয়াই গৈছিল। এইবাৰ তাইৰ ফালে মূৰ তুলি চাই ক'লে — 'আপুনি আচল কামখিনি দহ-পোন্ধৰ দিনতে জানি যাব। ইয়াৰ লগে লগে মই আপোনাক প্ৰজেক্ট ৰিপ'ৰ্ট বনাবলৈও শিকাম'। পেনচিল হিলৰ খট্‌খটনি তুলি এজনী ছোৱালী সোমাই আহিল। হাতত এখন নোট বুক। বেনাৰ্জীয়ে পৰিচয় কৰি দিলে — 'এয়া ষ্টেলা লামা। এওঁ হোৱাট নট্'। তাৰ পাছত হাঁহি হাঁহি আকৌ ক'লে — 'ষ্টেলা টাইপিষ্ট, ষ্টেনো, একাউণ্টেণ্ট, ৰিচেপশ্যনিষ্টো মাজে মাজে। এওঁ ভাস্বতী চলিহা। আজি জইন কৰিব পি-আৰ-অ' হিচাপে। সাহিত্যতো হাত আছে। কপি-ৰাইট কেপচনৰো কাম কৰিব'। ষ্টেলাই সৰুকৈ ক'লে — 'হেল্ল''। সুভাষ বাৰ্মাই ষ্টেলাক ক'লে এখন জইনিং লেটাৰ টাইপ কৰিবলৈ। বেনাৰ্জীয়ে ক'লে — 'ষ্টাফো অফিচত কম। দুজন কমাৰ্চিয়েল আৰ্টিষ্ট-কাম-ফটোগ্ৰাফাৰ — প্ৰসেন সাহা আৰু চিন্ময় দেব। এওঁলোক কম্পিউটাৰতো বহে। ডিটিপি আৰু প্ৰিণ্টিং ছেকশ্যনৰ হেড ৰবীন লিংডো'। 'খাছী?' — ভাস্বতীয়ে উৎফুল্লিত হৈ সুধিলে। 'অঁ, মাক বাঙালী। ৰবীনে একেবাৰে সৰুতে শ্বিলঙতে থকা বুলিহে কৈছিল। মায়া লাহিড়ী থাকে ৰিচেপশ্যনত'। ভাস্বতীয়ে অফিচটোত লগ পোৱা প্ৰথম ছোৱালীজনীয়ে মায়া লাহিড়ী বুলি জানি ক'লে, 'মই লগ পাইছোঁ'। 'তেওঁ কমিউনিকেটৰো। ক্লায়েণ্ট আৰু অফিচৰ মাজৰ প্ৰত্যক্ষ সম্পৰ্ক তেৱেঁই ৰাখে। তাৰ পাছত এটা বিয়েৰাৰ আছে বিনয়। ডাক অনাৰপৰা

বাহিৰৰ কাম-কাজ কৰা দুজন পাৰ্ট-টাইমাৰ আছে। এজন ৰাতিপুৱা আৰু এগৰাকী মহিলা পিছবেলা আহে। ষ্টেলাক লগ পালাই'। ষ্টেলাক দেখিয়েই ভাস্বতীৰ মনটো ভাল লাগি গৈছিল। মুখখন দেখিবলৈ তাইৰ একালৰ বান্ধৱী বাসন্তী গোহাঁইৰ দৰে। এবাৰ দিল্লীত এনেকুৱা মুখৰ এহাল মানুহ দেখি অসম বা উত্তৰ-পূৰ্বাঞ্চলৰে বুলি তাই ৰাস্তাতে উপযাচি চিনাকি হৈছিল। সিহঁতহাল পিছে ইণ্ডোনেছিয়াৰ আছিল। আলতাফ হুছেইনেও এবাৰ কৈছিল, 'জাপানী বা চীনা এজনৰ কুণ্ডত কটা নাক, বৈ পৰা চেলাউৰি যেনেকৈ কল্পনা কৰিও ভাল নালাগে, উত্তৰ-পূৰ্বাঞ্চলৰ মানুহৰ মুখতো মঙ্গোলিয়ান সাঁচ এটা নাথাকিলে ভাল নালাগে'। ষ্টেলা আকৌ সোমাই আহিল 'এপইন্টমেণ্ট লেটাৰ'খন লৈ। সুভাষ বাৰ্মাই তলত চহী কৰিয়েই তাইলৈ হাত এখন আগবঢ়াই দি কৰমৰ্দন কৰি ক'লে — 'ফ্ৰম নাও ইউ আৰ মেম্বাৰ অৱ আৱাৰ 'এড্‌কন' ফেমিলি, ৱেলকাম এণ্ড গুড লাক'। চি-এ-অ'য়ো শুভেচ্ছা দিলে। পিছদিনাৰপৰাই কাম কৰা প্ৰতিশ্ৰুতি দি তাই যাবলৈ উঠিল। তাইৰ সৈতে মিঃ বেনাৰ্জীও উঠিল। এম-ডিৰ ৰুমৰপৰা ওলায়ে চি-এ-অ' বেনাৰ্জীয়ে কৈ কৈ আহিল তাইক — 'মাত্ৰ পাঁচটা বছৰত কেইজনমান দক্ষ কৰ্মী আৰু ইণ্টেলিজেণ্ট মানুহক লৈ আমি বৰ্তমান আশী-নব্বৈ লাখ টকাৰ কাম কৰিছোঁ। এই বছৰত আমাৰ টাৰ্গেট আৰু বেছি। এটা ষ্টুডিঅ' আছে লেনিন সৰণিত? ষ্টাফো ভাল। বহু প্ৰতিষ্ঠিত পুৰণা বিজ্ঞাপন সংস্থাই আমাক এতিয়া ঈৰ্ষাৰ চকুৰে চায়। মুখৰ কাম কাঢ়িছোঁ আমি তেওঁলোকৰ। খুব সোনকালে প্ৰতিখন মেগা-চিটিত আমাৰ ব্ৰাঞ্চ হ'ব। দিল্লী আৰু বাঙ্গালোৰত ইতিমধ্যে হৈছে। দক্ষ মানুহ ল'ম। আমাৰ স্পেচিয়েল ট্ৰেনিং হ'ব। এম-ডি বাৰ্মা ছিম্পলি হি ইজ আ জিনিয়াছ — চাব সোনকালেই আমি নাম্বাৰ ওৱান হ'ম'। —মিঃ বেনাৰ্জীৰ কথাবোৰ ভাস্বতীৰ কোনোবা একনায়কত্ববাদী চৰকাৰৰ নেতাৰ দৰে লাগিল। ভাস্বতীয়ে মন কৰিলে 'এড্‌কন'ৰ প্ৰতিজন কৰ্মীয়ে তিনি-চাৰিটা বিভিন্ন ধৰণৰ কাম জানে। 'মডাৰ্ণ অফিচ মেনেজমেন্ট'ৰ ধাৰণা এইটোৱেই। 'বহু'জনে টাইপো কৰে, সময়ত ৰিচেপশ্যনৰ চকীতো বহে। কোনোবা কৰ্মী নাহিল বুলি কামটো পৰি নাথাকে। যিমান ডায়নামিক হ'ব সিমান কাম হ'ব। লগে লগে থাকিব কৰ্মীসকলৰ সৈতে বন্ধুত্বপূৰ্ণ ব্যৱহাৰ। অফিচ সম্পৰ্কত এই কথাবিলাক তাই প্ৰয়াগৰপৰাই শুনে।

ক'লা মাৰ্বল টাইল্‌ছৰ দহ মহলীয়া ঘৰটোৰপৰা ওলাই আহি ৰাস্তাত ভৰি দিয়েই ভাস্বতীয়ে ভাবিলে, সঁচাকৈয়ে তাই এই মহানগৰত কাম এটা পালেনে? সঁচাইতো। এতিয়াও তাইৰ বেগটোতে ভাঁজ লাগি পৰি আছে এপইন্টমেন্ট লেটাৰখন। ইমানদিনে শুনিছিলহে, কলিকতাই কাকো বিমুখ নকৰে। অজানিতে তাইৰ মন এই অপৰিষ্কাৰ ধোঁৱা, শোভাযাত্ৰা, মানুহৰ ভিৰে আবৰি থকা মহানগৰখনৰ প্ৰতি কৃতজ্ঞতাৰে ভৰি পৰিল। প্ৰয়াগে ঠিকেই কয় — 'আনৰ সহায় নোলোৱাকৈ নিজে কিবা এটা অৰ্জন কৰাৰ অনুভূতিৰপৰা যি বঞ্চিত, তেওঁ জীৱনৰ প্ৰকৃত আনন্দৰপৰাই বঞ্চিত। প্ৰয়াগৰ ওপৰত উঠা খংটো তাইৰ এতিয়া নাই।

## চাৰি

ৰাতি ভাত খাই উঠাৰ পিছত বিছনাত বাতৰি কাকতখন প্ৰয়াগে মেলি লোৱা সময়কণেই ভাস্বতী আৰু প্ৰয়াগৰ অন্তৰঙ্গ সময়। ৰাতিপুৱা চাৰে সাত বজাত ওলাই যোৱা প্ৰয়াগ আহি ঘৰ পাওঁতে ৰাতি চাৰে নটা-দহটা বাজে। অৰ্থাৎ পুৱা ছয় বজাত দি যোৱা 'ষ্টেটছমেন'খনৰ খবৰবোৰ পোন্ধৰ-যোল্ল ঘন্টা পুৰণি হোৱাৰ পাছত প্ৰয়াগে পঢ়ে। 'আচ্ছা কোৱাচোন, তেওঁলোকে ক'তো পেপাৰ এড্‌ নিদিয়াকৈ কিয় খপকৈ মোক ল'লে?' — ভাস্বতীয়ে বিছনাত গাৰু দুটাত ভেজা দি সুধিলে। প্ৰয়াগে হাঁমি এটা মাৰি খবৰ কাগজখন একাষৰীয়াকৈ থৈ ভাস্বতীৰ ফালে অকণমান হালি গৈ তাইৰ গাত ভেজা দি ক'লে — 'লেছ মেন পাৱাৰ, বাট ম'ৰ ৱৰ্ক, এয়া আজিকালি প্ৰাইভেট অৰগেনাইজেশ্যনবোৰৰ ধৰ্ম হৈ গৈছে। মানে 'জোতা চিলাইৰপৰা চণ্ডী পাঠলৈকে' জনা মানুহ হ'লে ভাল পায়। ইণ্টাৰভিউ কল কৰি, পেপাৰ এড্‌ভাৰটাইজমেণ্ট দি, তদুপৰি অহা-যোৱা, তেওঁলোকক একাপকৈ চাহ খুওৱা ইত্যাদি খৰচবোৰ কৰাৰ পাছতো কেতিয়াবা দেখা যায় মনোমত প্ৰাৰ্থীয়ে নোলাল। তথাপিও ডাঙৰ ক'ম্পেনিবোৰে পেপাৰ-এড্‌ দিয়ে। এনেকুৱা নতুন ক'ম্পেনিবোৰে তলে তলে মানুহ চায়। মাত্ৰ এটা পোষ্টৰ বাবে বেছি ঝামেলালৈ নেযায়। এওঁলোকে ব্যৱসায় ভাল চিনে। আৰম্ভণি মজবুত কৰে কেইজনমান দক্ষ মানুহ লৈ। কোটি টকা টাৰ্ন-অ'ভাৰ হ'লেহে পাখি মেলি নিজেও উৰিব আনকো দেখুৱাব। আমাৰ অসমৰ দৰে একলাখ টকাৰ ঋণ এটা লৈয়ে প্ৰথমে কাৰবাৰ আৰম্ভ কৰাতকৈ ছেকেণ্ড হেণ্ড

মাৰুতি এখন নিকিনে। তুমি আচৰিত হ'বা, মাত্ৰ দুমাহৰ আগতে সুভাষ বাৰ্মাই এখন ছেকেণ্ড হেণ্ড গাড়ী কিনিছে আমাৰ চীফ পাৰ্ছনেল অফিচাৰ মুকেশ ৰাওৰপৰা। কিন্তু চালাক মানুহ, বেনাৰ্জীক গাড়ীৰ ল'ন, ফ্লেট সকলোৰে সুবিধা দিছে। বাৰ্মাই জানে বেনাৰ্জী নামৰ শিয়ান মানুহজন, এতিয়া যিকোনো নাম্বাৰ ওৱান, টু, বিজ্ঞাপন সংস্থাৰ টাৰ্গেট, হাতৰ মুঠিৰপৰা গ'লে বাৰ্মাৰ ব্যৱসায়ে ঘাটি খাব'।

ঃ তোমালোকে ইমান খবৰ ক'ত পোৱা?

ঃ আমাৰ এইবোৰ খবৰেই আলোচনা হয় বন্ধুমহলত।

ঃ কাইলৈ মই ঘৰলৈ এখন চিঠি দিম। মাইঁতে কিমান ভাল পাব? 'এনথ্ৰ'পলজি' পঢ়োঁতে দেউতাই কৈছিল, এইবোৰ পঢ়ি যেতিয়া তই হাত সাবটি বহি থাকিবলগীয়া হ'ব, তেতিয়া বুজিবি। মাছ-কমিউনিকেশ্যন পঢ়ি থাকোঁতেও কৈছিল, সেইফালে ক'ৰবাত কাম-বন কৰিবলৈ পাবি, অসমত আকৌ আহি মণ্টেছৰী স্কুলতে সোমাব লাগিব। মাছ-কমিউনিকেশ্যন, জাৰ্ণেলিজিম এই বিষয়বোৰ নপঢ়া মানুহৰেই ইয়াত কাম চলি আছে। অভিজ্ঞতা থকা মানুহে ভাল কাম জানে ঠিকেই কিন্তু চামে চামে বাহিৰৰ স'তে সম্পৰ্ক ৰাখি নতুন ল'ৰা-ছোৱালী তৈয়াৰ কৰা ছিষ্টেমটো আমাৰ তাত এতিয়াও হোৱা নাই নহয় প্ৰয়াগ?

ভাস্বতীয়ে একো উত্তৰ নাপালে। চাই দেখিলে তাইৰ কঁকালৰ ওচৰতে মুখ গুঁজি প্ৰয়াগ দুৰ্ঘোৰ টোপনিত। এই বহুজাতিক সংস্থাবোৰে প্ৰয়াগহঁতক দিনটো কুঁহিয়াৰ পেৰাদি পেৰি যেতিয়া ঘৰলৈ পঠায়, তেতিয়া পত্নী, সন্তান, সংসাৰ একোৱে সান্নিধ্যই উন্মনা কৰিব নোৱাৰে। তাইঁতৰ বিয়াৰ তিনি বছৰেই পূৰ্ণ হোৱা নাই। দুয়োজনেই আৰু অলপ প্ৰতিষ্ঠিত নোহোৱাকৈ সংসাৰলৈ তৃতীয় সদস্যজন লৈ অনাৰো কথা এতিয়াই ভবা নাই। সিহঁতৰ বাবে দিনটোৰ বাৰ-চৈধ্য ঘণ্টাৰ মূৰত লগ পোৱাটোৱে এটা উন্মাদনা হোৱা উচিত আছিল, আঠাইছ বছৰীয়া আৰু ত্ৰিছ বছৰীয়া এহাল যৌৱন সমৃদ্ধ নাৰী-পুৰুষৰ এনে সময়ত আদিম সত্তাৰ বান্ধ খুলি যোৱাটোৱে স্বাভাৱিক কথা আছিল, কিন্তু এয়া প্ৰায়ে নহয়। হ'লেও নিয়মমাফিক। অথচ এই প্ৰয়াগৰেই বিয়াৰ আগৰ দুটা বছৰ প্ৰেমিক হৈ থাকোঁতে কি আকুলতা তাইক এবাৰ স্পৰ্শ কৰিবলৈ! প্ৰথম চাকৰিত জইন কৰাৰ দিনাই সন্ধিয়া ব্ৰহ্মপুত্ৰৰ পাৰত বহি সিহঁতে ভৱিষ্যতৰ সপোন বান্ধিছিল। — প্ৰয়াগৰ ছেলাৰী ষ্টাৰ্টিং ছয় হেজাৰ টকাৰে। ফ্লেট, গাড়ীৰ ল'নৰ সুবিধা প্ৰথম বছৰতে আছেই। ছমাহৰ ট্ৰেনিং পিৰিয়ডতে মাহে চাৰি হেজাৰ টকা। তাই কৈছিল, ইমান সুখ নালাগে প্ৰয়াগ, তুমি মাথোঁ এতিয়াৰ দৰেই থাকা সদায়....। উত্তৰত প্ৰয়াগে তাইক চাৰিওকাষে একো নাচাই উদ্দামভাৱে চুমা খাইছিল....। কোনোবা দুষ্ট ল'ৰাই পিছফালৰপৰা কিৰিলিয়াইছিল। সিহঁত সংযত হৈছিল, দৰকাৰতকৈ বেছি গহীন হৈ অন্যফালে গুচি গৈছিল। সকলো কথাই মনত আছে ভাস্বতীৰ। বিয়াৰ পাছতে এই প্ৰয়াগৰ সৈতে কিছুদিন নিবিড়ভাৱে কটাবলৈ তাই গুচি গৈছিল কোনাৰকলৈ। ভাস্বতীৰ জোনাক বৰ প্ৰিয়। প্ৰয়াগে সেই কথা জানিয়েই ঠিক কৰিছিল চন্দ্ৰভাগা সমুদ্ৰৰ তীৰত জোনাকত এটা উজাগৰী নিশা কটাবলৈ। চন্দ্ৰভাগাৰ পাৰত যেন কোনোবাই ৰূপালী চাদৰ মেলি দিছিল। জোনৰ পোহৰত ঝাউগছবোৰৰ ছিৰিলি পাতবোৰ বতাহত লৰি চিক্‌মিক কৰিছিল। 'আৰু কি ভাল লাগে জোনাকত তোমাৰ?' — প্ৰয়াগে সুধিছিল। তাই কৈছিল — 'সকলো ভাল লাগে.... নদী, উপত্যকা, পাহাৰ, পথাৰ, অৰণ্য, তোমাক আৰু....' — ভাস্বতী ৰৈ গৈছিল। 'আৰু কি স্বাতী?' 'আৰু.... জোনাকত.... ছেক্স.... মানে খিৰিকীয়েদি সোমোৱা জোনাকত নহয়.... মুকলি জোনাকত আকাশৰ তলত.... কোনো অৰণ্যৰ মাজত.... পাহাৰৰ পাদদেশত.... নহ'লে নদী বা সমুদ্ৰৰ বালিত....। শৰীৰত স্পৰ্শ কৰিব কেঁচা ঘাঁহ বা কোমল বালিয়ে.... নিস্তব্ধতা ভাঙিব অজান পখীৰ মাতে.... বতাহে কঢ়িয়াই আনিব বনৰীয়া ফুলৰ সুবাস....। জানো, এয়া অসম্ভৱ, তথাপিও আকাংক্ষা জাগে। এজন প্ৰিয় পুৰুষৰ সান্নিধ্যৰ কথা ভাবোঁতে মই সদায় জোনাকৰ ৰোমাণ্টিকতা সানিয়েই কল্পনা কৰোঁ' — তাই ফিচ্‌ফিচাই প্ৰয়াগৰ কাণৰ কাষত কৈছিল। শেষনিশা চন্দ্ৰভাগাৰ তীৰত প্ৰয়াগে তাইৰ এই আকাংক্ষাক পৰিপূৰ্ণ কৰিছিল.... তাই মাত্ৰ অস্পষ্টভাৱে অনুভৱ কৰিছিল, চিয়াঁহী ৰঙৰ পানীবোৰ নীলিমত অদৃশ্য হোৱা, অদৃশ্য হৈ গৈছে অদূৰত উটি যোৱা মাছমৰীয়া নাৱৰ পাল.... ঢৌবোৰে ৰূপালী সিঁচিছে বালিত, ঝাউগছবোৰ বতাহত কঁপিছিল.... দেহত ওঁঠত লুণীয়া স্বাদ.... বতাহে লৈ আহিছে সাগৰ.... দেহলৈও, মনলৈও। তাইৰ ভাব হৈছিল প্ৰেম মানেই সাগৰ.... সাগৰ মানেই প্ৰেম....। জীৱন মানেই প্ৰকৃতি। সাগৰৰ গভীৰতা অনুভৱ নকৰাজনে হৃদয়ৰ গভীৰতা অনুভৱ কৰিবনে? আকাশ নোচোৱাজনৰ থাকিবনে হৃদয়ৰ বিশালতা, জীৱনৰ ৰং? পাহাৰ বগাবলৈ মন নোযোৱাজনৰ জীৱনৰ উচ্চাকাংক্ষা থাকেনে? ভৱা লুইতৰ

হাত নাৱত বৰদৈচিলা লগ পোৱাজনে জীৱনৰ আন বিঘিনিলৈ ভয় কৰিবনে? বহাগৰ প্ৰথম বৰষুণজাকত ভিতিবলৈ যিজন জীৱনত এবাৰো ঢপলিয়াই যোৱা নাই, তেওঁ যৌৱন চিনি পায়নে? ভাস্বতীয়ে এটা চিনাকি গোন্ধ পাইছিল। বতাহে কঢ়িয়াই আনিছিল এটা গোন্ধ। যামিনী পেহীৰ ঘৰৰ পদূলিমুখৰ কদমজোপা ফুলাৰ সময়ৰ গোন্ধ.... তাইৰ শৈশৱ আৰু কৈশোৰৰ প্ৰিয় গোন্ধ। সমুদ্ৰৰ বালিতে সিহঁত বহু সময় মৌনভাৱে পৰি ৰৈছিল। আকাশখনত ৰঙা, কমলা, হালধীয়া এটা বৰণ ধৰিছিল। সমুদ্ৰ শান্ত হৈছিল লাহে লাহে। ভাস্বতী আৰু প্ৰয়াগে প্ৰাণ ভৰি চাইছিল সূৰ্যোদয়। ঠিক সোণৰ থালত ফাকুৱাৰ ৰং লৈ আকাশ আৰু পানীত ছটিয়াই ছটিয়াই সূৰ্যদেৱ উঠি আহিছিল। সোণালী হৈ পৰিছিল চন্দ্ৰভাগাৰ পানী। প্ৰয়াগে ভাস্বতীৰ কাণত সৰু সৰুকৈ কৈছিল — 'চোৱাচোন স্বাতী, প্ৰকৃতিয়ে কেৱল মানুহক দিয়েই আহিছে, কিমান স্বাৰ্থহীন প্ৰেম। আমি বিয়া কৰাব নালাগিছিল স্বাতী — ইয়াত স্বাৰ্থ নিহিত আছে। দুয়ো দুয়োকে চিৰদিনৰ বাবে অৰ্জন কৰাৰ স্বাৰ্থ। ঠিক যেনেকৈ বিছ বছৰ বয়সৰপৰা প্ৰেমত পৰিবলৈ বিচাৰে মানুহে, ত্ৰিছ বছৰৰপৰা সংসাৰ কৰাৰ স্বপ্ন দেখে। আমিও একেই কাম কৰিলোঁ। সংসাৰ কৰিবলৈ প্ৰেমিকাৰ বা প্ৰেমিকৰ দৰকাৰ হয় জানো প্ৰকৃততে? এই মুহূৰ্তত অনুভৱ হৈছে সংসাৰ মানেই স্বাৰ্থ, বস্তুবাদী দৰ্শনৰ প্ৰথম খোজ সংসাৰ নহয়নে?' প্ৰয়াগে কৈ গৈছিল, ভাস্বতীয়ে হা-না একোৱেই কোৱা নাছিল। 'সংসাৰত আমাৰ স্বপ্নবোৰ কাঢ়ি নিয়ে কোনোবা মাৰুতি প্ৰাইভেট লিমিটেডে, অনিডা টিভি, ৱাশ্বিং মেচিনে, স্বপ্নৰ ঘৰ সাজিবৰ বাবে হ'ব লাগে ঠগ, প্ৰবঞ্চক, ঘোচখোৰ বা ক'লা বেপাৰী। আমাৰ শিশুবোৰে জীৱন্ত হৰিণা পোৱালি এটা বুকুত সুমুৱাই মৰম কৰাৰ বাবে ব্যাকুল নহয়। সিহঁত আকাশৰ ৰং চাই তন্ময় নহয়। সিহঁতে এপাহ ফুল চুমা খাবলৈ দৌৰি নেযায়। কাৰণ সিহঁতৰো স্বপ্নৰ পৃথিৱী কাঢ়ি নিছে লিও ক'ম্পেনিৰ পুতলাই, কৃত্ৰিম এল-এম-জি বন্দুকটোৱে, টিভি-ৰ পৰ্দাৰ অকাল-পক্ক নাচ-গানে। এটা বিলাসী ঘৰ, গাড়ী, বেংক-বেলেঞ্চ এইবোৰৰ স্বপ্ন পূৰণ কৰিবলৈ জানো প্ৰেমিকাৰ দৰকাৰ হয় স্বাতী? এই আকাংক্ষা দূৰত ৰাখিব লাগিছিল নিষ্পাপভাৱে। আমি সংসাৰ কৰি প্ৰেমক অৱমাননা কৰিলোঁ। অৰ্জন নকৰালৈকে স্বপ্নও জীয়াই থাকে....'

এই মুহূৰ্তত তায়ো ভাবিছে সংসাৰ অৰ্জন কৰিব নোখোজা হ'লে প্ৰয়াগে তাইৰ কাষত এনেকৈ নিশ্চিন্তে শুব পাৰিলেহেঁতেননে? এই প্ৰয়াগে আজিকালি গুণগুণকৈ গান নাগায়, কবিতা নপঢ়ে। কেৱল কাম আৰু কাম। এখিৰিকী জোনাক আহি সিহঁতৰ বিছনাখন মায়াময় কৰি তুলিছেহি। তাইৰ প্ৰিয় জোনাক। প্ৰয়াগ বা তাই প্ৰেমিক-প্ৰেমিকা হৈ থকা হ'লে, নিশ্চয় উজাগৰে কটালেহেঁতেন এই ৰাতি....।

## পাঁচ

'এইখন তোমাৰ টেবুল'। প্লাইউডেৰে ঘেৰা এটা সৰু কোঠালিত এখন টেবুল, এখন হালধীয়া কোমল ৰিভলভিং চেয়াৰ, দুটা টেলিফোন। তাৰে সেউজীয়া ৰঙৰটো ইন্টাৰকম, ষ্টীল আলমাৰি, বেষ্ট পেপাৰ বাস্কেট — 'কি হ'ল, পছন্দ হোৱা নাই নেকি?' — ভাস্বতীক বাসব বেনাৰ্জীয়ে সুধিলে। তাই খকমককৈ উত্তৰ দিলে, 'সুন্দৰ, খুব সুন্দৰ — খিৰিকী খুলিব পৰা নাযাব, নহয়?'

ঃ নাই, এ-চি হ'লে এয়াই অসুবিধা — পিছে ইয়াত যি গৰম আৰু পলিউশ্যন, ইয়াত এনেও খিৰিকী নোখোলে মানুহে। — চি-এ-অয়ে ক'লে। তাই আজি বহুত সোনকালেই পালেহি অফিচ। প্ৰসেনে পিছত কৈছিল — 'প্ৰথম এনে হয়েই। লাহে লাহে দেখিবা তুমি ঠিক সময়ত নটা বাজিবলৈ এক মিনিট থাকোঁতেই, নতুবা নটা বাজি দুই মিনিট যাওঁতেই অফিচ পাই গৈছাহি'। ষ্টাফবোৰৰ আটাইকেইটা ল'ৰা-ছোৱালী তাইৰ সমবয়সী বা তাইতকৈ সৰু, সেইবাবে ভাস্বতীৰ বৰ ভাল লাগিছে।

ঃ কামৰ কথা পাতোঁ এতিয়া, নহয়? — আৰামেৰে চকী এখনত বহি বাসব বেনাৰ্জীয়ে ক'লে।

ঃ কওক। — ভাস্বতীয়ে তাইৰ চকীখনত বহি বেনাৰ্জীলৈ চালে। বেনাৰ্জীৰ চাৱনি বৰ তীক্ষ্ণ। বেছিপৰ চাব নোৱাৰি।

ঃ মায়া লাহিড়ীয়ে এতিয়ালৈকে ক্লায়েণ্ট ডিল কৰি আছে। আমি বৰ্তমান আৰু দুগৰাকী কমিউনেকটৰ ল'ম। সকলোবোৰ ঠাইলৈ আপুনি যাব নালাগে। মায়া, ছি ইজ ক্লেভাৰ এণ্ড ইণ্টেলিজেণ্ট এনাফ। বহুত কামৰ বাবে। মাজে মাজে ময়ো আপোনাৰ সমস্যাবিলাক সমাধান কৰিম। — বেনাৰ্জীয়ে মুখখন ভাস্বতীৰ ওচৰলৈ চপাই সৰু মাতেৰে ক'লে, গেইট আৰু ডাংকেল চুক্তিৰ পাছত এইবাৰৰপৰাহে কাম আৰম্ভ হৈছে। আমাৰ ভাগ্যও খুলিছে। বিদেশৰ

বহুজাতিক প্ৰতিষ্ঠানবোৰে মিলিয়ন ডলাৰ ভাৰতত বিজ্ঞাপনৰ বাবে খৰচ কৰিবলৈ লৈছে। তেওঁলোকে বজাৰত একচেটিয়া বিপণন সংগঠন অৰ্থাৎ ছেলছ্ অৰগেনাইজেশ্যন খুলিছে। আমিও 'এণ্টি গেইট ডাংকেল'ৰ পাৰ্টিবোৰক উচটাই দিছোঁ। ভাৰতত বিপণন সংস্থাবোৰে কিয় কাম নাপাব? এতিয়া ভয় খাইছে। কিছু অংশ আমাৰ সংস্থাবোৰৰ যোগেদি এতিয়া খৰচ হ'ব। সোনকালেই আমি এটা 'ছেলুলাৰ টেলিকমিউনিকেশ্যন' ক'ম্পেনিৰ কাম পাম —তেতিয়া ৰক্ষা নাই'। — তাৰ পাছত আকৌ স্বাভাৱিক মাতেৰে বেনাৰ্জীয়ে ক'লে — 'আলতাফে তোমাৰ খুব প্ৰশংসা কৰিছে। আলতাফে কৈছে তুমি কেইবাটাও ভাষা জানা ভালকৈ, সাহিত্যও কৰা।'

ঃ আলতাফৰ সমান ভাষা জ্ঞান নাই। সি আঠটা দেশী-বিদেশী ভাষা জানে।

ঃ যা হওক, তোমাৰ জনাখিনিৰে আমাৰ কাম হ'ব। কেপ্‌চন সাংঘাতিক হ'ব লাগিব। দুবছৰীয়া শিশুৰপৰা আশী বছৰীয়া বৃদ্ধই প্ৰডাক্ট দেখিলেই যাতে মুখেৰে কেপ্‌চন ওলাই আহে, তেনেকৈ জনপ্ৰিয়তা আনিব লাগিব। যেনে — 'ধুন্দতে ৰেহ জাওগী' বুলিলেই মানুহে যেনেকৈ 'ছাৰ্ফ'ৰ কথা মনত পেলায়, 'নেবাৰছ্ এনভি অ'নাৰছ্ প্ৰাইড' বুলিলেই অনিডা টিভি-ৰ কথা সকলোৰে মনলৈ আহে — ঠিক তেনেকৈ। মাৰ্চ মাহৰপৰা পাব্লিক ইছ্যুবোৰ খুলিব। ক্লায়েণ্টবোৰক মাৰ্ল্টিষ্টাৰ হোটেলত পাৰ্টি দিয়াটো তোমাৰ কাম। আমি ইয়াৰ বহুত কাম পাওঁ। ক্লায়েণ্টক কেতিয়া কি প্ৰয়োজন তুমি খবৰ ৰাখিবা। মোক ক'বা সকলো — মানে কথাটো তুমি বুজিছা নহয়! মুঠৰ ওপৰত বিজ্ঞাপন সংস্থাত কাম কৰাটো সাংঘাতিক এক্সাইট্‌মেণ্ট। কাম কৰিলে বুজি পাবা। জুৱাখেলৰ দৰে। লাখপতি কোটিপতিও হৈ যাব পাৰা, ভিক্ষাৰীও হৈ যাব পাৰা, কিন্তু এবাৰ নিচা বহিলে নাযায়। তোমাৰ দৰমহা দেখাতহে চাৰি হেজাৰ। তোমাৰ যোগেদি 'কনট্ৰেক্ট' আহিলে টুৱেণ্টি ফাইভ পাৰ্চেণ্ট কমিছন এক্সট্ৰা। ভাবাচোন দুইলাখ টকাৰ সৰু বিজ্ঞাপন এটাৰ কামৰে পঁচিশ পাৰ্চেণ্ট। তদুপৰি প্ৰতি ক'ম্পেনিৰপৰা বছৰেকত একোটা বাম্পাৰ গিফ্‌ট্ পাবা। শাড়ী, বেগ, কছমেটিকছ্, ঘড়ী, দামী জিনছ্, শ্বু সকলো পাবা, মাত্ৰ তোমাৰ এম্বিশ্যন থাকিব লাগিব কেৰিয়াৰত। — বেনাৰ্জীয়ে তাইক 'গুড লাক' দি উঠি গৈছিল। ভাস্বতীৰ আজি দ্বিজেনদালৈ মনত পৰিছে। দ্বিজেন ভূঞা ককায়েকৰ বন্ধু, এই মানুহজনক ভাস্বতীয়ে বৰ শ্ৰদ্ধা কৰে। তাই প্ৰথম বিভাগত এম-এ পাছ কৰি চাকৰি নাপাই হতাশ হওঁতে দ্বিজেনদাই কৈছিল, 'তুমি কেপিটেলিষ্ট দেশত বাস কৰিছা। ইয়াত আমি সকলো প্ৰডাক্ট। আমাৰ চাৰ্টিফিকেটবোৰ বিজ্ঞাপন। শতকৰা এশভাগ চৰ্বিহীন বুলি লিখা খোৱাতেলৰ বটলটো যি বিশ্বাসত লৈছা সেই বিশ্বাসকে আমি ইজনে সিজনৰ ওপৰত কৰোঁ। তুমি এই ছিষ্টেমত নিজকে 'ছেল' কৰিবলৈ বিজ্ঞাপন দিব লাগিব। চাৰ্টিফিকেটবোৰেৰে, কথাৰে, সঁচাই বা মিছাকৈয়ে। নহ'লে প্ৰতি বছৰে শতকৰা নব্বৈ পোৱা ল'ৰা-ছোৱালীবোৰে দেখোন দেশখন নি ক'ৰবাত থ'বগৈ লাগিছিল। কিন্তু তেনেকুৱা হৈছে জানো? ছিষ্টেমৰ সৈতে দৌৰাটোৱেই নিয়ম। নহ'লে হতাশাৰ বাদে একো নোপোৱা'। —এই মুহূৰ্তত এই মানুহজনক লগ পাবলৈ ভাস্বতীৰ বৰ ইচ্ছা গৈছে। তেওঁ এই প্ৰতিযোগিতাৰ কথা কি বুলি ক'লেহেঁতেন বাৰু?

## ছয়

ভাস্বতীৰ শৈশৱ বুলিলেই মনলৈ আহে তাহাঁতৰ ঘৰৰ সীমাৰপৰা আৰম্ভ হোৱা চাহ বাগিচাখনত লুকা-লুকি খেলাৰ কথা আৰু তাহাঁতৰ স্কুল বন্ধ হ'লেই তাইৰ কন্দা-কটা এৰাব নোৱাৰি দেউতাক-মাকে থৈ অহা যামিনী পেহীৰ ঘৰখনৰ কথা। ডিব্ৰুগড় ফুকন নগৰৰ তাহাঁতৰ ঘৰখনৰ সৈতে সম্পূৰ্ণ বিপৰীত পৰিৱেশ তাইৰ একমাত্ৰ পেহীজনীৰ ঘৰত। তথাপিও ভাল লাগে নিঃসন্তান পেহীয়েকৰ আম, জামু, জলফাইৰে-ভৰা বাৰীখন; জুহালৰ ওচৰতে বাৰীৰ বন-শাকেৰে ৰন্ধা আঞ্জাৰে ভাত খুৱাওঁতে তাইৰ আমনিবোৰ হেলাৰঙে সহ্য কৰা যামিনী পেহীৰ মুখখন। মাঘ-মহীয়া নৰাকটাৰ পাছত যামিনী পেহীৰ ঘৰৰ পাছফালৰ পথাৰৰ বগুিয়াইদি তাই নৈৰ পাৰ পায়গৈ। যামিনী পেহীৰ ঘৰৰ পাছফালেই ভোগদৈ। ছেগা-চোৰোকাকৈ পানী থকা নৈখনত তাই বালি খান্দে, কোনোবা লগৰীয়াই তাৰ মাজতে কাৰোবাৰ বাৰীৰপৰা চুৰকৈ অনা জলফাই তাইৰ হাতত দিয়েহি, নিমখ লগাই মুখ ইকটাই-বিকটাই পৰম তৃপ্তিৰে তাহাঁতে ৰ'দত বহি জলফাই খায়। তিতি থকা ভৰিত বালি লাগি বালিচন্দাবোৰ ৰ'দত চিকমিকাই উঠে। তাই যেন সেইকেইটা দিন নদীৰ বালিত পৰি থকা পানী-কাউৰীৰ দৰে হৈ ভুৰুংকৈ

উৰ্ৱা মাৰিব আকাশত নেদেখা হোৱাকৈ। ৰাতি নবাই কটা ভৰি দুখন গৰম পানীৰে ধুৱাই মিঠাতেল সানি দিওঁতে যামিনী পেহীয়ে মুখেৰে বলকি থাকে তাইক। ডিব্ৰুগড়ৰ ঘৰত জোতাই-মোজাই সকলো সময়তে ফিট-ফাট কৰি ৰখা ছোৱালীজনীক বনৰীয়া ৰূপত দেউতাকে দেখেহি বুলি যামিনী পেহীয়ে বৰ ভয় খায়। ভাস্বতীৰ কৈশোৰৰ কথা মনত পৰিলেও যামিনী পেহীৰ ঘৰৰ স্মৃতিয়েই ভাহি আহে। পদূলিমুখৰ কদমজোপা, পিছফালৰ বাঁহনিখনৰ মাজেদি উঠি অহা জোনটো — বাঁহনিখনৰ মাজেদি কচু, ঢেঁকীয়া গজা আন্ধাৰ-মুন্ধাৰ লুণ্ডলুণ্ডীয়া বাটটোৰ শেষত মথাউৰিৰ গাতে ভেজা দি থকা বকুলজোপা, কাহিলি পুৱাতেই তাই যায় সৰা বকুল ফুল তুলিবলৈ। আৰু এটা স্মৃতি তাইৰ হৃদয়ত ছাঁৰ দৰে সহচৰ। এখন মিহি গোঁফ ঠুঁটিওৱা মুখ....। যামিনী পেহীৰ পদূলি পাৰ হৈয়েই সিহঁতৰ ঘৰ আছিল। এসময়ত তাই বুজি উঠিছিল, এহাল গভীৰ ক'লা চকুৱে তাই বন্ধত যামিনী পেহীৰ ঘৰলৈ অহাটো বাট চাই থাকে। তাই কেতেকী ফুল দেখা নাছিল। বিহুত যাওঁতে যামিনী পেহীয়ে কাৰোবাক খবৰ দিছিল এপাহ কেতেকী-চম্পা যেনে-তেনে বিচাৰি আনিবলৈ। বনকৰা মানুহকেইটাও ব্যস্ত হৈছিল কেতেকী-চম্পা বিচাৰি। গৰু বিহুৰ দিনা হালোৱাকেইটাৰ লগত তাই নৈত গৰু নোওৱা চাবলৈ গৈছিল। ইটো গৰুৱে সিটো গৰুৰ ডিঙিৰ তগৰ ফুলৰ মালাবোৰ খাই পেলোৱা দেখি ল'ৰা-ছোৱালীবোৰে বৰ ফূৰ্তি পাইছিল। তাৰ মাজতে আহি থিয় দিছিল ল'ৰাটো। দুটা গভীৰ ক'লা চকু....। তাইৰ হাতত দুপাহ কোমল হালধীয়া ৰঙৰ ফুল গুঁজিয়েই সি লৰ মাৰিছিল — তাই মাত্ৰ দেখিছিল হাফপেণ্ট পিন্ধা দুখন দৌৰি যোৱা ভৰি, কলাফুলেদি তেজ বৈ যোৱা। হাতৰ মুঠিটো খুলি দেখিছিল এইমাত্ৰ ছিঙা দুপাহ সতেজ ফুল — মুঠিটো খোলোঁতেই নৈপৰীয়া বতাহত মিলি গ'ল তীব্ৰ এটা সুগন্ধি....। কোনোবা এটাই ক'লে — 'ইয়ে, কেতেকী-চম্পা দেখোন! নয়নে ক'ত পালে?' তাই তেতিয়াহে জানিলে ল'ৰাটোৰ নাম নয়ন। 'ভদৌৰ এৰাবাৰীত চাগৈ? ইঃ তাৰ ইমান সাহ আছেহে হয়! যি ডাঠ হাবি, তাৰ মাজত আকৌ এই ডাল ডাল ফেটী গোম!' — সমনীয়াবোৰৰ কোৱা-মেলাত তাই জিকাৰ খাই উঠিল। নয়নৰ কলাফুলেদি তেজ বোৱা তাই দেখিছিল। এনেকৈ জনা হ'লে তাই কেতেকী ফুল চাবলৈ কেতিয়াও নিবিচাৰিলেহেঁতেন। সন্ধিয়া যামিনী পেহীয়ে পঠোৱা মানুহকেইটাই খবৰ দিলেহি, কেতেকী ফুল নাপালে। ভদৌৰ এৰাবাৰীত আছে বুলি জানে, পিছে সেইখন হাবিলৈ যাবলৈ ভয়, বিহু খাবলৈ জীৱনত নাপাবও পাৰে। তাই কৈছিল — 'নালাগে পেহী'। বহু বছৰ তাই এখন কিতাপৰ মাজত ফুল দুপাহ সুমুৱাই থৈছিল। পিছৰবাৰ বন্ধত যাওঁতে ল'ৰাটো দেখা নাছিল। হায়াৰ ছেকেণ্ডাৰী দি এবাৰ পেহীয়েকৰ ঘৰলৈ যাওঁতে তাই সুধিছিল ল'ৰাটোৰ কথা। পেহীয়েকে কৈছিল — 'সেইটো খৰ্গেশ্বৰ কাইটিৰ ভনীয়েকৰ ল'ৰাহে আছিল, ডিফুত থাকে। বাপেক মৰাত দুবছৰ পঢ়ুৱাই মোমায়েকে ইয়াৰ হাইস্কুলৰপৰাই মেট্ৰিক দিয়াইছিল। এতিয়া ক'ত আছে জানো?'

তাইক চহৰে কোনোদিনাই আকৰ্ষণ কৰা নাছিল। বিয়াৰ পাছত প্ৰয়াগৰ সৈতে গুৱাহাটীত ছমাহমান আছিল। নিৰ্দয়ভাৱে পাহাৰৰ বুকু খান্দি সাজি উলিওৱা কংক্ৰীটৰ ঘৰ এটাত বাস কৰি তাইৰ উশাহ বন্ধ হোৱা যেন পাইছিল। যেনিয়েই চাই তেনিয়েই কলিজা খান্দি ৰক্তাক্ত কৰা বুকুৰে পাহাৰবোৰে যেন কয় — 'চোৱা, মোৰ বুকুখন চোৱা'। কোনো পথচাৰীৰ ভ্ৰূক্ষেপ নাই। গুৱাহাটীৰ পাহাৰ দেখিলেই আলবেয়াৰ ক্যামুৰ কথাষাৰলৈ মনত পৰে তাইৰ — 'ধ্বংসৰো শৃঙ্খলা থকা উচিত'। অসমৰ মানুহে প্ৰকৃতিক বেয়া পোৱা হ'ল কেতিয়াৰপৰা? গুৱাহাটীৰ পাছত দিল্লী — দিল্লীতো তাই ঠাইখনৰ আত্মা বিচাৰি পোৱা নাছিল। তাৰ পাছত কলিকতা। তাইৰ প্ৰিয় সত্যজিৎ ৰায়, শৰৎচন্দ্ৰ, জীৱনানন্দ, বিভূতিভূষণৰ চহৰ....। ক'ৰবাতে তাই এৰি আহিছিল, যামিনী পেহীৰ ঘৰৰ পাছফালৰ নদীত গা পখালি ওলাই অহা সূৰুযটো। তাই ইয়াত আহি যি সূৰুযটো দেখিছে সেয়া মিলিয়ন ডলাৰ সপোন, প্ৰয়াগ আৰু তাইৰ ঘটনৰ ভাৰতীয় মুদ্ৰাৰে ইয়াৰ হিচাপ নহয়। তাহাঁতে আজীৱন প্ৰতিযোগিতা কৰিব লাগিব এই সূৰ্যটো ধৰিবলৈ, হয়তো ক্লান্ত হৈ এদিন মুখ থেকেচা খাই পৰিব, য'ৰপৰা সূৰ্যটোও ধৰিব নোৱাৰিব আৰু যামিনী পেহীৰ ঘৰৰ কাষৰ নদীত গা পখালি অহা সূৰ্যটোও মনিব নোৱাৰিব। চি-এ-অ' বাসব বেনাৰ্জীয়ে তাইৰ সমুখত দাঙি ধৰা সপোনটোৰ অৰ্থ আজি তাই তেনেকৈয়ে ভাবিছে।

## সাত

চিন্ময় আৰু প্ৰসেনে একেলগে এখন ডাঙৰ কাগজত কিবা আঁকি আছে। ভাস্বতী তাহাঁতৰ ওচৰতে বহিলগৈ। 'তোমালোকৰ কামত অসুবিধা নহয়তো?' 'তোমাৰ নিচিনা ছোৱালী এজনী ওচৰত বহি থাকিলে কোনোবাই কামত মনোযোগ দিব পাৰিবনে?' প্ৰসেন ল'ৰাটো কথকী। যিকোনো কথা ক'বলৈ জিভা নৰয়। তাই ঘোপাকৈ চালে তালৈ। সি হাঁহি হাঁহি ক'লে — 'বহা বহা, ষ্টেলাৰ বাহিৰে আমাৰ আজি কাৰো বিশেষ জৰুৰী কাম নাই'। মায়া লাহিড়ী সোমাই আহিল। আজি তাই জিন্‌ছৰ পেণ্টৰ ওপৰত ক'লা হলো টি-ছাৰ্ট এটা পিন্ধিছে। লগত ব্লেক মেটেলৰ গহণা। চুলিখিনি ওখকৈ বন্ধা। মায়াৰ ৰুচি আছে। ভাস্বতীয়ে মনে মনে শলাগিলে। প্ৰথম দিনা ভাস্বতীয়ে এড্‌কন ক্ৰিয়েটিভৰ মানুহ মায়াকেই লগ পাইছিল প্ৰথমে। মাত্ৰ এইকেইটা দিনতে মায়াই তাইৰ সৈতে চুপতি মাৰিব পৰাকৈ সহজ হৈছে। তাই আহিয়ে ক'লে — 'কি খবৰ? বছো আজি ইয়াত দেখোন?' 'এম-ডিৰ বাহিৰে ইয়াত 'বছ' কোনোবা আছে বুলি নাজানিছিলোঁ, পিছে আজি ভাল পালোঁ শুনি। বহা' — ভাস্বতীয়ে তাইক চকী এখন দেখুৱালে। মায়াই চকীখনত নবহি টেবুল এখনৰ কোণ এটাতহে ভৰি দোলাই বহিল।

ঃ তোমাৰ কথা আমি পাতিছোঁ কালি। তোমাৰ ঠাইত বাসব বেনাৰ্জীৰ দৰে চুলি নাইকিয়া এটাই জইন কৰা হ'লে আমাৰ এই 'মজা' ক'ত থাকিলহেঁতেন, নহয় চিন্ময়। — চিন্ময় ল'ৰাটো গহীন। সি তাইৰ কথাৰেই উত্তৰ নিদিলে। মায়াৰ হাব-ভাব দেখি ভাস্বতীৰ ভাব হ'ল, মায়াই কোনোবাই তাইৰ কথা শুনা বা উত্তৰ দিয়াক গুৰুত্বই নিদিয়ে।

ঃ মই পিছে তোমালোকবোৰতকৈ ডাঙৰ হ'ম বহুতো। — ভাস্বতীয়ে গহীন কৈ ক'লে।

ঃ দেখিলেতো নালাগে। ছোৱালীয়ে বয়স কমাই বুলি জানো, বঢ়োৱা শুনা নাই। — প্ৰসেনে ছেট্‌স্কোৱাৰ এযোৰ কাগজত বহুৱাই থাকিয়েই ক'লে।

ঃ কিমান বুলি ভাবিছা মোৰ বয়স?

ঃ পঁচিছ! — মায়াই টপৰাই ক'লে।

ঃ অঁ সিমানেই, — প্ৰসেনে আৰু এবাৰ তাইলৈ মূৰ তুলি চাই ক'লে, 'সাতাইছ' — চিন্ময়ে আঁকি থকাৰপৰা ওপৰলৈ মূৰ নকৰাকৈ ক'লে।

ঃ চিন্ময় কিছু ওচৰ চাপিছা, এই মাৰ্চত মোৰ আঠাইছ শেষ হ'ব।

ঃ পিছে কি হ'ল? বিছৰপৰা পঁয়ত্ৰিছৰ ভিতৰত মানুহৰ বয়স একে। মোৰ ছাব্বিছ, চিন্ময়ৰ পঁচিছ, ষ্টেলাৰ সাতাইছ, ৰবীনৰো সাতাইছ আৰু মায়াৰ? উপজিয়ে কাম কৰিবলৈ আহিছে। জইন কৰোঁতে ঊনৈছ। এতিয়া কোনোমতে বাইছৰ ঘৰত গৈছে। বিনয় আৰু তাইৰ এক বয়স। — প্ৰসেনে কথা ক'লে চকু দুটাৰেও হাঁহে। বৰ ওখ-পাখ ল'ৰাও নহয়, কিন্তু মুখখনত এটা সৰলতা আছে। চিন্ময় আৰু প্ৰসেনে অত্যন্ত কেজুৱেল ড্ৰেছ কৰে। কটন বা খাদীৰ ছাৰ্ট, জিন্‌ছৰ পেণ্ট। তথাপিও ভাল লাগে। একোটা বয়স থাকে যিকোনো ষ্টাইলেই শুৱাই পৰে গাত। বয়সৰ ওচৰত মনৰ ৰঙক হাৰ মানিবলৈ নিদিয়াজনহে প্ৰকৃত জীৱন আৰু যৌবনৰ উপাসক। বেনাৰ্জী আৰু সুভাষ বাৰ্মা দুয়োটা মানুহেই তেনেকুৱা। মাজে মাজে প্ৰসেনইঁতেও হাৰ মানে। ভাস্বতী আচৰিত হৈছে অন্য এটা কথাতহে। প্ৰসেন আৰু চিন্ময়ৰ দক্ষতা আছে। কিন্তু মাল্টিনেশ্যনেল ক'ম্পেনিৰ ক্লায়েণ্ট 'কন্‌ভিন্‌চ' কৰোৱা মায়াক দেখিহে বুজিব পৰা নাই, এই তৰল মনৰ চঞ্চল কম বয়সীয়া ছোৱালীজনীৰ ইমান অভিজ্ঞতা কেনেকৈ হ'ল? মাত্ৰ হায়াৰ ছেকেণ্ডাৰী পাছ, ৰিচেপশ্যন টেবুলত বহিবলৈ যিমানকেইটা ইংৰাজী জনাৰ দৰকাৰ সিমানকেইটাই জনা এই ছোৱালীজনীৰ এনে কি 'কন্‌ভিন্‌চিং পাৱাৰ' আছে যে বয়স আৰু অভিজ্ঞতাৰে পৰিপক্ক দক্ষ একোজন ক্লায়েণ্ট বান্ধ খাই মায়াৰ কথা? এই জগতৰ ক্লায়েণ্টবোৰতো এলা-পেচা নহয়। একোজন বিজনেছ মাৰ্চেণ্ট। ভাস্বতীয়ে কিছু দৰকাৰী ফাইল চাবলৈ ষ্টেলাৰ ওচৰলৈ গ'ল। ষ্টেলাক দেখি তাইৰ আৰু আচৰিত লাগে। তাই কাণত ফোনটো বেঁকাকৈ লগাই কথা পাতিবও পাৰে আৰু একে সময়তে নিৰ্ভুলভাৱে টাইপো কৰি যাব পাৰে। একে সময়তে একাউণ্টছৰ হিচাপ মনত ৰাখে আৰু ছৰ্টহেণ্ডো কৰি যাব পাৰে। ভাস্বতীয়ে কলেজত এপটিচিউডৰ বিষয়ে পঢ়িছিল। ষ্টেলাৰ ডিভিজনেল এপটিচিউড্ অৰ্থাৎ একে সময়তে বিপৰীতমুখী দুটা কাম একেলগে কৰা আৰু ক্লাৰিকেল এপটিচিউড নম্বৰ, সংখ্যা মনত ৰখা দুটাই ভীষণ তীক্ষ্ণ। ভাস্বতীয়ে কেইটামান বিশেষ 'ইন্‌ফৰ্মেশ্যন' বিচৰাৰ লগে লগে ষ্টেলাই একাউণ্টছ কৰি থকাৰ অৱস্থাৰপৰাই তৎক্ষণাৎ চাৰিটা ফাইল উলিয়াই দিলে। ভাস্বতীয়ে মন কৰিলে ফাইলকেইটা তাইৰ হাতত দিয়েই ষ্টেলাই অন্য এখন ডায়েৰিত ফাইল নম্বৰ, সংখ্যা, তাইৰ নাম, সময় সকলো লিখি থ'লে। ষ্টেলা সঁচাকৈয়ে

এড্‌কনৰ অমূল্য কৰ্মী। ৰাসব বেনাৰ্জীয়ে কৈছিল — 'আমি কামত মহিলা ল'বলৈ ভাল পাওঁ। মহিলাই অফিচ গুৱনিয়েই নকৰে, কামত নিষ্ঠাও বেছি। ফাঁকি নিদিয়ে। দায়িত্ব পালনত পিছ হুঁহকি নাযায়....। ভাস্বতীয়ে সপ্রশংস দৃষ্টিৰে ষ্টেলাক 'ধন্যবাদ' এটা দিলে।

ফাইলবোৰ চাই ভাস্বতীৰ বিস্ময়ত চকু ডাঙৰ হ'ল। 'এড্‌কন ক্ৰিয়েটিভ' নামৰ দেখাত কণমান এই বিজ্ঞাপন সংস্থাটোৱে মুঠ এঘাৰটা ক'ম্পেনিৰ বিজ্ঞাপনৰ নিগাজী কাম কৰে। তাৰে ছটা ভাৰতৰ সৰ্ববৃহৎ বহুজাতিক সংস্থা। পাঁচটা বছৰত যদি এই পৰ্যায় পায়হি আৰু পাঁচটা বছৰেই নালাগে ভাৰতৰ নাম্বাৰ ওৱান বিজ্ঞাপন সংস্থা হ'বলৈ। ভাস্বতীৰ প্ৰধানকৈ বাতৰি কাকত আৰু আলোচনীৰ সৈতে সম্পৰ্ক। বেনাৰ্জীয়ে ভি-ডি-অ' ছেকশ্যনো চায়, আউট-ড'ৰ বিজ্ঞাপনো চায়। সুনন্দা সাহানী বুলি লেনিন সৰণিৰ ষ্টুডিঅ' আৰু অফিচৰ বাঞ্চ-মেনেজাৰগৰাকীয়ে দূৰদৰ্শনৰ কোন কোন চেনেলৰ কি জনপ্ৰিয় শিতানলৈ কোনটো বিজ্ঞাপন যাব সেয়া ঠিৰাং কৰে। সুনন্দা সাহানীৰ দূৰদৰ্শিতাৰ বাবেই হেনো প্ৰডাক্টৰ জনপ্ৰিয়তা বঢ়াৰ কথা ক'ম্পেনিসমূহৰ বৰমূৰীয়াসকলেও স্বীকাৰ কৰে। মায়াই টিপতে ইয়াৰ মাজতে খবৰ এটাও দিছিল। সুনন্দা সাহানী হেনো এসময়ৰ সুভাষ বাৰ্মাৰ ৰক্ষিতা। এড্‌কনে প্ৰথম শ্ৰেণীৰ ছাৰ্কুলেশ্যনৰ বাতৰি কাকত-আলোচনীৰ ওপৰতহে গুৰুত্ব দিয়ে বেছি। এই খবৰ কাগজ-আলোচনীৰ পাব্লিকেশ্যন হাউছবোৰে আকৌ হোটেলত পাৰ্টি, ফুৰাৰ খৰচ উপহাৰ-উপঢৌকন দি বিজ্ঞাপন সংস্থাবোৰক হাতত ৰাখে। আজিকালি বহুজাতিক সংস্থাবোৰে পাবলিচিটিৰ ভাৰ বিজ্ঞাপন সংস্থাক দি নিশ্চিত হোৱাৰপৰাই বিজ্ঞাপন সংস্থাসমূহৰ গুৰুত্ব বাঢ়িল। ভাস্বতীয়ে জইন কৰাৰ পাছৰপৰাই ফুল, অভিনন্দন-বাণী পাইছে বিভিন্ন পাব্লিকেশ্যনৰপৰা, তাই পিছে উৎসাহিত হোৱা নাই। স্বাৰ্থৰ চকীখন এৰিলেই ভাস্বতী যে মূল্যহীন হৈ পৰিব তাই এই কথা ভালকৈ জানে। অসমৰ পাব্লিকেশ্যন সংস্থা এটিৰ মানুহ আহোঁতে ভাস্বতীৰ বৰ ভাল লাগিছিল। কিন্তু তাই আচৰিত হৈছিল যেতিয়া তাই গম পাইছিল কলিকতাত থকা অসমীয়া বাতৰি কাকতখনৰ শাখাটোৰ হেনো কোনো এজন কৰ্মীয়ে অসমীয়া ক'ব নোৱাৰে, বা খবৰ কাগজখনৰ সম্পাদকৰ নামটোও নাজানে। বেনাৰ্জীয়ে সেই বাতৰি কাকতখনৰ বিষয়ে কৈছিল — 'অসমত ছাৰ্কুলেশ্যন অনুযায়ী তৃতীয় স্থানৰ খবৰ কাগজ। এ-বি-চি চাৰ্টিফিকেট নাই। পিছে বেছ ব্যৱসায়ী। এড্‌ এজেন্সিৰ পাছত বেছ খৰচ কৰে। এনে পাৰ্টিবোৰক হাতত ৰাখিব লাগে। বেনাৰ্জীয়ে এনেকুৱা চাৰি-পাঁচখন প্ৰদেশৰ খবৰ কাগজৰ কথা কৈছিল। টেবুলৰ ফোনটো হঠাৎ বাজি উঠিল। প্ৰয়াগৰ মাত। 'কি হ'ল হঠাৎ ফোন কৰিলা যে প্ৰয়াগ?'

ঃ কিয় মই তোমালৈ হঠাতে ফোন কৰাত বাধা আছে নেকি? ....কেইটামান কথা কওঁ বুলি ভাবিলোঁ.... ঘৰততো সময় নাপাওঁ.... শুনা স্বাতী, কামবোৰ বৰ সাৱধানে কৰিবা.... এই জগতখনত জিভাৰে পিছলা কথাতো লাভ-লোকচানৰ অংক হয়। তুমি এবষ্ট্ৰেক্ট পেইন্টিং বুজিব পাৰা, এবষ্ট্ৰেক্ট কবিতা ভাল বুজা — কিন্তু মানুহৰ এবষ্ট্ৰেক্ট ব্যৱহাৰৰ সৈতে পৰিচিত নহয় — কাৰ্যক্ষেত্ৰত বন্ধু কোনো নাই, এই কথা সদায় মনত ৰাখিবা....।

ঃ তুমি মোক লৈ ভয় খাইছা নেকি প্ৰয়াগ? চিন্তা নকৰিবা, পানীত নপৰিলে সাঁতুৰিবলৈ শিকিম কেনেকৈ.... ফোনটো সিফালে প্ৰয়াগে থৈ দিছিল। ভাস্বতীয়ে জানে প্ৰয়াগে তাইক প্ৰেম-ডেউকাৰে আৱৰি ৰাখিব খোজে। কিন্তু প্ৰয়াগ স্বাৰ্থপৰ নহয়। তাইৰ স্বাধীন সত্তাক স্বামীৰ দম্ভেৰে শৃংখলিত কৰিব খোজা নাই। এটা মাল্টিনেশ্যনেল ক'ম্পেনিত কাম কৰি ঘাটে ঘাটে পানী খাই অভিজ্ঞ হোৱা প্ৰয়াগে সেয়েহে ভাস্বতীক সাৱধান-বাণী শুনাইছে। বন্ধুমহলত প্ৰয়াগৰ বদনাম আছে। প্ৰয়াগ হেনো এটা 'হেণ্ডপেক্‌ড হাজবেণ্ড'। প্ৰয়াগে তাইক কয় — 'মোৰ স্বাৰ্থত ক'তো তোমাক ব্যৱহাৰ কৰা নাই বাবেই এই বদনাম বুজিছা? পত্নী স্বামীৰ হাতৰ মুঠিত থকাটোহে গৌৰৱ'। প্ৰয়াগ সঁচা অৰ্থত আধুনিক পুৰুষ। প্ৰয়াগ বেছি কৰ্মব্যস্ত হৈ গৈছে বাবে মাজে মাজে তাইহে মধ্যযুগৰ নাৰী হৈ যায় নেকি বাৰু? প্ৰয়াগৰপৰা ইয়াতকৈ কি বেছিকৈ আশা কৰে তাই! ভাস্বতীয়ে হঠাতে প্ৰয়াগৰ সান্নিধ্যৰ বাবে হৃদয়ত এক কম্পন অনুভৱ কৰিলে। পুৰুষো কেতিয়াবা কেতিয়াবা মমতাময়ী মাতৃ হয়, ভাস্বতীৰ প্ৰথমবাৰৰ বাবে উপলব্ধি হ'ল।

## আঠ

ভাস্বতীৰ তিনিটা মাহ কেনেকৈ পাৰ হৈ গৈছে তাই ধৰিবই নোৱাৰিলে। পুৱা আঠ বজাত প্ৰয়াগৰ সৈতে তাই ওলায় আৰু গধূলি আঠ বজাত ঘৰ সোমায়গৈ। এই কেইদিনতে তাইৰ বহুত অভিজ্ঞতা হ'ল। তাই ওবেৰয় গ্ৰেণ্ডত এটা ছেমিনাৰ পাতিছে, প্ৰায় দহ-বাৰজন আন্তৰ্জাতিক

বজাৰ দখল কৰা বিজনেছ মার্চেণ্টৰ সৈতে কথা-বতৰা হৈছে। সকলোতে অৱশ্যে মিঃ বেনাৰ্জী তাইৰ লগে লগে আছে। মানুহজন যে সাতঘাটৰ চেণ্ডেলি ভাস্বতীয়ে ইতিমধ্যে ধৰিব পাৰিছে। সকলোতকৈ ডাঙৰ কথা বেনাৰ্জীয়ে নিমিষতে মানুহৰ মন জয় কৰে। ভাষাৰ দক্ষতা অপূৰ্ব। পাঞ্জাবীৰ সৈতে পাঞ্জাবী, বিহাৰৰজনৰ সৈতে পাক্কা ভোজপুৰী কৈ নিমিষতে মন কাঢ়ি পেলায়। জাৰ্মান দূতাবাসলৈ তেওঁৰ লগত যোৱাৰ দিনা তাই অবাক হৈছিল বেনাৰ্জীয়ে ইংৰাজীৰ সলনি সল্‌সলকৈ' জাৰ্মান ভাষাত কথা পতা শুনি। বেনাৰ্জীয়ে পাছত তাইক কৈছিল কলেজত থাকোঁতেই 'মেক্সমূলাৰ ভৱন'ত তেওঁ জাৰ্মান শিকিছিল। 'মাতৃভাষা আটাইতকৈ ডাঙৰ দুৰ্বলতা, ভাস্বতী। যিকোনো কঠিন হৃদয়ৰ মানুহ পৰদেশত মাতৃভাষা কোৱা মানুহ লগ পালে আপোনজন হৈ পৰে তৎমুহূৰ্ততে। আমাৰ ব্যৱসায়ত মানুহক ছাইক'লজিকেলি ট্রিট কৰিবলৈ চাবা' — বেনাৰ্জীয়ে তাইক কৈছিল।

চিন্ময়ে তাইক লৈ গ'ল লেনিন সৰণিত থকা এড্‌কনৰ ষ্টুডিঅ'লৈ। এটা অত্যাধুনিক ষ্টুডিঅ'। অডিঅ'-ভিডিঅ' সকলোৰে শেহতীয়া যন্ত্র-পাতি। মাজে মাজে ভাড়ালৈও দিয়া হয় ষ্টুডিঅ'। চিন্ময়ে তাইক যিটো কোঠালিলৈ লৈ গৈছিল তাত এড্‌কনৰ এটা নিজা বিজ্ঞাপনৰ কাম চলি আছিল। এজনী ষোড়শী ৰমণীয়ে এজন পুৰুষক সাৱলীলভাৱে পিছফালৰপৰা সাবটি ধৰিছে। দুয়োজনৰ দেহ প্ৰায় নিৰাভৰণ। এটা আফ্‌টাৰ ছেভ লোচনৰ বিজ্ঞাপনৰ শ্বুটিং চলিছে। পুৰুষজনে নিমজ মুখখনলৈ পানী ছটিয়াইছে — তাৰ পানীৰ বিন্দু বিন্দু কণিকা পিছফালে থকা ছোৱালীজনীৰ মেক্-আপ কৰা মুখত। পুৰুষজনৰ মুখৰপৰা কেমেৰা 'অফ'। এইবাৰ এটোপাল পানীৰ 'ক্ল'জ-আপ'। পানী টোপাল ছোৱালীজনীৰ উদং বাউসি আৰু বুকুৰ একাংশ স্পৰ্শ কৰি বাগৰি আহিছে নগ্ন উৰুলৈ আৰু ঠিক সেই সময়তে পানী টোপালৰ গতি বাধাপ্ৰাপ্ত হৈছে, কাৰণ নিমজ নিৰাভৰণ উৰুত পৰিছে পুৰুষজনৰ সাৱলীল হাতৰ পৰশ। চট-চাৰ্কিট মনিটৰত সেই দৃশ্য চাই আৰ্ট-ডাইৰেক্টৰ ৰাকেশ ভাচানী উত্তেজিত হৈ উঠিছে — মুখেৰে কৈছে 'ক্ল'জ' 'ক্ল'জ' 'একশ্যন'। এইবাৰ ছোৱালীজনীৰ 'মেনিকিয়ৰ' কৰি সুন্দৰকৈ ৰখা জোঙা নখৰ নেইল পলিছ লগোৱা হাতখন উদ্দামভাৱে ঘূৰি ফুৰিছে পুৰুষজনৰ পেশীবহুল বুকু আৰু বাউসিত কিহবাৰ সন্ধানত....। ভাস্বতীয়ে যেন এইমাত্ৰ এখন নিষিদ্ধ ছবি মাক-বাপেকৰ লগত চালে এনে অস্বস্তি লাগিল। কিন্তু ইয়াত তাই মন কৰিলে তাইৰ বাহিৰে সকলো সহজ। ছোৱালীজনীক সকলোৱে অভিনন্দন জনালে — 'ব্ৰেভ, এক্সলেন্ট'। তাই নিৰাভৰণ বুকুখন এখন টাৱেলেৰে ঢাকি নিঃসংকোচে প্ৰশংসাবোৰ গ্ৰহণ কৰিলে। পুৰুষজনক কিন্তু কোনেও বিশেষ পাত্তা দিয়া নাই। অথচ আফ্‌টাৰ ছেভ লোচনৰ বিজ্ঞাপন। ছোৱালীজনীৰ এগৰাকী পৰিচাৰিকাও আহিছে লগত। মডেলজনীৰ দামো হেনো বহুত। চিন্ময়ে ক'লে। ৰাকেশ ভাচানীয়ে ভাস্বতীৰ গাতে গা ঘঁহাই বহিলে, 'এইক এৰা মই ভকত নহয়। এক মিনিটৰ এই শ্বটৰ বাবে বাৰ হেজাৰ ডিমাণ্ড কৰিছে জানে? অন্য টপ মডেলে যিটো পাঁচ-ছয় হেজাৰত কৰি দিয়ে'। — তাৰ পাছত ফিচ্‌ফিচাই তাইৰ কাণৰ কাষত ভাচানীয়ে ক'লে — 'ইয়াত ব্ৰাহে খোলাইছোঁ, টাৱেলৰ বিজ্ঞাপনটো চাব, এইক যদি পূৰা কাপোৰ খোলাব নোৱাৰোঁ 'শুদা পিঠি আৰু থাই দেখুৱাই তাইক বাৰ হেজাৰ লাগে! তেনেকুৱা পিঠি, পেট, উৰু আজিকালি ৰাস্তাই-ঘাটে। চোৱা মানুহক যদি সুৰ-সুৰণি দিব নোৱাৰে 'প্ৰডাক্ট' ছেল হ'ব কেনেকৈ?' — ভাস্বতীৰ মুখত যেন কোনোবাই এটা ঠাচ্‌কৈ চৰ মাৰিলে। তাই এচৰ খাবলৈও ভাল পালেহেঁতেন, এজনী নাৰীৰ আগত অন্য এজনী নাৰীক উলঙ্গ কৰাৰ কথা যদি নিঃসংকোচে ৰাকেশ ভাচানীয়ে এনেকৈ নক'লেহেঁতেন। এই ডিৰেক্টৰবোৰক আকৌ কোৱা হয় 'ড্ৰিম মাৰ্চেন্ট'। কি দম্ভেৰে এওঁলোকে কিনি লৈছে নাৰীৰ উদং পিঠি, কান্ধ, উৰু....। তাই এবাৰেই মাংস কিনিছিল কছাইৰপৰা দোকানলৈ গৈ। তেতিয়াও তাইক সোধা হৈছিল — 'কি দিম? তপিনা নিলে ইমান দাম.... বুকুৰ আগমঙহত ইমান....'। ভাস্বতীয়ে তথাপিও সাহ গোটাই সুধিলে — 'এওঁ কোননো?' 'মাই গড, কি কয় মাডাম? লীনা সিঙক চিনি নাপায়? ভিন্টাজৰ বিদেশী পাৰ্ফিউমৰ বাবে সেই দুঃসাহসিক প'জটো দিয়াৰ পাছতে 'ৰেট' বঢ়ালে। আগেয়ে টপলেছ আছিল পাঁচ হাজাৰ এতিয়া পোন্ধৰ হাজাৰ। বহুত দাম-দৰ কৰি কমাইছোঁ। হোৱাইট হৰ্ছৰ পি-আৰ-অ' সুজয় ঘোষৰ সৈতে মোৰ বেট আছিল। বাৰ হাজাৰত মান্তি কৰাব পাৰিলে 'এক' তেওঁৰ 'দুই' মোৰ প্ৰ'ফিট। আমাৰ কেমেৰামেন অজিৎ ঠিক আছে। লীনাই ধৰিবই নোৱাৰিলে। পূৰা এডিটিং হোৱাৰ পাছত আপুনি চাব অজিতে সুৰুঙা উলিয়াই লীনাৰ কি এক্সপোজ কৰিছে' — বুলি কৈ ৰগৰত নিজেই হাঁহিত ফাটি পৰিল ৰাকেশ ভাচানী।

তাইৰ কাণ-মূৰ গৰম হৈ গ'ল। নিজকে নিজে তাই সান্ত্বনা দিলে, এই দৃশ্যবোৰতো ঘৰতে টি-ভিৰ পৰ্দাত ওলায়, পাঁচ বছৰীয়া শিশুৰপৰা সত্তৰ বছৰীয়া ককাক-আইতাক সকলোৱে মিলি চায়। ক'তা, তেতিয়া কাৰোবাৰ কাণ-মূৰ গৰম হয়নে? কুল-ডাউন ভাস্বতী, কুল-ডাউন।

দুদিনৰ আগৰ কথা। হোৱাইট হৰ্ছ ক'ম্পেনিয়ে সদায় পুৰুষ প্ৰডাক্ট উলিয়ায়। পোন প্ৰথমবাৰৰ বাবে ক'ম্পেনিটোৱে নাৰীৰ বাবে এটা টেবলেট উলিয়াইছে। বজাৰত এতিয়াও মুকলি কৰা নাই। এই টেবলেটটোৰ কেপ্‌চন আৰু কপি-ৰাইট কৰিবলৈ ভাস্বতীৰ ওচৰলৈ টেবলেটটোৰ গুণাগুণ সম্পৰ্কে এখন কাগজ আহিছিল। তাই পঢ়ি হতবাক হৈছিল। টেবলেটটো খোৱাৰ আধা ঘণ্টাৰ পাছত নাৰীগৰাকীৰ অদ্ভুতভাৱে যৌন ইচ্ছা প্ৰবল হ'ব। পিটুইটেৰি গ্ৰন্থিৰ ওপৰত পৰা টেবলেটৰ আচৰিত প্ৰভাৱে ন-দহ ঘণ্টালৈ এগৰাকী নাৰীক কামশীলা কৰি ৰাখিব। ব্যাকুল হৈ পৰিব পুৰুষ সঙ্গৰ বাবে। ভাস্বতীৰ টেবলেটৰ গুণাগুণ লিখা কাগজখন পঢ়ি বুকু কঁপি উঠিছিল। ইযে মাৰাত্মক টেবলেট! ড্ৰাগছৰ নিচাতকৈও ভয়াবহ! হোৱাইট হৰ্ছ ক'ম্পেনিয়ে প্ৰথমবাৰ নাৰীৰ বাবে আৱিষ্কাৰ কৰা উৎপাদনটোও যে পুৰুষৰ স্বাৰ্থৰ বাবেই ব্যৱহাৰ কৰা হ'ব; কি মাৰাত্মক কৌশল! তাইৰ চকুৰ আগত ভাহি উঠিল এখন ব্যভিচাৰী সমাজ। য'তে-ত'তে গ্ৰুপ ছেক্স, ৰেপ, যৌন বিকাৰগ্ৰস্ত মানুহৰ এখন দেশ। আদবাটতে মৰহি যোৱা যৌবন, পংগু শিশু। তাই এই ভয়াবহ টেবলেটটোৰ বজাৰত চাহিদা বৃদ্ধি হোৱাকৈ সুন্দৰ কেপ্‌চন লিখিব লাগিব। এতিয়ালৈকে এই মানসিক অন্তৰ্দ্বন্দ্বত ভুগি তাই কামটো কৰিব পৰা নাই। যাৰ বাবে সেই ৰাতি প্ৰয়াগৰ সৈতে হোৱা স্বামী-স্ত্ৰীৰ ঘনিষ্ঠতম মুহূৰ্তটো প্ৰথমবাৰৰ বাবে তাই উপভোগ কৰিব পৰা নাছিল। তাই এটা ৰবৰৰ পুতলা হৈ পৰিছিল। প্ৰয়াগো বোধহয় আচৰিত হৈছিল। সি তাইক সেয়ে কৈছিল — 'তুমি প্ৰস্তুত নাথাকিলে ক'বা, মই পশু নহয়'। — ভাস্বতীৰ চকু দুটা পানীৰে ভৰি পৰিছিল। তাই কেনেকৈ বুজাব প্ৰয়াগক, নাৰী-পুৰুষৰ হৃদয়ৰ সম্পৰ্কক বজাৰত পশু সম্পৰ্ক কৰি তুলিবলৈ তাইলৈ যে এখন নিৰ্দেশ আহিছে। হয়তো কিছু বছৰৰ পিছত সংসাৰত কোনো ভাস্বতী আৰু প্ৰয়াগ বাছি নেথাকে শৰীৰত হৃদয় বিচাৰিবলৈ। সৃষ্টিৰ অমৃতময় বন্ধনেৰে কোনো নাৰী পুৰুষৰ আবদ্ধ নহয় — আবদ্ধ নহয় আত্মাৰে, সৃষ্টিৰ আকুলতাৰে, অন্তৰৰ সন্মানেৰে, হৃদয়ৰ অনুপম বিশ্বাসেৰে — হৃদয় কিনি লোৱা হৈছে। মগজু বিক্ৰী হৈছে — হৃদয় এখন উকা কাগজ হৈ গৈছে, তাত কোনোবাই ৰং সানিলেও ৰং লাগি ৰৈছে, বোকা ছটিয়ালেও বোকা লাগি ৰৈছে। হৃদয়ৰ দাম, কছাইখানাৰ মঙহতকৈও কম আজি।

'ব'লা ভাস্বতী যাওঁ' — চিন্ময়ৰ মাতত ভাস্বতী যেন সাৰ পাই উঠিছিল। ৰাকেশ ভাচানী ব্যস্ত অন্য দুজনী ছোৱালীক লৈ। শাড়ীৰ বিজ্ঞাপনৰ বাবে ছোৱালী দুজনী কেমেৰাৰ আগত ৰৈছে। মাত্ৰ দুআঙুল কাপোৰৰ ব্লাউজটোও কান্ধৰপৰা খহাই ৰাকেশ ভাচানীয়ে ছোৱালী দুজনীৰ উদং অংগবোৰত হাত পিছলাই কিবা নিৰ্দেশ দিছে। ছোৱালী দুজনীৰ কোনো ভ্ৰূক্ষেপেই নাই এইবোৰত। বুকুৰ আঁচল খহাই মেলি ধৰিছে শাড়ীৰ আঁচল। তাই যাবলৈ উঠা দেখি ভাচানী প্ৰায় দৌৰি আহি ক'লে — 'চাহ নোখোৱাকৈ যাব? আজি আপোনাৰ স'তে আড্ডা জমাম বুলি ভাবিছিলোঁ'। 'নাই, আজি থাকক, অন্য এদিন'। — তাই লাহেকৈ ক'লে। 'সুনন্দা দিদিক আপুনি পাইছেই। আহি থাকিবনা ইয়ালৈ। আপোনাৰ ইয়াত বিশেষ কাম নাই যদিও একেই অফিচতো — মাজে মাজে আহি আমাকো ধন্য কৰিবহি....' তাই হাঁহিলে। 'অ', হোৱাইট হৰ্ছৰ সুজয় ঘোষে আপোনাক লগ পাবলৈ ব্যাকুল হৈ পৰিছে। অসমৰ বুলি জানি জঁপিয়াই উঠিল। অসমৰ ছোৱালীৰ মুখত হেনো জাপান-ইন্দোনেছিয়াৰ ছোৱালীৰ মুখৰ ছাপ থাকে। আপোনাক দেখিলেতো ফ্লেট হৈ যাব। পিছে আপোনাক সুজয় ঘোষৰ সৈতে চিনাকি কৰাৰ ক্ৰেডিটটো কিন্তু মোক দিব লাগিব' — বুলি চকু টিপিয়াই হাঁহিছিল ভাচানীয়ে। চিন্ময়ে ভাস্বতীৰ হাতখন ধৰি প্ৰায় টানি নিছিল বাহিৰলৈ। 'বাই, লাকী গাই' ভাচানীয়ে পিছফালপৰা চিঞৰি চিন্ময়ক কৈছিল। চিন্ময়ে ঘূৰি চোৱা নাছিল। বহুপৰৰ পাছত বাটত তাই চিন্ময়ক সুধিছিল, 'শাড়ী বিজ্ঞাপনৰ ছোৱালী দুজনী কোন?' 'কোনোবা ভদ্ৰ ঘৰৰ কলেজ-ইউনিভাৰ্ছিটিৰ ছোৱালী। গ্লেমাৰৰ লাগে। মডেল হোৱাৰ স্বপ্ন'। চিন্ময়ে ভোৰ্‌ভোৰাইছিল। 'আচলতে ইহঁতক ব্যৱহাৰ কৰা হৈছে, চিন্ময়'। চিন্ময়ে মুখ বিকটাই দিছিল। 'ব্যৱহাৰ হোৱা নাই, ব্যৱহাৰ হ'বলৈ পাই তৃপ্তি পাইছে ইহঁতে। এই ছোৱালীসোপাৰ সপক্ষে মোৰ আগত ওকালতি নকৰিবা। বেশ্যাবোৰলৈ মোৰ শ্ৰদ্ধা আছে, ইহঁতবোৰলৈ নাই। ইহঁত চব ভদ্ৰ ঘৰৰ ছোৱালী। এযোৰ দামী ড্ৰেছ, পাৰ্ফিউম,

বিদেশী গাড়ীত উঠাৰ চখ, মাল্টিষ্টাৰ হোটেলত খোৱাৰ লোভত ইহঁতে এইবোৰ কৰে। শৰীৰটো লৈ যে ইহঁতৰ কি অহংকাৰ! ফটো ওলোৱাৰ গ্লেমাৰৰ আশাত ইহঁতে শাৰী পিন্ধিছে কেনেকৈ দেখিছা? এয়া শাড়ী পিন্ধা নে খোলা?'

ঃ চিন্ময়, আজিকালি বেচা-কিনা হয় সকলোৰে। 'মূল্যবোধ' বোলা বস্তু ক'তোৱেই নাই।

এটা নৰ্দমাৰ গেলা গোন্ধ আহি নাকত লাগিছিলহি সিহঁতৰ। 'ছিঃ' বুলি চিন্ময়ে নাকত সোপা দিলে। ছিঃ বুলি চিন্ময়ে কোনটো কথাৰ বাবে ক'লে ভাস্বতীয়ে বুজিব নোৱাৰিলে। নুসুধিলেও। এনেয়েও চিন্ময়ে নিজৰ ফালৰপৰা কথা খুব কমেইহে কয়।

## ন

বহুত দিনৰ মূৰত ভাস্বতী আজি তাইৰ অফিচ ৰুমত বহিছে। যোৱা এমাহ তাই নিজৰ অফিচ-ৰুমটোত বহিব পৰা নাই। ট্ৰেনী পিৰিয়ডত আউট-ড'ৰৰ কাম সকলো শিকাটো নিয়ম। তাই টেবুলৰ ড্ৰয়াৰ এটা খুলি অলপ কাগজ-পত্ৰ থ'ব খুজিলে। বন্ধ সেইটো ড্ৰয়াৰ এতিয়ালৈকে খোলাই নাই। চাবিপাট ভৰাই ঘূৰাই দিওঁতেই 'খট'কৈ ড্ৰয়াৰটো খুলি গ'ল। ড্ৰয়াৰটো টান মাৰি খুলিয়েই ভাস্বতী বিস্ময়ত হতবাক হৈ গ'ল। এটা মদৰ বটল। লণ্ডন লাইম জীন। এপেকেট নোখোলা চিগাৰেট। এটা শকত নোটবুক আকৃতিৰ ডায়েৰি। আৰু কেইখনমান বিদেশী মেগাজিন। কাৰ হ'ব পাৰে এই বস্তুবোৰ? তাই আচৰিত হ'ল। সাৱধানে ডায়েৰিখন উলিয়াই আনিলে। ওপৰত এটা নাম। গোট গোট আখৰেৰে ইংৰাজী আৰু বাংলাত লিখা। মহুৱা ৰয়। ডায়েৰিখনত পৃষ্ঠাই পৃষ্ঠাই কেৱল মানুহৰ ঠিকনা আৰু ফোন নম্বৰ। হঠাৎ তাৰ মাজতে বাক্য এশাৰীত তাইৰ চকু পৰিল — 'মোক সত্য দিয়া, বঞ্চনা নকৰা সত্য'। বাংলাত লিখা বাক্য শাৰী তাইৰ সাংঘাতিক ভাল লাগি গ'ল। কোন এই মহুৱা ৰয়? তাৰ পাছৰ পৃষ্ঠাতে এটা কবিতা —

মৃত্যু সহজ
সহজ প্ৰেমো
সহজ কাম মোৰ প্ৰিয় নহয়
মোক এটুকুৰা হৃদয় দিয়া
ধাৰলৈ হ'লেও,
কিস্তি কিস্তিকৈ শোধ কৰিম ঋণ
জীৱনেৰে
জীৱন মোৰ বাবে
আটাইতকৈ কঠিন,
জীয়াই থকাটো তাতকৈয়ো....

তাৰ পাছত বহুত শব্দ কটা-কুটা কৰা। প্ৰচণ্ড বিদ্বেষত যেন শব্দবোৰৰ ওপৰত কলমৰ প্ৰতিটো আঁচোৰেৰে আক্ৰমণ চলোৱা হৈছে। তাৰ পাছত আকৌ নাম, ঠিকনা, ফোন নম্বৰ। তাই খুলি থোৱা ড্ৰয়াৰটো বেছিপৰ চাব নোৱাৰিলে। আনৰ ব্যক্তিগত সম্পত্তিৰ ওপৰত তাই যেন অনধিকাৰ স্পৰ্শ দিছে — ভাস্বতীৰ তেনেকুৱাই লাগিল। সশব্দে তাই ড্ৰয়াৰটো বন্ধ কৰি থ'লে। মদ, চিগাৰেট খোলাখুলিকৈ খোৱা নাৰী তাই বহুত লগ পাইছে। কিন্তু অফিচতে বহি মদ খোৱা ছোৱালী আছে বুলি তাই নাজানে। মহুৱা ৰয় নামৰ ছোৱালীজনী এই অফিচৰে আছিলনে? নাছিল যদি এই বস্তুবোৰ কাৰ? এই টেবুলখনলৈ কেনেকৈ আহিল? মহুৱাই ইমান ধুনীয়া কবিতা লিখে! অফিচত ইমানদিনে মহুৱা ৰয় নামটো শুনা নাই কিয়? তাই ভাবি ওৰ নাপালে। ভাস্বতীয়ে ঠিক কৰিলে এই বিষয়ে তাই কাকো একো নোসোধে। নজনাৰ ভাবতে থাকিব। তাই নিজৰ কামত মন দিলে। প্ৰয়াগে ঠিকেই কৈছিল ইয়াত ঘটা কাণ্ড-কাৰখানাবোৰেই এবষ্ট্ৰেক্ট। তাই 'লিজেণ্ড অব্ ইণ্ডিয়া'ৰ সৈতে কিবা এটা কামৰ কথা পাতিবলৈ ফোন তুলিলে।

'....ইয়েছ, আদিত্য ভাৰ্গব স্পিকিং'। নামটো তাইৰ মনত পৰিল, 'লিজেণ্ড'ৰ চীফ ছেলছ্ এক্জিকিউটিভ — 'লিজেণ্ড'লৈ বেনাৰ্জীৰ সৈতে যাওঁতে পোৱা নাছিলে মানুহজনক। বেনাৰ্জীয়ে কৈছিল — 'ভাৰ্গব এজন ব্যক্তিত্বসম্পন্ন মানুহ। আ পাৰফেক্ট কম্বিনেশ্যন অব্ ব্ৰেইন এণ্ড ব'ল্ডনেছ। এবাৰ 'না' কৰা কাম.... কোনোপধ্যেই কৰাব নোৱাৰোঁ। কিন্তু এবাৰ 'হা' কৰা কাম আদিত্য ভাৰ্গবে কৰিবলৈ প্ৰাণ দিবও পাৰিব'। ভাস্বতীয়ে নিজৰ পৰিচয় দিলে। সিমূৰৰপৰা আদিত্য ভাৰ্গবে নিৰুদ্বেগ কণ্ঠৰে ক'লে — 'আপুনি পাছত মোক ফোন কৰিব.... ব্যস্ত আছোঁ এতিয়া'। ভাস্বতীক এনেকৈ কোনেও প্ৰত্যাখ্যান কৰা নাছিল আগতে। তাইৰ অভিমানত আৰু খঙত নাকৰ পাহি ফুলি উঠিল। বহুতেই এনেকৈ কয়। কিন্তু কণ্ঠত বিনয় থাকে। ব্যস্ত থকা মানুহজনে, ভাস্বতীক উপযাচি পিছত ফোন কৰে আৰু আগতে ব্যস্ততাৰ বাবে, সময় দিব নোৱাৰ বাবে ক্ষমা খোজে। এয়া এক সাধাৰণ ভদ্ৰতা। কিন্তু এই আদিত্য ভাৰ্গব! ইমান

অসভ্যনে....! ভাস্বতীয়ে কথা পাতিয়েই গম পালে আদিত্য ভাৰ্গৱে তাইৰ সৈতে কথা পাতিবলৈ অলপো মনোযোগী নহয়। 'লিজেণ্ড'-এ এড্‌কন ক্ৰিয়েটিভক ত্ৰিছ শতাংশ কাম দিয়ে, সেইবাবেই ইমান অহংকাৰনে? ভাস্বতীৰ হঠাতে খুব খং উঠিল। তাই আকৌ লিজেণ্ডলৈ ফোন কৰিলে। ৰিচেপশ্যনিষ্টে সুধিলে — 'কাক লগ পাব খোজে?' ভাস্বতীয়ে এক মুহূৰ্ত কিবা ভাবি ক'লে — 'ছাক্সেনা'। বি-আৰ ছাক্সেনা আদিত্যৰ 'বছ'। ভাস্বতীয়ে ঠিক কৰিলে, তাই দৰকাৰী কামখিনি ছাক্সেনাৰ মাধ্যমেৰে কৰিব। আদিত্য ভাৰ্গৱক তায়ো অৱহেলা কৰিব।

ঃ ছৰি মাডাম, লাঞ্চ আৱাৰ, এতিয়া ক'ৰবালৈ ওলাই গৈছে। এনিব'ডি এল্‌ছ্?

ঃ ন', থেং কিউ.... আদিত্য ভাৰ্গৱক তাই নিবিচাৰে অন্ততঃ; মনে মনে ভাস্বতীয়ে ভাবিলে।

ঃ মই জানিব পাৰোঁনে আপোনাৰ নামটো? আৰু কিবা খবৰ দিব নেকি?

ভাস্বতীয়ে সৌজন্য ৰাখিয়েই পৰিচয় দিলে আৰু ক'লে, ছাক্সেনাই যাতে এবাৰ তাইলৈ ফোন কৰে, বিশেষ কাম আছে।

ঃ আপুনি নতুনকৈ জইন কৰিলে নেকি মাডাম? মহুৱা ৰয় ক'ত এতিয়া?

মহুৱা! ৰিচেপশ্যনিষ্টজনীৰ মুখত নামটো শুনি ভাস্বতীৰ দেহৰ ভিতৰত দহোটা এশ পাৱাৰ বাল্ব একেলগে জ্বলি উঠা যেন লাগিল। কি কাকতালীয় সংযোগ! মহুৱা ৰহস্যৰ বাবেই কিছুপৰ আগলৈকে তাই হাবু-ডুবু খাই আছিল দেখোন।

ঃ মাডাম।

ঃ অঁ কোৱা, আচলতে মই নতুনকৈ জইন কৰা বাবে কাকো চিনি নাপাওঁ.... ভাস্বতীয়ে নক'লে তাই পাঁচমাহ আগতেই এই কামত সোমাইছে বুলি।

ঃ আপোনাৰ ঠাইত মহুৱা ৰয় আছিল। অৱশ্যে প্ৰায় ছমাহ মানেই হ'ল। মহুৱাৰ সৈতে কোনো যোগাযোগ নাই হোৱা। মিঃ বেনাৰ্জীহে আজিকালি আমাৰ ইয়ালৈ আহে। মহুৱা থাকোঁতে আমাৰ ক'ম্পেনিৰ সৈতে বৰ আহ-যাহ আছিল.... তেওঁ মোৰো খবৰ-পাতি ল'বলৈ নাপাহৰিছিল....

ঃ হ'ব দিয়া, এতিয়াৰপৰা মই তোমাৰ খবৰ ল'ম বাৰু.... সিমূৰৰপৰা হাঁহিৰ শব্দ ভাহি আহিল ৰিচিভাৰত। হাঁহি হাঁহিয়েই ছোৱালীজনীয়ে ক'লে, — 'মোৰ নাম পুনম। পুনম আগৰৱাল। থেং কিউ মাডাম'। ভাস্বতীয়ে ফোনটো থৈ দিলে। ভাস্বতীয়ে ইমান সোনকালে মহুৱা-ৰহস্য ভেদ কৰিব পাৰিব বুলি ভবা নাছিল। আচৰিত, ইমান এটা গুৰুত্বপূৰ্ণ খবৰ তাই পাঁচমাহে নজনাকৈ থাকিল। তাৰমানে যোৱা ছমাহ জুৰি বাসব বেনাৰ্জীয়ে মহুৱা যোৱাৰ পাছতহে 'লিজেণ্ড ক'ম্পেনিৰ কাম হাতত লৈছিল। মাত্ৰ দুদিন আগতে বেনাৰ্জীয়ে 'লিজেণ্ড'ৰ কাম-কাজ ভাস্বতীৰ হাতত অৰ্পণ কৰি কৈছিল — 'লিজেণ্ডৰ কাম এতিয়াৰপৰা তোমাৰ হাতত। সাৱধানে কাম কৰিবা, লিজেণ্ড এতিয়া বেছ পাৱাৰফুল'। ভাস্বতীৰ ইয়াৰ আগতে লিজেণ্ডৰ সৈতে সম্পৰ্ক ৰক্ষা কৰাৰ দৰকাৰোপৰা নাছিল। কাৰণ 'ইনট্ৰ'ডাক্‌ছন পিৰিয়ড' পাৰ হোৱা নাছিল। মিঃ বাৰ্মাই ভাস্বতীক বুজাই দিছিল — 'প্ৰথম ছমাহ কাম বুজি লোৱাতহে আমি গুৰুত্ব দিওঁ'।

ভাস্বতী লাহে লাহে বিজ্ঞাপন জগতৰ গভীৰৰপৰা গভীৰলৈ যেন সোমাই যাবলৈ ধৰিলে। আদিত্য ভাৰ্গৱে তাইৰ প্ৰতি ইমান অমনোযোগিতা দেখুৱালে কিয়? এগৰাকী নাৰীয়ে বোধহয় আটাইতকৈ ক্ষমা কৰিব নোৱাৰা কথাটো হৈছে কোনো নতুনকৈ চিনাকি হোৱা পুৰুষে প্ৰকাশ্যে যেতিয়া তেওঁৰ প্ৰতি অনীহা প্ৰকাশ কৰি দেখুৱায়। মহুৱা ইমান জনপ্ৰিয় আছিলেনে যে আদিত্য ভাৰ্গৱে তাইৰ পৰিচয় জানিয়েই কথা পাতিব নুখুজিলে? এড্‌কনৰ আৰু লিজেণ্ডৰ ব্যৱসায়িক ঘনিষ্ঠতা থকা সত্ত্বেও এই ব্যৱহাৰ দেখুৱাটো জানো অশোভনীয় নহয়? মহুৱাই কিবা গোল-মাল লগাই যোৱা নাইতো? মহুৱা সম্পৰ্কে এড্‌কনৰ সকলো কৰ্মী নিমাত। ভাস্বতীৰ মনটো হঠাৎ বৰ বিষণ্ণ হৈ পৰিল।

টি-ভি, খবৰ কাগজত, আলোচনীত বিজ্ঞাপনবোৰ দেখি মন্ত্ৰমুগ্ধ হৈ চাই থকা সময়বোৰত ভাস্বতীয়ে কেতিয়াও ভবা নাছিল, ভাস্বতীও কোনোবাদিনা এই বিজ্ঞাপন প্ৰস্তুত কৰা নিয়মবোৰৰ এজন অংশীদাৰ হৈ পৰিব বুলি। এটা সৰল-সহজ জীৱনৰ স্বপ্নৰ বাহিৰে তাইৰ একো আকাংক্ষাই নাছিল। সকলো স্বপ্ন প্ৰয়াগক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠিছিল। ৰোমাণ্টিক প্ৰয়াগ, সকলো সময়তে গান গুণ-গুণাই থকা প্ৰয়াগ, প্ৰতি মুহূৰ্ততে তাইক জোকাই ভাল পোৱা প্ৰয়াগ; যি বিয়াৰ আগমুহূৰ্তলৈকে কৈ আছিল — 'তুমি যি কৰা য'লৈ যোৱা একো খবৰ নকৰোঁ; কিন্তু মই অফিচৰপৰা ঘূৰি অহাৰ আগতেই ঘৰ সোমাবাহি। অফিচত খৰচ কৰা সাত-আঠ ঘণ্টা সময়ৰ হিচাপ সুতে-মূলে উঠাই ল'ম। মুঠৰ

ওপৰন্তু তুমি মোৰপৰা এক মুহূৰ্তও আঁতৰি নাথাকিবা'। এই অত্যধিক আৱেগ ব্যাকুলতা তাই প্ৰয়াগৰপৰা এতিয়া আশা নকৰে, কিন্তু তাৰ মাজতে আশা কৰে প্ৰয়াগ কেতিয়াবা ঘূৰি যাওক চাৰি-পাঁচ বছৰ পিছলৈ। যি সময়ত প্ৰয়াগ দুৰ্দান্ত ৰোমাণ্টিক হৈ ভাস্বতীৰ চাৰিওফালে ঘূৰি ফুৰিছিল।

তাই একান্তভাৱে অপেক্ষা কৰি থাকে কিছুমান মুহূৰ্তলৈ। আচম্বিতে অনুভৱ কৰে কেতিয়াবা পিছফালৰপৰা সাবটি ধৰা প্ৰয়াগৰ দুখন সবল হাতৰ অস্তিত্বক। কান্ধত কুম্ভমীয়া নিঃশ্বাসৰ পৰশ, ভাস্বতী অকলশৰে বাৰাণ্ডাত থিয় হৈ থকা সন্ধিয়া একোটাত অপ্ৰত্যাশিতভাৱেই এইবোৰ ঘটিছিল, অস্ফুট স্বৰেৰে প্ৰয়াগে তেনে অৱস্থাতে তাইৰ কাণে কাণে কৈছিল — 'এনেকৈয়ে.... ঠিক এনেকৈয়ে পাৰ হৈ যাওক শীত, বসন্ত, হেমন্ত আৰু বৰ্ষাৰ দিন-ৰাতি.... আবেলি আবেলি বান্ধিম নাও বেলি ডুবা আকাশত, জোনাকত আঙুলি তিয়াই লেখিম চিঠি....'। ভাস্বতীয়ে খুব গোপনে কবিতা লিখিছিল তাইৰ লুকুৱাই থোৱা ডায়েৰিত। বিস্ময়ত চকু বহল কৰি প্ৰয়াগৰ ফালে তাই চাইছিল। প্ৰয়াগে হাঁহি মাৰি কৈছিল — 'কবিতা লুকুৱাব নাপায় নহয়.... তোমাৰ বাকচত আবদ্ধ কবিতা এটা মুক্তি দিলোঁ সেয়ে। এতিয়াৰপৰা কবিতা বাকচত থাকিব নোৱাৰিব কিন্তু'। — ভাস্বতীৰ চকুত পানী বিৰিঙি উঠিল.... ছিঃ ছিঃ এয়া অফিচ। কি কথাবোৰ ভাবি আছে তাই! তাই বেছি আৱেগপ্ৰৱণ হৈ উঠিছে আজিকালি। প্ৰয়াগে এনেয়ে তাইক নকয় — 'স্বাতী বয়স বাঢ়িছে মানে তুমি সৰু হৈ গৈছা দিনে দিনে.... বি প্ৰেক্‌টিকেল....' প্ৰেক্‌টিকেল হ'বলৈকে যত্ন কৰিছে তাই প্ৰতি মুহূৰ্ততে। কিন্তু তথাপিও তাই মানি ল'ব পৰা নাই বহুত কথা। প্ৰয়াগে যেতিয়া শ্বেয়াৰ মাৰ্কেটৰ মূল্য উঠা-নমাৰ খবৰ উৎসাহেৰে দিয়েহি, তাই আনন্দ প্ৰকাশ কৰিব নোৱাৰে। যেতিয়া প্ৰয়াগ আৰু প্ৰয়াগৰ বন্ধু সহকৰ্মীৰ পৰিয়ালসমূহৰ আনন্দ-বিষাদবোৰ শ্বেয়াৰ বজাৰৰ লাভ-লোকচান, অফিচৰ প্ৰমোশ্যন, বেনিফিটবোৰে নিমন্ত্ৰণ কৰা দেখে, তেতিয়াও তাই নিৰ্বিকাৰ হৈ থাকে। কাৰণ ভাস্বতীয়ে কোনোদিনে এইবোৰৰ খবৰ ৰখাৰ প্ৰয়োজন অনুভৱ কৰা নাই। এটা মাল্টিনেশ্যনেল ক'ম্পেনিৰ এক্‌জিকিউটিভৰ পত্নীয়ে এই খবৰবোৰ জনাটো এটা নিয়ম বাবে হয়তো বহু কথা তাই জানিছে। প্ৰয়াগে অৱশ্যে কোনেদিনে এই বিষয়ে তাইৰ আগ্ৰহ জন্মাবলৈ চেষ্টা কৰা নাই। কিন্তু ভাস্বতীয়ে এড্‌ৰুন ক্ৰিয়েটিভৰ কামবোৰ কৰি যাওঁতে প্ৰতি ক্ষেত্ৰতে অনুভৱ কৰিবলৈ ধৰিছে, আচলতে ইচ্ছা নকৰিলেও তাই বহুত কথাই জানে। প্ৰয়াগৰ সৈতে তিনি বছৰ সংসাৰ কৰি তাই যিখিনি অভিজ্ঞতা সঞ্চয় কৰিছে তাৰেই এড্‌ৰুন ক্ৰিয়েটিভৰ বহু কথা তৎক্ষণাৎ বুজি উঠিছে। বাসৱ বেনাৰ্জীয়ে নিঃসংকোচে সেয়ে ক'ব পাৰিছে — 'ছি ইজ ইণ্টেলিজেণ্ট এনাফ.... তৎক্ষণাৎ কথা বুজি পায়'। প্ৰয়াগ দিনে দিনে যিমান উচ্চাকাংক্ষী হৈ উঠিছে, ভাস্বতী সিমানেই এক অবুজ আশংকাত কঁপি উঠিছে। ক'ত শেষ হ'ব এই উচ্চাকাংক্ষা? ক'ত? প্ৰয়াগ নিশ্চয় এই বৃহৎ ক'ম্পেনিটোৰ মালিক বা শ্বেয়াৰ পাৰ্ছন হ'বগৈ নোৱাৰে, তেন্তে? প্ৰয়াগে কাৰ সৈতে প্ৰতিযোগিতা কৰিছে? খুব বেছি প্ৰয়াগৰ মাজে মাজে বিদেশ ভ্ৰমণ হ'ব। প্ৰয়াগে কয় — 'নেক্সট প্ৰমোশ্যনৰ পাছত মোৰ বিদেশ যাত্ৰা হ'ব স্বাতী। তুমি ফুৰি ভাল পোৱা নহয়.... এইবাৰ সপোন সাৰ্থক হ'ব'। ভাস্বতীৰ ভ্ৰমণৰ সংজ্ঞা প্ৰয়াগৰ দৰে নহয়। প্ৰয়াগ ক্ষুণ্ণ হ'ব বুলি তাই একো নকয়।

প্ৰয়াগহঁতৰ বিদেশ ভ্ৰমণৰ কথা প্ৰয়াগৰ 'বছ' যোগীন্দৰ ছাক্সেনাৰ পত্নীৰ মুখে তাই বহুবাৰ শুনিছে। যোগীন্দৰে দিনটোৰ দহ ঘণ্টা বিদেশৰ অফিচত পাৰ কৰে। যোগীন্দৰৰ পত্নীয়ে ওচৰতে পোৱা দুই এখন ঠাই চাবলৈ যত্ন কৰে। ক'ম্পেনিয়ে যোগীন্দৰৰ পৰিয়ালে নিউজাৰ্ছি বা পেৰিছত ফুৰা-চকা কৰক বুলি পইচা বৰবাদ নকৰে। সন্তুষ্টি এটাহে, টুৰত যাওঁতে পোৱা মাৰ্ক বা ডলাৰ কেবাগুণো হয় ভাৰতবৰ্ষত।

এনে সপোন চি-এ-অ' বাসৱ বেনাৰ্জীয়েও ভাস্বতীক দেখুৱায়। '....আমাৰ বিদেশত এটা ব্ৰাঞ্চ খোলাৰ কথা আছে অদূৰ ভৱিষ্যতে। আন্তৰ্জাতিক মুক্ত-বাণিজ্য সম্পৰ্কই পৃথিৱীখন এটা ক্ষুদ্ৰ ঘৰলৈ ৰূপান্তৰিত কৰিলে ভাস্বতী। খুব মন দি কাম কৰা; তুমি বুদ্ধিমতী, এইদৰেই থাকিলে দেখিবা এদিন তুমি নিউয়ৰ্ক বা লণ্ডনৰ কোনোবা এটা শাখাৰ দায়িত্ব লৈ বিজ্ঞাপন জগতৰ সাম্ৰাজ্ঞী হৈ পৰিছা'।

ভাস্বতীয়ে হিচাপ কৰিবলৈ ধৰিলে, কিমানদিন.... কিমানদিন তাই দেখা নাই এটা কবিতাৰ সপোন! কিমানদিন বিচাৰি পোৱা নাই এটা সুকোমল শব্দ অথবা যন্ত্ৰণা প্ৰকাশৰ আখৰৰ স্তৱক! কিমানদিন তাই খোলা-মেলাকৈ টেবুলত পেলাই থোৱা কবিতাৰ ডায়েৰিখন প্ৰয়াগে চোৱা নাই! অথচ এটা সময়ত তাই লেখা কবিতাৰ টুকুৰাবোৰ প্ৰয়াগে লুকুৱাই থোৱাৰপৰা খুচৰি উলিয়াইছিল। প্ৰয়াগে আজিকালি বেছ গৰ্বৰে কয় — '....ষ্টক মাৰ্কেটৰ ভৱিষ্যদ্বাণী দিয়াত

আজিকালি মোক লগৰবোৰে 'গুৰু' মানে, বুজিছা স্বাতী'। তাই মন কৰে প্ৰয়াগে ছুটীৰ দিনতো, কেলকুলেটৰ লৈ কিবা হিচাপ-পত্ৰ কৰি থাকে। মাজে মাজে টেলিফোন কৰে বন্ধু-বান্ধৱ, সহকৰ্মীলৈ। তাতো অফিচৰ কথা, শ্বেয়াৰ, বণ্ড, ইন্‌ক্ৰিমেণ্ট.... বেনিফিট.... ইত্যাদি। ক'ব নোৱাৰাকৈ প্ৰয়াগৰ দূৰত্বক ভাস্বতীয়ে মনিব নোৱাৰা হৈ আহিছে।

হঠাতে ভাস্বতীয়ে ড্ৰয়াৰ খুলি মহুৱাৰ নোট বুকুখন আকৌ উলিয়ালে। গোট গোট আখৰৰ শব্দকেইটা বাৰে বাৰে পঢ়িলে। ....মোক এটুকুৰা হৃদয় দিয়া, ধাৰলৈ হ'লেও, কিস্তি কিস্তি কৈ শোধ কৰিম ঋণ, জীৱনেৰে....। মহুৱাই জীৱনৰ বিনিময়ত ইমান আকুল হৈ হৃদয় কিয় বিচাৰিছিল? সত্যৰ বঞ্চনা নিবিচৰা ছোৱালীজনী কেনেকুৱা হ'ব পাৰে বাৰু? মহুৱাই এই চাকৰি এৰিলে কিয়? যিয়েই নহওক, মহুৱাৰ বস্তুকেইপদ ভাস্বতীয়ে সযতনে থৈ দিব মহুৱা নহালৈকে। কিজানি মহুৱাৰ এই বস্তুবোৰৰ প্ৰয়োজন নাই। আহিবনে মহুৱা নিবলৈ এইবোৰ? ভাস্বতীয়ে অপেক্ষা কৰিব, তথাপি নোট বুকখন তাই পেলাই দিব নোৱাৰে, কাৰণ তাত জীৱিত এতিয়াও এটা কবিতাৰ প্ৰাণ।

## দহ

বিনয়ে ভাস্বতীৰ টেবুলত এখন ভিজিটিং কাৰ্ড দি গ'লহি। নামটো পঢ়ি চালে ভাস্বতীয়ে 'গীতা বসু, সংবাদ প্ৰতিদিন'। বিভিন্ন কাকত, আলোচনীৰ তৰফৰপৰা বিজ্ঞাপন বিভাগৰপৰা এইদৰে ল'ৰা-ছোৱালীবোৰ আহে। এওঁলোকক 'স্পেচ-ছেলাৰ' বুলি কোৱা হয়। অত্যন্ত বাক্‌চতুৰ আৰু বুদ্ধিমত্ত এই 'স্পেচ-ছেলাৰ'বোৰৰ আগত ভাস্বতীহঁত খুব সাৱধান হ'ব লাগে। বেনাৰ্জীয়ে এবাৰ কৈছিল এওঁলোকে কথাৰে মানুহক 'হিপ্নটাইজ' কৰি পেলায়।

ৰঙা-বগা ছেলোৱাৰ কুৰ্তা পিন্ধা ধুনীয়া চকুৰ গৰাকিণী 'গীত বসু' অলপ পাছতে তাইৰ ৰুমলৈ সোমাই আহিছিল। তাইৰ পিছে পিছে কিবা এটা পেন বিচাৰি প্ৰসেনো সোমাই আহিল। তাইৰ ৰুমলৈ ধুনীয়া ছোৱালী আহিলে প্ৰসেনে কিবা নহয় কিবা অজুহাতত এনেকৈ আহে। ভাস্বতীয়ে প্ৰসেনলৈ চাই মুখ টিপি হাঁহিলে। গীতা বসু প্ৰসেনৰ সৈতে পুৰণা চিনাকি। নমস্কাৰ দিয়েই গীতাই ক'লে — 'আগৰ মহুৱা ৰয়ৰ সৈতে মোৰ ভাল সম্পৰ্ক আছিল। প্ৰসেনহঁতে জানে....' মহুৱা নামটোৰ আগত প্ৰসেন ধৰা পৰিবলৈ নিবিচাৰি অন্যমনস্কভাৱে সি ভাস্বতীৰ টেবুলত পেনটো বিচাৰি নোপোৱাৰ ভাও ধৰি 'ছেঃ নাই' বুলি ৰুমৰপৰা ওলাই গ'ল। ঘটনাটোত ভাস্বতীৰ খুব হাঁহিবলৈ মন গ'ল। তথাপিও গহীনাই ক'লে, 'কওকচোন মই আপোনাক কি সহায় কৰিম?'

ঃ মই লিজেণ্ড প্ৰডাক্টছৰ হেয়াৰ অইল আৰু বডিলোচনৰ বিজ্ঞাপন নিয়মিতভাৱে পাই আহিছিলোঁ। প্ৰায় এমাহমান অসুখত ভুগি চাকৰিলৈ অহা নাছিলোঁ বাবে আপোনাৰ সৈতে চিনাকি হোৱা নাছিলোঁ। — অপৰাধীৰ সুৰত তাই ক'লে। ভাস্বতীয়ে ক'ম্পেনিয়ে বডিলোচন আৰু হেয়াৰ অইলৰ বিজ্ঞাপন মাত্ৰ প্ৰথম শাৰীৰ বাতৰি কাগজৰ বাবে এমাহলৈ সংৰক্ষণ কৰিছে বুলি গীতাক বুজালে আৰু এমাহ পাছত তাইক আকৌ আহিবলৈ ক'লে। গীতাই তাইক 'কন্‌ভিন্স' কৰিবলৈ ব্যৰ্থ হৈ ক'লে — 'প্লিজ, এটা ৰঙীন বিজ্ঞাপন মোক দিয়ক'।

ঃ কিন্তু মই দিওঁ বুলিলেই দিব নোৱাৰোঁ।

ঃ মই মৰি যাম মাডাম। আজি মাহৰ ওঠৰ তাৰিখ। মোৰ টাৰ্গেট পূৰা নহ'লে দৰমহা কম পাম....।

স্পেচ-ছেলাৰবোৰৰ টাৰ্গেট বন্ধা থাকে পাঁচ, দহ, বিছ হাজাৰৰপৰা দুই-তিনিলাখ টকালৈকে। সেই অনুযায়ী দৰমহাৰ অংকও নিৰ্ধাৰণ হয় বুলি ভাস্বতীয়ে জানে। 'সংবাদ প্ৰতিদিন' চাৰ্কুলেশ্যন অনুযায়ী তৃতীয় শ্ৰেণীৰ বাতৰি কাকতৰ অন্তৰ্ভুক্ত গতিকে তাইৰ বৰ্তমান পৰিস্থিতিত বিজ্ঞাপন দিয়াৰ ক্ষমতা নাই।

ঃ তোমাৰ টাৰ্গেট কিমান?

ঃ পঞ্চাছ হাজাৰ মাহে।

ঃ দৰমহা?

ঃ চাৰি হাজাৰ — কিন্তু এতিয়ালৈকে মোৰ পঁচিছ হাজাৰেই পূৰা হোৱা নাই। অসুখৰপৰা উঠা বাবে ঘূৰিবও পৰা নাই বেছিকৈ....। আমাৰ ৰেট আপুনি জানেই। এশ টকা পাৰ কলম ছেণ্টিমিটাৰ — একেবাৰেই কম অন্যৰ তুলনাত....। লাগিলে 'ৰিবেট' দিম।

ঃ ঘৰ ক'ত?

ঃ চন্দন নগৰত।

ঃ চন্দন নগৰত? কলিকতাৰপৰা বহু দূৰৈত দেখোন! কেনেকৈ অহা-যোৱা কৰা?

ঃ ট্ৰেইনত ৰাতিপুৱা চাৰিটাতে আহোঁ। ঘৰ পাওঁতে ৰাতি বাৰটা বাজে। আচলতে মই ইংৰাজী সাহিত্যত বি-এ পাছ কৰিলোঁ। ইচ্ছা আছিল জাৰ্ণেলিষ্ট হোৱাৰ। ছীট

নাপালোঁ। জাৰ্ণেলিজিম প্ৰাইভেটকৈ পঢ়াৰ বাবে যি খৰচ লাগে মই যোগাৰ কৰিব নোৱাৰোঁ। আনহাতে ইয়াৰ সৰু বাতৰি কাকত একোখনেও জাৰ্ণেলিজিমৰ 'ডিপ্ল'মা' নেদেখুৱালে নলয়। মই লিখা কবিতা, গল্পকেইটামান সৰু আলোচনী আদিতো ওলাইছে, পিছে সেইবোৰ আলোচনীক ইয়াৰ পেপাৰ হাউছবোৰে গণ্যই নকৰে। এই চাকৰিটো ভাগ্য-ক্ৰমত পালোঁ। বাতৰি কাকতৰ সৈতে যে যুক্ত আছোঁ সেয়াই মোৰ বহুত ভাগ্য।

ঃ ঘৰত কোন আছে?

ঃ দেউতা নাই। মা, আৰু মোৰ দুটা ভাই আছে। মোৰ ওপৰত এটা দাদা আছিল। পিছে সি বিয়া কৰাই আৰু নহা হ'ল। ধনী ঘৰৰ একমাত্ৰ ছোৱালী বিয়া কৰাইছে — সম্পত্তিবোৰ তাৰ নামত শহুৰেকে দিছে।

ঃ ঠিক আছে তুমি যোৱা। মই ভাবি চাম বাৰু কি কৰিব পাৰোঁ।

ঃ নহয় দিদি, মোক এইবাৰ কিবা এটা কৰক। আপোনাক মোৰ আপোন যেন লাগিছে বাবে কৈছোঁ, টাৰ্গেট পূৰা নহ'লে মই কোনোদিনে নকৰা কাম কৰিব লাগিব।

এটা সময়ত ছোৱালীজনী গুচি গ'ল। প্ৰসেন আকৌ সোমাই আহিছিল। তাইৰ সমুখৰ চকীতে বহি লৈ সুধিলে— 'গীতাক কি ক'লা ভাস্বতী?' তাই সকলো ভাঙি-পাতি ক'লে। 'এৰা গীতাহঁতৰ দৰে ছোৱালীবোৰৰ বৰ কষ্ট হয়। আজিকালিৰ খবৰ কাগজবোৰৰো এটাই ধান্দা। 'মছলাৱালা' খবৰ বিক্ৰী কৰি চাৰ্কুলেশ্যন বঢ়োৱা আৰু বিজ্ঞাপন গোটোৱা। 'এথিকছ' বুলিবলৈ একো নাই। মই অন্য এটা কথা ক'বলৈহে আহিলোঁ, ভাস্বতী। গীতাৰ মুখত মহুৱা ৰয়ৰ নামটো শুনি তুমি নিশ্চয় আচৰিত হ'লা। কাৰণ আমি তোমাক কোনেও এই নামটোৰ সৈতে পৰিচয় কৰি দিয়া নাই'। প্ৰসেনে কথাৰ মাজতে হঠাৎ মহুৱা ৰয়ক টানি আনিলে। ভাস্বতীয়ে তাৰ মুখলৈ একো নজনাৰ ভাবতে চাই ৰ'ল। প্ৰসেনে অলপ ৰৈ আকৌ আৰম্ভ কৰিলে, 'ছমাহ আগলৈকে মহুৱা পি-আৰ-অ' আছিল এই অফিচৰ। খুব ইন্টেলিজেন্ট আৰু কামত অভিজ্ঞ মহিলা'।

ঃ চাকৰি কিয় এৰিলে? — ভাস্বতীয়ে পোনপটীয়াভাৱে প্ৰশ্ন কৰিলে।

ঃ মহুৱা সদায় অলপ মানসিকভাৱে ডিষ্টাৰ্বড। হঠাতে একোটা কাম মন গ'লেই কৰি পেলায়। খাম-খেয়ালিত চলে। মেনেজমেণ্টৰ স'তে কিবা কাজিয়া লাগিছিল। অথচ এই এড্‌কনৰ ক্ৰিয়েটিভ মহুৱাৰ শ্ৰম নোহোৱা হ'লে এই পৰ্যায় নাপায়হি।

ঃ লাঞ্চ আৱাৰত আজি বাহিৰত গৈ সকলোৰে খোৱাৰ প্ৰস্তাৱ দিছে, যাবা নেকি? — কৈ কৈ চিন্ময় ভাস্বতীৰ ৰুমলৈ সোমাই আহিল। তাইৰ কাষৰ চকীখনতে বহি ক'লে সি — 'কিবা বিশেষ জৰুৰী কথা হৈ আছিল নেকি? মই আহি অসুবিধা কৰা নাইতো?'

ঃ নাই, মহুৱা ৰয়ৰ কথা ওলাই আছিল, চিন্ময়। প্ৰসেনে কৈ আছিল....

ভাস্বতীৰ কথা শেষ হ'বলৈ নিদিয়াকৈয়ে চিন্ময়ে ক'লে — 'আস্ মহুৱা — মহুৱা ৰয়। তুমি সপ্তাহত কিজানি সিমান কাপোৰ চেঞ্জ নকৰা, মহুৱাই যেনেকৈ পুৰুষ সংগী সলায়। ই প্ৰসেন, মহুৱাৰ প্ৰশংসাত পঞ্চমুখ — মহুৱা সাংঘাতিক ইন্‌টেলেক্‌চুৱেল। ইন্‌টেলেক্‌চুৱেলে যি কৰে সাত-খুন-মাফ....।

ঃ চিন্ময়, মুখখন আছে বুলি যি মন যায় নক'বি। মহুৱাই ভাল কাম কৰিছে বুলি মই কেতিয়া ক'লোঁ? কিন্তু কথা হৈছে, ৰমৰমা সংসাৰ কৰিও দহ-বাৰগৰাকী নাৰীৰ সংগ সুখ লৈ ঘূৰি ফুৰা পুৰুষবোৰ তয়ো দেখিছ, ময়ো জানো। এই ক্ষেত্ৰত মহুৱা নাৰী হৈ ব্যতিক্ৰম হোৱা বাবেইতো বদনাম। মহুৱাৰ জীৱনৰ এটা ট্ৰেজেডি আছে, সেয়া তয়ো জান। জানা ভাস্বতী, মহুৱাৰ কবিতা ইয়াৰ ডাঙৰ পত্ৰিকা আদিত ওলায়, মহুৱাক বেছ উচ্চমানৰ আৰ্ট-ক্ৰিটিক বুলি মানুহে জানে। প্ৰচুৰ জ্ঞান সকলো বিষয়ত। তাইক অলপ বদ-মেজাজী বুলিব পাৰা, যাৰ বাবে মেনেজমেণ্টে বেয়া পালে....।

ঃ কিয় প্ৰসেন? লিজেণ্ডৰ আদিত্য ভাৰ্গবৰ সৈতে হোৱা কেলেংকাৰিৰ কথা হোৱাইট হৰ্ছৰ পি-আৰ-অ' সুজয় ঘোষে আহি এম. ডি-ক লগোৱা ঘটনাটো নকৰ কিয়? আচলতে কি জানা ভাস্বতী, ভাৰ্গব আৰু সুজয় ঘোষৰ অহি-নকুল সম্পৰ্ক। ইফালে দুয়োটাৰে টাৰ্গেট মহুৱা। পিছে ৰণত ভাৰ্গব জিকিল। সুজয় ঘোষৰ চৰ্ত, মহুৱা থাকিলে এড্‌কনৰ ফৰটি-ফাইভ পাৰ্চেন্ট কাম তুলি নিব। সুভাষ বাৰ্মাই লিজেণ্ডতকৈ হোৱাইট হৰ্ছ ক'ম্পেনিক বেছি পাত্তা দিয়ে, কাৰণ হোৱাইট হৰ্ছৰ তুলনাত লিজেণ্ডৰ কাম নগণ্য। লিজেণ্ডৰ আদিত্য ভাৰ্গব উফৰি গ'ল। ইফালে বেনাৰ্জীৰ সৈতে কিবা 'কেপচন' এটা দিয়া-নিদিয়া লৈ মহুৱাৰ তুমুল কাজিয়া। কেপচনটো পাৰ্টিৰ পছন্দ, কিন্তু মহুৱাই জিদ কৰি ব্যৱহাৰ কৰিবলৈ নিদিয়ে। অৱশেষত মহুৱাই চাকৰি ইস্তফা

দি গুচি গ'ল।

ঃ ইমানবিলাক কথা মোক কোৱা নাছিলা কিয় ইমানদিনে?

ঃ বেয়া পাই কোনোবাই চাকৰি এৰি গ'লে তেওঁৰ কথা পিছত নতুনকৈ জইন কৰোঁতাজনক নোকোৱাটোৱেই আমাৰ নিয়ম। ইয়াতকৈ বেটাৰ অফাৰ পাই গুচি যোৱাজনৰ কথাহে কোৱাৰ নিয়ম। মহুৱাৰ কথা নক'বলৈ আমাক কোৱা আছিল। — চিন্ময় চকীৰপৰা উঠিল।

ঃ সকলো শুনিলাই যেতিয়া; মই ইয়াত কিবা মন্তব্য দিয়াৰ প্ৰয়োজন আছে জানো ভাস্বতী? — কিছু ক্ষুণ্ণ কণ্ঠস্বৰ প্ৰসেনৰ।

ঃ আছে। এটা কথাত মই তোমাৰ সৈতে একমত। মহুৱাই সাংঘাতিক ধুনীয়া কবিতা লিখে। মহুৱা খুব সংবেদনশীল। যাৰ বাবে মোৰো মহুৱাৰ সৈতে বন্ধুত্ব কৰিবলৈ মন গৈছে। আৰু বাকীবোৰ মহুৱাৰ ব্যক্তিগত জীৱনৰ কথা, আমাৰ তাত হস্তক্ষেপ কৰাৰ দৰকাৰো নাই বা ক'বলগীয়াও নাই। — ভাস্বতীয়ে টেবুলৰ পেপাৰ ৱেটটো ঘূৰাই ঘূৰাই ক'লে। প্ৰসেনে আনন্দত তাইৰ আঙুলিত নখেৰে টোকৰ এটা মাৰিলে। ভাস্বতীয়ে তৎক্ষণাতে চিন্ময়লৈ চাই আকৌ ক'লে — 'কিন্তু মহুৱাই প্ৰতিদ্বন্দ্বী ক'ম্পেনিবোৰৰ মানুহৰ সৈতে হলি-গলি বেছি কৰি, গণ্ডগোল লগোৱাটো ঠিক হোৱা নাছিল। ই আমাৰ অফিচটোৰ 'ৰেপুটেশ্যন' আনৰ আগত বহুত তললৈ নমালে। এই কথাত চিন্ময়ৰ সৈতে মই একমত'। — প্ৰসেনে চকু ডাঙৰ কৰি ভাস্বতীলৈ ঘূৰি চালে।

ঃ ক্যা বাট হেয়, ভাস্বতী! তোমাক এড্‌কন ক্ৰিয়েটিভে এনেয়ে পি-আৰ-অ' বনোৱা নাই। তোমাক বেনাৰ্জীয়ে ভাল তালিম দিছে কিন্তু। — চিন্ময় আৰু প্ৰসেন দুয়োটাই হো-হোৱাই হাঁহিলে। ৰবীন আৰু মায়াও আহিল।

ঃ কি হ'ল, বেছ মজা হৈছেতো?' ৰবীনে ক'লে। প্ৰসেনে ভাস্বতীক দেখুৱাই ছেলুট এটা মাৰি ক'লে, 'গুৰু মানিলোঁ ৰবীন, গুৰু মানিলোঁ। এড্‌কনে এইবাৰ আচল মানুহ পাই গৈছে। চিন্ময়ে ষ্টেলাক চিঞৰিলে ওলাই আহিবলৈ। সকলোৱে জানে ষ্টেলা লামা আৰু ৰবীন লিংডোৰ মাজত হিয়া দিয়া-নিয়াৰ কাণ্ড এটা ঘটিছে। কিন্তু সিঁহতে গম নিদিয়ে কাকো। এদিন মায়া আৰু প্ৰসেনে অফিচ ছুটীৰ পাছত সিহঁতৰ পিছ লৈ ময়দানত দুটাই গাত গা লগাই ভজা বাদাম খাই থাকোঁতেই ধৰা পেলালেগৈ। এতিয়াও ৰবীনে এনে দেখুৱালে, যেন ষ্টেলা যোৱা-নোযোৱাৰ ওপৰত গুৰুত্বই দিয়া নাই। 'এয়াই হয়, প্ৰেমত পৰা মানুহে নিজৰ বাহিৰে সকলোকে মূৰ্খ বনাইছোঁ বুলি ভাবে। কিন্তু প্ৰকৃততে তেওঁলোকৰ চালাকি সকলোৰে চকুত ধৰা পৰে' — চিন্ময়ে ৰবীনলৈ বুলি বাক্যবাণ এৰিলে।

ৰাস্তাৰ সিপাৰেই নিতাইদাৰ দোকান। দোকানৰ সন্মুখতে তিনিখন বেঞ্চ। চি-আৰ এভিনিউৰপৰা সমগ্ৰ ডেলহাউছিপাৰাত হাজাৰ-বিজাৰ ফাষ্ট-ফুডৰ দোকান। ভাৰতবৰ্ষৰ নোপোৱা খাদ্য নাই। তদুপৰি আছে চাইনিজ, ইটালিয়ান আৰু কণ্টিনেণ্টেল খোৱাৰ দোকান। কেৱল অফিচৰ মানুহেই দুয়োবেলা এই ফাষ্ট-ফুড কৰ্ণাৰতে খায়। নিতাইদাই দুখন কেৰাহিৰপৰা গৰম জিলাপী আৰু চিঙাৰা এখন কাঁহীত থৈ গৈছে। পোৱালি ল'ৰাটোৱে কৌপাত এখন তামোল থুৰিওৱাদি থুৰিয়াই গৰম জিলাপী আৰু চিঙাৰা এটা দি গৈছে। তাহাঁতো গৈ বেঞ্চত বহিলত হাতে হাতে খোৱা পৰিল। মাটিৰ 'ভাৰ'ত চাহ। প্ৰসেনে বিনয়ক ক'লে — 'বিনয় গান এটা গা'। বিনয়ক সকলোৱে বৰ মৰম কৰি লৈ ফুৰে। সি লাজ কৰিলে। ৰবীনে ঢকা এটা মাৰি ক'লে, 'এইকেইটা মানুহলৈ লাজ কৰেনে? তই ভাল গান গাব বুলি কোনে নাজানে?' 'অঁ তো, এইকেইটা মানুহলৈ লাজ কৰি ষ্টেলা আৰু ৰবীনে প্ৰেম নকৰাকৈ আছেনে, কোনে নাজানে?' প্ৰসেনে টপ্‌কৈ ক'লে। ৰবীনে হাত দাঙিলে তালৈ। ষ্টেলা এনেয়ে গুলপীয়া, এইবাৰ ৰঙা হ'ল। বিনয়ে গালে — 'যদি তোৰ ডাক শুনে কেউ না আসে তবে একলা চলোৰে' — প্ৰসেন, চিন্ময়, মায়াই কণ্ঠ মিলালে — 'একলা চলো — একলা চলো — একলা চলোৰে....' অপূৰ্ব কণ্ঠৰ গৰাকী বিনয়। ৰবীন্দ্ৰনাথৰ পাছতে হেমাঙ্গ বিশ্বাসৰ গণসঙ্গীত 'মশাল জ্বালো মশাল জ্বালো....'। আটাইকেইটাই বিনয়ৰ কণ্ঠৰ সৈতে আৱেগ ঢালি সমস্বৰে যেতিয়া গণসংগীত গাইছিল ভাস্বতীৰ ভাব হৈছিল প্ৰসেন, চিন্ময়, মায়াহঁত যেন সোণাপুৰৰ কোনোবা বিদ্ৰোহী কৃষক। মিছিল আগবাঢ়িছে মহানগৰৰ সুউচ্চ-অট্টালিকাবোৰৰ মাজেৰে — জ্বলাই দিয়া হৈছে ডিস্ক' ক্লাব, তাৰকাযুক্ত মধুচক্ৰবোৰ, বহুজাতিক সংস্থাবোৰ, এড্‌কন ক্ৰিয়েটিভৰ ষ্টুডিঅ'টো, বিদেশী গাড়ীবোৰ — হিলদল ভাঙি ওলাই আহিছে ফ্ৰি-স্কুল ষ্ট্ৰীটৰ দেহোপজীৱিনীবোৰ — সিহঁতে নাচিছে, গান

গাইছে, মুক্তিৰ আনন্দত। ভাস্বতীৰ বাবে এই মুহূৰ্তকেইটা সদা-স্মৰণীয়। এটা পাহৰিব নোৱাৰা লাঞ্ছ-আবাব।

## এঘাৰ

ভাতখোৱা টেবুলত ৰাতি প্ৰয়াগক দিনটোৰ প্ৰতিটো কথা বৰ্ণনা দিয়াটো ভাস্বতীৰ অভ্যাসত পৰিণত হৈছে। ৰবীন-ষ্টেলাৰ প্ৰেম, বিনয়হঁতৰ গণসংগীতৰ বৰ্ণনা দি থাকোঁতেই ফোনটো বাজি উঠিল — স্বাতী, তোমাৰ ফোন। — প্ৰয়াগে ৰিচিভাৰটো তুলি ক'লে।

'মোৰ ফোন? ইমান ৰাতি!' — ভাস্বতী আচৰিত হ'ল। প্ৰয়াগলৈ ফোন কৰা মানুহ আছে। কিন্তু ৰাতি এঘাৰ বজাত তাইলৈ ফোন কৰা মানুহ এই মহানগৰত নাই বুলিয়েই তাই ভাবিছিল।

ঃ হেল্ল' দিদি, মই — মই গীতা বসুৱে কৈছোঁ। আজি দিনত মই যে গৈছিলোঁ....। দিদি আপুনি এটা কালাৰ এড্‌ভাৰটাইজমেণ্ট নিদিলে মই মৰি গ'লোঁ....। ভাস্বতীৰ টিঙিচকৈ খঙে আহি মূৰৰ চুলিৰ আগ পালেহি। 'পাগল হৈছা নেকি? কি ধেমালি পাইছা, ৰাতি মোক বিৰক্ত কৰিবলৈ — মোৰ ফোন নম্বৰ ক'ত পালা? মই একো কৰিব নোৱাৰোঁ....' 'প্লিজ দিদি, কাইণ্ডলি ফোনটো নথ'ব। টাৰ্গেটৰ ছেভেণ্টি পাৰ্চেণ্ট পূৰা কৰিব নোৱাৰিলে মোৰ দৰমহা কাটি দিব হেনো; মই ঘৰ কেনেকৈ চলাম দিদি....' 'মই নথকা হ'লে এইকথাখিনি তুমি কাৰোবাক ক'লাহেঁতেননে? চাণ্ড পালেই মূৰৰ ওপৰ উঠা, নহয়'!

ঃ দিদি, আপুনি নাজানে আমাৰ এড্-মেনেজাৰে বিজ্ঞাপনৰ টাৰ্গেট পূৰা কৰিব নোৱাৰিলে যিকোনো উপায়ে বিজ্ঞাপন আনিবলৈ কয়। চিধা অৰ্থত 'go, and sleep with the client and earn advt....' মই সেই কাম এতিয়ালৈকে কৰি পোৱা নাই — বহুতৰপৰা অশ্লীল ইংগিত পাইছোঁ, অসভ্য ব্যৱহাৰ পাইছোঁ, সকলো সহ্য কৰিছোঁ ....But I can't sleep with somebody for earning an advt....I believe....'A man should never earn his living, if he earns his life he'll be lovely...., মই জীৱন অৰ্জন কৰিব পৰা নাই — জীৱিকা অৰ্জন কৰিবলৈ বাধ্য হৈছোঁ। — গীতা বসুৱে কান্দি পেলালে। ভাস্বতী কিছুপৰলৈ থৰ লাগি থাকিল। তাই পাহৰিয়েই গৈছিল গীতা ইংৰাজী সাহিত্যৰ ছাত্ৰী আছিল। দুৰ্বল মুহূৰ্তত সেয়ে মুখেৰে ওলাই আহিছে লৰেঞ্চৰ কবিতাৰ পংক্তি। গীতা বসুৱে জাৰ্ণেলিষ্ট হোৱাৰ সপোন লৈ আহিছিল। গীতা বসুৰ দৰমহাৰে ঘৰৰ চৌকাত জুই জ্বলে, তায়েককেইটাই পঢ়ে — 'দিদি, ছবি' — সিফালৰপৰা গীতাৰ সেমেকা কণ্ঠস্বৰ।

ঃ গীতা, তুমি অফিচলৈ আহিবা। পাৰোঁ নে নোৱাৰোঁ নেজানো, কিন্তু মই আপ্ৰাণ যত্ন কৰিম। — গীতাৰ ধন্যবাদটো নুশুনাকৈয়ে ভাস্বতীয়ে ফোনটো থৈ দিলে। বিছনাত আধা শোৱাৰপৰা প্ৰয়াগে সুধিলে, 'কাৰ ফোন, স্বাতী?' ভাস্বতীয়ে একো নকৈ প্ৰয়াগৰ কাষতে শুই পৰিল। কিছুপৰৰ পাছত তাই লাহে লাহে ক'লে — 'মই এই চাকৰি কিয় কৰিছোঁ, প্ৰয়াগ?' 'তুমি মানুহ দেখিছা, জীৱন দেখিছা, সমস্যাবোৰৰ সৈতে চিনাকি হৈছা। এয়াই অভিজ্ঞতা স্বাতী — সকলো সময়তে 'কিয়' প্ৰশ্নটো তুলিব নাপায়'।

ঃ কিন্তু হৃদয়খন শিলেৰে ঢাক মাৰি মই চাকৰি কৰিব নোৱাৰোঁ যে.... প্ৰয়াগে ভাস্বতীক কাষ চপাই আনিলে। বহু সময়ত কিছু প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ থকাটোৱে শ্ৰেয় বুলি প্ৰয়াগে ভাবে। হো হো শব্দ কৰি নিঃশব্দ কোঠালিত চিলিং ফেনখন ঘূৰি থাকিল, ভাস্বতী-প্ৰয়াগৰ আৰু অলপ কাষ চাপি আহিল।

## বাৰ

বহাগলৈ বেছিদিন নাই। সময়বোৰ কেনেকৈ যে যায়! ভাস্বতীয়ে ভাবিলে। সিদিনা ছুল্টলেকৰপৰা কিবা কাম এটাত উভতি আহোঁতে তাই মন কৰিছিল গছবোৰৰ কুঁহিপাত। বহাগৰ প্ৰথম বৰষুণত মহানগৰখন মাহ-হালধিৰে নোওৱা ন-কইনাজনীৰ দৰে হৈছে। বহাগ আহিলেই ভাস্বতীৰ ছাত্ৰী-জীৱনলৈ মনত পৰে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীলৈ যোৱা পথটোত চাগে নাহৰ গছবোৰত শাৰী শাৰীকৈ ৰঙা কুঁহিপাত মেলিছে। অসমলৈ বহাগ অহাৰ প্ৰথম খবৰটো এই ইউনিভাৰ্ছিটিৰ নাহৰ কেইজোপাই আনে নেকি? ক'ত যে হেৰাই গ'ল তাইৰ বন্ধুবোৰ? আজৰি পালেই তাই কলিকতা, মুম্বাই, দিল্লী য'তেই নাথাকক স্মৃতিৰ এলবামৰ পৃষ্ঠা লুটিয়াই সকলোৰে মুখ চাবলৈ যত্ন কৰে।

বতৰটো গোমা। আকৌ বৰষুণ আহিব চাগে। অফিচত তাইৰ আজি বিশেষ কাম নাই। বিনয়ে একাপ চাহ দি গৈছেহি। এনেকুৱা মুহূৰ্তবোৰত তাইৰ কেতিয়াবা বৰ উদাস লাগে। খিৰিকীৰ আয়নাখনত টোপাটোপে পানী পৰিছে।

এই মাল্টিষ্টৰি বিল্ডিংবোৰত ব'দ সোমোৱাৰ ব্যৱস্থা যেনেকৈ নাই বৰষুণৰ শব্দ শুনাবো উপায় নাই। বাহিৰত কি ঘটিছে একো গম নাপায়। কিমানদিন যে শুনা নাই টিনৰ চালত ঝৰ্ঝৰাই বৰষুণ পৰাৰ শব্দ। 'মে আই কাম ইন?' মাতটো শুনি ভাস্বতীয়ে দুৱাৰখনৰ ফালে চালে। এগৰাকী দীৰ্ঘাংগী সুন্দৰী থিয় হৈ আছে। গুলপীয়া লক্ষ্ণৌ-চিকনৰ ছেলোৱাৰ কুৰ্তাযোৰ পানীত তিতিছে। চুলিতো টোপাটোপে বৰষুণৰ পানী। তাই ছোৱালীজনী চিনি নাপালে।

ঃ আহক বহক। — চকীখন দেখুৱাই তাই ক'লে। 'মোৰ নাম মহুৱা, মহুৱা ৰয়.... ভাস্বতীৰ চকুহাল উজলি উঠিল। তাই যেন মহুৱা ৰয় অহাৰ দিনটোলৈ বাট চাই আছিল তেনেকৈয়ে ক'লে — 'আজিহে আহিলা?'

ঃ আহিবলৈ আচলতে প্ৰয়োজনেই হোৱা নাছিল। আজি এইফালে আহিছিলোঁ কাম এটাত। মনত পৰিল হঠাতে — মোৰ বস্তু কেইটামান এৰি থৈ গৈছিলোঁ। ইয়াত আছে নেকি বাৰু এতিয়াও? পেলাই দিলেও একো নাই, বৰ ইম্পৰ্টেণ্ট নহয়। ভাস্বতীয়ে মহুৱা ৰয় ইমান ধুনীয়া বুলি ভাব নাছিল। জীৱনানন্দই 'বনলতা সেন' লিখোঁতে মহুৱাক দেখিছিল নেকি কেনেবাকৈ? ভাস্বতীয়ে লাহেকৈ একেবাৰে তলৰ ড্ৰয়াৰটো খুলি ক'লে — 'নাই পেলোৱা, যেনেকৈ থৈছিলা, তেনেকৈ আছে। লৈ যোৱা'। মহুৱা উৰি অহাদি ড্ৰয়াৰটোৰ ওপৰতে পৰিলহি। 'আছে? সঁচানে?' বুলি তাই এহাতেৰে জিনৰ বটলটো, চিগাৰেটৰ পেকেটটো আৰু আনখন হাতেৰে নোটবুকখন উলিয়াই আনিলে। মেগাজিন কেইখনৰ ফালে নাচালেই। 'আচলতে মোক এই ডায়েৰিখন এতিয়া বৰ দৰকাৰ হৈছিল। ইয়াৰ যিকোনো এটা নম্বৰত ফোন কৰিলেই মোৰ এটা চাকৰি এতিয়াই হৈ যাব। পইচা শেষ হৈ আহিছে। দুদিন মদ খোৱা নাই জানা? তোমাক কি বুলি যে ধন্যবাদ জনাম, প্ৰসেনে এনেয়ে কোৱা নাছিল, তুমি বৰ ভাল....'। মহুৱাই লৰা-লৰিকৈ এটা চিগাৰেট জ্বলাই বৰ তৃপ্তিৰে হোপা এটা মাৰিলে। তাৰ পাছত হঠাৎ মনত পৰাদি চিগাৰেটৰ পেকেটটো তাইলৈ আগবঢ়াই ক'লে, 'খাবা নেকি? লোৱা'। তাই ক'লে — 'নেলাগে, ধন্যবাদ'। মহুৱা আকৌ চকীখনত বহি বাহিৰলৈ চালে। ভাস্বতীয়ে সুধিলে— 'তুমি এতিয়া ক'তো কাম কৰা নাই নেকি?' 'নাই, ক'তো কাম কৰিবলৈ মন নাছিল — পিছে.... মোৰ ছোৱালীজনীৰ বাবেই কৰিব লাগিব। নহ'লে মোৰ য'তে-ত'তে হৈ যায়'। মহুৱাই কথাবোৰ বৈ বৈ কয়।

ঃ তোমাৰ ছোৱালী?

ঃ অঁ মোৰ ছোৱালী। প্ৰসেনে কোৱা নাই? মোৰ এজনী সাত বছৰীয়া ছোৱালী আছে।

ঃ দেখিলেতো নালাগে। — মহুৱাই খিল্‌খিলাই হাঁহিলে। পাহাৰী ঝৰ্ণাৰ দৰে চঞ্চল হাঁহি।

ঃ মোৰ বয়স কিমান জানা। বত্ৰিছ।

ভাস্বতীয়ে নিষ্পলকভাৱে চাই থাকিল মহুৱালৈ।

ঃ কিন্নৰী, মানে মোৰ ছোৱালী, কিন্নৰীৰ দেউতাক নাই, কাৰ এক্সিডেণ্টত মৃত্যু হ'ল — সাত বছৰমান আগতেই....। আচ্ছা যাওঁ এতিয়া, লগ পাম পাছত দেই — মহুৱা গপ্‌গপাই উঠি দুৱাৰখনৰ ওচৰ পালেগৈ। ভাস্বতীয়ে মাত লগালে 'শুনা'। মহুৱা আকৌ ঘূৰিল ভাস্বতীৰ ফালে।

ঃ তোমাৰ বস্তুকেইটা ইমানদিন কিয় সাঁচি থ'লোঁ, নোসোধা জানো?

মহুৱাই লাহেকৈ সুধিলে, 'কিয়?'

ঃ তুমি এটা সত্য বিচাৰিছা, যি কেতিয়াও বঞ্চনা নকৰে। তুমি জীৱন বিচাৰিছা। হৃদয় বিচাৰিছা। ইয়াৰ পাছতো তোমাৰ বস্তুবোৰ কেনেকৈ পেলাই দিওঁ। — মহুৱা আকৌ লাহে লাহে ভাস্বতীৰ একেবাৰে কাষত বহিলহি। সৰু সৰুকৈ তাই ক'লে, 'কপি-ৰাইট কৰোঁতে মাজে মাজে মোৰ অনুভৱ, উপলব্ধিবোৰো ওলাই আহে। 'বঞ্চনা নকৰা সত্য' মোৰ জীৱনৰ আটাইতকৈ প্ৰিয় পুৰুষজনেই বিচাৰিছিল। মোৰ টেবুলৰ ওপৰৰ এখন কাগজত বাক্যশাৰী ডাঙৰকৈ লিখিছিলোঁ। বেনাৰ্জীয়ে দেখি ভাল পাই ডিটাৰজেণ্ট পাউডাৰৰ বিজ্ঞাপনত দিব খুজিলে। কাজিয়া হ'ল। বহুত গণ্ডগোল হ'ল। অৱশেষত মই চাকৰিকে এৰি দিলোঁ। সকলো কৰিব পাৰি, হৃদয়ক বিজ্ঞাপন কৰিব নোৱাৰি, পাৰি জানো?'

মহুৱা গুচি গৈছিল। ভাস্বতী বহুপৰলৈ নিমাতে বহি আছিল। হৃদয়ক মূল্য দি আজিও মানুহে লোভনীয় চাকৰি এৰিব পাৰে! ভাস্বতীয়ে মনে মনে ঠিক কৰিলে, মহুৱাৰ সৈতে তাই বন্ধুত্ব কৰিবই লাগিব। প্ৰসেনক বিচাৰি তাই ওলাই গ'ল। মহুৱাৰ ঠিকনা তাৰ ওচৰতে পোৱাটো খাতাং। ষ্টেলাই ক'লে — 'ৰবীনৰ বাদে আজি অফিচত কোনো নাই। সকলো আউটডড'ৰ কামত গৈ উভতি অহাই নাই'।

ঃ মহুৱাৰ ঠিকনা আছেনে ষ্টেলা?

ষ্টেলাই অবাক হৈ সুধিলে, 'কিয়, তোমাকো তাই টকা বিচাৰিছে নেকি?'

ঃ টকা? — ভাস্বতী আচৰিত হ'ল।

ঃ বস্কা পৰিলা তেতিয়াহ'লে। পইচাবোৰ মদ-চিগাৰেট খাই উৰুৱাই অলপ দিনৰপৰা মহুৱাই আক-তাক পইচা বিচাৰে। ধাৰলৈ। মই তাই অহা দেখিয়েই লুকালোঁ। বেচেৰী তাইৰ ছোৱালীজনীলৈ বেয়া লাগে।

ঃ কোনে তাইক চোৱা-চিতা কৰে?

ঃ কোনোবা দূৰ সম্পৰ্কৰ মাহীয়েক এজনীৰ ঘৰতে থৈ ওলাই আহে তাই। কিন্তু কিমানদিন আনে চাব? তাই চাকৰি কৰালৈকে বহুত টকা আছিল। কিন্নৰীক অভাৱত পৰিবলৈ দিয়া নাছিল। কি পাগল ছোৱালী? তাই ইচ্ছা কৰিলেই চাকৰি পাব, তাকে যত্ন নকৰে। এয়া লোৱা মহুৱাৰ ঠিকনা-ফোন নম্বৰ....।

ভাস্বতীয়ে ঠিকনাটো আনি বেগত সযতনে ভৰালে। মহুৱাই লিখিছিল, সহজ কাম তাইৰ ভাল নালাগে। মৃত্যু সহজ বাবেই জীৱনক লৈ তাই হেতালি খেলিব লাগেনে? ভাস্বতীয়ে ভাবিলে।

## তেৰ

মায়া আজি বৰ ধুনীয়াকৈ সাজি-কাছি আহিছে। এটা ক'লা 'স্লেকছ' তাৰ ওপৰত এটা বগা-নীলা ঢিলা ছাৰ্ট। কাণ আৰু ডিঙিত তিনিটা সৰু বগা পাথৰে চিক্‌মিক কৰিছে। প্ৰায় এমাহ ধৰি গণ্ডগোল লগাই থকা 'শ্বেলী অব্ লণ্ডন' নামৰ নামকৰা পাৰ্‌ফিউম ক'ম্পেনিটোলৈ মায়াক লগত লৈ যাবলৈ বেনাৰ্জীয়ে আগদিনাই ভাস্বতীক কৈছিল। 'বাঃ বৰ ধুনীয়াজনী হৈ আহিছা।' — মায়াক দেখি ভাস্বতীয়ে জোকালে।

ঃ তোমাৰ সৈতে যাম। আগতে দুবাৰ গৈ মোৰ কাম হোৱা নাই। এইবাৰ কিজানি হয়েই, সেইবাবে চকুত লগাকৈ আহিছোঁ। — কৈ মায়াই খিক্‌খিকাই হাঁহিলে।

টেক্সিত বহিয়ে মায়াই ড্ৰাইভাৰক ক'লে — ছাউদাৰ্ন এভিনিউ।

ঃ ছাউদাৰ্ন এভিনিউ অঞ্চলটো মোৰ বৰ ভাল লাগে। সেই অকমান সেউজীয়া অঞ্চল যি মহানগৰৰ মাজত অৱশিষ্ট ৰৈছেগৈ।

ঃ পাৰ্টিটো পিছে, বৰ খচ্চৰ পাৰ্টি। — মায়াই ক'লে।

ঃ বাদ দিয়া কথা পাতি চাম, নহ'লে চি-এ-অ' আৰু এম-ডি আহিব। তোমাৰ ঘৰ বাৰুইপুৰত, নহয় জানো? এদিন যাম দিয়া।

ঃ যাবা? মোৰ ঘৰলৈ? সঁচাকৈ কৈছানে?

ঃ সঁচাকৈ কৈছোঁ, কিয়? অৱশ্যে কোনদিনা যাম সঠিককৈ আজিয়ে ক'ব নোৱাৰোঁ।

ঃ আমি কিন্তু গৰীব।

ঃ ধনৰ নে মনৰ?

ঃ সঁচাকৈ কৈছোঁ, ধনৰো, মনৰো। ধন নাথাকিলেই মন সংকুচিত হয়। — ভাস্বতীৰ আচৰিত লাগিল, এয়া মায়াই কথা কৈছেনে?

ঃ তোমাৰ ঘৰত কোন কোন আছে? তুমি দেখোন কোৱাই নাই।

ঃ তুমি সোধাও নাই ইমানদিনে।

ঃ হ'লেও, আমাৰ আটাইকেইটা মানুহৰ মাজত ইমান বন্ধুত্ব, তুমিও নিজেও ক'ব পাৰা।

ঃ কৈ ভাল লাগিবলৈ আমাৰ একো নাই। আমাৰ তিনিটা বাই-ভাই। দেউতাই চিয়াঁহী ফেক্টৰী এটাত কাম কৰিছিল। মই মেট্ৰিক দিবৰ সময়তে বন্ধ হৈ গ'ল। মই ঘৰৰ সৰু। মোৰ ওপৰৰ দাদা আৰু এজনী বাইদেউ। আমাৰতো জানেই ছোৱালী বিয়া দিওঁতে যৌতুক কিমান লাগে। বাইদেউ বি-এ পাছ। অত্যন্ত নখে মাটি লিখা ছোৱালী। তথাপিও সম্বন্ধ আহে, ভাঙি যায়। মই দেখাতে বাইদেউক পোন্ধৰ-যোল্ল যোৱা মানুহে চালে। প্ৰতিটো ল'ৰাই তাইক মূৰৰপৰা ভৰিলৈকে নিৰীক্ষণ কৰি ইণ্টাৰ্‌ভিউ লয়। কিন্তু খা-খৰচৰ কথা ওলোৱাৰ পাছত বিয়া ভাঙে। মোৰ ওপৰৰ দাদাই এইবাৰ বি-এছ-চি দিব। সি টিউশ্যনৰ পইচাৰে পঢ়ে। দেউতাই ৰাতিপুৱা খবৰ কাগজ বিক্ৰী কৰে। হ'কাৰ। দিনত এখন দোকানত হিচাপ-নিকাচৰ খাতা লৈ বহে। দেউতাই মাহে এহেজাৰমান ৰোজগাৰ কৰে। আমাৰ মা অসুখীয়া। প্ৰায় চাৰি বছৰ ধৰি শয্যাগত। মই পাওঁ আঢ়ৈ হেজাৰ টকা। তাৰে সংসাৰ চলে কোনোমতে। ময়ো পঢ়াত বেয়া নাছিলোঁ। হায়াৰ ছেকেণ্ডাৰী পাছ কৰাৰ পাছত, এই চাকৰিটো মোৰ কপালত লাগিল। মোৰ অৰ্হতাৰে ভাল চাকৰি। এয়াই মোৰ কথা। — কৈয়ে মায়াই বাহিৰলৈ চালে। ৰাতিপুৱা গধূলি সকলো সময়তে এই ৰাস্তাত ৰবীন্দ্ৰ সৰোবৰৰ পাৰে পাৰে 'বতাহ খোৱা' মানুহৰ ভিৰ। প্ৰেমিক-প্ৰেমিকাৰ নিভৃত-স্থল এই অঞ্চল। ভাস্বতীৰ মায়ালৈ চাই বেয়া লাগিল। উনৈছ বছৰ বয়সৰপৰা সংসাৰৰ ভাৰ কান্ধত লোৱা ছোৱালীজনীৰ একো আশা-আকাংক্ষা নাইনে? মায়াৰ মুখত সুখ-দুখৰ

লেশ-মাত্ৰাও প্ৰতিক্ৰিয়া নোলায়। ইমান সহজে সুন্দৰ পোছাক পৰিহিতা যৌৱনোচ্ছল গাভৰুৱে কেনেকৈ ক'ব পাৰে নিজৰ দৰিদ্ৰতা আৰু বিপৰ্যয়ৰ কথা! ভাস্বতীৰ মায়ালৈ বৰ মৰম লাগিল। তাইৰ এজনী ভনীয়েক থকা হ'লে মায়াৰ সমানেই হ'লহেঁতেন চাগে।

এটা ধুনীয়া থকা ঘৰ যেন লগা বিল্ডিঙৰ সমুখতে টেক্সি ৰখাই মায়াই ড্ৰাইভাৰক পইচা দি তাইক ক'লে, 'আহাঁ। তুমি এম-ডিৰ বাবে ভিজিটিং ৰুমত অলপ বহিব লাগিব। মই চিধা এড্‌ভাৰটাইজিং মেনেজাৰ মনোহৰলালৰ ওচৰলৈ যাম। সিয়ে প্ৰধান মানুহ। এম-ডিৰ সৈতে তোমাৰ কথা পতা হ'লে আকৌ ভিজিটিং ৰুমতে মোলৈ অপেক্ষা কৰিবা'। — কৈয়েই মায়া জোতাৰে খট্ খট্ শব্দ তুলি বিশাল ঘৰটোৰ ক'ৰবাত অন্তৰ্ধান হ'ল। ভাস্বতীৰ পেটে পেটে খং উঠিল। মায়াৰ এটা অহংকাৰ দেখা পালে তাই। কম বয়সত টকাৰ মুখ দেখিলে এনে হয়েই। ভাস্বতীয়ে ভাবিলে।

এম-ডিজন দক্ষিণৰ মানুহ। ছুট-টাই পিন্ধি কপালত ৰেঘা লোৱা। মানুহজন বেয়া নহয়। কিন্তু ভাস্বতীৰ সকলো প্ৰকাৰৰ চেষ্টা অথলে গৈছে। ইতিমধ্যে এটা ক'ল্ড ড্ৰিংছ, একাপ কফিও শেষ হৈ গৈছে। ভাস্বতীয়ে ক'ত কেনা লাগিছে ধৰিব পৰা নাই। ছয় লাখ টকাৰ কাম দিয়াৰ কাগজ-পত্ৰ এড্‌কন ক্ৰিয়েটিভলৈ পঠোৱাৰ পাছত হঠাতে তেওঁলোকে সিদ্ধান্ত সলালে। এড্‌কনৰ প্ৰতিদ্বন্দ্বী বিজ্ঞাপন সংস্থাবোৰে ইয়াতে গৰাহ মাৰি ধৰিছেহি। এম-ডি কৃষ্ণমূৰ্তিৰ টেবুলৰ ফোনটো বাজি উঠিল। সিফালৰপৰা কিবা কথোপকথন। হঠাত এম-ডিয়ে আটাইকেইটা দাঁত উলিয়াই হাঁহি মাৰি ভাস্বতীলৈ চাই ক'লে — 'ঠিক আছে। কামটো আপোনালোককে দিয়া হ'ব। এইমাত্ৰ মনোহৰলালে ফোন কৰিলে। আজিয়ে আমাৰ ব'ৰ্ড বহিব। হৈ যাব, চিন্তা নাই'। ভাস্বতীৰ খবৰটো শুনি অলপো ভাল নালাগিল। এম-ডিয়ে তাইক না কৰা কাম এটা মনোহৰলালে 'হা' ক'লত কেনেকৈ হ'ল? তাৰমানে কামটো মায়াই কৰিলে। এই মুহূৰ্তত মায়াই মনোহৰলালৰ সৈতে কথা পাতিছে। ভাস্বতীয়ে প্ৰথমবাৰৰ বাবে নিজৰ মেধা আৰু বুদ্ধিমত্তাৰ ওপৰত বিশ্বাস হেৰুৱালে, তাকো মায়াৰ দৰে কম বয়সৰ, চঞ্চল ছোৱালী এজনীৰ ওচৰত।

দীঘল কৰিড'ৰটোৰেদি ভাস্বতী ভিজিটিং ৰুমলৈ বুলি খবৰ-খোজেৰে গৈ আছিল। হঠাৎ তাইৰ সোঁফালৰ এখন দুৱাৰৰ নেমপ্লেটত চকু পৰিল। চীফ এড্‌ভাৰটাইজিং মেনেজাৰ, মনোহৰলাল। তাই দুৱাৰখনৰ ওচৰত থমকি ৰওঁতেই দুৱাৰখন খোল খালে। মায়া ওলাই আহিল। আহিয়েই তাইক সমুখতে দেখি কিছু অপ্ৰস্তুত হ'ল। মায়াৰ পাছতে এজন চাপৰ, গাঠলু চেহেৰাৰ ফুলাম ছাৰ্ট পিন্ধা মানুহ ওলাই আহিল। মায়াই চিনাকি কৰি দিলে — 'মনোহৰলাল' — এয়া আমাৰ পি-আৰ-অ' — মানুহজনে অসম্ভৱ বিনয়েৰে হাতযোৰ কৰিলে। বাৰে বাৰে অনুৰোধ কৰিলে, তাইক তেওঁৰ ৰুমত বহি কফি খাবলৈ। মায়াই ক'লে, 'এতিয়া নালাগে, অন্য এদিন, আজি বহুত কাম আছে, মনোহৰলালে মায়াৰ পিঠিত 'ঠিক আছে, ঠিক আছে' বুলি কৈ মৰমেৰে হাত ফুৰালে। ধন্যবাদ, দি সিহঁত তাৰপৰা ওলাই আহিল। এখন টেক্সিত বহিয়েই মায়াই ক'লে, 'তোমাৰ মনোহৰলালৰ সৈতে চিনাকি হোৱাৰ কোনো দৰকাৰ নাছিল'। তাই তকৈ কেবাবছৰো সৰু এই ছোৱালীজনীৰ স্পৰ্ধা দেখি ভাস্বতী মনে মনে থাকিব নোৱাৰিলে। 'জানো, তুমি গোটেই কামটোৰ ক্ৰেডিট ল'বলৈ পগলা হৈছা বুলি। তথাপিও মোৰ পৰ্যায়ত মই কাম কৰিবই লাগিব; আহিবই লাগিব। প্ৰট'কল বুলি কথা আছে। এম-ডিৰ সৈতে কথা পাতিবলৈ তোমাক নপঠায়'। ভাস্বতীৰ খঙত নাকৰ পাহি দুটা ফুলিছিল। মায়াই তাইৰ কথাৰ গুৰুত্বই নিদিলে। বেগৰপৰা সৰু মিৰৰখন উলিয়াই লিপষ্টিক লগালে, ৰুমালেৰে আইশ্বেডবোৰ ঠিক কৰিলে। ভাস্বতীয়ে তেতিয়াহে হঠাৎ মন কৰিলে, মায়াৰ ওঁঠত লিপষ্টিক নাছিল, আইশ্বেডবোৰ বিয়পি পৰিছে। ডিঙি আৰু বুকুৰ মাজৰ খোলা অংশ টুকুৰাত এটা ৰঙা আৰু ক'লা মিশ্ৰিত তেজ গোট মাৰৰ দৰে ঘূৰণীয়া দাগ। তাই সন্দেহেৰে সুধিলে, 'মায়া তুমি এনেকৈয়ে কামবোৰ হাচিল কৰা নেকি?' মায়া কিছুপৰ স্তব্ধ হৈ থাকিল। তাৰ পাছত লাহে লাহে ক'লে — 'আমাৰ কামবোৰ দুটা পৰ্যায়ত হয়, যিবোৰ কাম তোমাৰ বা বেনাৰ্জীৰ ওপৰতে হয়, সেইবোৰলৈ মোৰ যোৱাৰ দৰকাৰ নহয়। আমাৰ প্ৰথমতে 'কেছ' অফাৰ কৰা হয়। তাৰ পাছতো যদি মান্তি নহয়, তেতিয়া 'কাইগুছ'। আমাৰ অফিচৰ কামৰ বাবে ঠিক কৰা দুগৰাকী অভিজাত দেহোপজীৱিনী আছে। পাৰ্ক ষ্ট্ৰীটত তেওঁলোকৰ ফ্লেট। পিছে মনোহৰলালৰ সেইবোৰলৈ যোৱাৰ সাহস নাই। কিবা 'বাবা' এজনৰ ভক্ত। নিৰামিষ খায়। বেয়া ঠাইলৈ নেযায়। মোক বহুতদিন ফোনত কিবাকিবি কয়। তাৰ ঘৈণীয়েক হেনো দেখিবলৈ বেয়া। অসুস্থ। সেয়াও কয়। এম-ডি আৰু চি-এ-অ'ই সেয়ে মোক আহিবলৈ ক'লে।

আজি মই সাজু হৈয়ে আহিছোঁ। এনেকৈ মই বহুজনৰ ওচৰলৈ গৈছোঁ। উপায় নাই।' — অলপো খোকোজা নলগাকৈ মায়াই কথাবোৰ ক'লে।

ঃ এই কাম কৰি তোমাৰ খং নুঠে?

ঃ খং উঠিলে কি হ'ব? মোৰ অৰ্হতাৰে ইয়াতকৈ বেছি দৰমহাৰ চাকৰি পাম জানো? আৰু পালেও তাতো যে এনে কামেই কৰিব নালাগিব তাৰ কি গেৰাণ্টি আছে? এতিয়া দৰমহাৰ বাহিৰেও মোক এনে 'কনট্ৰেক্ট' আনি দিয়া বাবদ কমিশ্যন দিয়ে অফিচে। — অলপ ৰৈ মায়াই আকৌ ক'লে, 'তোমালোকৰ ভাল। আজিৰ কামটোৰ ক্ৰেডিট প্ৰট'কল অনুযায়ী তুমিহে পাবা। তোমাৰ কেৰিয়াৰ উজ্জ্বল হ'ব। সকলোৱে ক'ব এড্‌কন ক্ৰিয়েটিভৰ পি-আৰ-অ' গৈ ছয় লাখ টকাৰ নোহোৱা কাম এটা কন্‌ভিন্‌ছ কৰাই লৈ আহিলে'। মায়াই কথাবোৰ কওঁতে ক্ষোভ মিহলি হৈ আছিল। ভাস্বতীৰ নিজকে এজনী বেশ্যালয়ৰ গৰাকিণী যেন লাগিবলৈ ধৰিলে। তাই সংযত হৈ ক'লে — 'মায়া, মোক ক্ষমা কৰিবা। এই কথাবোৰ মই একো জনা নাছিলোঁ। আজিৰ কামটো পাই মোৰ কিমান দুখ হৈছে অন্ততঃ সেয়া বুজিবলৈ যত্ন কৰা'। — ভাস্বতীয়ে লাহেকৈ মায়াৰ হাত এখনৰ ওপৰত হাত এখন থ'লে।

ঃ দিদি, বৰ মন যায় কেতিয়াবা সপোন দেখিবলৈ। দেউতাৰ চিয়াঁহী ফেক্টৰীটো আকৌ চলিছে.... মায়ে স্কুললৈ যোৱাৰ আগতে আমাৰ সন্মুখত গৰম ভাত বাঢ়ি দিছে। দেউতাই আমাক দুৰ্গাপূজা দেখুৱাবলৈ লৈ গৈছে.... আমাৰ গাত নতুন কাপোৰ.... মই বেনাৰ্জী, সুভাষ বাৰ্মা, মনোহৰলাল কাকো চিনি নেপাওঁ, মাত্ৰ চিনি পাওঁ মোৰ মা-দেউতাক, দাদা আৰু বাইদেউজনীক। ঘৰৰ সৰু বাবে সকলোৱে ওফোন্দ পাতিলেই মোক মৰম কৰে....। কিমানদিন যে মই কাৰো ওচৰত আপত্তি কৰা নাই.... ওফোন্দ পতা নাই.... কিমানদিন....!' ভাস্বতীৰ হাতৰ ওপৰত দুটোপাল কুহুমীয়া পানী পৰিল। তাই হাতখন আঁতৰাই নানিলে। কান্দিব খুজিছে কান্দক মায়াই। ওফোন্দ পাতিবলৈ পাহৰি যোৱা এই কণমান ছোৱালীজনীয়ে শৈশৱ, কৈশোৰ, যৌৱনৰ একো অনুভৱেই পোৱা নাই। যিসময়ত তাই সপোন দেখিব লাগিছিল কলেজত পিকনিক, এস্কাৰছন, আৰু এজন প্ৰেমিকৰ বাবে, যিসময়ত কোনো জোৎস্না ভৰা সন্ধিয়া, এই ৰবীন্দ্ৰ সৰোবৰৰ পাৰতে তাইক প্ৰেমিকে ওঁঠত আলফুলে আঁকি দিব লাগিছিল হৃদয়ৰ পৰশ — তাৰ ঠাইত তাই বুকুত লৈ আহিছে পিতৃসম বয়সৰ মনোহৰলালৰ কামুক দংশন — ইয়াৰ বাবে তাই কমিছন পাব। আন্ধাৰ কৰিবলৈ পাহৰি যোৱা মায়াই সংসাৰৰ আন্ধাৰ মাৰিব....। ভাস্বতীৰ মায়ালৈ শ্ৰদ্ধা লাগিল। এজন মহান মানুহে কৈছিল, নিপীড়িত নাৰী জাতিৰ স্বাধীনতাৰ, সমান অধিকাৰৰ বাবে, সাম্যৰ বাবে মিছা কথা কোৱা মানুহবোৰ ধ্বংস হৈ যাওক.... গৃহস্থৰ বান্দীগিৰীৰপৰা মুক্তি, শ্বেয়াৰ আৰু পুঁজিৰ ব্যক্তিগত মালিকানাৰপৰা মুক্তি নোপোৱালৈকে স্বাধীনতাৰ বাবে নাৰীয়ে সংগ্ৰাম কৰিবই লাগিব। সেই মহামতি লেনিনক, মায়াই চিনি নাপায়, হয়তো নাম শুনিছে। এই সংগ্ৰামত নজনাকৈয়ে চামিল হোৱা মায়াক ইতিহাসে মনত ৰাখিবনে? অন্য নহ'লেও এই বাইছ বছৰীয়া ছোৱালীজনীয়ে সুভাষ বাৰ্মা, মনোহৰলালক ঘৃণা কৰি হাঁহি হাঁহি জীয়াই থকাৰ মন্ত্ৰ শিকিছে যে! আৰু কিমান মায়াৰ ত্যাগ আৰু নিপীড়ণত ৰচিত হ'ব ইতিহাস? ভাস্বতীৰ চিঞৰি চিঞৰি সুধিবলৈ মন যায়।

## চৈধ্য

অফিচৰ নিমাখিত বিনয় নামৰ ল'ৰাটো গোবিন্দ হালদাৰৰ ল'ৰা? এসময়ত আশী হাজাৰৰ মূৰৰ দাম উঠা গোবিন্দ হালদাৰ! নক্সাল পাৰ্টিৰ মানুহ বুলি পিছলৈ হাত বান্ধি এফালৰপৰা গুলীয়াই যোৱা বধ্যভূমি মৃতদেহৰ মাজৰপৰাই যি গোবিন্দ হালদাৰ পলাই গৈ আকৌ সংগঠনটো জীয়াই তুলিবলৈ সক্ষম হৈছিল, সেই গোবিন্দ হালদাৰৰ একমাত্ৰ ল'ৰা বিনয় বুলি গম পাই ভাস্বতী হতবাক হৈছিল। অবাক হৈছিল চিন্ময় আৰু প্ৰসেনৰ মুখৰপৰা গোবিন্দ হালদাৰৰ জীৱনৰ ইতিহাস শুনি। সেয়া অন্য এক কলিকতা। চল্লিছৰ দশকৰ কলিকতা। যিখন কলিকতালৈ প্ৰসেনৰ, চিন্ময়ৰ মাক-দেউতাক ৰিফিউজি হৈ আহিছিল। য'ত কবি সুকান্তই 'ক্ষুধাৰ ৰাজ্যে পৃথিবী গদ্যময়, পূৰ্ণিমাৰ চাঁদ যেন ঝলসানো ৰুটি' লিখিছিল। এবাটি নিসনি খাবলৈ নেপাই ক্ষুধাত মৃত্যু হোৱা লক্ষ লক্ষ মানুহৰ ফুটপাথত পৰি থকা মৃতদেহ সহ্য কৰিব নোৱাৰি ইংৰাজৰ চৰকাৰী নিষেধাজ্ঞা অমান্য কৰি 'ষ্টেটছমেন' কাকতৰ সম্পাদক ইয়েনছ ষ্টিফেন্‌ছে ইংৰাজ হৈয়ো কাকো পৰোৱা নকৰি ছবি প্ৰকাশ কৰি বিশ্ব তোলপাৰ লগাইছিল। যুদ্ধ আৰু আকালৰ সুবিধা লৈ ৰাতা-ৰাতি ধনী হোৱা ভাৰতীয় মানুহবোৰৰ মূল্যবোধ চিনাবলৈ গোবিন্দ হালদাৰইঁতে বন্দুকৰ শিক্ষাৰ

বাদে একো শিক্ষাৰ বাটেই বিচাৰি পোৱা নাছিল। এনে এক সংঘৰ্ষতে গোবিন্দ হালদাৰৰ বাওঁ কৰঙণত এটা গুলী সোমাইছিল। সেয়া প্ৰায় ষাঠিৰ দশকৰ আগ ভাগৰ কথা। এমাহ পুলিচৰ ভয়ত গুলী নুলিওৱাকৈয়ে ভয়ংকৰভাৱে জীয়াই আছিল গোবিন্দ হালদাৰ। এজন সহৃদয় ডাক্তৰে গোপনে কৰা চিকিৎসাত পিছলৈ ভাল হৈ উঠিছিল মানুহজন। বিয়াও কৰাইছিল। বিনয় জন্ম হোৱাৰ পাঁচ বছৰমান পিছৰপৰা গোবিন্দ হালদাৰ চিৰকাললৈ শয্যাগত হৈছিল। এতিয়া এসময়ৰ সিংহৰূপী গোবিন্দ হালদাৰ পক্ষাঘাত ৰোগী। প্ৰসেন-চিন্ময়হঁতে এই ইতিহাস শুনিছে মাক-দেউতাকৰ মুখৰপৰা। শ্ৰদ্ধা কৰিবলৈ শিকিছে গোবিন্দ হালদাৰৰ দৰে মানুহক। গোবিন্দ হালদাৰৰ চৰম দুৰ্দশা চাব নোৱাৰি সিহঁতেই বিনয়ক এই চাকৰিত সুমুৱাই দিছে কম বয়সতে। চিন্ময়, প্ৰসেন আজিৰ ল'ৰা, তথাপিও সিহঁতৰ শ্ৰদ্ধাত জীয়াই আছে মানুহৰ ইতিহাস, জী উঠিছে জীৱনক নতুনকৈ পোৱাৰ হাবিয়াস....।

ভাস্বতীহঁতেও ছাত্ৰ-আন্দোলন কৰিছিল, তিনিটা অমূল্য শিক্ষাবৰ্ষক বিসৰ্জন দিছিল। বহু সমবয়সী ছহিদৰ আদ্যশ্ৰাদ্ধত ভাগ লৈছিল.... জোঁৰ জ্বলাই শপত লৈছিল.... তাৰ পাছত বহু সমবয়সী নেতাক ৰাতা-ৰাতি ধনী হোৱা দেখিছিল। তাহাঁতৰ গাড়ীয়ে ধূলি উৰুৱাই যোৱা বাটত জাঁজীমুখৰ সুবৰ্ণ কলিতাক লগ পাইছিল। বিধবা মাক সুবৰ্ণৰ একমাত্ৰ সন্তান পুলিচ-মিলিটাৰীৰ মাৰত পংগু হৈছিল। এতিয়াও সেই ৰাজআলিৰ কাষৰ বট গছজোপাৰ তলত তিনিআলিৰ কেঁকুৰিটোতে মাহৰ প্ৰথম সপ্তাহত, পংগু ল'ৰাটো লৈ বৈ থাকে বাছ ধৰিবলৈ সুবৰ্ণ কলিতা নামৰ বৃদ্ধাগৰাকী। চৰকাৰী হাস্পতালত প্ৰতিমাহে ল'ৰাটোক এবাৰ দেখুৱায়। তালৈও এমাহ ৰ'ব লাগে। কাৰণ মাহৰ দহ দিন যোৱাৰ পাছত সুবৰ্ণ কলিতাই বিধবা পেঞ্চন পায়, পাঁচ মিলোমিটাৰ দূৰৈৰ হাস্পতাললৈ যোৱা খৰচ, ঔষধৰ খৰচৰ বাবে পেঞ্চনৰ টকাকেইটাই সকলো। প্ৰসেন, চিন্ময়ৰ মনত সযত্নে পালিত ইতিহাসৰ তুলনাত এয়া সৌ সিদিনাৰ কথা। অথচ কিমান পুৰণি সুবৰ্ণ কলিতাৰ হুমুনিয়াহ! ঘূৰাই দিব পাৰিবনে সুবৰ্ণ কলিতাক সেই বিশ্বাস কোনোবাই, যি বিশ্বাসেৰে বিধবা মাতৃগৰাকীয়ে একমাত্ৰ সন্তানটিক ৰাজপথলৈ এদিন উলিয়াই দিছিল মিলিটাৰীয়ে চকুৰ আগতে কামিহাড় ভাঙিবলৈ দেশ আৰু জাতিৰ নামত। আছেনে জীয়াই কোনোবা চিন্ময়, প্ৰসেন যি সামান্য শ্ৰদ্ধা কৰে সেইসকলক, যিসকলে বুকুৰ তেজেৰে ৰাজপথ ৰাঙলী কৰিছিল, যি এতিয়াও জীয়াই আছে ইতিহাস সাক্ষী কৰি সুবৰ্ণ কলিতাৰ পংগু পুত্ৰৰ দৰে? ভাস্বতীয়ে এই কথাবোৰ ভাবিলে নিজৰ অক্ষম অৱস্থাৰ বাবে খং উঠে, ক্ষোভ হয়। কিন্তু উপায় নাই, ক্লীৱৰ দৰে চোৱাৰ বাহিৰে উপায় নাই। সকলো মানুহৰ কথাই বিজ্ঞাপন হৈ গৈছে। দ্বিজেনদাই কোৱাৰ দৰে 'এশভাগ চৰ্বিহীন তেল' খাইছোঁ বুলি বিজ্ঞাপন কৰাৰ দৰেই তাহাঁতে সকলো মানি ল'ব লাগিব।

ফোনটো বাজি উঠিল। ভাস্বতীৰ ৰিচিভাৰ তুলিবলৈ ইচ্ছা নহ'ল। পূৰা ছমাহৰ পাছত ভাস্বতীয়ে এটা দিন ছুটী লৈছে। প্ৰয়াগে কৈছিল কেইদিনমান পাছত ছুটী লোৱাৰ কথা। প্ৰয়াগ বাংগালোৰলৈ যাব টুৰত। ভাস্বতীকো যাবলৈ লগ ধৰিছে তেতিয়া, ভাস্বতীৰ ইচ্ছা নহ'ল। আগতেও বহুবাৰ এনেকুৱা হৈছে। কেতিয়াবা ভাস্বতীও যায় টুৰত প্ৰয়াগৰ সৈতে। তাতো নিসংগতা। দিনটো হোটেলত অলস সময় কটোৱা, কিতাপ পঢ়া, টি-ভি চোৱা, যিখিনি ঘৰতে কৰিব পাৰে তাই। প্ৰয়াগ পুৱাই ওলাই গৈছে। অফিচৰপৰাই বাহিৰলৈ যাব কামত। ৰাতি ঘৰ পাবহি বুলি কৈছে, আৰু নাপালেও খাই-বৈ ভাস্বতীক শুই থাকিবলৈ কৈ গৈছে। অবিৰামভাৱে ফোনটো বাজিয়েই আছে। ভাস্বতীয়ে এইবাৰ বিৰক্তিৰে ৰিচিভাৰটো তুলি ল'লে। হেল্ল' ....কোন? মহুৱা? ভাস্বতী অবাক হৈ গ'ল।

ঃ কিয়? মই বৰ ডিষ্টাৰ্ব কৰিলোঁ নেকি? আচলতে কালি অফিচলৈ ফোন কৰিছিলোঁ, তুমি ইতিমধ্যে ওলাই গৈছা অফিচৰপৰা, আজি গম পালোঁ তুমি নাহা হেনো.... প্ৰসেনৰপৰা তোমাৰ ঘৰৰ নম্বৰ লৈ ফোন কৰিলোঁ....।

ঃ মোৰ একো ডিষ্টাৰ্ব হোৱা নাই মহুৱা, মই আচৰিত হৈছোঁ হঠাৎ তোমাৰ মোলৈ ফোন কৰাৰ কি দৰকাৰ হ'ল বুলিহে।

ঃ দৰকাৰতে তোমাৰ সৈতে চিনাকি হৈছিলোঁ। বিশ্বাস কৰা, মদৰ বটলটো আৰু ভৰ্তি চিগাৰেটৰ পেকেটটো পাই তোমাক মোৰ পৃথিৱীৰ আটাইতকৈ আপোন মানুহ যেন লাগিছিল।

ভাস্বতীৰ খং উঠি গ'ল মহুৱাৰ কথাত। তাই স্পষ্টভাৱে ক'লে — 'শুনা, তুমি জীৱনটোক কি বুলি গ্ৰহণ কৰিছা মই নাজানো, কিন্তু এই মুহূৰ্তত তোমাৰ সৈতে একো কথা পাতিবলৈ মোৰ মন যোৱা নাই'।

ঃ ভাস্বতী, প্লিজ শুনা...., আচলতে তোমাক মই

ধন্যবাদ জনাব খুজিছিলোঁ....

ঃ দৰকাৰ নাই, এটা মদৰ বটল আৰু চিগাৰেটৰ পেকেট এটাৰ বাবে ধন্যবাদৰ প্ৰয়োজন নাই.... ভাস্বতীয়ে খণ্ডতে ফোনটো থৈ দিব খুজিছিল, সিফালৰপৰা মহুৱাৰ কাতৰ অনুৰোধ ভাহি আহিল.... প্লিজ ভাস্বতী, মোৰ কথা শুনা। মই তোমাক নোটবুকখনৰ কাৰণেহে ধন্যবাদ দিছোঁ, কেবাটাও ক'ম্পেনিত খবৰ কৰিলোঁ, মোলৈ এটাও কাম নোলাল। অৱশেষত নোটবুকখনৰ এটা নম্বৰত ফোন কৰিলোঁ। ডাবল অক্স' লেডাৰ ক'ম্পেনি। কলিকতাত নতুনকৈ ব্ৰাঞ্চ খুলিছে। এই ক'ম্পেনিটোৰ সৈতে মোৰ কেতিয়াও সম্পৰ্ক নাছিল। কিন্তু আচৰিত কথা, ডাব্‌ল অক্স'ৰ মেনেজিং ডাইৰেক্টৰে মোক 'পাবলিক ৰিলেশ্যন'ত ল'লে। মোৰ কাৰণে নহ'লেও তুমি মোৰ কণমান ছোৱালীজনীৰ ফালৰপৰাই প্ৰকাশ কৰা কৃতজ্ঞতা গ্ৰহণ কৰা। বেচেৰীৰ দুমাহ স্কুল-ফিজ মই দিব পৰা নাছিলোঁ। এতিয়া ভাবি চোৱাচোন, নোটবুকখন সযত্নে থৈ দি কিন্নৰীৰ জীৱনত কিমান উপকাৰ সাধিলা তুমি....' ভাস্বতীয়ে সেই মুহূৰ্তত কি ক'ব ভাবি নাপালে। অদ্ভুত ছোৱালী মহুৱা, তাই জীৱনত এনে চৰিত্ৰ লগ পোৱা নাই। ভাস্বতীয়ে যথাসম্ভৱ শান্ত স্বৰেৰে ক'লে — 'মহুৱা, তোমাক মই অলপ সময়েই লগ পাইছিলোঁ, প্ৰসেনে তোমাৰ কথা কৈছে মোক, তুমি প্ৰতিভাময়ী, এনেকৈ তোমাৰ নিজৰ ওপৰত অত্যাচাৰ চলাইছা কিয়? অন্ততঃ তোমাৰ ছোৱালীজনীৰ বাবে তুমি ভালদৰে বাছি থকা উচিত। তোমাৰ অবিহনে তাইৰ কোন আছে? কেইমুহূৰ্তমান নীৰৱতা পাৰ হৈ গ'ল। — ভাস্বতীয়ে একো সাৰি শব্দ নাপাই চিঞৰিলে — 'হেল্ল' — মহুৱা, শুনিছানে?'

ঃ শুনিছোঁ ভাস্বতী। জীৱন সম্পৰ্কে তোমাৰ ধাৰণা কি মই নাজানো, কিন্তু মই বুজোঁ জীৱনক গঢ় দিব নোৱাৰি মানুহে কোৱা মতে। তুমি তোমাৰ ইচ্ছাৰে জীৱনটো পাইছানে নাই নাজানো, মই বুজোঁ জীৱন মানে এক অন্তহীন সন্ধান, এক বিশৃংখল শব্দৰ অভিধানৰপৰা, তুমি কেৱল বিচাৰিয়ে আছা তোমাৰ ইঙ্গিত শব্দটো, তাৰ নামেই জীৱন; এক বিমূৰ্ত বাসনাৰে তুমি তোমাৰ অজ্ঞাতে খেদি ফুৰিছা এক সত্য, বঞ্চনা নকৰা সত্য। যাক জীৱন বুলি গ্ৰহণ কৰিছোঁ সেই বঞ্চনাৰ মাজেৰে বিচাৰি ফুৰিছোঁ এক অমৃতময় শব্দ সত্য — জীৱন....' হঠাতে মহুৱাই খিল্‌-খিলাই হাঁহি দিলে। 'তোমাক মই ব'ৰ কৰিছোঁ ভাস্বতী' ছৰি। তুমি খুব সৰল-সহজ ছোৱালী। প্ৰথমদিনাই ভাবিছিলোঁ, এই বিজ্ঞাপনৰ প্ৰতিযোগিতালৈ তুমি কিয় আহিলা? যিজনী ছোৱালীয়ে কবিতাৰ বাবে এখন অচিনাকি নোটবুক থৈ দিয়ে মাহৰ পাছত মাহ, মেনেজমেন্টৰ বিপক্ষে গৈ গীতা বসুক বিজ্ঞাপন দিয়ে....

ঃ তুমি সেই খবৰ ক'ত পালা, মহুৱা? — ভাস্বতীয়ে আশ্চৰ্য প্ৰকাশ কৰিলে।

ঃ গীতা বসুয়েই ক'লে। তুমি সাংঘাতিক ছোৱালী। অহাৰ কেইমাহমানতে মোক, গীতা বসুক ঋণত ডুবাই পেলালা। কৃতজ্ঞতাবোধ যাৰ থাকে তেওঁ তোমাৰ কথা কিয় নক'ব?

ঃ মই বাসব বেনাৰ্জীৰপৰা ইয়াৰ বাবে কথা শুনিছোঁ। প্ৰথম আৰু নতুন বুলি ক্ষমা কৰি দিছে। ইয়াৰ পাছত এনেকুৱা হ'লে নিশ্চয় মই চাকৰি এৰিব লাগিব।

ঃ তুমি তোমাৰ বিবেকক সুধি কাম কৰি যাবা, বিবেকক ফাকি দি সকলোকে প্ৰত্যয় নিয়াব পাৰিবা, কিন্তু নিজক নোৱাৰা।

ঃ তুমি তোমাৰ বিবেকক সুধিয়েই প্ৰত্যেকটো কাম কৰানে?

ঃ পৰাপক্ষত কৰোঁ, মাজে মাজে পলাওঁ, বিবেকৰ সৈতেই মোৰ কাজিয়া হয়, মান-অভিমান হয়, প্ৰেম হয় এক অৰ্থত মোৰ জীৱনৰ প্ৰজ্ঞাত বিবেক বন্ধু.... ভাস্বতী, তোমাৰ সৈতে কথা পাতি ভাল লাগিছে। যদি বেয়া নোপোৱা তোমাৰ সৈতে কথা পাতিম আকৌ মই। আজি মোৰ বৰ লৰা-লৰি।

ঃ কিয়?-অফিচৰপৰা কেনিবা যাবা?

ঃ নাযাওঁ, মানে এজন নতুন পুৰুষ বন্ধু জুটিছে। মোৰ মেনেজিং ডাইৰেক্টৰ। সম্ৰাট সান্যাল....

ঃ সম্ৰাট সান্যাল নামটো খুব শুনা যেন লাগিছে। এছ্‌ এছ্‌ তেৱেঁই নেকি? খুব মদগৰ্বী, কোনো ক'ম্পেনিয়ে দিয়া পাৰ্টিলৈ নাহে, অক্সফ'ৰ্ডৰ গ্ৰেজুৱেট.... কোটিপতি.... অসম্ভৱ খেয়ালি স্বভাৱৰ....।

ঃ ভাস্বতী, তুমি ইমানবোৰ কথা জানা যেতিয়া কামত বেছ পোক্ত হৈ উঠিছা। ডাব্‌ল অক্স' এছ্‌ এছ্‌'ৰে ক'ম্পেনি। আৰু এইটোও জানি থোৱা, এছ্‌ এছ্‌ বৰ্তমান মহুৱা ৰয়ৰ প্ৰেমত বন্দী। এছ্‌ এছ্‌ৰ বিদেশিনী পত্নীয়েও কথাটো গম পাইছে। আজি সম্ৰাটৰ সৈতে কিছু দূৰলৈ যাম মই।

ঃ তুমি সম্ৰাটক ভাল পাইছা নেকি?

মহুৱাই খিল্‌খিলাই হাঁহি দিলে। পাহাৰীয়া ঝৰ্ণাৰ দৰে হাঁহি.... 'তুমিও যে....মই সম্রাটক কিয় ভাল পাম? প্ৰেমত আকণ্ঠ ডুবি সম্রাটৰ পত্নীয়ে নিজৰ দেশ ত্যাগ কৰি গুচি আহিল, তেওঁকেই সম্রাটে ভাল পাবলৈ শিকা নাই। সম্রাটে মোৰ সান্নিধ্যে বিচাৰে। মাজে মাজে চন্দনৰ দৰে কথা কৈ মোক আকৰ্ষণ কৰে। প্ৰেম মোৰ এবাৰেই ঘটিছিল, ভাস্বতী। সেই প্ৰেমৰ দুটা অস্তিত্বক মই জীয়াই ৰাখিছোঁ কিন্নৰীক আৰু তুমি সযতনে থোৱা নোটবুকখন.... খট্‌কৈ লাইনটো কাটি গ'ল। ভাস্বতী নিশ্চুপ হৈ বহি থাকিল কিছুপৰ। মহুৱাৰ সৈতে প্ৰথমে কথা পতাৰ ইচ্ছা নাছিল ভাস্বতীৰ। কিন্তু মহুৱাৰ কথাৰ আকৰ্ষণে চুম্বকে লোহা টানি নিয়াৰ দৰে ভাস্বতীক কৌতূহলী কৰি তুলিছিল। মহুৱাই নিজৰ মৰ্জিত সকলো কাম কৰে। ইমান খোলা-খুলিকৈ এজনী নাৰীয়ে যৌনতাৰ কথা ক'ব পাৰে বুলি ভাস্বতীৰ কল্পনাৰো অতীত আছিল। মহুৱা প্ৰকৃততে কি? চিন্ময়ে কোৱাৰ দৰে চৰিত্ৰহীনা? মহুৱাইতো একো গোপন কৰা নাই। ভাস্বতীক কোৱাৰ দৰে মহুৱাই সকলোকে ব্যক্তিগত জীৱনৰ কথা উবুৰিয়াই কয় নেকি? বিস্ময়কৰ জীৱনৰ সংজ্ঞাক লৈ জীয়াই আছে মহুৱা। মহুৱাৰ কথাবোৰ যেন ৰহস্যময় অনুভূতিৰ মায়াজালত বন্দী একোটা কবিতা। ভাল-বেয়া সংজ্ঞা দিয়াৰ তাত ভাস্বতীৰ অধিকাৰ নাই। মহুৱাই ভাস্বতীৰ জীৱনত এক বিস্ময়কৰ কৌতূহলৰ সৃষ্টি কৰি গ'ল। ভাস্বতীয়ে বিছনাত বাগৰ দিলে। হাত দিলেই পোৱাতে থোৱা টেপ-ৰেকৰ্ডাৰটোৰ ফালে বাগৰি গৈ বিছনাৰ শেষ কোণত উপস্থিত হ'ল। এটা ৰবীন্দ্ৰ সংগীতৰ কেছেট লগাই দিলে। বাহিৰত সন্ধিয়া লাগিছে নিশ্চয়। ভিতৰখন অন্ধকাৰ হৈ গৈছে। বহুসময় পাৰ হৈ গ'ল মহুৱাৰ সৈতে। কম পাৱাৰৰ টেবুল লেম্পটো তাই জ্বলাই দিলে। চেতাৰ আৰু ভায়লিনৰ মূৰ্চ্ছনাৰ মাজেৰে ভাহি আহিল 'স্বপন পাৰেৰ ডাক শুনেছি, জেগে তাইতো ভাবি — কেউ কখনো খুঁজে কি পায় স্বপ্নলোকেৰ চাবি....

ভাস্বতীয়ে বহুসময় ধৰি খিৰিকীৰ নক্সা-কটা ৰডত ধৰি আকাশলৈ চাই ৰ'ল, অ'ত-ত'ত সূৰুযৰ সেন্দূৰীয়া আঁচ। চৰাইবোৰ বাহলৈ উভতিছে....নয় কিছুতো পাৱাৰ তৰে, নাই কিছু তাৰ দাবি — বিশ্ব হতে হাৰিয়ে গেছে স্বপ্নলোকেৰ চাবি....ফোন বাজি উঠিল। ভাস্বতীয়ে উদাস মনেৰে ৰিচিভাৰ তুলিলে, 'স্বাতী, কি কৰিছা?' ভাস্বতীৰ বুকু ভেদি ক্ৰন্দন ওলাই আহিব খুজিলে প্ৰয়াগৰ মাত শুনি। 'গান শুনিছোঁ' — কষ্টেৰে উচ্চাৰণ কৰিলে তাই। 'স্বাতী, মাসী আহিছেনে? ৰাতিৰ সাজ ৰান্ধিলেনে নাই?' ভাস্বতীৰ চকু দুটা উজলি উঠিল। 'তুমি কেইটাত পাবাহি? মাসীক আজি ৰাতি আহিবলৈ কোৱাই নাই। মই ৰান্ধিম আজি.... কি খাবা কোৱা....'

ঃ নহয় স্বাতী, মই আজি যাব নোৱাৰিম। হলদিয়াৰ প্ৰজেক্ট ছাইটলৈ যাম। এখন মিটিং আছে। ৰাতি হ'ব। কাইলৈ পুৱাই পাই যামগৈ। মাসীৰ কথা সুধিছিলোঁ, মানে, মই নাথাকিলে তুমি খোৱা-বোৱাত মন-কাণেই নিদিবা নহয়? তোমাৰ স্বভাৱ মোৰ জনা আছে।

ভাস্বতী মনে মনে ৰ'ল। 'স্বাতী, সোণজনী, মই জানিছোঁ তোমাৰ খং উঠিছে। প্লিজ, আজি খং নকৰিবা। অহা শনিবাৰে মই ছুটী ল'ম। শনি-দেওবাৰ মিলাই ক'ৰবাত ফুৰিবলৈ যাম....'।

ঃ হ'ব দিয়া, আৰু কিবা ক'বানে?

ঃ স্বাতী, মই বুজিছোঁ, তুমি কি বিচাৰিছা। খুব সোনকালেই আমাৰ সংসাৰলৈ তৃতীয় অতিথি আনিম। এটা ভাল খবৰ দিওঁ, মোৰ এটা প্ৰমোশ্যন হ'ব। তোমাক কথা দিছিলোঁ নহয়, এই প্ৰমোশ্যনৰ পাছতে আমাৰ সংসাৰলৈ তৃতীয় ব্যক্তি আহিব বুলি.... নাও চিয়েৰ আপ্ মাই লাভ....ভাস্বতীয়ে হাঁহিবলৈ যত্ন কৰিলে — 'তুমি ঘূৰি আহা, কাইলৈ কথা পাতিম....'।

ঃ বাই সোণ....

ঃ বাই। — প্ৰয়াগৰ মাত বিচ্ছিন্ন হৈ গ'ল। ভাস্বতীয়ে বিছনাখনত বাগৰ দিলে আকৌ। এটা সন্তানৰ কথা ভাস্বতীয়ে নভবা নহয়। প্ৰয়াগে কৈছিল ফিনাঞ্চিয়েলি অলপ আৰু 'ছাউণ্ড' নোহোৱালৈকে সন্তানৰ কথা ভাবিব নোৱাৰি। ভাস্বতীয়ে অন্য ধৰণে চিন্তা কৰে। এটা সন্তান জন্ম দি লালন-পালন কৰাৰ তৃপ্তি থাকিব পাৰে। কিন্তু এজন পূৰ্ণাংগ মানুহৰ জীৱন এটা সন্তানৰ মাজতেই আবদ্ধ হ'ব পাৰে জানো? দহজন বিবাহিত মানুহৰ দৰে সিহঁতেও এটা সন্তান জন্ম দিব। তাৰ পাছত? প্ৰয়াগ আৰু ব্যস্ত হ'ব, ঘূৰি আহিবনে আগৰ দৰে প্ৰয়াগ? স্বপ্নৰ চাবি দেখোন হেৰাই গৈছে ক্ৰমান্বয়ে। পৃথিৱীৰপৰাই হয়তো হেৰাই গৈছে স্বপ্নৰ চাবি। হয়তো মহুৱাৰ কথাই ঠিক, জীৱন মানেই এক অন্তহীন অনুসন্ধান, বিশৃংখল শব্দচয়ন, ভাস্বতীয়ে নিজেও বিচাৰি পোৱা নাই তাৰ অৰ্থ....

## পোঙ্কৰ

ঃ এখন সাগৰৰ পাৰত মাত্ৰ এনিশা কটাই আহা, এবছৰলৈ তোমাৰ হৃদয় সাগৰময় হৈ থাকিব — প্ৰসেন এটা স্প্ৰে-গান লৈ এখন কাগজৰ ওপৰত সমুদ্ৰৰ নীলিম সিঁচি দি কৈ উঠিছিল। এটা নতুন ল'ৰা আহিছে, এড্‌কন ক্ৰিয়েটিভলৈ। পৰেশ মহান্তি। উৰিয়া ল'ৰা। পৰেশক প্ৰথম কাম-কাজ শিকোৱাৰ দায়িত্ব পৰিছে প্ৰসেনৰ। এটা শ্বেম্পুৰ বিজ্ঞাপনৰ কাম চলিছে। চকুৰ পচাৰতে প্ৰসেনে তিনি-চাৰিবিধ নীলাৰ অপূৰ্ব সমন্বয় স্প্ৰে-গানটোৰেই ঘটালে। পৰেশ বিশ্বভাৰতীৰপৰা সদ্য পাছ কৰি ওলাই অহা ছাত্ৰ। সি উছাহতে কৈ উঠিল — 'অপূৰ্ব', ইমান সুন্দৰ নীল বৰণ।

ঃ আজিকালি ছবি, ৰং সকলো মেকানিকেল, কম্পিউটাৰাইজড্‌ হৈ গৈছে, পৰেশ। অলপ পাছতে এই নীল বৰণ, তুমি কম্পিউটাৰত দেখিবা। কালাৰ এড্‌জাষ্ট কৰি প্ৰসেনে কম্পিউটাৰতে তৈয়াৰ কৰি পেলাব চাবা। — চিন্ময়ে হাঁহি মাৰি ক'লে।

পৰেশ ফাইন আৰ্টৰ ছাত্ৰ আছিল। উপাৰ্জনৰ তাগিদাত পৰি এড্‌কনত সোমাল কৰ্মাচিয়েল আৰ্টিষ্ট হৈ। পৰেশে বংশানুক্ৰমে পাইছে শিল্প-প্ৰতিভা। মাক-দেউতাক, বাই-ভনী সকলো শিল্পী। উৰিষ্যাৰ এখন সৰু গাঁও 'পিপ্‌লি'। এপ্লিক আৰু এম্ব্ৰইডাৰি কাৰ্যত পৃথিৱী বিখ্যাত। ঘৰে ঘৰে শিল্পীসকলে পুৰুষানুক্ৰমে এই সৌন্দৰ্যবোধেৰেই ডাঙৰ-দীঘল হয়। দেশ-বিদেশৰ ভ্ৰমণকাৰীয়ে আহি তেওঁলোকৰ বেজি-সূতাৰ কাম কিনেহি। তেনে এটা পৰিয়ালৰ ল'ৰা পৰেশ মহান্তি। পৰেশৰ ৰং ক'লা, কিন্তু মুখখন এটি অজলা শিশুৰ দৰে। লাজকুৰীয়াকৈ হাঁহে। চিন্ময়ে ছবি আৰু কম্পিউটাৰৰ কথা বুজাই থাকোঁতে সি শিশুৰ দৰেই প্ৰশ্ন কৰিলে — 'কম্পিউটাৰে সকলো কৰিব পাৰিবনে? আমি যে ইমান কেইবছৰে হাতেৰে পেঞ্চিল ব্ৰাছ লৈ পৰিশ্ৰম কৰিলোঁ, সকলো অথলে গ'ল!' চিন্ময়ে কাটিং পেষ্টিং কৰি থকাৰপৰাই পৰেশলৈ হাঁহি মাৰিলে। 'পৰেশ মানুহৰ মগজুৰ সৈতে মেচিনৰ তুলনা নহয়। আৰু যিদিনাই যন্ত্ৰ সৰ্বশক্তিমান হৈ পৰিব পৃথিৱীত মানুহ থকাৰো প্ৰয়োজন শেষ হৈ যাব। এটা সময়ত বিৰক্তি আহিবই। এতিয়াই বহু ক্লায়েণ্টে আমাৰপৰা কম্পিউটাৰ ড্ৰইং নিবিচাৰে। তেওঁলোকে নিত্য নতুন চিন্তা-ভাবনাৰে বিচাৰে অন্য কাম। য'ত মানুহৰ হাতৰ পৰশ লাগি থাকে'। মায়া সোমাই আহিল। তাই আজি বাসন্তী ৰঙৰ তাঁতৰ বুটা বছা শাড়ী পিন্ধি আহিছে। ডিঙিত কাণত, টেৰাকোটাৰ গহণা। কাপলত ডাঙৰ ফোঁট। মায়াই শাড়ী কাচিংহে পিন্ধে। টিপিকেল বাঙালী সুন্দৰী হৈ অহা মায়ালৈ প্ৰসেনে চাই চকু টিপ মাৰিলে। 'অসভ্য, জানোৱাৰ....' মায়াই কপট খং দেখুৱালে। 'তুমি পোনে পোনে আমাৰ ওচৰলৈ অহাৰ কাৰণ কি? তোমাক এই মুহূৰ্ততে এটা কম্‌প্লিমেণ্টৰ দৰকাৰ, নহয় জানো? মই দেখুৱাইছোঁ আৰু যদি বিচৰা, ক'ম তোমাক লৈ যাবলৈ মন গৈছে....' মায়া চিন্ময়ৰ ওচৰলৈ গৈ ক'লে, 'ই এটা জন্তু হৈছে, নহয়?' চিন্ময়ে একো নামাতিলে। পৰেশে লাজকুৰীয়াকৈ হাঁহিলে। মায়াই ওফোন্দ পাতি যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। 'চিন্ময় তই তাইলৈ সদয় নহৱ কিয়? সহকৰ্মী যেতিয়া কিছু আব্দাৰ থাকিবই।' — প্ৰসেনে আক্ষেপেৰেই ক'লে।

ঃ মোৰ ভাল নালাগে।

ঃ কি ভাল নালাগে?

ঃ এই যে নিত্য-নতুন সাজ পিন্ধি ক্লায়েণ্ট ফুচুলোৱাৰ দৰে আমাৰ ওচৰলৈও আহে, সেইবাবে। তই পাৰ, হাঁহি-ধেমালি কৰি থাকিবি, মোক নক'বি।

ইণ্টাৰকম্‌ বাজি উঠিল। প্ৰসেনে কায়দা কৰি ডিঙি আৰু কান্ধৰ ফাঁকত ৰিচিভাৰ লৈ ৰং কৰি থাকিল দুই হাতেৰে। — 'কোন? ভাস্বতী? কোৱাচোন খবৰ? .... মই যাব লাগে? তুমি লগ ধৰিলে নৰকলৈও যাম। ....নাই নাই, ফাজলামি কৰা নাই। কিন্তু মোৰ এটা চৰ্ত আছে। দুটা 'ৱৰ্ক' আজিৰ ভিতৰত শেষ নকৰিলে নহ'ব বুলি তুমিয়ে কালি হুকুম দিছিলা। এতিয়া যদি কামকেইটা কাইলৈ দিলেও হয়....' প্ৰসেনে হঠাতে হো-হোৱাই হাঁহি ৰিচিভাৰটো চিন্ময়লৈ আগবঢ়াই দিলে — 'ভাস্বতীৰ ফোন। দমদমলৈ যাব লাগে, ভাস্বতীৰ লগত। কোনোবা বিখ্যাত ব্যৱসায়ী ডুবাইৰপৰা আহিব। অকলে যাব খোজা নাই' ....চিন্ময়ে ৰিচিভাৰ লৈয়ে ক'লে —'ভাস্বতী, মই যাম'। কৈয়ে চিন্ময়ে ফোনটো থৈ দিলে। প্ৰসেনে অবাক হৈ কিছুপৰলৈ চিন্ময়লৈ চাই থাকিল। 'তই ভাস্বতীৰপৰা একো নুশুনাকৈয়ে 'যাম' বুলিলিনে?'

ঃ তই কথাখিনি ক'লিয়ে দেখোন।

ঃ তথাপিও....

ঃ ভাস্বতীৰ মোক প্ৰয়োজন হৈছে, মই যাম বচ্‌। আৰু কি কথা আছে?

ঃ তই এইদৰে মই লগ ধৰা হ'লেও নাযাৱ। —

প্ৰসেনৰ ক্ষুণ্ণ কণ্ঠস্বৰ।

ঃ ভাস্বতীৰ কথা বেলেগ। ছি ইজ আ ৱমেন টু বি এড্‌মায়াৰড্‌.... কিছুমান এনে ব্যক্তিত্ব আছে যাক কেতিয়াও 'না' ক'ব নোৱাৰি।

চিন্ময়ে নিজৰ কামত মনোনিৱেশ কৰিলে। প্ৰসেনৰ লগতে পৰেশ মহান্তিয়েও লাহে লাহে বুজি উঠিছে চিন্ময়ৰ স্বভাৱ। চিন্ময়ে এতিয়া আৰু এটাও শব্দ বেছিকৈ ক'ব নোখোজে। মুখ গম্ভীৰ কৰি নিজৰ কামত মনোনিৱেশ কৰিলে কাৰো সাধ্য নাই চিন্ময়ৰপৰা এষাৰ মাত উলিয়াবলৈ। পৰেশে তীক্ষ্ণ দৃষ্টিৰে প্ৰায়ে চিন্ময়ক লক্ষ্য কৰে, ল'ৰাটো বয়সতকৈ বেছি গম্ভীৰ। শিল্পীসুলভ ফ্ৰেঞ্চকাট দাড়ি, তীক্ষ্ণ নাক, ডাঙৰ চকু, ঋজু দেহৰ চিন্ময়ৰ শাৰীৰিক অভিব্যক্তিৰ সৈতে মানুহজন নিমিলে। নৈৰ বুকুৰ শিলৰ দৰে। কোমল, নয়নাভিৰাম সোঁতবোৰ পাষাণত মূৰ খুন্দিয়াই মৰাৰ দৰে চিন্ময়ৰ কথা-বতৰা, দৰকাৰতকৈ কঠোৰ। খুব কমেইহে হাঁহি-ধেমালি কৰে। পৰেশে সেইবাবে প্ৰসেনৰ সৈতেহে সহজ হ'বলৈ ভাল পায়, সদা-হাস্যময় প্ৰাণোচ্ছল। 'চিন্ময় তেনেকুৱাই, বেয়া নাপাবা' — কেতিয়াবা পৰেশক প্ৰসেনে সান্ত্বনা দিয়ে। প্ৰত্যেক মানুহৰ চৰিত্ৰবোৰ 'তেওঁ তেনেকুৱাই' বুলি এৰি দিব পাৰিলে মানুহৰ সম্পৰ্কবোৰেই সহজ হৈ পৰে। পৰেশে এক নতুন তথ্য আৱিষ্কাৰ কৰিছিল প্ৰসেনৰ কথাত। চিন্ময়ৰ সীমাবদ্ধ আচাৰ-আচৰণ আৰু কঠোৰতাক সেইবাবেই বেয়া পাব পৰা নাই পৰেশ মহান্তিয়ে।

* * *

ঃ এছ্‌ এছ্‌, সম্ৰাট সান্যাল? হি ইজ আ জিনিয়াছ। বাসব বেনাৰ্জীয়ে ভাস্বতীৰ মুখত 'ডাব্‌ল অক্স'ৰ নতুন ব্ৰাঞ্চ খোলা সম্পৰ্কত খবৰ শুনিয়েই উচ্ছ্বসিত হৈ ক'লে। বাসব বেনাৰ্জী বেছ আৰামৰ ভংগীৰে ৰিভলভিং চেয়াৰখন পিছলৈ লিভাৰ টানি হাউলাই প্ৰায় শুই পৰাৰ দৰেই আঁউজি দিলে। 'ক'ত প্ৰথম পাইছিলোঁ সম্ৰাটক, ক'ত? ....অঁ ঠিক মনত পৰিছে। চাণ্ডাক্ৰুজত আমাৰ এবাৰ বিপৰ্যয় ঘটিছিল। ব'ম্বে তেতিয়াও মুম্বাই হোৱা নাই। সাম্প্ৰদায়িক সংঘৰ্ষই ব'ম্বেত ইমানেই ভয়াবহ ৰূপ লৈছিল যে আমি বিমানযাত্ৰীখিনি বিমান বন্দৰৰপৰা ওলাব পৰা নাছিলোঁ। বাট-পথ বন্ধ। ঠায়ে ঠায়ে কাৰফিউ জাৰি কৰা আছে। অৱশেষত সম্ৰাটৰ সৈতে চিনাকি ঘটিছিল। তেওঁৰ পত্নী তেতিয়া নিউজিলেণ্ডত আছিল। মানুহজনে মোকেই নহয়, আৰু চাৰিজন মানুহক 'দাদৰ'লৈকে অনাৰ ব্যৱস্থা কৰিলে। এই পৰিচয় সূত্ৰেই সহৃদয় মানুহজনৰ সৈতে দুবাৰ যোগাযোগ কৰাৰ চেষ্টা চলালোঁ। কিন্তু আচৰিত মানুহ, লগেই নকৰে! ব'ম্বেত জাহাজৰ পাৰ্টছ বনোৱা ক'ম্পেনিৰ লগতে তেওঁৰ এটা লেডাৰ প্ৰডাক্টৰ বিশাল ফেক্টৰীও আছে বুলি জানিছিলোঁ। 'ডাব্‌ল অক্স' নামটোৰ খবৰ লৈছিলোঁ। 'ডাব্‌ল অক্স'ৰ বেগ-জেকেটৰ বিদেশত বজাৰ ভাল। তুমি কন্‌ফাৰ্মনে ভাস্বতী 'ডাব্‌ল অক্স' কলিকতাত খোপনি পুতিছেহি বুলি?'

ঃ এশ ভাগ। তেওঁলোকে নেটৱৰ্ক কৰিছে কলিকতাত। দুমাহমানৰ পাছতেই পশ্চিমবংগত একেলগে আঠোটা শ্ব'ৰুম খুলিব। এটা ফেক্টৰী ইয়াতো হৈছে উত্তৰ পাৰত।

ঃ ক'ৰপৰা খবৰ সংগ্ৰহ কৰিলা ভাস্বতী?

ঃ ডেট'ছ মই বিজনেছ ছিক্ৰেট.... কৈয়ে ভাস্বতীয়ে হাঁহিলে। তাইৰ কিয় জানো, মন্তৰাৰ প্ৰসংগ বাসব বেনাৰ্জীৰ সম্মুখত উলিয়াবলৈ ইচ্ছা নহ'ল।

ঃ জানানে সম্ৰাট অক্সফৰ্ডৰ গ্ৰেজুৱেট। তোমাক মই এবাৰ এছ্‌ এছৰ বিষয়ে কৈছিলোঁ নহয়? মুডী মানুহ। কাগু-কাৰখানা সঁচা সম্ৰাটৰ দৰে.... হৰিশ মুখাৰ্জীৰ বংশৰ তেজ আছেতো.... বিনয় সোমাই আহিল, এখন ট্ৰেত এটা চাহৰ পট আৰু দুযোৰ কাপ-প্লেট লৈ। ভাস্বতীক সি লাহেকৈ সুধিলে — 'চিন্ময়দাই আপুনি কেতিয়া যাব সময়টো সুধিছে....'।

ঃ এঘণ্টাৰ পাছত। — ভাস্বতীয়ে বিনয়লৈ চাই সামান্য হাঁহিলে। বিনয়ে চাহ বাকি দিব খুজিলে। ভাস্বতীয়ে ক'লে — 'নালাগে, তুমি যোৱা....' হঠাৎ ভাস্বতীৰ মনত পৰিল হৰিশ মুখাৰ্জী নামৰ বিখ্যাত ৰাস্তা এটা আছে, ভাস্বতী যি ৰাস্তাৰে ঘৰলৈ যায়.... তাই সংকোচ নকৰি সুধিলে, 'হৰিশ মুখাৰ্জী কোননো?'

ঃ কিয়, সেই বিখ্যাত 'হিন্দু পেট্ৰিয়ট' পত্ৰিকাৰ সম্পাদক। যি ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহত ব্ৰিটিশ্বক তীব্ৰ ভাষাৰে নিন্দা কৰিছিল। হৰিশ মুখাৰ্জীৰ 'হিন্দু পেট্ৰিয়ট' আৰু শ্যামানন্দ সেনৰ 'সমাচাৰ সুধাবৰ্ষণ'ৰ বাহিৰে তেতিয়া কলিকতাৰ সকলো পত্ৰিকাই এই বিদ্ৰোহক নিন্দা কৰি ইংৰাজৰ গুণ-গান কৰিছিল। বাঙালী মধ্যবিত্ত শ্ৰেণীটোৰ এই ইংৰাজপ্ৰীতি প্ৰৱণতাক তিৰস্কাৰ কৰি এই দুজন সম্পাদক গুঁজৰি উঠিছিল। ব্ৰিটিশ্বে ভাৰতত খোপনি পোতাত কলিকতাৰ মধ্যবিত্ত আৰু জমিদাৰ শ্ৰেণীটোৱে কম সহায়

কৰা নাছিল। দুটামান কেৰাণীৰ চাকৰি, বাবু সংস্কৃতিৰ লোভত ব্ৰিটিশ্বক বৰণীৰা পাৰি দিছিল এওঁলোকে।

ঃ হৰিশ মুখাৰ্জীৰ কথা কওক.... ভাস্বতীয়ে এক ভিন্ন আকৰ্ষণ অনুভৱ কৰিলে এই বলিষ্ঠ সাংবাদিকজনৰ প্ৰতি।

বাসব বেনাৰ্জীয়ে সামান্য হাঁহিলে। এখন কাগজত এটা পেনেৰে আঁক-বাঁক কৰিলে। ভাস্বতীয়ে বুজিলে বাসব বেনাৰ্জীয়ে খেলি-মেলি কিছু কথাৰ আঁত ধৰি ক'বলৈ যত্ন কৰিছে। এনেকুৱা মুহূৰ্তবোৰত পেনেৰে কাগজত আঁক-বাঁক কৰি থকাটো বেনাৰ্জীৰ অভ্যাস।

ঃ মই বেছি ক'ব নোৱাৰিম, কিন্তু হৰিশ মুখাৰ্জীৰ সৈতে জড়িত হৈ আছে আন এটা ইতিহাস, সেই কথা অলপ জানো। তেওঁ চিপাহী বিদ্ৰোহ দমন নীতিৰ বিৰুদ্ধেই মাত মাতিয়েই কেৱল ক্ষান্ত নাছিল। নীলখেতিৰ খেতিয়কক কৰা ব্ৰিটিশ্বৰ অত্যাচাৰৰ বিৰুদ্ধেও কলম তুলি লৈছিল। হৰিশ মুখাৰ্জীৰ পক্ষ লৈ দীনবন্ধু মিত্ৰই 'নীলদৰ্পণ' নাটক লেখিছিল। এজন ইংৰাজৰ কথা মনত পৰিছে.... ৰেভাৰেণ্ড জেমচ্ লং। এইজন উদাৰ হৃদয়ৰ ইংৰাজেই এই 'নীলদৰ্পণ' নাটক ইংৰাজীলৈ অনুবাদ কৰি দিলে। শাসক শ্ৰেণীৰ মনোভাব তেওঁৰ নাছিল। খবৰ গৈ বিলাত পালেগৈ। হৈ-চৈ লাগিছিল। দেশৰ বাংলা নুবুজা মানুহবোৰেও ইংৰাজী অনুবাদ পাই ব্ৰিটিশ্বৰ বিৰুদ্ধে থিয় হ'ল। লং চাহাবক আদালতত শাস্তি প্ৰদান কৰা হ'ল। লং চাহাবৰ হৈ আকৌ জৰিমনা ভৰিবলৈ ওলাই আহিল এজন ভাৰতীয় — কালীপ্ৰসন্ন সিংহ। হৰিশ মুখাৰ্জীয়ে জনস্বাৰ্থৰ খাতিৰত ইংৰাজ চৰকাৰক 'নীল কমিছন' বহুৱাবলৈ কলমেৰেই বাধ্য কৰালে। এই কমিছনৰ চুপাৰিছতে নীলখেতি নিষিদ্ধ কৰা হ'ল। কিন্তু অন্য এটা মৰ্মান্তিক ঘটনা হ'ল। অত্যধিক পৰিশ্ৰমৰ বাবে এই সাহসী সম্পাদকজনে এই সু-খবৰ পাই নগ'ল, মাত্ৰ সাতত্ৰিছ বছৰ বয়সতে তেওঁৰ মৃত্যু ঘটিল।

ঃ ইস্, বৰ দুখৰ কথা, বৰ দুখৰ কথা.... ভাস্বতীয়ে কাতৰভাৱে কৈ উঠিল। ভাস্বতীয়ে কেতিয়াও আশা কৰা নাছিল এনেকুৱা এজন মানুহৰ পৰিণতি এনে মৰ্মান্তিক হ'ব বুলি। 'আপুনি এজন ইতিহাসবিদেই দেখোন'....ভাস্বতীয়ে সপ্ৰশংস দৃষ্টিৰে বেনাৰ্জীলৈ চাই কৈ উঠিল।

ঃ নাই, এনেকুৱা কথা কৈ বুৰঞ্জীবিদসকলক অপমান নকৰিবা। আচলতে প্ৰত্যেক মানুহৰ জীৱনলৈ এনে কিছুমান প্ৰয়োজন আহে, তাগিদা আহে যে, নভবাকৈ কিছু কথা জানি পেলোৱা হয়।

ঃ কিন্তু আপুনি বিজ্ঞাপন জগতৰ এজন সুদক্ষ মানুহ বুলিহে পৰিচিত। 'মাল্টি-মেডিয়া' বা 'এনিমেছন ফিল্ম'ৰ ইতিহাসৰ বিষয়ে আপুনি কোৱা হ'লে আচৰিত নহ'লোঁহেঁতেন। আপুনি যি ইতিহাস বৰ্ণনা কৰিলে, মই আচৰিত হ'বলগীয়া কথাই বুলি ভাবিছোঁ। তাতে আপুনি 'জেভেয়াৰ্ছ' গ্ৰেজুৱেট হৈ বিদেশত প্ৰফেশ্যনেল টেনিং লোৱা বুলি কৈছিল। এইবোৰ কথা নিজৰ ইচ্ছা আৰু অধ্যয়ন নাথাকিলে জনা নাযায়।

ঃ অধ্যয়ন তেনেই নাছিল, ভাস্বতী। বাঙালী হৈয়ো মই বাংলা ভালকৈ লেখিব-পঢ়িব নাজানিছিলোঁ। ভাৰতবৰ্ষৰ ইতিহাস মোটামুটি জানিছিলোঁ, কিন্তু নিজৰ জন্ম ঠাই কলিকতাৰ বিষয়ে জনাৰ প্ৰয়োজন অনুভৱ কৰাই নাছিলোঁ.... যাওক দিয়া। মই ব্যক্তিগত কথাৰে সময় নষ্টৰ লগতে আমনি দিবলৈ বেয়া পাওঁ।

ঃ মোক নোকোৱাটো আপোনাৰ ইচ্ছা, কিন্তু ব্যক্তিগত বুলি ভবা বস্তুবোৰ মাজে মাজে আমি যোগ্য বুলি ভবা কাৰোবাৰ আগত প্ৰকাশ ঘটাই ভাল পাওঁ। মই যোগ্য বুলি কোৱা নাই, কিন্তু সময় নষ্ট বা আমনি দুয়োটা কথাই মোৰ ক্ষেত্ৰত অপ্ৰাসংগিক। ভাস্বতীৰ মুখলৈ বেনাৰ্জীয়ে বহুপৰ চাই থাকিল। ভাস্বতীয়ে অন্য ফালে চালে। বেনাৰ্জীৰ চকুৰ দৃষ্টি বৰ তীক্ষ্ণ।

ঃ তুমি প্ৰয়াগৰ আগতে কাৰোবাক ভাল পাইছিলানে? হঠাৎ বেনাৰ্জীৰ প্ৰশ্নটো শুনি ভাস্বতীয়ে থত্‌মত্ খালে। কিছুপৰ তাই মৌন হৈ থাকিল। ভালপোৱা? কাক ভাল পাইছিল তাই! ....ভাস্বতী এটা দীঘল পদুলিৰে আলাসতে যেন খোজ কাঢ়ি গ'ল, দুয়োকাষে তৰুৱা কদমৰ গছ। আহিন সোমোৱাৰ লগে লগে ফুলিবলৈ ধৰে কদম ফুলবোৰ.... তাই ওখ মুধচৰ ঘৰটোৰ পিৰালিৰে কোনোমতে নপৰাকৈ খোজ কাঢ়ি গ'ল.... পিৰালিত থকা খৰুৱা বেঙেনাজোপাৰ কাঁইটত লাগি ধৰিল তাই ফ্ৰকটো '.... পেহী.... পেহী....' যামিনী পেহী দৌৰি আহিল। '....মাজনী, তইনো আহি ইয়াত বৈছহি কিয়? চাওঁ য'তে আছ তাতে বৈ থাক....' পেহীয়ে সযতনে বেঙেনা গছৰপৰা ফ্ৰকটো আঁতৰাইছে.... তাই নিজে জানে এয়া অজুহাত মাত্ৰ.... তাইৰ পেহী পেহী চিঞৰত বাৰীৰ ঢাপৰ সীমাত থকা গোল নেমু আৰু কাঁজিনেমু কেইজোপাৰ ফাঁকেৰে দেখা গৈছে এহাল চকু.... এখন গোঁফ ঠুটিয়াবলৈ আৰম্ভ কৰা মুখ.... কি মাৰাত্মক সেই দৃষ্টি.... তাইৰ সৰ্বশৰীৰ জিকাৰ খাই উঠে, ধমনীত খৰকৈ ৰক্তস্ৰোত বয়, ভৰিৰ

তলুৱাবপৰা ভিজিব সিৰলৈকে তাই অনুভৱ কৰে সেই দৃষ্টিৰ মাদকতা.... যামিনী পেহীৰ ঘৰৰ পিছফালৰ নৈখনৰ কোমল উমাল বালিবোৰৰ দৰে হৃদয়খন হৈ পৰে সেই মুহূৰ্ত্তত। তাইৰ হাতত লাগি আছে এতিয়াও সেই সুগন্ধি.... দুপাহ সতেজ কেতেকী ফুলৰ। 'ইঃ তাৰ ইমান সাহ আছেনে হয়! যি ডাঠ হাবি; এই ডাল ডাল ফেঁটী-গোম...., ভাস্বতী জিকাৰ খাই উঠিল। কোনেও আনিব নোৱাৰা দুপাহ কেতেকী-চম্পা লৈ আহিছিল নয়নে....

ঃ ভাস্বতী! — বেনাৰ্জীৰ মাত শুনি ভাস্বতী অপ্ৰস্তুত হৈ পৰিল। তাই এটা এটাকৈ খুব সৰুকৈ ক'লে — 'প্ৰেমত বোধহয় পৰিছিলোঁ। সেই প্ৰেমৰ ৰাগীৰ বাবেই আজিও কষ্ট ভুগিছোঁ তিল তিলকৈ.... হয়তো সেয়া এক সপোন আছিল, যি সপোন নেদেখা হ'লে হয়তো আজি মই সুন্দৰ, স্বচ্ছল স্বামীৰ পত্নী হৈ আটাইতকৈ সুখী জীৱন অতিবাহিত কৰিব পাৰিলোঁহেঁতেন।

ঃ মই এজনী বাঙালী ছোৱালীৰ প্ৰেমত পৰিছিলোঁ এসময়ত। তাই ৰবীন্দ্ৰ সংগীত গায় খুব ভালকৈ, তাই ঢাকাই শাড়ী পিন্ধি কপালত ডগ্‌মগীয়া ফোঁট লৈ অষ্টমীৰ অঞ্জলি দিবলৈ যেতিয়া যায়; মই তেতিয়া ক্লিফ ৰিচাৰ্ডৰ 'এভাৰ গ্ৰীণ ট্ৰি' গানটো গীটাৰ বজাই তাইক শুনাই গাওঁ। আমি এসময়ত তেনেকৈয়ে বহুত কাষ চাপি গ'লোঁ। মই বিদেশলৈ গ'লোঁ পঢ়িবলৈ। তাই মোক প্ৰায়ে ইতিকিং কৰিছিল 'তুমিতো বাঙালী নহয়.... বাঙালী হোৱা প্ৰথমে, তাৰ পাছত মোক পাবা'। তাই মোলৈ বিদেশত থাকোঁতে চিঠিও দিছিল, অজস্ৰ মৰম সনা কথা। আচৰিতভাৱে মই সলনি হৈছিলোঁ। মই বাংলা কিতাপ পঢ়িবলৈ আৰম্ভ কৰি দিছিলোঁ। আত্মীয়, বন্ধু — সকলোলৈকে কেৱল বাংলা কিতাপ খুজি চিঠি দিছিলোঁ। বিশ্বাস কৰা নিউয়ৰ্কলৈ যেতিয়া গ'লোঁ প্ৰথম চাকৰিত জইন কৰিবলৈ, মই সেই ক'ম্পেনিৰে এজন বাঙালী সহকৰ্মীক পাই, বাংলাত কথা পাতিবলৈ পাই আত্মহাৰা হৈছিলোঁ। মই তেতিয়াই ইতিহাস পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। হৰিশ মুখাৰ্জীৰ কথা তেনেকৈয়ে জানিছিলোঁ। এজন প্ৰকৃত বাঙালী বোধহয় মোৰ মনত, সত্তাত জাগি উঠিছিল তেওঁলোকৰ কথাবোৰ পঢ়ি।

ঃ আৰু ছোৱালীজনী? — ভাস্বতীয়ে প্ৰসংগ এৰাই যাব খোজা বেনাৰ্জীলৈ তীক্ষ্ণ দৃষ্টিৰে চাই সুধিলে। বেনাৰ্জীয়ে হঠাতে হাঁহি পেলালে। 'তুমি বৰ চালাক কিন্তু। কি হ'ব আৰু। এবাৰ গম পালোঁ তাইৰ বিয়া হৈ গ'ল। চাৰি পুৰুষ ধৰি লণ্ডনত সহবাস কৰা এঘৰ বাঙালীৰ কনিষ্ঠ পুত্ৰক তাই বিয়া কৰালে। তাইৰ মতে ল'ৰাৰ দেউতাক এবাৰ কলিকতালৈ আহোঁতে তাইক দেখি পছন্দ কৰি বিয়া ঠিক কৰি থৈ গ'ল। মই শুনা মতে তাইৰ গিৰীয়েকটোৱে এটা বাংলা শব্দও বুজি নাপায়। মোৰ এটাই লাভ হ'ল ইয়াৰপৰা, মই বিদেশত থকাৰ মোহ ত্যাগ কৰিব পাৰিলোঁ। ইয়াত মই জানো বেয়াকৈ আছোঁ? নহ'লে জীৱনৰ বাইছটা বছৰ বিদেশত কটোৱা মানুহ নিজৰ ঠাইত চাকৰি কৰিবলৈ গুচি অহাৰ কথা শুনিছা?' — বেনাৰ্জীয়ে কৈয়ে আকৌ হাঁহিলে শব্দ কৰি।

ঃ বিয়া নকৰালে কিয়? এজনী বাঙালী ছোৱালীক?

ঃ কি কোৱাহে? মই ভালপোৱা ছোৱালীজনী জানো অবাঙালী আছিল? বিয়াৰ প্ৰয়োজনৰ কথা ভাবিবলৈ সময়ে নাপালোঁ। ইমান ব্যস্ততা.... বাসব বেনাৰ্জীয়ে আকৌ হাঁহিলে। হাঁহি হাঁহিয়ে ক'লে — 'হ'ব দিয়া আজিলৈ, বহুত সময় নষ্ট কৰিলোঁ। ৰাতি আঠটাত তুমি দমদম পাবগৈ লাগিব। কবীৰ খান্না বুলি যিজন মানুহ আহিব তেওঁৰ খোৱা-থকা সকলো খৰচ আমি বহন কৰিছোঁ। হোটেল 'তাজ বেংগল'ত সকলো ঠিক কৰি দিছোঁ। তুমি আৰু এবাৰ খবৰ কৰিবা। চাবা যাতে তেওঁ একোতে অসুবিধা নাপায়। সুনন্দা সাহানীক কোৱা আছে। তুমি কিবা অসুবিধা পালে তেওঁ হেল্প কৰিব। এটা সাংঘাতিক জয় হ'ব এই কামটো পালে 'ওজ' ৱাশ্বিং পাউডাৰ কবীৰ খান্নাৰপৰা লোৱাটো এটা ছালহে। কবীৰ খান্নাৰ হাতৰ মুঠিত এতিয়া ডুবাইৰ বজাৰ। শ্বেখ নাচিৰুদ্দিনৰ সৈতে বন্ধুত্ব। সাংঘাতিক পাৱাৰফুল মানুহ। মাফিয়া ডনবোৰৰ সৈতেও তেওঁৰ বন্ধুত্ব। মই যোৱা ছমাহ ধৰি অক্লান্ত পৰিশ্ৰমেৰে তেওঁক আনিছোঁ। ভাস্বতী তোমাৰ এয়া প্ৰথম পৰীক্ষা। কবীৰ খান্না সন্তুষ্ট হ'লে, 'ওজ' পাউডাৰ পোৱাই নহয়, আমি অন্যবোৰ এজেঞ্চিতকৈ চাৰি ঢাপ একেবাৰতে পাৰ হৈ আগুৱাই যাম.... নাউ গুড-লাক্‌....।

ভাস্বতী নিঃশব্দে ওলাই আহিল বেনাৰ্জীৰ কোঠালিৰপৰা। কোনটো সত্য? নীলখেতিৰ ইতিহাস কোৱা বেনাৰ্জী, নে প্ৰেমিক বেনাৰ্জী, নে চীফ এড্‌ভাৰটাইজিং অফিচাৰ বাসব বেনাৰ্জী? জীৱন মানে এক অন্তহীন অনুসন্ধান, মহন্তৰ কথাই সত্য হয়তো; মানুহৰ জীৱন ৰহস্যতে বন্দী জীৱন জিজ্ঞাসা। বেনাৰ্জীৰ দৰে তীক্ষ্ণ বুদ্ধিসম্পন্ন, সুদক্ষ বুলি বিজ্ঞাপন জগতত দপ্‌দপাই ফুৰা মানুহজনৰ প্ৰতি ভাস্বতীৰ মায়া উপজিল। বেনাৰ্জীয়ে

ব্যস্ততাৰে পূৰ্ণ কৰিছে নেকি জীৱনৰ শূন্যতাক?

## বোল্ল

হো হোৱাই যোৱা টেক্সিখন হঠাতে ৰৈ দিলে। সন্মুখত ট্ৰেফিক জাম। পিছৰ ছীটত চিন্ময় আৰু ভাস্বতী। ক্ষন্তেকতে গাড়ীখনৰ ভিতৰত ধোঁৱাই আৱৰি ধৰিলে। গাড়ীবোৰৰ মাজে মাজে মানুহ। হাতত, কান্ধত মোনা লৈ অফিচৰপৰা ঘৰমুৱা হোৱা মানুহেই বেছি। চিন্ময়ে গাড়ীৰ খিৰিকীৰে মূৰ উলিয়াই ৰাস্তাৰ কাষৰ হৰডিংছবোৰ চাই আছে। প্ৰায় বিছ-বাইছখন বিজ্ঞাপনৰ হৰডিংছৰ ভিতৰত চাৰিখন মানেই এড্‌কনে তৈয়াৰী কৰা।

ঃ কি চাইছা চিন্ময়?

ঃ ভাস্বতী, আমাৰ ক'ম্পেনিবোৰক ক'ব লাগিব, এই অঞ্চলটোত হৰডিংছ বঢ়াব লাগে। দেখিছানে মিউনিচিপেলিটিৰ পাইপ ৰিপিয়েৰিং হ'ব ধৰিছে। মস্ত মস্ত খাল। অন্ততঃ এমাহ এই গোটেই অঞ্চলটো এনেকৈ থাকিব। তাৰমানে ট্ৰেফিক জাম সাংঘাতিকভাৱে হ'ব এইখিনিতে।

ভাস্বতীয়ে সপ্ৰসংশভাৱে ক'লে — 'এক্সেলেন্ট আইডিয়া, এনেকৈ আমাৰ ক'ম্পেনিবোৰক উপদেশ দিলে তেওঁলোকেও ভাল পায়'।

বিজ্ঞাপনৰ হৰডিংছসমূহৰ মাজতো ক'ম্পেনি আৰু এজেন্সিবোৰৰ প্ৰতিযোগিতা চলে। এজেন্সিবোৰে সাধাৰণতে ওচৰে-পাঁজৰে থকা অন্যান্য বিজ্ঞাপনৰ হৰডিংছৰ ক্ষেত্ৰবোৰ পৰিদৰ্শন কৰিহে সেই ঠাইত বহুৱাবলগীয়া হৰডিংছ তৈয়াৰ কৰে। প্ৰসেন, চিন্ময়হঁত ক্ৰিয়েটিভ আৰ্টিষ্ট, অৰ্থাৎ প্ৰডাক্ট সম্পৰ্কে নিজে ভাবনা-চিন্তা কৰি বিজ্ঞাপন প্ৰস্তুত কৰে। ক'ম্পেনিয়ে চালি-জাৰি চাই মঞ্জুৰ কৰে। একোটা বিজ্ঞাপনৰ ক্ষুদ্ৰ নমুনা ৰাস্তাৰ কাষত বিশালভাৱে তৈয়াৰ কৰি থিয় কৰায় হৰডিংছ অঁকা কমাৰ্চিয়েল আৰ্টিষ্টসকলেই। এই শিল্পীসকলৰ কি নিপুণ হাত, শিল্পী-প্ৰতিভা! কিন্তু এই শিল্পীসকলৰ দৰিদ্ৰতাই সুবিধা নিদিয়ে কেতিয়াও প্ৰতিষ্ঠিত হোৱাৰ বাবে। দুই-এক ব্যতিক্ৰম নোহোৱাও নহয়। যেনেকৈ ব্যতিক্ৰম হ'ল এম. এফ. হুছেইন। 'এই হৰডিংছ অঁকা শিল্পীবোৰৰ সপোন থাকেনে? এদিন একাডেমি অৱ ফাইন আৰ্ট, বা বিড়লা গেলেৰীত ছবি প্ৰদৰ্শন কৰিব খোজা সপোন?' ভাস্বতীয়ে সুধিলে হঠাতে চিন্ময়ক।

ঃ নেথাকে। অন্ততঃ এই কামত ধৰাৰ পাছত একেবাৰেই নাথাকে।

ঃ কিয়, এম. এফ. হুছেইনে এইদৰেই আৰ্থিক দুৰ্দশাত বিধ্বস্ত হৈয়ে হৰডিংছ আঁকিছিল, আৰু আজি? পৃথিৱীৰ অন্যতম যশস্বী শিল্পী তেওঁ....

চিন্ময়ে ভাস্বতীৰ মুখতে ধৰি ক'লে, 'বাদ দিয়া হুছেইনৰ কথা, ভাস্বতী। হুছেইনৰ কথা এই আৰ্টিষ্টবোৰৰ আগত ক'লে তোমাক পাগল বুলি হাঁহিব। দৈবাৎ কিবা এটা ঘটি যোৱা কথাক উদাহৰণ হিচাপে লোৱাটো উচিত নহয়'।

চিন্ময়ে কথাখিনি কওঁতে মুখখন কঠিন হৈ উঠিল। চিন্ময়ৰ মুখত এই কঠিনতা দেখি ভাস্বতীয়ে হঠাতে কৈ পেলালে — 'তুমি এনেকৈ কথা নক'বা। ভাল নালাগে, নুশুৱায়'। চিন্ময়ে ভাস্বতীলৈ চালে তাৰ কঠিন মুখখন শিথিল হ'ল। ঈষৎ হাঁহি বিৰিঙিল ওঁঠত। তাৰ পাছত আকৌ বাহিৰলৈ চালে খিৰিকীৰে। ৰাস্তাৰ কাষৰ এখন শুধ বগা হৰডিংছত তাৰ চকু নিবদ্ধ। সকলোতকৈ সৰু এখন হৰডিংছ। গৃহ-ঋণ দিয়া ক'ম্পেনি এটাৰ বিজ্ঞাপন। দূৰৈত এটা মাত্ৰ ঘৰ, এখন আকাশ, অলপ সেউজ, বাকী অংশ শুধ বগা। ৰং-বিৰঙৰ হৰডিংছবোৰৰ মাজত যেন এক শান্তিৰ নীড়। তলত গোট গোট আখৰ, ইয়োৰ লাষ্ট ড্ৰীম.... আপোনাৰ শেষ স্বপ্ন.... হয়তো প্ৰত্যেক মানুহৰে হৃদয়ত সংগোপনে থাকে এটা ঘৰৰ স্বপ্ন, ইটা, লোহাৰ গাঁথনিৰ এটা ঘৰৰ বাহিৰেও এটা ঘৰ, প্ৰেমময় শান্তিৰ এটা নীড়। ভাস্বতীয়ে হৰডিংছৰ আৰ্টিষ্টজনক মনে মনে শলাগিলে। ৰং-বিৰঙৰ হৰডিংছৰ প্ৰতিযোগিতাৰ মাজত নিঃসন্দেহে এই বিজ্ঞাপনটোৱে খন্তেকলৈ হ'লেও বাটৰুৱাৰ চকু আৰু মনত নিৰ্মল বায়ু সঞ্চাৰ কৰি দিছে। ভাস্বতীয়ে ঘড়ী চালে। সাতটা পোন্ধৰ। আঠটাত কবীৰ খান্নাৰ উৰাজাহাজে মাটি স্পৰ্শ কৰিব, অথচ এতিয়াও আৰু আঠ কিলোমিটাৰ পথ বাকী, বাটত আৰু কিমান ট্ৰেফিক জাম পোৱা যাব তাৰ কি ঠিক? অধৈৰ্য হৈ তাই ড্ৰাইভাৰক ক'লে — 'ড্ৰাইভাৰ হৰ্ণ বজোৱা, যাব লাগে'।

চিন্ময়ে কৌতুকপূৰ্ণভাৱে ভাস্বতীলৈ চালে। ভাস্বতীৰ খং উঠি গ'ল হঠাতে, 'তুমি কেনেকুৱা ল'ৰাহে, ইমান নিৰ্বিকাৰ হৈ ধৈৰ্য পৰীক্ষা দিব পাৰা, দেখা নাই কেইটা বাজিল?'

ঃ ড্ৰাইভাৰে হৰ্ণ দিলে আগৰ তিনিশখন গাড়ীয়ে বাট এৰি দিব, নহয়? ভাস্বতী আহিছে, এড্‌কন ক্ৰিয়েটিভৰ পি-আৰ-অ'.... কৈয়ে চিন্ময়ে হাঁহিলে।

ভাস্বতীয়ে লাজ পালে যদিও মুখেৰে নামাতিলে। এই কথাকেইটা আন কোনোবাই এই মুহূৰ্তত কোৱা হ'লে ভাস্বতীয়ে খণ্ডত কি উত্তৰ দিলেহেঁতেন নাজানে, কিন্তু তাইৰ চিন্ময়ৰ ওপৰত অকণো খং নুঠিল। চিন্ময়ৰ মুখৰপৰা খুব কমেইহে এনে কৌতুকপূৰ্ণ মন্তব্য ওলায়। আচৰিতভাৱে চিন্ময়ে একমাত্ৰ ভাস্বতীৰ সৈতেই বোধহয় কাচিৎ এনে ধেমালি কৰে। অফিচত ভাস্বতীয়ে চিন্ময়ক ভালকৈ হঁহাও দেখা নাই। টেক্সিখন হঠাতে ষ্টাৰ্ট দিলে। গাড়ীবোৰ লৰচৰ কৰি উঠিল। 'ৰক্ষা' — চিন্ময়ে বাহিৰলৈ চাই থাকিয়েই ক'লে।

ঃ তুমি ইমান হৰডিংছ কেইখনকে কি চাই আছা?

ঃ তোমালৈ চাই থাকিব লাগিছিল নেকি? — চিন্ময়ক বেছ প্ৰফুল্লিত যেন লাগিছে আজি ভাস্বতীৰ।

ঃ মোক চাবলৈ কোৱা নাই কিন্তু কথাতো পাতিব পাৰা....চিন্ময়ে এইবাৰ ভাস্বতীৰ ফালে ঘূৰিলে। 'কি কথা....এতিয়া কি মাহ?'

ঃ বহাগ....ভাস্বতীয়ে মুখ টিপি হাঁহিলে।

ঃ ঠিকেইতো, সেয়ে যেতিয়াই তেতিয়াই মেঘ, বিজুলী, বৃষ্টি....

ঃ চিন্ময়, তুমি শিল্পী বুলি মই পাহৰি যাওঁ। তুমিয়েই কিজানি একমাত্ৰ শিল্পী যি লোহাৰ কঠিন বৰ্ম পিন্ধি ফুৰা....

ঃ মই শিল্পী নহয়, শিল্পী হ'ব খুজিছিলোঁহে এসময়ত। অলপ আগলৈকে এখন বিজ্ঞাপন চাই আছিলোঁ। তুমি বাৰে বাৰে সুধিছিলা কি চাইছোঁ ইমানকৈ বাহিৰলৈ। এটা ঘৰৰ বিজ্ঞাপন। মোৰ লাষ্ট ড্ৰীম আছিল। এটা সৰু ঘৰ। ঘৰৰ ভিতৰত এটা ষ্টুডিঅ'। বাৰাণ্ডাত উঠিয়েই মানুহে কেৱল পাব কেন্‌ভাছ প্ৰস্তুত কৰা প্ৰাইমাৰ গোন্ধ, ৰং আৰু তেলৰ গোন্ধ। ফ্ৰেম তৈয়াৰ কৰা হাতুৰী-বটালিৰ শব্দ। মই তাৰ মাজতে মোৰ বিশ্ব বিচাৰি পাম, বিচাৰি ল'ম জীৱনৰ সঞ্জীৱনী সুধা....।

ঃ তুমি অবাস্তৱ কথা কৈছা, চিন্ময়। কিছুমান দুখ এবিধ মানুহে আৰ্জি ল'বলৈ ভাল পায়। এক প্ৰকাৰৰ ছেডিষ্টিক প্লেজাৰ। তুমি ভাল ছবি আঁকা। এতিয়া ছয়-সাত হাজাৰ টকা দৰমহা পোৱা। কেন্‌ভাছ্ বা ৰঙৰ খৰচ গোটাব পাৰা তুমি। আৰু সময়? ইচ্ছা থাকিলে সকলো হ'ব পাৰে। আচলতে তোমাৰ স্বপ্ন নাই। স্বপ্ন নথকা মানুহে জীৱনত একো কৰিব নোৱাৰে।

ঃ তোমাৰ কি স্বপ্ন? — হঠাতে চিন্ময়ে সুধিলে। ভাস্বতীয়ে থত্‌মত খালে। 'তুমি ভাবিছা নেকি এদিন তুমি নিজে এটা বিজ্ঞাপন ক'ম্পেনিৰ একছত্ৰী মালিক হ'বা বুলি?' ভাস্বতী তেতিয়াও নিৰুত্তৰ হৈ থাকিল। 'মই তোমাক যিমান দূৰ বুজিছোঁ ভাস্বতী, এক কৌতূহল আৰু সময় কটোৱাৰ উপায়ৰ বাহিৰে তোমাৰ চাকৰিটোক তুমি তোমাৰ জীৱনৰ জখলা হিচাপে লোৱা নাই। তোমাৰ দৰে সংবেদনশীল এজনী ছোৱালীয়ে এই প্ৰতিযোগিতাত নামি ভৱিষ্যৎ গঢ়িবলৈ নাহে। তুমি কেৰিয়াৰিষ্টো নোহোৱা, মাত্ৰ এড্‌কনে দিয়া কামবোৰ নিয়াৰিকৈ কৰি গৈছে। তোমাৰ ব্যক্তিত্ব আছে, বুদ্ধি আছে, প্ৰতিভা আছে। এইখিনি লৈয়ে তুমি কামত সফলো হৈছা। এড্‌কনো লাভবান হৈছে। কিন্তু তুমি সুখী হৈছা বুলি মই ভাবিবই নোৱাৰোঁ। স্বপ্ন তোমাৰো নাই, ভাস্বতী....,' ভাস্বতী নিশ্চুপ হৈ গ'ল। তাই যিখিনি কথা কোনোদিনে ভবা নাছিল নিজে, সেইখিনি কথাই চিন্ময়ে পঢ়ি পেলাইছে কেতিয়াবাই। ভাস্বতীয়ে নিজৰ মনকো কোনোদিনে এই বিষয়ে প্ৰশ্ন কৰা নাছিল। কিহৰ বাবে তাই এই কাম কৰিছে? মনৰ বিৰুদ্ধে তাই কাম কৰা নাই জানো? হোৱাইট হৰ্ছৰ, সেই ভয়ানক টেবলেটটোৰ গুণাগুণ সম্পৰ্কত তাই অৱশেষত কেপ্‌চন লিখা নাছিল জানো? গীতা বসুক এটা ৰঙীন বিজ্ঞাপন দিয়াৰ পাছত মেনেজমেণ্টে দিয়া সকীয়নিৰ পাছত তাই কত নিশা অন্তৰ্দ্বন্দ্বত ভুগি শুব পৰা নাছিল? ভাস্বতী নিজেও এটা ছিষ্টেমৰ মাজত সোমাই পৰিবলৈ ধৰিছে নেকি বাৰু লাহে লাহে! এই চাকৰি নকৰিলে কি কৰিব তাই? সু-সজ্জিত ফ্লেটটোৰ নিঃসংগ বাসিন্দা হৈ পাৰিবনে জীয়াই থাকিব? তাই পাৰিবনে টেলিফোনত ঘণ্টাৰ পাছত ঘণ্টা বাৰ্বিকিউ, ছালাড, বিৰিয়ানী তৈয়াৰী কৰাৰ নিত্য নতুন পদ্ধতিৰ কথা কোন বান্ধৱীৰ সৈতে পাতিব? প্ৰয়াগৰ অফিচৰ পাৰ্টিবোৰত দেখনিয়াৰ পত্নী হৈ পুৰুষৰ মহলত চাঞ্চল্য সৃষ্টি কৰাৰ গৌৰৱ লৈয়ে সন্তুষ্ট হ'ব পাৰিবনে? তাতকৈ বহুত ভাল এড্‌কন ক্ৰিয়েটিভৰ কাম। কৰি বেয়া পোৱা কামৰ মাজেৰেও যদি সন্তুষ্টিখিনি আহৰণ কৰিব পৰা ক্ষমতা থাকে, সেয়াই হ'ব জীৱনৰ প্ৰেৰণা, জীয়াই থকাৰ উৎস। গীতা বসুক বিজ্ঞাপনটো দি তাইৰ জানো সন্তুষ্টি হোৱা নাছিল? মায়াই যেতিয়া 'দিদি' বুলি কান্দত মূৰ থৈ উচুপিছিল তাই জানো মায়াক মৰম কৰি সন্তুষ্টি পোৱা নাছিল? সকলো সময়তে স্বপ্ন নাথাকিলেইবা ক্ষতি কি? বিবেকৰ সন্তুষ্টিও স্বপ্ন হৈ প্ৰশান্তি কঢ়িয়াই আনে মাজে মাজে হৃদয়লৈ, সেই সন্তুষ্টি চিন্ময়ে আহৰণ কৰিব জনা নাই।.... 'ভাস্বতী, এইবাৰ

মই কথা পাতিবলৈ আৰম্ভ কৰিলোঁ, কিন্তু তুমি মনে মনে থাকিলা'।

ঃ মই ভাবিছোঁ, চিন্ময়। মই স্বপ্ন হয়তো দেখা নাই, কিন্তু সন্তুষ্টিখিনি মই আহৰণ কৰিবলৈ মই শিকিছোঁ।

ঃ মোৰ স্বপ্ন আৰু সন্তুষ্টি দুয়োটাই শেষ হৈ গৈছে, কেতিয়াবাই। মই ফাইন আৰ্ট পঢ়ি দুবছৰ কটোৱাৰ পাছতে কমাৰ্চিয়েল আৰ্টিষ্ট হোৱা সংকল্প লৈছিলোঁ। কিয় জানা? দেউতাই কাম কৰা ক'ম্পেনিটোত তলা ওলমিছিল। মোৰ এজনী পংগু বাইদেউ। পেং লৈ খোজ কাঢ়ে। আমাৰ সাঁচতীয়া পইচা শেষ হৈ শেষ সম্বল ঘৰটো থাকিল। তিনি কোঠালিয়া ঘৰটোৰ এটা কোঠালিতে আমি থাকিবলৈ ল'লোঁ। দুটা কোঠা ভাড়ালৈ দিলোঁ। বিশ্বাস কৰিবানে মাত্ৰ ছয়শ টকাৰে আমি চাৰিটা প্ৰাণী নমৰাকৈ জীয়াই আছিলোঁ! মই ছবি আঁকাৰ টিউশ্যন কৰি মাহে তিনিশ মান টকা উপাৰ্জন কৰিছিলোঁ। আৰু ছবি আঁকা? ক্লাছৰ দৰকাৰী ছবিকেইটাও আঁকিবলৈ মোৰ ঠাই নাছিল। এটা মাত্ৰ কোঠালিতে ৰান্ধনি ঘৰ, শোৱা ঘৰ সকলো। চাৰিওফালে দ'ম হৈ থকা ঘৰুৱা সা-সৰঞ্জামখিনিৰ মাজত কোনোমতে ঘূৰিবলৈয়োঁ ঠাই নাই। কেবা নিশা ফুটপাথত ৰাতি নিজম পৰিলে ষ্ট্ৰীট লাইটৰ তলত মোৰ আঁকিব লগা ছবিবোৰ আঁকো। দেউতাই বাৰে বাৰে মোৰ অন্ধকাৰ ভৱিষ্যৎ লৈ আতংকিত হয়। গালি পাৰে কিয় মই শিল্পী হ'বলৈ গৈছোঁ, কিয় মই চাকৰি পোৱা শিক্ষা এটা নল'লোঁ? অৱশেষত কমাৰ্চিয়েল আৰ্টত পাছ কৰি উঠি মোৰ কপাল ভাল থকাঁ বাবেই এড্‌কন ক্ৰিয়েটিভৰ চাকৰি পালোঁ। দিনে-ৰাতিয়ে কেৱল কাম। এটা সময়ত এনেকুৱা হ'লোঁগৈ মই যেন এড্‌কন ক্ৰিয়েটিভৰ বিজ্ঞাপনৰ কাম কৰিবলৈহে জন্মিছিলোঁ.... এনে ভাব হ'বলৈ ধৰিলে। মোৰ পংগু বাইদেউৰে পিছত এটা চৰকাৰী চাকৰি পালে। ৰেষ্টৰেত। সৰু চাকৰি, কিন্তু তাইৰ জীৱনত সংস্থান হ'ল। দেউতাইও অন্য ক'ম্পেনি এটাত কাম পালে। আমি থকা ঘৰটো ভাড়াত দি এতিয়া নিজে এটা কম ভাড়া দিয়া ঘৰত আছোঁ। মোটামুটি স্বচ্ছল অৱস্থা। এতিয়া দেউতাই, মায়ে আৰু বাইদেৱে তোমাৰ দৰে কথা কয়, মই কিয় মোৰ প্ৰতিভা মৰিমূৰ কৰিছোঁ, ছবি নাআঁকো, একজিবিশ্যন্ নকৰোঁ? মোৰ স্বপ্ন-আকাংক্ষা একো নাই নেকি? মোৰ তেতিয়া প্ৰচণ্ড আক্ৰোশ হয় নিজৰ ওপৰত। সকলোৰে ওপৰত। মই কেতিয়াবাই হেৰুৱাই পেলাইছোঁ মোৰ শিল্পী-সত্তা। এতিয়া মাত্ৰ মই বিজ্ঞাপনৰ বজাৰত বিক্ৰী যোৱা বেপাৰী। কাইলৈ যিটো ক'ম্পেনিয়ে মোক বেছি টকা দিব তালৈকে মই যাম। ষ্ট্ৰীট লাইটৰ পোহৰত ছবি আঁকোতেও মোৰ স্বপ্ন জীয়াই আছিল, কিন্তু এতিয়া আৰু নাই। মই কেতিয়াও এতিয়া ভাবিব নোৱাৰোঁ মই প্ৰদৰ্শনী কৰিম, শিল্পী হিচাপে মোৰ পৰিচয় হ'ব। সেই প্ৰয়োজন কেতিয়াবাই শেষ হৈ গৈছে। — চিন্ময়ে কথাখিনি কৈ বাহিৰলৈ চালে। বতাহত চিন্ময়ৰ সামান্য কেঁকোৰা চুলিবোৰ উৰিছে। ভাবুক হৈ পৰিল চিন্ময়। 'যেতিয়া প্ৰয়োজন আছিল, তেতিয়া এটা চাকৰি বিচাৰি হাঁহাঁকাৰ কৰি ফুৰিলোঁ। তুমি ডাঙৰ শিল্পী সাহিত্যিকৰ হয়তো উদাহৰণ দিবা। তাৰ আগতেই কওঁ, তেওঁলোকৰ নিজৰ বৃত্তিটোৰ প্ৰতি অপৰিসীম ভালপোৱা থাকে বাবেই সফল হয়, কিন্তু মোৰ ক্ষেত্ৰত সেয়া নহয়। মই বহু বছৰ কোনো গেলেৰীলৈ যোৱা নাই ছবি চাবলৈ। কাৰো খবৰ ৰখা নাই। মই ছবি বেয়া পোৱা হ'লোঁ। বিজ্ঞাপন কৰাই মোৰ এতিয়া নিচা। মই কৰি থকা কামটোৰ প্ৰতি মোৰ কৃতজ্ঞতা আছে। কাৰণ চাৰিটা বছৰ এই বৃত্তিটোৱে মোক, মোৰ পৰিয়ালক ভয়ানক দৰিদ্ৰতাৰপৰা ৰক্ষা কৰিছিল। প্ৰসেনৰ কথা বেলেগ। প্ৰসেনৰ স্বপ্নই আছিল এজন পেশাদাৰ কমাৰ্চিয়েল আৰ্টিষ্ট বা আৰ্ট ডাইৰেক্টৰ হোৱা। ভাস্বতী, বিজ্ঞাপন সংস্থা এটাৰ আৰ্ট ডাইৰেক্টৰ হোৱা মুখৰ কথা নহয়। ই আজিৰ বজাৰত সাংঘাতিক লোভনীয় চাকৰি। আমাক কোৱা হয় ড্ৰীম মাৰ্চেন্ট.... সপোন কুবেৰ.... এই সপোন কুবেৰৰ আজি এটাও স্বপ্ন নাই.... স্বপ্নৰ মোনা খালি'। নিজকে দেখুৱাই চিন্ময়ে হাঁহিলে। ভাস্বতী তন্ময় হৈ পৰিছিল চিন্ময়ৰ কথাত। চিন্ময় যেন লোৰ বৰ্ম ফালি ভাস্বতীৰ সন্মুখত ধৰা দিছেহি অন্য মানুহ হৈ। চিন্ময়ে যিমানে বাৰে বাৰে কৈছে, সি শিল্পী নহয়, ছবি বেয়া পায়, ভাস্বতীৰ সিমানেই অনুভৱ হৈছে চিন্ময় এজন প্ৰকৃত শিল্পী। মৰুভূৰ বক্ষত সংগোপনে নিজৰা বৈ থকাৰ দৰে চিন্ময়ৰ হৃদয়ত অহৰহ প্ৰৱাহিত হৈ আছে সপোনৰ ফল্গু ধাৰা। 'বাবু — ডমেষ্টিক য়া ইণ্টাৰনেশ্যনেল?' ড্ৰাইভাৰৰ মাতত ভাস্বতীহঁতৰ সম্বিৎ আহিল, সিহঁত দমদম এয়াৰ-প'টৰ সন্মুখত। ভাস্বতীয়ে ঘড়ী চালে, পূৰা আঠটা বাজিছে। হালধীয়া পোহেৰেৰে এয়াৰপৰ্টটোক এক বিষণ্ণতা সানি দিছে। ভাস্বতীৰ ভাল নালাগিল। টেক্সিক পইচা দি 'ইণ্টাৰনেশ্যনেল'ৰ ফালে সিহঁত আগবাঢ়িল।

সুনন্দা সাহানীৰ বন্দবস্ত নিখুঁত। সুনন্দাই প্ৰখৰ সাজ-সজ্জা আৰু মেক-আপেৰে হোটেলৰ এখন 'কন্‌টেছা' লৈ

এয়াৰপৰ্টত ভাস্বতীইঁতকৈ আগতেই উপস্থিত হৈছিল। ভাস্বতীক দেখিয়েই সুনন্দা সাহানী আগবাঢ়ি আহি ক'লে, 'আই ৱাজ নট ছিয়ৰ আবাউট ইউ'।

ঃ কিয় ?

ঃ বেনাৰ্জীয়ে ক'লে, ভাস্বতী নাযাবও পাৰে। ছি ইজ্ ভেৰী পাৰ্টিকুলাৰ ইন ছাম ৰিজন্.... তুমি হেনো ক্লায়েণ্ট ৰিচিভ কৰি বেয়া পোৱা। পিছে উপায় নাই। পি-আৰ-অ' হ'লে এই কামেই কৰিব লাগিব। পি-আৰ-অ'জন তাতে যদি 'য়ং' 'এনাৰজেটিক' আৰু 'এট্ৰেক্‌টিভ' হয়, তেন্তে কথাই নাই.... সুনন্দা সাহানীয়ে কৈয়ে দৰকাৰতকৈ বেছিকৈ হাঁহিলে। হাঁহোতে কোনোমতে পিন্ধা শাড়ীখনৰ পিছল আঁচলখন খহি পৰিল। উদং বাহু উদং পেটৰ মৃদু কম্পন হৈ থাকিল হাঁহি মাৰ নোযোৱালৈকে। ভাস্বতীয়ে কোনোমতে হাঁহি এটা মুখত বিৰিঙাই ক'লে, 'মই কোনোদিনে কোৱা নাছিলোঁ, ক্লায়েণ্ট ৰিচিভ কৰি বেয়া পাওঁ বুলি'।

ঃ কিন্তু তুমি নতুন, শিকিবলৈ বহুত আছে। সংকোচ নকৰাকৈ কাম শিকিলে ভৱিষ্যতে উন্নতি হ'ব। এতিয়া চোৱা, কবীৰ খান্নাৰ দৰে মানুহ এজনক টেক্সিতে লৈ যাবলৈ ওলাইছিল নহয়! বেনাৰ্জীৰ তোমালোক ওলাই যোৱাৰ পাছতহে কথাটো খেয়াল হ'ল। মোলৈ ফোন কৰিলে। অৱশেষত মই ব্যৱস্থা কৰিলোঁ। ভাস্বতী তুমি কমছে-কম আমাৰ এড্‌কনৰ 'কাৰ এজেন্সি'টোক ক'ব পাৰিলাহেঁতেন....' সুনন্দা সাহানীয়ে তীৰ্যক মন্তব্যৰে ভাস্বতীৰ অযোগ্যতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। ভাস্বতীৰো ভুল নোহোৱা নহয়। এড্‌কন ক্ৰিয়েটিভৰ সৈতে এটা 'কাৰ এজেন্সি'ৰ বুজা-পৰা আছে। যিকোনো গুৰুত্বপূৰ্ণ কাৰণত তেওঁলোকৰপৰা গাড়ী ভাড়ালৈ লোৱা হয়। কিন্তু পৰাপক্ষত টেক্সিকে ভাস্বতীয়ে পছন্দ কৰে, কাৰণ 'কাৰ এজেন্সি'টোৱে বহুত টকাৰ বিল পঠায়। এড্‌কনৰ খৰচ কমোৱাৰ বাবেই ভাস্বতীয়ে এনেকুৱা কাম বহুবাৰ কৰিছে। চিন্ময়ক লৈ অহাৰ কাৰণো সেয়ে। কবীৰ খান্নাক তাই 'ৱেলকাম' কয় মানে চিন্ময়ে এখন প্ৰি-পেইড্ টেক্সি আনি হাজিৰ কৰি ৰাখিব। ....'ছাম টাইমছ্ য়ু ছুড্ লুক্ আফ্‌টাৰ ইয়ৰ ক'ম্পেনিজ প্ৰেষ্টিজ অলছ'.... সুনন্দাই এক বিশেষ ভংগীত কথাখিনি ক'লে। ভাস্বতীৰ তেজ উতলি আহিছিল। ক'বলৈ মন গৈছিল, 'প্ৰেষ্টিজ? তোমাৰ দৰে আদ্-নঙঠা হৈ ক্লায়েণ্ট সন্তুষ্ট কৰিবলৈ যোৱা মহিলা আছে বাবেইতো ক্লায়েণ্টেও তেনেভাৱেই সকলোকে ভাবে। এই পোছাক আৰু অশালীন আচৰণত তোমাৰ সন্মান থাকে, মই টেক্সিত কবীৰ খান্নাক নিব খুজিলেহে সন্মান নৰয়....' ভাস্বতীয়ে ক'ব নোৱাৰিলে। সুনন্দা এড্‌কন ক্ৰিয়েটিভৰ ছিনিয়ৰ ম'ষ্ট মানুহ। তাতে এই মুহূৰ্তত এটা অপ্ৰীতিকৰ পৰিস্থিতি নকৰাই ভাল। সুনন্দাই কিন্তু ভাস্বতীৰ তেতিয়াও লগ এৰা নাছিল। কবীৰ খান্নাক প্ৰট'কল ৰক্ষা কৰি মাত লগাই ভাস্বতী যাব পাৰিব বুলি সুনন্দাই বুজাই দিছিল। ভাস্বতীৰ সৰ্বাংগ ঢাক খোৱা ডাঠ জয়পুৰী ছেলোৱাৰ-কুৰ্তাযোৰৰ কথা ক'বলৈয়ো নাপাহৰিলে সুনন্দাই। 'তোমালোকৰ বয়স কম, বয়সৰ সৈতে পোছাকৰ সামঞ্জস্য থকা উচিত। বিজ্ঞাপন সংস্থাত কাম কৰাটোতো 'গ্লেমাৰ' আছে। সেই কথা জনা উচিত তুমি। ক্লায়েণ্টে তোমাৰ অভিব্যক্তিতে বুজিব লাগিব অন্তৰৰ উষ্ণতা; সেই অন্তৰংগতা পোছাকেই দেখুৱাই দিয়ে। পোছাক হৈছে অন্তৰৰ অভিব্যক্তি। প্ৰাণৰ উচ্ছলতা, শৰীৰ আৰু মনৰ মুক্ত প্ৰকাশ ঘটে পোছাকত। যেনেকৈ এই পোছাকত তোমাক দেখি মই একেষাৰেই ক'ব পাৰোঁ, তুমি এজনী সনাতন পৰিয়ালৰ ছোৱালী। শিক্ষা পাইছা, পৃথিৱী দেখিছা, কিন্তু তুমি আবদ্ধ পানীৰ দৰে। নদী বা জুৰি হৈ বৈ যোৱাৰ আকাংক্ষা নাই। পুৰাণ-শাস্ত্ৰই নাৰীক পিন্ধোৱা শিকলিডালৰ আশ্ৰয়ত দুলি আছা এতিয়াও....' ভাস্বতী আৰু ৰ'ব নোৱাৰিলে, তাই খঙেৰে কৈ উঠিল — 'মোক বিশ্লেষণ কৰাৰ আপোনাৰ দৰকাৰ নাই। আপুনি নিশ্চিন্ত থাকক আপোনাৰ ঠাই ল'বলৈ মই অহা নাই। আপুনি কি ভাল পায় সেয়া আপুনি দেখুৱাইছে, মই কি ভাবে থাকিব খোজোঁ, সেয়া মোৰ কথা। ইচ্ছা কৰিলে ময়ো আপোনাক বহুক কথাই ক'ব পাৰিলোঁহেঁতেন। কিন্তু আপুনি কোৱাৰ দৰে মই নৈ-জুৰি হৈ আৱৰ্জনা কঢ়িয়াই নিব নোৱাৰোঁ। আবদ্ধ পানীখিনিৰ মাজত মই পৰিষ্কাৰ হৈ থাকিব খুজিছোঁ বাবেই, সন্মান, ভদ্ৰতা, শিষ্টাচাৰবোৰো এতিয়াও গাৰপৰা এৰাই যোৱা নাই....

ঃ ছাট্ আপ্, — সুনন্দাই হঠাতে আনে নুশুনাকৈ অথচ অতি শাণিত কণ্ঠস্বৰেৰে ভাস্বতীক ধমক দিলে। 'নিজকে কি বুলি ভাবিছা? ৰূপ-যৌৱনৰ অহংকাৰ! ডেকা ল'ৰা ভেন্-ভেনাই পিছত ঘূৰিছে বাবেই ভাবিছা স্বৰ্গত আছা? জানানে সুনন্দা সাহানীয়ে এই মুহূৰ্ততে তোমাক এড্‌কন ক্ৰিয়েটিভৰপৰা খেদাব পাৰে? তোমাৰ ৰেক্‌শ্যনলৈ মই দয়া কৰি বিজ্ঞাপন পঠিয়াওঁ। আজিকালি ক'ম্পেনিবোৰ মূৰ্খ নহয়

যে, যাতৰি ক্ষাকন্ত-আলোচনীত বিজ্ঞাপন দি পইচা ঢালিব। ভাৰতত আখৰ লিখিব-পঢ়িব জনা মানুহ কিমান আছে? টিভি-চিনেমা কিন্তু এশভাগ মানুহেই চায়.... বিজ্ঞাপন শব্দটো শিকা কেইদিন হৈছে তোমাৰ? নিজৰ যোগ্যতা আগতে বিচৰা কৰি কথা পাতিবলৈ শিকিবা....' ঘটনাই এনে ৰূপ ল'ব বুলি চিন্ময়ে হয়তো ভবা নাছিল। সি ভাস্বতীৰ লাজে-অপমানে জৰ্জৰিত মুখখন চাই এটা ভয়ংকৰ পৰিস্থিতি উদ্ভৱ হোৱাৰ আশংকাৰ কৰি কাষ চাপি গৈ ভাস্বতীৰ এখন হাত স্পৰ্শ কৰিলে। 'কুল-ডাউন ভাস্বতী....' অস্ফুট স্বৰেৰে ভাস্বতীৰ কাণত পৰাকৈ শব্দকেইটা ক'লে। ইতিমধ্যে ছিকিউৰিটিয়ে এইমাত্ৰ আহি পোৱা মানুহখিনিক যাবলৈ এৰি দিছিল। ভাস্বতীয়ে দেখিলে সুনন্দাই কাৰোবালৈ হাত জোকাৰিছে। এজন গাঠলু চেহেৰাৰ নেভি-ব্লু ছাৰ্ট পিন্ধা মানুহেও হাত জোকাৰিলে প্ৰতি-উত্তৰত।

ঃ কবীৰ খান্না, ....ভাস্বতী তুমি তেওঁক 'নৰ্মেল' ব্যৱহাৰ কৰিবা। সুনন্দাৰ অভিপ্ৰায় তোমাক ক্ষুব্ধ কৰি আজিৰ সমস্ত প্ৰগ্ৰেম মাটি কৰি নিজে ক্ৰেডিট লোৱাটোত। প্ৰফেছনেল জেলাছি। এয়া আৰম্ভণিহে। হয়তো মেনেজমেণ্টে তোমাৰ প্ৰশংসা কৰিছিল, তাৰেই প্ৰতিফল সুনন্দাই দিছে। প্লিজ ভাস্বতী.... বি নৰ্মেল....' চিন্ময়ে ভাস্বতীৰ কাণে কাণে ক'লে। কবীৰ খান্না আগুৱাই আহিল। সুনন্দাৰ সৈতে খান্নাৰ চিনাকি আগৰে। ভাস্বতীও আগুৱাই গ'ল। তাই সোঁহাতখন আগবঢ়াই দিলে, নিজৰ পৰিচয়েৰে। 'ছি জইনড্ আছ ফিউ মান্থছ্ বেক....নট বেড্, টিল নাও....' সুনন্দাই ভাস্বতীক আকৌ এবাৰ বুজাই দিব খুজিলে যে এড্‌কনৰ কৰ্মীসকলক সুনন্দাই প্ৰশংসা কৰা-নকৰাৰ ওপৰত যথেষ্ট গুৰুত্ব আছে। ভাস্বতীৰ সৈতে আজি যি বাক্-বিতণ্ডা হ'ল সেয়া 'নট বেড টিল নাও'.... আৰু এদিন হ'লেই গুৰুতৰ ঘটনা হ'ব। কবীৰ খান্নাই ভাস্বতীক ভদ্ৰতাসূচকভাৱে ক'ত ঘৰ, কিমান দিন হ'ল চাকৰিত সোমোৱাৰ ইত্যাদি সুধি গ'ল। ভাস্বতীয়ে চিন্ময়ক চিনাকি কৰি দিলে। সুনন্দা সাহানীয়ে কবীৰ খান্নাৰ মনোযোগ আকৰ্ষণ কৰিবলৈকে ক'লে, 'আপুনি কি টনিক আৱিষ্কাৰ কৰিছে কওকচোন, সিদিনা নিউজ পেপাৰত আপোনাৰ এখন ফটো দেখিলোঁ, তেতিয়াই মই আচৰিত, এতিয়া আৰু আচৰিত দিনে দিনে আপুনি কলেজীয়া ল'ৰা হৈ গৈছে....

ঃ হয় নেকি? এতিয়া মোৰ বয়স কিমান বুলিনো ভাবিছা?

ঃ নট ম'ৰ ডেন ফৰ্টি-ফাইভ.... কৈয়ে সুনন্দা সাহানীয়ে বুকুৰ আঁচল অসাৱধানভাৱে ৰাখিলে যাতে কবীৰ খান্নাই অন্য কোনো ফালে মনোনিৱেশ কৰাৰ প্ৰয়োজন অনুভৱ নকৰে। কবীৰ খান্নাই ভাস্বতী আৰু চিন্ময়লৈ চালে। ভাস্বতীয়ে ক'লে — 'ছিক্সটি টু ছিক্সটি ফাইভ....' সুনন্দাই ঘোপাকৈ চালে ভাস্বতীলৈ। ভাস্বতীয়ে অসহায় বোধ কৰিলে সেই দৃষ্টিত।

ঃ ৰাইট.... মোৰ বয়স এতিয়া চৌষষ্ঠি বছৰ, ....ভাস্বতী কেতিয়াও মানুহক মিছা প্ৰশংসা নকৰিবা। তোমাক মোৰ খুব ভাল লাগিছে। কনফিডেন্স আছে তোমাৰ। যেতিয়াই যিকোনো কথা শুদ্ধভাৱে ধাৰণা কৰাৰ ক্ষমতা হ'ব তোমাৰ, তুমি আৰু জীৱনত পিছলৈ উভতি চাব নালাগে কেতিয়াও। সুনন্দা, তোমালোকে ভাল মানুহ আনিছা।

ঃ থেংক কিউ ছাৰ — সুনন্দাই ভাস্বতীয়ে নুশুনাকৈ শব্দকেইটা পাৰ্যমানে সৰুকৈ উচ্চাৰণ কৰিলে। সিহঁত আহি সুনন্দা সাহানীয়ে লৈ অনা বগা কন্‌টেছাখনৰ ওচৰ পাইছিলেহি। ভাস্বতীয়ে স-সন্মানে ক'লে — 'ছাৰ, সমস্ত ব্যৱস্থাখিনি আজি মাডামে কৰিছে। মাডাম লগত থকা মানে আমি ভাবোঁ আপোনাৰ একো অসুবিধা নহয়। মই বাৰু লগত নগ'লে হ'বনে. মোৰ ঘৰ বহু দূৰত, গৈ পাওঁতে চাৰে দহটামান বাজিবই.... ভাস্বতীয়ে কথাখিনি সম্পূৰ্ণকৈ ক'বলৈ নাপালেই কবীৰ খান্নাই লগে লগে ক'লে — 'অৱশ্যেই যাবা, কাইলৈ মিটিঙত লগ পাম। আমি তেওঁক থৈ যাব নোৱাৰিমনে, সুনন্দা?'

ঃ নাই, নেলাগে ছাৰ, মই টেক্সি লৈ যাম। বহুত ধন্যবাদ। মাডাম মই যাব পাৰিমনে? — সুনন্দা সাহানীয়ে মুখেৰে উত্তৰ নিদিলে। মাত্ৰ সামান্য মূৰ জোকাৰিলে। কবীৰ খান্নাই চিন্ময়ৰ ফালে চাই ক'লে — 'ডেকা ল'ৰা, তুমি তেওঁৰ এছকৰ্ট হৈ যোৱা'। কৈয়ে কবীৰ খান্নাই নিজেই গাড়ীৰ দুৱাৰ খুলি সুনন্দাক বহিবলৈ কৈ নিজেও বহি পৰিল। ড্ৰাইভাৰজন থিয় হৈ থকাতে থাকিল। কবীৰ খান্না মানুহজনৰ খোজ কাটল, আচৰণৰপৰাই ভাস্বতীহঁতে বুজিলে তেওঁ কোনো মানুহৰ ওপৰতে নিৰ্ভৰ নকৰে। আত্ম-বিশ্বাসী মানুহৰ লক্ষণ। মৃদু শব্দেৰে কন্‌টেছাখন আঁতৰিল ভাস্বতীহঁত থিয় হৈ থকা ঠাইৰপৰা। যাওঁতে কবীৰ খান্নাই হাত জোকাৰিবলৈও নাপাহৰিলে।

ঃ থেংক ইউ ভাস্বতী।

ঃ কিয়?

ঃ তুমি আজি সাংঘাতিক ৰ'ল প্লে কৰিলা।

ঃ মানে?

ঃ সুনন্দা সাহানী জব্দ হৈ গ'ল। জ্ঞানীয়ে কয়, অহংকাৰীক বিনয়েৰে উত্তৰ দিবা। জুইত পানী ঢলাৰ দৰে কাম কৰিলা তুমি।

ঃ মই এইবোৰ একো ভাবি কৰা নাই, চিন্ময়। আচলতে মই কাইলৈ চাকৰিটো ৰিজাইন দিম বুলি মনে মনে ঠিক কৰিছিলোঁ। সেইবাবেই ভাবিলোঁ, তেল মাৰি কি লাভ? কবীৰ খান্নাৰ বয়সটো কমাই ক'লোঁৱেই বা নক'লোঁৱেই মোৰ কি আহে যায়! পিছে খং উঠক বুলি মই বয়সটো বঢ়াই কৈহে চাইছিলোঁ। প্ৰকৃততে কবীৰ খান্নাক মই পঁচপন্ন বছৰমান বয়সৰ মানুহ বুলি ভাবিছিলোঁ। বাট ফৰ্টি ফাইভ! ইটছ্ টু মাচ্চ....কৈয়ে ভাস্বতীয়ে সশব্দে হাঁহিলে। সুনন্দা সাহানীয়ে নিজৰ বয়সৰ অভিজ্ঞতাৰেই বুজা উচিত তোষামোদৰো এটা সীমা থাকে। — সিহঁত গৈ এখন টেক্সিত উঠিল।

ঃ সুনন্দাই মোক দেখিব নোৱাৰে, তোমাৰ ওপৰত খং উঠাৰ সিও এটা কাৰণ। — টেক্সিৰ দুৱাৰখন সশব্দে বন্ধ কৰি চিন্ময়ে ক'লে।

ঃ কিয়? তুমি আকৌ কি কৰিলা?

ঃ মই এড্‌কনৰ ভিডিঅ', শ্বেকশ্যনত প্ৰথম আছিলোঁ। তিনিবছৰ মানৰ আগৰ কথা, এটা পাৰ্টিত অত্যধিক মদ্যপান কৰি সুনন্দাই মাজৰাতি মোক 'দৰকাৰ এটাত মাতিছোঁ' বুলি কৈ কোঠাত সোমোৱা মাত্ৰেই দুৱাৰ বন্ধ কৰি দিছিল।

ঃ পিছে? — ভাস্বতীৰ কৌতুক মিহলি প্ৰশ্নটো বুজি চিন্ময়ে ক'লে, 'পিছে কি হ'ব? সুনন্দা সাহানীৰ বাহুলগ্না হৈ গোটেই ৰাতি স্ফূৰ্তি কৰিলোঁ আৰু কি হ'ব?

ঃ সঁচাকৈ!

ঃ অঁ সঁচাকৈ। বয়স হ'ব পাৰে, কিন্তু শৰীৰপৰা যৌৱনে মেলানি মগা নাই নহয় সুনন্দাৰ।

ঃ তোমাক ভালহে পাব লাগিছিল সুনন্দাই, বেয়া পালে কিয়?

চিন্ময়ে আৰু বেয়া কথা এটা ক'ম বুলি ভাবিছিল বোধহয়, হঠাতে সি মন কৰিলে ভাস্বতীয়ে বৰ করুণভাৱে চিন্ময়ৰ প্ৰতিটো কথাই সত্য বুলি বিশ্বাস কৰি তালৈ চাই আছে। তাৰোপৰি ভাস্বতীক সি বন্ধুসম জ্ঞান কৰিলেও তাইৰ প্ৰতি শ্ৰদ্ধা আছে তাৰ। সীমা চেৰাই যোৱা উচিত নহয়। সি হাঁহি দিলে।

ঃ সেইবোৰ একো নাই হোৱা। আচলতে মই ভয় খাই গৈছিলোঁ। সুনন্দাক প্ৰকৃতিস্থ কৰিবলৈ যত্ন কৰিছিলোঁ, ময়ো বুজিছিলোঁ, এটা সময় অতিক্ৰম কৰিলেই হয়তো মোৰ প্ৰতিৰোধ ক্ষমতাও শেষ হৈ যাব। মই জোৰ কৰি কোঠাৰপৰা ওলাই আহিছিলোঁ। উপযাচি যৌৱন সমৰ্পণ কৰি খোজা নাৰীক যিজন পুৰুষে উপেক্ষা কৰে তেওঁ ফেঁটী সাপতকৈ কম নহয়। ফেঁটী সাপৰ দংশন মোৰ মূৰতো পৰিছিল। মোক চাকৰিৰপৰা ডিছ্-মিছ্ কৰা হৈছিল কিছুদিন পাছতে; এটা সৰু ফটো ফিল্ম হেৰোৱাৰ দোষতে। মই মৃতপ্ৰায় হ'লোঁ। মোৰ ঘৰখনে নাখাই মৰিব চাকৰি নহ'লে। ৰাকেশ ভাচানী যদিও এটা লম্পট, তাৰ ভাল গুণ কিছুমানো আছে। সি বেনাৰ্জীৰ সৈতে কথা পাতিলে। কৈ-মেলি প্ৰিন্টিং শ্বেকশ্যনলৈ সলনি কৰিলে মোক। ৱাৰ্ণিং খালোঁ। চাকৰি ৰেকৰ্ডতো অলপ দাগ লাগিল। চাকৰিটো কিন্তু বাছিল কোনোমতে।

ঃ অবিশ্বাস্য! ....এনেকুৱা নে সুনন্দা?

ঃ সুনন্দালৈ পুতৌ হয় মোৰ। জীৱনৰ আধা বয়স গ'ল সুভাষ বাৰ্মাৰ ৰক্ষিতা হিচাপে। বিনিময়ত সুনন্দাই এটা কেবালাখ টকাৰ লাক্সাৰী ফ্লেট পালে। মাহে পোন্ধৰ হেজাৰ টকা দৰমহা.... এজনী নাৰীয়ে জীৱনত এই তৃপ্তি লৈয়ে জীয়াই থাকিব পাৰেনে? সুনন্দাই কাৰ ওপৰত এই প্ৰতিশোধ লৈছে নিজেই নাজানে। পিছত শুনিছিলোঁ, ৰাকেশ ভাচানীৰপৰা আদি কৰি অফিচ বিয়েৰাৰলৈকে যাকে মন যায় তাকে সুনন্দাই বাধ্য কৰে এনেকৈয়ে।

ঃ তোমাক ভাচানীহঁতে কাপুৰুষ বুলি ভবা নাইনে?

ঃ হয়তো ভাবিছে। ভাচানীয়ে মন্তব্য দিছিল — 'না' কৰে তো ছুনা মত্, 'হাঁ' কৰে তো ছোৰ্‌না মত্' — নাৰীৰ ক্ষেত্ৰত সি হেনো এই প্ৰিন্সিপ'ল মানি চলে। মোক ভয়াতুৰ বুলি হাঁহিছিল। আচলতে সুনন্দাক সেই অৱস্থাত দেখি মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ দৰে লাগিছিল মোৰ। এতিয়াও সুনন্দাৰ প্ৰতি মোৰ কোনো খং নাই। সুনন্দাক এতিয়াও মই ৰোগী বুলিয়ে ভাবোঁ। সুনন্দাৰ হয়তো পুৰুষৰ প্ৰতি এটা আচৰিত ঘৃণা বা বিদ্বেষৰ জন্ম হৈছে। সুনন্দাই নিজৰ প্ৰভাৱ আৰু আৰ্থিক বলেৰে সেয়ে পুৰুষবোৰক নিজৰ ইচ্ছাধীন কৰি তৃপ্তি লভে।

ভাস্বতীয়ে একো মন্তব্য নকৰিলে। তাইৰ অথনি সুনন্দাৰ ওপৰত উঠা মাৰাত্মক খংটো এতিয়া নাই। সুনন্দা সঁচাকৈয়ে ৰোগী। ভাস্বতীক চিন্ময়ৰ সৈতে দেখি সেয়ে সুনন্দাৰ বান্ধ ছিঙি গৈছিল। সুনন্দাৰ সৈতে ভাস্বতীৰ খুব

কম সাক্ষাৎহে ঘটে। তাই নিজেও আচৰিত হৈছিল তেনেক্ষেত্ৰত, সুনন্দাৰ তাইৰ ওপৰত হোৱা খং দেখি।

ঃ কবীৰ খান্না মানুহজন কেনে লাগিল, ভাস্বতী?

ঃ একচেলেন্ট, মই ভবা নাছিলোঁ ইমান প্ৰতাপী মানুহ এজন ইমান ভদ্ৰ, অমায়িক হ'ব বুলি। বিশেষকৈ ব্যৱসায় কৰি অতিপাত ধনী আৰু প্ৰভাৱশালী হৈ উঠা মানুহৰ মাজত এনে লক্ষণ একেবাৰেই দেখা নাযায়।

ঃ খান্নাৰ পূৰ্বৰ ৰেকৰ্ড আছে, তেওঁ হেনো তেওঁৰ তলতীয়া সকু কাম কৰা মানুহবোৰৰো খবৰ ৰাখে, সেয়ে অতি জনপ্ৰিয় তেওঁ। কিন্তু তেওঁৰ বিচিত্ৰতা ক'ত জানা? এই দয়ালু মানুহজনৰ নিৰ্দেশত হেনো কেবাটাও হত্যাও সংঘটিত হৈছিল, মানুহৰ মুখৰপৰা শুনা কথা। প্ৰমাণ ক'তো নাই। আণ্ডাৰ-ৱৰ্ল্ডৰ সৈতে হাত মিলাই কাম কৰা মানুহ, এয়া অস্বাভাৱিক নহয়।

ঃ হ'ব পাৰে.... হ'ব পাৰে। পিছে মানুহে কয় নহয় 'ফাৰ্ষ্ট ইম্প্ৰেশ্যন ইজ দ্য লাষ্ট ইম্প্ৰেশ্যন....মোৰ কবীৰ খান্নাক খুব ভাল লাগিল। বেচেৰা....।

ঃ কিয় ক'লা তেনেকৈ?

ঃ বেচেৰাক সুনন্দাই এতিয়া কি গতি কৰিছেবা.... চিন্ময়ে ভাস্বতীৰ কথাত সশব্দে হাঁহিলে। হো হোৱাই গৈ থকা টেক্সিখনৰপৰা হাঁহিবোৰ ওলাই থান-বান হৈ ৰাস্তাত মিলি গ'ল। হঠাতে চিন্ময়ে গাই উঠিল — 'গোপন কথাটি ৰবে না গোপনে উঠিল ফুটিয়া নীৰব নয়নে.... ভাস্বতীয়ে বিস্ময়েৰে চাই ৰ'ল চিন্ময়লৈ। চিন্ময়ক এই ৰূপত দেখিছে বুলি তাই ক'লে অফিচত কোনেও বিশ্বাস নকৰে। বিশ্বাস নকৰে চিন্ময়ে ৰবীন্দ্ৰ-সংগীত-পৰিপক্ক গায়কৰ দৰে গায়ে বুলি ক'লেও। ভাস্বতীয়ে ছীটত হাউলি চকুযোৰ মুদি দিলে। ....হৃদয় শতদল কৰিছে টলমল ....অৰুণ প্ৰভাতে কৰুণ তপনে.... না না না ৰবে না গোপনে.... কিমানদিন ভাস্বতীয়ে এনেকৈ গান শুনা নাছিল? কেছেট, ৰেকৰ্ড বা ষ্টেজৰ প্ৰস্তুতিৰে শুনা সংগীততকৈ ভাস্বতীয়ে ভাল পাইছিল প্ৰয়াগে যেতিয়াই-তেতিয়াই গুণ্‌গুণাই সুহুৰিয়াই গান গোৱা মুহূৰ্তবোৰ। প্ৰায়ে ৰেকৰ্ডাৰত কেছেট এটা সুমুৱাই দি প্ৰয়াগে লগে লগে যেতিয়া গান গাবলৈ আৰম্ভ কৰি দিয়ে তাই টেপ-ৰেকৰ্ডাৰটো বন্ধ কৰি দিয়ে। প্ৰয়াগে কেতিয়াবা পাহৰি যোৱা গীতৰ কলিবোৰত নিজাববীয়াকৈ অদ্ভুত শব্দ কিছুমান ভৰাই গান গায়, ভাস্বতীয়ে শুশ্ৰূষায় নিদিয়ে, খুব ভাল লাগে শুনি তাইৰ। ভাস্বতীয়ে গান নাগায়। কিন্তু তাইক প্ৰতি মুহূৰ্তত সংগীতৰ কোলাত আশ্ৰয় ল'বলৈ লাগে। বিয়াৰ আগৰেপৰা যেতিয়াই-তেতিয়াই গুণ্‌গুণাই থকা প্ৰয়াগক লৈ তাই স্বপ্ন দেখিছিল। তাইৰ ঘৰটোৰ চুকে-কোণে সোমাই থাকিব সংগীতৰ মূৰ্ছনা। মানুহৰ অস্তিত্বত নিজেই খোল খাব গানৰ দুৱাৰ। চিন্ময়ৰ কণ্ঠত এক আমেজ আছে, এনে এক মাদকতা ভৰা আমেজ যে, এই মুহূৰ্তত চিন্ময়ৰ কণ্ঠৰ সৈতে কোনো যন্ত্ৰ-সংগীত বাজি উঠিলেও যেন ব্যাঘাত হৈ যাব চিন্ময়ৰ কণ্ঠ। 'বাবু কিছু তৰফ?' — ছাউৰ্দান এভিনিউৰ কেঁকুৰিটো ঘূৰি ড্ৰাইভাৰে সুধিলে। ভাস্বতীৰ হঠাতে খেয়াল হ'ল তাই প্ৰয়োজনতকৈ অধিক চিন্ময়ৰ কাষ চাপি বহিছে। চিন্ময়ৰ হাতৰ ওপৰত তাইৰ হাত। চিন্ময়ে আনখন হাতেৰে আলফুৰে ধৰি আছে ভাস্বতীৰ হাত। তাই সচকিত হৈ হাতখন আঁতৰাই আনিলে। ড্ৰাইভাৰক তাই ক'লে — 'বায়ে তৰফ'। ভাস্বতীক এক অবুজ আবেশে আচ্ছন্ন কৰি পেলাইছে লাহে লাহে। চিন্ময়ৰ হাতৰপৰা যদিও তাই হাতখন এক সংস্কাৰবোধেৰে আঁতৰাই আনিছিল, এই মুহূৰ্তত তাইৰ ইচ্ছা হৈছে চিন্ময়ে তাইৰ হাতখন আকৌ আলফুলে সাবটি লওক।

ঃ ভাস্বতী....তোমাৰ ঘৰ পালোঁহি।

ঃ ভাস্বতীয়ে দৈত্যৰ দৰে থিয় হৈ থকা এপাৰ্টমেণ্টটোলৈ চালে। এপাৰ্টমেণ্টটোৰ চৌহদ পোহৰাই ৰখা ঘূৰণীয়া বিজুলী বাতিবোৰৰ দৰে লাগিল তাইৰ নিজকে। অব্যক্ত শূন্যতাৰ মাজত বিচাৰি ফুৰিছে যেন ৰহস্যময় এক সংজ্ঞা। এপাৰ্টমেণ্টৰ তিনিতলাৰ ফ্লেটলৈ চালে। অন্ধকাৰ।

ঃ কেইটা বাজিল চিন্ময়? — ভাস্বতীৰ নিজৰ হাতত থকা ঘড়ীটো চাবৰ মন নগ'ল।

ঃ দহটা পোন্ধৰ।

প্ৰয়াগ অফিচৰপৰা এতিয়াও অহা নাই তাৰ মানে। এই কেইদিন কিবা 'ভাইটেল ছেমিনাৰ' আছে। প্ৰায়ে এঘাৰটা-বাৰটা বাজিছে। এপাৰ্টমেণ্টৰ বাকী ফ্লেটবোৰৰ খিৰিকীৰে অনুজ্জ্বল পোহৰ দেখা পোৱা গৈছে।

ঃ চিন্ময় একাপ কফি খাই যাবা, ব'লা। — হঠাতে ভাস্বতীয়ে ক'লে। ভাস্বতীৰ এই মুহূৰ্তত অলপো নিঃসংগতাত ভুগিবলৈ মন নগ'ল।

ঃ এতিয়া নহয়। অন্য এদিন। ৰাতি বহুত হ'ল।

ঃ কিয়, তোমালোকে দেখোন কোৱা 'নাইট নেভাৰ কামছ টু ক্যালকেতা'!

ঃ ব'লা যাম। — চিন্ময়ে কৈয়ে গাড়ীৰ দুৱাৰ খুলি

ওলাই আহিল।

টেক্সিখন বিদায় দি ভাস্বতী বেছ উৎফুল্ল মনেৰে গেট পাৰ হৈ গ'ল। সদায় দেখি থকা চন্তৰীকেইটাক নাম কাঢ়ি মাতি খবৰ সুধিলে। নিৰ্জন এপাৰ্টমেণ্টটোত ভাস্বতীৰ মাত প্ৰতিধ্বনিত হৈ এটা মৃদু হুলস্থুলৰেই সৃষ্টি হ'ল।

ভাস্বতীয়ে নিজৰ ফ্লেটৰ দুৱাৰ খুলিয়েই এফালৰপৰা আটাইবোৰ লাইট জ্বলাই দিলে। দিনটো বন্ধ হৈ থকা ফ্লেটটোত পোৱা চিনাকি বিৰক্তিকৰ গোন্ধটো পায়ো তাইৰ আগৰ দৰে খং নুঠিলে। ৰূম স্প্ৰেটো উলিয়াই আনি প্ৰতিটো কোঠালিত স্প্ৰে কৰিলে। খিৰিকীবোৰো খুলি দিলে। ফুলদানীটোৰ মৰহি যোৱা ফুলবোৰ পেলাই দিলে। চাৰিদিন আগতেই তাই এথোপা ৰজনীগন্ধা আৰু গ্লেডিঅ'লা ঘৰৰ ওচৰৰ বজাৰখনৰপৰাই কিনি আনি সজাই থৈছিল। ভাস্বতীয়ে গেছটো জ্বলাই কফি তৈয়াৰ কৰিবলৈ প্ৰস্তুতি চলালে। হঠাতে তাইৰ খেয়াল হ'ল, চিন্ময়ক লগত লৈ আনি তাই এবাৰো খবৰ নাই লোৱা। তাই ড্ৰয়িং ৰূমলৈ ওলাই গ'ল। চিন্ময়ে বুক শ্বেলফৰপৰা কিবা কিতাপ এখন উলিয়াই চাই আছে। তাই পিছফালৰপৰাই মাতিলে— 'চিন্ময় ছৰি, তোমাক মই বহিবলৈও নোকোৱাকৈ কামত লাগি গ'লোঁ'।

ঃ মই ব'ৰ হোৱা নাই। তুমি সুন্দৰকৈ সজাই থোৱা প্ৰত্যেকটো বস্তু চাইছোঁ।

ঃ নাই, আজিকালি সময় নাপাওঁ। আগতে বহুত চখ 'আছিল।

ঃ কি কি চখ আছিল?

ঃ এই ধৰা, বতৰ অনুযায়ী ফুল সজাই ভাল পাইছিলোঁ, প্ৰতিদিনেই নতুন ধৰণেৰে ঘৰটো সজাই-পৰাই ৰাখিবলৈ ভাল পাইছিলোঁ, নতুন নতুন গান শুনছিলোঁ....কবিতা লিখিছিলোঁ....।

ঃ কবিতা? মই তোমাৰ এটাও কবিতা পঢ়িবলৈ পোৱা নাই....।

ঃ হ'ব, পঢ়িবা দিয়া। আচলতে বহুত দিন কবিতা নাই লিখা। দুবছৰ মানেই হ'ল নেকি। সকলো পুৰণি কবিতা।

ঃ পুৰণি কবিতা, পুৰণি গান, পুৰণি মদৰ মূল্য আটাইতকৈ বেছি। আৰু আছে পুৰণি প্ৰেম...., এক মাৰাত্মক নিচা। পাহৰোঁ বুলিলেই পাহৰিব নোৱাৰি, নষ্টালজিয়াত আক্ৰান্ত হৈ থাকিবলগীয়া হয় বাৰে বাৰে। — চিন্ময়ে কিতাপৰপৰা চকু নোতোলাকৈয়ে ক'লে।

ঃ ৰ'বা মই কফি আনো। — কৈ কৈ ভাস্বতী কিচেনলৈ সোমাই গ'ল। চিন্ময়ে ভাস্বতী যোৱাৰ ফালে চাই থাকিল কিছুপৰ। তাৰ পাছত কুছনেৰে সজ্জিত বহল ছোফাত ডুব দিলে। তাৰ দৃষ্টি পৰিলগৈ বেৰত লেমিনেট কৰা এখন প'ষ্টাৰ ছাইজৰ ফটোত। প্ৰয়াগ আৰু ভাস্বতীৰ। অতি অন্তৰংগ এখন ফটো। বুকুলৈকে দুয়োজনৰে শৰীৰ গোমধানৰ খেতিৰ মাজত বিলুপ্ত। প্ৰয়াগে এহাতেৰে সাবটি আছে ভাস্বতীক। ভাস্বতীৰ গালত শেষ কিৰণ আভা। পিছফালে দিগন্ত ব্যাপী গোমধানৰ পথাৰ গৈ বিলীন হৈছে হেঙুলীয়া আকাশত। প্ৰাণোচ্ছল, দীপ্তিময় এনে ফটো সতকাই চকুত নপৰে। অনামী ফটোগ্ৰাফাৰজনক মনে মনে প্ৰশংসা কৰিলে চিন্ময়ে।

ঃ খোৱা, কফি খোৱা....ভাস্বতীয়ে ট্ৰেখনৰপৰা কফি আৰু কিছু কেক্, ভজা কাজু বাদামৰ প্লেটখন আগবঢ়াই দিলে চিন্ময়লৈ। ভাস্বতীয়ে নিজেও একাপ কফি লৈ বহি ল'লে। নীৰৱে পাৰ হৈ গ'ল কিছু সময়। ভাস্বতীয়ে মন কৰিলে চিন্ময় কিছু মুহূৰ্তত আগলৈকে যেনেদৰে আছিল তেনেকৈ নাই। পুনৰ ভাস্বতীৰ পৰিচিত গম্ভীৰ চিন্ময়লৈ ৰূপান্তৰ হৈছে। নীৰৱে দুয়ো কফি খাবলৈ ধৰিলে।

ঃ তুমি সঁচাকৈয়ে ৰিজাইন দিবা নেকি ভাস্বতী? — চিন্ময়ে প্ৰসংগ সলালে।

ঃ অলপ আগলৈকে ভাবিছিলোঁ; এতিয়া ভাবিছোঁ নিদিওঁ।

ঃ তোমালোকে সন্তানৰ কথা ভবা নাই নেকি?

ঃ ভাবিছোঁ, এতিয়া ভাবিছোঁ। প্ৰয়াগে কিছুদিন সময় লৈছিল।

ঃ তোমাৰ বন্ধু-বান্ধৱী কোনো নাই?

ঃ ৰ'বা তুমি দেখোন পুলিচে কৰাদি প্ৰশ্ন কৰি গৈছা। — চিন্ময়ে হাঁহিলে। ভাস্বতী কিছুপৰ মৌন হৈ ৰ'ল। তাৰ পাছত সৰুকৈ ক'লে — 'কিয় তোমালোক নাই নেকি?'

ঃ নহয়, সকলোৰে কথা কোৱা নাই। ধৰা, তোমাৰ কোনো খাচ্ বান্ধৱী; যাৰ সৈতে সকলো কথা শ্বেয়াৰ কৰিব পাৰা।

ঃ প্ৰয়াগতকৈ মোৰ বন্ধু কোন হ'ব পাৰে? কিন্তু আজিকালি লাহে লাহে অনুভৱ কৰিছোঁ প্ৰয়াগৰ বন্ধুৰ সংখ্যা বাঢ়িছে, মোৰ একমাত্ৰ বন্ধুটোও হেৰাই গৈছে।

চিন্ময়ে শূন্য কফি-মাগটো টেবুলত থ'লে। 'কবিতাবোৰ কি কৰিলা ভাস্বতী?'

ঃ আছে। দেখুৱাম, আজি নহয়। তুমি আহিবা মাজে

মাজে।

ঃ তেতিয়াহ'লে আজিলৈ যাওঁ?

ঃ যোৱা।

চিন্ময় যাবলৈ থিয় হ'ল। হঠাতে চিন্ময় ভাস্বতীৰ কাষ চাপি আহিল। কেইটামান মুহূৰ্ত চাই থাকিল তাইলৈ। ভাস্বতীয়ে সেই দৃষ্টি সহ্য কৰিব পৰা নাই। ইমান চিনাকি....ক'ত দেখিছিল এইহাল চকু? গভীৰ সমুদ্ৰৰ দৰে এহাল চকু, যামিনী পেহীৰ ঘৰৰ পিৰালিৰপৰানে? নে কলেজৰপৰা ঘূৰি যাওঁতে তাইৰ বান্ধৱী ৰীমাই ৰাস্তাত হঠাতে পাই চিনাকি কৰি দিয়া ল'ৰাটো.... এয়া প্ৰয়াগদা.... খুব চোকা ল'ৰা। বি-এছচি'ত ফাৰ্ষ্ট ক্লাছ পাইছিল। এতিয়া ইউনিভাৰ্ছিটিত....। তেতিয়াও ভাস্বতীয়ে অনুভৱ কৰিছিল, এই চকুযোৰ ক'ৰবাত দেখিছে তাই.... ইমান আবেদনময়, গভীৰ, যেন বাৰে বাৰে কয়, এই ফালেদিয়ে যাব পাৰি মোৰ হৃদয়লৈ....।

ঃ তুমি নিজেই এটা কবিতা ভাস্বতী। — ভাস্বতীৰ হৃদয়ত প্ৰতিধ্বনিত হ'ল শব্দকেইটা। তাই চিন্ময়ৰ চকুত চকু ৰাখি ক'লে — 'এটা কথা ৰাখিবা?'

ঃ কি কথা?

ঃ তুমি আকৌ ছবি আঁকিবলৈ ল'বানে? বিজ্ঞাপনৰ ছবি নহয়....

চিন্ময়ে অকণমান হাউলি ভাস্বতীৰ কপালত ওঁঠেৰে স্পৰ্শ কৰিলে। সৰু ছোৱালীক মৰম কৰাৰ দৰে চুলিৰ ওপৰেৰে আলফুলকৈ হাতখন বুলাই ক'লে, 'আজিৰপৰা ভাবিম ছবি আঁকাৰ কথা' — কৈয়ে চিন্ময় আৰু নৰ'ল। খুব খৰধৰকৈ ফ্লেটটোৰপৰা ওলাই গ'ল। ভাস্বতীৰ এনে লাগিল যে চিন্ময় ভাস্বতীৰপৰা পলাব পাৰিলেই বাচে। এক অস্বাভাৱিক গম্ভীৰ ভাববেশেৰে আবৃত চিন্ময়ৰ সদা-পৰিচিত মুখখনলৈ ইমান কোমলতা আহিল কেনেকৈ? ভাস্বতীয়ে নিজৰ কপালখন হাতেৰে স্পৰ্শ কৰিলে। এই মাত্ৰ চিন্ময়ে দি যোৱা এটা ওঁঠৰ স্পৰ্শ। কি নাম এই স্পৰ্শৰ? চিন্ময়ৰ এয়া ভাস্বতীৰ প্ৰতি প্ৰেম নে সহানুভূতি? কি দৰকাৰ আছিল ভাস্বতীৰ নিজকে ইমান দুৰ্বল কৰি দেখুৱাৰ? হাজাৰ হ'লেও তাই চিন্ময়ৰ অফিচত 'বছ'। তদুপৰি চিন্ময় তাইতকৈ তিনি-চাৰি বছৰৰ সৰু ল'ৰা। কিন্তু তথাপিও তাইৰ ভাল লাগিছে চিন্ময়ক। তাই একো নাম নাজানে এই ভাল লগাৰ। এই মুহূৰ্তত তাইৰ ইচ্ছা হৈছে, চিন্ময় প্ৰতিদিন তাইৰ কাষ চাপি এইদৰে আহক। চিন্ময় এইদৰেই তাইৰ কাষে কাষে থাকক। দৰকাৰ নাই তাই জনাৰ এই ভাল লগাৰ অৰ্থ, সংজ্ঞা, যুক্তি-তৰ্ক, তাই হৃদয়ক ফাকি নিদিয়ে কেতিয়াও....

## সোঁতৰ

প্ৰয়াগৰ সৈতে বিয়া হোৱাৰ পাছতো ভাস্বতীক সময়ে বিৰক্ত কৰিছিল। ৰাতিপুৱা আঠ বজাৰপৰা ৰাতি নবজালৈ অপেক্ষা আৰু অপেক্ষা। কিতাপ-আলোচনী কিমান পঢ়িব? দিল্লীত থাকোঁতে স্বপ্না, মিতালীহঁতে 'অফিচাৰচ্ ৱাইভছ্ ক্লাব' এটা খুলি তাইকো মেম্বাৰ কৰিছিলহি। দুদিনমান তালৈ গৈ তাই দেখিলে, স্বামীৰ পদবী অনুযায়ী অফিচাৰৰ পত্নীসকল তাত ওচৰা-ওচৰিকৈ বহে। স্বামীয়ে কি খাই ভাল পায়, বাৰ্থ-ডে প্ৰেজেন্ট কি দিলে, টুৰত মালয়েছিয়ালৈ যাওঁতে স্বামীক নানিবা বুলি কোৱা সত্বেও ডায়মণ্ড নেক্লেছডাল আনি কেনেকৈ 'ছাৰপ্ৰাইজ' দিলে, ল'ৰা-ছোৱালী কোনে কিমান শককৰা এশভাগ চাহাব হ'ব পৰা বৰ্ডিং স্কুলত দিছে, ইত্যাদিয়ে আলোচনাৰ মুখ্য বিষয়। তেওঁলোকৰ উৰ্বৰ মস্তিষ্কত আৰু কিছুমান কথা থাকে, সেয়া হ'ল পালিকা মাৰ্কেটৰপৰা সৰোজিনী মাৰ্কেটলৈকে দিল্লীৰ কোনখন দোকানলৈ কি নতুন বস্তু আহিছে তাৰ হিচাপ। কোনে প্ৰথমেই সেই বস্তুটো কিনি গৌৰৱৰ অধিকাৰী হ'ল, তাতো প্ৰতিযোগিতা। 'ষ্টাৰ-প্লাছ'ৰ ছিৰিয়েল 'ছাণ্টা বাৰবাৰা'ৰ সমূহ চৰিত্ৰই তেওঁলোকৰ হৃদয়ৰ মাজত কেতিয়াবাৰপৰাই বসবাস কৰিবলৈ লৈছে। সেয়ে কুকুৰটো ফুৰাবলৈ নিয়া চাকৰটো পলমকৈ অহা বাবে হোৱা 'টেনচন' সহ্য কৰিব নোৱাৰিও চাৰি টুকুৰা বৰফত দুআঙুল বিদেশী হুইস্কি ঢালি লগে লগে নাখালে নহয়। তাকে আকৌ লগে লগে কোনোবা বন্ধুক ফোন কৰি জনোৱাটোও নিয়ম, কিয় অসময়ত তেওঁ 'হুইস্কি অন দাৰক্ছ' খাব লগা হ'ল। ভাস্বতীৰ সেই পৰিবেশত উশাহ বন্ধ হোৱাৰ উপক্ৰম হৈছিল। পুতৌ হৈছিল তেওঁলোকলৈ। সেয়েহে এদিন প্ৰস্তাৱ দিছিল — 'আমি কিছুমান বেলেগ ধৰণৰ কাম হাতত ল'ব পাৰোঁ দেখোন। 'ছুমালিয়া' একোখন আমাৰ দিল্লীৰ ফুটপাথতে আছে। আমাৰ প্ৰতিগৰাকী সদস্যাৰ শিক্ষাগত অৰ্হতা কমেও স্নাতক। এটা বিষয় নিৰ্বাচন কৰি আমি সমস্যাবিলাক ফ'কাছ কৰিব পাৰোঁ, ইণ্টাৰভিউ ল'ব পাৰোঁ। যদি কোনো নাৰী বিষয়ক সমস্যাত আগ্ৰহী পতিতা পল্লীলৈ যাব পাৰোঁ। ছাব্বিছ জানুৱাৰিৰ দিনা 'কেক্' এটুকুৰা দৰিদ্ৰ শিশু বা অনাথ

আশ্ৰমত বিতৰণ কৰাতকৈ এইটো বহুত ভাল কাম হ'ব। 'ৰিডাৰ্ছ ডায়জেষ্ট'ত এনেকুৱাৰ দুজনী জাৰ্মান বান্ধৱীৰ কথা সিদিনা পঢ়িলোঁ। অফিচৰপৰা আহি তেওঁলোকে এনে কিছুমান কামত নিজকে নিয়োগ কৰোঁতে অৱশেষত তেওঁলোকক সংগ দিবলৈ মুঠ বিৰাশীগৰাকী পুৰুষ-মহিলাও ওলাল। আমাৰ হাতত অফুৰন্ত সময়ো আছে আৰু টকা-পইচাৰ সমস্যাও নাই, গতিকে আপোনালোকে ভাবি চাব পাৰে'।

ঃ ইয়াৰপৰা কি লাভ হ'ব? — ডি-জি-এমৰ মিছেচ প্ৰিয়া নিয়োগীয়ে সুধিছিল।

ঃ সমস্যাৰ যথাযথ প্ৰতিফলন আৰু কাৰণবোৰ দাঙি ধৰাটোৱেই ডাঙৰ কাম। দূৰদৰ্শন, অনাতাঁৰ, বাতৰি কাকতৰ মাধ্যমেৰে আমি মানুহক জনাম....। বোধহয় প্ৰস্তাৱটো কাৰো পছন্দ নহ'ল। পছন্দ আন কিছুমানৰ হয়তো হৈছিল, কিন্তু জি-এম, ডি-জি-এমৰ পত্নী দুগৰাকী নিমাতে থকা দেখি কোনেও মুখ মেলিবলৈ সাহস নকৰিলে। ভাস্বতী, পাৰ্ছনেল অফিচাৰৰ মিছেচহে। তাকো জুনিয়ৰ পাৰ্ছনেল অফিচাৰ। তেওঁৰ প্ৰস্তাৱত হয়ভৰ দিয়াটোও দোষণীয় কথা। অৱশেষত জি-এম পত্নীৰ ক'লে — 'কথাটো ভালেই, পাছত ভাবি চাব পৰা যাব। দিল্লীত দেখোন তেনেকুৱা ফুটপাথ, সমস্যা থকা মানুহ দেখাই নাযায়। আমি দূৰলৈ যাব লাগিব.... গতিকে আমি কিছু বেলেগ প্ৰ'গ্ৰেম আৰম্ভ কৰোঁ প্ৰথমে। সকলোৰে 'এক্সপিৰিয়েন্স' হ'ব। 'হাজবেণ্ড শ্ব' পাতিয়েই কাম আৰম্ভ কৰোঁ....। লগে লগে হাত তালিৰ গিৰ্জনী। ভাস্বতীৰ ক'বলৈ মন গৈছিল — 'তুমি যে সিদিনা এয়াৰপৰ্টৰপৰা ঘৰলৈ বুলি অহা তোমাৰ ছোৱালীজনীক দুটা গুণ্ডাই চোঁচৰাই নিওঁতে কোনোমতে পুলিচে ৰক্ষা কৰা কাহিনী কৈছিলা, সেয়া দূৰৈৰ সমস্যা আছিল নেকি? ডি-জি-এমৰ ঘৰৰ সন্মুখৰ 'ডাষ্টবিন'ত সদ্যজাত কেঁচুৱা এটা ওলাই যি হুলস্থূল হৈছিল, তাৰ বৰ্ণনা নাক কোঁচাই যে দিছিলাহি, সেয়াও দূৰৈৰ সমস্যা আছিল নেকি?' ভাস্বতীয়ে সুধিম বুলিও একো নুসুধিলে। তাইৰ চন্দ্ৰ ককাইদেউলৈ মনত পৰিল। অতি সৎ ইঞ্জিনিয়াৰ বুলি জনাজাত চন্দ্ৰ ককাইদেউ দিল্লীৰপৰা প্ৰায়ে গৈ কয়, 'দিল্লীত মই একেবাৰে 'এনজয়' কৰিব নোৱাৰোঁ, দিল্লীৰ ৰাস্তা ৰং দি বন্ধোৱা প্ৰতিডাল শিকলিৰ খৰচেৰেই আমাৰ কিমান গাঁৱলৈ বাট-পথ হ'ব! বস্তিবোৰ ঢাকিবলৈ যি একোখন কংক্ৰীটৰ দেৱাল দিয়া হৈছে, আমাৰ কিমান ঠাইত সেই টকাৰে এটোপা ভাল খোৱা-পানী, বিজুলী-বাতিৰ যোগান ধৰিব পৰা যাব! দিল্লীৰ 'স্লাম' ঢাকি থোৱা দেৱালবোৰৰ দৰেই সকলোৰে চকুত একোখন দেৱাল দিয়া আছে। অথচ প্ৰত্যেকেই জানে, দেৱালখনৰ পাছফালে কি আছে। ভাস্বতী 'হাজবেণ্ড শ্ব'লৈ যোৱা নাছিল। প্ৰয়াগে জোকাইছিল — 'ডগ শ্ব'লৈ মোক নিনিয়া নেকি?

ঃ ডগ শ্ব'? — ভাস্বতীয়ে সুধিছিল।

ঃ অঁ ডগ শ্ব', আমি যেনিবা ভালকৈ খাবলৈ থাকিবলৈ পোৱা বিলাতী কুকুৰ। পাছে খং উঠিলে কুকুৰেও 'ভুক' কৰে। আমি নোৱাৰোঁ, প্ৰমোশ্যন বন্ধ হ'ব, চাকৰিও যাব পাৰে।

ভাস্বতীয়ো সীমা নায়াৰক লগ পাইছিল। ইণ্ডিয়া-টুডে'ত তাই লিখে। আৰু সীমাৰ বন্ধু বেঞ্জামিন? দুঃসাহসী ফটোগ্ৰাফাৰ। ফ্ৰি-লেন্সাৰ। এবাৰ 'ক'লা সূৰুযৰ প্ৰভাত' শীৰ্ষক এখন অসাধাৰণ ফটোগ্ৰাফীৰ প্ৰদৰ্শনী হৈছিল বেঞ্জামিনৰ। বিষয় ক্ষুধা আৰু দৰিদ্ৰতাত ভোগা মানুহ। এটা বিদেশী নিউজ এজেন্সিয়ে চাৰি হেজাৰ ডলাৰত দুখন ফটো কিনিব খুজিছিল। হাওড়াৰ ব্ৰীজৰ তলৰ ফুটপাথবাসী আৰু মুম্বাইৰ ৰেল ষ্টেশ্যনৰ কাষৰ দুটি নাঙঠ শিশু। দুয়োখন ছবিতে সূৰুয ঢাকিছে ক'লা ডাৱৰে অথবা ইঞ্জিনৰ ক'লা ধোঁৱাই। এই অসাধাৰণ দক্ষতাৰে তোলা ফটো দুখনৰ বাবে দৰ-দাম ঊৰ্ধগামী হৈ গৈছিল। কিন্তু বেঞ্জামিনে স্পষ্ট উত্তৰ দিলে — 'মোৰ দেশৰ দৰিদ্ৰতা বেচি মই ধনী নহওঁ, লাখ-ডলাৰৰ বিনিময়তো'। দিল্লীত স্মৃতি বুলিলে ভাস্বতীৰ সেইবাবে দুখন মুখেই ভাহি উঠে — বেঞ্জামিন আৰু সীমাৰ মুখ।

কলিকতালৈ আহিয়েই এই চাকৰি যোগেৰেই অন্য এখন জগতত প্ৰৱেশ কৰিলে। প্ৰতিখন ঠাইৰ একোটা নিজস্ব চৰিত্ৰ থাকে। একেই মানুহ অথচ জীৱন-দৰ্শন সুকীয়া, সুকীয়া জীৱনযাত্ৰা। ভাস্বতীৰ বৰ মন যায় একোখন ঠাইৰ সৈতে অন্তৰংগ সম্পৰ্ক গঢ়িবলৈ। এই মহানগৰখনৰ সৈতে কিতাপ-পত্ৰ পঢ়ি তাইৰ এটা সম্পৰ্ক হৈছিল। কিন্তু লগ পোৱা নাছিল চিন্ময়, প্ৰসেন, মায়া.... মহুৱা আৰু গীতা বসুক। চিন্ময়-প্ৰসেনৰপৰা বিনয়ৰ বিষয়ে শুনাৰপৰা তাইৰ ভাব হ'ল, একোখন ঠাইৰ মানসিকতাও ইতিহাসক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠে। ইতিহাসক যি শ্ৰদ্ধা নকৰে, ইতিহাস গঢ়কি অহা মানুহক যি শ্ৰদ্ধা কৰিবলৈ নিশিকে, তেনে জাতি নপুংসকৰ বাদে একো নহয়।

ভাস্বতী আজি সোনকালেই অফিচলৈ ওলাই আহিল। প্ৰয়াগ টুৰৰপৰা দহ বজাৰ ভিতৰতে পোৱাহি কথা। আহিয়েই এঘণ্টামান থাকি আকৌ ওলাই যাব অফিচলৈ। সেইবাবেই ভাস্বতী প্ৰয়াগ ঘৰ সোমোৱাৰ আগেয়েই ওলাই আহিল। তাই প্ৰতিপন্ন কৰিব খুজিছে প্ৰয়াগৰ সন্মুখত তাইৰ ক্ষোভ, অভিমান। প্ৰয়াগে যদি বুজি পায়, প্ৰয়াগ হয়তো আচম্বিতে ওলাবহি অফিচ; ভাস্বতীক প্ৰস্তাৱ দিব তাইৰ প্ৰিয় ৰেষ্টোৰাঁ এখনলৈ লৈ যোৱাৰ। আৰু যদি এইবোৰ একো নহয়! নহ'বও পাৰে। প্ৰয়াগ দিনক দিনে উচ্চাকাংক্ষী হৈ পৰিছে। ক'ম্পেনিৰ 'ব্লু আইড বয়' প্ৰয়াগে বছৰ প্ৰশংসাৰ বাবে আজিকালি বহুত কিবাকিবি কৰিব পাৰে। ভাস্বতীক হয়তো ওলোটাই ক'ব পাৰে — 'বাঃ বেছ এম্‌বিছিয়াছ হৈছাতো, গ'-অন, স্বাতী। কিবা প্ৰব্লেম হ'লেই মোক ক'বা। আই উইল টিচ্, হাউ টু টেক্‌ল্ এণ্ড ছ'লভ্ ক'ম্পেনিজ ইণ্টাৰনেল এণ্ড এক্সটাৰনেল প্ৰব্লেম'।

কাইলৈ দেওবাৰ। প্ৰয়াগ নিশ্চয় ঘৰত থাকিব। ভাস্বতীয়ে বুজাব এটা দিন ভাস্বতী নোহোৱাকৈ ঘৰত থাকিবলৈ কেনেকুৱা। প্ৰয়াগৰ বাবে এয়াই উচিত শিক্ষা হ'ব। কিন্তু ক'লৈ যাব তাই? চিন্ময়ক ক'ব? নাই নকয়। ভাস্বতীয়ে ইতিমধ্যে আবেগক নিয়ন্ত্ৰণৰ বাহিৰলৈ যাবলৈ নিদিয়াকৈ মন মনে প্ৰস্তুত কৰিছে নিজকে। তাই মহুৱাক যোগাযোগ কৰিলে। ....হেল্ল' মহুৱা....।

ঃ ভাস্বতী, আচৰিত কথা ইমান পুৱাই....

ঃ এটা অনুৰোধ আছে....

ঃ এটা নালাগে হাজাৰটা অনুৰোধ কৰা.... আই এম অলৰেডি এট ইয়াৰ ছাৰ্ভিচ....

ঃ ধেমালি নকৰিবা। শুনা, কাইলৈ দেওবাৰ। তোমাৰ সৈতে মই ওলাই যাব খুজিছোঁ....

ঃ কেনি যাবা?

ঃ তুমি য'লৈকে নিয়া তালৈকে। কাম কৰি ডিপ্ৰেছড্ হৈ গৈছোঁ। এক কথাত তোমাৰ চহৰখন মোক দেখুওৱা কাইলৈ।

ঃ এদিনত? কলিকতা এদিনত চাবা তুমি?

ঃ মই এবছৰ থাকি তোমাৰ চহৰখনক যিমান দেখিছোঁ, সেয়া নালাগে দেখুৱাব। তুমি তোমাৰ ইচ্ছাৰে মোক চহৰখন দেখুৱাবা....

ঃ খুব ভাল হ'ব ভাস্বতী। অলপ মাত্ৰ অসুবিধা আছে। পৰহিলৈ মই কিন্নৰীক ৰাঁচীৰ বৰ্ডিং স্কুল এখনত থ'বলৈ লৈ যাম। কাইলৈ তাইক ৰখা মানুহজনীৰ ছুটী। গতিকে মই এটা বেলেগ ব্যৱস্থা কৰিব লাগিব আৰু সোনকালে ঘূৰি আহিম। মানে ধৰা, পুৱা দহ বজাৰপৰা গধূলি ছটা বজালৈ.... হ'বনে?

ঃ বেছি অসুবিধা হ'লে নালাগে মহুৱা। অন্য এদিন যাম।

ঃ ফাল্টু ফৰমেলিটিজ নেদেখুৱাবা। অন্য এদিনো যাম। কাইলৈও যাম....।

ঃ ক'ত লগ পাম?

ঃ নন্দনৰ সন্মুখত। ঠিক দহ বজাত।

ভাস্বতীৰ তৎক্ষণাৎ মনটো সঁজাৰপৰা এই মাত্ৰ খুলি দিয়া চৰাইজনীৰ দৰে উৰা মাৰিলে। প্ৰয়াগৰ ওপৰত উঠা খং-ৰাগ, সেইবোৰ এই মুহূৰ্তত হঠাতে মনৰপৰা নোহোৱা হ'বলৈ উপক্ৰম কৰিলে। তাৰ ঠাইত ভাস্বতী ৰোমাঞ্চিত হৈ উঠিল। কাইলৈ সম্পূৰ্ণ এটা দিন মহুৱাৰ সৈতে ঘূৰি ফুৰিব মহানগৰখনৰ অলিয়ে-গলিয়ে, কোনো দায়িত্ব নাই, নিয়ম নাই, নিৰ্দিষ্ট লক্ষ্য নাই, ভাস্বতীৰ হঠাতে ভাব হ'ল, প্ৰত্যেক মানুহৰ মাজত কিজানি বাস কৰে যাযাবৰী এটা মন। তাক কঠোৰ অনুশাসনেৰে শৃংখলিত কৰা হয় মাথোন। বিবাহিত জীৱনৰ যোৱা তিনি-চাৰিটা বছৰত প্ৰয়াগক বাদ দি ভাস্বতী ক'তো ফুৰিবলৈ যোৱা নাছিল। প্ৰয়াগৰ সৈতে বহু ঠাই ঘূৰিছিল, কিন্তু কোনোবাৰেই যোৱাৰ আগমুহূৰ্তত এনে আনন্দ উত্তেজনা কেতিয়াও অনুভৱ কৰা নাছিল।

## ওঠৰ

'নন্দন'ৰ গেটৰ সন্মুখতে মহুৱা ৰৈ আছিল। খোলা চুলি, খদ্দৰৰ এটা পাঞ্জাবী আৰু জিন্‌ছৰ পেণ্ট, ভৰিত এযোৰ কোলহাপুৰী ছেণ্ডেল। লিপষ্টিকৰ সামান্য ছাঁয়াৰ বাদে প্ৰসাধনবিহীন মুখ। অতি ধুনীয়া লাগিছিল মহুৱাক। 'বেছ ইনটেলেকচুৱেল ড্ৰেছ কৰি আহিছা দেই'। ভাস্বতীয়ে জোকালে।

ঃ কিয় ক'লা তেনেকৈ?

ঃ এই নন্দন একাডেমি, ৰবীন্দ্ৰ সদনৰ আশে-পাশে ঘূৰা মানুহবোৰে এই পোছাকেই কৰা দেখোঁ, সেইবাবে ক'লোঁ। — মহুৱাই খিল্‌খিলাই হাঁহিলে। সেই পাহাৰী ঝৰ্ণাৰ দৰে....

ঃ ঠিক কৈছা, বুজক নুবুজক এই মানুহবোৰে এনে

এটা ভাব দেখুৱাই ঘুৰি ফুৰে, যেন 'মৃণাল সেনে শ্বট ডিভিজন' কৰাৰ আগ মুহূৰ্তত তেওঁলোকৰপৰাহে পৰামৰ্শ লয়। বংগৰ নাটক-থিয়েটাৰ চিনেমাৰ নাড়ী-নক্ষত্ৰ এওঁলোকৰ বাদে কোনেও নাজানে।

ঃ তথাপিও ভাল মহুৱা, দেখুৱাবলৈকে হ'লেওতো এওঁলোকে নিজৰ কথা জানে। এই মানুহখিনিৰ বাবেইতো দিনে চাৰি-পাঁচটাকৈ গ্ৰুপ থিয়েটাৰ নাটকৰ শ্ব' হয়। হেজাৰ হেজাৰ বাংলা কিতাপ, আলোচনী, পুস্তিকা দিনৌ বিক্ৰী হয়। একোজন গুণী মানুহে দিনৌ শ্ৰদ্ধা লাভ কৰে।

ঃ তুমি দেখোন এই অঞ্চলৰ মানুহৰ প্ৰেমত বান্ধকৈয়ে পৰিলা, ভাস্বতী। — কৈয়ে মহুৱাই মাটিৰ পিয়লাত দুকাপ চাহ ফেৰিৱালাৰপৰা কিনি একাপ তাইলৈ আগবঢ়াই ক'লে, লোৱা এয়াও এই ঠাইকণৰ সংস্কৃতি। ইয়ালৈ আহি মাটিৰ কাপত চাহ নোখোৱাকৈ আড্ডা নজমে কাৰো।

নন্দন চিনেমা হলটো ঘেৰি থকা নীলা পানীৰ কৃত্ৰিম হ্ৰদটোৰ কাষতে সিহঁত বহিলগৈ। 'ইয়াত পিছে দুজনী ছোৱালী বা দুটা ল'ৰা একেলগে বৰ কমকৈহে বহে। দেখিছানে নাই, সকলো যোৰ যোৰ'। মহুৱাই দেখুৱালে ভাস্বতীক। ভাস্বতীয়ে দেখিলে কিছুমান বিবাহিত বিগত যৌৱন ধৰি ৰাখিব খোজা পুৰুষ-মহিলাক অতি ঘনিষ্ঠভাৱে। 'এওঁলোক স্বামী-স্ত্ৰীনে? যদি হয়, এই বয়সত এই সম্পৰ্ক ধৰি ৰাখিব পৰাটো কম সুখৰ কথানে?' — ভাস্বতীয়ে ক'লে মহুৱাক। মহুৱা হাঁহিত বাগৰি পৰিল। 'তুমিও ভাল। এনেকুৱা মানুহ মহানগৰৰ য'তে-ত'তে দেখিবা, এওঁলোক কাৰোবাৰ পত্নী কাৰোবাৰ স্বামী। মানুহক স্থায়ী বস্তুৱে আমুৱায়। মানুহৰ মন বোলা বস্তুটোৱেই স্থায়ী নহয়, অথচ সমাজে বান্ধি দিয়া প্ৰমূল্যবোৰ 'জবৰদস্তি' স্থায়ী কৰি ৰাখিবলৈ বিচৰা হয়। প্ৰকৃততে আমি দায়িত্ব পালনত সাফল্য লাভ কৰাটোকে 'সুখ' বুলি ভাবোঁ। এই সুখে হৃদয়ক শান্তি দিব নোৱাৰে। মানুহে মিছা মুখা পিন্ধি সুখী হোৱাৰ ভাও জোৰে। এয়াও বঞ্চনা। সুখৰ বঞ্চনা। সেই বাবে এওঁলোকে দৌৰি আহিছে গোপনে ইয়ালৈ, প্ৰকৃত 'সত্য' কিন্তু সেয়াহে ভাস্বতী। শিৰত উধৰপৰা মূধলৈ সেন্দুৰ লৈ স্বামীৰ বাবে অপেক্ষাৰতা স্ত্ৰীগৰাকী, পত্নীক চাকৰিলৈ আহোঁতেও সোণজনী বুলি চুমা খাই অহা পতিজন, গোপনে একেলগ হৈছেহি ইয়াত। সত্যক তুমিও চিনি পোৱা, ময়ো পাওঁ। কিন্তু গ্ৰহণ কৰাৰ সাহস নাথাকে বাবে অপবাদ দিওঁ, ইতিকিং কৰোঁ। মানুহৰ মন আটাইতকৈ 'এবষ্ট্ৰেক্ট'।

ঃ তোমাৰ কথা কোৱা মহুৱা।

ঃ মোৰ কথা? তুমি অলপ-অচৰপতো জানাই। চন্দন দাশগুপ্ত নামৰ মোৰ এসময়ৰ বেষ্ট ফ্ৰেণ্ড আৰু সহপাঠীজনক ভাল পাইছিলোঁ। দহ বছৰ আগতে। তাৰ পাছত আমাৰ এজনী ছোৱালী হৈছিল — কিন্নৰী। কিন্নৰী আমাৰ দুয়োটাৰে সপোন আছিল। পিছে তাইৰ জন্ম নৌহওঁতেই চন্দনৰ কাৰ এক্সিডেণ্ট মৃত্যু হৈছিল। তাৰ পাছত কিন্নৰীক লৈ দেখা সপোনৰ দায়িত্বও মই অকলেই বহন কৰিছোঁ'। — ভাস্বতীহঁতে স্কুলত 'প্ৰেচী' কৰিছিল। মহুৱাৰ কথাখিনি তাইৰ এটা 'প্ৰেচী'ৰ দৰেই লাগিল।

ঃ ব'লা এইবাৰ খোজকাঢ়ি যাওঁগৈ। নহ'লে তোমাকে মোকে গছৰ তলত নিৰ্জনত কথা পাতি থকা চায়েই কোনোবাই 'লেছবিয়ান'ৰ গল্প আৰম্ভ কৰিব।

ঃ ছিঃ, কি কৈছা, কি মহুৱা।

ঃ আৰে, তুমি বৰ ভাল ছোৱালী হৈয়ে আছা। সমকামিতা এতিয়া গোপন বস্তু হৈ থকা নাই। প্ৰব্লেম হৈ পৰিছে সমাজৰ বাবে। এইড্ছৰ দৰে। আন্তৰ্জাতিক পুৰস্কাৰ পোৱা বিদেশী চিনেমাবোৰত আজিকালি এটাই সমস্যা বেছিকৈ দেখুৱা হয়, সেয়া হৈছে সমকামিতা। কলিকতাত সকলোৰে জনাকৈ হম'-ছেক্সুৱেলসকলৰ বাবে ক্লাব এটা হৈছে। মুকলিকৈ তেওঁলোকে আলোচনীও উলিয়াইছে। তেওঁলোকৰ পত্নীসকলে নিতৌ বাতৰি কাকতবোৰলৈ 'সংসাৰ'বোৰ ৰক্ষা কৰাৰ বাবেই এই ক্লাবত সহযোগ নকৰিবলৈ প্ৰাৰ্থনা জনাইছে। এজন হম'-ছেক্সুৱেল পুৰুষৰ পত্নী হ'ব লগাটো যে কিমান দুৰ্ভাগ্যজনক, সেই কথা সদৰি কৰি সম্পাদকীয়ত চিঠি প্ৰকাশ হৈছে, পঢ়া নাই তুমি?

ঃ পঢ়িছোঁ, চিনেমাবোৰো চাইছোঁ। কিন্তু কিছুমান সত্য চাই বা পঢ়িও অস্বস্তি হয়।

ঃ এয়াই আমাৰ দোষ। বোকাতে থিয় হৈ বোকা নাচাবলৈ যত্ন কৰাৰ দৰে কথা — সিহঁত আহি আহি 'একাডেমি অব ফাইন আৰ্টছ'ৰ ওচৰ পাইছিলহি। ৰাস্তাটোৰ দুয়ো কাষে থকা প্ৰাচীন গছবোৰৰ পাৰবোৰ বন্ধাই থোৱা। অ'ত-ত'ত যোৰ পাতি বহি থকা প্ৰেমিক-প্ৰেমিকা। ফুলগছ, সেউজ ঘাঁহনিবোৰৰ মাজত বাঙ্ময় ভাস্কৰ্যবোৰ প্ৰতি মুহূৰ্তৰ সাক্ষী বহন কৰিবলৈকে যেন ৰৈ আছে। মহুৱাই খাই পেলাই দিয়া পেপ্ছিৰ প্লাষ্টিকৰ গিলাচ এটা ভৰিৰে ঠেলি ঠেলি আগবাঢ়িছিল। 'নন্দন, সত্যজিৎ ৰায়ৰ সপোন আছিল। ভাল ছবি মানুহে চাবলৈ নাপালে ভাল ছবিৰ সৃষ্টিও নহয়, এই

কথা দকৈ ভাবিয়ে বংগৰ বিশিষ্ট কেইজনমান ছবি পৰিচালকে ইয়াৰ গুৰি ধৰিলে। ভাৰতবৰ্ষত এইটোৱেই একমাত্ৰ ভাল ছবি দেখুৱা ছবি ঘৰ বোধহয়'। — মহুৱাই ক'লে। একাডেমিৰ মুখত সেইদিনা হ'ব লগা নাটকৰ ৰং-বিৰঙৰ হৰডিংছ। 'তুমি নাটক চোৱানে?' — মহুৱাই সুধিলে। 'চাওঁ মাজে মাজে'। মহুৱাই হৰডিংছবোৰৰ ওচৰলৈ গৈ নামবোৰ পঢ়িলে। বেছিভাগ নাটক তাই আগতে চোৱা বোধহয়। তেনে অভিব্যক্তিয়েই মহুৱাই মুখত প্ৰকাশ পালে। 'কলিকতাত প্ৰথম বাংলা নাটক মঞ্চস্থৰ কৃতিত্ব কাৰ জানানে?'

ঃ মই কেনেকৈ জানিম?

ঃ এজন বিদেশীৰ। হেৰাছিম লেবেডফৰ। ১৭৯৫ চনত 'দা-দিছগাইজ'ৰ বাংলা তৰ্জমা কৰি বাঙালী অভিনেতা-অভিনেত্ৰীৰ সৈতে নিজে অভিনয় কৰিছিল।

ঃ তাৰ মানে পূৰা দুশ বছৰৰ আগতে? গণ-নাট্য সংঘই এটা ডাঙৰ ভূমিকা লৈছিল বুলিহে মই জানো।

ঃ ধেৎ, সেয়া বহুত পাছত। বাংলাৰ দুশবছৰীয়া নাট্য ইতিহাস আছে। পূৰা কোৱাটোও সম্ভৱ নহয়, ক'লেও এসপ্তাহে শেষ নহয়। লেবেডফৰৰ প্ৰেৰণাত ইয়াৰ শিক্ষিত মানুহ নাটকৰ প্ৰতি আকৃষ্ট হয়। ১৮৩১-ত 'জোড়াসাকোঁৰ ঠাকুৰ বাড়ী'ত হিন্দু থিয়েটাৰ দল গঠন হয়। ১৮৭২ চনত জাতীয় নাট্যশালা। মাইকেল মধুসূদন দত্তই 'কৃষ্ণ কুমাৰী' নাটকৰ মাজেৰে ব্ৰিটিশ্বৰ চৰকাৰৰ তলত পৰাধীনতাৰ গ্লানি সানি ভাৰতীয়সকল থকাৰ কথা প্ৰকাশ কৰি তোলপাৰ কৰে। উপেন্দ্ৰনাথ দাসৰ 'সুৰেন্দ্ৰ বিনোদিনী'য়ে ইংৰাজৰ সিংহাসন জোকাৰি দিয়ে। ইংৰাজ চৰকাৰে 'নাট্য নিয়ন্ত্ৰণ আইন' কৰি নাটকেই বন্ধ কৰে। তাৰ পাছত নাট্যকাৰ গিৰীশ ঘোষৰ যুগ। দৰ্শকবোৰ আকৌ কোন শুনা, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰামমোহন ৰায়....।

ঃ তুমি ইমান জানা মহুৱা!

ঃ এইবোৰ চন্দনৰপৰাই বেছিভাগ শুনা। চন্দনে আকৌ খুব নাটক-থিয়েটাৰ চাই ভাল পাইছিল নহয়। এসময়ত গ্ৰুপ থিয়টোৰত অভিনয়ো কৰিছিল।

ঃ তোমাৰো আগ্ৰহ নাথাকিলে কথাবোৰ মনত কেনেকৈ ৰাখিলাহেঁতেন?

ঃ ইতিহাসক ঘূৰি চাই বৰ ভাল লাগে। কেতিয়াবা নিজৰ ওপৰতে ধিক্কাৰ হয়, আমি একোৱেই দিব নোৱাৰিলোঁ। মানুহলৈ, জাতিলৈ যে মৃত্যুৰ পাছতো কোনোবাই আমাক হৃদয়েৰে সুঁৱৰিব।

ঃ তোমাৰ নিজকে কাৰ হৃদয়ত থাকি সোঁৱৰণ হৈ থাকিবলৈ মন যায়, মহুৱা?

ঃ যাৰ হৃদয়ত থকাৰ কথা আছিল, তেওঁ আগতেই গ'লগৈ। — মহুৱাই এখন বাছ ৰখালে। 'ব'লা বাছত যাওঁ। যিকোনো ঠাইৰ সৈতে অন্তৰংগ হ'বলৈ বাছতে আটাইতকৈ সুবিধা'। — বাছত দুটা ছীটত সিহঁত ভালকৈ বহিবলৈকে পোৱা নাই, মহুৱাই বাছত উঠা এজন বৃদ্ধ ফেৰিৱালাৰপৰা বাদাম কিনিলে। এপেকেট তাইলৈ আগবঢ়াই দি ক'লে, খালেও খোৱা নহ'লে থৈ দিয়া। মোৰো খাবলৈ মন যোৱা নাই।

ঃ কিয় কিনিলা তেতিয়াহ'লে?

ঃ এনেয়ে। শৰীৰৰ অসহায়তাৰ পাছতো কাম কৰিব লগা হোৱা মানুহবোৰ, বৃদ্ধ শিশুৰ এই অৱস্থাটো দেখিলে পৃথিৱীখন তেতিয়া জুই লগাই দিবলৈ ইচ্ছা হয়। চোৱাচোন মানুহজনৰ সত্তৰ বছৰমান হোৱা নাইনে? — ভাস্বতীয়ে একো নামাতিলে। এই মহুৱাৰো চৰিত্ৰৰ বদনাম দিয়ে মানুহে। তাই মনে মনে ভাবিলে। 'সম্ৰাটে কিন্নৰীক ভাল পায়নে?' — 'পায়, চোৱাচোন ময়দানত ফুটবল প্ৰেক্‌টিছ চলিছে। তুমি ফুটবল খেলপথাৰত চাইছা?' 'চাইছোঁ, ইষ্টবেংগল আৰু মোহনবাগানৰ। খেলপথাৰ হৈ নাথাকে, যেন সমৰক্ষেত্ৰ। উত্তেজনাত থৰ থৰ কঁপে খেলুৱৈও। দৰ্শকো। মোৰ বৰ ভাল লাগে'। 'চন্দনে জীৱনত এবাৰেই ফুটবল খেলিছিল। আৰু খেলিয়েই ভৰিত দুখ পাই এমাহ বিছনাত'। — কৈ মহুৱাই খিল্‌খিলাই হাঁহিলে। 'জানা, ইংৰাজৰ আমোলত কলিকতাতেই প্ৰথম ফুটবল আৰম্ভ হয়। ১৮৮৮ চনত। ইণ্ডিয়ান ফুটবল এছ'চিয়েশ্যন হয় যদিও ভাৰতীয়বোৰক ইংৰাজে পাত্তাই নিদিছিল। এবাৰ সাংঘাতিক কাণ্ড এটা হৈছিল। উনৈছ শ দহ কি এঘাৰ চনৰ কথা। ব্ৰিটিশ্ব সৈন্যৰ ফুটবল টিম 'ইষ্ট ইয়ৰ্কছ' টিমক মোহনবাগানে শুদা ভৰিৰে খেলি দুই-এক গ'লত পৰাস্ত কৰি আই-এফ-এ শ্বিল্ড পালে। পৰাধীন গোলামে শাসক দলক হৰুওৱা কথাটো কোনো ৰকমেই ইংৰাজসকলে সহ্য কৰিব পৰা নাছিল। বুটজোতাৰ বিৰুদ্ধে ভাৰতীয়ই শুদা ভৰিৰে দিয়া প্ৰত্যেকটো গ'ল আছিল ইংৰাজৰ সন্মানৰ ওপৰত কৰা আঘাত'।

ঃ মহুৱা, তুমি নাখাই নমৰা। অন্য নহ'লেও ভাল গাইড হোৱাৰ সকলো যোগ্যতা আছে তোমাৰ।

ঃ আগৰ প্ৰেছিডেন্সিত থাকোঁতে এইবোৰ লৈ খুব

আড্ডা হয়। চন্দনৰ স্মৃতি-শক্তি সাংঘাতিক ভাল আছিল। যুথ ফেষ্টিভেলত কুইজত চন্দনে যেতিয়া সকলোতকৈ বেছি পইন্ট আনিছিল, মই তাৰ মূৰত চুমা খাই কৈছিলোঁ — 'কি আছে ইয়াৰ ভিতৰত? তোমাৰ মগজু বিছাৰ্চ কৰিব লাগিব।.... সেই চন্দনৰ মূৰটো থেতেলা খাই চিনিব নোৱাৰাকৈ ফাটিছিল এক্সিডেণ্টত। দূৰৈত বগা, ৰঙা, হালধীয়া কিবা অলপ পৰি আছিল। কোনোবাই কৈছিল 'মগজু — মই চকু দুটা বন্ধ কৰি দিছিলোঁ....' কৈ কৈ মহুৱা ৰৈ গৈছিল।

ঃ বচ্ — আৰু নক'বা। তোমাৰ ঘৰৰ কথা কোৱা, মা-দেউতাৰ কথা কোৱা। চন্দনৰ মাক-দেউতাকৰ ওচৰলৈ যোৱানে? — ভাস্বতীয়ে ইমানপৰে বুজি উঠিছিল, মহুৱাই চন্দনৰ স্মৃতিত বৰ্তমানৰ প্ৰতিটো পল-অনুপল ভৰাই ৰাখিব খোজে।

ঃ আমাৰ সম্পৰ্ক দুয়োঘৰেই অস্বীকাৰ কৰিলে। মোৰ আৰু চন্দনৰ ঘৰতো আমাক কোনো নিজৰ মানুহ হৈ নাথাকিল। তেওঁলোকৰ সম্পৰ্কে নুসুধিবা। তেওঁলোক নোহোৱাকৈয়ো বাচি থাকিবলৈ শিকিছোঁ দেখোন।

ঃ মই বুজা নাই মহুৱা, তোমালোকক গ্ৰহণ নকৰাৰ যুক্তি ক'ত?

ঃ চন্দন আৰু মোৰ বিয়া হোৱা নাছিল। চন্দনে কৈছিল, পৃথিৱীৰ সকলো কথাতে চুক্তি হওক, তোমাৰ-মোৰ হৃদয়ৰ সম্পৰ্কক চুক্তি বা সাক্ষীবাদীৰ ব্যৱস্থাৰে নাবান্ধিবা। য'ত বিশ্বাসৰ অভাৱ থাকে তাতহে চুক্তি হয়, সাক্ষীৰ দৰকাৰ হয়। চন্দন গুচি যোৱাৰ পিছতো মই এবছৰমান চন্দন ঘূৰি অহা অলীক কল্পনাৰে ৰৈছিলোঁ। পাগলৰ দৰে অলি-গলি ঘূৰি ফুৰিছিলোঁ। কফি হাউছলৈ গৈ ঘণ্টাৰ পিছত ঘণ্টা বহি থাকিছিলোঁ, অপেক্ষা আৰু অপেক্ষা। মৃত্যুক মই অবিশ্বাস কৰিবলৈ লৈছিলোঁ। মোৰ ধাৰণা হৈছিল, হয়তো হঠাতে আবেলি চন্দনক পাই যাম কফি হাউছত, দেৰি কৰাৰ বাবে আমাৰ অভিমান হ'ব, কাজিয়া হ'ব, হয়তো হঠাতে লগ পাই যাম, ভিক্টোৰিয়া মেম'ৰিয়েলৰ সেউজ ঘাঁহনিত বহি আছে চন্দন....। চন্দনৰ সৈতে কিবা কথাত সামান্য মিল থকা পুৰুষ লগ পালেই কাষ চাপি যাওঁ। আদিত্য ভাৰ্গৱ, ত্ৰিদেব, সম্ৰাট.... চন্দনৰ ভ্ৰম মোৰ লগে লগেই ভাঙি যায়। চন্দনে প্ৰেমহীন শৰীৰ মোৰপৰা কেতিয়াও বিচৰা নাছিল। চন্দনে শৰীৰ স্পৰ্শৰে প্ৰেমৰ সংলাপ নাগায়, প্ৰেমৰ স্পৰ্শত আন্দোলিত কৰে শৰীৰক, হৃদয়ক.... মই সকলো বুজোঁ। চন্দন বা মোৰ মা-দেউতা আত্মীয়-স্বজনে তেওঁলোকৰ পৰিয়ালৰ কলংক বুলিয়ে মোক ভাবিবলৈ ধৰিলে। মোৰ ছাঁয়া গচকিলেও তেওঁলোকৰ বংশ মৰ্যাদা ধূলিসাৎ হৈ যাব বুজিছা.... কিন্তু চন্দনে জানিছিল.... এই নিষ্ঠুৰ মানুহবোৰৰ মাজত সেয়ে অকলশৰে মোক থৈ যোৱা নাছিল। — মহুৱা অলপ ৰ'ল। 'চন্দন মোৰ দেহৰ মাজত সংগোপনে আচলতে লুকাই পৰিছিল। চন্দন গুচি যোৱাৰ ঠিক আঠ মাহৰ পাছত কিন্নৰীৰ জন্ম হৈছিল। একেবাৰে চন্দনে ভবাৰ দৰে এজনী ছোৱালী। চন্দনে আমাৰ এজনী ছোৱালী হ'ব বুলি আশাৰে বাট চাইছিল। ছোৱালীজনীক কেনেকৈ ডাঙৰ কৰিম দুয়ো খুব কল্পনা কৰিছিলোঁ'....কৈ কৈ মহুৱা আকৌ মনে মনে ৰৈছিল।

বাছখন আহি আহি ৰাইটাৰ্ছ বিল্ডিং পালেহি। ভাস্বতীয়ে মহুৱাক একো সোধা নাই আৰু মহুৱায়ো একো কোৱা নাই বহুপৰ। ভাস্বতীয়ে মাত্ৰ মহুৱা নামৰ এই অসাধাৰণ ছোৱালীজনীৰ ফালে চাই ভাবিছিল, মহুৱাই চন্দনক এতিয়াও বিচাৰি ফুৰে নেকি? বাছখন অলপ সময়ৰ বাবে ৰৈছিল থমকি।

ঃ ব'লা, শোভাবাজাৰৰ ফালে যাম। তোমাক এগৰাকী মানুহৰ সৈতে চিনাকি কৰাই দিম। মই যে এতিয়াও বাচি আছো, সেই মানুহগৰাকীৰ মৰমতেই। মহুৱাই ভাস্বতীক হাত এখনত ধৰি প্ৰায় টানি নিয়াৰ দৰে নি বাছৰপৰা ট্ৰামত উঠালেগৈ। ঘৰ্ ঘৰ্ শব্দৰে ধীৰে ধীৰে কেৰেলুৱাৰ দৰে ট্ৰামখন চলিবলৈ ধৰিলে। য'তেই মানুহ বেছি ত'তে ট্ৰামখন ৰৈ দিয়ে। ভাস্বতীৰ চকুৰ আগেৰে শ্লো' ম'ছনত পাৰ হৈ গ'ল কাৰ্জন পাৰ্ক, লাল দিঘী ফুটপাথৰ নঙঠা শিশু, ৰজনীগন্ধাৰ মালা খোপাত পিন্ধি চৰা মেক-আপৰে গ্ৰাহকৰ বাবে ৰ'দত ঘূৰি ফুৰা বাৰবনিতা.... গগনচুম্বী অট্টালিকা, কুৰি শতিকাৰ অত্যাধুনিক প্ৰযুক্তিৰ অট্টালিকাৰ গাতে ভেজা দি থকা পুৰণি শেলুবৈ ধৰা দালানবোৰ.... অতীত আৰু বৰ্তমানৰ এক অভূতপূৰ্ব সংমিশ্ৰণ। চলি যোৱা ট্ৰামখনৰ গতি ইমানেই ধীৰ যে ইচ্ছামতে যাত্ৰী উঠিছেও নামিছেও। 'হাতত অফুৰন্ত সময় থাকিলে ট্ৰামত উঠাৰ সমান আনন্দজনক যাত্ৰা একোতেই হ'ব নোৱাৰে' — ভাস্বতীৰ কথাষাৰত মহুৱাই মূৰ দুপিয়াই সঁহাৰি দিলে। 'কলিকতাত সকলো ঠাইতে ইমান ভিৰ। মই আৰু চন্দনে এইদৰে ট্ৰামত উঠি ঘূৰি ফুৰোঁ আগতে.... আমাৰ কথা পতাৰ নিভৃত ঠাই হিচাপে ট্ৰাম একোখনকে নিৰ্বাচন কৰি লৈছিলোঁ'। — মহুৱাই এজনী সৰু ছোৱালীৰ

উৎফুল্লভাবে ক'লে। 'ভাস্বতী, ট্ৰামৰ প্ৰচলন ১৮৭৩ চনতে হৈছিল জানা? দুটা ৰেলাৰ অষ্ট্ৰেলিয়ান ঘোঁৰাই টানি নিয়া ট্ৰাম গাড়ী, শিয়ালদহৰপৰা শোভাবাজাৰলৈ পণ্য-সামগ্ৰী নিয়াৰ বাবে প্ৰথম ট্ৰাম লাইন পতা হৈছিল। আৰু এতিয়া আমি গৈ আছোঁ বৈদ্যুতিক ট্ৰামত। সময় যে কি বস্তু! বাকচত ভৰাই থৈ দিব পৰা হ'লে সময়বোৰ, কি ভাল লাগিলহেঁতেন, নহয়' মই চন্দনক আকৌ পালোঁহেঁতেন ....নাঃ নালাগে সময়বোৰ। এনেকৈ সময় বাকচত থৈ খুলি চাওঁতে যদি পাই যাওঁ, চন্দনৰ তেজ লগা টি ছার্টটো, কাঁচভঙা ঘড়ীটো....' ভাস্বতীয়ে মহুৱাৰ হাত এখনত ধৰি জোকাৰি দিলে। 'বাদ-দিয়া সেইবোৰ কথা। মই অন্য কথাহে এটা ভাবিছোঁ। মহুৱা তোমাৰ স্মৃতি-শক্তি ইমান প্ৰখৰ!'

ঃ একো ভাল কথা নহয় দিয়া.... পাহৰিব খোজা কথাবোৰ পাহৰিব নোৱাৰি, তুমি নুবুজিবা কিমান কষ্ট হয় তেতিয়া। ভোক লাগিছে, নহয়? — হঠাতে প্ৰসংগ সলালে মহুৱাই। — 'ছেঃ তোমাক লৈ আহি এই দুপৰলৈকে একো খুউওৱা নাই মই। ব'লা, ৰাঙা মাসীৰ খানা খুৱাম্ তোমাক।

ঃ ৰাঙা মাসী?

ঃ অঁ, যাৰ কথা কৈছিলোঁ। যাৰ বাবে মই ভীৰু হৈ যোৱা নাই। আত্মহত্যা নকৰিলোঁ, কিন্নৰীক জন্ম দিলোঁ।

ভাস্বতীয়ে অধীৰ আগ্ৰহেৰে সন্মুখৰ ফালে চাই গ'ল। অলপ আগলৈকে ধীৰ গতিৰ বাবেই ভাল লগা ট্ৰামখনৰ ওপৰত তাইৰ খং উঠি গ'ল। যেন ৰাঙা মাসীয়ে সিহঁতৰ বাবে অধীৰ অপেক্ষাৰে থাকি ভাগৰি পৰিছে। ভাস্বতীয়ে এক অজান উত্তেজনাৰে সন্মুখৰ ফালে চাই গ'ল। ৰাঙা মাসী, ৰাঙা মাসী.... ভোৰ-ভোৰালে নামটো ভাস্বতীয়ে মুখৰ ভিতৰতে। নামটোত যেন মিহলি হৈ আছে এবুকু মৰম, উষ্ণতা ভৰা....।

ট্ৰামৰপৰা নামি মহুৱাই সুধিলে — 'খোজ কাঢ়িব পাৰিবা নহয়? নে ৰিক্সা ল'ম?'

ঃ নালাগে ব'লা। — ভাস্বতীয়ে ওখ ওখ পুৰণি দালান আৰু শাৰী শাৰী দোকানবোৰলৈ চালে। সিহঁত এটা গলিৰে সোমাই গ'ল। মানুহবোৰে ৰাস্তাৰ ওপৰতে ঢাৰী পাৰি শুকুৱাইছে ডালিবড়ী, নেমুটেঙা....। দুপৰৰ নিৰ্জনতা ক'তো নাই। ট্ৰেঞ্জিষ্ট'ৰত ভাহি আহিছে বিবিধ-ভাৰতীৰ গান। দমক'ল মৰাৰ শব্দ, বাচন ধোৱাৰ শব্দ, তাৰ মাজে মাজে হাই-কাজিয়া। কিছুমান জুপুৰি ঘৰৰ মাজৰ ৰাস্তাৰে সিহঁত সোমাই গ'ল। মহুৱা আগে আগে, ভাস্বতী পিছে পিছে। ৰাস্তাৰ ভঙা শিল আৰু ইটাবোৰৰ ফাঁকে ফাঁকে কজলা, বগা পানী। মাজে মাজে ভাত আৰু দাইলৰ মিশ্ৰণ। দুয়োকাষে দুটা নৰ্দমা। ভাস্বতীয়ে টেঙা টেঙা দুৰ্গন্ধ এটা পালে। মহুৱাই কোনোফালে ভ্ৰূক্ষেপ নকৰাকৈ আগবাঢ়িল। ভাস্বতীয়ে নাকলৈ এবাৰ হাত নিব খুজিছিল যদিও মহুৱাক দেখি নিনিলে। দুজন পুৰুষে গামোচ পিন্ধি গা ধুই ছে। মিউনিচিপেলটিৰ পাইপ ফুটি ফাউণ্টেনৰ দৰে চাৰিটা পানীৰ ধাৰা অহৰহ ওলাই আছে। ঠাইডোখৰ বাচন ধোৱা, গা-ধোৱা চাবোন পানীৰে বাটটো পিছল। নওঠা ল'ৰা-ছোৱালীবোৰৰ দুটামানে নৰ্দমাৰ কাষতে পায়খানা কৰিছে। তাৰ কাষতে দুজনী ছোৱালীয়ে ফুলাম চুৰিদাৰ-কুৰ্তা পিন্ধি চানাচুৰ নে মুৰি ভজা খাই খিল্‌খিলাই হাঁহিছে। ফুচ্‌ফুচীয়া গোপন কথাৰ ৰসত আত্মহাৰা দুয়োজনী। সিহঁতৰ হাঁহিৰ শব্দত ভৰিৰ পায়েল আৰু কাঁচৰ চুড়িবোৰ জিন্‌জিনাই উঠিছে। মহুৱা অন্য এটা গলিৰ পিনে ঘূৰিল। ভাস্বতীয়েও অনুসৰণ কৰিলে মহুৱাক। এখন মুকলি ঠাইৰ মাজেৰে সিহঁত যাবলৈ ধৰিলে এইবাৰ।

ঃ বেয়া নাপাবা, ছৰ্ট কাটেৰে আহিছোঁ আমি। এই ফিল্ডখন পাৰ হ'লেই মাসীৰ ঘৰ। — ভাস্বতীয়ে একো নক'লে। মহুৱাই এনেকৈ অলিয়ে-গলিয়ে ঘূৰিয়েই বোধহয় ভাল পায়। এজনী চঞ্চলা কিশোৰীলৈ যেন ৰূপান্তৰিত হৈছে মহুৱা।

ঃ সৌটো ঘৰ দেখিছা? — মহুৱাই সন্মুখত জৰাজীৰ্ণ ঘৰ এটালৈ আঙুলিয়াই দেখুৱালে।

ঃ দেখিছোঁ, কিয়?

ঃ আজিৰেপৰা এশবছৰ আগতে সজা ঘৰটো। জমিদাৰ ৰাখালমোহন চৌধুৰীয়ে নানা ঠাইৰপৰা কাৰিকৰ আনিছিল এই ঘৰটো সজাৰ বাবে। এই ৰাখালমোহন এসময়ত বিবেকানন্দৰ প্ৰধান শিষ্যই হৈ পৰিছিল। বিলাসী, চৌখিন মানুহ এজনে বিনাদ্বিধাই সকলো ত্যাগ কৰি বিবেকানন্দৰ লগে লগে পিছৰ বয়সত ঘূৰি ফুৰিছিল। এই ঘৰৰ অলিন্দত দিনৰ পাছত দিন অপেক্ষা কৰিছিল ৰাখালমোহনৰ স্ত্ৰী ছাঁয়াৰাণীয়ে। তেওঁৰ দুজন পুত্ৰ, এগৰাকী কন্যা। এক পুত্ৰৰ অকাল বিয়োগ ঘটিছিল অবিবাহিত অৱস্থাতে। এজনে মদ খাই খাই জীৱন শেষ কৰি দিছিল। তেওঁৰ ছোৱালী মাধৱীয়ে সম্পূৰ্ণ সম্পত্তিৰ ভাগ পাইছিল। কিন্তু এই প্ৰাসাদ হেন ঘৰটো হাৰমালহে হৈছিলগৈ।

জমিদাৰী শেষ হৈ আহিল। ঘৰটো ভাগি-ছিগি যাবলৈ ধৰিলে মেৰামতিৰ অভাৱত। আৰ্থিক কষ্টৰপৰা পৰিত্ৰাণ পাবলৈ মাধৱী দেৱীয়ে ঘৰ ভাড়া দিবলৈ ল'লে। ইপিনে নিখিল ঘোষ নামৰ সাংবাদিক এজনৰ প্ৰেমত পৰি মাধৱী দেৱীয়ে তেওঁক বিয়া কৰাই এই ঘৰতে থাকিবলৈ লয়। — মহুৱা ফিল্ডখনৰ সোঁ-মাজতে কিছুপৰ থমকি ৰ'ল। কিবা যেন মনত পেলাবলৈ চেষ্টা কৰিছে তাই। অদূৰত থকা ঘৰটোত দৃষ্টি নিবদ্ধ কৰি খুব ধীৰে ধীৰে আকৌ খোজ কাঢ়িবলৈ ধৰিলে। — '১৯৪৫ চনত, নাৎসী আৰু জাপানীসকলৰ ৰাজহাড় ভাগিছিল। যুদ্ধ শেষ হোৱাৰ লগে লগে কলিকতাত ব্ৰিটিশ্ব বিৰোধী আন্দোলন তীব্ৰভাৱে গঢ়ি উঠিল। আজাদ-হিন্দ-ফৌজৰ সেনাবিলাকৰ মুক্তিৰ দাবীত হোৱা বিক্ষোভ মিছিলত হিন্দু, মুচলিম, যুব-ছাত্ৰ, সাধাৰণ মানুহ মিলিত হ'ল। পুলিচৰ গুলীবৰ্ষণত বহুত ছাত্ৰৰ মৃত্যু হ'ল। বিক্ষোভ মিছিলত কলিকতাৰ জীৱনযাত্ৰা অচল হৈ পৰিল। কবি সুকান্তই লেখিলে — 'বিদ্ৰোহ, আজ বিদ্ৰোহ চাৰদিকে'। বাস্তৱতেই শ্ৰমিক ছাত্ৰৰ ধৰ্মঘটে নতুন ইতিহাস গঠিত কৰিছিল। এই ঐতিহাসিক দিনবোৰতে কলিকতাৰ শিল্পীসকলে পথে পথে 'স্কোৱাড' কৰি গান গাই ফুৰিছিল। কবিতা আবৃত্তি কৰি ফুৰিছিল কবিসকলে। ছয়চল্লিছ নম্বৰ ধৰ্মতলা ষ্ট্ৰীটত প্ৰগতিশীল লেখক আৰু শিল্পী সংঘৰ অফিচত লেখক শিল্পীসকলৰ নিয়মিত সম্পৰ্ক ঘটে। এক আচৰিত উদ্দীপনা! দ্বিতীয় মহাযুদ্ধত ফেচিজিমৰ পৰাজয় আৰু ছোভিয়েট সমাজতান্ত্ৰিক শক্তিৰ জয়ে বিশ্বৰ ৰাজনীতিত প্ৰভাৱ বিস্তাৰ কৰিলে। নিখিল ঘোষ, আজাদ-হিন্দ-ফৌজৰ কট্টৰ সমৰ্থক তেতিয়া। প্ৰতিটো জনসভাত, নিখিল ঘোষ উপস্থিত থাকে। দেশীয় খবৰ কাগজে নিখিল ঘোষৰ তৰোৱালৰ তীক্ষ্ণ ধাৰ যেন লেখনি আগ্ৰহেৰে ছপায়। নিখিল ঘোষ ভাল ফটোগ্ৰাফাৰো আছিল। এদিন নিখিল ঘৰলৈ ঘূৰি নাহিল। মাধৱী দেৱীৰ চিন্তা হোৱা নাছিল। এনেকুৱা হয়। কেতিয়াবা এসপ্তাহলৈও নহাকৈ থাকে নিখিল। কিন্তু নিখিল আৰু ঘূৰিয়ে নাহিল। বিক্ষোভ হ'ল, খবৰ কাগজবোৰে আস্ফালন কৰিলে ব্ৰিটিশ্বৰ শেষ ষড়যন্ত্ৰ বুলি। কিন্তু একো লাভ নহ'ল। নিখিল আৰু ঘূৰি নাহিল। নেতাজীৰ ৰহস্যময় অন্তৰ্ধানৰ দৰেই নিখিলো সন্ধানহীন হ'ল।

মুকলি ফিল্ডখন পাৰ হৈ সিহঁতে পুৰণা ভগ্নপ্ৰায় ঘৰটোৰ চোতাল গচকিলেহি। ভঙা দেৱাল। চোতালৰ মাজতে এটা দমক'ল। চাৰিওফালে এটা আচৰিত পৰিৱেশ; ৰঙা-নীলা শাড়ীবোৰ ভঙা বাৰাণ্ডা, বেলকনিবোৰত ওলোমাই থোৱা আছে। চোতালতো তাঁৰত আণ্ডাৰ-ৱেৰ, কামিজ, বিছনা চাদৰ, ব্ৰা, পেটিকোট ইত্যাদি ওলমি বতাহত ঢৌ খেলি আছে।

ঃ এয়া ধুবীখানা নেকি, মহুৱা?

ঃ ধুবীখানা, হোটেল, মুচিৰ জোতা বনোৱা কাৰখানা, চব বুলিব পাৰা।.... ভাস্বতীৰ অলপ আগলৈকে মোহাচ্ছন্ন হৈ বসবাস কৰি থকা ঐতিহাসিক দিনবোৰৰপৰা আহি হামখুৰি খাই পৰা যেন লাগিল এই ঘৰৰ চৌহদত। কি অদ্ভুত বৈসাদৃশ্য। ভাস্বতীয়ে ঘৰটোলৈ চালে। হাঁহকণী আকৃতিৰ অলিন্দবোৰ ভঙা। দুৱাৰ-খিৰিকীৰ ৰঙা-নীলা ভঙা কাঁচবোৰে এতিয়াও ঘোষণা কৰে তিনিমহলীয়া বিশাল প্ৰাসাদটিৰ গৌৰৱময় ইতিহাসক। বেৰবোৰৰপৰা যেনি-তেনি আঁহত আৰু জৰীগছৰ পুলি গজিছে। তাই সদৰ দৰ্জাখনৰ ওচৰতে তভক মাৰি ৰ'ল কিছুপৰ। চাৰিওফালে পিন্‌পিনাই ফুৰিছে নঙঠা ল'ৰা-ছোৱালী। নানা ভাষী লোকৰ কথাৰ টুকুৰা, চিএৰ-বাখৰ কৰি ফুলাম শাড়ীৰে গুৰু নিতম্ব নচুৱাই অহা-যোৱা কৰিছে কেইগৰাকীমান মহিলা। ভৰিৰ পতাবোৰত সিহঁতৰ আলতা সনা। ৰূপৰ পায়েল, নাকত নাক-চাবি। কোনোবাই শুকাই থকা কাপোৰ আনিছে, কোনোবাই খেলি থকা পেন্দুকণা একোটাক দুচকা দি চোঁচৰাই ভিতৰলৈ আনিছে। সিহঁতৰ শৰীৰৰপৰা ভাহি আহিছে ঘাম আৰু জবাকুসুম তেলৰ মিশ্ৰিত গোন্ধ। — 'মহুৱা মাধৱী দেৱীৰ কি হ'ল?'

ঃ দুকাল চাৰিবছৰ আগতে; প্ৰায় অষ্টাশী বছৰ বয়সত। নিখিল ঘোষ আৰু মাধৱী দেৱীৰ একমাত্ৰ সন্তান জীয়াই আছে....' মহুৱাই সদৰ দুৱাৰ খুলি ভাস্বতীক লৈ খট্‌খটিৰে উঠি গ'ল ওপৰ মহলালৈ। অন্ধকাৰত ভঙা চিৰিৰ উমান ধৰিব নোৱাৰি ভাস্বতী খুপি খুপি ওপৰলৈ উঠিল। ঘৰটোৰপৰা মছলাযুক্ত ৰন্ধা-বঢ়াৰ গোন্ধ ভাহি আহিছে। বহুত মানুহৰ হাই-উৰুমিৰ শব্দ আহি কাণত পৰিল তাইৰ। ওপৰতলাৰ বাৰাণ্ডাত উঠি তাই দেখিলে এটা লংগৰ খানা। শাৰী শাৰী বেঞ্চ-ডেস্ক। বহুত মানুহে ভোজন কৰিছে মধ্যাহ্নৰ আহাৰ। ব্ৰাছ মুখত লৈ লুঙি পিন্ধি দুজনমান ওপৰতলাৰপৰা নামি আহিছে, বোধহয় তলত থকা দমক'লটোৰ ফালে গৈছে। সিহঁতে দুয়োজনীলৈ এক আশ্চৰ্যৰ দৃষ্টি নিক্ষেপ কৰি যাবলৈ পাহৰা নাই। 'ভাস্বতী,

ৰাঙা মাসী তিনিতলাত থাকে। ৰাঙা মাসী নিখিল আৰু মাধৱী দেৱীৰ একমাত্ৰ জীৱিত সন্তান'। ভাস্বতী আকৌ এবাৰ থমকি ৰ'ল। 'কি হ'ল, আচৰিত লাগিছে? কি কৰিবা। মোৰো দুখ লাগে। মাধৱী দেৱীৰ দিনতে ভাড়া দিয়াৰ ব্যৱস্থা হৈছিল। প্ৰায় বিছ-বাইছটা পৰিয়াল তলত থাকে। বিহাৰী মানুহ এজনে দ্বিতীয় তলাটো লিজত ল'লে, হোটেল চলাবলৈ। দহ-বাৰটামান কোঠা আছে, সস্তাতে মানুহ থাকিব পৰা ব্যৱস্থা কৰিলে তেওঁ। দ্বিতীয় তলাৰ হলঘৰটো ৰান্ধনি ঘৰ আৰু খোৱা ঘৰ কৰিলে। ৰাঙা মাসীক খোৱা-বোৱা দিয়াৰ উপৰিও মাহে তিনি হাজাৰমান টকা দিয়ে। মানুহটো মৰমিয়াল, ৰাঙা মাসীক পুতেকৰ দৰে চোৱা-চিতা কৰে। তিনিতলালৈ কোনো মানুহক যাবলৈ দিয়া নহয় সাধাৰণতে'।

ভাস্বতীহঁত গৈ তিনিতলাৰ বন্ধ গ্ৰীলৰ দুৱাৰ এখন পালে। মহুৱাই ওপৰত থকা কলিংবেল টিপিলে। কোনো সাৰি-শব্দ নাই। 'চন্দনে মোক প্ৰথম ইয়ালৈ লৈ আহিছিল ভাস্বতী। মাসীৰ সৈতে চন্দনৰ এক মধুৰ সম্পৰ্ক আছিল। সেয়া এক অন্য কাহিনী....' ভিতৰৰ দুৱাৰ খোল খালে। এজনী ছোৱালী ওলাই আহিল। আহিয়ে 'অ' মহুৱা দিদি!' বুলি উৎফুল্লিত হৈ ভিতৰলৈ দৌৰ মাৰিলে। 'বিনোদ বিহাৰী.... মানে হোটেল চলোৱাজনৰ ভতিজা ছোৱালীজনীয়ে মাসীৰ যত্ন লয়'। ছোৱালীজনী আকৌ চাবি এপাট লৈ ওলাই আহি দুৱাৰ খুলি দিলে। ভাস্বতীয়ে মহুৱাৰ পিছ ল'লে। ঘৰটোৰ বাহিৰটো যিমান উৰলি যোৱা ভিতৰটো সিমান নহয়। ৰং-প্লাষ্টাৰ ঠায়ে ঠায়ে এৰাইছে যদিও পৰিষ্কাৰ। পুৰণি হাতল লগোৱা আৰামী চকী এখনত ভাস্বতী বহি পৰিলে। মহুৱা ভিতৰলৈ সোমাই গ'ল। ভাস্বতীয়ে চকু ফুৰালে চাৰিওফালে। কিছুমান পুৰণি ব্লেক এণ্ড হোৱাইট ফটো বন্ধোৱা আছে বেৰত। মেহগনি কাঠৰ ফাৰ্ণিচাৰ। এখন সুবিশাল ছোফা। ছোফাৰ কাপোৰ মলিয়ন আৰু ঠায়ে ঠায়ে ফাটিছেও। পিতলৰ ফুলদানীবোৰ উকা, মলিয়ন।

ঃ ভাস্বতী, ভিতৰলৈ আহা। — মহুৱাই ভিতৰৰ পৰ্দা দাঙি মাতিলে।

পৰিষ্কাৰ বগা ৰং দিয়া কোঠা এটাত এখন সু-বৃহৎ খোদাই কৰা পালেঙত শুভ্ৰ সাজেৰে বহি আছে এগৰাকী আদহীয়া মানুহ। মানুহগৰাকী যে একালত খুব সুন্দৰী আছিল তাৰ ৰেশ চকুৰে-নাকে প্ৰকট। 'মা, তোমাৰ নামেই ভাস্বতী? বহাঁ বহাঁ'। কোঠালিটোত দুখনেই মাত্ৰ চকী। এখনত মহুৱা বহিছে। এখনত ভাস্বতী বহি পৰিল। মহুৱালৈ চাই ক'লে মানুহগৰাকীয়ে, 'মা, তই এওঁক বাথৰুমলৈ লৈ যাওঁ, মুখ-হাত ধোৱক, মই ভাতৰ খবৰ পঠাওঁ। বহুত দেখি হ'ল। প্ৰায় তিনিটা বাজে আৰু খাবলৈ কি পাব ঠিক নাই। অলপ সোনকালে নাহিলি কিয়? ৰাঙা মাসী-ৰাঙা মাসী বুলি এনেয়ে খুব মৰম চেলাব.... আজি এমাহে তোৰ খবৰ নাই'। মহুৱাই মুখ টিপি হাঁহি থাকিল। ৰাঙা মাসীয়ে বিছনাৰপৰা নামি ভাস্বতীৰ গালে-মুখে হাত ফুৰালে, 'মা, তই এই পাগলীজনীৰ পাল্লাত পৰিলি কেনেকৈ? তয়ো অলপ পাগল হ'ব লাগিব, নহ'লে এইৰ লগ হ'বি কেনেকৈ?' ৰাঙা মাসীয়ে হাঁহি হাঁহি বাহিৰলৈ ওলাই গ'ল।

ঃ ব'লা, মুখ-হাত ধুই লোৱা। তোমাক কষ্ট দিয়া নাইতো? — ভাস্বতীয়ে হাঁহিলে। মহুৱাৰ প্ৰতি তাইৰ মোহৰ দৃষ্টি হৈছে। — এয়া টাৱেল, এয়া চাবোন, বেচেৰী, কিবোৰ ঠাইত তোমাক ঘূৰাই লৈ ফুৰিছোঁ।

'তুমি শান্তি পাবা, ৰ'বা'। — কৈয়ে ভাস্বতীয়ে বাথৰুমৰ দুৱাৰ বন্ধ কৰিলে।

ইলিচ মাছৰ মূৰ দি ৰন্ধা পুঁৰৈ শাকৰ আঞ্জা, সৰু মাছত সৰিয়হ দিয়া চৰ্চৰি, মিহিকৈ কাটি ভজা আলু আৰু নাৰিকল দি ৰন্ধা বুট-দাইল ভাতৰ লগত ব্যঞ্জন। দুয়োজনীৰে ভোক লাগিছিল প্ৰচণ্ডভাৱে। কোনোফালে নোচোৱাকৈ, এটাও কথা নপতাকৈ গো-গ্ৰাসে সিহঁতে ভাত খাবলৈ ধৰিলে। অলপ পাছতহে ভাস্বতীয়ে মন কৰিলে ৰাঙা মাসীয়ে এখন কাপোৰৰ ফ্ৰিল লগোৱা বিচনীৰে দুয়োজনীকে লাহে লাহে বা দি আছে। 'প্লিজ মাসী, এইবোৰ নকৰিব। আপুনি বহক না ওচৰতে....' ভাস্বতীয়ে অস্বস্তি অনুভৱ কৰিলে। মহুৱাই কৌতুকেৰে দৃষ্টি বিনিময় কৰিলে ৰাঙা মাসীৰ সৈতে।

ঃ মনে মনে ভাত খোৱা লখিমীজনী, দুপৰীয়া হৈ থকা নাই এতিয়া। ভাত খাওঁতে কথা পাতিব নাপায়।

ঃ ভাস্বতী, মাসীৰ এয়া অভ্যাস। মই অকলেই ভাত খাব লগা হয় প্ৰায়ে, কাৰণ মাসীয়ে বিচি থাকে। মাসীয়ে মই খোৱা হ'লেহে খায়। কেনেকুৱা লাগে কোৱাচোন? দুজনী মানুহৰ এজনীয়ে আগতে খাব এজনীয়ে পিছত খাব!

ঃ তুমি পিছে মাসীক বিচি দিয়ানে নাই?

ঃ মোৰপৰা সেয়া আশা কৰানে? মাসীক কওঁ, তোমাক কি লাগে মই দিম। লাগিলে তোমাৰ কাপোৰো ধুই দিম, কিন্তু এই খোৱা পৰত বিচি থাকিবলৈ মোক নক'বা। ওপৰত যেন এখন চলি থাকোঁতেও যদি সংস্কৃতি ৰক্ষাৰ

নামন্ত বিচিৰ লাগে, সেই সংস্কৃতি মোক নালাগে ভাই.... আমি আৰু বহুত কৰিব লগা কাম আছে.... ৰাঙা মাসীয়ে মমতাপূৰ্ণ দৃষ্টিৰে মহুৱালৈ চাই মিঠা হাঁহি মাৰিলে।

ঃ মাসী অপূৰ্ব সোৱাদ হৈছে আঞ্জাৰ। প্ৰতিটো পদেই খাবলৈ ভাল হৈছে। ভাস্বতীয়ে খাই থাকোঁতেই ক'লে। 'আঞ্জা ভাল হোৱা নাই আই, তোমালোকৰ ভোক লাগিছে বাবে সোৱাদ পাইছা। মৌলৈ ৰন্ধা ভাত-আঞ্জা শেষ। বিনোদ বিহাৰীৰ হোটেলৰ খোৱা এয়া। তাকো মাছৰ তৰকাৰী শেষ। কি যে দিনটোত এই ছোৱালীজনীয়ে তোমাক লৈ আহিছে।

ঃ হ'ব হ'ব। তুমি খুৱাবা দিয়া এদিন। বুজিছা, মাসীৰ হাতৰ এসাজ ৰন্ধা খাবলৈ পালে তুমি প্ৰতিদিনেই স্মৰণ কৰিব লাগিব। ভাস্বতীৰ থালত অলপ ভাত আৰু তৰকাৰী ঢালি দি মাসীয়ে ক'লে, 'মহুৱাই বেছিকৈ কৈছে। কিন্তু এটা সঁচা কথা, নিজ হাতে ৰান্ধি খুৱাই তৃপ্তি পাওঁ। মই অকলেই ভাত খাওঁ সদায়, সেয়ে ৰাণীয়ে, মানে বিনোদ বিহাৰীৰ ভতিজাকজনীয়েই মোক ৰান্ধি-বাঢ়ি খুৱায়'। ৰাণীয়ে এটা বাতিত কিবা অলপ লৈ আহিল। মাসীয়ে এখন চামুচেৰে দুয়োজনীৰে পাতত ঢালি দিলে আমৰ মিঠা চাট্‌নি। 'খোৱা মাজনী, শুদাই-নিকাই ভাত খালা যদিও চাট্‌নি আৰু মিঠাইৰে, 'মধুৰেণ সমাপয়েৎ' কৰাটো নিময়'।

ঃ মানে কিবা তিতা-কেঁহা খালা যদিও পাহৰি যোৱা এতিয়া.... মহুৱাই ৰাণীয়ে আগবঢ়াই দিয়া মিঠাইৰ থালখনৰপৰা দুটা সন্দেশ নিজৰ খোৱা পাতলৈ থৈ ক'লে। ৰাঙা মাসীয়ে হাঁহি পেলালে। ৰাঙা মাসীয়ে হাঁহিলে গালখন ৰঙচুৱা হৈ উঠে। হাঁহিৰ মাজেৰেও আৱিষ্কাৰ কৰিব পাৰি মানুহৰ হৃদয়ৰ নিৰ্মলতা। ভাস্বতীয়ে ৰাঙা মাসীৰ মুখলৈ চুৰকৈ কেবাবাৰো চালে।

ৰাঙা মাসীয়ে চুপাৰি, চফ, পাণৰ এটা বটা আগবঢ়াই দি বিছনাত দুটা গাৰুত ভেজা দি বহিলে।

ঃ ভাস্বতী, তুমি নোসোধা জানো মই ৰাঙা মাসীক কেনেকৈ আৱিষ্কাৰ কৰিলোঁ? ....চন্দন, চন্দনেই এদিন লৈ আহিছিল মোক ইয়ালৈ। আমাক নিজৰ ঘৰ দুখনে যেতিয়া গ্ৰহণ কৰা নাছিল, তেতিয়া এই মাসীয়েই আমাক আৱৰি ৰাখিছিল। চন্দনো গ'লগৈ.... কিন্নৰীক জন্ম দিলোঁ মাসীৰ যত্নতে। এড্‌কন ক্ৰিয়েটিভৰ চাকৰি ৰিজাইন দিলোঁ। ছমাহে চাকৰি নাই। কিন্নৰীক ৰাখিলে মাসীয়েই। এতিয়াও যিটো ঘৰত মই আছোঁ, বালিগঞ্জ ফাৰীত, যি দুটা কোঠালিৰ ভাড়া সেই এলেকাত চাৰিহাজাৰ টকা, মই দিওঁ মাত্ৰ এহেজাৰ টকা। মাসীৰ ঘৰ। মানে ককাক ৰাখাল মোহনৰ সম্পত্তিৰ শেষ অংশ। মোৰ জীৱনত ৰাঙা মাসী নিজ মাতৃতকৈয়ো অধিক।

ঃ মহুৱা, হ'ব মনে মনে থাক। মোৰ সৈতে মাৰক তুলনা কৰি অপমান নকৰিবি।

ঃ কি কোৱা মাসী? মোৰ মা-দেউতাই চন্দনৰ সৈতে থকা বাবেই জানো মোক ত্যাগ কৰা নাছিল! চন্দনৰ মৃত্যুৰ পাছত মোৰ কেনেকুৱা বিপদ হ'ব পাৰে, মোৰ মানসিক অৱস্থা কেনে হ'ব পাৰে এবাৰো সহানুভূতিৰে চাইছিলনে? এটা সন্তানৰ অনুভৱ অনুভূতিতকৈ তেওঁলোকৰ বংশ মৰ্যাদা ডাঙৰ হ'লনে? তুমি নথকা হ'লে মই জীয়াই থাকিব পাৰিলোঁহেঁতেননে মাসী?

ঃ হ'লেও মাজনী, মাকৰ সমান কোনো নহয়।

ঃ হয় মাসী। কিন্নৰীক মই জন্ম দিছোঁ। মোৰ দায়িত্বৰ উপৰিও তাইৰ প্ৰতিটো অন্তৰৰ অনুভৱৰ সৈতে মই এক হৈ যাবলৈ বিচাৰোঁ। প্ৰত্যেকটো সন্তানৰ জীৱনত সংঘাত আছে, অন্তৰ্দ্বন্দ্ব আছে, আৰু তেতিয়াই পিছলৈ উভতি চাই অভিভাৱক নতুবা বন্ধুৰ উপস্থিতি কামনা কৰে। মাক-দেউতাকতকৈ সেই আস্থা পৃথিৱীত কোনে প্ৰদান কৰিব পাৰে? মোৰ ক্ষেত্ৰত পিছলৈ চাই কেৱল তোমাকেই দেখিছোঁ। তুমিয়েই মোৰ সকলো অত্যাচাৰ মূৰ পাতি লৈছা। হাতত পইচা নাই, তোমাৰ ওচৰত হাত পাতিছোঁ। কিন্নৰীৰ দায়িত্ব ল'ব পৰা নাই, তোমাৰ হাতত সঁপি নিশ্চিন্ত হৈছোঁ। দুখ লাগিছে, তোমাৰ কোলাত মূৰ গুঁজি কান্দিছোঁ.... তুমিতো মোৰ একো নোহোৱা.... তোমাৰ সৈতে মোৰ তেজ-মঙহৰ সম্পৰ্কও নাই, তুমি কিয় দিছা মোক আশ্ৰয়? তুমিতো মোক কোনোদিনে নষ্ট চৰিত্ৰৰ ছোৱালী বুলি ইতিকিং কৰা নাই, কেতিয়াও মোৰ মাৰ দৰে কোৱা নাই, — বিয়া নোহোৱাকৈ দেখা-দেখিকৈ সন্তান জন্ম দিয়াক অবৈধ মাতৃত্ব বুলি কয়; আমাৰ বংশত কোনোদিন বেশ্যাৰ জন্ম হোৱা নাছিল বুলি। কেতিয়াও মোৰ দেউতাৰ দৰে কোৱা নাছিলা — 'এতিয়াও সময় আছে, 'গৰ্ভস্থ সন্তানটো এবৰ'ছন কৰা, ভাল ছোৱালী হৈ এইদৰে বহুত ঘূৰি আছে। ভুলৰ প্ৰায়শ্চিত্ত সদায় আছে। তাৰ সলনি তুমি মোক কৈছিলা, 'তই ভুল কৰা নাই? চন্দনৰ মৃত্যু দুবাৰ নঘটাবি। প্ৰেমে জীৱন দিয়েছে, নলয়.... মই সকলো দায়িত্ব ল'ম'। এই কথা মোৰ মা-দেউতা, ককাই-ভাই কোনেও নক'লে কিয়? — মহুৱা আবেগিক হৈ দুখত

ভাগি পৰিছিল। মন্টুৰাৰ প্ৰতিমাৰ দৰে চকুহালেৰে বৈ আহিছিল স্বচ্ছ পানীৰ ধাৰা। ৰাঙা মাসী বিছনাৰপৰা উঠি আহিছিল। মন্টুৰাৰ মূৰটো নিজৰ শৰীৰত দুই হাতেৰে চেপি ধৰিছিল। এক অস্বস্তিকৰ পৰিস্থিতি। ভাস্বতীয়ে 'ডেম কেয়াৰ' ভাবত ঘূৰি-ফুৰা অত্যন্ত ৰূপহী আৰু বুদ্ধিমতী মন্টুৰাক কেৱল হৃদয়ৰ খাম-খেয়ালিত চলা ছোৱালী বুলিয়েই ভাবিছিল। ভাস্বতীয়ে নিজেও এতিয়া বুকুত এক যন্ত্ৰণা অনুভৱ কৰিলে। 'না — না — মা, চুপ....লক্ষীমা মোৰ....ভাস্বতীক লগত লৈ আনি কি আৰম্ভ কৰিছ এইবোৰ?' ৰাঙা মাসীৰ মুখখন আৰু ৰঙা পৰিল। ভাস্বতীয়ে দেখিলে, এই মুহূৰ্ততে হয়তো ৰাঙা মাসীয়েও কান্দি পেলাব। কিন্তু তেওঁ কন্দা নাই। বিছনাত আকৌ বহিল গৈ; তাৰ পাছত ধীৰে ধীৰে আবৃত্তিৰ সুৰত গাবলৈ ধৰিলে—

সহজ হবি, সহজ হবি, ওৰে মন, সহজ হবি —
কাছেৰ জিনিছ দূৰে ৰাখে তাৰ থেকে তুই দূৰে ৰবি....
কেন ৰে তোৰ দু-হাত পাতা, দান তো না চাই, চাই যে দাতা —
সহজে তুই দিবি যখন সহজে তুই সকল লবি
সহজ হবি, সহজ হবি, ওৰে মন, সহজ হবি —

মন্টুৰাই ৰাঙা মাসীলৈ চালে। চকুপানী মচি ধীৰে ধীৰে তাই ৰাঙা মাসীৰ সৈতে আবৃত্তিত সুৰ মিলালে —

আপন বচন-ৰচন হতে বাহিৰ হয়ে আয়ৰে কবি।
সকল কথাৰ বাহিৰেতে ভুবন আছে হৃদয় পেতে,
নীৰৱ ফুলেৰ নয়ন-পানে চেয়ে আছে প্ৰভাত ৰবি....

ৰাঙা মাসীৰ মুখত এক অপৰূপ হাঁহি। স্বৰ্গীয় হাঁহিৰ কথা ভাস্বতীয়ে শুনিছিলহে, ৰাঙা মাসীৰ মুখত আজি দেখিলে। মন্টুৰাই ৰাঙা মাসীৰ হাত দুখন মুঠি মাৰি ধৰি আছে। ভাস্বতীৰ চকুযোৰ অজানিতেই সেমেকি উঠিল। এক অবিস্মৰণীয় দৃশ্য!

ঃ মন্টুৰাই ভাবিছে মই তাইক কেৱল দিয়েই আহিছোঁ। কিন্তু মোতকৈ তাই বেছি মোক দি আহিছে। মোৰ কন্যা তাই। মোক মাতৃত্ব দিছে। সহজে তুমি যেতিয়া দিব পাৰিছা, সহজে সকলো ল'বও পাৰিবা।

কবিগুৰুৱে লিখি থৈ গৈছে।

ঃ ভাস্বতী, মাসী খুব ভাল মঞ্চ-অভিনেত্ৰী আছিল একালৰ। এখন নে দুখন চিনেমাতো অভিনয় কৰিছিল।

ঃ হয় নেকি? মাসীক দেখিয়ে বুজিছিলোঁ, আবৃত্তি শুনি নিশ্চিত হৈছিলোঁ এই দক্ষ কণ্ঠ পৰিচালনা বহু সাধনাৰ ফল হ'বই লাগিব। ৰাঙা মাসীয়ে লাজ কৰিলে ভাস্বতীৰ মন্তব্যত।

ঃ পিছে আমাৰ উভতিবৰ হ'ল ভাস্বতী। কাইলৈ ৰাতি মই কিন্নৰীক ৰাঁচীলৈ লৈ যাম। ব'ৰ্ডিং স্কুলত ছীট পোৱাৰ কথা কৈছিলোঁ নহয় তোমাক। মই কাইলৈ পুৱাই আকৌ আহিম। কিন্নৰী তোমাৰ সৈতে কেইঘণ্টামান থাকিব খুজিছে মাসী।

ৰাঙা মাসী মৌন হৈ ৰ'ল কিছুপৰ। 'তই তাইক ব'ৰ্ডিং স্কুলত থোৱাতকৈ মোৰ সৈতে থ'ব পাৰিলিহেঁতেন আৰু ইমান সোনকালে কি দৰকাৰ আছিল?'

ঃ মাসী, মই বিচৰা নাই কিন্নৰীয়েও কাৰোবাৰ মৰম-তত্বাৱধানৰ ওপৰত সম্পূৰ্ণ ভৰসা কৰিবলৈ লওক বুলি। মই দেখোন নোৱাৰিলোঁ। মা-দেউতায়ো বিশ্বাসঘাতকতা কৰিলে, চন্দনেও....। চন্দনকে সৰ্বস্ব বুলি নোলোৱা হ'লে মই আজি ইমান কষ্ট নাপালোঁহেঁতেন কিজানি। তোমাৰ ওচৰলৈও মই কিয় বৰকৈ নাহো জানানে? তোমাৰ ওচৰৰপৰা গ'লে মোৰ বৰ কষ্ট হয়।

ৰাঙা মাসীৰ ঘৰৰপৰা উভতি আহোঁতে বিয়লি হৈছিল। মুকলি ফিল্ডখনত এজাক ল'ৰাই ক্ৰিকেট খেলিছিল। মন্টুৰাই অন্য এটা ৰাস্তাৰে ভাস্বতীক খোজ কঢ়াই লৈ আহিল। 'আমি অন্য চমু ৰাস্তাৰে বাছত উঠিমগৈ ব'লা'। ভাস্বতীয়ে মন্টুৰাৰ কথাত আপত্তি তোলা নাছিল। মন্টুৰা আজি তাইৰ গাইড। তাইক অন্য এটা কথাই অন্যমনস্ক কৰি ৰাখিছিল। আহিবৰ সময়ত মন্টুৰাৰ দৰেই ৰাঙা মাসীয়ে তাইকো মৰমতে সাবট মাৰি ধৰি চুমা খাইছিল। দঢ়াই দঢ়াই আকৌ আহিবলৈ কৈছিল। ভাস্বতীয়ে ৰাঙা মাসীৰ শৰীৰটো এৰিব পৰা নাছিল। ৰাঙা মাসীৰ শৰীৰত যামিনী পেহীৰ গোন্ধ পাইছিল। তাইৰ আইতাকৰ শৰীৰৰ কাপোৰৰ গোন্ধ পাইছিল। সৰুতে আইতাকৰ সৈতে শোওঁতে পোৱা এটা চিনাকি গোন্ধ। ককাকে মলা-ধপাত খাইছিল। ধপাত খোৱা গুৰগুৰিটোৰপৰা যোৱা পাইপডালত ককাকে হোপা মাৰিলেই নাৰিকলৰ খোলাৰ দৰে মাটিৰ মলাটোত পানীৰ খলকনি উঠিছিল। ছিলিমত দুটুকুৰামান আঙঠা দি ভৰাই থোৱা ধপাতৰ গোন্ধটো ফুৰ্‌ফুৰ্‌কৈ ওলাইছিল। তাই কাণপাতি পানীৰ খলকনি শুনিছিল, মলা-ধপাতৰ গোন্ধটো বৰ ভাল লাগিছিল। এটা কথাই তাই বুজিব পৰা নাছিল। আইতাকৰ চাদৰৰ আঁচলত মলা-ধপাতৰ গোন্ধ কেনেকৈ লাগি থাকিছিল। আইতাকৰ মমতাময় স্পৰ্শত পাইছিল সেই

গোন্ধটো। ৰাঙা মাসীৰ শৰীৰৰপৰাও ঠিক তেনে এটা গোন্ধ পাইছিল ভাস্বতীয়ে। মৌনতা ভংগ কৰিলে মহুৱাই। 'ৰাঙা মাসীৰ জীৱনটো বৰ ট্ৰেজিক'।

ঃ দেখিয়েই গম পাইছোঁ। এই মানুহগৰাকীয়ে বিয়া-বাৰু নকৰালে নেকি?

ঃ এজন প্ৰেমিক আছিল তেওঁৰ। খুব প্ৰতিভাৱান নাট্যকাৰ-কবি, অবিনাশ কিশোৰ ভট্টাচাৰ্য। অবিনাশ বিবাহিত আছিল। তিনিটা ল'ৰা-ছোৱালী আৰু পত্নীৰ সৈতে সংসাৰ। তেওঁলোকৰ এটা গ্ৰুপ থিয়েটাৰ আছিল। 'ৰংগ-মঞ্চ' নামৰ। ৰাঙা মাসী মুখ্য অভিনেত্ৰী। এতিয়াও বংগৰ কলা-সংস্কৃতিৰ ইতিহাসত পঢ়িবলৈ পাবা ৰাঙা মাসীৰ নাম — মালিনী দেৱী'। এখন বাছ আহি ৰ'লহি। বন্ধ বাৰ বুলিয়েই হ'বলা, বাছখনত বেছি মানুহ নাছিল। মহুৱা প্ৰায় জঁপিয়াই বাছত উঠি এটা ছীটত বহি লৈ ভাস্বতীলৈ কাষৰ ছীটটো দেখুৱালে।

ঃ নাটকৰ গ্ৰুপ চলোৱা মানুহৰ আৰ্থিক কষ্টতো আছেই। অবিনাশেও ৰেহাই পোৱা নাছিল, পত্নীৰ সৈতে প্ৰায়ে মনোমালিন্য হৈছিল। নতুন নাটক, কবিতা লিখাৰ আশ্ৰয়স্থল আছিল ৰাঙা মাসীৰ ঘৰটো। ৰাঙা মাসীৰ সৈতে অবিনাশ ভট্টাচাৰ্যৰ সম্পৰ্ক গভীৰ হৈ আহিল। অৱশেষত বাহিৰতো এই কথা জনাজাত হ'ল। অবিনাশ আছিল অতি বেপৰোৱা সংস্কাৰমুক্ত মনৰ মানুহ। প্ৰচণ্ড জেদীও। ৰাঙা মাসী সম্পৰ্কত খোল-খুলিকৈয়ে ঘোষণা কৰিলে তেওঁ মোৰ সৃষ্টিৰ প্ৰেৰণা বুলি। এইবোৰৰ পাছত মানুহবোৰৰ ঘৰত যি ঘটে সেয়াই হ'ল। অবিনাশ ঘৰ সোমাব নোৱাৰা হ'ল। পত্নীৰ ককৰ্থনাত জীৱন দুৰ্বিষহ হৈ উঠিল। তেওঁ সংসাৰ প্ৰায় পৰিত্যাগ কৰিলে।

ৰাঙা মাসীয়ে অবিনাশক আলফুলে ৰাখিবলৈ যত্ন কৰিলে। অবিনাশে কেবাখনো নতুন নাটক লিখি হৈ-চৈ লগালে। দুটা কবিতা সংকলন উলিয়ালে, কিন্তু আনহাতে তেওঁ অন্তৰ্দ্বন্দ্ব ঢাকিবলৈ এজন অত্যধিক সুৰাপায়ীলৈ ৰূপান্তৰিত হ'ল। ৰাঙা মাসীয়ে এটা আচৰিত কাম কৰিলে। কি জানা? অবিনাশৰ পত্নী আৰু ল'ৰা-ছোৱালীৰ নামত মাহে টকা পঠাবলৈ ল'লে। অবিনাশে নিজেও নাজানিলে সেই কথা। অবিনাশৰ পত্নীয়েও সেই টকা অবিনাশে পঠোৱা বুলিয়েই আজিও জানে। পিছে লাং-কেন্সাৰ হৈ অবিনাশৰ মৃত্যু হ'ল, অত্যধিক সুৰাপানে তেওঁক শেষ কৰি দিলে। এক সাংঘাতিক প্ৰতিভাৰ মৃত্যু হ'ল।

ঃ অবিনাশৰ পৰিয়ালে ৰাঙা মাসীক কেনে চকুৰে চায়?

ঃ অবিনাশৰ শৱদেহ ঘৰলৈ লৈ যোৱা হৈছিল হস্পিটেলৰপৰা। ৰাঙা মাসীও গৈছিল। ৰাঙা মাসীলৈ হেনো অবিনাশৰ খুলশালীয়েকে এচপৰা ইটা দলিয়াই গুৰুতৰভাৱে আহত কৰিছিল। আটাইতকৈ আচৰিত কথা কি জানা ভাস্বতী, ৰাঙা মাসীয়ে অবিনাশৰ নামত বেংকত টকা জমা কৰিছিল। অবিনাশৰ মৃত্যুৰ পাছতো সেই টকাৰেই অবিনাশৰ ল'ৰা-ছোৱালী শিক্ষিত হৈছিল। এতিয়া সকলো স্বাবলম্বী। কিন্তু ৰাঙা মাসীয়ে অবিনাশ ভট্টাচাৰ্যকো জানিবলৈ নিদিলে একো কথা। এবাৰ সোধোঁতে কৈছিল, 'অবিনাশৰ দৰে আত্ম-সন্মানবোধ থকা মানুহে মোৰ এই সহায় কেতিয়াও গ্ৰহণ নকৰে। বুদ্ধি কৰি সেয়ে, নাটক শ্ব'ৰ কিছু ৰাহি টকা তেওঁৰ পৰিয়াললৈ পঠোৱা হয় বুলি কোৱা হৈছিল। অবিনাশে কেতিয়াও টকা-পইচাৰ হিচাপত নোসোমাইছিল'।

ঃ চন্দনৰ সৈতে ৰাঙা মাসীৰ কেনেকৈ সম্পৰ্ক হ'ল, মহুৱা?

ঃ চন্দন তেওঁলোকৰ গ্ৰুপ থিয়েটাৰৰ অভিনেতা কৰ্মী আছিল। গ্ৰুপটো ভাগি যোৱাৰ পাছত একমাত্ৰ চন্দনেই ৰাঙা মাসী আৰু অবিনাশৰ নিজৰ মানুহ হৈ থাকিল। অবিনাশৰ মৃত্যুৰ সময়তো ৰাঙা মাসীৰ কাষত চন্দন আছিল। মহুৱাই বিষণ্ণভাৱে খিৰিকীৰে সন্ধিয়াৰ মহানগৰীখনৰ ব্যস্ততাৰ ৰূপ চাই কথাবোৰ কৈছিল।

ঃ অবিনাশৰ লেখাবোৰ কি হ'ল?

ঃ যিবোৰ প্ৰকাশ হোৱা নাই, সেইবোৰ মাসীৰ হাতত আছে। এবাৰ এখন নাটক এজন বিখ্যাত পৰিচালকে লৈ গৈছিল, নিজৰ গ্ৰুপৰ হতুৱাই কৰাবলৈ। পিছে তেওঁ যেতিয়া নাটকখন নিজৰ বুলি প্ৰচাৰ চলালে, মাসীৰ আৰু তাৰ পাছত কাৰো প্ৰতি বিশ্বাস নোহোৱা হ'ল আৰু কাকো তেওঁ অবিনাশৰ নাটক নিদিয়া হ'ল। এখন আধালেখা পাণ্ডুলিপিও মাসীৰ হাতত থাকিল। তেওঁ কৈ থৈছে, মৰিলে তেওঁৰ চিতাত সেইখিনি তুলি দিবলৈ যেন নাপাহৰোঁ।

ভাস্বতীয়ে তবধ মানিলে। ৰাঙা মাসী আৰু অবিনাশ ভট্টাচাৰ্যৰ সম্পৰ্কৰ নাম কি হ'ব পাৰে? প্ৰয়াগে ইমান গভীৰভাৱে ভাস্বতীক কেতিয়াবা ভাল পাইছিলনে? হয়তো পাইছিল, কিন্তু প্ৰয়াগে এই সম্পৰ্কৰ মূল্য নিৰ্ধাৰণ কৰিব জনা নাই। জনা হ'লে ভাস্বতীয়ে সকলো সময়তে হৃদয়ত অনুভৱ কৰি নেথাকিলেহেঁতেন চিন্ময়ৰ অস্তিত্বক, ভাস্বতী

বাহিৰত যিমানেই সুস্থিৰ হৈ থাকিবলৈ যত্ন কৰিছে, চিন্ময়ৰপৰা যিমান আঁতৰি থাকিবলৈ যত্ন কৰিছে সিমানেই অনুভৱ হৈছে চিন্ময় তাইৰ মনৰ মাজত প্ৰতিটো পল অনুপলত বিচিত্ৰভাৱে অহা-যোৱা কৰি ফুৰিছে। চিন্ময়ৰ কথা তাই নাজানে। কিন্তু চিন্ময়ৰ দৃষ্টিত তাই দেখিছে নিজৰ হৃদয়ৰ প্ৰতিবিম্ব। চিন্ময় আগৰ দৰেই গম্ভীৰ। কিন্তু তাৰ মাজতে ইণ্টাৰকমত ভাস্বতীক জনায় — 'ভাস্বতী, ছবি আঁকিছোঁ, কেতিয়াবা চাবা?' নতুবা হঠাতে ক'ব — 'তোমাক আজি বেয়া দেখিছোঁ, কাপোৰযোৰো বেয়া, মুখখনো গোমোঠা'। ভাস্বতীৰ ভাব পাছবেপৰাই অন্যমনস্ক হৈ পৰে। এক মধুৰ অৱেশেৰে পাৰ কৰি দিব পাৰে তাই দিনটোৰ সৰহভাগ সময়। 'কি ভাবিছা ভাস্বতী?' ভাস্বতীয়ে এক মুহূৰ্ত ভাবিলে, তাই ক'বনে চিন্ময়ৰ কথা। নকয়। কিছুমান অনুভূতি একান্ত নিজা। ভাগ-বতৰা নহয়। প্ৰয়াগৰ কথাও তাই কাকো কোৱা নাছিল। আজিও প্ৰয়াগক কোৱা নাই — নৈ পৰীয়া বতাহজাকৰ কথা। ক'ব পৰা নাই আজিও হৃদয় জুৰি বিয়পি থকা দুপাহ কেতেকী-চম্পাৰ সুবাসৰ কথা। ভাস্বতীয়ে স্বাভাৱিকভাৱেই ক'লে — 'একো ভবা নাই বুলি নকওঁ, মহুৱা। কিন্তু মই যি ভাবিছোঁ, সেয়া তোমাক নকওঁ। মাত্ৰ ইয়াকেই ক'ব খোজো আমি দিনে দিনে এটা ডাঙৰ বস্তু হেৰুৱাইছোঁ।

ঃ কি বস্তু?

ঃ শ্ৰদ্ধাবোধ, যি শ্ৰদ্ধাবোধ ৰাঙা মাসী আৰু অবিনাশ ভট্টাচাৰ্যৰ প্ৰেমৰ মাজত আছিল। যি শ্ৰদ্ধাবোধ মোৰ ককা-আইতাৰ মাজত আছিল।

মহুৱাই একো নামাতিলে। তাই একান্ত মনে বাহিৰৰ খিৰিকীৰে বাহিৰলৈ চাই গ'ল। ভাস্বতীয়েও মহুৱাৰ দৃষ্টি অনুসৰণ কৰিলে। অন্ধকাৰ নামি আহিল মহানগৰীলৈ? যৌৱনময়ী হাস্যময়ী গাভৰুলৈ পলকতে ৰূপান্তৰিত হ'ল চহৰখন। শাৰী শাৰী বিজুলী-বাতিৰ পোহৰত অহা-যোৱা কৰিছে গাড়ী, বাছ, ট্ৰাম। ব্যস্ত মানুহৰ লৰা-ঢপৰা।

ঃ মই এছপ্লেনেডত নামিম ভাস্বতী। তুমি মেট্ৰো ধৰিবানে? — ভাস্বতীয়ে মূৰ দুপিয়ালে। — 'আজি এটা ভয়ানক ৰাতি মই পাৰ কৰিব লাগিব। কিন্নৰীক কাইলৈ মই লৈ যাম। কাইলৈৰপৰাই মই কিন্নৰীক যেতিয়াই মন যায় চাব নোৱাৰিম, মৰম কৰিব নোৱাৰিম। মই মানসিকভাৱে প্ৰস্তুত হ'ব লাগিব আজি।'

ঃ সম্ৰাটক তুমি কি হিচাপে গ্ৰহণ কৰিছা মহুৱা? যদি তুমি ক'বলৈ বেয়া নোপোৱা.... হঠাতে ভাস্বতীয়ে সুধিলে। মহুৱাই হাঁহিলে। তলৰ ওঁঠখন কামুৰিলে চিন্তিতভাৱে। 'সম্ৰাটে কিন্নৰীক ভাল পায়। এটা কথা ঠিক, সম্ৰাট এতিয়া মোৰ জীৱনৰ কাণ্ডাৰী। তাতকৈ একো নহয়। ভাস্বতী, তোমাক মোৰ খুব নিজৰ যেন লাগিবলৈ ধৰিছে। আচৰিত কথা কি জানা, এই বিশাল মহানগৰত লাখে লাখে মানুহ। অথচ মোৰ কোনো বন্ধু নাই'।

ঃ মই গৰ্বিত হ'ম তুমি যদি সেই সন্মান মোক দিয়া।

ঃ ৰিয়েলি ভাস্বতী। মই ভাবিব পৰা নাই তুমি এনেকৈ ক'বা বুলি। মহুৱাই ভাস্বতীৰ এখন হাত নিজৰ হাতলৈ তুলি ল'লে। এজন এবাৰ আগবাঢ়ি আহিছিল বন্ধু হিচাপে। প্ৰায় এবছৰমানৰ পাছত এদিন মোৰ ফ্লেটত তেওঁ মাজৰাতি আহি উপস্থিত। কি কৰিলে জানা? ভিতৰ সোমাই তেওঁ মোৰ পিন্ধা কাপোৰ টানি-আঁজুৰি ফালিবলৈ উপক্ৰম কৰিলে। বিশ্বাস কৰা, তেতিয়াও মই তেওঁ কিবা ধেমালি কৰিছে বুলিয়েই ভাবিছিলোঁ। কিন্তু মোৰ ভুল হৈছিল, তেওঁ মোক ভিতৰৰ বেডৰুমলৈ চোঁচৰাই নিছিল, য'ত কিন্নৰী গভীৰ টোপনিত লালকাল দি আছে। বাধা দিয়াত — তেওঁ মোক মাটিত বগৰাই পেলাইছিল। দুটা চৰ মাৰিছিলোঁ। মই চিঞৰি মানুহ মাতিম বুলি ভয় দেখুৱাইছিলোঁ। তেওঁ গুচি গৈছিল। যাওঁতে কি কৈছিল জান? — ইয়াৰ প্ৰতিশোধ মই ল'ম। তেওঁ কোন জানা? আদিত্য ভাৰ্গৱ। 'লিজেণ্ড ইণ্ডিয়া'ৰ আদিত্য। প্ৰতিশোধ লৈছিল মোৰ বদনাম ৰটি। মোৰ দুখ মোৰ প্ৰেম, মোৰ সকলো ব্যক্তিগত অনুভূতি বজাৰত মেলি ৰং চাইছিল। যিবোৰ কথা একান্ত বিশ্বাসীজনক ক'ব পাৰি, তেনে কথাবোৰো বাদ পৰা নাছিল আদিত্যৰ ৰহণ সনা ভাষাত। কাৰো ওপৰত বিশ্বাস নোহোৱা হৈছিল। মহুৱা যাবলৈ উঠিছিল।

ঃ মোৰ শুভেচ্ছা দিবা কিন্নৰীক। তোমাৰ জীৱনৰ বঞ্চনা নকৰা সত্য একমাত্ৰ কিন্নৰী....

মহুৱাই বিষণ্ণ মনেৰে হাঁহিলে। ক'লে, 'ধন্যবাদ'।

ঃ তুমি বিৰল দিন এটা উপহাৰ দিলা মহুৱা। — ভাস্বতীয়ে দেখিলে মহুৱা খৰ খোজেৰে জনসমুদ্ৰত বিলীন হৈ গ'ল। ভাস্বতীৰ কৃতজ্ঞতা প্ৰকাশ শুনিবলৈ তাই নৰ'ল।

## উনৈছ

এটা সপ্তাহ পাৰ হৈ গ'ল। চাৰিদিনতে ঘূৰি অহা মহুৱাৰ আঠদিন হ'ল। দহ দিনৰ দিনা অসময়ত এখন চিঠি

আহিছিল। তাকো ৰবিবাৰে মন্দৰ দিনত। এটা দীঘল শুধ বগা খাম। প্ৰেৰকৰ নাম 'মন্দ্ৰা ৰয়, ৰাজগীড়'। মন্দ্ৰা ধাঁটীলৈহে গৈছিল? স্পীড পোষ্টত কোনোবা 'জেট ছাৰ্ভিচ'ৰ যোগেদি অহা চিঠিখন পাই ভাস্বতী খুব এটা আচৰিতো নহ'ল। অসময়ত ব্যতিক্ৰম কাম স্বাভাৱিকভাৱে কৰিব পৰা তাইৰ চিনাকি মানুহ কেৱল মন্দ্ৰাহে আছে। সেই নোটবুকখনৰ গোট গোট আখৰ, ভাস্বতীয়ে উশাহ নসলোৱাকৈ চিঠিখন পঢ়িবলৈ ল'লে, কোনো 'মৰম ল'বা, ভালে আছানে' জাতীয় শব্দ এটাও চিঠিখনত নাই।

'ভাস্বতী,

মই আৰু ঘূৰি নাযাওঁ। এই কথাষাৰ ক'বলৈ এই মুহূৰ্ত্তত সংসাৰত তুমিয়ে মই যোৱালৈ বাট চাই আছা বুলি জানো বাবেই চিঠিখন লিখিলোঁ। কিন্নৰীক থৈ ঘূৰি আহোঁতে ট্ৰেইনত এজন মানুহ লগ পালোঁ। ৰিটায়াৰ্ড মেজৰ। এক প্ৰকাৰ জোৰ কৰিয়েই তেখেতৰ সৈতে গুচি আহিলোঁ, ৰাজগীড়ৰ ওচৰৰ এই সৰু গাঁওখনলৈ। ভাবিছা চাগৈ, আকৌ নতুন পুৰুষ। নাই, সেইবোৰ একো নাই। অৱশ্যে 'প্লেটনিক লাভ' বুলিব পাৰা, যিটো মই আগেয়ে বিশ্বাস কৰা নাছিলোঁ। মেজৰ আছিল তেওঁ দ্বিতীয় মহাযুদ্ধৰ সময়ত। এখন ভৰি নাই। যুদ্ধতে হেৰুৱা। তুমি বিশ্বাস কৰিবানে আশীৰ উৰ্দ্ধত পংগু মানুহ এজনে কাৰো সহায় নোহোৱাকৈ ট্ৰেইনত উঠি ঘূৰা-পকা কৰে বুলি? এই মানুহজনে কৰে। কাৰণ তেওঁ যি কাম কৰি আছে, সেই কামে তেওঁক প্ৰতিদিনেই এজন যুবক কৰি তুলিছে। যুদ্ধৰ বিভীষিকাই এজন মানুহৰ মনত ইমানেই ঘৃণাৰ সঞ্চাৰ কৰিছিল যাৰ বাবে তেওঁ এটা আচৰিত কামত নিজকে আত্ম-নিয়োগ কৰিবলৈ বদ্ধপৰিকৰ হ'ল। তেওঁৰ গুলীত নিহত প্ৰতিজন নিৰ্দোষী মানুহ, প্ৰতিটো অনাথ শিশুৰ ক্ৰন্দনৰ বাবে নিজকে দোষী সাব্যস্ত কৰি তেওঁৰ সকলো সম্পত্তি বিনিয়োগ কৰি এটি আশ্ৰয়স্থল খুলিলে। ফুটপাথ, ডাষ্টবিন, হাস্পতালৰ বাৰাণ্ডাত পেলাই থৈ যোৱা মানৱ শিশুবোৰ শ্ৰদ্ধাৰে লৈ আহিল তেওঁৰ আশ্ৰয় নিকেতনলৈ। আমি প্ৰায় ছয়-সাত ঘণ্টা ধৰি কথা-বাৰ্ত্তা হৈছিলোঁ। মোৰ হঠাতে তোমাৰ এটা কথালৈ মনত পৰিল। আমি হেৰুৱাই পেলোৱা শ্ৰদ্ধাবোধৰ কথা। যাৰ বাবে এই শিশুবোৰে জাৰজ নাম পাইছে, নাৰীবোৰে পতিতাৰ আখ্যা পাইছে। মায়া, গীতাইত বাধ্য হয় নিজক সমৰ্পণ কৰিবলৈ। চন্দনে এদিন কৈছিল — সত্যৰ সংজ্ঞা দুটা। 'বাস্তৱ' আৰু 'স্মৃতি'। বাস্তৱৰ লগে লগে সংগ্ৰামৰ ফলত সত্যৰ জন্ম হয়, পৰিবৰ্ত্তন হয়, জটিলো হয়। বাস্তৱৰ উন্নতি হ'লেহে সত্যৰ উন্নতি হয়, লক্ষ্যও উচ্চতৰ হয়। মেজৰেও একেই কথা ক'লে — 'আনে ভাল কাম কৰক বুলি যদি প্ৰত্যেকেই ভাবে সত্যৰ উন্নতি নহয়। সত্যৰ বঞ্চনা হোৱাটোৱে স্বাভাৱিক'। মেজৰে যোৱা ত্ৰিছ বছৰৰ অক্লান্ত পৰিশ্ৰমেৰে গঢ়া আশ্ৰয় নিকেতনত এটা শিক্ষানুষ্ঠান আৰু এটা চিকিৎসালয় গঢ়ি উঠিছে। তথাপিও তেওঁৰ চিন্তা, তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ আদৰ্শক জীয়াই ৰখা মানুহৰ অভাৱেই বেছি বুলি। মই লগে লগেই সিদ্ধান্ত লৈ তেওঁৰ সৈতে প্ৰায় জোৰ কৰি ইয়ালৈ গুচি আহিলোঁ।

ভাস্বতী, আজি যদি চন্দন জীয়াই থাকিলহেঁতেন! ইয়াত সত্যৰ বঞ্চনা হোৱা নাই বঞ্চনাৰ সত্য ইয়াত জীয়াই আছে। জাৰজ বুলি মানুহে ঘৃণা কৰা নিষ্পাপ শিশুবোৰে যেতিয়া ইয়াত পৃথিবীৰ মানুহৰ বাবে শান্তিৰ প্ৰাৰ্থনা গায়, মোৰ আনন্দত চকুপানী ওলায়। এটি পৰিত্যক্ত নৱজাতক ইয়ালৈ অহাৰ দিনা যি আনন্দোৎসৱ হয়, তাৰ পাছত মোৰ কোনো মাল্টিষ্টাৰ হোটেলৰ ছেম্পেইন, স্কচহুইলৈ মনত নপৰে। খুব সোনকালে কিন্নৰীকো মই ইয়ালৈ লৈ আহিম। মই ইয়াৰ স্কুলত কেইটাও বিষয় পঢ়াওঁ। এই শিশুবোৰৰ সৈতে ডাঙৰ হ'লেহে কিন্নৰীও চন্দনে আশা কৰা মতে 'মানুহ' হ'ব। মই জানো, মোৰ এই সিদ্ধান্তত সম্ৰাট ক্ষুণ্ণ হ'ব। সম্ৰাটে পত্নীক ডাইভৰ্চ দি মোক বিয়া কৰোৱাৰ স্বপ্নত এতিয়া আতুৰ। সম্ৰাটতো চন্দন নহয়! চন্দনে হৃদয়ৰ চুক্তি ভংগ নকৰে। সম্ৰাটে যিটো নিজৰ পত্নীৰ ক্ষেত্ৰত কৰিছে। মেজৰে কৈছে মোক, — 'তুমি ইমান বছৰে বিজ্ঞাপন দি মানুহক বঞ্চনা কৰিছিলা, ইয়ালৈ আহি আত্ম-শুদ্ধি হ'ল, যুদ্ধৰ পাছত যেনেকৈ মোৰ হৈছিল....। ভাস্বতী তুমিও মানসিক অন্তৰ্দ্বন্দ্বৰে কাম কৰিছা। মূল্যবোধৰ বঞ্চনা কৰিছা। বিজ্ঞাপনবোৰত পুঁজিপতিৰ স্বাৰ্থ থাকে, সেয়ে বাচন ধোৱা ডিটাৰজেন্টৰপৰা পুৰুষৰ ছেভিং লোচনলৈকে নাৰীক নগ্ন কৰা হয়। অৰ্থাৎ গাৰ্হস্থ্যৰ বান্দীগিৰীৰপৰা পুৰুষৰ উপভোগলৈকে। তথাপিও মোৰ অনুৰোধ তুমি চাকৰি নেৰিবা। ছিষ্টেমৰ মাজত থকা বাবেহে গীতা বসুক তুমি এদিনৰ বাবে হ'লেও উপভোগৰ সামগ্ৰী হোৱাৰপৰা ৰক্ষা কৰিছিলা। এই কাম কৰিবলৈ পাই তোমাৰ যি আত্ম-সন্তুষ্টি হৈছিল, সেই আত্ম-সন্তুষ্টিৰ বাবেই কাম কৰি যোৱা। নিঃস্বাৰ্থ আত্ম-সন্তুষ্টিয়ে মানুহক সাহসী কৰে, মানুহৰ প্ৰতি শ্ৰদ্ধাবোধৰ জন্ম দিয়ে। মই শ্ৰদ্ধাবোধ ঘূৰাই পাইছোঁ, তুমি কোনোৱাৰ দৰে,

ৰাঙা মাসীৰ অবিনাশ ভট্টাচাৰ্যৰ প্ৰতি থকা শ্ৰদ্ধাবোধ, তোমাৰ ককাদেউতাৰ আইতাৰ প্ৰতি থকা শ্ৰদ্ধাবোধ। এই কথাখিনি প্ৰকাশ কৰিবলৈ অন্তৰংগ মানুহ এজন লাগে। মই ভাবিলোঁ, এই মুহূৰ্তত তুমিয়েই মোৰ অনুভৱৰ একমাত্ৰ অন্তৰংগ পঢ়ুৱৈ....'।

ভাস্বতীয়ে লাহে লাহে চিঠিখন ভাঁজ কৰিলে। প্ৰয়াগে বে'ডৰুমত কিবা কিতাপ এখন একান্তমনে বিছনাত পেট পেলাই পঢ়ি আছে। ভাস্বতীয়ে প্ৰয়াগক ক'লে — 'কিতাপখন থোৱা.... এই চিঠিখন পঢ়া, মহুৱাৰ চিঠি....'। চিঠিখন প্ৰয়াগক দি ভাস্বতী উঠি গ'ল ৰাতিৰ খোৱাৰ যোগাৰ কৰিবলৈ।

## বিছ

ভাস্বতীয়ে দেখিলে প্ৰয়াগে চিঠিখন তেতিয়াও পঢ়ি আছে। খোৱা টেবুলতো প্ৰয়াগ আৰু ভাস্বতীৰ কোনো কথা নহ'ল। বিছনাত পৰিও প্ৰয়াগে ভাস্বতীৰ ফালে পিঠি দি শুলে। প্ৰয়াগক তিনিবাৰ মাতিলতো প্ৰয়াগে ভালকৈ সঁহাৰি নিদিলে ভাস্বতীক। ভাস্বতী প্ৰয়াগৰ এই আচৰণত অতিশয় আচৰিত হ'ল। মহুৱাৰ চিঠিৰ কি কথাই প্ৰয়াগক অশান্ত কৰি তুলিছে? তাই টোপনি যাবলৈ চেষ্টা কৰিলে। কিন্তু বাৰে বাৰে মহুৱাৰ মুখখন ভাহি উঠিল। এযোৰ আয়ত চকু। হাঁহকণীৰ আকৃতিৰ মুখ.... আৰু পাহাৰী ঝৰ্ণাৰ দৰে হাঁহি....। মহুৱাই ইচ্ছা কৰা হ'লেই সম্ৰাট সান্যালৰ কোটি টকাৰ সম্পত্তিৰ গৰাকী হ'ব পাৰিলেহেঁতেন। মহুৱা গ্লেমাৰৰ জগতখনৰ সাম্ৰাজ্ঞী হ'ব পাৰিলেহেঁতেন। মহুৱাই ইচ্ছা কৰা হ'লেই যিকোনো কাম কৰিব পাৰিলেহেঁতেন। তাই কোনো দিনেই মহুৱাক নাপায় মহানগৰখনত.... ভাস্বতীৰ মনত পৰাৰে পৰা কোনো বন্ধু-বান্ধৱে মনত ইমান গভীৰ ঠাই দখল কৰি বহা নাছিল।

ঃ স্বাতী....স্বাতী....শুনা....হঠাৎ প্ৰয়াগৰ মাত।

ঃ কি ক'বা, কোৱা....।

ঃ এনেকৈ নহয়....কথা আছে, উঠা ভালকৈ....।

ভাস্বতী প্ৰয়াগৰ ফালে ঘূৰিল। আমি যদি এটা সন্তান তুলি লওঁ....মানে এড'প্ট কৰোঁ, কেনে হয় স্বাতী? ভাস্বতী যেন আকাশৰপৰা পৰিল। তাই বিচুৰ্তি খাই চকু দুটা ডাঙৰ কৰি সুধিলে — 'কিয়? তোমাৰ বা মোৰ শৰীৰৰ গণ্ডগোলতো একো নাই? সন্তান আমি এতিয়া বিচৰা নাছিলোঁ.... ইচ্ছা কৰিলেইতো সন্তান জন্ম দিয়াৰ ক্ষমতা আছে'। — 'সেই বাবেইতো কৈছোঁ। কিন্তু আমি জানো, আমাৰ তিনিটা সন্তান ডাঙৰ-দীঘল কৰিব পৰাও যোগ্যতা আছে, তথাপি নিজৰ আহিব লগা সন্তানৰ ভবিষ্যতৰ প্ৰতি এতিয়াৰপৰাই মোহান্ধ, তুমিওময়ো। সেয়ে, আমাৰ এতিয়াৰ অৰ্জনতো ক্ষান্ত হৈ থাকিব পৰা নাই। সকলোৱে নিজৰ সন্তান নোহোৱাটো নিশ্চিত হ'লেহে আনৰ সন্তানক নিজৰ বুলি ল'বলৈ যায়। এয়া তুলি লোৱা শিশুটিৰ প্ৰতি স্বাৰ্থপৰতা নহয়নে? ইয়াত প্ৰকৃততে নিৰ্ভেজাল মমতা জড়িত হৈ থাকেনে? কিয় জানো, মোৰ আজি পৃথিৱীৰ যিকোনো শিশুক পিতৃত্বৰ উমেৰে সমাজত প্ৰতিষ্ঠিত কৰিবলৈ মন গৈছে। বহুদিনৰ মূৰত নিঃস্বাৰ্থভাৱে কাৰোবাক ভাল পাবলৈ মন গৈছে....আপোন কৰিবলৈ মন গৈছে। প্ৰতিযোগিতাৰ খোৱা-কামোৰাত মানুহ আৰু মানুহ হৈ থকা নাই, স্বাতী....। কোনে জানে বঞ্চনাত জন্ম হোৱা শিশুবোৰে কিজানি হৃদয়বোৰলৈ শান্তি কঢ়িয়াই আনেই।.... পৃথিৱীৰ মানুহে বঞ্চনা কৰা দেৱশিশুবোৰে, মানুহৰ মংগলৰ বাবে প্ৰাৰ্থনা কৰে....মহুৱাই দেখোন চিঠিতে লিখিছে....আমি এবাৰলৈও ইহঁতৰ কথা নাভাবিমনে? তোমাৰ যদি অনুমতি থাকে....' প্ৰয়াগে আৰু ক'বলৈ নাপালে, ভাস্বতীৰ দুখন কুহুমীয়া ওঁঠৰ স্পৰ্শত প্ৰয়াগৰ ওঁঠ দুখন বন্দী হ'ল। ভাস্বতীৰ হঠাতে অনুভৱ হ'ল, প্ৰয়াগে যেন এইমাত্ৰ তাইৰ হাতৰ মুঠিত কিবা দি গ'ল। খুলি চাই দেখিলে দুপাহ সতেজ হালধীয়া ফুল....বহু বছৰ তাই কিতাপৰ মাজত থৈ দিয়া দুপাহ কেতেকী-চম্পা....দুখন দৌৰি যোৱা হাফপেণ্ট পিন্ধা ভৰি....কলাফুলত তেজ....তাই হাত মেলোঁতেই নৈপৰীয়া বতাহত মিলি গ'ল এটা সুগন্ধি। 'স্বাতী....নক'লা যে....' প্ৰয়াগে ভাস্বতীক আকৌ সুধিলে। ভাস্বতীয়ে সৰু সৰুকৈ ক'লে — 'কি ক'ম মই? মহুৱাই সেইখন চিঠি দিয়া নাছিল। সেয়া আছিল হৃদয়ৰ বিজ্ঞাপন। হৃদয়বান গ্ৰাহক বাবেই তুমি আকৰ্ষিত হ'লা। হৃদয়ৰ বিজ্ঞাপনত ভেজাল নাথাকে, ভুৱা নহয়.... নিশ্চিন্তে গ্ৰহণ কৰিব পাৰা তুমি'। প্ৰয়াগে গভীৰ আৱেগেৰে ভাস্বতীক সাবটি ধৰিলে। এখিৰিকী জোনাক পৰিছিলহি সিহঁতৰ বিছনাত। ভাস্বতীৰ প্ৰিয় জোনাক। যোৱা তিনি বছৰৰ মূৰত প্ৰয়াগে ক'লে — 'এটা গান গোৱাচোন স্বাতী.... মোৰো আজি তোমাৰ কবিতা এটি আবৃত্তি কৰিবলৈ মন গৈছে.... উজাগৰে কটাম আজি স্বাতী.... চোৱাচোন কিমান অপৰূপ জোনাক!' ■

চাহেবপুৰাৰ বৰষুণ

চাহেবপুৰাৰ বৰষুণ
অনুৰাধা শৰ্মা পুজাৰী

প্ৰকাশক
অনন্ত হাজৰিকা
বনলতা
পাণবজাৰ, গুৱাহাটী -১
মুখ্য কাৰ্যালয়
নতুন বজাৰ, ডিব্ৰুগড় -১

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০৩
সপ্তম প্ৰকাশ ঃ জানুৱাৰি, ২০০৬



প্ৰচ্ছদ
পদ্ম সিংহ

# চাহেবপুৰাৰ বৰষুণ

## প্ৰথম বৰষুণ জাক

ঃ বৰ্ষা নোশোৱা?

ঃ টোপনি ধৰা নাই।

ঃ আচৰিত, ইমানপৰে তুমি বাহিৰলৈ চাই গৈছা — মই তোমাৰ কাষত যে আছোঁ তাৰ প্ৰতিও তোমাৰ ভ্ৰূক্ষেপ নাই।

বৰ্ষাই প্ৰান্তিকলৈ চালে। টু টায়াৰ এ-চি কম্পাৰ্টমেন্টৰ তলৰ বাংক দুটাৰ এটাত প্ৰান্তিক, আনটোত তাই। প্ৰান্তিকৰ সুঠাম দেহটো ৰে'লগাড়ীৰ মৃদু লয়ত আন্দোলিত হৈ গৈছে। বৰ্ষাৰ্লৈ নোচোৱাকৈ এখন কিতাপত চকু নিবদ্ধ কৰি প্ৰান্তিকে কথাকেইটা অভিমানেৰে কৈছে। বৰ্ষাই এক অবুজ মৰমত প্ৰান্তিকৰ ফালে অকণমান হাউলি দিলে।

ওপৰৰ বাংকত দুজন পুৰুষ-মহিলা। নাকৰ শব্দ এটা ভাহি আহিছে। পুৰুষজনৰ নে মহিলাৰ তাই ধৰিব নোৱাৰিলে। বৰ্ষাই হাতৰ ঘড়ী চালে। এক বাজিবলৈ পঁচিছ মিনিট বাকী।

এইসময়ত ৰে'ল যাত্ৰী সাৰে থকাৰ প্ৰশ্নই নাথাকে। বহুতকে তাই কোৱা শুনিছে ৰে'লত টোপনি ভাল হয়। তাইৰো টোপনি আহে। শৈশৱৰ জোল্‌নাত উঠি এখন বিচিত্ৰ সপোন ৰাজ্যলৈ ঢাপলি মেলা যেন লাগে। সকলো মানুহ শুইছে। নিস্তব্ধ অন্ধকাৰ ফালি তীব্ৰবেগে যোৱা টোপনিৰ ৰে'লগাড়ীখনত সাৰে আছে মাত্ৰ সিহঁতহাল। কথাখিনি তাই ভাবি হাঁহি দিলে।

ঃ কি হ'ল, অকলে হাঁহিছা যে!

ঃ এখন টোপনিৰ ৰে'লগাড়ীত সাৰে আছে প্ৰেমিক যুগল। তেওঁলোকৰ এজনে কিতাপ পঢ়িলে এজনে বাহিৰলৈ চাই যায়, এজনে হাঁহিলে, এজন গোমোঠা মুখেৰে বহি থাকে — আচৰিত নহয়! খিল্‌খিলাই হাঁহি বৰ্ষাই ক'লে।

ঃ তোমাৰ এই অদ্ভুত সাহিত্য মোৰ মগজুত নোসোমাই — মই ইমান এব্‌নৰ্মেল অন্ততঃ এতিয়াও হোৱা নাই। — প্ৰান্তিকে চিগাৰেটৰ পেকেটটো হাতত লৈ আকৌ থৈ দিলে।

ঃ তাৰ মানে সাহিত্য এবনৰ্মেল মানুহে কৰে!

ঃ ক'ব নোৱাৰোঁ, কিন্তু তুমি আৰু মই এঘন্টা সময় যেনেদৰে আছোঁ, আমি যে কেইদিনমান পাছতে স্বামী-স্ত্ৰী হ'ম সেই কথা বিশ্বাস নহয়। এহাল 'লাভাৰ্ছ' যে এনেকৈ থকাটো এব্‌নৰ্মেল বিহেভিয়াৰ, সেই সম্পৰ্কত মই খাটাং।

এইবাৰ বৰ্ষাই প্ৰন্তিকৰ ফালে হাত এখন আগবঢ়াই দি ক'লে —

ঃ কিতাপখন দিয়া — এয়া মই তোমাৰ সৈতে প্ৰেমিকাৰ দৰে আছোঁ চোৱা। ইয়াত এনে কি কথা লেখা আছে যে তুমি দোভাগ নিশা জুপি জুপি নপঢ়িলে জীৱন বৰবাদ হৈ যাব। চাওঁ দিয়া —

ঃ যায় যায়, জীৱন বহু কথাত বৰবাদ হৈ যাব পাৰে। এই যে তুমি আৰু মই মাত্ৰ চাৰি ফুট দূৰত্বত অচিনাকি মানুহৰ দৰে আছোঁ, য়ং কাপ্‌ল, হু আৰ গয়িং টু বি মেৰিড আফটাৰ ছিক্সটিন ডে'জ, দিছ ইজ ছিম্পলি নট নৰ্মেল — নৰ্মেল মানুহ এনেকৈ নাথাকে, আই স্কেয়াৰ অৱ আৱাৰ ফিউচাৰ ৰিয়েলি ৰিয়েলি।

ঃ প্ৰান্তিক কি কথা কৈছা তুমি? কালিৰেপৰা প্ৰায় বাৰ ঘন্টা আমি কথা পাতি পাৰ কৰিছোঁ আমাৰ সহযাত্ৰী দুজন আমাৰ বাবে ব'ৰ হৈ গৈছে। মাত্ৰ এই সময়কণ মনে মনে যোৱাৰ বাবেই তুমি এনেকৈ ক'ব লাগেনে? আৰু মাত্ৰ যোল্ল দিনৰ পাছত আমাৰ বিয়া, তাৰ পাছত গোটেই জীৱন তোমাৰ সৈতে মই, মোৰ সৈতে তুমি, তেতিয়া বাৰু চাম এঘন্টা মনে মনে থকাৰ বাবে তুমি এতিয়াৰ দৰে বিয়েক্ট কৰানে নাই? — বৰ্ষাই অভিমানত মুখ ফুলালে। প্ৰান্তিকে একো নমতা দেখি — তাই হঠাতে মন কৰিলে প্ৰান্তিকে মেগাজিনখন থৈ তাইৰ শৰীৰৰ এক বিশেষ অংশলৈ চাই

আছে। বৰ্ষাই নিজৰ ফালে লক্ষ্য কৰি দেখিলে তাই পিন্ধা টপটোৰ ওপৰৰ বুতাম দুটা অসাৱধানবশতঃ খোলা। সলজ্জভাৱে তাই বুতাম মাৰিব খোজোতেই প্ৰান্তিক প্ৰায় জাঁপ মাৰি অহা দি আহি তাইৰ বুকুৰ ওপৰত থকা হাতখন চেপি ধৰি ক'লে— ন' প্লিজ ন'। তুমি নাজানা কিমান ধুনীয়া লাগিছে তোমাক। এই কম পোহৰত আউলি-বাউলি চুলি, দুলি দুলি যোৱা তোমাৰ শৰীৰৰ.... য়ু লুকছ লাইক আ নাইট কুইন, উইথ ট্ৰেম্বলিং লিপ্‌চ এণ্ড ব্ৰেষ্ট, প্লিজ বুতাম খুলি ৰাখা....' বৰ্ষা ইতিমধ্যে ঘামিবলৈ আৰম্ভ কৰিছিল। তাইৰ বুকুৰ মাজেৰেই যেন ৰে'লগাড়ীখন চলিবলৈ ধৰিলে, বৰ্ষাই শুকাই যোৱা ওঁঠখন জিভাৰে তিয়াওঁতেই প্ৰান্তিকে এক আদিম উন্মাদনাৰে তাইক চেপি ধৰি ওঁঠত সজোৰে চুম্বন কৰিলে। বৰ্ষা একেবাৰে প্ৰস্তুত নাছিল এই অভাৱনীয় পৰিস্থিতিৰ বাবে। তাই সজোৰে প্ৰান্তিকক বাধা দিলে। এক ভয়াৰ্ত চাৱনিৰে তাই সহযাত্ৰী দুজনে সাৰ পাই গৈছে নেকি বাৰে বাৰে চাবলৈ ধৰিলে। প্ৰান্তিকে সংজ্ঞাহীন মানুহৰ দৰে কোনো পৰিস্থিতিলৈ ভ্ৰূক্ষেপ নকৰি তাইক উদ্দাম্ভাৱে চুমা খাবলৈ ধৰিলে। বৰ্ষাই এইবাৰ সৰ্বশক্তিৰে প্ৰান্তিকক ঠেলা মাৰি নিজৰ বাংকত পেলাই দি ক'লে — পাগল হৈছা নেকি? এইখন ইণ্ডিয়া, ইণ্ডিয়া তোমাৰ ব'ষ্টন নহয়। খুলি যোৱা বুতামবোৰ কম্পিত হাতেৰে মাৰি বৰ্ষাই কৈ গ'ল — তুমি বিদেশত থাকি দুবছৰতে তোমাৰ এই অধৈৰ্য স্বভাৱটো তিনিগুণ বঢ়াই আনিলা।

ঃ ডেম্ -মানুহক লৈ তুমি ইমান কনচাৰ্ণ কিয় মই বুজি নাপাওঁ। মই কাকো বলাৎকাৰ কৰিবলৈ যোৱা নাই। য়ু-আৰ মাই ফিঁয়াচি, যোল্ল দিনৰ পাছত আমাৰ বিয়া হ'ব, দুয়ো স্বামী-স্ত্ৰী হ'ম। তাত এইবোৰ সংকোচ কিয়? দীজ আৰ অল ইণ্ডিয়ান হিপ'ক্ৰেছি। তোমাৰ কি মন নাযায় মোক সজোৰে সাবটি ধৰিবলৈ? তিনি বছৰ ধৰি আমাৰ ঘনিষ্ঠতা, এবছৰ বন্ধুত্ব, দুবছৰ বিচ্ছেদ। মই দুবছৰৰ বাবে বিদেশলৈ গুচি নোযোৱা হ'লে তুমি কিজানি মোক ভাল পাওঁ বুলিও প্ৰকাশ নকৰিলাহেঁতেন। দুবছৰৰ মূৰত মই ঘূৰি আহি জইন কৰিলোঁ, তোমাৰ সময় নাই, বাৰু বুজিলোঁ তোমাৰ ফাইনেল পৰীক্ষা চলি আছিল, পঢ়াৰ প্ৰিপেয়াৰেশ্যন হৈ আছিল। দুখন ঘৰে বিয়াৰ দিন ঠিক কৰি খবৰ পঠিয়ালে, তোমাৰ একো আনন্দ প্ৰকাশেই নঘটিল। আচৰিত! — প্ৰান্তিকে কথাবোৰ কওঁতে দাৰি, কমাৰ ব্যৱহাৰ নকৰাকৈ একেলেথাৰিয়ে কৈ গ'ল। তাই বুজিলে প্ৰান্তিকে কেইবাদিনৰ খং-অভিমান পুহি ৰাখিছে। বৰ্ষা কিছুপৰ মনে মনে থাকিল। তাৰ পাছত তাই পুনৰ বাহিৰলৈ চাই চাই ক'লে — 'কেনেকৈ জানিলা মোৰ আনন্দ হোৱা নাই বুলি? মই তোমাৰ দৰে প্ৰম্পট্ আৰু স্মাৰ্ট নহ'ব পাৰোঁ, সেই সময়ত মোৰ পৰীক্ষা চলি আছিল, মই উত্ৰাৱল হৈ তোমাৰ ওচৰলৈ দৌৰ নামাৰিলেও ফোন কৰিছোঁ'।

ঃ লগতে কৈছিলাও, এই বিষয়ে পৰীক্ষা হৈ নোযোৱালৈকে কথা নাপাতোঁ বুলি। — প্ৰান্তিকে মনত পেলাই দিলে।

ঃ সেয়া ভুল কথা জানো? মই পৰীক্ষাটো ভালকৈ দিব খুজিছিলোঁ, আনন্দ কৰাৰ সময় বহুত পাম পাছত।

ঃ অদ্ভুত তুমি, তুমি ক'ৰবাত আঘাত পালেও ক'বা নেকি 'উস' বুলি পাছত ক'ম, আগতে অমুক কামটো কৰি লওঁ। এই স্বতঃস্ফূৰ্ত কথাবোৰ প্ৰকাশ কৰিব নোৱাৰা মানুহবোৰৰ সমান দুখী মানুহ নাই। এজনী চৌব্বিছ বছৰীয়া গাভৰু ছোৱালীয়ে যদি মাত্ৰ কাইলৈ হ'ব লগা ভাবী স্বামী-প্ৰেমিকক আওকাণ কৰি বাহিৰলৈ চাই যাব পাৰে, নিশা চুৰকৈ এটা চুমা খাবলৈ সংকোচ কৰে, তেন্তে জীৱনত জীৱনৰ উন্মাদনা বুলি কিবা থাকিলনে? সত্তৰ বছৰত কি কৰিবলৈ থৈছা তুমি!

ঃ বচ্ বচ্ প্ৰান্তিক হ'ব। তোমাৰ জবাব নাই। তুমি যেনেকৈ স্বতঃস্ফূৰ্ত অনুভূতি প্ৰকাশ কৰিবলৈ ভাল পোৱা, ময়ো পাওঁ। পাৰ্থক্য এটাই তোমাৰ অনুভূতি ধুমুহাসদৃশ, আহিল গ'ল।

ঃ আৰু তোমাৰ? — প্ৰান্তিকে কৌতুকেৰে সুধিলে। বৰ্ষাই লাহে লাহে ক'লে — 'মোৰ নদীৰ পকনীয়াৰ দৰে, উপৰিভাগ শান্ত, এবাৰ মাত্ৰ ডুব দি চালেই বুজিবা ই কিমান গভীৰ আৰু তীব্ৰ বেগী, ইমানেই তুমি বুজি থোৱা, ভৱিষ্যতে এইবোৰ লৈ তৰ্ক আৰু নকৰিবা। জীৱনটো অশান্তিৰ হ'ব। আৰু এটা কথা, আমাৰ অনুভূতি, উপলব্ধিৰ বিচিত্ৰতা আছে বাবেই দুয়োৰে বহু কথা এতিয়াও জনা-নজনা হৈয়ে আছে। এই ৰহস্যখিনিৰ থকাটো ভাল, নহ'লে তুমি আৰু মই যদি সকলোতে একে, আমাৰ মাজত আনন্দ বৰ্তি থাকিব কেনেকৈ'?

ঃ ন' -ন' মই নামানো। স্বামী-স্ত্ৰীৰ মাজত বুজা-বুজিৰ বাবেই কোনোবা এজন কোনোবা এজনৰ সৈতে মিলিবলৈ যত্ন কৰিবই লাগিব।

ঃ মানে?

ঃ মানে এড্‌জাষ্ট কৰিব লাগিব। দুয়োজন যদি নিজৰ মতে চলে কেনেকৈ হ'ব?

ঃ এড্‌জাষ্ট কোনে কৰিব লাগিব? মানে নিশ্চয় স্ত্ৰীয়ে স্বামীৰ সৈতে অড্‌জাষ্ট কৰিব লাগিব!

ঃ সেইটো সময়, পৰিস্থিতি অনুসৰি নিৰ্ধাৰণ হ'ব। স্ত্ৰীয়ে কৰিব লাগিব বুলি কথা নাই।

ঃ কিন্তু সদায় সময় আৰু পৰিস্থিতিবোৰ স্বামীৰ অনুকূলে হোৱা মই দেখি আহিছোঁ। যেনেকৈ মোৰ মা — মোৰ বৰমা, মোৰ আইতা, সকলোকে দেখোঁ, তেওঁলোকে কি ভাল পাই মই আজিলৈকে নাজানিলোঁ। কিন্তু আমাৰ ঘৰত আমি সকলোৱে জানো, আমাৰ ককাই কোন সময়ত চাহ খায়, কোন সময়ত খোজকাঢ়িবলৈ যায়, দেউতাই তাচ খেলি কোন সময়ত ঘূৰি আহে, বৰ দেউতাৰ কি কি বিষয়ত চখ....

ঃ তুমি ফেমিনিষ্টৰ দৰে কথাবোৰ কৈছা। আচলতে তোমাৰ ঘৰৰ পুৰুষবোৰে ঘৈণীয়েকবোৰক এনেকৈ থাকা বুলি নকয় — তেওঁলোকে নিজেই সেই পৰিস্থিতি গ্ৰহণ কৰি লৈছে।

ঃ প্ৰান্তিক মই সৰুৰেপৰা দেখিছোঁ, আমি ল'ৰা-ছোৱালীবোৰ শুই যাওঁ — কিন্তু মা সাৰে থাকে, ভাত নোখোৱাকৈ দোভাগ নিশালৈকে। কাৰণ দেউতা তাচ খেলি, বন্ধু-বান্ধৱৰ ঘৰৰপৰা ঘূৰি আহোঁতে দেৰি হয়। তেওঁৰ বাৰু মালৈ সহানুভূতি নহয়নে? মাৰ চকু-মুখ দেখি তেওঁ একো বুজি নাপায়নে? মাৰ এড্‌জাষ্টমেন্টক তুমি কি কোৱা নাজানো, কিন্তু মোৰ মতে এয়া সংসাৰখনৰ প্ৰতি কৰা অন্যায়। দেউতাৰ ভীষণ অন্যায়।

ঃ না-মই নামানো। তোমাৰ মায়ে তেনেকৈ বৈ থকাতকৈ ভাত খাই দুদিনমান শুই যোৱা হ'লে, দেউতাই সোনকালে ঘৰলৈ ঘূৰিলেহেঁতেন। প্ৰান্তিকে এইবাৰ চিগাৰেট এটা হাতত তুলি ল'লে।

ঃ কথাবোৰ ক'বলৈ সহজ। দেউতা আৰু মাৰ সম্পৰ্কৰ বাবে আমাৰ সৰু পৰিয়ালটোৱে যাতে মানসিক শান্তি নাপাই তাৰ যত্ন মায়ে কৰিছিল সংগোপনে। তুমি নুবুজিবা। এইখন তুমি থকা আমেৰিকা নহয়। তোমাৰ বান্ধৱী মাৰিয়াৰ কথা মোলৈ লিখিছিলা মনত আছেনে? মই ফেমিনিষ্ট নহয়, মাৰিয়াৰ 'ডিভোৰ্চৰ কথাটো তুমি যেনেকৈ সহজভাৱে মোলৈ লিখিছিলা, মই সিমানেই টান পাইছিলোঁ গ্ৰহণ কৰিবলৈ। দুবছৰে লিভ টুগেডাৰ কৰাৰ পাছত তাইৰ প্ৰেমিক মাৰ্কক বিয়া কৰোৱাৰ ছমাহতে তাইৰ বেয়া লগা কিয় হ'ল। তেন্তে বিয়া কৰিছিল কিয়?

ঃ কাৰণ মাৰ্ক চেক্সুৱেলি কুল আছিল।

ঃ কিয় 'লিভ টুগেডাৰ'ত মাৰিয়াই গম পোৱা নাছিল? আচলতে মাৰিয়াৰ নতুন প্ৰেমৰ জুতিয়ে মাৰ্কক 'কুল' কৰি দিলে।

ঃ মাৰিয়াই সেয়া গোপন কৰা নাছিল। মাৰ্কক সকলো কৈছিল।

ঃ প্ৰান্তিক, সঁচাকৈ কোৱাচোন এই এড্‌জাষ্টমেন্ট, এই আণ্ডাৰষ্টেণ্ডিঙত স্বামী-স্ত্ৰী হ'ব পাৰেনে! মোৰ বৰ ভয় লাগে কেতিয়াবা তোমালৈও....

ঃ কিয়?

ঃ নাজানো, তুমি দুবছৰ বিদেশত থাকি বহুত সলনি হ'লা....

ঃ ধেৎ বিদেশৰ কথা বেলেগ। সিহঁতৰ নিজৰ জীৱন লৈ অপাৰ স্বাধীনতা। নিজৰ জীৱনৰ অংশীদাৰ কেৱল নিজেই....

ঃ তুমি সমৰ্থন কৰা! — ভয়ে ভয়ে বৰ্ষাই সুধিলে।

ঃ সমৰ্থন কিছুক্ষেত্ৰত নকৰা নহয় — কিন্তু আমি ইণ্ডিয়ান, আমাৰ পৰম্পৰা এটা আছে.... ভাৰতীয় সংস্কৃতিয়ে সেই সুবিধা দিয়া নাই।

ঃ আৰু সুবিধা দিয়া হ'লে?

ঃ স্বতন্ত্ৰ মন এটা মই পচন্দ কৰোঁ।

ঃ স্বতন্ত্ৰ মন থাকিলে কোনো সংস্কৃতিৰ খবৰদাৰীত মানুহে উঠা-বহা নকৰে, তাৰ মানে মাৰিয়াক তুমি ছাপৰ্ট কৰা! সেইবাবেই তাইৰ তৃতীয় বিবাহতো উপস্থিত আছিলা?

ঃ মাই গুডনেছ-বৰ্ষা, তোমাৰ হৈছে কি? চি ইজ মাই গুড্ ফ্ৰেণ্ড — মই তাইৰ বিয়াত সেয়ে উপস্থিত আছিলোঁ। আৰু মাৰিয়াহঁতৰ এই স্বাধীনতাক মই সন্মান কৰোঁ। ক'তো লুক-ঢাক নাই!

ঃ মোৰ এনে লাগিছে যেন বৰ কষ্টেৰে তুমি ভাৰতীয় ভাৱনাবোৰ গ্ৰহণ কৰা।

ঃ বৰ্ষা, 'ইণ্ডিয়ান থট্' বুলি আজিকালি কিবা কথা আছে জানো? এদিন দেখিবা পৃথিৱীৰ সকলো দেশৰ মানুহৰ নিয়ম একে। চিন্তাবোৰ একে.... সময় আহি আছে। — এইবাৰ প্ৰান্তিকে বৰ্ষাক টানি আনিলে নিজৰ কাষলৈ। বৰ্ষাৰ ভিতৰৰ অশান্ত মানুহজনী শান্ত কৰিবলৈ তাইৰ দেহৰ প্ৰতি অংগৰ ওপৰেৰে প্ৰান্তিকৰ হাতখন ঘূৰি ফুৰিলে। বৰ্ষা কুচি-

মুটি প্ৰান্তিকৰ বুকুত সোমাবলৈ যত্ন কৰিলে, তাই অস্থিৰ নিশ্বাস এৰি ফিচ্‌ফিচাই সুধিলে — সঁচা কথা কোৱাচোন, এজনী নাৰীৰ মাজত পুৰুষে কি বিচাৰে.... আৰু নাৰীয়ে?

ঃ লাভ, এব-ছলিউট্ লাভ.... প্ৰান্তিকে বৰ্ষাৰ গালত মুখ থ'লে।

ঃ 'এব-ছলিউট্' বুলি পৃথিৱীত কিবা আছেনে প্ৰান্তিক!

ঃ আছে আছে অন্ততঃ এই মুহূৰ্তত আছে — আই এম এবছলিউট্‌লি ইন য়'ৰ লাভ....

বৰ্ষাই চকুহাল মুদি দিলে। অন্ধকাৰবোৰ যেন আৰু গভীৰ হ'ল। তীব্ৰ বেগেৰে আন্ধাৰ ফালি যোৱা ট্ৰেইনৰ এটা দীঘলীয়া উকি ভাহি আহিল। আৰু মাত্ৰ ষোল্ল দিন পাছতে বিবাহ হ'বলগা তাইৰ প্ৰেমিক প্ৰান্তিকৰ নিবিড় আলিংগনত থাকিও বৰ্ষাই অনুভৱ কৰিলে ৰে'লৰ উকিটো আহি তাইৰ বুকুৰ মাজত বন্দী হৈ গ'ল। উকিয়াই উকিয়াই ওলাই যোৱাৰ বাট বিচাৰি তাইৰ বুকুৰ মাজত উকিটো ঘূৰি ফুৰিছে। তাইৰ হঠাতে অনুভৱ হ'ল তাই বাৰু সঁচাকৈয়ে প্ৰান্তিকক চিনি পাইছেনে? আৰু প্ৰান্তিকে তাইক! মানুহক চিনিবলৈ আৰু বুজিবলৈ প্ৰকৃততে কিমান সময় লাগে! এবছৰ-দুবছৰ! আৰু ষোল্ল দিনৰ পাছত তাই প্ৰান্তিকক আৰু প্ৰান্তিকে তাইক চিৰজীৱন একেলগে থকাৰ অংগীকাৰ কৰিব। সিহঁতৰ বুজাবুজি তাইৰ মাক-আইতাকৰ দৰে হ'ব নে মাৰিয়াৰ দৰে হ'ব। হঠাতে তাইৰ অনুভৱ হ'ল, প্ৰান্তিক এক শাৰীৰিক উন্মাদনাত প্ৰায় উন্মাদ হৈ পৰিছে। বৰ্ষা সচেতন হৈ নিজৰ বাংকলৈ উঠি আহিল। প্ৰান্তিক সঁচাকৈয়ে তাই ভবাতকৈয়ো বহুত স্বতন্ত্ৰ হ'ল — সভয়ে তাই সহযাত্ৰী দুজনলৈ চালে। শুই আছে। হয়তো সিহঁতক অস্বাভাৱিক অৱস্থাত দেখিছে যদিও নেদেখাৰ ভাও জুৰিছে — নতুবা গোপনে সকলো লক্ষ্য কৰিছে। বৰ্ষা নিজৰ বাংকত শুবলৈ যত্ন কৰিলে। প্ৰান্তিকৰ ফালে হাত এখন আগবঢ়াই তাই তাৰ চুলিত আঙুলি বুলাই ক'লে — শুবলৈ যত্ন কৰাচোন। মই তোমাৰ ওচৰতে আছোঁ আমাৰ বাবে এওঁলোকৰ ডিষ্টাৰ্ব হৈছে — শোৱা, বহু নিশা হ'ল। কথাখিনি বৰ্ষাই ওপৰৰ বাংকত শুই থকা সহযাত্ৰী দুজনলৈ চাই ক'লে।

'গুড্ নাইট' — প্ৰান্তিকে কৈয়েই চকুহাল মুদিলে। বৰ্ষাৰ এটা গভীৰ নিশ্বাস নিগৰি আহিল। তাই টোপনি কামনা কৰি চকুহাল মুদিলে এইবাৰ।

এক মৃদু গুণগুণনিত বৰ্ষাৰ টোপনি ভাগি গ'ল। প্ৰথমতে কি হৈছে তাই ধৰিব নোৱাৰিলে। তাৰ পাছত অনুভৱ হ'ল, ট্ৰেইনখন ৰৈ আছে। তাই স্বচ্ছ কাঁচৰ খিৰিকীৰে বাহিৰলৈ চালে। কাহিলি কাহিলি পোহৰ হৈছে। এখন পথাৰ। পথাৰৰ মাজত এখন গাঁও, বিহাৰ পাৰ হোৱা নাই বোধহয়। বিহাৰৰ গাঁৱৰ ঘৰ, পথাৰৰ দুয়োকাষে সিঁচৰতি হৈ আছে। মাটিৰ জুইত পুৰি ঘৰুৱাকৈ তৈয়াৰ কৰা ইটাৰ ওপৰত মাটিৰ ডাঠ প্ৰলেপ। গ্ৰীষ্মৰ শুকান গৰম বতাহক ৰোধ কৰিব পাৰে এনে ঘৰবোৰে। গাঁওখন পাতল কুঁৱলিৰ চাদৰ এখনেৰে সাবটি ধৰি আছে। দোকানৰ আইনা লগোৱা শ্ব'কেছৰ মাজেৰে ধুনীয়া বস্তু দেখিলে যেনে লাগে, বৰ্ষাৰো তেনে লাগিল। কুঁৱলিৰ পাতল চাদৰখনো যেন প্ৰকৃতিৰ শ্ব'কেছ। মানুহক যেন কৈছে— এনেকৈয়ে দূৰৰপৰা চোৱা — নুচুবা। ট্ৰেইনখন কিয় ৰৈ আছে! হয়তো ছিগ্‌নেল পোৱা নাই। তাই প্ৰান্তিকলৈ চালে — গভীৰ টোপনিত সি লাল-কাল। তাইৰ হঠাতে প্ৰান্তিকলৈ বৰ মৰম লাগিল। যোৱা নিশা, বহু তৰ্কা-তৰ্কি হ'ল প্ৰান্তিকৰ সৈতে। নোহোৱাতো জানো ভাল আছিল? কেইদিনমান পিছতে স্বামী-স্ত্ৰী হ'বলগা এহাল যুৱক-যুৱতীয়ে, ইজনে সিজনক জনাৰ বাবেই তৰ্ক কৰা উচিত। তৰ্ক মানেইতো সংঘাত নহয়, বৰঞ্চ তৰ্কই দুজন মানুহক ঘনিষ্ঠহে কৰে বুলি তাই ভাবে। কিন্তু প্ৰান্তিকে বোধহয় কথাটো তেনেদৰে লোৱা নাই। সি বহুত কথাত অবুজ — বৰ্ষাই প্ৰান্তিকৰ ওলমি থকা হাতখন আলফুলে এবাৰ স্পৰ্শ কৰি তুলি দিলে। প্ৰান্তিকে সাৰ নাপালে।

বৰ্ষাই দেখিলে এঙামুৰি এটা দি তাইৰ ওপৰৰ বাংকটোৰপৰা বি. ৰাধেশ্যাম নামৰ মানুহজনী বাংকৰ জখলাৰে নামিল। বৰ্ষাই তাইলৈ চাই হাঁহিলে। হাঁহো-নাহাঁহোকৈ ৰাধেশ্যামেও প্ৰত্যুত্তৰ এটা দিবলৈ যত্ন কৰিলে। মানুহজনীয়ে চেণ্ডেল চোঁচৰাই এইবাৰ টয়লেটৰ ফালে গ'ল। এই মহিলা বৰ্ষাহঁতৰ সহযাত্ৰী হোৱা আৰু নোহোৱাৰ মাজত একো পাৰ্থক্য নাই। আগদিনা প্ৰথম তাই নিজৰ চিনাকি দি মানুহজনীৰ পৰিচয় বিচাৰিলত তেওঁ প্ৰায় নিৰ্বিকাৰ কণ্ঠেৰে পৰিচয় দিছিল — বি. ৰাধেশ্যাম, ইউ-পি। মানুহজনীয়ে পৰা হ'লে চৰ্টহেণ্ডত কথা ক'লেহেঁতেন নিশ্চয়। বৰ্ষাই বুজিছিল, নিজক মুকলি কৰিবলৈ মানুহজনীয়ে মন কৰা নাই। সেয়ে বেনামী চিঠিৰ পত্ৰলেখকে দিয়া ঠিকনাৰ দৰে নিজৰ পৰিচয় দাখিল কৰিলে। ইয়াৰ সহযাত্ৰী হিচাপে মানুহজনীৰ সৈতে কথা পতাৰ ইচ্ছা নাথাকিল বৰ্ষাৰ। তাৰ বিপৰীতে আনজন সহযাত্ৰী আকৌ বিপৰীত চৰিত্ৰৰ। ৰবীন সাহা নামৰ

মানুহজনৰ বঙাইগাঁৱত কাপোৰৰ দোকান আছে। কাপোৰ অৰ্ডাৰ দিবলৈ তেওঁ দিল্লীলৈ আহিছিল। প্ৰথম পৰিচয়তে তেওঁ কিমান বছৰ অসমত আছে, কেইজন ককাই-ভাই, ক'ৰপৰা বিয়া কৰাইছে ইত্যাদি সমস্ত জীৱন বুৰঞ্জী দিল্লীৰপৰা ট্ৰেইন চলিবলৈ আৰম্ভ কৰাৰ আগতেই কৈ শেষ কৰিলে। ট্ৰেইন চলাৰেপৰা তেওঁ কোন অঞ্চলত কি পায়, কিমান দাম আদিৰ বৰ্ণনা দিবলৈ ধৰিলে। সুযোগ পালেই তেওঁৰ অভিজ্ঞতা আৰু জ্ঞান ভাণ্ডাৰৰ ঢাকনিখন এনেভাৱে খুবিলৈ ধৰিলে যে তেওঁৰ সৈতে কথা পতাই বিপজ্জনক হৈ পৰিল। বৰ্ষাই ৰবীন সাহালৈ চালে। টোপনিত লাল-কাল। মুখখন মেল খাই আছে। বৰ্ষাই ষ্টেণ্ড টেবুলখনত থকা মিনাৰেল ৱাটাৰৰ বটলটোৰ সাঁফৰ খুলি ভালেখিনি পানী গলাধঃকৰণ কৰিলে। বটলটো থ'ব খুজি এটা সৰু টোপোলা দেখি তাই খুলি চালে। কেইটুকুৰামান মধুৰি আম। তাই হাঁহি উঠিল। মোগলচৰাইৰ মধুৰি আম ভাৰতবৰ্ষত বিখ্যাত। আহমেদাবাদৰ ওচৰ-পাঁজৰৰ অঞ্চলবোৰত মধুৰিৰ খেতি অপৰ্যাপ্ত। সৰু গছতে ডাঙৰ ফল লাগি খেতিবোৰ দেখাতো ধুনীয়া হয়। প্ৰান্তিকৰ মধুৰি আম প্ৰিয়। মোগলচৰাইত ট্ৰেইনখনৰ ৰওঁতেই সি জঁপিয়াই ট্ৰেইনৰপৰা নামি কেইটামান মধুৰিআম কিনি আনিলেগৈ। চাট্-মছলা লগোৱা ৰসাল ডাঁহেচিয়া মধুৰি কেইবাডোখৰো লৈ সি বৰ্ষালৈ আগবঢ়াই যেতিয়াই দিলে, ৰবীন সাহাই চাই আছিল। প্ৰান্তিকে ৰবীন সাহালৈও কৌপাতৰ প্লেটখন আগবঢ়াই দিলে। সাহাই 'না-না' কৈ বেয়া বস্তু দেখাৰ দৰে আৰ্তনাদ কৰি উঠিল। — আমি খাব না-না — সাহাই ক'লে।

ঃ কিয়? কিবা অসুখ আছে নেকি? প্ৰান্তিকে — আচৰিত হৈ সুধিছিল।

ঃ নাই, কিন্তু এই মধুৰিয়ে অসুখ কৰিব। অলপতে হাইব্ৰীড সম্পৰ্কত মই এখন জাৰ্ণালত পঢ়িলোঁ। জানেনে এই হাইব্ৰীডবোৰ শ্ল'পইজন কৰে। মোগলচৰাইৰ মধুৰি, মাদুৰাইৰ নাৰিকল, হাৰিয়ানাৰ তৰমুজ আদি বহুতৰ কথা পঢ়িলোঁ। মুঠৰ ওপৰত আমাৰ এটা এগ্ৰিকালচাৰেল টাৰমইল আহি আছে — গম নোপোৱাকৈ এইবোৰৰ সোৱাদ লৈ আমি সোনকালে মৃত্যু মাতি আনিছোঁ.... বৰ্ষাৰ কথাবোৰ মনত পৰি হাঁহি উঠি গ'ল। ৰবীন সাহাৰ ভয়ানক বক্তৃতাটো শুনাৰ পাছত বেচেৰা প্ৰান্তিকে এফাল মধুৰিত দুকামোৰমান মাৰিয়েই থৈ দিলে। বৰ্ষাই ক'লা পৰি যোৱা মধুৰি আমৰ টোপোলাটো লৈ বাহিৰত পেলাই দিবলৈ উঠি গ'ল।

বৰ্ষাৰ বাবে তেতিয়াই আশ্চৰ্যজনক খবৰটো লৈ আহিল ৰাধেশ্যামে। প্ৰায় স্বাভাৱিক সুৰত টাৱেলেৰে মুখ মচি মচি কৰিড'ৰত মুখা-মুখি হওঁতেই তেওঁ কৈ উঠিল — জানেনে নাই! এক্সিডেন্ট এটা হৈছে। সৰু এক্সিডেন্ট, মালগাড়ী এখনৰ সৈতে এই ট্ৰেইনৰ কলিছন হ'ল। একেবাৰে সন্মুখৰ ফালৰ দুটা দবা হেনো ভাগিছে। মানুহ ইনজিয়ৰ হৈছে, ছিৰিয়াছ একো হোৱা নাই। লাইন ক্লিয়েৰ নোহোৱালৈকে আমাৰ ট্ৰেইন লৰচৰ নকৰে। বৰ্ষাই ৰাধেশ্যাম নামৰ মানুহজনীৰ মুখলৈ চাই তবধ মানিলে। এনেকুৱা এটা খবৰ তেওঁ ইমান সহজভাৱে দিব পাৰিলে!

ঃ আপুনি কেনেকৈ জানিলে?

ঃ কেটাৰিঙৰ মানুহ এজনে ক'লে। আমাৰ টয়লেটৰ ফালে পানী আছে। সন্মুখৰ ফালে নাই হ'ব পায়। মানুহবোৰে এ-চি দবাকেইটাৰ ফালে আহি বিৰাট অসুবিধা কৰিছে। গম পাই গৈছে এইফালে পানী আছে বুলি। মুখ-হাত সোনকালে ধুই লওক। বোধহয় দহ-বাৰ ঘন্টালৈকে লাইন ক্লিয়েৰ নহ'ব। বৰ্ষাই হাতৰ টোপোলাটো বাহিৰত পেলাবলৈ বাহিৰৰ দুৱাৰখন খুলিব খোজোঁতেই কাষৰ বাংকাৰত শুই থকা মানুহ এজনে মূৰ দাঙি ক'লে — দৰ্ৱাজা মত খোল্না — লোগ অন্দৰ আ যায়েগে.... বৰ্ষাৰ খং উঠি আহিল। কি অদ্ভুত কাণ্ড! পানী অলপৰ বাবে দুৱাৰ বন্ধ কৰি মানুহবোৰ শুই আছে! তাই দুৱাৰখন খুলি টোপোলাটো বাহিৰলৈ পেলালে। 'এক্সিউজ মি' দুৱাৰৰ বাহিৰত এজন মানুহ থিয় হৈ আছে। আউল-বাউল চুলি। ওখই ছফুটৰ বেছি হ'ব। ফ্ৰেঞ্চ কাট আধাপকা-আধাকেঁচা দাড়ি। কাপোৰ সাজ দামী যদিও ময়লা লগাৰ দৰে।

'প্লিজ অ'প'ন দা দ'ৰ, উই নীড লিট্‌ল ৱাটাৰ....'

বৰ্ষাই মানুহজনে দাঙি ধৰা ৱাটাৰ ফ্লাস্কটো হাত মেলি ল'ব খোজোঁতেই বাংকত শুই দুৱাৰলৈ চাই থকা মানুহজনে জঁপিয়াই নামি আহি হিন্দীতে তাইক প্ৰায় ধম্‌কি দি ক'লে — 'এজনক দিলেই এজাক আহিব। নিদিব গুচি আহক'। — বৰ্ষাক প্ৰায় ঠেলি মানুহজনে দুৱাৰখন বন্ধ কৰি দিলে। এই আচৰিত ব্যৱহাৰত বৰ্ষা হতভম্ব হ'ল। বাকী মানুহবোৰেও এই শকত-আৱত মানুহজনৰ চকীদাৰীক নিৰ্বিকাৰভাৱে লক্ষ্য কৰি আছে। বৰ্ষাই এইবাৰ প্ৰায় চিঞৰি দিলে — 'মানুহজনে অলপ পানী বিচাৰিছে, এই ট্ৰেইনখন সকলোৰে, আপোনাৰ নিজা সম্পত্তি নেকি'?

ঃ কিন্তু মই পইচা ভৰি এ-চি দবাত টিকট কাটিছোঁ।

ট্ৰেইন দহ-বাৰ ঘণ্টা লে'ট হ'ব, এই কম্পাৰ্টমেন্টৰ মানুহবোৰৰ বাবে পানী ক'ৰ পৰা আহিব?

ঃ কিন্তু কিমান সময় এইদৰে আপুনি দুৱাৰ মাৰি চকীদাৰী কৰিব? মন কৰিছেনে, ট্ৰেইন বন্ধৰ লগে লগে এ-চিয়ে কাম নকৰা হৈছে। ভিতৰখন গৰম হৈ আহিছে — খিৰিকীৰ আইনা ভাঙি বাহিৰৰ বতাহ ল'বলৈ আপুনি বাধ্য। ইয়াতো পানী শেষ হ'ব। এই কম্পাৰ্টমেন্টৰ ইমানবোৰ মানুহ, এই সামান্য পানীৰে সকলোকে আঁতিবনে? — মানুহবোৰৰ ইমান পৰে টোপনিৰ জাল কাটি গৈছিল বাক-বিতণ্ডা শুনি। ট্ৰেইন যে দহ-বাৰ ঘন্টা লে'ট হ'ব এই কথা জানি মানুহবোৰৰ মাজত একপ্ৰকাৰ হুৰা-দুৰা লাগিল। পানীৰ অভাৱৰ বিষয়ে বাক্-বিতণ্ডা শুনি, হুৰ-মূৰকৈ মানুহবোৰে টুথ-ব্ৰাছ, টাৱেল ইত্যাদি লৈ টয়লেটৰ সন্মুখত ভিৰ কৰিলেহি।। বৰ্ষাই হটঙা মানুহজনক ঠেলি কম্পাৰ্টমেন্টৰ দুৱাৰ খুলি দিলে। তাই ইফালে-সিফালে চালে, পানীৰ ফ্লাস্ক লৈ অহা মানুহজন নাই। তাইৰ নিজকে বৰ অপৰাধী যেন লাগিল। কিমান অমায়িকভাৱে মানুহজনে অলপ পানী বিচাৰিছিলহি! যি মানুহে এটুপি পানী দিব নোৱাৰে তেওঁতকৈ নিষ্ঠুৰ কোনোবা আছেনে? মানুহজনে তাইক কি ভাবিলে চাগে'! জীৱনত এনেকুৱা পৰিস্থিতি তাইৰ হোৱা নাছিল। বৰ্ষা এইবাৰ তৎক্ষণাৎ নিজৰ বাৰ্থলৈ প্ৰায় দৌৰি যোৱাদি গ'ল। তাইৰ তিনিটা মিনাৰেল ৱাটাৰৰ বটল অক্ষত অৱস্থাতে আছে। তাৰে দুটা বটল খৰ-ধৰকৈ তাই হাতত ল'লে।

প্ৰান্তিক, ৰবীন সাহাই চাহ একাপ কেনেকৈ খোৱা যাব আলোচনা কৰি আছে। বৰ্ষাক পানীৰ বটল দুটা লোৱা দেখিয়েই প্ৰান্তিকে ক'লে—

ঃ কি কৰা এইবোৰ?

ঃ নাজানা নেকি — ট্ৰেইনখনৰ এক্সিডেন্ট হৈছে। ট্ৰেইন কেইবা ঘন্টাও লেইট হ'ব। ইফালে আগৰ দবাবোৰত ক'তো পানী নাই। এই দবাটোতহে পানী আছে — সোনকালে মুখ-হাত ধুই লোৱাগৈ, এইদৰে বহি লেক্‌চাৰ মাৰি থাকোঁতেই পানী শেষ হ'ব।

ঃ দিয়া বটল এটা দিয়া, প্ৰান্তিকে হাত মেলিলে!

ঃ এয়া বেলেগলৈ নিওঁ — আমাৰ ডাঙৰ বটল এটা আছে — ভাগ্যে মই সেইটো কিনিছিলোঁ। এই দবাত পানী আছে যোৱা।

ঃ এই দুটা কালৈ লৈছা?

ঃ মানুহ এজনে বিচাৰিছিল।

ঃ বৰ্ষা তোমাৰ কি হৈছে। পানী নাই অথচ, দুটাকৈ বটল তুমি লোকক দিবলৈ ওলাইছা! প্ৰান্তিকৰ কথা শুনিয়েই ৰবীন সাহাই নিজৰ মিনাৰেল ৱাটাৰৰ বটলটো বুকুত সাবটি ক'লে — 'বাবাৰে মই মোৰটো তলা লগাই দিম এতিয়া। মই জানো ট্ৰেইনত এনেকুৱা অৱস্থাত কি হয়, দাৰুণ এক্সপিৰিয়েন্স আছে। এবাৰ পাঁচকুৰাৰ ওচৰত কি হ'ল শুনক....' বৰ্ষাই ৰবীন সাহাক কথা ক'বলৈ সুযোগ নিদি বটল দুটা লৈ ওলাই গ'ল। প্ৰান্তিকে চিঞৰিলে — 'বৰ্ষা'!

বৰ্ষা মুহূৰ্ততে খৰ খোজেৰে ওলাই গ'ল বাৰ্থটোৰপৰা।

মাটিত ভৰি দিহে বৰ্ষাই দেখিলে, বাহিৰত একপ্ৰকাৰ হুলস্থূল। বৰ্ষাহঁতৰ বগীটোৰ আগত কেটাৰিং। তাৰ পাছতেই আৰম্ভ দ্বিতীয় শ্ৰেণীৰ দবাবোৰ। বৰ্ষাই দবাবোৰৰ কাষে কাষে খোজ কাঢ়িবলৈ ধৰিলে। নাই, মানুহজনক তাই নেদেখিলে। এটা দবাৰ কাষত ৰৈ তাই সুধিলে — 'এই দবাত পানী শেষ হৈছে নেকি?' নিবিষ্ট মনেৰে চিগাৰেট হুপি থকা ভদ্ৰলোকজনে ক'লে — 'হৈছে নেকি? নাজানো'। তেওঁ উত্তৰটো শুনিয়েই কাষৰ ঘৈণীয়েকলৈ চাই ক'লে — 'পানী কা ফ্লাস্ক ক'হা ৰখা?'

ঘৈণীয়েকে কি ক'লে, বৰ্ষাই নুশনিলে। তাই আগলৈ গৈ থাকিল। ৰে'ল-আলিৰপৰা দেখি থকা গাঁওবোৰে ইতিমধ্যে খবৰটো পাই গৈছে, গাঁৱৰ মানুহ আৰু ল'ৰা-ছোৱালীবোৰ আহি দল বান্ধি চাই ফুৰিছেহি। কোনো কোনোৱে তিয়ঁহ আৰু গোমধান আনিছে বিক্ৰীৰ বাবে। বৰ্ষাই ট্ৰেইনৰ সন্মুখৰ ফালে যিমানেই আগবাঢ়িলে সিমানেই মানুহৰ সংখ্যা বেছি পাবলৈ ধৰিলে। কিছুমান ভেন্দৰে তাইক আগচি ধৰিলে। সিহঁতৰ বেছিভাগৰে হাতত বিদেশী ঘড়ী-টচ্-লাইট। বৰ্ষাই ভিৰ ঠেলি গৈ দেখিলে সেই ওখ, পানী বিচাৰি যোৱা মানুহজনক। তেওঁ ৰে'লৰে পুলিচ আৰু বগা ইউনিফৰ্ম পৰিহিত দুজনমান মানুহৰ সৈতে কথা পাতি আছে। তাইৰপৰা আৰু এক ফাৰ্লংমান দূৰত এখন মালগাড়ী বিধ্বস্ত অৱস্থাত। মালগাড়ী এখনৰ সন্মুখভাগ সোমাই গৈছে এটা দবাৰ অৰ্ধেক অংশৰ ভিতৰলৈ। মানুহজনে উত্তেজিত হৈ কিবা-কিবি কৈ আছে। প্ৰায় এশমান মানুহে তেওঁৰ কথা শুনি আছে। বৰ্ষা এইবাৰ ভিৰ ঠেলি কিছু ওচৰ চাপি গ'ল। এক বিশৃংখল অৱস্থা। মালগাড়ীখনক পহৰা দিয়া হৈছে যদিও, গাঁৱৰ ল'ৰাবোৰে তাত উঠিবলৈ চেষ্টা কৰিছে। দুটামানে ঠোঙাত কিবা বস্তু লৈ দৌৰিছে। সিহঁতৰ শীৰ্ণকায়

ক'লা উদং শৰীৰবোৰ দুৰৰপৰা ছাঁয়া মানৱৰ দৰে লাগিছে। বৰ্ষা মানুহজনৰ ওচৰলৈ গৈ ক'লে —

ঃ এক্সকিউজ্জ মি

ঃ ইয়েছ — মানুহজনে বৰ্ষালৈ ঘূৰি চালে।

তাই হাতত থকা পানী বটল দুটা তেওঁলৈ আগবঢ়াই ক'লে — অথনি পানী দিব নোৱাৰিলোঁ, আচলতে মানুহজনে দুৱাৰখন বন্ধ কৰি দিলে। মই আপোনাক প্ৰায় আধাঘন্টা বিচাৰি বিচাৰি এইখিনি পাইছোঁহি— এয়া লওক।

মানুহজনে আচৰিত হৈ বৰ্ষাৰ মুখলৈ চাই ক'লে — থেংকিউ — কি বুলি ধন্যবাদ দিম — ক্ষমা কৰিব, মই দুৱাৰৰ ফাঁকেৰে আপোনাক দেখিছিলোঁ যদিও মুখখন মনত ৰাখিবই নোৱাৰিলোঁ, এতিয়া বুজিছোঁ। বহুত ধন্যবাদ। আপুনি ইমান কষ্টেৰে পানী বটল দুটা লৈ আহিছে, অথচ ট্ৰেইনখনৰ মানুহবোৰে পানী দিবলৈ ইমান টান পাইছে। ইমান ভাল পানীৰ দৰকাৰেই নাছিল — মালগাড়ীখনত থকা ল'ৰা দুটামান ইন্‌জিয়ৰ্ হৈছে। এই ট্ৰেইনৰ মানুহৰ একো হোৱা নাই। দবা এটা ভাগিছে যদিও তাত কাঠৰ বস্তু-বাহানিহে আছিল। আচলতে দুৰ্ঘটনাটো হোৱাৰ প্ৰায় দুঘন্টাৰ পাছতহে উদ্ধাৰ হ'ল, মালগাড়ীত চাৰিটা ল'ৰা অজ্ঞান হৈ পৰি থকাটো।

ঃ আচৰিত, মালগাড়ীত কেনেকৈ ল'ৰাবোৰ ওলাল?

ঃ সেইটোৱেতো কথা। প্ৰায়ে দুখীয়া মানুহ, ভেন্দৰ এইদৰে মালগাড়ীত চুৰকৈ অহা-যোৱা কৰে। ৱেগন ব্ৰ'কাৰো হ'ব পাৰে। ছল পালেই এই ল'ৰাবোৰে ৱেগন ভাঙি মালগাড়ীৰপৰা লুট-পাত কৰে। কিন্তু কথা হ'ল, সিহঁত কি সেয়া কথা নহয়। চাৰিওটা ল'ৰা বৰ বেয়াকৈ জখম হৈছে। ইহঁতক ফাৰ্ষ্ট এড্ দিবলৈও ব্যৱস্থা নাই। যি পাৰোঁ নিজেই লাগিব লগা হ'ল। এইখন আওহতীয়া গাঁও — ক'ত কি পাব?

ঃ আপুনি ডাক্তৰ নেকি?

মানুহজনে ইতিমধ্যে এটা বটল খুলি পানী খালে। ছ'ৰি মোৰ খুব পিয়াহ লাগি আছিল। মোৰ বটলৰ পানীৰে সেই ল'ৰাকেইটাক পৰিষ্কাৰ কৰিবলগীয়া হ'ল। অ' কি কৈছিলে? মই ডাক্তৰ নেকি? নহয় নহয় মই এটা এন-জি-অ' চলাওঁ। এই 'চাহেবপুৰা'তে এটা সৰু ঘৰ ভাড়ালৈ লৈছোঁ। এই ধৰক ইয়াৰপৰা আধা কিলোমিটাৰৰো কম দূৰত্বত। আমি বিয়া এখন খাই উভতিছিলোঁ। জানেই নহয়, গাঁৱত কাম কৰিছোঁ, গাঁৱৰ মানুহৰ বিয়া-বাৰু নিমন্ত্ৰণ ৰক্ষা নকৰিলে এওঁলোকে মনত দুখ পায়। ঘটনাটো হোৱাৰ দহ-বিশ মিনিটৰ পিছতে আমি সেয়ে গম পালোঁ। আপোনালোকৰ ট্ৰেইনখনৰ বিশেষ ক্ষতি হোৱা নাই। এটা দবা ডিছপ্লেছ কৰিলেই হ'ব। ছয়-সাত ঘন্টাৰ পিছতে লাইন ক্লিয়াৰ হ'ব লাগে।

ঃ এই ঠাইখনৰ নাম চাহেবপুৰা?

ঃ অঁ — খেতি ভাল হয়, পিছে বৰ দুখীয়া মানুহ। এন্টি-ছ'চিয়েল গেং বহুত আছে। বাই দা বে মই এই বটলটো লগত ৰাখিব পাৰোঁনে?

ঃ নিশ্চয় নিশ্চয়। মই আপোনালৈকে লৈ আহিছিলোঁ। আচলতে কিবা এটা এক্সিডেন্ট হৈছে বুলি শুনিলোঁ। পিছে মানুহে ভুল ইনফৰমেচন দিছিল। দবাৰ মানুহবোৰে ক'লে, — কিবা মালগাড়ীৰ সৈতে ট্ৰাকৰ সংঘৰ্ষ বুলি। নিজৰ ট্ৰেইনখনতে দুৰ্ঘটনা হৈছে, অথচ খবৰ নাই। চাওকচোন, দুৰ্ঘটনাটো ডাঙৰেই — কিবা স্বল্পত মানুহৰ প্ৰাণ ৰক্ষা পৰিল। অথচ ট্ৰেইনখনৰ পিছফালৰ দবাৰ বহু মানুহে এতিয়ালৈকে কি হৈছে নাজানে। বা বিশেষ আগ্ৰহো দেখুৱা নাই।

মানুহজন এইবাৰ বৰ্ষাৰ লগে লগে ৰে'ল-আলিৰ পাৰে পাৰে খোজ কাঢ়ি আহি থাকিল। তেওঁক খুব চিন্তাক্লিষ্ট যেন লাগিল বৰ্ষাৰ।

ঃ বেয়া নাপাই যদি আপোনাৰ নামটো....

ঃ মোৰ নাম? শেখৰ হুছেইন।

ঃ শেখৰ নামটো হিন্দু দেখোন!

ঃ মোৰ মা হিন্দু। কোচবিহাৰৰ ছোৱালী। মায়ে দিয়া নাম।

ঃ এনি ৱে, মোৰ নাম বৰ্ষা — বৰ্ষা দুৱৰা। অসমত ঘৰ।

ঃ অসমলৈ বহুবাৰ গৈছোঁ।

ঃ গৈছে? মোৰ জখলাবন্ধাত ঘৰ। গৈছেনে? সেইফালে?

ঃ জানো জানো আপাৰ আচাম, ল'ৱাৰ আচামৰ বহু ঠাই ঘূৰিছোঁ। এক্স টি গাৰ্ডেন লেবাৰৰ বিষয়ে আমাৰ এন-জি-অ'ই এটা ক্ষেত্ৰ অধ্যয়ন কৰিছে। কোকৰাঝাৰলৈও মই অলপতে গৈছিলোঁ। আমাৰ অলপ কৰ্মীয়ে কোকৰাঝাৰৰ চাওতাল ৰিফিউজি কেম্পত কাম কৰিছে — বৰ বেয়া অৱস্থা, হিউমেন ৰাইট্‌ছ, এম্‌নেষ্টি ইন্‌টাৰনেচনেলক আমি সকলো জনাইছোঁ — কিন্তু ঠিক যেনেকৈ মণিটৰিং হ'ব

লাগিছিল হোৱা নাই। বৰ শোচনীয়, বৰ দুখ লগা কাণ্ড হৈছে। এই চাহেবপুৰাতো কেইখনমান চাওতাল গাঁও আছে।

ঃ ইচ্ আপোনাৰ কথাবোৰ শুনি, মই বৰ এক্সাইটেড হৈছোঁ — মই ছ'চিয়েল ৱৰ্কছত ফাইনেল পৰীক্ষা দি আহিছোঁ দিল্লীৰপৰা। মই চাওতাল-মুণ্ডা, ভীলৰ বিষয়ে ফিল্ড ষ্টাডি কৰিছিলোঁ।

ঃ বাঃ হয় নেকি? মই পিছে ইকনমিক্সৰ মানুহহে আছিলোঁ। ছ'চিঅ' ইকনমি মোৰ বিষয়। কিন্তু এতিয়া মোৰ বিষয় তাতে আবদ্ধ হৈ নাই আৰু।

ঃ চাকৰি আপুনি নকৰিলে নেকি?

ঃ কৰিছিলোঁ। ষ্টে'টছত....

ঃ ষ্টে'টছত। তাৰপৰা আহি আপুনি এইদৰে গাঁৱে গাঁৱে ফুৰিছে! বৰ্ষাই খোজ কাঢ়িবলৈ এৰি বৈ দিলে। ছুছেইনে আচৰিত হৈ সুধিলে — মই বুজা নাই আপুনি কি ক'ব খুজিছে....

ঃ আচৰিত! আচৰিত! ষ্ট্ৰেঞ্জ!

ঃ হোৱাট ষ্ট্ৰেঞ্জ!

ঃ কিমান দিন আছিল ষ্টে'টছত!

ঃ প্ৰায় বাৰ বছৰ। মোৰ পঁচিছ বছৰ বয়সতে যোৱা, উভতি আহিলোঁ সাত বছৰ আগতে। অৰ্থাৎ মোৰ সাতত্ৰিছ বছৰ বয়সত। এতিয়া মই চৌৰাল্লিছত ভৰি দিলোঁ। সাত বছৰে কৰা অশেষ শ্ৰমৰ পাছত মোৰ এন-জি-অ'টোৱে কেইবাটাও শাখা খুলিব পাৰিছে।

ঃ আপুনি মোৰ সৈতে মোৰ বাৰ্থটোলৈ যাবনে! প্লিজ মই আপোনাৰ দৰে মানুহ এজন এনেদৰে লগ পাই কিমান আনন্দ পাইছোঁ নুবুজিব — তাত মোৰ বন্ধু মানে মোৰ ভাবী স্বামী আছে। যাবনে — তেওঁ খুব ভাল পাব। তেওঁ মাত্ৰ বাইছ দিন আগতে ইউ-এছ-এৰপৰা আহিছে। কম্পিউটাৰ ইঞ্জিনিয়াৰ। বৰ্ষাই উলাহতে একেলগে কথাবোৰ কৈ ছুছেইনক তাইৰ সৈতে যাবলৈ প্ৰায় বাধ্য কৰিয়েই পেলালে।

ট্ৰেইনখনৰ বাতানুকূল কক্ষটোৰপৰা মানুহবোৰ প্ৰখৰ ৰ'দলৈ ওলাই আহিছে। পুৱা আঠ বাজিছে মাত্ৰ। তীব্ৰ ৰ'দে চাহেবপুৰাৰ মাটি উষ্ণ কৰি তুলিছে। ৰবীন সাহাই কেঁচা বুট চোবাই মানুহবোৰৰ মাজত ইফাল-সিফাল কৰি আছিল। বৰ্ষাক দেখি আগুৱাই আহি ক'লে — 'পুৱাৰেপৰা তুমি ক'লৈ গ'লা? মিঃ বৰুৱাৰ মুড বৰ ভাল নহয় কিন্তু। — কি বীভৎস এটা পৰিবেশ ভিতৰত। পানী নাই, ভিতৰখন গৰম, খিৰিকী খুলিব নোৱাৰি, মানুহবোৰ কম্পাৰ্টমেন্টটোত থাকিব নোৱাৰা হৈছে। ইফালে টয়লেট লেভেৰা। মুঠৰ ওপৰত আমাৰ কপাল বেয়া আজি'।

ঃ প্ৰান্তিক ক'ত আছে? — বৰ্ষাই সুধিলে।

ঃ মিঃ বৰুৱা। আছিলে ভিতৰত, মই কৈছিলোঁ, বোলো ওলাই আহক বাহিৰলৈ। তেওঁ ইফালে-সিফালে তোমাক বিচাৰিলে, নাপাই আকৌ বাৰ্থত বহিলগৈ হ'বলা।

ঃ ঠিক আছে, ঠিক আছে।

বৰ্ষা খৰধৰকৈ এইবাৰ বাৰ্থৰ ভিতৰলৈ গ'ল। আছে — প্ৰান্তিকে ভৰি মেলি ৱাকমেনত গান শুনি ছীটৰ ওপৰত শুই আছে। পিন্ধা ছাৰ্টটো খুলি এটা হাত-কটা ক'লা গেঞ্জী পিন্ধিছে। বৰ্ষাক দেখি সি একো নামাতিলে।

ঃ প্ৰান্তিক — কাণৰপৰা তাঁৰডাল গুচোৱা, শুনা.... প্ৰান্তিকে কোনো প্ৰতিক্ৰিয়া নেদেখুৱালে। বৰ্ষাই পিছফালে থিয় হৈ থকা ছুছেইনক দেখুৱাই ক'লে — আলহী এজন আনিছোঁ।

প্ৰান্তিক তেনেদৰেই শুই থাকিল। ছিউয়িংগাম চোবাই এইদৰে গান শুনি থকা দৃশ্যটো দেখি বৰ্ষাৰ এইবাৰ খং উঠিল। তাই হেড্‌ফোনটো আঁজুৰি আনি ক'লে, প্ৰান্তিক, কি অসভ্যালি কৰিছা, মই এজন আলহী আনিছোঁ তোমাৰ সৈতে চিনাকি কৰাবলৈ।

ঃ আৰু তুমি! তুমি কেনে আচৰণ কৰিছা? পুৱাৰপৰা অনাই-বনাই ফুৰিছা — এতিয়া আকৌ কোনোবা এটা লগত আনি মোৰ আগত শিষ্টাচাৰ দেখুৱাইছাহি। প্ৰান্তিকৰ কথাত বৰ্ষা দুই ছেকেণ্ডমানলৈ থৰ হৈ গ'ল। তাই কথাবোৰ হজম কৰিবলৈ যত্ন কৰিলে। হেজাৰ হওক এজন আলহী তাই লগত লৈ আহিছে। ভাগ্যে মানুহজনে অসমীয়া বুজি পোৱা নাই, কিন্তু ভাব-ভংগীতো বুজি পাব। কোনোমতে তাই হাঁহি মাৰি পৰিস্থিতিটো স্বাভাৱিক কৰি ক'লে — 'প্ৰান্তিক, এয়া শেখৰ ছুছেইন। তেওঁৰ এই অঞ্চলত এটা এন-জি-অ' আছে। জানানে নাই — আমাৰ ট্ৰেইনখন দুৰ্ঘটনাৰপৰা কথমপি সাৰিছে। এটা দবা ভাগিছে। মানুহৰ বিশেষ ক্ষতি ভাগ্যে নহ'ল। আঘাত পোৱাসকল আৰু বিশেকৈ মালগাড়ীখনৰ দুটামান ল'ৰাক এওঁলোকেই হাস্পতাললৈ পঠিয়ালে। মই পানীৰ বটল দুটা এওঁক দিবলৈ লৈ গৈছিলোঁ। আমাৰ কম্পাৰ্টমেন্টত পানী আছে বুলি এওঁ বিচাৰি আহিছিল — পিছে মানুহবোৰে দিবলৈ নিদিলে'।

ঃ হেল্ল', প্ৰান্তিকে অনিচ্ছাৰে এইবাৰ সোঁহাতখন ছুছেইনলৈ আগবঢ়াই দিলে। শেখৰেও হাতখন আগবঢ়াই

ক'লে — গ্লেড্ টু মিট ইউ, মই বাক আহি আপোনাক বিৰক্ত কৰিলোঁহি নেকি, আচলতে এওঁ মানে বৰ্ষাই....

ঃ নাই নাই, কি কৈছে আপুনি। পুৱাৰপৰা মোক বিচাৰি নাপাই খং উঠি আছে এওঁৰ, মোৰেই দোষ, মই নাভাবিলোঁৱেই একো.... আপোনাক বিচাৰোঁতেই বহু সময় গ'ল।

ঃ নিশ্চয় নিশ্চয়, তুমি তেওঁক কৈ যাব লাগিছিল।

ঃ নহয়, ময়ো নাজানো যে মই আপোনাক বিচাৰি গৈ ট্ৰেইনৰ সন্মুখ পামগৈ.... বৰ্ষাই হুছেইনৰ ওচৰত অপ্ৰস্তুত হৈয়ে কথাবোৰ ক'লে।

ঃ চাওক, আপোনালোক দুজনমানক মই আমাৰ কেম্পলৈ লৈ যাব পাৰোঁ। মই দেৰী কৰিব নোৱাৰোঁ। ইতিমধ্যে আমাৰ কেইবাজনো বাৰ্কাৰে ট্ৰেইনৰ মানুহৰ বাবে পানী, বুট, নেমু, চৰ্বত আদিৰ ব্যৱস্থা কৰিবলৈ গাঁৱৰ মানুহক কৈছে। যদি বেয়া নাপাই আপোনালোক দুজন মোৰ সৈতে যাব পাৰে। ট্ৰেইন লাইন ক্লিয়েৰ হোৱালৈ অন্ততঃ আঠ ঘন্টামান ৰ'ব লাগিব।

বৰ্ষা উৎফুল্লিত হৈ উঠিল। তাই আনন্দ প্ৰকাশ কৰি ক'লে — বাঃ বঢ়িয়া। মোৰ আপোনালোকৰ কেম্পটো চোৱাৰ লোভ হৈছিলেই। জানা প্ৰান্তিক, এওঁলোকে চাওতালৰ বিষয়ে ক্ষেত্ৰ অধ্যয়ন কৰিছে। অসমৰ গাৰ্ডেনবোৰতো ঘূৰিছে — কিমান যে কাম কৰিছে.... চাহেবপুৰাত এটা কেম্প আছে এওঁলোকৰ....

ঃ হয়, দুবছৰমানৰ বাবে আছোঁ ইয়াত।

ঃ আপোনাৰ আচলতে ঘৰ ক'ত?

বৰ্ষাই প্ৰশ্নটো সোধাৰ লগে লগে হুছেইনে হাঁহিলে। 'ঘৰ? আমি ভাৰতবৰ্ষৰ য'তে য'তে, দুবছৰ-এবছৰ-তিনিবছৰৰ বাবে ঘৰ পাতোঁ। এতিয়া মোৰ ঘৰ এই চাহেবপুৰাত — ইয়াৰপৰা খোজ কাঢ়ি গ'লে সময় লাগিব বিছ মিনিট'।

বৰ্ষাই খিল-খিলাই হাঁহি দিলে। 'নহয় নহয় মানে মই আপোনাৰ ঘৰৰ কথা কৈছোঁ — মা-দেউতা, আপোনাৰ পৰিয়াল....'

ঃ এইবোৰ কথা পিছত পাতিলে নহ'বনে? সদ্যহতে মোৰ সৈতে কেম্পলৈ যাবা নেকি?

এই সমগ্ৰ সময়ছোৱা প্ৰান্তিকে এটা শব্দ উচ্চাৰণ নকৰাকৈ বৰ্ষা আৰু শেখৰ হুছেইনৰ কথা শুনি আছিল। এইবাৰ সি তৎক্ষণাতে ক'লে— নাযাওঁ, ইয়াতেই কমকম্বটেব্‌ল মই — বৰ্ষা যায় যদি লৈ যাওক।

ঃ কি কৈছা প্ৰান্তিক? ছয়-সাত ঘন্টা এইদৰে ইয়াত থকাতকৈ ব'লা — ৰে'লৰে পুলিচে কৈছে বিয়লি তিনি বজাত ট্ৰেইন চলিব পাৰিব। লাইনৰ কাম চলি আছে, ব'লা, অলপ গাঁও ঘূৰি আহিলে মনটো ভাল লাগিব।

ঃ মন কেতিয়া, ক'ত, কাৰ ভাল লাগে, সেয়া নিজৰ কথা বৰ্ষা — ইমান পৰে ইংৰাজী আৰু হিন্দীত হৈ থকা কথোপকথনৰপৰা প্ৰান্তিকে অসমীয়াত ক'লে কথাকেইটা। হুছেইনে যেন কিবা অনুমান কৰিব পাৰিলে। তৎক্ষণাৎ তেওঁ ক'লে — 'হ'ব — আপোনালোকে কিবা ডিচিছন লয় যদি ক'ব। মই পোন্ধৰ মিনিটমান আৰু আছোঁ। কিন্তু দেৰী কৰিব নোৱাৰোঁ। বৰ্ষা — বৰ ভাল লাগিল তোমাক পাই। আকস্মিকভাৱে তুমি নহা হ'লে মোৰ প্ৰান্তিকৰ সৈতে চিনাকি হোৱাৰ সৌভাগ্য নঘটিলহেঁতেন'। হুছেইনে প্ৰান্তিকৰ সৌহাতখন চেপি আন্তৰিকতা প্ৰকাশ কৰি কম্পাৰ্টমেন্টৰ বাহিৰলৈ ওলাই গ'ল।

তিনি মিনিটমান সময় বৰ্ষা আৰু প্ৰান্তিক মুখামুখিকৈ বহি থাকিল যদিও এটা শব্দও উচ্চাৰণ নকৰিলে। মি. ৰাধেশ্যাম নামৰ মানুহজনীয়ে ইমান পৰে মনে মনে সকলো লক্ষ্য কৰি ওপৰৰ বাংকত পেট পেলাই শুই আছিল। হঠাতে তেওঁ প্ৰান্তিকৰ ফালে চাই হিন্দীতে ক'লে — হিন্দী কেছেট আপোনাৰ আছে নেকি? প্ৰান্তিকে দুটা কেছেট তাৰ হেৱাৰখেকটোৰপৰাই উলিয়াই দিলে।

ঃ প্লিজ, য়'ৰ ৱাকমেন অলছ' — ইফ ইউ ড'ন্ট মাইণ্ড....

পোন্ধৰ-যোল্ল ঘন্টাৰ মূৰত ৰাধেশ্যামে নিজে মুখ খুলিছে। প্ৰান্তিকে ৱাকমেনটো কেছেট দুটাৰ সৈতে আগবঢ়াই দিলে। বৰ্ষাই বুজিলে — ৰাধেশ্যাম বুধিয়ক মহিলা। প্ৰান্তিক বৰ্ষাৰ যে ভিতৰি কিবা এটা ঘটি আছে তাই বুজিছে। এগৰাকী বাহিৰা মানুহৰ আগত ভাবা নুবুজিলেও তৰ্ক কৰিবলৈ বেয়া। প্ৰান্তিকে কথা কওঁতে প্ৰায়ে ইংৰাজী স্বতঃস্ফূৰ্তভাৱে ব্যৱহাৰ কৰে। ৰাধেশ্যামে নিশ্চয় ইতিমধ্যে বহু কথা বুজি পাইছে। সেইবাবেই কাণত গানৰ সোপা দি বৰ্ষাইতক মুকলি কৰি দিছে।

'থেংকিউ' বুলি ৰাধেশ্যামে হেড্‌ফোন লগাই ল'লে।

ঃ প্ৰান্তিক, তোমাৰ কি হৈছে? — বৰ্ষাই কাতৰ চাৱনিৰে সুধিলে।

ঃ তাৰ আগতে তুমি মোক কোৱা, তোমাৰ কি হৈছে!

এটা অচিন মানুহক পানীৰ বটল দিবলৈ দৌৰি গ'লা, আগ্ৰহেৰে লগত লৈ আহিলা, তাৰ পাছত ক'লা তুমি তেওঁৰ কেম্প চাবলৈ যোৱা — বিজুলী জোৱালীয়ে কালি নিশাটো উদাস হৈ বাহিৰলৈ চাই গৈছিলা, আনকি মোৰ উপস্থিতিটোও মূল্যহীন আছিল, এই মানুহজনক পাই তুমি আত্মহাৰা হ'লা। ট্ৰেইনখন এক্সিডেন্ট হৈ যেন তোমাক নতুন জীৱন দিলে — মই কিয় আচৰিত নহ'ম!

বৰ্ষা এইবাৰ প্ৰান্তিকৰ কাষ চাপি বহিলহি। তাই গান শুনি যোৱা ৰাধেশ্যামৰ ফালে চালে। ওপৰৰ বাৰ্থত শুই চকু মুদি গান শুনিছে।

ঃ প্ৰান্তিক, তুমি মোৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰিছা নেকি?

ঃ মুঠেও নাই কৰা, এনেকুৱা হীন মনোভাব মোৰ নাই। কিন্তু তুমি দুবটল পানী দিবলৈ মানুহটোৰ পাছে পাছে কিয় গ'লা, কি ইমান প্ৰয়োজন হ'ল যে এঘণ্টা সময় তুমি ঘূৰি ফুৰিলা তেওঁৰ সৈতে! এইবোৰে মোক ডিষ্টাৰ্ব কৰিছে।

ঃ শুনা, তেতিয়াহ'লে এই সকলোবোৰ আকস্মিক সংযোগতহে ঘটিছে। মানুহজনৰ সৈতে কথা পাতিলে তোমাৰো ভাল লাগিব। এই মানুহজনে কিমান আকুলভাবে পানী খুজিছিল আৰু কিমান নিৰ্দয়ভাৱে পানী থকা সত্ত্বেও এই কম্পাৰ্টমেণ্টটোৰ দৰ্জা বন্ধ কৰি দিয়া হৈছিল, ঘটনাটো যদি দেখিলাহেঁতেন, নিজকে মানুহ হিচাপে কেতিয়াও ক্ষমা কৰিব নোৱাৰিলাহেঁতেন। মই মানুহজনৰ প্ৰতি তুমি ভবাৰ দৰে প্ৰেমাসক্ত হৈ দৌৰা নাছিলোঁ — তুমি ইমান নিম্নখাপৰ চিন্তা কৰিবা বুলি বিশ্বাসো কৰা নাছিলোঁ — জানানে ট্ৰেইনত পানী নোহোৱা হৈ গৈছে। মালগাড়ীত চাৰিটামান গুৰুতৰ আঘাত পোৱা ল'ৰা পোৱা গৈছিল। সিহঁত বোধহয় বেগন ব্ৰ'কাৰ। ৰে'লৱে পুলিচেও সেইবাবে গুৰুত্ব দিয়া নাছিল। এই মানুহজনে খবৰ পাই ল'ৰাকেইটা গাঁৱৰ হাস্পতাললৈ চিকিৎসাৰ বাবে পঠাই দিছে। আমাৰ ট্ৰেইনখনৰ এটা দবা ভাগিছে, আঘাত পোৱা মানুহক ফাৰ্ষ্ট এইড্ দিয়াইছে, ট্ৰেইনৰ মানুহৰ অসুবিধাবোৰ দূৰ কৰিব পাৰি নেকি চেষ্টা কৰিছে। আচৰিত কথা, একেখন ট্ৰেইনৰে মাত্ৰ সোতৰটা দবাৰ দূৰত্বত এই ঘটনাবোৰ ঘটিছে, কিন্তু এই কাম্পাৰ্টমেণ্টৰ মানুহবোৰ নিৰ্বিকাৰ। এই কম্পাৰ্টমেণ্ট কিয়, বেছিভাগ মানুহেই নিৰ্বিকাৰ। কাৰো যেন একো কৰিবলগীয়া নাই।

ঃ মই ট্ৰেইনত আহিব খোজাই নাছিলোঁ। প্ৰান্তিকে ভোৰ-ভোৰালে।

ঃ তেনেকুৱা কথা নক'বা প্ৰান্তিক, ভাৰতবৰ্ষৰ আশী শতাংশ মানুহে ট্ৰেইনত ভ্ৰমণ কৰে। ট্ৰেইনত এই দুৰ্ঘটনাটো হ'ল বাবে বাচিলা, উৰাজাহাজত হোৱা হ'লে, তোমাৰ, মোৰ হাড় বিচাৰি পোৱা নগ'লহেঁতেন। — আৰু এটা কথা, ছুছেইনো আমেৰিকাত ছ'চিঅ' ইকনমিকছৰ শিক্ষক আছিল। তেওঁ বাৰ বছৰৰ মূৰত ভাৰতলৈ ঘূৰি আহি এইদৰে গাঁৱত আছেহি। — এতিয়া মোৰ কথাবোৰ যদি বিশ্বাস কৰিছা, তুমি মোৰ সৈতে যাবানে?

ঃ না নাযাওঁ। মই সামান্য তাপ পালেই গান্ধীৰ দৰে ওফন্দি বাগৰি পৰা মানুহ নহয়। ইমান সোনকালে কাৰো গুণমুগ্ধ মই হৈ নপৰোঁ। কথাখিনি কৈয়েই প্ৰান্তিকে এখন আলোচনী সম্মুখত মেলি ল'লে। বৰ্ষাই প্ৰান্তিকৰ আচাৰ-আচৰণবোৰ বুজি পোৱা হৈছেগৈ। তাই জানে এনেকুৱা মুহূৰ্তবোৰৰ পাছত প্ৰান্তিকে বেছ কিছু সময় মুড সলনি নকৰে। হঠাতে বৰ্ষাৰ প্ৰান্তিকক তাইৰ দেউতাক, তাইৰ ককাকৰ দৰে লাগিবলৈ ধৰিলে। প্ৰান্তিকেও সেই একে ব্যৱহাৰেই কৰে বৰ্ষাক। কেৱল সময় আৰু পৰিস্থিতিৰ ৰঙে সলনি কৰিছে। একেই, পুৰণি বটলত নতুন সুৰা। বটলৰ একেই প্ৰমূল্য। লেবেলখন ৰংচঙীয়া বেছি হ'ল। বৰ্ষাই শেষবাৰৰ বাবে অনুৰোধ কৰিলে প্ৰান্তিকক।

ঃ শুনা, তোমাৰ খং-ৰাগ এৰা। এই বন্ধ কম্পাৰ্টমেণ্টত ছয়-সাত ঘণ্টা সময় থকাতকৈ....

ঃ তুমি সেই মানুহটো নোপোৱা হ'লে কি কৰিলাহেঁতেন? ইয়াতেই নাথাকিলাহেঁতেননে?

ঃ থাকিলোঁহেঁতেন, কিন্তু তুমি ছুছেইনক শত্ৰু হিচপে কিয় লৈছা? মই চিনাকি কৰাই দিবলৈ আনিলোঁ বাবে! আৰু তোমাৰ ক্ষেত্ৰত এই ঘটনাটো হোৱা হ'লে, এইদৰে তৰ্ক-বিতৰ্ক কৰিবলৈ সুযোগ দিলাহেঁতেননে? তোমাৰ ভালপোৱা প্ৰত্যেক কামেই মই কৰিবলৈ বাধ্য হওঁ....

ঃ বাধ্য হোৱা? তুমি তাৰ মানে মোক ভাল পাই মোৰ অনুৰোধবোৰ ৰক্ষা নকৰা?

ঃ একেই কথা প্ৰান্তিক — তোমাৰ দহটা অনুৰোধৰ বিপৰীতে মই দুটা অনুৰোধ কেতিয়াবা কৰোঁ, তাকো তুমি নাৰাখা। আজিয়েই চোৱাচোন, মই কি অন্যায় অনুৰোধ কৰিছোঁ তোমাক? আমি এই গৰমত পানী-খাদ্য নোহোৱাকৈ থকাতকৈ; কি বেয়া ছুছেইনহঁতৰ কেম্পটো চাই অহাটো! আচলতে তুমি বৰ ঈৰ্ষাকাতৰ মানুহ....

বৰ্ষাই কথাখিনি শেষ কৰিবলৈ নাপালে। প্ৰান্তিক শুই

থকাৰপৰা গিৰিসকৈ উঠি বৰ্ষালৈ চালে। সেই চাৱনি বৰ্ষাই কেতিয়াও দেখা নাছিল। প্ৰান্তিকে হাতৰ মুঠিটো এবাৰ খুলিলে এবাৰ বন্ধ কৰিলে। ওঁঠ দুখন সামান্য কঁপিছে। আৰু চকু দুটা! যি চকু দুটাৰ মাজেৰে বৰ্ষা প্ৰান্তিকৰ হৃদয়লৈ অহা-যোৱা কৰি থাকে, যি চকুৰ এপলক চাৱনিয়ে বৰ্ষাৰ সকলো খং-ৰাগ মুহূৰ্তত নাইকিয়া কৰে, যি চকুৰ ভাষা পঢ়ি বৰ্ষাৰ জীৱনৰ প্ৰতি অপাৰ মায়া জাগে, সমগ্ৰ বিশ্বক বিশ্বাস কৰিবলৈ মন যায়, সেই চকুৰ ভাষা এই মুহূৰ্তত বৰ্ষাৰ বাবে অপৰিচিত। প্ৰান্তিকৰ চকুৰ শীতলতা আৰু হিংস্ৰতাই বৰ্ষাক বুজাই দিলে, প্ৰান্তিক সময়ে সময়ে কিমান ভয়ংকৰ হৈ উঠিব পাৰে। প্ৰান্তিকে এটা শব্দও উচ্চাৰণ কৰা নাই, কিন্তু বৰ্ষাই শুনিলে, পৃথিৱীৰ সবাতোকৈ হৃদয়বিদাৰক শব্দবোৰ, নিষ্ঠুৰ বাক্যবোৰ। চকুৰেই প্ৰকাশ কৰিলে সকলো প্ৰান্তিকে। বৰ্ষা এক মুহূৰ্তও আৰু নৰ'ল। তাইৰ চকু পানী ওলাই আহিল। ক'ত ভুল হ'ল তাইৰ, ক'ত? বৰ্ষাই প্ৰান্তিকক তাতে এৰি ছেদেলি-ভেদেলি হৈ থকা মানুহবোৰৰ মাজেৰে কিছু সময় ঘূৰি ফুৰিলে। এই মুহূৰ্তত বৰ্ষা বৰ অকলশৰীয়া। তাই মানুহবোৰৰ মাজত হুছেইনক বিচাৰি ফুৰিলে। বেচেৰাইতো নাজানে, তেওঁৰ বাবেই সিহঁতৰ মাজত কি অন্তঃপ্ৰবাহ বৈছে। তাইৰ হঠাৎ অচিনাকি হুছেইনৰ প্ৰতি কৃতজ্ঞতা জাগিল। হুছেইন নহা হ'লে, প্ৰান্তিকক আৱিষ্কাৰ কৰিবলৈ বৰ্ষাই সুযোগেই নাপালেহেঁতেন। মানুহ স্বাৰ্থপৰ বুলি তাই জানিছিল, কিন্তু সম্পৰ্কৰ ক্ষেত্ৰতো স্বাৰ্থপৰ হয় বুলি জনা নাছিল ইমান দিনে। জীৱনৰ মধুৰতম শব্দ বন্ধুত্ব, বিশ্বাস, প্ৰেম সকলোৰেই যদি ছলনাৰ সাজ পিন্ধি আহে তেন্তে কাৰ ভাৰসাত পৃথিৱীত বাছি থাকিব অতবোৰ মানুহ! হঠাৎ বৰ্ষাই দেখিলে, হুছেইনে দুজন কৰ্মীৰে সৈতে এজন মানুহক ষ্ট্ৰেচাৰত তুলিছে। বৰ্ষা সেইফালে দৌৰি গ'ল। মানুহজন নহয় — এজনী তিৰোতা মানুহ। বয়স পঁচিছৰ বেছি নহয়। ঘন ঘনকৈ উশাহ লৈছে তেওঁ। হুছেইনে বৰ্ষাক ক'লে — প্ৰেগ্‌নেন্ট চি ইজ, সহযাত্ৰীবোৰে ক'লে কালি নিশাৰেপৰাই হেনো অসুখ হৈছে। আচৰিত কথা এনেকুৱা মানুহজনীৰ সৈতে কোনো নাই — অকলে আহিছে। খুব ভাল হ'ল বৰ্ষা, তুমি তেওঁক কথা-বতৰাবোৰ সোধা। আমাৰ মহিলা কৰ্মী দুগৰাকী আকৌ কেম্পত ব্যস্ত আছে। এওঁ এঘন্টামান আগৰেপৰাই হেনো বমি কৰিছে। মানুহজনী এনিমিক পেছেন্ট যেন পাওঁ। চোৱাচোন ইমান শেঁতা। তেওঁ অচেতন হৈ গ'ল হঠাতে। মানুহখিনিৰ মাজত হুৱা-দুৱা লাগিল। এজনে কৈয়েই দিলে 'এওঁ মৰিল' বুলি। হুছেইনে মানুহজনীৰ মুখত জোৰেৰে পানী ছটিয়াবলৈ লাগিল। এজন ৰে'লৱেৰ পুলিচে খবৰ দিলে — পাটনাৰপৰা ডাক্তৰ আহি আছে। হুছেইনে ক'লে — নালাগে মাত্ৰ তিনি ঘণ্টাৰ বাবে মই মানুহজনীক কেম্পলৈ নিম। ইয়াত এজোপা গছৰ ছাঁ নাই, নাই এটা পুখুৰীও। বৰ্ষাই আকাশলৈ চালে। পৰিষ্কাৰ, বেলিটো ট টকৈ জিলিকিছে। ৰে'ল-আলিৰ চাৰিওফালে গাঁৱৰ মানুহ ভৰি পৰিছে। কোলাত কেঁচুৱা লৈ উদং ক'লা শৰীৰৰ নিশকতীয়া বহু ল'ৰা-ছোৱালী। লাইন ক্লিয়েৰ হৈ ট্ৰেইন নচলালৈকে আজি এই সমস্ত বিপৰ্যয়টোৱেই সিহঁতৰ বাবে এক উৎসৱমুখৰ পৰিৱেশ কঢ়িয়াই আনিছে। এনেকুৱা পৰিস্থিতিত বস্তু-বাহানি চুৰি হয়। সেইবাবেই ট্ৰেইনৰ বেছিভাগ মানুহ একে ঠাইতে বহি আছে। চাৰিওফালে ধু ধু শুকান পথাৰ। মচুৰ মাহৰ গছৰ দৰে অদূৰত কিছু খেতি। এনেকুৱা খৰাঙত কি খেতি হ'ব পাৰে? তথাপিও মানুহবোৰে আপ্ৰাণ কষ্টেৰে শৰীৰৰ তেজ-ঘাম মাটিত মিহলি কৰি শইচ লগায়। ৰ'দ যিমানে চোকা হৈ আহিল, পানীৰ তৃষ্ণাও মানুহবোৰৰ সিমানেই বাঢ়িল। ক'ত পানী, ক'ত? ট্ৰেইনৰ ভিতৰত পানী শেষ। ওচৰৰ নৰ্দমাও শুকান। ৰে'লৱে কন্ট্ৰ'ল ৰূমৰপৰা খবৰ পঠোৱা হৈছে — পানীৰ ব্যৱস্থা কৰা হৈছে। এঘন্টাৰ পিছতে ট্ৰেইনত পানী পোৱা যাব। বৰ্ষাৰ পিয়াহ লাগিল। তাইৰ নিজৰ কম্পাৰ্টমেন্টলৈ ঘূৰি যাবলৈ ইচ্ছা নগ'ল। থাওক, এটা ডেৰ লিটাৰৰ পানী বটল অক্ষত অৱস্থাত আছে। প্ৰান্তিকৰ অসুবিধা নহয়। তাই টেপৰ পানী খোৱাত অভ্যস্ত — কিন্তু প্ৰান্তিক নহয়। হয়তো এনেকুৱাই হৈ যায়। উন্নত জীৱনযাত্ৰাত অভ্যস্ত হোৱা মানুহে পিছলৈ খোজ পেলাব নোৱাৰে। প্ৰান্তিকৰ দোষ নাই। সি দুবছৰ আমেৰিকাৰ দৰে ধনী দেশ এখনৰ বাসিন্দা হ'ল। দিল্লীলৈ ঘূৰি আহিয়েই সেয়ে পুনৰ ভাৰত ত্যাগ কৰিবলৈ মনে মনে উত্ৰাৱল হৈ উঠিছে। অসমলৈ ট্ৰেইনত অহাৰ প্ৰস্তাৱ বৰ্ষাই দিছিল। প্ৰান্তিকৰ ইচ্ছা নাছিল। বৰ্ষাই মন কৰিছে, প্ৰান্তিকে ব'ষ্টনৰপৰা অহাৰ পাছত, ৰাস্তা-ঘাটৰ ভিক্ষাৰী, কুষ্ঠৰোগী, বস্তি একোকে সহ্য নকৰা হ'ল। সকলোতে বেমাৰৰ বীজাণু উৰি ফুৰা সি দেখিবলৈ পায়। তিনি-চাৰিবাৰ দিনটোত গা ধোৱে। আগৰ দৰে ফাষ্ট ফুড কৰ্ণাৰত থিয় হৈ বাৰ্গাৰ বা শ্বেণ্ডউইচৰ প্লেটখন হাতত লৈ খাবলৈ টান পায়। ঘৰ্মাক্ত কোনো গ্ৰাহকৰ বাউসিত বাউসি লাগিলে সি বিৰক্তি প্ৰকাশ কৰে। তাৰ পাছত সেই ঠাইত

খাবলৈকো বেয়া পায়। বৰ্ষাই বহু কথাই লক্ষ্য কৰিছে। কিন্তু বহুদিন পৰিচ্ছন্নতাত অভ্যস্ত হোৱা বাবেই এনে হৈছে বুলি বৰ্ষাই কথাবোৰ সহজে গ্ৰহণ কৰিছিল। ট্ৰেইনত অহাৰ প্ৰস্তাৱো তাই সেইবাবেই দিছিল। প্ৰান্তিকে প্ৰথমে প্ৰায় চিএণ্ৰি ন' ন' বুলি কৈছিল। তাৰ মতে প্ৰত্যেকটো ৰে'ল ষ্টেচন বেমাৰৰ বীজাণুৰ বাকচ। 'এ বক্স অব ক্ৰাইম এণ্ড ডিজিজ'। এবাৰ প্ৰান্তিকৰ বেগ চুৰি হৈছিল, সেইবাবেই সি ট্ৰেইনত চোৰ-ডকাইত ভ্ৰমণ কৰে বুলি সদায় কয়। তৎসত্ত্বেও বৰ্ষাই কৈছিল, একো নহয় ফৰ দা লাষ্ট টাইম, এ-চি কম্পাৰ্টমেন্টত যাম, অসুবিধা নহয়। বৰ্ষাই মনৰ কথা ব্যক্ত কৰিছিল, আচলতে যদিও সিহঁতৰ প্ৰেমে তিনি বছৰত ভৰি দিছে, দুয়ো দুয়োকে লগ সেইদৰে পোৱাই নাই। প্ৰথম বছৰৰ ছমাহ বন্ধুত্ব, পিছৰ ছমাহ অপ্ৰকাশিত প্ৰেম, তাৰ পাছত প্ৰান্তিকৰ বিদেশ যাত্ৰা। চিঠি আৰু টেলিফোনত কিমান ওচৰ চাপিব পাৰি! প্ৰান্তিকে বিদেশৰপৰাই বিয়াৰ প্ৰস্তাৱ পঠিয়ালে। দুয়োখন ঘৰতে গৃহীত হ'ল প্ৰস্তাৱ। নোহোৱাৰ কাৰণেই নাই। ঘৰ, জাতি-কুল, পাত্ৰ-পাত্ৰী, কোনোফালৰপৰাই আপত্তি কৰা থল নাই। বৰ্ষাৰ ফাইনেল শেষ হ'ব, বিয়াও হ'ব। এয়াই বন্দৱস্ত হ'ল। প্ৰান্তিক ঘূৰি আহিল। আহিয়েই ক'লে, কিছুদিন এই কোম্পানীয়েই পুনৰ তাক বিদেশলৈ পঠাব, এইবাৰ বহু বছৰৰ বাবে। যিকোনো এজনী ছোৱালীৰ বাবে এইবিলাক উৎসাহজনক খবৰ। কিন্তু বৰ্ষাৰ একো উৎসাহ জগা নাই। কিয় তাই কথাবোৰত আনন্দ-উন্মাদ হ'ব পৰা নাই, সেয়া তাই নিজেই নুবুজিলে। প্ৰান্তিকক তাই পৰীক্ষাৰ বাবে সময় দিবপৰা নাছিল। ট্ৰেইন ভ্ৰমণত অন্ততঃ সুদীৰ্ঘ সময় সিহঁত একেলগে থাকিব পাৰিব। সিহঁতে ভৱিষ্যৎ পৰিকল্পনাবোৰ কৰিব। ঘৰ গৈ পাই, বিয়াৰ প্ৰস্তুতিত দুয়োটাই ব্যস্ত হৈ পৰিব পৰিয়াল-স্বজনৰ সৈতে। প্ৰান্তিক দুবছৰৰ মূৰত ঘৰলৈ আহিছে তাকো বিয়া কৰাবলৈ, গতিকে তাৰ পোন্ধৰ-ষোল্ল দিন কেনেকৈ পাৰ হ'ব ক'বই নোৱাৰিব। সেইবাবেই ট্ৰেইনত যোৱাৰ প্ৰস্তাৱ তাই প্ৰান্তিকক দিছিল। প্ৰান্তিক অগত্যা মান্তি হৈছিল যদিও ট্ৰেইনত উঠাৰপৰাই সি বহু অস্বস্তি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছিল। সি সহযাত্ৰী দুজনক বেয়া পাবলৈ আৰম্ভ কৰিছিল, টয়লেট ব্যৱহাৰ কৰিবলৈ অস্বস্তি প্ৰকাশ কৰিছিল। কেৱল মোগলচৰাইত মধুৰি আম কিনোতেই বৰ্ষাই দুবছৰৰ আগৰ প্ৰান্তিকক মুহূৰ্তৰ বাবে ঘূৰাই পাইছিল, কিন্তু ৰবীন সাহাই এইবাৰ সকলো পণ্ড কৰি দিলে। দুবছৰ আগতে প্ৰান্তিকৰ সৈতে পাতিবলৈ বৰ্ষাৰ ইমানবোৰ কথা আছিল, কিন্তু সুদীৰ্ঘ সময়ছোৱা বৰ্ষাই প্ৰান্তিকৰ সৈতে কথা পাতিছিল যদিও ভাব হৈছিল, তাই নতুনকৈ প্ৰান্তিকৰ সৈতে চিনাকি হৈছে। প্ৰান্তিকে আগতে ভাল পোৱা বহু কথাই ভাল নোপোৱা হ'ল, আৰু ভাল নোপোৱাবোৰ ভাল পোৱা হ'ল।

ঃ ব'লা এওঁক কেম্পলৈ নিওঁ — তুমি যাবানে? প্ৰান্তিক ক'ত — প্ৰান্তিক? ছছেইনে আহি খদম-দম লগালেহি। তাই কিমান সময় আত্ম-বিভোৰ হৈ অৰ্ধ-অচেতন মানুহজনীক পহৰা দি বহি আছিল, নাজানে। ছছেইনৰ মাতত তাইৰ সম্বিৎ ঘূৰিল। বৰ্ষাই কোনোমতে ক'লে — 'প্ৰান্তিক নাযায়, মই আপোনাৰ কেম্পলৈ যাম, ব'লক। দুজন কৰ্মীয়ে মানুহজনীক ষ্ট্ৰেচাৰত নিবলৈ অসুবিধা হ'ব। বৰ্ষাই এইবাৰ ষ্ট্ৰেচাৰৰ এডাল মাৰি হাতেৰে ধৰিলে। আনটোত ছছেইনে ধৰি ক'লে — থেংকিউ, থেংকিউ ভেৰী মাছ্!

'চাহেবপুৰা। ইষ্ট ইণ্ডিয়া ক'ম্পেনিৰ এটা অফিচ ইয়াতে বহিছিল সোতৰশ খ্ৰীষ্টাব্দত। সেই সময়ত ৰাল্‌ফ স্পেলডন নামৰ এজন কৰ্মচাৰীক কোম্পানীয়ে কালেক্টৰ হিচাপে ভাৰতলৈ পঠায়। তেওঁ কলকাতাত বহি চুবুৰীয়া আটাইবোৰ অঞ্চলৰ কৰ-কাটলৰ হিচাপ-নিকাচ কৰিছিল। এইবোৰ চোৱা-চিতা কৰিবলৈ প্ৰতি অঞ্চলৰ একোজন দেশীয় মানুহ নিয়োজন কৰা হৈছিল। তেওঁলোকক কোৱা হয় 'ব্লেক কালেক্টৰ'। ভাৰতীয় ক'লা ছালখনৰ বাবে ইংৰাজসকলে দেশীয় মানুহ নিয়োগ কৰিব লগা হ'লেই 'ব্লেক' শব্দটো নলগোৱাকৈ নাথাকিছিল। বিঘাই প্ৰতি তিনি টকাকৈ কৰ দিয়াটো সেই সময়ত নিৰ্ধাৰণ হৈছিল। পিছে এই চাহেবপুঁৰাত এই কৰ লৈ এটা সংঘৰ্ষ হৈছিল। এজন ফিৰিংগী আৰু ব্লেক কালেক্টৰক ইয়াত হত্য কৰা হৈছিল.... কিছুমানে কয় ফিৰিংগী হত্যাৰ পাছত চাহেবপুৰা নাম হ'ল, কিছুমানে কয়, ক'ম্পেনিৰ অফিচলৈ চাহেব অহা-যোৱা কৰাৰ বাবে নামটো চাহেবপুৰা হ'ল, কোনটো শুদ্ধ নাজানো, কিন্তু মানুহৰ মুখত প্ৰচলিত কেইবাটাও কাহিনী। ইয়াৰ মানুহক সুধিলে একো নাজানে, মই অ'ৰ-ত'ৰপৰা কথাবোৰ সংগ্ৰহ কৰিছোঁ'।

ঃ বাটে বাটে শেখৰ ছছেইনে কথাবোৰ বৰ্ষাক কৈ গ'ল। মানুহজনী বেছ গধুৰ। ষ্ট্ৰেচাৰত চাৰিজনে কঢ়িয়াওঁতে ভাগৰ লাগিছিল। — কথা কওঁতে বৰ্ষাৰ উশাহ চুটি হৈ গৈছিল। ছছেইনে ক'লে — 'সৌৱা, বেছি দূৰ নাই কেম্পলৈ। পাটনাৰপৰা ডাক্তৰ আহিলে ইয়ালৈকে পঠাবলৈ

কৈছোঁ। ডাক্তৰ অহালৈ এই পেছেণ্ট ৰাখিলে কি হয় ঠিক নাই। ইয়াৰপৰা তিনি কিলোমিটাৰ দূৰৈত চহৰ। ডাক্তৰক খবৰ দিলেও এই আওহতীয়া গাঁৱলৈ কোন ডাক্তৰ কাম-কাজ এৰি গুচি আহিব!'

ঃ আপোনালোকৰ নিজা ডাক্তৰ আছে? — বৰ্ষাই সুধিলে।

ঃ এগৰাকী নাৰ্চিং পাছ কৰা ছোৱালী আছে। তদুপৰি আমি প্ৰত্যেকেই অলপ-অচৰপ ডাক্তৰী কিতাপবোৰ পঢ়ি থাকোঁ। আমি চিকিৎসা বিষয়ক কথাবোৰ জনাটো জৰুৰী। প্ৰত্যেক ঠাইতে আমাৰ অনুষ্ঠানটোক সহায় কৰা চিকিৎসক আছে, তেওঁলোকক খবৰ দিলেই আহে। পিছে আজি আমাৰ চিকিৎসকজন বাহিৰলৈ গৈছে। চাওঁচোন কি হয়.... বিদ্যাই বহু সৰু-সুৰা সমস্যাৰ সমাধান কৰে।

ঃ বিদ্যা!

ঃ বিদ্যা আয়েংগাৰ। তাই আমাৰ সৈতে যোৱা পাঁচ বছৰ ধৰি আছে।

বৰ্ষাক এক আচৰিত ভাবানুভূতিয়ে আচ্ছন্ন কৰি পেলাইছে। শুকান পথাৰৰ মাজেৰে অচিনাকি ঠাই এখনত অচিনাকি মানুহ এজনৰ লগে লগে তাই গৈ আছে — কিয় তাই গুচি আহিল? এই হুছেইন মানুহজন ভাল নহ'বও পাৰে! — নহয় নহয়। তাই দেখিছিল, ৰে'লৱেৰ পুলিচ আৰু গোট খোৱা স্থানীয় মানুহবোৰে এই হুছেইন নামৰ মানুহজনক সমীহ কৰিছিল। তেওঁ যি কয় সেইসময়ত সকলোৱে তাকেই কৰিছিল। আনকি ছিগ্নেল দিয়া মানুহজনেও 'হুছেইন চাবজী' বুলি ষ্ট্ৰেচাৰত মানুহজনী তুলি দিয়ালৈকে সহায় কৰিছিল। তাই মানুহজনলৈ চালে। সন্মুখত গৈ থকা স্থানীয় ল'ৰা দুজনৰ সৈতে তেওঁ কথা পাতি গৈছে। ভাষাতো ভোজপুৰীও নহয়, শুদ্ধ হিন্দীও নহয়। হুছেইনে তাইৰ সৈতে ইংৰাজী-হিন্দী দুয়োটা ভাষাতে কথা পাতিছে। কিন্তু ল'ৰা দুজনৰ সৈতে পতা ভাষাটো অলপ আচহুৱা। হুছেইনৰ দীৰ্ঘ শৰীৰটোত মলিয়ন ছাৰ্টটো ঘামত লিপিট খাই ধৰিছে। ৰ'দে পোৰা মুখখনত কোনো ক্লান্তিৰ ৰেশ নাই। প্ৰান্তিকে এই মানুহজনক কিয় উপেক্ষা কৰিলে? দুবছৰৰ আগতে প্ৰান্তিকে এনেকুৱা ভাল লগা বহু চৰিত্ৰৰ কথাই তাইক গল্প কোৱাদি কৈছিল। প্ৰান্তিকৰ সূক্ষ্ম মানবীয় অনুভূতিয়েই তাইক তাৰ ওচৰ চপাই লৈ গৈছিল সেই সময়ত।

এজাক ল'ৰা-ছোৱালীৰ কিৰিলিত বৰ্ষা চক্ খাই উঠিল। এটা খাপৰিৰ চালৰ সৰু ঘৰৰ মুখত সিহঁত থিয় হৈছেহি। চিকুণ চোতালত ষ্ট্ৰেচাৰখন সিহঁতে থ'লে। এগাল গাঁৱৰ ল'ৰা-ছোৱালীয়ে ৰোগীক বেৰি ধৰা বাবে হুছেইনে ধমক দিলে সিহঁতক আঁতৰি যাবলৈ। ঘৰটোৰপৰা একেলগে পাঁচজন মানুহ ওলাই আহিল। দুগৰাকী মহিলা। ওখ ক'লা ছোৱালীজনী বিদ্যা নেকি? বৰ্ষাই দেখিলে বিদ্যা ভিতৰলৈ গৈ প্ৰেছাৰ জোখা যন্ত্ৰ-পাতি আৰু ষ্টেথিচস্কোপ লৈ আহিল। পুৰুষকেইজনৰ সৈতে হুছেইনে গুৰুত্বপূৰ্ণ কথা পতাত ব্যস্ত হ'ল। বৰ্ষাৰ অলপ অস্বস্তি হ'ল। তাইৰ বাবে সকলো অচিনাকি, আনকি হুছেইনে কাৰো সৈতে তাইক চিনাকি কৰিয়েই দিয়া নাই। বৰ্ষা এখোজ-দুখোজকৈ ইফালে-সিফালে ঘূৰিলে। তামোল গছ আৰু তাল গছেৰে ভৰপূৰ চৌহদটো। এটা কুঁৱা আছে। বৰ্ষাই কুঁৱাটোৰ তললৈ হাউলি জুমি চালে। তাইৰ মূৰ ঘূৰাই যোৱা যেন পালে। ভূগৰ্ভলৈ যোৱা অন্ধকাৰ পথ এইটোৱেই নেকি! অন্ধকাৰ-গভীৰ.... জুলভাৰ্ণেৰ কিতাপত বৰ্ণোৱাৰ দৰে, নিশ্ছিদ্ৰ অন্ধকাৰত আত্ম-পৰিচয়, আত্ম-প্ৰতিকৃতি হেৰুৱাই পেলোৱাৰ দৰে, হঠাতে বৰ্ষাই দেখিলে তাইৰ দৰে অবিকল এখন পুতলাৰ মুখ। পিছ মুহূৰ্ততে ভ্ৰম ভাগিল! এয়া গভীৰ নাদৰ তলিত থকা পানীত তাইৰ মুখৰ ছাঁয়াময় প্ৰতিবিম্ব। ইমান বিষণ্ণ!

ঃ বৰ্ষা! তোমাৰ সৈতে এওঁলোকক চিনাকি কৰাই দিওঁ আহা। হুছেইনৰ মাতত বৰ্ষাই কুঁৱাৰপৰা মুখ তুলি দেখিলে, আটাইকেউজনে তাইলৈ চাই আছে।

ঃ মুখ-হাত ধুই লোৱা বাৰু আগতে, — হুছেইনে ক'লে। বৰ্ষাই হাঁহি মাৰি হুইলৰ ৰছীত লগাই থোৱা বাল্টিটো কুঁৱাটোলৈ পেলাই দিলে এইবাৰ। তাইৰ প্ৰতিবিম্বটো ভাগি-ছিগি গ'ল।

বৰ্ষাই ঘড়ী চালে — এটা বাজিবলৈ দহ মিনিট বাকী। দুঘণ্টা সময় কেনেকৈ পাৰ হৈ গ'ল বৰ্ষাই ধৰিবই নোৱাৰিলে। এই দুঘণ্টাত বিদ্যা, ৰাজীব মিশ্ৰ, সঞ্জীব দাস, যোছেফ মেক্‌ফাৰ্লিন নামৰ তামিলনাডুৰ খ্ৰীষ্টান ল'ৰাটোৰ মাজত সোমাই তাই আপোন পাহৰা হৈ আছিল। তাই পাহৰি গৈছিল আধা কিলোমিটাৰ দূৰৈত সিহঁতৰ ট্ৰেইনৰ লাইন মেৰামতি চলি আছে। এটা দবাত এৰি আহিছে প্ৰান্তিকক, যাৰ সৈতে যোল্ল দিনৰ পাছত তাইৰ বিয়া। তাই উভতি গৈ প্ৰান্তিকক কেনে অৱস্থাত পাব? ক'ব নোৱাৰাকৈয়ে তাই এক অচিন আশংকাত কঁপি উঠিল। প্ৰান্তিকে হুছেইনৰ সৈতে এইদৰে তাই গুচি অহাটো মুঠেই গ্ৰহণ কৰা নাছিল —

আহিবৰ পৰত প্ৰান্তিকৰ সেই শীতল তীব্ৰ ঘৃণাসূচক চাৱনি.... উস্, কি যন্ত্ৰণাদায়ক, কি যন্ত্ৰণাদায়ক। বৰ্ষাই কেতিয়াও প্ৰান্তিকক ট্ৰেইনতে এনে গুচি অহাৰ কথা ভবা নাছিল। কিন্তু প্ৰান্তিকৰ সেই চাৱনি। তাই পলাই আহিছে। সঁচা কথা, তাই প্ৰান্তিকৰপৰা পলাই আহিছে নিজৰ সৈতে কথা পাতিবৰ বাবে। এক তীব্ৰ বিষাদময় অনুভৱে তাইক স্থিৰেৰে ক'তো থাকিবলৈ দিয়া নাই। প্ৰান্তিকৰ উষ্ম আলিংগন, প্ৰান্তিকৰ উন্মাদ প্ৰেম চুম্বনে তাইক বাৰে বাৰে উন্মনা কৰা সত্ত্বেও তাই অনুভৱ কৰিছে এক শূন্যতা। ঠিক কুঁৱাটোৰ দৰে, গভীৰ অন্ধকাৰ গহ্বৰত প্ৰতিধ্বনিত হয় সেই শূন্যতা।

ঃ বৰ্ষা, মানুহজনী বহুত আৰোগ্য হৈছে দেখিছানে? হুছেইন আহি বৰ্ষাৰ কাষতে থকা টুল এখনত বহিল।

ঃ দেখিছোঁ, কিন্তু মানুহজনীয়ে সাৰ পোৱাৰ পাছত গ্লুক'জ পানী গিলাচ খোৱাৰ পাছত কান্দিছিল, কিয় কান্দিছিল!

ঃ মানুহক কান্দিবলৈ বিশেষ কাৰণ নালাগে। — অন্যমনস্কভাৱে হুছেইনে ক'লে।

ঃ আচৰিত! কাৰণ নোহোৱাকৈ কিয় কান্দিব?

ঃ আচাৰিত হ'বলৈ একো নাই। মানুহে চকুপানী উলিয়াই নাকান্দিলেও বহু কাৰণত কান্দে। কান্দোন জীৱনৰ অপৰিহাৰ্য প্ৰিমিটিভ ছেন্স।

ঃ বুজা নাই মই।

ঃ বুজিবলৈ একো নাই, মানৱ শিশু পৃথিৱীত ভূমিষ্ঠ হৈয়ে কান্দে। অতি দুখীয়া ঘৰৰ সন্তানেও কান্দে, ৰাজপ্ৰাসাদৰ শিশুৱেও কান্দে। ইয়েই সত্য জীৱনৰ। এই সত্যক মানুহে আৱিষ্কাৰ কৰে বাবেই সুখ, হাঁহিৰ সন্ধানত ব্ৰতী হয়। তোমাৰ কথাকে ধৰাচোন, ইমান সুন্দৰী যুৱতী, শিক্ষিতা, এজন সুন্দৰ প্ৰেমিক আছে তোমাৰ, যাৰ সৈতে অলপতে বিয়া হ'ব, ইমান সুখৰ মাজত থাকিও তুমি কান্দা!

ঃ ম-ই মই! কান্দো! নাই — আপুনি ভুল বুজিছে। কান্দিবলৈ মোৰ কোনো কাৰণ নাই। বৰ্ষা অপ্ৰস্তুত হৈ গ'ল, হুছেইনৰ কথাত।

ঃ হয় নেকি! বৰ ভাল কথা — গড্ ব্লেছ ইউ।

ঃ আপুনি গড্ মানে ভগৱান বিশ্বাস কৰে?

ঃ কৰোঁ।

ঃ আল্লা!

ঃ নহয়, এক অদৃশ্য নিয়তিক মই বিশ্বাস কৰোঁ। মানুহৰ জীৱনৰ উত্থান-পতন, সুখ-দুখ-যন্ত্ৰণাক পক্ষপাতদুষ্টভাৱে নিয়ন্ত্ৰণ কৰা এই অদ্ভুত অহংকাৰী শক্তিটোক সমীহ কৰি চলোঁ। মাজে মাজে অৱশ্যে তেওঁৰ সৈতে মোৰ কাজিয়াও হয়। আল্লা, ভগৱান যি বোলা মোৰ বাবে তেওঁৰ নাম নাই। মই জনাত তেওঁ বেছিভাগ সময় চকু-কাণ বন্ধ কৰি থাকে। হঠাৎ সাৰ পালে ন্যায় বিচাৰ কৰে।

ৰাজীৱ মিশ্ৰ নামৰ লাজকুৰীয়া ল'ৰাটোৱে, ভিতৰৰপৰা ৰঙা চাহ আৰু দুখনমান বিস্কুট ট্ৰেত লৈ আহি সিহঁতৰ সন্মুখত দি ক'লে, 'খাওক'।

ঃ খোৱা, নিমখ দিয়া ৰঙা চাহ। ভাল পাবা নে নাই নাজানো। কিন্তু ইয়াৰ বতৰৰ বাবে ভাল। অলপ নেমু ৰসো দিয়া হৈছে। — ভাত খাবা নেকি? অৱশ্যে নিৰামিষ ভাত পাবা। চব্জী, চাটুগুড়িৰে খাব পাৰিবানে? হুছেইনৰ কথাত তাই 'নাই নাই' কৈ উঠিল। বৰ্ষাৰ খুব ভোক লগা সত্ত্বেও মিছা মাতিলে। প্ৰান্তিকে বা কি খাইছে! অৱশ্যে তাই দুপেকেট কেক আৰু ড্ৰাইফ্ৰুটছৰ টেমা এটা প্ৰান্তিকৰ বেগত থৈ দিছিল, কিন্তু প্ৰান্তিকে বা খাব নে নাখায়! হুছেইনে এইবাৰ পাঁচোটামান কল এখন ষ্টীলৰ থালত আনি বৰ্ষাক দিলেহি। ৰোগীগৰাকীক বিদ্যাই চোতালত খোজ কঢ়াইছে। মানুহজনীয়ে বাৰে বাৰে বিদ্যাক ধন্যবাদ জনাইছে আৰু চকুপানী মচিছে। সঞ্জীৱ দাসে এখন ঠেলা ধৰণৰ ৰিক্সা লৈ আহিল। ঠেলাৰ পিছফালে চাৰিটামান ল'ৰা-ছোৱালী। বিদ্যাই বাটত খাবৰ বাবে দুটামান ঔষধ দি মানুহজনীক ক'লে যে বিশেষ চিন্তাৰ কাৰণ নাই।

ঃ মানুহজনীয়ে অলপ ভাল পোৱাৰেপৰা কান্দিছে, সুধিলে একো নকয়। — সঞ্জীৱে গহীনভাৱে ক'লে।

ঃ কন্দাৰ কাৰণ নুসুধিবা। তোমালোকক আগতেও কৈছিলোঁ মই। এনেকুৱা অৱস্থাত এজনী মানুহ অকলশৰে ট্ৰেইনত আহিছে, তেওঁক কথা সুধিলে কান্দে, এইখিনিয়েই তাইৰ জীৱন সম্পৰ্কে জানিবলৈ যথেষ্ট। তোমাৰ কাম, তাইৰ কষ্ট লাঘৱ কৰিবলৈ চেষ্টা কৰাটোহে, কাৰণ সোধাটো নহয়। — হুছেইনৰ কথাত সকলো মনে মনে ৰ'ল। মানুহজনীক ঠেলাখনত তুলি দিয়া হ'ল। কেইবাজনো গাঁৱৰ মানুহে মানুহজনীৰ ঠেলাখন ঠেলি ট্ৰেইনৰ ফালে লৈ গ'ল।

ঃ মালগাড়ীৰ ল'ৰাকেইটাৰ কি হ'ল? হঠাতে — বৰ্ষাই হুছেইনক সুধিলে।

ঃ সিহঁতক আমাৰ মানুহেই চাহেবপুৰাৰ প্ৰাথমিক চিকিৎসালয়লৈ নিছে। খবৰ কৰিবগৈ লাগিব। ৰেগন ব্ৰ'কাৰ বুলিয়েই সিহঁতৰ শাৰীৰিক যন্ত্ৰণা নাই বুলিয়ে ভাবে মানুহে।

এই চাহেবপুৰাত এখন বিদেশী বস্তু বিক্ৰী কৰা গাঁও আছে। সিহঁত থকা অঞ্চলটোৰ মাটিবোৰতো সাৰ নাই। খেতি নহয়। আচৰিত হ'বা, এই চোৰাং বজাৰৰ বস্তু কিনিবলৈ গাঁওখনলৈ ডাঙৰ মানুহ আহে, পুলিচ আহে। সকলোৱে জানে, এই মালগাড়ীবোৰত উঠি, বেগন ভাঙি সিহঁতে বস্তু চুৰ কৰে। তাৰ ভাগ, ভাল মানুহেই পায়। কিন্তু আজি দুৰ্ঘটনাত সিহঁতকেইটাৰ তেজলগা শৰীৰ দেখি প্ৰত্যেকেই ক'লে — বেগন ব্ৰ'কাৰ, বদমাচ, লুকাই মালগাড়ীত আহিছিল। ভাল হৈছে। পাইছে এসেকা। হুছেইনে হাঁহিলে কথাবোৰ কৈ।

বৰ্ষাৰ হুছেইনক বহুত কথা ক'বলৈ মন গ'ল। কিন্তু কোনো কথাই তাইৰ মুখৰপৰা ওলাই নাহিল।

ঃ ব'লা বৰ্ষা, তোমাকো থৈ আহোঁ। তোমাক বহুত ধন্যবাদ। হুছেইনে কথাবোৰ বৰ আন্তৰিকতাৰে কয়। সকলো সময়তে কেম্পৰ প্ৰতিজন মানুহ ব্যস্ত যদিও এক সুখী সুখী ভাব। বৰ্ষাৰ ভাব হ'ল, হুছেইনৰ বাবেই এই কেম্পৰ সকলো মানুহ সুখী। প্ৰত্যেকেই যেন এক অনন্ত সুখৰ সন্ধানত ব্ৰতী। বৰ্ষাৰ তীব্ৰ ইচ্ছা হ'ল, হুছেইনক জানিবলৈ, কিহৰ বাবে তেওঁ বিদেশৰপৰা গুচি আহিল? তেওঁ এই কঠুৱা মাটি, গ্ৰীষ্মৰ তাপত ডেই-পুৰি কাম কৰি কি সুখৰ পাত্ৰত পানী খাই জীৱন তৃষ্ণা নিবাৰণ কৰিছে? কিন্তু বৰ্ষাই একোৱেই সুধিব নোৱাৰিলে। তাই কেম্পটোৰ বাসিন্দা, আটাইকেউজনৰপৰা নীৰৱে বিদায় ল'লে। জীৱনত কেতিয়াও হয়তো তাই এওঁলোকক লগ নাপাব। হুছেইনে এৰি অহা ধনী দেশখনলৈ তাই প্ৰান্তিকৰ সৈতে গুচি যাব কেইটামান মাহৰ পিছতেই। কম্পিউটাৰ, ডলাৰ, গগণচুম্বী অট্টালিকাৰ মাজত বৰ্ষা হেৰাই যাব। তাই এখন বেলেগ পৃথিৱীৰ বাসিন্দা হ'ব।

হুছেইনৰ পিছে পিছে বৰ্ষা শুকান পথাৰবোৰৰ মাজেৰে পুনৰ ৰাওনা হ'ল। প্ৰখৰ ৰ'দ। অদূৰত শান্ত গাঁওবোৰ। মাটিৰ ডাঠ প্ৰলেপ লগোৱা বেৰৰ ঘৰবোৰ।

ঃ বৰ দুখীয়া ইয়াৰ মানুহবোৰ। — নীৰৱতা ভংগ কৰি হুছেইনে ক'লে। ইহঁতে খেতি কৰে, মুখীয়াই লৈ যায়। আমি ইহঁতক মৰাপাট আৰু ঘেঁহুৰ খেৰেৰে মোনা তৈয়াৰ কৰিবলৈ শিকাইছোঁ। সময় থকা হ'লে তোমাক গাঁৱলৈ নি এইবোৰ দেখুৱালোঁহেঁতেন। সিহঁত ইমান ক্ৰিয়েটিভ যে এই বস্তুৰেই আৰু বহুত ডেক'ৰেচনৰ সামগ্ৰী সাজিছে। চৰকাৰী বিক্ৰী কেন্দ্ৰয়ো ইহঁতৰ সামগ্ৰী কিনিছে। যোৱাবাৰৰ বস্তু বিদেশলৈও গৈছে। বৰ্ষাই চাৰিওকাষে দৃষ্টি নিক্ষেপ কৰি হুছেইনৰ পিছে পিছে গৈ থাকিল।

ঃ বৰ্ষা, তোমাৰ কথা কোৱা। তোমালোকৰ বিয়াৰ পিছৰ পৰিকল্পনা কি?

ঃ পৰিকল্পনা? নাই, একো ভবা নাই। — হুছেইন হঠাতে বৈ দিলে আৰু বৰ্ষালৈ ঘূৰি চালে। 'বৰ্ষা, আৰ ইউ হেপী?'

ঃ ইয়েছ অব-কৰ্ছ।

ঃ তোমাৰ চকুৱে নকয়, মুখে নকয় সেই কথা।

ঃ কিমান দিনৰপৰা প্ৰান্তিকৰ সৈতে সম্পৰ্ক তোমাৰ?

ঃ তিনি বছৰৰ।

ঃ বহুত সময়।

ঃ সুদীৰ্ঘ সময় যদিও, প্ৰান্তিক বিদেশত থাকোঁতেহে আমি উপলব্ধি কৰিছিলোঁ চিঠিবোৰ পঢ়ি — যে আমি প্ৰেমত পৰিছোঁ।

ঃ চাইবাৰ লাভ।

ঃ তেনেকুৱাই। তেতিয়াই বিয়াৰ প্ৰস্তাৱো দিয়া হ'ল। অৱশেষত দুবছৰৰ মূৰত প্ৰান্তিক ঘূৰি আহিল — আমাৰ বিয়া হ'ব ষোল্লদিনৰ পাছত....

ঃ প্ৰান্তিকে তোমাক খুব ভাল পায়, সেইবাবেই সি অভিমানী....

ঃ আৰু মই?

ঃ তুমি প্ৰান্তিকতকৈ ভিন্ন।

ঃ কেনেকৈ জানিলে?

ঃ সেইবাবেই তুমি তোমাক বিচাৰি ফুৰিছা। চোৱা বৰ্ষা, কিছুমান মানুহে যিকোনো মানুহকে সংগী কৰিব পাৰে, যিকোনো পৰিস্থিতিতে কম্প্ৰমাইজ কৰিব পাৰে — যিবোৰে নোৱাৰে, তেওঁলোকে কষ্ট পায়। তেনেকুৱা মানুহে জীৱনৰপৰা, মানুহৰপৰা পলায়ন কৰে, পুনৰ জীৱন আৰু মানুহ বিচাৰি।

ঃ বৰ ফিল'ছফিকেল আপোনাৰ কথা। মই বুজা নাই।

ঃ মই বিচাৰোঁ, তুমি প্ৰাণভৰি সুখী হোৱা। এই পৃথিৱীৰ সকলো সুখ আহি তোমাৰ জীৱনত আশ্ৰয় লওক। তুমি প্ৰান্তিকক ভাল পাবলৈ যত্ন কৰা।

ঃ আপুনি কাৰোবাক ভাল পাইছিলনে? — হুছেইন আকৌ থমকি ৰ'ল। ধু ধু পথাৰ, প্ৰখৰ ৰ'দে পোৱা আকাশ, নীৰৱে সকলোফালে এক মুহূৰ্তৰ বাবে চালে হুছেইনে। তাৰ পাছত অকণমান হাঁহি ক'লে — মোৰ আব্বাক মায়ে ভাল পাই বিয়া কৰাইছিল। মা বঙালী হিন্দুঘৰৰ কায়স্থ পৰিয়ালৰ ছোৱালী আছিল।

ঃ মই আপোনাৰ কথা সুধিছোঁ।

ঃ মোৰ! — হৈছিল, প্ৰথম দুটামান অসফল প্ৰেম, তাৰ পাছত য'ত সফল হ'লোঁ, তেওঁক জীৱনে যিটো নিৰ্দিষ্ট সীমা বান্ধি দিলে, মই তেওঁক নাপালোঁ। কিন্তু মই এতিয়াও তেওঁৰ প্ৰেমিক।

ঃ আপোনাৰ কথাবোৰ বুজিবলৈ টান পাইছোঁ।

হুছেইনে এইবাৰ খৰকৈ খোজ দি ক'লে — 'অলপ বেগাই খোজ কঢ়া। অঁ' কি কৈছিলোঁ? মোৰ কথাবোৰ টান! সহজ কথা, যাক ভাল পাইছিলোঁ, তেওঁ জীয়াই নাথাকিল। ছি ডাইড অব কেন্সাৰ। তেওঁ ভাৰতীয় নাছিল। তেওঁৰ মৃত্যুৰ পাছতে আচলতে মই ভাৰতলৈ গুচি আহিলোঁ। সাংঘাতিক ডিপ্ৰেছনত ভুগিছিলোঁ প্ৰথম। তাৰ পাছত এই এন-জি-অ'টো খুলি যেতিয়া কামত লাগিলোঁ, মই মোৰ হেৰোৱা প্ৰেম ঘূৰাই পালোঁ। এতিয়াহে মই তেওঁক আৰু বেছিকৈ ভাল পাবলৈ লৈছোঁ — ছি ৱাজ আ বাগুৱাৰফুল ৱমেন। প্ৰেমৰ পৰিধি নাথাকে, সংজ্ঞা নাথাকে, ই পানীৰ দৰে, নাদত থ'লে নাদৰ আকাৰ লয়, মহাসাগৰত থ'লে মহাসাগৰৰ। পানীৰ দৰেই ই স্বাধীন, নিজ ইচ্ছাৰে গতি পথ সলায়, মানুহে বৰ ভুল কৰে প্ৰেমক হাতৰ মুঠিত ৰাখিবলৈ যত্ন কৰি, পানীক হাতৰ মুঠিত জানো বন্দী কৰিব পাৰি? তেওঁক হেৰুৱাই মই ভাবিছিলোঁ মই আত্মহত্যা কৰাই উচিত, এনে জীৱন কটোৱাতকৈ। তেওঁ মৃত্যু শয্যাত কথা ক'বলৈ অসুবিধা পাই এটা কাগজৰ টুকুৰাত লেখি দিছিল যে, সেই মুহূৰ্তত মোক এৰি যোৱাৰ বেদনা তেওঁৰ হোৱা নাই। তেওঁৰ কষ্ট হৈছে এই বিনন্দীয়া পৃথিৱীখন এৰি যাবলৈ, য'ত মই আছোঁ। মোৰ আৰু তেওঁৰ দৰে পৃথিৱীক ভাল পোৱা অসংখ্য মানুহ আছে। সেই সৰু কাগজৰ টুকুৰাটো মোৰ মনত খোদিত হৈ ৰ'ল। মই তেওঁৰ প্ৰেমৰ পৰিধি স্পৰ্শ কৰিব পাৰিলোঁ দেৰীকৈ। বৰ্ষা, মানুহ সদায় নিজৰ প্ৰতি সৎ হ'ব লাগে। নিজকে ফাকি দি থাকিলে জীৱনটো বৰ কষ্টকৰ হয়। পৃথিৱীখনত বহু সম্পত্তিৱান মানুহ দেখিলোঁ, কিন্তু সুখী আৰু সুখ বিলোৱা মানুহ বৰ কম পালোঁ'।

বৰ্ষা আৰু হুছেইন আহি ট্ৰেইনৰ ওচৰ পাইছিলহি। বৰ্ষাই হুছেইনক আৰু একো নুসুধিলে। বিয়লি তিনি বাজি গৈছিল। এক অব্যক্ত বিষাদে বৰ্ষাক আগুৰি ধৰিলে। এক অবুজ ক্ৰন্দন তাইৰ বুকুৰ মাজেৰে অহা-যোৱা কৰি থাকিল। লাইন ভাল কৰি থকা মানুহখিনিয়ে ক'লে, আধাঘন্টাৰ পাছত ট্ৰেইন চলিব পাৰিব। আধা ঘন্টা! মাত্ৰ আধাঘন্টাৰ পাছত চাহেবপুৰাৰ এই সৰু গাঁওখন চিৰদিনৰ বাবে বৰ্ষাৰ জীৱনৰপৰা হেৰাই যাব! হেৰাই যাব, শেখৰ হুছেইন, ৰাজীৱ, বিদ্যা, সঞ্জীৱহঁত। বৰ্ষাই সহ্য কৰিবপৰা নাই। তাই পৰম হেঁপাহেৰে ঘূৰি ঘূৰি চালে, নঙঠা ল'ৰা-ছোৱালীবোৰ, শুকান পথাৰবোৰ। এই সময়কণতে কত বিধৰ মানুহৰ যে সমাগম হৈছে অঞ্চটোলৈ! প্ৰথমবাৰৰ বাবে তাই নিজকে সুধিলে — তুমি নিজৰ প্ৰতি সৎ নে বৰ্ষা!

ঃ বৰ্ষা, তুমি তোমাৰ কম্পাৰ্টমেন্টলৈ যোৱা। তোমাক মোৰ বৰ আপোন যেন লাগিল। তোমাক লগ নাপাবও পাৰোঁ, কিন্তু তোমাৰ প্ৰতি মোৰ শুভেচ্ছা সদায় থাকিব। — বৰ্ষাই কথা ক'বলৈ যত্ন কৰিলে যদিও, এটা শব্দও মুখৰপৰা নোলাল। তাই হুছেইনৰ সোঁহাতখন সজোৰে চেপা মাৰি কিছু সময় ধৰি থাকিল, তাৰ পাছত তাইৰ বাৰ্থলৈ প্ৰায় দৌৰিলে।

ৰবীন সাহাই ঘৰৰ পৰিৱেশ সৃষ্টি কৰি এখন লুঙী পিন্ধি বাংকত পেট পেলাই বাদাম চোবাই আছিল। তাইক দেখিয়েই চিঞৰিলে — 'আপুনি ইমানপৰ ক'ত আছিল? আমাৰ টেনচন হৈ গৈছিল, ট্ৰেইন যাব পৰা হৈছেগৈ। আপুনি যথাসময়ত নহা হ'লে কি যে অথন্তৰ হ'লহেঁতেন!'

'বৰ্ষাই গম্ভীৰভাৱে ক'লে — 'মই কৈ গৈছিলো ক'লৈ গৈছোঁ আৰু ঘূৰি অহাৰ সময়টো মই জানো'। বৰ্ষাই দেখিলে প্ৰান্তিকে টোপনিৰ ভাও জুৰিছে। তাই প্ৰান্তিকক নমতাকৈ ওচৰত বহিল। দহ মিনিটমান পাৰ হৈ গ'ল। হঠাতে প্ৰান্তিকে এটা আচৰিত কাণ্ড কৰিলে। ঘপহকৈ উঠি তাইৰ হাতখনত ধৰি প্ৰায় চোঁচৰাই বাহিৰলৈ লৈ গ'ল। ট্ৰেইনৰপৰা নামি সি তাইক কিছু দূৰলৈকে প্ৰায় দৌৰাই নি ফোঁপাই ফোঁপাই তীব্ৰ ক্ৰোধেৰে ক'লে — 'তোমাৰ মই কৈফিয়ৎ নলওঁ। কিন্তু এয়া শেষ ৱাৰ্ণিং, তুমি নিজকে সলনি কৰা। তোমাৰ যি খুচি তাকে কৰিব নোৱাৰা। মই তোমাক এনে বুলি জনা নাছিলোঁ।....'

বৰ্ষাই চকু দুটা বহলকৈ মেলি প্ৰান্তিকৰ ফালে চাই কিছুপৰ থৰ হৈ ক'লে — 'মোক কি বুলি জনা নাছিলা! — কোৱা, কি বুলি জনা নাছিলা? চৰিত্ৰহীনা বুলি'!

ঃ মই চৰিত্ৰহীনা বুলি কোৱা নাই। কিন্তু অবাধ স্বাধীনতা তুমি নোপোৱা....

ঃ হোৱাট? 'অবাধ স্বাধীনতা' মানে? আৰু মই কি সলনি কৰিব লাগে?

ঃ বৰ্ষা, সকলো কথা এক্সপ্লেইন কৰাটো সম্ভৱ নহয়।

বৰ্ষাই এইবাৰ পোনপটীয়াকৈ সুধিলে — তোমাৰ ব্যাখ্যা নকৰা প্ৰতিটো ঘৃণনীয় শব্দ মই বুজি পালোঁ, শুনাও পালোঁ।

ঃ বৰ্ষা — এই খন্তেকীয়া চিনাকি হুছেইনৰ লগত....

ঃ বচ্ বচ্ হুছেইনৰ নাম তুমি মুখলৈ নানিবা। আৰু কৈছা খন্তেকীয়া চিনাকিৰ কথা? তোমাক তিনি বছৰত যিমান নাজানিলোঁ, সিমানখিনি জানিলোঁ হুছেইনক।

ঃ ইউ বীচ্চ....

বৰ্ষা স্তম্ভিত হৈ গ'ল প্ৰান্তিকৰ মুখত অশ্লীল শব্দ শুনি। লগে লগেই ট্ৰেইনৰ হুইছেল বাজিল। আনন্দত আত্মহাৰা হৈ স্বস্তিৰ নিশ্বাস পেলাই বৈ থকা মানুহবোৰে ট্ৰেইনত উঠিবলৈ লৰালৰি কৰিলে। বৰ্ষাই এটা শব্দও নোকোৱাকৈ হঠাৎ তাইৰ বাৰ্থলৈ দৌৰিলে। পিছে পিছে প্ৰান্তিকো গ'ল। ট্ৰেইনে দ্বিতীয় হুইছেল দিলে। বৰ্ষাই এইবাৰ তাইৰ ছুটকেছটো হাতত তুলি ল'লে। তাইলৈ বিস্ময়েৰে চাই থকা প্ৰান্তিকলৈ চাই তাই ক'লে— ছ'ৰি, প্ৰান্তিক। মোৰ সম্পৰ্কে তোমাৰ যি ধাৰণা, সেয়া লৈ মই তোমাৰ স্ত্ৰী হ'ব নোৱাৰিম। মোৰ কোনো মৰ্যাদাই নাথাকিব জীৱনত।

ঃ মই জানো, তুমি কি বিচৰা — মই জানো....

ঃ নাজানা, নাজানা বাবেই তুমি প্ৰেমিক হ'ব নোৱাৰিলা। মই সেয়ে ইয়াতে নামিম, কেতিয়াবা তুমি যদি মোক বুজিব পাৰা, তেতিয়া ঘূৰি আহিবা — কিন্তু মই জানো তুমি কোনোদিন নাহা। — বৰ্ষাই আৰু এটাও কথা ক'বলৈ সুযোগ নিদি ট্ৰেইনৰপৰা নামি পৰিল। তৃতীয় হুইছেলটো মাৰি ট্ৰেইনখন লৰচৰ কৰি উঠিল।

আচৰিত ধৰণে বৰ্ষাই অনুভৱ কৰিলে, তাইৰ অলপ আগলৈকে থকা বিষাদগ্ৰস্ততা হঠাতে নোহোৱা হ'ল। এজাক সৰু ল'ৰা-ছোৱালী ট্ৰেইনৰ পিছে পিছে কিৰিলিয়াই দৌৰিলে। আচম্বিতে লোৱা এই সিদ্ধান্তত বৰ্ষা নিজেই আচৰিত হ'ল। এইবাৰ এটা মানুহ আগবাঢ়ি আহি সুধিলেহি — মেমচাব্ ফিৰ বহা যানা হে ক্যা! তাই দেখিলে ৰঙা পাগুৰিৰে অথনি কেম্পৰপৰা মানুহজনী লৈ অহা ঠেলাখনৰ গৰাকীটো। তাই হাঁহি মাৰি শলাগিলে। মানুহটোৱে ঠেলাৰ পিছফালে তাইৰ ছুটকেছটো তুলি দিলে আৰু তাইকো উঠিবলৈ ক'লে। এই গাঁৱত এই ঠেলা-ৰিক্সাবোৰেই মানুহৰ বিপদৰ সহায়। তাই পুনৰ হুছেইনৰ কেম্পৰপৰা অহা ৰাস্তাৰেই উভতিল। এজাক ল'ৰা-ছোৱালীয়ে তাইৰ ঠেলাখনৰ পাছত ধৰি কিৰিলিয়াই লগত দৌৰিলে। সিহঁতক খেদিবলৈ ঠেলাৰ গৰাকীটোৱে হাতৰ এচাৰি দেখুৱাই ধমকি দিলে। চাহেবপুৰাৰ পথাৰবোৰৰ ওপৰেৰে বিয়লিৰ বতাহ এজাক বলিছিল। কিন্ কিন্‌কৈ বৰষুণৰ কণিকা দুটোপালমান গাত পৰিলহি। ল'ৰা-ছোৱালীবোৰে বৰষুণৰ সম্ভাৱনাত আকৌ কিৰিলি পাৰি উঠিল। দুটোপাল বৰষুণ এই অঞ্চলৰ বাবে আশীৰ্বাদস্বৰূপ। বৰ্ষাই দেখিলে দুৰ্ঘটনাত পতিত তাই অহা ৰে'লৰ দবাটো আঁতৰাই থোৱা হৈছে। দবাটোৰ মাজভাগ ভাগি গৈছে। হঠাতে তাইৰ নিজকে দবাটোৰ দৰে লাগিল। এই দবাটোৰ দৰেই তাইৰ হৃদয়খন চূৰ্ণ-বিচূৰ্ণ হৈ চাহেবপুৰাত থাকি গ'ল। দূৰৈৰপৰা তাই ৰে'লগাড়ীৰ উকি শুনিলে। অস্ফুট স্বৰেৰে তাই ক'লে — 'গুড বাই প্ৰান্তিক'। ক'ব নোৱাৰাকৈ তাইৰ দুটোপাল চকুপানী ওলাই আহিল। শূন্য ৰে'ল লাইনটো তাই ইমূৰৰ পৰা সিমূৰলৈ চালে। জীৱনটোৱেই এটা ৰে'ল লাইন। জীৱনৰ ঘটনা-উপঘটনাবোৰ একো একোটা দবা। হাঁহি-কান্দোন, দুখ-সুখৰ অনুভূতিৰে কঢ়িওৱা এই দবাবোৰ অনিশ্চিত, কিন্তু বৰ আপোন। কোনে গাইছিল। বৰ্ষাই মনত পেলাবলৈ যত্ন কৰিলে — অ' এলভিছ প্ৰেচলীৰ পুৰণি গান এটা আছিল — লাইফ ইজ আ প্লেটফৰ্ম, ইউ কেন ৱেট ফৰ আ চেকেণ্ড, ড্ৰীম উইল কেৰী ইয়ৰ লাইফ, নাথিং টু লুজ ফৰ আ' ম'মেন্ট.... হয় তেনেকুৱা কিবা এটাই আছিল গানটোত। দিল্লীৰ পুৰণি গীত, পুৰণি ৰেকৰ্ড বিক্ৰী কৰা দোকান এখনৰপৰা কেছেটটো তাই কিনিছিল। হয়তো, জীৱনটোৱেই এটা প্লেটফৰ্ম, ক্ষণিকৰ অপেক্ষা মাথোন, কিন্তু সপোনে জীৱনক লৈ ফুৰে, ক্ষণিকৰ বাবে নহয়, সপোন দেখাজনে একো নেহেৰুৱায় — তায়ো একো হেৰুওৱা নাই। বৰ্ষাই নিজকে নিজে প্ৰবোধ দিলে। প্ৰান্তিকক জীৱনৰ প্লেটফৰ্মত তাই লগ পাইছিল। সপোন দেখিছিল তাই। প্ৰান্তিকে তাইৰ সপোন ভাঙি দিওঁতেই তাই আলফুলে সপোনটো লগত লৈ নামি পৰিল এই খৰাংপীড়িত গাঁওখনত। তাই হুছেইনৰ প্ৰেমত পৰিছে নেকি? — নহয়, হয়তো হয়, সপোন দেখাৰ স্বাধীনতা তাইৰ আছে, কাৰোবাক ভালপোৱাৰো স্বাধীনতা তাইৰ আছে। প্ৰেম মানে বন্দিত্ব নহয়। হঠাতে অলপ ডাঙৰকৈ বৰষুণৰ টোপাল পৰিলত বৰ্ষাৰ তন্ময়তা ভাগিল। বৰষুণজাকে চাহেবপুৰাক নতুনকৈ প্ৰাণসঞ্চাৰ কৰিলে। ল'ৰা-ছোৱালীবোৰে ফূৰ্তিতে নাচি-বাগি ঠেলাখন ঠেলিলে।

বৰ্ষাই কেতিয়াও অনুভৱ নকৰা এক শিহৰণ অনুভৱ কৰিলে। ইমানদিনে সৰু কুঁৱাত আবদ্ধ এসোঁতা পানীক যেন

স্বাধীনভাৱে বোৱাই নিয়া হ'ল মহাসাগৰলৈ। বৰ্ষা এইবাৰ ঠেলাৰপৰা নামি পৰিল আৰু ছুটকেছ কঢ়িয়াই নিয়া ঠেলাখন, ল'ৰা-ছোৱালীবোৰৰ সৈতে একেলগে ঠেলি দৌৰিবলৈ লাগিল। বৰ্ষাৰ এই কাৰ্যত ল'ৰা-ছোৱালীজাকে আনন্দতে কিৰিলিয়াই উঠিল। পথাৰৰপৰা ঘৰমুৱা হোৱা শ্ৰান্ত খেতিয়ক দুজনমানে বিস্ময় আনন্দত অভিভূত হৈ এই দৃশ্য বৰষুণত তিতি তিতি প্ৰত্যক্ষ কৰিলে।

## দ্বিতীয় বৰষুণ জাক

শুকান পথাৰৰ আলিৰে বৰ্ষা ল'ৰা-ছোৱালীজাকৰ সৈতে চাহেবপুৰাৰ সেই বিশেষ ঘৰটোৰ জপনামুখ পাই থমকি ৰ'ল। তাই দেখিলে, ঘৰৰ সন্মুখৰ চোতালখন খালি, ঘৰটোও নিমাও-মাও। বৰ্ষাৰ নিজকে শূন্য ঘৰ আৰু চোতালখনৰ দৰে লাগিল। মাত্ৰ কেইঘন্টামান আগলৈকে বৰ্ষা কিমান পৰিপূৰ্ণ আছিল! তাইৰ জীৱনৰ এটি বিশেষ ক্ষণত অহা প্ৰান্তিক নামৰ ধুনীয়া ল'ৰাটো, যাৰ চকুত চকু থৈ তাই এৰি দিব খুজিছিল জীৱন জাহাজ, এতিয়াও সেই প্ৰান্তিক গৈ আছে ৰে'লখনত। যোল্ল দিনৰ পিছতে তাই আৰু প্ৰান্তিকৰ বিবাহ হোৱাৰ কথা আছিল। দুয়োখন ঘৰে ইতিমধ্যে চাগৈ সিহঁত দুয়োটালৈকে অপেক্ষা কৰি আছে। প্ৰান্তিকে অকলশৰে গৈ ঘৰত যেতিয়া এই বিস্ফোৰক বতৰাটো দিবগৈ তেতিয়া কি পৰিস্থিতিৰ উদ্ভৱ হ'ব! বৰ্ষাৰ মাক কান্দি-কাটি বাউলী হ'ব, দেউতাকে নিশ্চয় মাকক গম্ভীৰভাৱে ক'ব — 'মই আচৰিত নাই হোৱা। তুমি সৰুৰেপৰাই তাইক স্বাধীনমনা কৰি তুলিছিলা — ইমান স্বাধীনমনা তাই হ'ল যে বংশ-পৰিয়ালৰ মান-সন্মান, তাইৰ বৰ্তমান-ভৱিষ্যৎ সকলো পুতলা খেল বুলি ভাবি ল'লে।' কিন্তু ইয়াতকৈ জানো কিবা বেলেগ উপায় আছিল? যোৱা তিনি বছৰে তাই প্ৰান্তিকক প্ৰাণভৰি ভাল পাইছিল। এদিন প্ৰান্তিকেই ই-মেইল কৰি বিদেশৰপৰা সুধিছিল — 'বৰ্ষা, তোমাৰ মুখ-শৰীৰ, অভিব্যক্তি, ব্যক্তিত্ব আৰু কথা-বতৰাবোৰে মোক ইয়াত অস্থিৰ কৰি থাকে, তোমাৰ বাৰু এনেকুৱা হয়নে? তুমি কিয় মোক ভাল পোৱা?' — তাই মাত্ৰ এটা বাক্য লিখি উত্তৰ দিছিল — 'মোৰ মন আৰু চিন্তাৰ সৈতে তুমি 'মেচ্চ' কৰিছা বাবে ভাল পাওঁ'। পিছদিনাই প্ৰান্তিকৰ অভিমানী চিঠি — 'তুমি ভালপোৱাক বটলৰ সাঁফৰৰ দৰে কৰিলা'। 'মেচ্চ' হোৱাটো জৰুৰী, কিন্তু ভালপোৱাৰ বাবে আৰু এটা জৰুৰী কথা হ'ল, কেতিয়াবা বহু কথা 'মেচ্চ' নহ'লেও তুমি বা মই এড্‌জাষ্ট কৰিব লাগিব। প্ৰেম, ক'ম্পেনীয়ে তৈয়াৰ কৰা টেমা বা বটল নহয় যে সকলো সময়তে খাজে খাজে মিলি যাব'। — বৰ্ষাৰ খুব ভাল লাগিছিল চিঠিখন পঢ়ি। প্ৰান্তিক বিদেশলৈ যোৱাৰ প্ৰথম ছমাহতে লেখা এইবোৰ চিঠি। বিদেশলৈ যোৱাৰ পিছত প্ৰান্তিকে বৰ্ষালৈ পঠিয়াইছিল প্ৰেম আৰু বিবাহৰ প্ৰস্তাৱ। কত যে মান-অভিমান ভৰা পৰস্পৰৰ চিঠিবোৰ! বৰ্ষাই এড্‌জাষ্ট কৰিবলৈও শিকিছিল। ঠিকেই, প্ৰেম হৰলিক্স বা মাল্টোভাৰ বটলৰ সাঁফৰ হ'ব নোৱাৰে। কিন্তু একপক্ষীয়ভাৱে কেৱল বৰ্ষাই প্ৰান্তিকৰ সৈতে এড্‌জাষ্ট কৰাৰতো কথা নাছিল! বিদেশলৈ যোৱাৰ আগতে বৰ্ষাই প্ৰান্তিকক যেতিয়াই-তেতিয়াই সুহুৰিয়াই গান গোৱা, য'তে-ত'তে আঙুলিৰে তবলা বজাই থকাৰ বাবে কপট খং দেখুৱাই শাসন কৰিছিল। কিন্তু এতিয়া! প্ৰান্তিকক যেন কোনোবাই ভাঁজে ভাঁজে ইস্ত্ৰি কৰি থৈছে। কথাইপতি ছৰি, থেংকিউ, ছ' কাইণ্ড অৱ ইউ। প্ৰান্তিকৰ ওঁঠৰ সুহুৰিটো বিদেশত হেৰুৱাই থৈ আহিব বুলিতো বৰ্ষাই জনা নাছিল! প্ৰান্তিকে দিল্লীত পঢ়ি থাকোঁতেই, পুত্ৰৰ ঠিকনা বিচাৰি নোপোৱা পাঞ্জাবী মাতৃ এগৰাকী লগ পায়, তেওঁক লৈ অ'ল্ড দিল্লী, নিউ দিল্লী চলাথ কৰি ফুৰিছিল। তিনি দিনৰ অশেষ চেষ্টাৰ পিছত, মাতৃ-পুত্ৰৰ মিলন ঘটাই যেতিয়া উভতি আহিছিল, তেতিয়া প্ৰান্তিকৰ এটা ছেমিষ্টাৰ নষ্ট হৈছিল। বৰ্ষাই প্ৰান্তিকক ইমান দায়িত্বজ্ঞানহীন হোৱা বাবে খং কৰিছিল। প্ৰান্তিকে দোষ কৰা শিশুৰ দৰে অসহায়ভাৱে উত্তৰ দিছিল, — 'মানুহজনী ইমান সৰল আৰু আঁকৰী আছিল যে পুতেকৰ এতিয়াৰ ঠিকনাৰ সলনি এবছৰৰ আগতে থকা পুৰণা ঠিকনাটো লৈ দিল্লীলৈ আহি কন্দা-কটা কৰিছেহি। মোৰ আমাৰ মালৈ মনত পৰি গ'ল। আমাৰ মাও এনেকুৱা আঁকৰী'। বৰ্ষাৰ হৃদয় অবুজ প্ৰসন্নতাৰে ভৰি গৈছিল প্ৰান্তিকৰ কথাত। সেই প্ৰান্তিক এতিয়া ইমান কেলকুলেটিভ যে বিয়াৰ পিছত তিনি দিনতকৈ বেছি অসমত থাকিবলৈ ইচ্ছুক নহয়। কোনো কাৰণতে আনৰ সুখৰ বাবে দুই দণ্ড খৰচ কৰিবলৈ অপাৰগ। বৰ্ষাই জানো ভুল কৰিলে! প্ৰান্তিকৰ সৈতে একেটা ৰে'লৰ দবাত চাহেবপুৰাৰপৰা বাকীছোৱা পথ একেলগে যোৱাৰ কথা বৰ্ষাই ভাবিবই নোৱাৰে। নাই ইয়াৰ বাহিৰে তাইৰ কোনো উপায় নাছিল। হয়তো একেলগে অসমলৈকে ৰে'লত বাকীছোৱা পথ যোৱা হ'লে তাই দুৰ্বল হ'লহেঁতেন

পৰিস্থিতিৰ প্ৰবল চাপত। ইতিমধ্যে নিশ্চয় বিয়াৰ কাৰ্ড ছপা হৈ গৈছে। অসমত ৰে'লৰপৰা নামি তাই প্ৰান্তিকৰ সৈতে একে পথেৰে যাত্ৰা কৰিবলৈ বাধ্য হ'লহেঁতেন। সমাজ, পৰিয়াল-স্বজনৰ আবেগিক অনুভৱে তাইক পৰাস্ত কৰি পেলালেহেঁতেন। বৰ্ষাৰ হঠাতে বৰ ভাগৰ লাগিল। তাই নিমাও-মাও ঘৰটোৰ চোতালৰ তালগছজোপাৰ গুৰিত বহি পৰিল। ল'ৰা-ছোৱালীবোৰে ছেদেলি-ভেদেলি হৈ ক'ৰবালৈ গুচি গৈছে। মাত্ৰ ঠেলাবালাটোৱে তাইলৈ কৌতূহলেৰে চাই থিয় হৈ আছে। মূৰত মৰা ৰঙচুৱা গামোচাখন খুলি সি মাজে মাজে ঘাম মচিছে, মাজে মাজে গামোচাখন ঘূৰাই ঘূৰাই বিচি আছে। বৰ্ষাক দেখি তাৰো নিশ্চয় অপাৰ কৌতূহল হৈছে। বৰ্ষাই তাক হাত বাউল দি মাতিলে। বেগৰপৰা টকা দহটা উলিয়াই ঠেলাবালাটোক দিয়াৰ লগে লগে সি হাঁহি পেলালে।

ঃ কা নাম? — বৰ্ষাই ভোজপুৰী উচ্চাৰণেৰে কথা ক'বলৈ যত্ন কৰিলে।

ঃ গিলু। এহি তিলুৱা মা ৰহত....

তিলুৱা নেকি গাঁওখনৰ নাম? — গিলুৱে মূৰ জোকাৰিলে। বৰ্ষাই আকাশ-পাতাল ভাবিবলৈ ধৰিলে। হঠাতে তাই কি কাণ্ডটো কৰি পেলালে! ঘৰটোত বিদ্যা-সঞ্জীৱ কাকোৱেই চকুত পৰা নাই। শেখৰ ছুছেইনে কৈছিল জখমী বেগন ব্ৰ'কাৰকেইটাক ভাল চিকিৎসালয়লৈ লৈ যাব। 'এই এন-জি-অ'টোৱে গাঁৱত এটা হাতৰ কামৰ কাৰখানা চলাই আছে। বিদ্যা কাৰখানাটোৰ ইনচাৰ্জ। মানুহবোৰ ভাগে ভাগে কামলৈ গ'ল নিশ্চয়। বৰ্ষাক বাৰু এই অনুষ্ঠানটোৱে গ্ৰহণ কৰিবনে? শেখৰ ছুছেইনে বাৰু তাইক দেখি কি ভাবিব। এজনী আবেগিক অপৰিপক্ক ছোৱালী বুলি নাভাবেতো! যদি বৰ্ষাক তেওঁলোকে এটা অনাহুত সমস্যা বুলি ভাবিবলৈ লয়! কথাবোৰ ভাবি ভাবি বৰ্ষাৰ অস্বস্তি আৰম্ভ হ'ল। চাহেবপুৰাতহে তাই আৰু প্ৰান্তিক অহা ট্ৰেইনখনৰ এক্সিডেন্ট হ'ব লাগিছিলনে! তাতেই আকস্মিকভাৱে শেখৰ ছুছেইনক লগ পাব লাগিছিলনে! কি আকস্মিক সংযোগ আৰু ঘটনাই তাইৰ জীৱন সলনি কৰি দিলে! কি বিশ্বাসত তাই কস্মিনকালেও নাম নুশুনা অচিনাকি সৰু গাঁওখনত উদ্দেশ্যহীনভাৱে নামি পৰিল! শেখৰ ছুছেইনৰ বাবে! প্ৰান্তিকে এটা বদ্ধমূল ধাৰণা লৈ গৈছে, দুই দণ্ডৰ বাবে লগ পোৱা বৰ্ষা ছুছেইনৰ অনুৰক্তা বুলি। কি সাংঘাতিক ভুল ধাৰণা প্ৰান্তিকৰ! অতি চিনাকি আৰু ঘনিষ্ঠ মানুহজনেই একোটা মুহূৰ্তত কিমান বিস্ময়কৰভাৱে অচিনাকি আৰু ভয়ংকৰ হৈ উঠিব পাৰে! বৰ্ষাক লাহে লাহে চৌহদটোৰ নিৰ্জনতাই শোকাতুৰ কৰি পেলালে। কিয় এনে হ'ল — কিয় হ'ল! বৰ্ষা এইবাৰ কান্দোনত ভাগি পৰিল। তাই দুই আঁঠু চপাই হুক্-হুকাই আঁঠুত মূৰ গুঁজি কান্দিবলৈ ধৰিলে। কিমান সময় এইদৰে পাৰ হ'ল তাই নাজানে, বৰ্ষাই বাউসিত এটা স্পৰ্শ অনুভৱ কৰিলে। তাই মূৰ তুলি চালে। এজনী উনৈছ-বিছ বছৰীয়া ছোৱালী। ঘগাত হালধীয়া পখিলাৰ দৰে ফুল থকা কাপোৰৰ সাধাৰণ ছেলোৱাৰ-কুৰ্তা পৰিহিতা। ছোৱালীজনীৰ বয়সে দাবী কৰা সত্ত্বেও মুখ-চকুত চঞ্চলতা নাই। বৰঞ্চ এক কৌতূহলজনক দৃষ্টিৰ সৈতে তাইৰ চকুত এক আত্ম-বিশ্বাসৰ উপলব্ধিহে প্ৰকট হৈ উঠিছে। বৰ্ষা এই কেম্পটোলৈ কেইঘণ্টামানৰ আগেয়ে শেখৰ ছুছেইনৰ সৈতে আহোঁতে এই ছোৱালীজনী দেখা মনত নপৰে। বৰ্ষাই ছোৱালীজনীলৈ চাই কিবা এটা ক'ব খুজিলে, কিন্তু একো শব্দ মুখৰপৰা নোলাল। ছোৱালীজনীয়ে সুধিলে পৰিষ্কাৰ হিন্দীত — 'ক'ৰ তুমি?' কি উত্তৰ দিব বৰ্ষাই! উত্তৰ দিলেই যে অপাৰ প্ৰশ্ন আহিব সেই কথা তাই জানে। 'শেখৰ ছুছেইনে মোক জানে — বিদ্যা, সঞ্জীৱহঁতেও চিনি পায়'। বৰ্ষাই সংক্ষিপ্ত উত্তৰ দিলে। ছোৱালীজনীৰ চকু-মুখৰপৰা কৌতূহলৰ চাপ নুগুচিল। তাই আকৌ ক'লে — 'মই যোৱা ডেৰ বছৰ ধৰি তেওঁলোকৰ সহকৰ্মী হৈ আছোঁ'। অৰ্থাৎ পৰোক্ষভাৱে তাই বৰ্ষাক প্ৰশ্ন কৰিলে যে তাই সিহঁতবোৰৰ ডেৰ বছৰৰ আগৰে চিনাকি নেকি! বৰ্ষাই এটা ম্লান হাঁহি মাৰি ক'লে — 'মই পাঁচ ঘণ্টামানৰ আগৰ চিনাকি'।

ঃ মানে!

ঃ মানে এই চাহেবপুৰাৰ ক্ৰছিঙত আমাৰ ৰে'লৰ দুৰ্ঘটনা এটা হৈছিল....

ঃ অ' মই জানো — কিন্তু ট্ৰেইন ভাল হৈ গ'লগৈ। বেগন ব্ৰ'কাৰ দুটামানৰ গুৰুতৰ আঘাত আছিল — মই আৰু দুজনমানে গৈ প্ৰাইমেৰী হেল্‌থ চেণ্টাৰত ভৰ্তি কৰি আহিছোঁ। এতিয়া ইমাৰজেন্সি বাৰ্ডলৈ নিয়া হৈছে। কিন্তু তুমি ক'ত দুখ পাইছিলা — তুমি সেইখন ৰে'লৰ যাত্ৰী আছিলা নেকি? — প্ৰশ্ন সোধা ছোৱালীজনী এইবাৰ তাইৰ কাষতে বহি পৰিল। বৰ্ষা নিমাতে থাকিল। এই দুৰ্ঘটনাত তাইৰ হাত-ভৰি ভগা হ'লেও কিজানি সহ্য কৰিব পাৰিলেহেঁতেন। কিন্তু তাইৰ হৃদয় ভাগি চূৰ্ণ-বিচূৰ্ণ হৈ গৈছে, এই আঘাত উপশমৰ বাবে পৃথিৱীৰ ক'তো ইমাৰজেন্সি ৱাৰ্ড নাই। সেয়ে তাই

চকুৰে ক'লে — 'মই সেই বে'লতে আহিছিলোঁ নিজীৱপৰা অসমলৈ বুলি। তাৰ পিছত, এজনী গৰ্ভৱতী তিৰোতা যাত্ৰীক লৈ আহিছিলোঁ এই কেম্পলৈ, হুছেইনৰ সৈতে। হুছেইন আৰু এই কেম্পৰ কৰ্মীসকলে বে'লৰ মানুহবোৰৰ খবৰ লৈছিল। মোৰ সৈতে তাতেই চিনাকি। মানুহজনী সুস্থ হৈ ট্ৰেইনত উঠি গ'লগৈ। মই থাকি গ'লোঁ — মানে ট্ৰেইনখনক বিদায় দি এই ঠাইতে থাকি যোৱাৰ সিদ্ধান্ত লৈ গুচি আহিলোঁ'। — বৰ্ষাৰ এটোপাল চকুলো তিৰবিৰ কৰিছিল চকুৰ কোণত। ছোৱালীজনীয়ে কিবা এটা তৎক্ষণাৎ অনুমান কৰি তাইৰ হাতখনেৰে বৰ্ষাৰ বাহুত এটা মৃদু চাপ দি ক'লে — 'হ'ব, এতিয়া ব'লা। কেম্পৰ মানুহবোৰ কামত ওলাই গৈছে। হুছেইনক মই হেলথ চেন্টাৰত পাই আহিছোঁ। অলপ পিছত সকলোকে পাবা তুমি। ভিতৰলৈ ব'লা। তোমাৰ বেগটো মোক দিয়া — অ' তোমাৰ নাম কি?'

ঃ বৰ্ষা, তোমাৰ।

ঃ ৰাখী-ৰাখী ভাটনাগৰ। পিছে উপাধিবোৰ আমি প্ৰায় পাহৰি পেলাইছোঁ। মানুহৰ আটাইতকৈ অদৰকাৰী বস্তু উপাধিটো, নহয় বৰ্ষা? — বৰ্ষাই হাঁহিলে। মুহূতৰ্তে বৰ্ষাৰ বুকু ভৰি এক প্ৰশান্তিৰ নিশ্বাস ওলাই আহিল। ৰাখীৰ মাত্ৰ এটা কথাই বৰ্ষাক বুজাই দিলে, এই কেম্পটোৰ পৰিধি কিমান বিশাল, কিমান অন্তৰংগ। অলপ আগলৈকে থকা বৰ্ষাৰ অস্বস্তি আৰু দুশ্চিন্তাৰ মুহূৰ্তবোৰৰ ঠাই ল'লেহি এক স্বস্তিয়ে। বৰ্ষাৰ প্ৰথমবাৰলৈ অনুভৱ হ'ল, মানুহক নিৰ্বাসিত কৰে মানুহে, মানুহৰ আশ্ৰয়ো মানুহেই।

চাপাতি, আলু-মেথি শাকৰ ভাজি আৰু মাহৰ দাইলেৰে নিমাতে সকলোৱে নিশাৰ আহাৰ খাই আছে কোঠালিটোত। ৰাখীয়ে সন্ধিয়া অলপ তেলসনা মুড়ি বৰ্ষাক খাবলৈ দিছিল। বৰ্ষাৰ ভোক লগাটোৱেই স্বাভাৱিক। কিন্তু বৰ্ষাৰ ভোক লগা নাই। তাই ষ্টিলৰ থালখনত দিয়া ৰুটী আঙুলিৰে ছিঙি-ভাঙি খাওঁ-নাখাওঁকৈ গিলিবলৈ যত্ন কৰিলে। ৰান্ধনিটোৱে গৰম চাপাতি চুলাত সেকি প্ৰয়োজনমতে যাক লাগে দি আছে। বৰ্ষাক সি সুধিব খুজি ক'লে — 'ৰুটী ঠাণ্ডা হৈ থালতে আছে খোৱা নাই কিয়?' হুছেইনে এইবাৰ বৰ্ষালৈ চালে। 'বৰ্ষা, তুমি নিশ্চয় এই খাদ্যত অভ্যস্ত নহয়। কিন্তু আমাৰ সৈতে কাম কৰিবা বুলি আহিলা যেতিয়া, সকলোতে এড্জাষ্ট কৰিবলৈ শিকা, নহ'লে বৰ কষ্ট পাবা'। বৰ্ষা নিশ্চুপ হৈ থাকিল। তাই কেনেকৈ বুজাব, খাদ্যত তাইৰ অৰুচি হোৱা নাই, যিকোনো খাদ্য খাবলৈ আৰু প্ৰয়োজনত নোখোৱাকৈ থাকিবও পাৰে তাই, কিন্তু তাইৰ অন্তৰ ভাৰাক্ৰান্ত এই মুহূৰ্তত। সন্ধিয়া সাতমান বজাত শেখৰ হুছেইন, বিদ্যা, সঞ্জীৱ সকলো ঘূৰি আহি তাইক দেখি আচৰিত হৈ গৈছিল, কিন্তু কোনেও একো প্ৰশ্নই এতিয়ালৈকে কৰা নাই। মাত্ৰ শেখৰ হুছেইনে কিছু সময় বৰ্ষাৰ মুখৰ ফালে চাই ক'লে — 'অৱশেষত গুচি আহিলা। কিন্তু তুমি সিদ্ধান্তটো পুনৰ বিবেচনা কৰা কিছু দিন। আবেগিক সিদ্ধান্তই তোমাক পিছত অনুশোচনাত ভোগাব।'

ঃ মই এডাল্ট এতিয়া। মোক ৰাখিব পাৰিবনে নাই সেয়াহে এতিয়া মোৰ প্ৰশ্ন।

ঃ তুমি সময় লোৱা বৰ্ষা। — হুছেইনৰ এই কথাৰ পিছত কেম্পটোৰ কোনেও একো প্ৰশ্ন কৰা নাই। তাইৰ প্ৰতি কোনো কৌতূহল প্ৰকাশ নকৰি, নিয়মিত কাম-কাজ কৰি প্ৰত্যেকেই নিজা কোঠালিলৈ গ'ল। দিনটোৰ কামৰ কথা পাতিলে। পিছদিনা কৰিবলগীয়া কামৰ কথা আলোচনা হ'ল। বৰ্ষাৰ অন্তৰ্দ্বন্দ্ব হ'বলৈ ধৰিলে। যিজন শেখৰ হুছেইনৰ ওপৰত হোৱা সম্পূৰ্ণ আস্থা-বিশ্বাসেৰে তাই জীৱনৰ গতি তৎক্ষণাৎ সলাই পেলালে, সেই হুছেইনে তাইক এতিয়াও সম্পূৰ্ণ আস্থাৰে গ্ৰহণ কৰা নাই কিয়? বৰ্ষাই প্ৰত্যেকলৈকে এবাৰ চালে। প্ৰত্যেকেই পৰম তৃপ্তিৰে নিশাৰ আহাৰ খোৱাত ব্যস্ত। তাই ওপৰলৈ চালে। পুৰণি ঘৰটোৰ চালৰ খাপৰিবোৰ ঠায়ে ঠায়ে এৰোৱা। সেই ঠাইত পলিথিন লগোৱা আছে। ঘৰটো এসময়ত বেছ মজবুত-ধুনীয়া আছিল বুলি ধৰিব পাৰি। দীঘল খিৰিকী। ৰান্ধনি ঘৰটো দূৰৈত। মূল ঘৰ আৰু ৰান্ধনিঘৰ সংলগ্ন এখন দীঘল বাৰাণ্ডা। চাহ বাগিচাৰ বঙলাবোৰৰ আৰ্হিৰ ঘৰটো। এই বাৰাণ্ডাখনকেই ডাইনিং হল কৰিছে। দীঘল কাঠৰ মেজ এখনৰ চাৰিওকাষে বাঁহ আৰু কাঠৰ মূঢ়া। মেজৰ ওপৰত ওলমি আছে এটা লাইটৰ বাল্ব। হাৰিকেন লেম্পো ওলোমাই থোৱা হৈছে। 'তোমাক অথনি কৈছিলোঁ নহয় বৰ্ষা, যে চাহেবপুৰাত ইষ্ট ইণ্ডিয়া কোম্পানীৰ এটা অফিচ আছিল। সেই অফিচটোকেই কেন্দ্ৰ কৰি বহু ঘটনা ওঠৰশ শতিকাৰ পিছৰপৰা ঘটিছিল। এই অঞ্চলৰ কৰ-কাটল তুলিবলৈ যিজন চাহাবৰ 'ব্লেক কালেক্টৰ' অৰ্থাৎ ভাৰতীয় ভৃত্য পঠিয়াইছিল, তেওঁ আৰু ৰাল্ফ স্পেলডন নামৰ চাহাবজনক এই অঞ্চলটোতে স্থানীয় মানুহে লাঠিৰে কোবাই হত্যা কৰিছিল। কিন্তু ইয়াৰ পোটকো ইংৰাজে তুলিলে। এই অঞ্চলত কৰ বঢ়াই দিলে। গাঁওবাসীক

অত্যাচাৰত জুৰুলা কৰিলে। ইয়ালৈ বেছিঁকৈহে চাহাব আহিল। অফিচ খুলিলে। ঘৰ সাজিলে। ইয়াৰপৰা কেই কিলোমিটাৰমান গ'লেই এখন বজাৰ পাবা। নাম ইংৰাজ বাজাৰ। সেই বজাৰলৈ স্থানীয় মানুহে কুলী হৈ চাহাবৰ বস্তু কঢ়িয়াই দিয়াৰ বাদে একো কাম কৰিব নোৱাৰিছিল। এনেয়ে সেই বজাৰলৈ নেটিভ্ সোমালে সৌকাৰে কোবাই পিঠি ফালি দিয়া হৈছিল। এই চাহাববোৰক আকৌ ফুচুলাই ৰাখিছিল গাঁৱৰ 'চাৰপাঞ্চ' মুখিয়ালসকলে। 'ব্লেক-কালেক্টৰ' আৰু চাহাবক ঘোচ দিবলৈ তেওঁলোকে গাঁৱৰ যিকোনো বোৱাৰী-ছোৱালী ধৰি লৈ গৈছিল। মাকবোৰে ভয়তে ছোৱালীবোৰক ল'ৰাৰ দৰে সাজ পিন্ধাই ৰাখিছিল। কিন্তু তথাপি সিহঁত ৰক্ষা নপৰিছিল। এই ঘৰটো যে দেখিছা, ইয়াত আজিৰপৰা আঠ বছৰৰ আগলৈকে এগৰাকী বুঢ়ী বাস কৰিছিল। তেওঁৰ চুলিবোৰ সোণালী, চকুৰ মণি নীলা, কিন্তু ছালখন ভাৰতীয়। তেওঁৰ মাকক এজন চাহাবে এই ঘৰত ৰক্ষিতা হিচাপে ৰাখিছিল। ভাৰত স্বাধীন হোৱাৰ পিছত চাহাবজন গ'লগৈ, কিন্তু তেওঁৰ ৰক্ষিতা, এক পুত্ৰ আৰু কন্যা ইয়াত থাকিল। ল'ৰাটো হেনো কিবা বেমাৰত মৰিল। মাকে ইয়াতে আত্মহত্যা কৰিলে চাহাবজন যোৱাৰ পিছত। এই ঘৰত অকলশৰে থাকি গ'ল ছোৱালীজনী। তাই এসময়ত বুঢ়ী হৈ আঠ বছৰমান আগেয়ে মৰিল। এই ঘৰৰ পিছফালে এখন হাবি আছে। তাতেই এই পৰিয়ালৰ সকলোৰে কবৰ আছে, এপিটাফ আছে। কাইলৈ তুমি চাবগৈ পাৰিবা। আমি হাবি গুচাই মুকলি কৰি থৈছোঁ। আঠ বছৰত ঘৰটো তেনেই জহি-খহি গ'ল। আমি আহি ইয়াত থাকিবলৈ লোৱাত গাঁৱৰ সকলো মানুহে প্ৰথমে ভয়েই খাইছিল। 'ভূত বাংলা' বুলি এইফালে কোনো নাহে। এতিয়া অৱশ্যে ভয় ভাগিছে। গতিকে বৰ্ষা — আমাৰ দৰে স্বেচ্ছাই দুখ বিচাৰি লোৱা মানুহবোৰে এনেকুৱা ঘৰেই বিচাৰি ল'ব লাগিব। তুমি খাবলৈ এৰি, ঘৰটোৰ বেৰ-চাল চাই থকা দেখি মই এই সুদীৰ্ঘ কাহিনী কৈ ভাষণ দিবলগা হ'ল। এই ভূত বাংলা'ত তোমাৰ ভয় নালাগেতো? — হুছেইনে হাঁহি মাৰি সুধিলে।

ঃ মানুহ ভূতৰ বাদে মই কাকো ভয় নকৰোঁ দেই — বৰ্ষায়ো হঠাতে হাঁহি মাৰি ক'লে। আটাইবোৰে গিৰ্জনী মাৰি হাঁহিলে বৰ্ষাৰ কথাত। বৰ্ষাই বুজি উঠিল, শেখৰ হুছেইনে তাইৰ মনৰ কথাবোৰ তন্ন-তন্নকৈ পঢ়ি পেলাইছে। বৰ্ষাই ভবাৰ দৰে তাইৰ প্ৰতি তেওঁ অমনোযোগী হোৱা নাই। শেখৰ হুছেইন যে এজন পাকৈত মনোবিশ্লেষক সেই প্ৰমাণ অৱশ্যে দিনতেই বৰ্ষাই পাইছিল। খন্তেক সময়ৰ মাজতে লগ পোৱা বৰ্ষাক সেয়ে সুধি পেলাইছিল — 'আৰ ইউ হেপী বৰ্ষা। সুখীনে তুমি?'

তাইৰ প্ৰেমিক প্ৰান্তিকৰ সকলো কথা লুকুৱাবলৈকে তাই কৈছিল — 'অফ ক'ৰ্ছ, হোৱাই নট?'

ঃ সেই কথা তোমাৰ চকুৱে নকয়। দৃঢ়তাৰে, হুছেইনে উত্তৰ দিছিল। বৰ্ষা নিশ্চুপ হৈ গৈছিল। এতিয়া আকৌ প্ৰমাণ পালে বৰ্ষাই, শেখৰ হুছেইন নামৰ অসাধাৰণ মেধাসম্পন্ন মানুহজনক ফাকি দিয়াটো কঠিনেই নহয় দুৰূহ কথা। খোৱা থাল-বাচন ইয়াত প্ৰত্যেকেই নিজে ধোৱে। ৰান্ধনিকো সহায় কৰি দিয়ে। বৰ্ষায়ো সকলোকে অনুকৰণ কৰিলে। ইজনে-সিজনক শুভৰাত্ৰি জ্ঞাপন কৰি শুবলৈ গ'ল। বৰ্ষাক বিদ্যা আয়েংগাৰে লৈ গ'ল এটা দীঘলীয়া কোঠালিলৈ। য'ত ইটাৰ ওপৰত কাঠৰ নিমজ তক্তা পাতি থোৱা আছে।

'এইটোত মহিলাসকল থাকে'। — বিদ্যাই ক'লে। ৰাখীয়ে তাইৰ হাতত এখন পাতল তুলী, গাৰু আৰু বেডছীট দি ক'লে — এয়া পাৰি লোৱা বিছনাখনত। বৰ্ষাই হাত পাতি ল'লে শয্যা-সামগ্ৰীখিনি। 'পুৱা শুই উঠি আমি বিছনাৰ সামগ্ৰী বান্ধি বেলেগে ৰাখোঁ। বি-বিয়ে কিছু গান্ধী দৰ্শন ফ'ল' কৰে। মহাত্মা গান্ধীয়ে বিছনা সুকোমল নকৰাৰ পক্ষপাতী আছিল। বিছনা আকৰ্ষণীয় হোৱাটো বিনোৱায়ো নিবিচাৰিছিল। দিনত বিছনাৰ সামগ্ৰী বান্ধি থওঁ এইবাবেই, যাতে এবাগৰ দিবলৈ মন নাযায়। বিছনাক গুৰুত্ব দিলে কৰ্মক্ষমতা কমে, এলেহুৱা হয়। বিশ্ৰাম যেতিয়া বিলাসিতা হ'বলৈ আৰম্ভ কৰে, তেতিয়াই মানুহৰ নৈতিক স্খলনৰো সূচনা হয়। এই কথাবোৰ আমি মানি চলোঁ'। ৰাখীয়ে মিচিকিয়া হাঁহিৰে নিজৰ শয্যা পাৰিপাটিকৈ পাৰি থাকি কথাবোৰ ক'লে। বৰ্ষাই আচৰিত হৈ ৰাখী নামৰ কম বয়সীয়া ছোৱালীজনীলৈ চাই ৰ'ল। 'কি হ'ল? তোমাৰ চাগৈ কথাবোৰ শুনি ভয়েই লাগিছে নহয়?'

ঃ নহয় ৰাখী, মোৰ বৰ ভাল লাগিছে। কিন্তু বি-বি কোন? তুমি যে ক'লা এতিয়া!

ঃ অ', তুমি নাজানাই। বি-বি, শেখৰ হুছেইন। আমাৰ বিগ্-ব্ৰাদাৰ বি-বি বুজিলা। তেওঁ বয়সত সকলোতকৈ ডাঙৰ। আমাৰ গাইড। কিন্তু তেওঁ বন্ধুত্ব আৰু ভাতৃত্বহে বিশ্বাস কৰে। নহ'লে এনেকুৱা স্বেচ্ছাসেৱী অনুষ্ঠান চলোৱাটো কঠিন কাম। বিদ্যা আয়েংগাৰ, বি-এচ্, বিগ্-ছিষ্টাৰ।' — বিদ্যা আয়েংগাৰে ৰাখীৰ চঞ্চল-চপল কথাত মিচিকিয়ালে।

গহীন-গম্ভীৰ বিদ্যা আয়েংগাৰে আঁঠুৰাৰ ভিতৰত সোমাই ক'লে, গুড-নাইট গুড-নাইট বৰ্ষা— কল মি, ইফ ইউ ফিল এনি ইনকনভিনিয়েন্সি —। বৰ্ষায়ো ক'লে — 'গুড-নাইট'। ৰাখীয়ে লাইট নুমুৱাই দিলে। মুহূৰ্ততে আন্ধাৰে কোঠালিটো গ্ৰাস কৰিলে। বৰ্ষাই অন্ধকাৰত নিজৰ মুখ আৰু শৰীৰটো স্পৰ্শ কৰি মনে মনে ক'লে — 'মোক সহায় কৰা, মই সঁচাকৈয়ে একো ভুল কৰিব খোজা নাই। মই কেৱল প্ৰান্তিক নামৰ ল'ৰাটোৰ কামত আহিব খোজা নাই, মই মানুহৰ কামত আহিব খুজিছোঁ'। বৰ্ষাৰ চকু দুটা পানীৰে উপচি পৰিল। নিৰ্জনতা ভাঙি দূৰৈৰপৰা এটা কৰ্কশ চিঞৰ ভাহি আহিল। বৰ্ষাৰ অলপ ভয় লাগিল। বিদ্যা আয়েংগাৰে কাষৰ বিছনাৰপৰাই মাত লগালে — বৰ্ষা শব্দটো শুনি ভয় নাখাবা। ম'ৰা চৰাইৰ মাত। পিছফালৰ হাবিত আছে। দেখিছা, ইমান ধুনীয়া চৰাইটোৱে চকু জুৰ পেলায়, কিন্তু মাতটোৱে মন জুৰ নেপেলায়। কুলি চৰাই দেখিবলৈ বেয়া কিন্তু মাতটোৱেই মানুহৰ মনলৈ আনন্দ আনে। আমাৰ কামবোৰো এনেকুৱাই। আজি তোমাৰ হয়তো আচহুৱা এই পৰিৱেশত টোপনি নাহিব। ধীৰে ধীৰে তোমাৰ সকলো চিনাকি হৈ যাব।

বৰ্ষাই এইবাৰ সকলো চিন্তা জোকাৰি থৈ চকু মুদিলে। কাইলৈৰপৰা তাইৰ নতুন জীৱন আৰম্ভ হ'ব। মনতে এনেয়ে গুণ-গুণালে সৰুতে জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' নাটকত শুনা 'টোপনি টোপনি অ' মনেতৰা — সোণৰ পালেঙতে অ' মনেতৰা....'

পুৱা ভালেমান পলমকৈ বৰ্ষাৰ টোপনি ভাগিল। গৰমৰ বাবেই নিশা টোপনি বহুপৰলৈকে অহা নাছিল। ধৰ-মৰাই বিছনাৰপৰা উঠোঁতেই তাই দেখিলে, ৰাখী আৰু বিদ্যাই তাইলৈ চাই বহি আছে। বৰ্ষা অপ্ৰস্তুত হ'ল। বিদ্যাই হাঁহি এটা মাৰি ক'লে — 'গুড মৰ্ণিং। টোপনি আহিছিলনে ভালকৈ!' — বৰ্ষাই মূৰ দুপিয়ালে।

ঃ বৰ্ষা, তোমাক দুটামান কথা শিকাওঁ আহা। এই অনুষ্ঠানত থাকিলে এই নিয়ম-নীতিবোৰ সকলোৱে মানি চলে। তুমি শুনিবানে? বৰ্ষাই বিদ্যালৈ চাই সম্ভ্ৰমেৰে ক'লে — নিশ্চয় শুনিম।

ঃ চোৱা বৰ্ষা, তোমাৰ ধৰ্ম-জাতি আমি একো নাজানো। ইয়াত সেই কথাই গুৰুত্ব নাপায়। আমি ভগৱানৰ অস্তিত্ব মানুহ আৰু জীৱ জগতৰ মাজত আবিষ্কাৰ কৰোঁ। সেইবাবেই ইয়াত কোনো ভগৱানৰ নাম লোৱা নহয়। আমাৰ সমগ্ৰ সত্তাৰে কেৱল দৃশ্যমান জীৱ জগতক উপলব্ধি কৰোঁ। দুখ-যন্ত্ৰণা আমাৰ জীৱনত প্ৰত্যেকৰে আছে। কিন্তু যন্ত্ৰণাক আনন্দলৈ ৰূপান্তৰিত কৰিব খোজাৰ প্ৰয়াস আমি অহৰহ কৰোঁ। আমাৰ পাঁচটা মূল মন্ত্ৰ আছে। পুৱা শুই উঠি বিছনাত ধ্যানস্থ হৈ এই কথাকেইষাৰ কওঁ —

মই আজি কাকো অন্যায় নকৰোঁ।

মই আজি কাকো খং নকৰোঁ।

মই আজি যিকোনো পৰিস্থিতিতে সংযম নেহেৰুৱাওঁ।

মই আজি কামবোৰ শৃংখলাৰে কৰিম।

মই আজি এনে এটা মোৰ আত্মাই সুখ পোৱা ভাল কাম কৰিম, যাৰ দ্বাৰা কমেও তিনিজন মানুহ উপকৃত হ'ব।

এয়া আমাৰ নিত্য-শপতনামা। ই বাধ্যতামূলক নহয়। আমাৰ কোনো কামেই বাধ্যতামূলক নহয়। তুমি যদি ইচ্ছা কৰা, তেতিয়াহে এই ধাৰণাখিনি গ্ৰহণ কৰিবা। কথাখিনি কৈ বিদ্যা আৰু ৰাখী কোঠালিৰপৰা ওলাই গ'ল নিশব্দে। বৰ্ষাৰ মনটো হঠাতে উৎফুল্লিত হৈ পৰিল। খিৰিকীৰে বাহিৰলৈ চালে তাই। শান্ত গাঁওখন চঞ্চল হৈ উঠিছে। ওখ তালগছৰ পাতবোৰ পুৱাৰ ৰ'দত চিক্‌মিকাই উঠিছে। বতাহত পাতবোৰ লৰি-চৰি আছে। তাই বাহিৰলৈ চাই ভাবিলে, তাই এনেকুৱা জীৱন এটাই বিচাৰি আছিল। লগে লগেই তাই চকু মুদি লাহে লাহে ক'বলৈ ধৰিলে বিদ্যাই শিকোৱা কথাবোৰ — মই আজি কাকো অন্যায় নকৰোঁ, মই আজি....

মেছুগাঁৱৰ মাজৰে গংগাৰ সুঁতি এটা বৈ আহিছিল। বহু বছৰ হ'ল, সেই সুঁতিৰ এআঁঠু পানীও নোহোৱা হ'ল। চাহেবপুৰাৰ কাষৰীয়া গাঁওবোৰত গংগাই অপাৰ কৰুণা কৰি আহিছে। কিন্তু যোৱা বিছ বছৰমানৰপৰা ভাগলপুৰ জিলাৰ নদী কাষৰীয়া গাঁওবোৰৰ মাটিয়ে ৰূপ ল'বলৈ ধৰিলে পাষাণৰ। শুকান, ৰুক্ষ ধূলিয়ৰী মাটিয়ে শইচৰ বীজ ল'বলৈ অস্বীকাৰ কৰি ধৰ্মঘটহে যেন কৰি বাহিছে। কাঁইটীয়া গছৰ সংখ্যা বৃদ্ধি পাইছে। চাহেবপুৰাৰপৰা মেছুগাঁৱলৈ যোল্ল কিলোমিটাৰ ৰাস্তা। কিন্তু গাঁৱলৈ সাত-আঠ কিলোমিটাৰ বাট থাকোঁতেই বাছ ৰৈ যায় আৰু আগলৈ নাযায়। বিজুলী বাতিৰ চৰকাৰী খুঁটা সেই ঠাইতেই শেষ। 'মেছুগাঁৱলৈ যোৱাৰ প্ৰৱেশদ্বাৰতে আছে এখন গেজেপনি হাবি। ওখ গছ বিশেষ নাই। পূৰঠ গছো নাই। সেই হাবি গংগাৰ ধাৰাত শেষ হৈছেগৈ। মেছুগাঁৱৰ মানুহে কয়, হাবিখন অপদেৱতাৰ

বাসস্থান। মাজে মাজে সেই হাবিৰ কাষত পোৱা যায় অচিনাক্ত লোকৰ মুণ্ডহীন মৃতদেহ। কিন্তু বহুতৰ মতে মেছু, কৃষ্ণা, চিত্তা আদি চুবুৰীয়া গাঁওবোৰৰ মুখিয়াবিলাকৰ গোপন মিটিং এই হাবিৰ মাজৰ দেৱীমাৰ ভগ্ন মন্দিৰত বহে। মাজে মাজে পুলিচো সোমাই হাবিত। এই হাবিৰ মাজেৰেই এটা গোপন ৰাস্তা গৈ বালুৰঘাট হৈ বাংলাদেশলৈ গৈছে, আনটো পশ্চিমবংগৰ সীমাত লাগিছেগৈ। এই পথেৰেই অহা বস্তু ভাগলপুৰ হৈ ইংৰেজ বাজাৰ পাইগৈ। এইবিলাক কথা মেছুগাঁৱৰ ল'ৰা নাৰায়ণে জানিছিল। জানি সি গাঁৱৰ দুই-একক কথাবোৰ কৈছিল। পিছে সি ভৰ-ডেকাকালতে প্ৰাণ হেৰুৱালে, অপদেৱতাৰ কোপত। এদিন নিৰুদ্দেশৰ পিছত হাবিৰ কাষত নাৰায়ণৰ মুণ্ডহীন মৃতদেহ পোৱা গ'ল। তাৰ এখন কাণো পোৱা গ'ল। হাবিৰ অপদেৱতাই প্ৰাণনাশ কৰিলে এখন কাণ থৈ যায়। এয়াই প্ৰমাণ। বছৰ বছৰ ধৰি এই কিম্বদন্তি প্ৰচলিত। হাবিৰ ভিতৰত থকা দেৱীমাৰ ভগ্ন মন্দিৰত এবাৰ ছদ্মবেশ ধৰি শিৱ আহিছিল ক'লা ছাগলী হৈ। সেইদিনা মন্দিৰত বলি আহি নিজে উপস্থিত হোৱাত পূজাৰীয়ে সন্তোষেই পালে। ছাগলিটোৰ কাণ এখনত ধৰি বলিশাললৈ টানি নিওঁতেই ছাগলিটো অন্তৰ্ধান হ'ল আৰু পূজাৰীৰ হাতত থাকি গ'ল ছাগলিৰ কাণখন। হতভম্ব হৈ পূজাৰীয়ে দেৱীক ছাগলিৰ কাণখন অৰ্পণ কৰি কান্দি কান্দি ক'লে — মা মোক ৰক্ষা কৰা, এয়া কি তোমাৰ লীলা! নিশালৈ পূজাৰীয়ে সপোনত দেখিলে — দীপ্‌লিপ সুন্দৰী এজনী ছোৱালী দেৱীমাৰ মন্দিৰৰপৰা ওলাই আহি ক'লে — 'আজিৰপৰা এই মন্দিৰত আৰু মই নাই। মই বনদেৱী হ'লোঁ। তই যাক বলি দিবলৈ কাণত ধৰি চোঁচৰাই আনিলি, সেয়া মোৰ পতি আৰু জগতৰো পতি মহাদেৱ। এই পাপৰ প্ৰায়শ্চিত্তৰ বাবেই মই মন্দিৰৰপৰা ওলালোঁ। মোৰ পূজা মই নিজেই ল'ম। কোনো পূজাৰী নালাগে। এইবুলি কৈ দেৱী অন্তৰ্ধান হ'ল। পূজাৰীয়ে ঘৈণীয়েকক সপোনটোৰ কথা কৈয়েই মৃত্যুৰ কোলাত ঢলি পৰিল। তেতিয়াৰপৰাই প্ৰায় পঞ্চাছ বছৰজুৰি এই মন্দিৰত পূজা নাই। মন্দিৰ আৱৰি ধৰিলে হাবি আৰু লতাই। বনদেৱীয়ে সেয়ে মাজে মাজে তৃষ্ণাতুৰ হৈ মানুহৰ তেজেৰে তৃষ্ণা নিবাৰণ কৰে। মুণ্ডহীন মৃতদেহৰপৰা, প্ৰমাণ হিচাপে পেলাই থৈ যায় বলিৰ কাণ একোখন। নাৰায়ণৰো সেয়াই হৈছিল। নাৰায়ণ মৰা মাত্ৰ এবছৰ হৈ গৈছে। এতিয়া কোন সতেৰেনো গৈ দ্বিতীয় ল'ৰা শিৱকুমাৰৰ মৃত্যুৰ বাতৰিটো দিবগৈ! হামাৰ মন নৈখে মানত....' কথাবোৰ কৈ কৈ লক্ষ্মণ ৰৈ গৈছিল। লগে লগেই থমকি ৰৈছিল ৰাখী, সঞ্জীৱ, বৰ্ষা আৰু শেখৰ হুছেইন। বৰ্ষাৰ ৰ'দত খোজ কাঢ়ি ভাগৰ লাগিছিল। ছাতি জপাই তাই এজোপা তেতেলী গছৰ তলত বহি পৰিল। মেছুগাঁৱৰ এই বৃহৎ হাবিখনৰ কথাবোৰ শুনি শুনি তাই প্ৰয়োজনতকৈ বেছি খৰকৈ খোজ দি হাবিখন পাৰ হৈ আহিল। ছদিন ইতিমধ্যে বৰ্ষাই পাৰ কৰিলে 'ইনছাইট' নামৰ এই স্বেচ্ছাসেৱী অনুষ্ঠানটোত। এই ছটা দিনত বৰ্ষাই বুটলিছে মানুহৰ বিচিত্ৰ অনুভূতিৰ অভিজ্ঞতা। প্ৰত্যেকজন কৰ্মীৰ বেলেগ বেলেগ ইউনিটত কাম। প্ৰত্যেক ইউনিটে একোটা মাহেকীয়া প্ৰজেক্ট তৈয়াৰ কৰি শেখৰ হুছেইনক দিয়াটো নিয়ম। বৰ্ষাই বিদ্যাৰ ইউনিটত কাম কৰিছে যদিও আজি নিয়ম ভংগ হ'ল। বৰ্ষাহঁত দিল্লীৰপৰা অহা ট্ৰেইনখনে যিখন মালগাড়ীক খুন্দিয়াইছিল, তাত লুকাই অহা এটা ৱেগন ব্ৰ'কাৰৰ আজি মৃত্যু ঘটিল। চাৰিটা ৱেগন ব্ৰ'কাৰ আহত হৈছিল। পুলিচে ক্ৰিমিনেল বুলি অৱহেলা কৰিছিল, কিন্তু শেখৰ হুছেইনৰ হেঁচাত ভাল চিকিৎসা কিছু দিব পৰা গ'ল। তাৰে এটা ল'ৰা শিৱকুমাৰৰ আজি পুৱাই মৃত্যু হ'ল। চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰাটোৰ গাঁওখনৰ মানুহ লক্ষ্মণক লৈ সেয়ে সিহঁত আহিবলগা হ'ল এই আওহতীয়া গাঁওখনলৈ। ঘৰৰ মানুহ নহ'লে পুলিচৰ জিম্মাৎ থকা শৱদেহ হাস্পতালে ৰিলিজ নিদিয়ে। যোৱা ছদিনে এই ৱেগন ব্ৰ'কাৰ ল'ৰাকেইটাৰ জীৱন-মৃত্যুৰ যুঁজ চাই 'ইনছাইট'ৰ আটাইকেইজন কৰ্মীৰ এক সহৃদয়তা গঢ়ি উঠিছিল সিহঁতৰ সৈতে। শিৱকুমাৰে আজি পুৱাও বৰ্ষাই লৈ যোৱা হৰলিক্স খাইছিল। সি তাইক কৈছিল — 'মই মোৰ গাঁৱৰ নাম ভুলকৈ কৈ থৈছোঁ। নহ'লে পুলিচ যেতিয়াই-তেতিয়াই গৈ আমাৰ গাঁৱত মাৰ-ধৰ কৰেগৈ। সিহঁতে ভাবে ইংৰাজ বাজাৰত দিয়া চোৰাং ইলেক্‌ট্ৰনিক্স বস্তুবোৰ আমি ঘৰত লুকৱাই থওঁ। ৱেগন ভণ্ডাৰ কথা গম পাবহে লাগে, ৰে'লৰে পুলিচ গৈ আমাৰ গাঁও পাইগৈ। বস্তুবোৰ লৈ আহে, কিন্তু জমা হ'লে নিদিয়ে। বেছিভাগ বস্তু চালান হৈ যায় বজাৰত, কিছুমান যায় ঘৰবোৰলৈ, অলপহে চৰকাৰী ঘৰত 'আইডেন্টিফাই'ৰ বাবে জমা হয়। মোৰ গাঁৱৰ বেছিভাগেই এই ধান্দাত কাম কৰে। মোৰ বাবা নাই। দাদা মৰিছে। মা আছে মৰি যাব মা পুলিচ গ'লে'। কিমান আপোন ভাবি শিৱকুমাৰে বৰ্ষাক কথাবোৰ কৈছিল। সি তাইৰ মুখলৈ চাই কৈছিল — 'তবিয়ৎ ঠিক হৈলাপ তুলোক সংঘে ৰহব, ৰাকব কি না?' তাৰ কিছুপৰৰ

পিছতেই শিৱকুমাৰৰ মৃত্যু হৈছিল। ডাক্তৰে ক'লে — হয় এনেকুৱা। হে'মৰেজত এনেকৈয়ে মৃত্যু হয়। বৰ্ষাৰ চকু দুটা চলচলীয়া হ'ল। শিৱকুমাৰ লুকাই অহা মালগাড়ী আৰু বৰ্ষাৰ ট্ৰেইনৰ সংঘৰ্ষত দুটা ডাঙৰ ঘটনা হ'ল। বৰ্ষাৰ জীৱনৰ গতি সলনি হৈ গ'ল আৰু শিৱকুমাৰৰ জীৱনৰ গতিয়েই স্তব্ধ হৈ গ'ল। বৰ্ষাৰ প্ৰান্তিকলৈ মনত পৰিল। বিয়াৰ বাবে বিদেশৰপৰা অহা প্ৰান্তিকৰ কি অৱস্থা হৈছে বাৰু? সি যদি তাইক বিচাৰি উভতি চাহেবপুৰা ওলায়হি! আহিবনে! প্ৰান্তিকে যদি কয়হি — 'বৰ্ষা সঁচাই মই এতিয়াহে তোমাৰ মনটো বুজি উঠিছোঁ। ব'লা বৰ্ষা — বিয়ালৈ মাত্ৰ দহ দিন বাকী'। বৰ্ষাৰ ঘৰত কি ঘটিছে বাৰু? নিশ্চয় মাকে হুৰা-দুৰা লগাই কান্দিছে। 'মোক ক্ষমা কৰা — ক্ষমা কৰা' বুলি বৰ্ষাই হঠাতে উচুপি উচুপি কান্দিবলৈ ধৰিলে।

বৰ্ষা কিছু দূৰৈত গছৰ তলত বহি পৰা দেখি স্বাভাৱিকতে দলটো ছাঁ বিচাৰি খন্তেক জিৰণি লৈছিল। হুছেইনে ক'লে — বৰ্ষাৰ আগে-পিছে এইদৰে ৰ'দত খোজকঢ়াৰ অভ্যাস নাই। তাই জিৰাইছে, অলপ আমিও ৰওঁ। কিন্তু বৰ্ষাই হাতৰ তলুৱাৰে মুখ ঢাকি কন্দাৰ দৃশ্য দেখি সঞ্জীৱে উদ্বিগ্ন হৈ চিঞৰি উঠিল — 'ছি ইজ নট টেকিং ৰেষ্ট বি!' শেখৰ হুছেইন আগবাঢ়ি গৈ বৰ্ষাৰ মূৰত হাত থ'লে। বৰ্ষাক যেন যাদুকাঠীৰেহে স্পৰ্শ কৰা হ'ল। তৎক্ষণাৎ তাই চকুপানী মোহাৰি হাঁহি মাৰি ক'লে — 'ছৰি বি'। হুছেইনে ক'লে — 'ব'লা এক কিলোমিটাৰ পথহে আছে। মেছুগাঁৱত শিৱকুমাৰৰ ঘৰত গৈ ওলাবলগীয়া চকুপানী ইয়াতেই শেষ কৰি থৈ যোৱা। আমি তাত চকুপানী কোনেও উলিয়াব নোৱাৰিম', বৰ্ষাহঁত আগবাঢ়িল। লক্ষ্মণে পুনৰ কথা ক'বলৈ আৰম্ভ কৰিলে — পিচলা চাল তৰবুজ কে খেত বনহিয়া হোখল ৰহে....।

কিন্তু মুখিয়াৰ ভায়েকে মুখিয়াৰ সৈতে কাজিয়া লাগি তৰমুজৰ ঠিকাখিনি নিজৰ কৰি ল'লে। মেছু নদীৰ পশ্চিমৰ মানুহৰ তৰমুজ মুখিয়াৰ হৈ থাকিল। ভায়েকে আকৌ মেছু গাঁৱৰ তৰমুজৰ প্ৰতি কিলোত চাৰি অনাকৈ কমালেহে। যোৱা বছৰৰপৰা এই গাঁৱৰ মানুহৰ অৱস্থা আৰু বেয়া হ'ল। এনেয়ে কম দামত ঠিকাদাৰে লৈ যায়। তাতে যোৱাবাৰৰপৰা আৰু কমিল দাম। কিন্তু মুখিয়াৰ মাটিৰ তৰমুজৰ দাম বাঢ়িল চাৰি অনা প্ৰতি কিলোত।

ঃ মই বুজা নাই লক্ষ্মণ। একে গাঁৱত একে খেতিৰ দুটা দাম কেনেকৈ? — বৰ্ষাই হঠাতে সুধিলে। লক্ষ্মণে তাইলৈ এবাৰ আচৰিত হৈ চালে। তাৰ পিছত ক'লে — 'গাঁওকে আদমী কে মাটি কভনা হোখী? যি আছে, তাত হোৱা ফচল মুখিয়াৰ মানুহে ঠিকাত কিনে। ইফালে মুখিয়াৰ বিঘা বিঘা মাটিত যি ফচল হয়, তাৰ খেতিও কম হাজিৰাতে গাঁৱৰ মানুহেই কৰি দিব লাগে। মুখিয়াৰ মাটিৰ ফচল ঠিকাদাৰক যদি এই বছৰ দহ টকাত বিক্ৰী কৰে, অহা বছৰ দাম হ'ব দহ টকা পঁচিছ পইচা বা আঠ অনা বেছি। সিফালে সেই আঠ অনা কমি যাব গাঁৱৰ মানুহৰ খেতিৰ ফচলত। অৰ্থাৎ ঠিকাদাৰৰ লোকচান নহয়। গাঁৱৰ মানুহক কমকৈ দিয়া চাৰি অনা বেছিকৈ দিয়া হয় মুখিয়াৰ শস্য কিনোতে'।

ঃ কিয় তেওঁলোকে মুখিয়াৰ ঠিকাদাৰক বেচে? নিজে বজাৰত বিক্ৰী কৰক, আন বেছি পইচা দিয়া ঠিকাদাৰক ফচল দিয়ক। — বৰ্ষাৰ কথা কথা শুনি লক্ষ্মণে এক আচৰিত দৃষ্টি নিক্ষেপ কৰিলে তাইলৈ। সঞ্জীৱে তৎক্ষণাত মাত লগালে — 'বৰ্ষা তুমি ইয়াৰ কথাবোৰ লাহে লাহে জানিবা। তুমি ভবাৰ দৰে কৰিব পৰা হ'লে ভালেই আছিল। গাঁৱৰ মানুহ যিমান দুখীয়া হয় মুখিয়াৰ সিমান লাভ। অতিষ্ঠ হৈ মানুহবোৰে খেতিৰ মাটি মুখিয়াক বন্ধক, নহ'লে বিক্ৰী কৰি দিয়ে। আন ঠিকাদাৰ গাঁৱত সোমালে মুখিয়াৰ মানুহে গুণ্ডা লগাই হত্যা কৰিবলৈও পৰোৱা নকৰে। বেলেগ বজাৰত ফচল বিক্ৰী কৰিলে মুখিয়াৰ মানুহে সেইবোৰ মানুহক সুখেৰে এৰিব বুলি ভাবিছানে? মেছুগাঁৱৰ দুৰ্গেশ ঠাকুৰ মুখিয়া। এই প্ৰতাপী ঠাকুৰে কিমান হত্যা-বলাৎকাৰ কৰিছে সীমা-সংখ্যা নাই। পিছে এই নিৰ্বাচনততো তেৱেঁই জিকিব। কি কৰিব মানুহবোৰে? শুকান পথাৰ। কোনোমতে জীৱন-নিৰ্বাহ কৰা খাদ্য। শিক্ষা-দীক্ষা নাই। ল'ৰাবোৰ হয় চোৰ-ডকাইত, বেগন ব্ৰ'কাৰ নতুবা মুখিয়াৰ গুণ্ডাদলৰ ছোক্‌ৰা। ধনী-মানী মানুহকেইটাৰ ঘৰত 'বনহিয়াৰ'ও হয়। ছোৱালীবোৰৰ দশা আৰু বেয়া। সৰুতেই বিয়া দিয়ে ইহঁতক। অলপ চকুত পৰা হ'লে বহুত সমস্যা। নিখোজ হৈ যায়। ছোৱালী জন্ম পালেই সেয়ে মাৰি পেলোৱাটো ইয়াত সহজ প্ৰথা। কুমন্ত্ৰ-বেজ-ডাইনীৰ প্ৰভাৱ গাঁওবোৰত বেছি। মানুহবোৰে এইবোৰকেই যুগে যুগে বিশ্বাস কৰি আহিছে। নহ'লে উপায় নাই। আধুনিক চিকিৎসা-পাতি একো নাই। নামত চৰকাৰী হেল্‌থ চেন্টাৰ আছে, কিন্তু গৰু-ছাগলীয়ে জিৰণি লয় তাত'।

ঃ শিৱকুমাৰ কে ঘৰ পহুছ গয়নি। — লক্ষ্মণে ক'লে — তৎমুহূৰ্ততে সিহঁত আটাইবোৰৰ কথা-বতৰা বন্ধ হৈ

গ'ল। প্ৰত্যেকেই যেন মনে মনে শিৱকুমাৰৰ মাকৰ সৈতে মুখামুখি হ'বলৈ সাহস সঞ্চয় কৰিলে। লক্ষ্মণে ক'লে — শিৱকুমাৰৰ বাপেক আচাম যোৱা বহু বছৰ হৈ গ'ল। দুবছৰ আগতে আহি মৰিল। এতিয়া মাক আছে। যোৱা বছৰলৈকে তাই মুখিয়াৰ ঘৰত 'ডাই' আছিল। বৰ্ষাই তৎক্ষণাতে সুধিলে — আচাম যোৱা কিমান মানুহ আছে গাঁওখনত? লক্ষ্মণে হাঁহি মাৰি ক'লে — প্ৰতি ঘৰে ঘৰে বিচাৰিলে আচাম, বাংগাল আৰু নেপাল যোৱা মানুহ পাবা। মই আচামত আছিলোঁ আঠ সাল।

ঃ আঠ সাল? ক'ত আছিলা।

ঃ ওদালগুৰি মে....

ঃ ওদালগুৰি।

ঃ হা ওদালগুৰি, তাৰ পিছত তাত ডাংগা-হাংগামা হ'ল। আহি গুৱাহাটীত ঘোঁৰাগাড়ী চলালোঁ দুবছৰ, তাৰ পিছত গ'লোঁ মিছা, এখন চাহ বাগিচাত দুবছৰ কলঘৰত কাম কৰিছিলোঁ। কলঘৰৰ চিকিউৰিটিও আছিলোঁ। পিছে ঘৰত মোৰ মাইকী মৰি থাকিল। 'লইকা' অকলে। গুচি আহিলোঁ। লইকা এতিয়া 'ইনছাট'ত।

ঃ বলৰাম যে, আমাৰ খানা ৰান্ধে। লক্ষ্মণৰ ল'ৰা — ৰাখীয়ে বৰ্ষালৈ চাই ক'লে।

শিৱকুমাৰৰ ঘৰৰ পদূলিৰ চাৰিওফালে এখন কাঁইটীয়া গছৰ বেৰা। দুজোপা নিমগছ পদূলিমুখত। মাটিৰে লিপা নিমজ চোতাল-পিৰালি। চাপৰ চালৰ ঘৰবোৰলৈ মানুহটো কুঁজা হৈ দুৱাৰেৰে ভিতৰ সোমাব লাগে। ভিতৰখন অন্ধকাৰ। ৰ'দ আৰু তাপৰপৰা উদ্ধাৰ পাবলৈকে ডাঠকৈ মাটিৰে লেপা এই ঘৰবোৰ। ইটাৰে ৱাল গঁথাদি, দুফালে বাঁহৰ বেৰা দি মাজত মাটি দ'ম কৰি এক বিশেষ পদ্ধতিত সজা বেৰবোৰ বৰ্ষাই এইকেইদিনত দেখিছে। লক্ষ্মণেই প্ৰথম দুৱাৰমুখৰপৰা শিৱকুমাৰৰ মাকক মাতিলে — ৰুক্মিণী....

এজনী শীৰ্ণ-কায়া, মলিন হালধীয়া শাৰী পিন্ধা নাৰী ওলাই আহিল আৰু লগে লগেই অচিনাকি এদল মানুহ দেখি তাইৰ ঘোম্‌টা টানি ল'লে মুখখন আঁৰ হোৱাকৈ। তাইৰ ঘোম্‌টা ধৰি থকা হাতখনত অজস্ৰ টাটু কৰা। ক'লা শীৰ্ণ, টাটু কৰা হাত দুয়োখনতে কাঁচৰ ৰঙা-নীলা খাৰু। দুপৰীয়াৰ নৈঃশব্দ্য ভাঙি তাইৰ খাৰুবোৰ 'ঝুনুক-ঝিনিক' কৰি উঠিল। লক্ষ্মণে নিমগছৰ তলত এখন বেৰত আউজাই থোৱা খাটিয়া পাৰি দিলত, সকলো বহিল। ৰুক্মিণীয়ে লক্ষ্মণে এই অচিনাকি মানুহবোৰ লৈ কিয় আহিছে বুজিব নোৱাৰি, দুৱাৰডলিতে ভিতৰৰ অন্ধকাৰ আৰু বাহিৰৰ পোহৰৰ দোমোজাত থিয় হৈ ৰ'ল। কেনেকৈ কথাটো আৰম্ভ কৰিব ছুছেইনে ভাবি অকণমান কণ্ঠনলী পৰিষ্কাৰ কৰি কাঁহ এটা মাৰিলে। কিন্তু সেই মুহূৰ্ততে হঠাতে লক্ষ্মণে কৈ উঠিল — 'ৰুক্মিণী, তোৰ লইকা শিৱকুমাৰ নাৰহল'। লক্ষ্মণে সহজে কৈ পেলোৱা সাংঘাতিক কথাকেইটাত আটাইকেইটাৰে অস্বস্তি আৰম্ভ হ'ল। ৰুক্মিণী খন্তেক মনে মনে ৰ'ল। তাৰ পিছত অবিশ্বাসৰ ভংগিমাৰে তাই সহজভাৱে কৈ উঠিল — হম কৈছে বিশ্বাস কৰলি, কী হমাৰ লইকা নাৰহল? কহা গইল।

ঃ ও ভগৱানকে প্যাৰা হো গইল। ৰে'ল সে ওকৰ এক্সিডেন্ট হ' গইল।

বৰ্ষাৰ বহাৰপৰা থিয় হৈ দিলে। এয়া যেন মৃত্যুৰ বাৰ্তা সিহঁতে লৈ অহা নাই, লক্ষ্মণে যেন শিৱকুমাৰৰ মাকৰ লগত কুশল-মংগলবাৰ্তাহে বিনিময় কৰিছে। খন্তেক নিস্তব্ধতা। হঠাতে ৰুক্মিণীয়ে বুকু ভুকুৱাই ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। মাটিত বাগৰি বাগৰি তাই চিঞৰিলে। ভগৱানক শাওপাত বৰষিবলৈ ধৰিলে। ৰাখীয়ে পদূলিমুখৰ কুঁৱাটোত বাল্টিটো পেলাই দিলে। কুঁৱাৰ ওপৰৰ পুলিটো ঘূৰি ঘূৰি তলত গৈ বাল্টিটো অদৃশ্য হৈ গ'ল। ৰাখীয়ে পুনৰ ৰছী টানি কোনোমতে বাল্টিটো আনিলে। বাল্টিৰ তলীত অলপ পানী। কুঁৱাত পানী শুকাই গৈছে। তাতকৈ ৰুক্মিণীৰ চকুৰ পানী বেছি। সেই অকণমান পানীকেই ঘটি এটাত ঢালি ৰাখীয়ে মানুহজনীৰ চকু-মুখত সানি দিলে। ৰুক্মিণীৰ চিঞৰ শুনি চুবুৰীয়া মানুহবোৰ চাপি-কুছি আহিল। দুজনমান সিহঁতৰ লগত ওলাল মৃতদেহ আনিবলৈ। গাঁৱৰ তিৰোতাবোৰে ৰুক্মিণীক ধৰি আউল-বাউল হৈ কান্দিবলৈ ধৰিলে। শিৱকুমাৰৰ আত্মীয় দুজনমানে তাৰ মাজতে ৰুক্মিণীক সুধিলে, টকা-কড়ি কিমান আছে? ৰুক্মিণীয়ে এটা টু ইন ৱান 'ছ'নি'ৰ টেপ ৰেকৰ্ডাৰ আৰু এটা ইমাৰ্জেঞ্চি লাইট ঘৰৰ কোনোবা কোণৰপৰা আনি সিহঁতৰ হাতত তুলি দিলেহি।

ঃ ভালনে বস্তুকেইটা? এটাই সুধিলে।

ৰুক্মিণীয়ে মূৰ জোকাৰিলে সোঁৱে-বাৱেঁ। অৰ্থাৎ তাই নাজানে। মাত্ৰ ক'লে যে যোৱা সপ্তাহত শিৱকুমাৰে আনি থৈ দিছিল। আত্মীয় মানুহকেইজনেও বস্তুকেইটা লিৰিকি-বিদাৰি কিমান টকা বিক্ৰী কৰিলে পোৱা যাব গুণা-গঁথা কৰিলে। বস্তুকেইপদ ভাল নে বেয়া চাবলৈ সুবিধাও নাই। গাঁৱলৈ বিজুলী অহাই নাই। ছুছেইনহঁত যাবলৈ ওলাল। বৰ্ষাই

ৰাখীক মনে মনে সুধিলে — ৰুক্মিণীক অলপ পা-পইচাৰে সহায় কৰিব পাৰি নেকি? ৰাখীয়ে মূৰ জোকাৰিলে।

ঃ এনেকৈ পইচা দি পাৰিবা জানো সমস্যা সমাধান কৰিব? এই গাঁৱত প্ৰয়োজন আন কামৰ। আমি আগতে এই গাঁৱলৈ অহা নাছিলোঁ। মেছুগাঁৱক আমাৰ প্ৰজেক্টৰ অন্তৰ্ভুক্ত কৰিবলৈ ক'ব লাগিব। খন্তেকীয়া টকা-পইচা আগবঢ়ালে এওঁলোকৰ প্ৰতি অন্যায় কৰা হ'ব। ৰাখীৰ কথাত বৰ্ষাই অলপ লাজ পালে। ৰাখী বয়সত তাইতকৈ সৰু, কিন্তু কথা-বতৰাত বেছি পৰিপক্ক।

বৰ্ষাহঁত পুনৰ দলবদ্ধ হৈ খোজ দিলে ঘৰলৈ। ছয় কিলোমিটাৰ পথ খোজকঢ়াৰ পিছত তাহাঁতে চৰকাৰী বাছ পাব। বৰ্ষাই ছাতি মেলি ল'লে। ছছেইনে ডাঙৰ জাপিৰ দৰে তালপাতৰ টুপী এটা পিন্ধিছে। সঞ্জীৱে এখন ডাঙৰ ৰুমাল মূৰত মেৰিয়াই লৈছে। প্ৰখৰ ৰ'দত ধূলিয়ৰী বাটেৰে সিহঁতে পুনৰ খোজ দিলে। বৰ্ষাৰ অনুভৱ হ'ল, ৰ'দৰ তাপে মানুহক কঠিন আৰু আত্মবিশ্বাসী কৰি তোলে। প্ৰান্তিকক হেৰুৱাৰ বেদনাক এই প্ৰখৰ ৰ'দে পুৰি ছাই কৰি দিব খুজিছে। প্ৰান্তিকে আজিকালি চৌবিছ ঘণ্টাই এয়াৰকণ্ডিচনড্ ৰূমত থাকিবলৈ বিচাৰে। সূৰ্যৰপৰা কিমান দূৰৈত প্ৰান্তিক আৰু তাই কিমান সূৰ্যৰ ওচৰত! 'ইম্পছিবল্, মই সমগ্ৰ জীৱন প্ৰান্তিকৰ সৈতে থাকিব কেতিয়াও নোৱাৰোঁ'। হঠাতে বৰ্ষাই স্বগতোক্তি কৰিলে। ৰাখীয়ে সুধিলে — 'কি কৈছা বৰ্ষা?'

ঃ নাই, কৈছোঁ, মানুহে নিজৰ বিবেকৰ দুৱাৰ সদায় খোলা ৰাখিব লাগে। শেলুৱৈ নগজাকৈ ৰ'দ-বতাহ যাতে সোমাব পাৰে।

ঃ তুমি বৰ ভাবুক ছোৱালী। ঠিকেই কৈছা। আমাৰ বেছিভাগ মানুহেই বিবেকৰ দুৱাৰ বন্ধ কৰি ৰাখে — মুলাকাত নহয়েই দিনটোত। — কৈয়েই খিল্‌খিলাই হাঁহিলে ৰাখীয়ে। শোক স্তব্ধ দুপৰীয়াটোৱে যেন অলপ উশাহ ল'বলৈ সময় পালে। ছছেইনে সিহঁতলৈ উভতি চাই ঈষৎ হাঁহিৰে হাত এখন জোকাৰিলে।

নিৰ্জন গধূলি চোতালত বহি দুটা ৱেগন ব্ৰ'কাৰ করুণ জীৱন কাহিনী সিহঁতে শুনি গৈছিল। দ্বাৰিকা গাঁৱৰ পাটী তৈয়াৰ কৰা ইউনিটটোৰ কাম-কাজ আগুৱাই এসপ্তাহৰ মূৰত ৰাজীৱ মিশ্ৰ আৰু যোছেফ মেক্‌ফাৰ্লিনো উভতি আহিছে। বহুদিনৰ মূৰত পৰিয়ালৰ সদস্য দূৰলৈ গৈ উভতি আহিলে যি আনন্দ-উদ্দীপনা হয়, 'ইনছাইট'ৰ পৰিয়ালটোৰ মাজতো একেই উদ্দীপনা জাগে। বৰ্ষাৰ খুব ইচ্ছা হয়, সকলোৰে বিষয়ে জনাৰ বাবে। প্ৰকৃততে কোন ক'ৰ মানুহ, কেনেকৈ আহি এই পৰিয়ালৰ সদস্য হ'লহি। কিন্তু আচৰিত কথা, কোনেও কাৰো বিষয়ে কৌতূহল প্ৰকাশ কৰা দেখা নাই বৰ্ষাই। কেৱল বৰ্তমানক লৈ জীয়াই থাকিব খোজে যেন প্ৰত্যেকে। এক অন্তহীন কৰ্মযজ্ঞত আহুতি দি, আত্মোৎসৰ্গ কৰাই যেন সকলোৰে উদ্দেশ্য। শিৱকুমাৰৰ মৃত্যু হ'ল যদিও শিৱকুমাৰৰ দুই সংগী লাল আৰু যাদৱ আৰোগ্য হ'ল আৰু ঠিক শিৱকুমাৰে মৃত্যুৰ আগে আগে কোৱা দৰে, লাল নামৰ বাৰ বছৰীয়ামান ল'ৰাটোৱে আকুল কণ্ঠেৰে ছছেইনক ক'লে একেই কথা — তু লোক সংঘে ৰহব, ৰাখব কি না? চাৰিটা আঘাতপ্ৰাপ্ত ল'ৰাৰ এটা সোনকালেই আৰোগ্য হৈ গ'লগৈ। শিৱকুমাৰৰ মৃত্যু হ'ল। লাল আৰু যাদৱৰ আগতেও পুলিচ ৰেজিষ্টাৰত নাম আছে। ছছেইনে নিজৰ জিম্মাৎ সিহঁত দুটাক লৈ আহিল। লালৰ মতে সিহঁতৰ দলৰ 'বাবু'ৱে তাহাঁতক লৈ নাযায়। এই ধান্দাত 'বাচ্চা'ৰ চাহিদা বেছি। বিদ্যাই যোৱা তিনি বছৰ ধৰি 'জুভেনাইল ডেলিকুৱেন্সি'ৰ বিষয়ে অধ্যয়নো কৰিছে আৰু কিছুমান কিশোৰ অপৰাধীক লৈ এটা ইউনিটো খুলিছে। এই অপৰাধী শিশুবোৰৰ বাবে স্কুল, প্ৰাথমিক চিকিৎসাৰ ট্ৰেনিং কেম্প খুলিছে। লালৰ চাহিদা নোহোৱাৰ কথা শুনি যোছেফে সুধিলে — 'বাচ্চা'ৰ কিয় চাহিদা? লালে ক'লে — 'মোক যেতিয়া দললৈ আনিছে তেতিয়া মোৰ বয়স পাঁচ বছৰ। মালগাড়ীৰ খিৰিকীৰে মোক সুমুৱাই দিয়ে। ছবছৰ বয়সত এবাৰ পুলিচে ধৰিছিল। কিন্তু অলপ চৰ-থাপ্পৰ মাৰি এৰি দিলে। বাচ্চাবোৰে মাল-বস্তু বাহিৰলৈ উলিয়াই দিয়ে। দবাৰ বাহিৰত ওলমি যায় ডাঙৰ ল'ৰা। সিহঁতে বস্তু লাইনৰ ইপাৰে দলিয়াই দিয়ে। আমি এতিয়া দবাৰ বাহিৰত যাওঁ। দিলছাঁদ নামৰ সৰু ল'ৰাটো যে আমাৰ সৈতে আছিল — তাক পুলিচে একো কৰিব নোৱাৰে। তাৰ বয়স মাত্ৰ সাত বছৰ। কিন্তু আমাক নিবলৈ কোনোবা আহিলে পুলিচে তাকো ৰাখি থ'ব। পুলিচক 'ছিক্কা' দিলে এৰি দিয়ে।

ঃ ছিক্কা! — বৰ্ষাই মাজতে সুধিলে।

ঃ টকা-পইচা। ইহঁতৰ ভাষাবোৰ অলপ বেলেগ। 'বাবু' মানে দলপতি। 'ছাংগা' মানে তাত্‌কা'। 'ছোক্ৰী' মানে ছোৱালী নহয় — এনি musical instruments 'তালা' মানে অন্তৰ্বাস, কেতিয়াবা বিদেশী কন্‌ট্ৰাচেপটিভকো কয়, 'দৰিয়া' মানে মদ....' শেখৰ ছছেইনে টপা-টপ কৈ গ'ল।

ঃ ইমানবোৰ শব্দ আপুনি জানে! — বৰ্ষা আচৰিত হৈ গ'ল। বৰ্ষাই দেখিলে, লাল বোলা ল'ৰাটোৱেও ঈষৎ হাঁহিৰে চকু দুটা বহলকৈ মেলি প্ৰশংসাসূচক চাৱনিৰে হুছেইনলৈ চাই আছে।

ঃ গোটেই পৃথিৱীখনে ইন্টাৰেষ্টিং বৰ্ষা। অপৰাধ কেতিয়াও জন্ম নহয়। অপৰাধৰ জন্ম ঘটোৱা হয়। পুলিচ প্ৰশাসনেও অপৰাধ ঘটায়, কিন্তু 'লিগেলাইজড' ৰূপ দিয়া হয়। তুমি লালহঁতক সুধিলেই জানিবা, সিহঁতে ধৰা নপৰিবলৈ পুলিচক কিমান 'হাপ্তা' দিব লগা হয়। অপৰাধ জগতখনৰো একোটা নিয়ম থাকে, ভাষা থাকে। সঁচাকৈয়ে যদি তুমি অপৰাধ জগতৰ সদস্যৰ সৈতে চামিল হোৱা, দেখিবা সভ্য বুলি ভবা সমাজৰ বাসিন্দাবোৰ বহু বেছি ক্ৰিমিনেল। অপৰাধ জগতৰো একোটা এথিক্‌ছ আছে, কিন্তু সভ্য জগতৰ মানুহৰ নাই।

ঃ লাল আৰু যাদৱক আপোনালোকে ৰাখিব নেকি? — বৰ্ষাই কঠোৰ হৈ অহা হুছেইনৰ মুখলৈ চাই ক'লে। 'ৰাখিম। কাৰণ সিহঁত নিজৰ প্ৰতি অ'নেষ্ট।'

শেখৰ হুছেইন এইবাৰ উঠি গ'ল আটাইবোৰৰ মাজৰপৰা। মানুহজন কেতিয়াবা বৰ ৰহস্যময় হৈ পৰে। সেই সময়ত হুছেইন মানুহজনৰ মুখখন বৰ কৰুণ হৈ পৰে। অনন্ত পৰিধিত চকু থৈ তন্ময় হৈ ভাবত বিভোৰ হয়। এনে সময়ত 'ইনছাইট'ৰ কৰ্মীসকলে তেওঁক বিৰক্ত নকৰে। কাষলৈও নাযায়। আধাঘন্টা-এঘন্টামান এইদৰে আপোন জগতত বিচৰণ কৰি মানুহজন পুনৰ ৰঙীয়াল হৈ পৰে। সহকৰ্মীবোৰৰ সৈতে নানা আলোচনাত মগ্ন হয়। বন্ধুত্ব আৰু ভাতৃত্বৰে প্ৰত্যেকৰ হৃদয়ত সোমাই পৰে। বৰ্ষাই যোৱা কেইদিনতে এই কথাবোৰ লক্ষ্য কৰি বুজি উঠিছে প্ৰত্যেকজন কৰ্মীৰে স্বভাৱ-চৰিত্ৰ। এই স্বেচ্ছাসেৱী সংগঠনটোৰ কিছু মাহ ধৰি টকা-পইচাৰ টনা-আঁজোৰা চলিছে বুলিয়েই বৰ্ষাক কৈছিল। সেয়ে কিছুদিনৰ পৰা শেখৰ হুছেইন সঘনাই অন্যমনস্ক হৈ পৰে। 'অন্তৰত কাম কৰাৰ দুৰ্বাৰ বাসনা, কিন্তু আৰ্থিক নাটনিৰ বাবে কাম কৰিব নোৱাৰা কথাটো বৰ কষ্টকৰ বৰ্ষা। ইফালে আমাৰ খৰচ কম নহয় — অনুষ্ঠানটোৰ ইমানখিনি মানুহ। আমি সেইবাবেই নিজে কিছু উপাৰ্জন কৰি খৰচ যোগাওঁ'। — ৰাখীয়ে বৰ্ষাক কৈছিল। তেতিয়াৰপৰাই বৰ্ষাৰ এক দোষী দোষী ভাব জাগিবলৈ ল'লে। তায়ো অনাহুতভাৱেই ইয়ালৈ আহিল। এতিয়া ল'ৰা দুটাও ইয়াতে থাকিব। আৰ্থিক সমস্যাটো কেনেকৈ উজাই কৰিব হুছেইনে। মানুহজনৰ অন্তৰখনৰ পৰিধি ইমান বিশাল যে তেওঁ কাকো বিমুখ কৰিব নোৱাৰে, কিন্তু দুখ-কষ্ট পানীৰ দৰে পি খাই হাঁহিমুখে থাকে। বৰ্ষাই যেন জীৱনক চাবলৈ, বুজিবলৈ এটা দুৰবীণ হাতত পাইছে। ইমান দিনে ৰঙীণ চছমা পিন্ধি জগতৰ প্ৰত্যেকটো বস্তু বৰ্ষাই জাকজমকীয়াই দেখি আহিছিল। প্ৰান্তিকৰ সৈতে বিচ্ছেদ হোৱা দহদিন সম্পূৰ্ণ হ'ল। এই দহটা দিনত তাইৰ আপোন ঘৰখনৰপৰাও কোনো তাইক বিচাৰি অহা নাই। বৰ্ষাৰ ঘৰত মাত্ৰ দুজনী বাই-ভনী। মামা-খুৰাৰে পৰিপূৰ্ণ যৌথ পৰিয়ালত তাই ডাঙৰ-দীঘল হৈছে। কোনেও তাইৰ কথা ভবা নাইনে? এজনী গাভৰু ছোৱালী চাহেবপুৰা নামৰ বিহাৰৰ এক অখ্যাত অঞ্চলত কি যন্ত্ৰণাত ট্ৰেইনৰপৰা হঠাতে নামি পৰিব পাৰে, প্ৰেমিকক বিয়া কৰিবলৈ একেলগে আহি বিবাহলৈ মাত্ৰ যোল্লদিন থাকোঁতে কি কাৰণত এজনী ছোৱালী অখ্যাত গাঁৱত হঠাৎ সিদ্ধান্ত লৈ থাকিব পাৰে, কাৰো জানিবলৈ ইচ্ছা হোৱা নাইনে? বৰ্ষাৰ এই সিদ্ধান্তত পৰিয়ালৰ মানুহ যদি তীব্ৰ ক্ৰোধত ফাটিও পৰে, তথাপি তাইৰ মনটোক জনা উচিত নাছিলনে? তীব্ৰ অভিমান আৰু দুখত বৰ্ষাৰ চকু দুটা জ্বলা-পোৰা কৰিবলৈ ধৰিলে। হঠাতে তাই অনুভৱ কৰিলে আন্ধাৰতে কেইটামান আঙুলিৰ স্পৰ্শ তাইৰ আঙুলিত। সঞ্জীৱৰ হাত। বৰ্ষাই হাতখন আঁতৰাই নানিলে। মানুহৰ স্পৰ্শ যে এনে মুহূৰ্তত কিমান প্ৰেৰণাময় বৰ্ষাই অনুভৱ কৰিলে চকু মুদি।

ঃ কি হৈছে বৰ্ষা? — বৰ্ষাৰ কাণৰ ওচৰত ফিচ্-ফিচাই সুধিলে সঞ্জীৱে। বৰ্ষাই সোঁৱে-বাওঁৱে মূৰ লৰালে।

ঃ একো নাই হোৱা। — তাই ক'লে।

ঃ ফাকি নিদিবা। — সৰু অথচ তীব্ৰ সঞ্জীৱৰ কণ্ঠস্বৰ।

ঃ তুমি আন্ধাৰত সকলো দেখা নেকি? — বৰ্ষাই সৰু কণ্ঠস্বৰেৰে সুধিলে।

ঃ পোহৰতো মানুহে মানুহক নেদেখে, তোমাৰ মানসিক অৱস্থাটো বুজিবলৈ মোক আন্ধাৰ-পোহৰ একোৰে প্ৰয়োজন নাই, বৰ্ষা!

কিছুপৰ মৌনতা। কিন্তু তাৰ পিছতেই বৰ্ষা কান্দোনত ভাগি পৰিল। কোনেও এনেকুৱা এটা মুহূৰ্তৰ বাবে সাজু নাছিল। আটাইকেউজন চাপি-কুছি আহিল। সঞ্জীৱৰ হাতখন সজোৰে ধৰি বৰ্ষাই মাথোঁ হুক্‌হুকাই কান্দিছে। বিদ্যা আয়েংগাৰ আহি বৰ্ষাৰ মূৰত হাত বুলাই থাকিল। হুছেইনে মাত্ৰ বৰ্ষাৰ কাষত থিয় হৈ ক'লে — 'তেওঁক কান্দিবলৈ দিয়া'।

'ইনছাইট'ৰ সকলো মানুহৰ পৰামৰ্শমতেই আজি বৰ্ষা চাহেবপুৰাৰ পি-চি-ও' এটাত থিয় হ'লহি। অভিমানে কণ্ঠ ৰুদ্ধ কৰিলেও তাই ৰিচিভাৰটো তুলি নম্বৰটো ডায়েল কৰিলে। বিদ্যা আৰু ৰাখী ওচৰতে থিয় হৈ থাকিল। চাৰিটামান ৰিং হোৱাৰ পিছত, এটা গুৰু-গম্ভীৰ কণ্ঠস্বৰে সুধিলে — হেল্ল' — কোনে কৈছে। দেউতাকৰ মাত শুনি বৰ্ষাৰ চকুপানী ওলাল। ভাৰাক্ৰান্ত বুকুখন যেন আবেগত ফাটি ছিৰিলা-ছিৰিল দিব।

ঃ হেল্ল' — কোনে কৈছে নকয় কিয়? — দেউতাকৰ স্বাভাৱিক বিৰক্তি প্ৰকাশ কৰা মুখখন বৰ্ষাৰ চকুৰ আগত ভাহি উঠিল।

ঃ মই বৰ্ষা....

ঃ বৰ্ষা! আচৰিত! তোৰ তেতিয়াহ'লে ঘৰলৈ মনত পৰে। — দেউতাকৰ গম্ভীৰ প্ৰশ্নত বৰ্ষা উচুপি উঠিল। এনেতে ৰিচিভাৰত উৎকণ্ঠা জড়িত সেমেকা কণ্ঠস্বৰ ভাহি আহিল — বৰ্ষা-বৰ্ষা, মানু — তই কি কৰিলি। — ক'ৰ পৰা কৈছ? হুকহুকাই কান্দি পেলালে বৰ্ষাৰ মাকে। বৰ্ষায়ো কান্দিবলৈ ধৰিলে। বৰ্ষাই কোনোমতে কান্দোন সামৰি ক'লে — মা -তুমি জন্ম দিওঁ মোক বুজি নাপালানে?

ঃ কি বুজিম? প্ৰান্তিকে সকলো কৈছেহি। এটা ল'ৰাৰ জীৱন ধ্বংস কৰি তই কি শান্তি বিচাৰিলি? কোন অচিন ঠাইৰ মুচলমান মানুহ এটাক লগ পাই খন্তেকতে তই গুচি গ'লি! ছিঃ বৰ্ষা, আমাৰ পৰিয়ালৰ মান-মৰ্যাদা সকলো শেষ কৰিলি। দেউতাৰে চুবুৰীয়া, আত্মীয়-স্বজন কাৰো মুখলৈ চাব নোৱাৰে। আমাৰ মুখত ছাই সানিবলৈকে তোক টকা-পইচা খৰচ কৰি দিল্লীত পঢ়ুৱাইছিলোঁ....। — মাক উচুপি উঠিল। মাকৰ কথা শুনি বৰ্ষা হঠাতে কঠোৰ হৈ পৰিল। তাইৰ কোমল কৰুণ চকুহাল স্থিৰ হৈ কঠিন শিললৈ ৰূপান্তৰিত হ'ল। — 'মা মোৰ কথাও শুনা। অন্ততঃ শেষবাৰৰ বাবে। তোমালোকে প্ৰান্তিকৰ সকলো কথা কিয় বিশ্বাস কৰিলা? তেওঁ আমেৰিকাত থাকে বাবে? নে তোমালোকে বিদেশত চাকৰি কৰা জোঁৱাই হেৰুৱালা বুলি মোৰ ওপৰত অনাস্থা আনিছা? মা, প্ৰান্তিক আৰু মই, দুয়ো দুয়োকে বিশ্বাস কৰি নিজে বিয়া বন্দবস্ত কৰিছিলোঁ। আৰু আজি এই বিবাহত অসম্মতিও জনাইছোঁ ময়েই। মই তোমালোকৰ ওচৰত দোষ এটাই কৰিছোঁ, কাৰণ আমাৰ, অৰ্থাৎ মোৰ কথামতেই তোমালোকে বিয়াৰ যা-যোগাৰ কৰিলা। অতিথি নিমন্ত্ৰণ কৰিলা আৰু বিয়ালৈ কেইটামান দিন থাকোঁতে সকলো কষ্ট মই নিষ্ফল কৰি দিলোঁ। কিন্তু মা, সময় থাকোঁতেই যদি মই এই সিদ্ধান্ত নল'লোঁহেঁতেন, মই চিৰজীৱনৰ মোৰ মানসিকতাৰ সৈতে কোনোপধ্যে খাপ নোখোৱা এজন পুৰুষৰ স'তে কম্প্ৰ'মাইজ কৰি, বাধ্য হৈ জীৱন পাত কৰিবলগা হ'লহেঁতেন। মোৰ শৰীৰত তোমালোকে বিদেশী প্ৰাচুৰ্য আৰু সুগন্ধ পালাহেঁতেন, কিন্তু মোৰ মুখত হাঁহি নাপালাহেঁতেন। মোৰ অন্তৰখন সদায় চকুপানীৰে তিতি থকাটো তুমি মাক হৈ বিচৰা নেকি?

ঃ কিন্তু তয়েই দেখোন প্ৰান্তিকক ভাল পাইছিলি! মাত্ৰ দুমাহ আগতেও মোক ফোনত কৈছিলি, তই কিমান অধীৰ হৈ প্ৰান্তিক অহালৈ বাট চাইছ! প্ৰান্তিকে ভালপোৱা ৰঙৰ ছাৰ্ট কিনিছ, প্ৰান্তিকৰ বাবে কোলহাপুৰী চেণ্ডেল কিনিছ, প্ৰান্তিকৰ বাবে গুজৰাটী ষ্টীচ্ছ কৰা পাঞ্জাবী-কুৰ্তা কিনিছ — বাৰে বাৰে এই বোৰ কৈ মোৰ কাণ ঘোলা কৰা ছোৱালীজনীয়ে মাত্ৰ এদিনতে এনেকুৱা ভয়ানক কাণ্ড কৰিলি কেনেকৈ? ট্ৰেইনত উঠাৰ আগতেও তই মোক কোৱা নাছিলিনে যে প্ৰান্তিকৰ দৰাৰ সাজটো যাতে একেবাৰে খাঁটি অসমীয়া হয়। দৰাৰ বৰণৰ আঙুঠিটোৰ ওপৰত যাতে ধৰিব নোৱাৰাকৈ ডিজাইন কৰি অসমীয়া 'ব' আখৰটো খোদাই কৰা থাকে। কোৱা নাছিলি জানো — গৈ পোৱাৰ দিনাই দিনৰ সাঁজত যাতে মাটিমাহ-অমিতাৰ খাৰ ৰান্ধো, ঢেকীয়াশাক-খৰিচা আৰু পুঠি মাছৰ চৰ্চৰি, ঘৰৰ খৰুৱা বেঙেনা কেইটামান পুৰি, পোৰা আলু, ধনিয়া, মিঠাতেল দি পিটিকা, মগুমাহৰ বৰ দিয়া আঞ্জা, নিশালৈ কোমোৰা আৰু হাঁহৰ মাংসৰ আঞ্জা — এইবোৰৰ ফৰমাইছ তই দিয়ামতেই যোগাৰ কৰিছিলোঁ। দুবছৰৰ মূৰত বিদেশৰপৰা অহা প্ৰান্তিকে ঘৰৰ খাদ্য খাইহে ভাল পাব বুলি কোৱাত মই কিমান যত্নৰে বস্তুবোৰ গোটাই পাকঘৰখনতে সোমাই আছিলোঁ। হ'লেইবা তই বন্দবস্ত কৰা ল'ৰা — হ'বলগা জোঁৱাইৰ প্ৰতি থকা মৰম তই মাক হ'লে বুজি পাবি....' বৰ্ষাৰ মাক পুনৰ উচুপি উঠিল।

ঃ মা, মোৰ বিচাৰত মই ভুল কৰা নাই। মই কাৰো প্ৰতি অন্যায় কৰা নাই। মই মাত্ৰ নিজেই নিজক এটা অন্যায়ৰ বলি হোৱাৰপৰা ৰক্ষা কৰিছোঁ। মা, তুমিয়েই কোৱাচোন, তুমি যেনেকৈ দেউতাৰ ইচ্ছা-অনিচ্ছৰ পুতলা হৈ জীৱন কটাই গৈছা, শতকৰা এশভাগ পতিব্ৰতা হৈয়ো, দেউতাৰ অলপ মনোযোগৰ বাবে হাবাথুৰি খাই বিবাহৰ পিছৰ পঁচিছটা বছৰ পাৰ কৰিলা। শিক্ষিতা হৈও, তুমি দেউতাৰ প্ৰত্যেকটো

অনুমতিৰ বাবে বাট চাব লগা হয়, তেনে জীৱন এটা ময়ো পোৱাটো আশা কৰানে? দেউতাই তাছৰ আড্ডাৰপৰা মুখত মদৰ গোন্ধ লৈ উলটি অহা গভীৰ নিশাবোৰ মোৰ মনত আছে। তুমি ভাত নাখাই সাৰে থাকা। আমি শুইছোঁ বুলি ভাবি দেউতাৰ সৈতে তৰ্ক কৰা। দেউতাই তোমাক অকথ্য ভাষাৰে গালি পাৰে। চাকৰি কৰি ঘৰ পুহি, অলপ নিজে ফূৰ্তি কৰাৰো অধিকাৰ নাই নেকি বুলি দেউতাই তোমাক ধমক দিয়ে। মই তেতিয়া সদায় ভাবোঁ — আমাক জন্ম দি, তোমাক পত্নী কৰি দেউতাই কৰুণা কৰিছে নেকি? দেউতাৰ দৰমহাৰে আমাক পোহ-পাল দিয়াৰ বিনিময়ত, দেউতাই আমি নিবিচৰা কাম কৰাৰ অধিকাৰবোৰ পোৱাটো দেউতাৰ অধিকাৰ নেকি? তেতিয়াহ'লে সন্তান আৰু পত্নী হিচাপে তোমাৰ, আমাৰ অধিকাৰ কি? নে আমি কৰুণা প্ৰাৰ্থী। মোৰ মনত আছে মা, দেউতাই দৰমহা নোপোৱা দিনবোৰত তুমি কেনেকৈ জোৰা-টাপলি মাৰি ঘৰ চলাইছিলা, আমাক দুয়োজনী বাই-ভনীক কষ্ট নোপোৱাকৈ ৰাখিছিলা, কেনেকৈ তুমি খবৰ কাকত, খালি টেমা-বটল বিক্ৰী কৰি, দেউতাই মাছ নহ'লে ভাত খাই বেয়া পাই বুলি মাছ কিনিছিলা। দেউতাই কিন্তু তেতিয়াও বন্ধু-বান্ধবৰ তাছৰ আড্ডালৈ গৈছিল, মুখত মদৰ গোন্ধ লৈ ঘৰ সোমাইছিল। তুমি দিনত খবৰ কাকত, বটল বিক্ৰী কৰি পোৱা পইচাৰে মাছৰ আঞ্জা ৰান্ধি নিশা দোভাগলৈকে ৰৈ থাকিছিলা। মই, তুমি নহয় মা — মোক তোমাৰ দৰে হ'বলৈ নক'বা।

ঃ কিন্তু প্ৰান্তিক বিদেশত থকা ল'ৰা। তিনি বছৰৰ তহঁতৰ আণ্ডাৰষ্টেণ্ডিং এদিনতে সকলো ওলট-পালট হ'ল কেনেকৈ?

ঃ মা তুমি নুবুজিবা। এই ট্ৰেইনত পোৱা বাৰঘন্টাই মোক সত্য দেখুৱালে। মোৰ বিবেকে বাৰে বাৰে সুধিলে, বৰ্ষা, প্ৰান্তিক তই ভালপোৱা ল'ৰাটো হয়নে? সি আগৰ দৰেই আছেনে? চাহেবপুৰাত হোৱা ট্ৰেইন এক্সিডেন্টটোৱে মোৰ জীৱনৰ গতি সলনি কৰি দিলে। তোমাক প্ৰান্তিকে কোৱাৰ দৰে মই কোনো মুচলমান মানুহৰ প্ৰেমত হঠাতে পৰি চাহেবপুৰাত ৰৈ যোৱা নাই। প্ৰান্তিক কিমান নীচ, যান্ত্ৰিক সেই দুৰ্ঘটনাটোতে মই আৱিষ্কাৰ কৰিলোঁ। আধুনিক পোছাক, মুখত ফৰ্‌ফৰাই ইংৰাজী, স্মাৰ্ট, দেখনিয়াৰ হ'লেই মনটো আধুনিক নহ'বও পাৰে। বিদেশত থাকিও প্ৰান্তিক এটা সামন্তযুগীয়া পুৰুষ। মই মানুহ হৈ থাকিবলৈ বিচাৰোঁ, মই মোৰ ক্ষুদ্ৰ জীৱনটোক পৃথিৱীৰ কামত লগাবলৈ বিচাৰোঁ — আই ৱাণ্ট টু বি ইউছড্ ফৰ মাই ৱৰ্ল্ড — এজন প্ৰান্তিকৰ স্বাৰ্থত মই ব্যৱহাৰ হ'ব নোখোজোঁ মা — শুনা মই 'ইনছাইট' নামৰ এটা এন-জি-অ'ত সোমালোঁ। এই এন-জি-অ'টোৱে ভাৰতৰ বিভিন্ন কোণত কাম কৰিছে। শেখৰ হুছেইন এই এন-জি-অ'ৰ পিতৃ। মা, সুখ আৰু আৰামৰ এটা তফাৎ আছে। তোমালোকে আৰামক সুখ বুলি ভাবা। এতিয়া মোৰ আৰাম নাই, বৰঞ্চ ৰ'দে-বতাহে মোক ঘূৰি ফুৰা দেখিলে তোমাৰ চকুপানী ওলাব — কিন্তু মই সুখ পাইছোঁ বুলি অহংকাৰ কৰিব পাৰোঁ।

ঃ দেউতাৰে তোক ঘৰত সোমাবলৈ নিদিওঁ বুলি কৈছে....

ঃ এয়া স্বাভাৱিক, মই তেওঁৰ বহু লোকচান কৰিলোঁ — মান-সন্মানৰপৰা টকা-পইচালৈ....

ঃ নহয় মানু, তোক আৰু এটা ডাঙৰ খবৰ দিয়া নাই। চাৰিদিন পিছতে অৰ্থাৎ তোৰ বিয়াৰ তাৰিখতে বন্যাৰ বিয়া।

বৰ্ষা যেন আকাশৰপৰা পৰিল। তাই সবিস্ময়েৰে চিঞৰি উঠিল — বন্যাৰ বিয়া! মোৰ একমাত্ৰ কাণসমনীয়া ভনীজনীৰ বিয়া ঠিক কৰিলা অথচ মোক সিদিনালৈকে একো নজনালা।

ঃ নহয় মানু কথাটো বেলেগ। মানে তোৰ এই কাণ্ডটো গম পাই দেউতাৰে খণ্ডত পগলা যেন হ'ল। বিশেষকৈ প্ৰান্তিকৰ মুখৰ ফালে দেউতাৰে চাব নোৱাৰা হ'ল। ইমান সুন্দৰ ল'ৰা এটাক তই প্ৰৱঞ্চনা কৰা কথাটো সহজকৈ ল'ব নোৱাৰিলে। দেউতাৰেই প্ৰস্তাৱ দিলে — বিয়া নাভাগে। প্ৰান্তিক যদি মান্তি হয়, সেই তাৰিখতে বন্যাৰ সৈতে প্ৰান্তিকৰ বিয়া হ'ব। প্ৰান্তিকে ক'লে, তাৰ আপত্তি নাই। প্ৰান্তিকৰো ইচ্ছা, সি বিয়াৰ বাবেই যেতিয়া আহিল, এতিয়া সি এই নিৰ্দয় খবৰ ঘৰখনত দিব নোৱাৰেগৈ। দুয়োঘৰৰে মান-মৰ্যাদা বচাবলৈকে সি বন্যাক বিয়া কৰাবলৈ মান্তি হ'ল। তই যোৱাবাৰ প্ৰান্তিকক চিনাকি কৰাবলৈ ঘৰলৈ আহোঁতে সি বন্যাক লগ পাইছিলেই। প্ৰান্তিকে আমাৰ নাক ৰক্ষা কৰিলে। তাৰ বদনাম তই নাগাবি। আমাৰ সমাজত, বায়েকজনী বিয়ালৈ দুদিন থাকোঁতে গুচি গ'লে, পিছত ভনীয়েকজনী বিয়া দিবলৈ কিমান কষ্ট সেয়া তই বুজি নাপাব। প্ৰান্তিকে বন্যাক বিয়া নকৰাও বোলা হ'লে আমাৰ তাইক বিয়া দিয়াই সমস্যা হ'লহেঁতেন। বৰ্ষাই বজ্ৰপৰা মানুহৰ দৰে ৰিচিভাৰটো হাতত লৈ ৰৈ থাকিল। সিফালৰ পৰা মাকৰ হেল্ল'-হেল্ল' শব্দটো বতাহত বিয়পি ফুৰিলে। বৰ্ষাই নিমাতে লাইনটো

কাটি দিলে। প্ৰান্তিকক ভেঙিয়াহ'লে যিকোনো এজনী ছোৱালী বিয়া কৰাবলৈ পালেই হয়। বৰ্ষা নহ'লে বন্যা। প্ৰান্তিকে বৰ্ষাক তেনেহ'লে কি বুলি ভাবিছিল? এটা নাৰীদেহ! বন্যা ওখ আৰু পৰিষ্কাৰ ৰঙৰ। যোৱাবাৰ প্ৰান্তিকে বন্যাক দেখি অলপ ৰূপৰ প্ৰশংসা কৰোঁতে বৰ্ষাৰ অভিমান হৈছিল। প্ৰান্তিকে তৎক্ষণাতে কৈছিল — 'বৰ্ষা আৰু বন্যাৰ ডাঙৰ তফাৎ আছে। বৰ্ষাই জুৰ পেলায়, কিন্তু বন্যা উদ্দাম আৰু অস্থায়ী। বন্যাক মানুহে কামনা নকৰে, বৰ্ষাক কৰে'। কিমান কাব্যিক আছিল প্ৰান্তিক তিনি বছৰ আগলৈকে! ভনীয়েকৰ বিয়া হোৱাত বৰ্ষাৰ অলপো ঈৰ্ষা হোৱা নাই, কিন্তু প্ৰান্তিকৰ সৈতে। বন্যাই কেনেকৈ মানি ল'লে, যোৱা তিনি বছৰৰ বায়েকৰ প্ৰেমিক, যাৰ সৈতে সেই তাৰিখতে বিবাহ হোবাৰ কথা আছিল, তেওঁক তৎক্ষণাতে জীৱন সংগী কৰিব পাৰি বুলি। নে প্ৰান্তিক আমেৰিকাত থাকে বাবে, সকলোৰে উৰ্ধৰ্ত। দেউতাকে কাৰ ওপৰত প্ৰতিশোধ ল'লে? কাক দেখুৱালে তেওঁৰ অহংকাৰ। প্ৰান্তিকৰো বৰ্ষাৰ ওপৰত এয়া প্ৰতিশোধ নেকি? প্ৰতিশোধ আৰু অহঙ্কাৰৰ ভেটিত হোৱা বিয়াত বন্যা সুখী হ'বনে? মাকে সৰুৰেপৰাই দুয়োজনী ছোৱালীকে শিকাইছিল — ছোৱালী মানুহৰ অহংকাৰ-জেদ, এইবোৰ ভাল কথা নহয়। ছোৱালী মানুহ হ'ব লাগে ধৰিত্ৰীৰ দৰে। নিমাতে দুখ-যন্ত্ৰণা সহি ধৰিত্ৰীয়ে যিদৰে পৃথিৱীখন ফলে-ফুলে জাতিষ্কাৰ কৰি ৰাখে। বৰ্ষা ধৰিত্ৰী হ'ব নোৱাৰিলে, বন্যাই পাৰিবনে? — 'বৰ্ষা, কি হ'ল?' বিদ্যাই বৰ্ষাক বাহুত ধৰি জোকাৰি দিলে। বৰ্ষাই এটা ম্লান হাঁহিৰে ক'লে— 'সকলো শেষ, এতিয়া তোমালোকৰ সৈতে মই মন-পুতি কাম কৰিব পাৰিম'। কোনেও একো উত্তৰ নিদিলে। অন্ধকাৰৰ মাজেৰে সিহঁত তিনিওজনী পুনৰ টৰ্চ এটাৰ পোহৰত গাঁৱলৈ উভতিল। — দূৰৈৰ ঘৰবোৰৰ, কোনোবা এটাৰপৰা ভাহি আহিছে এটা নিচুকনি গীত — শো যা বিটিয়া ৰাণী, ৰাজকুমাৰ আবল ঘোঁৰা মা.... পৃথিৱীৰ সকলো প্ৰান্তৰ মাতৃয়ে কন্যাক একোজন ৰাজকুমাৰৰ আগমনৰ ভৱিষ্যৎ বাৰ্তা দিয়েই বোধহয় শুৱায়। চেতনাত এজন মৰমিয়াল, ৰাজকুমাৰক বন্দী কৰি ছোৱালীজনী ডাঙৰ হয়। তাৰ পিছত তাইক হয়তো মানসিক নতুবা শাৰীৰিকভাৱে ৰাজকুমাৰজনে হত্যা কৰে। বৰ্ষাই দেখিছে যোৱা দহ-বাৰ দিনতে। আধাপেটিকৈ খেতিপথাৰত কাম কৰা মাকবোৰক কিদৰে গিৰীহঁতে সময়ত খোৱা দিব নোৱাৰা বাবে প্ৰহাৰ কৰে। বুকুৰ গাখীৰ খাই থকা কেঁচুৱা কেনেকৈ মাকৰ বুকুৰপৰা এনে সময়ত উফৰি পৰে। বৰ্ষাই দেখিছে। মাত্ৰ এই কেইদিনতে, ফুল-কুমলীয়া ছোৱালীক কেইশ বা কেইহেজাৰমান টকাত পিতৃ-মাতৃয়ে বিক্ৰী কৰি দিয়া। পাখিলগা ঘোঁৰাত অহা ৰাজকুমাৰৰ সপোন দেখা একোজনী কণমানি ছোৱালী যৌন বিকাৰগ্ৰস্ত গিৰীহঁতৰ দেহৰ ভৰত ৰক্তাক্ত হোৱা। এই গাঁৱতে কতজনী নতুন কইনাক হত্যা কৰা হৈছে তাৰ হিচাপ বৰ্ষাই পাইছে। বৰ্ষা আচৰিত হৈ যায়। আচলতে একো সলনি ঘটা নাই। বন্যাৰ মুখখন বৰ্ষাৰ চকুত ভাহি উঠিল। তাইতকৈ মাত্ৰ দুবছৰৰ সৰু বন্যই, বৰ্ষাৰপৰা তাই বিচৰা প্ৰত্যেক বস্তুৱেই কাঢ়ি লোৱাৰ অভ্যাস আছিল। বন্যা সৰু বাবেই বৰ্ষাই তাইৰ বাবে ত্যাগ কৰিব লাগিছিল সকলো। মাক-দেউতাকেও বৰ্ষাক কৈ আহিছিল — 'তুমি ডাঙৰ নহয়, বায়েকে ভনীয়েকক কন্দুৱাব নাপায় নহয় — দি দিয়া'। বন্যাৰ এই অভ্যাস থাকিয়েই গ'ল। ফ্ৰক, পুতলা, পে'ন, পেঞ্চিল, কাপোৰ-জোতাৰ দৰে আজি প্ৰান্তিকো বন্যাৰে হ'ল। বৰ্ষাই হঠাতে অনুভৱ কৰিলে — তাই কিজানি বন্যাৰ বাবেই প্ৰান্তিকক সযতনে ৰাখি থৈছিল। প্ৰান্তিক আৰু বন্যাৰ চৰিত্ৰগত বৈশিষ্ট্যও একে। পুৰুষ আৰু নাৰীৰ সম্পৰ্কৰ মূল্যবোধৰ সলনি ঘটনা নাই। নিমাতে আহি থকা তিনিগৰাকী নাৰীৰ ছাঁয়ামূৰ্তি টৰ্চৰ পোহৰ পৰি মাটিৰ আলিবাটত এক অলৌকিক ৰূপ ধাৰণ কৰিছিল। ৰাখী, বিদ্যা আৰু বৰ্ষা তিনিওজনীৰে অন্তৰ এক অনন্ত তৰ্ক-বিতৰ্কৰ ধুমুহা আৰু ৰহস্যময় ভাবনাৰ বা-মাৰলিত আলোড়িত। অথচ কোনেও এটা শব্দও উচ্চাৰণ কৰা নাই। বৰ্ষাই জানে, বিদ্যা আৰু ৰাখীৰো বহু কথা ক'বলগা আছে কিন্তু সিহঁত বৰ্তমানৰ যাত্ৰী। 'ইনছাইট'ৰ কৰ্মী প্ৰত্যেকেই বৰ্তমানৰ যাত্ৰী। শেখৰ হুছেইনে কয় — 'বৰ্তমানক লৈ সন্তোষেৰে কাম কৰি যোৱা, ভৱিষ্যতক সুন্দৰ অতীত কৰি ৰাখিব পাৰিবা'। হুছেইন বৰ ফিল'ছফিকেল মানুহ। বৰ্ষাৰ বুকুখন ভাৰাক্ৰান্ত হৈ উঠিল। পিতৃ-মাতৃও ইমান স্বাৰ্থপৰ হ'ব পাৰে! এজন আমেৰিকাত থকা ধনী জোঁৱাইৰ লোভত বৰ্ষাৰ প্ৰতি ইমান নিৰ্দয় বিচাৰ কৰা হ'ল! হঠাতে বৰ্ষাৰ সম্বিৎ হ'ল, তাই হাতত ৰখা সৰু বেগটো পি-চি-অ'ত এৰি আহিল। তাই বিদ্যা আৰু ৰাখীক কথাটো ক'লে।

ঃ কি হ'ব। এই নিশা আকৌ ডেৰ কিলোমিটাৰ পথ ঘূৰি যাবানে? নহ'লে কাইলৈকে দিনত খবৰ ল'ম কি কোৱা? — ৰাখীয়ে উৎকণ্ঠাৰে সুধিলে।

ঃ টকা-পইচা কিমান আছিল? বিদ্যাই সুধিলে।

ঃ এশ দহ টকাৰ দেখোন কথাই পাতিলোঁ আৰু বিছ-ত্ৰিছ টকা আছে চাগে বেগটোত।

ঃ মূল্যবান কিবা?

ঃ নাই — মানে — বেগটো প্ৰান্তিকে এইবাৰ লৈ আহিছিল — মোলৈ। দুটামান ফোন নম্বৰ আৰু প্ৰান্তিকৰ বিদেশৰ ঠিকনা আৰু এখন ন'টবুকৰ বাহিৰে একো নাই।

বৰ্ষাৰ কথা শুনি বিদ্যাই হাঁহি মাৰি ক'লে — খুব ভাল হ'ল সেয়া তুমি এৰি আহিলা। সিহঁত আহি 'ইনছাইট'ৰ ঘৰটোৰ জপনামুখ পালেহি। বিদ্যাই হঠাতে বৰ্ষাক কাষলৈ চপাই আনি ক'লে — What we learn with pleasure we never forget. পাহৰিব নলগা কথাবোৰ সেইবোৰহে, যিবোৰ অভিজ্ঞতা তোমাৰ আনন্দৰ। মই ভাবোঁ প্ৰান্তিকৰ সৈতে থকা স্মৃতিবোৰ তুমি পাহৰা উচিত। আনন্দ নিদিয়া স্মৃতি মনৰপৰা বহিস্কাৰ কৰিবলৈ যত্ন কৰা বৰ্ষা।

ঃ কেনেকৈ সম্ভৱ এয়া!

ঃ মানুহৰ বাবে সকলো সম্ভৱ বৰ্ষা। চেষ্টা কৰিলেই হ'ল। বিদ্যা আয়েংগাৰে কথাখিনি কৈয়েই ইনছাইটৰ ঘৰটোলৈ সোমাই গ'ল, খৰ-খেদাকৈ। জপনামুখৰ আন্ধাৰত নিমাতে কিছুপৰ ৰৈ থাকিল বৰ্ষা আৰু ৰাখী।

টং-টংকৈ ৰান্ধনিঘৰৰ ঘন্টা বাজি উঠিল। নিশাৰ আহাৰ খাবৰ হ'ল। ৰাখী আৰু বৰ্ষা ঘৰটোলৈ সোমাই গ'ল।

ডিং ডং বে'ল
পুছি ইন দা বেল
ডা ডে ইজ অ'ভাৰ
কাম টু দা ডিনাৰ....

যোছেফ মেক্‌ফাৰ্লিনে এনেকৈয়ে জোৰা-টাপলি মাৰি পদ্য গাই ভাল পায়। যোছেফ ফূৰ্তিবাজ ল'ৰা। লাগ-বান্ধ নোহোৱা পদ্যটো সুৰ দি চাৰ্কাছৰ জ'কাৰৰ দৰে জঁপিয়াই গালে। বৰ্ষা আৰু ৰাখীলৈ চাই ডাঙৰ হোটেলৰ ৰেষ্টাৰে দিয়া চালাম এটা দি এনে ভংগিমাত থিয় হ'ল যে সিহঁত দুয়োজনীয়ে হাঁহি ৰাখিব নোৱাৰা হ'ল। এই সৰু সৰু ফূৰ্তিৰ, হাঁহিৰ কণাবোৰ ঘৰটোৰ চুকে-কোণে বিয়পি থাকে। সম্পৰ্কত কোনো কাৰো একো নহয়, কিন্তু এক মুহূৰ্তৰ বাবেও যেন কোনো কাৰোপৰা বিচ্ছিন্ন হ'ব নোখোজে। বহুদিনৰ মূৰত বৰ্ষাই গান এটা গুণগুণালে — এটি এটি ক্ষণ যেন মুকুতাৰে ধন, এনেয়ে হেৰুৱালে নাহে উভতি, কহুৱা বন মোৰ অশান্ত মন....

ঃ এই -কি গান এইটো! তোমাৰ মাত ইমান শুৱলা! — মেক্‌ফাৰ্লিনে চিঞৰি দিলে।

ঃ ভূপেন হাজৰিকাৰ পুৰণা অসমীয়া গান, নাম শুনিছানে?

ঃ কি কোৱা — ভূপেন হাজৰিকাক চিনি নাপাম!

ঃ দিল হুম্ হুম্ কৰে.... ৰাখীয়ে গালে।

ঃ নহ'ব — আজি এটা গানৰ মজলিচ হ'ব লাগিব। ডিনাৰৰ পিছত, চোতালত ৰাতি দুপৰলৈকে হ'ব গান — মই বাৰু ভাল ৰাইমছ গাম — টুইংকল-টুইংকল লিট্‌ল ষ্টাৰ.... মেক্‌ফাৰ্লিনৰ ল'ৰামতীয়া ধেমালিত যোগ দিবলৈ এইবাৰ শেখৰ হুছেইনো কোঠাৰপৰা ওলাই আহিল।

## তৃতীয় বৰষুণ জাক

ঃ জীৱন কি?

মেছু নৈত অলপ পানী আছিল। বালিৰ মাজত্ থিয় হৈ শেখৰ হুছেইনে সুধিলে।

Life is a river — বৰ্ষাই ক'লে।

No, for me, Life is a bottle of Rum — সঞ্জীৱে ক'লে।

Rum? তুমি মদ খোৱা নেকি?

ঃ খাইছিলোঁ — সদায় নাখাওঁ, কিন্তু কেতিয়াবা বিলাস কৰিবলৈ খাওঁ। এয়াই লাইফ বৰ্ষা। জীৱন মানে এক বিলাস ভ্ৰম। একধৰণৰ নিচা। সদায় মানুহে কিবা এটা আৰু ভাল হোৱাৰ নিচাত জীৱনটো লৈ গৈ থাকে।

ঃ নাঃ মই নামানো। জীৱন এক অনন্ত ৰহস্য। নদীৰ দৰে। কেতিয়াবা চঞ্চল, কেতিয়াবা গম্ভীৰ। কেতিয়াবা ৰুক্ষ — এই মেছুৰ দৰে, কেতিয়াবা কোমল। অজান ইয়াৰ চৰিত্ৰ। কিন্তু নদীৰ দৰে জীৱনে নিজে নিজৰ বাট উলিয়াই গৈ থাকে — তাত কাৰো হাত নাথাকে। আপেক্ষিকভাৱে কেৱল দুখ আৰু সুখৰ আঁচ থাকি যায় জীৱনত।

ঃ সুখ-দুখ। তুমিও যে আৰু! সুখ-দুখ মানুহে ভাবি লোৱা এটা ধাৰণা। সুখৰ গিলাছত পানী খাবলৈ তুমি তৃষ্ণাতুৰ হ'ব লাগিব।

ঃ সুখৰ পিয়াহ কাৰ নাথাকে?

ঃ বৰ্ষা, সুখৰ পিয়াহ সকলোৰে লাগে — কিন্তু পিয়াহ লাগিলেই যিকোনো পাত্ৰত পানী খাবানে? সুখৰ গিলাছটো

তোমাৰ পছন্দৰ, আই মিন — চিনি পাব লাগিব। জীৱন আৰু সুখ-দুখক কিয় একাকাৰ কৰিছা?

সঞ্জীৱৰ কথাত বৰ্ষা কিছুপৰ তভক মাৰি বৈ ক'লে — 'মই বুজা নাই তোমাৰ কথা। কিন্তু সদ্যহতে সঁচাকৈ মোৰ পিয়াহ লাগিছে'।

বৰ্ষাৰ কথাত শেখৰ হুছেইন হাঁহিত ফাটি পৰিল। প্ৰায়ে এনেকুৱা ঘটনা হয়। হুছেইনে এনেকুৱা একোটা প্ৰশ্ন কৰি কেইবাজনৰ মাজত তৰ্ক লগাই ৰং চাই ভাল পায়। কিছুদিন আগতে এনে এটা পৰিস্থিতি গৈ যোছেফ আৰু বিদ্যাৰ মাজত তুমুল কাজিয়াৰ সূত্ৰপাত হৈছিল। হুছেইনে সেইদিনাও এটা বিষয় উলিয়াই দিছিল — কাম মানে কি? What is work? খাবলৈ ভাত ৰন্ধাটোও কাম আৰু 'ইনছাইট'ৰ কামবোৰো কাম। তোমাৰ ধাৰণাত কোনবোৰ কাম? প্ৰায় দুঘন্টা তৰ্ক-বিতৰ্কৰ পিছত ই কাঁজিয়ালৈ ৰূপান্তৰিত হোৱাত হুছেইনে নিজেই বিষয়টো আন এদিনলৈ স্থগিত কৰিছিল। কিন্তু ইমান সোনকালে আজিৰ বিষয়টো সামৰণি হ'ব বুলি তেওঁ ভবা নাছিল। হুছেইনে নিজেই পানীৰ বটল বৰ্ষালৈ আগবঢ়াই দিলে। হুছেইনলৈ চাই বৰ্ষাই সুধিলে — আপোনাৰ ধাৰণাত জীৱন মানে কি?

হুছেইনে হাঁহিলে। এক ৰহস্যময় হাঁহি। দুপৰীয়াৰ আকাশখনলৈ চালে। 'ৰ'দ নাই বতৰ গোমা'। — তেওঁ ক'লে।

ঃ নক'লে যে!

ঃ কি?

ঃ জীৱন মানে কি?

ঃ চেমুৱেল বাটলাৰৰ দৰে ময়ো অলপ বিশ্বাস কৰোঁ Life is the art of drawing sufficient conclusions form insufficient premises আমি সেয়ে জীৱনৰ কথা ভাবোঁ একধৰণেৰে আৰু পাওঁ অন্য ধৰণে। সেইবাবেইতো জীৱনটো ইমান মজাৰ। — কৈ আকৌ হাঁহিলে হুছেইনে, লগে লগে নদীৰ পশ্চিমফালে কাৰোবাক হাত বাউল দি মাতিলে। বৰ্ষাই সেইফালে চাই দেখিলে নদীৰ কাষত গজি উঠা ঝাউবনৰ দৰে গছবোৰৰ পাত কাটি থকা দুজনমান মানুহক। তেওঁলোক চুচুক-চামাককৈ তৰাং পানীৰ নৈখন পাৰ হৈ আহি, কিছু দূৰৈত থিয় হ'লহি। হুছেইনে ভোজপুৰীতে সুধিলে — 'কা গাঁও মা ৰহত? সিহঁতে এই গাঁৱৰে বুলি ক'লে। এইবাৰ হুছেইন সিহঁতৰ কাষ চাপি গৈ ক'লে — 'আমি গৱৰ্মেণ্ট'ৰ মানুহ নহয়। কিন্তু তোমালোকৰ গাঁওখন দেখি ইয়াত অলপ কাম কৰি তোমালোকৰ দুপইচা অৰ্জনৰ বাট উলিয়াব খুজিছোঁ'। দুপইচা অৰ্জনৰ কথা শুনি সিহঁতৰ চকু তিৰ্‌বিৰাই উঠিল। হুছেইনে পুনৰ ক'লে —

ঃ এই গছ-পাতবোৰেৰে কি কৰিবা?

ঃ বহুত কাম হয়। ঘৰ ঠাণ্ডা ৰাখিবলৈ এইবোৰ ৰছীৰে গাঁঠি পাটী সাজিব পাৰি। ইয়াৰ শিপাবোৰো বৰ ভাল।

ঃ তোমালোকে জানানে এই পাটীখন ঘৰ ঠাণ্ডা কৰা মেচিনত ব্যৱহাৰ কৰিব পাৰি, গৰম চহৰবোৰৰ বিল্ডিঙৰ খিৰিকীত লগোৱা খচ্‌খচ্ নামৰ পাটী তৈয়াৰ কৰিব পাৰি। আমি এইবোৰ কেনেকৈ কৰে শিকাম তোমালোকক। তোমালোকে ইতিমধ্যেই এইবোৰ সাজিব জানা। আমি মাত্ৰ কেনেকৈ, কিমান জোখত সাজিলে বিক্ৰী কৰিব পাৰিবা দেখুৱাই দিম। বজাৰখনো দেখুৱাই দিম। — মানুহকেইজনে গাঁৱত কথাটো আলোচনা কৰিব বুলি ক'লে। হুছেইনে সিহঁতক মাত্ৰ এটা মাটিৰ ঘৰ দিবলৈ ক'লে যাতে 'ইনছাইট'ৰ দুজনমান মানুহ থাকিব পাৰে। বৰ্ষাই লাহে লাহে বুজি উঠিলে, শিৱকুমাৰৰ মৃতদেহ এই দুখীয়া গাঁওখনক ওভতাই দি হুছেইন শান্তিৰে থাকিব নোৱাৰিলে। মেছু গাঁৱত সোনকালেই এটা প্ৰজেক্ট আৰম্ভ হ'ব। সেইবাবেই পুৱাই সঞ্জীৱ আৰু বৰ্ষাক লৈ শেখৰ হুছেইন এই গাঁৱলৈ আহিল। এই গাঁৱলৈ আহোঁতেও হুছেইনে সিহঁতক একো কোৱা নাছিল উদ্দেশ্যৰ বিষয়ে। সিহঁতে ছিম্পল ভিলেজ ছাৰ্ভে বুলিয়ে ভাবিছিল। বৰ্ষাই দেখিলে মানুহকেইজনৰ সৈতে কথা পাতি পাতি হুছেইন নদীৰ যুৱলিৰপৰা পাৰলৈ উঠি আহিছে। সঞ্জীৱ দাসে নৈৰ পাৰে পাৰে গৈ বহু দূৰৈত কিবা চাই ফুৰিছেগৈ। এই নৈখনৰ সৈতে দূৰণিৰ ঝাউবন আৰু আকাশ যেন একাকাৰ হৈ গৈছে। পানী কাউৰী দুটামান বালিৰ চট এটাৰপৰা উৰি গৈ খহটা চিএৰ দুটামান মাৰি আকাশত বিন্দু হৈ গ'ল। আজি বাইছ ছেপ্টেম্বৰ। প্ৰান্তিকৰ সৈতে আজি তাইৰ বিয়া হ'লহেঁতেন। প্ৰান্তিকৰ বিয়াৰ তাৰিখ ঠিকেই থাকিল, মাত্ৰ কইনা বৰ্ষা নহৈ বন্যা হ'ল। দৰাৰ বৰণৰ আঙুঠিত অসমীয়া 'ব' আখৰটো তাই বিশেষ ডিজাইন দি কৰাবলৈ দিছিল। নামৰ আদ্যক্ষৰটোও একেই থাকিল। সঞ্জীৱে কোৱাৰ দৰে জীৱন মানে A bottle of Rum নেকি? এক ধৰণৰ নিচা, উদ্দেশ্যহীন সাময়িক ফূৰ্তি, সাময়িক দুখ, এক বলিয়ালি! হ'ব পাৰে — হ'ব পাৰে। নহ'লেনো বৰ্ষাই তিনি বছৰ ভাল পোৱা ল'ৰাটোক বিয়ালৈ

মাত্ৰ ষোল্ল দিন থাকোঁতে বৰ্ষাৰ মনৰ সৈতে মিল নথকা এটা অচিনাকি ল'ৰা বুলি আবিষ্কাৰ কৰি পেলায়নে! প্ৰান্তিকৰপৰা পলাবলৈ এই অদ্ভুত সিদ্ধান্ত লৈ তাই চাহেবপুৰাত নামি পৰেনে? কিন্তু যদি ট্ৰেইনৰ এক্সিডেন্ট নহ'লহেঁতেন, শেখৰ হুছেইনক লগেই নাপালেহেঁতেন, এই 'ইনছাইট' নামৰ এন-জি-অ'টোকো চিনি নাপালেহেঁতেন — হয়তো তাই সম্পূৰ্ণ অসন্তুষ্টিৰ ওচৰত বশ্যতা স্বীকাৰ কৰি প্ৰান্তিকক জীৱন-সংগী হিচাপে সামাজিকভাৱে গ্ৰহণ কৰিবলৈ বাধ্য হ'লহেঁতেন। জীৱনে তাইক এটা সুযোগ দিবলৈকে এয়া কৰিলে। প্ৰান্তিকে তাইলৈ চোৱা শেষ মুহূৰ্তৰ সেই চাৱনিটো.... উস্ কি শীতল অথচ ভয়ানক! বৰ্ষাক এক মুহূৰ্ততে যে কৈ উঠিছিল — য়ু বীছ্! প্ৰান্তিকক বৰ্ষাই ই-মেইলৰ মাজেৰে এজন উন্মাদ প্ৰেমিক হিচাপে পাইছিল — বৰ্ষাই বিশ্বাস কৰিছিল। বন্ধুত্বৰ সময়ছোৱাত প্ৰান্তিকৰ জোতাৰ তলুৱাত দেশৰ মাটি লাগি আছিল। দিল্লীৰ ফুটপাথৰ ধূলি, ডাষ্টবিনৰ দুৰ্গন্ধ, সস্তাত খাবপৰা ভাল খাদ্যৰ অনুসন্ধান, এইবিলাকৰ মাজতে জীৱনৰ ৰং-তামাচা বিচাৰি পাইছিল। ৰাজধানী চহৰখন সুদৃশ্য কৰা প্ৰতিটো পদক্ষেপতে প্ৰান্তিকৰ খং উঠিছিল। অসমৰ মন্ত্ৰী-এম-এল-এবোৰক হোৱাই-নোহোৱাই গালি পাৰিছিল। প্ৰান্তিকৰ খংটোৰ বাবেই বৰ্ষাই প্ৰাণভৰি প্ৰান্তিকক ভাল পাইছিল। প্ৰেম প্ৰকাশ কৰিব নোৱাৰি বৰ্ষাৰ হৃদয়খন ফাটি ছিৰা-ছিৰ হ'ব খুজিছিল। বৰ্ষাৰ ঘনিষ্ঠ বান্ধৱী শীলাই কৈছিল — 'মোৰ কিন্তু প্ৰান্তিকক বৰ অসহ্য লাগে। চৌব্বিছ ঘণ্টা টিঙিৰি তুলা, ভাল নালাগে। খাবৰ মন নগ'লে প্লেটত বস্তু এৰিলেও সি দেশৰ কিমান মানুহ অনাহাৰত কটায়, তাৰ এটা হিচাপ দাখিল কৰি দিয়ে — ভাল নালাগে। তই প্ৰান্তিকৰ মাজত কি ৰোমান্টিকতা বিচাৰি পাইছ ক'ব নোৱাৰোঁ'। কেৱল শীলাই নহয়, বৰ্ষাৰ ৰূমমেট বিদিশায়ো একেই কথা কয় — 'প্ৰান্তিকৰ সৈতে দহ মিনিট যদি মোক থাকিবলৈ কব, মই তাতকৈ দিল্লীৰ বিয়াল্লিছ ডিগ্ৰী গৰমত বাহিৰত এঘন্টা থাকি দিম বুলি ক'ম। তথাপি মই প্ৰান্তিকৰ সৈতে নোৱাৰোঁ। চাৰ্ম নোহোৱা ল'ৰা এটাক তই পছন্দ কেনেকৈ কৰিছ বৰ্ষা'! বৰ্ষাই এনেকুৱা সময়ত মুখ টিপি হাঁহে। বিদিশা কলকাতাৰ ধনী বিজনেছমেনৰ ছোৱালী। তাইৰ ককায়কে মেডিকেল কলেজৰপৰা ভালকৈ পাছ কৰি ওলোৱাৰ বাবে 'তাজ'ত এটা পাৰ্টি দিছিল। মাত্ৰ চাৰিজনৰ পাৰ্টি। বৰ্ষাৰ সৈতে প্ৰান্তিকো আমন্ত্ৰিত হৈছিল। বিল দিয়াৰ পিছতে প্ৰান্তিকে বিদিশাক সুধিলে — কিমান দিলা? বিদিশায়ো একো নাভাবি বিলখন চাই ক'লে — তেইছ শ ষাঠি টকা।

ঃ টিপ্‌ছ?

ঃ এই ধৰা পঞ্চাছ টকামান।

ঃ মানে চৌবিছৰ ওপৰত?

ঃ অ' কি হ'ল?

ঃ জানানে — ভাৰতৰ মানুহৰ জনমূৰি আয় কিমান?

ঃ অ' গড প্ৰান্তিক, আমাৰ এই ফূৰ্তিখিনি মাটি কৰি নিদিবা প্লিজ।

ঃ ক'বাই তুমি তেনেকৈ — জানানে, তোমালোকৰ দেউতাৰ ব্যৱসায়তে কিমান শিক্ষিত যুৱক-যুৱতীয়ে দিনে দহ-বাৰ ঘণ্টা কাম কৰি মাত্ৰ বাৰশৰপৰা দুহেজাৰ টকা পায় — সুধি চাবাচোন গৈ তুমি।

ঃ কেতিয়াও নহয় — আমাৰ কোম্পানীত অল আৰ ৱেল পেইড্ — নহ'লে কিয় কাম কৰিব?

ঃ ক'ত কাম কৰিব নহ'লে? কলকাতাৰ কথা জনা আছে। কমিউনিজম্‌ৰ মস্ত ৰঙা বেলুন এটা ফুলাই আকাশত এৰি, এন্টি-কমিউনিজমৰ বাস্কেট এটাত সকলো বহি আছে। দুনিয়াৰ বিদেশী কোম্পানী, দেশী কোম্পানীয়ে ঘৰে ঘৰে জুহালবোৰ বেৰি ল'লে। ভাত ৰান্ধিবা ক'ত? উপায় নাই ছাৰেণ্ডাৰ কৰা। পাঁচশ টকাতো গ্ৰেজুৱেটে চাকৰি কৰিবলৈ দৌৰি আহে। বিদিশাই মুখ বিকটাই দিছিল। বৰ্ষাই প্ৰান্তিকক কাণে-কাণে ধমক দি কৈছিল — 'প্ৰান্তিক হ'ব। মনে মনে থাকা'। প্ৰান্তিক তৎক্ষণাৎ গহীন হৈ গৈছিল। শীলাই কটাক্ষ কৰিছিল — 'প্ৰান্তিক এটা ৰভেন, বৰ্ষাই চুইছ বঙ্ক নকৰিলে ঠাণ্ডা নহয়'।

সেই প্ৰান্তিক দুবছৰৰ মূৰত উভতি আহি এখন বিলাসী হোটেলত উঠিলহি। বৰ্ষাক ক'লে — 'ট্ৰেইনত যাবা? অসম্ভৱ! চোৰ-ডকাইতি, বীজাণুৰ বাকচত মই যাব নোৱাৰোঁ। প্লে'নত যাম'। — শীলা-বিদিশাহঁতে এতিয়া প্ৰান্তিকক দেখা হ'লে! প্ৰান্তিকৰ এতিয়াও খং আছে। কিন্তু এই খং আৰু সেই খঙৰ মাজত কিমান পাৰ্থক্য!

ঃ কি ভাবিছা বৰ্ষা! তুমি চান্স পালেই এইদৰে ভাবুক হৈ যোৱা কিয়? — সঞ্জীৱ ঘূৰি আহি ধপচ্‌কৈ বৰ্ষাৰ কাষত নৈৰ গৰাতে বহি পৰিল। হুছেইন আগবাঢ়ি আহিল। 'কি কিমান আছে সঞ্জীৱ?'

ঃ এখন ডাঙৰ হাবি। খুব সহজেই গজে গছবোৰ। চট্ তৈয়াৰ কৰিবলৈ এখন আইডিয়েল গাঁও হ'ব। — বৰ্ষা

মনে মনে আছিল। শেখৰ অহাইন এইবাৰ বৰ্ষাৰ ওচৰত বহিল।

ঃ বৰ্ষা।

ঃ কি ক'ব?

ঃ এই গাঁৱত থাকি কাম কৰিব পাৰিবা?

ঃ মই! পাৰিম পাৰিম।

ঃ নহয় বৰ্ষা, প্ৰথমতে মোৰ পৰিকল্পনা বেলেগ আছিল। আমি প্ৰত্যেক ঠাইতে লোকেল মানুহৰ সহযোগত কিছুমান ইউনিট খোলোঁ। এনেকৈয়ে যোছেফ, বিদ্যা, সঞ্জীৱ বিভিন্ন ঠাইত আমাৰ সৈতে লগ লাগিছিল। ৰাখী খোদ পাটনাৰ ছোৱালী। তাই এবাৰ আমাৰ ছমহীয়া প্ৰজেক্ট এটাত ভৰ্ত্তি হৈ মাহে সাতশ টকাত কাম কৰিলে। কিন্তু সেই ৰাখী উভতি আন চাকৰিলৈ নাযাওঁ বুলি থাকি গ'ল। তাইৰ লগৰ এটা ল'ৰা আৰু দুজনী ছোৱালী কিন্তু কাম শেষ হোৱাত গ'লগৈ।

আমাৰ কামবোৰত কোনো জবৰ-দস্তি নাই। সম্পূৰ্ণ মন আৰু বিবেকৰ তাগিদাত কাম কৰা হয়। সেইবাবে তুমি 'ইনছাইট' এৰিব খুজিলেও কোনেও বাধা নিদিয়ে। এটা প্ৰজেক্ট হয়তো সফল হওতে দহ বছৰো লাগিব পাৰে। সফল নহ'লেও আংশিক সফল হ'লেও লাভ। অন্ততঃ দহজনৰ ভিতৰত গড়ে চাৰিজন মানুহক স্বাৱলম্বী আৰু সচেতন কৰিব পাৰিলেও আমি সফল বুলিয়েই কওঁ। আমাৰ এই মেছু গাঁৱৰ প্ৰজেক্টটো হাতত নাছিল। কিন্তু শিৱকুমাৰৰ মৃত্যুৰ খবৰ দিবলৈ আহি এই দৰিদ্ৰ, অশিক্ষিত আৰু কু-সংস্কাৰেৰে ভৰা গাঁওখন দেখি কাম কৰাৰ লোভ হ'ল। এই গাঁৱৰ শতকৰা বাঠিভাগ শিশু-কিশোৰ ৱেগন ব্ৰ'কাৰ। চোৰাং ইলেকট্ৰ'নিক্স বস্তু ব্যৱসায়ী। গাঁওখনৰ ডাঙৰ মানুহো বেছিভাগেই এনেকুৱা ক্ৰিমিনেল কাৰ্যৰ সৈতে জড়িত। অপৰাধীৰ সৈতে আমাৰ সম্পৰ্ক নাই। বিদ্যাই 'জুভেনাইল ডেলিকোৱেন্ট চিলড্ৰেন'ক লৈ কাম কৰি আছে। বিদ্যা পিছত এই গাঁৱত থাকি কাম কৰিব। তুমি, ৰাখী আৰু সঞ্জীৱ থাকিবা চট্ তৈয়াৰ কৰা মানুহৰ কাম চাবলৈ। এই গাঁৱত চট্ তৈয়াৰ কৰা বস্তু প্ৰচুৰ। কাম শিকাব আৰু দিব পাৰিলে, এটা ভাল ইণ্ডাষ্ট্ৰী এই গাঁৱৰ মানুহেই কৰিব। আনুষংগিক হিচাপে তুমি এওঁলোকৰ আৰু কি কি কাম কৰিব পৰা যোগ্যতা আছে চাবা। ঘৰবোৰৰ বেৰত মধুবনী পেইন্টিঙৰ চিত্ৰ কিছুমান দেখিছোঁ। তুমি মহিলাসকলক এই লোকচিত্ৰবোৰ ব্যৱসায়িক ভিত্তিত আঁকাৰ বাবে উৎসাহ দিব পাৰা। কাপ্ত পোৱা নাই। অলপ সমস্যা হৈছে। বৰ্তমান তোমালোকে দিনে পঁয়ত্ৰিছ টকা মানকৈ এলাৱেন্স পাবা — চলিব পাৰিবানে? থকা ঘৰটো এওঁলোকে দিব। বৰ্ষা উৎফুল্লিত হৈ পৰিল। তাই সুধিলে — কেতিয়াৰপৰা কাম কৰিম?

ঃ আজি বাইছ ছেপ্টেম্বৰ। বৰ্ষা কামবোৰ খৰ-খেদাকৈ নহয়। আমি এটা ইনফ্ৰাষ্ট্ৰাক্চাৰ গঢ়িব লাগিব। প্ৰথমে এই গাঁৱৰ মানুহ দুখ-সুখৰ সমভাগী হ'ব লাগিব। মনে-প্ৰাণে তুমি এই গাঁৱৰ মানুহ হ'ব লাগিব। এইদৰে থাকিহে তুমি কাম আৰম্ভ কৰিবা। প্ৰথমে সকলো নিজে আগ-ভাগ লৈ কৰিবা। গাঁৱৰ মহিলাখিনিৰ দায়িত্ব তোমাৰ, ল'ৰা-ছোৱালীবোৰৰ দায়িত্ব ৰাখীৰ আৰু সঞ্জীৱৰ দায়িত্ব পুৰুষসকলৰ। আজি প্ৰিলিমিনেৰী ছাৰ্ভে হ'ল। বৰ্ষা — সেইদিনা তুমি কৈছিলা, বাইছ ছেপ্টেম্বৰত তোমাৰ বিয়া। আজিৰ দিনটোত এয়া নঘটিল, কিন্তু মই বিচাৰোঁ তোমাৰ জীৱনত তুমি মনে বিচৰা কিবা এটা ঘটক — এই দিনটোতে। সেই বাবেই মেছু গাঁৱৰ প্ৰজেক্টটো তৎক্ষণাৎ আৰম্ভ কৰিলোঁ। 'ইনছাইটে' তোমাৰ দৰে কৰ্মী পাই ধন্য হৈছোঁ। আমি বহুদিন থকাকৈ অসমলৈ যোৱা নাই। এই প্ৰজেক্ট শেষ কৰি যাম ব্ৰহ্মপুত্ৰ ভেলীলৈ। মই হ'মৱৰ্ক কৰি আছোঁ। অসমৰ ভাষা, সংস্কৃতি, জাতি-উপজাতি সকলো বিষয়ৰ কিতাপ-পত্ৰ আনিছোঁ। যোৱাৰ আগতে মাত্ৰ এমাহ তুমি আমাক অসমীয়া ভাষা শিকাব লাগিব। পাৰিবা নহয়? — হুছেইনে বৰ সহজভাৱে কথাবোৰ কৈ গ'ল। বৰ্ষাৰ চকু দুটা পুনৰ পানীৰে উপচি পৰিল। ইমান মৰম তাই আশা কৰা নাছিল। বৰ্ষা উচুপি উঠিল। হুছেইনে তাইৰ মূৰত হাত বুলাই ক'লে — 'কথাই কথাই আৱেগিক হোৱাটো এৰা আইজনী! দিছ ইজ লাইফ জাৰ্নি'। আকাশৰপৰা কেইটামান টোপাল পৰিল বৰষুণৰ। চাহেবপুৰালৈ অহাৰ দিনাও ঠিক এনেকৈয়ে বৰষুণ পৰিছিল। বৰ্ষাই হাঁহি মাৰি আকাশলৈ চালে। চাহেবপুৰাত যোল্ল দিন হৈ গ'ল। তাই সঞ্জীৱ দাসলৈ চাই মিচিকিয়াই ক'লে — জীৱন মানে এখন ৰে'লগাড়ী। কেতিয়া এক্সিডেন্ট হয়, ক'ত দবা বাগৰি পৰে, থাকি যায় ক'ব নোৱাৰি। আমি তৃতীয় শ্ৰেণীৰ যাত্ৰী।

ঃ No, life is a dream, merrily merrily row, life is but a dream ....সৰুতে পঢ়া নাছিলা? সঞ্জীৱে উত্তৰ দিলে।

ঃ মই সকলো ধৰণৰ কবিতা পঢ়োঁ — অসমীয়া,

ইংৰাজী, বাংলা, অন্যান্য ভাষাৰ অনুবাদ কবিতা। এই মুহূৰ্তত এটা কবিতা মোৰ মনত পৰিছে।

ঃ কি কবিতা? হুছেইনে উৎসুকতাৰে সুধিলে।

ঃ হ'ব, তোমালোকে বুজি নাপাবা। অসমীয়া কবিতা। ডিফু নামৰ এখন সৰু ধুনীয়া পাহাৰীয়া চহৰ আছে। কাৰ্বি জনজাতিৰ লগতে গাৰো, নগা আদিও আছে। তাত 'হাইমু' আছে, ৰাংচিনা চাৰপোৰ সংগীত আছে, কিন্তু তাত উগ্ৰপন্থীও আছে। এফালে অনাবিল সৌন্দৰ্য, জীৱনৰ জাগতিক ছন্দত তুমি আপ্লুত হ'বা, আনফালে মৃত্যুৰ শংকাত তুমি যন্ত্ৰণাবিদ্ধ হ'বা। তেনে এখন সৰু চহৰতে এম. কামালুদ্দিন আহমেদ নামৰ কবি এজন থাকে। তেওঁৰেই কবিতা। অৱশ্যে তাত বহু শিল্পী-সাহিত্যিক থাকে। তোমালোকে গ'লে লৈ যাম চিত্ৰশিল্পী বীৰেন সিংহৰ ঘৰলৈ — আৰু বসন্ত দাস নামৰ আচৰিত প্ৰচাৰবিমুখ গুণী সাহিত্যিক এজন আছে। আছে ৰংবং তেৰাঙো....।

ঃ তুমি 'ডিফু'ৰ কথাত আপোন পাহৰা হ'লা যে! কবিতাটো কি হ'ল?

ঃ ৰ'বা, অসমলৈ গ'লে মই তোমালোকক ডিফুলৈ নিমেই — হঠাতে বৰ্ষা বিষণ্ন হৈ পৰিল আৰু অনুচ্চ সুৰেৰে ক'লে — প্ৰান্তিক স্কুলীয়া জীৱনলৈকে ডিফুত আছিল। এবাৰ মোক সি ডিফু দেখুৱাবলৈ নিছিল।

হঠাতে অলপ ডাঙৰকৈ বৰষুণৰ টোপাল পৰিবলৈ ধৰিলে। হুছেইন, সঞ্জীৱে খৰখেদাকৈ নৈ পাৰৰপৰা গাঁও অভিমুখে খোজ দিলে। হুছেইনে ক'লে — বৰ্ষা, তোমাৰ অসমীয়া কবিতাটো গোৱা, অসমীয়া শিকাৰ পাঠ তোমাৰ কবিতাৰে আৰম্ভ কৰিম। পিছত তুমি ইংৰাজীত ভাঙনি কৰি দিবা — বৰ্ষাই উৎফুল্লিত হৈ আকাশলৈ চালে। তাইৰ মুখত বৰষুণৰ টোপালবোৰ পৰি তৎক্ষণাৎ সিক্ত কৰি পেলালে। বৰ্ষাই গালে —

আকাশলৈ যিদিনাখন চাইছিলোঁ
মোৰ ভৰিৰ তলত নাছিল মাটি
সেই আকাশ নাছিল আকাশৰ দৰে
তৰাবোৰে পিন্ধা নাছিল কোনো ৰহস্যময় সাজ
হাতীপটীবোৰে আঙুলি নিৰ্দেশ কৰা নাছিল
অসীমৰ ৰাজ্যলৈ।
এনেকৈ যে কিমান যুগ পাৰ হৈ গৈছিল
কত স্থলপদ্মই
আকাশৰ বুকুলৈ উভা মাৰিব খুজিছিল
তৰাৰ কিমান পাপৰি
পৃথিৱীৰ ওখ বুকুত সৰিছিল
তাৰ লেখ নাই।
আজি মোৰ ভৰিৰ তলত মাটি

প্ৰাত্যহিকতাৰ সকলো ঐশ্বৰ্যৰে মোৰ কোনো গ্লানি নাই....।

বৰ্ষা অলপ ৰ'ল। তিনিওজন মানুহ মেছু নৈৰ পাৰৰ বৰষুণত তিতি-বুৰি বৰ্ষাৰ মুখৰ অচিনাকি ভাষাৰ কবিতা শুনি ৰৈ গৈছিল। হুছেইনে হঠাতে ক'লে — wonderful! বৰ্ষাই সশব্দে হাঁহিলে।

ঃ কিয় হাঁহিলা? — হুছেইন চিৰিয়াছ হৈ গ'ল।

ঃ অসমীয়া কবিতা — মই অৰ্থই বুজোৱা নাই — অথচ আপুনি wonderful! বুলি ক'লে!

ঃ কবিতা সেই বাবে wonderful! কবিতা মানুহৰ হৃদয়ৰ ভাষা, অসমীয়া, বাংলা, উৰিয়া, হিন্দী, তামিল যি ভাষাতেই গোৱা; কবিতা, গান আৰু ছবিৰ 'লেংগুৱেইজ' নাই। ই হৃদয়ৰ ভাষা — লেংগুৱেজ অব হাৰ্ট.... সঞ্জীৱেও হয়ভৰ দিলে — 'ৱিয়েলি ৱাণ্ডাৰফুল!' বৰ্ষাই বিস্ময়মুগ্ধ হৈ সঞ্জীৱলৈ চালে। সঞ্জীৱে বৰষুণত তিতা চুটি চুলিবোৰ জোকাৰি দি আকৌ ক'লে — 'ৱাণ্ডাৰফুল — তোমাৰ কবিতা, এই বৰষুণ, গাঁওখন, নদীখন.... আৰু — আৰু তুমি'।

বৰ্ষাৰ শৰীৰৰ মাজেৰে, হৃদপিণ্ডৰ মাজেৰে যেন বৰষুণ সৰকি গ'ল! বৰ্ষাই আকৌ ফুৰ্তিতে গালে — 'আজি মোৰ ভৰিৰ তলত মাটি'

ঃ মাটি মাটি — Earth মই বুজিছোঁ। হুছেইনে ক'লে।

সমস্বৰে আটাইকেউজনে হাঁহিলে। মেছু নৈৰ পাৰৰ পৰা বতাহত উটি আহিল এটা চিনাকি গোন্ধ। বহুদিন বৰষুণ নপৰা মাটিত, বৰষুণৰ পিছত ওলোৱা চিনাকি গোন্ধ। এই গোন্ধ অসমতো একে, বিহাৰতো একে। মাটিৰ গোন্ধ সকলোতে একে। 'কবিতা যদি 'লেংগুৱেজ অব হাৰ্টচ' ইট্ ইজ অলছ' স্মেল অব আৰ্থ' এই গোন্ধৰ কোনো ভৌগোলিক সীমা নাই। — বৰ্ষাই হঠাতে ক'লে।

ঃ এক্জেক্টলি, তুমি আজিৰপৰা আমাৰ 'ইনছাইট' নামৰ অনুষ্ঠানটোৰ প্ৰকৃত কৰ্মী হ'লা। আই ফিল প্ৰাউড্ অব্ ইউ।

বন্যাক নিশ্চয় এতিয়া মাহ-হালধিৰে বেইৰ তলত

নোৱাইছে। বৰ্ষাৰ মনলৈ একো বিষাদৰ ভাৱৰ নহা বাবে বৰ্ষা আচৰিত হ'ল। তাইক এখন আকাশে আজি নোৱাইছে। বৰ্ষাই মনে মনে বন্যাৰ বাবে প্ৰাৰ্থনা কৰিলে — বন্যা যেন সুখী হয় — নিউয়ৰ্কৰ কোনো সুউচ্চ মহলাৰ বন্ধ কোঁঠালিৰ খিৰিকীৰে, এই বৰষুণজাকৰ এচাৰকণিয়ে বন্যাৰ কোঁঠালিটোও তিয়াই পেলাওক।

ভবাতকৈ বহু সোনকালে মেছু গাঁৱত কাম আৰম্ভ হৈ গ'ল। বৰ্ষা, ৰাখী, সঞ্জীৱ — এই তিনিটা মানুহ, প্ৰত্যেক দিনাই গাঁওখনলৈ অহা আৰু গধূলি উভতি যোৱা কথাটো গাঁৱৰ মানুহৰ প্ৰধান আলোচ্য বিষয় হৈ পৰিছিল। মানুহবোৰে সন্ধিয়া জুহালৰ কাষত, নিশাৰ আহাৰৰ সময়ত নানা জল্পনা-কল্পনা আৰম্ভ কৰিছিল। ঘৈণীয়েকবোৰে গিৰীয়েকবোৰক উচতাইছিল, একো ফচল নথকা জমিনদাৰৰ পথাৰবোৰত এতিয়া কোৰ মাৰি ধূলিয়ৰী কৰি থকাতকৈ, নতুন কাম শিকাটো ভাল কথা হ'ব। পৰ্জেক্ট বাবুবোৰে দেখুৱা কামবোৰ কৰিলে বজাৰত দুপইচা পাব পৰা চট্, ঠাণ্ডা-মেচিনৰ কামত লগা বস্তুবোৰ সিহঁতে সাজিব পাৰিব। ঘৈণীয়েকবোৰে জমিনদাৰৰ মাটিত সিহঁতৰ গিৰীহঁতবোৰে কাম কৰাটো আৰু এটা কাৰণত ভাল নাপায়। গিৰীহঁতে যাৰ মাটিতে খেতি কৰে, সেই ঘৰ মানুহৰ বান্দীগিৰী কৰিবলৈ ঘৈণীয়েকবোৰক যেতিয়াই-তেতিয়াই মাতি পঠিওৱা হয়। নিজৰ ঘৰৰ কাম, ল'ৰা-ছোৱালী এৰি মাইকী মানুহবোৰে আনৰ ঘৰত কাম কৰাৰ বিনিময়ত টকা-পইচা কেতিয়াবা পায়, কিন্তু প্ৰায়ে নাপায়। কেতিয়াবা খেতিৰ মূলা, তৰমুজ নতুবা গম এপোৱামানকৈ সিহঁতে পায়। কিন্তু শুকান মাটিয়ে এটোপাল পানী নিমিষতে সোহা মাৰি লোৱাৰ দৰে এইবোৰ বস্তু নিমিষতে নোহোৱা হয়। ভোকৰ লেলিহান জুই পেটত লৈ মাক-দেউতাক সন্ধিয়া ঘূৰি অহালৈ বাট চাই থকা ল'ৰা-ছোৱালীবোৰে, একে চোঁচাই গৈ হাতৰপৰাই বস্তুবোৰ লৈ দংশি নিয়ে। মতা মানুহবোৰক সঞ্জীৱ আৰু শেখৰ হুছেইনে যিমান সময় ধৰি প্ৰত্যেকদিনাই প্ৰজেক্টটোৰ উদ্দেশ্য সম্পৰ্কে বুজাব লগা হৈছে, তাতোকৈ বহু কম সময়ত ৰাখী আৰু বৰ্ষাই গাঁৱৰ মাইকী মানুহবোৰক কথাবোৰ বুজাব পাৰিছে। পুৰুষবোৰে নতুন কাম এটা কৰিবলৈ আগবঢ়াৰ আগতে, জমিনদাৰ আৰু গাঁৱৰ অন্যান্য প্ৰভাৱশালী মানুহবোৰে কি ক'ব দহবাৰ ভাবি-গুণি চাইছে। বহুতেই মুখিয়াৰ সৈতে আলোচনা কৰিহে সিদ্ধান্ত দিয়াৰ কথা প্ৰকাশ কৰিছে। কিন্তু বৰ্ষাই আচৰিত ধৰণে লক্ষ্য কৰিলে, ঘোম্‌তাৰ আঁৰত থাকিও, দিনটোত কেবাৰাবো গিৰীহঁতৰ চৰ-কিল খায়ো, গাঁওখনৰ মাইকী মানুহবোৰ বেছি স্বাধীনচিতীয়া। কাকো নোসোধাকৈয়ে ভালেখিনি মাইকী মানুহে বৰ্ষাহঁতক ক'লে যে সিহঁতে পৰ্জেক্টটো বৰ ভাল পাইছে। আনকি সিহঁতে কেনেকৈ বৰ্ষাহঁতক সহায় কৰিব, তাৰ বিষয়ে সোধাৰ লগতে, নিজৰ মতা মানুহবোৰকো এই পৰজেক্টৰ বিষয়ে বুজোৱাৰ দায়িত্ব ল'লে। বৰ্ষাহঁতৰ বাবে প্ৰধান সমস্যা এতিয়া হ'ল, এটা থকা ঘৰৰ। সিহঁত এটা মাহ ধৰি তিলুৱাৰ কেম্পৰপৰা মেছুলৈ প্ৰত্যেক দিনেই অহা-যোৱা কৰি থাকিল। অৱশেষত শেখৰ হুছেইন নিজেই মুখিয়াৰ ওচৰলৈ গ'ল। মুখিয়াই শেখৰ হুছেইন যোৱা দেখি বৰ ভাল নাপালে। ইয়াৰ আগতেও শেখৰ হুছেইন এবাৰ মুখিয়াৰ ঘৰলৈ গৈছিল। প্ৰথমতে মুখিয়াই বেছ আলহ-উদহেই কৰিছিল। 'ভেচ্‌ৰ দুধ' পিতলৰ গিলাছত আগবঢ়াইছিল। এই গাঁৱত কাম কৰিবলৈ সকলো প্ৰকাৰে 'ইনছাইট'ক সহায় কৰিব বুলিছিল। কিন্তু কথা প্ৰসংগত যেতিয়া হুছেইনহঁত 'গৰ্‌মিন্ট'ৰ মানুহ নহয় বুলি গম পালে, লগে লগেই মুখিয়াৰ স্থিতিও সলনি হৈ গ'ল। প্ৰথমতে হুছেইনহঁতে ইয়াৰ কাৰণ একো বুজিব পৰা নাছিল। কিন্তু অনুসন্ধান কৰিহে পিছত গম পালে যে এই গাঁৱত কেবাটাও নলী-নাদ চৰকাৰীভাৱে হৈছে। খেতি-সমাজ সেৱাৰ নামত নানা অনুদান চৰকাৰীভাৱে আহি থাকে। কিন্তু বাস্তৱ ক্ষেত্ৰত দুটা মাত্ৰ নলী-নাদ এটা মুখিয়াৰ ঘৰত, আনটো তেওঁৰ খেতি পথাৰত থকাৰ বাহিৰে বাকী পাঁচোটা নলী-নাদৰ হিচাপ চৰকাৰী কাকত-পত্ৰতে থাকিল। চট্ তৈয়াৰ কৰোঁতে পানীৰ প্ৰয়োজন হয়। মেছু নৈ খৰালি শুকাই যায়। গতিকেই এই কামৰ বাবে যেতিয়া নদীৰ ওচৰত এটা অগভীৰ নলী-নাদ বহুৱাৰ প্ৰস্তাৱ হুছেইনে দিলে, মুখিয়াৰ মুখৰ ৰঙেই সলনি হৈ গ'ল। গৰ্মিণ্টৰ মানুহ হোৱা হ'লে মুখিয়াই এটা তাৎক্ষণিক বুজা-পৰা কৰিব পাৰিলেহেঁতেন। কিন্তু হুছেইনহঁত গৰ্‌মিণ্টৰ মানুহ নহয়। মানুহটো কাম কৰিবলৈহে আঁকোৰ-গোজ। ধন ঘটাৰ উদ্দেশ্য নথকাকৈ, এইদৰে যে জাত-কুলৰ বাহিৰৰ মানুহ আহি কষ্ট-লাঞ্ছনা-গঞ্জনা খায়ো স্বেচ্ছাই সমাজ সেৱা কৰিবলৈ আহিব পাৰে, সেই কথা মুখিয়াৰ অলপো বিশ্বাস নহ'ল। ইনছাইটৰ মানুহবোৰক বিশ্বাসত নল'বলৈ সেইদিনাই নিশা সভা পাতি মুখিয়াই গাঁৱৰ মানুহক সকীয়াই দিলে।

শেখৰ হুছেইনৰ প্ৰতি এইবাৰ মুখিয়াই অলপো আগ্ৰহ নেদেখুৱালে। শেখৰ হুছেইন বাঁহৰ কামীৰে বোৱা ওখ মূঢ়া এটাত মুখিয়াৰ সমুখতে বহিল। হুছেইনে পোন-পটীয়াভাৱেই ক'লে — গাঁৱত থাকিবলৈ আমাক এটা ঘৰ লাগে। ঘৰটো বাৰু নিজেই সাজি ল'ম। কিন্তু আপোনাৰ অনুমতি নহ'লে আমি গাঁৱত ঘৰ সাজিব নোৱাৰোঁ। ডিষ্ট্ৰিক্ট এড্‌মিনিষ্ট্ৰেশ্যনৰ সৈতে আমাৰ কথা হৈ গৈছে। আপোনাৰ অনুমতি পালেই আমি গাঁৱত ঘৰ সাজিব পাৰোঁ।

মুখিয়াই প্ৰথমে একো নামাতিলে। অলপপৰ তলকা মাৰি থাকি ক'লে — কিমান দিন থাকিব খুজিছা?

ঃ এবছৰ সময় লাগিবই — তাতকৈ বেছিও হ'ব পাৰে।

ঃ ইক চাল! ইক চাল খেত কৌন কৰেগা?

ঃ খেতি কৰা বন্ধ নহয়। সিহঁত খেতিৰপৰা ঘূৰি আহি কাম কৰিব। মূলতঃ গাঁৱৰ মাইকী মানুহ, ছোৱালীবোৰেহে এই কাম শিকিব, গতিকে খেতি চলিয়ে থাকিব। মতা মানুহবোৰে খেতিত লাগি দিব পাৰিব।

মুখিয়া আকৌ কিছু পৰলৈ নিশ্চুপ হৈ, হঠাতে ক'লে — 'গাঁৱৰ জীয়ৰী-বোৱাৰীৰ সৈতে কাম কৰিবলৈ আহিছা, সিহঁতৰ ইজ্জত যাতে ঠিক ৰাখ। নহ'লে গাঁও এৰি যাবগৈ লাগিব। গাঁৱৰ মানুহে যদি থাকিবলৈ ঠাই উলিয়াই দিয়ে, মোৰ একো আপত্তি নাই'। এইবুলি কৈয়েই মুখিয়া ঘৰৰ 'ভিতৰলৈ উঠি গ'ল। ইমান পৰে মনে মনে মুখিয়াৰ কাষতে বহি থকা দুটা পাহুৱাল মানুহ থিয় হৈ এইবাৰ শেখৰ হুছেইনলৈ চালে। ইয়াত অৰ্থ — হ'ব, ভালে ভালে ইয়াৰ পৰা যা এতিয়া। হুছেইনে বুজিলে মেছু গাঁৱত কাম কৰাটো সহজ কথা নহ'ব। তথাপিও আৰম্ভণিতেই হাৰমনা মানুহ হুছেইন নহয়। দুপৰৰ ৰ'দে খাওঁ খাওঁ মূৰ্তি ধৰিছে। প্ৰখৰ ৰ'দ নেওচি হলং হলং খোজ পেলাই হুছেইন মেছু গাঁৱৰ ফালে ৰাওনা হ'ল।

এসপ্তাহ পাৰ হৈ গ'ল। কিন্তু ইনছাইটৰ মানুহে য'তেই ঘৰ সাজিবৰ বাবে মাটি বিচাৰে, তাতেই চুবুৰীয়াই আপত্তি কৰে। ৰহস্যজনকভাৱে মানুহবোৰে কোনো কাৰণ দৰ্শাব নোৱাৰে অথচ গাঁৱৰ ভিতৰত, চুবুৰীয়া মাজত কোনেও এটা ঘৰৰ বাবে ঠাই দেখুৱাই নিদিয়ে। বৰ্ষা আৰু ৰাখীৰ ইতিমধ্যে গাঁৱৰ মহিলামহলৰ সৈতে ভাবৰ আদান-প্ৰদান নিবিড় হৈ উঠিছে। দুজনীমান মহিলাই তাইহঁতক ক'লে যে ৰাতি ৰাতি মুখিয়াৰ মানুহ আহি গাঁৱৰ মানুহক সকীয়াই যায়, ইনছাইটৰ মানুহক জাগা নিদিবলৈ। সঞ্জীৱ অলপ খাবাং-খাচ স্বভাৱৰ। সি ৰাখী আৰু বৰ্ষাৰপৰা কথাবোৰ শুনি তৎক্ষণাতে ক'লে — 'এইদৰে নহ'ব। মই কাইলৈকে নিজে পছন্দ কৰি এটুকুৰা ঠাইত ঘৰ সাজিবলৈ আৰম্ভ কৰি দিম। চাম কোনে কি কৰে'। ৰাখী আৰু বৰ্ষাই এনেকৈ জোৰ-জবৰদস্তি কাম কৰিব খোজাটো ভাল নাপালেও, মুখেৰে একো বাধা নিদিলে। আচলতে সিহঁতেও একো সিদ্ধান্তত উপনীত হ'ব পৰা নাই, কি কৰিলেনো সিহঁতে গাঁৱৰ মাজত থাকিবলৈ পাব। সঞ্জীৱৰ সিদ্ধান্তত সেয়ে পৰস্পৰে পৰস্পৰৰ চকুলৈ চালে। মুখেৰে এটাও শব্দ নকৰিলে।

গাঁওখনলৈ আন্ধাৰ নামি আহিছিল। এজোপা চতিয়না গছৰ তলত সিহঁত বিষণ্ণ বদনেৰে মেছু নৈখনলৈ চাই বহি আছিল। গধূলি ছয় বজাত বাছখন চৰকাৰী আলিৰে যায়গৈ। পুনৰ ঘূৰি চাহেবপুৰালৈ নাযায়। পিছদিনা পুৱাহে যায়। ইচ্ছা কৰিয়েই সিহঁত আজি উভতি নগ'ল। মেছু গাঁৱৰ সীমাৰে যোৱা চৰকাৰী আলিৰে দুবাৰেই বাছ অহা-যোৱা কৰে। পুৱা ছয় বজাত যোৱা বাছখন গধূলি ছয় বজাত ঘূৰি আহে। দুপৰীয়া দুই বজাত যোৱা বাছখন পিছদিনা দুই বজাত ঘূৰি আহে। দুয়োখন বাছ মানুহ, শাক-পাচলি, ছাগলি, মুৰ্গী, গমৰ বস্তা আদিৰ ভৰত এফাল বেঁকা হৈ চলি যায়। বাছৰ ওপৰত, খিৰিকী, ফুটবৰ্ড, পিছফালৰ জখলা সকলোতেই মানুহ ওলমি যায়। বৰ্ষাই প্ৰথমে এনে বাছত তত্তিবই নোৱাৰিছিল। কিন্তু তায়ো বাছৰ পিছফালে ওলমি দুদিন অহা-যোৱা কৰি অভ্যাস কৰাৰ পাছত লাহে লাহে সহজ হৈ আহিল। এই অঞ্চলৰ জীৱন-যাত্ৰা এনেকুৱাই। কেৱল মেছু গাঁও নহয়, প্ৰায় দহ-বাৰখন গাঁও এই বাছ দুখনে স্পৰ্শ কৰি যায়। মেছু গাঁৱৰ মানুহে সেয়ে যোল্ল কিলোমিটাৰ পথ প্ৰায়ে খোজ কাঢ়ে। বাছত কাচিৎহে মেছুৰ মানুহে ওলমিবলৈ সুবিধা পায়। বৰ্ষাহঁতেও কেবাদিনো জিৰাই-সতাই যোল্ল কিলোমিটাৰ পথ খোজকঢ়াৰ অভিজ্ঞতা গোটাইছে। জীৱনত অসম্ভৱ বুলি ভবা কামবোৰ কেনেকৈ যে সহজ হৈ যায়। প্ৰথম দিনা বাছ নাপাই খোজকাঢ়িব লাগিব বুলি শুনিয়েই বৰ্ষাৰ মুখ শুকাই গৈছিল। কিন্তু সঞ্জীৱ আৰু ৰাখীৰ উদ্যম, ক্লান্তিহীন ভৰি দুখন দেখি বৰ্ষাৰো যোল্ল কিলোমিটাৰ পথৰ ভাগৰৰ ছাপ মুখত নপৰিল। নিশা আহাৰৰ টেবুলত বৰ্ষাই কথাটো উলিয়াই ফূৰ্তি কৰিছিল। বিদ্যাই হাঁহি মাৰি কৈছিল — 'বৰ্ষা, আচলতে তুমি এতিয়া কৰা কামবোৰ কৰি ভাল পাইছা। 'ইনছাইট'ক ভাল পাইছা। যিকোনো ভালপোৱা বস্তুৰ

বাবে হেলাৰঙে কষ্ট কৰিব পাৰি। কিন্তু তুমি অন্তৰেৰে ভাল নোপোৱা কাম বাধ্যত পৰি কৰিলে চকীত বহি থাকিও ভাগৰ লাগিব। ক্লান্তি আৰু বিৰক্তিত তুমি ভাগি পৰিবা'। কথাবোৰ ভাবি ভাবি বৰ্ষাই পশ্চিম আকাশলৈ চালে। বেলি ডুবিল। বেলিটোৱে বিদায় মুহূৰ্তটোও ৰঙীণ কৰি থৈ যায়। পশ্চিম আকাশখনৰ কমলা ছিৰিলা-ছিৰিল ৰেখাবোৰ মেছুৰ চিল্‌-টিলিয়া পানীতো পৰি ৰৈছে। পানীকাউৰী কিছুমানে চিএৰ-বাখৰ কৰি কমলা বৰণৰ আকাশখন চুই চুই অজান দিশে গুচি গ'ল। সিহঁত নাযায় কেৱল ঘৰলৈ ঘূৰি। আজি যোল্ল কিলোমিটাৰ পথ খোজ কঢ়াৰ বাবে কাৰো ভৰি প্ৰস্তুত নহয়। যোৱা এটা মাহে বহু অনুনয়-বিনয় কৰিও গাঁওখনত থকা ঘৰ এটাৰ বাবে, অকমান ঠাই সিহঁতক কোনেও এৰি দিয়া নাই। বৰ্ষাই সঞ্জীৱৰ মুখলৈ চালে। ইমান হতাশা আৰু খং সঞ্জীৱৰ মুখত বৰ্ষাই কেতিয়াও দেখা নাছিল ইয়াৰ আগতে। ৰাখীৰ মুখখন দেখি একো ধৰিব নোৱাৰি। দূৰ-দিগন্তত তাইৰ দৃষ্টি নিবদ্ধ। শেখৰ হুছেইনে সিহঁতৰ কান্ধৰ ওপৰত এৰি দিছে প্ৰজেক্টটোৰ দায়িত্ব ভাৰ। যোৱা চাৰি-পাঁচদিন ধৰি সিহঁতে ৰিপোৰ্ট দাখিল কৰিছেগৈ। কিন্তু ঘৰৰ কথা যেতিয়াই হুছেইনে সোধে, সিহঁত নিমাত হৈ যায়। গাঁৱৰ মানুহখিনিয়ে সিহঁতক সহযোগ কৰিছে, কিন্তু তাৰ মাজতো এক চেপা ৰহস্যময় ভয়ে খুলি খুলি খাইছে গাঁওবাসীৰ মন। সিহঁতৰ প্ৰত্যেকৰ ভৰি-হাতত লগোৱা আছে যেন অদৃশ্য শিকলি, নিৰ্দিষ্ট সীমাৰ বাহিৰলৈ সিহঁতে এটা খোজো দিব নোৱাৰে। বৰ্ষাৰ নিজৰ ওপৰতে খং উঠিল। তাইৰ জীৱনৰ এইটো প্ৰথম কাম। তাতেই ইমান বাধা। নিশ্চয় তাই এক অশুভ স্থিতি লৈছেহি ইনছাইটত। সঞ্জীৱহঁতৰ নিশ্চয় তাইৰ ওপৰতে খং উঠিছে। বৰ্ষাই সঞ্জীৱৰ মুখলৈ চালে। পূব আকাশৰ শেষ কিৰণ পৰি সঞ্জীৱৰ তামৰঙী ঘৰ্মাক্ত মুখখন কঠিন ব্ৰঞ্জৰ মুৰ্তিৰ দৰে কৰি তুলিছে। বৰ্ষাই হঠাতে ক'লে — 'আজি নিশা এইদৰে গাঁৱৰ বাহিৰত থাকিম নেকি'?

ঃ মই চাব খুজিছোঁ আজি, মানুহবোৰে কাৰোবাৰ ঘৰত আশ্ৰয় দিবলৈ মাতি নিয়েহি নে নিনিয়ে। সদায় পুৱা আহি গধূলি উভতি যোৱা বাবেই গাঁৱৰ মানুহে মুখিয়াৰ ভাবুকি মানি লৈছে। — সঞ্জীৱে দৃঢ়ভাৱে কথাকেইটা ক'লে।

ঃ ৰাতি ঠাণ্ডা লাগিব নেকি বাৰু? জাৰ নামিবলৈ বেছি দিন নাই। কালি পুৱতি নিশা এবাৰ বাহিৰলৈ উঠোঁতে মোৰ ঠাণ্ডা লাগিছিল। — ৰাখীয়ে কথা কৈ কৈ থিয় হৈ ইফালে-সিফালে চালে। কাপোৰৰ জোতা এপাট ভৰিৰপৰা খুলি, তাত সোমাই থকা বালিবোৰ জোকাৰি তাই পুনৰ পিন্ধি ল'লে।

ঃ জাৰৰ বাবে চিন্তা নাই। জুই জ্বলাম। মই এখন বিছনাৰো ব্যৱস্থা কৰিম — কিন্তু খোৱাৰ কি যোগাৰ হ'ব?

ঃ মোৰ এপেকেট বিস্কুট মজুত আছে, পানীৰে সৈতে চলি যাব। — সঞ্জীৱৰ প্ৰশ্নৰ উত্তৰ দিলে বৰ্ষাই।

ঃ গাঁওখনত মানুহবোৰৰ এসাজ খালে, এসাজ খাবলৈ নাই। তেওঁলোকে তিনিখন ৰুটী যাচি আলহী সোধা কথাটো কল্পনাই কৰিব নোৱাৰি। হ'ব, বিস্কুট বেয়া নহয়। অন্ততঃ লঘোণে নাথাকোঁ। এই গাঁৱৰ কতজনৰ চকুত চাগে আজি জুই নজ্বলেই! — ৰাখীয়ে স্বগতোক্তি কৰিলে।

সন্ধিয়া নামি আহিল মেছুৰ পাৰলৈ। সৰু জুপুৰিবোৰৰ ভিতৰত জুইৰ শিখাৰ পোহৰ জিলিকি উঠিল। মেছুৰ পাৰত যোৱা তিনিদিন ধৰি ঝাউ গছবোৰ কটা হৈছে। দ'ম কৰি থোৱা গছ-পাত, শিপাবোৰ সঞ্জীৱে খহাই পেলালে। অলপ বহলকৈ এইবোৰ পাৰি ৰাখী আৰু বৰ্ষাৰ আহল-বহল সূতাৰ দোপাট্টা দুখন সি খুজিলে।

ঃ 'বস্ত্ৰহৰণ কিয় কৰিব খুজিছা! — আমি দুজনীৰ বিপৰীতে তুমি এটা ল'ৰা — সাহস নকৰাই ভাল কিন্তু — ৰাখীয়ে হাঁহি অলপ মজা কৰিলে।

ঃ বস্ত্ৰহৰণ কৰিব খোজা হ'লে, এইদৰে নোখোজোঁ বুজিছা। এই মুহূৰ্তত এনেকুৱা ফূৰ্তি কৰিবলৈ অন্ততঃ মন যোৱা নাই।

ঃ এই মুহূৰ্তত যোৱা নাই — তাৰ মানে অন্য মুহূৰ্তত মন যায়! — ৰাখীয়ে সঞ্জীৱৰ চিৰিয়াছ মুখখনৰ পৰিৱৰ্তন বিচাৰিয়েই ধেমালি কৰিবলৈ নেৰিলে। — বৰ্ষাই মুখ টিপি টিপি হাঁহিলে।

সঞ্জীৱে ৰাখীৰ মুখলৈ চাই হঠাতে ক'লে — 'যায় যায়। কিয় মন নাযাব? সমাজ সেৱা কৰিলেও, মই এটা একত্ৰিছ বছৰীয়া পুৰুষ। সেইটো কিয় পাহৰি যোৱা?' — সঞ্জীৱ দাসে এনেকুৱা কথা কোৱা বৰ্ষাই ইমানদিনে কেতিয়াও শুনা নাছিল। বোধহয় ৰাখীয়েও, তাই সঞ্জীৱৰ উত্তৰ শুনি অপ্ৰস্তুত হৈ গ'ল। বৰ্ষাই আন্ধাৰৰ মাজতে দেখিলে ৰাখীয়ে জিভা কামুৰিছে। ঠিক সেই মুহূৰ্ততে কিছুমান গছ-পাত জ্বলি উঠিল। সঞ্জীৱে শুকান খৰি, গছৰ ঠাল-ঠেঙুলি সেই জুইত দি দিলে। সঞ্জীৱে একুৱা জুইৰ ব্যৱস্থাও কৰিলে। বৰ্ষাই বুকুত পেলাই থোৱা দোপাট্টাখন

সঞ্জীৱৰ হাতত তুলি দিলে। 'থেংকিউ' সঞ্জীৱে দোপাট্টাখন হাতত লৈ বৰ্ষালৈ চাই সামান্য হাঁহিলে। সঞ্জীৱে গছ-পাতৰ বিছনাৰ ওপৰত দোপাট্টাখন বেড্‌ছিটৰ দৰে পাৰি দিলে। ৰাখীয়েও লগে লগেই নিজৰ দোপাট্টাখন তাত পাৰি দিলে। কিন্তু বৰ্ষাৰ হঠাতে কি হৈ গ'ল! সঞ্জীৱে সামান্য হাঁহি 'থেংকিউ' বুলি যে ক'লে, বৰ্ষাৰ বুকুৰ ভিতৰত যেন ভূমিকম্পৰ সৃষ্টি হ'ল। জুইৰ পোহৰত, সঞ্জীৱে হাতত লাঠি এডাল লৈ জুইকুৰা খুচি আছে। কেনিও চোৱা নাই। জুইৰ পোহৰত, নিৰ্জন-নিৰ্বাক মেছু নৈ আৰু অপসৃয়মান ঝাৰণি। আকাশত একাদশীৰ জোন। জুইৰপৰা গছৰ ডাল-পাত ফুটাৰ শব্দ আহিছে। 'চিঁই-ই-উ' কৈ কিবা অজান চৰাইৰ নে কিবা প্ৰাণীৰ মাত এটা অহৰহ ভাহি আহিছে। বৰ্ষাৰ এনে অভিজ্ঞতা জীৱনত প্ৰথম। ৰাখীয়ে ইফালে-সিফালে চাই কিবা ডাল-পাত বুটলিছে। এক অজান ভাবাবেগে বৰ্ষাৰ হৃদয়খন উত্তাল সমুদ্ৰৰ দৰে কৰি তুলিলে। তাইৰ কাষত আজি কোনো নাই। তাইৰ মৰমৰ মাক-দেউতাক, পৰিয়াল, আত্মীয়-স্বজন কোনো নাই। অদ্ভুত এক অভিমানক অগ্ৰাধিকাৰ দি তাইৰ দেউতাকে তাইৰ খবৰ ল'বলৈও এৰি দিছে। বন্যাৰ প্ৰান্তিকৰ সৈতে বিবাহ হৈ যোৱাৰো প্ৰায় এমাহ হ'ল। ইতিমধ্যে সিহঁতে গৈ আমেৰিকাৰ দৰে বিশাল দেশ এখনৰ কোনোবা এটা ক্ষুদ্ৰ কোণৰ বহু তলাৰ ফ্লেটত নিশ্চয় মধু-যামিনী ৰচনা কৰিছে। বৰ্ষাৰ কাষত আছে অনাত্মীয়, এমাহ আগলৈকে অপৰিচিত নানা ৰাজ্যৰ মানুহৰ এটা দল। জীৱনটো কিয় এনেকুৱা! কিয়! বৰ্ষাৰ চকুযোৰত পানী বিৰিঙিল। তাই তৎক্ষণাৎ কান্ধৰ বেগৰপৰা ৰুমাল উলিয়াই চকু মচিলে।

ঃ ধোঁৱা লাগিছে নেকি? সঞ্জীৱে কাম কৰি থকাৰ মাজতে সুধিলে। বৰ্ষাৰ আচৰিত লাগিল। এই মানুহটোৱে কিয় তাইৰ প্ৰতিটো মুহূৰ্তৰ খেয়াল ৰাখে?

ঃ নাই, নাই লগা। — বৰ্ষাই লাহেকৈ ক'লে।

ঃ চোৱা বৰ্ষা, তোমাৰ এনেকুৱা অভিজ্ঞতা নাই। আমি এনে বহু দুখ-কষ্টৰ মুহূৰ্ত পাৰ কৰিছোঁ। আজি তোমাৰ অলপ অসুবিধা হ'ব। বাট্ আই এম চিয়ৰ, য়ু কেন এড্‌জাষ্ট উইথ ইট্। বৰ্ষাই সঞ্জীৱৰ কথা শুনি একো নামাতিলে। জুইৰ তাপ লাহে লাহে আৰামদায়ক হৈ পৰিছে। বৰ্ষাই চকুহাল মুদি দিলে। গাঁওখনৰ কাৰোবাৰ ঘৰত হাই-কাজিয়া হৈছে। বহু দূৰলৈকে মাতবোৰ আৰু কান্দোন ভাহি আহিছে।

ঃ মুখিয়া এক নম্বৰ দুতলীয়া। সি আমাক আৰু ছয়েইনক কাম কৰিবলৈ কয়, আনহাতে নিশা মানুহ পঠাই সি গাঁৱৰ মানুহক আমাক আশ্ৰয় নিদিবলৈ ভাবুকি দিয়ে। আজি তেনেকুৱা মিটিং হ'লে আমি ভাঙি দিম। সঞ্জীৱক চিনি পোৱা নাই। বিনোদিনীৰ ল'ৰা মই।

ঃ কাৰ, কাৰ ল'ৰা? — বৰ্ষা সঞ্জীৱৰ ওচৰ চাপি আহিল। সঞ্জীৱ অপ্ৰস্তুত হৈ গ'ল। 'নাই-একো নাই'।

ঃ নহয়, এইমাত্ৰ তুমি কোনোবা বিনোদিনীৰ কথা ক'লা — কোৱা শুনিলানে ৰাখী?

ঃ হঁা; মই নুশুনিলোঁ। কি কথানো? — ৰাখীয়ে প্ৰশ্নহে কৰিলে ওলোটাই।

ঃ কোৱানা,

ঃ কি কথাবোৰত লাগি থাকাহে — বিনোদিনী মোৰ মাৰ নাম।

ঃ আচৰিত! সন্তানে সদায় দেউতাকৰ নাম লয় — তুমি মাৰ ল'ৰা বুলিহে দেখোন সাহস গোটালা।

ঃ বাদ দিয়ানা। মোক বিৰক্ত নকৰিবা। — সঞ্জীৱ বৰ্ষাৰ ওচৰৰপৰা আঁতৰি গ'ল।

ঃ সঞ্জীৱে ক'ব খোজা নাই নুসুধিবা। আমাক ছয়েইন ব্ৰাদাৰে সদায় কয়, বৰ্তমানহে সত্য, অতীতবোৰক টানি ফুৰিব নাপায়।

ঃ মোৰ অকমান এই কথাৰ সৈতে বিৰোধ আছে ৰাখী। অতীতৰ ভেটি নোহোৱাকৈ বৰ্তমান থাকিব নোৱাৰে। তোমাৰ যৌৱন সত্য, কিন্তু শৈশৱ পাৰ নকৰাকৈ যৌৱনত উপস্থিত হ'ব পাৰিবানে? ভাল-বেয়া সকলো পাৰ হৈ যোৱা মুহূৰ্তই অতীত, আৰু অতীত মানেই অভিজ্ঞতা। অভিজ্ঞতাক বাদ দিয়া কথাটো মানিব নোৱাৰা কথা।

বৰ্ষাৰ কথাত ৰাখী বা সঞ্জীৱে একো নামাতিলে। কিন্তু সঞ্জীৱৰ মুখখনত এক কৰুণ প্ৰচ্ছায়াই খেলা কৰিলে। উমি উমি জ্বলি থকা জুইৰ পোহৰত সঞ্জীৱৰ চকু দুটা চল্‌চলীয়া যেন লাগিল। 'ধোঁৱা লাগিছে নেকি?' বৰ্ষাই এইবাৰ সঞ্জীৱক সুধিলে। সি মৃদু হাঁহি মাৰি ক'লে — 'তুমি অলপ বদমাছি কৰি ভালপোৱা। সৰু ছোৱালীৰ স্বভাৱ যোৱা নাই'। 'মোৰ চৌব্বিছ বছৰ বয়স এতিয়া। বিছ বছৰৰ পাছত বয়সত কোনো সৰু ডাঙৰ নহয়'। — বৰ্ষাৰ কথাত সঞ্জীৱে হাঁহিলে। 'সৰুবোৰেই নিজকে ডাঙৰ বুলি প্ৰকাশ কৰি থাকিবলৈ ভাল পায়। বয়সত ডাঙৰবোৰে সৰু হ'বলৈ যত্ন কৰে — নাজানা নেকি?

ঃ 'ৰ'বা, মনে মনে থাকা। সৌটো মানুহ নহয়নে?

কুঁজা হৈ সি গাঁৱৰ ফাললৈকে দেখোন গৈছে।' — ৰাখীয়ে হঠাতে চেপা কণ্ঠৰে উত্তেজিত হৈ ক'লে।

সঞ্জীৱ আৰু বৰ্ষাই ৰাখীৰ আঙুলিৰ দিশে চকু পোনালে। 'হয়, মানুহেই হ'ব। এটা ডাঙৰ টোপোলাৰ দৰে তাৰ অপসৃয়মান ছাঁয়া। খুব সন্তৰ্পনে যে সি আগবাঢ়িছে খোজত বুজিব পাৰি। জুইকুৰা আৰু মানুহৰ স্থিতি সি আশা কৰা নাছিল। মানুহটোৰ এইটো বোধহয় পৰিচিত বাট। কিন্তু ই যদি মুখিয়াৰ মানুহ তেন্তে লুকাই কিয় আহিছে।' — বৰ্ষাই ক'লে।

'সেই কথাটোকেময়ো ভাবিছোঁ। মুখিয়াৰ মানুহ দুই-তিনিটা বা সদলবলে আহে বুলি কৈছে গাঁৱৰ মানুহে। — অলপ ৰ'বা।' এই বুলি কৈ সঞ্জীৱে গছ-পাতৰ ওপৰত পাৰি থোৱা দোপাট্টা এখন মূৰে-গায়ে মেৰিয়াই মেছুৰ গৰাৰ আঁৰ লৈ খোজ ল'লে। 'সাৱধানে যাবা' — বৰ্ষাই চেপা কণ্ঠস্বৰেৰে চিঞৰিলে। মুহূৰ্ততে সঞ্জীৱ অন্ধকাৰত মিলি গ'ল। মানুহটো গাঁৱৰ ফালে গৈছে। নিমগছৰ সেৰেঙা ছাঁবোৰ জোনৰ স্তিমিত পোহৰত দীঘল দৈত্যৰ দৰে লাগিছে। তাৰ মাজতে সিহঁতে দেখিলে মানুহৰ চকা-মকা ছাঁ। কোনটো সঞ্জীৱৰ ছাঁ, কোনটো অচিনাকিজনৰ সেয়া সিহঁতে ঠাৱৰ কৰিব নোৱাৰিলে। বৰ্ষাৰ বুকুখন দুৰু-দুৰুকৈ কঁপিবলৈ ধৰিলে, কিন্তু ৰাখীৰ নিৰ্বিকাৰ ৰূপ দেখি তাইৰ উদ্বিগ্নতা দেখুৱাবলৈও সাহ নহ'ল। ৰাখীয়ে তৃণ শয্যাত ভৰি-হাত মেলি ঘৰৰ বিছনাত বিশ্ৰাম লোৱাৰ দৰে আৰাম কৰিছে। বৰ্ষা ভিতৰি সাংঘাতিক অস্থিৰ হৈ থকা বাবে বহি থাকিবও পৰা নাই। 'বৰ্ষা, ভয় খাইছা নেকি? সঞ্জীৱৰ একো নহয়। ইয়াতকৈ তেওঁ বহুত মাৰাত্মক সাহস দেখুৱাই থৈছে আগতে'।

: বিপদৰ সম্ভ-বৰ নাই ৰাখী।

ৰাখীয়ে একো নামাতিলে। মাত্ৰ বৰ্ষালৈ এবাৰ চালে।

গাঁওখন নিমাও-মাও হৈ যোৱা বহু পৰ হ'ল। সঞ্জীৱ যোৱাৰো প্ৰায় দুঘণ্টা সময় পাৰ হৈ গ'ল। মেছুৰ পাৰত ৰাখী আৰু বৰ্ষাই মাত্ৰ গছ-পাত, ঝাউবনৰ ঠাল-ঠেঙুলি দি জুইকুৰা জ্বলাই ৰাখিলে। বৰ্ষাৰ বাবে সঁচাকৈয়ে ই এক অভূতপূৰ্ব অভিজ্ঞতা। ইনছাইটত কাম কৰা কথাটো যে সহজ নহয়, আৰু জীৱনৰ প্ৰত্যেক মুহূৰ্ত্তই যে একোটা প্ৰত্যাহ্বান সেই কথা বৰ্ষাই ইয়াৰ আগতে উপলব্ধি কৰিব পৰা নাছিল। হুছেইনে বাৰে বাৰে সেয়ে তাইক বুজাইছিল — 'এতিয়াও তুমি সিদ্ধান্ত নল'বা। আমাৰ জীৱন সহজ পথৰে নাযায়। তাতকৈ তুমি ঘৰলৈ উভতি যোৱা, তুমি ভাল চাকৰি পাবা, তেতিয়াও তুমি কাম কৰাৰ সুবিধা পাবা'। বৰ্ষাৰ কথাবোৰ পাক্ ঘূৰণি খাই থাকিল মনত। হুছেইনে তাইক কৈছিল আৰু বহু ইনছাইটৰ সদস্যৰ কথা। 'বুজিছা বৰ্ষা, আমাৰ দলটো দেখি, কাম দেখি বহুত ল'ৰা-ছোৱালী আকৰ্ষিত হয় প্ৰথমতে। গল্প-উপন্যাস, চিনেমাৰ নায়ক-নায়িকাৰ দৰেই আমি কাম কৰোঁ বুলি ভাবি নিজেও খন্তেকীয়া ভাবাবেগত ঘৰ-বাৰী এৰি গুচি আহে। কিন্তু লাহে লাহে যেতিয়া বাস্তৱৰ কঠিন সমস্যাত; ৰ'দে-বৰষুণে শৰীৰ ক'লা কৰি ৰাখিব লগা হয়, তেতিয়াই ভয় খাবলৈ ধৰে। সমস্ত জীৱন এইদৰে নিপাত কৰাৰ আশংকাত কম্পিত হয়। আৰু নানা অজুহাতত 'ইনছাইট' তেওঁলোকে ত্যাগ কৰে। সেয়ে আমি আজিকালি চাই-চিতিহে ইনছাইটৰ পাৰমানেণ্ট সদস্য লওঁ। আমাৰ প্ৰজেক্টবোৰত বহু টেম্পৰেৰী সদস্যই কাম কৰে, দিনে তেওঁলোকে এটা ভাট্টাও লাভ কৰে — কিন্তু তেওঁলোকক 'ইনছাইট'ৰ পূৰ্ণাংগ সদস্য কৰা নহয়'। বৰ্ষাৰ কাণৰ কাষত যেন পুনৰ কথাবোৰ হুছেইনে এই নিজম নিশা কৈ আছে এনে লাগিল তাইৰ। বৰ্ষাক এতিয়াও পূৰ্ণাংগ পৰ্যায়ৰ সদস্য কৰা হোৱা নাই। হয়তো মেছু গাঁৱৰ প্ৰজেক্টটোৰ পাছতহে তাইৰ যোগ্যতা নিৰ্ধাৰণ হ'ব। হুছেইনে তাইক মাজে মাজে সোধে — 'তুমি ঘৰলৈ ফোন কৰিছানে বৰ্ষা।' বৰ্ষাই ঘৰলৈ টেলিফোন আৰু নকৰে বুলি খাটাংভাৱে কোৱাৰ পিছতো হুছেইনে তাইক ঘৰৰ সৈতে যোগাযোগ কৰিবলৈ কয়। হুছেইনৰ হয়তো এতিয়াও আশা, বৰ্ষাৰ এই আবেগ কাটি উঠাৰ পাছত, তাই এদিন কষ্ট সহ্য কৰিব নোৱাৰি ঘৰলৈ উলটি যাব। বৰ্ষাই ৰাখীলৈ চালে। পূৰ্ণ যৌৱনৰ মাদকতাৰে ৰূপহী ৰাখী। অযত্নত কেৱল সোণে পিতলৰ ৰং লোৱাৰ দৰে হৈছে। সাহস, সততা আৰু আত্ম-বিশ্বাসৰ এক অদ্ভুত জ্যোতি থাকে। ইনছাইটৰ সদস্যবোৰ এই জ্যোতিৰে একোজন সুন্দৰ পুৰুষ-নাৰী। কাৰো ৰূপৰ সৈতে এওঁলোকৰ সৌন্দৰ্যৰ মিল নাই। বৰ্ষাৰ চকুৰ সন্মুখতে এজনী বিছ-বাইছ বছৰীয়া ছোৱালী, নিৰ্জন নিশা, অচিনাকি গাঁৱৰ নদীৰ তীৰত জুই জ্বলাই বহি আছে। বৰ্ষা লগত নথকা হ'লেও ৰাখী অকলেই এইদৰে বহি থাকিলেহেঁতেন। কাৰ বাবে, কি সন্তুষ্টিত তাই এই কামবোৰ কৰিছে! তাই নিজৰ মাক-দেউতাক, আত্মীয় বা প্ৰাপ্তিকে ৰাখী, সঞ্জীৱহঁতৰ কথাবোৰ ক'লে বিশ্বাস কৰিবনে? এই পৃথিৱীতে যে কোটি কোটি মানুহৰ মাজত, সকলো ঠাইতে দহ-পোন্ধৰজন ভিন্ন মানুহ

থাকে আৰু তেওঁলোকেই জীৱনৰ অমূল্য ক্ষণ ত্যাগ কৰি মানুহৰ পৃথিৱীখন ৰক্ষা কৰাৰ বাবে অহৰহ যুদ্ধ কৰি থাকে, সেই কথা তাইৰ পৰিয়ালে কল্পনা কৰিব পাৰিবনে? কেতিয়াও নোৱাৰে। সেইবাবেই তাই দেউতাকে বংশ-মৰ্যাদা ঠেলি কলংকিত কৰা বুলি বৰ্ষাক আখ্যা দিছে। বৰ্ষাৰ এইমুহূৰ্তত তাইৰ দেউতাকলৈও সহানুভূতি উপজিল। কি এক কৃত্ৰিম ক্ষুদ্ৰ পুখুৰীত দেউতাকহঁতে সমগ্ৰ জীৱন সাঁতুৰি পাৰ কৰিলে জীৱনৰ স্বাদ বিচাৰি! দেউতাকৰ বাবে প্ৰাপ্তিকেই পৰম আদৰ্শ, কন্যাক প্ৰাপ্তিকলৈ বিয়া দি তেওঁৰ জীৱন ধন্য হৈ গৈছে। আমেৰিকাত থকা জোঁৱাইৰ শহুৰ বুলি নিজকে পৰিচয় দি; সৰু চহৰখনত নিশ্চয় দেউতাক বহুতৰে ঈৰ্ষাৰ পাত্ৰও হৈছে। ইয়াৰ লগতে চুবুৰীয়াই নিশ্চয় দেউতাকক বৰ্ষাৰ কথা সুধি জীৱন অসহনীয় কৰি তুলিছে। মাকে — 'তোৰ বাবে কাকো মুখ দেখুৱাব নোৱাৰা হৈছোঁ' বুলি টেলিফোনতে কান্দি পেলাইছিল। পৃথিৱীত কোনটো ভাল কাম! 'ৰাখী, প্ৰকৃততে ভাল কাম কাক কয়?' — হঠাতে বৰ্ষাৰ মুখৰপৰা নিৰ্জনতা ভাঙি ওলাই অহা প্ৰশ্নটোত ৰাখী আচৰিত হৈ গ'ল। কিছুপৰ অন্ধকাৰ আকাশলৈ চাই থাকি তাই ক'লে — 'যি কাম কৰিলে মনত কোনো অন্তৰ্দ্বন্দ্ব নহয়, চৌব্বিছ ঘণ্টা তুমি প্ৰশান্তিত থাকিব পাৰা, সেয়াই নিশ্চয় ভাল কাম। মই এই বুলিয়ে ভাবোঁ। — কিয় সুধিলা?'

ঃ এনেয়ে।

ঃ তুমি সম্পূৰ্ণ দুঘণ্টা সময় নিজৰ সৈতে কথা পাতি আছা বৰ্ষা — মই লক্ষ্য কৰিছোঁ।

ঃ ৰাখী, মিছা কথা নক'বা, তুমিওটো নিজৰ সৈতেই কথা পাতি আছা! — ৰাখীয়ে অকমান হাঁহিলে। বৰ্ষাৰ মাজে মাজে ৰাখীক তাইতকৈ বহুত ডাঙৰ যেন লাগি যায়, এনে সময়ত।

ঃ চোৱা, সৌৱা কোনোবা আহিছে — সঞ্জীৱ নেকি? কিন্তু লগত আৰু কোনোবা দুজন মানুহ — ! দূৰৈত অস্থিৰ খোজেৰে দেখা ছাঁ দেখি ৰাখী থিয় হ'ল। বৰ্ষাই দেখিলে ছাঁ কেইটা সিহঁতৰ ফাললৈ আহিছে। তাই ৰাখীৰ অলপ কাষ চাপি গ'ল। ৰাখীয়ে সজোৰে বৰ্ষাৰ হাতখন মুঠি মাৰি ধৰি ক'লে — সঞ্জীৱ নহ'বও পাৰে, কিন্তু আমি সাৱধানে মোকাবিলা কৰিব লাগিব। বৰ্ষাৰ উত্তেজনাত কপাল আৰু নাকত বিন্দু বিন্দু ঘামৰ কণিকা বিৰিঙি উঠিল। ছাঁ কেইটা আগবাঢ়ি আহি আছে, কিন্তু বৰ্ষাহঁতৰ উৎকণ্ঠাৰ অন্ত পেলাই তেনে সময়তে এটা চিএৰ আহিল — আই এম কামিং বৰ্ষা-ৰাখী....,

প্ৰশান্তিৰ উশাহ দুটা দুয়োজনীৰে মুখৰপৰা ওলাই আহিল। বৰ্ষাই কৈ উঠিল — 'উস্-জীৱনত ইমান ৰিলিফ পোৱা নাছিলোঁ। মোৰ প্ৰাণ বায়ু ওলাই যোৱাৰ আগমুহূৰ্তৰ দৰে অৱস্থা হৈছিল'। সিহঁত আচৰিত হৈ গ'ল, যেতিয়া তিনিওটা ছাঁ স্পষ্ট হৈ পৰিল। এজনী শিৱকুমাৰৰ মাক, আন মানুহটো অচিনাকি। সিহঁত সংকোচেৰে দূৰৈত থিয় দি ৰ'ল। সঞ্জীৱে সিহঁতক কাষলৈ নামাতি ক'লে — অলপ পৰ বহ তাতে। তাৰ পাছত জুইকুৰাৰ কাষৰ তৃণ শয্যাখনত ভৰি দুখন মেলি বহিয়েই ক'লে — 'পানী দিয়া অলপ'। বৰ্ষাই বটলৰ সাঁফৰ খুলি তৎক্ষণাৎ সঞ্জীৱক দিলে। সি ঢোক্-ঢোক্কৈ পানী খায়েই মুখতো ছটিয়ালে।

ঃ মই ছাঁটো খেদি গৈ যিটো ঘৰৰ সন্মুখ পালোঁগৈ সেইটো শিৱকুমাৰহঁতৰ ঘৰ। — সঞ্জীৱে সৰু সৰুকৈ ক'লে। অলপ পৰ কুঁৱাটোৰ পাৰত জোপ ল'লোঁ। দেখিলোঁ ভিতৰৰ পৰা কোনোবাই দুৱাৰ খুলি দিছে। ছাঁটো সোমাই গ'ল। মই বহুপৰ ৰৈ থকাৰ পিছতো ছাঁটো ওলাই নহা দেখি, ঘৰটোৰ চাৰিওফালে এপাক মাৰিলোঁ। সিহঁতৰ ৰান্ধনিশালৰ ওচৰত সৰু খিৰিকী এখন থকাৰ বাহিৰে ক'তো খিৰিকীও নাই। সেইখনৰ ঢাকোন এখন বাহিৰৰ পৰা আছে। মই অলপ কষ্ট কৰি খুলিলোঁ। খুলিয়েই বুজি পালোঁ, সেই অচিনাকি ছাঁটো আৰু শিৱকুমাৰৰ মাক ৰুক্মিণীৰ এক ঘনিষ্ঠ সম্পৰ্ক আছে। তৎক্ষণাৎ ভাবিলোঁ, এয়াই সুযোগ, মই বাহিৰৰ দুৱাৰ ঢকিয়ালোঁ। বহুপৰৰ পাছত ৰুক্মিণীয়েই খুলিলে আৰু মোক দেখি চক্ খাই উঠিল। মই মানুহটোক খাটিয়াত পালোঁ। মানুহটো মুখিয়াৰ খাচ মানুহ। কিন্তু ৰুক্মিণীৰ গিৰীয়েক মৰাৰ পাছত যোৱা তিনিবছৰ ধৰি সি তাইৰ সৈতে সম্পৰ্ক ৰাখিছে। মোৰ ধমকত সকলো সিহঁতে সৈ কাঢ়িলে। মানুহটোৱে কিন্তু এইটোও ক'লে যে, আমাৰ বিপক্ষে সি মানুহ উচতোৱা নাই। সেইবোৰ মুখিয়াৰ অন্য মানুহ। সি গাঁৱৰ সীমামূৰৰ এই ঘৰটোলৈ কেৱল ৰুক্মিণীৰ বাবেহে আহে। ইহঁতক মই বুজাই-বঢ়াই লৈ আহিলোঁ। বহুত কামত আহিব, বহু সমস্যাৰ সমাধান হ'ব।

বৰ্ষাই মানুহ দুটালৈ চালে। বালিৰ ওপৰতে বাহি আছে। বত্ৰিছ-তেত্ৰিছ বছৰমান হ'ব ৰুক্মিণীৰ। শিৱকুমাৰৰ মৃত্যুত চকা-মকাকৈ তাইক দেখিছিল। এতিয়াও তাইৰ মুৰত এখন ওৰণি।

'এইফালে আহাচোন' — সঞ্জীৱৰ মাত শুনি সিহঁত দুয়োটা চাপি-কুছি আহিল যদিও সংকোচেৰে বহিল। — চা ৰুক্মিণী, তোৰ দুটা ডেকা ল'ৰা মৰিল। নাৰায়ণক কোনে মাৰিলে নাজান, শিৱকুমাৰ বাৰু ট্ৰেইন এক্সিডেণ্টত মৰিল। তোৰ মানুহটো মৰাৰো ছবছৰ উকলি গ'ল, বিৰ্জুক বিশ্বাস কৰি তই কিমান দিন চলিবি? তাৰ মাইকী-বাচ্ছা আছে, এদিন সি সিহঁতৰ মাজলৈ উলটি যাব, তোৰ কি হ'ব?' সঞ্জীৱে কথাখিনি ক'বলৈহে পালে, বিৰ্জু কাষ চাপি আহি কন্দনামুৱা হৈ ক'লে — 'হমাৰ বাত মুখিয়াচে মত কহিবে। হমাৰ নৌকৰি চলা যায়গা'। ৰুক্মিণীয়ে এইবাৰ উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাই বিনাই বিনাই যিখিনি কথা ক'লে তাৰ সাৰাংশ হ'ল, বিৰ্জুক তাইৰ ভাল নলগা হৈ আহিছে। সি ঘৈণীয়েকলৈ ভয় কৰে। ঘৈণীয়েক মুখিয়াৰ ৰিস্তেদাৰ। দহেজত সি সাত বিঘা জমিন পাইছে, এখন মটৰ চাইকেল আৰু দহ হাজাৰ টকা লৈছে। মুখিয়াই তাৰ নৌকৰি পক্কা কৰিছে। গতিকেই প্ৰথমে সি ৰুক্মিণীক ভাল পাওঁ বুলি, বিয়াও কৰিম বুলি নানা কথা কৈ ওচৰ চাপিছিল। ৰুক্মিণীৰ ল'ৰা শিৱকুমাৰে চুৰ কৰি অনা বস্তুবোৰ ভাল দামত সি বিক্ৰী কৰাৰ সুবিধা কৰি দিছিল। শিৱকুমাৰক দুবাৰ পুলিচৰ পৰা সৰুৱাই আনিছিল। এতিয়া শিৱকুমাৰো নাই। তাই এতিয়া বুজিব পাৰিছে যে সি তাইৰ কেৱল শৰীৰটো ভোগ কৰি থাকিবলৈ বিচাৰে। ৰুক্মিণীক বিয়া সি কেতিয়াও নকৰায়। সি তাইৰ চাহাৰা কেতিয়াও নহয়। বিয়াৰ কথা ক'লেই বিৰ্জুৱে তাইক টকা-পইচা দুটামান সৰহকৈ গুঁজি দিয়ে। শিৱকুমাৰ মৰাৰ পিছৰপৰা ৰুক্মিণীয়ে বিৰ্জুক আহিবলৈ মানা কৰি দিছে। কিন্তু সি নুশুনে। নিশা চোৰৰ দৰে আহি সি তাইৰ শৰীৰ দখল কৰেহি।

: কথাবোৰ গাঁৱৰ মানুহে গম পাইনে নাপায়? — বৰ্ষাই ৰুক্মিণীৰ ফালে চাই সুধিলে।

: কিয় নাপাব? কিন্তু বিৰ্জু মুখিয়াৰ মানুহ। কিবা বেয়াকৈ ক'লে, সি মুখিয়াক লগাই গাঁৱৰ মানুহক অত্যাচাৰ কৰিব বুলি ভয় কৰে। এনেই মানুহবোৰৰ পানীত হাঁহ-নচৰা অৱস্থা।

: কিন্তু আজিৰ নিশাটোৰ কথা, বিৰ্জুক হাতে-লোটে ধৰাৰ কথা যদি মই মুখিয়াক কওঁ। — সঞ্জীৱে জুইকুৰা লাঠি এডালেৰে খুচৰি ক'লে।

: না-এ বাত মত কহনা। আপকো চব মদৎ মিলেগা। — বিৰ্জু সঞ্জীৱৰ ভৰিত দীঘল দি পৰিল।

: আমাক এটা ঘৰ লাগে।

: ঘৰটো মই দিম চাব্— ৰুক্মিণীয়ে ক'লে। বহুত দিনৰ পৰা ভাবিছোঁ। মোৰ অকলশীয়া ঘৰটোত আপোনালোক থাকিব পাৰিব। এটা সময়ত আমি চাৰিটা মানুহ আছিলোঁ। কিন্তু কথাটো কোৱা দিনাৰপৰাই বিৰ্জুৱে মোক নানা কথাৰে বাধা দিছে।

: অভী নহি দেগা। — বিৰ্জুৱে তললৈ মূৰকৈ ক'লে।

বৰ্ষাই মন কৰিলে, বিৰ্জুৰ চকুহাল অলপ সোমোৱা। সি কথা কওঁতে চাৰিওফালে দৃষ্টি ৰাখে। এজনক উদ্দেশ্য কৰি কথা ক'লেও, সি কাষৰ চাৰিওজনৰ মুখৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ প্ৰতি সি নজৰ ৰাখে। মানুহটো শিয়ান হ'বই লাগিব।

ৰাখীয়ে হঠাতে কৈ উঠিল — 'ৰুক্মিণী, তোমাৰ ঘৰত আজিৰেপৰাই আমি থাকিম। ব'লা তোমাৰ ঘৰলৈ। তোমাৰ ঘৰত খাবলৈ কিবা আছে নেকি বাৰু?

ৰুক্মিণীয়ে অলপ ভাবি ক'লে — ৰুটী চাৰিখনমানৰ জোখাৰে আটা আছে। মূলী আছে দুটা — সেয়া খাব পাৰিব'। ৰাখীৰ চকু-মুখ উজলি উঠিল। 'কাইলৈৰপৰা তুমি আমাৰ সৈতে খাবা। ৰেচন আহি যাব। সদ্যহতে তোমাৰ ৰুটী খাওঁ ব'লা। — উঠা সঞ্জীৱ।' ৰাখীৰ এই আকস্মিক সিদ্ধান্তত সঞ্জীৱ আৰু বৰ্ষা কোনেও বেয়া নাপালে। নৈৰ পাৰত এইদৰে থকাতকৈ, শেহনিশা অকণমান আৰাম কৰি বিশ্ৰাম ল'ব পৰা যাব। লাহে লাহে অলপ জাৰ অনুভৱো হৈছে। 'বিৰ্জু — তুমি এতিয়া যোৱা, কিন্তু এটা চৰ্তত। তুমি আমাক সহায় কৰিব নোৱাৰিলেও অন্যায় কৰিব নোৱাৰিবা। মুখিয়াক আমাৰ পক্ষে সন্তুষ্ট কৰাই তোমাৰ কাম হ'ব। আমিও মুখ বন্ধ ৰাখিম।' — বিৰ্জুৱে চালাম দি কুকুৰ লৰ দিলে। মুহূৰ্ততে সি ঝাউবনৰ হাবিৰ ভিতৰৰ ৰাস্তাত অদৃশ্য হৈ গ'ল। ৰুক্মিণীয়ে সি যোৱালৈ বহুপৰ চাই থাকি ক'লে — 'চাব্-হমকো দেখে ভগৱানকো হী দুখ লাগৱত -ৱহী আপকো ভেজা....' ৰুক্মিণীৰ কথাকেইটা শুনি সঞ্জীৱে আকাশলৈ চালে। যেন সি ক'ৰবাত ঈশ্বৰকহে দেখে নেকি চাব খুজিলে। ৰাখী আৰু বৰ্ষাই বালিত খোজ পেলাই ৰুক্মিণীৰ ঘৰলৈ বুলি খোজ পেলালে। এটা ঘৰৰ দীৰ্ঘদিনৰ সমস্যাৰ সমাপ্তিয়ে সিহঁতৰ খোজবোৰকো উৎফুল্লিত কৰি তুলিলে।

নিশাবোৰ ভাগি-ছিগি যায়
দুখ আৰু যন্ত্ৰণাত
মোক সাবটি ধৰাচোন দুখ

ময়ো নিশা ভাঙি
উলিয়াই আনো সুখৰ বেলি
যাৰ স'তে উমলিম
পুৱা-গধূলি....

বাংলাত সঞ্জীৱে কবিতা এটা গুণ-গুণালে। বৰ্ষাই সঞ্জীৱৰ মুখত গুণ-গুণনি শুনি চাৰিওফালে চালে। ঘৰটোৰ মূল দুৱাৰখন আধা খোলা। ৰুক্মিণীয়ে কিমান নিৰ্ভয়েৰে আজি দুৱাৰ বন্ধ নকৰাকৈ টোপনি গ'ল! দুখন চাৰপাইত ৰাখী আৰু বৰ্ষা। এটা দীঘল কাঠৰ বাকছৰ ওপৰত সঞ্জীৱ আৰু ৰুক্মিণী মাটিত বস্তা পাৰি শুই আছে। ৰাখী গভীৰ নিদ্ৰাত। আধা খোলা দুৱাৰেৰে পুৱাৰ কোমল পোহৰ সোমাই মাটিৰ উমাল ঘৰটোৰ ভিতৰখনত চকা-মকা পোহৰ দিছে। বৰ্ষাই সঞ্জীৱলৈ আকৌ চালে।

....আয়ে দিছিল এদিন বুকুত
সমুদ্ৰৰ কেবাটাও ঢৌ
কৈছিল ভাটা নপৰাকৈ
ৰাখিবি সযতনে
মই কেনেকৈ ৰাখোঁ আই
ঢৌবোৰ যে ইমানদিনে সমুদ্ৰ হ'ল
আৰু গৰ্জনবোৰ
মোৰ লগৰীয়া হ'ল
সিহঁত হেনো অহা বাটে নাযায়গৈ ঘূৰি
তুমিয়েই নহ'লে বান্ধি থোৱাচোন সমুদ্ৰখন
আৰু মোক
তোমাৰ বেলি বন্ধা আঁচলত আজি....

শুই শুই কবিতা আবৃত্তি কৰা সঞ্জীৱে হঠাতে বৰ্ষাক দেখি সচকিত হৈ বন্ধ কৰিলে কবিতা গাবলৈ। বৰ্ষাই তন্ময় হৈ মুখত হাত দি খাটিয়াৰ ওপৰত লেপেটা কাঢ়ি বহি সঞ্জীৱৰ মুখলৈ চাই আছে। সঞ্জীৱৰ অপ্ৰস্তুত ভংগিমা দেখি তাই সুধিলে — 'কিয় বন্ধ কৰিলা? কাৰ কবিতা, তোমাৰ?'

ঃ ধেৎ — এনেয়ে.... তোমাৰ টোপনি ভাঙিলোঁ। — শোৱা, ছ'ৰি।

ঃ তোমাৰ কবিতা শুনাৰ পিছত টোপনিৰ কথাই নাহে। মই সুধিছিলোঁ, কবিতাটো কাৰ?

ঃ আছিল কাৰোবাৰ — এবাৰ পঢ়িছিলোঁ — এস্ নাম মনত নাই....

ঃ কিছুমানৰ কবিতাৰ ফৰ্মটোত মই গম পাওঁ কাৰ কবিতা। ইংৰাজী কবিতাবোৰ আগতে প্ৰায় মুখস্থই আছিল, কিন্তু কিয় জানো, বহুত বাংলা কবিতা পঢ়িছোঁ যদিও, এইটো কাৰ কবিতা হ'ব পাৰে মই ধৰিব পৰা নাই।

ঃ তুমি সকলোবোৰ পঢ়া সম্ভৱ নহয়, এইটো কবিতা অখ্যাত কবিৰ—ময়েই নাম পাহৰিলোঁ।

ঃ কিন্তু সাংঘাতিক ভাল কবিতা শুনালা, মোক আকৌ শুনাবানে?

ঃ পিছত, এতিয়া নহয়। ব'লা পোহৰ হ'ল। বাহিৰলৈ যাবানে? কৈয়েই সঞ্জীৱে আঙুলিৰে চুলিবোৰ আঁচুৰি কুঁজা হৈ দুৱাৰৰ বাহিৰলৈ ওলাল। বৰ্ষাৰ আচৰিত ধৰণৰ কৌতূহল হয় সঞ্জীৱক দেখিলে। শুকান মৰুভূমিৰ দৰে কঠোৰ, ৰুক্ষ, গম্ভীৰ মানুহটোৱে বুকুত লুকুৱাই লৈ ফুৰে মৰুদ্যানৰ দৰে কবিতাৰ শীতল ফোঁৱাৰা এটা। এক অজান কৌতূহল মনত অৱদমিত কৰিয়েই বৰ্ষাই সঞ্জীৱৰ পিছে পিছে বাহিৰলৈ ওলাই গ'ল।

গাঁৱৰ কেইবাটাও পৰিয়াল শুই উঠিছে। ছাগলি আৰু গৰুবোৰক নিমখ পানীত তিওৱা খেৰ খাবলৈ দিয়া হৈছে। বৰ্ষাৰ এটাও স্বাস্থ্যৱান গৰু-ছাগলি চকুত নপৰিল। মানুহবোৰৰ দৰেই লেৰেলা-চেপেটা।

'কৈচন খেল, খেলৰে মুৰাৰী
যশোৱা মাংগে তেৰী মূৰতি....'

কোনোবাই শুৱলা কণ্ঠেৰে গাইছে বালকৃষ্ণৰ বন্দনা। সঞ্জীৱে গাঁৱৰ চিনাকি মানুহবোৰক ৰুক্মিণীয়ে ঘৰটো দিয়াৰ কথা ক'লে। বৰ্ষাই মন কৰিলে, মানুহবোৰে কথাটো শুনি বিশ্বাস-অবিশ্বাসৰ দোমোজাত মূৰ দুপিয়ালে, কিন্তু মতামত একো নিদিলে। বৰ্ষাই কেইবাগৰাকী তিৰোতাৰ মাজত উলিয়ালে যে আজিৰপৰাই সিহঁতৰ কাম প্ৰকৃততে আৰম্ভ হ'ব। তাৰে মাজৰপৰা এজনী ত্ৰিছৰ দেওনা পাৰ নোহোৱা তিৰোতাই সুধিলে — কাম কৰিম, কিন্তু পইচা কি পাম?

বৰ্ষাই থত্মত খালে। সঞ্জীৱে প্ৰশ্নটো শুনি পুৰুষ কেইজনক এৰি আগুৱাই আহিল। সঞ্জীৱক দেখি মানুহকেইজনীয়ে ঘোম্‌তা দীঘলকৈ টানি ল'লে। 'কি কৈছিলা — পইচাৰ কথা? শুনা, প্ৰথমে তোমালোকক আমি চট্ তৈয়াৰ কৰা কাম শিকাম। আমাৰ আজি মানুহ আহিব। তোমালোকৰ মাজৰ আটাইতকৈ ভাল কাম কৰিব পৰা জনীয়ে যিমানখন চট্ তৈয়াৰ কৰিব, তাই সকলোতকৈ বেছি পইচা পাব। এখন চট্‌ত তোমালোকে পঞ্চাছ টকা, এশ টকালৈকে পাবা। দিনে দুখন উলিয়াব পাৰিলে কমেও

এশ টকা দিনে পাবা। এই কাম শিকাৰ পিছত আমি যামগৈ। কিন্তু এখন ছ'চাইটি পাতি থৈ যাম। ছ'চাইটি তোমালোকে চলাবা, আমি বজাৰ দেখুৱাই দিম, বিক্ৰীৰ ৰাস্তা দেখুৱাম, সেইমতে তোমালোকে এই ইণ্ডাষ্ট্ৰিটো চলাবা। মেছু নৈখনে তোমালোকক এনে কিছুমান গছ প্ৰচুৰ পৰিমাণে দিছে যিবোৰে তোমালোকৰ সকলো দুখ-কষ্ট মৰিষণ কৰিব। তোমালোকে কেৱল মন দি প্ৰথমে কাম শিকা। প্ৰথমতে ভাল কাম নহ'ব। লাহে লাহে হাত পকা হ'ব, তোমালোকৰ মূল্য বাঢ়িব। তোমালোকে হয়তো তোমালোকৰ উদ্ভাৱনী শক্তিৰে অন্য বহুত ধুনীয়া হাতৰ কামৰ বস্তুও তৈয়াৰ কৰিবলৈ শিকিবা। কাম কৰি তোমালোকে আনন্দ পোৱাৰ লগতে দুপইচা অৰ্জন কৰিবা। মতা মানুহবোৰৰ হাতলৈ-মুখলৈ চাই থাকিব নালাগিব প্ৰত্যেক কথাতে। তোমালোকৰ হাতত যেতিয়া ধন থাকিব, তোমালোকৰ সাহো বাঢ়িব। ঘৰখনত মতা মানুহে অকলে লোৱা সিদ্ধান্তবোৰ যদি তোমাৰ মনঃপুত নহয়, তোমালোকে তাৰ বিৰোধিতা কৰিব পাৰিবা। নিজৰ ঘৰতে তোমাৰ মান বাঢ়িব।

দিনটো গৃহস্থালিৰ গেবাৰি খাটি জিৰাবলৈ জানো সময় পোৱা? ভোকৰ জোখাৰে ৰুটী খাবলৈ পোৱানে? ইফালে নিশা গিৰীহঁতক তোমাৰ শৰীৰটো দিবলৈ বাধ্য। আদবুঢ়ী হোৱালৈকে কেঁচুৱা জন্ম দিয়েই থাকা, দিনটো খাটনি, নিশা কেঁচুৱাৰ আমনি , গিৰীহঁতৰ চৰ-কিল আছেই। ভাবাচোন মানুহৰ এনে জীৱন হোৱা উচিত নে ? তাতকৈ খাবলৈ নাপালেও সৌ ঘূৰি ফুৰা কুকুৰবোৰৰ জীৱনেই ভাল। অন্ততঃ স্বাধীনভাৱে সিহঁতে ফুৰিব পাৰে। তোমালোকৰ বেছিভাগ ল'ৰাই ট্ৰেইনৰ মাল চুৰি কৰে। ছোৱালীবোৰ ষ্টেচনত বৈ থাকেগৈ। কিছুমানে বিনা দৰমহাৰে, কেৱল দুবেলা ৰুটী-ভাত পোৱাৰ বাবেই জমিনদাৰবোৰৰ ঘৰত হাড় ভঙা কাম কৰি আছে। তোমালোকৰ মতাবোৰক ভালকৈ কাম কৰিব নোৱাৰিলে পইচা নিদিয়ে, ধনী মানুহকেইটাৰ অন্যায় কথা মানিব নুখুজিলে লাঠিৰে কোবায়। তোমালোকৰ এই কাৰখানাটো যদি হৈ উঠে, তোমালোকৰ গিৰীহঁত আৰু ল'ৰা-ছোৱালীবোৰেও একোটা কামৰ সুবিধা নাপাব জানো? গাজিয়াবাদৰ নাম শুনিছা?' এজনীয়ে মূৰ দুপিয়ালে। অৰ্থাৎ শুনিছে। 'এটা ডাঙৰ চট্ কাৰখানা তাত আছে। সেইটো আৰম্ভ হৈছিল কেনেকৈ জানা? যোল্লজনী পতিতাৰে। বুঢ়ী হৈ আহিব খোজা কিছুমান পতিতাই ভাবিলে যে ইজ্জতৰ ৰুটী সদায় শ্ৰমত আছে। শৰীৰৰ শ্ৰম বিক্ৰী কৰি, নিজৰ দেহৰ মঙহ বিক্ৰী কৰি, সমাজৰ ঘৃণিত হৈও সিহঁতে কিন্তু কাকো ঠগা নাছিল, কাৰো বস্তু চুৰি কৰা নাছিল। কিন্তু বয়স হোৱাৰ লগে লগে সিহঁতৰ একমাত্ৰ শ্ৰমৰ ভাণ্ডাৰ অকামিলা হৈ গ'ল। কিন্তু হাতৰ বিদ্যাই মানুহক জীৱনত বিপদত পৰিবলৈ নিদিয়ে। সিহঁতে ঠিৰাং কৰিলে চট্ তৈয়াৰ কৰা বিদ্যা শিকিবলৈ। এইদৰেই আৰম্ভ। বিছ বছৰৰ পিছত তেওঁলোকৰ ক্ষুদ্ৰ কাৰখানাত কাম কৰা মানুহৰ সংখ্যা হ'লগৈ এশ সত্তৰজন। এতিয়া তেওঁলোকে বৰফ-মেচিন, এয়াৰ কুলাৰ, সকলোতে লগাব পৰা এনেকুৱা খচ্‌খচ্ বা চট্ তৈয়াৰ কৰে। বহুত মানুহ দৰকাৰ হয়, ব্যৱসায়টো বঢ়াই যাবলৈকে। গতিকেই তোমালোকে ঠিৰাং কৰা, পইচা প্ৰথমেই লাগিব নে কাম প্ৰথমে শিকিবা?'

ইমানপৰ সুদীৰ্ঘ বক্তৃতা দি সঞ্জীৱে প্ৰশ্নটো কৰি থমকি ৰ'ল। বৰ্ষাই সবিস্ময়েৰে অপূৰ্ব ভংগিমা আৰু বাগ্মিতাৰে দক্ষতা দেখুৱা সঞ্জীৱলৈ তধা লাগি চাই আছিল। হঠাতে তাই মন কৰিলে, তাই কেৱল সঞ্জীৱৰ কথাবোৰ গ্ৰাস ক ৰা নাছিল, তাইৰ কাষত ৰোৱা তিৰোতাবোৰে ইমান পৰে মন্ত্ৰমুগ্ধ হৈ সঞ্জীৱৰ বক্তৃতা শুনি আছিল। দীঘলকৈ টানি লোৱা সিহঁতৰ ঘোম্‌তাবোৰ বেছিভাগৰে মূৰৰপৰা খহি পৰিছে। অপলক নেত্ৰেৰে সিহঁতে আপোন যেন লগা মানুহটোৰ মুখলৈকে চাই আছে। 'কি হ'ল, নক'লা যে! পইচা লাগিব নে কাম শিকিবা?

দুবাৰকৈ সুধিলতহে সকলোৰে সম্বিৎ ঘূৰি আহিল। পইচাৰ কথা সোধা তিৰোতাজনীয়েই প্ৰথম মাত মাতিলে — নহী, কাম পহলে। আজচে কাম চুৰু।

ঃ কি নাম তোমাৰ? সঞ্জীৱে সুধিলে।

লাজকুৰীয়া হাঁহি মাৰি তাই ক'লে — মায়া। বাকী কেইজনীয়েও হয়ভৰ দিলে। সিহঁতে যেন অজানা জগত এখনৰপৰা হাত-বাউল পালে। এজনী আদহীয়া তিৰোতাই কন্দনামুৱা হৈ হঠাতে সঞ্জীৱক ক'লে—'তোৰ বহুত আয়ুস হওক বোপাই। তিৰোতা মানুহৰ দুখৰ কথা বুজা মতা মানুহ দুনিয়াত আছিল বুলি নাজানিছিলোঁৱেই। আজি তোক দেখিলোঁ। আমাৰ গিৰীহঁতবোৰ দেখোন একোজনী মাইকী মানুহৰ পেটৰপৰাই জন্ম হোৱা। তথাপিও দেখোন সিহঁতে মৰমৰ মাত এষাৰকে নিদিয়ে। তোক কোনজনী ভাগ্যৱতী মাৰে জন্ম দিছে নাজানো। মোৰ নমস্তে তেওঁক জৰুল দিবিগৈ'। এইবুলি মানুহজনীয়ে আবেগতে সঞ্জীৱৰ মূৰত খহটা হাতখন বোলালে। কিন্তু ইয়াতেই সমাপ্তি নঘটিল।

বৰ্ষাই দেখিলে, মানুহজনীৰ দুয়োখন হাত সঞ্জীৱে হঠাতে নিজৰ হাতৰ মুঠিত লৈ চুমা খালে আৰু শীৰ্ণকায়, কাঁচৰ ৰঙা-নীলা শোটোৰা পৰা হাত দুখন পৰম আৱেগৰে সি নিজৰ বুকুত হেঁচা মাৰি ধৰি থাকি এৰি দিলে। তাৰ পিছত এক মুহূৰ্তও আৰু তাত নৰৈ সঞ্জীৱ কোবাকুবিকৈ মেছু নৈৰ ফালে গতি কৰিলে। সি বৰ্ষালৈও এবাৰ উভতি নাচালে। কিংকৰ্তব্যবিমূঢ় হৈ বৰ্ষা সঞ্জীৱৰ পিছে পিছে মেছু নৈৰ ফালেই ধাৱমান হ'ল। সঞ্জীৱৰ হঠাতে কি হৈ গ'ল? আদবয়সীয়া মানুহজনীয়ে, সঞ্জীৱৰ কি মোক্ষম স্পৰ্শকাতৰ অন্তস্থলত জোৱাৰ তুলিলে, যাৰ বাবে সি ইমান আৱেগিক হৈ পৰিল। প্ৰত্যেক মানুহৰ মাজতে কিজানি একোজন ৰহস্যময় মানুহ সোমাই থাকে। এই ৰহস্যময় সত্তাৰ উপস্থিতিত কেতিয়াবা মানুহ নিজেই চমকি উঠে, তেতিয়াই নিশ্চয় প্ৰশ্ন হয় 'মই কোন' বুলি। যিদৰে বৰ্ষাই নিজক নিজে সোধে, প্ৰকৃততে তুমি কোন? কি বিচাৰি থাকা বাৰু সকলো সময়তে! এই অনন্ত প্ৰশ্নৰ সমিধান নাই, কিন্তু মানুহে জীৱনৰ কোনোবা ক্ষণত এই প্ৰশ্নটো কৰি চমকি উঠে। আৱেগ বিহ্বল হয়। সঞ্জীৱেও এই মুহূৰ্তত নদীৰ পাৰৰ নিৰ্জনতাত এই প্ৰশ্নটোকে নিজক কৰিব — সেই কথা বৰ্ষাই বুজি উঠিছে।

মাতৃহীনা বিনোদিনীৰ দেউতাকে দ্বিতীয় বিবাহ কৰাৰ 'পাছত, তাই অভিমানত ফাটি পৰিছিল। বিনোদিনীয়ে সৰুৰেপৰাই দেখিছিল, তাইৰ মৰমিয়াল মাকজনীয়ে এজনী কন্যা জন্ম দিয়াৰ দহবছৰৰ পাছতো এটি ল'ৰা সন্তান জন্ম দিব নোৱাৰা বাবে চুবুৰীয়া, আত্মীয়-স্বজন আৰু আইতাকৰপৰা গালি-ককৰ্থনা সকলো সহ্য কৰি থাকিব লগা হৈছিল। নিশা দুপৰলৈকে মানুহজনীয়ে এখন ভৰা ঘৰৰ সকলো কাম-বন কৰিছিল। ঘৰৰ সকলো মানুহ, আনকি দেউতাকেও নাকৰ শব্দ কৰি টোপনিত লাল-কাল দিয়াৰ পাছত বিনোদিনীৰ মাকজনী কোঠালিত সোমাইছিলহি। মাত্ৰ বিনোদিনী সাৰে থাকিছিল। মাকে ৰান্ধনিঘৰ মচি-কাছি, ভৰি-হাত ধুই যেতিয়া বিছনাখনত উঠিছিল, বিনোদিনীয়ে মাত লগাইছিল — 'মা, ইমান দেৰী কৰিলা!'

তই হ'বলা শোৱাই নাই। বেগতে টোপনি যা, পুৱাই স্কুল যাব লাগিব — মই বাৰু মূৰটো মোহাৰি দিম, তই টোপনি যা।

সদায় এই একেই কথাৰ পুনৰাবৃত্তি। বিনোদিনীয়ে মাকৰ হালধি-তেল আৰু জুইৰ ধোঁৱাৰ গন্ধ লাগি থকা কাপোৰ সাঁজৰ গোন্ধত টোপনি গৈছিল। মাকক তাই সজোৰে সাবট মাৰি ধৰি চুমা এটা খাইছিল। এনেকুৱা মুহূৰ্তবোৰত বিনোদিনীয়ে কেতিয়াবা সবিস্ময়েৰে অনুভৱ কৰিছিল, মাকে উচুপি উঠিছে। বিনোদিনীয়ে কেতিয়াও ইয়াৰ অৰ্থ বিচাৰি নাপায়। মাকে বিনোদিনীক সাবটি ধৰাৰ সময়ত কিয় কান্দে? এদিন তাই সুধিছিল — 'মা তই কেতিয়াবা মোক সাবটি কিয় কান্দ?'

ঃ আজিৰেপৰা নাকান্দো বাৰু।

ঃ নহয় কিয় কান্দ সুধিছোঁ....

ঃ তই মা হ'লে বুজিবি।

ঃ মা হ'বলৈ বহুত কষ্ট দেখোন, আমাৰ নূপুৰ খুৰী যে কেঁচুৱা জন্ম দিয়াৰ সময়ত চিঞৰি চিঞৰি মৰি থাকিল। মই মা নহওঁ কোনো দিন।

ঃ ছিঃ মাজনী, এনেকুৱা কথা নকয় নহয়। সকলো ভাগ্য মানুহৰ। মা নহ'লে পৃথিৱীৰ মানৱকুল নোহোৱা হৈ যাব, সৃষ্টি বন্ধ হৈ যাব, জীৱ-জন্তু নোহোৱা হৈ যাব।

ঃ মা, নূপুৰ খুৰীৰ চিঞৰবোৰ শুনিও, ঘৰৰ মানুহবোৰে কিয় গালি পাৰিছিল?

ঃ নূপুৰে আগতে ছোৱালী এজনী জন্ম দিছিল, পিছৰ জনীও ছোৱালী জন্ম হ'ল। পিছে পিছৰবাৰ মানুহজনীৰ কিবা অসুখ হৈ আছিল, ভালকৈ নোচোৱালে। চিকিৎসাও নাপালে। গাঁৱত ডাক্তৰ নাছিল সেই নিশা। দ্বিতীয় ছোৱালী জন্ম হোৱাৰ পাছত তেজ বন্ধ নোহোৱা.... এস্, তই এইবোৰ জানিব নাপায়। মুঠতে ভাগ্য তাইৰ।

ঃ এই ভাগ্য বোলা বস্তুটো কি মা? মই তাক পালে কুঠাৰ এখন লৈ ঘপিয়াই ভাঙি টুকুৰা কৰি জুইত ভৰাই দিম।

ঃ কি অমংগলীয়া কথা কৱ অ' এইজনী? ভাগ্যই আমাক লৈ ফুৰে, আমি ভাগ্যৰ ওচৰত অসহায়।

ঃ সেই বাবেইতো তাৰ ইমান অতপালি! তহঁতে ভাগ্যক ভয় কৰ বুলি জানে, ভাগ্যৰ ওচৰত তহঁত সৰু হৈ থাক, তাৰ দৰ্প-চূৰ্ণ কৰিব নোৱাৰ? ৰাৱণৰ দৰ্প-চূৰ্ণৰ নিচিনাকৈ?

ঃ তই এতিয়াও অকণমানিজনী। শুই থাক। ছোৱালী মানুহে ভাগ্যক উপহাস কৰাটো আৰু ভয়ংকৰ কথা।

ঃ ছোৱালী মানুহৰ প্ৰতি ভাগ্য তাৰমানে আৰু নিষ্ঠুৰ! মা তয়েই দেখোন ক'লি, ছোৱালী নহ'লে সৃষ্টিয়েই বন্ধ হৈ

যাব, সৃষ্টি শক্তি আমাৰ হাতত থাকোঁতেও আমি ভাগ্যলৈ কিয় ভয় কৰিব লাগে?

ঃ বিনোদিনী, আইজনী। বৰ ডাঙৰ প্ৰশ্নবোৰ তই কৰ। মানুহে তোক এনে প্ৰশ্ন কৰিলে বেয়া বুলিব। তোৰ বয়স হোৱা নাই। শো বুলিছোঁ নহয় এতিয়া। — মাকে ধমক্ দি দিয়ে। তথাপিও বিনোদিনীয়ে ফুচ্-ফুচাই কয় — 'মা, তই যিমান বুজাব, মই ভাগ্যক নেৰিছোঁ কিন্তু আৰু মই থাকোঁতে তয়ো কোনো ভাগ্য-চাগ্য লৈ ভয় নকৰিবি। নাকান্দিবিও'। বিনোদিনীৰ মাকে অদৃশ্যজনলৈ সেৱা জনাই কয় — 'হে ঈশ্বৰ, দায়-দোষ নধৰিবা। বয়সতকৈ তাইৰ মুখ আৰু মগজু বেছি পকা, তোমাৰ সন্তান বুলি তাইক ক্ষমা কৰা'।

সন্ধিয়াৰ আকাশত এটি-দুটিকৈ তৰা জিলিকাই একাদশীৰ জোন উজলি উঠিল। সঞ্জীৱে বহুপৰ আকাশলৈ চাই থাকিল। দিনটোৰ পৰিশ্ৰমৰ অন্তত মেছুৰ পাৰত সঞ্জীৱ, ৰাখী আৰু বৰ্ষা মৌন হৈ বহি আছে। ৰিব্‌ৰিব্ বতাহে সিহঁতৰ চুলি আৰু কাপোৰবোৰত এক মৃদু কঁপনিৰ ৰেখা টানি গৈছে। সঞ্জীৱে গল্প কোৱাৰ দৰে বিনোদিনী নামৰ এগৰাকী নাৰীক ৰহস্যৰ মায়াজালৰপৰা অকণ-অকণকৈ পাক খুলি লৈ আহিছে ৰাখী আৰু বৰ্ষাৰ মাজলৈ। বহুপৰ কেৱল মৌনতা।

'বিনোদিনী সঁচাকৈয়ে অন্য ধৰণৰ ছোৱালী আছিল'। — হঠাতে, সঞ্জীৱে পুনৰ ক'বলৈ আৰম্ভ কৰিছিল। ৰাখী আৰু বৰ্ষাই সঞ্জীৱৰ মুখলৈ চালে। — 'এদিন বিনোদিনী স্কুলৰপৰা উভতি আহি দেখিলে মাক শয্যাশায়ী। পেটৰ বিষত মানুহজনী কেঁকাই-গেথাই পৰি আছে। বিনোদিনী হতভম্ব হ'ল। এজনী মানুহে বিছনাত পৰি বাগৰি আছে, ঘৰৰ আন মানুহবোৰ নিৰ্বিকাৰ। বিনোদিনী ৰান্ধনিঘৰলৈ গ'ল। আইতাকে নিশাৰ সাজৰ বাবে মাছ বাছি আছে। বিনোদিনীয়ে ক'লে—মাৰ কি হৈছে আইতা? ডাক্তৰ আনিছনে? বিনোদিনীৰ কথা শুনি আইতাকে গেঙেৰি মাৰি ক'লে — 'এই বুঢ়ীজনীয়ে মাছ বাছি আছোঁ দেখা নাই? ঘৰৰ কুটা এগছ দুগছ কৰিব নাজান, স্কুলত পঢ়ি মেমচাহাব হ'বলৈ যাব? এই বেটী যখিনীয়ে মোৰ হতুৱাই বন কৰাব, কিন্তু নিজৰ ছোৱালীক মেমচাহাব কৰি ৰাখিব'। — বিনোদিনীয়ে প্ৰমাদ গণিলে। এনে গালি তাই কেৱল আজিয়েই আইতাকৰপৰা শুনা নাই। এইবোৰ নিত্য-নৈম্যত্তিক কথা। আইতাকে তাই স্কুলত পঢ়াটো দৰকাৰী কথা বুলি নাভাবে। আইতাকৰ মতে ঘৰত কিবা অসুবিধা হ'লে, বিশেষকৈ মাকৰ অসুখ হ'লে বিনোদিনীয়ে স্কুল খতি কৰি ভাত-পানী ৰন্ধা, ঠাই সৰাত লাগিব লাগে। বিনোদিনীয়ে আইতাকৰ গালি শুনি তৎক্ষণাত বুজি পালে, মাকৰ এই অৱস্থাই ঘৰখনৰ কাৰো এধানমান সহানুভূতি আদায় কৰিব পৰা নাই। ডাক্তৰ অনাটো দূৰৈৰ কথা। তাইৰ হঠাতে নূপুৰ খুৰীলৈ মনত পৰিল। চিঞৰি চিঞৰি, ডাক্তৰ ডাক্তৰ কৈ মানুহজনী মৰি থকা তাই দেখিছিল। বিনোদিনী এক মুহূৰ্ত নৰৈ ৰাস্তাৰে ডাক্তৰখানালৈ দৌৰিলে। বাটত যাওঁতে তাই দেখিলে, সদায় থকাৰ দৰেই দেউতাকে তাহাঁতৰ চুবুৰীয়া মহেন বণিক্যৰ ঘৰৰ বাৰাণ্ডাত বিড়ি হুপি তাছ খেলি আছে। বিনোদিনীয়ে দেউতাকক দেখিও নেদেখাৰ ভাও জুৰিলে। তাই বলিয়াৰ দৰে ডাক্তৰখানাৰ পদুলিমুখ পাই 'ডাক্তৰ বাবু, ডাক্তৰ বাবু' বুলি চিঞৰি তাল-ফাল লগালে। কাবৌ-কোকালি কৰি ডাক্তৰক ঘৰলৈ লৈ আহিল। ডাক্তৰে মাকক চাই প্ৰশ্নৰ উপৰি প্ৰশ্ন কৰিও একো উত্তৰ নাপালে। মাকে পেটৰ বিষৰ কাৰণ একো ক'ব নোখোজে। অৱশেষত ডাক্তৰে ধমক দিলত মাকে ক'লে যে, গিৰীয়েকে কাজিয়া লাগি পেটত গোৰ এটা শোধাই গ'ল। তাৰ পিছৰপৰাই তাইৰ এই অৱস্থা। কথা শুনি বিনোদিনীৰ খঙে মূৰৰ চুলি আগ পালেগৈ। দৌৰি গৈ ৰান্ধনি ঘৰতে আইতাকক সুধিলেগৈ, মাকক দেউতাকে গোৰ শোধোৱাৰ কথাটো আইতাকে জানিও কিয় একো নকৰিলে? আইতাকে ৰুদ্ৰমূৰ্তি ধৰিলে। 'কিয় মাৰ নাখাব তাই! বাপেকৰ একে সমনীয়া দশৰথৰ দুটা ল'ৰা জন্ম হ'ল। আজি পুৱাই ল'ৰা হোৱাৰ মাছ দি গৈছেহি। যোৱা দহটা বছৰে এটা ল'ৰা তাই ফুকাব নোৱাৰিলে। বাজী, কুলক্ষণী!'

ঃ কিয় মই থাকোঁতে মাক বাজী বুলি কৈছা, কিয়?— বিনোদিনীও মনে মনে নাথাকিল।

'ছোৱালী হোৱা আৰু নোহোৱা একে কথা। ল'ৰা নথকা মাইকীক বাজী বুলিয়েই কয়। — আইতাকে মুখ জোঁকোৰা দিলে। বিনোদিনীৰ হঠাতে কিনো হ'ল, আইতাকলৈ চোঁচা লৈ নখেৰে আঁচুৰি পেলালে। আইতাকে চিঞৰি গছৰ পাত সৰুৱাই নাতিনীয়েকক শাও-শপনি পাৰিবলৈ ধৰিলে। ঠিক তেনে সময়তেই বিনোদিনীৰ বাপেক আহি উপস্থিত হ'ল। বিনোদিনীয়ে ঘৰলৈ ডাক্তৰ অনাৰ খবৰ দেউতাকে বাটতেই পাইছিল। এতিয়া মাকৰ মুখত জীয়েকৰ অতপালিৰ কথা শুনি দেউতাক বৈ নাথাকিল। ফলাথৰিৰে বিনোদিনীক উধাই-মুধাই কোবাই কোঙা কৰি পেলালে। ডাক্তৰে পৰিস্থিতি দেখি ভয়তে তাপ মাৰিলে। দেউতাকে

বিনোদিনীক মৰিয়াই তাতে পেলাই থৈ যি ওলাই গ'ল গ'লেই। ডাক্তৰে তথাপিও বুঢ়ীক কৈ গ'ল, বোৱাৰীয়েকক সোনকালে হস্পিতেললৈ নিব লাগিব। গাঁৱত এই চিকিৎসা নহ'ব। তেওঁৰ সন্দেহ মানুহজনীৰ পেটৰ ভিতৰত ৰক্তক্ষৰণ হৈছে। মানুহজনীয়ে দুবাৰ ক'লা তেজ মিহলি পায়খানাও কৰিছে। ডাক্তৰে কথাবোৰ কৈ গ'লগৈ।

এফালে মাক, এফালে বিনোদিনী কেঁকাই-গেথাই পৰি থাকিল। মাজনিশালৈ বিনোদিনীৰ মাকৰ মাত-বোল নোহোৱা হ'ল। অপলক নেত্ৰেৰে কেৱল মাকে বিনোদিনীলৈ চাই থাকিল। এক মুহূৰ্তৰ বাবেও বিনোদিনী মাকৰ ওচৰৰপৰা নুগুচিল। পুৱতি নিশা বিনোদিনীৰ চিল্-মিলকৈ টোপনি আহিছিল। হঠাতে মাকৰ অস্ফুট গেঙনিত তাইৰ টোপনি ভাঙিল। কেৰাচিন শেষ হৈ অহা হাৰিকেন লেম্পটোৰ পোহৰটো ধোঁৱাময় হৈ চিমনিটো ক'লা কৰি পেলাইছিল। লেমৰ এঙাৰ উঠা ফিটাডাল অলপ বঢ়াই দি তাই মাকলৈ চাই দেখিলে, মাকে তাইলৈকে চাই আছে, কিন্তু বহুপৰ চকু পিৰিকোৱা নাই। আচৰিত কথা, বিনোদিনীয়ে এই দৃশ্য দেখি এটা চিঞৰো নামাৰিলে, নাকান্দিলেও। মাত্ৰ তাই মাকৰ বুকুৰ ওপৰত শুই পৰিল। কিমান পৰৰ পিছত বিনোদিনীক মাকৰ বুকুৰপৰা তুলি নিয়া হ'ল, মাকক কোনে চিতাত তুলিলে বিনোদিনীয়ে একো নাজানিলে।

বিনোদিনীয়ে ভৰ-দুপৰীয়া দেখিলে তাইৰ মূৰত তেল-পানী দি চুবুৰীয়া মানুহ দুজনীমানে বিচি আছে। চকু মেলিলত তাই গম পালে, তমোময় জ্বৰ উঠি তাই অচেতন হৈ আছিল বহু পৰ। বিনোদিনীয়ে মাকৰ কথা নুসুধিলে। আনে নক'লেও তাই জানে, মাক ইতিমধ্যে এঙাৰলৈ ৰূপান্তৰিত হ'ল। মাকৰ শ্ৰাদ্ধ হৈ যোৱাৰ তিনিমাহ পিছলৈকে বিনোদিনী ঘৰত আছিল। দেউতাকৰ তাই ছাঁটোও সহ্য নকৰিছিল। জীৱনত সবাতোকৈ ঘৃণা কৰা মানুহ হৈ পৰিছিল তাইৰ দেউতাক। কিন্তু তিনি মাহৰ পিছতে দেউতাকে যেতিয়া মহেন বণিক্যৰ আবিয়ৈ ভনীয়েকজনীক বিয়া পাতি ঘৰ সুমুৱালে, তাৰ পিছদিনাই বিনোদিনী চিৰকালৰ বাবে সেই ঘৰ ত্যাগ কৰি মোমায়েকৰ ঘৰলৈ গুচি আহিল।

সন্ধিয়া ঘন হৈ নিশাৰ আকাশ তৰাৰে অলংকৃতা ন-কইনা হ'ল। সঞ্জীৱে মৌন হৈ আকাশলৈ চাই থাকিল। বাৰী আৰু বৰষাই যেন উশাহ ল'বলৈও পাহৰি গৈছে। এজনী অনামী নাৰীৰ যন্ত্ৰণাকাতৰ চিঞৰৰ সময়ৰ বুকু ফালি তীব্ৰবেগী কাঁড় হৈ যেন দুয়োজনীৰে হৃদয় ফালি, ৰক্তাক্ত কৰি পেলাইছেহি। যন্ত্ৰণাত সিহঁত বোবা হৈ গৈছে, বেদনাত নীলা হৈ পৰিছে সিহঁতৰ মুখ। মৌনতা ভাঙি অস্ফুট স্বৰেৰে বৰ্ষাই ক'লে — 'কোৱা — বিনোদিনীৰ তাৰ পাছত কি হ'ল?' সঞ্জীৱে কিছুপৰ তলকা মাৰি থাকি পুনৰ ক'বলৈ ধৰিলে —

'বিনোদিনীয়ে সেই সময়ত মোমায়েকৰ ঘৰত আহি যিটো পৰিৱেশ পালে, সেয়া তাইৰ ঘৰৰ পৰিৱেশৰ সৈতে স্বৰ্গ-মৰ্ত্য প্ৰভেদ। সেই সময়ত নেতাজীয়ে স্বাধীন ভাৰতৰ স্বপ্নত আজাদ-হিন্দ্ ফৌজৰ শাখা-প্ৰশাখা গাঁৱে-ভূঞে খুলিছিল। বিনোদিনীৰ মোমায়েক কৃষ্ণকান্ত আছিল নেতাজী সুভাষৰ দোৰ্ঘোৰ সমৰ্থক। ১৯৪৫ চনত লালফৌজে যেতিয়া বাৰ্লিন দখল কৰে, তেতিয়া নাৎসী-জাপানী দুয়োৰেই যুদ্ধ কৰাৰ ইচ্ছাশক্তি শেষ হৈ গৈছিল। কলকাতাত সেইসময়তে ব্ৰিটিশ্ বিৰোধী আন্দোলন তীব্ৰতৰ হৈ উঠিছিল। আজাদ-হিন্দ্-ফৌজৰ সেনানীৰ ওপৰত ব্ৰিটিশ্ৰাজ সবাতোকৈ হিংস্ৰ হৈ উঠিল। বহু সদস্য গ্ৰেপ্তাৰ হ'ল। আজাদ-হিন্দ্-ফৌজৰ সেনানীৰ মুক্তিৰ দাবীত হিন্দু-মুচলমান সাধাৰণ প্ৰজা সকলো মিলি বিক্ষোভ প্ৰৰ্দশন কৰিছিল। কলকাতাৰ ধৰ্মতলাত ছাত্ৰ বিক্ষোভৰ ওপৰত পুলিচৰ গুলীবৰ্ষণ হৈছিল। বিনোদিনীৰ মোমায়েকো ছাত্ৰ বিক্ষোভকাৰী আছিল। তেতিয়াই তেওঁৰ ভৰিত গুলী লাগিছিল। সুচিকিৎসা নহ'ল। গতিকেই তেওঁ লেঙুৰিয়াই খোজ কাঢ়িছিল। চিকিৎসাৰ দোষ থাকি গ'ল আজীৱন। এনেকুৱা এজন মোমোয়েক কৃষ্ণকান্তৰ ঘৰত বিনোদিনীয়ে নানা তৰহৰ মানুহ লগ পাবলৈ ধৰিলে। মামা কৃষ্ণকান্তই বিনোদিনীক প্ৰাণসম ভাল পাইছিল। বিনোদিনীৰ মাক, বিনোদিনীৰ জীৱনে মোমায়েকক অসহনীয় কষ্টত ভোগাইছিল। গতিকেই চিৰকুমাৰ এই বিপ্লৱী মানুহজনে বিনোদিনীৰ সকলো দায়িত্ব মূৰ পাতি ল'লে। মামাৰ এখন গেলামালৰ দোকান আছিল। তাতেই তেওঁ শোৱে। পিছফালে টিনৰ চালিৰ বেৰা দিয়া চালিখনত গোপন মিটিং বহে। মামাৰ দোকানখনেই আছিল বহু খবৰৰ ঠিকনা। 'কৃষ্ণকান্ত ভাণ্ডাৰ' বুলি এতিয়াও চিচিৰাগ্ৰামত এটা তিনিআলি আছে। তাতেই আছিল মামাৰ দোকান। এতিয়া তাত একো নাই, কিন্তু মানুহৰ মুখে মুখে 'কৃষ্ণকান্ত ভাণ্ডাৰ' ইতিহাস হৈ থাকি গ'ল।

সঞ্জীৱে ঈষৎ হাঁহিৱে বৰ্ষালৈ চাই ক'লে — 'ভোক লগা নাই? ব'লা কিবা খাওঁগৈ।

: বিনোদিনীৰ কথাৰ ভোক বেছি হৈছে, দৰকাৰ হ'লে লঘোণে থাকিব পাৰিম। — বৰ্ষাৰ কথাত ৰাখীয়েও হয়ভৰ দি ক'লে—'কোৱাচোন বিনোদিনীৰ কথা! মোৰো ভোক লগা নাই'।

সঞ্জীৱে সৰু কাহ এটা মাৰি কণ্ঠ পৰিষ্কাৰ কৰি পুনৰ কথা ক'বলৈ সাজু হ'ল।

'বিনোদিনীৰ বয়স তেতিয়া বোধহয় তেৰ বছৰমান। আজাদ-হিন্দ্-ফৌজৰ 'ফৰৱাৰ্ড ব্লক'ৰ কেইবাজন মানুহৰ সান্নিধ্যত আৰু বিশেষকৈ মোমায়েক কৃষ্ণকান্তৰ কথা-বতৰাৰ মাজেৰে নেতাজীৰ প্ৰতি বিনোদিনীৰ অসীম শ্ৰদ্ধা গঢ়ি উঠিছিল। বিনোদিনীয়ে শুনিছিল নেতাজীৰ ভাষণবোৰ, ভাষণ আৰু নিৰ্দেশনামাৰ ছপা কাগজবোৰ মনোযোগেৰে পঢ়িছিল। নেতাজী অলপ গোড়া আৰু adamant আছিল। তেওঁ দৃঢ়ভাৱে নাৰীৰ সম-অধিকাৰৰ বাবে থিয় দিছিল, সংখ্যালঘুৰ মৰ্যাদা আৰু জনগোষ্ঠীৰ উন্নয়নৰ প্ৰতি যিমান সজাগ আছিল, ঠিক তেনেদৰে এচাম মানুহৰ অন্তহীন ভোগ-বিলাস আৰু ৰাজনীতিক নিজ স্বাৰ্থত ব্যৱহাৰ কৰাক লৈ গৰ্জি উঠিছিল। সুভাষৰ যি মুক্তিৰ সপোন, তাত বিনোদিনী আৰু বিনোদিনীৰ মাকৰ দৰে অগণন নাৰীৰ মুক্তিৰ সপোন এক হৈ গৈছিল। বিনোদিনী সেয়ে ৰাণী ঝাঁসী ব্ৰিগেডৰ সদস্য হ'ল। সেয়াই নহয় তাই ভাল সংগঠকো হ'ল। — কথা কৈ কৈ সঞ্জীৱে হাতেৰে আঙুলিয়াই দেখুৱালে দূৰলৈ। ৰাখী আৰু বৰ্ষাই দেখিলে হাৰিকেন লেম্প এটা লৈ আগুৱাই আহিছে এটা ছাঁয়ামূৰ্তি। নিশ্চয় ৰুক্মিণী। সিহঁতৰ পলম হোৱা দেখি খোৱা বস্তু লৈ আহিছে। মানুহজনী সিহঁতৰ বাবে এজনী মাক হৈ পৰিছে এই কেইদিনতে। বৰ্ষাই সৰু টৰ্চ এটা বেগৰপৰা উলিয়াই হাতৰ ঘড়ীত পোহৰ পেলাই ক'লে — 'এ চাৰে আঠ বাজিল!' মেছু গাঁৱত ইমান পৰলৈ নিশাৰ আহাৰ নকৰা মানুহ বোধহয় সিহঁতেই আছে। ৰাখী অকণমান আগবাঢ়ি গ'ল। হয়, ৰুক্মিণীয়েই। ৰাখীক দেখি তাই মৃদু ভৰ্ৎসনা আৰম্ভ কৰি দিলে। কাম শেষ কৰি ঘৰলৈ গৈ কিবা এটা খাই, বিশ্ৰাম কৰাৰ সলনি এইদৰে নদীৰ পাৰত বহি থকাটো কুলক্ষণীয়া কথা, সেয়া তাই ভালকৈ বুজাই দিলে। এই মেছুৰ পাৰ অপদেৱতাৰ বিচৰণ ভূমি। সিহঁতৰ বিচৰণত ব্যাঘাত বাবে বাবে জন্মালে মানুহক বহুত অনিষ্ট কৰি পেলায়।

: 'কিন্তু আমি ভাবিছিলোঁ তুমি আমাৰ বাবে খোৱা লৈ আহিছা' — সঞ্জীৱে ক'লে।

ৰুক্মিণীয়ে মুখ ভেঙুচাই ক'লে — 'মোৰ কোনো গৰজ পৰা নাই'। তাৰ পাছত সামান্য অভিমানেৰে মুখখন অন্যফালে ঘূৰাই ভোৰ-ভোৰাই ক'লে — 'আজি ইমান যত্নৰে খানা নাৰান্ধিলোঁহেঁতেন, যদি খোৱাৰ কোনো ইচ্ছাই নাই'। ৰুক্মিণীৰ ফালে চাই সঞ্জীৱ তৎক্ষণাৎ থিয় হ'ল। 'ব'লা, ব'লা খানা ৰেডী। দৌৰোঁ আঁহা....' এইবুলি সি সৰু ল'ৰাৰ দৰে ঘৰলৈ দৌৰিলে। খৰ-খেদাকৈ বৰ্ষা আৰু ৰাখীয়েও পিছ ল'লে। ৰুক্মিণীয়ে হাঁহিলেও, খঙো কৰিলে। তাই বলকি গ'ল। এনেকুৱা পগলা ল'ৰা-ছোৱালী তাই জীৱনত দেখা নাছিল।

ৰুক্মিণীয়ে বেয়া পাবৰে কথা। তাই আজি ৰুটী-চব্জি কৰা নাই। মছলা ভৰোৱা আটাৰ সৰু সৰু লিট্ৰি বৰ যত্নকৈ তৈয়াৰ কৰিছে। লগত দুবিধ চব্জি। আলু-মুলাৰ এখন আৰু শাকৰ এখন। লিট্ৰি সকলো ধনী-দুখীয়াই খায়, কিন্তু ৰুক্মিণীয়ে আজি লিট্ৰিত ধনী মানুহৰ ঘৰৰ নিচিনাকৈ অলপ ভাল ঘিঁউ সানি দিছে। পুৱাই আজি এশ গ্ৰামমান ঘিঁউ মায়াহঁতৰ খাটালৰপৰা তাই আনিছিল। সঞ্জীৱ, বৰ্ষা, ৰাখীহঁত মহিলাবোৰৰ মাজত বেছ জনপ্ৰিয় হৈ আহিছে। আজিকালি ঘৰৰ ভালৰ ভাল বস্তু অকণমান হ'লেও সিহঁতৰ বাবে ৰুক্মিণীৰ হাতত গাঁৱৰ তিৰোতাবোৰে দি যায়হি। চৌকাৰ জুইত সেকি গৰম লিট্ৰি, চব্জি প্ৰত্যেকৰে থালত ৰুক্মিণীয়ে দিলে। বৰ্ষাহঁতে গো-গ্ৰাসে উচ্চ প্ৰশংসা কৰি তৃপ্তিৰে খোৱা চাই ৰুক্মিণীৰ চকু দুটা আনন্দত পানীৰে উপচি পৰিল। দুটা ল'ৰা আৰু গিৰীয়েক মৰাৰ পাছত তাইৰ কোনো বস্তু ৰন্ধাৰ প্ৰতি উৎসাহ নোহোৱা হ'ল। বহু বছৰে তাই যত্নৰে একো ৰন্ধা নাছিল। অথচ তাই ভাল ৰান্ধনী বুলি এসময়ত নাম আছিল। গাঁৱৰ অৱস্থাপন্ন মানুহ কেইঘৰত বিয়া-সকাম পাতিলে তাইক ৰান্ধনিশালত বিশেষ দায়িত্ব দিয়া হৈছিল। তাইৰ ৰন্ধন পাৰদৰ্শিতাক লৈ গিৰীয়েকৰ এসময়ত কি গৰ্ব আছিল! ৰুক্মিণীয়ে অনুভৱ কৰিলে, বহুত দিনৰ মূৰত তাইৰ পৰিয়ালটো আকৌ ঘূৰি আহিছে, তাই বুকুৰ ভিতৰত সিহঁতক লৈ আকৌ স্বপ্নৰ বাহ সাজিবলৈ লৈছে.... 'এ তুমি খোৱা নাই কিয়?' ৰাখীয়ে ৰুক্মিণীৰ চলচলীয়া চকুহাল দেখি কিবা এটা বুজি উঠিল। ৰুক্মিণীয়ে তৎক্ষণাৎ বৰ্ষাহঁতৰ কাঁহীত আৰু এখনকৈ লিট্ৰি দি, নিজলৈকো দুখনমান ল'লে। ৰাতি

এটাত কেঁচা জলকীয়া আৰু নিমখো এজেৰা ল'লে। সঞ্জীৱে নিজৰ ভাগৰ লিট্টি এডোখৰ, চব্‌জিৰে সৈতে নুৰিয়াই ৰুক্মিণীৰ মুখৰ ওচৰলৈ নি ক'লে — 'মাই, পেহ্‌লে খা লে, মেৰা থালি সে.... ৰুক্মিণীয়ে এই মৰম সহ্য কৰিব নোৱাৰিলে, ঘোম্‌তা দীঘলকৈ টানি কান্দি পেলালে। উচুপি উচুপি তাই ক'লে — 'মত্ কৰণা প্যাৰ, ফিৰ তুলোক ছলা যায়েগা'। ৰাখীয়ে ক'লে — 'কভি নহী, যাউঙ্গাতো, তেৰে কো লে কৰহি যাউঙ্গা, ছোড়কৰ নহী'। ৰুক্মিণীয়ে এইবাৰ ঘোম্‌তা তুলি ৰাখীৰ চকুলৈ চালে অবিশ্বাসেৰে। ৰাখীয়ে মূৰ দুপিয়াই ৰুক্মিণীৰ হাতখনত ধৰিলে। এই বিশ্বাসৰ স্পৰ্শত ৰুক্মিণী আশ্বস্ত হৈ গ'ল নিমিষতে।

বাহিৰৰ ফৰিং ফুটা জোনাক। জোনাকত মেছুৰ পানী আৰু বালুকাৰাশিৰ ৰেখাডাল ৰূপালী চাদৰৰ দৰে মায়াবী হৈ পৰিছে। নির্জন গাঁওখন কুকুৰৰ মাজে মাজে ভুক্-ভুকনিৰ বাহিৰে শব্দহীন। অলপ অলপ জাৰ পৰিবলৈ লৈছে যদিও গৰম কাপোৰৰ প্ৰয়োজন হোৱা নাই। সঞ্জীৱে এখন ৰছীৰ খাটিয়া বাহিৰলৈ উলিয়াই আনি দীঘল দি পৰিল। মূৰৰ ওপৰত তৰাভৰা আকাশ। আকাশলৈ চাই শুবলৈ সি সদায় ভাল পায়, কিন্তু এই সুযোগ সাধাৰণতে পোৱা নাযায়। সঞ্জীৱৰ আগতকৈ অস্থিৰতা কমি আহিছে। গাঁওখনত কাম কৰাৰ এটা পৰিৱেশ আহি গৈছে। কাইলৈৰপৰা চট্ তৈয়াৰ কৰা প্ৰশিক্ষণ শিবিৰ আৰম্ভ হ'ব। মায়াহঁতে ইতিমধ্যে গাঁৱৰ মানুহবোৰক সংগঠন কৰি পেলাইছে। তিনি-চাৰিজন বিধি-পথালি দিয়া মানুহ আছে, কিন্তু এনেকুৱা মানুহ প্ৰত্যেক কামতে সিহঁতে লগ পায়। কাম কৰোঁতে পোৱা এইবোৰ অনাহুত সমস্যা সিহঁতৰ চিনাকি। হুছেইনে এনেকুৱা মানুহৰ সমস্যাক 'ফিজিকেল হেজার্ট' বুলি কয়। সঞ্জীৱৰ খাটিয়াৰ ভৰিৰ ফালে নিশব্দে বৰ্ষা আহি বহিল। সঞ্জীৱে ভৰি দুখন কোঁচাই আনিলে। বৰ্ষা বহু সময় তৰাভৰা আকাশ আৰু মেছুৰ ৰূপোৱালী ৰেখাৰ সৈতে নিশাৰ মায়াবী ছবিখনত একাকাৰ হৈ থাকিল। নিস্তব্ধতা ভাঙিলে সঞ্জীৱে। 'বৰ্ষা, নোশোৱা নেকি'?

বৰ্ষাই সঞ্জীৱৰ প্ৰশ্নটো নুশুনাৰ দৰে, আন এটা প্ৰশ্নহে কৰিলে। 'বিনোদিনী তোমাৰ মা, নহয়?' সঞ্জীৱে উত্তৰ দিলে। সি অন্যমনস্ক হৈ পৰিল।

ঃ 'মানুহগৰাকীক মোৰ বৰ চাবৰ মন গৈছে, এবাৰ তেওঁক স্পৰ্শ কৰিবলৈ মন গৈছে....

ঃ তেওঁ পৃথিৱীৰপৰা ওঠৰ বছৰ আগেয়ে বিদায় ল'লে।

ঃ তোমাৰ তেতিয়া বয়স কিমান আছিল?

ঃ তেৰ বছৰ

ঃ তোমাৰ দেউতা ক'ত এতিয়া?

ঃ দেউতা নাই

ঃ ছ'ৰি, বিনোদিনীৰ আগত নে পিছত ঢুকাল?

ঃ তেওঁ জীয়াই আছে!

ঃ জীয়াই আছে!

পুনৰ নিস্তব্ধতা। বৰ্ষাৰ প্ৰচণ্ড কৌতূহল হৈছে। তাইৰ প্ৰশ্নৰ উপৰি প্ৰশ্ন সুধিবলৈ মন গৈছে, কিন্তু সঞ্জীৱৰ নিস্তব্ধতাই তাইক বোবা কৰি পেলাইছে। এইদৰে বহুপৰ পাৰ হ'ল। অস্থিৰ হৈ বৰ্ষা থিয় হৈ ভিতৰলৈ যাব খুজিলে।

ঃ বৰ্ষা। — সঞ্জীৱে মাত লগালে।

ঃ শুবলৈ যাওঁ। ৰাখী, ৰুক্মিণী শুলে চাগৈ। তুমি বাহিৰত শুবা নেকি?

ঃ ভাবিছোঁ, বহুদিন মুকলি আকাশৰ তলত শোৱা নাই।

ঃ ৰ'বা, মই স্কাৰ্ফ এখন তোমাক দি যাওঁহি। ঠাণ্ডা লাগিব পাৰে। বৰ্ষা তৎক্ষণাৎ ভিতৰলৈ গৈ এখন পাতল গৰম কাপোৰ লৈ আহি সঞ্জীৱক দিলে। হঠাতে সঞ্জীৱে বৰ্ষাৰ হাত এখন ধৰি ক'লে — 'অলপ বহাচোন—তোমাক এটা কথা সুধিবলগীয়া আছে'।

বৰ্ষাৰ হঠাতে এক ৰহস্যময় শিহৰণ জাগি উঠিল। মন্ত্ৰমুগ্ধৰ দৰে তাই খাটিয়াত বহি পৰিল।

ঃ প্ৰান্তিকক তুমি পাহৰিবা পাৰিছানে বৰ্ষা?

ঃ চেষ্টা কৰিছোঁ। প্ৰান্তিকক মই মনত ৰখা উচিত নহয়। তেওঁ মোৰ ভনী জোঁৱাই। তাৰোপৰি..

ঃ তাৰোপৰি কি? ৰৈ গ'লা যে!

ঃ তাৰোপৰি, মোৰ ভাব — মানে বিশ্বাস হৈছে, প্ৰান্তিকে মোক প্ৰকৃততে চিনিব বা বুজিবই নোৱাৰিছিল। নতুবা প্ৰান্তিকে জীৱন দৰ্শন সলনি কৰিছিল আৰু ধৰি লৈছিল সকলো নাৰীয়েই পানীৰ দৰে, যি পাত্ৰত থোৱা যায় তাৰেই আকাৰ লয়। নিজস্ব ৰং নাই, স্বাদ নাই, ধৰ্ম নাই। প্ৰান্তিকে বিচৰাৰ ধৰণেই সময়ে সময়ে ময়ো তেওঁক বিচৰাৰ দৰে আকাৰ ল'ম বুলি ভাবি লৈছিল। মাটিৰ কলহত থোৱা পানীখিনি তেওঁ ফ্ৰীজত ভৰাই বৰফ কৰিব বিচাৰিছিল। মই কোনো পাত্ৰৰ আকাৰ লোৱা মানুহ নাছিলোঁ — সেই বাবেই প্ৰান্তিকক দুখ দিব লগা হ'ল।

ঃ তোমাক মোৰ মাজে মাজে বিনোদিনীৰ দৰে লাগে বৰ্ষা। তুমি নাজানা, মই কিয় তোমাৰ আগত বিনোদিনীৰ কথা ক'বলৈ আৰম্ভ কৰিলোঁ। বৰ্ষা, বিনোদিনীয়ে চিৰকুমাৰী হৈ থাকিম বুলি ভাবিও সাতাইছ বছৰ বয়সত এজন মানুহৰ প্ৰেমত পৰিছিল। সেই মানুহজন, যাৰ বাবে বিনোদিনীয়ে জীৱন-যৌৱন জলাঞ্জলি দিছিল। তেওঁ বেৰিষ্টাৰ আছিল। নেতাজীৰ তেওঁ সমৰ্থক আছিল। বহু মিটিং তেওঁৰ ঘৰতে বহিছিল; তেওঁক বিট্ৰিশ্ব প্ৰশাসনে সন্দেহ নকৰিছিল। তেওঁ বিবাহিত আৰু দুটা সন্তানৰ পিতৃ আছিল। এই মানুহজনৰ ঘৰখন বিনোদিনীৰ কলকাতাৰ আশ্ৰয় থল, ভাত-ঘৰ হৈ পৰিছিল। কলকাতাৰ বহু কাম এই ঘৰত থাকিয়েই বিনোদিনীয়ে কৰিছিল। বেৰিষ্টাৰজনে বিনোদিনীক পোন্ধৰ বছৰ বয়সৰপৰাই লগ পাইছিল। আদৰ-স্নেহ কৰিছিল। তেওঁৰ পত্নীয়েও বিনোদিনীক মৰম কৰিছিল নিজৰ ভনীয়েকৰ দৰে। বৰ্ষা, তুমি বাৰু ভাবানে, গান্ধী-নেহৰুৰ অহিংস আন্দোলনক ভয় কৰি আমাৰ দেশক বিট্ৰিশ্বে স্বাধীনতা দিছিল বুলি?

ঃ মই নাজানো সঞ্জীৱ। আচলতে মই এনেকুৱা বিতৰ্কবোৰ কাৰো সৈতে কৰি পোৱা নাই। স্বাধীন ভাৰত আৰু স্বৰাজ আন্দোলনৰ কথা কেৱল পাঠ্যপুথিত পঢ়াৰ বাহিৰে মই একো নাজানো।

ঃ স্বাভাৱিক কথা। দেশ স্বাধীন হোৱাৰো আজি পঞ্চাছ বছৰ উকলি গ'ল। মোৰ সমবয়সী সকলেও এইবোৰ নাভাবে। কিন্তু মই ভাবিব লগা হয়। কাৰণ তেৰ বছৰ বয়সলৈকে মই বিনোদিনীৰ আঁচলৰ আঁৰত ডাঙৰ হৈছোঁ। মই কোনো পৰীৰ দেশৰ সাধু শুনা নাই। অজান দেশৰ ৰত্নভাণ্ডাৰ থকা দ্বীপৰ কথা শুনা নাই, বীৰ হাৰকিউলিছৰ সাধু শুনা নাই। মই শেতেলীত পৰি শুনিছোঁ নেতাজীৰ গল্প, চৰ্দাৰ পেটেলে কেতিয়া কৈছিল, জাতীয় কংগ্ৰেছে কৰিব নোৱাৰা কাম আজাদ-হিন্দ্-ফৌজে কৰি দেখুৱাইছে বুলি। মই শুনিছোঁ ফৰৱাৰ্ড ব্লকৰ অসংখ্য সেনানীৰ জীৱন কাহিনী, ৰক্তাক্ত ইতিহাসৰ কথা। প্ৰথমে নুবুজাকৈ শুনিছিলোঁ, পিছত বুজিবলৈ লৈছিলোঁ। কলেজত পঢ়ি থাকোঁতে মই বিশ্বাস কৰিছিলোঁ, বিট্ৰিশ্ব চৰকাৰে আজাদ-হিন্দ-ফৌজলৈ ভয় কৰিছিল। জানানে ইম্ফল, কহিমা সীমান্তত বিট্ৰিশ্বৰ লগত যুঁজিছিল আজাদ-হিন্দ-ফৌজৰ পঁচিছ হাজাৰ মুক্তি সেনাই। নৌ-বিদ্ৰোহৰ পিছত বিট্ৰিশ্ব চৰকাৰৰ বুকু কঁপি উঠিছিল। নেতাজী সুভাষ বসুৰ নেতৃত্ব আৰু শক্তি দেখি বিট্ৰিশ্ব চৰকাৰে প্ৰমাদ গণিছিল। কেৱল গান্ধী আদৰ্শত বিট্ৰিশ্ব চৰকাৰ ভীত হৈছিল বুলি মই নাভাবোঁ। নেতাজীয়ে ছিংগাপুৰ, জাপান সকলোতে ঘাটি পাতিছিল। তেওঁৰ সপোন আছিল এচীয় সম্প্ৰীতি। পশ্চিমৰ শোষণ আৰু এচীয় লোকৰ প্ৰতি থকা তেওঁলোকৰ মালিকীস্বত্ব মষিমূৰ কৰিবলৈ সমগ্ৰ এচিয়া মহাদেশ একেলগ হোৱাটো নেতাজীয়ে বিচাৰিছিল। মই এতিয়াও নেতাজীক তেনেদৰে বিচাৰ কৰোঁ। কিন্তু কথাবোৰ ক'ম কাক? নেতাজীৰ ফটোত মাল্যাৰ্পণ কৰা মন্ত্ৰীয়েই আজি গান্ধীক 'ৰামভক্ত' কৰে। এওঁলোকেই নেতাজী, গান্ধীৰ কথা কৈ লিবাৰালাইজেশ্বনৰ নামত ধনতন্ত্ৰৰ বাট মুকলি কৰিছে। হৈ-চৈ কৰি তৃতীয় বিশ্বৰ বজাৰ মুকলি কৰি বহুজাতিক সংস্থাবোৰক ৰঙা কাৰ্পেট পাৰি আদৰি আনিছে। প্ৰত্যেকখন দেশেই এতিয়া মুনাফা বিচৰা প্ৰতিযোগী। অপ্ৰতিৰোধ্য একচেটিয়া সাম্ৰাজ্যবাদী দেশৰ আমি নাগৰিক। সেয়ে স্বাধীনতা পোৱাৰ পাছতো নেতাজীয়ে কৈছিল — 'য়ে আজাগী ঝুথা হায়'। মই নেতাজীক বিশ্বাস কৰোঁ বৰ্ষা, নহ'লে তুমি আজি যিখন গাঁৱত আছা, আজাদীৰ পঞ্চাছ বছৰৰ পাছতো মেছু গাঁও এইদৰে থাকেনে? শিৱকুমাৰহঁতৰ দৰে সৰু সৰু ল'ৰাই চলন্ত ৰেলত চুৰি-ডকাইতি কৰি পেট প্ৰৱৰ্তাব লাগেনে? ৰুক্মিণীয়ে বাধ্যত পৰি বিৰ্জুক তাইৰ দেহাটো দি থাকিব লগা হয়নে? মুখিয়াৰ লাঠিৰ কোব এতিয়াও গাঁৱৰ মানুহে খাব লগা হয়নে?

ঃ সঞ্জীৱ, তুমি বিনোদিনীৰ কথা কৈ আছিলা.... কথা কৈ কৈ উত্তেজিত হৈ পৰা সঞ্জীৱক শান্ত কৰিবলৈকে বৰ্ষাই বিনোদিনীৰ কথা উলিয়ালে। বিনেদিনী নামটোৰ সম্মোহনী শক্তিয়ে সঞ্জীৱক তৎক্ষণাত পুনৰ শান্ত কৰি পেলালে। সি 'ভোৰ্‌ভোৱালে — কি কৈছিলোঁ.... বিনোদিনীৰ কথা....'

ঃ এজন বেৰিষ্টাৰ.... বৰ্ষাই আঁত ধৰিলে।

ঃ অ' বেৰিষ্টাৰ মুখাৰ্জীৰ কথা। আচলতে জীৱনত সংযোগ আৰু বিয়োগ, এই দুটা কথা বৰ গুৰুত্বপূৰ্ণ। সংযোগ আৰু বিয়োগেই একোজন মানুহৰ জীৱনৰ গতি প্ৰদান কৰে, স্তব্ধও কৰে, নতুবা সলনি ঘটায়। বিনোদিনী যদি মোমায়েকৰ ওচৰলৈ গুচি নাহিলহেঁতেন, তেন্তে বিনোদিনীয়ে পোন্ধৰ বছৰ বয়সতে কেঁচুৱা নিচুকাই কাৰোবাৰ ঘৰত বোৱাৰী খাটি থাকিলেগৈহেঁতেন সেয়া খাটাং। কিন্তু বিনোদিনীৰ জীৱন সলনি হৈ গ'ল। মোৰ মনত আছে বৰ্ষা, সৰু থাকোঁতে মোক যেতিয়া কাহিনীৰ দৰে কথাবোৰ কৈছিল, তেতিয়া ত্ৰিপুৰা, ইম্ফল এই নামবোৰ কৈছিল। নেতাজীৰ ৰহস্যজনক

অন্তৰ্ধানৰ পিছতো বিনোদিনীহঁতে সংগঠনৰ কাম-কাজ চলাই গৈছিল। নেতাজী পলায়ন কৰা মানুহ নাছিল। এতিয়াও টকিঅ'ৰ ৰেনকোজি মন্দিৰত থকা চিতাভস্ম নেতাজীৰেই। কিন্তু নেতাজী উভতি নহাৰ বাবে আজাদ-হিন্দ-ফৌজৰ মনোবল ভাগি গৈছিল। বিনোদিনীৰ দৰে বহু সদস্য কিন্তু ভাঙি পৰা নাছিল। বিনোদিনী আসামলৈও গৈছিল। মোক সন্দুতে কোৱা এতিয়াও মনত আছে — মণিপুৰ, মেঘালয়ৰ নাৰীৰ সমান স্বাধীনচিতীয়া নাৰী বিনোদিনীয়ে লগ পোৱা নাছিল। 'আমি নাৰীৰ সম-অধিকাৰৰ কথা কওঁ, কিন্তু সেই পাহাৰীয়া মানুহখিনি আমাতকৈ বহু আগবঢ়া চিন্তাত — বিনোদিনীয়ে প্ৰায়ে কৈছিল। তুমিওতো সেইখন ৰাজ্যৰপৰাই আহিছা বৰ্ষা, তোমাক প্ৰথম লগ পোৱাৰেপৰা বিনোদিনীৰ কথাবোৰ মোৰ মনত প্ৰতিধ্বনি হৈ থাকিবলৈ লৈছিল। বিনোদিনীহঁতে গাঁৱতে এখন মাতৃ আৰু শিশুমংগল হস্পিতেল খুলিছিল। বিনোদিনীৰ অক্লান্ত পৰিশ্ৰম আৰু মোমায়েক কৃষ্ণকান্তৰ সাংগঠনিক দক্ষতাত কম সময়ৰ ভিতৰত এই একমাত্ৰ চিকিৎসালয়খন হৈ উঠিছিল। বিনোদিনীয়ে বিয়া নকৰালে। তেতিয়া তেওঁৰ ছাব্বিছ বছৰ বয়স। মোমায়েক মৃত্যুশয্যাত। কিড্‌নী দুয়োটা নষ্ট হৈছে। বিনোদিনী হস্পিতেলৰ কামত প্ৰায় কলকাতালৈ গৈছিল। কলকাতাত তেওঁৰ পুৰণি সতীৰ্থ মুখাৰ্জীৰ ঘৰতে উঠিছিলগৈ। কিন্তু এয়াই বোধহয় জীৱনৰ ৰহস্যময় খেলা। সেইবাৰ বিনোদিনীৰ টাইফয়ড হ'ল। মুখাৰ্জীৰ ঘৰত প্ৰায় এমাহ সময় বিনোদিনী থাকিল। বিনোদিনীয়ে চৈধ্য বছৰজুৰি যিজন মানুহক ককায়েকৰ দৰে শ্ৰদ্ধা কৰিছিল, সেই মানুহজনৰ সৈতে বিনোদিনীৰ প্ৰেমৰ সম্পৰ্ক গঢ় লৈ উঠিল। মুখাৰ্জীৰ বয়স তেতিয়া পঞ্চাছ। প্ৰথম পুত্ৰই বি-এ পাছ কৰিছে। অসুখ ভাল হৈ বিনোদিনী চিচিৰাগ্ৰামলৈ ঘূৰি আহিল যদিও, এইবাৰ তেওঁ মানসিকভাৱে কিছু অস্থিৰ হৈ পৰিছিল। মুখাৰ্জীৰ দুই-তিনিবাৰ কলকাতাৰপৰা বিনোদিনীৰ গাঁৱলৈ আহিল। কৃষ্ণকান্তই কিবা এটা বুজি উঠিল। এদিন স্পষ্টকৈ বিনোদিনীক কিছু কথা সুধিলে। বিনোদিনীয়ে অতি সহজে ভয়ানক ঘোষণা এটা কৰিলে। তেওঁ বেৰিষ্টাৰ মুখাৰ্জীৰ সন্তান গৰ্ভধাৰণ কৰিছে। ইয়াত আচলতে কাৰো দোষ নাছিল। বেৰিষ্টাৰ মুখাৰ্জীয়ে নিজ পত্নী-পৰিয়াল লৈ সুখী নাছিল, সেয়াও নহয়। মুখাৰ্জীৰ পত্নী মৃণালিনী দেৱী এগৰাকী সাদবী, পতিব্ৰতা পত্নী। হয়তো বিনোদিনীয়ে মনেৰে বিচৰা পুৰুষজন বেৰিষ্টাৰ মুখাৰ্জীৰ ব্যক্তিত্ব আৰু চিন্তাৰ সৈতে মিলিছিল। হয়তো মুখাৰ্জীয়ে কল্পনা কৰা নাৰীগৰাকী বিনোদিনীৰ সৈতে একে আছিল। সেইবাবেই বহু দিনৰ পিছত সংযোগ ঘটি গৈছিল। কিন্তু বিনোদিনী আছিল আত্ম-বিশ্বাসী। মুখাৰ্জীয়ে নিজ পৰিয়াল, পত্নীক অনাগত সন্তানৰ কথা, বিনোদিনীৰ সৈতে থকা সম্পৰ্কৰ কথা ঘূণাক্ষৰেও নজনালে আৰু বিনোদিনীকো নক'বলৈও অনুৰোধ কৰিলে। বিনোদিনী চিৰকালৰ বাবে আঁতৰি আহিল মুখাৰ্জীৰপৰা। সন্তান এটা সমাজৰ মাজত জন্ম দি, মাতৃ পৰিচয়েৰে ডাঙৰ কৰিব পৰাকৈ বিনোদিনী অকলেই যথেষ্ট সাহসী আছিল। মোৰ জন্ম হ'ল। বিনোদিনীৰ হস্পিতেলতে। মুখাৰ্জী আহিছিল, বিনোদিনীয়ে তেওঁৰ সৈতে কথা পাতিব নুখুজিলে। আনকি মুখাৰ্জীয়ে ভুল অনুতাপ কৰি সন্তানক তেওঁৰ উপাধি দিবলৈ ৰাজী হ'ল, নিজ পত্নীকো সকলো খুলি ক'লে। কিন্তু বিনোদিনী প্ৰয়োজনাধিক আত্ম-মৰ্যাদা সচেতন আছিল। তেওঁ ক'লে যে যিদিনাই মুখাৰ্জীয়ে বিনোদিনীৰ সৈতে থকা সম্পৰ্ক গোপনে ৰখাৰ কথা ক'লে, অনাগত সন্তানৰ কথা তেওঁৰ পত্নীক ক'বলৈ বাৰণ কৰিলে, সেইদিনাই মুখাৰ্জীৰ প্ৰতি থকা শ্ৰদ্ধা, ভালপোৱাৰ অকাল মৃত্যু ঘটিল। বিনোদিনীয়ে মুখাৰ্জীক সেইদিনালৈকেহে মনত ৰাখিছে, যিদিনালৈকে মুখাৰ্জীয়ে বিনোদিনীক শ্ৰদ্ধাৰে প্ৰেম নিবেদন কৰিছিল। বিনোদিনীৰ প্ৰেম গোপন বিলাস নাছিল। এই সঞ্জীৱে বিনোদিনীৰ উপাধি ল'লে দাস। বিনোদিনী যেনেকৈ আনতকৈ বেলেগ আছিল, তেওঁৰ মৃত্যুও আছিল ভিন্ন। মাত্ৰ দুদিন জ্বৰত ভুগি তেওঁ হঠাতে ঢুকাল।

চৈধ্য বছৰ বয়সতে মোক নৰেন্দ্ৰপুৰ বিদ্যালয়লৈ পঠোৱা হ'ল। মেট্ৰিকত দুটাত লেটাৰ লৈ পাছ কৰিলোঁ। চেইন্ট এডমাণ্ডত পঢ়িলোঁ। কলকাতা বিশ্ববিদ্যালয়ৰপৰাই ইকনমিক্সত প্ৰথম শ্ৰেণী পাই পাছ কৰি পুনৰ উভতি গ'লোঁ গাঁৱলৈ। ক'বলৈ পাহৰিছোঁ, মামা ঢুকাইছিল মই ক্লাছ থ্ৰীত থাকোঁতেই। মামাৰ ঘৰ-বাৰী, লাম-লাকটু যি আছিল সকলো মোক চমজাই উইল কৰি থৈ গৈছে। মই সেইবোৰ লৈ কৰিম কি? এতিয়া তাত মাতৃ মংগলৰ শাখা বহুবা হৈছে। মই তিনিটামান ভাল দৰমহাৰ চাকৰি পায়ো কেইমাহমানতকৈ বেছি দিন থাকিব নোৱাৰিছিলোঁ। কিবা মনটো অস্থিৰ হৈ থাকে। মই সামাজিক চিষ্টেমটো সহ্য কৰিব নোৱাৰিলোঁ। হয়তো ভিতৰি ভয়ংকৰ খঙাল হৈ পৰিছিলোঁ। কাৰ ওপৰত, কিয় খং উঠি থাকিছিল নাজানিছিলোঁ। কিন্তু মোৰ অনবৰতে খং উঠি থাকিছিল। মাতৃমংগলৰ ৰেজিষ্টেছন

বিনিউ কৰিবলৈ যাওঁতে কেম্পানীয়ে খোচ বিচাৰোঁতে, আমাৰ গাঁৱৰ দুটা ৰাজনৈতিক দলৰ ভণ্ডনেতাৰ কাণ্ডবোৰ দেখি, সমষ্টিৰ এম-এল-এজনৰ প্ৰতিশ্ৰুতিবোৰ দেখি, গাঁৱত বাঢ়ি অহা নিবনুৱাবোৰ দেখি, গাঁৱৰ বিয়াবোৰত কইনাৰ সৈতে টি ভি, চোফা, ফ্ৰীজ, নগদ টকাৰ দাম-দৰবোৰ কৰাৰ সময়ত মোৰ খণ্ডক মই নিয়ন্ত্ৰণ কৰিব নোৱাৰা হৈ যাওঁ। তেনেকুৱা সময়তে মই হুছেইনক লগ পালোঁ। চিচিৰাগ্ৰামৰ ওচৰত তেওঁলোকে ফুলৰ বাগান কৰিবলৈ মানুহক শিকাইছিল। ময়ো তেওঁলোকৰ প্ৰজেক্টত যোগ দিলোঁ। যোৱা ছয় বছৰে মই তেওঁৰ সংগ ত্যাগ কৰিব নোৱাৰিলোঁ। বোধহয় কেতিয়াও নোৱাৰিম আৰু। সঞ্জীৱে কথাখিনি কৈ এক গভীৰ নিশ্বাস পেলাই আকাশলৈ চালে। বিনোদিনীৰ হস্পিতেলখনেই মোৰ ঘৰ, মোৰ পঢ়া-শুনাও হ'ল বিনোদিনী আৰু মামাৰ যুটীয়া ধনৰ ট্ৰাষ্টেৰে। তথাপিও মই সেই গাঁও এৰি আহিব খুজিলোঁ। কাৰণ মোৰ মাৰ স্মৃতিয়ে তাত শান্তিৰে থাকিবলৈ মোক দিয়া নাছিল। মই এজন নেতাজীৰ সন্ধানত আছিলোঁ।

ঃ সঞ্জীৱ, তুমি নাজানা, অসমতো এজন নেতাজীৰ দৰে মানুহে কৈছিল — 'এই স্বাধীনতা ভুৱা । যুঁৱলিখন এহাল বলদৰ কান্ধৰপৰা আন এহাললৈ সলোৱা হৈছে'। তেওঁক এনেকুৱা কথা কোৱাৰ বাবে আমাৰ দেশৰ চৰকাৰেই মূৰৰ দাম দহ হাজাৰ টকা ঘোষণা কৰিছিল। তোমাৰ মুখত নেতাজীৰ কথা শুনি শুনি মোৰ তেওঁলৈ বৰকৈ মনত পৰি আছে। নেতাজী ৰোমান্টিক আছিল নে নাই নাজানো, কিন্তু এই মানুহজন আছিল দুৰ্দান্ত প্ৰেমিক। তেওঁ গোপনে প্ৰেম কৰা নাছিল। সঁচাকৈয়ে তেওঁ প্ৰেমৰ প্ৰকাশ ঘটাইছিল বহু নাৰীৰ মাজেৰে, গীতৰ মাজেৰে, নৃত্যৰ মাজেৰে । এজন শিল্পী আৰু প্ৰেমিকে ব্ৰিটিশ্ চৰকাৰ কঁপাইছিল, মানুহৰ মুক্তিৰ সপোন ৰচি গাঁৱৰপৰা বিপ্লৱ আৰম্ভ কৰিছিল....

ঃ কি নাম তেওঁৰ ?

ঃ বিষ্ণু ৰাভা। শুনিছানে—নিশ্চয় নাই শুনা। তেওঁৰ নাম অসমৰ সীমা পাৰ হৈ ভাৰতবৰ্ষ বিয়পি পৰিব লাগিছিল। হয়তো আমাৰেই দোষ, সেয়া নহ'ল।

ঃ বিপ্লৱ বন্দুকৰে নাহে বৰ্ষা, মই আজাদ-হিন্দ-ফৌজৰপৰাই শিক্ষা লৈছোঁ। কিন্তু ভয় খুৱাবলৈ বন্দুকৰ ভাষা লাগে। কাৰণ ৰাজনীতিক আৰু পুঁজিপতি সদায় এক প্ৰাণ। তেওঁলোকক প্ৰাণৰ মমতা সৃষ্টি কৰাৰ বাহিৰে ভয় খুৱাবলৈ একো বস্তু নাথাকে। তেওঁলোকৰ হেৰুৱাবলৈ যেনেকৈ একো নাই , পাবলৈও চিন্তা নকৰে। মান-সন্মান, লজ্জাবোধ এইবোৰৰ গৰাকী কেৱল আমিবোৰ। এই মূল্যবোধবোৰৰ বাবেই আমি দুৰ্বল।

ঃ কিন্তু এই দুৰ্বলতাবোৰৰ বাবেইতো আমি মানুহ সঞ্জীৱ। আজি নিশা দুপৰলৈকে তোমাৰ সৈতে মই এই অচিনাকি গাঁওখনত, মানুহৰ বাবে কাম কৰিবলৈ সাৰে আছোঁ। তোমাকতো মই কিছুদিন আগলৈকে চিনি নাপাইছিলোঁ। 'ইনছাইট'ৰ কোনো মানুহক নাজানিছিলোঁ। অথচ কি এক দৃঢ় বিশ্বাসত মই মোৰ প্ৰেমিক, মোৰ পৰিয়াল-স্বজনক ত্যাগ কৰি গুচি আহিলোঁ। কি তাড়না এয়া! মই আচৰিত হৈ প্ৰায়ে নিজকে প্ৰশ্ন কৰোঁ, ইয়াত মই কি সুখ বিচাৰি পাইছোঁ? চৌপাশে শতচ্ছিন্ন কাপোৰ পিন্ধা পুষ্টিহীনতাত ভোগা এজাক ল'ৰা-ছোৱালী, ধু ধু বালিময় পথাৰ, এটোপা ভাল খোৱাৰ পানী, অলপ শান্তিৰ নিদ্ৰা, দুসাঁজ পেট ভৰাই ভাত, যিবোৰ মানুহৰ বিলাসিতা, এই মানুহবোৰৰ মাজত থাকি সুখ পোৱাৰ ইচ্ছা মই কেতিয়াও কৰা নাছিলোঁ। কিন্তু এই মুহূৰ্তত মই অনুভৱ কৰিছোঁ, বোধহয় ইয়াকেই মই বিচাৰি ফুৰিছিলোঁ।

ঃ প্ৰান্তিকৰ সৈতে তোমাৰ প্ৰেম কেনেকৈ ঘটিছিল বৰ্ষা? — বৰ্ষা মৌন হৈ ৰ'ল। তাৰ পাছত লাহে লাহে ক'লে — প্ৰান্তিক ইমান অপৰিপক্ক বুলি ভবা নাছিলোঁ। কেঁচুৱাই পুতলা নাপালে কন্দাৰ দৰে আছিল প্ৰান্তিকৰ খং। প্ৰান্তিকৰ দৰেই আচলতে সমাজৰ মানুহবোৰ। পুতলা পালেই খুচ্।

ঃ যদি প্ৰান্তিক পুনৰ তোমাৰ ওচৰলৈ ঘূৰি আহে!

ঃ প্ৰান্তিক যোৱা বাটেৰে উভতি নাহিল। যি বাটেৰে উভতি আহিল, সেই বাটেৰেই তেওঁ গ'লগৈ। প্ৰান্তিকৰ ৰাস্তা মোৰ চিনাকি নহয়, প্ৰান্তিকেও মোৰ পথ পাহৰি পেলাইছে।

ঃ কিন্তু এদিন তথাপিও যদি প্ৰান্তিক ঘূৰি আহে! তোমাক বিচাৰি, অনুশোচনাত দগ্ধ হৈ....

ঃ তেতিয়া তুমি সন্মুখত থাকিবা, তোমাৰ আঁৰত মোক তেওঁ দেখা নাপায়....

সঞ্জীৱ একমুহূৰ্ত স্তব্ধ হৈ গ'ল বৰ্ষাৰ কথাত। বৰ্ষাও হঠাতে অপ্ৰস্তুত হৈ গ'ল। তাই কি ক'লে বাৰু অসতৰ্ক মুহূৰ্তত! বৰ্ষাৰ কাণ-মূৰ গৰম হৈ আহিল। ছিঃ ছিঃ, তাইৰ ইমান নিয়ন্ত্ৰণহীন জিভানে? এৰি দিয়া শৰ, কৈ পেলোৱা কথা, ঘূৰাই আনিব নোৱাৰি। সঞ্জীৱ বিব্ৰত হৈছে বুলি তাই ধৰিব পাৰিছে। বৰ্ষা এই অস্বস্তিকৰ পৰিস্থিতিৰপৰা মুক্ত হ'বলৈ ভিতৰলৈ যাবলৈ সাজু হ'ল। তাই আৰু এটা শব্দও

উচ্চাৰণ নকৰিলে।

সঞ্জীৱে কিবা এটা ক'ব খুজিলে বৰ্ষাক। কিন্তু বৰ্ষা ৰুক্মিণীৰ ঘৰটোৰ ভিতৰত অদৃশ্য হৈ গ'ল। বৰ্ষা গুচি যোৱাৰ পিছত সঞ্জীৱৰ বুকুৰ ভিতৰত অলেখ শব্দ অহা-যোৱা কৰি থাকিল। নিশাৰ তৰাবোৰৰ দৰেই উজ্জ্বল, মৌন শব্দবোৰ, নদীখনৰ দৰে লাৱণ্য শব্দবোৰ, নিশা ৰিব্ ৰিব্কৈ বৈ থকা বতাহজাকৰ দৰেই শিহৰণময় শব্দবোৰ.... শব্দবোৰ.... ইমান শব্দ সমাহাৰ বুকুৰ ভিতৰত, অথচ বৰ্ষাৰ বাবে এটাও শব্দ সি উচ্চাৰণ কৰিব নোৱাৰিলে। বৰ্ষাক যি কথা সি ক'ব খুজিছে, সেই শব্দ এটাও এই মুহূৰ্তত সঞ্জীৱৰ বাছনিত উঠা নাই। এই মুহূৰ্তত তাৰ মাক বিনোদিনীলৈ মনত পৰিছে। মাকে প্ৰায়ে কয় জীৱনত আকস্মিক ঘটনা বুলি আচলতে একো কথা নাই। আশ্চৰ্যৰ ঘন্টা বজাই কোনো ঘটনা নঘটে। বৰ স্বাভাৱিকভাৱে জীৱনত এনে কিছুমান নিয়ন্ত্ৰণহীন ঘটনা ঘটে, যিবোৰৰ বাবে পিছতহে আমি আচম্বিত হওঁ। সঞ্জীৱে অকলশৰে অস্ফুট স্বৰত উচ্চাৰণ কৰিলে মাত্ৰ — বৰ্ষা, বৰ্ষা ক'ত আছিল ইমান দিন?

মেছু নৈখনৰ পশ্চিমে এখন গাঁও বহিব পৰাকৈ চাপৰি এটা আছে। পোন্ধৰ-যোল্লজনী তিৰোতা আৰু ছোৱালীয়ে সেই চাপৰিত চট্ তৈয়াৰৰ প্ৰশিক্ষণ লৈছে। চাৰিটামান পোন্ধৰ-যোল্ল বছৰীয়া ল'ৰাইও কামত যোগ দিছে। পুৰুষ মানুহৰ ভিতৰত মায়াৰ শহুৰেক বলভদ্ৰ আৰু তেওঁৰ বন্ধু অৰ্জুন। দুয়োৰে বয়স ষাঠিৰ উৰ্ধৰ্ত। তেওঁলোকৰ বাবে কাটি অনা গছৰ ঠাল আৰু শিপাৰ মাজৰপৰা চট্‌ৰ বাবে উপযুক্তখিনি বিচাৰি উলিওৱাটোৱেই উপযুক্ত কাম হৈছে। অৰ্জুন হাঁপানী ৰোগী, ইফালে বলভদ্ৰ যোৱা দহ বছৰৰপৰা গেষ্ট্ৰিক ৰোগী। ঘৰত বলভদ্ৰই নেওচা-কেওচা খাই বোৱাৰীয়েক, পুতেকৰপৰা, অৰ্জুন অকলশৰীয়া। দুয়োজনেই এদিন আলচ কৰি সঞ্জীৱৰ ওচৰ পালেহি। টান কাম কৰিবপৰা শক্তি কাৰো গাত নাই। গতিকেই সঞ্জীৱেই ঠিক কৰি দিব লাগে, তেওঁলোক কি কামত আহিব। দুই বৃদ্ধৰ সমস্যা দেখি সঞ্জীৱে ভাবি-গুণি এই কামটোকে তেওঁলোকৰ বাবে ঠিক কৰি দিলে। পিছদিনাই সকলোতকৈ আগতেই প্ৰশিক্ষণ শিবিৰত উপস্থিত হ'ল বলভদ্ৰ আৰু অৰ্জুন। প্ৰথম প্ৰশিক্ষাৰ্থীৰ উপস্থিতি সংখ্যা আছিল মাত্ৰ চাৰিগৰাকী মহিলা। মায়া অৱশ্যে এই ক্ষেত্ৰত আগৰণুৱা। দহ-বাৰ দিন বুজনি দিয়া, আৰু অশেষ কষ্টৰ পিছতো মাত্ৰ চাৰিগৰাকী মহিলা আৰু দুজন বৃদ্ধৰ উপস্থিতি দেখি বৰ্ষা প্ৰায় ভাগি পৰিছিল। কিন্তু সঞ্জীৱ আৰু ৰাথীক দেখি বৰ্ষা আচৰিত হৈছিল। শেখৰ হুছেইনে লৈ অহা দুজন চট্ তৈয়াৰ কৰা কাৰিকৰৰ সৈতে এনে উদ্যমেৰে সিহঁতে মাত্ৰ ছজন মানুহক প্ৰশিক্ষণ দিবলৈ আৰম্ভ কৰিলে যে বৰ্ষাৰ হতাশা কৰ্পূৰৰ দৰে উৰি গ'ল। দিন যোৱাৰ লগে লগে প্ৰশিক্ষাৰ্থীৰ সংখ্যা বাঢ়িল। এসপ্তাহৰ পাছত দেখা গ'ল নিয়মীয়া পোন্ধৰজন পুৰুষ-মহিলা আৰু অনিয়মীয়া প্ৰায় পাঁচ-ছজন গাঁওবাসী। অনিয়মীয়া প্ৰশিক্ষাৰ্থী আৰু নিয়মীয়া প্ৰশিক্ষাৰ্থীৰ উপস্থিতিৰ ৰেজিষ্টাৰ বুক ৰখা, কামৰ অগ্ৰগতিৰ খতিয়ন দিয়া লগতে কামৰ সময়ত নিজৰ মাজতে হোৱা কাজিয়া-পেচাল ভঙাৰ দায়িত্ব দিয়া হ'ল বৰ্ষাক। সঞ্জীৱ আৰু ৰাথীয়ে প্ৰশিক্ষণ আৰু মটিভেশ্বন দুয়োটা বিষয়ত চকু ৰাখিলে। দুপৰীয়া লঘু আহাৰৰ ব্যৱস্থাৰ দায়িত্বত থাকিল ৰুক্মিণী আৰু মায়াৰ ছোৱালী তিতলী। লঘু আহাৰৰ বাবে শেখৰ হুছেইনে বুট, বাদাম আৰু মূলা বা কাকৃৰিৰ যোগান ধৰিলে। দুই-তিনিদিনৰ অন্তৰত শেখৰ হুছেইন আহি প্ৰশিক্ষণ শিবিৰৰ খবৰ-খাতি লয়হি। বৰ্ষাই মন কৰিলে, শেখৰ হুছেইন অহাৰ লগে লগেই শিবিৰটোত এক অন্য ধৰণৰ প্ৰাণ সঞ্চাৰ হয়। মানুহটোৱে কথাৰে আৰু আচৰণেৰে সকলোৰে নিমিষতে মন জয় কৰি পেলাই। মানুহবোৰে শেখৰ হুছেইন অহালৈ বাট চাই থাকে। তেওঁ আহি পোৱা মাত্ৰকেই প্ৰত্যেকে নিজৰ নিজৰ ঘৰুৱা সমস্যাৰপৰা অন্তৰৰ নিভৃত কথাবোৰ তেওঁক একাষৰীয়াকৈ মাতি ক'বলৈ ধৰিলে। সকলোতকৈ ভাল পায় বলভদ্ৰ আৰু অৰ্জুনে। শেখৰ হুছেইনেও তেওঁলোকক সবাতোকৈ বেছি গুৰুত্ব দিয়ে। এই সামান্য মনোযোগেই দুই বৃদ্ধক ইমান সাহস যোগাই যে তেওঁলোক একোজন ত্ৰিছ বছৰীয়া যুৱক হৈ পৰে।

ভবাতকৈয়ো ক্ষিপ্ৰতৰ হ'ল কামবোৰ। প্ৰজেক্টৰ সদস্যৰ সংখ্যা ত্ৰিছজন হোৱাত সদস্য ভৰ্তি বন্ধ কৰা হ'ল। হুছেইনে এদিন দুজন ব্যৱসায়ী প্ৰজেক্টলৈ আনিলে। তেওঁ বিছনাৰ তুলীত দিব পৰা কয়েৰ, ঠাণ্ডা মেছিন, চাউণ্ডপ্ৰুফ কোঠালি, ঘৰ শীতল ৰখা খচ্-খচ্ আদি কেইবাটাও কামত দৰকাৰ হোৱাকৈ জোখ-মাপ্ দি, এই ঝাউবন শিপা, খাগৰিৰ বেলেগে বেলেগে বিবিধ সামগ্ৰী তৈয়াৰ কৰিবলৈ দিহা দিলেহি। শেখৰ হুছেইনে নিজে সামগ্ৰীৰ 'মাৰ্কেটিং' বিভাগটোৰ দায়িত্ব ল'লে। সহযোগী হ'ল যোচেফ।

গাঁওখনত যেন কিবা উৎসৱহে আয়োজন চলিছে।

মেচুৰ পাৰত সৰু সৰু চালিৰ তলত ল'ৰা-তিৰোতাবোৰে পুৱাৰপৰা সন্ধিয়ালৈ কাম কৰি গৈছে। অৰ্জুন আৰু বলভদ্ৰই সকলোকে অবাক কৰি পাৰ্গছ তৈয়াৰ কৰাৰ দক্ষতা দেখুৱালে। কাৰ হাতৰ কাম কিমান ভাল, কোনে কিমান সৃষ্টিশীলতা দেখুৱাব পাৰে তাৰ প্ৰতিযোগিতাহে যেন পতা হৈছে। ইয়াৰ মাজতে এদিন ইনষ্টিটিউটৰ মানুহে লৈ আহিল এবস্তা চাউল, দালি আৰু আলু। ইনষ্টিটিউটৰ সকলো সদস্যৰ সৈতে সেইদিনা মেচুৰ পাৰত ৰং-ৰহইচেৰে ভোজ পতা হ'ল। খিচিৰি, চাট্‌নি আৰু পাপৰ এই খাদ্যসম্ভাৰ ৰন্ধা আৰু খোৱাৰ উৎসৱত মত্তলীয়া হ'ল প্ৰজেক্ট-কৰ্মীসকল। শেখৰ হুছেইনে সমজুৱাকৈ ঘোষণা কৰিলে — 'পৰহিলৈ তোমালোকৰ সামগ্ৰীবোৰ প্ৰথম বজাৰলৈ যাব। চহৰৰপৰা ট্ৰাক আহিব, মই দেখুৱা চেম্পলবোৰ ক্লায়েণ্টৰ পছন্দ হৈছে। তোমালোকৰ কাম বৰ ভাল বুলি কৈছে। সবাতোকৈ ডাঙৰ কথা, মেচুৰ পাৰৰ এই গছবোৰৰ মানদণ্ড, গুণাগুণ বৰ ভাল বুলি তেওঁলোকে কৈছে। ইমান দিনে মাইলৰ পিছত মাইল এই গছৰ হাবিবোৰ এনেয়ে পৰি আছিল। আজি তোমালোকেই এইবোৰ কামত লগাইছা। ইয়াৰ পিছত তোমালোকৰ নৈ কাষৰ বিঘা, বিঘা ফচল নথকা শুকান মাটিবোৰ সাৰুৱা কৰাৰ কথা চিন্তা কৰিব লাগিব। তোমালোকে গাইপতি কমেও দুশকৈ টকা এতিয়া পাবা। যেতিয়া তোমালোকৰ হাতবোৰ খৰ হ'ব, তেতিয়া উপাৰ্জনো বেছি হ'ব'। হঠাতে অৰ্জুনে সশব্দে হুক্-হুকাই কান্দি পেলালে। শেখৰ হুছেইন হতভম্ভ হ'ল এই পৰিস্থিতিত। ৰাখী আগবাঢ়ি গৈ অৰ্জুনৰ কান্ধত হাত থৈ সুধিলে — 'বাবা কা হুৱল?' কিছুপৰ উচুপি অৰ্জুনে ক'লে — 'ঐচন আশা মত দিলাবে। কিত্‌নী দিন ৰহনা!' সুদীৰ্ঘ পঁয়ষষ্ঠি বছৰ অনাহাৰে, পৰিশ্ৰমে জৰ্জৰিত হোৱা এই জীৱনত প্ৰথমবাৰৰ বাবে অৰ্জুনে আশাৰ বাৰ্তা শুনিলে। দৰিদ্ৰতাকেই একমাত্ৰ সান্ত্বনা কৰি জীৱন নিৰ্বাহ কৰা অৰ্জুনৰ দৰেই বলভদ্ৰৰো চকুহাল সেমেকি উঠিল। জীৱন বন্তি নুমাবলৈ আৰু কেইটা বছৰ বাকী আছেনো? যি সময়ত বাহুত বল আছিল, দেহত যৌৱনৰ শক্তি আছিল, সেই সময়ত অনাহাৰে কটাব লগা হৈছিল নিশাৰ পিছত নিশা। প্ৰখৰ সূৰ্যৰ তাপত মাটিত ঘাম পেলাই কৰা শস্যৰ আধাতকৈয়ো বেছি ভাগ দিব লগা হয় গাঁৱৰ ভূমি চৰ্দাৰবোৰক। অৰ্জুনৰ এটা ল'ৰা এতিয়াও জে'লত। আজীৱন কাৰাদণ্ডেৰে দণ্ডিত। সি একেলগে দুজন চৰ্দাৰক খেতি-পথাৰতে কাটিছিল। তেতিয়া তাৰ বয়স আছিল মাত্ৰ বাইছ বছৰ। হঠাতে অৰ্জুনে চিঞৰি উঠিল 'ৰাম প্যাৰে, ৰাম প্যাৰে'। ৰাখীয়ে অৰ্জুনৰ বাউসিত খামোচ মাৰি ধৰি সান্ত্বনা দিলে। কিংকৰ্তব্যবিমূঢ় হৈ অৰ্জুনলৈ চাই থকা হুছেইনক সঞ্জীৱে কাণে কাণে ক'লে — 'ৰাম প্যাৰে তাৰ ল'ৰা। যোৱা ওঠৰ বছৰে সি জেইলত। দুজন চৰ্দাৰক কাটিছিল। আমাক দেখি, আপোনাৰ কথাবোৰ শুনি, সি নিশ্চয় ভাবিছে ওঠৰ বছৰ আগতে আমি কিয় নাহিলোঁ?' — এটা হুমুনিয়াহ কাঢ়ি সঞ্জীৱে কোৱা কথাবোৰৰ প্ৰত্যুত্তৰত হুছেইনেও কেৱল এটা দীৰ্ঘশ্বাস এৰিলে। হুছেইনে আৰু এটা শব্দও ক'বলৈ ইচ্ছা নকৰিলে। আশা আৰু প্ৰেৰণাই যে কেতিয়াবা যন্ত্ৰণা কঢ়িয়াই আনে সেই কথা হুছেইনে জনা নাছিল। অৰ্জুনৰ জেলত থকা পুত্ৰৰ বাদে পৰিয়ালত কোনো নাই। অৰ্জুনে আৰু সপোন ৰচিব নোখোজে। শেখৰ হুছেইনে এখোজ-দুখোজকৈ নদীৰ ফালে খোজ ল'লে, অলপ নিৰ্জনতা বিচাৰি।

নিশা হাই-উৰুমিত সঞ্জীৱৰ টোপনি ভাঙি গ'ল। টোপনিৰ জাল কাটিবলৈ নাপালেই ৰুক্মিণীৰ বাঁহ আৰু ফলিয়া কাঠ লগোৱা দুৱাৰখন কোনোবাই ভাঙো যেন কৰিলে। ৰাখী, বৰ্ষা, ৰুক্মিণী বিছনাৰপৰা জঁপিয়াই নামিল। 'আগ-আগ' বুলি ভয়াৰ্ত চিঞৰত গাঁওখন কোৰ্হালত মুখৰিত হৈ পৰিল। সঞ্জীৱৰ ষষ্ঠ ইন্দ্ৰিয় সজাগ হৈ উঠিল। তৎক্ষণাৎ সি দুৱাৰ খুলি নদীৰ পাৰলৈ উধাতু খাই দৌৰিলে। বৰ্ষা আৰু ৰাখীয়ে ঘটনাটো তত্তিৱই পৰা নাছিল। কিন্তু ৰুক্মিণীয়ে যেতিয়া নদীৰ পাৰৰ লেলিহান জুইলৈ আঙুলিয়াই চিঞৰি উঠিল, বৰ্ষা আৰু ৰাখীও নৈৰ অভিমুখে দৌৰিলে বলিয়াৰ দৰে। সঞ্জীৱে মুঠি মুঠি বালি ছটিয়াইছে জুইৰ স্তম্ভবোৰত। বৰ্ষা মূৰ্ছা নোযোৱাকৈ কথমপি থিয় হৈ থাকিল। যোৱা ডেৰমাহৰ অসীম কষ্টেৰে তৈয়াৰ কৰা চট্ দ'মবোৰ জ্বলি উঠিছে দাউ-দাউকৈ। মেচুৰ পানী বাল্টি, কলহেৰে গাঁৱৰ মানুহে যিমান পাৰে ঢালিছে। মায়াই বলিয়াৰ দৰে বিনাই-বিনাই চিঞৰিছে — 'এয়া চকু চৰহা মুখিয়াৰ কাম, আন কাৰো নহয়। বিৰ্জুৰ কাম এয়া, সি সন্ধিয়াৰপৰাই আজি গাঁৱত তহলি ফুৰা মই দেখোঁতেই ভাবিছিলোঁ, কিবা এটা অঘটন হ'ব। মুখিয়াই মানুহ পঠাইছে চট্‌বোৰ জ্বলাবলৈ'।

'ক'ত-বিৰ্জু ক'ত?' — সুদামাই চিঞৰি উঠিল। কিন্তু সি প্ৰশ্নটো ৰুক্মিণীৰ ফালে চাই কৰিলে। ৰুক্মিণী এই বিপদৰ মাজতো জ্বলি থকা জুইকুৰাৰ দৰেই জ্বলি-পকি উঠিল। তাই

সুদামাৰ ফালে চাই চিঞৰি উঠিল — 'কাক সুধিছ? মই তাৰ লগ এৰা দিনাৰেপৰা তাৰ নামতো দুই লাথ মাৰোঁ, কিন্তু তোৰ ঘৈণীয়েৰৰ সৈতেতো মুখ-চুপতি সি দেখা-শুনাকৈ মাৰে। শুনিছোঁ তই বিৰ্জুৰপৰা যোৱাবছৰ গম আনি ধাৰ মাৰিবই পৰা নাই। তই নথকাত সেয়ে তোৰ ঘৰলৈ গ'লেও, তই নেদেখা ভাও জোৰ। মোক বিৰ্জুৰ কথা সোধাতকৈ ঘৈণীয়েৰক সোধগৈ'।

সুদামা যেন এনেকুৱা মুহূৰ্ত এটাৰ বাবেহে বহুদিন অপেক্ষা কৰি আছিল। সি ভালকৈয়ে জানে, সন্ধিয়া বিৰ্জু আহিছিল। সুদামা চহৰৰপৰা ঘূৰি আহোঁতে নিশা আঠমানেই বাজিছিল। গোহালি ঘৰত কিবা এটা খচ্-খচ্‌নি শুনি সি মূল ঘৰলৈ নগৈ গোহালিৰ ফালে যাওঁতেই ছয়া-ময়াকৈ মানুহ এটা দৌৰি আন্ধাৰত মিহলি হৈ গ'ল। সুদামাক আচম্বিত কৰি, সুদামাৰ ঘৈণীয়েক গোহালি ঘৰৰ দানা-পাত্ৰটোৰ কাষৰপৰা ওলাই আহিল। সুদামাই ঘৈণীয়েকক সাহস কৰি সুধিলে — 'কোন মানুহটো, তই ইয়াত কিয় ৰাতিখন?' সুদামাই প্ৰশ্নটো কৰাৰ লগে লগেই ঘৈণীয়েক সুমিত্ৰাৰ খণ্ডত আখৈ ফুটিল। 'পাষণ্ড, ছাঁটোকে বাঘটো দেখ, গৰুবে হেম্বেলিয়ালত মই চাবলৈ আহিছোঁ। ঘৰৰ কাম কুটা এগছ নকৰ, পেট ভৰাই ভাত দিব নোৱাৰ, মতা ওলাইছ....' ইত্যাদি সচৰাচৰ গাই থকা পুৰাণখন সুমিত্ৰাই পুনৰ মেলিলে। সুদামাৰ জীৱনৰ প্ৰতি ধিক্কাৰ জন্মিছিল। সি সুমিত্ৰাক সদায় ভয় কৰিয়েই চলি আহিছে। সুদামাৰ চৰিত্ৰ গাঁৱৰ আন পুৰুষৰ সৈতে নিমিলে। গাঁৱৰ ৰামলীলা, হনুমান বিজয় নাটকত সি সীতা নতুবা কৌশল্যা, কৈকেয়ীৰ ভাও পায়। তাৰ বিপৰীতে সুমিত্ৰাই এটা পুৰুষৰ দৰেই সংসাৰ চলাই, দম্ভালি দেখুৱায়। কিন্তু আজি ৰুক্মিণীৰ কথাত তাৰ যি পৌৰুষত্বত আঘাত লাগিল, সেয়া আগতে কেতিয়াও হোৱা নাছিল। সি ৰুক্মিণীৰ ফালে অগ্নি বৰষা দৃষ্টি নিক্ষেপ কৰি ফোঁ-ফোঁৱাই ঘৰলৈ গ'ল। কিছুপৰ পিছত গাঁৱৰ সকলো মানুহে দেখিলে সুদামাই বীৰদৰ্পেৰে ঘৈণীয়েকক মৰিয়াই-কিলাই নৈৰ পাৰলৈ লৈ আহিছে। কাবৌ-কোকালি কৰি ঘৈণীয়েক সুমিত্ৰাই গিৰীয়েকৰপৰা বচাবলৈ সকলোকে হাতযোৰ কৰিছে। জুই ইতিমধ্যে নুমাল, ধোঁৱাৰে চাৰিওকাষ আৱৰি ধৰিছিল। মাইকী মানুহ, ল'ৰা-ছোৱালীবোৰে ৰাউচি জুৰি কন্দা-কটা কৰি আছিল। সন্তানৰ মৃত শৰীৰ চিতাত তোলা দৃশ্যৰ দৰেই এই দৃশ্য। মায়া, বিমলা, সীতাহঁতে ধোঁৱাই থকা আধা পোৰা চট্‌বোৰত হাত বুলাই উচুপি উচুপি কান্দিছিল। এনে পৰিস্থিতিতেই সুমিত্ৰাই কৈ পেলালে — 'হয় জুই বিৰ্জুৱে লগালে। মুখিয়াৰ নিৰ্দেশত সি জুই জ্বলাবলৈ আহোঁতে তাহাঁতৰ ঘৰত সোমাইছিল। সিয়েই তাইক সকলো পৰিকল্পনাৰ কথা কৈছিল। বিৰ্জুৰ লগত মায়াৰ মদাহী গিৰীয়েক পৰমেশ ওৰফে টাট্টু আৰু হৰিচৰণৰ পুতেকো আছে। সুদামা হঠাতে ঘৈণীয়েকক এৰি ধপ্‌কৈ মাটিত বহি পৰিল। ঘৈণীয়েক সুমিত্ৰা এই সুযোগতে পুনৰ ঘৰলৈ দৌৰিলে। মানুহবোৰ উত্তেজিত হৈ উঠিল। জুই জ্বলোঁৱা আটাই কেউটাকে এসেকা দিবলৈ হাতত দা-কুঠাৰ লৈ প্ৰস্তুত হ'ল। সঞ্জীৱে এই উত্তপ্ত পৰিস্থিতিত সকলোকে চিঞৰি বাধা দিলে — 'ক্ষান্ত হোৱা — মই কৈছোঁ, ক্ষান্ত হোৱা। শুনা মোৰ কথা। তোমালোকক আজিৰ ঘটনাটোৰ বাবে বিৰ্জু, হৰিচৰণহঁতক এসেকা দিবলৈ লাগেনে?' সকলোৱে চিঞৰিলে — লাগে, এই মুহূৰ্ততে সিহঁতৰ লাচ্ জ্বলাবলৈ লাগে সকলোকে।

কিন্তু মূল অপৰাধী মুখিয়া, কেশৱ চৰ্দাৰ, জগদীশ চৰ্দাৰ এইবোৰক কি কৰিব পাৰিব সিহঁতে? বিৰ্জুহঁত আঠুৱাতলৰ মহ, আনৰ নিৰ্দেশত সিহঁতে কাম কৰিছে। সিহঁতক যেতিয়াই-তেতিয়াই মাৰিব পাৰি। কিন্তু সিহঁতক মাৰিলেই সমস্যা সমাধান হ'ব জানো? আৰু দুটা বিৰ্জু নোলাবনে? মানুহবোৰ নিমাতে থাকিল। সঞ্জীৱে ধোঁৱাই থকা চট্‌বোৰৰপৰা ভালবোৰ বাছি উলিয়াবলৈ সকলোকে নিৰ্দেশ দিলে। 'আমি আৰু এসপ্তাহৰ ভিতৰত পোৰা সামগ্ৰীবোৰ নতুনকৈ তৈয়াৰ কৰিম। নিশা পহৰা দিম। এইবাৰ কোনেও একো কৰিব নোৱাৰে। কিন্তু, এই মুহূৰ্তত যদি দুটা মানুহ তোমালোকে মাৰি দিয়া, গাঁৱলৈ পুলিচ আহিব। তোমালোকৰ ওপৰত অন্য অত্যাচাৰ হ'ব। এই প্ৰজেক্ট বন্ধ হৈ যাব। এয়াই আমাৰ শত্ৰুৱে বিচাৰিছে। তোমালোকৰ এটা মাত্ৰ ভুলে সৰ্বনাশ মাতি আনিব। উত্তেজিত নহ'বা। আমাক উত্তেজিত কৰি তুলিবলৈকেতো তোমালোকৰ হাতে তৈয়াৰী সামগ্ৰীবোৰত জুই লগোৱা হ'ল।' মানুহবোৰে কথাবোৰ চিন্তাই কৰা নাছিল। সঞ্জীৱৰ কথাবোৰ সিহঁতে হৃদয়ংগম কৰিলে। মৌন হৈ প্ৰত্যেকে আধাপোৰা চট্‌বোৰৰপৰা ভালবোৰ বাছিবলৈ ধৰিলে। জুই সম্পূৰ্ণভাৱে নুমাইছে। মাজে মাজে মাত্ৰ দুই-এটা জুইৰ সোণালী বিন্দু নিশাৰ আকাশলৈ উৰি ছাঁই হৈ বিলীন হৈ গৈছে। মানুহৰ চকুপানীবোৰো শুকাইছে। অলপ পাছতে পূবে ধলফাট দিব। বেলি ওলালেই মানুহবোৰে পুনৰ কাম

আজি আৰম্ভ কৰিব, দুগুণ শক্তিৰে। ৰাখী মানুহবোৰৰ মাজে মাজে ঘূৰি ফুৰিছে। সকলো নদীৰ পাৰত বেলি ওলোৱালৈ বাট চাই বহি আছে। বৰ্ষাও বহি আছে মানুহবোৰৰ মাজত। হঠাতে তাইৰ অনুভৱ হ'ল, তাইৰ পিঠিত আউজি একমুহূৰ্তৰ বাবে, এটা অবিন্যস্ত চুলিৰ মূৰে কান্ধত বিশ্ৰাম লৈছে। সঞ্জীৱৰ শৰীৰৰ গোন্ধ, স্পৰ্শ তাই চিনি পায়। বৰ্ষাই এক অবুজ মমতাত এখন হাতেৰে সঞ্জীৱৰ মূৰত হাত বোলালে। মাত্ৰ পোন্ধৰ ছেকেণ্ডমানৰ এই অনুভূতিৰ বিনিময়। সঞ্জীৱ তৎক্ষণাতে উঠি গ'ল বৰ্ষাৰ ওচৰৰপৰা। বৰ্ষাৰ এই অনুভৱ বুকুৰ মাজেৰে আৰু এখন মেছু নৈ হৈ বৈ থাকিল। হঠাতে পুব আকাশত এটা সোণালী ৰেখাৰ উদয় হ'ল। লাহে লাহে ৰেখাডালে আকাশৰ নিশাৰ প্ৰলেপ মচি বহল পোহৰৰ পাটী পাৰি দিবলৈ ধৰিলে। 'সূৰুয ৰাজা আগইল, চলোঁ কাম শুৰু।' বলভদ্ৰই প্ৰথম চিঞৰ মাৰিলে। মানুহবোৰে সূৰ্যৰাজক যেন কথা দিয়ে থৈছিলে, আহি পালেই কাম আৰম্ভ হ'ব বুলি! বৰ্ষাই আমোদ পালে কথাটোত। মেছু নৈৰ পানী জুলীয়া সোণৰ দৰে চিক্‌মিক্ কৰিছে। মানুহবোৰে এআঁঠু পানীৰ নদীখনত নামি পানীৰে নিশাৰ অৱসাদ-যন্ত্ৰণাক ধুই পেলাইছে। বৰ্ষাই দেখিলে অদূৰত সঞ্জীৱেও মুখত, চুলিত পানী সানি লৈছে। বৰ্ষাও এখোজ-দুখোজকৈ মানুহৰ সমদলটোৰ সৈতে মেছুৰ সোণালী পানীলৈ নামি গ'ল।

ৰাখীক ইমান বিমৰ্ষ কেতিয়াও দেখা নাছিল বৰ্ষাই। নিশা উজাগৰে থকাৰ চিন সুস্পষ্ট ৰাখীৰ চকুত। ৰাখীয়ে পুৱা পাঁচ বজাৰপৰা নিশা দহ-এঘাৰটালৈ একমুহূৰ্ত জিৰণি নোলোঁৱাকৈ কাম কৰিব পাৰে। অবিশ্বাস্য তাইৰ কৰ্মশক্তি। কিন্তু নিশাৰ আহাৰৰ পিছত, বিছনাত পৰা মাত্ৰকে ৰাখী তৎক্ষণাৎ গভীৰ নিদ্ৰাত পতিত হয়। হাজাৰ চেষ্টা কৰিলেও ৰাখীৰ টোপনি ভঙা সহজ কথা নহয়। এই ৰাখীয়ে উজাগৰে কটাইছে, সেয়া চিন্তা কৰিব লগা বিষয়। কালি ৰাখীৰ ঘৰৰপৰা এজন আদবয়সীয়া লোক আহি প্ৰায় দুঘন্টা সময় কথা পাতি যোৱাৰেপৰা ৰাখী অন্যমনস্ক হৈ পৰিছে। কাৰো অতীতৰ কথা সোধাটো এই অনুষ্ঠানৰ নিয়ম নহয়। কিন্তু এই নিয়ম ভংগ কৰি সঞ্জীৱে বৰ্ষাৰ আগত অতীত মুকলি কৰি দিলে। ৰাখীৰো নিশ্চয় এই অতীত আছে, যি অতীতৰ ছাঁয়াই তাইক এই মুহূৰ্তত শান্তিৰে থাকিবলৈ দিয়া নাই। কম বয়সীয়া এই যুৱতীৰ, ইমান পৰিপক্ক চিন্তা-শক্তিৰ অৰিহণা একো ঘটনা নঘটাকৈ থকাটো সম্ভৱ নহয়। ৰাখী আজি সকলোৰেপৰা দূৰে দূৰে ফুৰিছে। তাই নদীৰ পশ্চিমফালে থকা বগৰী গছ এজোপাৰ তলত অকলে গৈ বহোঁতেই বৰ্ষাও গৈ তাত উপস্থিত হ'ল। ৰাখীয়ে মুখেৰে একো নমতা দেখিয়েই বৰ্ষাই বুজিলে, ৰাখীয়ে এই মুহূৰ্তত কাৰো সংগ বিচৰা নাই।

ঃ ৰাখী, কাইলৈ চাহেবপুৰালৈ যাম এদিনৰ বাবে, তুমি যাবানে?

বৰ্ষাই কথা পতাৰ এটা বাট মুকলি কৰিবলৈ চেষ্টা কৰিলে।

ঃ নাই, মই নাযাওঁ।

ঃ কাইলৈ কাম বন্ধ থাকিব, পৰহিলৈ বজাৰলৈ বস্তু নিব।

ঃ নাই — তুমি যোৱা।

ঃ ৰাখী, কালি অহা মানুহজন কোন? — হঠাতে বৰ্ষাই সুধি পেলালে। ৰাখীয়ে অলপ সময় বৰ্ষালৈ চাই থাকি ক'লে — তুমি চিনি নেপোৱা।

ঃ তুমিও চিনি নেপোৱা নেকি? — বৰ্ষাই অতৰ্কিতে প্ৰশ্নটো কৰিলে।

ঃ ময়ো চিনি নাপাওঁ। — ৰাখীয়ে এটা এটাকৈ শব্দবোৰ ক'লে।

ঃ অথচ দুঘণ্টা তেওঁৰ সৈতে কথা পাতিলা!

ঃ তেওঁ মোৰ মাৰ খবৰ লৈ আহিছিল।

ঃ তোমাৰ মা-দেউতা ভালে আছে নহয়?

ৰাখীয়ে অন্যফালে মুখ ঘূৰালে। ৰাখীৰ মৌনতাই বৰ্ষাক অপ্ৰস্তুত কৰিলে। বৰ্ষা যাবলৈ থিয় হ'ল।

হঠাতে ৰাখীয়ে মাত লগালে — 'বৰ্ষা, তুমি যে সুধিছিলা মানুহজন কোন বুলি — তেওঁৰ সৈতে মোৰ বিয়া হোৱাৰ কথা আছিল'। — স্বাভাৱিক সুৰত ৰাখীয়ে ক'লে।

ঃ কি! বৰ্ষা যেন আকাশৰপৰা খহি পৰিল।

ঃ মোৰ দেউতাৰ বন্ধু তেওঁ। — ৰাখী ইয়াৰ পিছত বহুপৰ মৌন হৈ ৰ'ল। তাৰ পাছত এবাৰ বৰ্ষাৰ মুখলৈ চালে। এক মুহূৰ্ত যেন কিবা চিন্তা কৰিলে। তাৰ পাছত হঠাতে দীঘলীয়া পাতনিৰে ৰাখীয়ে কথা ক'বলৈ আৰম্ভ কৰিলে। 'দেউতাৰ এটাই হবি। ব্যৱসায় বঢ়োৱা আৰু টকা গোটোৱা। নিজৰ নামৰ বাহিৰেও বহুতৰ নামত সা-সম্পত্তি দেউতাই কৰিছিল। মোৰ নামতো দুটা তিনিমহলীয়া ঘৰ পাটনা চহৰত দেউতাই থৈছে। কিন্তু দেউতাৰ গুৰুতৰ লিভাৰৰ অসুখ

আৰম্ভ হ'ল। দেউতাৰ বিজনেছ পাৰ্টনাৰ বাসুদেৱৰ সৈতে মোৰ মাৰ এক মধুৰ সম্পৰ্ক। বাসুদেৱ বিপত্নীক। এজনী ছোৱালী আছে। তেওঁৰ। দেউতা হঠাৎ এদিন ঢুকাই থাকিল। মই বি-এ ফাইনেল ইয়েৰলৈ উঠিছোঁহে, তেতিয়া। দেউতা ঢুকুৱাৰ মাত্ৰ ছমাহ হ'বলৈহে পালে, মায়ে মোক এটা অদ্ভুত প্ৰস্তাৱ আগবঢ়ালে। বাসুদেৱে মোক বিয়া কৰাব খুজিছে। মই বাসুদেৱক বিয়া কৰালে মোৰ দুটা ভাই-ভনী, আমাৰ সা-সম্পত্তি, বাসুদেৱৰ সা-সম্পত্তি সকলো একেলগ হ'ব। বৰঞ্চ এক অটুট বন্ধনত আমি এটা পৰিয়াললৈ ৰূপান্তৰিত হ'ম। বাসুদেৱৰ হেনো বয়স বেছি হোৱা নাই। মোৰ দেউতাতকৈ তিনিবছৰৰ সৰু। দেউতাৰ বয়স আঠচল্লিছ, বাসুদেৱৰ পঞ্চলিছ মাত্ৰ। মায়ে যুক্তি দৰ্শালে দেউতা আৰু মাৰ বয়সৰ পাৰ্থক্য আছিল এঘাৰ বছৰ। বাসুদেৱ পঞ্চলিছ বছৰৰ যদিও স্বাস্থ্যবান, দেখাত ত্ৰিশ বছৰীয়া ডেকাৰ দৰে। খঙত মই ক'লোঁ — তুমিয়েই বাসুদেৱক বিয়া নকৰোৱা কিয়? মায়ে ক'লে — আমাৰ বংশত বিধৱা বিবাহ হোৱা নাই। বংশানুক্ৰমে পাই অহা সকলো মাটি-সম্পত্তিৰপৰা মাক বহিস্কাৰ কৰিব বৰজনাকহঁতে, যদিহে মায়ে দ্বিতীয় বিবাহ কৰায়। কিন্তু তেওঁ বাসুদেৱক কোনোপধ্যে আঁতৰ হ'বলৈ নিদিয়ে। মই বাসুদেৱক বিবাহ বন্ধনেৰে এই পৰিয়ালত বন্দী কৰিব লাগিব।

বৰ্ষাই বিস্ফোৰিত নেত্ৰেৰে ৰাখীৰ মুখলৈ চাই থাকিল।

ঃ মাৰ সৈতে বাসুদেৱৰ সম্পৰ্কক মই সহজভাৱে ল'ব পৰা নাছিলোঁ। মই দেউতাৰ অন্ধভক্ত নাছিলোঁ যদিও, দেউতাৰ মই অনুগত আছিলোঁ। আমাৰ প্ৰথম দুজনী ছোৱালী হোৱাত ককা-আইতাহঁতে বেয়া পাইছিল। আমি হাৰিয়ানাত জন্ম হৈছিলোঁ। দেউতাৰ ব্যৱসায় তেতিয়া হাৰিয়ানাত। দেউতা হেনো আমাক লৈ ইমান সুখী আছিল যে বিহাৰৰ ককা-আইতাৰ ঘৰলৈ এইবোৰ কথাৰ বাবেই আহিবলৈ বেয়া পাইছিল। আনকি মায়ে ল'ৰা সন্তান এটা কামনা কৰাৰ পিছতো হেনো দেউতাই কৈছিল, মোৰ ঘৰলৈ লক্ষী-সৰস্বতী নিজে আহিছে। মোক কৃষ্ণ কানহাইয়া নালাগে। মোৰ দুটা জোঁৱাই মোৰ পুত্ৰ হ'ব। কিন্তু তথাপিও আমাৰ এটা ভাইটিও হ'ল। ভাইটিৰ এঘাৰ বছৰ হওঁতে দেউতা ঢুকাল। দেউতাৰ মৃত্যুৰ পাছত মাৰ সৈতে বাসুদেৱৰ অন্তৰংগতা সেইবাবেই সহ্য কৰিব নোৱাৰিছিলোঁ। দেউতাৰ প্ৰতি থকা স্নেহে, মাক এগৰাকী অচিনাকি মানুহৰ দৰে মোৰ আগত থিয় কৰাইছিল। মায়ে যেতিয়া এই প্ৰস্তাৱ দাঙি ধৰিলে, মাৰ প্ৰতি অসহিষ্ণুতা আৰু বাঢ়িল। মাক মই সহ্য কৰিব নোৱাৰা হ'লোঁ।

ঃ সেইবাবেই তুমি পৰিয়াল ত্যাগ কৰি, ইনছাইটত যোগ দিলা!

ঃ নহয় বৰ্ষা, তুমি নুবুজিবা। মোৰ জীৱনত এনে কিছুমান ঘটনা ঘটিছিল যে, মাৰ এই প্ৰস্তাৱ একেবাৰে নগণ্য হৈ পৰিছিল। মোক আৰু একো নুসুধিবা বৰ্ষা — প্লিজ! — ৰাখীয়ে হুকহুকাই কান্দি পেলালে বৰ্ষাক আচম্বিত কৰি। বৰ্ষাই কেতিয়াও ৰাখীক এনেকুৱাকৈ ভাঙি পৰা দেখা নাছিল। ৰাখী বৰ্ষাতকৈ বহু কঠোৰ, পৰিপক্ক। কিন্তু বৰ্ষাৰ সন্মুখত আজি যি ৰাখী বহি আছে, তাই যেন পৃথিৱীৰ সবাতোকৈ নিঃসহায়, দুৰ্বল নাৰী। বৰ্ষাই একো নকৈ ৰাখীৰ বাহুত হাত থ'লে।

ঃ তুমি একো ক'ব নালাগে ৰাখী, তোমাৰ চকুপানীয়ে মোক সকলো কৈছে। কিন্তু তুমি এতিয়া ইনছাইটৰ কৰ্মী। তোমাৰ অতীত ইয়ালৈ কেতিয়াও আহিব নোৱাৰে। তোমাৰ বহুত দায়িত্ব। তোমাৰ জীৱন আৰম্ভ হৈছেহে মাথোঁন। — বৰ্ষাই যিমান পাৰে ৰাখীক সান্ত্বনা দিবলৈ ধৰিলে। 'বৰ্ষা তুমি একো নাজানা বাবেই এইবোৰ কথা কৈছা। শুনা, তুমি বাৰু কল্পনা কৰিব পাৰানে বিবাহৰ পূৰ্বে কোনোবা মাতৃয়ে কন্যাক, আমাৰ সমাজত গৰ্ভনিৰোধক পিল খুৱাই বুলি! মায়ে মোক খাবলৈ দিয়ে, মই নিসন্দেহে খাওঁ। ইতিমধ্যে মই লক্ষ্য কৰিছিলোঁ বাসুদেৱৰ সৈতে কিবা মনোমালিন্য ঘটিছে। মই পেটে পেটে বৰ আনন্দ পালোঁ। বাসুদেৱ প্ৰায় এসপ্তাহমান আমাৰ ঘৰলৈ নাহিল। মাৰ তেতিয়া অৰ্বণনীয় চেহেৰা। মোৰ ওপৰত বাসুদেৱক বিয়া কৰোৱাৰ হেঁচা বেছিকৈ পৰিল। ময়ো মাক উভতি ধৰিলোঁ দুগুণ খঙত। মই ভাবিলোঁ, এয়াই সুবৰ্ণ সুযোগ বাসুদেৱক আঁতৰোৱাৰ। পিছে এদিন সকলো ঘটনা ওলট-পালট হৈ গ'ল। মোৰ কলেজ বন্ধত ঘৰত আছিলোঁ। ভাই-ভনী কেইটা গ'ল বৰদেউতাৰ ঘৰলৈ। হঠাতে বাসুদেৱ আহিল। সচৰাচৰ মা বাসুদেৱৰ সৈতে কথা-বাৰ্তাত ব্যস্ত হয়। আমি তেনেসময়ত নিজৰ কোঠালিলৈ যাওঁ। সেইদিনাও তেনেদৰেই মই মোৰ কোঠালিলৈ যাব খোজোঁতে মায়ে ক'লে যে তেওঁৰ এটা বিশেষ কাম আছে, পোন্ধৰ মিনিট মানত ঘূৰি আহিব, মই বাসুদেৱৰ সৈতে কথা-বতৰা পাতিব লাগে। অনিচ্ছাস্বত্বেও মই বাসুদেৱৰ ওচৰত বহিলোঁ।' — ৰাখী এইবাৰ মৌন হৈ পৰিল। মৌনতাই বহু

কথাই ক'ব পাৰে। বৰ্ষাই ৰাখীৰ মৌন, নিস্তেজ মুখলৈ চাই বহু কথাই বুজি পালে। ৰাখীৰ মৌনতাই বৰ্ষাক ব্যথিত কৰি তুলিলে। নক'লেও বৰ্ষাই বুজিলে, ৰাখীৰ জীৱনৰ সবাতোকৈ ডাঙৰ দুৰ্যোগটোলৈ ঠেলি দিলে তাইৰ অৰ্থলোভী মাকেই। বৰ্ষাই মৌনতা ভংগ কৰি ক'লে — 'উঠা ৰাখী। মোক বিদ্যা বাইদেৱে শিকাইছিল, যি মুহূৰ্তই তোমাক যন্ত্ৰণা দিয়ে, সেই মুহূৰ্তক মনলৈ নানিবা। ব'লা — উঠা'।

ঃ বৰ্ষা, ৰ'বা, বহা। মই যন্ত্ৰণাৰপৰা পলোঁৱা মানুহ নহয়। যন্ত্ৰণাক মই মনত ৰাখোঁ। ই মোক কঠোৰ হ'বলৈ উৎসাহ যোগায়। শুনা ধৈৰ্য ধৰি, ইয়াৰ পিছত কি হ'ল। বাসুদেৱে মোক প্ৰায় জোৰ কৰি মোৰ মাৰ বেডৰুমলৈ লৈ গ'ল। আচৰিত কথা কি জানা বৰ্ষা, মানুহজনৰ এই আচৰণত মই আচৰিত নহ'লোঁ। কাৰণ তেওঁৰ কথা-বাৰ্তা, চাৱনিত মই বহুবাৰ নগ্ন হৈছোঁ ইতিমধ্যে। সেইবাবেই তেওঁৰপৰা মই আঁতৰি ফুৰিবলৈ চেষ্টা কৰিছিলোঁ। তেওঁৰ বিয়াৰ প্ৰস্তাৱটোৱেই মোৰ বাবে আছিল এগৰাকী বেশ্যাক বিছনালৈ কৰা আমন্ত্ৰণ। হঠাৎ পঞ্চলিছ বছৰ বয়সত উনৈছঁ বছৰীয়া ছোৱালী এজনীক বিয়া কৰাবলৈ উদ্বাউল হোৱাটোত, বাসুদেৱৰ অৰ্থ আৰু শৰীৰ বাসনাৰ বিবস্ত্ৰ ৰূপ মোৰ চকুত পৰিষ্কাৰ হৈ উঠিছিল। বাসুদেৱক মই আঁচুৰি-কামুৰি ক্ষত-বিক্ষত কৰিছিলোঁ। কিন্তু ভয়ংকৰভাৱে বাসুদেৱে সকলোবোৰ হজম কৰি কৈছিল, মই তেনে ব্যৱহাৰ কৰাত, খঙত পাগলী হোৱাত, তেওঁৰ ভাল লাগিছে। বিয়াৰ পিছত প্ৰত্যেক ৰাতি যেন মই এনেকুৱাই কৰোঁ। এনে কাৰ্যত তেওঁ মোৰ প্ৰতি বেছিহে আকৰ্ষিত হৈছে। মোৰ শৰীৰটো তৎক্ষণাৎ বৰফ হৈ গৈছিল তেওঁৰ কথাত। মই প্ৰায় অচেতন হোৱাৰ দৰে হ'লোঁ। তেওঁ মোক সহজভাৱে সুধিলে, — 'তোমাক পিল খুৱাই আছে বুলি মাৰাই কৈছে, নিয়মিতভাৱে খাই আছাতো?' মই সেই মুহূৰ্তত জানিলোঁ; মই নিয়মিতভাৱে নিশা খোৱা বড়িবোৰ কোনো ভিটামিনৰ বড়ি নহয়, মায়ে দিয়া বড়িবোৰ গৰ্ভ নিৰোধক বড়ি। বাসুদেৱক বান্ধি ৰাখিবলৈ মায়ে নিজৰ শৰীৰৰ উপৰিও, এতিয়া মোৰ শৰীৰো উপঢৌকন হিচাপে আগুৱাই দিছে। ইয়াৰ পাছত মই কি বাধা দিব পাৰোঁ? উনৈছ বছৰীয়া ছোৱালীৰ কাল্পনিক প্ৰেমিকৰ চেহেৰা, মোৰ সপোন, সকলো মুহূৰ্ততে জুইত পুৰি ছাৰখাৰ হৈ গ'ল।

ঃ ৰাখী, শৰীৰ অৰ্থৱ, তোমাৰ শৰীৰত হোৱা এই দুৰ্ঘটনাক মই পথ দুৰ্ঘটনাত হাত-ভৰি ভঙাৰ দৰেই গণ্য কৰোঁ। এনে দুৰ্ঘটনা শতকৰা সত্তৰ জনী ছোৱালীৰ ভাগ্যত ঘটে, কম বা বেছি পৰিমাণে।

ঃ কিন্তু বৰ্ষা, এইবোৰ পথ দুৰ্ঘটনাৰ দৰে দুৰ্ঘটনা নহয়। গাড়ী বা মটৰ চাইকেলে খুন্দিয়ালে, ড্ৰাইভাৰজনে আনন্দ নাপায়। কিন্তু ইয়াত পুৰুষজনে তৃপ্তি লভে, তোমাৰ যন্ত্ৰণাত আন এজনে আনন্দ পোৱা কথাটো প্ৰত্যক্ষভাৱে তুমি দেখিছা, তুমি ঘৃণা বৰ্ষিছা, সি তোমাৰ ঘৃণাক উপহাস কৰিছে, তুমি কান্দিছা, সি তোমাৰ চকুপানীত উৎসাহিত হৈছে, তুমি গালি পাৰিছা, সি তোমাৰ গালিক অৱজ্ঞা কৰিছে। তোমাক মষিমূৰ কৰি কৰি সি জয়ৰ অহংকাৰ দেখুৱাইছে — এয়া জানো এক্সিডেন্ট? দুৰ্ঘটনানে?

বৰ্ষা খন্তেক মূক হৈ গ'ল। 'কিন্তু ইয়াত বীৰত্ব নাই, কাপুৰুষে এনে তৃপ্তি লভে। নাৰীৰ হৃদয় জয় কৰাৰ ক্ষমতা যাৰ নাই, তেনে পুৰুষেই শৰীৰ জয় কৰিব খোজে, ই অতি স্থূল আৰু ঘৃণনীয়।' — বৰ্ষাই দৃঢ়ভাৱে কৈ উঠিল।

ঃ বৰ্ষা, এই কথা বাসুদেৱক মই কেনেকৈ বুজাম? মই সতীত্ব-ফতীত্ব বিশ্বাস নকৰোঁ, কিন্তু অপমান বিশ্বাস কৰোঁ। বাসুদেৱে বাৰে বাৰে অপমান কৰিব পৰাকৈ মই চাৰেগুৰ কেনেকৈ কৰোঁ? ময়ো জানো, যি পুৰুষ মানসিকভাৱে নপুংসক, তেওঁ নাৰীৰ শৰীৰ দখলত তৃপ্তি লভে। বাসুদেৱ তেনে এটা নপুংসক, কাপুৰুষ। কিন্তু মইতো হৃদয়ৰ ঐশ্বৰ্যক বিশ্বাস কৰোঁ, মই মোৰ শক্তিশালী হৃদয়খন লৈ শৰীৰটো এটা নপুংসকক দিব পাৰো জানো? কিমান যন্ত্ৰণা এয়া নুবুজিবা। মোৰ বাসুদেৱতকৈও ঘৃণা হৈছিল মাৰ প্ৰতি। মোৰ মাৰ দৰে নাৰী আছে বাবেইতো বাসুদেৱবোৰ সাহসী হৈছে।' — ৰাখী উত্তেজনাত ফোঁপাই উঠিল। কিন্তু তৎমুহূৰ্ততে পুনৰ ক'বলৈ ধৰিলে — 'কিন্তু দ্বিতীয় সুযোগ মই আৰু কাকো নিদিলোঁ। শেখৰ হুছেইনৰ প্ৰজেক্ট এটাত কাম কৰাৰ সুযোগ পালোঁ। বি-এ ফাইনেল পৰীক্ষা দিবলৈ যি পঢ়া-শুনাৰ বাবে মনোযোগ দিব লাগিছিল, এই সকলোখিনি ঢালি দিলোঁ এখন সৰু গাঁৱৰ প্ৰজেক্টত। সেই গাঁৱত অন্ধবিশ্বাসৰ বিৰুদ্ধে আমাৰ সজাগতা জগোৱাই কাম আছিল। সেইখন গাঁৱত বছৰত গড়ে চাৰিজনী মানুহক ডাইনী বুলি নৃশংসভাৱে হত্যা কৰা হয়। গড়ে দুজন পুৰুষক হত্যা কৰা হয় কুমন্ত্ৰ কৰাৰ দোষত। গড়ে বাৰজনী কন্যা সন্তান ওপজাৰ লগে লগে হত্যা কৰা হয়। এনে এখন দৰিদ্ৰ, অশিক্ষিত গাঁৱত কাম কৰি মই জীৱনত নেদেখা-

নুগুনা জগতখন দেখিলোঁ। মই যি ঘৰ এৰি আহিলোঁ আৰু উভতি নগ'লোঁ। শেষৰ ছয়েইনে বহু যত্ন কৰিও মোক ঘৰলৈ পঠিয়াব নোৱাৰিলে। এই গাঁওখনত কাম কৰি মোৰ বিচিত্ৰ অভিজ্ঞতা হ'ল, প্ৰকৃততে চহৰ, গাঁও, শিক্ষিত, অশিক্ষিত বুলি কোনো কথা নাই। মোৰ দেশৰ প্ৰত্যেকটো কু-সংস্কাৰ, কু-শিক্ষাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কণাবোৰ সমগ্ৰ দেশৰ মানুহৰ তেজত মিহলি হৈ আছে। এইবোৰ যুগ যুগ ধৰি, তেজত মগজুত আমি বহন কৰিছোঁ, গতিকে আৰু বহু যুগ লাগিব এইবোৰ পৰিষ্কাৰ কৰিবলৈ। মই এজন সংস্কাৰ কৰ্মীয়েই হ'ম। সকলোৱেই যদি ৰাজনীতি, কেৰিয়াৰ ইত্যাদিৰ চিন্তা কৰে 'ইনছাইট'ক জীয়াই ৰাখিব কোনে? গতিকেই মোৰ সিদ্ধান্ত মই ঘৰত জনাই দিলোঁ। মোক সম্পত্তিৰ ক্ষুদ্ৰ কণাও অংশ নালাগে, ঘৰলৈ উভতি নাযাওঁ।

ঃ বাসুদেৱ কালি কিয় আহিছিল?

ঃ বৰ্ষা, তোমাৰপৰা আৰু কি লুকাম? মোৰ ভনী দীক্ষা, মোতকৈ ডেৰবছৰৰ সৰু, তাইক বাসুদেৱে বিয়া কৰাব। আৰু বিছু দিনৰ পিছত সিহঁতৰ বিয়া হ'ব, মন্দিৰত। মোক খবৰ দিলেহি বাসুদেৱে। নিমন্ত্ৰণ কৰিলেহি। লগতে খবৰ দিলে, সি এইবাৰ ইলেক্‌চনত উঠিব। মোৰ ভনীক বাসুদেৱলৈ দিহে মা ক্ষান্ত হ'ল।

ঃ আচৰিত ৰাখী! খুব আচৰিত হৈছোঁ মই, তোমাৰ আৰু মোৰ কথাবোৰ বহুত একে! মোৰ ঘৰখনো ইমান স্বাৰ্থপৰ যে, প্ৰান্তিকৰ ওচৰত মোৰ মান-অভিমানৰ মূল্যই নিদিলে।

ঃ নহয় বৰ্ষা, তোমাৰ আৰু মোৰ ঘটনা আপাতঃ দৃষ্টিত একে হ'লেও বহুত বেলেগ। তুমি প্ৰান্তিকক নিজ ইচ্ছাত গ্ৰহণ কৰিছা, নিজ ইচ্ছাত ত্যাগ কৰিছা। বাকীখিনি তোমাৰ পিতৃ-মাতৃৰ ইচ্ছা। প্ৰান্তিক কন্যাৰ বাবে অনুপযুক্ত নহয়। কিন্তু মোৰ জীৱনলৈ বাসুদেৱ নামৰ, মোৰ সৈতে শাৰীৰিক, মানসিক একো মিল নথকা বীভৎস চৰিত্ৰৰ মানুহ এটাক বলপূৰ্বক ঠেলি দিয়া হৈছে। মোক অত্যাচাৰ কৰোৱা হৈছে। মই পলাই গৈছোঁ ঘৰৰপৰা। বৰ্ষা তোমাৰ আৰু মোৰ পৰিয়ালৰ মনোজগত সুকীয়া, পৰিস্থিতিও সুকীয়া। মোক ঘৰতে শোষণ কৰা হৈছে, তোমাক স্বাধীনতা দিয়া হৈছে। মোৰ ভনীক বাসুদেৱলৈ বিয়া দি মায়ে প্ৰতিশোধ লৈছে মোৰ ওপৰত। তোমাৰ ভনীক প্ৰান্তিকলৈ বিয়া দি অভিমান প্ৰকাশ কৰিছে তোমাৰ মা-দেউতাই। বহুত পাৰ্থক্য বৰ্ষা, প্ৰতিশোধ আৰু অভিমান একে নহয়।

ৰাখীৰ অনৰ্গল যুক্তিত বৰ্ষা মৌন হৈ গ'ল। চৌপাশে নীৰৱতাৰ মাজেৰে এখন উৰাজাহাজ বহু ওপৰেৰে উৰি গ'ল সিহঁতৰ মূৰৰ ওপৰে। ৰাখীয়ে বহুপৰৰ মূৰত নীৰৱতা ভংগ কৰি সুধিলে — তোমাক এটা কথা সোধো বৰ্ষা—

বৰ্ষাই কৌতুহলৰে ৰাখীৰ মুখলৈ চালে। ৰাখীয়ে সুদূৰৰ নিমগছৰ শাৰীবোৰত চকু থৈ সুধিলে — 'তুমি সঞ্জীৱক ভালপোৱা?'

বৰ্ষা স্তব্ধ হৈ থাকিল। মোক উত্তৰ দিব নালাগে। সঞ্জীৱেও তোমাক ভাল পায়। যোৱা তিনিবছৰে সঞ্জীৱক মই দেখিছোঁ আৰু আজিও দেখিছোঁ। এটা দুখী, অস্থিৰ, টেলেণ্টেড ল'ৰাৰ নীৰৱতা মই দেখিছোঁ। মই জানিছিলোঁ সঞ্জীৱে কবিতা লেখে, ছবি আঁকে, গান গায়, কিন্তু এইবিলাক সঞ্জীৱে কেতিয়াও ইয়াত প্ৰকাশ নঘটাইছিল। আমাৰ হাজাৰ অনুৰোধতো সঞ্জীৱে একো নকৰিছিল। কিন্তু এই কেইদিনত সঞ্জীৱে কবিতা নতুনকৈ লেখিছে, কালি সি ইংৰাজ বাজাৰৰ পৰা মনে মনে কান্ধৰ মোনাত লৈ আনিছে বাটাৰ কালাৰ, ব্ৰাছ, পেপাৰ।

বৰ্ষাই হঠাতে আচৰিত হৈ সুধিলে — 'ৰাখী, সঞ্জীৱে সিদিনা গোৱা কবিতাটো নিজৰ নেকি? মই এইবোৰ একো নাজানিছিলোঁ....'

ঃ এতিয়া জানিলা! মোৰ খুব আনন্দ হৈছে বৰ্ষা, সঞ্জীৱৰ অলপ আনন্দ চাবলৈ মই কিমান চেষ্টা কৰিছিলোঁ!

ঃ মই একো নাজানো ৰাখী, কি হৈছে মই একো নাজানো। — বৰ্ষা অপ্ৰস্তুত হ'ল।

ঃ একো নজনাকৈ, অবিশ্বাস্যভাৱে, অনিয়মত প্ৰেম আহে বৰ্ষা। প্ৰেমে সদায় অংক ভুল কৰে, কিন্তু কবিতা ভাল লেখে, জ্যামিতিৰ বাহু নিমিলে, কিন্তু তাৰ ওপৰতে এটা ঘৰ সাজে, এই একো নজনাকৈ, ভুল কৰি অনিয়ম কৰি নিবিচৰাকৈ যেতিয়া ভাল লাগে, সেয়াই প্ৰেম। তুমি নিজক ফাঁকি দি সঞ্জীৱক যাতে অৱহেলা নকৰা, সেইবাবেইতো তোমাক মই কথাটো সুধিলোঁ। প্ৰেমৰ ক্ষেত্ৰত সত্য স্বীকাৰ নকৰাটো মানুহৰ স্বভাৱ। তুমি এই ভুল নকৰিবা। সত্যক স্বীকাৰ কৰাটোহে সাহস।

ঃ তুমি মোতকৈ বয়সত সৰু, ইমান জ্ঞানৰ ভাণ্ডাৰ মোতকৈ আগতে ক'ত পালা ৰাখী?

ৰাখীয়ে এইবাৰ খিল্‌খিলাই হাঁহি আঁতৰি গ'ল। তাইৰ হালধীয়া চুৰীখন বতাহত এডৰা সৰিয়হ ফুলৰ দৰে হালি-জালি গৈ থাকিল। ভৰিৰ পায়েলৰ শব্দত লাস্যময়ী ৰাখীক

কোনে ক'ব, অলপ আগতে তাইৰ চকু বিষাদ যন্ত্ৰণাত সেমেকি আছিল বুলি। এটা হালধীয়া পখিলা যেন বতাহত উৰি উৰি গৈ আছে। বৰ্ষাই একান্ত মনে এই ৰহস্যময়ী ছোৱালীজনীলৈ চাই থাকিল।

যোচেফ, সঞ্জীৱ, ছুছেইন নদীৰ পাৰে পাৰে হাবিৰ কাষে কাষে প্ৰায় তিনি কিলোমিটাৰ পথ অতিক্ৰম কৰিলে। ৰুক্মিণীহঁতৰ চৈধ্য বিঘা মাটি গিৰীয়েকৰ ঢুকুওৱাৰ পিছৰপৰাই দখলত গৈছে। গাঁৱৰ মানুহৰ চাৰি বিঘা মাটিৰ পথাৰখন এইফালেই আছে বুলি ৰুক্মিণীয়ে কৈছিল। এই বিশাল খেতি পথাৰৰ বহু মাটি ৰুক্মিণীৰ দৰেই হেৰুৱাইছে গাঁৱৰ বহু মানুহে। চৰকাৰী কোনো নিয়ম-কানুন নামানে গাঁৱত। এয়াই পৰম্পৰা। সঞ্জীৱহঁত কিছু দূৰ আগুৱাই গৈ দেখিলে নদীখন পূবমুৱা হৈ এটা দীঘল ভাঁজ লৈছে। এইখিনিৰপৰাই ডাঙৰ গছৰ হাবি আৰম্ভ। বহু গছৰ মূঢ়া দেখা গ'ল কোনোবা বন দস্যুৱে কাটি নিছে বহু পৈণত-অপৈণত গছ। হাবিৰপৰা মাত্ৰ তিনি ফাৰ্লংমান দূৰৰপৰাই এখন বিশাল পথাৰ। এইখনেই ৰুক্মিণীহঁতৰ পথাৰখন। পুলি গোমধানৰ গছেৰে পথাৰখন সেউজীয়া। কিন্তু ঠায়ে ঠায়ে শুকান পথাৰ, নিশকতীয়া গছ। ইমান ওচৰত নদী, অথচ কাষত ইমান শুকান পথাৰ, আচৰিত।' ছুছেইনে চাৰিওফালে ঘূৰি ঘূৰি চালে। নদীত বাৰিষা কোনোমতেহে নাও চলে। পানী নাথাকেই। এআঁঠুমান পানীহে থাকে। হঠাতে যোচেফে কিছু দূৰলৈ গৈ চিঞৰি উঠিল — 'ইয়াত এটা বাৰ্জ আছে দেখোন! পিছে ইয়াৰ পাম্প-পাইপ একো নাই।' যোচেফ মেকানিকেল ইঞ্জিনিয়াৰিঙৰ ডিপ্লমাধাৰী। যোচেফৰ বাৰ্জ, পাম্প এই শব্দবোৰ সঞ্জীৱে ভালকৈ বুজি নাপালে। সি আৰু ছুছেইন খৰ-খেদাকৈ যোচেফৰ ওচৰলৈ গ'ল। যোচেফে দুয়োৰে চকুৰ প্ৰশ্নবোধক চেলাউৰি দেখি কথাবোৰ অলপ ভালকৈ বুজাই দিব খুজিলে। নদীৰ পানীৰ ওপৰত এই কাঠৰ চাং পাতি ঘৰটো যে দেখিছে ইয়াকে বাৰ্জ বোলে। যিবোৰ ঠাইত খৰাং নদী আছে, তেনে ঠাইত এনেকুৱা লোহাৰ বা কাঠৰ বাৰ্জ সাজি তাত পাম্প বহুওৱা হয়। পাম্পে উঠোৱা পানী শুকান পথাৰবোৰলৈ খাল খান্দি, নতুবা পি-ভি-চি পাইপেৰে পঠোৱা হয়। ইয়াত যিহেতুকে ক'তো খাল খন্দাৰ চিন নাই তাৰমানে ইয়াত পাইপৰ ব্যৱস্থা আছিল। নিশ্চয় পাম্পো আছিল। এইটো চৰকাৰী স্কিম হ'ব লাগিব। কিন্তু মই বুজি পোৱা নাই, এইদৰে আধা সজা বাৰ্জ ইয়াত কিয় পৰি আছে? কিয় সম্পূৰ্ণ কৰা নহ'ল? এই পথাৰ তিয়াবলৈ একমাত্ৰ এই ব্যৱস্থাই আছিল। গাঁৱৰ মানুহক সুধিব লাগিব।' যোচেফে অনেক প্ৰশ্ন আৰু উত্তৰ নিজেই নিজকে কৰিলে।

মোৰ সন্দেহ হৈছে যোচেফ। গাঁৱলৈ অহা দুটা চৰকাৰী স্কেল টিউবৱেল মুখিয়া আৰু জগদীশ চৰ্দাৰৰ মাটিৰ ফালে বহুৱালে। চৰকাৰীভাৱে কিজানি ইয়াতবাৰ্জ আঁচনিও লোৱা হৈছিল.... শেখৰ ছুছেইনৰ ভুল শুধৰাই যোচেফে ক'লে — বাৰ্জ আঁচনি বুলি নকয়, ইয়াক 'লিফট্ ইৰিগেশ্যন বুলি কোৱা হয়। নদীত বালি আৰু বুকজৰ ভেটা দি এটা কৃত্ৰিম বান্ধ তৈয়াৰ কৰা হয়। ফলত এটা ডাঙৰ পুখুৰীৰ সৃষ্টি হয়। সৌৱা চাওক নদীৰ মাজত এটা বান্ধ এতিয়াও আছে। কিন্তু বান্ধ থকাৰ বাবে অনিষ্টহে হৈছে। এতিয়া এইটো পাৰে পানী নাই। ক'ৰবাত কিবা গণ্ডগোল হৈছে। যোচেফে মুখৰ ভিতৰতে ভোৰ্ভোৰালে। সঞ্জীৱ আৰু ছুছেইনে পৰম্পৰে পৰম্পৰৰ চকুলৈ চালে যদিও একো মত বিনিময় নকৰিলে। সিহঁত আটাইকেইজনেই অপাৰ প্ৰশ্ন লৈ পুনৰ গাঁৱলৈ উভতিল। গাঁও পোৱাৰ বহু দূৰৰপৰাই দেখা গ'ল, চট্‌বোৰ ঠাক ঠাক কৈ সজোৱা হৈছে। দূৰৰপৰা ভাহি আহিছে গাঁৱৰ জনপ্ৰিয় গীতটো — 'মুৰাৰী, জগমে তুহি একহি ৰাস্তা....' ঈশ্বৰ ভক্তিত অটল এই মানুহখিনিৰ দুখ-দুৰ্দশা দেখি ছুছেইনে এটি দীৰ্ঘ শ্বাস পেলালে।

'উৎসৱৰ বাবে টকা-পইচা থকাৰ দৰকাৰ নাই, আনন্দই উৎসৱ। নহ'লেনো চাপাটি চাটুগুড়ি আৰু চব্‌জিৰেই ইমান ডাঙৰ উৎসৱৰ আয়োজন হয়নে? — শেখৰ ছুছেইনে বেছ ফূৰ্তিৰে মানুহজাকলৈ চাই ক'লে। কাইলৈ চট্‌বোৰ বজাৰলৈ প্ৰথম যাব। যোৱাবাৰৰ দুৰ্ঘটনাৰ পিছত সকলো মানুহ সাৱধান। সিহঁতে নাচ-গান কৰি ওৰে ৰাতি আহি পহৰা দিব। সেইদিনাৰ ঘটনাৰপৰাই প্ৰত্যেক নিশা পহৰাৰ ব্যৱস্থা হৈছে। সঞ্জীৱে পানীৰ ডোঙা পাৰ হ'বলৈ পেন্ট আঁঠুলৈকে কোঁচালে। যোচেফ আৰু শেখৰ ছুছেইনো খৰাং মেছু নৈৰে পেন্ট কোঁচাই পাৰ হৈ আহিল। সঞ্জীৱে মন কৰিলে, বৰ্ষাই আজি এটা তীব্ৰ ৰঙা চাৰ্ট পিন্ধিছে, ক'লা জিনছৰ সৈতে। বৰ্ষাক ইমান তীব্ৰ ৰঙৰ পোছাক পিন্ধা আগতে কেতিয়াও দেখা নাছিল সঞ্জীৱে। সঞ্জীৱে অনুভৱ কৰিলে বৰ্ষাক দিনটোৰ যিকোনো মুহূৰ্ততে চাবলৈ সঞ্জীৱৰ এটা হাবিয়াস জাগি থকা হৈছে। কামত মগ্ন হৈ থকা মুহূৰ্তবোৰতো তাৰ চকুৱে বৰ্ষাক বিচাৰি ফুৰে। জীৱনৰ একত্ৰিছটা ফাগুন পাৰ

হৈ গ'ল, নানা ঘাত-প্ৰতিঘাতেৰে। মাক বিনোদিনীৰ ছাঁয়াই সঞ্জীৱক এনেদৰে সমগ্ৰ জীৱন আগুৰি ধৰি আছিল যে, কেতিয়াও কোনো নাৰীয়ে সেই ছাঁয়াৰ গভীৰতা অতিক্ৰমি সঞ্জীৱক স্পৰ্শ কৰিব নোৱাৰিলে। কিন্তু বৰ্ষাক সি যিমানে লগ পাবলৈ ধৰিলে সিমানে তাইৰ প্ৰতি আগ্ৰহ বাঢ়িল। বৰ্ষাক জানিবলৈ তাৰ প্ৰবল ইচ্ছা জাগে। এই ইচ্ছাৰ কি নাম সি নাজানে, কিন্তু ই এক অনন্ত পিপাসা, স্বপ্নৰ দৰেই আশাবাদী, বাস্তৱৰ দৰে নিৰ্ভেজাল।

সিহঁত আহি মানুহজাকৰ ওচৰ পোৱাৰ লগে লগেই আনন্দৰ মাত্ৰা আৰু বাঢ়িল। মায়াৰ দেওৰেক শিবুক আনি বহুৱাই থোৱা হৈছে। শিবুৰ দুয়োখন ভৰি পলিঅ' আক্ৰান্ত। চকুৰে দহ বছৰমানলৈকে কমকৈ হ'লেও দেখিছিল, কিন্তু পিছলৈ দৃষ্টিশক্তি একেবাৰেই নোহোৱা হ'ল। কাণেৰেও কম শুনে। কিন্তু শিবু গাঁওখনৰ ভিতৰতে অসাধাৰণ প্ৰতিভাধাৰী। সি বাঁহী বজোৱাৰ সময়ত গৰুৰেও হেম্বেলিয়াবলৈ পাহৰি যায়, সি ঢোলক্ বজোৱাৰ সময়ত মেছু নৈৰ মাছবোৰেও আনন্দত জঁপিয়ায়, এইবোৰ গাঁৱত প্ৰচলিত কথা। গাঁৱৰ প্ৰত্যেক বিয়া-সকামত শিবুৰ উপস্থিতি অনিবাৰ্য।

আজিৰ এই বিশেষ আনন্দৰ মুহূৰ্তত শিবুক লৈ অহা হৈছে। অৰ্জুন আৰু বলভদ্ৰই সকলোকে কৈ দিছে, ভাইয়াহঁতক শিবুৰ বাঁহী শুনাব লাগিব আৰু খানা আজি সিহঁতে খুৱাব। গাঁৱৰ মানুহে অলপ মাছৰো যোগাৰ কৰিছে অৰ্জুন, বলভদ্ৰৰ নিৰ্দেশমতে। নৈৰ পাৰত বালিভোজৰ দৰেই আয়োজন হৈছে। জুই একুৰাও ধৰা হৈছে। শেখৰ হুছেইনে আহি জুইৰ ওচৰত বহিয়েই সুধিলে— তোমালোকৰ পথাৰৰ ওচৰত বান্ধ এটা আছে, কেতিয়া হৈছিল এইটো?

অৰ্জুনেই প্ৰথমে উত্তৰ দিলে — 'দো চাল পহলে।

বহুত 'গৰমিন্ট'ৰ মানুহ আহিছিল। জোখ-মাপ চলিছিল। গাঁৱৰ মানুহেও হাজিৰা কাম পাইছিল। এখন চাং পতা হৈছিল। পাম্প মেচিন অনা হৈছিল। তাৰ পাছত কি হ'ল জানো, সকলো বন্ধ হৈ গ'ল। বহুত পাইপ আছিল। ইমান ডাঙৰ পাইপবোৰ কোনে যে লৈ গ'ল তাৰ উৱাদিহ নোলাল। বান্ধ দিয়াৰ পাছত পুখুৰী হৈছিল। বহুত মাছ আছিল তাত। এতিয়া নাই। গৰমিন্টৰ মানুহে কি কৰিব খুজিছিল বা কিয় কামটো নহ'লে সেই কথা কোনেও নাজানে'। অৰ্জুনৰ কথাত সকলোৱে হয়ভৰ দিলে। কিন্তু মায়াই হঠাতে কৈ উঠিল — 'নাই, নাই পাইপবোৰ চুৰি হোৱা মই দেখিছোঁ, মোৰ ছোৱালীজনী তিত্‌লী, তাই জগদীশ চৰ্দাৰৰ ঘৰত কাম কৰিছিল। তাই তাত দেখিছে, জগদীশৰ গুদাম ঘৰত ডাঙৰ ডাঙৰ পাইপ, বহুত মেচিন। মুখিয়াৰ ঘৰতো বহুত পাইপ মই দেখিছিলোঁ, পিছে অলপ দিনৰ পিছত সেইবোৰ কোনোবা মানুহে লৈ গ'ল।

'চুপ-চুপ কথাবোৰ য'তে- ততে নক'বি, কোনোমতে খাই-লৈ জীয়াই থকা প্ৰাণটো বিসৰ্জন দিব খুজিছ কিয়?' — বলভদ্ৰই বহি থকাতে মূৰটো তললৈ কৰি দুলি দুলি ক'লে। 'চুপ থাকিম কিয়? সচাঁ কথা কৈছোঁ। এই পাম্প থকা হ'লে আমাৰ পথাৰত পানী সদায় পালোঁহেঁতেন। সেইবাবেইতো বন্ধ হৈ গ'ল। আমাৰ পথাৰ ভাল হ'লে সিহঁতৰ ঘৰত, পথাৰত কোনে কাম কৰিবগৈ? শুনিছোঁ, সেইটো চেন্টেল ইস্কিম আছিল। আমাৰ গাঁৱলৈ ইস্কিম বহুত আহিছে, কিন্তু কামত মানুহে একো পোৱা নাই।' — মায়াই উম্মাৰে কোৱা কথাবোৰ শুনি বৰ্ষাই শেখৰ হুছেইনক কাণে কাণে ক'লে, 'মায়াই ক্লাছ ফাইভলৈকে পঢ়িছিল। গাঁৱত তাই মাইকী মানুহবোৰৰ ভিতৰত শিক্ষিতা। তাই সেইবাবে অলপ অহংকাৰীও, বেছি জানে বুলি। কিন্তু 'দিলচাফ'। বৰ সৰল আৰু সাহিয়াল।' — শেখৰ হুছেইনে বৰ্ষাৰ কথাবোৰ শুনি মূৰ দুপিয়ালে।

শিবুৱে বাঁহীত ফু দিলে। লগে লগেই কোলাহল বন্ধ হৈ গ'ল। মায়াৰ ছোৱালী তিত্‌লীয়ে মানুহবোৰৰ মাজে মাজে মাটিৰ কাপত ৰঙা চাহ বিলাই ঘূৰি ফুৰিলে। লাজকুৰীয়া তিত্‌লীৰ ফিটা মৰা বেণীডাল যোচেফে টানি দিলে অকমান। তাই আৰু লাজতে মূচকচ যোৱাৰ নিচিনা হ'ল।

'তোমাৰ ছোৱালী ইমান লাজকুৰীয়াতো হ'ব নালাগিছিল।' — যোচেফে মায়ালৈ চাই ক'লে। 'তাইৰ চব কথাত লাজ। এনেকৈ মানুহক চাহ বিলোৱা এয়ে প্ৰথম। বৰ্ষা আৰু ৰাখীক ভাল পাই কাৰণে তাই আহিছে। দুদিনমান জগদীশ চৰ্দাৰৰ ঘৰত বৰ্তন ধুবলৈ পঠাইছিলোঁ। পিছে দহদিনো তাই তাত থাকিব নোৱাৰিলে। কোনোবাই নাম সুধিলেও তাই লাজত নকয়। একো কামৰ তাই নহ'ল। ল'ৰা এটা চাই আছোঁ, বিয়া দিম এতিয়া।' শেখৰ বাক্যটো শুনি যোচেফে ডাঙৰকৈ ক'লে — 'পাগল হৈছা নেকি? এই অকমানি ছোৱালীজনী! পোন্ধৰ বছৰেই হোৱা নাই তাইৰ চাগৈ। তাই এই প্ৰজেক্টত কাম শিকক। বিয়া নিদিবা'।

'মোৰ পোন্ধৰ বছৰত প্ৰথম ল'ৰাটো জন্ম হৈছিল।'

— মায়াই গৰ্বৰে ক'লে। যোচেফে তিতলীলৈ চালে। মাণ্ডৰ বৰ্ণীয়া ক্ষীণ ছোৱালীজনী। দুডাল বেণীত দুটা ৰঙৰ ফিটা। এযোৰ ৰং যোৱা ছেলোৱাৰ কুৰ্তা, কিন্তু চুন্নীখন ভাল, সেউজীয়া। ধৰাৰে শান্তিৰ সংকেত লৈ অহাৰ দৰেই বতাহত তাইৰ সেউজীয়া পাতল চুন্নীখন ফিৰ্ ফিৰ্‌কৈ উৰি আছে। তাইৰ সুগঢ়ী মুখখনত দুটা কাজলসনা চকু। সৰু কিন্তু জোঙা নাকত এটা ৰূপৰ নাকফুল। মায়াই জোৰ- জবৰদস্তি তিতলীক ডাঙৰ কৰি এঘৰলৈ বিয়া দি দায়িত্ব সাৰিব খুজিছে। শিবুৰ বাঁহীৰ মাত মেছুৰ পাৰৰ বতাহত লাহে লাহে দ্ৰবীভূত হ'বলৈ ধৰিছে। কাৰো মুখত মাত নাই। মাথোঁ....

মাজে মাজে তিৰোতাবোৰৰ কাঁচৰ চুৰীৰ শব্দ আৰু চাহ দি ফুৰা তিতলীৰ পায়েলৰ জুনুক-জানাক। এক অবুজ বিষণ্নতাত যোচেফৰ মুখখন গম্ভীৰ হ'ল। বাঁহীৰ মাত নে তিতলীক দেখি সি নাজানে; যোচেফৰ ভাব হ'ল সংগীতৰ যিদৰে ভৌগোলিক সীমা নাই, মানুহৰ আনন্দ-যন্ত্ৰণাৰো ভৌগোলিক সীমা নাই। সিহঁত এই গাঁবত বেছিদিন নাথাকে, এই লাজকুৰীয়া অকমান ছোৱালীজনীক এইদৰে আৰু কেতিয়াও সি হয়তো নেদেখিব। তাইৰ লাজকুৰীয়া চকু, হাঁহি, খোজ সকলো হেৰাই যাব কোনোবা অজান এখন ঘৰত। তাই তাত পথাৰলৈ যাব, গোবৰৰ পিঠা সাজিব, উৰালত গম ভাঙিব, ল'ৰা-ছোৱালী বছৰত এটাকৈ জন্ম দিব, এদিন বেমাৰ হ'ব আৰু শুশ্ৰূষাৰ অভাৱত তাই মৰি থাকিব। ইয়াতকৈ বেলেগ ভৱিষ্যত তিতলীৰ একো নাই। হঠাৎ বাঁহীৰ সুৰৰ দৰেই চেপা খিলখিল হাঁহিয়ে যোচেফৰ তন্দ্ৰা ভংগ কৰিলে। তিতলীয়ে ৰাখীৰ কাণে কাণে কিবা এটা কৈ যোচেফলৈ আঙুলিয়াই দেখুৱাইছে। ৰাখীয়ে যোচেফৰ মূৰত হাত দি চাবলৈ ইংগিত দিলে। যোচেফে নিজৰ মূৰত হাত দি দেখিলে এটা সৰু পাখি। নৈৰ পাৰত উৰি যোৱা চৰাইৰ; নতুবা গা ধুই পাখি জোকাৰি পেলোৱাচৰাইৰ এনেকুৱা পাখি সি দুই-এটা দেখিছে। তিতলীয়ে দুষ্টামি কৰি তাৰ মূৰত পাখি এটা দি থৈ গৈ খুব ফূৰ্তি পাইছে। যোচেফে ক'লা-বগা পাখিটো চাৰ্টৰ জেপত ভৰাই থ'লে। তিতলীৰ সৰল দুষ্টালি যোচেফৰ খুব ভাল লাগিল। তিতলী মেছুৰ পাৰৰ এজনী লাজকুৰীয়া দুষ্ট ছোৱালী।

শিবুৱে বাঁহীত এটি লোকগীতৰ সুৰ বজাইছে। বাঁহীৰ আনন্দময় সুৰতো বিষাদ মিহলি হৈ থাকে। সুৰ ছন্দত মানুহবোৰ দুলি দুলি আছে যদিও বৰ্ষাৰ অনুভৱ হৈছে, শিবুৱে তাইৰ বুকুখনৰ ভিতৰত এক কেতিয়াও নোহোৱা সংবেদনৰ সৃষ্টি কৰিছে। এটা হেৰাই যোৱা সুৰ, এটা হেৰাই যোৱা সপোন আনি তাইৰ বুকুৰ ভিতৰত স্থাপন কৰিবলৈ অহৰহ যত্ন কৰি আছে। কোনে জানো কৈছিল 'Music is the medicine of the breaking heart' তাইৰ ভগ্ন হৃদয়ত সঁচায়ে শিবুৰ বাঁহীয়ে আৰোগ্যৰ ঔষধৰ প্ৰলেপ দিছে। এই গভীৰ শান্তিত তাইৰ চকু পানীৰে উপচি পৰিছে, কিন্তু তাই কন্দা নাই। যন্ত্ৰণাহীন এই চকুৰ পানীয়ে তাইক কৈছে পৃথিৱীৰ সকলো সুন্দৰ শব্দ, সুন্দৰ দৃশ্যৰ কথা। বৰ্ষাৰ মনত, আত্মাত জমা হোৱা সকলো ধূলি-মাকতি শিবুৰ বাঁহীয়ে ধুৱাই লৈ গৈছে এই মুহূৰ্তত। সন্ধিয়াটো বিচ্ছিন্ন হৈ গৈছে নিশাৰপৰা। যেনেকৈ বৰ্ষাৰ বুকুৰপৰা বিচ্ছিন্ন হৈ গৈছে অৱসাদ। পূৰ্ণিমাৰ জোন শাৰী শাৰী নিমগছৰ মাজেৰে লাহে লাহেঁ উঠি আহিছে। জুইৰ পোহৰে জোনাকৰ ভাষা যেনেকৈ বুজা নাই, ঠিক তেনেকৈয়ে বৰ্ষাই বুজা নাই তাইৰ হৃদয়ৰ এই কম্পনক। বৰ্ষা সকলোৰে অলক্ষিতে উঠি গ'ল মানুহৰ মাজৰপৰা। এখোজ-দুখোজকৈ তাই শাৰী পাতি থোৱা ওখ চট্‌বোৰৰ কাষ পালে। ইয়াৰপৰা জোনাক, নদীৰ বাহিৰে একো নেদেখি। শিবুৰ বাঁহীৰ মাৰাত্মাক আবেদনে বৰ্ষাক উন্মাদিনী কৰি তুলিছে। পৃথিৱীৰ এই অলৌকিক সৌন্দৰ্য আৰু বাঁহীৰ সুৰ বৰ্ষাৰ সহ্য হোৱা নাই। বৰ্ষাৰ শৰীৰৰ স্নায়ুতন্ত্ৰবোৰ অনামী নিচাৰ আমেজত অৱশ হৈ পৰিছে। ঠিক তেনে সময়তে বৰ্ষাই শুনিলে তাইৰ নাম ধৰি কোনোবাই মাতিছে — 'বৰ্ষা'.... 'বৰ্ষা' তন্দ্ৰালস চকুৰে বৰ্ষাই দেখিলে সঞ্জীৱক। মাইকেল এঞ্জেল'ৰ অমৰ সৃষ্টি ডেভিদৰ দৰেই সঞ্জীৱ; জোনাকত খোদাই কৰা অপৰূপ পুৰুষ হৈ তাইৰ সন্মুখত থিয় দিছেহি। হঠাৎ বৰ্ষাই অনুভৱ কৰিলে এখন সবল মাৰ্বল পাথৰৰ দৰে বাহুৱে তাইক আশ্ৰয় দিছে। এই মুহূৰ্তত তাইৰ শৰীৰটোৱে এনে এক আশ্ৰয়েই বিচাৰিছিল। বৰ্ষাই শৰীৰটো দুই হাতেৰে আঁকোৱালি ল'লে। কি অপাৰ্থিৱ সুখ এই স্পৰ্শত। বৰ্ষাই অনুভৱ কৰিছে তাইৰ ওঁঠ-চকু-গালত সঞ্জীৱৰ ওঁঠৰ স্পৰ্শ। বৰ্ষাই সমস্ত আৱেগেৰে সঞ্জীৱক সাবটি ধৰিলে; সিহঁত বহি পৰিল জোনাকৰ বালিত। শিবুৰ বাঁহী সপ্তমত উঠি হাঁহাকাৰ কৰি ফুৰিছে সুৰৰ আকাশত। 'Let me have music dying, and I seek no more delight' সঞ্জীৱে ক'লে।

ঃ কি কৈছা তুমি। — বৰ্ষাই চকু মুদি সুধিলে।

ঃ মই কোৱা নাই, বহু বছৰ আগতে কীট্‌ছে কৈছিল।

ঃ মই সঁচাকৈয়ে কিন্তু শিবুৰ বাঁহীত মৰিবলৈ ওলাইছোঁ

**সঞ্জীৱ.... সঞ্জীৱে বৰ্ষাক কথা ক'বলৈ নিদি বৰ্ষাৰ ওঁঠ দুখন নিজৰ ওঁঠত বন্দী কৰিলে।** বৰ্ষাৰ শৰীৰটো থৰ্‌থৰ্‌কৈ কঁপি উঠিল। তাই মনে মনে কৈ উঠিল জোনটো, নদীখন, বতাহজাক, শিবুৰ বাঁহী, সকলো এক মুহূৰ্তৰ বাবে ৰৈ যাওঁক। ৰৈ যাওঁক সময়, এতিয়া স্বপ্নৰ সুৰত দুখন হৃদয়ে কথা কৈছে, এই সুৰতো কোনো ভৌগোলিক সীমা নাই, ভাষাৰ, ধৰ্মৰ প্ৰয়োজন নাই। আকাশ আৰু নদীৰ দৰেই ই চিৰন্তন। বৰ্ষাই জানে, সকলো শিল্পৰ সৃষ্টিৰ এক প্ৰকাশ ভংগী থাকে, ফৰ্ম থাকে, এক বিশেষ এক্সপ্ৰেশ্যন থাকে। এই মুহূৰ্তটোও এক শিল্প, বৰ্ষাই কেতিয়াও এনে মুহূৰ্তৰ সৃষ্টিৰ আনন্দ পোৱা নাছিল আগতে। তাই সজোৰে সঞ্জীৱক সাবটি ধৰিলে। বৰ্ষাৰ জীৱনৰ সুদীৰ্ঘ চৌব্বিছটা বছৰৰ মাত্ৰ দুই দণ্ড সময় এয়া। কিন্তু এই ক্ষুদ্ৰ সময়ৰ সীমাহীন সুখ আৰু আকৰ্ষণে, তাইৰ জীৱনত মৃত্যুহীন এক চেতনাৰ উপস্থিতি ঘোষণা কৰি থাকিব সদায়। এয়াই তাইৰ কাম্য। চুক্তিহীন, আপোচহীন প্ৰেমৰ ওচৰত নতি স্বীকাৰ কৰিবলৈকেতো তাই বিচাৰি ফুৰিছিল ইমানদিনে।

দুখন ট্ৰাক আহি মেছুৰ পাৰ পোৱাৰ লগে লগে গাঁওখনত আনন্দৰ কোৰ্হাল হ'ল। আগদিনা খোৱা-বোৱাৰ পিছত, গাঁৱৰ চাৰিজন পহৰাদাৰৰ বাহিৰে সকলো বেছ দেৰীকৈয়ে নিশা পাটীত পৰিছিল। ট্ৰাকৰ শব্দত ল'ৰা-বুঢ়া, ডেকা-ডেকেৰী ঘৰবোৰৰপৰা ওলাই আহিল। কিছুমান নদীৰ পাৰলৈ দৌৰিলে। এনেতে ৰুক্মিণী আগবাঢ়ি আহি দুই হাত দাঙি ট্ৰাক দুখন বাটতে ৰখালে, কোনেও ভাবিব পৰা নাছিল। সকলোৱে সবিস্ময়েৰে ৰুক্মিণীৰ কাণ্ড-কাৰখানা চাই থাকিল। এইবাৰ ৰুক্মিণী দৌৰিল নিজৰ ঘৰলৈ। অলপ পিছতে তাই থাল এখনত এগছি চাকি আৰু দুটা বাতি আৰু আনখন হাতত ঘটি এটা লৈ ওলাই আহিল। প্ৰথমতে আহি তাই ট্ৰাকৰ চক্ৰাত ঘটিৰে পানী ঢালি সেৱা কৰিলে। তাৰ পাছত এটা ৰঙা আৰু এটা ক'লা ফোঁট গাড়ীত আৰু ড্ৰাইভাৰৰ কপালত দি চাকি ঘূৰাই সেৱা কৰিলে। বলভদ্ৰ কাহি কাহি ৰুক্মিণীৰ ফালে আগুৱাই আহিল। যোৱা নিশা মেছুৰ পাৰত বহু নিশালৈকৈ বহি থকাৰ বাবে কাহ বেছি হৈছে বলভদ্ৰৰ। কুঁজা হৈ খোজ কাঢ়ি অহা বলভদ্ৰই ৰুক্মিণীৰ মূৰত মৰমেৰে হাত বুলাই ক'লে — 'বৰ ভাল কৰিলি আই'।

'কালি নিশা নুশুলো। মিঠাতেলত শলিতা পুৰি কাজল কৰিলোঁ। এই ক'লা ফোঁট কাম কৰা আমাৰ সকলো মানুহৰ কপালত দিম। ৰঙা ফোঁটটো হ'ব জয়ৰ, ক'লা ফোঁট নিন্দুক, চকু-চৰহাবোৰৰ মুখ নালাগিবলৈ। আমাক ক'লা ফোঁটটোহে লাগে। শত্ৰু বহুত। আমি এই কাম কৰি খোৱাটো বহুতেই নিবিচাৰে, ৰুক্মিণীয়ে ৰঙা আৰু ক'লা ফোঁটৰ তাৎপৰ্য নিজস্ব ব্যাখ্যাৰে আগবঢ়ালে।

ট্ৰাক দুখন এইবাৰ নদীৰ ফালে গতি কৰিলে। আনন্দমিশ্ৰিত উত্তেজনাৰে গাঁৱৰ মানুহবোৰে চট্‌বোৰ ট্ৰাকত দ'ম কৰি গ'ল। ৰুক্মিণীয়ে সকলোৰে কপালত ৰঙা আৰু ক'লা ফোঁট দি গ'ল। তাই শেখৰ হুছেইনৰ কপালত ফোঁট দি হঠাতে ভৰি দুখন চুই এটা সেৱা কৰিলে। হুছেইনে ৰুক্মিণীক বাহু দুটাত ধৰি উঠাই ক'লে — 'এচা কভী মত কৰনা। কেতিয়াও এনেকুৱা আৰু নকৰিবি। ভৱিষ্যতে মোক এনেকৈ সেৱা কৰিলে আৰু কেতিয়াও নাহোঁ'। ৰুক্মিণীয়ে হুছেইনৰ কথা শুনি বিস্ময়ত বোবা হৈ গ'ল। মুখিয়াৰপৰা চৰ্দাৰলৈ, গিৰীয়েক, শহুৰেক-বৰজনাক সকলোকে সেৱা কৰিয়েই তাই জীৱন পাৰ কৰিলে। কিবা কাৰণত সেৱা নকৰাকৈ থাকি গ'লে, ককৰ্থনা-তিৰস্কাৰো খাব লগা হয়। অথচ জীৱনত প্ৰথমবাৰৰ বাবে যিজন মানুহক তাই অন্তৰেৰে প্ৰণিপাত জনালে, তেওঁ সেৱা জনোৱাৰ বাবেহে আঘাত পালে। এনেকুৱাও হয়নে? ৰুক্মিণীয়ে মনে মনে ভাবিলে, তুমি যিমানেই মোক বাধা দিয়া মই আজীৱন তোমাক অন্তৰেৰে সেৱা জনাই থাকিম। তাই কথাটো ভবাৰ লগে লগে মিচিক্‌কৈ হাঁহি পেলালে।

হুৰ্-হুৰাই দুখন ট্ৰাকে চট্ বোজাই কৰি গাঁৱৰ মাজেৰে আগবাঢ়িল। পিছে পিছে আনন্দোল্লাসেৰে এটা সমদল। এনে ঘটনা কেতিয়াও এই গাঁৱত ঘটা নাছিল। গাঁওখনৰ আনন্দই হেৰাই গৈছিল। বহুদূৰলৈকে গাঁৱৰ মানুহবোৰ ট্ৰাকৰ পিছে পিছে নাচি-বাগি গৈ থাকিল। মায়াই চাপৰি বজাই গীত জুৰিলে — বল্‌মা, বসন্ত খুসিয়া আয়োৰে শুভদিন আয়োৰে.... হোলিৰ সময়ত গোৱা এই গীতটোৱে আবতৰত হোলিৰ ৰং লৈ আহিল। তেতিয়া শৰৎকালৰ আৰম্ভণিহে হৈছে মাথোন। মটৰমাহ আৰু আলুৰ খেতি কৰিবলৈ পথাৰৰ মাটিবোৰ চহাই ধূলিয়াৰি কৰা হৈছে। মায়াৰ সৈতে যোৱা তিৰোতাবোৰেও জাকি মাৰি এপাক ঘূৰি সমস্বৰে গালে 'জগ মে শুভদিন আয়োৰে, বসন্ত খুচিয়া আয়োৰে....। ৰঙিয়াল তিৰোতাৰ এনে সমদল আবতৰত কোনো মানুহেই দেখা নাছিল। পথাৰত কাম কৰি থকাৰ পৰাই মানুহবোৰে এই

আপুকণীয়া দৃশ্য চালে। এনেতে পথাৰৰ এমূৰত মায়াই গোবৰ্দ্ধনক থিয় হৈ থকা দেখিলে। গোবৰ্দ্ধনৰ লেং-পেং দীঘল শৰীৰটো দূৰৰপৰাও মায়াই ভুল নকৰে। মায়াই আগৰেপৰাই গোবৰ্দ্ধনক দেখিব নোৱাৰে। গোবৰ্দ্ধন আৰু লক্ষণ দুটা ককাই-ভাই। দুয়োটাই আচামত আছিল। গোবৰ্দ্ধন আগতেই গুচি আহিল। তাৰ দৰে ধুৰন্ধৰ এটা গাঁওখনত নাই। আচামত প্ৰথমে সি পাথৰ কুৱাৰীত কাম কৰি, পিছত কয়লা ব্যৱসায়ত সোমাল। কিন্তু হঠাতে এদিন সি আচাম এৰি গাঁৱত উপস্থিত হ'লহি। বহুতেই ঘুনুক-ঘানাককৈ কয়, সি মানুহ মাৰি পলাতক। পুলিচৰ খাটাত তাৰ নাম দাগী আচামী বুলি আছে। সত্যা-সত্য কোনেও নাজানে। কিন্তু মুখিয়াৰ সৈতে গোবৰ্দ্ধনৰ সম্পৰ্ক মধুপৰ্কৰ দৰে হ'ল। মুখিয়াৰ কিছু পইচা আচামৰ কয়লা ব্যৱসায়ত লগোৱাৰ কথা মায়াই মুখিয়াৰ ঘৰত কাম কৰোঁতেই চোতালৰ আলোচনাত শুনিছিল। এই গোবৰ্দ্ধনেই এদিন গুদামঘৰৰপৰা বস্তা আনিবলৈ যাওঁতে হেঁচা মাৰি ধৰি তাইৰ ব্লাউজ ফালি পেলাইছিল। গোবৰ্দ্ধন মুখিয়াৰ খেতি-ব্যৱসায় চোৱা তিনি চৰ্দাৰৰ মাজৰ এটা। মায়াই তথাপিও গোবৰ্দ্ধনক এচৰ দি থৈছে। গোবৰ্দ্ধন মাজে মাজে গাঁৱৰপৰা বহুত দিনলৈ নোহোৱা হয়। ক'লৈ যায়, কোনেও নাজানে। বহুদিনৰ মূৰত যেতিয়া হঠাতে এদিন সি গাঁৱত ওলায়হি, আৰু কেইদিনমান থাকিবলৈ লয়, সকলোৱে শংকাৰে দিন কটায়। সেইদিন কেইটাতে গাঁৱলৈ পুলিচ আহে। খানা-তালাচ হয়, নিৰপৰাধ দুখীয়া দুই-এটাই বেতৰ কোব খাই, দুই-এটাক পুলিচে ধৰি লৈ যায়, তাৰ পাছত সকলো নিজম পৰে। গোবৰ্দ্ধনক পুলিচে একো নকৰে। বীৰদৰ্পে সি গাঁৱৰ তিৰোতাৰ দেহৰ যিকোনো অংশ থপিয়াই ফূৰ্তি কৰে। গাভৰু ছোৱালীবোৰক টানি টানি কাৰ ছোৱালী সোধে। কেইদিনমান নেদেখোঁতেই ছোৱালীজনী কিমান ডাঙৰ হ'ল মন্তব্য কৰাৰ লগতে শৰীৰটো টিপি জোখ-মাপ লয়। ছোৱালী-বোৱাৰী সকলোৱেই গোবৰ্দ্ধন গাঁৱৰপৰা আঁতৰি থকা কেইদিন স্বস্তিৰে উশাহ লয়। এই গোবৰ্দ্ধনক হঠাৎ পথাৰৰ কাষত বৈ থকা দেখি মায়াৰ বুকুৱে চিৰিংকৈ মাৰিলে। যোৱা তিনিমাহমান গোবৰ্দ্ধন নাছিল। সি এনেয়ে অহা নাই, সেই কথা মায়াই জানে। সিহঁতৰ আজিৰ এই আনন্দৰ বেলিটো কলীয়া ডাৱৰে ঢাকিবলৈ বেছি পৰ নাই। ৰঙিয়াল তিৰোতাবোৰৰ জাকটোৱে গোবৰ্দ্ধনক মন কৰাই নাছিল। এক বিশেষ ভংগীত গোবৰ্দ্ধনে আঙুলিৰ ফাঁকত বিড়ি লৈ, তৃপ্তিৰে দুই-এঢোক টান বিড়িত মাৰি, গীত গাই হাঁহি-ফূৰ্তি কৰা তিৰোতাৰ সমদলটোলৈ একান্তমনে চাই আছে। মায়াহঁত আহি গোবৰ্দ্ধনৰ ওচৰ পোৱাৰ লগে লগে সি মায়াকে সুধিলে 'কাৰ চাদী পাতিছ?'

ঃ মায়াই এক মুহূৰ্তৰ বাবে ভাবিলে, উত্তৰ দিয়াটো সমীচীন হ'বনে নাই। পিছমুহূৰ্ততে তাই মুখ বন্ধ ৰখাই শ্ৰেয় বুলি ভাবি, গোবৰ্দ্ধনৰ কাষেদিয়েই পাৰ হ'ল। গোবৰ্দ্ধনক দেখি বাকী মাইকী মানুহবোৰৰ আনন্দতো এক মুহূৰ্তৰ বাবে যতি পৰিল। সিহঁতে ইজনীয়ে সিজনীৰ চকুলৈ চালে। মায়াই গোবৰ্দ্ধনৰ ফালে নোচোৱাকৈ পাৰ হৈ গ'ল। হঠাতে গোবৰ্দ্ধনে ক'লে — 'তই লীডাৰ বুলি জানো, তিত্‌লীকো সেই ভতৰাকেইটাক দিলি নেকি?' তিত্‌লী সম্পৰ্কে গোবৰ্দ্ধনৰ মুখত অশ্লীল মন্তব্য শুনি মায়া ৰ'ব নোৱাৰিলে। তাই ফেঁটীসাপৰ ফণাৰ দৰে উভতি, গোবৰ্দ্ধনৰ মুখামুখি হৈ তৰ্জনী আঙুলি টোঁৱাই ক'লে — 'খবৰদাৰ, তোৰ চুৱা-চেলেকা, কদৰ্য মুখত তিত্‌লীৰ নাম নানিবি'। কথা বিষম দেখি ৰুক্মিণী, লাজো, সুভদ্ৰা সকলোৱে মিলি মায়াক টানি আনিলে আৰু গোবৰ্দ্ধনক একো নক'বলৈ খাটিলে। মায়াই সিহঁতৰ কথামতেই গোবৰ্দ্ধনক এৰি দলটোৰ লগে লগে খোজ দিলে। এনেতেই গোবৰ্দ্ধনে চিঞৰিলে পিছফালৰপৰা, 'ঐ মায়া, তিত্‌লীৰ বুকুখন আগতকৈ বাঢ়িল, দোপাট্টা তাইক ভালকৈ ল'বলৈ ক'বি'। মায়াই দুয়োখন কাণত হাত দি, চকু দুটা জোৰকৈ মুদি দিলে। খন্তেক আগলৈকে হাঁহি-ফূৰ্তি, গীত-নৃত্যৰে উলাহ ছটিয়াই অহা তিৰোতাবোৰৰ দলটো কাঁহ-পৰি জীণ গ'ল। সিহঁত তৎক্ষণাতে একোটা নিস্তেজ মৰাশলৈ ৰূপান্তৰিত হ'ল। বাকীছোৱা পথ সিহঁত মৃতদেহৰ লগত অহা মৌন শোভাযাত্ৰাকাৰীৰ দৰে গাঁৱৰ ফালে আহি থাকিল।

বৰ্ষাৰ বাবে খবৰটো ভাল নে বেয়া তাই ধৰিব নোৱাৰিলে। তিলুৱাৰ কেম্পৰপৰা লক্ষণে খবৰ লৈ আহিছে, বৰ্ষাৰ ঘৰৰ মানুহ আহিছে। দুটা ডেকা ল'ৰা। জৰুৰী কথা আছে। বৰ্ষা এতিয়াই যাব লাগে। খবৰটোৱে বৰ্ষাক আনন্দ দিয়াতকৈ হতাশহে কৰিলে। ইনছাইটত তাই কেইবামাহো পাৰ কৰিলে। আজি হঠাৎ কি কাৰণে তাই ঘৰখনৰ বাবে, নিজৰ পৰিয়ালৰ বাবে প্ৰয়োজনীয় হ'ল! কোন আহিছে তাইৰ খবৰ ল'বলৈ? তাই বাৰু ভুলেই কৰিলে, যোৱা কেইটা মাহত বিপদত পৰি যদি তাইৰ মৃত্যুও হ'লহেঁতেন, ঘৰখনে

কি কৰিলেহেঁতেন? অভিমান আৰু বিদ্ৰোহত তাইৰ বুকুখন শিলৰ পাহাৰৰ দৰে হ'ল। তাই নিজক কঠোৰ কৰিবলৈ চেষ্টা কৰিলে। যোচেফে ওচৰতে বহি বৰ্ষাৰ মুখমণ্ডলৰ পৰিৱৰ্তনবোৰ লক্ষ্য কৰি ক'লে — 'তুমি যোৱা। কামবোৰ মই চাম। কেম্পত ছচ্চেইন ব্ৰাডাৰ আছে। নিশ্চয় তেওঁ তুমি যোৱাটো বিচাৰিয়েই লক্ষ্মণক খবৰ দিবলৈ পঠাইছে।

অনিচ্ছাসত্ত্বেও বৰ্ষা লক্ষ্মণৰ সৈতে এখোজ-দুখোজকৈ আগবাঢ়িল। 'বিয়লিৰ গাড়ী যাবলৈ আধা ঘন্টা আছে। খৰ-খোজ দিলেহে বাছ পামগৈ।' — লক্ষ্মণে ক'লে। বৰ্ষাই চাৰিওফালে এবাৰ চালে। সঞ্জীৱ বা ৰাখী কাকো চকুত নপৰিল। বৰ্ষাই খোজ খৰকৈ পেলালে। বৰ্ষাই দেখিলে গাঁৱৰ মূল ৰাস্তাৰে তিৰোতাৰ সমদলটো আহি আছে। বৰ্ষা আগবাঢ়ি গৈ সিহঁতৰ ওচৰ পালত সকলো বৈ দিলে। বৰ্ষা আচৰিত হ'ল। সকলো যেন মমৰ মূৰ্তি। ক্ৰিয়া-প্ৰতিক্ৰিয়াহীন গোমোঠা মুখবোৰ। 'কিবা হ'ল নেকি?' বৰ্ষাই শংকাৰে ৰুক্মিণীৰ ফালে চাই সুধিলে। এনে এটা প্ৰশ্নৰ বাবেই যেন সকলো ৰৈ আছিল। ওপৰা-ওপৰিকৈ সকলোৱে গোবৰ্ধনৰ ব্যৱহাৰৰ কথা ক'বলৈ ধৰিলে। লক্ষ্মণে তলমূৰ কৰি কথাবোৰ শুনি থাকিল। বেজাৰত তাৰ মুখখন আৰু ক'লা পৰিল। গোবৰ্ধন আৰু লক্ষ্মণ একেজনী মাকৰে সন্তান। লক্ষ্মণ আৰু গোবৰ্ধন ককাই-ভাই হ'লেও বেলেগ হোৱা বহুবছৰ হ'ল। দুয়োটা একেলগে আচামত আছিলগৈ। কিন্তু লক্ষ্মণৰ পথত গোবৰ্ধন নাথাকিল। গোবৰ্ধন সৰুৰেপৰাই বেলেগ প্ৰকৃতিৰ। এবাৰ গোবৰ্ধনক পুলিচে বিচাৰি নাপাই লক্ষ্মণক লৈ গৈ খুব পিটিলে। লক্-আপত থকা সময়ছোৱাতে লক্ষ্মণে প্ৰতিজ্ঞা কৰিলে, নিজৰ ভায়েক হ'লেও গোবৰ্ধনৰ সৈতে সি আৰু কেতিয়াও লগ নহয়। লক্-আপৰপৰা ওলাই লক্ষ্মণ গ'ল চাহ বাগিচাৰ কলঘৰত কাম কৰিবলৈ। গোবৰ্ধনে আচাম এৰি অহাৰ পিছতো, লক্ষ্মণ আচামতেই থাকিল। কিন্তু বহু বছৰৰ মূৰত গাঁৱলৈ আহিও লক্ষ্মণ গোবৰ্ধনৰপৰা শান্তিত থাকিব নোৱাৰিলে। লক্ষ্মণৰ ভাগৰ মাটি কেইবিঘাও গোবৰ্ধনে আত্মসাৎ কৰিলে। একমাত্ৰ ল'ৰা বলৰামক ভাগ্য ভাল 'ইনছাইট'ৰ মানুহে ৰাখনি ল'ৰা কৰি ল'লে। মাক মৰা ল'ৰাটো তাত থিতাপি লোৱাত লক্ষ্মণো তাতেই থাকিবলৈ ল'লে। মেছু গাঁও সি এৰিলেই। কিন্তু গোবৰ্ধনৰ কীৰ্তি-কলাপৰ লজ্জাই তাক লগ নেৰিলে কোনোদিন। 'লক্ষ্মণ চাছোন, তোৰ ভায়েৰটো এই গাঁৱত জন্ম নোহোৱা হ'লে, তিৰোতা-মানুহবোৰ অন্ততঃ শান্তিৰে থাকিলহেঁতেন। কি খাই তোৰ মাৰে এনেকুৱা পাষণ্ড জন্ম দিছিল ক'ব নোৱাৰোঁ।' মায়াই খচ্‌খচ্‌কৈ কথাবোৰ কৈ দিলে। 'লক্ষ্মণে কি কৰিব? গোবৰ্ধনৰ বাবে সি নিজেই গাঁও এৰিলে'। — বৰ্ষাই ক'লে।

ঃ কিন্তু আমি ক'লৈ যাম? ককায়েক বুলি লক্ষ্মণৰ একো দায়িত্ব গোবৰ্ধনৰ বাবে নাইনে? — মায়াই খঙতে আকৌ ক'লে। লক্ষ্মণ তলমূৰকৈ নিমাতে থাকিল। বৰ্ষাই মায়াক শান্ত কৰিবলৈকে ক'লে — 'মই কাইলৈ পুনৰাই গাঁও পামহি। এই বিষয়টো এনেকৈ নহয়, ভালকৈ আলোচনা কৰিম। এতিয়া যোৱা। গোবৰ্ধনে কিবা ক'লেও তোমালোকে কাজিয়া নকৰিবা। সি কিবা উদ্দেশ্য লৈহে তোমালোকক জোকাই লৈছে। তিৰোতাৰ দলটো এইবাৰ পুনৰ যাত্ৰা কৰিলে। সিহঁতৰ মুখবোৰ দেখিলেই বুজা যায়, বৰ্ষাৰ কথাত সিহঁত সন্তুষ্ট হ'ব পৰা নাই। 'কি কৰোঁ মই? মোৰ ল'ৰাটোক ভালে ৰাখিবলৈ এই গাঁও এৰিলোঁ। গোবৰ্ধনে মোৰ ল'ৰা বলৰাম আৰু তাৰ মাককো বৰ মানসিক শান্তি দিছিল।' — কন্দনামুৱা হৈ লক্ষ্মণে ক'লে। বৰ্ষাই প্ৰসঙ্গ এৰাবলৈকে ক'লে — 'এইবোৰ ভাবি দুখ কৰিব নালাগে। তুমি যি কৰিছা ভাল কাম কৰিছা। ব'লা, খৰ-খোজ দিয়া'। — লক্ষ্মণে বৰ্ষাৰ খোজৰ গতি বঢ়ালে এইবাৰ।

ৰণ্টু আৰু বিজুক দেখি বৰ্ষাৰ প্ৰথমে অভিমানত চকুপানী ওলাই আহিব খুজিছিল যদিও তাই নিজকে সম্বৰণ কৰিলে। যোৱা তিনি-চাৰিমাহত বৰ্ষাই ইনছাইটৰ সদস্যবোৰৰ সৈতে থাকি নিজকে বহু কথাত নিয়ন্ত্ৰণ কৰিবলৈ শিকিছে। তাই অতি সহজভাৱেই ক'লে — অ' ৰণ্টু দেখোন। কেনেকৈ আহিলি?

ঃ তোক বিচাৰি আহিলোঁ।

ঃ ঠিকনাটো জান তাৰমানে?

ঃ চাহেবপুৰাত নামি, অলপ বিচাৰ-খোচাৰ কৰি পালোঁহি। বৰমাই পঠালে।

ঃ তইঁত নিজে অহা নাই তাৰমানে?

ঃ নহয়, আমি ভাবিয়েই আছিলোঁ, ইয়াৰ বিজুৰ পৰীক্ষা চলি আছিল....

বৰ্ষাই খন্তেক বিজুলৈ চালে। বিজু, ৰণ্টু সমনীয়া বন্ধু। বৰ্ষা, ৰণ্টু, বন্যা, বিজু আটাইবোৰে এসময়ত একেলগেই খেলি-ধূলি ডাঙৰ হৈছিল।

ঃ কিবা খালিনে?

ঃ ছুছেইনে লগ পালে। খুৱালে আমাক।

বৰ্ষা এইবাৰ ঘৰৰ টিৰিতে বহি পৰিল। দুখন কাঠৰ চকীত ৰন্টু আৰু বিজু। কোনেও একো সোধা নাই। বহুপৰ নিস্তব্ধতাৰ মাজেৰেই পাৰ হ'ল। শেখৰ ছুছেইন ঘৰটোৰপৰা ওলাই আহিল এইবাৰ। 'বৰ্ষা, তোমাৰ ঘৰৰ মানুহ আহিছে, তোমাক লৈ যাব খুজিছে।' বৰ্ষাই স্তম্ভিত হৈ এবাৰ ছুছেইলৈ আৰু এবাৰ ৰন্টুলৈ চালে। ৰন্টুৱে কোনোমতে বৰ্ষালৈ নোচোৱাকৈ ক'লে—'তাই এইদৰে থকাত কোনেও ভাল পোৱা নাই। ঘৰখনে অত্যন্ত লাজ পাইছে বাবেই তোৰ খবৰ কৰা নাছিল। বৰদেউতা, বৰমালৈ ভাবি তই এনে কৰাটো উচিত নাছিল। এতিয়া তথাপিও তেওঁলোকে তোক বিচাৰিছে। হাজাৰ হ'লেও নিজৰ সন্তান। তই পৰিয়ালৰ মান-মৰ্যাদাৰ কথা ভাব বা নাভাব, কিন্তু ঘৰখনে এইদৰে অচিন-অবিন ঠাইত যিকোনো মানুহৰ লগত থকাটো কেতিয়াও নিবিচাৰে। তই কাইলৈকে আমাৰ লগত ব'ল ঘৰলৈ'। বৰ্ষাৰ অসহ্য খণ্ডত ফাটি পৰাৰ দৰে অবস্থা হ'ল। তথাপিও তাই নিজক সম্বৰণ কৰি ক'লে — 'তহঁতে কেনেকৈ ভাবিলি যে মই তহঁতৰ সৈতে ঘৰলৈ উভতি যাম?'

ঃ কিন্তু আমি তোক লৈ যাবলৈ আহিছোঁ।

ঃ কিয়? তহঁতৰ মান-মৰ্যাদা জানো মই ধূলিসাৎ কৰা নাই? মইতো তহঁতক মতা নাই লৈ যাবলৈ?

ঃ কিন্তু বৰদেউতা-বৰমাই তোক বিচাৰিছে।

ঃ কিয় বিচাৰিছে? তেওঁলোকে মোৰ দৰে কলংকিতা ছোৱালী ঘৰলৈ ঘূৰাই নি মহানতা দেখুৱাব নেকি?

ঃ কি কথা কৱ বৰ্ষা? — ৰন্টুৰ খং উঠিল। প্ৰয়োজনতকৈ টানকৈ তাৰ কথাকেইটা ওলাল।

ঃ চা ৰন্টু, ভণ্ডামিৰ এটা সীমা থাকে। প্ৰান্তিকে ঘৰত গৈ মোৰ কথা যিবোৰ ক'লে, তাৰ ভিত্তিতেই জানো প্ৰান্তিক আৰু বন্যাৰ বিয়া হোৱা নাই? দেউতাই মোৰ মুখ নাচাওঁ বুলি জানো কোৱা নাছিল? যোৱা তিনিমাহত যদি মোৰ মৃত্যুও হ'লহেঁতেন, কোনোবাই খবৰ পালিহেঁতেননে? নিজৰ সন্তানৰ দুখ-যন্ত্ৰণা, অন্তৰ্দ্বন্দ্ব যদি পিতৃ-মাতৃয়ে নুবুজে, তেন্তে কোনে বুজিব?

ঃ প্ৰান্তিকক সেইদৰে বিয়াৰ আগমুহূৰ্তত তই প্ৰবঞ্চনা কৰাটো কোনেও বিচৰা নাছিল, আনকি ময়ো....

ঃ প্ৰবঞ্চনা? প্ৰবঞ্চনা কোনে কাক কৰিলে? প্ৰান্তিকে মোৰ অনুভূতি, আশাক প্ৰবঞ্চনা কৰা নাই? তহঁত কোনেও মোৰ সিদ্ধান্তৰ কথা লৈ এটাও প্ৰশ্ন নকৰিলি, একপক্ষীয়ভাৱে প্ৰান্তিকৰ পক্ষ ল'লি? কিয় মই ছোৱালী বাবে। মোৰ সকলো আশা, ইচ্ছা জলাঞ্জলি দি প্ৰান্তিকৰ দৰে বিদেশত থকা ল'ৰা এটাৰ জীৱনত চকু-কাণ মুদি চামিল হৈ যাব লাগিছিল নেকি? তেতিয়া মই ভাল ছোৱালী হ'লোঁহেঁতেন তহঁতৰ বাবে?

ঃ বৰ্ষা, এইবোৰ লৈ তৰ্ক কৰিবলৈ আমি অহা নাই। তই ঘৰলৈ ব'ল, তাত কথা হ'ব।

ঃ কি কথা হ'ব? সকলোৱে প্ৰশ্ন কৰিব, ইমান দিন ক'ত আছিলা? ফুচ্ফুচ্ আলোচনা হ'ব, কাৰোবাৰ সৈতে পলাই গৈছিল। এই অশ্লীল, দমবন্ধ পৰিৱেশৰ মাজলৈ উভতি নাযাওঁ।

ঃ সেইবোৰ একো নহয়, সব ঠিক হৈ যাব সময়ত। ইয়াত তই বৰ কষ্টত আছ, আমি দেখিয়ে বুজিছোঁ বৰ্ষা। তই ক'লা পৰিলি।

ঃ ৰন্টু, বিজু মোৰ খুব ভাল লাগিল তহঁতক দেখি। মই শেষ কথা তহঁতক কওঁ, মই ঘৰ ত্যাগ কৰিলোঁ। মোৰ ঘৰৰ পৰিধি বহুত ডাঙৰ, তহঁতে তেনে ঘৰ কল্পনা কৰিব নোৱাৰ। আছিল, তেজ-মঙহৰ সম্পৰ্কৰ কথা। সম্পৰ্ক কেৱল বায়লজিকেল ফেক্টৰ নহয়, মানুহৰ সম্পৰ্ক হৃদয়েৰে হয়, আপোনা-আপুনি হোৱা সম্পৰ্ক আৰু মই বিশ্বাস নকৰোঁ। সম্পৰ্ক এতিয়া গঢ়াতহে মই বিশ্বাসী। এই ঘৰটোত আমি নানা ভাষাৰ, নানা ধৰ্মৰ, নানা ৰাজ্যৰপৰা অহা মানুহ কেইটামান থাকোঁ। কিন্তু আমাৰ মাজত সম্পৰ্ক লৈ কোনো সংঘাত নাই। আমাৰ উদ্দেশ্যবোৰ এক। সেইবাবেই প্ৰত্যেকেই প্ৰত্যেকক বুজি পাওঁ। আমি আমাৰ পৰিয়ালবোৰত কোনে কাক কিমান বুজি পাওঁ ৰন্টু! মোৰ বিশ্বাস হেৰাই গৈছে, বিশ্বাস শব্দটো প্ৰতিষ্ঠা কৰাৰ বাবেই আমি সেয়ে কাম কৰিছোঁ।

ঃ তই কোৱা কথাবোৰ একো বুজা নাই। কিন্তু তই জানি ভাল পাবি, ঘৰৰ সকলোৱে তোৰ বাবে এটা ভাল ল'ৰা চাইছে, এইবাৰ ঘৰৰ পছন্দ, তোৰো পছন্দ হ'ব। তই ঘৰখনক যি ধৰণে ভাবিছ, তেনে নহয়।

বৰ্ষাই এইবাৰ একো নামাতিলে। তাইৰ মুখমণ্ডল শান্ত আৰু গম্ভীৰ হৈ পৰিল। বৰ্ষাই ৰন্টুৰ চুলিত হাত ফুৰালে— ঘৰত গৈ ক'বিগৈ, মই মোৰ পৃথিৱী, মোৰ ৰাস্তা বিচাৰি লৈছোঁ। কেতিয়াবা সঁচাকৈয়ে ইচ্ছা হ'লে মই ঘৰ ওলামগৈ। জিৰাম খন্তেক। মৌ-মাখিৰ দৰেই আমাৰ কাম। ক'তো বন্দী মই হ'ব নোৱাৰোঁ'। বৰ্ষা এইবাৰ উঠিল। ভিতৰলৈ যোৱাৰ

আগভে ক'লে — 'ইয়াত থাকি একো কষ্ট নাপাবা। আমাৰ মানুহ সকলোৱে অতিথি শুশ্ৰূষা কৰে। কাইলৈ পুৱা বিল্লাৱে তহঁতক ষ্টেচনত থ'বগৈ। মোক লগ নাপাবি, মই পুৱা চাৰি বজাতে যাম। পুৱা পাঁচ বজাত, এখন মাত্ৰ বাছ যায়, সেইখন ধৰিব লাগিব। বৰ্ষা যোৱাৰ লগে লগে লক্ষণ আহি ৰন্টুহঁতক সুধিলে, 'নিশা ৰুটী খাব নে ভাত খাব?'

ঃ হা ৰুটী ভাত.... কিবা এটা খাবলৈ পালেই হ'ল। ৰন্টুৱে অন্যমনস্কভাৱে ক'লে।

ঃ ৰুটী, ভাত দুয়োটাই খাব, বৰ্ষা দিদিৰ গেষ্ট, দুখন তৰকাৰী বেছি ৰান্ধিছোঁ। — লক্ষণে ফূৰ্তিত ক'লে। ৰন্টুৱে অন্য প্ৰশ্ন এটাহে কৰিলে —

ঃ আমাৰ শোৱাৰ ব্যৱস্থা ক'ত হ'ব? ঘৰটোৰ আটাইবোৰ কোঠালি আমি চালোঁ, ক'তো বিছনা নাই, চকী-টেবুলৰ বাহিৰে....

লক্ষণে ৰন্টুৰ দুঃচিন্তা দেখি হাঁহি মাৰি ক'লে— 'সময়ত সকলো পাব, এতিয়াই যদি লাগে বিছনা পাতিম, ডানল'পিল দিব নোৱাৰিম, টান বিছনাত শোৱাৰ কষ্ট কিন্তু পাব। ৰন্টু আচৰিত হ'ল। 'বৰ্ষাৰ বিছনাখনৰ প্ৰতিয়েই আটাইতকৈ আকৰ্ষণ আছিল। তাইৰ বিছনাখন ইমান আৰামদায়ককৈ ৰাখিছিল যে কাকো বিছনাখনত বহিবলৈও নিদিছিল। বৰ্ষাই এই অভ্যাসবোৰ তৎক্ষণাত কেনেকৈ ত্যাগ কৰিলে বিজু!' — ৰন্টুৰ কথাত বিজুৱে একো নামাতিলে। সি তেতিয়াও চাৰিওফালে সবিস্ময়েৰে চাই আছিল। এই গাঁও, এই পৰিৱেশ, জীৱন ধাৰণ প্ৰণালী, সকলোৱেই— অপৰিচিত, অসমৰ কোনো অঞ্চলৰ সৈতে নিমিলে, বৰ্ষাই ক'ত মিল পালে? কি অটুট বিশ্বাসত তাই প্ৰান্তিকক ইয়াৰ পৰাই তৎক্ষণাত বিদায় দিলে! কি সুখৰ পাত্ৰ এই নিঃকিন ঘৰটোত লুকুৱাই থোৱা আছে যে বৰ্ষাই তাত মুখ দি দেশ, ঘৰ, পৰিয়াল বৰ্জন কৰিব পৰাকৈ শক্তিশালী হৈ উঠিল! এই প্ৰশ্নৰ উত্তৰ সি নাপালে। হয়তো কোনোদিনেই নোপোৱাকৈ থাকি যাব।

বৰ্ষা স্তব্ধ হৈ মাটিত বহি পৰিল খবৰটো শুনি। সুদামাই গাঁও সোমাওঁতেই খবৰটো দিলে। এনেয়ে ৰন্টুহঁতক লগ পোৱাৰ পিছৰেপৰা বৰ্ষাৰ মনটোত এক উদাসীনতাই আহি বাহ লৈছিল। পুৱাই সিহঁতক টোপনিৰপৰা জগাই, বৰ্ষাই বিদায় লৈ অহাৰপৰা নানা স্মৃতিয়ে আকৌ মনটোক অস্থিৰ কৰি তুলিছিল। কিন্তু এই ভয়ংকৰ খবৰটো পোৱাৰ পিছত বৰ্ষা পুনৰ নিজৰ পৃথিৱীলৈ ঘূৰি আহিল। বৰ্ষা এইবাৰ নদীৰ পাৰলৈ উৰ্ধশ্বাসে দৌৰিল। গোটেই গাঁওখন নিমাও-মাও। সকলো বোধহয় নদীৰ পাৰত আছেগৈ। 'ঘটনাটোৰ কিমান সময় হ'ল?'

ঃ বেছিপৰ হোৱা নাই। মোক জগৰামে খবৰ দিয়েই দৌৰিছে। মই তোমাক দূৰতে দেখি, খবৰ দিবলৈ আগবাঢ়ি গ'লোঁ। সম্পূৰ্ণ ঘটনা এতিয়াও নাজানো।

নদীৰ পাৰে পাৰে পশ্চিমমুৱা হৈ সিহঁতে দৌৰিলে। মানুহবোৰৰ চিঞৰ-বাখৰবোৰ দূৰৰপৰাই ভাহি আহিছে। জোপোহানি হাবিৰ পাৰত দলে দলে গাঁৱৰ মানুহৰ হেতা-ওপৰা। ভিৰ ঠেলি বৰ্ষা আগুৱাই গ'ল। দৃশ্যটো দেখি বৰ্ষা পাষাণ মূৰ্তিৰ দৰে থৰ লাগি ৰ'ল। মায়াই পাগলীৰ দৰে মূৰ, বুকু ভুকুৱাই চিঞৰিছে। পানী আৰু বোকাত নগ্ন হৈ উবুৰি খাই পৰি আছে এজনী কিশোৰীৰ মৃতদেহ। যোচেফ আৰু ৰাখীয়ে কাকো মৃতদেহৰ ওচৰলৈ যাবলৈ দিয়া নাই। পুলিচক খবৰ দিবলৈ সঞ্জীৱ নিজে গৈছে। কি এক বীভৎস দৃশ্য! বৰ্ষাই দেখিলে যোচেফে অস্থিৰ হৈ ইফালে-সিফালে কিবা চাই ফুৰিছে। বৰ্ষাক দেখি সি একেচোঁচাই তাইৰ দোপাট্টাখন টানি আনিলে আৰু পানী বোকাৰ মাজেৰে গৈ মৃতদেহটোৰ ওপৰত দোপাট্টাখন মেলি দিলে।

'তিত্‌লী বৰ লাজকুৰীয়া ছোৱালী আছিল—তাইক সেইবাবেই এনেকৈ হত্যা কৰা হ'ল' — নৈৰ গৰাত বৈ থকা বৰ্ষালৈ চাই যোচেফে ক'লে। যোচেফৰ চকুযোৰ ৰঙা, বহুদিন শুবলৈ-খাবলৈ নোপোৱা মানুহৰ দৰেই তাৰ মুখখন ৰুক্ষ, শুকান।

ঃ ঘটনাটো কেনেকৈ হ'ল, কোনে দেখিলে? — বৰ্ষাই উদ্বিগ্ন হৈ সুধিলে। ৰাখীয়েই মুখ খুলিলে —

ঃ কোনেও ভালকৈ নাজানে। তিত্‌লীৰ খুব পুৱাই উঠা অভ্যাস। তাই সদায় পুৱা চাৰিমান বজাত উঠে, নৈৰ পাৰত প্ৰাতঃকৃত্য কৰি গা ধুই, চোতাল-ঘৰ সাৰে। মায়াই কোৱামতে, নদীৰ এইটো পাৰলৈ তাই কাহানিও নাহে। সিহঁতৰ ঘৰৰপৰাই দেখি থকা দূৰত্বতহে থাকে। তিত্‌লী যিমান লাজকুৰীয়া সিমান ভয়াতুৰো। পুৱা উঠি তাই, সেয়ে ঘৰৰ মানুহ সাৰ নেপোৱালৈকে চোতালত ইটো সিটো কাম কৰি থাকে, কোনোবা এটা উঠিলেহে নদীৰ পাৰলৈ যায়। কিন্তু আজি সেয়া নহ'ল। প্ৰথমে কথাটো কোনেও ভবা নাছিল। হয়তো তিত্‌লী নৈলৈ কিবা কাৰণত মাত নলগোৱাকৈ গ'ল, ঘূৰি আহিব, এই ভাবতে বহু সময় গ'ল।

পিছে গাঁৱৰ বেছিভাগ মানুহেই নৈৰপৰা উভতি আহিল, কিন্তু তিত্‌লী নাহিল। এই কথা পলমকৈ বিচাৰ-খোচাৰ হ'ল। হুৱা-দুৱাও লাগিল। আমাক খবৰ দিয়া হ'ল। আমিও বহুত বিচাৰিলোঁ, শুংসূত্ৰ নাপালোঁ। চাৰে আঠমান বজাত নৈৰ পাৰৰপৰা মায়াৰ দেওৰেক লক্ষীপ্ৰসাদ দৌৰি আহিল। সিয়েই ক'লে, নৈৰ উত্তৰপিনে প্ৰায় এমাইল দূৰত এজনী ছোৱালী পানীত পৰি আছে। গাৰ কাপোৰ সম্পূৰ্ণ ফালি-ছিৰি পেলোৱাহৈছে—তাইক তিত্‌লী যেন লাগিছে। তিত্‌লী এই নিৰ্জন, কেতিয়াও নহা ঠাইখিনিলৈ কেনেকৈ আহিল, কোনেও বুজা নাই। মোৰ বোধেৰে ঘটনাটো পুৱা চাৰি-পাঁচ বজাৰ ঘটনা। খবৰ পাওঁতেই তিত্‌লীক মৰাৰো দুঘন্টামান হৈ গ'ল।

গোবৰ্ধন, ই গোবৰ্ধনে মোৰ ছোৱালী মাৰিলে.... মায়াই আকৌ ৰাউচি জুৰিলে। মানুহবোৰে মায়াক টানি নিলে, গৰাৰ ইটো পাৰলৈ। চাৰি-পাঁচজনী তিৰোতাই মায়াক শুৱাই শাৰীৰ আঁচলেৰে বিচিবলৈ লাগিল। তিত্‌লীৰ এই ভয়াবহ মৃত্যুৱে গাঁওবাসীৰ অন্তৰাত্মা কঁপাই গৈছে। তাই সকলোৰে বৰ মৰমৰ আছিল।

'মোৰ ভাব হয়, তিত্‌লীক অতি ঘনিষ্ঠ মানুহে প্ৰথমে মাতি নিছিল বৰ্ষা।' — ৰাখীয়ে সৰু সৰুকৈ ক'লে। বৰ্ষাই এটা হুমুনিয়াহ কাঢ়িলে। 'পুলিচ আহি কি পায়হি চোৱা যাওক।'

ঃ পুলিচে একো নকৰে, খাটাং কথা। — বৰ্ষাৰ কথাত ৰাখীয়ে দৃঢ়ভাৱে ক'লে।

বৰ্ষাই একো নামাতিলে। তাই কেৱল যোচেফলৈ চালে। সি তিত্‌লীৰ দেহটোৰ যেন প্ৰধান ৰখীয়া, এনেভাৱেই পানী আৰু বোকাৰ মাজত, তিত্‌লীৰ একেবাৰে কাষত বহি আছে মৌন হৈ। বৰ্ষাৰ চকুৰপৰা পানী বাগৰিল। কি মৰ্মান্তিক মৃত্যু। এটা জীয়া পখিলাক পাখি ভাঙি মোহাৰি পেলোৱা হ'ল। পৃথিৱীৰ সবাতোকৈ শ্ৰেষ্ঠ সৌন্দৰ্যৰ কদৰ্য প্ৰকাশ এয়া, মানুহৰ ইমান ঘৃণনীয় আৰু কদৰ্য ৰূপ থাকেনে। এই বীভৎস তৃপ্তিত কাৰ কি লাভ হ'ল। বৰ্ষাই ৰাখীলৈ চালে। ৰাখী ভয়ানকভাৱে অস্থিৰ আৰু খঙাল হৈ উঠিছে। তাই কন্দা-কটা কৰি থকা মানুহবোৰক গালি-গালাজ পাৰিছে। গাঁওখনৰ সৈতে হোৱা আত্মীয়তাই ৰাখীক গালি পৰাৰো অধিকাৰ দিছে।

'পুলিচ পুলিচ' শব্দটো কোনোবাই উচ্চাৰণ কৰিলেহে, মানুহবোৰ গৈ বহু দূৰত ৰ'লগৈ। পুলিচলৈ বৰ ভয় সিহঁতৰ। গাঁৱৰ বহুতৰ ঘৰতে, অপৰাধী বিচাৰি মাজে মাজে পুলিচ আহি মাৰ-পিট কৰাটো সচৰাচৰ কথা। সঞ্জীৱে পুলিচক বাট দেখুৱাই আনিছে। গাঁৱৰপৰা দুমাইল আঁতৰত আউট প'ষ্ট। পুলিচ তাত দুজনমানহে থাকে। দুজন লাঠিধাৰী পুলিচেই এতিয়াও আহিছে। একমুহূৰ্তৰ বাবে সঞ্জীৱে বৰ্ষাৰ চকুলৈ চালে। তাৰপাছত সি পানীলৈ নামি গ'ল।

প্ৰাথমিকভাৱে ঠাইখিনি পৰীক্ষা কৰি এজন পুলিচে তিত্‌লীক ঘূৰাই ওপৰমুৱা কৰি দিলে। লগে লগেই বৰ্ষাই চকু ঢাকিলে। আতংকত মাইকী মানুহবোৰে কেকাঁই উঠিল। হাওঁ হাওঁকৈ কোনোবা এজনীয়ে চিঞৰিলে। সভয়ে এইবাৰ বৰ্ষাই চকু মেলিলে। প্ৰকৃতিয়ে তিত্‌লীক মৃত্যুৰ পিছতো লজ্জাৰপৰা ৰক্ষা কৰিছে। তিত্‌লীৰ সমগ্ৰ দেহত বোকাৰ প্ৰলেপ। উবুৰি হৈ থকা বাবে, বোকাৰ মাটিয়া আৰু কজলা প্ৰলেপে তিত্‌লীক আবুৰ কৰিছে, বৰ্ষাই কিছু স্বস্তিৰ নিশ্বাস পেলালে। জীৱনত প্ৰথমবাৰৰ বাবে বৰ্ষাই চকু মুদি ধন্যবাদ জনালে, কাক তাই ধন্যবাদ জনাইছে নাজানে, কিন্তু বৰ্ষাই মনে মনে ক'লে — 'ইয়াকেই বিচাৰিছিলোঁ, তিত্‌লীয়ে পৃথিৱীৰপৰাই বিদায় ল'ব পাৰে; সকলো যন্ত্ৰণা সহ্য কৰি, কিন্তু তাই নগ্নতাক সহ্য কৰিব নোৱাৰে। তোমাক ধন্যবাদ।

'পুলিচে এখন ঠেলাগাড়ী বিচাৰিলে। মৰণোত্তৰ পৰীক্ষালৈ তিত্‌লীক নিব লাগে। মৃতদেহৰ শৰীৰত ধৰ্ষণৰ চিন সুস্পষ্ট। — পুলিচে ৰায় দিলে। 'তেন্তে দোষী ধৰা পৰিবনে?' — সঞ্জীৱে সুধিলে।

ঃ ক'ব নোৱাৰি, বোকা-পানী আঁতৰাবলৈ ডেড়্‌বডী ধুব লাগিব, কিমান প্ৰমাণ ৰাখিব পাৰিম কোৱা টান।

ঃ বহু তৰ্ক-বিতৰ্কৰ মূৰত, সুদামাই নিজৰ গৰু-গাড়ীখনেৰে তিত্‌লীৰ মৃতদেহ নিবলৈ অনুমতি দিলে। তিত্‌লীক গাঁড়ীত তোলা মুহূৰ্ততে ভিৰৰ মাজৰপৰা হঠাতে এটা কণ্ঠস্বৰ শুনা গ'ল — 'এই বাহিৰৰ মানুহবোৰ অহা বাবেই গাঁৱত এনে ঘটনা হ'ল। পুলিচে কাকো এৰিব নালাগে'।

কোনে এই মাৰাত্মক কথাটো কৈছে, সেয়া চাবলৈ, সঞ্জীৱে মানুহৰ ভিৰলৈ চালে। ইটোৰে সিটোলৈ চালে। যোচেফে ক'লে — 'লক্ষ্মীপ্ৰসাদে কৈছে'। কথাটো কৈয়েই লক্ষ্মীপ্ৰসাদ মানুহৰ জুমটোৰপৰা ওলাই গ'ল। বৰ্ষাৰ হঠাতে লক্ষ্মীপ্ৰসাদৰ ওপৰত সন্দেহ ঘণীভূত হ'ল। মায়াই এবাৰ লক্ষ্মীপ্ৰসাদে মাটি-বাৰীলৈ সিহঁতৰ সৈতে কৰা কাজিয়াৰ কথা কৈছিল। মায়াৰ গিৰীয়েকক দুবাৰ সি কাটিব খোজা বুলিও কৈছিল। গোবৰ্ধনৰ লগ লাগি লক্ষ্মীপ্ৰসাদে এই

ঘটনাটো কৰাৰ এটা লক্ষ্য থাকিব পাৰে। তিত্‌লীক যদি এটা চিনাকি ঘনিষ্ঠ মানুহে মাতি নিয়া বুলি সন্দেহ কৰা হয়, তেন্তে সি লক্ষ্মীপ্ৰসাদো হ'ব পাৰে। 'হ'ব পাৰে', হ'ব পাৰে' বৰ্ষাই নিজেই ভোৰ্‌ভোৰালে। 'কি কৈছা?' — ৰাখীয়ে সুধিলে। 'নাই, বহু ভবা কথা ক'ব নোৱাৰি ৰাখী, আমি বৰ অনিশ্চয়তাত এতিয়া অপেক্ষা কৰিব লাগিব।' তিত্‌লীৰ মৃতদেহৰ সৈতে গৰু-গাড়ীত উঠি গ'ল যোচেফ মেক্‌ফাৰ্লিন, সুদামা আৰু তিত্‌লীৰ দেউতাক পৰমেশ। এজনী সদ্য গাভৰু জীয়েকৰ মৃতদেহ লৈ যোৱা পিতৃয়ে কিমান ধৈৰ্য ধৰিব পাৰে! পৰমেশক দেখি একো ঠাৱৰ কৰিব নোৱাৰিলে বৰ্ষাই। এটা মৃতদেহৰ দৰেই মূৰটো আৰু হাত-ভৰি তাৰ ওলমি গৈছে। শাৰীৰিক ক্ৰিয়া-প্ৰক্ৰিয়াৰে জীৱিত হৈ থাকিলেও, পৰমেশক বৰ্ষাৰ এটা মৃতদেহ যেনেই লাগিল।

শেষ নিশা তিত্‌লীৰ মৃতদেহ মেছুৰ পাৰত দাউ দাউকৈ জ্বলিছিল। গাঁৱৰ পুৰুষ মানুহবোৰৰ চকুবোৰ ৰঙা পৰি বাষ্পাকুল হৈ পৰিছিল। যোচেফে হুছেইনক তেনে সময়তে ক'লে — 'মোক এটা কাম কৰিবলৈ অনুমতি দিয়ক, মই আপোনাৰপৰা এই সহায় নাপালে বৰ কষ্ট পাম'। হুছেইনে আচৰিত হৈ যোচেফলৈ চাই সুধিলে।

ঃ প্ৰথমে কামটো কি, সেই কথা কোৱা!

ঃ মই ইয়াৰ পথাৰত পানী দিয়া জলসিঞ্চন আঁচনিটো পুনৰ কৰিম।

হুছেইনে কিছুপৰ মনে মনে থাকি সুধিলে—এই আঁচনিত বহুত টকা লাগিব, কেনেকৈ পাম? চৰকাৰী টকা নহ'লে কেনেকৈ সম্ভৱ হ'ব?

ঃ চৰকাৰী আঁচনিৰ বান্ধৰ অৱস্থা কি কৰিলে দেখিছে নহয়? ওচৰৰ বহু গাঁৱৰ পথাৰত চৰকাৰী এই আঁচনি সফল হৈছে বুলি মই জানো, চাই আহিছোঁ। কিন্তু এই গাঁৱত বৰ কঠিন কাম। ইয়াৰ মুখিয়াক কেন্দ্ৰ কৰি হোৱা অপৰাধ চক্ৰ বৰ শক্তিশালী। মই বৰ কম খৰচত এই কাম কৰিম। আপুনি দুটা ডিজেল পাম্পৰ খৰচ মোক দিলেই হ'ব।

ঃ কিন্তু বাকীবোৰ খৰচ কেনেকৈ গোটাবা যোচেফ! হুছেইনে এইবাৰ কিছু মনোযোগেৰেই কথাবোৰ শুনিবলৈ যোচেফক অলপ একাষৰীয়াকৈ লৈ গ'ল।

ঃ মই কাঠ-বাঁহৰ বাৰ্জ সাজিম। পাইপৰ সলনি নলা খান্দিম পথাৰলৈ। বালি-মাটি বুৰুজৰ ভেঁটা দি এটা ৰিজাৰ্ভাৰ সাজিম। গাঁৱত এখন সমবায় গঠন কৰি গাঁৱৰ মানুহক কামত লগাম। নিজে যেতিয়া উপকাৰ পাব, সকলোৱে নিজেই ইয়াৰ ৰক্ষণা-বেক্ষণ দিব। কিন্তু কামটো মই সফল কৰিমেই। মই ইয়াত থাকিবলৈ সিদ্ধান্ত লৈছোঁ।

হুছেইনে যোচেফলৈ চালে। যোচেফে ইয়াৰ আগতে কেতিয়াও অকলেই ইমান সাহস কৰি দেখুৱা নাছিল।

ঃ মায়াই সিদিনা, এই আঁচনিৰ পাম্প, পাইপ চুৰ হোৱাৰ কথা আৰু তিত্‌লীয়ে এইবোৰ জগদীশ চৰ্দাৰৰ গুদামত দেখাৰ কথা কোৱা মনত আছেনে? সেয়াই তিত্‌লীৰ মৃত্যুৰো ৰহস্য। এই কথাবোৰ ইয়াৰপৰাই সৰবৰাহ হৈছে। লক্ষ্মীপ্ৰসাদে গোবৰ্ধনে একেলগ হৈছে। পুলিচ আউট প'ষ্টৰ সকলো ইহঁতৰ বশ। কথাবোৰ জানিলেও একো বিচাৰ নহয়। তিত্‌লীক বোধহয় ডিঙি চেপি হত্যা কৰিলে সিঁহতে। ধৰ্ষণো কৰিছিল তাইক। ইমান লাজকুৰীয়া পখিলা আছিল তাই.... যোচেফৰ কণ্ঠস্বৰ ভাঙি গ'ল। সি এইবাৰ আকাশলৈ চালে। শেঁতা জোনটোৱে আকাশত বিদায়ৰ ৰং বোলাইছে। তিত্‌লীৰ চিতাৰ জুই নুমাও নুমাও। এই বিষণ্ণ প্ৰহৰক সহ্য কৰিব নোৱাৰিয়েই হুছেইনে ক'লে — 'মই যাওঁ যোচেফ। তোমাক মই কামটো কৰিবলৈ দিম। টকা-পইচাৰ যোগাৰৰ বাবে মোক এমাহ সময় দিয়া। হুছেইনে কালৈও নোচোৱাকৈ খৰ-খোজেৰে ৰুক্মিণীৰ ঘৰৰ ফালে গুচি গ'ল। যোচেফে চাৰ্টৰ ওপৰ জেপৰপৰা এটা পাখি উলিয়ালে। তিত্‌লীৰ দুষ্টামি ভৰা চকু দুটা তাৰ আকৌ মনত পৰি গ'ল। যোচেফে হঠাতে চিঞৰি ক'লে — 'এই কামটো তিত্‌লীৰ নামত কৰিম, তাই জীয়াই থাকিব ইয়াত'। হুছেইনে যোচেফৰ চিঞৰি কোৱা কথা কেইটাত এবাৰ উভতি চাই পুনৰ খোজ ল'লে। মায়াৰ ঘৰৰপৰা এতিয়াও কান্দোনৰ বিননি আহি আছে। উমি উমি আঙঠা হৈ জ্বলি থকা অৱশিষ্ট তিত্‌লীৰ চিতাৰ দৰে এই কান্দোন। নাৰায়ণো এনেকৈয়ে মৰিছিল। অপবাদ দিয়া হৈছিল কোনোবা অপদেৱতাক। মৃত্যু যে কিমান ভেশেৰে আহে! হুছেইনৰ এটা হুমুনিয়াহ নিগৰিল। আকাশলৈ চালে হুছেইনে। বতৰ ডাৱৰীয়া, কিন্‌কিন্‌কৈ বৰষুণ পৰিবলৈ ধৰিছে। তিত্‌লীৰ চিতাৰ কাষৰপৰা যোৱা মানুহবোৰে কৈ গৈছে—দেখিছা পুষ্পবৃষ্টি!

## আৰু এজাক বৰষুণৰ বাবে যাত্ৰা

বৰ্ষাৰ টোপনি ভঙাই নাছিল। হঠাৎ ৰাখীয়ে বৰ্ষাক হেঁচুকি ঘোষণা কৰিলে এক অবিশ্বাস্য সংবাদ। 'বৰ্ষা, তুমি

তোমাৰ ঘৰলৈ উভতি নাযাওঁ বুলিছিলা, কিন্তু তুমি যাবলৈ বাধ্য এতিয়া।'

বৰ্ষাই প্ৰথমে টোপনিৰ আবেশত একো ধৰিব নোৱাৰিলে ৰাখীৰ কথা। তাই অবাক হৈ চাৰিওফালে চালে। প্ৰথমে ৰুক্মিণীৰ ঘৰটোকে বুলি তাই ভাবিছিল। পিছে মনত পৰিল, কালি সিহঁত উভতি আহিছে তিলুৱাৰ কেম্পলৈ। ৰুক্মিণী আৰু মায়াক প্ৰজেক্টৰ সভাপতি-সম্পাদক কৰি শেখৰ হুছেইনে মেছুৰ ছমহীয়া প্ৰজেক্ট শেষ কৰিছে। যোচেফ, বিদ্যা, ৰাজীৱ মিশ্ৰৰ নতুন প্ৰজেক্ট আৰম্ভ হৈছে মেছুত। 'তিত্‌লী লিফ্‌ট ইৰিগেশ্যন'ৰ প্ৰাথমিক কাম যোচেফে আৰম্ভ কৰিছে। সিহঁত বহুদিনৰ মূৰত ঘূৰি আহিছে কেম্পলৈ। বহুদিনৰ মূৰত তাই পুৰণি বিছনাখনত শুইছে। বৰ্ষাই বহুপৰ দৰক লাগি ভবা-গুণা কৰি থকা দেখি ৰাখী হাঁহিত ফাটি পৰিল। 'বৰ্ষা, তোমাক ইমান দিন পালোঁ, কিন্তু এই দৃশ্য দেখা নাছিলোঁ। তুমি ক'ত আছা এতিয়াও ক'ব পৰা নাই নেকি?'

বৰ্ষাৰ সম্বিৎ ঘূৰি আহিল। আচলতে তাই বহুদিনৰ অৱসাদৰ পিছত বিশ্ৰাম লৈছে এই ঘৰত। বহুপৰলৈকে শুইছে তাই। লাজ পাই বৰ্ষাই ক'লে — 'জানো জানো, মই তিলুৱাৰ কেম্পত আছোঁ, পিছে তুমি কি কৈছিলা? কি ঘৰলৈ যোৱাৰ কথা কৈছিলা?'

ৰাখী এইবাৰ কাষ চাপি আহিল বৰ্ষাৰ। বৰ্ষা হুছেইন ব্ৰাডাৰক জানাই তুমি। কিমান ডাইনেমিক তেওঁ। হিউমেন ৰিচাৰ্চ চেন্টাৰে ইনছাইটৰ নামত এটা ফাণ্ড ৰিলিজ কৰিছে। উত্তৰ-পূৰ্বাঞ্চলত কাম কৰাৰ বাবে। হুছেইনে দল ঠিক কৰিলে। বৰ্ষা তুমি এইবাৰ লীডাৰ। আমি অসমলৈ যাম এইবাৰ। সঞ্জীৱ, তুমি, মই।

ঃ আৰু হুছেইন?

ঃ তেওঁ প্ৰথম আমাৰ সৈতে গৈ কিছুদিনৰ পিছত উভতি আহিব ইয়ালৈ। আমি কাম কৰিম তাত। তোমাক মূল ভৰসা কৰি লোৱা হৈছে।

উৎফুল্লিত ৰাখীৰ কথাত যতি পেলাই বৰ্ষাই নিৰুদ্বেগভাৱে সুধিলে — এই সিদ্ধান্তবোৰ কেতিয়া হ'ল?

ঃ কিয়, তোমাৰ ভাল লগা নাই? এইবোৰ কালি নিশাৰপৰা আলোচনা হৈছে, আজি পুৱা সিদ্ধান্ত হ'ল। তোমাক মই গোপনে খবৰটো আগতে দিলোঁ। ব্ৰেকফাষ্ট টেবুলত তোমাক হুছেইনে, সকলো ক'ব। এতিয়া ৰেডী হোৱা। — ৰাখী প্ৰায় দৌৰি ওলাই গ'ল কথাবোৰ কৈ। বৰ্ষাক কথাবোৰে অস্থিৰ কৰি তুলিলে। তাই নিজৰ ঠাইলৈ ঘূৰি যাবলৈ পাই বেয়া লগাৰ প্ৰশ্নই নুঠে। কিন্তু তথাপিও বৰ্ষাৰ বুকুত ওপঙি উঠিছে শূন্যতাৰে ভৰা এটা হ্ৰদ।

ইনছাইটে তাইক শিকাইছে ভৌগোলিক সীমা পাৰ হৈ মানুহক ভাল পাবলৈ। দুখ-যন্ত্ৰণা, প্ৰেম আৰু আনন্দৰ আখৰ আৰু ভাষা নাই। এই অনুভৱৰ অংশীদাৰ হৈ যিকোনো দেশত, যিকোনো মানুহৰ মাজত বিলীন হৈ যাব পাৰি। সকলো পাৰি — কিন্তু বৰ্ষা এবাৰলৈ থমকি ৰৈছে, পৃথিৱীৰ যিকোনো ঘৰ তাইৰ ঘৰ, কিন্তু অসম? বৰ্ষাৰ শৈশৱ, কৈশোৰ, যৌৱনৰ স্বপ্নেৰে বিজড়িত নিজৰ দেশখনলৈ যাবলৈ কিয় তাই উত্ৰাৱল হৈ উঠা নাই! প্ৰেম নিশ্চয় এনেকুৱাই। বিচ্ছেদৰ যন্ত্ৰণাই প্ৰেমক তীব্ৰ কৰে, এই তীব্ৰ আহ্বান বৰ অসহ্যকৰ, সেইবাবেই আতংকিত হৈ উঠিছে বৰ্ষা। কেনেকৈ তাই পাৰ হৈ যাব জখলাবন্ধাৰ তাইৰ ঘৰৰ কাষেৰে! শৈশৱ, যৌৱনৰ সুগন্ধৰে ভৰপূৰ তাইৰ দেশৰ বননিত কেনেকৈ উদাসীন হৈ খোজ পেলাব? বৰ্ষাই এইবাৰ সকলো অস্থিৰতা দূৰ কৰিবলৈ হাতত টাৱেল লৈ বাথৰুমত সোমাল। পানীৰ স্নিগ্ধ পৰশে হয়তো তাইৰ অস্থিৰতাক দূৰ কৰিব পাৰিব।

বৰ্ষা যেতিয়া ব্ৰেকফাষ্ট টেবুললৈ গ'ল, সকলোবোৰেই আলোচনাত মগ্ন। হুছেইনে বাওঁহাতত থকা জাহাজী কল এটা খাই এখন মানচিত্ৰ হাতেৰে ধৰি আছে। সঞ্জীৱ আৰু ৰাখীৰ চকু মানচিত্ৰত নিবদ্ধ। বৰ্ষাক দেখি হুছেইনে উৎফুল্লিত হৈ সুধিলে—বৰ্ষা মাজুলীলৈ যাবা?

ঃ মাজুলী!

ঃ অ' সৰ্ববৃহৎ নদীদ্বীপ মাজুলী। গৰ্বত চাগৈ ওফন্দি পৰিছা। পিছে তুমি এইবাৰ টিম চলাব লাগিব। মই মাজে-মাজেহে যাম।

বৰ্ষা নিমাতে বহি থকা দেখি হুছেইনে সুধিলে — 'কি হ'ল একো নক'লা যে!'

ঃ মই ইমান দায়িত্ব, মানে মোৰ ওপৰত ইমান বিশ্বাস....

ঃ ধেৎ, এইবোৰ দায়িত্ব, বিশ্বাসৰ কথা নহয়। তোমাৰ দেশত তুমি ৰজা — ছ'ৰি ৰাণী। ছিম্পল কথা তুমি তোমাৰ ভাষা-সংস্কৃতি সকলো জানা। হ'মৱৰ্ক কৰিব লাগিব ৰাখী আৰু সঞ্জীৱে। প্ৰচুৰ অধ্যয়ন কৰিব লাগিব, কাৰণ এওঁলোক দুয়ো অসম দেখা নাই। অসম কোনো ৰাজ্যৰ সৈতে

নিমিলে। ইয়াৰ কাঠামো, সংস্কৃতি, ভাষা সকলোতে স্বকীয়তা আছে। কথাবোৰ নাজানিলে এওঁলোক বিপদত পৰিব। মই যোৱা আঠমাহ ধৰি অসমৰ বিষয়ে পঢ়িছোঁ, কিন্তু মই এশভাগৰ দহ ভাগো জনা নাই।

ঃ তেন্তে এসপ্তাহ হ'মবৰ্কেৰে আমি কেনেকৈ জানিম? ৰাখীয়ে হুছেইনক তৎক্ষণাত সুধিলে।

ঃ বৰ্ষাই বুজাব, তদুপৰি, তাত প্ৰেক্‌টিকেল ফিল্ডত কাম কৰিলে সকলো নিজে বুজিবা। আমাক অলপ সহযোগ কৰিব, এমিনেষ্টি ইণ্টাৰনেচনেলৰ সহযোগী সংস্থা এটাই।

ঃ আপুনি অসমৰ মাজুলীক কিয় বাছিলে? — বৰ্ষাই এইবাৰ মুখ খুলিলে।

হুছেইনে বৰ্ষাৰ মুখলৈ চালে। নিৰুদ্বেগ, প্ৰতিক্ৰিয়াহীন।

ঃ আচৰিত প্ৰশ্ন কৰিছা বৰ্ষা। বানপানীত দিনে দিনে ক্ষয় যাব লাগিছে, পৃথিবীৰ এক অমূল্য সম্পত্তি। ১৮ শতিকাত ড° জন পিটাৰ ৱেড নামৰ চাহাব এজনে প্ৰথম মাজুলীৰ তথ্য দাঙি ধৰে, তাৰ পাছত ফ্ৰেন্সিছ হেমিল্টন, মিল্‌ছ আদি চাহাবসকলে মাজুলীৰ বিষয়ে নানা বিৱৰণ পোহৰলৈ আনে। পোন্ধৰটা সুবৃহৎ চাপৰিৰে সেইসময়ত মাজুলী আছিল আজিতকৈ বহুগুণে ডাঙৰ। সত্ৰ, বৈষ্ণৱ ধৰ্ম, সংস্কৃতি, জনজাতীয় বৈশিষ্ট্যৰে মাজুলীয়ে পৃথিবীৰ মানুহক আকৰ্ষণ কৰে। জানানে বৰ্হি বিশ্বৰপৰা দূৰত, প্ৰকৃতিৰ নিৰ্মল পৰশত থকা এই মাজুলীৰ বৌদ্ধিক যাত্ৰা কিন্তু অসমৰ বহু চহৰতকৈ আগবঢ়া। প্ৰথম অসমীয়া বাতৰি কাকত 'অৰুণোদয়' মিশ্যনেৰীয়েই প্ৰকাশ কৰাৰ পিছতেই 'আসাম বিলাসিনী' প্ৰকাশ পাইছিল মাজুলীৰপৰা। যিমানে মাজুলীৰ বিষয়ে মই পঢ়িছোঁ, সিমানে মাজুলীৰ প্ৰেমত মই বলিয়া হৈ গৈছোঁ। কোৱাচোন বৰ্ষা মাজুলীৰ একমাত্ৰ নদীখনৰ নাম কি?

বৰ্ষা থত্‌মত খালে। 'ব্ৰহ্মপুত্ৰ....' নাম লৈও বৰ্ষাই জিভা কামুৰিলে।

ঃ তুমি মাজুলীলৈ যোৱা নাই বৰ্ষা!

অস্বস্তিৰে তলমূৰ কৰি বৰ্ষাই উত্তৰ দিলে — 'নাই যোৱা। অসমৰ হ'লেও, অসমখনৰ সকলো ঠাইলৈ যোৱা হোৱা নাই'।

ঃ স্কুলৰ এক্সকাৰ্ছনতো নাই যোৱা। — বৰ্ষাই মূৰ জোকাৰিলে 'নাই যোৱা'। তাই হুছেইনৰ প্ৰশ্নবোৰত যথেষ্ট লাজ পাইছিল।

ঃ ঠিক আছে, এইবাৰ যাবা। মাজুলীৰ মাজেৰে বৈ গৈছে একমাত্ৰ নৈ— টুনী নৈ। টুনী—এটা যেন সুন্দৰ কবিতা। মই কেতিয়াও দেখা নাই, কিন্তু মোৰ ইচ্ছা হৈছে, প'ল গ'গাই টাহিটী দ্বীপত স্ব-নিৰ্বাসন দি, কেৱল ছবি আঁকাৰ দৰে, চিৰজীৱনলৈ মই এই দ্বীপলৈ গুচি যাম। টুনী নৈৰ পাৰত মই থাকিম। মাজুলীক লৈ মই মোৰ সপোনৰ সকলো ছবি আঁকিম, সকলো স্বপ্ন পূৰ্ণ হ'ব মোৰ সেই দ্বীপটোত। বৰ সংগ্ৰাম কৰে তাত মানুহে, বন্যাৰ প্ৰলয়ৰ সৈতে। অৰ্থনীতি ভাঙি গৈছে। দৰিদ্ৰ জনসাধাৰণ, কিন্তু সুন্দৰৰ সাধক তেওঁলোক। এই ধুনীয়া দ্বীপটোত এতিয়া শান্তি নোহোৱা হৈছে।

ঃ আপুনি আমাৰ সৈতে সদায় তাত থাকক। — হঠাতে ৰাখীয়ে কৈ উঠিল।

ঃ মই সদায় থাকিব নোৱাৰোঁ বাবেইতো তোমালোকক পঠাইছোঁ। তোমালোকৰ মাজেৰে মই মাজুলীক ভাল পাম।

ঃ মই নিজে বৰ লাজ পাইছোঁ, মই মাজুলীক ভাল পাবলৈ আপোনাৰ সমান মাজুলীক জনাই নাছিলোঁ। — বৰ্ষাৰ কথাত হুছেইনে ধেমালি কৰিলে — 'ঘৰ কা মুৰ্গী — তুমি কেনেকৈ ভাল পাবা? মই তোমালোকৰ সৈতে প্ৰথম মাজুলীলৈ যাম। বিশ্বাস কৰা অচিন প্ৰেমিকক দেখা কৰিবলৈ যোৱাৰ দৰে, আজি কেবাদিনৰপৰা মোৰ অন্তৰ থৌকি-বাথৌ। মই তোমালোকৰ সৈতে যাম ঠিকেই, কিন্তু উভতি আহিব পাৰোঁনে নাই নাজানো। মোৰ ভয় হয়, মাজুলীয়ে বন্দী কৰি থ'ব নেকি, মোৰ দৰে বনৰীয়া চৰাইক।'

শেখৰ হুছেইনক ইমান কাব্যিক আৰু ইমান উৎফুল্লিত কেতিয়াও কোনেও দেখা নাছিল। সকলোৱে তেওঁৰ আনন্দধ্বনিক উপভোগ কৰিলে। সদাগম্ভীৰ, কেতিয়াবা উদাস, নিৰ্জনতাপ্ৰিয় এই ৰহস্যময় মানুহজন আজি মাজুলীৰ নামত এটি সৰল কিশোৰলৈ ৰূপান্তৰিত হৈছে, ইনছাইটৰ সকলো সদস্যৰ বাবেই স্মৰণীয় মুহূৰ্ত। সঞ্জীৱ অকমান আগবাঢ়ি আহি বৰ্ষাৰ ওচৰ চাপিল। তাইৰ বাওঁহাতখন সঞ্জীৱে সকলোৰে অলক্ষিতে সি হাতৰ মুঠিত সুমুৱাই ল'লে। সঞ্জীৱক বৰ মাৰ্জিত আৰু নিয়ন্ত্ৰিত বুলি সকলোৱেই জানে। বৰ্ষাই প্ৰথমবাৰৰ আবেগ বিহ্বল সঞ্জীৱক নিবিড়ভাৱে পোৱাৰ পিছতো, বহু মেঘালী সন্ধ্যা, ৰৌদ্ৰোজ্জ্বল দুপৰ, মায়াবী জোনাক নিশা সঞ্জীৱক পাইছে কাষত। কিন্তু বৰ্ষাই বিচৰা সত্ত্বেও সঞ্জীৱ বৰ নিষ্ঠুৰভাৱে মাৰ্জিত। সকলো বুজিও যেন নুবুজে, ওচৰত থাকিও বহু দূৰৈত। বৰ্ষাৰ অভিমান

হ'লেও, বৰ্ষাই প্ৰকাশ নকৰে। বৰ্ষাইও নিজক নিয়ন্ত্ৰণ কৰাৰ অভ্যাস শিকিছে। কিন্তু হঠাৎ সঞ্জীৱে এইদৰে বৰ্ষাৰ হাতখন চেপি ধৰাত তাইৰ নিশ্বাস-প্ৰশ্বাস প্ৰায় বন্ধ হ'বৰ উপক্ৰম হ'ল। হাতৰ আঙুলিৰ এই স্পৰ্শই, বৰ্ষাক যেন প্ৰকাশ্যে সঞ্জীৱে সজোৰে অলিংগন কৰিছে। বৰ্ষা প্ৰায় নাৰ্ভাছ হৈ পৰিল। সঞ্জীৱে তাইৰ কাণৰ কাষত ফুচ্‌-ফুচাই ক'লে — 'তোমাক অকলে মাজুলীলৈ পলুৱাই নিবৰ মন গৈছে, তুমি ভাল ছোৱালী নহয়, মোক অন্ততঃ ছোৱালীয়ে দুৰ্বল কৰিব নোৱাৰে বুলিয়েই অহংকাৰ আছিল, তুমি ভাঙি দিলা। সঞ্জীৱ পুনৰ বৰ্ষাৰ ওচৰৰপৰা আঁতৰি গ'ল। বৰ্ষাৰ বুকুত থৈ গ'ল কিছু শব্দৰ কম্পন, ধমনীত উত্তাপ আৰু মনত অস্থিৰ আনন্দৰ চাকনৈয়া। যি চাকনৈয়াই কেৱল লৈ যায় গভীৰৰ পৰা গভীৰতম স্থললৈ, ওলাই অহাৰ সকলো বাট বন্ধ কৰি।

## চতুৰ্থ বৰষুণ জাক

ধনীৰামে অমূৰ্তক খং এটা মূৰত লৈ বাঁহ এজোপা দাৰে ঘপিয়াই আছিল। এবিঘামান মাটিত সি আলু পুতিছিল। ঠন ধৰি সেউজীয়া কোঁহপাত ফুটিছিলহে, সদাৰামৰ দাংকাটি গৰুজনীয়ে জেওৰা ভাঙি দকচি আলুৰ পুলিবোৰ দংশি নিলে। ধনীৰামে পথাৰৰপৰা আহিয়েই এই দৃশ্য দেখি ঘৈণীয়েকলৈ চোঁচা ল'লে। ঘৈণীয়েক এখন্তেকৰ বাবে চোতালে-বাৰীয়ে লগা, বৰজনাক দেহিৰামৰ ঘৰলৈ গৈছিল। ছপোণ তামোলৰ এপোণ লৈ যাবলৈ ডাই-বোৱাৰীয়েকক আগদিনাই বৰজনাকে ৰান্ধনি ঘৰৰ কাষেৰে যাওঁতে, ৰিঙিয়াই কৈ গৈছিল। অকণমান আজৰি পাই ধনীৰামৰ ঘৈণীয়েক কেৰু গৈ বৰজনাৰ পিৰালি গচকিছিলহে, 'কেৰু মৰতী, হতচিৰিজাতী' বুলি ধনীৰামে ভঙা জেওৰা খৰি এডাল লৈ ককায়েকৰ চোতাল পালেগৈ। কোনেও একো তলকিব নোৱাৰোঁতেই; ধনীৰামে কেৰুক চোঁচৰাই, মচি-কাচি পকী যেন কৰি থোৱা চোতালত পেলাই, জেওৰা খৰিৰে কোবাবলৈ ধৰিলে। কাণ্ড দেখি দেহিৰামৰ ঘৈণীয়েক টেপী আহি কেৰুক সাবটি ধৰি দেওৰেকক গালি-শপনি পাৰি কোনোমতে আঁতৰালে। কেৰুৰ পিঠিত জেওৰাৰে পূৰ্ণ দুটা কোব পৰা বাবে তাই কেঁকাই, পিঠিটো ভেমেচীয়া কৰি মাটিত বাগৰি আছিল। দেহিৰামৰ গাভৰু জীয়েক স্বপ্নাই এই দৃশ্য সহ্য কৰিব নোৱাৰি খুৰীয়েকক দাঙি ধৰি ভিতৰলৈ খোজ কঢ়াই নিলে। তেতিয়াহে নবৌয়েক টেপীয়ে দেখিলে, শাৰী-শাৰীকৈ পুৰিবলৈ সাজি থোৱা কলহ আৰু সানেকীবোৰ ধনীৰামে ঘৈণীয়েকৰ সৈতে হোৱা দবৰা-দবৰিত ভাঙি গুড়ি কৰিলে। টেপীয়েও এইবাৰ ৰণচণ্ডীৰ ৰূপ ধৰি ক'লে — 'কুকুৰ, উৰহৰ খং ভগা ঢাৰিত সাৰি, ঘৈণীয়েকক মৰিয়াই বৰমতা যে দেখুৱাইছ, এইসোপা এতিয়া কোনে সাজি দিব? নিজে এই বৃত্তি এৰি সৰ্বানন্দৰ আধিয়াৰ হ'বলৈ গ'লি, কুলক্ষিণী ঘৰলৈ মাতিলি, এতিয়া ককায়েৰে উপজি পুৱাৰেপৰা সাজি থৈ যোৱা মাটি কলহ, সানেকীবোৰ ভাঙিলি, ককায়েৰে আহি তোৰ পিঠি আজি ছিৰিলা-ছিৰিল কৰিব'।

ধনীৰামৰ তেতিয়াহে সম্বিৎ ঘূৰি আহিল। সি চাৰিওফালে চালে। প্ৰায় সাতোটামান কলহ আৰু ছখনমান সানেকী ভাগিল। যদি এয়া অৰ্ডাৰী মাল আছিল, ককায়েকে আহি তাক শুদাই নেৰে। এই বৃত্তি এৰাৰ বাবেই যোৱা বানৰ পিছতে ভায়েক-ককায়েকৰ ঘৰ ভগা-ভগি হৈ গৈছে। ককায়েক দেহিৰাম একা-চেকা। ঘৰৰ-পৰৰ কাকো শুদাই নেৰে। সত্যত চলা চিধা মানুহ। এবাৰ কাষৰে কলীয়াৰ পুতেক চন্দ্ৰই মিচিং ছোৱালী আনি ঘৰ সুমুওৱাৰ দোষত, ৰাইজে দণ্ড নিদিয়া পৰ্যন্ত এঘৰীয়া কৰিছিল কলীয়াৰ ঘৰক। সেইসময়ত দেহিৰামে কাকো পৰোৱাই নকৰি কলীয়াৰ ঘৰলৈ গৈছিল। 'চন্দ্ৰই মিচিং ছোৱালীজনী ভাল পাই সমাজৰ ভয়ত এৰি দিয়া হ'লেহে, মই তোৰ ঘৰত ভৰি নিদিলোঁহেঁতেন' — বুলি দেহিৰামে সকলোৰে শুনাকৈ কৈছিল। এই লৈ দেহিৰামকো সমাজে দণ্ড দিবলৈ কৈছিল। কিন্তু দেহিৰামে 'দৰকাৰ পৰিলে অকলে থাকিম' বুলি যেতিয়া এমাহ থাকি দেখুৱালে। তেতিয়াই সকলো কথাৰ ওৰ পৰিল। ধনীৰামে সঁচাকৈয়ে ভয় খালে। সি চুচুক-চামাককৈ ঘৰলৈ গ'ল। তাৰ বাৰীৰ জাতি বাঁহ কেইজোপা আপৈতা হৈ আছে। কিন্তু সেইবুলি সি আজি ককায়েকৰ ফালৰ পৈণত বাঁহ এটা খুজিব আগৰদৰে নোৱাৰে। ইফালে জেওৰা নাবাটিলে বাকী থকা আলু পুলিবোৰ গৰুৱে খাই তহিলং কৰিব। কেৰুৱেনো কি কৰিব? তাই বৰজনাকৰ ঘৰৰফালে যাওঁতেই চাগে গৰুজনীয়ে জেওৰা ভাঙিলে। সদাৰামৰ সেইজনী গৰুক মজবুত জেওৰা এখন ভাঙিবলৈ দুই দণ্ডও সময় নালাগে। তাই যিফালেই যায়, সেইফালেই গাঁৱৰ সকলো মানুহ সাৱধান হয়। সদাৰামে গোচৰৰ উপৰি গোচৰ পালেও, গৰুজনীক পঘা নলগায়। তাইৰ সমান লক্ষী

গৰু সদাৰামৰ হেনো কেতিয়াও নাছিল। তিনিজনী চেউৰীক তাই জন্ম দিছে। এইবেলি সি দমৰা এটা কামনা কৰা মতেই পাইছে। চাৰিটাকৈ পোৱালি দিয়াৰ পিছতো গৰুজনীয়ে তাক দিনে প্ৰায় তিনিপোৱা গাখীৰ দিয়ে। সদাৰামৰ মতে, গৰুজনীক সি স্বাধীনচিতীয়াকৈ ৰাখিছে বাবেই তাই সদাৰামৰ প্ৰতি প্ৰসন্ন। গৃহস্থৰ গোহালি শুৱনি মানেই গৃহস্থীৰ শ্ৰীবৃদ্ধি। কথাবোৰ ভাবি ধনীৰামৰ মূৰটো খণ্ডত পুনৰ উতলিবলৈ ধৰিলে। তাৰহে শ্ৰীবৃদ্ধি নহ'ল। প্ৰতিটো বানত তাৰ ভাগৰ মাটি লুইতৰ বুকুত জাঁহ গৈছে। নৈখনে তাক পোনাই যেন খেদি ফুৰিছে, আজিকালি তেনে যেনেই লগা হৈছে তাৰ। মাত্ৰ ডেৰবিঘা মাটিত থকা বাৰীখন। তাকো অকণ অকণকৈ খহাই নিছে বানে। গোসাঁইৰ শৰণ লোৱাৰ দিনাৰেপৰা, সি নিয়মিতভাৱে ভকতিৰেই জীৱন পাৰ কৰিছে। কেৱল সি ককায়েকৰ পছন্দ মতেই বিয়া কৰাইছে। কিন্তু এটা কথাতেই ককায়েকে তাক যোৱাবছৰৰপৰাই দেখিব নোৱাৰা হ'ল। শালমৰা কুমাৰ গাঁওখন মাটিৰ বাচন-বৰ্তনৰ বাবে কৌটিকালৰপৰাই বিখ্যাত। তাহাঁত পূৰ্বতে ৰজাভগীয়া কুমাৰ আছিল যদিও কালক্ৰমত সত্ৰীয়া হ'ল। মাটিৰ চৰু, নদীয়া, সুতুলি, পুতলা আদি নিৰ্মাণত শালমৰা আৰু চিনাতলীৰ সমান কোনো নাই। চিনাতলী সি কেঁচুৱা থাকোঁতেই লুইতত জাহ গ'ল। সিহঁত উঠি আহিল শালমৰালৈ। ধনীৰামেও ককাকৰ দিনৰপৰাই বংশানুক্ৰমে এই বৃত্তিকে দেখি আহিছে। চোতালত আলতীয়া মাটিৰ লডা, খেৰৰ জুমুঠি আৰু পাঘালি দেখিয়েই সিহঁত অভ্যস্ত। ধনীৰামে নিজেও মাটিৰ বাচন, পুতলা সাজি বিক্ৰী কৰিছিল। কিছু বছৰৰ আগতে উজনিলৈ নাৱত মাটিৰ বাচন লৈ বিক্ৰীৰ বাবে নিওঁতে, কাৰেং চাপৰিত ডকাইতে সিহঁতক আক্ৰমণ কৰি ভিক্ষাৰী কৰি পঠাইছিল। কিন্তু দেহিৰামে পুনৰ বুকু ডাঠ কৰি মাটিৰ বাচন সাজিবলৈ ল'লে। কিন্তু সেই একে বছৰতে দুবাৰ বান আহি পৰিয়ালটোক থেকেচি পেলালে। নাৱত বোজাই কৰি পানীতে তিনিমাহ সিহঁত থাকিল। মাটিৰ বাচনবোৰৰ দৰ মানুহে আগৰ দৰে নকৰা বাবে এই জীৱিকাত তিষ্ঠি থাকিব নোৱাৰা হৈ আহিল সিহঁত। ঘৰে ঘৰে প্লাষ্টিকৰ বাচন-বৰ্তন ভৰি পৰিছেহি। তাৰোপৰি ঘনাই বানপানীৰ বাবেই হ'বলা, মাটিৰ বাচনবোৰৰ আগৰ দৰে গুণমান নেহোৱা হৈছে। আগৰ শালমৰা, চিনাতলী কুমাৰ গাঁৱৰ নদীয়াখন দলিয়াই দিলেও নাভাগে বুলি যি সদনাম আছিল, আজি-কালি সেই ফুটনি কমি আহিছে। এইবোৰ দেখিয়েই ধনীৰামে ককায়েক দেহিৰামক কৈছিল 'আৰু মাটিৰ বাচনৰ কাম নকৰোঁ — মই বেলেগ কিবা কৰিম। প্লাষ্টিকৰ হৰেক-মাল আজি মাজুলীৰ প্ৰত্যেক ঘৰৰ, চ'ৰা ঘৰৰপৰা ৰান্ধনি ঘৰ দখল কৰিলেহি। আজি-কালি চৰু, নদীয়া, টেকেলিত মানুহে চিৰা, পিঠা একো নথয়। প্লাষ্টিকৰ সাঁফৰ থকা ৰঙা-নীলা বাচনতহে সকলো থয়। এনে দিনত, সি মূৰ্খ নহয় যে মানুহে কিনিব বুলি টেকেলি, চৰুবোৰ সাজি থাকিব। কথাবোৰ ককায়েকক সি ক'বলৈহে পালে, ককায়েক খণ্ডত তিণ্ডিৰি-তুলা হ'ল। সাতাম-পুৰুষৰ বৃত্তিটোক; একেদিনাই ৰঙা-নীলা প্লাষ্টিকৰ বাচনৰ সৈতে তুলনা কৰি, তাচ্ছিল্য কৰিবলৈ ক'ত সাহস পালি বুলি ককায়েকে ধনীৰামক এচৰ দিলে। ধনীৰামেও নসহিলে। সি ফেপেৰি পাতি ক'লে তাক মাটি ভাগ কৰি দিয়ক। ককায়েকৰ সৈতে আৰু নাথাকে। ধনীৰামে বিয়া কৰোৱাৰ ছমাহ হৈছিলহে, বাৰী ভাগ হৈ গ'ল একেদিনাই। তথাপিও খং শাম কাটিলত, ককায়েকেই চাই-চিতি নিজৰ বাৰীৰ বাঁহেৰেই ধনীৰামৰ ঘৰ সাজি দিলে। কাঁহৰ বাতি-কাঁহী, ঘটি-লোটা, পীৰালৈকে সমভাগ কৰাৰ উপৰিও ওপৰঞ্চি ভাই-বোৱাৰীয়েক কেৱল তাঁতশালখন দি দিলে। কেৱল শান্ত স্বভাৱটোৰে দেহিৰামক আৰু ঘৈণীয়েক টেপীক কোনো দিনে অশান্তিত পেলোৱানাছিল। সেইবাবেই ধনীৰামৰ উখৰা স্বভাৱ হোৱা সত্বেও, কেৱল বাবেই দুয়োখন ঘৰৰ বাৰী বেলেগ হ'লেও, পেটে পেটে মৰম-চেনেহবোৰ থাকি গ'ল।

ধনীৰামে অস্থিৰ হৈ পুৰণি কথাবোৰ মূৰতে পাগুলি; কি কৰিব ভাবি উৱাদিহ পোৱা নাছিল। কেৱল সেইদৰে মাৰ-ধৰ কৰিও এতিয়া সি লাজ-বেজাৰ দুয়োটাই পাইছে। বেচেৰীয়ে তাক বৰ সমীহ কৰি চলে। ককায়েক দেহিৰামে কেৱল সি মৰিয়াইছে বুলি শুনিলেও শুদাই নেৰিব। আচলতে তাৰ দিন-কাল বৰ বেয়া চলিছে। দুবছৰৰ আগতে সৰিয়হৰপৰাই সি যথেষ্ট উপাৰ্জন কৰিছিল। ককায়েকৰপৰা সি আটাইতকৈ পলসুৱা মাটি কেইডোখৰেই লৈছিল। কিন্তু সি কেনেকৈ জানিব যে সৰিয়হেৰে নদন-বদন হোৱা তলীখন বুৰাবলৈকে নদীখন উত্তৰমুৱা হৈ সোমাই আহিব? যোৱা বানত নদীখন তাৰ সৰিয়হৰ তলীৰ ফালে ঘূৰিল আৰু ওলাই নগ'ল। তাৰ প্ৰকাণ্ড সেই সৰিয়হ তলীতে পকনীয়াটোৰ সৃষ্টি হৈ আৰু নুগুকাল। সৰ্বানন্দৰ ঘৰত আধিয়াৰ হ'বলৈ সি ফুৰ্তিত গৈছে নেকি? আজি তাক টকা দুটামান বৰ দৰকাৰ। সংসাৰৰ তেল-নিমখৰ খৰচেই সি কুলাব নোৱাৰা হৈছে।

পাঁচকুৰিমান টকা, পাব লগাখপৰাই সি আনিবলৈ সৰ্বানন্দৰ ঘৰলৈ গৈছিল। সৰ্বানন্দই তাক ধনাই পইচা খুজিলে আৰু আহিবই নালাগে বুলি সকীয়াই দিলে। গাঁৱত তাৰ দৰে অভাৱী মানুহ দিনে দিনে বাঢ়িছে। সি কাম নকৰিলেই আন দুটা আগবাঢ়ি আহিব। যি সৰ্বানন্দই দুবছৰ আগলৈকে তাক সম্ভ্ৰমেৰে মাত-বোল কৰিছিল, আজি তাক ভাংকুটা মাৰি হেন দেখিছে। এই খণ্ডতে ঘৰলৈ উভতি আহিল। কিন্তু ঘৰত জেওৰা ভাঙি গৰুৱে আলু খোৱাৰ দৃশ্য দেখি খণ্ডত বেহুচ হোৱাদি হ'ল। এতিয়া সি জেওৰাৰ বাবে বাঁহ এটা খোজে কাক? তাৰ অৱস্থা ইমানেই শোচনীয় যে সি এডাল পৈণত জাতিবাঁহৰো গৰাকী আজি নহয়। খং আৰু বেজাৰত ম্ৰিয়মান হৈ ধনীৰামে কুমলীয়া বাঁহ দুজোপাতে দাৰে ঘঁপিয়াবলৈ লাগিল। 'চালা কুকুৰধুলি ধনীৰাম, তোৰ নাম আকৌ ধনী। কণাৰ নাম পদ্মলোচন! তিৰীয়ে বোলে লাকটৰ পৈ, গএঃাই বোলে পৈৰ নাৱত নাই চৈ, মোৰ কঁপাল এয়া....' ধনীয়ে অবাইছ দুটামান লগতে চিঞৰি মাতি সৰ্বশক্তিৰে বাঁহ দুজোপাত আৰু দুঘাপ মাৰিলে। থৰথৰকৈ বাঁহৰ ছিৰিলি পাতবোৰ কঁপিল। 'আওঁ দাখনৰো ধাৰ নাই, কুমলীয়া বাঁহ কাটিবলৈও ইয়াৰ শক্তি নাই, কেলেই এনেকুৱা দা' বুলি আধা কটা বাঁহ দুজোপা এৰি, ধনীয়ে পুখৰীৰ ফাললৈ দাখন দলি মাৰি দিলে। এনে মুহূৰ্ততে তাক অবাক কৰি অচিনাকি মানুহৰ দল এটা নঙলা খুলি তাৰ ঘৰলৈ সোমাই আহিল। ধনীৰাম সেইফালেদি থৰ লাগিল। সি পিন্ধি থকা মলিয়ন চুৰিয়াখন এনেয়ে এবাৰ চুই, ডাঁৰত মেলি থোৱা গামোচাখনকে উদং গাটোত পেলাই সবিস্ময়েৰে দলটোৰ ফালে চালে। বেশ-ভূষাবোৰ পৰিচিত নহয়। পুৰুষ-মহিলাৰ দল এটা। তাৰে এজনীয়ে মেখেলা-চাদৰ পিন্ধা দেখি ধনীয়ে অলপ স্বস্তিৰ নিশ্বাস পেলালে। মেখেলা-চাদৰ পিন্ধা ছোৱালীজনীয়েই প্ৰথম নমস্কাৰ এটা জনাই ক'লে— 'ককাইদেউ নমস্কাৰ। মোৰ নাম বৰ্ষা। জখলাবন্ধাৰ ফালে ঘৰ। এইখন শালমৰা নহয় জানো?' প্ৰতি নমস্কাৰ এটা জনাই ধনীৰামে সভয়ে ক'লে—

ঃ হয়।

ঃ ককাইদেউ, এয়া যে দেখিছে, এওঁলোক বৰ শিক্ষিত আৰু ভাল মানুহ। গাঁৱৰ দুখ-সংকটতপৰা মানুহবোৰৰ সৈতে লগ লাগি কিবা উপায় চিন্তা কৰি গাঁৱৰ মানুহৰ উন্নতি সধাৰ চেষ্টা এওঁলোকে কৰে। অসমৰ বাহিৰৰ মানুহ, কিন্তু অসমীয়া শিকি আছে। এওঁলোক মাজুলীলৈ আহিছে, এই দলৰেময়ো সদস্য। ককাইদেউ বেয়া নাপাই যদি আপোনাৰ কামৰ ঘৰৰ সৈতেও আমাক চিনাকি কৰি দিব নেকি? আমাৰ বহুত কথা আপোনালোকক ক'বলৈ আছে।....

ক'ৰপৰা যে কি হৈ যায়! তভিবই নোৱাৰি—ধনীয়ে ভাবিলে। এইমাত্ৰ কাজিয়া কৰি অহা ককায়েকৰ ঘৰলৈ সি এতিয়া মানুহবোৰক লৈ যায় কোনটো নাকেৰে! 'মৰিবলৈ ইহঁতে মোৰ ঘৰৰ বাহিৰে কাৰো ঘৰ বিচাৰি নেপালেহি!' ধনীয়ে মুখৰ ভিতৰতে ভোৰ্ভোৰালে।

ঃ ককাইদেউ কিবা কৈছে? — বৰ্ষালৈ চাই ধনীয়ে সেমেনা-সেমেনি কৰি ক'লে — 'নাই কোৱা, ব'লক মই তালৈ লৈ যাওঁ'। ধনীয়ে দেখিলে নঙলা মুখত ইতিমধ্যে গাঁৱৰ ল'ৰা-ছোৱালীৰ ভিৰ। তাহাঁতৰ কৌতূহলৰ সীমা নাইকিয়া হৈছে অচিনাকি মানুহৰ দলটো দেখি।

যিমানেই হওক, অচিনাকি মানুহৰ সমদল এটা দেখি ককায়েকৰ ঘৰতো উথপ্‌থপ লাগিল। চোতালতে পীৰা, মূঢ়া, বেঞ্চ সকলো পাতি দিয়া হ'ল, আলহীক বহিবলৈ। দেহিৰামক পথাৰৰপৰা মাতি আনিবলৈ ধনীৰামকেই নবৌয়েকে পাচিলে। দেহিৰামৰ কলেজত পঢ়ি থকা ল'ৰা দুলু আৰু দশম শ্ৰেণীত পঢ়া জীয়েক স্বপ্না আগবাঢ়ি আহি বৰ্ষাৰ সৈতে কথা-বতৰা পাতিবলৈ ধৰিলে। শেখৰ হুছেইনে ঘূৰি ঘূৰি দেহিৰামৰ পাণ-তামোলৰ বাৰী আৰু মাটিৰ চৰু, টেকেলিবোৰ চালে। চোতালৰ মাজতে এখন চাং, তলত জুইশাল। হুছেইনে মৃৎ শিল্পৰ কিবা বস্তু বুলিয়ে ইয়াক ধৰি ল'লে। বৰ্ষাও হুছেইনৰ ওচৰ চাপিল। স্বপ্না আৰু দুলুৱে হিন্দী-ইংৰাজী যৎপৰোনাস্তি কৈ সঞ্জীৱ আৰু ৰাখীৰ সৈতে ইতিমধ্যে বন্ধুত্ব স্থাপন কৰিব পাৰিছে।

ঃ 'বৰ্ষা, Tremendous!'

ঃ কি?

ঃ মাজুলীৰ মানুহবোৰ। শিক্ষিত, কালচাৰ্ড আমি খুব সঁহাৰি পাম চাবা। — হুছেইনে এটা এটা শব্দত মনৰ সকলো আনন্দ প্ৰকাশ কৰিলে।

বৰ্ষাৰ খুব আনন্দ লাগিল। মাজুলীলৈ তাই নিজেও কোনোদিন অহা নাছিল। ওৰে বাটটো, যোৰহাটৰ নিমাতীঘাটৰপৰা মাজুলীলৈ ষ্টিমাৰ নাৱত অহাৰ অবিস্মৰণীয় অভিজ্ঞতা তাই পাহৰিব নোৱাৰে। সঞ্জীৱ আৰু ৰাখী, লুইতৰ সৌন্দৰ্যত অজ্ঞানপ্ৰায়। মাঘ মাহৰ লুইতৰ চাপৰি, হঠাতে উৰি যোৱা বগলী নতুবা পানী-কাউৰীৰ জাক দেখি ৰাখীয়েতো বলিয়ালি কৰিবলৈয়ে আৰম্ভ কৰি দিছিল।

নাৱৰ আন যাত্ৰীবোৰে বেছ আমোদ পাইছিল ৰাখীক দেখি। সঞ্জীৱে বাইন'কুলাৰটো চকুৰপৰা এবাৰলৈ আঁতৰোৱা নাছিল। এবাৰ সি বৰ্ষাক কৈছিল —

Exclusive freshness and beauty তোমাৰ দৰে....। বৰ্ষাই প্ৰায়ে লক্ষ্য কৰিছে, সঞ্জীৱে সুযোগ পালে তাইৰ প্ৰশংসা কৰে। কেতিয়াবা হয়তো সম্পূৰ্ণ এটা বা দুটা দিন কামৰ হেঁচাত এষাৰ কথাৰ বিনিময় নোহোৱাকৈ পাৰ হৈ যায়, কিন্তু হঠাৎ এনে একোটা মন্তব্য সঞ্জীৱে তাইক উপহাৰ দিয়ে যি শুনাৰ পাছত বৰ্ষা বহু পৰলৈ উন্মনা হৈ থাকে। বৰ্ষাই সঞ্জীৱলৈ চালে। সি পোৰা মাটিৰ পাত্ৰবোৰ হাতেৰে দাঙি পৰীক্ষা কৰি চাইছে। হঠাতে সঞ্জীৱ ভঁৰাল ঘৰৰ জখলাৰে উঠি গ'ল। দেহিৰামৰ ভঁৰালঘৰটো সঁচাকৈয়ে ধুনীয়া। বৰ্ষাই নিজেও অহাৰপৰাই বহুবাৰ ভঁৰালটো চালে। দেহিৰামৰ ঘৰতকৈও বহু ওখ ভঁৰালটো দুমহলীয়া ঘৰৰ দৰে। হুছেইনে ক'লে — বানপানীৰ বাবে এই ব্যৱস্থা। ভঁৰাল ৰক্ষা হ'লে অন্ততঃ লঘোণে নাথাকে মানুহ। কিন্তু এই ভঁৰালটো ইমান আৰ্টিষ্টিক, মই এই ভঁৰালটোতেই মাজুলীৰ মানুহৰ জীৱন-যাত্ৰা, সংস্কৃতি ধৰিব পাৰিছোঁ। সঞ্জীৱে ভঁৰালৰ ভিতৰলৈ ভুমুকি মাৰি চাই সোমাব খোজোঁতেই বৰ্ষাই চিঞৰিলে — 'সঞ্জীৱ, গুচি আহাঁ। ভঁৰালত যাকে-তাকে সোমাবলৈ দিয়াটো নিয়ম নহয়'।

সঞ্জীৱ ওলাই আহি আক্ষেপেৰে ক'লে — 'মই ভিতৰখন চালোঁহেঁতেন....'

ঃ গৃহস্থক লগত লৈ সোমাবা। তেওঁলোকে তুমি ভঁৰালত সোমোৱা হ'লেও একো নকয় — কিন্তু মনত বেয়া পালেহেঁতেন। অসমীয়া গাঁৱৰ মানুহৰ ভঁৰাল আৰু ৰান্ধনিঘৰত কেতিয়াও ফট্‌কৈ নোসোমাবা। দুয়োটাই প্ৰাৰ্থনাগৃহৰ দৰে। বহু নিয়ম-নীতিৰে এই দুটা ঘৰ মানুহে চম্ভালি ৰাখে। এক কথাত এই দুয়োটা ঘৰৰ সৈতে পৰিয়ালটোৰ চেন্টিমেন্ট জড়িত হৈ থাকে। সঞ্জীৱে বৰ্ষাৰ কথাত বাধ্যছাত্ৰৰ দৰে মূৰ জোকাৰি ক'লে — 'মই অলপ বেছি উৎসাহিত হৈ আছোঁ প্ৰকৃততে'।

দেহিৰাম আৰু ধনীৰাম সোমাই আহিল। ধনীয়ে বাটতে বহু কথাই দেহিৰামক বোধহয় কৈ আনিছিল। বেছ প্ৰসন্নতাৰেই দেহিৰাম আহি বৰ্ষাহঁতক নমস্কাৰ জনালে। দুলুৱে ইতিমধ্যে চাইকেল মাৰি গৈ কাৰোবাক খবৰ দি আহিছিল। কেবাটাও ল'ৰা আহিল। আটাইবোৰ দুলুৰ লগৰ। পঢ়া-শুনা থকা ল'ৰা। কেৰু আৰু টেপীয়ে কাঁহৰ কাঁহীত দীঘল তিলপিঠা, নাৰিকলৰ লাডু আৰু পকামিঠৈ সজাই চাহ দিলে। গোল কাঁহৰ বাতিত চাহ। ৰ'দৰ পোহৰত কাঁহী-বাতিবোৰ সোণৰ দৰে জিলিকি চকু ছাট্‌ মাৰি ধৰে। 'দেখিছা মোৰ মাজুলী বৰ্ষা, জীৱনত কেতিয়াবা ইমান ধুনীয়া পাত্ৰত, ঘৰতে তৈয়াৰী সুস্বাদ আহাৰ খাইছা! — খোৱা আজি, তোমালোকৰ ভাগ্য।' — সঞ্জীৱৰ কথাত সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। হিন্দীত কোৱা বাবে ধনী, দেহিৰাম, কেৰু আৰু টেপীয়ে কি কাৰণে বাকীবোৰে হাঁহিলে ধৰিব নোৱাৰি অলপ অস্বস্তি পালে। বৰ্ষাই তৎক্ষণাৎ তেওঁলোকৰ মন বুজিব পাৰি সঞ্জীৱে কোৱা কথাখিনি বুজাই দিলে। কেৰু আৰু টেপীয়ে ওৰণি টানি লাজকুৰীয়াকৈ হাঁহিলে। চাহ পৰ্বৰ লগে লগে বৰ্ষাই দুলুৰ লগৰ ল'ৰাবোৰক সিহঁতৰ উদ্দেশ্যৰ কথা বুজালে। দুলুৰ বন্ধু অমৰে ক'লে — 'আমি আজি ক্লাবত এখন মিটিং দিওঁ সন্ধিয়া। তাতে সকলো আলোচনা কৰিম। সদ্যহতে আপোনালোকৰ থকা-মেলাৰ ব্যৱস্থা কৰোঁ। আমাৰ সত্ৰত আলহীঘৰ থাকে, কিন্তু নালাগে, এইকেইজন মানুহ মাত্ৰ, ঘৰে ঘৰে ৰাখিম, যিমান দিন মন যায়, সিমান দিন থাকিব পাৰিব।' 'শেখৰ হুছেইন ল'ৰাটোৰ কথাত অভিভূত হৈ পৰিল। 'বৰ্ষা, তুমি বৰ ভাগ্যৱতী, অসমত জন্ম লৈছা। মই ইমান মৰম, ইমান উদাৰতাৰে ভৰা মানুহ লগ পোৱা নাছিলোঁ। সকলো সমস্যা দেখোন এওঁলোকেই মূৰ-পাতি লৈছে। আমি খুব ভাল কাম কৰিব লাগিব সঞ্জীৱ-ৰাখী, পিপল আৰ গ্ৰেইট হিয়েৰ....' হুছেইন বেছ আবেগিক হৈয়েই পৰিল। হুছেইনে মাজুলীকেই সমগ্ৰ অসম বুলি ভাবি লৈছে। একোটা অঞ্চল নতুবা একোজন মানুহেই ক'ব নোৱাৰাকৈয়ে প্ৰতিনিধিত্ব কৰি পেলাই একোখন দেশক। দেশ একোটা ভৌগোলিক খণ্ড, নেদেখিলে বা নগ'লে এখন চহৰ বা দেশক অনুভৱ কৰিব নোৱাৰি। কিন্তু ভৌগোলিক খণ্ডক লৈ হোৱা বিমূৰ্ত ধাৰণাক সৰলীকৰণ কৰে একোজন মানুহে। মানুহজনক ভাল পালেই ভাল পোৱা হয় তেওঁৰ দেশকো। একোজন মানুহে দিয়া তিক্ততাই নাশ কৰে তেওঁ থকা চহৰৰ সৌন্দৰ্যকো। বৰ্ষাই হুছেইনৰ আবেগক চিনি পাইছে। হুছেইনে মাজুলীৰ মানুহৰ মাজেৰে অসমৰ আত্মাক চিনি পাইছে।

দেহিৰামে ইনছাইটৰ মানুহক ক'লৈকো যাবলৈ নিদিলে। ধনীৰামক ক'লে — 'তহঁত দুটা মতা-তিৰীহে মোৰ ঘৰত থাক। তোৰ ঘৰটো এৰি দে মানুহবোৰক। এনেয়েও

বেলেগে থকাৰপৰা ত্ৰোৰ অত্তপালি বাঢ়িছে। মই মন কৰি আছোঁ। মোৰ সাজি থোৱা চৰু-হাড়ীবোৰ ভাঙিলি যেতিয়া শাস্তি এটা তই এনেয়েও পাৱ। এইবোৰ তই আকৌ সাজি দিব লাগিব। ৰাং লগাব লাগিব। টান ৰ'দ থাকোঁতেই টেকেলি, চৰুবোৰ কন্‌কনীয়া কৰিব লাগিব। দুই-এদিনতে পাগছালিত জুই দিব লাগিব। অতবোৰ কাম মই অকলে নোৱাৰোঁ। বেলেগ মানুহ মাতি আনি এই কামৰ কাৰণে মই দুপইচা দিওঁ। তই থাকোঁতে বেলেগ মানুহ নিবিচাৰোঁ। জালিত জুই দিবৰ সময়ত আৰু পাগছালিত মাটি লেপিবৰ সময়ত দুটা মানুহক হাজিৰা দিলেই হ'ল। বৃত্তিটো এৰিবলৈ ভাল, ধৰি ৰাখিবলৈহে টান। তই মোৰ লগত থাকিলে, কেৰুজনীয়েও ভাত-কাপোৰৰ চিন্তা নকৰাকৈ পাব।' ককায়েকৰ কথা শুনি ধনীৰামে বুজিলে, তাৰ কষ্ট চাই ককায়েকেও ভাল পোৱা নাই। ককায়েকে এই সুযোগতে বুদ্ধি কৰি ভায়েকক লৈ আহি একেঘৰ কৰিব খুজিছে আৰু লগতে ধনীৰামক; এৰি দিয়া বৃত্তিটোতে পুনৰ লগাব খুজিছে। ধনীৰামৰ বেজাৰ লাগিল। ককায়েক দেহিৰামক সি বুজাই নাছিল। অৱশ্যে তাৰ ঘৈণীয়েক কেৰুৱে ককায়েক, নবৌৱেকৰ গাত টোপ পৰিবলৈকে নিদিয়ে। তাই লোকৰ ঘৰৰ ছোৱালী হৈ বুজে, অথচ সি তেজ-মঙহৰ ভায়েক হৈ ককায়েকক নুবুজে। তথাপিও ধনীৰ জেদী মনটো ইমান সোনকালে বশ হ'ব নুখুজিলে। মনেৰে ককায়েকৰ সিদ্ধান্তত সি সুখী হ'লেও, মুখেৰে প্ৰকাশ কৰিব নোৱাৰিলে। 'মই ভাবি চাব লাগিব। তই কোৱামতেই মই সকলো কাম কৰিব নোৱাৰোঁ।' ধনীয়ে তলমূৰকৈ কথাকেইটা কৈ গুচি যোৱা দেখি, ককায়েকে মিচিকিকৈ হাঁহিলে। দেহিৰামে জানে, ধনীৰামে এই সিদ্ধান্ত মানি লৈছে। বেছিপৰ নহ'লৈই, সন্ধিয়ালৈ ধনীৰামৰ কাঁহী-বাতি, পীৰা, চকী আনকি বাহিৰত জাবৰ পেলাবলৈ থোৱা ফুটা এলুমিনিয়ামৰ চৰিয়াটোলৈকে দেহিৰামৰ ঘৰলৈ আহিল। বহুদিনৰ মূৰত ৰান্ধনিঘৰৰ একেখন মজিয়াত আগৰ দৰে ওচৰা-ওচৰি পীৰাত বহি দেহিৰাম, ধনীৰামৰ দুয়োটাৰে প্ৰিয় শ'লমাছ-মূলাৰ জালুকীয়া আঞ্জাৰে ভাত খালে। কেৰু আৰু টেপীয়ে উলাহতে কেবাখনো আঞ্জা ৰান্ধিলে, ইটো-সিটো যাচিলে। ধনীৰামৰ বহুত দিনৰ মূৰত মনটোলৈ কিবা শান্তিৰ ভাব এটা আহিল। দেহিৰামৰ সৈতে সি নিজেই বেলেগ হৈছিল। খনে খনে দ্বন্দ-হাই-কাজিয়া লাগিছিল। কিন্তু আজি সি অনুভৱ কৰিলে, বেলেগে থাকোঁতে তাৰ যি অকলশৰীয়া ভাবটোৱে সকলো সময়তে খেদি ফুৰিছিল, প্ৰত্যেকটো বস্তু নিজৰ কৰি লোৱাৰ যি আক্ৰোশ জন্মিছিল, আজি সেই ভাবটোৰপৰা মুকলিমূৰীয়া হৈ সি ওলাই আহিব পাৰিছে। ককায়েক-নবৌয়েক আৰু ভতিজাককেইটাৰ আনন্দ দেখি তাৰ ভাব হ'ল, বেলেগ হওঁতে সি এই ঘৰখনৰপৰা ঘটি-লোটা, কাঁহী-বাতিবোৰৰ সৈতে সুখ-আনন্দও কাঢ়ি নিছিল। সেইবাবেই সি বেলেগে মাটি-বাৰী, কাঁহী-বাতিবোৰ লৈও শান্তিৰে থাকিবপৰা নাছিল। কথাবোৰ ভাবি সি বিছনাত তাপ মাৰি পৰি থাকিল কেৰু অহালৈ। বেলেগ হোৱাৰ দিন ধৰি, কেৰুৰ ওপৰত সি কম অত্যাচাৰখন কৰা নাই। কেৰুৱে তাৰ হকা-বাধা নেওচি ককায়েকৰ ঘৰলৈ অহা-যোৱা কৰা কথাটোৱে ধনীৰামৰ মূৰটো অনবৰতে তপত খোলা যেন কৰি ৰাখিছিল। কেইদিন সি ককায়েকৰ ঘৰৰপৰা অহা মাছ ৰান্ধি-খুওৱাৰ বাবে কেৰুৰ মুখলৈ ভাতৰ কাঁহী দলিয়াই দিছিল। গিৰীয়েকটো হৈ ঘৈণীয়েকজনীক বলাব নোৱাৰাত, কথা কৈ শুনাব নোৱাৰাত ধনীৰামৰ পুৰুষত্বত আঘাত লাগিছিল। দিন যোৱাৰ লগে লগে এই আঘাত আৰু তীব্ৰ হৈ আহিছিল, যেতিয়াৰপৰা তাৰ আৰ্থিক অৱস্থা বেয়াৰ ফালে ঢাল লৈছিল। সমস্ত খং উজাৰ কৰিবলৈ সি কেৰুকেই বিচাৰি পাইছিল। তাৰ নিজৰ মানুহ কেৰু, তাৰ ঘৈণীয়েক। বিয়াৰ আজি ডেৰ বছৰেই হ'বৰ হ'ল, কেৰু আৰু তাৰ সম্পৰ্কটো মৰমৰ নহ'ল। খঙতে সি নিশা কেৰুৰ শৰীৰটো বলপূৰ্বকভাৱে ভোগ কৰিছিল। কেৰু সদায় জগাকাঠ পৰাদি পৰি থাকিছিল। সাৰ-সুৰ নথকা মৃতদেহৰ দৰে। ধনীৰামৰ নিশাৰ কথা ভাবি কেৰুৰ ওপৰত দিনটোত বেছিহে খং চৰিছিল। কিন্তু আজি সি আচম্বিতভাৱে উপলব্ধি কৰিলে, কেৰুৱে সি ভাত খাওঁতে তাৰ ওচৰৰপৰা আঁতৰিবলৈকে নুখুজিলে। ভাতৰ পিছত, তামোলখন দি যাওঁতেই তাই ধনীৰামৰ চোলাৰ ওপৰৰ খোল খাই থকা বুতামটো পট্‌কৈ মাৰি থৈ গ'ল। তাৰ অন্তৰত এটা বেলেগ ধৰণৰ শিহৰণ অনুভৱ হ'ল, বিয়াৰ প্ৰথম নিশা কেৰুৰ ওচৰলৈ আহোঁতে ঠিক যেনেকুৱা লাগিছিল। দুৱাৰখনত খিলি লগোৱাৰ শব্দ এটা হ'ল। কেৰু আহিছে। সি তৎক্ষণাৎ টোপনিৰ ভাও জুৰিলে। তাৰ জেদী মনটোৱে কেৰুৰ বাবে সি অপেক্ষা কৰাটো দেখুৱাব নুখুজিলে। কেৰু বিছনাত উঠিল। বিছনাখনে আগৰ দৰেই বিকট শব্দ কৰিলে। বিছনাৰ তক্তা এখন বেয়া। কেৰুৱে বহুদিন এই শব্দটোৰ বাবে গিৰীয়েকক তক্তাখন সলাই শব্দটো নোহোৱা কৰিবলৈ কৈ হাৰি গৈছিল।

ধনীৰামে কেঁৰুকহে, কৰাইছ বাপেকে-জীয়েকক এনেকুৱা বিছনা নিদি, মেহগনি পালেং দিব নেকি বুলি চৌধ্যগোষ্ঠীত ধৰি গালি শুধাইছিল।

ধনীৰাম অধৈৰ্য হৈ উঠিল। কেৰু শুই পৰাটো সি আশা কৰা নাই আজি। বিছনাৰ শব্দটো নোহোৱা হ'ল। এইবাৰ সি বাগৰ সলাই বিছনাৰ শব্দটো আকৌ কৰাৰ চেষ্টা কৰিলে। এখন চেঁচা হাত আহি ধনীৰামৰ মুখখন খেপিয়ালেহি। এনেকুৱা কেতিয়াও হোৱা নাছিল, ধনীৰামৰ ডেৰ বছৰীয়া বিবাহিত জীৱনত। এই মুহূৰ্তটোলৈকে সি অধীৰ আগ্ৰহৰে ৰৈ আছিল। কাঁহী-বাতি ধুই অহা বাবে কেৰুৰ শৰীৰটো সেমেকা। কিন্তু এই শীতল, সেমেকা ভাবটোৱে ধনীৰামৰ শৰীৰত জুইহে জ্বলালে। সি কেৰুক প্ৰচণ্ড আৱেগেৰে সাৱট মাৰি ধৰি চুমা খাবলৈ ধৰিলে। ধনীৰামে আগৰ দৰে আদিম উন্মত্ততাৰে কেৰুক পিষ্ট কৰা নাই। তাৰ সলনি সি কেৰুৰ মূৰৰপৰা ভৰিলৈকে কেৱল ওঁঠৰ স্পৰ্শ দি গৈছে। সৰ্বশৰীৰত অজস্ৰ চুমা দি সি কেৰুৰ শৰীৰত কৰা অত্যাচাৰৰ চিহ্নবোৰ এক মুহূৰ্ততে ধুই পেলাব খুজিছে। ধনীৰামৰ কান্দিবলৈ মন গৈছে, কিন্তু তেনে মুহূৰ্তত কেৰুৱে তাক আৱেগেৰে সাবটি ধৰি উচুপি উঠিল। সি ভগ্ন স্বৰেৰে সুধিলে — 'কি হ'ল কেৰু?'

ঃ একো নাই হোৱা, বিছনাখনৰ শব্দ হৈছে। আগতে ঘৰ বেলেগ আছিল, এতিয়া লাজ লাগে।

ঃ কাইলৈকে মই বিছনা ঠিক কৰাম — ধনীয়ে কেৰুক আৰু একো কথা ক'বলৈ নিদি তাইৰ সঘন উশাহত নিজকে বিলীন কৰি দিব খুজিলে। আজি কেৱল সিহঁতৰ বাবেই আহিছে ৰাতিটো....।

অভাৱনীয়ভাৱে কামবোৰ আগবঢ়া দেখি শেখৰ হুছেইন আচৰিতেই হৈছে। যোৱা তিনিসপ্তাহত ইনছাইটৰ আটাইকেইজন কৰ্মীৰে হোৱা বিচিত্ৰ অভিজ্ঞতাই গোটেই দলটোকে এক যাদুকৰী মায়াত বন্দী কৰি ৰাখিছে। শেখৰ হুছেইনে ধনীৰাম আৰু দেহিৰামক এৰি থাকিব নোৱাৰা হৈছে। ধনীৰামৰ ঘৰটোৰ বাবদ মাহে পাঁচশ টকা হুছেইনে আগবঢ়োৱাৰ দিনা ধনীৰামে কান্দিবলৈহে বাকী থাকিল। 'টকা পাম বুলি আপোনালোকক ঘৰটো মই দিয়া নাছিলোঁ নহয়। আমাৰ গাঁৱত ভাড়াঘৰ কাৰো নাই। আপোনালোকে আমাৰ বাবে কাম কৰিবলৈ আহিছে, তাৰোপৰি আপোনালোক অহা বাবেই হ'বলা, মোৰ ঘৰলৈও শান্তি আহিল — এই ঘৰটো আপোনালোকক দি মই ভাড়া ল'ব নোৱাৰোঁ।' — হুছেইনে ধনীৰামৰ কথাত স্তম্ভিত হোৱাই নহয়, কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। বৰ্ষাই ধনীৰামক বুজালে — 'তুমি ভাড়া যাচিছোঁ বুলি ভাবিলা কেনেকৈ? এয়া টকা-পইচাৰ লেন-দেন নহয়। আমি কমলাবাৰীতো এটা ঘৰ ভাড়া লৈছোঁ, অফিচ কৰিবলৈ। জিলাখনৰ চৰকাৰী মানুহবোৰ, অফিচ-কছাৰীবোৰৰ সৈতে নহ'লে কেনেকৈ সম্পৰ্ক ৰাখিম? সেইদৰে তোমাৰ গাঁৱতে থাকি কাম কৰিম আমি। খহনীয়া বন্ধ কৰাৰ বাবে গাঁৱৰ মানুহৰ হতুৱাই আমি কাম কৰাম। গাঁৱৰ মানুহৰ সৈতে ইয়াত থাকিলেহে আমি কাম কৰিব পাৰিম! কমলাবাৰীত আমি ঘৰ ভাড়া দিছোঁ, ইয়াত কিয় নিদিম?'

ঃ সেইবোৰ টাউনীয়া মানুহৰ কথা। কমলাবাৰী আৰু আমাৰ গাঁও একে নহয়।

ঃ আমি বিপদত পৰাটো বিচৰা নেকি ধনীৰাম? — বৰ্ষাৰ কথাত ধনীৰামে আচৰিত দৃষ্টি তাইলৈ নিক্ষেপ কৰিলে।

ঃ ধনীৰাম, আমি যিবোৰ টকা-পইচা পাওঁ, তাত ভাড়াঘৰৰ হিচাপ থাকে। সকলো কথাৰে হিচাপ হয়। অসমৰ বাহিৰৰ গাঁৱতো ঘৰ লৈ; আমি ভাড়া দিয়াটো নিয়ম। নহ'লে ইয়াৰপৰা আমি যাবগৈ লাগিব।

যোৱাৰ কথা শুনি ধনীৰাম উচ্‌পিচালে। বৰ্ষাই ধনীৰামৰ হাতত পাঁচশ টকা গুঁজি ক'লে — 'এয়া কেৰুক দিবা—তুমি বাৰু নালাগে ল'ব। তাই নিজৰ উপাৰ্জনেৰে সূতা কিনিব। বিহুলৈ আছে দুমাহ। তাঁতৰ ৰাছ, মাকো সকলো ধোৱা-চাণ্ডত আছে। ইমান ভাল তাঁতবোৱা মানুহজনীক এইদৰে বহুৱাই থ'ব নাপাই নহয়।' — ধনীৰামে কোনো কথা কোৱাৰ সুবিধাই নাপালে। টকাকেইটা লৈ ৰৈ থাকিল একে ঠাইতে।

হুছেইনে বৰ্ষাক ক'লে — 'অসমত প্ৰকৃততে ভয়ানক আৰ্থাভাৱ এতিয়াও হোৱা নাই। বানপানীত আকাল হয়, মহামাৰী হয়, কিন্তু তাৰ পিছতে সাৰুৱা মাটিত খেতি নদন-বদন হয়। গুটি-সিঁচিলেই গছ গজে, গতিকেই পৰিশ্ৰম কৰাৰ হেঁপাহ নাজাগে। অলপ পৰিশ্ৰম কৰি পেটে-ভাতে খাই, ভাওনা-সবাহ কৰি দিনকেইটা পাৰ কৰিব পাৰিলেই ভাল পায়। এওঁলোকে সেই পৰিশ্ৰমহে কৰে, যিমানকণ পৰিশ্ৰম কৰিলে দুসাজ ভাত, এসাজ কাপোৰৰ খৰচ ওলায়। তাতকৈ বেছি নিবিচাৰে।' বৰ্ষাই একো নামাতিলে হুছেইনৰ কথাত।

কথাটো মিছা নহয়, চাৰিওফালে সেউজৰ মেলা। পুৰা পথাৰবপৰা অহাৰ পিছত পুৰুষবোৰৰ বিশেষ কাম নাথাকে। ডেকা ল'ৰাবোৰ, গাভৰু ছোৱালীবোৰ দেখিহে বৰ্ষাৰ চিন্তা বেছি লাগিছে। ইনছাইটৰ প্ৰজেক্টত এই যুৱক-যুৱতীবোৰকে কামত লগাব লাগিব। বৰ্ষাই এইকেইদিনত দুলু আৰু স্বপ্নাৰ লগৰ বহু ল'ৰা-ছোৱালীৰ সৈতে কথা পাতিছে। বেছি ভাগৰে পঢ়া-শুনা অনিয়মীয়া। বহু ল'ৰাই মেট্ৰিক পাছ কৰা নাই, কিছুমান কলেজলৈ গৈ আধাতে পঢ়া এৰিছে। বানপানীয়ে জুৰুলা কৰা ঘৰ, তাৰেই দোহাই দি আন কামো নকৰে। কমলাবাৰীৰ চৰকাৰী অফিচবোৰত ল'ৰাবোৰ ঘূৰি ফুৰে, টেণ্ডাৰ দিয়ে বিভিন্ন কামৰ। ঠিকাদাৰৰ এটা বৃহৎ চক্ৰ গঢ় লৈছে মাজুলীত। মাজুলীৰ বানপানী সমস্যাটোকে লৈ দিনে দিনে ধনী হৈছে বহু বিষয়া, কৰ্মচাৰী আৰু এটা ব্যৱসায়ী, ঠিকাদাৰ গোষ্ঠী। লাখ, কোটি টকা বছৰি মাজুলীলৈ আহে বিভিন্ন চৰকাৰী বিভাগবোৰলৈ। কিন্তু কাম হৈ উঠাৰ আগেয়েই পুনৰ বানপানী আহে। এইটো সুবিধাই একাংশ মানুহক যেনেকৈ দাল-দৰিদ্ৰ কৰিছে, একাংশক কৰিছে কোটিপতি। কিছুমান বিশেষ বিভাগৰ বিষয়া মাজুলী আৰু লখিমপুৰলৈ যোচ দি ট্ৰেন্সফাৰ লৈ অহাৰ খবৰ তাই পাইছে। তিনিবছৰমান থাকি দুই-তিনি পুৰুষলৈকে টকা জমা কৰি তেওঁলোক উভতি যায়। এই বিষয়া, ঠিকাদাৰৰ চক্ৰত নতুন নতুন নিবনুৱা ডেকা ল'ৰা সোমায়। সৰু সৰু স্বাৰ্থ পূৰণৰ বাবেই ল'ৰাবোৰে হাত খৰচ পায়। তাতেই সন্তুষ্ট সিহঁত। মদৰ প্ৰচলন বেছি হৈ আহিছে। ফুকলীয়া ল'ৰাৰ মুখত চিগাৰেট, মদৰ গোন্ধ। আজি কিছু বছৰ আগলৈকে এইবোৰ মাজুলীত নাছিল। দুলুৱে বহুত কথাই বৰ্ষাক কৈছে। দুলুহঁতৰ 'সন্ধানী যুৱ সমাজ' নামৰ ক্লাবটোৰ সদস্যবোৰৰ সৈতে বৰ্ষাৰ নিবিড় বন্ধুত্ব হৈছে। মাজুলীক এক সপোনৰ ঠাই হিচাপে গঢ় দিবলৈয়ে সিহঁতৰ ইচ্ছা। এই ক্লাবৰ সদস্য হৈ পৰিছে ৰাখী, সঞ্জীৱ, শেখৰ হুছেইনো। ইনছাইটৰ প্ৰতিটো কাম সহজেই কৰি দিয়ে এই ক্লাবৰ ল'ৰা-ছোৱালীয়ে। আনকি বৰ্ষাহঁতক ভাত ৰন্ধা, বজাৰ কৰা কামো কৰিবলৈ নিদিয়ে ল'ৰা-ছোৱালীবোৰে। ৰাখীয়ে এই এমাহতে ভাল অসমীয়া শিকিছে। সঞ্জীৱ অলপ লেহেম যদিও, যথেষ্ট আগবাঢ়িছে।

হুছেইনে হুকুম কৰি দিছে, নিজৰ ভিতৰত কথা পাতিলেও অসমীয়াত পাতিব লাগিব। এই কাৰ্যত বেছ ফূৰ্তিও হৈছে। সঞ্জীৱে 'দেখা' আৰু 'চোৱা'ৰ পাৰ্থক্যটো ধৰিব নোৱাৰি সদায় অসুবিধাত পৰে। হুছেইনে ধনীৰামক দুদিনমান আগতে কিবা কথাত বিচাৰিছিল। সঞ্জীৱে ক'লে, 'চেণ্টাৰত ধনীৰামক চাইছোঁ। সি কিবা মাছ দেখি আছে।' বৰ্ষাই সঞ্জীৱৰ কথাত বাগৰি বাগৰি হাঁহিলে। সঞ্জীৱৰ কি খং! 'হোৱাট ননচেন্স! ডীড় আই লাফ অন য়ু, হোৱেন য়ু স্প'ক লাফিং হিন্দী ইন মেছু!' বৰ্ষাই তেতিয়াই জানিলে, তাই বিহাৰত থাকোঁতে ভুল হিন্দী কৈ আছিল বুলি। বৰ্ষা গহীন হৈ গ'ল। হুছেইনে পৰিৱেশটো পাতল কৰি দিলে। এনেতে প্ৰেছাৰ কুকাৰে হুইছেল মাৰিলে। সঞ্জীৱে ক'লে 'কোনেও দেখাব নালাগে, মই দেখিব।' বৰ্ষাই কোনোমতে হাঁহি ৰাখিলে। হুছেইনক তাই ক'লে সঞ্জীৱক নাগালেণ্ডলৈকে পঠিয়াই দিওঁ, সি নাগামিজ ভাল ক'ব। সঞ্জীৱ ভিতৰলৈ যোৱাৰ লগে লগে, হুছেইন আৰু বৰ্ষাই প্ৰাণ খুলি হাঁহিলে। এনেকুৱা হাঁহি-ফূৰ্তিৰ মাজতে, দুলু নতুবা স্বপ্নাই লৈ আহে আঞ্জা একোবাতি, শাকৰ ভাজি। 'সিহঁতৰ চাৰিটা মাত্ৰ মানুহৰ বাবে সদায় ৰাজসিক খোৱা। নিমন্ত্ৰণবোৰ থাকেই। হুছেইনে ঘোষণাই কৰি দিলে, অসমীয়া খাদ্যৰ দৰে সোৱাদ পৃথিৱীৰ ক'তো পোৱা নাই।

নিশা বৰ ভাগৰত আহি হুছেইন বিছনাত পৰিছিলহি। সঞ্জীৱহঁতে গৰাখহনীয়াৰ ফিল্ডষ্টাডি আৰম্ভ কৰিছে বাবেই হুছেইনে দুলুৰ বন্ধু অমৰৰ সৈতে মাজুলী ঘূৰিছে। প্ৰত্যেক দিনেই হুছেইনে দুঘণ্টাকৈ মাজুলীৰ অভিজ্ঞতা সম্পৰ্কে নিশা ভাত খোৱাৰ আগতে পাঠদান কৰে। প্ৰথম দহদিন, সঞ্জীৱহঁতে গড়মূৰ, আউনিআটী, বেঙেনাআটি, দক্ষিণপাট, কমলাবাৰী আদি সত্ৰসমূহ পৰিদৰ্শন কৰিছিল। হুছেইন গৱেষক মানুহ। হুছেইনে মাথোঁ বাৰে বাৰে দিনটো কেবাবাৰো উচ্চাৰণ কৰে 'ষ্ট্ৰেঞ্জ-ষ্ট্ৰেঞ্জ!' সত্ৰৰ পৰম্পৰা, বৈষ্ণৱ ধৰ্ম, ৰাসলীলা, ভাওনা, সত্ৰীয়া সংস্কৃতি সকলোৱে হুছেইনক প্ৰায় বলিয়া কৰি পেলাইছে। গড়মূৰৰ শ্ৰীশ্ৰীপীতাম্বৰদেৱৰ ব্যক্তিত্বৰ বিষয়ে জানি, বৰ্ষাক তেওঁ প্ৰকাশ্যে গালি পাৰিলে। 'তোমালোকে ইমান এজন আধুনিক সাধু মহাপুৰুষক কিয় মাজুলীত সুমুৱাই থ'লা? তেওঁ গান্ধী, নেহৰুতকৈ ক'ত কম আছিল?' বৰ্ষাই জানে, হুছেইনে জাতিটোৰ প্ৰতিনিধিত্ব কৰি বৰ্ষাক জগৰীয়া কৰিছে। তাই বেয়া নাপালে। তাই নিজেও গালি খোৱাৰ যোগ্য। অসমত ডাঙৰ-দীঘল হৈ তাই মাজুলী দেখা নাই, তাইৰ পিতৃ-মাতৃয়েও কেতিয়াও আগ্ৰহ দেখুৱা নাই মাজুলী দেখুৱাৰ বাবে। সকলোৱেপৰাই তাই মাত্ৰ জানে, জীৱনৰ স্বপ্নবোৰ পূৰণ

হয় অসমৰ বাহিৰত। অসমৰ বাহিৰৰ মানুহৰ বাবে আমি বেকৱাৰ্ড। কিন্তু এই বেকৱাৰ্ড ঠাইখনৰ বিষয়ে গম পাই যেতিয়া দলে দলে বিদেশী প্ৰকৃতি প্ৰেমীয়ে উৎসাহ দেখুৱালে, তেতিয়াই মাজুলী আকৰ্ষণৰ কেন্দ্ৰবিন্দু হ'ল। বৰ্ষা নিশ্চিত যে মাজুলীক বাদ দি অসমৰ শতকৰা নৱৈ ভাগ মানুহে মাজুলী দেখা নাই। অলপ দিন আগলৈকে তাই নিজেও তাৰ ভিতৰত এজনী আছিল।

কিন্তু এতিয়া হুছেইনৰ আকৰ্ষণ হৈছে অন্যান্য বিষয়তো। মাজুলীৰ বনৌষধি গছ, মাজুলীৰ থিলঞ্জীয়া বাসিন্দা মিচিং, কোঁচ-ৰাজবংশী, দেউৰী, সমূহ জনগোষ্ঠীৰপৰা মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱে প্ৰতিষ্ঠা কৰা বেলগুৰি সত্ৰলৈ আদ্যোপান্ত সকলো কথাই জানিবলৈ মানুহটো টলৌ টলৌকৈ ঘূৰি ফুৰে পুৱাৰপৰা নিশালৈকে। মাজুলীৰ নিচাই মানুহটোক নিজৰ কৰ্ম, উদ্দেশ্য সকলোৰেপৰাই যেন আঁতৰাই নিছে। পুৱাই কাকো একো নোকোৱাকৈ চামগুৰিলৈ হুছেইনে যাত্ৰা কৰিলে। দিনটো সকলোৱে বিচাৰ-খোচাৰ কৰি হায়ৰাণ হোৱাৰ পাছত অতি স্বাভাৱিকভাৱে শ্ৰান্ত-ক্লান্ত হৈ সন্ধিয়া পৰত হুছেইনে হাঁহি মাৰি ক'লেহি— 'চামগুৰিলৈ গ'লোঁ। তোমালোককো লৈ যাম, ওলাবা। ইমান এক্সেলেন্ট ৱৰ্ক মই দেখা নাছিলোঁ। নিজস্ব ষ্টাইল, ফৰ্মেৰে তেওঁলোকে মুখা সাজে। বনগাঁৱতো পাক মৰিলোঁগৈ'। হুছেইনৰ কথাত কোনেও উৎসাহ নেদেখুৱালে। সকলো গহীন-গম্ভীৰ হৈ থকাত হুছেইন সচকিত হ'ল। 'কি হ'ল, তোমালোকে যে গোমোঠা মাৰি আছা!' এই কেইদিনতে হুছেইনে খাঁচ অসমীয়া ক'বলৈ শিকিছে। 'আমাক য'লৈকে গৈছে কৈ যোৱাটো ভাল।' — ৰাখীয়ে ক'লে।

ঃ গোটেই দিনটো, এই সন্ধিয়া পৰলৈকে আপোনাক বিচাৰিছোঁ, কোনেও নাজানে আপোনাৰ কথা। — বৰ্ষাই ক'লে।

ঃ অ' সেইটো কথা। খুব পুৱাই গ'লোঁ। তোমালোকক নজগালোঁ। — হুছেইনে সহজভাৱে ক'লে।

ঃ দিন-কাল আপুনি ভবাৰ দৰে নহয়। পাহৰি নাযাব, আমি বাহিৰৰপৰা আহিছোঁ। বহুতেই এতিয়াও আমাক সহজে গ্ৰহণ কৰা নাই। আমি খবৰবোৰ পাওঁ। সাৱধানে থকা ভাল।' — সঞ্জীৱে হুছেইনক প্ৰকাৰন্তে সাৱধান বাণী শুনালে। হুছেইন অবাক হ'ল। হঠাতে তেওঁৰ মুখখন বিবৰ্ত্তিত কোঁচ খাই গ'ল। ভৰিৰ মোজা খুলি খুলি তেওঁ ক'লে — 'তোমাতকৈ মই মানুহ চিনো। বয়সৰ ফালৰপৰাও মই অভিজ্ঞ। এই ধুনীয়া দ্বীপটোক সন্দেহত নল'বা। বিপদ অহাৰ আগতেই আমাক মানুহে প্ৰটেক্‌ছন দিব, মোৰ বিশ্বাস আছে'। সেই দিনা গধূলি হুছেইনৰ পাঠদানেই নহ'ল। 'ভাগৰ লাগিছে, একো নাখাওঁ' — বুলি হুছেইন শুই পৰিল। সঞ্জীৱ, ৰাখী আৰু বৰ্ষা চোতালত বহি থাকিল বহু পৰলৈ। ৰাখীয়েই বিয়লি লৈ আহিছিল খবৰটো। স্বপ্নাৰ বান্ধৱী জোনালীয়ে আহি ৰাখীক কৈছিলহি। ঘৰৰপৰা শুচি যোৱা তাইৰ ককায়েক ঘূৰি আহিছে বহুদিনৰ মূৰত। আহিয়েঁই ইনছাইটৰ কৰ্মীৰ কথা সুধিছে। বহু প্ৰশ্ন সি তাইক কৰিছে, ইনছাইটৰ কাম-কাজ সম্পৰ্কে। জোনালীয়ে ককায়েকক ভয় কৰে। সি আজি-কালি এটা বন্দুক লৈ ঘৰলৈ আহে বাবে। হুছেইনক কথাবোৰ বুজাব কোনে? হুছেইনৰ মতে, স্বাধীন অসমৰ দাবীও জাষ্টিফাইড। তেওঁৰ মতে, এই ৰাজ্য অকলেই ভাৰতবৰ্ষৰ সমকক্ষ। ইমান সম্পদশালী ৰাজ্য ক'তো নাই, মাত্ৰ অৰ্থনীতি আগতে সুদৃঢ় কৰিব লাগিব। তেওঁৰ মতে প্ৰত্যেক জনগোষ্ঠীয়েই স্বায়ত্ত শাসন দাবী কৰা উচিত। তেওঁলোকৰ ভাষা-সংস্কৃতিৰ প্ৰটেক্‌ছন তেতিয়াহে হ'ব। সঞ্জীৱৰ লাহে লাহে হুছেইনৰ ওপৰত খং উঠিবলৈ লৈছে। হঠাতে তেওঁ কিয় ইমান আবেগিক হৈ পৰিছে আৰু জধে-মধে য'তে-ত'তে মন্তব্য দিবলৈ লৈছে, বুজিব নোৱাৰা হৈছে।

হুছেইন এনেকুৱা কেতিয়াও নাছিল — সঞ্জীৱে মুকলি চোতালত বহি ক'লে।

ঃ আচলতে হুছেইনে মাজুলীত ভৰি দি ইমান আত্মহাৰা হ'ল যে তেওঁ নিজৰ জন্মস্থানৰ দৰেই ইয়াক ভাবিবলৈ ল'লে। মই তিলুৱাৰ কেম্পত দেখিছিলোঁ — 'হুছেইন বিহাৰত থাকিলেও, কেৱল অসমৰ সম্পৰ্কেই অধ্যয়ন কৰি আছিল।' — ৰাখীয়ে লাহে লাহে কথাবোৰ ক'লে।

বৰ্ষাই একো মন্তব্য নিদিলে। তাইয়ো জানে, হুছেইনৰ বাবে মাজুলী কেৱল আকৰ্ষণ হৈ থকা নাই। গভীৰ প্ৰেম হৈছে তেওঁৰ মাজুলীৰ সৈতে। মাজুলীৰ সমস্যা, দুখ-আনন্দ, যন্ত্ৰণা সকলোবোৰৰ তাৎক্ষণিক সমাধানৰ বাবে তেওঁ অধৈৰ্য হৈ পৰিছে।

নঙলা খুলি কেইটামান ল'ৰা সোমাই আহিল। বৰ্ষাইঁতে শুবলৈ যো-জা কৰিছিলহে। কাৰেন্ট নাছিল। গাঁওখন অন্ধকাৰে গ্ৰাস কৰি ৰাখিছে। বৰ্ষাই হাৰিকেন লেম্পটোৰ ফিটা অলপ বঢ়াই ঘৰৰ বাৰাণ্ডালৈ ওলাল।

চাৰিটামান ল'ৰা। দাড়ি আছে দুটামানৰ। পিন্ধনত জেকেট আৰু পেন্ট।

ঃ কোন আপোনালোক? — বৰ্যাই সুধিলে।

ঃ প্ৰথমে ভিতৰ সোমাবলৈ দিব নেকি?

সম্মুখতে থকা ওখ-পাখ ল'ৰাটোৱে ক'লে। বৰ্যাই আটাইকেউজনকে মাতি নিলে। ৰাখী আৰু বৰ্যাৰ বিছনা দুখন সম্মুখৰ কোঠালিত। পিছফালৰ কোঠালিত হুছেইন আৰু সঞ্জীৱ শোৱে। ল'ৰাকেইটাই ঘৰটোৰ ভিতৰখন চাৰিওফালে চালে। বৰ্যাই বিছনা দুখন দেখুৱাই ক'লে— বহক তাতে।

ইতস্ততঃ কৰি সিহঁত বহিল।

'দুজন মতা মানুহ আছিল নহয়? ক'ত? — পুনৰ শকত-আৱত ওখ ল'ৰাজনে সুধিলে। ৰাখী ভিতৰৰ কোঠালিলৈ সোমাই গ'ল। কিছুপৰৰ পাছতে শেখৰ হুছেইন আৰু সঞ্জীৱ ওলাই আহিল। সঞ্জীৱে ল'ৰা কেইজনক দেখিয়েই কিবা যেন বুজি পালে। এইবাৰ প্ৰথমৰপৰা কথা কোৱা ল'ৰাজনেই ক'লে — 'আমি স্বাধীনতাৰ হকে কাম কৰি আছোঁ। বুজি পাইছে নিশ্চয়'।

ঃ কেনেকুৱা স্বাধীনতা? — সঞ্জীৱে তৎক্ষণাৎ সুধিলে।

ঃ ৰাষ্ট্ৰৰ শোষণৰপৰা স্বাধীনতা, অৰ্থনৈতিক-ৰাজনৈতিক স্বাধীনতা। — ল'ৰাজনে ক'লে।

ঃ স্বাধীনতাৰ সংজ্ঞা আপোনালোকৰ বাবে কি নাজানো। মোৰ বাবে দেশক অকৃত্ৰিমভাৱে ভালপোৱাই স্বাধীনতা। এই স্বাধীনতাৰ সংগ্ৰাম নিজৰ পৰিয়ালৰপৰা আৰম্ভ হয়। — সঞ্জীৱে ক'লে।

ঃ পৰিয়ালৰপৰা? এনে অদ্ভুত যুক্তি আগেয়ে শুনা নাই। — তাচ্ছিল্যৰে ল'ৰাজনে ক'লে। ত্যাগেৰেহে স্বাধীনতা আহে। আমি দেশৰ বাবে পিতৃ-মাতৃ, বাই-ভনী সকলো বিসৰ্জন দিছোঁ। মুক্ত হ'ব নোৱাৰিলে সংগ্ৰাম কোনে কৰিব?

ঃ মই নাজানো। স্বাধীনতা, সততা, নিষ্ঠা আৰু দেশপ্ৰেমৰ মন্ত্ৰ আৰম্ভ হয় পৰিয়ালৰপৰা। প্ৰথমেই মই মোৰ ঘৰখনৰ ভেটি পৰিশ্ৰম কৰি বান্ধিব লাগিব। উপাৰ্জন কৰিবলৈ মই যোগ্যতা আৰ্জিব লাগিব। মোৰ পৰিয়ালটোক প্ৰথমে পালন কৰিবলৈ সক্ষম হ'ব লাগিব। তাৰ পাছত আহিল চুবুৰিৰ কথা, তাৰ পাছত অন্যান্যবোৰ....

ঃ পাগল আপুনি! — সঞ্জীৱৰ মুখতে ধৰি ল'ৰাজনে ক'লে। 'হাজাৰ হাজাৰ বি-এ, এম-এ নিবনুৱা বহি আছে। চৰকাৰৰ চাকৰি নাই। দুৰ্নীতিত সকলো পোত যোৱা। ঘোঁচ নিদিলে চাকৰি নাপায়। তেনেস্থলত উপাৰ্জন ক'ত কৰিব?

ঃ কিয়, কেৱল চাকৰি লাগে কিয়? খেতি-বাতিৰ বাবে মাজুলীতকৈ ভাল ঠাই আছেনে?

ঃ খেতি। — হো-হোৱাই হাঁহিলে ল'ৰাজনে। ক'ত কৰিব? আকাশত নে পানীত? সঞ্জীৱৰ খং উঠিছিল যদিও নিজকে সম্বৰণ কৰিলে।

ঃ এয়া হঁহাৰ কথা নহয় ব্ৰাডাৰ, কৰোঁ বুলিলে ইয়াত কাম কৰি তৎ নাপাব। উপাৰ্জন কৰি ক্লান্ত হৈ যাব। সাধাৰণ উদাহৰণ এটাই দিওঁ। মৃৎ শিল্পত চহকী এই গাঁওখনৰ মানুহক আপোনালোকে কিয় উৎসাহ নিদিয়ে আন বস্তু গঢ়িবলৈ! মাটিৰ কলহ, পুতলা ইত্যাদিৰ আজিকালি কিমান চাহিদা জানেনে? বজাৰখন কিয় তেওঁলোকক নেদেখুৱায়? গাঁৱৰ তিৰোতাবোৰে ইমান সুন্দৰ কাপোৰ বয়, শাল যোগান ধৰি, বেডছিড্, পৰ্দা সকলো ধৰণৰ কাপোৰ ববলৈ নকয় কিয়? হেণ্ডলুমৰ বজাৰখন নেদেখুৱাই কিয়? এইবোৰো দেখোন সংগ্ৰাম।

ঃ চাওক, আপোনাৰপৰা আমি ইয়াত শিক্ষা ল'বলৈ অহা নাই। আমি আহিছোঁ বেলেগ কথাৰ বাবে। —ইমান পৰে মনে মনে থকা ক্ষীণ ল'ৰাজনে ক'লে।

শেখৰ হুছেইন এইবাৰ আগবাঢ়ি আহি ক'লে—কওক কি কথা ক'বলৈ আহিছে?

ঃ আপোনালোকৰ ওপৰত কমপ্লেইন আছে। ইমান দিনে চৰকাৰী বিভাগবোৰে ইয়াত কাম কৰি আছে। আপোনালোকে বিষয়া-কৰ্মচাৰী, লোকেল ঠিকাদাৰ ব্যৱসায়ীৰপ্ৰা কাম কাঢ়ি নি নিজে কৰিব খুজিছে কিয়? কিবা ভাল কাম কৰিবলৈ আহিছে কৰি থাকক। কিন্তু লোকেল মানুহক বঞ্চিত কৰিবলৈ ষড়যন্ত্ৰ কৰিছে কিয়?

ঃ ৰ'ব, কি ষড়যন্ত্ৰৰ কথা কৈছে?

সঞ্জীৱ বহি থকাৰপৰা থিয় হ'ল এইবাৰ।

ঃ কিয়, কিবা খহনীয়া ৰোধৰ প্লেন, চৰকাৰক কম খৰচত কৰি দেখুৱাবলৈ, ওপৰৰ মানুহ হাত কৰি প্ৰজেক্টটো নিজৰ হাতলৈ অনা নাই? আপোনালোক প্ৰকৃততে ক'ৰ ব্যৱসায়ী? বিদেশী গুপ্তচৰ সন্থাৰ মানুহ নহয়তো? নে কেন্দ্ৰৰ চোৰাংচোৱা? কি স্বাৰ্থত আহি এই দ্বীপটোত সোমাইছেহি? গাঁৱৰ মানুহক আভুৱা দিব পাৰিব। আমাক নোৱাৰে। ভালে ভালে যাওকগৈ। পৰিণাম নহ'লে ভয়ংকৰ হ'ব।' — কথাবোৰ কৈয়েই শকত-আৱত ল'ৰাজনে ক'লে

— 'মুভ!' গিৰিপ গাৰাপ জোতাৰ শব্দ কৰি ল'ৰাবোৰ ওলাই গ'ল। স্তম্ভিত হৈ ৰৈ থাকিল সঞ্জীৱ, বৰ্ষা, ৰাখী, হুছেইন। কাৰো মুখত একো ভাষা নাছিল তেতিয়া।

পুৰাই সচৰাচৰ অহাৰ দৰেই গাঁৱৰ মানুহ আৰু ল'ৰা-ছোৱালীবোৰ গোট খাইছিলহি। মানুহবোৰক আগৰাতিৰ অচিনাক্ত যুৱকৰ দলটোৰ বিষয়ে একো নোকোৱাৰ সিদ্ধান্তই হুছেইনে ল'লে। হুছেইনে আগৰ কথাই দোহাৰিলে। 'এইবোৰ ফিজিকেল হেজাৰ্ট প্ৰত্যেক ঠাইতে কাম কৰোঁতে পোৱা যায়। হাতত বন্দুক লৈ ফুৰা এই লৰাইঁত শিক্ষিত, আকৌ আহিলে হুছেইনে নিজে কথা পাতিব। 'এইটো বয়সত আৱেগিক হয়েই, ভাল গাইডেন্স পালে সকলো বুজিব। এওঁলোকক কোনোবাই বিপথে পৰিচালিত কৰিছে।' হুছেইনৰ এই মন্তব্যৰ ওপৰত কোনেও মন্তব্য আগ নবঢ়ালে।

ৰাখী আৰু বৰ্ষাই এটা উইভিং চেন্টাৰ, বাঁহ-বেতৰ কাম আৰু মাটিৰ পুতলা, চাকিৰ গছা ইত্যাদি কামবোৰৰ বজাৰ চাহিদাৰ বাবে, যোৱা কেবা সপ্তাহ ধৰি গাঁৱৰ ঘৰে ঘৰে মিটিং কৰিছে। এই কামত বৰ্ষাইঁত ওলাই যাব খোজোঁতেই দেহিৰাম খৰখেদাকৈ বৰ্ষাইঁতৰ ওচৰ পালেহি। 'পুতলা আৰু আপোনালোকে সাজিবলৈ দিয়া বস্তুবোৰ আজি পাঘেলিত দিব পৰা যাব। তিনিটা টান ৰ'দ পাইছে।'

প্ৰথমে প্ৰস্তাবটো সঞ্জীৱেই দিছিল। দেহিৰামৰ হাতৰ মাটিৰ কামবোৰ দেখি, গাঁওখনৰ বহু মানুহৰ ঘৰ সি ঘূৰি দেখিছিল, যিখিনি মানুহ এই মৃৎ শিল্পৰ লগত জড়িত, সেই মানুহখিনিৰ এটা ডাঙৰ বৈশিষ্ট্য আছে। সাধাৰণতে মাটিৰ নানা সামগ্ৰীৰ বাবে কুমাৰে 'চাক' ব্যৱহাৰ কৰে। কিন্তু শালমৰাৰ এই জীৱিকাৰ মানুহে 'চাক' ব্যৱহাৰ নকৰে। হাতেৰেই সামগ্ৰী গঢ়ে। 'টকা' আৰু 'বলিয়া'ৰে চকুৰ পচাৰতে সামগ্ৰীবোৰ গঢ়ে, যিবোৰ আন মাটিৰ সামগ্ৰীতকৈ মজবুত। হাতৰ পৰশ গভীৰভাৱে পৰাত, সামগ্ৰীবোৰৰ নান্দনিক সৌন্দৰ্য বেছি। লাটুমৰ দৰে ঘূৰণীয়া 'বলিয়া'ৰে গঢ়া সামগ্ৰীবোৰ 'টকা' নামৰ কাঠ এছটাৰে পিটি পিটি সমান কৰে। সামগ্ৰীবোৰ পোৰা কাৰ্যটোও ভিন্ন। চাং এখনৰ দৰে সজা 'পাগহালি'ত খেৰ জাপি ঠাক্ ঠাক্কৈ সামগ্ৰীবোৰ দৌলৰ দৰে জাপি লোৱা হয়। শেষত দৌলটোৰ চাৰিওকাষে মাটি লেপি দিয়া হয়?। তাৰপাছত তলৰ জালিত জুই দিয়া হয়। দৌলটো অওঠাৰ দৰে ৰঙচুৱা হয়। তিনিদিনমান ভেনেদৰে থকাৰ পিছত মাটিৰ দৌল ভাঙি সামগ্ৰীবোৰ উলিওৱা হয়। সঞ্জীৱে ভাৰতবৰ্ষৰ নানা গাঁও ঘূৰি কুটীৰ শিল্পৰ বহু পদ্ধতিয়েই দেখিছে। কিন্তু এই অভিনৱ পদ্ধতি দেখা নাছিল। যাৰ বাবে শালমৰাৰ মাটিৰ সামগ্ৰীৰ গুণগত মানৰ সৈতে আন মাটিৰ সামগ্ৰীয়ে ফেৰ মাৰিব নোৱাৰে। দেহিৰামৰ মনত বৰ দুখ আছিল, নিজৰ পুত্ৰ-কন্যাই মৃৎ শিল্পটোক সন্মানেৰে নাচায়। একো শিকিবলৈও যত্ন নকৰে। এই পদ্ধতিৰে কাম কৰিলে কষ্ট বেছি, সেইবাবেই বহু কুমাৰে চাক ব্যৱহাৰ কৰিবলৈ আজিকালি লৈছে। আনকি বঙালী কুমাৰৰ দৰে নতুন ডিজাইনৰ মাটিৰ কাম কৰিবলৈ লৈছে। সঞ্জীৱে চোতালত থকা 'পাগহালি'টো চাই যেতিয়া নানা কৌতূহল প্ৰকাশ কৰিছিল, দেহিৰামে তেতিয়াই কৈছিল এই 'পাঘেলি' মোৰ জীৱিত কাললৈ যেনে-তেনে ৰাখিম, তাৰ পাছত আৰু শালমৰাত কেইটা 'পাঘেলি' দেখিব? কিমানৰ চোতালত মাটিৰ নদীয়া, টেকেলি, সানেকী, ধূনাবান ৰ'দত শুকাবলৈ দিয়া দেখিব, কোৱা টান। ল'ৰা-ছোৱালীবোৰে নতুন নতুন শিক্ষা লৈ বাহিৰলৈ ওলাই গৈছে। কিন্তু এই বৃত্তিটোক জীয়াই ৰাখিবলৈ, নতুবা ওপৰলৈ লৈ যাবলৈ কোনেও একো নাভাবে। আমাৰ ল'ৰা-ছোৱালীয়ে লাজ কৰে, সিহঁত কুমাৰ গাঁৱৰ ল'ৰা-ছোৱালী হৈ থাকিব বুলি ভয় কৰে। আমাৰ দুলুলৈকে নোচোৱা কিয়? সি কয়, মই বায়লজি লৈ চায়েন্স পঢ়িছোঁ, মাটিৰ কাম শিকি মোৰ কি হ'ব? মইতো কোনোদিনেই এইবোৰ নাসাজোঁ। এই 'পাঘেলি'খন মোৰ মৃতদেহৰ সৈতে জ্বলাই দিবলৈ কৈছোঁ সেয়ে।' — দেহিৰামে গামোচাৰে চকুপানী মচিছিল। দেহিৰামৰ করুণ মুখখন আৰু চোতালত শাৰী শাৰীকৈ পুৰিবলৈ থোৱা কলহ, টেকেলি, পেটাৰীবোৰ চাই সঞ্জীৱে কৈ উঠিছিল — 'মই এয়া হ'বলৈ নিদিওঁ। তুমি অলপো বেজাৰ নকৰিবা। মই মাটিৰ সামগ্ৰীৰ বজাৰখন এবাৰ চাই লওঁ, নতুন বস্তু সাজিম আমি। যেতিয়া বিদেশী পৰ্যটকেও এইবোৰ বিচাৰি আহিব, তেতিয়াই দুলুহঁতৰ দৰে ল'ৰাবোৰ, স্বপ্নাহঁতৰ দৰে ছোৱালীবোৰ মাটিৰ এই লডাবোৰ চুবলৈ দৌৰি আহিব। এই মাটিয়েই সোণ হ'ব। আমি মাটিক সোণলৈ ৰূপান্তৰ কৰিম।' — সঞ্জীৱৰ কথাবোৰে দেহিৰামক এক নতুন প্ৰাণশক্তিৰ যোগান ধৰিলে। সঞ্জীৱৰ দিহামতেই সেয়ে দেহিৰামে জীৱনত কেতিয়াও নসজা বস্তু সাজিছে। সঞ্জীৱে কমলাবাৰীৰূপৰা, যোৰহাটৰূপৰা নানা ছবি থকা ধুনীয়া ধুনীয়া আলোচনী কিনি আনি দেহিৰামক দিয়ে। মাটিৰ কামত

ধনীৰামৰো হাত পাকৈত। ৰাখী-বৰ্ষাইও দেহিৰামক ডিজাইন দেখুৱালে। সেইমতে ময়ূৰ পংখীৰ পেখমত চাকিৰ গছা, নানা তৰহৰ ফুলৰ টাব, বিভিন্ন আকৃতিৰ ৰাং দিয়া কলহ, এছট্রে, পুতলা ইত্যাদি সাজি দেহিৰামেও ৰং পালে। সঞ্জীৱে বাৰে বাৰে ক'লে — 'সময়ৰ সৈতে খোজ দিব লাগিব দেহিৰাম, পিঠা ভাজিবলৈ অগণন সানেকী, পানী থ'বলৈ অগণন কলহ সাজি কিবা লাভ হৈছে জানো? এইবোৰ অৰ্ডাৰ পালেহে কৰিবা, বজাৰত চাহিদা এতিয়া নতুন ডিজাইনৰ ফুলৰ টাব, এছট্রে, সজোৱা নানা তৰহৰ সামগ্ৰীৰ। ৰাখীয়ে ভাল ছবি আঁকে। দেহিৰামে সাজি থোৱা দুটা ডাঙৰ কলহত ৰাখীয়ে পেইন্ট কৰি বহুমূলীয়া কৰি পেলালে। স্বপ্না-জোনালী, মইনাইঁতেও কলহত ৰং দিবলৈ আগবাঢ়ি আহিল। এই পুৰণি এলাগী বিদ্যাটো সিহঁতৰ বাবে নতুন বিদ্যা হৈ পৰিল। সঞ্জীৱে বাৰে বাৰে ক'লে — 'কামবোৰত শালমৰাৰ হাতৰ ঐতিহ্য নষ্ট হ'ব নোৱাৰিব'।

দেহিৰাম বেছ উৎফুল্লিত হৈ আছে। নতুনকৈ সাজি উলিওৱা মাটিৰ বস্তুবোৰ আজি পাঘেলি দি পোৰা হ'ব। সঞ্জীৱে যোৰহাটত উপায়ুক্তক গৈ মাটিৰ সামগ্ৰীৰ কথা কোৱাত, তেওঁ সহায় কৰিবলৈ গাত পাতি ল'লে। কেৱাটাও চৰকাৰী বিভাগ, উপায়ুক্তৰ কাৰ্যালয়, চাৰ্কিট হাউছত; ফুলৰ টাব, সজোৱা সামগ্ৰীৰ অৰ্ডাৰ লৈ সঞ্জীৱ ঘূৰি আহিল। দেহিৰামে সকলোকে উদ্দেশ্য কৰি ক'লে, — 'আজি জুই দিম। নিশালৈ তহঁত সকলোৱে মোৰ ঘৰত ভাত খাবি। ল'ৰাইঁতে পাত-পটুৱাবোৰ সাজিবিহঁক। ছোৱালীকেইজনীয়ে খুৰীয়েৰহঁতক সহায় কৰিবি ৰন্ধাত। বৰালি মাছ দুটাৰ কথা কৈ থৈছোঁ। ঘাটলৈ মাছ নিয়া গাড়ীৰপৰাই কালু ড্ৰাইভাৰে দি থৈ যাব। চেন্টাৰত কোনোবা এটা গৈ বৈ থাকিবিগৈ।' দেহিৰামৰ ভোজৰ উৎসাহ দেখি সকলো মুহূৰ্ততে উৎফুল্লিত হৈ উঠিল। হুছেইনে সুধিলে — 'কি ৰান্ধিবা আজি দেহিৰাম?'

ঃ মাটিমাহৰ খাৰ, সৰু গুটি আলুৰ ভাজি, মেৰলাইবোৰ ফুলিবলৈ আৰম্ভ কৰিছে। আজি সোপাকে তুলি পেলালোঁ। তপতে তপতে ভাতৰ লগত লাইশাক ভাজি খাবলৈ ভাল হ'ব। বুঢ়া বৰালি পালে, তেতেলী দি ৰান্ধিবলৈ কৈছোঁ, মাছটো মজলীয়া হ'লে কাঠ আলু, বাবৰি শাক দি জালুকীয়া ৰান্ধিলেহে ভাল হ'ব।'

ঃ দেহিৰাম আৰু নক'বা। ৰাতিটো কেতিয়া আহে লাগিছে। মই কোনোদিন খাদ্যৰসিক নাছিলোঁ বুজিছা — তোমালোকে ইখন-সিখন খুৱাই জিভাখন বেয়া কৰিলা। মই এতিয়া দেখিছোঁ মাজুলীত থাকি যাব লাগিব। হুছেইনে টকালি এটা মাৰি ক'লে।

ঃ আপোনালোক কেতিয়াবা যোৱাৰ কথা ভাবিছে নেকি? — পাহি নামৰ ক্লাছ নাইনত পঢ়া আটাইতকৈ মৰম লগা, সৰুফুটীয়া ছোৱালীজনীয়ে সুধিলে।

ঃ সদায় আমি ক'তো নাথাকোঁ মাজনী। — হুছেইনে পাহিক কাষলৈ টানি আনিলে।

ঃ কেতিয়াও আপোনালোক যাব নোৱাৰে। নিদিওঁ আমি যাবলৈ। — পাহিয়ে দৃঢ়তাৰে ক'লে।

ঃ ইমানদিনে আমি গামোচা আৰু মেখেলা চাদৰকে বৈছিলোঁ। বৰ্ষা বাইদেউহঁতে বেডছিট, পৰ্দা, টেবুল-ক্লথ, বেগ ব'বলৈ ক'লে। আমি তাঁত ব'বলৈ এৰিয়েই পেলাইছিলোঁ, এতিয়া আকৌ শিকিছোঁ। — জোনালীয়ে তলমূৰকৈ কথাবোৰ কৈ গ'ল। বৰ্ষাহঁত নীৰৱে থাকিল।

ঃ কেনেকৈ যাব ইয়াৰপৰা? আমি নিদিওঁ, গাঁৱৰ মানুহে নিদিয়ে। অনশন কৰি দিম — কি কৰিব তেতিয়া? — ক্লাবৰ চেক্ৰেটেৰী অমৰে এইবাৰ গহীনাই কথাষাৰ ক'লে। হুছেইনে অসহায়ভাৱে ল'ৰা-ছোৱালীবোৰলৈ চালে। সঞ্জীৱে অস্থিৰভাৱে পায়চাৰি কৰি থাকিল। কেনেকৈ ক'ব সিহঁতক যোৱা নিশাৰ কথা! এই গাঁও নেৰিলে ভয়ংকৰ পৰিণাম হোৱাৰ ভাবুকি দিয়া ল'ৰাকেইটাৰ কথা যদি ক'ব পৰিলেহেঁতেন! কিমান সৰল-সহজ, কিমান স্বপ্নাতুৰ এই যুৱক-যুৱতীবোৰ! বৰ্ষাই বুকুত এক যন্ত্ৰণা অনুভৱ কৰিলে। লগে লগে তাইৰ নিজকে বৰ অসহায় যেন লাগিল। পৰিৱেশটো গহীন হৈ গ'ল। দেহিৰামে ক'লে — 'এখেতসকলক আমি নিদিওঁ নহয় যাবলৈ। অতবোৰ কাম আৰম্ভ হৈছেহে! যাব কেনেকৈ? তহঁত ব'ল মোৰ ঘৰলৈ, বহু কাম আছে।' — সকলোৱে যেন কিবা এটা সকাহ পালে। দেহিৰামৰ পিছে পিছে গ'ল ল'ৰা-ছোৱালীৰ দলটো। দেহিৰামে গাই গ'ল —

'ভকত বৎসল দেৱ
নাহি হৰি সম কেৱ
মাধৱ দীন গুণ গায়....

আগলি কপালত কাটি মাহ-প্ৰসাদৰ ঠগি এখন, আৰু গুৱা-পাণ এযোৰ নি, দেহিৰাম সাষ্টাংগে দীঘল দি পৰিল পাঘেলিৰ কাষত। প্ৰথমবাৰৰ বাবে নতুন মাটিৰ সামগ্ৰীবোৰ আজি পোৰা হ'ব। ইয়াৰ আগতে এনেকুৱা বস্তু দেহিৰামে কেতিয়াও সজা নাছিল। ভয়-শংকা বুকুত লৈ দেহিৰামে কাকুতি ঘোষা গাবলৈ ধৰিলে —

কিমতে ভকতি কৰিবো তোমাত
হৰি এ ৰাম
মই মূঢ় মতি নাজানো
তাৰ উপায়....

দেহিৰামৰ লগতে আঁঠু লৈ হুছেইন, ৰাখী, বৰ্ষাই ঘোষা গাবলৈ ধৰিলে। সেৱা কৰাৰ পিছতে দেহিৰামে জালিত জুই দিলে। জুই দিবলৈ চাৰিটামান মানুহ আগুৱাই আহিল,তাৰ ভিতৰত ধনীৰামো আছিল। ধনীৰামৰ এই উৎসাহ দেখি মনটো প্ৰসন্নতাৰে ভৰি গ'ল দেহিৰামৰ। চীনাতলীৰ ভৰা ঘৰখনৰ সিহঁত ককাই-ভাই দুটাহে বাছি আছেগৈ। এজনী বায়েক বানৰ পিছত গ্ৰহণীত ঢুকাল। ধনীৰ ওপৰৰ ভায়েকটো, বানত উটিল। মাকে ধনীক বুকুত লৈ ঘৰৰ চালৰ ওপৰত বহি থাকোঁতে, ভায়েকটো টোপনিতে অকস্মাতে পানীত পৰি নোহোৱা হৈ গ'ল। শালমৰালৈ উঠি অহাৰ পিছত, দহবছৰমান সিহঁতে কষ্ট হ'লেও দুসাজ খাই-বৈ আছিল। পিছে এদিন দেউতাকো অচিন ৰোগত মৰিল। মাক মৰা আজি চাৰিবছৰ হৈ গ'ল। দেহিৰামে ধনীৰামক এৰি থাকিব নোৱাৰে। কিন্তু ধনীৰামক সি সৰুৰেপৰাই বলাব নোৱাৰে। মাক-পিতায়েকেই নোৱাৰিলে। তাৰ স্বভাৱটোৱেই উখৰা, জেদী, খঙাল। তেনে এটা ল'ৰাই, চকুৰ আগতে ককায়েকৰ সৈতে মিলি, হাঁহি-মাতি জুই দি থকাৰ সমান বিৰল দৃশ্য দেহিৰামৰ বাবে একো নাই। দেহিৰামে আকাশলৈ চাই ঈশ্বৰক সেৱা এটা জনালে।

বহু পলমকৈ সঞ্জীৱ ঘূৰি আহিল। ভোজ-ভাতৰ পূৰ্ণ আয়োজন দেহিৰামৰ চোতালত চলি আছে। হুছেইনহঁতৰ তাৰ মাজে মাজেও চিন্তাই বাহ ল'বলৈ আৰম্ভ কৰিছিল। গাঁৱত নিশা আঠ বজা বহু ৰাতি। সঞ্জীৱ কমলাবাৰীৰপৰা ঘূৰি আহি পোৱা নাই। পিছদিনা পুৱাই সি যোৰহাটলৈ যাব দুদিনৰ বাবে। বৰ্ষাই ঘনে ঘনে ঘড়ী চালে। ঠিক তেনেতেই আউল-বাউল চুলিৰে, ক্লান্ত হৈ সঞ্জীৱ আহি সোমাল।

ঃ পলম কিয় হ'ল সঞ্জীৱ? — হুছেইন প্ৰায় উধাতু খাই সঞ্জীৱৰ ওচৰলৈ গ'ল। সঞ্জীৱে একো নক'লে।

ঃ সকলো ঠিকে আছেনে?

হুছেইনলৈ দৃষ্টি নিক্ষেপ কৰি সঞ্জীৱে ক'লে — 'সকলো ঠিকেই আছে'। সঞ্জীৱে বেছি একো নকৈ মুখ-হাত ধুবলৈ কুঁৱাৰ পাৰলৈ গ'ল। ইমান উদাস দৃষ্টি সঞ্জীৱৰ চকুত হুছেইনে কেতিয়াও দেখা নাছিল। বৰ্ষাইও সঞ্জীৱৰ মুখত এক ভিন্ন অভিব্যক্তি দেখিলে। তাই মন কৰিলে, সঞ্জীৱে বহুত কথাই আজি-কালি নকয়।

হুছেইন মাজুলীৰ প্ৰকৃতি, সংস্কৃতি, বুৰঞ্জী লৈ যিমান ব্যস্ত হৈ পৰিছে, সঞ্জীৱ সিমানেই গম্ভীৰ হৈ গৈ আছে। বৰ্ষাই মেছুত লগ পোৱা সঞ্জীৱক বিচাৰি নোপোৱা হৈছে। এদিন বৰ্ষাই সুধিছিল — 'সঞ্জীৱ তোমাৰ কিবা প্ৰব্লেম হৈছে নেকি? হুছেইনক নোকোৱা কিয়?'

ঃ নালাগে, কমলাবাৰীত ভাল দুটামান ল'ৰা মোৰ ৱৰ্কাৰ হিচাপে আছে। তাৰোপৰি হুছেইন অন্যান্য কথাত ব্যস্ত। মোৰ কামটো বেলেগ। মই মাজুলীৰ খহনীয়া বন্ধ কৰিবলৈ গৈ, খোৱা পানীৰ ব্যৱস্থা কৰিবলৈ গৈ দিনে দিনে সমস্যাৰ সন্মুখীন হৈছোঁ। সাংঘাতিক দুৰ্নীতি হৈছে মাজুলীক লৈ। — সঞ্জীৱ চিন্তান্বিত হৈছিল।

ঃ মই কি সহায় কৰিব লাগিব নোকোৱা কিয়? — বৰ্ষাই কৈছিল।

ঃ তুমি যি কৰি আছা, বৰ দৰকাৰী কাম সেয়া। উইভিং চেন্টাৰটো ভালকৈ চলিবলৈ ধৰিলে বহু সমস্যা সমাধান হৈ যাব।

বৰ্ষাই সঞ্জীৱক লক্ষ্য কৰিলে, সি হাঁহি-ধেমালি কৰিবলৈও বাদ দিছে। ৰাখীয়ে দৌৰি গৈ সঞ্জীৱক পানী বাকি দিলে। সঞ্জীৱে এনেয়ে হোৱা হ'লে, ৰাখীৰ মুখলৈ পানী এছাটি মাৰি ফূৰ্তি কৰিলেহেঁতেন। আজি কেবাদিনো এনে ধেমালি সঞ্জীৱে কৰা নাই।

এখন এম্বেছেডৰ গাড়ী আহি দেহিৰামৰ জপনামুখত ৰ'লহি। গাঁৱলৈ গাড়ী কমেইহে আহে। সকলো প্ৰায় আচৰিত হ'ল। ইমান নিশা কোন আহিব পাৰে! বেছ শকত-আৱত, কিন্তু চুটি-চাপৰ মানুহ এজনৰ সৈতে দুজন ডেকা ল'ৰা নামি আহিল গাড়ীৰপৰা। দেহিৰাম আগবাঢ়ি গ'লত মানুহজনে নমস্কাৰ দি ক'লে — 'সদানন্দ হাজৰিকা মোৰ নাম। ঠিকা-ঠুকলি কৰোঁ। সঞ্জীৱ দাস ইয়াতে থাকেনে'? সঞ্জীৱ আগবাঢ়ি আহি ক'লে — 'আপুনি ইয়াত যে'।

ঃ আপোনাক বিচাৰি পালোঁহি।

ইতিমধ্যে ডেকা ল'ৰা দুজনে দুটা ডাঙৰ মিঠাইৰ পেকেট স্বপ্নাৰ হাতত তুলি দিলে।

ঃ ব'লক ঘৰত গৈ কথা পাতিম। সঞ্জীৱে চোতালত সকলোকে এৰি, হাজৰিকাক লৈ ইনছাইটৰ ঘৰটোলৈ গ'ল।

সদানন্দ হাজৰিকাই বেছি পাতনি নেমেলিলে। পোনপটীয়াভাৱেই ক'লে — 'আপুনি চেল'টিউবৱেল কিমান চৰকাৰে দিলে, কিন্তু সেইবোৰ যে কাগজে-কলমেহে

থাকিল, এই কথা উপায়ুক্তৰপৰা মন্ত্ৰীলৈকে কৈ ফুৰিছে কিয়? আপুনি ভিজিলেঞ্চ অফিচাৰটো নহয়। ভাগ সকলোৱে পাইছে, মাজত উপায়ুক্তটোৱেহে দিগ্‌দাৰ কৰিছে।

আপোনালোকে ইয়াত মানুহৰ বাবে কাম কৰিবলৈ আহিছে, টকা বহুত লাগিব। এয়া মই লৈ আহিছোঁ'। এটা এটাছীকেছ আগবঢ়াই দিলে সদানন্দ হাজৰিকাই। সঞ্জীৱ মনে মনে থকা দেখি হাজৰিকা নিশ্চিন্ত হ'ল এইবাৰ।

ঃ এতিয়া সিটো কথা শুনক। মাজুলীৰ ইৰ'চন প্ৰটেক্‌শ্যন স্কিমটো আপুনি আৰম্ভ কৰি দিছে। কিন্তু ই সহজ কথা নহয়। আমি মাজুলীত বছৰ বছৰ ধৰি কাম কৰা মানুহ। ব্ৰহ্মপুত্ৰৰ গতি-বিধি আমি জানো। আপুনি মাজুলী দেখাৰহে দুমাহ হৈছে। গতিকে কাম এনেকৈ কৰিবলৈ নল'ব।

ঃ কেনেকৈ কৰিব লাগিব? কাগজে-কলমে? নে বালিৰ বস্তা, কলগছ দি খহনীয়া বন্ধ কৰিব লাগে? আপোনালোকে কৰি থোৱা নদীৰ পাৰটোকে মই সমান কৰি, ইকৰা বই দিছোঁ। এইবাৰ চাব এইপাৰে খহনীয়া নহয়। গাঁৱৰ মানুহে দলে দলে কাম কৰিছে, ক্ষতি কি? চৰকাৰী পইচা হ'ল বুলি, নষ্ট কৰিব পাৰি জানো?

ঃ আপুনি — মানে আপোনালোকে কিমান দিন থাকিব? — সদানন্দ হাজৰিকাই এইবাৰ গহীনাই প্ৰশ্ন কৰিলে।

ঃ প্ৰথমে ভাবিছিলোঁ, ছমাহ মানতে বহু কাম আগবঢ়াই, আমি ইয়াত স্থানীয় সদস্য বঢ়াই কাম কৰাম। এতিয়া ভাবিছোঁ, সেয়া নহ'ব। ইয়াত প্ৰকৃতিৰ সমস্যাতকৈ মানুহে সৃষ্টি কৰা সমস্যা বহুত বেছি। প্ৰকৃতিও নিয়ন্ত্ৰণ হয়, কিন্তু মানুহৰ লোভ-লালসাক নিয়ন্ত্ৰণ কৰাটো টান কাম। মই ঠিক কৰিছোঁ, মাজুলী এৰি সহজে নাযাওঁ। আমাৰ সৈতে জনবল আছে। স্কুল-কলেজত নপঢ়া মানুহকো আমি কৰ্মৰ শিক্ষা দিছোঁ। এওঁলোকেই এদিন মাজুলীক বিপদৰপৰা ৰক্ষা কৰিব।

সদানন্দ হাজৰিকা হঠাতে থিয় হ'ল।

ঃ নিশাখন মই আপোনাৰ ভাষণ শুনিবলৈ ইয়ালৈ অহা নাই। কাম কৰেই যদি আমাৰ সৈতে লগ লাগি কাম কৰক। — সঞ্জীৱে আচৰিত হৈ হাজৰিকাৰ মুখলৈ চালে।

ঃ এয়া এড্‌ভাঞ্চ বুলিয়ে ধৰক।

সঞ্জীৱে বিশেষ প্ৰতিক্ৰিয়া নেদেখুৱাই ক'লে—এই টকাৰে কিবা দৰকাৰী কাম এটা ইয়াৰ মানুহৰ বাবে কৰক। টকাখিনি আপোনাক ওভটাই দিলোঁ। আপুনিয়েই খৰচ কৰক। মোৰ সংসাৰ নাই, ধনী হোৱাৰ সপোন নাই, কি কৰিম টকাৰে?

সঞ্জীৱ ওলাই আহিল ঘৰটোৰপৰা। সদানন্দ হাজৰিকা গৈ গাড়ীত উঠিল। যোৱাৰ আগতে সঞ্জীৱলৈ চাই কৈ গ'ল — 'হাইঠা মাটিত পৰিবলৈ বেছি সময় নাই'। — বৰ্ষাই উদ্বিগ্ন হৈ সঞ্জীৱক সুধিলে — 'ভিতৰত কি হ'ল?'

ঃ একো নাই হোৱা — ব'লা ভাত খাওঁ, বৰ ভোক লাগিছে।

ঃ সঞ্জীৱ, মোক ফাকি নিদিবা, তোমাক লৈ মোৰ বৰ চিন্তা হয়। — বৰ্ষাৰ কম্পিত স্বৰত সঞ্জীৱ খন্তেক থমকি ৰ'ল। বৰ্ষাৰ মুখলৈ চাই সি ক'লে — 'তুমি মোৰ খুব আপোন বৰ্ষা। এনেকৈ যেতিয়া কথা কোৱা, মোৰ দুখ-যন্ত্ৰণা একো নোহোৱা হৈ যায়'। — হাঁহি মাৰি সঞ্জীৱে এইবাৰ বৰ্ষাৰ হাতত ধৰি ভোজ-ভাতৰ ঠাইলৈ লৈ গ'ল। ল'ৰা-ছোৱালীবোৰে চোতালত ভাত খাবলৈ বহি গৈছে। পাঘেলিত জুইৰ পাগ্ উঠিছে। দেহিৰাম জুইৰ চাৰিওকাষে অস্থিৰ হৈ ঘূৰি ফুৰিছে। সঞ্জীৱলৈ চাই দেহিৰামে ক'লে — সৰু গোসাঁই, বস্তুবোৰ ভালেই হ'ব যেন পাইছোঁ।

দেহিৰামে মৰমতে সঞ্জীৱক সৰু গোসাঁই বুলি মাতে।

বসন্তৰ প্ৰথম খবৰ লৈ বৰষুণ জাক নামিল। বৰষুণ অহাৰ লগে লগেই শংকিত হৈ উঠে মাজুলীৰ মানুহ। আগ-বানৰ জাননী দি, আকাশত তৰ্জন-গৰ্জন কৰি ওৰে নিশা বৰষুণ দিলে। পুৱতি নিশালৈ শিলো পৰিছিল। পানীপোতাত জমা হৈ থকা ক্ষুদ্ৰ বৰফৰ দৰে শিলবোৰ দেখি ৰাখীয়ে হায়ে-বিয়ে লগালে। এনে দৃশ্য তাই জীৱনত দেখা নাছিল। বৰ্ষাই অলপ গৰ্ব কৰিয়েই সৰুতে বৰষুণত তিতি শিল বোটলাৰ অভিজ্ঞতা বৰ্ণালে।

'আমি অহা তিনিমাহ সম্পূৰ্ণ হৈ গ'ল। কিন্তু কামৰ অগ্ৰগতি চাই এনে লাগে যেন, বহু বছৰ ধৰি আমি ইয়াত আছোঁ! ইয়ালৈ অহাৰেপৰাই আমি কামত কোনো সমস্যাই পোৱা নাই। হাত উজান দিয়ে সকলোৱে। অথচ মেছুত তোমালোকে দুটা মাহ কেৱল এটা থকা ঘৰৰ অপেক্ষাত ৰ'ব লগা হৈছিল।' — হুছেইনে তৃপ্তিৰে চাহত চুমুক দি বাহিৰৰ কিন্‌কিনীয়া বৰষুণ জাকলৈ চাই ক'লে।

ঘৰৰ চালৰ খেৰৰ আগত বৰষুণৰ পানীৰ টোপালবোৰ মুকুতাৰ দৰে ওলমি ৰৈছে। ৰাখীয়ে টোপালবোৰ আঙুলিৰে চুই চাইছে। খালবোৰৰপৰা ভেকুলীৰ টোৰ্‌টোৰণি ভাহি আহিছে। 'আৰু বৰষুণ হ'ব। এইবাৰ আগ-বাৰিষা হ'ব।' —

বৰ্ষাই ভৱিষ্যত বাণী কৰিলে। 'বানপানীৰ বাবে আমিও এইবাৰ সাজু হ'ব লাগিব।' — ৰাখীয়ে বৰ্ষালৈ চাই ক'লে। সঞ্জীৱ উঠি আহিল বিছনাৰপৰা। আজি তাৰ জ্বৰ জ্বৰ ভাব এটা হৈ আছে। কেবাবাৰো হাঁচিয়াইছেও। বৰ্ষাই আগনিশা তেল গৰম কৰি সেকি দিছে তাক। বৰ্ষাৰপৰা সি যিমানে আঁতৰি ফুৰিব খোজে, সিমানে বেছি সি ওচৰ চাপি যায়। 'ইনষ্টিটিউট'ৰ কৰ্মীৰ মাজত প্ৰেম হ'ব নোৱাৰে এনে কথা নাই। কিন্তু সিহঁতৰ কামবোৰ এনেকুৱা যে তাত প্ৰেম-বিবাহ ইত্যাদি কথাবোৰে প্ৰাধান্য পালে বহু সাংগঠনিক কামত বাধা পৰে। সঞ্জীৱে অনুভৱ কৰি আছে এতিয়াও বৰ্ষাৰ সান্নিধ্য। তাই তাৰ বুকু আৰু ডিঙিত ভিক্স সানি দিছিল। সঞ্জীৱে তাইৰ আঙুলি দুটাত আলফুলে চুমা খাইছিল। তাৰ চিল্‌মিলকৈ টোপনি ধৰিছিল। তথাপিও সি অনুভৱ কৰিছিল, এহাল ওঁঠৰ উষ্ণ কোমল স্পৰ্শ। তাৰ ওঁঠত, কপালত। কি এক যাদুকৰী, মমতাময়ী স্পৰ্শ! এক অদ্ভুত নিচা। মানুহৰ স্পৰ্শৰ ইমান ঔষধি গুণ থাকে বুলি সি জনা নাছিল। চকু নেমেলাকৈয়ে সি দেখিছিল বৰ্ষা বহি আছে তাৰ কাষত ওৰে ৰাতি।

দেহিৰামৰ ঘৈণীয়েক পিছল চোতালত খুপি খুপি খোজ দি বৰ্ষাহঁতৰ ফালে আগুৱাই আহিল। আহিয়েই বৰ্ষাৰ কাণে কাণে ফুচ্‌ফুচাই ক'লে — কেৰুৰ গাত লেঠা — দুমাহ হ'ল। তাইৰ আজি মাটিমাহ-ঔটেঙাৰে ভাত খাবৰ মন গৈছে, তুমিও ভাল পোৱা নহয়, দুপৰীয়া আমাৰ ঘৰত ভাত খাবা।

বৰ্ষাই আনন্দত কিৰিলি পাৰি ক'লে — 'খুৰীদেউ, ইমান ভাল খবৰ মনে মনে ৰাখিছে! মই সকলোকে কওঁ'। 'মতাকেইটাক এতিয়াই নক'বা। এনেয়েও সবাহ এটা পাতি জনামেই সকলোকে।' — সঞ্জীৱ ভিতৰৰপৰা ওলাই আহিল। বৰ্ষাই অবাক হৈ সুধিলে — তুমি আকৌ ক'ত যোৱা?

ঃ আজি বহুত কাম। একেবাৰে আঁহতগুৰি পামগৈ। বৰ্ষাই জানে, সঞ্জীৱক বাধা দি লাভ নাই। যাব বুলিছে যেতিয়া যাবই। তথাপিও বৰ্ষাই ক'লে — 'এক মিনিট ৰ'বা'। তাৰ পাছত হাতত এখন এৰী-শ্বল লৈ আহি ক'লে — 'ডিঙিত ভালকৈ মেৰাই লোৱা'। 'খুৰীদেউ আজি গাটো ভাল নহয়' — সঞ্জীৱে টেপীলৈ চাই ক'লে।

ঃ নিশা মই পাৰৰ জালুকীয়া আঞ্জা ৰান্ধি খুৱাম, পানীলগা জ্বৰ নাইকিয়া হৈ যাব। — সঞ্জীৱে হাঁহিলে। 'পাৰ মাৰিলে মোৰ জ্বৰ বেছি হ'ব খুৰীদেউ। এই নিমাখিত ধুনীয়া চৰাইটো মাৰি মাংস খোৱাৰ কথা মই ভাবিবই নোৱাৰোঁ।' সঞ্জীৱৰ কথাত টেপীয়ে চকু ঘোপা কৰি দেখুৱালে। সঞ্জীৱ ওলাই যাওঁতেই বৰ্ষাই ক'লে — 'আজি তোমাৰ সৈতে ময়ো যাব পাৰিলোঁহেঁতেন। মোৰ বিশেষ কাম নাই আজি'।

ঃ কিয় তুমি দেখোন আছাই! — সঞ্জীৱে ডিঙিত মেৰিয়াই লোৱা বৰ্ষাৰ শ্বলখন দেখুৱাই কৈ গ'ল। বৰ্ষাই কপট খং দেখুৱালে সঞ্জীৱক।

## শেষ বৰষুণ জাক

এনেকুৱা কোনোদিন হোৱা নাই। নিশা দুই বাজি গ'ল, সঞ্জীৱ ঘূৰি অহা নাই। আঁহতগুৰিলৈ দুলুহঁতৰ লগৰ কেবাটাও ল'ৰাই চাইকেল মাৰি গৈছে। কমলাবাৰীৰ অফিচতো সঞ্জীৱ নাই। বৰ্ষা, হুছেইন কোনো শোৱা নাই। দেহিৰাম, ধনীৰামো বহি আছে; ক'বলৈ গ'লে গাঁওখনেই সাৰে আছে।

পুৱতি নিশা তৰাগছৰ হাবিৰপৰা ডাউকে মাতিবলৈ ধৰিলে। বৰ্ষাৰ নঙলামুখত চকু। তাইৰ বেয়া চিন্তাই মনত বাহ ল'বলৈ ধৰিলে। ৰাখীয়ে সঞ্জীৱৰ সম্পৰ্কত বেছি নিৰ্ভৰযোগ্য মন্তব্য দি থাকে। আজিও তাই ক'লে — 'সঞ্জীৱক লৈ চিন্তা কৰিব নালাগে। যোৱা তিনিবছৰে তাৰ সাহস মই দেখিছোঁ। সি সকলো পৰিস্থিতি চম্ভালি লয়।' অচিন চৰাই এটাই বকুল জোপাৰপৰা মাতিলে। 'সেয়া হাৰুৱা কপৌৰ মাত। কিবা এটা খবৰ আহিব, সঞ্জীৱ পাবহি'। — টেপীয়ে বিজ্ঞৰ দৰে ক'লে।

অলপ আঁতৰত কেবাখনো চাইকেলৰ টিলিঙাৰ মাত শুনি বৰ্ষা আগুৱাই গ'ল। পুৱে ধলফাট দিছে। হয় দুলু আৰু কমলাবাৰীৰ অফিচৰ সঞ্জীৱৰ সংগী মানৱ আহিছে। সিহঁত আহিয়েই পিৰালিত ধপচ্‌কৈ বহি পৰিল। নীৰৱতা আৰু উদ্বিগ্নতাই সকলোকে অস্থিৰ কৰি তুলিলে। হুছেইনে মাতিলে — দুলু, কি হ'ল?

ঃ সঞ্জীৱদাক কোনোবাই মাৰিলে — নাৱৰীয়া এটাই খবৰ দিলেহি, তেনেই টুকুৰা-টুকুৰ কৰিলে। — দুলু উচুপি উঠিল।

বৰ্ষাৰ বুকুৰ ভিতৰৰপৰা এটা যন্ত্ৰণা কাতৰ আৰ্তনাদ ওলাই আহি ডিঙিত সোপা লাগি ধৰিলে। তাই যেন বোৱা

হৈ গ'ল। টেপী আৰু ৰাখীয়ে ধ্বাও-ধ্বায়ে কান্দিছে। চিএৰ-বাখৰ শুনি গোটেই গাঁওখন ঢপলিয়াই আহিল। কান্দোনৰ ৰোল উঠিল। নাকান্দিলে বৰ্ষাই। তাইৰ শৰীৰৰ ভিতৰখন বৰফৰ টুকুৰালৈ পৰিবৰ্তিত হ'ল। ছুছেইনে মাত্ৰ বাঁহৰ খুঁটাত নিজৰ মূৰ খুন্দিয়াই চিএৰিলে — নেভাৰ নেভাৰ আই নেভাৰ বিলিভ....

দুঘণ্টামানৰ পিছত সঞ্জীৱৰ মৃতদেহ লৈ অহা হ'ল। বৰ্ষাৰ এৰী চাদৰখনে সঞ্জীৱক তেতিয়াও মেৰিয়াই ধৰি আছে। কোনোবাই ক'লে — 'চৰাই চাপৰিত কেনেকৈ এওঁক পোৱা হ'ল?' কাৰো উত্তৰ নাই। প্ৰেছ-ফটোগ্ৰাফাৰ, সকলো আহি শালমৰাত গোট খালে। সঞ্জীৱৰ মৃতদেহ কান্ধত লৈ শোভাযাত্ৰা হ'ল। বৰ্ষাই মাত্ৰ সঞ্জীৱৰ চুলিখিনি অকণমান চুই চালে। যোৱা নিশা তাই বহুপৰলৈ সঞ্জীৱৰ চুলিত হাত বুলাইছিল।

হঠাতে গোট খোৱা মানুহজাকৰপৰাই কোনোবাই চিএৰিলে — এয়াই শেষ হিংসা, শেষ হত্যা হওক। সঞ্জীৱ দাস শান্তিৰ প্ৰতীক। — বৰ্ষা চমকি উঠিল।

ঃ শুনিছা বৰ্ষা। — ছুছেইনে ভগ্ন স্বৰেৰে ক'লে।

ঃ শুনিছোঁ। সঞ্জীৱ বিনোদিনীৰ ল'ৰা। — সি সঁচাই শান্তিৰ বাৰ্তাবাহক।

ঃ ছুছেইন ব্ৰাডাৰ, আপোনাক আজি কওঁ এটা কথা। সঞ্জীৱক মই ভাল পাইছিলোঁ। সঞ্জীৱেও মোক লৈ সপোন দেখিছিল। মোৰ মাজেৰে সি বিনোদিনীক দেখিছিল। মই মাজুলী এৰি নাযাওঁ। সঞ্জীৱক মই ইয়াত জীয়াই ৰাখিম। মই থাকিম সঞ্জীৱৰ লগত।

ছুছেইনে বৰ্ষাৰ ফালে বিস্ময়েৰে চাই থাকিল।

ঃ এটা অনুৰোধ ৰাখিবনে?

ঃ কোৱা বৰ্ষা।

ঃ আপুনি আৰু ৰাখী যাওকগৈ। বহুত কাম বাকী আছে। 'ইনছাইট'ৰ কৰ্মী কম, সমস্যা অজস্ৰ। আমি নতুন নতুন কৰ্মীৰ জন্ম দিব লাগিব। মোক ইয়াত থৈ যাওক। — ছুছেইনে একো নক'লে। সঞ্জীৱৰ মৃতদেহ লৈ যোৱা শোভাযাত্ৰাৰ পিছে পিছে তেওঁ যাত্ৰা কৰিলে। তেওঁ যোচেফকো থৈ আহিছে মেছুত তিত্‌লীৰ বাবে।

দুলু চাইকেলত উধাতু খাই আহি, এটা সৰু পাৰ্চ বৰ্ষাৰ হাতত গুঁজি দি ক'লে — সঞ্জীৱদাৰ পকেটত আছিল। লৈ আহিলোঁ মনে মনে।

বৰ্ষাই বালেটটো খুলি চালে। দুখনমান এশ টকা আৰু কিছু খুচুৰা পইচা। এখন সৰু টেলিফোনৰ ডায়েৰী। এখন টুকুৰা কাগজ। বৰ্ষাই মেলি চালে, শোট-মোচ খোৱা কাগজখন। সঞ্জীৱৰ হাতৰ আখৰ —

....মই নাজানো এই অনন্ত যাত্ৰাৰ
শেষ ক্ষণটোৰ কথা,
তোমাৰ পিছত মই
নে মোৰ পিছত তুমি
পৃথিৱীৰ বাবে মানুহ
নে মানুহৰ বাবে পৃথিৱী
এতিয়াই মোক উত্তৰ নালাগে,
মোক মাথোঁ দি যোৱা
তোমাৰ বিশ্বাস
সংকট কালত
খামুচি ধৰিম তোমাক....

এটা আধালেখা কবিতা। হয়তো কালি লেখা কবিতা। সঞ্জীৱৰ আধালেখা কবিতাটো তাই পূৰা কৰিব লাগিব। বৰ্ষাই কবিতাটো হাতৰ মুঠিত খামুচি ধৰিলে জোৰেৰে — সঞ্জীৱে কোৱাৰ দৰেই তাই মনে মনে ক'লে — তুমি এয়া দেখোন মোৰ স'তেই আছা সঞ্জীৱ।

কিন্‌কিনকৈ বৰষুণ আকৌ পৰিবলৈ ধৰিলে। বৰ্ষা চোতালৰ মাজত বৰষুণত থিয় হৈ থাকিল। চাহেবপুৰাৰপৰা মাজুলীলৈকে একেখন আকাশ, এখন আকাশৰপৰাই পৰিছে বৰষুণ জাক। বৰষুণ জাক ঘূৰি ফুৰিব পথাৰে, নদীয়ে, পাহাৰে-ভৈয়ামে। বৰষুণ জাক তাই লৈ ফুৰিছে হৃদয়তো। সঞ্জীৱে সদায় কয় 'বৰষুণৰ বৰণ নাই, আকাৰ নাই, নদীত পৰিলে নদী, সাগৰত পৰিলে সাগৰ। বৰষুণ ভালপোৱা মানুহে মলিনতা ভাল পাব নোৱাৰে। বৰ্ষাই শিকাব মানুহক আকৌ — বৰষুণক ভাল পাবলৈ। ■



ব'ৰাগী নদীৰ ঘাট

অনুৰাধা শৰ্মা পূজাৰী

প্ৰকাশক

অনন্ত হাজৰিকা

বনলতা

পাণবজাৰ, গুৱাহাটী -১

মুখ্য কাৰ্যালয়

নতুন বজাৰ, ডিব্ৰুগড় -১

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০০৪

পঞ্চম প্ৰকাশ ঃ নৱেম্বৰ, ২০০৫



প্ৰচ্ছদ

পদ্ম সিংহ

# ব'ৰাগী নদীৰ ঘাট

## এটা অঞ্চলৰ কথা

মিচেছ খান্না নামৰ মানুহগৰাকী এই চুবুৰিটোত নতুন যদিও মাত্ৰ কেইসপ্তাহমানৰ ভিতৰতে তেওঁৰ প্ৰসংগই যি খলকনি তুলিলে সেয়া এই চুবুৰিত নতুন স্বাদ। এটা মধ্য আৰু নিম্নবিত্তৰ অঞ্চল। মহানগৰীখন অতিকায় অক্টোপাছৰ দৰে শুঁৰ মেলি যেনি-তেনি বাঢ়ি গৈছে। আজি দহ বছৰ আগলৈকে এই অঞ্চললৈ গাড়ী-মটৰ তেনেকৈ নাহিছিলেই। ব্ৰহ্মপুত্ৰ নদীখন ওচৰেৰে বৈ গৈছে। খৰালি মহানগৰীৰ মানুহ পিকনিক খাবলৈ অহা আৰু নৈৰপৰা বালি আৰু মাটি নিবলৈ অহা ট্ৰাকৰ বাহিৰে গাড়ী-মটৰৰ শব্দই নাছিল।

শান্ত-নিৰিবিলি এটা সেউজীয়া পৰিৱেশ। বহুবছৰ আগতে তাত গৰ্ডন চাহাবৰ চাহ বাগিচা এখন আছিল। পিছে তেওঁ বঙলাতে এদিন মৰি পৰি আছিল। তাৰ পিছত বাগিচা চলাবলৈ কোনো নোলাল। গৰ্ডন চাহাবৰ বংশ-পৰিয়াল বিদেশত। বাগিচাৰ কলঘৰ, মেচিন জহি-খহি নোহোৱা হ'ল। যিবোৰ চুৰি কৰি বেচিব পাৰি, সেয়া বাগিচাৰ মানুহে বেচিলে। চাহাবৰ বঙলাটো মাত্ৰ সাক্ষী ৰ'ল এই দুৰৱস্থাৰ। বঙলাটোৰো বহু বস্তু চুৰি হ'ল। মাত্ৰ বাথৰুমৰ প্ৰকাণ্ড বাথ-টাবটো, বেছিন, কমোদ আৰু ৰান্ধনিঘৰৰ ডাঙৰ হাতে সজা অ'ভেনটোৰ বাহিৰে চকী-মেজ একো নাইকিয়া হ'ল। কথাবোৰ লুকাই নাথাকিল। বাগিচাৰ মাইকী-মহৰীৰ ঘৰত দেখা গ'ল প্ৰকাণ্ড মেহগনি কাঠৰ বেলজিয়াম দাপোণখন। বৰবাবুৰ ঘৰত দেখা গ'ল ৰেঙুন টিক্‌উডৰ বৃহৎ ডাইনিং টেবুলখন। বৰবাবুৰ ঘৰৰ কোঠালিত সেই ডাইনিং টেবুল নোসোমালত বৰবাবুৱে বাৰাণ্ডাৰ লগতে আৰু এখন চালি দি ডাইনিং টেবুলখন থ'লে। বৰবাবুৰনীয়ে নক্সা কটা টেবুলখনৰ ওপৰত ডাঙৰ ডলাখনত পিঠাগুৰি শুকাবলৈ দিয়ে আৰু আমলখি-জলফাইৰ আচাৰৰ বটলকেইটাও ৰ'দত দিবলৈ সুবিধা পায়। টেবুলৰ লগৰ চীনা মিস্ত্ৰীয়ে নক্সা কটা চকীকেইখন চ'ৰাঘৰত পাতি বৰবাবুৰনী গপত গংগাটোপ হৈ ফুৰিল কিছুদিন। লাহে লাহে এই এৰালপৰীয়া বাগিচাৰ চাৰিওফালে বাগিচাৰ মানুহবোৰে ঘৰ সাজিলে। দখল কৰি যেয়ে যেনেকৈ পাৰে মাটি ল'লে। তাৰ মাজতে আকৌ স্বয়ম্ভু মাটি মালিক কিছুমানো ওলাল। সিহঁতে মহানগৰখনত স্থায়ী বাসিন্দা হ'বৰ বাবে মাটি বিচাৰি ফুৰা মানুহবোৰক মাটি দেখুৱাই কেঁচা ৰচিদ দি বিক্ৰী কৰিলে। এনেকৈয়ে ঠাইখনলৈ মানুহৰ প্ৰব্ৰজন ঘটিল।

চাওঁতে চাওঁতে তাত থকা বাগিচাৰ পুৰণা মজদুৰ আৰু স্থানীয় দেউৰী মানুহখিনি লগ হৈ দুৰ্গা পূজা পাতিবলৈ ল'লে। দুদিনমান পাছতে সপোনত দেখা শিৱ মূৰ্তি এটাও বেলগছৰ তলত সন্ধান পালে। তাতো মন্দিৰ এটা হ'ল। মন্দিৰ বুলিলেই হাত উজ্বান দিয়ে সকলোৱে। মাটিৰ দালাল চন্দন শৰ্মাই ত্ৰিশূল এডাল দান দিলে। কিন্তু তাৰ পাছতে এটা ডাঙৰ ঘটনা ঘটিল। চন্দন আৰু নতুন মাটিৰ দালাল জগত সিঙৰ মাজত নিশা মদ খাই হোৱা মাৰ-পিটত চন্দনে বেয়াকৈ আঘাত পালে। দুদিন হাস্পতালত থাকি চন্দন মৰিল। বহুতেই ক'লে — ত্ৰিশূলত দোষ লাগিল। মহাদেৱে সংহাৰী নিলে। চন্দনে ত্ৰিশূল গঢ়াই শিৱক দান দিয়াৰ অন্তৰালৰ কথাবোৰ চন্দনৰ মৃত্যুৰ পিছতে জয়াল কাহিনী হৈ মুখে মুখে বাগৰিল। ত্ৰিশূলপাট ওচৰৰে গিৰীন দাসৰ গেৰেজত চন্দনে সাজিবলৈ দিছিল। লোহাৰ ৰডৰ ওপৰত ৰূপৰ পাট মেৰিয়াই দিছিল বাবন সৰকাৰ নামৰ সোণাৰীটোৱে। পিছে চন্দনে পইচা নিদিয়াকৈ কাম কৰোৱাৰ অভ্যাসমতেই, ত্ৰিশূলপাটো শিৱক দিবলৈ লৈ গৈছিল। বাবন সৰকাৰে তেতিয়াই পইচা খুজি ক'লে — 'ভগৱানৰ কামত বাকী কৰিব নাপায়। পইচা দিয়ক।' চন্দনে ধমকি মাৰিলে। পিছে বাবনেও নেৰিলে। চন্দনৰ বিয়াৰ অলংকাৰ গঢ়াৰ পইচা বাবনক আধা দিবলৈয়ে আছিলে। সকলো কাম পইচা নোহোৱাকৈ সি কৰিব নোৱাৰে। খঙতে বাবনে চিঞৰিয়েই

ক'লে কথাবোৰ। চন্দনৰো জাতীয় সত্তা জাগৰিত হৈ উঠিল। বি-এ সম্পূৰ্ণ কৰিব নোৱাৰিলেও সি ছাত্ৰ আন্দোলনৰ সক্ৰিয় সুৱা লীডাৰেই আছিল। 'অনা-অসমীয়া হৈ তোৰ ইমান সাহ! চন্দনক পইচা খোজ! তোক এই মাটিত বহুৱাইছিল কোনে!'— বুলি চন্দনে বাবনৰ টেঁট চেপি ধৰিলে। বাবনেও ক'লে— 'একচনীয়া মাটিহে দিছ, তাকো নগদ পঞ্চাছ হেজাৰ দি এবিঘা মাটি লৈছোঁ। তোৰপৰা বাকীত মই মাটি লোৱা নাই। বাবনৰ উত্তৰ শুনি চন্দন বৈ থাকিব নোৱাৰিলে। ঘুচিয়াই ঘুচিয়াই বাবনৰ গোল মুখখন এতিয়াৰ অসমৰ মেপখনৰ দৰে কৰি পেলালে। বাবন বহুদিন হাস্পতালত থাকিল। চাৰিটা দাঁত সৰাৰ উপৰি সোঁ-চকুত অপাৰেছন এটাও হ'ল। নাকৰ হাড়ো ভাঙিল। মানুহে কথাবোৰ পিৰালিয়ে পিৰালিয়ে পাঁতিলে। চন্দনক ক'বলৈ কাৰো সাহ নহ'ল। বাবনক এইদৰে ঘুণীয়া কৰাৰ দুসপ্তাহমান পিছতেই নিশা শোৱাপাটীত পৰিব খোজা মানুহবোৰে শুনিলে চন্দনৰ আকৌ কাজিয়া লাগিল মাটিৰ দালাল জগত সিঙৰ সৈতে। কিন্তু পুৱতি নিশা খবৰটো বনজুইৰ দৰে বিয়পিল— চন্দন মৰিল। চন্দনৰ মৃত্যুৰ পিছতহে সকলো সাহসী হৈ পৰিল। বাবনক এইদৰে মাৰ-পিট কৰি দিয়া ত্ৰিশূল লৈ, মহাদেৱে চন্দনৰ ওপৰত প্ৰতিশোধ ল'লে বুলি; চুবুৰিৰ আটাইতকৈ ভয়াতুৰ কণ্ঠি দাসেও দোকানৰ মুখত প্ৰকাশ্যে ক'লে। এইদৰে নানা হাই-কাজিয়া, মিলা-প্ৰীতি, পূজা-পাৰ্বণৰ মাজেৰে চুবুৰিটো গৰ্ভৱতী নাৰীৰ দৰে স্ফীত হৈ আহিল। দিনে দিনে নতুন মানুহৰ বসতি বাঢ়িল।

লাহে লাহে মহানগৰৰ ধনী মানুহেও এই অঞ্চলত মাটি কিনিবলৈ ধৰিলে। একেলগে দহ-পোন্ধৰ বিঘা মাটি নতুবা হাবিৰে পৰিপূৰ্ণ টিলা একোটা কিনি লৈ তেওঁলোকে ফাৰ্ম-হাউছ খুলিলে। প্ৰথমে অঞ্চলটোৰ মানুহবোৰে ফাৰ্ম-হাউছ মানে বুজাই নাছিল। অঞ্চলটোৰ প্ৰত্যেকৰ ঘৰত গাই দুজনীমান, বাৰীত শাক-পাত দুটামান আৰু তামোল-নাৰিকল আছেই। ধুনীয়া মডেলৰ গাড়ীবোৰৰপৰা সুসজ্জিত পোছাকেৰে নমা মানুহবোৰে যেতিয়া নতুনকৈ কিনা মাটিবোৰত তামোল, নাৰিকল, অমিতা লগাবলৈ ল'লে, স্থানীয় মানুহবোৰৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল। — কিহৰ দুখত এওঁলোকৰ এই বিঁলৈ হ'ল, কি কাৰণেনো মহানগৰৰ ডাঙৰ অট্টালিকা এৰি ইয়াত একোটা খেৰী চাং-বঙলা সাজিছেহি, কি দুৰ্যোগত পৰি কেবালাখটকীয়া গাড়ীবোৰ এই বোকা-পানী, গোবৰেৰে একাকাৰ হৈ থকা খলা-বমা ৰাস্তাবোৰত ঘূৰাই ফুৰিছেহি; তাক বহুতেই সপ্ৰশ্নে আলোচনা কৰিছিল। পিছলৈ অৱশ্যে কথাবোৰ সহজ হৈ আহিল। স্থানীয় মানুহ আৰু নতুন কৈ বাৰী পতা ধনী মানুহৰ বাৰীবোৰত তামোল-নাৰিকল, গাই-দামুৰী একে থাকিলেও যে মানুহবোৰ যে একে হ'ব নোৱাৰে; সেই কথাৰ প্ৰমাণ পোৱা হ'ল। স্থানীয় মানুহে গাই নিজে খীৰাই, দানা বান্ধি খুৱায়। বাৰী-ঘৰ নিজে পৰিষ্কাৰ কৰে। কিন্তু ফাৰ্ম-হাউছৰ মানুহৰ কথা বেলেগ। ইয়াত দৰমহা দি বেলেগ বেলেগ কামৰ বাবে মানুহ ৰখা হয়। গেট খোলা-বন্ধ কৰা মানুহৰপৰা বান্ধনিলৈকে মজুত থাকে। মাজে মাজে গৃহস্থসকল আহি ইয়াত হৈ-হাল্লা কৰি ভোজ-ভাত খায়। ব্ৰহ্মপুত্ৰৰ তাজা বৰাহ খায় আৰু পিছদিনা উভতি যায় মহানগৰলৈ। পিছদিনা এই অঞ্চলৰ ল'ৰা-ছোৱালীবোৰে ফাৰ্ম-হাউছৰ বাহিৰত পেলাই দিয়া ধুনীয়া চিচাৰ বটলবোৰ ঘৰলৈ লৈ আহে। ভালকৈ ধুই গোন্ধ নোহোৱা কৰি খোৱাপানী ভৰাই থয়।

এই অঞ্চলত এটা চুলাই ভাটী আছে। তদুপৰি জনজাতীয় মানুহখিনিয়ে ঘৰতে খাবলৈ, আলহী-দুলহীক দিবলৈ ঘৰুৱা মদ যত্নৰে কৰে। ব্ৰহ্মপুত্ৰৰ বালি আনিবলৈ অহা-যোৱা কৰা ট্ৰাক-ড্ৰাইভাৰে ঘৰুৱা মদ ভাল নাপায়। চোক কম বুলি কয়। কেঁচুৱা-কুমলীয়াৰপৰা বুঢ়ালৈকে সকলোৰে খাব পৰা সাজপানী, আপং সিহঁতৰ জিভাত নালাগে। সেয়া পোনে পোনেই কণ্ঠি দাসৰ ঘৰত বেচা চুলাই খাবলৈহে সিহঁত যায়। সময়ে-অসময়ে এনে মদ খাই ট্ৰাক চলোঁৱা ড্ৰাইভাৰে কেবাটাও গৰু-ছাগলি ইতিমধ্যে মাৰিছে। বালি ভৰাই ঘূৰি অহা ট্ৰাক দেখিলে সেয়ে মানুহ ৰাস্তাৰপৰা পলাই পত্ৰং দিয়ে। পদূলিমুখত খেলি থকা ল'ৰা-ছোৱালীবোৰক মাকবোৰে চোঁচৰাই ভিতৰলৈ লৈ আহে। তেতিয়াই প্ৰায়ে চন্দনৰ কথা মানুহবোৰে পাতে। চন্দন গুণ্ডা আছিল, ব্যৱহাৰ বেয়া আছিল, চন্দনৰ বহুতো দোষেই আছিল। কিন্তু চন্দন জীয়াই থাকোঁতে ট্ৰাক-ড্ৰাইভাৰবোৰে এইটো মইমতালি দেখুৱাব পৰা নাছিল। এবাৰ এটা ড্ৰাইভাৰে ডালিমী বড়োৰ ৰাস্তাত চৰি থকা হাঁহ দুটা মাৰি পেলালে। পাঞ্জাবী ড্ৰাইভাৰে ঘূৰিও নাচালে। চুবুৰিৰ দুটামান ডেকাল'ৰাই বাট ভেটি ধৰোঁতে হেংগুল উলিয়াই পাঞ্জাবী ড্ৰাইভাৰে খেদি আহিল। ড্ৰাইভাৰৰ মূৰ্তি দেখিয়েই সকলোৰে চুৰ্তি হেৰাল। ঘৰলৈ লৰ দিলে। তেনেতেই চন্দনৰ ৰয়েল এনফিল্ড মটৰ চাইকেলৰ মাত দূৰৈত শুনা গ'ল। দুটামানে দৌৰি গৈ সবিশেষ চন্দনক ক'লেগৈ। চন্দনে 'আহ

মোৰ লগত' বুলি মটৰ চাইকেলত দুটা ডেকাক তুলি ট্ৰাকখন আগভেটি ধৰিলেহি। আগৰ দৰেই ড্ৰাইভাৰ কিন্তু নামি নাহিল এইবাৰ। চন্দনেহে একেজাঁপেই ফুটব'ৰ্ডত এটা ভৰি থৈ গাড়ীৰ দুৱাৰ খুলি ড্ৰাইভাৰৰ চোলাত ধৰি চোঁচৰাই আনিলে। 'ঐ কেৰাচিন তেল আন, জুই লগাই ইয়াক শেষ কৰি দিওঁ'— বুলি চন্দনে চিএঞৰাৰ লগে লগেই কেৰাচিনৰ বটল লৈ দুজনীমান তিৰোতা মানুহ ঢপলিয়াই ঘৰৰপৰা ওলাই আহিল। ড্ৰাইভাৰে হাতে-ভৰিয়ে ধৰিলে। চন্দনে কেবা ঘোচা শুধাই দিলে ড্ৰাইভাৰক। পিছত কেবাজনো বয়োজ্যেষ্ঠৰ হস্তক্ষেপত এটা ডাঙৰ অঘটন ঘটাৰপৰা ৰক্ষা হ'ল। ড্ৰাইভাৰে ডালিমী বড়োক এহেজাৰ টকা দিলতহে চন্দনে এৰি দিলে। এই ঘটনাৰ পিছত সকলো ট্ৰাক-ড্ৰাইভাৰ সাৱধান হৈ গৈছিল। কিন্তু চন্দনৰ মৃত্যুৰ পিছত দৈত্যকায় ট্ৰাকবোৰেও যেন ফেপেৰি পাতি উঠিল। এতিয়া হুৰ্-হুৰাই চুবুৰিটোত ধূলি উৰুৱাই, ধৰণী কঁপাই ট্ৰাকবোৰ অহা-যোৱা কৰিলে সিহঁতক উদ্দেশ্য কৰি শাওপাত বৰষাৰ বাহিৰে অঞ্চলটোত কোনেও একো কৰিব নোৱাৰা হ'ল। কেবাটাও গৰু-ছাগলিৰ ট্ৰাকৰ খুন্দাত ঠেং ভাগিল, ছটফটাই সকলোৰে চকুৰ আগতে মৰিল। গৃহস্থই চকুপানী টোকাৰ বাহিৰে আন একো কৰিব নোৱাৰে। ওচৰৰ পুলিচ আউটপ'ষ্টত গৈ ক'লেও লাভ নহয়। ট্ৰাক-ড্ৰাইভাৰেই দৰমহাত হাত নিদিয়াকৈ দাৰোগাকেইজনক খুছিত ৰাখিছে। চহৰৰ প্ৰান্তৰ নৈপৰীয়া ঠাই, কোনে খবৰ ৰাখে!

নতুনকৈ পাহাৰৰ টিলাত ফাৰ্ম-হাউছ খোলা চাৰি-পাঁচ ঘৰ মানুহ এই অঞ্চলটোৰ বাবে অচিনাকি গ্ৰহৰ জীৱৰ দৰেই কৌতূহল আৰু বিস্ময়ৰ কেন্দ্ৰবিন্দু হৈ পৰিল। নিজান টিলাবোৰ মানুহ-বসতিৰ ঠাই হ'ব পাৰে বুলি এই অঞ্চলৰ মানুহে ভাবিবই পৰা নাছিল। ব্ৰহ্মপুত্ৰৰ পানীয়ে বাৰিষা সাময়িক বানপানী কৰি ঘৰ-চোতালবোৰ বুৰাই পেলালেও সমান ঠাই এৰি, গেজেপনি হাবিৰে ভৰা টিলাবোৰলৈ বাট কাটি উলিয়াই গৈ থকাৰ কথা কোনেও ভবা নাছিল। পাহাৰীয়া মাটি বাৰিষা পিছল বেছিহে হয়। গোট বান্ধি সমান ঠাইত মানুহ থাকিলে সাহস বাঢ়ে। পাহাৰত ইঘৰ-সিঘৰৰ দূৰত্ব বেছি হয়। মিতিৰালি আৰু কাজিয়া-পেচাল কৰি থাকিবলৈও; কাষত মানুহৰ মাত—ঘৰুৱা দৈনন্দিন শব্দবোৰেই ডাঙৰ সাহ।

নৈৰ পানীয়ে বাৰিষা ছেগা-চোৰোকাকৈ এই অঞ্চলবোৰ বুৰোৱাত পলস পৰি খেৰালি বৰ ভাল শাক-পাচলিৰ খেতি হয়। চাৰিফুট খান্দিলেই পৰিষ্কাৰ পানী কুঁৱাৰপৰা ওলায়। চাইকেল চলাই ল'ৰাবোৰ ঘূৰি ফুৰিব পৰাৰ লগতে ছোৱালীবোৰেও স্কুল-কলেজলৈ চাইকেলখন লৈ যাব পাৰে। এখন বাছো চেণ্টাৰলৈকে আহিবলৈ লৈছে। ভাড়া বেছি হ'লেও হস্কিলে-মস্কিলে অট'ৰিক্সাও পোৱা যায়। এই সমান্তৰাল বৃহৎ ভূ-খণ্ডত এতিয়াও থাকোঁ বুলিলে মাটি কিনিবলৈ আছে। তৎসত্বেও, এই মানুহবোৰে লাখ লাখ টকা খৰচ কৰি পাহাৰৰ ওপৰলৈ ৰাস্তা উলিয়াইছে। চপৰা-চপৰে শিলৰ টুকুৰা তাঁৰৰ জালিৰে বান্ধি পাহাৰৰ মাটি নখহাকৈ বেৰা সাজি থাকিবলৈ মনিচবিহীন ঠাইহে বাছি লৈছে। পাথৰৰ দুৰ্জয় শক্তিশালী বাল দিছে।

গৰু চৰাবলৈ পুৰণি বাগিচাৰ বিসন চৰ্দাৰৰ পুতেক শোভেন পাহাৰবোৰলৈ প্ৰায়ে যায়। সিদিনা আহি ক'লেহি, এই চেণ্টাৰৰ কাষৰ পাহাৰৰ গাৰে যি শিলৰ ৰাস্তা হৈ আছে, সেই ৰাস্তাৰে ডেৰমাইলমান গ'লে এতিয়া এটা বঙলাঘৰ পায়। বঙলাঘৰৰ বাহিৰত ইমান ওখ পাথৰৰ বেৰা যে ভিতৰত কি সাজি আছে জনাৰ উপায় নাই। কিন্তু সিদিনা তাৰ দেউতাকে সেই বঙলাঘৰ চোৱা-চিতা কৰা চকীদাৰৰ কাম পালে। তেতিয়া সি গৈ দেখিলে এটা আধাসজা বঙলাঘৰ। পাঁচ-ছটা পুৰণি বাগিচাৰ মজদুৰে তাত ফুলনি, ফল-মূলৰ বাৰী পতা কাম কৰি আছে।

গৰ্ডন চাহাবৰ বাগিচাৰ আশে-পাশে পুৰণি চাহ-মজদুৰ থাকিবলৈ লোৱাৰপৰা সেইফালে এখন গাঁও হ'ল। নতুনকৈ আমোলা আহি বহা এই অঞ্চলৰ মানুহে সেইখন ঠাইক লেবাৰ গাঁও বুলি কয়। এতিয়া লেবাৰ গাঁৱৰ ল'ৰা শোভেনৰ মুখেৰে শুনা কথা এই অঞ্চলৰ মানুহৰ ইকাণ-সিকাণকৈ বাগৰে। এই কথাবোৰ আহি যি ঠাইত বিভিন্ন মুখেৰে আলোচনা হয় সেয়াই হাইকমাণ্ড ষ্টোৰ। এই অঞ্চলটোলৈ দুডাল জাতিবাঁহৰ দৰে দুটা ঠেক বাট মূল ৰাস্তাৰপৰা গুচি গৈছে নৈৰ পাৰলৈকে। ত্ৰিভুজ আকৃতিৰ খণ্ডটোৰ মূধচ অৰ্থাৎ যুৰীয়া বাটটোৰ সংগমস্থলত ধৰণী দলেৰ দোকানখনক কেন্দ্ৰ কৰি 'চেণ্টাৰ'। গধুলি দিনটোৰ সকলো বাতৰি তাতে আলোচনা হয়। মতা মানুহবোৰ চেণ্টাৰলৈকে ওলাই আহে। নিবনুৱা, চেমনীয়াবোৰ আবেলিপৰাই দোকানৰ সন্মুখত ফলীয়া বাঁহ বান্ধি সজা বেঞ্চিত বহিবলৈ লয়।

দৈনন্দিন সমস্যাৰপৰা পাহাৰৰ টিঙৰ ফাৰ্ম-হাউছত কোন থাকিবলৈ লৈছে, ইত্যাদি সকলো কথা চেণ্টাৰত থকা

ধৰণী দলেৰ হাইকমাণ্ড ষ্টোৰত আলোচনা হয়। ধৰণী দলেক চন্দনৰ দৰে গুণ্ডায়ো সমীহ কৰিছিল। নিমখৰপৰা কেৰাচিনলৈকে পোৱা ধৰণীৰ এই দোকানখনৰ এই অঞ্চলত গুৰুত্ব অসীম। এই গুৰুত্বৰ আঁৰতো এই দোকান হোৱাৰ এক অভাৱনীয় কাহিনী আছে।

## হাইকমাণ্ড ষ্টোৰৰ কাহিনী

দোকানখন হোৱাৰ আগলৈকে অঞ্চলটোৰ মানুহবোৰে আঢ়ৈ কিলোমিটাৰ দূৰৰ মতিলাল-গংগালালৰ গেলামালৰ দোকানৰপৰা মাল-বস্তু নানিলে নহৈছিল। এবাৰ বাকীখাটাত ধৰণীৰ টকাৰ অংক অবিশ্বাস্যভাৱে বাঢ়ি গৈছিল। মতিলালে 'নগদ নিদিলে কাইলৈপৰা বস্তু নিয়া বন্ধ' — বুলি ধৰণী দলেক ডবিয়ালে। মতিলালৰ হিচাপত ধৰণীৰ সন্দেহ হ'ল। তথাপি ক'লে যে পিছৰ মাহত যেনে-তেনে বাকী মাৰিব। মতিলালে 'নিকম্মাই পইচা ক'ৰপৰা দিবি'— বুলি বহুত গ্ৰাহকৰ সন্মুখত ধৰণীক ভেকাহি মাৰিলে। ধৰণী ফোঁ-ফোঁৱাই ঘৰলৈ ঘূৰিল। ধৰণীয়ে অৱস্থাৰ দাস হৈহে পঢ়া এৰিছিল। স্কুলত 'বেষ্ট এথলেট' হোৱা ধৰণীৰ ঘৰত মেডেল, কাপ, চাৰ্টিফিকেটবোৰ জুপুৰি ঘৰটোৰ একমাত্ৰ ভগা কাঁচ লাগি থকা আলমাৰিত সজাই থোৱা আছিল। ধৰণীয়ে প্ৰথমেই আহি আলমাৰিটোৰপৰা ধুম-ধাম পুৰস্কাৰবোৰ দলিয়াবলৈ ধৰিলে। ধৰণীৰ মাক আৰু ভনীয়েকে গৰা মাৰি তাক বশ কৰিবলৈ কাবৌ-কাকুতি কৰিলে। সি খঙতে ফোপাই-জোপাই ক'লে — 'এই পঁচিছ বছৰলৈকে এইবোৰৰেই মোক 'নিকম্মা' কৰিলে। বাছত কণ্ডাক্টৰ হ'ব নোৱাৰিলোঁ, কাঠ মিস্ত্ৰী হ'ব নোৱাৰিলোঁ। পিয়ন নোৱাৰিলোঁ হ'ব.... এইবোৰেই মোৰ কাল হ'ল, আজি কুকুৰ মতিলালেও নিকম্মা বুলিলে....' ধৰণীৰ মাক কনকাৰ গা চেবালে। মাকে ধৰণীৰ এই অমূৰ্তক খংটো বহুবাৰ দেখিছে। এই সময়ত ধৰণীৰ হিতাহিত জ্ঞান নাথাকে। বাপেক মৰাৰ পিছত ধৰণীয়ে কলেজত নাম নলগালে। কণ্ডাক্টৰৰ চাকৰি পালে। দহদিন কৰিয়ে এৰিলে। ড্ৰাইভাৰে 'কুকুৰ পোৱালি' বুলি গালি দিয়াৰ বাবেই ড্ৰাইভাৰক এঘোচা মাৰি গুচি আহিল। তাৰ পাছত 'ডেকা ফাৰ্ণিচাৰ'ত কাঠৰ কাম শিকিবলৈ সোমাল। ডেৰমাহমানহে হ'ল, হেড-মিস্ত্ৰীয়ে এবাৰ কাঠ ভুলকৈ কটাত কাণতলীয়া চৰ শুধালে। ধৰণীয়ে সহ্যই কৰিব নোৱাৰিলে। 'ভুল নকৰাকৈ মাৰৰ পেটত কাঠমিস্ত্ৰী হৈ আহিছিলি নেকি' — বুলি ওলোঁটাই সিও হেড-মিস্ত্ৰীক ধৰিলে। এনেতে ফাৰ্ণিচাৰ মালিকৰ ল'ৰা আহি উপস্থিত হ'ল। কামত সোমায়ে বৰ কথা ক'বলৈ লোৱা বুলি সিও ধৰণীক এবাৰ মাৰিলে। ধৰণী একেবাৰে গুচি আহিল। লগৰ মিস্ত্ৰীয়ে বুজালেহি ঘৰতে, এনেকুৱা হয়েই। সিহঁতেও চৰ-ভুকু খাইছিল। ধৰণী সৈমান নহ'ল। তাৰ পিছতো ধৰণীৰ সুযোগ আহিছিল। ডি-পি-আই অফিচৰ পিয়ন কৰিম বুলি অফিচাৰ এজনে ধৰণীক আশা দিলে। তিনিমাহ সি মানুহজনৰ ঘৰত গেবাৰি খাটিলে। পিছে যিদিনাই অফিচাৰণীয়ে তাক কাপোৰ ধোৱা বাই নহাত; তেওঁৰ পেটিকোটৰপৰা দুবছৰীয়া ল'ৰাৰ গু-মুতৰ কাপোৰ ধুবলৈ নিৰ্দেশ কৰিলে — ধৰণীয়ে নোৱাৰোঁ বুলি ক'লে। ধৰণীয়ে জেওৰা দিব পাৰে, গধুৰ বস্তু দাঙিব পাৰে, তামোল পাৰিব পাৰে, মদাৰ গছত উঠি পাণ পাৰিব পাৰে, নতুনকৈ সজা তেওঁলোকৰ ঘৰটোৰ তিনিটা বনুৱাৰ কাম অকলে কৰিব পাৰে, কিন্তু কাপোৰ ধুব নোৱাৰে। মাক-ভনীয়েক থকা ঘৰখনত ধৰণীয়ে নিজৰ কাপোৰ ধুই পোৱাই নাছিল। ধৰণী গুচি আহিল। কনকাৰ মনত আছে, প্ৰত্যেকবাৰেই ঘৰলৈ উভতি আহি ধৰণী গুজৰি-গুমৰি থাকিছিল বহু দিনলৈ। ঘৰৰ আটাইতকৈ টান কামবোৰ কৰিছিল। উধাই-মুধাই খৰি ফালিছিল। কঁঠালগছৰ সাৰ একোডালো এনেকুৱা খণ্ডত সি কুঠাৰেৰে দুফাল কৰিছিল। মাকে প্ৰবোধ দিছিল। তেওঁৰ তাঁতশালখন আছে, ঘৰত মুৰ্গী আছে, হাঁহ আছে। গাহৰিয়েও পোৱালি দিছে — ধৰণী বাহিৰত কাম কৰিবলৈ যাব নালাগে। ঈশ্বৰে কৰাত বাৰীত তামোল-পাণ, নাৰিকল কেইবাজোপাও আছে। শাক-পাত ভালকৈ কৰিলে চলি যাব। কনকাৰ এই অভয় দানৰ মাজেৰেই এটা বছৰ ভালকৈ পাৰ হৈ গৈছিল। কিন্তু সেই বছৰেই ব্ৰহ্মপুত্ৰৰ পানীয়ে বাৰীখন কেইবাদিনো বুৰাই ৰখাৰ পিছতে, মুৰ্গীবোৰ বেমাৰ লাগি মৰিল। দুজনী চেউৰী বেমাৰ লাগি মৰিল। শাক-পাতবোৰ উছন গ'ল। সেই সময়তেই মতিলালৰ দোকানত বাকীও বাঢ়িল। কনকাৰ উপায় নাছিল। ধৰণীয়ে আলমাৰিটো জোকাৰি এইবাৰ আটাইতকৈ ডাঙৰ বিবৰ্ণ কাপটো মাটিত দলিয়াই পেলালে। টুৰ্ণামেণ্টত জেভেলিন থ্ৰ'ত ধৰণীক কোনেও নোৱাৰিছিল। একেৰাহে তিনিবছৰ জেভেলিন থ্ৰ'ত প্ৰথম হোৱা বাবে এই বিশেষ কাপটো সি পাইছিল। কিন্তু মতিলালে আজি যিপাট জেভেলিন তাৰ বুকুলৈ মাৰিলে তাৰ পিছৰপৰাই ধৰণীৰ এই পুৰস্কাৰটো মূল্যহীন হৈ পৰিল।

ইয়াৰ পোটক সি তুলিবই বুলি ধৰণীয়ে আচৰিত সিদ্ধান্ত ল'লে। মাকৰ অলংকাৰ আৰু নিজৰ দুবিঘা মাটিৰ বাবীৰ এবিঘা বন্ধকত থৈ পোন্ধৰ হেজাৰ টকাৰে দোকান এখন আৰম্ভ কৰিলে। মাক কনকাক ক'লে — ভাগ্যৰ সৈতে তাৰ শেষ জুৱা, ইয়াত উঠিলে ৰক্ষা নাই আৰু ডুবিলে গোটেই পৰিয়ালটো মৰিবলৈ সাজু থাকক। কিন্তু ধৰণীৰ এই সাহৰ ওচৰত অদৃষ্ট ভাগ্যও বশ হ'ল। দোকানখন দোপত-দোপে উঠি আহিল। অঞ্চলটোলৈ দিনে দিনে নতুন মানুহৰ সমাগম হ'ল আৰু সকলোৰে ওচৰতে পোৱা দোকান হ'ল ধৰণীৰ দোকান। ধৰণীৰ এই একা-চেকা স্বভাৱ, সাহস আৰু দোকানৰ চাহিদাই এক সুকীয়া ব্যক্তিত্বও দিলে। গধূলি দোকানৰ সন্মুখতে নানাজনৰ সমাগম হ'ল। খবৰ-আলোচনা চলিবলৈ ল'লে। আনকি ধৰণীৰ দোকানতে ৰেডিঅ'ৰ বাতৰি শুনা, গান শুনাৰ অভ্যাসো মানুহবোৰৰ হ'বলৈ ল'লে। ধৰণীয়ে বাতৰি কাকতৰ ছাব-এজেন্সী এটাও ল'লে। অঞ্চলটোৰ নানা উন্নয়নমূলক কামৰো আলোচনাৰ প্ৰথম পাতনি দোকানত হোৱা আড্ডাৰপৰাই হ'বলৈ ল'লে। ধৰণীৰ স্বভাৱত এটা সুকীয়া বৈশিষ্ট্য আহিল। ধৰণীয়ে আলোচনাৰ শেষত দিয়া ৰায় গুৰুত্বপূৰ্ণ কথা হ'বলৈ ল'লে। ধৰণীয়ে দোকান বন্ধ কৰাৰ এঘণ্টা আগত আড্ডা ভংগ কৰি দিয়ে। সকলোৱে বিনাবাক্যে এই নিৰ্দেশ পালন কৰে। বিদেশী খেদা আন্দোলনত দুটামান বিক্ষিপ্ত ঘটনা ঘটাৰ সময়তে অঞ্চলটোত এটা পুলিচ আউটপ'ষ্ট বহিল। কিন্তু ধৰণীয়ে হুকুম দি থ'লে, এই অঞ্চলটোত পুলিচে পিত্‌পিতাই ফুৰিব নোৱাৰিব। চন্দন তেতিয়া লীডাৰ আছিল। পুলিচৰ সন্দেহ হৈছিল চন্দনৰ উচটনিত পুৰণি খং থকা কিছু মানুহৰ ওপৰত এই অঞ্চলৰ ল'ৰাই প্ৰতিশোধ পুৰাইছে। এই বিশ্বাস দৃঢ় হ'ল মতিলাল-গংগালালৰ গেলামালৰ দোকানত অতৰ্কিতে নিশা জুই জ্বলি উঠাত। এয়া আৰম্ভণিহে। এই অঞ্চলতে সন্ত্ৰাসবাদী লুকাই থাকে বুলিও ওলাল। ধৰণীয়ে পুলিচক আশ্বস্ত কৰি ক'লে যে এই অঞ্চলত প্ৰকৃততে এইবোৰ একো নাই। যদি কিবা তেনে ঘটনা ঘটে, তেন্তে ধৰণী নিজে গৈ থানাত হাজিৰ হ'ব। সঁচাকৈ তাৰ পিছত অঞ্চলটোত একো ঘটনা নঘটিল। চন্দনৰ উৎপাত আছিল যদিও ধৰণী দলেৰ আগত চন্দন শান্ত-শিষ্ট হৈ থাকিছিল। তেতিয়াৰপৰাই ধৰণী দলেৰ নাম মুখে মুখে বাগৰি 'হাইকমাণ্ড' হ'ল। দোকানৰ ইমানদিনে নাম নাছিল, কিন্তু 'হাইকমাণ্ড চেন্টাৰ' বুলিলে সকলোৱে ধৰণীৰ দোকানখনকে বুজা হ'ল।

এইবোৰ প্ৰায় পোন্ধৰ-ষোল্ল বছৰৰ পুৰণি কাহিনী। ধৰণী দলে সেই পঁচিছ বছৰীয়া খঙাল ল'ৰাৰপৰা এতিয়া চল্লিছ বছৰীয়া মধ্য বয়সীয়া জ্ঞান গম্ভীৰ মানুহলৈ পৰিৱৰ্তন হ'ল। আজিকালি ধৰণী দলে গধূলি পাঁচমান বজাৰপৰাহে দোকানত বহে। তিনিজন কৰ্মচাৰীৰ সৈতে দোকান ভালকৈ চলে। প্ৰয়োজন অনুসৰি ধৰণীয়ে দোকান বঢ়াই দিলে। স্কুল-কলেজীয়া বহী, পেঞ্চিল, পেন, স্কেলৰ পৰা প'টেট' চিপছ, মেগী নুডলছৰপৰা জোতাৰ পলিচলৈকে একেখন দোকানতে আজিকালি পোৱা যায়। ধৰণীয়ে অঞ্চলটোৰ পৰিৱৰ্তনৰ হিচাপ কৰে বস্তুৰ নিত্য নতুন চাহিদাত। মাত্ৰ পোন্ধৰ বছৰতে অঞ্চলটোৰ পঞ্চাছ-ষাঠি ঘৰ মানুহ বাঢ়ি প্ৰায় পাঁচশ ঘৰ হ'লগৈ। খেৰী ঘৰবোৰ পকী হ'ল। আগতে এখন চাইকেল কিনাটোৱেই চুবুৰিবোৰত ডাঙৰ খবৰ আছিল। আজিকালি স্কুটাৰ-মটৰ চাইকেল কিনিলেও এই খবৰ গুৰুত্বহীন হ'ল। ছেকেণ্ড-হেণ্ড গাড়ী, নতুন মাৰুতি গাড়ী দুই-এঘৰে ল'বলৈ লৈছে। এই খবৰবোৰহে সন্ধিয়া দোকানত ধৰণীয়ে পায়।

পৰিৱৰ্তন নহ'ল ধৰণী দলেৰ। দোকানৰ পৰিৱৰ্তন হ'ল সময়ৰ খোজ মিলাই, কিন্তু ধৰণী একেদৰে থাকিল। মাত্ৰ কপাল আৰু খটৰ কাষত দুই-এডাল ৰূপালী চুলিৰ নৱাগমন হ'ল। ধৰণীয়ে বিয়া কৰাবলৈও মন নকৰিলে। ভনীয়েকজনীক বিয়া দিয়াৰ আঠমাহৰ পিছতে বিধৱা হ'ল। শহুৰৰ ঘৰৰ অত্যাচাৰ সহিব নোৱাৰি তাই ঘূৰি আহিল ধৰণীৰ ওচৰলৈ। আকৌ পুৰণি সংসাৰ। ধৰণীলৈ ছোৱালীৰ আকাল নাই। এতিয়াও আছে। ধৰণী কেৱল উদাস হৈ পৰে বিয়াৰ কথা ক'লে। উত্তৰ দিয়ে — 'মাকণক চকুৰ আগত ৰাখি মই বিয়া কৰাব নোৱাৰোঁ'। ধৰণীৰ ভনীয়েক মাকণেও ককায়েকক বুজায় — 'মোৰ দশা যি হ'ল হ'ল, তোৰ বিয়াখন হ'লেহে মোৰ শান্তি ঘূৰি আহিব'। ধৰণীয়ে বিষাদ হাঁহি মাৰে তেতিয়া। মাক কনকা ষাঠি বছৰীয়া যদিও বেছ কামিলা বাবে শৰীৰ টন্‌টনীয়া। জীয়েকৰ দুৰ্ঘটনাই মানুহজনীক জোকাৰিলে। নহ'লে একো দুখ কনকাৰ নাছিল। মাকক ধৰণীয়ে কয় — 'মাকণক কোনোবাই নিয়ে যদি বিয়া পাতি দিম। তেতিয়া বাৰু মই ছোৱালী পছন্দ কৰিম। কিন্তু তাই মোৰ সুখৰ সংসাৰ চাই অকলে জীৱনপাত কৰিব, সেয়া মই হ'বলৈ নিদিওঁ'। মাকণলৈ দৰা এটা আহিছিল। মাকণ বিয়াত নোসোমাল। 'হ'ব হাত দুখন আছে, কৰি খাম।

বিয়া-সংসাৰে মোক আঠমাহতে আশী বছৰীয়া কৰিলে। বিয়া আৰু নকৰাওঁ।' ধৰণীয়ে মাকণৰ বিবাহিত জীৱনৰ সঠিক চিত্ৰ এখন মাকণৰ মুখৰ দুটা বাক্যতে পাই গ'ল। কিছুমান কথা সংক্ষেপেই সাগৰ। মাকণো এতিয়া পঁয়ত্ৰিছ বছৰীয়া মহিলা। মাকৰ সৈতে তাঁতশালত বহে। ঋণ এটা লৈ ছখন তাঁতশাল পাতিছে। পৰ্দা, বেডছিট, কুশ্বন-ক'ভাৰ সকলো তাঁতত বয়। গৱৰ্মেণ্ট এমপ'ৰিয়ামৰ বাবেও সিহঁতে ছাপ্লাই দিব পাৰে। মানুহকেইটাৰ জীৱনৰ বাদে ধৰণীৰ সংসাৰৰো বহু পৰিবৰ্তন হ'ল। কেঁচাঘৰৰ ঠাইত ধৰণী দলেৰ এটা আৰ-চি-চি ঘৰ হ'ল। ঘৰটোৰ দুতলা হোৱাৰ প্ৰবল ইচ্ছা প্ৰকাশ কৰি, ঘৰৰ ছাদৰ ওপৰত লোহাৰ ৰডবোৰ আকাশমুখী হোৱাৰ নিৰ্দেশ দি ৰৈ থাকিল। ধৰণীয়েও ওপৰত আৰু এটা মহলা সজাৰ বাবে ইটা দ'মাই থ'লেহি চোতালত। চুবুৰিত সৰু-সুৰা দোকান তিনিখনমান হ'ল। কিন্তু 'হাইকমাণ্ড ষ্টোৰ' ৰ দৰে হ'ব পৰা নাই। অঞ্চলটোৰ তিনিটা ঘাই আলিৰ মূৰত ধৰণীৰ দোকান। এই ঠাইৰ সুবিধা আনৰ নাই। অঞ্চলটোলৈ টিভি, লাইট, পানীৰ সুবিধা অহাৰ লগে লগে মানুহবোৰো এলেহুৱা হ'ল। আগৰ আঢ়ৈ কিলোমিটাৰ বাট খোজকাঢ়ি গৈ মতিলাল-গংগালালৰ দোকানত কেৰাচিনৰ বাবে লাইন পতা মানুহবোৰৰ বাবে এক ফাৰ্লং দুৰৈৰ ধৰণীৰ দোকানখনো দূৰ হ'ল। থাউকতে আলু-পিঁয়াজ, চিগাৰেটৰ পেকেট, জুইশলা বাহ বিচাৰিলে পাব পৰাকৈ দোকান বিচৰা হ'ল। এই প্ৰয়োজনবোৰৰ বাবেই সৰু সৰু তিনিখন দোকান বহিল তিনিটা চুবুৰিত। ধৰণীৰ দোকান আগৰ দৰেই থাকিল। ধৰণীৰো সন্ধিয়া পাঁচ বজাত দোকানলৈ যোৱাটো চলি থাকিল।

## আজিৰ কথা....

আজিও ধৰণী দোকানলৈ আহিল সময়মতে। দোকানৰ সন্মুখত সুৰেন মাষ্টৰৰ ল'ৰা দীপু, বৰবাবু ঘন বৰাৰ নাতি শৈবাল। দুয়োটাই এক ৰহস্যময় কৌতূহলী কথাত মগ্ন। অলপ পাছতেই এজন এজনকৈ মানুহ আহি দোকানৰ সন্মুখ ভৰি পৰিব। ধৰণী গৈ দোকান পোৱাৰ লগে লগে দীপুৱে ক'লে — 'ধৰণীদা, এই মাত্ৰ মিচেছ খান্না আহিছিল, গোন্ধ পোৱা নাই?' ধৰণীয়ে আচৰিত হৈ ধুনা ঘূৰাই থকা ছেলছমেন বসন্তলৈ চালে। —'ধুনাৰ গোন্ধ নহয়— পাৰফিউম—বিদেশী পাৰফিউম।' ধৰণীয়ে দীপুহঁতক সৰুতে কাণমলা দিয়া ল'ৰা। ধৰণীৰ সৈতে এক নিবিড় সম্পৰ্ক অঞ্চলটোৰ আটাইবোৰ ল'ৰা-ছোৱালীৰ। ধৰণীয়ে ভেকাহি মাৰি ক'লে—'তহঁতৰ কলেজীয়া ডঙুৰা কথা মোক নক'বি — ক'ৰ মিচেছ খান্না?'

দীপু আগবাঢ়ি আহি ক'লে—'সৌ টিলাটোলৈ যোৱা ৰূপালী ৰঙৰ আইকনখন দেখিছেনে নাই?

ঃ আইকন? কোন?

ঃ ধেৎ ধৰণীদা, আইকন ছোৱালী নহয় — গাড়ীৰ নাম। — শৈবালে স্ফূৰ্তি পাই হাঁহি দিলে ধৰণীৰ কথাত।

ঃ অ' বুজিছোঁ, গাড়ীখন দেখিছোঁ।

ঃ তাতে যায় মিচেছ খান্না।

ঃ জানো, মই দেখা নাই।

ঃ ক'ৰপৰা দেখিবা? এ-চি গাড়ীৰ গ্লাছ উঠোৱা থাকে।

ঃ পিছে কি হ'ল। ইয়াৰ কেইবাটাও পাহাৰলৈ এনেকুৱা গাড়ী যায়। মানুহে মাটি কিনিছে — বঙলা ঘৰ সাজিছে। এইবোৰ ডাঙৰ মানুহৰ কথা, আমাৰ সৈতে কি সম্পৰ্ক?

ঃ ধৰণীদা, আছেতো সম্পৰ্ক। তোমাৰ সৈতে মানে আজি তোমাৰ দোকানৰ সৈতেই সম্পৰ্ক হৈ গ'ল। কিন্তু তাৰ আগতে তুমি কোৱা সম্পৰ্ক কৰিবা নে নাই? — দীপু অঘাইটং বুলি জনাজাত। পঢ়া-শুনাত মজলীয়া হ'লেও কলেজৰ কালচাৰেল ছেক্ৰেটাৰী। গান ভাল গায়, তৰ্ক প্ৰতিযোগিতাত সি সদায় পুৰস্কাৰ পায়। কিন্তু সি অতি চতুৰ আৰু দুষ্টও। ধৰণীয়ে কিছুপৰ তভক মাৰি দীপুলৈ চাই থাকি ক'লে — 'পেংলাই কৰিবলৈ ঠাই নাপালি'।

ঃ নহয় ধৰণীদা, প্লিজ তুমি বিশেষ একো কৰিব নালাগে, মাত্ৰ ক'ল্ড ড্ৰিংকছ ৰাখা, এটা ফ্ৰিজ কিনা।

ঃ কিয়? অৰেঞ্জ স্কোৱাচৰ বটল ৰাখিছোঁ নহয়!

ঃ চোৱা তুমি মানুহটো যিমান পুৰণি, দোকানখন তেনেকৈ ৰাখিব নোৱাৰা নহয়। পোন্ধৰ বছৰৰ আগতে এই দোকানত বাৰু কি ৰাখিছিলা?

ধৰণীয়ে দীপুৰ কথাত দোকানৰ বাহিৰলৈ টুল এখন টানি আনি বহি লৈ হাঁহি এটা মৰিলে। চাৰমিনাৰ চিগাৰেটৰ পেকেটৰপৰা চিগাৰেট উলিয়াই অগ্নি সংযোগ কৰি, এমুখ ধোঁৱা তৃপ্তিৰে বাহিৰলৈ উলিয়াই দিলে। এক তৃপ্তিৰ আবেশেৰে তেওঁ ক'লে — 'আচৰিত লাগে, মানুহ একেখিনিয়েই। তেতিয়া চাউল, মচুৰ, মগু, মাটি দাইল, আলু, পিঁয়াজ, মিঠাতেল, বিড়ি-চিগাৰেট আৰু ধপাত ৰাখিবই লাগিছিল। ফলি-পেঞ্চিল, দোৱাত চিয়াঁহী, কাগজ এইবোৰো

ৰাখিছিলোঁ। আচৰিত লাগে একেখিনি মানুহৰ ঘৰত আজিকালি বিধে বিধে মিঠাতেল, ৰিফাইণ্ড তেল, নানাধৰণৰ বিস্কুট, চেবৈ, চাউ চাউ, মেগী.... কত যে ফৰমাইচত মই বস্তু আনি ভৰাইছোঁ দোকানখন। বিধে বিধে ছেম্পুৰ পেকেট, পাউদাৰ, চুলিত ঘঁহা তেল, টমেট' চচ্, চিলি চচ্ — কত যে বস্তুৰ দৰকাৰ হৈছে। আজিকালি স্কুলীয়া ল'ৰা-ছোৱালীবোৰ আহি আগৰ দৰে ভাত নাখাই হেনো। মেগী, চুজিৰ হালুৱা— বিভিন্ন নতুন খাদ্য লাগে হেনো। টিফিন বক্সত বিধে বিধে কেক, বিস্কুট নিদিলে সিহঁত স্কুললৈ নাযায়। আনকি জগত ৰাভাৰ ল'ৰাটো— তাক হেনো পুৱা-গধূলি আটাই কেইসাঁজত মেগী লাগে। বাপেকে মোক নিজে কৈছে এই কথা। জগত, যিটো ল'ৰাই এসেৰ উখোৱা ভাত অকলে খাইছিল। অকলে মৰণা মাৰি এবছৰৰ ধান ভঁৰালত থৈছিল, নৈ পাৰৰ শিমলু দুজোপা অকলে কাটি বগৰাইছিল, তাৰ ল'ৰাই এমুঠি ভাত খাবলৈও বেয়া পায়? কি খায়। মেগী খায়, এপেকেট বিস্কুট খায়। এয়া বাৰু অবিশ্বাস্য পৰিবৰ্তন নহয়নে?'

ঃ সেয়ে কৈছোঁ ধৰণীদা, তুমি এটা ফ্ৰিজ কিনা এতিয়া। ক'ল্ড ড্ৰিংকছ, বাটাৰ, চকলেট এইবোৰৰ চাহিদা বাঢ়ি আহিছে। আগৰ দৰে ল'ৰা-ছোৱালীয়ে মৰ্টন চুহি নাথাকে। — দীপু নিজেও ধৰণীৰ মুখামুখি হৈ বহি ল'লে। ধৰণী কিছুপৰ মনে মনে থাকি ক'লে— 'এটা কথা ঠিক কৈছ। বহু দিন ধৰি মানুহবোৰে মোক বাটাৰ ৰখাৰ ব্যৱস্থা কৰিবলৈ কৈ আছে। জাৰকলি ৰাখোঁ, গৰমত চকলেট, বাটাৰ দুয়োটাই বেয়া হৈ যায়।

ঃ এয়াইতো কথা! ক'ল্ড ড্ৰিংকছো তেতিয়া ৰাখিব পাৰিবা। গৰমত কলেজৰপৰা আহি আমি এটা ক'ল্ড ড্ৰিংকছ লৈ দুআষাৰ কথা পাতিম। — 'আৰু মিচেছ খান্না আহিব, ক'ল্ড ড্ৰিংকছ বিচাৰি ধুনীয়া হাতখন মেলি দিব' — শৈবালে চকু টিপিয়াই ক'লে।

ঃ এচৰ খাবি — মোৰ আগত এইবোৰ ক'বলৈ লাজ লগা নাই। — ধৰণীয়ে কপট খঙেৰে শৈবাললৈ চাই ক'লে।

ঃ সঁচাকৈয়ে ধৰণীদা, মিচেছ খান্না বৰ ধুনীয়া— দীপুৱে ক'লে।

ঃ নাপায়, লোকৰ পত্নী। তোৰ মাহীদেউ বা পেহীদেউৰ দৰে।

ঃ মিচেছ খান্না অকলশৰে আহে সদায়। তেওঁ অকলশৰে থকা মহিলা। কেতিয়াবা ড্ৰাইভাৰে গাড়ী চলায়, বেছিভাগ তেওঁ নিজে চলাই গাড়ী। তেওঁ ফুল ভাল পায়। টিলাটোৰ ওপৰত, য'ত ফাৰ্ম-হাউছ খুলিছে— তাত দেশী-বিদেশী বহুত ফুল লগাইছে। তেওঁ মাজে মাজে মদো খায়— এদিন চ'ডাৰ বটল বিচাৰিছিল....

ঃ ৰ ৰ দীপু, তোৰ মুখত আখৈ ফুটাদি মিচেছ খান্নাৰ কথা যে ওলাইছে, এই খবৰবোৰ ক'ত পাইছ? এই মানুহজনীৰ পিছত তহঁত লাগিছই বা কিয়? — ধৰণীৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল।

ঃ ৰ'বা ধৰণীদা আচৰিত নহ'বা। এই মিচেছ খান্নাই মোক দুদিন আগতে তেওঁৰ বহুমূলীয়া গাড়ীত লিফ্‌ট দিছিল। — দীপুৱে গৰ্বৰে ক'লে।

ঃ সেইদিনাৰপৰাই আমাৰ মাজত কেৱল মিচেছ খান্নাৰ টপিক্ বুজিছা। — শৈবালে ক'লে।

ঃ তোক কিয় লিফ্‌ট দিছিল? — এইবাৰ ধৰণী দলে দীপুৰ ওচৰলৈ টুলখন চোঁচৰাই কাষ চাপি আহিল।

ঃ মই সন্ধিয়া টিউচনৰপৰা আহি আছিলোঁ। এনেতে চাইকেলখনৰ চক্ৰাৰ পাম গ'ল। চাইকেল চোঁচৰাই নি নতুন বজাৰৰ ফালে নি থাকোঁতেই হঠাৎ গাড়ী এখন মোৰপৰা অলপ আগত গৈ ৰ'ল। ড্ৰাইভাৰ আহি ক'লে — 'আপোনাক মেমচাহাবে মাতিছে'। মই অবাক হ'লোঁ। কোন মেমচাহাব? অৱশ্যে গাড়ীখন চিনি পালোঁ। আমাৰ পুৰণি বাগিচাৰ ফালৰ টিলাটোলৈ এই গাড়ীখন যায়। ফাৰ্ম-হাউছ খুলিছে। সেইটো ফাৰ্ম-হাউছৰ চকীদাৰ বিসন চৰ্দাৰৰ ল'ৰা শোভেন। শোভেন আৰু মই এল-পিত একেলগে পঢ়িছিলোঁ। তাৰপৰা এদিন এই অকলশৰীয়া মেমচাহাবৰ কথাবোৰ শুনিছিলোঁ।

ঃ আচল কথালৈ আহ দীপু।— ধৰণীদাৰ ধৈৰ্য্যচ্যুতি ঘটিল।

ঃ অ', আচল কথাটো ক'বলৈ গৈছোঁ। মই গাড়ীখন চিনি পালোঁ। শোভেনৰ মেমচাহাবৰ গাড়ী। ওচৰলৈ গ'লত গাড়ীৰ গ্লাছ লাহে লাহে নামিল। ধুনীয়া বব কটা চুলিৰে এখন মিঠা বৰণৰ ধুনীয়া মুখ। মোক ক'লে — 'তুমি আমাৰ ফাৰ্ম-হাউছৰ ফালেই থাকা নহয়?' মই মূৰ দুপিয়ালোঁ। মিচেছ খান্নাই অসমীয়া কয় বুলি শোভেনে কৈছিল, কিন্তু ইমান পৰিষ্কাৰ অসমীয়া কয় বুলি জনা নাছিলোঁ। তেওঁৰ চকুলৈ চালোঁ। ইমান ধুনীয়া চকু মই কিজানি দেখাই নাছিলোঁ — মই বেছিপৰ চাবই নোৱাৰিলোঁ। তেওঁ ক'লে — 'মই তোমালোকক দোকানৰ সন্মুখত প্ৰায়ে দেখোঁ।' চাইকেল

বেয়া হ'ল যদি ভাল কৰিবলৈ দিয়া আৰু মোৰ লগতে গাড়ীত উঠা।' মই 'নালাগে' বুলি ক'লোঁ। 'থেংক কিউ, মই পাৰিম আন্টি'— বুলিও ক'লোঁ। তেওঁ নুশুনিলে। ক'লে—একো নহয়, চাইকেলখন দোকানত দিয়া। সন্ধিয়া সাত বাজিল। বতৰ ওন্দোলাই আনিছে। আমাৰ ঘৰৰ ফালে সাত বজা বহুত ৰাতি। চাইকেল্ল ভাল কৰি দুই কিলোমিটাৰ বাট যোৱালৈ বৰষুণো আহিব—ৰাতিও বহুত হ'ব'। তেওঁৰ কথাত এটা শক্তি আছে—মই 'না' ক'ব নোৱাৰিলোঁ। চাইকেলখন নি চাইকেল দোকানত দিলোঁ। গজাল সোমাই ফুটা হৈছে। পিছদিনা চাইকেল নিম বুলি কৈ মই আহি গাড়ীত উঠিলোঁ। জীৱনত কেতিয়াও এনেকুৱা বিলাসী গাড়ীত উঠি পোৱা নাছিলোঁ। মিচেছ খান্নাই সুধিলে মোৰ নাম। কোনখিনিত থাকোঁ—কি পঢ়োঁ। তেওঁৰ কথাবোৰৰ উত্তৰ দি তেওঁলৈ মই চুৰকৈ চালোঁ। বয়স ধৰিব নোৱাৰি। ত্ৰিছো হ'ব পাৰে, পঞ্চলিছো হ'ব পাৰে। আটিল, ধুনীয়া। সৰু অথচ গভীৰ তেওঁৰ কণ্ঠস্বৰ। তেওঁৰ শৰীৰৰপৰা আমাৰ বৰপুখুৰী পাৰৰ চতিয়নাজোপাৰ ফুলৰ দৰে গোন্ধ এটা আহিছিল। গোটেই গাড়ীখন চতিয়না ফুলৰ দৰে গোন্ধাই আছিল । তেওঁ সুধিছিল, আমাৰ ঘৰবোৰত মাইতে কি কি কৰে, বাইদেউ-ভন্টিইতে কি কি কৰে? স্কুললৈ যে ল'ৰা-ছোৱালীবোৰ যায়, কিমান দূৰৈত স্কুল? মই ক'লোঁ — 'দুই কিলোমিটাৰ দূৰৈত এখন এল-পি স্কুল আৰু পাঁচ কিলোমিটাৰ দূৰৈত ছোৱালী হাইস্কুল এখন আছে। ল'ৰাবোৰৰ স্কুল আৰু দূৰৈত। তেওঁ সুধিলে, তেওঁলোকৰ ফাৰ্ম-হাউছলৈ যোৱা পথত যে ডাঙৰ মাটি টুকুৰা বেৰা দিছে আৰু চিমেণ্ট-বালি পেলাইছে তাত কি হ'ব? মই ক'লোঁ— 'তাত এটা নামঘৰ হ'ব। এতিয়াৰ নামঘৰটো সৰু'। তেওঁ সুধিলে—'টকা-পইচা ক'ৰপৰা পাইছে?' মই ক'লোঁ — চান্দা, ড'নেচন উঠোৱা হৈছে। লগতে ক'লোঁ যে প্ৰায় দহ লাখ টকা খৰচ কৰিলেহে মণিকূট আৰু নামঘৰটো হ'বগৈ। বাউণ্ডেৰী ৱাল, টয়লেট, পানীৰ ব্যৱস্থা ইত্যাদিত আৰু পাঁচ-ছয় লাখ টকা লাগিব। মিটিঙত পোন্ধৰ লাখ টকাৰ বাজেট-এষ্টিমেট হৈছে। পিছে এতিয়া পঞ্চাছ হেজাৰমানহে উঠিছে।

ঃ ইমান টকা কেনেকৈ উঠাব?— তেওঁ আকৌ সুধিলে।

ঃ আমাৰ অঞ্চলটোত কেইবাজনো ইঞ্জিনিয়াৰ, ঠিকাদাৰ আছে। গড়কাপ্তানি মন্ত্ৰীৰ ভতিজাক এজনৰো ইয়াত ঘৰ-মাটি আছে। লোকেল এম-এল-এ ডেৰলাখ দিম বুলি কমিট কৰিছে। আমাৰ ঠাইখিনি মিউনিচিপালটি এৰিয়াত এতিয়াহে পৰিছে। জি-এম-চিয়ে এইফালে অলপ কাম আৰম্ভ কৰিছে। ঠিকাদাৰ আমাৰ ইয়াৰে। কামৰপৰাই অলপ টকা নামঘৰলৈ আহিব লাগে। — মই কথাবোৰ কৈ গ'লোঁ উৎসাহেৰে। কিন্তু তেওঁ হঠাতে কৈ উঠিল — 'হ'ব বুজিলোঁ। নামঘৰটোৰ কি প্ৰয়োজন আছিল? ঈশ্বৰ উপাসনা কৰিবলৈ ইমান আয়োজন কৰিব লাগেনে? তাতকৈ যদি এখন স্কুল পতাৰ কথা মানুহবোৰে চিন্তা কৰিলেহেঁতেন'। ইয়াৰ পিছত তেওঁ আৰু এষাৰো কথা নক'লে। মোক তোমাৰ এই দোকানৰ সন্মুখত নমাই তেওঁ গুচি গ'ল। যাওঁতে সুন্দৰ হাঁহিৰে কৈ গ'ল—'মোৰ তালে সময় পালে আহিবা দীপু'। বছ এয়াই কথা-বতৰা। তাৰ পাছত আজি হঠাৎ তোমাৰ দোকানৰ সন্মুখত তেওঁ আহি গাড়ী ৰখালে আৰু ক'ল্ড ড্ৰিংকছ বিচাৰিলে। চ'ডা বটল ৰাখে নেকি সুধিলে। 'নাই' বুলি ক'লত গ'লগৈ। মই শৈবালৰ সৈতে তেওঁক চিনাকি কৰাই দিলোঁ। আজি তেওঁ নিজেই গাড়ী চলাই আহিছিল।— ধৰণী দলেই কথাবোৰ শুনি একো নমতাকৈ গম্ভীৰভাৱে বহি থাকিল। দীপুৱে সুধিলে — 'কি ভাবিছা ধৰণীদা? আৰু কিবা প্ৰশ্ন মিচেছ খান্না সম্পৰ্কে আছে নেকি?'

ঃ নাই, কিন্তু এটা ডাঙৰ কথা ময়ো চিন্তা কৰিছোঁ। নামঘৰ পতাতকৈ স্কুল পতাটো সঁচাকৈ প্ৰয়োজনীয় কথা আছিল। আমাৰ যিটো নামঘৰ আছে সেইটোকে মেৰামতি কৰি ল'লেই হ'ল দেখোন। ভাবচোন, দহ-পোন্ধৰ লাখ টকাৰে এখন স্কুল পতা হ'লে আমাৰ ল'ৰা-ছোৱালীবোৰৰ কিমান সুবিধা হ'লহেঁতেন।

ঃ ধৰণীদা, তুমি এইবোৰ কথা এতিয়া নাভাবিবা। মিটিং হৈ গ'ল, নামঘৰৰ বাবে ইটা-বালি পৰিল। মানুহবোৰে তোমাকহে দূষিব। — ধৰণী মনে মনে থাকিল। মিচেছ খান্না থকা টিলাটোৰফালে চালে এবাৰ। তেওঁৰ দোকানৰপৰা পশ্চিমে বেঁকা ৰাস্তা এটা উঠি গৈছে পাহাৰলৈ। আগতে সেইফালে কোনো নগৈছিল। বাঘো ওলাইছিল। ত্ৰিছ বছৰ আগৰ কথা এইবোৰ। ধৰণীহঁতৰ গৰু-গাই সেই টিলাৰ ফালে চৰাইছিল। এবাৰ এজনী গৰু বাঘে এৰাল ছিঙি লৈ যোৱাৰপৰা সেইফালে গৰু-ছাগলিও যাবলৈ নিদিয়া হৈছিল। বাৰিষা ব্ৰহ্মপুত্ৰখনৰ পানী টিলাটোৰ ফালে বগাই আহি উঠিবলৈ যত্ন কৰি বাৰে বাৰে বিফল হয়। টিলাৰ ওপৰতে এতিয়া মিচেছ খান্নাৰ ফাৰ্ম-হাউছ। ফাৰ্ম-হাউছৰ লাইটৰ

পোহৰ জোনাকী পৰুৱাৰ দৰে দেখা যায় ধৰণীৰ দোকানৰপৰা। ধৰণীৰ আচৰিত লাগিল, ইমান নিৰ্জন ঠাইত অকলশৰে মানুহজনী কিয় থাকে। দীপুৰে কোৱামতে মানুহজনী ধুনীয়াও। ঘৰটোত ড্ৰাইভাৰ, চকীদাৰ অৱশ্যে থাকে। কিন্তু বাহিৰা মানুহক বিশ্বাস কৰি এজনী মানুহ ইমান অকলশৰে নিৰ্জন ঠাইত থকা মানে, মিচেছ খান্না কিমান সাহসী মহিলা, ধৰণীৰ বুজিবলৈ বাকী নাথাকিল। ধৰণীৰ মানুহজনীৰ প্ৰতি অপাৰ কৌতূহল হ'ল।

## আহিন নামে জোনাকেৰে

নতুন কুঁৱলি পৰাৰ লগে লগেই হাইকমাণ্ড ষ্টোৰলৈ সকলোকে আচৰিত কৰি এটা ডাবল ড'ৰৰ ৰেফ্ৰিজাৰেটৰ আহিল। দীপু আহি নতুন ৰেফ্ৰিজাৰেটৰ দেখি প্ৰায় চিঞৰি উঠিল। 'ধৰণী দা! ঠাণ্ডা দিন আহিল দেখোন— এতিয়া ৰেফ্ৰিজাৰেটৰ যে!'

ঃ এস কিনিলোঁ আৰু। লাগিবই যেতিয়া। তাতে অফ ছিজন ডিছকাউন্ট দিছে। প্ৰায় দুহেজাৰ টকা সস্তা পাইছোঁ। ভিতৰটো চা আকৌ!

দীপু, শৈবালে, নীৰেনে প্ৰায় দৌৰি গৈ ৰেফ্ৰিজাৰেটৰ খুলি স্ফূৰ্তিতে চিঞৰি উঠিল। বিধে বিধে ক'ল্ড ড্ৰিংকছ, মাখনৰ পেকেট সুমাই থোৱা হৈছে। ডীপফ্ৰীজত ভৰাই থোৱা হৈছে কেইবাটাও আইচক্ৰীমৰ ডাঙৰ পেকেট। চকলেটো নানা ৰকমৰ আনিছে ধৰণীদাই । 'বাঃ ধৰণীদা এতিয়াহে!'

ঃ নহয় অ', ভাবিলোঁ মানুহৰ নতুন চাহিদা আহিছে, মই কিয়নো পিছ পৰোঁ? কাইলৈ ডাঙৰ হৰডিংছ এখন লেখাবলৈ দিম— আইচক্ৰীম, ক'ল্ড ডিংকছ ইত্যাদি বুলি।

ঃ লগতে চ'ডা, চ'ডা বটল আনিছা?

ঃ আনিছোঁ, আনিছোঁ বাহিৰত আছে, সৌৱা চা — ধৰণীয়ে কৈয়ে হাঁহি দিলে। ধৰণীৰ সৈতে আটাইবোৰ ল'ৰাই সশব্দে হাঁহি দিলে। এক কে'ছ চ'ডা বটল ধৰণীয়ে ক'ল্ড ড্ৰিংকছৰ সৈতে আনি থৈ দিছে একোণত।

## হঠাৎ এদিন দুপৰীয়া মিচেছ খান্না

সঁচাকৈয়ে এদিন দুপৰীয়া মিচেছ খান্না আহিল। আচৰিত সংযোগ ঘটিল ধৰণী দলেৰ সৈতে। ধৰণী কেতিয়াও দুপৰীয়া দোকানলৈ নাহে। এটা ছেলছমেনে অসুখৰ বাবে ছুটী লোৱাত ধৰণী দুপৰীয়া দোকানলৈ বুলি ওলাই আহিছিল। ঠিক তেনেতেই আচম্বিতে মিচেছ খান্না আহি নামিল গাড়ীৰপৰা। 'আইচক্ৰীম আছে ?'

ঃ হয়, আছে। — ধৰণীয়ে মানুহজনীলৈ চুৰকৈ চালে। ভাদ মাহৰ শেষৰ ৰ'দত মানুহজনীৰ নাকৰ আগত কপালত বিন্দু বিন্দু ঘামৰ কণিকা। কুণ্ডত কটা চেহেৰা নহয়, কিন্তু কমনীয় এখন মিঠাবৰণীয়া মুখ। দীপুৱে কোৱাৰ দৰে আচৰিত উজ্জ্বল চকু। গভীৰ, কিন্তু বৰ বিষাদপূৰ্ণ। 'খাব নে লৈ যাব?'

ঃ লৈ যাম, বাৰ আছে যদি দিয়ক। — ধৰণীয়ে নিজেই বান্ধিলে আইচক্ৰীম।

ঃ আৰু কিবা দিম? চ'ডা আছে — হঠাৎ ধৰণীৰ মুখৰপৰা ওলাই গ'ল।

ঃ চ'ডা আছে নেকি? পিছে নালাগে। ঘৰত আছে। শেষ হ'লে ইয়াৰপৰাই নিম। হৰডিংছত চ'ডাৰ কথা লেখা নাই যে।

ঃ এনেয়ে লেখা নহ'ল আৰু.... ধৰণীয়ে আইচক্ৰীমৰ পেকেটটো আগবঢ়াই দি ক'লে। ধৰণীয়ে ক'ব খুজিছিল, চ'ডা এদিন আপুনিয়েই বিচাৰি আহিব বুলি জানিয়েই আনিছোঁ। এই অঞ্চলত চ'ডা বিচৰা মানুহ আৰু নাই।

ঃ আপোনাৰ দোকান নেকি এইখন?

ঃ হয়। মোৰ নাম ধৰণী দলে। যোল্ল বছৰৰ আগেয়ে দোকানখন খুলিছিলোঁ। তেতিয়া এই ঠাইবোৰত বিস্কুটো বিক্ৰী নাছিল। বেছিভাগেই নানা প্ৰাকৃতিক দুৰ্যোগত নানা ঠাইৰপৰা ভাগি অহা মানুহে ইয়াত মাটি লৈছিল। পোন্ধৰ বছৰমানৰ ভিতৰত এই ঠাই চিনিব নোৱাৰা হ'ল।— ধৰণীয়ে নিজৰ ফালৰপৰা, মিচেছ খান্নাই নোসোধাকৈয়ে কথাবোৰ ক'লে।

ঃ বেছ ইণ্টাৰেষ্টিং। আপুনি বহু কথাই জানিব ঠাইখনৰ বিষয়ে। দীপুহঁতে ইয়ালৈকে নাহে জানো?

ঃ আহে, সন্ধিয়া আহে।

ঃ এদিনময়ো সন্ধিয়া আহিম। বেয়া পাব নেকি?

ঃ বেয়া কিয় পাম? আহিব। মানুহ চা-চিনাকি হ'ব।

ঃ আপুনি আহিবনে মোৰ ঘৰলৈ। কাইলৈ সন্ধিয়া?

ধৰণীয়ে কি ক'ব ভাবি নাপালে। মিচেছ খান্নাই ক'লে — 'আপোনাৰ পত্নীকো লৈ আহিব'।

ঃ মোৰ পত্নী নাই, মানে বিয়া নকৰালোঁ আৰু, মা আৰু

ভঙ্গি আছে।

ঃ অ', হয় নেকি? যাকে মন যায় লৈ আহিব। মই কাইলৈ সন্ধিয়া বাট চাম; চামনে? সঁচাকৈয়ে মানুহগৰাকীৰ কণ্ঠত এক সম্মোহনী শক্তি আছে। ধৰণীৰ দীপুৰ কথাৰে মনত পৰিল। ধৰণীয়েও মূৰ দুপিয়াই ক'লে — 'যাম দিয়ক'।

মিচেছ খাম্না গাড়ীত উঠি টিলাটোলৈ উঠি যোৱা বেঁকা ৰাস্তাৰে গুচি গ'ল। ধৰণীয়ে টিলাটোৰ ভাঁজটোত অদৃশ্য হোৱালৈ চাই থাকিল।

## আন্ধাৰত নিজৰ মুখ

নিশা বিছনাত পৰাৰ আগেয়ে নীলা কম পোহৰৰ বাল্ব এটা জ্বলাই শোৱাটো ধৰণীৰ অভ্যাস। এই ঠাইলৈ বিজুলী অহাৰ আগেয়েও হাৰিকেন লেমৰ কম পোহৰতহে ধৰণীৰ টোপনি আহিছিল। তেতিয়া বাঁহৰ মজবুত চাঙত ধৰণী অকলে শুইছিল। সিটো কোঠাত মাক আৰু ভনীয়েক শোৱে। দেউতাক ক'ত শুইছিল ধৰণীয়ে পাহৰিয়েঁই গৈছে। সি সাতবছৰীয়াতে দেউতাক ঢুকাইছিল। মাক আৰু দেউতাকক দুমূৰে লৈ সি, আৰু ভনীয়েক জন্ম হোৱাৰ পিছত দেউতাকৰ সৈতে বেলেগ চাঙত কিছুদিন শোৱাৰ কথা তাৰ অলপ মনত পৰে। কিন্তু তাৰ কিছুদিন পিছতে দেউতাক ঢুকাইছিল। সপোনৰ দৰেই ধৰণীৰ চকুত ঘটনাটো আজিও ওপঙি আছে। কোনো বেমাৰ নথকা মানুহটো হঠাতে গধূলিলৈকে উভতি নাহিল। নিশা এটা হুলস্থূলত তাৰ টোপনি ভাঙি গৈছিল। দেউতাকৰ শৰীৰটো ঘৰৰপৰা ডেৰমাইল দূৰৈৰ পানীৰ যুৰলিত ওপঙি আছিল। মানুহে কোৱা-মেলা কৰিলে পূৱফালৰ নতুন ঘাটত নাও বান্ধোঁতেই নিশ্চয় কিবা এটা হ'ল। শৰীৰটো অক্ষত অৱস্থাত আছে যদিও ক'লা পৰিছে। সাপে খোঁটাৰ চিন বিচাৰি শৰীৰটো চলাথ কৰিলতো একো নোলাল। আজিও ধৰণীৰ মনত এটা ডাঙৰ সাঁথৰ হৈ থাকিল দেউতাকৰ মৃত্যু। মাত্র মাকৰ ৰাউচি জোৰা কান্দোন আজিও তাৰ মগজুত বন্দী হৈ থাকিল। দেও-ভূতে নিজানত পাই দেউতাকক নিলে বুলিয়েই বিশ্বাস কৰিলে সকলোৱে। ধৰণীৰ কিন্তু কৌতূহল এটা থাকিয়েই গ'ল। সেই আঠ বছৰ বয়সৰপৰা দেউতাক নোহোৱাকৈ মাকৰ সাহস আৰু মৰমত ডাঙৰ হ'ল ধৰণী আৰু ভনীয়েক মাকণ। নৈপৰীয়া মানুহ এনেয়েও আনতকৈ সাহিয়াল। ধৰণীয়ে এঘাৰ বছৰ বয়সতে বাৰিষা ব্রহ্মপুত্রৰ বুকুত অকলে নাও বাইছিল। এবাৰ মেটেকাৰ জাঁজীত লাগি নাও উবুৰি, ধৰণী ব্রহ্মপুত্রৰ কোবাল সোঁতত পৰিও বাছি আহিছিল। কিন্তু ধৰণী ইমান সাহিয়াল হৈয়ো ভয়াতুৰ হৈ থাকিল দুটা প্রাণীৰ ওচৰত । ধৰণীয়ে জেঠী বৰ ভয় কৰে। ফেঁটী গোম খেদি পঠোৱা ধৰণীৰ বেৰত জেঠী দেখিয়েই কঁপনি উঠে। আনটো প্রাণী হৈছে নাৰী। মাক আৰু ভনীয়েকৰ বাহিৰে সেই অঞ্চলৰ চুবুৰীয়া ছোৱালীৰ ওচৰতো অসহজ। ধৰণীৰ এই আচৰিত চৰিত্রৰ বাবে চুবুৰীয়া, আত্মীয়-স্বজন, বন্ধু-বান্ধৱেও মস্কৰা-স্ফূর্তি কৰে। তেনেকুৱা সময়ত ধৰণী গহীন থাকে। আঁতৰি ফুৰে এনে কথাৰপৰা।

ধৰণীয়ে বিছনাত পৰি বহু পৰলৈ আং-বাং কথাবোৰ ভাবি থাকিল। অতীত-বর্তমান-ভৱিষ্যত সকলো একাকাৰ হৈ কেতিয়াবা দেউতাকৰ মুখ, কেতিয়াবা ব্রহ্মপুত্রৰ পানীত পৰি যোৱাৰ মুহূর্তটো, নতুবা বেৰত এটা জেঠী ঘূৰি ফুৰাৰ অসংলগ্ন ছবি কিছুমানে ধৰণীক অস্থিৰ কৰি তুলিলে। ধৰণী বিছনাৰপৰা উঠিল। কাষৰ টেবুলত থোৱা পানীৰ জগটোৰপৰা গিলাছত পানী বাকি ঘট্ ঘট্‌কৈ খালে। মিচেছ খাম্নাই বাৰু হঠাত কিয় নিমন্ত্রণ কৰিলে? আৰু নিমন্ত্রণ যেনিবা কৰিলেই ধৰণীয়ে কিয় একেষাৰতে 'যাম' বুলি ফট্‌কৈ কৈ দিলে! পাহাৰৰ টিলাত অকলশৰে থকা এজনী ধুনীয়া তিৰোতা — ধৰণীহঁতৰ সমাজৰ সৈতে তেওঁলোকৰ সমাজ, আচাৰ-আচৰণৰ আকাশ-পাতাল পার্থক্য। এই অঞ্চলৰ কোনো মানুহেই এতিয়ালৈকে পাহাৰত ফার্ম-হাউছ খোলা মানুহবোৰৰ সৈতে চা-চিনাকি বা আহ-যাহ কৰা নাই। তেনে অৱস্থাত ধৰণী তালৈ যোৱাটো জানো ভাল হ'ব। এই অঞ্চলত বাস কৰা মানুহখিনি যদিও নানা সমস্যা আৰু তাগিদাত বিভিন্ন অঞ্চলৰপৰা আহি গোট খাই মাটি কিনি ঘৰ সাজি বসবাস কৰিবলৈ ল'লে — তাৰ মাজতো কিন্তু কিছুমান সামাজিক বান্ধোন গঢ় লৈ উঠিল। গাঁও, চহৰ, শিক্ষিত আৰু অশিক্ষিতৰ মিশ্রণত এক নতুন সভ্যতা গঢ় লৈ উঠিছে। গাঁও, চহৰ, শিক্ষিত আৰু অশিক্ষিতৰ মিশ্রণত এক নতুন সভ্যতা গঢ় লৈছে। এই মানুহখিনিৰ মাজত একেখন ঘৰতে জৰা-ফুকা, তাবিজ-মাদুলী পিন্ধাৰো চর্চা আছে। আনহাতে, একেখন ঘৰৰ ল'ৰাই মেডিকেল পঢ়িবলৈও গৈছে। বাজী তিৰোতাই শাহুৱেকৰ অত্যাচাৰত আত্মহত্যা কৰিবলৈও গৈছে, আনহাতে অঞ্চলটোতে মহিলা সমিতি এটা গঠন হৈ নাৰী মুক্তিৰ ভাৰ্বাদশৰ কুচ-কাৱাজো

কৰিছে। এনে অঞ্চলত বসবাস কৰা মানুহবোৰৰ কোনটো ভাল, কোনটো বেয়া স্পষ্ট ধাৰণা কাৰো নাই। কোনোবাই ভূত দেখিছে বুলি ক'লেও বিশ্বাস কৰে। ভূত নাই বুলি ক'লেও বিশ্বাস কৰে। ধৰণীয়ে জীৱনত তেনেকুৱা বহু সংকট কাল পাৰ কৰিছে। যিবোৰত নিজৰ সিদ্ধান্তকেই চূড়ান্ত বুলি আগবাঢ়িব লগা হৈছে।

ধৰণীয়ে বিছনাত বাগৰ সলালে। টোপনি নাহিবই নেকি আজি! মিচেছ খান্নাৰ মুখখন ভাহি উঠিল ধৰণীৰ মানসপটত। মানুহজনীৰ চকুযোৰৰ আঁৰত যেন ব্ৰহ্মপুত্ৰখন লুকাই আছে। ইমান সজল, এইমাত্ৰ যেন কান্দি উঠি আহিছে। তেওঁৰ কিবা দুখ থকাৰ কথা ভাবিবই নোৱাৰি, পৃথিৱীৰ সকলো ঐশ্বৰ্য-বিভূতি তেওঁৰ হাতৰ মুঠিত। ধনেই সাহ। দুৰ্বল মানুহকহে চুবুৰীয়া লাগে, সংগ লাগে। মিচেছ খান্নাক এইবোৰ একো নালাগে। সেইবাবেই স্ব-ইচ্ছাই নিসংগতাক নিৰ্বাচন কৰি স্বাধীনভাৱে পাহাৰত অকলে আছে। মিচেছ খান্নাৰ দৰে তিনি-চাৰিঘৰমানে ফাৰ্ম-হাউছ খুলিছে জনবিবৰ্জিত ঠাইত। কিন্তু তেওঁলোক মাজে মাজে আহে, সপৰিয়ালে, বন্ধু-বান্ধৱৰ সৈতে। বন্ধ বাৰবোৰত স্ফূৰ্তি-তামাছা হয়, তাৰপিছত গুচি যায়গৈ। কিন্তু একমাত্ৰ মিচেছ খান্না ব্যতিক্ৰম। তেওঁ সেই পাহাৰত বসবাস কৰিবলৈ লৈছে অকলশৰে। মালী, চকীদাৰৰ বাহিৰে কোনো নাই বুলি ধৰণীয়ে শুনিছে। এই সকলো খবৰ ধৰণীয়ে দীপুহঁতৰ আলোচনাৰপৰা গম পাই থাকে। কৌতূহল হ'লেও, ধৰণীয়ে কোনো প্ৰশ্ন নকৰে। দীপুহঁতৰ দৰে চেঙেলীয়া কৌতূহল ধৰণীৰ নাই। বয়সৰ মৰ্যাদা ৰাখিহে কথা ক'ব লগা হয়। ধৰণীৰ কিন্তু মিচেছ খান্নাক লৈ কৌতূহল নোহোৱাও নহয়। এই মানুহজনীয়ে ইমান সল্-সল্‌কৈ অসমীয়া ভাষা ক'ত শিকিলে? কথাবোৰৰ সুৰ আৰু উচ্চাৰণত যদিও হিন্দী ঠাঁচ এটা আছে, তথাপিও কণ্ঠস্বৰৰ গুণত শুৱলা হয় শুনিবলৈ। ভাষা-সংস্কৃতি বস্তুটোৱেই জীয়ৰী ছোৱালীৰ দৰে। যিকোনো পৰিৱেশত খাপ খুৱাব পাৰে। জীয়ৰী যেনেকৈ উলিয়াই দিলে শহুৰৰ ঘৰখনৰ আদব-কায়দা, মাত-কথাৰ সৈতে অভ্যস্ত হৈ পৰে, তেনেকুৱাই। মিচেছ খান্নাৰ কথা-বতৰাবোৰো তেনেকুৱা। তেওঁ মাজে মাজে হেনো মেখেলা-চাদৰো পিন্ধে, দীপুহঁতে কোৱা কথা। ধৰণীয়ে দেখা নাই। মনৰ চকুৰে পিছে নেদেখা নহয়। দীপুহঁতে এদিন কৈছিল — 'আজি মিচেছ খান্নাক মেখেলা-চাদৰ পিন্ধি যোৱা দেখিলোঁ অ' — তামাম লাগিছে। হালধীয়া, সেউজীয়া বুটা বছা কপাহী হাতেবোৱা মেখেলা-চাদৰ — ক'ৰপৰা কিনিছে সেইটোও মই জানো।' দীপুৰ মুখতে ধৰি বসন্তই কৈছিল — 'আও, তই এই মানুহজনীৰ গাত আঠা লাগি ধৰিলি যে! পিন্ধা কাপোৰযোৰ ক'ৰপৰা কিনিছে, তই কেনেকৈ, জানিলি।

: 'ছিম্পল— নাজানিম কিয়? আমাৰ কলেজৰ চিত্ৰা যে। সিহঁতৰ মাকৰ কিবা তাঁতশালৰ বিজনেছ। দিল্লী-মুম্বাই ঘূৰি ফুৰে, একজিবিশ্যন কৰে। কলেজৰ কেন্টিনত আমি আড্ডা দি থাকোঁতেই হঠাতে চিত্ৰাই ক'লে — 'ঐ দীপু, তহঁতৰ ঘৰৰ ফালে পাহাৰত মিচেছ খান্না নামৰ এজনী মানুহ থাকে চিনি পাৱনে? মই পাওঁ বুলি ক'লত, তাই ক'লে— 'কালি আমাৰ ঘৰলৈ আহিছিল জান — ইমান ভাল লাগিল। মানুহজনীক। মাহঁতৰ অনুষ্ঠানটোৰ শিপিনীয়ে বোৱা দুযোৰ মেখেলা-চাদৰ কিনিলে। এযোৰ হালধীয়াত সেউজীয়া — এযোৰ বেঙুনীয়াত বগা ফুলৰ। আমাক তেওঁ তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ দিওঁতে জানিলোঁ যে তহঁতৰ ঘৰৰ ওচৰৰে'। — দীপুৱে কথাখিনি কওঁতে চিত্ৰা নামৰ ছোৱালীজনীৰ কথা কোৱাৰ ধৰণটোও নকল কৰি বসন্তক হুবহু অভিনয় কৰি দেখুৱাই কথাবোৰ কৈ আছিল। 'এতিয়া বুজিলি যসন্ত— হালধীয়া কাপোৰযোৰ পিন্ধা দেখিলোঁ, বেঙুনীয়া কাপোৰযোৰ পিন্ধাহে দেখা নাই।' দীপুহঁতৰ কথাবোৰৰ মাজেৰে অহা-যোৱা কৰি থকা মিচেছ খান্না নামৰ মানুহজনীক ধৰণীৰ এজাৰ ফুলৰ গছ এজোপাৰ দৰে লাগিল। মিচেছ খান্না নামৰ মানুহজনীক নেদেখাকৈয়ে ধৰণীয়ে দেখিলে বেঙুনীয়া মেখেলা-চাদৰযোৰেৰে মিচেছ খান্না সেউজীয়া গছেৰে ভৰা পাহাৰীয়া ৰাস্তাটোৰে, এজোপা ফুলেৰে জাতিস্কাৰ এজাৰ হৈ যেন নামি আহিছে। ধৰণীৰ এই কৌতূহলে চৰম সীমা পালেগৈ কালি মিচেছ খান্নাক দেখাৰপৰা। তেতিয়াৰপৰাই হেজাৰটা প্ৰশ্নই ধৰণীক মাজে মাজে অন্যমনস্ক কৰিছে। এই মানুহজনী অকলশৰে কিয় থাকে? যদি তেওঁ লোকালয়ৰপৰা আঁতৰত থাকিব বিচাৰে, কিয় তেওঁ দীপুহঁতৰ সৈতে কথা পাতে! কিয় ধৰণীক নিমন্ত্ৰণ কৰিলে! কিয় মেখেলা-চাদৰ কিনিবলৈ চিত্ৰাহঁতৰ ঘৰ পালেগৈ। তাৰমানে তেওঁ সমাজ বিচাৰে! নে মানুহ বিচাৰে। ধৰণীৰ খেলি-মেলি লাগি গ'ল। দীপুহঁতে কিবা ক'ব নেকি সি মিচেছ খান্নাৰ ঘৰলৈ গ'লে! কিন্তু তাৰ মনটো উত্ৰাৱল হৈ উঠিছে যে মিচেছ খান্নাৰ ঘৰলৈ যাবলৈ। কিয়? মিচেছ খান্নাৰ সেই বিষণ্ণ চকুযোৰৰ বাবে নেকি—সেই

চকুযোৰ কাম সৈতে একে — 'নয়নতৰা — নয়নতৰা হঠাতে ধৰণীয়ে অস্পষ্ট স্বৰেৰে উচ্চাৰণ কৰিলে নামটো। ধৰণীৰ চকু দুটা সেমেকি আহিল। তাৰ বুকুত সমাধি দিয়া এই নামটো সুদীৰ্ঘ বছৰৰ মূৰত এগ্ৰমুৰি দি সাৰ পাই উঠিল। ধৰণীয়ে তাৰ মনটো বান্ধি থৈছিল যোৱা সাত বছৰে। ধৰণীৰ নিজৰ মনৰ ওপৰত থকা নিয়ন্ত্ৰণৰ বাবে কেতিয়াবা নিজেই অহংকাৰ কৰে। 'নাখাওঁ' বুলি এদিনতে হাতৰ তলুৱাত মলি খোৱা ধপাত এৰি দিছিল। 'কৰিম' বুলিয়েই এই দোকানখন কৰিলে। নয়নতৰাক চিতাত তোলা দিনাই সি নিজক কৈছিল, নয়নতৰা নাই, নাভাবোঁ এই পৃথিৱীত এই নামৰ কোনোবা আছিল বুলি। ঠিক সেইদৰে যোৱা সুদীৰ্ঘকাল তাৰ মনটোৱে তাৰ কথা আখৰে আখৰে পালন কৰি আছিল। মাজে মাজে সি অস্থিৰ মনটোক শান্ত কৰিবলৈ নিমানন্দ গোসাঁইৰ ওচৰলৈ যোৱা আৰম্ভ কৰিছিল। কাকো ক'ব নোৱাৰা কথাবোৰ, দুৰ্জয় শিল যেন ভাবনাবোৰ বিসৰ্জন দিবলৈ ব্ৰহ্মপুত্ৰখনো ঠেক আৰু অগভীৰ বুলি সি ভাবিবলৈ লোৱাৰ সময়তে, গোসাঁইৰ খবৰ সি পাইছিল।

পুৰণি বাগানৰ কলঘৰত এজন জ্ঞানী, ধ্যানস্থ যোগী থাকিবলৈ লৈছে বুলি সি শুনিছিল। মানুহজন হিন্দু নে মুচলমান, বৌদ্ধ নে জৈন একো ধৰিব নোৱাৰি। সৰ্বধৰ্মৰ কথা কয়। শংকৰ গুৰুৰ কথাও কয়, পশ্চিমৰ মণীষীসকলৰ কথাও কয়। এই অঞ্চলত মানুহজনৰ কথা জনাজনি হোৱাৰ পিছত বহুতেই হাত দেখুৱাবলৈ, ভাগ্য গণনা কৰিবলৈ ঢাপলি মেলিলে তেওঁৰ ওচৰলৈ। ধৰণীৰ মাকো বাৰীতে পৰা মনোহৰ কল দুআসি আৰু ক'লী গাইজনীৰ গাখীৰ এপোৱা লৈ মঙল চোৱাবলৈ গৈছিল। ধৰণীক মাকে গোসাঁইৰ ওচৰলৈ যাবলৈ লগ ধৰোঁতে সি গেঙেৰি মাৰি কৈছিল — 'যা, পুতেৰৰ দুখ বৰ্ণাই তাবিজ লৈ আহগৈ। দলি মাৰি পেলাই দিম — নিজে গৈছ যা, মোক এইবোৰ নক'বি।' পিছে নিশা ভাতৰ পাতত বহোঁতেও মাকে গোসাঁইৰ কথা একো নুলিওৱা দেখি ধৰণীৰ সন্দেহ হ'ল। সি সুধিয়েই পেলালে — 'গোসাঁয়ে কি ক'লে নক'লিচোন'।

ভনীয়েক মাকণে ভাত খাই থকাৰপৰাই উত্তৰ দিলে — 'মিছা হ'ল হেনো দাদা। গোসাঁয়ে বোলে ভাগ্য গণনাও নকৰে, ডোল-তাবিজো নিদিয়ে'।

ঃ জানো পাই, এইবোৰ কেনে সাধু বাবা। আমাৰ নন্দ কাঠমিস্ত্ৰীৰ ল'ৰা বিশ্বজিতৰ বাবেও মাক গৈছিল। মেট্ৰিক দুবাৰ ফেইল কৰিলত, তিনিবাৰত সৰকি যাবপৰাকৈ বাবাই কিবা দিব পাৰিব নেকি সুধিছিল। বাবাই ক'লে বোলে— কৰ্ম বিনে সিদ্ধি লাভ নহয়। সি ভালকৈ পঢ়িব লাগিব তেহে পাছ কৰিব। যদি পঢ়িব নোৱাৰে বাপেকৰপৰা কাঠৰ কাম শিকক। শিক্ষা আৰু কৰ্ম এটা মুদ্ৰাৰ ইপিঠি-সিপিঠি। মাকণৰ কথাৰ ওপৰতে এইবাৰ মাকে ক'লে।

ঃ তাৰ পিছত? ধৰণীয়ে ভাত খাবলৈ এৰি, ভাতৰ কাঁহৰ থালখনৰ ওপৰত হাতটো দাঙি সুধিছিল।

ঃ তাৰ পিছত কিটো হ'ব? নন্দৰ ঘৈণীয়েক ভোৰ্ভোৰাই গুচি আহিল। তাৰিণীও গৈছিল বাজী বোৱাৰীজনীক লৈ।

ধৰণী চমকি উঠিছিল — নয়নতৰা গৈছিল?

ঃপুতেকলৈ বিয়া কৰাবনে, এই বোৱাৰীয়েকৰ কিবা হ'ব সেয়া সুধিবলৈ।

ঃ কি ক'লে?

ঃ কিটো ক'ব? ক'লে, বোলে সন্তান ভাগ্য অদৃষ্টৰ হাতত। প্ৰত্যেক মানুহৰ জীৱনটোৱেই হৈছে বাকলি, ফল আৰু গুটিৰ সমষ্টি। গুটি চুপিও জীৱনৰ ৰস আস্বাদন কৰাজনহে উত্তম। বাকলিতো থাকে জীৱনৰ ৰস। ফলৰ সোৱাদ সকলোৱে নাপায়। বোৱাৰীজনীক মনোকষ্ট আৰু দেহাৰ কষ্ট দিয়াৰপৰা যাতে বিৰত থাকে, তাৰ বাবে তাৰিণীক বুজালে।

ঃ আৰু? — আৰু কি ক'লে?

ঃ জানো, সেইবোৰ তাত্ত্বিক কথা আমাৰ দৰে মূঢ়ৰ মূৰত নোসোমায়। তৃতীয় শ্ৰেণীলৈহে পঢ়িছিলোঁ। কিন্তু গোসাঁইৰ কথাবোৰ হ'লে শুনিলে শুনি থাকিবলৈ মন যোৱা। তাৰিণীয়ে গোসাঁইক বোৱাৰীয়েকৰ কথা কৈছিল — 'এই মৰতী আপোনঘাতী হ'বলৈকে গৈছিল গোসাঁই, বাছিল কোনোমতে। মৰা হ'লে আমাৰ নাক-কাণ সকলো গ'লহেঁতেন। মোৰ বৰ ল'ৰা চন্দ্ৰলৈ এইক বৰ আশা কৰি আনিছিলোঁ। যোৱা পাঁচ বছৰে ডাক্তৰ, কবিৰাজ, বেজ-জ্ঞানী কাৰো ওচৰলৈ যাবলৈ বাকী থোৱা নাই। এতিয়া চন্দ্ৰক আকৌ বিয়া পাতি দিয়াৰ কথাহে ভাবিছোঁ। ফল নিদিয়া গছ ঘৰত ৰাখিবলৈ আমি ইমান চহকী নহয়। ভাবিছোঁ মাকৰ ঘৰলৈকে পঠাই দিম। কিন্তু এই জিদ ধৰিছে নাযায় হেনো। — ধৰণীৰ মাকে তাৰিণীৰ কথাবোৰ হুবহু কৈ এবাৰ বাহিৰলৈ ওলাই গ'ল। মাক উভতি নহা পৰ্যন্ত ধৰণী উদগ্ৰীৱ হৈ একে ঠাইতে বহি থাকিল। ধৰণীৰ ক'ব নোৱাৰাকৈ বুকুখন ঢপ্-ঢপাবলৈ ধৰিলে। মাকে চাকিটো লৈ উভতি

আহি ক'লে — 'উস্বা — ভাত খাবলৈ এৰি বহি থাকিলি যে'।

ঃ আৰু কি ক'লে গোসাঁয়ে কচোন।

ঃ অথনি দেখোন ভেকাহি মাৰিছিলি। এতিয়ানো কি হ'ল? ইমান যদি জানিবলৈ মন গৈছে গোসাঁইৰ ওচৰলৈ নিজে যাব পাৰ দেখোন।

ঃ নহয় — তই নয়নতৰাক কি ক'লে সেয়া ক।

এইবাৰ কনকা অলপ গহীন হৈ গ'ল। জুহালত পানী দুছাটি মাৰি জুই নুমুৱালে। মাকণে চৰিয়া এটাত ঘেলঘেলীয়া গোবৰ মিহলি বোকাপানী অলপ আনি, চৌকাটো বোকাপানীত লুতুৰি হোৱা ফটাকানি এখনেৰে মচিবলৈ আৰম্ভ কৰিলে। 'ভাত দেখোন নাখালিয়েই'। — কনকাই ধৰণীৰ ভাতৰ কাঁহীখন চাই ক'লে। ধৰণীয়ে আধা খোৱা ভাতৰ কাঁহীত বাওঁহাতখনেৰে লোটাটোৰপৰা পানী ঢালি পীৰাৰপৰা উঠিল। 'ভোক নাই। হৈ গৈছে'। কণকা অলপ সময় তভক মাৰি থাকি লাহে লাহে কবলৈ ধৰিলে— 'গোসাঁয়ে ক'লে তাৰিণীক, প্ৰথমে নিজৰ বিবেকৰ আবৰ্জনা গুচাই তোমাৰ হৃদয়ত জীৱ কাৰুণ্য সঞ্চাৰ কৰা। বহু দিনৰ আগতে এনেকুৱা কথাবোৰ আমাৰ গাঁৱত মধুসুদন ভকতেও কৈছিল। আমাক আবিয়ে কালতে নামঘোষা, কীৰ্তন পঢ়ি যেতিয়া শুনাই, তেতিয়া এই 'জীৱ কাৰুণ্য সঞ্চাৰ' কৰাৰ কথা মধুসূদন ভকতেও কৈছিল। আজি এই গোসাঁয়েও ক'লে। গোসাঁয়ে নয়নতৰাক বৰ মৰমৰে ক'লে — 'মা, তুমি জগতজননী, ধৰিত্ৰী। এই মূঢ়মতি মনুষ্যক ক্ষমা কৰিবা। ধৰিত্ৰীয়ে জীৱনৰ সকলো অত্যাচাৰ সহিও এওঁলোকক ধাৰণ কৰি থাকে, সহানুভূতিৰে। তুমি মনত কেৱল এওঁলোকৰ প্ৰতি সহানুভূতি ৰাখা। কনকা অলপ মনে মনে থাকি আকৌ ক'লে — নয়নতৰাৰ জানো কি হ'ল! তাই গোসাঁইৰ ভৰি দুটাত ধৰি হাও-হাওকৈ কান্দিবলৈ ধৰিলে। গোসাঁয়ে তাইৰ মূৰত হাত দি ক'লে — ফল নিদিয়া গছে ছাঁ দিয়ে, বাটৰুৱাৰ ভাগৰ খেদায়, বা দি জুৰ পেলায়, সেই গছৰ ডালত চৰায়ে বাঁহ সাজে, চৰায়ে পোৱালি জগায়। চৰাইৰ বিষ্ঠাৰে গছজোপা লেতেৰা হয়, সেই বুলি গছে জানো চৰাই খেদে? প্ৰকৃতিয়ে অপ্ৰয়োজনত একো সৃষ্টি নকৰে, এই বৃহৎ জীৱ-জগতৰ ক্ষুদ্ৰ অংশহে মানুহ। তুমি প্ৰকৃতিৰ অপৰূপ অংশ। তোমাৰ ধৰ্ম হৈছে জুইৰ কাষত জল ৰূপে থাকি শান্তিৰ বাৰি ধাৰা ছটিওৱা। মোক একো কোৱাৰ প্ৰয়োজন নাই, সকলো বুজিছোঁ। সেইবাবেই কৈছোঁ, আত্ম শান্তিয়েই সমাজ শান্তি, সমাজ শান্তিয়েই বিশ্বশান্তি আনিব পাৰে'। তাৰিণীক গোসাঁয়ে বাৰে বাৰে ক'লে— আপুনি নিজে সুখ বহিষ্কাৰ কৰিছে। যি মানুহ নিজে অসুখী আৰু হতাশ, সেই মানুহে ঘৰখনৰ কোনো মানুহক শান্তিৰে থাকিবলৈ নিদিয়ে আৰু চুবুৰীয়া, সমাজ কাকো শান্তিত নাৰাখে। আই, আপুনি সংযত হওক, দেখিব শোক-তাপ সকলো নিৰাময় হৈছে। —কনকাই কথাবোৰ হুবহু গোসাঁয়ে কোৱাৰ দৰে কৈ গৈছিল। ধৰণীয়ে নিমানন্দ গোসাঁইৰ এই কথাবোৰ মাকৰ মুখৰপৰা শুনি অন্য এটা ভাবতহে বিভোৰ হ'ল। মাকৰ হৰিত ভকতি, শাস্ত্ৰ-ভাগৱত পঢ়ি থাকি ভালপোৱা স্বভাৱটো ধৰণীয়ে সৰুৰেপৰাই দেখিছে। কিন্তু ধৰণীয়ে কেতিয়াও ভবা নাছিল যে কেৱল পাঠশালাৰ তৃতীয় শ্ৰেণীলৈকে পঢ়া মাকে এইদৰে তত্ত্বগধুৰ কথাবোৰ আনৰপৰা শুনিও ক'ব পাৰে। মাকে পঢ়া-শুনা কৰিবলৈ পোৱা হ'লে নিশ্চয় স্কুল-কলেজৰ শিক্ষয়িত্ৰী হ'ব পাৰিলেহেঁতেন। মাকৰ চোকা স্মৃতিশক্তি আৰু প্ৰখৰ বুদ্ধিমত্তাক ধৰণীয়ে প্ৰথমবাৰৰ বাবে আবিষ্কাৰ কৰি বিস্মিত হৈছিল। মনে মনে এনেকুৱা এজনী মাকৰ সন্তান হোৱা বাবে তাৰ গৰ্বও হৈছিল। সেই ভাব লুকুৱাবলৈকে ধৰণীয়ে মাকক হাঁহি মাৰি সুধিছিল — বাৰু, সকলোৰে কথা শুনিলোঁ, এতিয়া ক'চোন তোক কি ক'লে?

কনকাই ৰান্ধনি ঘৰৰ দুৱাৰত দাং লগাই কথা ফালৰি কাটি কৈছিল — 'ব'ল শুই থাকগৈ'।

ঃ তই কি সুধিলি ক'লেহে যাম।

ঃ মই এইবোৰ দেখি কি সুধিম আৰু। সেৱা এটা কৰিলত লগত নিয়া বস্তুবোৰ আগুৱাই দি ক'লোঁ —গোসাঁই প্ৰভু, মই এনেইহে আহিলোঁ। ল'ৰা-ছোৱালী দুটাক আশীৰ্বাদ কৰিব। তেওঁ শুৰু ঘোষা এফাকি গালে—

'ইৰিষা অসূয়া তিৰস্কাৰ অহংকাৰ।
সবে নষ্ট হোবে তেবে তাৱক্ষণে তাৰ।।
কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।'

সুখী হোৱা — মংগল হওক, বুলি আশীৰ্বাদ দিলত গুচি আহিলোঁ বোপাই। — ধৰণী পিছদিনাই গৈ নিমানন্দ গোসাঁইৰ ওচৰ পাইছিলগৈ। প্ৰথম দিনা সি একো নকৈ তেওঁৰ মুখলৈ চাই আছিল। শান্ত-সৌম্য, চুটি-চাপৰ এজন মানুহ। দীৰ্ঘকেশী, শুধ বগা চুৰিয়া, গাত সূতাৰ চেলেং চাদৰ। কপালৰ সোঁমাজত বগা চন্দনৰ ফোঁট। দেখাত কেৱলীয়া

ভকতৰ দৰে যদিও তেওঁ অলপ বেলেগ। ধৰণী যোৱা সময়ত তেওঁ কলঘৰৰ গাতে লাগি থকা বুঢ়া জবীজোপাৰ তলত চকীত বহি ইংৰাজী কিতাপ এখন পঢ়ি আছিল। ধৰণীৰ এনে লাগিছিল যেন গোসাঁয়ে তপস্যাহে কৰি আছিল। চুচুক-চামাককৈ ঘৰলৈ উভতি যাব খোজোঁতেই ধৰণীয়ে এটা গম্ভীৰ মাত শুনিছিল — 'কি সকামত বা আহা হৈছিল প্ৰভু'।

ঃ প্ৰভু! — ধৰণী আচৰিত হৈ গৈছিল এই সম্বোধনত। সেই যি আৰম্ভ। ইয়াৰ পিছত ধৰণীৰ জীৱনৰ একান্ত ব্যক্তিগত দুঃসহ নিশাবোৰ, চকুপানীৰে তিতি থকা সময়ৰ পৃষ্ঠাবোৰ, গধুৰ শিলৰ দৰে ভাবনাবোৰ, চ'তমহীয়া ডাৱৰৰ দৰে তাৰ অস্থিৰ মনটো গোসাঁইক সমৰ্পণ কৰি শান্তি লভিছিল।

এক কথাত ধৰণীয়ে নিজেই নিজৰপৰা নিস্তাৰ লাভ কৰিছিল। যোৱা এযুগে ধৰণী নিমানন্দ গোসাঁইৰ একান্ত ভক্ত হৈ পৰিছিল। এই অঞ্চলৰ বহু মানুহে গোসাঁইৰ ওচৰলৈ যায় যদিও, সাময়িক যন্ত্ৰণা নিৰাময়ৰ বাবেহে যায়। নিজ স্বাৰ্থত যায়। গোসাঁয়ে বনৌষধি চিকিৎসা জানে। দুখীয়া মানুহবোৰ গোসাঁইৰ ওচৰলৈ যায়। কাৰোপৰা গোসাঁয়ে এপইচাও নলয়। মাত্ৰ তেওঁৰ উপাসনাগৃহৰ চাকিটো জ্বলাই ৰাখিবলৈ তেল এচাকি লয় ঔষধৰ বিনিময়ত। গোসাঁইৰ উপাসনা গৃহতো একো নাই, কেৱল চাকি এটাৰ বাহিৰে। শূন্য উপাসনাগৃহটিক লৈ নানাজনে প্ৰশ্ন সুধিলে কয়— 'অগ্নিয়েই শক্তি আৰু পোহৰৰ উৎস। পোহৰেই সত্য, সত্যই ঈশ্বৰ'। ধৰণীয়ে এবাৰ সুধিছিল— তাৰমানে সত্যতকৈ ঈশ্বৰ সৰু নেকি প্ৰভু!

ঃ হয় প্ৰভু। — গোসাঁয়েও ধৰণীক কৈছিল। 'মহাত্মা গান্ধীয়ে কৈছিল সত্যই ঈশ্বৰ। তেওঁ আনৰ দৰে কোৱা নাই 'ঈশ্বৰেই সত্য' বুলি। সেইবাবে সত্য ঈশ্বৰতকৈ ডাঙৰ। ঈশ্বৰতকৈ ডাঙৰ এই সত্যৰ তত্ত্বক ঈশ্বৰতকৈ ক্ষুদ্ৰ এজনে কেনেকৈ তৎক্ষণাৎ বুজিব? ইয়াৰ বাবে সাধনা লাগিব। এই চাকিগছি ঈশ্বৰ, ঈশ্বৰেই লৈ যাব পাৰে আমাক সত্যৰ জ্যোতি বুজিবলৈ। সত্যৰ জ্যোতিয়েই পৰম জ্ঞান'। ধৰণীয়ে গোসাঁইৰ কথাবোৰ হৃদয়ংগম কৰিবলৈ আপ্ৰাণ যত্ন কৰিছিল। সেয়ে ভাবনাত সি বুৰ যায় সময়ে সময়ে।

যোৱা সাত বছৰে গোসাঁইৰ সান্নিধ্যত সি সংযমী, শান্ত হৈ উঠিছে। তাৰ বলিয়া সাহ আৰু খংটোও নিয়ন্ত্ৰণত আনিছে। কিন্তু ইমান দিনৰ মূৰত সি আজি আকৌ এবাৰ অশান্ত হৈ কিয় উঠিল? সি নিজেই বিস্মিত হ'ল।

বিছনাত চট্‌ফটাই থাকোঁতেই ধৰণীয়ে শুনিলে পিছফালৰ বাঁহনিখনৰপৰা ভাহি অহা কেতেকীৰ মাত। ভেন্টিলেটৰেদি ধলফাট দিয়াৰ ৰেঙনি এটা কোঠাত সোমাইছেহি। এটা মৰি যোৱা অতীতে তাৰ এনিশা কাঢ়ি নিলে। টোপনি কাঢ়িব পৰাকৈ জী উঠিল পুৰণি দিনবোৰ। যেন এইমাত্ৰহে ঘটি গ'ল সকলো। জোৰকৈ ধৰণীয়ে চকু দুটা মেলিলে। মাত্ৰ চাৰি বছৰ আগতে এই ঘৰটো সাজি সি সম্পূৰ্ণ কৰিছে। সকলোঁ সা-সুবিধাৰে সজা এই নতুন ঘৰটোৰ মাজতে, সি অলপ আগলৈকে বিচৰণ কৰি আছিল পুৰণি খেৰৰ ঘৰটোত। সপোনত নহয়, সজ্ঞানে সি বিচৰণ কৰিলে ওৰে ৰাতি অতীতৰ ৰান্ধনিঘৰত, নিমানন্দ গোসাঁইৰ প্ৰথম খবৰ অনা মাকৰ সৈতে ৰান্ধনিঘৰৰ ভাতৰ মজিয়াত। আৰু নয়নতৰাৰ যন্ত্ৰণাকাতৰ সেই মুখখন। কত নিশা সি উজাগৰে চট্‌ফটাইছিল নয়নতৰাৰ কাল্পনিক শৰীৰটোৰ সৈতে। সেই মৃত অস্থিৰতা কিয় জী উঠিল হঠাতে যোৱা ৰাতি। ধৰণীয়ে প্ৰথমে ঠিক কৰিলে, পুৱাই সি নিমানন্দ গোসাঁইৰ ওচৰলৈ যাব—আৰু সন্ধিয়া ধৰণী যাব সেই পাহাৰলৈ, য'ত মিচেছ খান্না থাকে। মিচেছ খান্নাৰ নিমন্ত্ৰণ সি ৰক্ষা কৰিব।

## এখন হেঁপাহৰ ৰুমাল

দুপৰীয়া দুজাকমান বৰষুণ হৈ যোৱা বাবে পাহাৰৰ টিলাটো ন-বোৱাৰী গা ধুই এইমাত্ৰ ওলাই অহাৰ দৰে হৈ পৰিছিল। সতেজ আৰু পৰিতৃপ্তিত প্ৰতিজোপা গছ চিক্‌মিকাই আছিল আবেলিৰ ৰ'দতো। ধৰণী টিলাটোলৈ গাড়ী যাব পৰা বাটটোৰে এখোজ-দুখোজকৈ ওপৰলৈ উঠি যাওঁতে অলপ বুকুখন ঢপ্-ঢপাবলৈ ধৰিলে। মিচেছ খান্নাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ আহি ধৰণীয়ে নানা কথা ভাবিবলৈ ধৰিলে। মিচেছ খান্নাই কিয় ধৰণীক সপৰিয়ালে নিমন্ত্ৰণ কৰিলে বাৰু? মাকক আৰু ভনীয়েকক ধৰণীয়ে যেতিয়া মিচেছ খান্নাৰ ঘৰলৈ যোৱাৰ প্ৰস্তাৱ দাঙি ধৰিছিল, মাকৰ বিস্ময়ত চকু ডাঙৰ হৈ গৈছিল। 'হে হৰি, তই কিয় যাব খুজিছ? তেওঁ ভদ্ৰতা ৰাখি মাতিলে বুলিয়েই তই যাবিনে? তোক এবাৰ অফিচাৰ এজনেও জানো মাতি নিয়া নাছিল? পিছে কি হ'ল। মেমচাহাবজনীয়ে দেখোন মেখেলা ধুবলৈ তোক পাচিলে'। ধৰণীৰ টিঙিচকৈ খঙটো উঠি আহিছিল

মাকৰ কথাত। কিন্তু লগে লগেই খং সম্বৰণ কৰিলে। মাকে মিচেছ খান্নাক দেখাও নাই। ধৰণীও যে আগৰ দৰে নিবনুৱা হৈ থকা নাই, সেই কথা মাকে বোধহয় পাহৰি থাকে। ধৰণীয়ে মাকক বুজালে — 'মোৰ এতিয়া এখন ভাল দোকান আছে। এলাপেচা দোকান নহয়। ৰেফ্রিজাৰেটৰ থকা দোকান, তাত চকলেট, বাটাৰ, ক'ল্ড ড্ৰিংকছ, চ'ডা চব থাকে। মই নিজ বাহুবলেৰে এই আৰ-চি-চি পকী ঘৰ সাজিছোঁ। লাইট-ফেন লগাইছোঁ আৰু সকলো এইদৰে থাকিলে অহা বহাগৰ ভিতৰতে মই মাৰুতি ভেন এখন কিনা কথা মনতে পুহি ৰাখিছোঁ। গাড়ীখন এনেয়ে বহুৱাই নথওঁ। ভাড়া মাৰিম। এই অঞ্চলৰ মানুহে আজিকালি সপৰিয়ালে বিয়া-সবাহ খাবলৈ গাড়ী ভাড়া কৰা হৈছে। এই অঞ্চলত এতিয়ালৈকে ভাড়া গাড়ী নাই। ইয়াৰপৰা দুমাইল গৈ টেক্সি ষ্টেচনতহে খবৰ কৰিব লাগে। মাহে মাহে অৱশ্যে তইঁতো গাড়ীত উঠি ফুৰিবলৈ যাব পাৰিবি'।

ঃ গাড়ী ল'বলৈ ইমান পইচা পাবি ক'ত? — ইমানপৰে আলোচনাবোৰ মনে মনে শুনি থকা মাকণে মাজতে কৈছিল।

ঃ আঁকৰী, বেংকে লোন দিয়ে বুলি নাজান নেকি? প্ৰথমে অলপ পইচা দিব লাগিব। বাকী পইচা ধাৰ ল'ম। ভাড়াতে টকা শোধ হৈ যাব।— ইয়াৰ পিছত আৰু মিচেছ খান্নাৰ প্ৰসংগ একো নোলাল।

ধৰণী যিমান বঙলাটোৰ কাষ চাপি আহিল, সিমানে তাৰ ঘূৰি যোৱাৰ ইচ্ছা প্ৰবল হ'ল। মাকে ঠিকেই কৈছিল। কি দৰকাৰ আছিল এইদৰে আহিবলৈ। বঙলাটো সৰু, কিন্তু বৰ ধুনীয়া, এই কেঁকুৰিটো পাৰ হ'লেই বঙলাটো। ফুটুকা গছেৰে ভৰপূৰ বাটৰ কাষত বেঙুনীয়া ফুলেৰে ফুটুকা গছ। ব্ৰহ্মপুত্ৰখন এই ঠাইৰপৰা নতুন কিশোৰীয়ে বুকুত গামোচা লোৱাৰ দৰে লাগে। সুবিশাল নদীখন টিলা এটাই এফাল ঢাকি থৈছে। বনৰীয়া গছৰ গোন্ধ লৈ চেঁচা বতাহ এছাটি আহি ধৰণীৰ গাৰ পাঞ্জাবী চোলাটো উৰুৱাই নিলে। সেই ঠাইতে অলপ থমকি ধৰণীয়ে এইবাৰ নিজৰ পোছাকযোৰলৈ চালে। কাপোৰযোৰ ঠিকেই পিন্ধি আহিছেনে বাৰু! বেঙুনীয়াত বগা আঁচ পৰা পাঞ্জাবীটো কিনা বেছি দিন হোৱা নাই। ট্ৰেড ফেয়াৰত ধৰণীৰ বন্ধু শ্যামলে কাপোৰৰ ষ্টল দিছিল। সেই ষ্টলৰ কাষতে আছিল ৰাজস্থানৰ ষ্টল এটা। ধৰণীয়ে ছার্ট-পেন্টৰ বাহিৰে এনেকুৱা ৰঙীন পাঞ্জাবী চোলা আগতে কেতিয়াও পিন্ধা নাছিল। তাৰ শৰীৰৰ উজ্জ্বল ৰং আৰু সুঠাম দেহৰ দোহাই দি শ্যামলে এই পাঞ্জাবী চোলাটো কিনালে। ক'লা পেন্টৰ সৈতে এই চোলাটো প্ৰথমবাৰৰ বাবে সি পিন্ধিছে। ধৰণীয়ে নিজে কেতিয়াও পছন্দ কৰি একো পিন্ধা নাই। ভনীয়েক মাকণে কেতিয়াবা কয়— 'এ এইটো কি ৰং পছন্দ কৰিলি' বা 'বাঃ বৰ ধুনীয়া অ' — বুলি। কাপোৰৰ দোকানীয়ে ধৰণীৰ বাবে পছন্দ কৰি দিয়ে। 'এইটো লৈ যাওক, আপোনাক বৰ ভাল দেখিব' বুলি দোকানীয়ে ক'লেই ধৰণীয়ে সেই কাপোৰৰ ছার্ট বা পেন্ট চিলাবলৈ জোখ দি থৈ আহে। এটা সময় আছিল, ধৰণীয়ে এটা চোলা, এযোৰ হাৱাই চেণ্ডেলৰ বাবে হাঁহাঁকাৰ কৰিছিল। আজি সি চখ কৰি পিন্ধিব পৰা হৈছে। নিজৰ কাপোৰযোৰলৈ দুবাৰমান চাই এইবাৰ সি বঙলাটোলৈ চালে, তাৰপিছত হন-হনাই খোজ পেলাই সি ওপৰলৈ উঠি গৈ লোহাৰ গেটখনত হাত দিলে। গাঠলু ৰঙচুৱা মুখৰ মানুহ এটা গেটৰ ওচৰৰ সৰু ঘৰ এটাৰপৰা ওলাই আহি হুটা মাতেৰে সুধিলে — 'কিচ্‌কো চাহিয়ে?' ধৰণীৰ টিঙিচকৈ খং উঠি আহিছিল। সি ধমক এটা দি ঘূৰি যাব বুলি সাজু হওঁতেই বঙলা ঘৰটোৰ বাৰাণ্ডাৰপৰা ভাহি আহিল — 'বাহাদুৰ, মেৰী গেষ্ট'। মিচেছ খান্না বাৰাণ্ডাতে ৰৈ নাথাকিল, সন্মুখৰ নিমজ লনখনলৈ নামি ধৰণীৰ ফালে আগবাঢ়ি আহিল। পাতল হালধীয়া স্বচ্ছ শাড়ীৰ আঁচলখন মিচেছ খান্নাৰ দেহৰক্ষীৰ দৰে লগে লগে উৰি আহিল। এটা যেন পাহাৰত উৰি ফুৰা হালধীয়া পখিলা ধৰণীৰ ফালে আহি আছে। ধৰণীৰ বুকুখন ঢপ্-ঢপাবলৈ ধৰিলে। অষ্ঠ-কণ্ঠ শুকাই যোৱাৰ দৰে লাগিল। চকীদাৰটোৰ ওপৰত উঠা খঙটো মুহূৰ্ততে সংকোচ আৰু অস্বস্তিলৈ ৰূপান্তৰিত হ'ল।

ঃ আপোনাৰ বাবেই বাট চাই আছিলোঁ। বাহাদুৰক মই এজন আলহী আহিব বুলি কৈ থৈছিলোঁ — পিছে আপুনি বুলি সি নাজানে। এনেয়ে দোকানত নিশ্চয় সি আপোনাক দেখিছে। — মিঠা হাঁহি মাৰি মিচেছ খান্নাই ধৰণীক কথাখিনি ক'লে। ধৰণী মিচেছ খান্নাৰ লগে লগে বঙলা ঘৰটোলৈ খোজ দিলে। ধৰণীয়ে চৌপাশে চকু ফুৰালে। 'ফুলবিলাক হৈছে, সৌফালে ফলৰ বাগিচা এখন কৰিছোঁ, গছবোৰ সৰু হৈ আছে। হাইব্ৰীড, দুবছৰমানতে ফল লাগিব।' — মিচেছ খান্নাই ধৰণীৰ চকু অনুসৰণ কৰি ক'লে। হঠাৎ দুটা প্ৰকাণ্ড কুকুৰ ভৌ-ভৌৱাই বঙলাৰ পিছফালৰপৰা দৌৰি ওলাই আহিল। কুকুৰ দুটাৰ চকু ধৰণীৰ ওপৰত নিবদ্ধ। ধৰণী ৰৈ দিলে। 'এই, কোনে ইহঁতক খুলি দিলে। ছটা

এতিয়াও বজা নাই। ৰঙাই-পাখৰী কোৱাইট.... মিচেছ খান্নাৰ মাত শুনাৰ লগে লগেই কুকুৰ দুটা চুপ হৈ নেজ জোকাৰিলে। ধৰণীয়ে ইমান দিনে বিলাতী কুকুৰৰ নাম বিলাতীয়েই হয় বুলি জানিছিল। সি হাঁহি দিলে। 'ৰঙাই-পাখৰী, এইবোৰ দেখোন আমাৰ ভতুৱা কুকুৰৰ নাম।' ধৰণীয়ে প্ৰথমবাৰৰ বাবে কথা ক'লে। — এইটো জাৰ্মান শ্বেফাৰ্ড, ৰঙচুৱা ৰঙৰ বাবে ৰঙাই। এইজনী আকৌ ডালমেচিয়ান জাতৰ — ফুটুকা-ফুটুকী বাবে পাখৰী। অৱশ্যে নাম দুটা মোৰ বান্ধৱী এজনীয়ে দিয়া। অসমলৈ আহি এই মাটি কিনালৈকে তায়ে মোক সহায় কৰিছে।

ঃ অসমত আপোনাৰ কোন আছে আৰু?

বণ্ডলাৰ চিৰিত ভৰি এটা থৈ মিচেছ খান্না ৰৈ দিলে। মিচেছ খান্নাই সামান্য হাঁহি ক'লে — 'সকলো আছে'।

ধৰণীয়ে আৰু একো নুসুধিলে। কুকুৰ দুটাৰ ফালে চাই ক'লে — 'বৰ ধুনীয়া কুকুৰ। মই কুকুৰ বৰ ভাল পাওঁ। ঘৰত দুটা আছে, বেঙা আৰু ক'লী। আমাৰ অসমীয়া কুকুৰ চপনীয়া, মৰমতে খোৱাৰ লগৰে ভাত দিওঁতে সিহঁত নোযোৱা হ'ল। এতিয়া বাৰী-ঘৰ ৰখে। মোৰ-সিহঁত দুটাৰ ওপৰত অগাধ বিশ্বাস। নিশা নিচিন্তে টোপনি যাব পাৰোঁ। বেঙা বোলা কুকুৰটো বেছি ভাল পাওঁ। ক'লী তিখৰ, বেঙাই সদায় ক'লীৰ ফালে চাইহে কাম কৰে। মই মন কৰিছোঁ, জীৱ-জন্তুবোৰৰো মানুহৰ দৰে চৰিত্ৰবোৰ বেলেগ হয়, চোকা-ভোদা দুয়ো প্ৰকৃতিৰ থাকে। আমাৰ ক'লী কুকুৰজনী বৰ বুদ্ধিমতী, বেঙা কিন্তু বেঙাই।' — কৈ অকমান হাঁহিলে ধৰণীয়ে, তাৰ পিছত হঠাতে গহীন হৈ পৰিল। অলপ লাজো লাগিল নিজৰ বহুবক্তিতাৰ বাবে। 'মচকুইট' প্ৰুফ দুৱাৰ ঠেলি এটা প্ৰশস্ত কোঠালৈ মাতি মিচেছ খান্নাই স-সম্ভ্ৰমেৰে এখন হাত কোঠাৰ ফালে দেখুৱাই ক'লে — 'আহক — ইয়াত বহকহি। ধৰণী কোঠালৈ সোমোৱাৰ লগে লগে মিচেছ খান্নাই টপা-টপ তিনিটামান বেৰৰ চুইছ টিপিলে। কোমল পোহৰৰ লগে লগে ফেনখন ঘুৰিবলৈ লাগিল।

ঃ আপুনি কুকুৰ ভাল পায় বুলি জানি ভাল পালোঁ। অন্ততঃ এটা বিষয়ত আপোনাৰ, মোৰ পছন্দ একে। — মিচেছ খান্নাই আন এখন চকীত বহি ক'লে। ধৰণীয়ে হাঁহিলে। মিচেছ খান্নাই আকৌ ক'লে — 'পোছাকত আপোনাৰ ৰুচি আছে, পাঞ্জাবী চোলাটো ধুনীয়া, অসমৰনে? ধৰণী থত্-মত্ খাই গ'ল। পোছাক সম্পৰ্কে তাৰ জ্ঞান বৰ পুতৌ লগা। অথচ মিচেছ খান্নাই ধৰণীৰ ৰুচি সম্পৰ্কে উচ্চ ধাৰণা কৰিছে। ধৰণীয়ে কণ্ঠ পৰিষ্কাৰ কৰিবলৈ সৰু কাহ এটা মাৰি ক'লে — 'নাই, ভুল ভাবিছে আপুনি। এই চোলাটো বন্ধু এজনৰ পছন্দহে। কিছুদিন আগতে এখন মেলা বহিছিল। ৰাজস্থানৰ ষ্টল এখনত বন্ধুৰ পছন্দমতে কিনিছিলোঁ। মই পোছাক-পাতিৰ কথা নাজানো, সঁচা কথা ক'বলৈ গ'লে ৰঙেই ভালদৰে চিনি নাপাওঁ।

ঃ কি! ৰং চিনি নাপায়! কেনেকৈ হ'ব এয়া। বাৰু মোৰ এই শাড়ীখন কি ৰঙৰ কওকচোন?

ঃ ধৰণীয়ে টপৰাই ক'লে — 'কুহুমবুলীয়া'।

ঃ কুহুমবুলীয়া কি ৰং?

ধৰণীয়ে হাঁহি মাৰি ক'লে — 'হাঁহ কণীৰ কুহুমৰ ৰং। মুৰ্গী কণীৰ কুহুমতকৈ শেঁতা'।

ঃ বাঃ বৰ পয়েটিক ৰং।

ঃ কি?

ঃ মানে কবিতাৰ দৰে ৰঙৰ নাম।

ঃ মই কবিতা নাজানো। মই খেলিব পাৰিছিলোঁ। এসময়ত জেভেলিন থ্ৰ'ত ইণ্টাৰ স্কুল চেম্পিয়ন হৈছিলোঁ। ডিচকাচ থ্ৰ', চটপুট থ্ৰ', হাইজাম্প, লং জাম্প সকলোতে মই পুৰস্কাৰ পাইছিলোঁ।

এনেতে এখন ট্ৰে'ত পানী দুগিলাছ আৰু সেউজীয়া ৰঙৰ চৰ্বত দুগিলাছ থ'লেহি মানুহ এজনীয়ে। ধৰণীয়ে মানুহজনীক চিনি পালে। এসময়ৰ বাগানৰ চৰ্দাৰ শিবুৰ নাতিনী ফুলমণি। কিছুদিন আগেয়ে গিৰীয়েকে নতুন বিয়া কৰাই তাইক খেদি দিছিল বুলি সি জানে। দোপাত মদাহী গিৰীয়েকটোৰ মাৰ-পিটৰ কথা ফুলমণিয়ে ধৰণীক কৈছিলহি। ধৰণীয়ে এবাৰ এই কথা লৈ ফুলমণিৰ গিৰীয়েকক দুটা কাঠ-চৰ শুধাই ছিল। ফুলমণিয়ে ট্ৰে'খনৰপৰা চৰ্বত এগিলাছ লৈ ধৰণীলৈ আগবঢ়াই দি লাজকুৰীয়াকৈ হাঁহিলে।

ঃ ফুলমণি, কেতিয়াৰপৰা ইয়াত আছ?

ঃ দুমাহ হৈ গ'ল। ঘৰ ছাৰি দিলোঁ।

ঃ ভাল কৰিলি। — ধৰণীৰ মন্তব্যত একো নামাতি তাই ভিতৰলৈ গ'লগৈ। মিচেছ খান্নাই ক'লে — 'বৰ ভাল ছোৱালী। ৰন্ধা-বঢ়াও তাই কৰে। তাই অহাত বাহাদুৰে ঘৰ-দুৱাৰ চাব পৰা হৈছে। ড্ৰাইভাৰ, বাহাদুৰ আৰু ফুলমণি মোৰে সৈতে চাৰিটা মানুহ থাকোঁ ইয়াত। বাই দা ৱে— চৰ্বতৰ ৰঙটো কি? ধৰণীয়ে গিলাছটো অলপ দাঙি ভালকৈ চাই ক'লে— 'কলপতীয়া'।

ঃ কলপতীয়া।

ঃ অ' — কলগছৰ কোমল পাতৰ লেখীয়া আকৌ।

ঃ বাগুৰফুল। — মিচেছ খান্নাই মিঠাকৈ হাঁহি সপ্রশংস দৃষ্টিৰে ক'লে। মোৰ ঘৰটো আপোনাৰ কেনে লাগিছে?

ঃ বৰ ধুনীয়া। আপোনাৰ দৰেই — হঠাৎ ধৰণীয়ে কৈ, সচকিত হৈ উঠিল পিছ মুহূৰ্ততে। 'বেয়া নাপাব দেই — কৈ পেলালোঁ।'

ঃ বেয়া! কিয় পাম? কিন্তু ঘৰ আৰু মই, একে কেনেকৈ হ'লোঁ কওকচোন?

ধৰণীয়ে এইবাৰ চৰ্চৰণি খালে। অলপ বৈ ক'লে — 'নহয় মানে — মই একে বুলি কোৱা নাই। মানে — ঘৰটোৱে আপোনাৰ মনৰ পৰিচয় দিয়ে — আৰু আপুনি ঘৰটোৰ। এই ধৰক, ইমান সুন্দৰ, নিখুঁত ফুলনি, গছ, পৰ্দা, এই ধুনীয়া বেতৰ ছোফা, সৌ ওলমি থকা বেতৰ লাইটটো, ঠিক ব্ৰহ্মপুত্ৰৰ পাৰৰ আবেলিটোৰ ৰঙৰ কুশ্বন ক'ভাৰবোৰ.... আমাৰ নিমানন্দ গোসাঁই প্ৰভুৰ কাপোৰযোৰৰ দৰে বেৰৰ ৰং.... প্ৰাৰ্থনা কৰা ঘৰৰ দৰেই ইয়াৰ পৰিৱেশ — বৰ সুন্দৰ। বৰ শান্তি বিৰাজ কৰিছে ইয়াত'। — মিচেছ খান্নাই মৌন হৈ ধৰণীলৈ চাই থাকিল। চৰ্বতৰ শেষ টোপালটো গলাধঃকৰণ কৰি ধৰণীয়ে গিলাছটো টেবুলত থৈ ক'লে — 'আপোনাৰ পৰিয়াল, ল'ৰা-ছোৱালী কি?' মিচেছ খান্না এইবাৰ কিছু অন্য মনস্ক হৈ পৰিল। ধৰণীয়ে দেখিলে, তেওঁ বহাৰপৰা উঠি গৈ খিৰিকী এখনৰ পৰ্দা বহলকৈ টানি দিলে। কিবা নুসুধিব লগীয়া কথা সুধিলে নেকি! ধৰণী অপ্ৰস্তুত হ'ল। নতুনকৈ চিনাকি হৈ, মানুহজনীৰ জীৱনৰ পৰ্দাখন সি খুলিবলৈ যত্ন নকৰাই ভাল। কথাটো ভাল নহ'ল। পৰিয়াল থকা হ'লেতো মানুহজনী ইয়াত অকলে নাথাকে। ছেঃ কি যে লেকাম নোহোৱা জিভা। দোকানত যিকোনো বিষয়ত, যিকোনো মানুহৰ সৈতে চুপতি মাৰোঁতে তাৰ কথাবোৰৰো লাগ-বান্ধ নাইকিয়া হৈছেগৈ। অলপ আগলৈকে মিচেছ খান্নাৰ তাৰ প্ৰতি থকা উচ্চ ভাব নিশ্চয় ধূলিসাৎ হৈ গ'ল। এইবাৰ ধৰণীয়ে কথাটো ঘূৰাবলৈ ক'লে — 'মানে, আমাৰ ইয়াত তিৰোতা মানুহ এইদৰে পাহাৰত অকলশৰে নাথাকে নহয়, সেইবাবে সুধিলোঁ। নিজৰ পৰিয়ালৰ মানুহ থাকিলে সাহস এটা হয়, কথা দু-আষাৰ পাতিবলৈকে.... , মানে — বিশ্বাসী কোনোবা.... , ধৰণীৰ কথা শেষ নহ'ল, খিল্‌খিল্‌কৈ মিচেছ খান্নাই হাঁহি দিলে। মোৰ নিজকে অকলশৰীয়া যেন নালাগে। আত্মীয়-স্বজন, জনসমুদ্ৰৰ মাজতো অকলশৰীয়া হৈ মই আছিলোঁ।

ধৰণী.... ছৰি, আপোনাক কি বুলি মাতিম? দাদা নোবোলোঁ কিন্তু!

ঃ বয়সত মই দাদাই হ'ম নেকি? এই বহাগত একচল্লিছত সোমাম।

ঃ তেনেহ'লে ধৰণী বুলিয়েই মাতিম। আপত্তি আছে নেকি?

ধৰণীয়ে চুটিকৈ ক'লে — নাই।

ঃ ধৰণী — আপুনি সম্বোধন ভাল নহ'ব, আপুনি মোক 'তুমি' বুলিব পাৰে,ময়ো 'তুমি' সম্বোধন কৰিমনে? — ধৰণী অবাক হৈ গ'ল। মিচেছ খান্নাক ধৰণীয়ে ইমান আপোন সম্বোধন কৰিব! অপাৰ বিস্ময়েৰে ইতস্ততঃ কৰি ধৰণীয়ে ক'লে — 'হ'ব'। মিচেছ খান্না এইবাৰ ঘনকৈ বোৱা বেতৰ সুদৰ্শন ছোফাত বহি পৰিল। 'শুনা ধৰণী, বিশ্বাস শব্দটোৱেই বৰ বিশ্বাসঘাতক। পৰাপক্ষত বিশ্বাস কাকো নকৰাটোৱেই ভাল।' ধৰণীয়ে যেন কথাটো মানি ল'ব পৰা নাই, এনে ভাবত অলপ লৰ-চৰ কৰি বহিল। 'তোমাৰ কোন আছে ধৰণী?' — মিচেছ খান্নাই হঠাতে সুধিলে।

ঃ মোৰ মা আৰু ভনীজনী। মিচেছ খান্নাই চুলিখিনি জোকাৰি আকৌ সুধিলে— 'তোমাৰ নিজৰ মানুহ কোন?'

ধৰণী বিপাঙত পৰিল। মিচেছ খান্না মানুহজনীৰ কথাবোৰ পাকলগা যেন অনুমান হ'ল। তথাপিও ক'লে — 'মই বুজা নাই, মা আৰু ভনীজনী পৰ কেনেকৈ হ'ব?' — মিচেছ খান্নাই আকৌ মিঠাকৈয়ে হাঁহি ক'লে — 'মাজে মাজে তোমাৰ এনে ইচ্ছা নহয়নে যে কাকো নোকোৱা কথাবোৰ কাৰোবাক কওঁ, কোনেও নুবুজা দুখৰ বোজাটো গোপনে গৰ্ভপাত কৰি পেলাওঁ, এনেকুৱা মুহূৰ্ত নাহেনে, তোমাৰ অজানিতে অন্তৰত সমাধি হৈ যোৱা খং, বিষাদৰ কফিনৰ ঢাকনিখন খুলি দিবলৈ মন যায়, নিজেই নিজক মুক্তি দিবলৈ মন যায়— আহেনে কেতিয়াবা তেনে সময়? মা আৰু ভন্টিক তুমি সকলো কথা ক'ব পাৰানে?' — ধৰণী মৌন হৈ ৰ'ল। অলপ পৰ নিশ্চুপ হৈ থাকি ক'লে — 'মই বিয়া কৰোৱা নাই— হোৱা হ'লে পত্নীক নিশ্চয় ক'ব পাৰিলোঁহেঁতেন'। 'একেবাৰে মিছা কথা। পতিয়ে পত্নীক আৰু পত্নীয়ে পতিক নিজকে উদঙাই দেখুৱাব নোৱাৰে। নোৱাৰে বাবেই স্বামী-স্ত্ৰীৰ সম্পৰ্ক ভালে থাকে। কিন্তু তাৰ বিপৰীত হ'লে! সেই সম্পৰ্ক অটুট থাকিবনে?' ধৰণীৰ

চকুত এখন ধূসৰ মিঠা বৰণীয়া মুখে আহি আমনি কৰিলেহি। — নয়নতৰা, নয়নতৰা । সি অস্ফুট স্বৰেৰে উচ্চাৰণ কৰিলে। কোনে জানে, তাইক সি বহু কথাই কৈ পেলাইছিল। একো লুক-ঢাক নকৰাকৈ সি তাইক সকলো কথা ক'বলৈ সংকোচ নকৰিছিল। আনকি এতিয়াও—হয় এতিয়াও, নয়নতৰাক জ্বলাই থৈ অহা ঠাইকণত সি নীৰৱে বহেগৈ। ব্ৰহ্মপুত্ৰৰ পানীলৈ চাই বহু কথা কৈ যায়। 'ধৰণী, আপোন শব্দটো নজনাৰ বাবেই আমি বাৰে বাৰে দুখ পাওঁ। কিন্তু তুমি পোহনীয়া কুকুৰকেইটা, এই লুইতখন, গছকেইজোপাক আপোন বুলি ক'ব পাৰা'। — মিচেছ খান্নাই লাহে লাহে ক'লে। ফুলমণি আহি হঠাতে ক'লেহি — 'আহক, চাহ দিছোঁ'। ধৰণী যেন অন্য জগতৰপৰা ঘূৰি আহিল। মিচেছ খান্না হঠাতে আকৌ সহজ, চঞ্চলা হৈ পৰিল। 'এ ব'লা ব'লা। প্ৰথম নিশাই মই যিবোৰ কথা ক'বলৈ ল'লোঁ, তুমি আৰু নাহিবাই চাগে'।

ধৰণীয়ে হাঁহিলে। মিচেছ খান্নাৰ পিছে পিছে সি ডাইনিং ৰুমলৈ গ'ল। অতি পৰিপাটি কোঠালি। টেবুলত গৰম লুচি, ঢাকোন দিয়া কেইবাটাও সুদৃশ্য পাত্ৰ। এখন থালত কেবাবিধো মিঠাই। ধৰণীয়ে খাই ভালেই পায়। কিন্তু মিচেছ খান্নাৰ আগত এয়া প্ৰকাশ কৰাটো ভাল নহ'ব বুলিয়েই ক'লে — 'ইমান আয়োজন কিয় কৰিব লাগে? ইমানসোপা বস্তু কেনেকৈ খাম?' 'পাৰিব। আপুনি মোৰ ঘৰলৈ প্ৰথম চুবুৰীয়া আলহী আহিছে। নাখালে মই বেয়া পাম'। মিচেছ খান্নাই নিজেই ধৰণীৰ প্লেটত চাৰিখন লুচি দিলে। এটা পাত্ৰৰ ঢাকোন দাঙোতেই ইলাচি-দালচেনিৰ মহ্‌মহীয়া গোন্ধ এটা বিয়পি পৰিল। কণী আলুৰ তৰকাৰী সুদৃশ্য আইনাৰ বাতি এটাত মিচেছ খান্নাই ঢালি দিলে। আন এটা পাত্ৰৰপৰা হেতাৰে কিবা এবিধ তুলিব খুজি সুধিলে — 'পটল খাই নহয়!'

ঃ মোৰ তেনে একো বাছ-বিচাৰ নাই। এয়া মই ৰান্ধিছোঁ, নিশাৰ বাবে। নাৰিকল দি ৰন্ধা পটল। মই ৰাতি ৰুটী আৰু এনেকুৱা কিবা এটা খাওঁ।

ঃ আপুনি ৰান্ধে!

ঃ কিয়? খাব জানিলে ৰান্ধিবও জানিব লাগিব। মই ৰান্ধি ভাল পাওঁ, খুৱাই ভাল পাওঁ।

ঃ নহয়, মানে দেখিলে নালাগে। আমাৰ মায়ে বৰ ভাল ৰান্ধে।

ঃ আজি আপোনাৰ মা আৰু ভন্টিক লৈ আনিব পাৰিলেহেঁতেন। ৰন্ধা-বঢ়াৰ কথা পাতিলোঁহেঁতেন। মই উত্তৰ-ভাৰতৰ আৰু কন্টিনেন্টেল খাদ্যহে ৰান্ধিব জানো। অসমীয়া খাদ্য সকলোতেই এবাৰ খাইছিলোঁ। — ধৰণীয়ে গো-গ্ৰাসে লুচি আৰু কণীৰ তৰকাৰী খাবলৈ লাগিল। মাজে মাজে প্ৰশংসা কৰিলে — 'বৰ সুন্দৰ ৰান্ধিছে'।

ঃ থেংক ইউ। মিচেছ খান্নাই ধৰণীৰ প্লেটত আৰু এখন গৰম ফুলি থকা লুচি দিলে। ধৰণীয়ে 'না না' বুলি হাত দাঙিলে — 'আজিয়েই খুৱাই শেষ কৰিব নেকি?' ধৰণীৰ কথাত বাধা দি এটা পাত্ৰৰপৰা পুডিং জাতীয় খাদ্য বাতিত ঢালি চামুচ এখনৰ সৈতে মিচেছ খান্নাই আগবঢ়াই দিলে।

ঃ ফেহু বৰণীয়া এইটো কি? — ধৰণীয়ে সুধি পেলালে।

ঃ কি — কি বুলি ক'লে?

ঃ ফেহু বৰণীয়া — নাজানে? গাই-গৰুৱে পোৱালি দিয়াৰ পিছত, প্ৰথম গাখীৰৰ ৰং এনেকুৱা হয়। ৰবৰৰ দৰে, কিন্তু খাবলৈ ভাল।

ঃ মই খোৱা নাই। এয়া গাখীৰ, বিস্কুট আৰু কাজুৰ পুডিং। মোৰ প্ৰিয় বাবে আপোনালৈ কৰিলোঁ। এদিন আপোনাৰ ঘৰলৈ গৈ আপোনাৰ মাৰ হাতৰ ৰন্ধা খাম। মাতিবনে?

ঃ কিয় নামাতিম? কিন্তু ভাল নাপাব।

ঢেঁকীয়া, বিলাহী দিয়া পুঠিমাছ, কল-পছলা, কোমোৰা-হাঁহৰ মাংস, পোৰা গৰৈ মাছ, বাঁহৰ চুঙাত ৰন্ধা ভাত খুৱাব পাৰোঁ। কিন্তু খাই ভাল নাপাব।

ঃ বাৰু সেইটো অজুহাতত নমতাকৈ সাৰিব খুজিছে নেকি? কেতিয়া মাতিব কওক।

ধৰণীয়ে হাঁহি মাৰি কিবা এটা চিন্তা কৰিলে। তাৰ পিছত আঙুলিৰ পাবত কিবা হিচাপ কৰি ক'লে — 'কাতি সোমাল নহয় —

ঃ মই বুজা নাই।

ঃ কাতি মাহ, মানে নবেম্বৰ মাহত কলগছ কাটি খাৰ কৰে। কাতিমহীয়া কটা কলগছৰ খাৰৰ চোক বেছি। পুৰণি খাৰ দিয়া আঞ্জা নুখুৱাও। কাতি মাহ যাওক, তাৰ পিছত আপোনাক মাতিম।

মিচেছ খান্নাই বিস্ময়-আনন্দত চকুযুৰি বহলকৈ মেলি ধৰণীৰ কথাবোৰ শুনি থাকি ক'লে — 'মই আপোনাৰ ঘৰ, এই অঞ্চলটো, মানুহবোৰ সকলোৰে কথা জানিবলৈ বিচাৰোঁ। আপুনি নাজানে কিমান আশাৰে মই ইয়ালৈ

আহিছোঁ, জীৱনৰ পঁয়ত্ৰিছটা বছৰ নতুন নতুন ৰঙীণ চিলাত বান্ধি উৰুৱাই দিছিলোঁ, সকলো চিলা ফাটি-ছিটি গ'ল। অৱশেষত এই ব্ৰহ্মপুত্ৰৰ পাৰৰ ঘাটত চিলাখন আহি পৰিলহি। মিচেছ খান্নাৰ ৰহস্যময় কথাবোৰ বুজিবলৈ ধৰণীয়ে খাবলৈ এৰি তেওঁৰ মুখৰ ফালে চাই থাকিল। হঠাতে মিচেছ খান্নাই পুনৰ খিল্‌খিলাই হাঁহি ক'লে— 'আচৰিত হৈছে নহয়!'

ঃ আপুনি প্ৰকৃততে অসমৰ — নে — বিয়া হৈছে খান্নালৈ....

ঃ আকৌ আপুনি! আজিয়েই সকলো কৈ দিলে আৰু নাহিবাই দেখোন। তোমাৰ কি ভাব হয়?

ঃ আপুনি অসমীয়া। নহ'লে ইমান সল্‌সলাই অসমীয়া ভাষা ক'ব নোৱাৰে। অৱশ্যে উচ্চাৰণ ইংৰাজীৰ দৰে মাজে মাজে লাগে। বাহিৰত পঢ়িছিল বাবে এনে হ'ল নিশ্চয়!

মিচেছ খান্নাই এই প্ৰশ্নৰ একো উত্তৰ নিদি ক'লে— 'এই অঞ্চলত থকা গৰ্ডন চাহাবৰ বাগানখন একেবাৰেই শেষ হৈ গ'ল। মই কিছুদিন আগেয়ে সেইফালে ফুলমণিৰ সৈতে গৈছিলোঁ। মেনেজাৰৰ বঙলাটোৰ চিন-চাবেই নাই। দুৱাৰ-খিৰিকী, চাল একো নাই। ভেটিটো পৰি আছে। গৰু-কুকুৰে লেতেৰা কৰি থৈছে। গৰ্ডন চাহাবৰ বঙলাটোৰ অৱশিষ্ট আছে। এতিয়াও সম্পূৰ্ণ শেষ হৈ যোৱা নাই। — ধৰণীয়ে মিচেছ খান্নাৰ কথাৰ মাজতে ধৰি ক'বলৈ ধৰিলে —

ঃ মানুহে গৰ্ডন চাহাবৰ ভূত তাত আছে বুলি ভাবে। গৰ্ডন চাহাবৰ ফৰ্ড অষ্টিন গাড়ীখনৰ ইঞ্জিনৰ শব্দ, তেওঁৰ মৰমৰ ঘোঁৰাটোৰ খোজৰ শব্দ শুনে বুলি ওচৰৰ মানুহে কয়। এবাৰ আমাৰ ওচৰৰ ৰূপায়ে নাও বান্ধি পূৰ্ণিমাৰ নিশা সেইফালেদি ঘৰমুৱা হওতে হঠাতে গৰ্ডন চাহাবক ঘোঁৰাত আহি থকা দেখি মূচকছ গ'ল। পিছদিনা পুৱাহে তাক গাঁৱৰ মানুহে উদ্ধাৰ কৰিলে। প্ৰায় তিনিমাহ সি জলকা লাগি থাকিল। বেজ, ডাক্তৰ সকলোৱে চিকিৎসাত ভাল হ'ল যদিও সি আগৰ দৰে হৈ নুঠিল। আমাৰ এই অঞ্চলত ৰূপাই নাম দুজনৰ। সদায় গণ্ডগোল হয়। তেতিয়াৰপৰা এজনৰ নাম ভূতে পোৱা ৰূপাই হ'ল। এয়া প্ৰায় পঁচিছ বছৰমান আগৰ কথা। এতিয়া সেইবোৰ নাই। হাবি-জংঘলো নাই। চাহগছ এজোপাও নাই। ঘৰ সাজি মানুহ বহিল। গৰ্ডন চাহাবৰ বঙলাটো থকা টিলাটো, টিলাত থকা জবী আৰু এজাৰ গছবোৰৰ ধোন্দত ফেঁচা থাকে। বঙলাটোত হেজাৰ-বিজাৰ বাদুলি আছে। নিশাচৰ চৰাইবোৰৰ বাসস্থান হোৱা বাবে ঠাইডোখৰ জয়াল। কেৱল সেই টিলাটোহে সেয়ে অৱশিষ্ট হৈ আছে। গৰ্ডন চাহাবক আমি সৰুতে দেখা মনত আছে। মই ক্লাছ ফাইভমানত পঢ়ি থাকোঁতে গৰ্ডন চাহাবে আত্মহত্যা কৰিছিল। সেইদিনটোৰ হুলস্থূল, পুলিচৰ কুকুৰ অনাৰ দৃশ্য আজিও পাহৰা নাই। আচৰিত লাগে, এয়া মাত্ৰ ত্ৰিছ বছৰমানৰ আগৰ কথা। ত্ৰিছটা বছৰত বাগিচা, কলঘৰ সকলো শেষ হৈ গ'ল। নতুন নতুন মানুহ বহি এই ঠাইৰ ৰূপেই সলনি কৰি দিলে। মই দোকান খোলোঁতে এই ঠাইত চিগাৰেট খোৱা মানুহেই নাছিল। মুঠি মুঠি বিড়ি আনি বিক্ৰী কৰিছিলোঁ। মাত্ৰ পোন্ধৰ বছৰৰ ভিতৰত একেখন দোকানতে চকলেটৰপৰা ক'ল্ড-ড্ৰিংকছলৈকে ৰাখিব লগা হ'ল।

ঃ কিয় তুমি চ'ডাও ৰাখিছা দেখোন। জানানে চ'ডা বিচাৰি তিনি কিলোমিটাৰ যাব লাগে। এতিয়া তোমাৰ দোকানত ৰখাৰপৰা সুবিধা হৈছে।' — মিচেছ খান্নাৰ প্ৰশংসা শুনি, ধৰণীয়ে হাঁহি পেলালে। 'এ, চ'ডা আপোনাৰ বাবেহে অনা হ'ল।'

ঃ মোৰ বাবে? — মিচেছ খান্না আচৰিত হৈ গ'ল।

ঃ আপোনাৰ বাবেই। এবাৰ আমাৰ দোকানত হেনো আপুনি বিচাৰিছিল। মোৰ দোকানত আকৌ ধুৰন্ধৰ ল'ৰা দুটামানৰ আড্ডা। সিহঁতে মোক ক'লে চ'ডা আনিবলৈ।

ঃ বাঃ সাংঘাতিক ছেলছমেনশ্বিপ দেখোন!

ধৰণীয়ে ৰেফ্ৰিজাৰেটৰ কিনাৰ কাহিনীও ক'ম বুলি ভাবিছিল, কিন্তু সকলো কোৱাটো উচিত নহ'ব বুলি কোৱাৰ লোভ সম্বৰণ কৰিলে। তাৰ সলনি ধৰণীয়ে হাতৰ ঘড়ী চাই ক'লে — 'আজিলৈ উঠোঁহে। বৰ ভাল লাগিল'।

ঃ আকৌ আহিবানে? — মিচেছ খান্না এইবাৰ থিয় হৈ আকৰ্ষণীয় ভংগিমাৰে সুধিলে। ধৰণীৰ ক'বলৈ ইচ্ছা হৈছিল 'সদায় আহিম' বুলি। সি ক'লে—'আহিম, আপুনিও আহিব আমাৰ ঘৰলৈ'।

বাহিৰলৈ আহি ধৰণীৰ এক অপাৰ্থিৱ অনুভূতিৰে মনটো ভৰি পৰিল। অযুত তৰাৰে জিলমিল আকাশখন যেন নামি আহিল। তৰাৰ পোহৰত নদীখন সাপে মোট সলোৱাৰ দৰে পৰি আছে। জিলিৰ চিঁ-চিৰ্য়নিৰ মাজে মাজে, অদূৰৰ ব্যস্ত যান-জটৰ অৱস্থিতিৰ কথা গাড়ীৰ অস্পষ্ট হৰ্ণৰ শব্দই ঘোষণা কৰিছে। 'কি অপূৰ্ব! মই ইয়াতে ডাঙৰ হৈয়ো ইমান সুন্দৰ দৃশ্য দেখা নাছিলোঁ।' — আকাশলৈ চাই ধৰণীয়ে ক'লে। বতাহত টেঙাজাতীয় গছৰ সুবাস ভাহি আহিছিল। ধৰণীয়ে দীঘলকৈ উশাহ ল'লে। 'এতিয়াৰ আকাশখনৰ কি

ৰং?' ধৰণীয়ে মিচেছ্‌ খান্নাৰ প্ৰশ্নটো শুনি হাঁহি পেলালে। মানুহজনীয়ে ৰং লৈ কৌতুক আৰম্ভ কৰি দিছে। ধৰণীয়ে আকাশখনলৈ কিছুপৰ চাই থাকি ক'লে — 'গোবিন্দ ৰং'।

ঃ মানে?

ঃ সন্ধিয়াৰপৰা আকাশৰ ৰং তিনিটা হয়। ঘোৰ অমাৱস্যাত কৃষ্ণকলীয়া, কালীয় দমনৰ সময়ৰ দৰে। পূৰ্ণিমাৰ নিশা আকাশৰ ৰং ৰাসলীলাৰ শ্ৰীকৃষ্ণৰ দৰে। যৌৱন আৰু আনন্দত গোবিন্দ উজ্জ্বল নীলা হৈ পৰে। বাকী সময়ত বাল কৃষ্ণৰ শৰীৰৰ কান্তিৰ দৰেই আকাশখন।

ধৰণীয়ে আকাশৰপৰা চকু নমাই আনি মিচেছ্‌ খান্নাৰ মুখলৈ চালে। মানুহজনীক আন্ধাৰ আৰু পোহৰে গঢ়া পানীগচাৰ দৰে লাগিল। ধৰণীয়ে দেখিলে, মানুহজনীৰ ধুনীয়া চকুহাল কৰুণ— এই কাৰুণ্য সি ক'ত দেখিছে ! নয়নতৰা — হয়, নয়নতৰাৰ চকুৰ ভাষাও এনেকুৱাই আছিল। মিচেছ্‌ খান্নাৰ চকুহাল লুইতত চৰি ফুৰা টুলুঙা নাৱৰ দৰে। নয়নতৰাৰ চকুহাল বালিত পৰি থকা শামুকৰ দৰে, কিন্তু দুয়োজনী মানুহৰ চকুৰ ভাষা একে। মিচেছ্‌ খান্নাৰো নয়নতৰাৰ দৰে কিবা দুখ আছে নেকি! দেখাতলতো একো নাই। ধৰণীয়ে হঠাতে মিচেছ্‌ খান্নাৰ মুখৰপৰা দৃষ্টি ঘূৰাই গেটৰ ফালে আগুৱাই গ'ল। 'ধৰণী, আকৌ কেতিয়া আহিবা?' ধৰণীয়ে পিছলৈ মুখ নুঘুৰোৱাকৈ ক'লে—'সময় পালেই আহিম'।

ধৰণীয়ে মিচেছ্‌ খান্নাৰ বঙলাটো এৰি টিলাটোৰ একা-বেঁকা পথেৰে নামি আহিল। অলপ দূৰ আহি সি ঘৰটোলৈ উভতি চালে। আকৌ কেতিয়া যাব সি তালৈ? ধৰণীৰ এটা আচৰিত অনুভূতি হ'ল প্ৰথমবাৰৰ বাবে। সি সেই টিলাৰ ওপৰৰ ঘৰটোত মিচেছ্‌ খান্নাক এৰি থৈ আহি বুকুত এক ৰিক্ততা অনুভৱ কৰিলে। নয়নতৰাক শ্মশানত ছাই কৰি এৰি অহাৰ সময়ত যেনেকুৱা লাগিছিল, ঠিক তেনেকুৱা। মাত্ৰ দুঘন্টা সময়ৰ কথা-বাৰ্তাই ধৰণীক আকুল কৰি তুলিছে মানুহজনীক পুনৰ লগ পাবলৈ। ধৰণীয়ে নাৰীৰ প্ৰয়োজন অনুভৱ নকৰাকৈ চল্লিছ বছৰ পাৰ কৰিলে। বিয়াৰ বাবে এতিয়াও ছোৱালীৰ প্ৰস্তাৱ আহিয়েই আছে। ধৰণীৰ দৰে নিৰোগী, বটগছৰ দৰে মানুহ এটাই নাৰীসংগ কামনা নকৰিব সেয়া বিশ্বাস কৰিব নোৱাৰি। কিন্তু ধৰণীৰ জীৱনত অবিশ্বাস্যভাৱে সত্য এয়া, ধৰণী নাৰী সংগৰপৰা সদায় দূৰৈত থাকিছিল। তথাপিও ধুমকেতুৰ দৰে খহি পৰিছিল ধৰণীৰ জীৱনত এজনী নাৰী। কথাটো ভৱাৰ লগে লগে ধৰণীৰ বুকুখনৰ ক'ৰবাত তেজ বিৰিঙি যোৱা যেন অনুভৱ হ'ল। সি খৰকৈ খোজ দিলে। মনতে সংকল্প ল'লে, সি কোনোদিন মিচেছ্‌ খান্নাৰ ঘৰলৈ নাহে। মানুহজনীয়ে যেন তাৰ বুকুত ডোল লগাই টানি নিছে নিজৰ ফালে। ইমান আকৰ্ষণীয়, অথচ মিচেছ্‌ খান্নাতকৈ ধুনীয়া জীয়ৰী-বোৱাৰী এই অঞ্চলতে বহুত আছে। কিন্তু মিচেছ্‌ খান্না অতুলনীয়া। তেওঁৰ হাঁহি, কথা কোৱাৰ ভংগী, আন্তৰিকতা সকলোখিনিৰ এক দুষ্প্ৰাপ্য সৌন্দৰ্য বিয়পি পৰিছে মুখমণ্ডলত, শৰীৰত। মিচেছ্‌ খান্নাৰ চকুৰ সেই কাৰুণ্য সি দেখিছিল নয়নতৰাৰ চকুত। সেইবাবে সি জানিব নোখোজে এই মহিলাক । নয়নতৰা গুচি যোৱাৰপৰাই তাৰ ধাৰণা হৈছে তাৰ জীৱনত নাৰী ধুমকেতুৰ দৰে। এনেয়ে সি ভালে আছে। মাক, ভনীয়েক আৰু দোকানখন, এয়াই তাৰ জীৱনৰ অপৰিহাৰ্য অংগ। এই সমাজ, চুবুৰীয়া, বন্ধু-বান্ধৱৰে জীৱনৰ বাকী কেইটা দিন সুকলমে পাৰ হৈ যাব । পাৰিলে দোকানখন আৰু বহল কৰিব, গাড়ী এখন ল'ব, নিজৰ ব্যৱসায়ত মনোনিবেশ কৰিব। মিচেছ্‌ খান্না অন্য জগতৰ বাসিন্দা। ধৰণী এদিনৰ বাবে উপগ্ৰহ হৈ পৰাৰ কোনো প্ৰয়োজন নাই। মিচেছ্‌ খান্না নিজৰ মতে থাকক। যেনেকৈ তেওঁ বিচাৰিছে তেনেকৈ সুখেৰে থাকক। কথাবোৰ ভাবি সি টিলাটোৰপৰা নামি আহি ৰাস্তা পালেহি। ৰাস্তা পাৰ হ'লেই তাৰ দোকানখন। ভাগ্যে দোকানৰ সন্মুখত কোনো নাই। বসন্তই তলমূৰকৈ কিবা হিচাপ কৰি আছে। কাইলৈকে সি নিমানন্দ গোসাঁইৰ ওচৰলৈ যাব। সি সুধিব, সত্যিই যদি ঈশ্বৰ, তেন্তে মানুহক সত্য স্বীকাৰ কৰিবলৈ সাহস দিয়া নাই কিয়? সি নিমানন্দ গোসাঁইক গুৰু বুলি গ্ৰহণ কৰিছে মনেৰে। তথাপিও গুৰুৰ বহু কথাই ধৰণীৰ অন্তৰত জাল বান্ধে। জালত পৰা হৰিণৰ দৰে সি ছট্‌ফটাই থাকে। সকলো সত্যৰপৰা পলায়ন কৰিবলৈকে ঈশ্বৰৰ নামত ব্ৰতী হৈ মানুহে শান্তি বিচাৰে নেকি? তাৰ হৃদয়ে বিচাৰে কিবা এটা, আৰু কাৰ্যতঃ সি কৰে অন্য এটা। নয়নতৰাই বিধ্বস্ত কৰা মনটো মেৰামতি কৰিবলৈ এদিন সি নিমানন্দ গোসাঁইৰ আশ্ৰয় লৈছিল। অকপটে সকলো কথা খুলি কৈছিল। কথাবোৰ শুনি গোসাঁয়ে কৈছিল, মল-মূত্ৰ, তেজ-পূজৰ সমষ্টি এই শৰীৰ। যদি তুমি নয়নতৰাৰ আত্মাক গ্ৰহণ কৰিছিলা, তেন্তে অৰ্থহীন বীভৎস শৰীৰটো চিতাত জ্বলাই থৈ অহাৰ দৰে, তোমাৰ মনৰপৰা তাইৰ আত্মাক মুক্তি দিয়া। তাইৰ আত্মাক তোমাৰ মনৰ পিঞ্জৰা খুলি স্বাধীন কৰা'। ধৰণীয়ে কৈছিল — 'মই যে নয়নতৰাক

মনৰপৰা বহিস্কাৰ কৰিব পৰা নাই প্ৰভু'। গোসাঁয়ে কৈছিল— 'গোবৰত লাগি ধৰা জোনাকী পৰুৱাটো দেখিছানে? শৰীৰ ৰূপী গোবৰত জোনাকী ৰূপী আত্মা লাগি থাকে। আপ্ৰাণ চেষ্টাৰে উৰিব খুজিও জোনাকী উৰিব নোৱাৰে। উৰাৰ চেষ্টাত জোনাকী পৰুৱাজনীৰ আলফুলীয়া ঠেং ভাগে, পাখি ভাগে তথাপিও জোনাকীয়ে গোবৰৰপৰা মুক্তি পাবলৈকে বিচাৰে। তুমি গোবৰখিনি জ্বলাই দিছা, অথচ আত্মাক বান্ধি ৰাখিছা বুকুত। নয়নতৰাই তোমাৰ বুকুত বৰ কষ্ট পাইছে, তাইক মুক্তি দিয়া। মুক্তি দিয়াৰ অৰ্থ হৈছে তুমি তাইক চিৰজীৱনৰ বাবে পাহৰি পেলোৱা।' বহু কষ্টৰে, অভ্যাসেৰে ধৰণীয়ে নয়নতৰাক তাৰ হৃদয়ৰপৰা মুক্তি দিছিল। তথাপিও সি আজি অনুভৱ কৰিছে, নয়নতৰা নীৰৱে শুই আছে তাৰ বুকুত। মিচেছ খান্নাৰ চকুহালে তাক কৈ দিলে, সি গোসাঁইকো ইমানদিনে ফাকি দি আহিছে। নয়নতৰাক সি মুক্তি দিব পৰা নাই। ধৰণীয়ে দোকানৰ ওচৰ পাই উভতি চালে টিলাটোলৈ। আন্ধাৰৰ বাহিৰে একো নাই। গছবোৰ ৰখীয়া হৈ আছে মিচেছ খান্না আৰু ঘৰটোৰ।

মুক্তি দস্তিদাৰৰ মাটিৰ সীমা ঠেলি নামঘৰৰ পকী বেৰাখন গৈছে বুলি দস্তিদাৰে নামঘৰ কমিটিক আগতীয়াকৈ লিখিত অভিযোগ দিছিল। এতিয়া মিস্ত্ৰীয়ে ফিটা আৰু কলম লৈ জোখ-মাখ আগৰ দৰেই কৰিব খোজাত, তুমুল কাজিয়াখন আৰম্ভ হৈ গ'ল। নামঘৰ নিৰ্মাণ কমিটিৰ ছেক্ৰেটাৰী ৰমাকান্ত শইকীয়াই সন্ধিয়া জৰুৰী মিটিং বহুৱাব লাগে বুলি, সভাপতি বাদল দাসৰপৰা চহী লৈ ঘৰে ঘৰে জাননী ফুৰাইছে। ধৰণীহঁত থকা অঞ্চলটোত বহু দিনৰপৰাই এখন শীতল ধাৰ্মিক যুদ্ধ চলি আছে। অঞ্চলটোত গোসাঁই-বামুণ মিলি আঠ ঘৰ, আৰু কোঁচ, ৰাভা, বড়ো সম্প্ৰদায়ৰ মানুহ বাইছ ঘৰ। নেপালী চাৰি ঘৰ। এই আটাইবোৰৰ সৈতে বাগানৰ পুৰণি মজদুৰ মিলি এভাগ দুৰ্গা পূজা পাতি আহিছে যোৱা দহবছৰে। পূজা পাতিব পৰা সামৰ্থ থকা মানুহ বিছ ঘৰমানহে আছে। বাকী সকলো দৰিদ্ৰ। ধৰণীয়ে পূজাভাগত আগভাগ লৈ আহিছে। মুক্তি দস্তিদাৰ নতুনকৈ বহা মানুহ। চাকৰিটোও ৰসাল। তেওঁ যোৱা তিনিবছৰে দুৰ্গা পূজাভাগত হাত উজান দিছেহি। ইয়াৰ মাজৰে চাৰি-পাঁচ ঘৰ কোঁচ-কলিতা মানুহো পূজাত ওতপ্ৰোতভাৱে জড়িত আছিল। অঞ্চলটোত পাঁচবছৰ আগলৈকে সমূহীয়া দুৰ্গা পূজাই আনন্দ আৰু বন্ধনৰ কেন্দ্ৰবিন্দু হৈ আছিল। পাঁচবছৰ আগেয়ে গুৰুজনাৰ তিথিত এখন অংকীয়া ভাওনা অনুষ্ঠিত হ'ল। মানুহ একেখিনিয়েই। চহৰৰপৰা নিলগত থকা অঞ্চল। চহৰৰ ছিটিকণিও পৰিছে, গাঁৱৰ ৰীতি-নীতি এৰিব পৰা নাই। দুখন ৰাজ্যৰ সীমাত বসবাস কৰা মানুহৰ দৰে। কিবা উপলক্ষ্যত উৎসৱ হ'লেই হ'ল। চহৰলৈ গৈ হৰেক ৰকমৰ মেলা, চিনেমা চাই পইচা খৰচ কৰিব পৰা সামৰ্থ বেছিভাগ মানুহৰে নাই। মজদুৰ লাইনত মনসা পূজা হয়। দুপৰীয়াৰপৰা মাইকত গান বজোৱাৰ পৰম্পৰা এটাও কিছু বছৰৰপৰা হৈছে। তালৈও সকলো মানুহ যায়। চহৰ বাঢ়ি অহাৰ লগে লগে আৰ্থিক সুচলতাও এই অঞ্চলৰ মানুহৰ বাঢ়িছে। এসময়ত দখল লোৱা নৈপৰীয়া মাটিবোৰৰ দাম ৰেচৰ ঘোঁৰাৰ দৰে দৌৰিছে। মাটিৰ দালাল জগত সিং সেই অঞ্চলৰ প্ৰভাৱশালী মানুহ। জগত সিঙৰ মাটিৰ দালালী কাৰবাৰ একচেতীয়া আছিল। এনেতেই সৰ্বানন্দ বৰাৰ এসময়ত নিৰুদ্দেশ হোৱা ল'ৰা নকুল বৰা লাচিত ব্ৰহ্ম নাম লৈ ঘৰলৈ ঘূৰি আহিল। বিপ্লৱ কৰিবলৈ ঘৰৰপৰা ওলাই যোৱা, ছবছৰে কোনেও দেখা নোপোৱা নকুল ঘূৰি অহা কথাটোৱে চাঞ্চল্যৰ সৃষ্টি কৰিলে অঞ্চলটোত। লাহে লাহে নকুলৰ হাব-ভাব দেখি চুবুৰীয়া মানুহে ভয়ত পেপুৱা লাগিল। অস্ত্ৰ-সমৰ্পণ কৰি নকুল ভাল ল'ৰা হৈছে বুলি খবৰ পোৱা মানুহখিনিয়ে দেখিলে, নকুলে বন্দুক, পিষ্টল নহ'লে পদুলিমুখলৈও নোলায়। নকুলৰ প্ৰথম মনোমালিন্য ঘটিল জগত সিঙৰ লগত। নকুলে নৈ-পাৰৰ গৰ্ডন চাহাবৰ বঙলা থকা টিলাটো অধিকাৰ কৰি বিক্ৰীৰ বাবে বিচাৰিলে। সেয়াই নহয় বনুৱা লাইনৰ মানুহবোৰক ধমকি দিলে সেই ঠাই ত্যাগ কৰিবলৈ। জগত সিং জাণ্ডুৰ খাই উঠিল নকুলৰ কাৰ্যত। জগত সিঙে গৰ্ডন চাহাবৰ বঙলা থকা টিলাটোত কাকো জুপুৰি ঘৰ এটাও সাজিবলৈ দিয়া নাছিল। মাজতে এবাৰ বানপানীৰ পিছত অহা ভগনীয়া পৰিয়াল দুটামান টিলাটোত মনে মনে থিতাপি লৈছিলেহি। কোনোবাই খবৰ দিয়াত জগত সিং গৈ এসপ্তাহৰ ভিতৰত উঠি যাবলৈ নিৰ্দেশ দিলে। জগত সিঙে সকলোকে কৈ দিছে, এই টিলা যেনে আছে 'তেনেকৈয়ে থাকিব। গৰ্ডন চাহাবে দি থৈ যোৱা এই সুবৃহৎ বাগিচাৰ মাটিতে চাহগছ উঠাই সিহঁতে বসতি কৰিছে। অন্ন-সংস্থান পাইছে। সেই মানুহজনৰ স্মৃতি-বিজড়িত টিলাটোত এখন উদ্যান হ'ব লাগে। উদ্যান নোহোৱালৈকে তেনেকৈয়ে থাকক। এই অঞ্চলৰ মানুহ চিৰজীৱন গৰ্ডন চাহাবৰ ঋণী।

কিন্তু নকুলে যেতিয়া সেই টিলাৰ মাটি দেখুৱাই, জাল নামজাৰি কৰি বিক্ৰীৰ যো-জা চলোৱাৰ কথা ওলাই পৰিল, জগত থিৰেৰে ৰ'ব নোৱাৰিলে। সি নকুলৰ ঘৰতে গৈ হুমকি দিলেগৈ। নকুলে জগত সিঙক গুলীয়াই মাৰি ব্ৰহ্মপুত্ৰত পেলাই দিব বুলি ভাবুকি দিলে। তেতিয়াৰপৰাই অঞ্চলটোৰ মানুহখিনি তিনিভাগ হ'ল। নকুলৰ সৈতে মাটি দখল, নৈৰপৰা চোৰাং বালি নিয়া ট্ৰাক সুকলমে পাৰ কৰি দিয়া, নিষিদ্ধ ভাং, গাজা, কানি ব্ৰহ্মপুত্ৰত নাৱেৰে পাৰ কৰা, চুলাই মদৰ ভাটী চলোৱা ইত্যাদি কামবোৰত যিখিনি সহযোগী আছিল সিহঁতৰ এটা ভাগ হ'ল। আনহাতে জগত সিঙৰ ফালে এটা ফৈদ হ'ল। আন এটা ফৈদ হ'ল ; যি দুয়োপক্ষৰ কথাত হয়ভৰ দিয়ে। সিপক্ষৰ কথা ইপক্ষক লগায়। এই পক্ষৰ সংখ্যাই সৰহ। নকুলে নিজৰ শক্তি প্ৰদৰ্শন কৰিবলৈ গুৰুজনাৰ তিথি ধুম-ধামেৰে পাতি দেখুৱালে। কাৰণ সেই অঞ্চলত দুৰ্গা পূজাত জগত সিঙৰ ভূমিকা আছিল শীৰ্ষত। আগেয়ে দুৰ্গা পূজাত সকলো মানুহে ভাগ লৈছিল, আৰু একেখিনি মানুহে গুৰুজনাৰ তিথিও আন্তৰিকতাৰে পাতিছিল। কিন্তু সেইবাৰ নকুলে তিথিৰ সমুদায় খৰচ বহন কৰি কমিটিক ক'লে, জগত সিং আৰু জগত সিঙৰ পক্ষত থকা মানুহবোৰক তিথিলৈ নামাতিবলৈ। সেইবাৰৰপৰাই দেখদেখকৈ ধৰ্মক লৈ দুটা ফৈদৰ বিভেদ হৈ গ'ল। ধৰণীক জগত সিং আৰু নকুল দুয়োপক্ষই প্ৰভাৱান্বিত কৰিবলৈ চেষ্টা চলালে। ধৰণীয়ে ক'লে — 'মই নিমানন্দ গোসাঁইৰ মতে চলোঁ। কাৰণ গোসাঁই প্ৰভুৱে মোক শৰণ ল'ব খোজোঁতে ক'লে — 'কাৰো শৰণ লোৱাৰ দৰকাৰ নাই। নিজ চিত্তক কলুষিত নকৰাকৈ আপোন পথত চলিবা। দুৰ্বল মানুহকহে দল বা স্তাবকৰ দৰকাৰ হয়। নিজ চিত্ত, বিচাৰ-বুদ্ধিত যাৰ ভৰসা বেছি, তেওঁ অকলশৰে থাকে। শুদ্ধ ভবা কথাত অকলে যুঁজ দিয়াৰ কথাও ক'লে। সেইবাবে মই তোমালোক কাৰো পক্ষ নলওঁ। কাৰণ দুয়োপক্ষই ধৰ্মক অস্ত্ৰ কৰি যুঁজত নামিছা। আমি বনুৱা লাইনৰ মনসা পূজাত ভাগ লৈছিলোঁ, একেখিনি মানুহেই তিথিত ভাওনাও কৰিছিলোঁ। পাৰিলে নিমানন্দ গোসাঁইৰ ওচৰলৈ গৈ বুদ্ধি লোৱা। মোক নাটানিবা তোমালোকৰ যুজঁখনত'। এই শীতল যুদ্ধখনৰ প্ৰভাৱ দীপু, শৈবালে, নীৰেনহঁতৰ দৰে কলেজীয়া ল'ৰাবোৰৰ গাতো পৰিল। সিহঁতো আজিকালি ইটো সিটোৰ ওচৰত সহজ নোহোৱা হ'ল। 'হাইকমাণ্ড ষ্টোৰ'ৰ সন্মুখত আগৰ দৰে আড্ডা হ'লেও, আজিকালি আগৰ দৰে দেশ-বিদেশৰ বাতৰিৰপৰা সোমেশ্বৰীৰ ঘৰৰ ক'লী গাইজনীৰ গোৱালি জগালৈকে কথা নোলায়। তাৰ ঠাইত ফুচ্‌ফুচীয়া মেল হয়। দুটাই কথা পাতি থাকিলে, আন এটা অহাৰ লগে লগে কথা বন্ধ হৈ যায়। পূৰ্বতে এই দোকানৰ মুখত বহা আলোচনাৰ আঁৰ-বেৰ নাছিল।

আজি সন্ধিয়া আটা এক কেজি নিয়াৰ লাচতে মহেশ দাস আহি 'হাইকমাণ্ড ষ্টোৰ'ৰ সন্মুখৰ বেঞ্চিত বহিলহি। বলেন নেওগ আগৰেপৰাই তাত বহি আছিল।

'মুক্তি দস্তিদাৰ পূজা মনা মানুহ। সেয়ে নামঘৰ সেই ঠাইত গঢ়ি উঠাটো তেওঁ সহ্য কৰিব পৰা নাই।' — পাব্লিক হেল্‌থ ডিপাৰ্টমেণ্টৰ ইউ-ডি মহেশ দাসে ক'লে। দোকানৰ বেঞ্চিত বহি হাতৰ তলুৱাত চাধা মলি থকা বলেন নেওগে তৎক্ষণাত সমৰ্থন কৰি ক'লে — 'ঠিক কৈছা দাস। ই দস্তিদাৰ মানুহটো সুবিধাৰ নহয়। সি ৰেভিনিউ ডিপাৰ্টমেণ্টত কাম কৰে বাবে এই মাটি পাঁচবছৰ আগেয়েই কম দামতে ল'লে। জগত সিঙৰ সৈতে বুজা-পৰা এটা আছে। ইয়াক সুদাই এৰিব নোৱাৰি। বলেনে চাধা মাৰি মহেশ দাসে আগবঢ়াই দিয়া সোঁহাতখনত ঢালি দিলে। দাসে বাওঁহাতেৰে দাঁত আৰু দাঁতৰ আলুৰ ফাঁকত ভৰাই থোৱা পুৰণি চাধাখিনি আঙুলিৰে উলিয়াই থু-থুৱাই পেলায়, বলেন নেওগে দিয়া চাধা ওঁঠখন লুটিয়াই বাকী দিলে। ঠিক সেই সময়তে ধৰণী আহি উপস্থিত হ'লহি। ধৰণীয়ে খঙেৰে ক'লে—'ইয়াত বহিবলৈ লাগে যদি, এইদৰে চাধা খাই পেলাব নোৱাৰে। ঐ বসন্ত, পানী এবাল্টি আনি এইখিনিত ঢালি দে। নিজে বহা-শোৱা ঠাইকণ যি পৰিষ্কাৰকৈ ৰাখিব নাজানে, সি আকৌ সমাজ পৰিষ্কাৰ কৰিব খোজে। মহেশ দাস এইবাৰ ফেপেৰি পাতি থিয় হ'ল। 'ঐ ধৰণী। কথা চম্ভালি ক'বি। আমি ভদ্ৰ মানুহ'।

ঃ ভদ্ৰ মানুহে পৰচৰ্চা কৰি থাকে নেকি? পৰচৰ্চা কৰিবলৈ মোৰ দোকানৰ সন্মুখত বহিব নোৱাৰে — কৈ দিছোঁ।

ঃ তোক জানো দে — দুপইচা হাতত হৈছে বাবে ফৰ্‌ফৰাইছ। আমি তোৰ দোকানৰ মাল নোখোৱা হ'লে, এই পইচাৰ দম্ভালি কেনেকৈ মাৰিলিহেঁতেন?—বলেন নেওগেও উজান দিলে।

ঃ ৰবি, নামঘৰৰ সন্মুখতে আৰু এখন দোকান হ'ব। তোৰ দোকানৰ বুট-মগু, তেল তেতিয়া আৰু বিক্ৰী নহয়। নকুলৰ ভায়েকে দিব। তোৰখনতকৈ ডাঙৰ হ'ব। মহেশ

দাসৰ কথা শেষ নহ'লেই, ধৰণী আহি দুয়োজনৰে সন্মুখত থিয় হৈ গম্ভীৰ স্বৰেৰে ক'লে— 'ভালে ভালে কৈছোঁ, ইয়াৰ পৰা যোৱা। মোৰো খং আছে। জোকাই নল'বা। বয়সে ডাঙৰ বাবে সন্মান কৰি এতিয়াও বেয়া ব্যৱহাৰ কৰা নাই। নকুলৰ ভায়েক গকুলে বাইনশ্বপৰ পাৰ্মিট পাইছে। এতিয়া হ'ব লগা নামঘৰটো পাৰ হৈয়ে পাতিছে সেইখন দোকান। আমাৰ স্থানীয় মানুহখিনিয়ে সাজপানী, ঘৰুৱাকৈ কৰি খাইছিল, আনকো খুৱাইছিল। এতিয়া এইবোৰ ঘৰত চুলাই মদৰ ভাতী হ'ল। এই অঞ্চলৰ কোনে কোনে এই ব্যৱসায় চলাইছে, কোন কোন গৈ মনে মনে মদ খাই সকলো খবৰ জানো। ইমানবোৰ খবৰ জানো যেতিয়া গকুলে নতুন দোকান খুলিব বুলিও জানো। নকুল অহাৰ পিছৰপৰাই এচাম মানুহ গুৰ চেলেকিবলৈ পোৱা ভেনামাখিৰ দৰে হ'ল, সেয়াও দেখি আছোঁ। ভালহে, বাইনশ্বপৰপৰা এবটল কিনি লৈ তোমালোকৰ ল'ৰাবোৰেই খালে-ডোঙে লাং খাই পৰি থাকিব, তেতিয়া চাম এই স্ফূৰ্তি থাকে নে নাথাকে'। — ধৰণীয়ে খঙৰ ভমকত বহু কথাই বলকি পেলালে। মহেশ আৰু বলেনে এইবাৰ একো নামাতি কো-কোৱাই ঘৰলৈ খোজ ল'লে। বলেনে মাত্ৰ যাওঁতে কৈ গ'ল—'তোৰ ডুবিবলৈ বেছি দিন নাই'।

ধৰণী বেঞ্চখনত বহি চৌপাশে চালে। চকুৰ আগতেই ঠাইখনৰ কি পৰিবৰ্তন! এই পৰিবৰ্তন ভালনে নে বেয়ালৈ? জনা-বুজা মানুহখিনিয়েই যদি অন্যায় আৰু অসৎ মানুহৰ পক্ষ লৈ বল-সাহস বৃদ্ধি কৰাত হাত উজান দিয়ে, তেন্তে এই সমাজৰপৰা সততা আৰু ধৰ্মৰ দৰে শব্দবোৰক বহিস্কাৰ কৰাই ভাল। নকুলৰ দৰে মানুহ এটাই নামঘৰ এটা নালাগে দহটাই পাতক, সেই নামঘৰত ধৰ্ম থাকিবনে? গোসাঁই প্ৰভুৱে সদায় কয়, ঈশ্বৰ উপাসনা ধৰ্ম নহয়, অন্যায় আৰু অসৎ কাৰ্যক প্ৰতিৰোধ কৰাহে প্ৰকৃত ধৰ্ম। কিন্তু এই মানুহখিনিয়ে ঈশ্বৰকে ভাগ কৰিছে, ঈশ্বৰৰ নাম লৈ কলুষিত কৰিছে মানুহৰ মন, সমাজ। ঈশ্বৰ যেন নকুলহঁতৰ দৰে মানুহৰ গোলাম, সিহঁতৰ দৰ্শনেই ঈশ্বৰ দৰ্শন। ধৰণীৰ মনটো বৰ বিষণ্ণ হৈ পৰিল হঠাতে। সি এতিয়াও নকুলৰ দৰে দহোটাক একেলগে বগৰাব পাৰে। শাৰীৰিক শক্তি সি দেখুৱাব লাগিলে নকুলহঁতে তিষ্ঠিব নোৱাৰে। সি নিমানন্দ গোসাঁইক লগ পোৱাৰ আগৰ ধৰণী হৈ থকা হ'লে, নকুলৰ সাহসো এইদৰে নাবাঢ়িলহেঁতেন। তেন্তে গোসাঁইৰ সান্নিধ্যই তাক ভীৰু কৰিছে নেকি? নে আনে তাক দুৰ্বল বুলি ভাবিছে। অন্যায় ক্ষমতা লাভ, অসৎ সংসৰ্গ যুগধৰ্ম নেকি! ধৰণীয়ে কথাবোৰ ভাবি অস্থিৰ হৈ পৰিল। তাৰ নিজকে বৰ দুৰ্বল যেন লাগিল। ধৰণী তৎক্ষণাত বহাৰপৰা উঠি বসন্তক ক'লে — 'বসন্ত, তই হিচাপ-নিকাচ কৰি, দোকান বন্ধ কৰি চাবি ঘৰত দি যাবিগৈ। মই গোসাঁইৰ ওচৰলৈ যাওঁ। টৰ্চ লাইটটো দে।'

ঃ ইমান ৰাতি যাব ককাইদেউ! — বসন্তই আচৰিত হৈ সুধিলে।

ঃ অ' ৰাতিটো তাতে থাকিবও পাৰোঁ, ঘৰত তই কৈ দিবিগৈ। — ধৰণীয়ে বসন্তৰ উত্তৰলৈ অপেক্ষা নকৰি নিমানন্দ গোসাঁইৰ ওচৰলৈ খোজ ল'লে। ঘড়ী চাই দেখিলে, এতিয়াও নটা বজাই নাই। গোসাঁই সাৰে থাকিলেও পুৰণি বাগানখন আৰু নৈ কাষ এই সময়ত নিজম পৰে। তথাপিও সি যাবই লাগিব, নহ'লে নিশা সি আজি শুব নোৱাৰে।

## আত্মাৰ মৃত্যুতকৈ দেহ মৃত্যু শ্ৰেয়

ধৰণীক জোনাকী পৰুৱাবোৰে বেৰি বেৰি ধৰিলে। মানুহ শুই নিঃপালি দিয়া নাই। বাটত মানুহ প্ৰায় নাই। তথাপিও ধৰণীয়ে লোকালয়ৰ মাজেৰে যাবলৈ ভাল নাপাই বিলৰ পাৰৰ জনবৰ্জিত এই ৰাস্তাৰে আহিল। দিনত মাছমৰীয়া অহা-যোৱা কৰাৰ বাহিৰে এই ৰাস্তা ব্যৱহাৰেই নহয়। এই ৰাস্তাটো ওখ-চাপৰ আৰু দুখন বাঁহৰ দলং পাৰ হ'ব লাগে। দলং কেইখনৰ অৱস্থাও শোচনীয়। ধৰণীয়ে টৰ্চৰ পোহৰে পোহৰে খোজ ল'লে। এই অঞ্চলটোত সাপৰ ৰাজত্ব। দুবছৰ আগলৈকে ৰজাফেটী এটা আছিল বাবে এইফালে কোনো নাহিছিল। ৰজাফেটী থকা ঠাইত আন ফেটী, মছোৰাগোম, কাৰ্শলা আদিও নাথাকে। গৰু, ম'হো চৰিবলৈ এইফালে নাহিছিল। গৰ্ডন চাহাবে ধৰণীহঁত সৰু থাকোঁতেই এহাল ৰজাফেটী সংগমৰত অৱস্থাত ধৰাই, মাৰি পেলোৱাছিল। ধৰণীহঁত সৰু আছিল বাবে চাবলৈ দিয়া হোৱা নাছিল। দেউতাক, চুবুৰীয়া আদিৰ মুখত সেই ভয়ংকৰ বৰ্ণনা শুনি সিহঁতৰ নিশাও ভয়ত চকু জাপ যোৱা নাছিল। সাপ দুডালৰ আকাৰ মানুহৰ মুখত বাঢ়ি বাঢ়ি একোজোপা তামোল গছৰ সমান হৈছিল। ধৰণীয়ে তেতিয়া কালীয়দমনৰ ফণা তোলা বহুমুখী সাপৰ প্ৰকাণ্ড অৱয়বটো কল্পনা কৰিছিল। সাপ দুটা গৰ্ডন চাহাবে গুলীয়াই থকা-সৰকা কৰাৰ উপৰি ডিঙিত ফাঁচ লগাই ৰছীৰে এদল মানুহক টানিবলৈ দি ৰাইদাং বেতেৰে নেজৰপৰা মূৰলৈ কোবাবলৈ বনুৱাবোৰক লগাই দিছিল। মনসা পূজা কৰা বনুৱাখিনিয়ে

এই বিষম কাৰ্য কৰিবলৈ অপাৰগতা দেখুৱাইছিল যদিও, অৱশেষত চাহাবৰ আদেশ পালন কৰিব লগা হৈছিল। তাৰ দুদিন পিছতে বিসন চৰ্দাৰৰ সাপৰ দংশনত মৃত্যু হৈছিল। তেতিয়াই আৱিষ্কাৰ হৈছিল ৰজাফেঁটীহালে পোৱালিও এৰি থৈ গৈছে। পূৰ্বতে সাপৰ দংশনত এই অঞ্চলৰ মানুহৰ মৃত্যু হোৱাৰ খবৰ প্ৰায় নাছিল। কিন্তু ৰজাফেঁটীহালৰ হত্যাৰ পিছত, দুটা ল'ৰা-ছোৱালীকে ধৰি চাৰিটা মানুহৰ অগা-পিছাকৈ, বেলেগ বেলেগ সাপৰ দংশনত মৃত্যু হ'ল। এই ক'লা পৰি যোৱা মৃতদেহবোৰ কলৰ ভুৰত তুলি ব্ৰহ্মপুত্ৰৰ পানীত উটাই দিয়াৰ দৃশ্যবোৰ আজিও ধৰণীৰ চকুত সজীৱ হৈ আছে। এই বিপদৰপৰা হাত সাৰিবলৈ আৰু দোষ মাৰ্জনা কৰিবলৈ মনসাদেৱীৰ পূজা ধুম-ধামেৰে পতা হৈছিল। সাপৰ উপদ্ৰৱ আগতকৈ কমিছিল। মাজে মাজে নতুন ৰজাফেঁটীডালৰ উপস্থিতি প্ৰত্যক্ষ কৰি এই ৰাস্তাটোৱেই মানুহে বৰ্জন কৰিছিল। এইদৰে ভালে কেইবছৰ পাৰ হৈ গৈছিল। পিছে দুবছৰ আগতে এই ৰজাফেঁটীডালৰ আকস্মিক মৃত্যু ঘটিল। বালিমহললৈ অহা এখন ট্ৰাক হঠাৎ বন্ধ হৈ গৈছিল। ড্ৰাইভাৰে ভয়ত আৰ্তচিৎকাৰ কৰি উঠিছিল। ট্ৰাকৰ চকা, ফেনবেল্ট তেজেৰে ৰঙা-ৰাঙলী। এডাল প্ৰকাণ্ড ৰজাফেঁটী। মুমূৰ্ষু অৱস্থাত গাড়ীৰ চকাৰ তলত গুলমি ৰৈছে। কি দুৰ্বিপাকত নৈৰ পাৰত ট্ৰাকৰ ইঞ্জিনৰ ভিতৰত সাপটো সোমাল কোনেও উৱাদিহ নাপালে। ড্ৰাইভাৰজন থৰ্থৰ্কৈ এই দৃশ্য দেখি কঁপিছিল। বেজ, সাপ ধৰা মানুহৰ পয়োভৰ ঘটিছিল সেই ঠাইত। প্ৰায় তিনি-চাৰি ঘণ্টা সাপটো ছট্‌ফটাই অৱশেষত নিথৰ হৈ গৈছিল। শীতৰ দিনৰ বেলি সোনকালেই লহিয়াইছিল। এটা আচৰিত ঘটনা সকলোৱে উপলব্ধি কৰিছিল। ৰজাফেঁটীৰ ভয়ত এই ৰাস্তা বৰ্জন কৰা মানুহখিনিৰ কিন্তু সাপটোৰ মৃত্যু যন্ত্ৰণা সহ্য হোৱা নাছিল। কিবা প্ৰকাৰে সাপটো বচাব পাৰি নেকি তাৰো জল্পনা-কল্পনা কৰিছিল। কিন্তু যন্ত্ৰণাকাতৰ ৰজাফেঁটীলৈ সহায়ৰ হাত আগবঢ়াবলৈ সাপ ধৰা মানুহকেইটাৰো সাহ হোৱা নাছিল। বেলি পাটত বহাৰ আগেয়েই সাপটো উলিয়াই নৈ-পাৰত স-সন্মানে সমাধিস্থ কৰিছিল এই অঞ্চলৰ মানুহে। লেবাৰ লাইনৰ মানুহে চাকি উটাইছিল ব্ৰহ্মপুত্ৰৰ পানীত সাপটোৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে।

ধৰণীৰ খোজৰ গতি বাঢ়ি গ'ল। টৰ্চৰ পোহৰৰ মাজেৰে এটা বামুণী ভেকোলা উৰন্ত জাঁপেৰে পাৰ হৈ গ'ল। ধৰণী চক্ খাই উঠিল। চাৰিওফালে ভেকুলীৰ টোৰ্‌টোৰণি আৰু জিলিৰ জিঁ-জিয়নি। অজস্ৰ জোনাকী পৰুৱাৰ ৰাজ্যৰ মাজেৰে গৈ থকা ধৰণীৰ নিজৰ শৰীৰটো এক ভৌতিক কায়ালৈ এই পৰিৱেশত পৰিৱৰ্তিত হোৱা যেন লাগিবলৈ ধৰিলে। ৰাস্তাৰ মাজলৈকে আগবাঢ়ি অহা ডাঙৰ-সৰু কচুপাতবোৰৰ চেঁচা স্পৰ্শত ধৰণীৰ অনুভৱ হ'ল, সি বহুদিন তাৰ অতীতৰপৰা বিচ্ছিন্ন হৈ আছিল। এই ৰাস্তাৰেই সি ঘাটত নাও বান্ধি সন্ধিয়াৰ পিছত অকলে আহি থাকোঁতে অকস্মাতে দেখিছিল সেই নাৱীক। প্ৰথমে অশৰীৰী ভূতুনী বুলি সি ভয় খাইছিল। মন ডাঠ কৰি নৈৰ ফালে উধাউল হৈ দৌৰি যোৱা সেই নাৰীক অনুসৰণ নকৰা হ'লে, নয়নতৰা সেই নিশাই পৃথিৱীৰপৰা গুচি গ'লহেঁতেন। তেন্তে সি নয়নতৰাক তাৰ বাবেই জীয়াই তুলিছিল নেকি! তাৰ পিছৰ দুটা বছৰত ধৰণী নিজেও নিজৰ হৈ থকা নাছিল। সি ক'ব নোৱাৰাকৈ নয়নতৰাৰ হৈ গৈছিল। নয়নতৰাক নিজৰকৈ পোৱা সেই বিশেষ মুহূৰ্তটোৰ সাক্ষী সেই নচলা মেচিন নাওখন এতিয়াও তেনেকৈয়ে আছে। পানী, ধুমুহা, বা-মাৰলীয়ে ভাঙি-ছিঙি চূৰ্ণ কৰা নাওখন আজি সাতবছৰ তেনেকৈয়ে ওপণ্ডি আছে। হঠাতে ধৰণীৰ নাওখন চাবলৈ এক তীব্ৰ বাসনা জাগিল। নিমানন্দ গোসাঁইৰ আশ্ৰম পাবলৈ বেছি দূৰ নাই। মন্দিৰৰ মণিকূট দেখা পোৱা গৈছে। তথাপিও ধৰণী যি কাৰণত গোসাঁইৰ ওচৰলৈ ঢপলিয়াই আহিছিল, সেই কাৰণ গৌণ হৈ গ'ল। ধৰণী বাওঁফালে ঘূৰি বালিমহললৈ যোৱা ৰাস্তাৰে নৈৰ পাৰলৈ খোজ ল'লে। ধৰণীৰ বুকুখন ঢপ্‌ঢপাবলৈ ধৰিলে। সি যেন নয়নতৰাক এই নিশা নিজৰ কৰি ল'বলৈ মনে মনে আগবাঢ়িছে। স্তিমিত জোনৰ পোহৰত নৈ-পাৰ নিস্তব্ধ। নিশাচৰ চৰাই আৰু গাঁৱৰপৰা ভাহি অহা কুকুৰৰ ভৌ-ভৌৱনিৰ বাহিৰে একো শব্দ নাই। সি খোজ কাঢ়ি আহি বিধ্বস্ত মেচিন নাওখনৰ ওচৰ পালেহি। পানীৰ যুৱলিলৈ সি পেণ্ট কোঁচাই নামি গ'ল। টৰ্চৰ পোহৰত বালি আৰু পানীৰ মাজত শামুকৰ ডাঙৰ খোলা এটা জিলিকি উঠিল। ধৰণীয়ে হাত মেলি নাওখন স্পৰ্শ কৰিলে। সেইদিনাৰ নিৰ্জন দুপৰীয়াটো এই নাওখনতে আছে। তেতিয়াও আছিল আঘোণ মাহ। নৈ-পাৰৰ এই চেঁচা নিশা সি ৰন্ধ্ৰে ৰন্ধ্ৰে অনুভৱ কৰিছে আঘোণ মাহৰ সেই নিৰ্জন দুপৰীয়াৰ স্পৰ্শ। নয়নতৰাই নিজেও এনে এটা মুহূৰ্তৰ কথা কল্পনা কৰা নাছিল। নয়নতৰাক প্ৰাণে ৰছোৱাৰ পিছত ধৰণীয়ে মাত্ৰ দুদিনহে তাইক কথা পাতিব পৰাকৈ লগ

পাইছিল। তাই ঘৰৰ বন কৰি আজৰি নোপোৱা আনৰ তিৰোতা। ধৰণীৰ নয়নতৰাৰ প্ৰতি সহানুভূতিৰ বাহিৰে একো নাছিল। এনেকৈয়ে কেইবা মাহ পাৰ হৈ গৈছিল। নয়নতৰাৰ গিৰীয়েক চন্দ্ৰৰ অতপালিও বাঢ়ি গৈছিল। সি বেছিকৈ মদ খাই নয়নতৰাক মাৰ-ধৰ কৰিবলৈও লৈছিল। বাঁজী তিৰোতা নয়নতৰাৰ প্ৰতি শাহুৱেকৰো কোনো অনুকম্পা নাছিল। এদিন নিশা নয়নতৰাৰ চিঞৰত ওচৰৰ মানুহ গৈ সিহঁতৰ ঘৰৰ পদূলিত গোট খাইছিল। কোনোবাই আহি ধৰণীক খবৰ দিছিল। ধৰণী গৈ নয়নতৰাৰ ঘৰৰ দুৱাৰ ঢকিয়াইছিল। শাহুৱেকেই দুৱাৰ খুলি 'কি হ'ল' বুলি সোধোঁতেই মানুহবোৰে গৈ জুমুৰি ধৰি গালি-গালাজ পাৰিবলৈ আৰম্ভ কৰিছিল। এনেতেই ভিতৰৰপৰা ওলাই আহিছিল নয়নতৰা। তাইৰ বিধ্বস্ত চেহেৰাত কালেকো কেৰেপ নকৰা এক উদ্‌ভ্ৰান্ত দৃষ্টিৰ চকুহাল জিলিকি উঠিছিল। পোনছাটেই আহি তাই ধৰণীৰ বাহু দুটাত হাত থৈ জোকাৰি দি সুধিছিল — 'কিয় মোক মৰিবলৈ নিদিলা? মোক প্ৰাণে বছাই তুমি মহানো হ'লা; আৰু মোৰ কষ্ট চাই স্ফূৰ্তিও ল'বা? এতিয়াই ওলোৱা ইয়াৰপৰা। দয়া দেখুৱাবলৈ নাহিবা। মোক জীয়াই ৰাখি তুমি যি পাপৰ ভাগি হৈছা, তুমি ৰৌ ৰৌ নৰকত পচিবা। তুমিও নিস্তাৰ নোপোৱা'। ধৰণী স্তম্ভিত হৈ গৈছিল। শাহুৱেকক উদ্দেশ্য কৰি মানুহৰ জুমৰপৰা কোনোবা এজনে কৈছিল — 'চন্দ্ৰই আকৌ মদ খাই তাইক মৰিয়ালে, আমি সুদাই নেৰিম তাক। সদায় সদায় এইবোৰ আমিও সহ্য নকৰোঁ। নয়নতৰাই ফেপেৰি পাতি ধৰিছিল — 'কি সহ্য নকৰে? চন্দ্ৰই মোক পিটিলে যেতিয়া চিঞৰোঁ, তেতিয়া আপোনালোকৰ টোপনিত ব্যাঘাত হয়, সেই কাৰণে সহ্য নকৰে নহয় জানো? আজিৰপৰা মই বাৰু মুখত গামোচাৰ সোপা দি ল'ম — তেতিয়া মোৰ চিঞৰ নোলায়। শুবও পাৰিব আপোনালোকে।' মানুহবোৰ ঘৰা-ঘৰি গুচি আহিছিল। ধৰণী ৰৈ আছিল একে ঠাইতে। শাহুৱেকে ভোৰ্‌ভোৰাই ভিতৰলৈ সোমাই গৈছিল। নয়নতৰাই মূল দুৱাৰখন বন্ধ কৰিব খোজোঁতেই ধৰণীয়ে কৈছিল — 'শুনাচোন, তুমি কাইলৈ নৈৰ পাৰলৈ দুপৰীয়া আহিবা। কথা আছে।'

ধৰণীয়ে কথাষাৰ কৈ কোবা-কুবিকৈ ঘৰলৈ খোজ দিলে। আচলতে কিয় সি কথাষাৰ ক'লে নিজেও নাজানে। কি কথা ক'ব সি নয়নতৰাক? নয়নতৰাক প্ৰাণে বছাই সি যি কষ্ট দেখিছে, তাৰ বাবে সিও দায়ী। নয়নতৰাই, তাইক আত্মহত্যাৰপৰা উদ্ধাৰ কৰা বাবে ধৰণীক ক্ষমা কৰিব পৰা নাই। সি কিবা এটা কৰা উচিত। জীৱন সহনীয় কৰাত যদি সি সহায়েই কৰিব নোৱাৰে, তেন্তে নয়নতৰাক সি বছালে কিয়? কিন্তু সি উপায় কি দিব? চন্দ্ৰক এৰি যাবলৈ ক'ব? চন্দ্ৰক এৰি তাই ক'ত থাকিব, কি খাব? ওচৰতে শিয়ালৰ ৰাও শুনি ধৰণী চক্ খাই উঠিল। চাৰিওফালে সি চালে। সাত বছৰৰ আগতে এই মেচিন নাওখনৰ অৱস্থা এনেকুৱা নাছিল। নয়নতৰা আহিছিল। সি এই মেচিন নাওখনলৈ তাইক লৈ আহিছিল। লোক চক্ষুৰ আঁৰত সি তাইৰ সৈতে কথা পাতিব খুজিছিল। সেইদিনা নয়নতৰাই বেঙুনীয়া মেখেলা এখনৰ ওপৰত বেঙুনীয়া ফুলৰ হাতেবোৱা চাদৰ এখন লৈ আহিছিল। কপালত সেন্দূৰৰ ফোঁট, শিৰত সেন্দূৰৰ আলিবাট। ধৰণীৰ এনে লাগিছিল, নয়নতৰাৰ কপালৰ সোঁমাজলৈকে শিৰেৰে বৈ আহিছে তেজৰ ফল্গুধাৰা। ধৰণীয়ে ভঙা মেচিন নাওখনৰ স্পৰ্শত অতীতৰপৰা নয়নতৰা আহি থকা দেখিলে। নয়নতৰাই ভোমোৰাৰ দৰে বিষণ্ণ চকুহাল মেলি নদীৰ বুকুৰ টুলুঙা নাও এখনলৈ চাই আছিল। 'কি কথা ক'বলৈ মাতিছিলা?' — বহু সময় একো নোকোৱাকৈয়ে পাৰ হৈ যোৱা বাবে তাই সুধিছিল। মোৰ কালিৰপৰা নিজকে অপৰাধী যেন লাগিছে। তোমাক জীৱন দান মই দিয়া নাই। এয়া ভগবানৰ ইচ্ছা। মই তোমাক কি সহায় কৰিব পাৰোঁ? ধৰণীৰ কথাত নয়নতৰাই হুমুনিয়াহ কাঢ়িলে। তাই ক'লে — 'আমাৰ জীৱলৈও অধিকাৰ নাই, মৰিবলৈও অধিকাৰ নাই। বৰ পৰাধীন জীৱ'।

ঃ তুমি চন্দ্ৰক ভালপাই বিয়াত বহিছিলা বুলি শুনিছিলোঁ।

ঃ চন্দ্ৰই প্ৰস্তাৱ দিছিল, মই সন্মতি দিছিলোঁ। ঘৰৰপৰা খোজা-বঢ়া হৈ বিয়া হৈছিল। মই মেট্ৰিক পৰীক্ষা দি উঠিছিলোঁহে। ওঠৰ বছৰেই হোৱা নাছিল। চন্দ্ৰক তেতিয়া বেয়া লগা নাছিল। সি আমাৰ ঘৰলৈ সঘনাই আহিছিল। 'সি তোমাক কেতিয়াৰপৰা অত্যাচাৰ কৰিবলৈ ল'লে?' নয়নতৰাই লৰ-চৰ কৰি বহি, চাদৰখন সন্মুখৰ ফালে টানি আনি কৈছিল—'দুবছৰ পিছৰপৰা, মোৰ সন্তান ধাৰণ ক্ষমতা নাই বুলি শাহুৱে ভবাৰপৰা। মই বিয়াৰ পিছৰপৰাই দেখিছিলোঁ, তেওঁ মোৰপৰা দূৰে দূৰে থাকিছিল। নিশা নানা অজুহাতত মোৰ সৈতে তৰ্কা-তৰ্কি কৰিছিল। লাহে লাহে জানিছিলোঁ, চন্দ্ৰ শাৰীৰিকভাৱে অসমৰ্থ পুৰুষ।'

তুমিতো চন্দ্ৰক ভাল পাইছিলা। — ধৰণীয়ে হঠাতে সুধিছিল।

ঃ নাজানো, কিন্তু তেওঁ বিচৰামতেই বিয়া হৈছিলোঁ, সেয়াও বুজি পোৱা নাছিলোঁ। বিয়া হৈ ভালেই লাগিছিল। ন-কইনা চাবলৈ মানুহবোৰ আহিছিল। মই আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰিছিলোঁ। এবছৰ এনেকৈয়ে পাৰ হৈছিল। তেওঁ মদ খাবলৈ আৰম্ভ কৰিছিল। জুৱাও খেলিবলৈ লৈছিল বুলি শুনিছিলোঁ। মটৰ গেৰেজৰ কামটো গৈছিল বুলিও আনেহে মোক কৈছিল—তেওঁ কোৱা নাছিল। পিছত শুনিছিলোঁ কেছ-বক্সৰপৰা পইচা চুৰি কৰি তেওঁ ধৰা পৰিছিল। মই কথাটো গম পাইছিলোঁ যদিও নজনা ভাবেৰেই আছিলোঁ। এদিন নতুন চাকৰিত যোচ দিবলৈ বহুত পইচা লাগে বুলি মোৰ জোৰোণৰ নেকলেছ বন্ধকত দিবলৈ খুজিলে। দিয়াৰ ইচ্ছা নাছিল। শাহুৱে হুকুম কৰিলে সেইডাল দিবলৈ। দি দিলোঁ। তাৰ পিছত এপদ এপদকৈ অলংকাৰ সকলো নিলে। মদৰ মাত্ৰাও চৰিল। পিছলৈ মোক মাৰ-পিট কৰিলেহে তেওঁ শান্তি পোৱা হ'ল। শাহুৱে ক'লে — 'ল'ৰা-ছোৱালী এটা ফুকাব পৰা হ'লে চন্দ্ৰ ইমান বেয়া নহ'লহেঁতেন!' সকলো দোষ মোৰ ওপৰত জাপিলে। সেয়ে এদিন অতিষ্ঠ হৈ.... নয়নতৰা নীৰব হৈ গৈছিল। তাৰ পিছৰখিনি কথা ধৰণীয়ে জানে। নৈত জাঁপ দি আত্মজাহ দিব খোজা নয়নতৰাক অকস্মাতে পাই সি জীৱন ৰক্ষা কৰিছিল। 'আই-বোপাইও নাই যে ঘৰলৈ যাম। ককাইদেউহঁত সংসাৰ কৰি বেলেগে থাকে। মোক চপাই নলয়। আমি মাইকীবোৰৰ পশুতকৈও অধইচ জীৱন। মাগুৰ মাছৰ দৰে। জীয়াই থাকোঁতেই কাটি কাটি নিমখ দিয়ে। কেৰাহীৰ তপত তেলত দিলেও জীৱ নাযায়। চেঙেলীয়াই খেলা ৰবাবটেঙাৰ ফুটবলটোৰ দৰে। গোৰ মাৰি অ'লৈ দলিয়াই, ত'লৈ দলিয়ায়। খেলপথাৰখনতো নিজৰ বুলি ঠাই একণ নাই। আৰু ভৰিত, তাৰ ভৰিত লাগি উফৰি ফুৰোঁতেই যায়'। — নয়নতৰাৰ দুগালেৰে চকুপানী বৈ আহিছিল কথাবোৰ কওঁতে। ধৰণীয়ে নয়নতৰাৰ হাত এখন আলফুলে নিজৰ হাতৰ মাজত তুলি লৈছিল। হঠাতে নয়নতৰাই হুক্‌হুকাই কান্দিবলৈ ধৰিছিল। সি অপ্ৰস্তুত হৈ তাইক শান্ত কৰিবলৈ পিঠিত হাত বুলাইছিল। নয়নতৰাই 'আস নুচুবা' বুলি কন্দাৰ মাজতে চিঞৰি উঠিছিল। সি আৰু অপ্ৰস্তুত হৈ তাইৰপৰা এহাত আঁতৰলৈ উঠি গৈছিল। নয়নতৰাই পিঠিত পেলাই থোৱা চাদৰখন গুচাই তাক কৈছিল — পিঠিখন চোৱাচোন, মই গা ধুওঁতে পানী ঢালিব পৰা নাই। ধৰণী শিয়ঁৰি উঠিছিল।

নয়নতৰাৰ মিঠাবৰণীয়া নিমজ পিঠিখনত ৰঙা হৈ উখহি থকা কেবাটাও আঁচ। নাঙলে বোকামাটিত পেলোৱা সাঁচৰ দৰে। 'কালি নিশা একো হাতত নাপাই, আঁঠুৱা তৰা খুঁটি এডালেৰে কোবালে। মোৰ হাতত পিন্ধি থকা এই একমাত্ৰ খাৰুপাত সি বিচাৰিছিল। মা মৰাৰ আগেয়ে এই খাৰুপাত নিজৰ হাতৰপৰা খুলি মোক দিয়া। মৰিলেও নিদিওঁ বুলিলত কোবালে।'— নয়নতৰাৰ উচুপনি মাৰ যোৱা নাছিল। ধৰণীৰ বুকুত কি বা-মাৰলী এজাক ববলৈ লৈছিল সি নাজানে, হঠাতে সি নয়নতৰাৰ পিঠিৰ সেই আঁচবোৰত হাত বুলালে। তাইৰ নিমজ পিঠিখনত নিজৰ কঠুৱা আঙুলি কেইটাই বেছি দুখ দিব বুলিয়েই, সি ওঁঠেৰে তাইৰ পিঠিৰ আঁচবোৰ স্পৰ্শ কৰিবলৈ ধৰিলে। ধৰণীয়ে তাইৰ কষ্ট লাঘব কৰিবলৈ ইয়াতকৈ একো উপায় বিচাৰি পোৱা নাছিল। জীৱনত সি নয়নতৰাৰ বাহিৰে কোনো নাৰীদেহ স্পৰ্শও কৰি পোৱা নাছিল। আকস্মিকভাৱে মৃত্যুমুখৰপৰা উদ্ধাৰ কৰিবলৈ সি তাইক সজোৰে এবাৰ কেবামাহ আগতে সাবটি ধৰিছিল। সি তাইক জীৱন ঘূৰাই দিয়াৰপৰা নয়নতৰাৰ যন্ত্ৰণা আৰু বাঢ়িল। নয়নতৰাৰ বাবে মৃত্যু ভাল আছিল নে এই জীৱন! এই যন্ত্ৰণাৰ বাবে সিও নয়নতৰাৰ ওচৰত দোষী নেকি! ধৰণীয়ে নয়নতৰাক আকৌ এবাৰ বুকুত সজোৰে চেপি ধৰিছিল সেইদিনা। কি হৈছিল সি নাজানে, নয়নতৰাৰ মুখত এক যন্ত্ৰণাকাতৰ আনন্দ ফুটি উঠা সি দেখা পাইছিল। ধৰণীয়ে মানুহজনীক উধাই-মুধাই উন্মাদৰ দৰে চুমা খাবলৈ আৰম্ভ কৰিছিল। এক উষ্ণ আৱেগত ধৰণীৰ শৰীৰৰ প্ৰতিডাল সিৰা-উপসিৰা ফুলি উঠিছিল। একমুহূৰ্তৰ বাবে অনুভৱ হৈছিল, এই মানুহজনীক সি পৃথিৱীলৈ ওভোতাই লৈ আহিছে, তাই ধৰণীৰ বাবে উভতি আহিছে মৃত্যুৰ অতল গহ্বৰৰপৰা। সি নাজানে তাইৰ সামাজিক স্থিতি কি, এইজনী তাৰ বাবেই সঞ্চিত নাৰী। সি তাইক সকলো বিপদ; সকলো কষ্টৰপৰা ৰক্ষা কৰাৰ দায়িত্ব ল'বই লাগিব। নয়নতৰাৰ দেহৰপৰা কাপোৰ গুচাই সি চাইছিল যন্ত্ৰণাৰ চিহ্নবোৰ। আচৰিতভাৱে নয়নতৰাই এৰি দিছিল নিজক। চকু মুদি ধৰণীৰ ওঁঠৰ স্পৰ্শত নিচাগ্ৰস্ত মানুহৰ দৰে তাই ঢলি পৰিছিল। নয়নতৰাৰ শুকান ওঁঠ দুখন তাৰ ওঁঠেৰে সিক্ত কৰিছিল। নয়নতৰাই ধৰণীক সজোৰে সাবটি ধৰিছিল। চকু মুদি তাই ফুচ্‌ফুচাই কৈছিল — 'মোক এইদৰে তুমি ৰাখি

থোৱা।' নয়নতৰাক সঁচাকৈয়ে এজনী ধৰ্ফৰাই থকা পানীৰপৰা তুলি অনা মাছৰ দৰে ধৰণীৰ অনুভৱ হৈছিল। পুনৰ পানী পাই তাই যেন এতিয়া সাঁতোৰ মেলিছে। ধৰণীৰ মনটো ভাৱাক্ৰান্ত হৈ উঠিল। তাৰ বুকুত সোমাই নিৰাপদ বুলি চকু মুদি থকা এই মানুহজনী আনৰ বিবাহিতা তিৰোতা। আজিলৈকে এই অঞ্চলত ধৰণীৰ এটা সুকীয়া স্থান, সুকীয়া মান অটুট আছে। ধৰণীৰ বিয়াৰ প্ৰস্তাৱো কম অহা নাই। তথাপিও ধৰণীয়ে বিয়া নকৰাওঁ বুলি মাকক কৈ দিছে। এই মুহূৰ্তত এনেকৈ যদি কোনোবাই দেখে ! কিন্তু ধৰণীয়ে এইবোৰ কৰোঁ বুলি একো কৰা নাই। কিছুপৰ আগলৈকে এই মানুহজনীৰ প্ৰতি তাৰ সহানুভূতিয়েই আছিল তীব্ৰ। কিন্তু এই মুহূৰ্তত সি অনুভৱ কৰিছে নয়নতৰাক সি অন্তৰত স্থান দি পেলাইছে। ধৰণীৰ জীৱনত নয়নতৰা প্ৰথম নাৰী। ধৰণীয়ে উপলব্ধি কৰিছে, নয়নতৰা তাৰ জীৱনত অপৰিহাৰ্য। সি নয়নতৰাক এৰিব নোৱাৰে। ধৰণীয়ে নয়নতৰাৰ মূৰত আলফুলে হাত ফুৰাই ক'লে — 'তোমাক মই নিজৰ কৰি ল'ব খোজোঁ। এতিয়া আনৰ তিৰোতা হৈ থকা অৱস্থাত এই সম্পৰ্কই অবৈধ আৰু অশ্লীল বুলি আখ্যা পাব'। তাই চকু মুদিয়েই কৈছিল — 'মই তোমাক বিপদত নেপেলাওঁ। এয়া কৰিবলৈ যাওঁতে তোমাৰ মান-সন্মান লাঘৱ হ'ব। আমাৰ সমাজখনে মানুহৰ হিয়া নেদেখে, দুখ-কষ্টও নুবুজে। মাৰ-পিট, লাঞ্ছনা-গঞ্জনা খাই চন্দ্ৰৰ ঘৈণীয়েক হৈ থকাটোহে সমাজে বিচাৰিব। মনৰ মানুহ মই পালোঁ। সেয়াই যথেষ্ট। তুমি কোৱা অবৈধ, অশ্লীলতা এইবোৰ মই নুবুজোঁ। চন্দ্ৰক মই মনেৰে ঘিণ কৰোঁ, অথচ চন্দ্ৰক মোৰ দেহাটো সদায় দিবলৈ বাধ্য। তুমি মোৰ বিবাহিত পুৰুষ নহয়, অথচ তোমাৰ বুকুত স্ব-ইচ্ছাই সোমাই আছোঁ। চন্দ্ৰৰ সৈতে ঘৃণনীয় জীৱন-যাপন কৰিব লগাটোহে পাপ, অশ্লীল সম্পৰ্ক বুলি মই ভাবোঁ। সমাজে পাতি দিয়া বিয়া নামৰ সংস্কাৰটো মানুহৰ আত্মাৰো ঊৰ্ধ্বত হ'ব পাৰেনে? আমাক পিতায়ে শিকাইছিল, আত্মাৰ ওপৰত কাৰো অধিকাৰ নাই। মানুহৰো, সমাজৰো। পিতাই বৰ ধাৰ্মিক আৰু সৎ মানুহ আছিল। পিতায়ে সদায় কৈছিল — প্ৰত্যেক জীৱৰ আত্মাই ঈশ্বৰ। আত্মাৰ পবিত্ৰতা নিজে যিদৰে ৰাখিব লাগে, সেইদৰে আন আত্মাকো সেৱা কৰিব লাগে। পিতৃ-মাতৃক সন্তানে, গুৰুক ছাত্ৰই, পতিয়ে পত্নীক আৰু পত্নীয়ে পতিক সন্তোষত ৰখাটোহে সেৱা। চন্দ্ৰলৈ বিয়া দি উলিয়াই দিয়াৰ দিনাও পিতায়ে এই কথাষাৰেই কৈছিল। মই মোৰ পতিক, শহুৰ-শাহু, দেওৰ-ননদ সকলোকে সন্তোষত ৰাখি সেৱা কৰিছোঁ যোৱা পাঁচ বছৰে। মনৰ কথা ক'বলৈ পিতাও ঢুকাই থাকিল। বৌটি সৰুতেই ঢুকাল। মোৰ এই পৃথিৱীত তেতিয়াহ'লে কোন আছে? নিতৌ বুকুত শেলমাৰি কথা কোৱা শাহু, মুখৰ মাত নোহোৱা অপদাৰ্থ শহুৰ, অত্যাচাৰী স্বামী, শিলৰ দৰে কঠোৰ দেওৰ, ননদ? আৰু, সমাজৰ কথা মোক নক'বা। মোৰ অৱস্থাটোৰ সকলো কথা জানিও কৌতূহল আৰু ফুচ্‌ফুচীয়া আলোচনা কৰি পুতৌ দেখুওৱাৰ বাহিৰে একোৱেই কৰিব নোৱাৰে। এই বিয়া নামৰ সামাজিক নিয়মটোৱে মোক বান্দীতকৈও নিকৃষ্ট জীৱন দিলে। বান্দীয়ে খং উঠিলে এক মুহূৰ্ততে কাম এৰি আন ঠাইত কাম ল'ব পাৰে। মই নোৱাৰোঁ'। নয়নতৰাৰ উতলি থকা বুকুৰ ভিতৰখন ধৰণীয়ে এনেদৰে দেখিব বুলি ভবা নাছিল। সি অসহায়ভাৱে সুধিলে — 'তেন্তে কি হ'ব এতিয়া!' নয়নতৰাই কিছুপৰ তভক মাৰি কৈছিল—'একো নহয়। একেটা চুবুৰিতে থাকি, চন্দ্ৰৰ ঘৰৰপৰা গৈ তোমাৰ ঘৰত মই থাকিব নোৱাৰোঁ। আইন-আদালতৰ মেৰ-পেচত সোমাব পৰা অৱস্থা মোৰ নাই। একো আও-ভাও এইবোৰৰ মই নাপাওঁ। তাৰোপৰি এবাৰ আপোনঘাতী হ'বলৈ লওঁতে, মানুহক আমাৰ ঘৰখনে মোৰ মূৰৰ বিকৃতি থকা বুলি সমজুৱাকৈ জনাইছে। ৰাতি ৰাতি বোলে মই সমাজিকত চিঞৰোঁ। এইবোৰ দেখি বিকচিনা লাগিছে। ভালপোৱা বস্তু আপোন কৰি ল'ব খুজিব নাপায়। তোমাক মই হৃদয়-আত্মা সকলো সমৰ্পন কৰিছোঁ। ইয়াৰ অৰ্থ এয়া নহয় যে তুমি প্ৰতিদান দিব লাগিব।'

ঃ কিন্তু মই অকৃতজ্ঞ নহয়, মই প্ৰতিদান দিব খুজিছোঁ তোমাক আপোন কৰি। — ধৰণীয়ে তৎক্ষণাত কৈছিল। নয়নতৰাই তাৰ মুখত আঙুলিৰে সোপা দি কৈছিল— 'প্ৰেমত দান-প্ৰতিদান একো নাথাকে। এয়া আমাৰ পিতায়ে কৈছিল, ভক্ত আৰু ভগৱানৰ সম্পৰ্কৰ কথা কওঁতে'।

ঃ মই ভগৱান নহয়। — ধৰণীয়ে দৃঢ়তাৰে কৈছিল।

ঃ জানো। ভগৱানৰ ৰূপ মানুহৰ কল্পনাহে, ই নিজ ৰূপ ধাৰণ কৰি মানুহৰ মাজত থাকে। কেতিয়া আৰ্বিভাৱ হয় কোনেও নাজানে। চন্দ্ৰক দেহ-মনেৰে মই প্ৰেমৰ ফুল দিছিলোঁ। তেওঁ ভৰিৰে ঠেলিলে। মই মোৰ ধৰ্ফৰাই থকা আত্মাক মুক্তি দিবলৈ আপোনঘাতী হ'ব খুজিছিলোঁ। পিতায়ে কৈছিল, আত্মাৰ মৃত্যুতকৈ দেহাৰ মৃত্যু শ্ৰেয়। তুমি মোৰ দেহা ৰক্ষা কৰিলা। মোৰ দেহাৰ দায়িত্ব লৈ এই প্ৰেমৰ

অৱমাননা নকৰিবা। এতিয়াৰপৰা চন্দ্ৰই দিনে-ৰাতিয়ে মৰিয়ালেও মোৰ কোনো কষ্ট নহয়। কাৰণ তুমি মোৰ মনত শান্তি, সুখ-প্ৰেম সকলো স্থাপন কৰিছা। আজিৰপৰা মই চন্দ্ৰৰ নহয়, তোমাৰ মানুহ। তুমি মই সদায় একেখন ঘৰত, একেখন বিছনাত থাকিবলৈ ল'লে, হয়তো আজি চন্দ্ৰ আৰু মোৰ মাজত যি সম্পৰ্ক, ঠিক তেনেকুৱাই লাগিব। এই সম্পৰ্ক যদি তোমাৰ বাবে অবৈধ, তেন্তে মোৰ অনুৰোধ তুমি মোক নিবিচাৰিবা। মই অলপো বেয়া নাপাওঁ। দুখো নাপাওঁ। — ধৰণীৰ মুখৰ ভাষা হেৰাই গৈছিল। সি নয়নতৰাক বুকুত সাবটি অপলক নেত্ৰেৰে লুইতখনলৈ চাই আছিল। — টপ্‌টপাই বাদুলি এটা মেচিন নাওখনৰপৰা উৰি গ'ল। ধৰণীৰ সম্বিৎ ঘূৰি আহিল এই শব্দত। সি ক'ব নোৱাৰাকৈ ভঙা কাঠ এডাল সাবটি মেচিন নাওখনত কিমান সময় নয়নতৰাৰ সৈতে কটালে ক'ব নোৱাৰে। যোৱা সাতবছৰে ধৰণী এইফালে অহা নাই। নয়নতৰাক পাহৰিবলৈ এই ঠাইখিনি সি পাহৰিবই লাগিব। কিন্তু আজি সি নোৱাৰিলে। এক অদৃশ্য সন্মোহনী অতীতে তাক এইদৰে কিয় টানি আনিলে! 'নয়নতৰা — নয়নতৰা তুমি কিয় মোক পাহৰা নাই — মই কিয় তোমাক পাহৰিব পৰা নাই....' ধৰণীয়ে ভঙা নাওখনত বাগৰি হুক্‌হুকাই কান্দিবলৈ ধৰিলে। কান্দি কান্দি কেতিয়া সি টোপনি গ'ল ক'ব নোৱাৰে।

কাহিলী পোহৰ নৌহওঁতেই ধৰণীৰ টোপনি ভাগিল। এতিয়াও ভালকৈ ৰাতিপুওৱা নাই। এই ঠাইলৈ মাছমৰীয়াও বৰকৈ নাহে। হঠাতে ধৰণীৰ এই নিস্তব্ধ জয়াল পৰিৱেশত বুকুখন দুৰু দুৰুকৈ কঁপিবলৈ ধৰিলে। ধৰণীৰ দেউতাক এনেদৰেই অকলে নৈ-পাৰত থাকোঁতে হঠাতে অচিন কাৰণত মৃত্যু হৈছিল। আঘোণ মাহৰ নিশা নৈ-পাৰৰ হিমশীতল বতাহত সি থৰ্থৰ্কৈ কঁপি উঠিল। কুঁৱলিত আচ্ছন্ন এই ভৌতিক পৰিৱেশত একোকে নমনি। ধৰণীয়ে দেখিলে, নৈৰ বুকুত অস্পষ্ট পোহৰ কিছুমান। সিপাৰৰপৰা শাক-পাচলি লৈ নাৱত বেপাৰী আহে। পুৱাই চহৰৰ বজাৰৰ বেপাৰীবোৰ আহি ঘাটত ৰৈ থাকে। শাক-পাচলি পায়কাৰী দৰত বেপাৰীবোৰে থলীতে কিনি বজাৰত খুচুৰাকৈ বিক্ৰী কৰে। অলপ পিছতে চহৰৰ বেপাৰীবোৰো আহিবলৈ আৰম্ভ কৰিব। ধৰণীৰ অতিমাত্ৰা ঠাণ্ডা লাগি থৰ্থৰ্কৈ কঁপিবলৈ ধৰিলে। সি কোনোমতে উঠি মেচিন নাওখনৰপৰা জাঁপ মাৰি বালিত পৰিল। ঢলং-পলং খোজেৰে সি ঘৰলৈ উভতিল। যাওঁতে সি নিমানন্দ গোসাঁইৰ মন্দিৰৰ ফালে চাই হাত যোৰকৈ সেৱা এটা কৰিলে। আহিছিল সি গোসাঁই প্ৰভুৰ ওচৰলৈ, নিশাটো সি এনেভাৱে কিয় কটালে তাৰ উত্তৰ সি নিজেই নাজানে। গোসাঁই প্ৰভুৱে ঠিকেই কয়—জীৱন বৰ ৰহস্যময়। জীৱনৰ জালত লাগি ধৰা আমি জীৱবোৰে কেতিয়া কি কৰোঁ নিজেই নাজানো।

ধৰণীৰ অসুখৰ খবৰ কৰিবলৈ ঘৰ ভৰি পৰিল। ধৰণীৰ মাকে উচুপি উচুপি ক'লে — 'পুৱতি নিশা জধলা-পথলা হৈ ধৰণী আহি বাগৰি পৰিল চোতালত। নিশ্চয় উত্তৰ পাৰে থকা নৈ-কাষৰ জৰীজোপাৰ যখিনীয়ে পালে। যোৱা বছৰ এনেকুৱা মাহতে একো নোহোৱাকৈ মুৰুলীমোহন বৰাৰ গাভিনী গাইজনী দুপৰীয়া সেইজোপাৰ তলত পৰি মৰি আছিল। তেতিয়াই সকলোৱে কৈছিল কথাটো'। বসন্তই অট'ৰিক্সাত এজন ডাক্তৰ লৈ আহিল। ডাক্তৰে ক'লে— 'ঠাণ্ডা লাগিছে, তেজ পৰীক্ষা কৰিব লাগিব। তিনিদিন একে সময়তে এইদৰে কঁপি কঁপি জ্বৰ উঠিলে মেলেৰিয়াই হ'ব'। ডাক্তৰে দৰৱ লেখি দিলে। কপালত জলপতি দি থাকিবলৈ ক'লে। এই ঠাইত আগতকৈ মেলেৰিয়া বাঢ়িল। নৈ-পাৰখন যিমানে লেতেৰা হ'বলৈ ধৰিলে, সিমানে বেমাৰ-আজাৰবোৰো বাঢ়িল। আঘোণ মাহৰ আৰম্ভণিৰপৰা মাঘ-ফাগুনলৈকে পিক্‌নিক পাৰ্টিৰ পয়োভৰ। চহৰৰপৰা অহা সকলো উপদ্ৰৱ এই শান্ত নৈ-পাৰত এৰি থৈ যায়। মাইকত তাল-ফাল লগোৱা চিঞৰ, মাছ-মাংস কাটি পেলোৱা হাড়-মূৰ, প্লাষ্টিকৰ গিলাচ, থাল আৰু খালি মদৰ বটলেৰে নৈ-পাৰ ভৰি পৰে। সেইবোৰ কাউৰী, কুকুৰে কঢ়া-আঁজোৰা কৰি লৈ আহে নৈ-পাৰৰ মানুহবোৰৰ ঘৰৰ ওচৰলৈকে। বাৰিষা এই সকলো আবৰ্জনা বাঢ়নী পানীয়ে ধুৱাই লৈ যায় যদিও, খৰালি নৈ-পাৰ বীভৎস হৈ পৰে। পূৰ্বতে এই অঞ্চলত জণ্ডিছ ৰোগৰ পয়োভৰ নাছিল। যোৱা পাঁচবছৰত কেবাটাও মানুহ জণ্ডিছ ৰোগত ঢুকাল। এবাৰ খৰালি এই নৈ-পাৰত বহুত পানী-কাউৰী, বগলী আৰু মাছ মৰিছিল। কোনোবা দুষ্ট মানুহে বিহ সানি কেঁচা মাংস নৈ-পাৰত পেলাই যোৱা বুলি সন্দেহ কৰা হৈছিল। ডাক্তৰ যোৱাৰ পিছত শুই থকা ধৰণীৰ কপালত হাত দি মাকে সুধিলে — 'তই সঁচাকৈ কচোন বোপাই — কালি ৰাতি কিবা দেখিছিল নেকি?' ধৰণীয়ে কেনেকৈ ক'ব, সি ভূত-যখিনী একো দেখা নাই। সি নয়নতৰাৰ সৈতে মেচিন নাৱত কটাইছিল। বুকুত

সমাধি দিয়া এছোৱা সময়, কবৰ খান্দি উলিয়াই চাবলৈ তাৰ তীব্ৰ বাসনা উপজিছিল। মাকক কথাবোৰ ক'লে, নয়নতৰাকে যখিনী, পিশাচিনী বুলি ক'ব। সেয়েহে সি সোঁৱে-বাওঁৱে মূৰ জোকাৰিলে। অস্ফুট স্বৰেৰে ক'লে— 'কাকো দেখা নাই। মূৰটোহে ঘূৰাই পৰি গৈছিলোঁ'। মাকে তাকে বিশ্বাস কৰিলে।

ধৰণীয়ে কল্পনাও কৰিব পৰা নাছিল, এইদৰে মিচেছ খান্না আহি ধৰণীৰ ঘৰত উপস্থিত হ'বহি বুলি। ঘৰখনত একপ্ৰকাৰ হুৱা-দুৱাই লাগি গ'ল। ধৰণীয়ে গাটো অলপ ভাল পাইছিল। সি গাত নগা কাপোৰ এখন লৈ ওলাই আহিল চ'ৰা ঘৰলৈ। মাত্ৰ ছমাহ আগতে ধৰণীয়ে কিনা চেগুন কাঠৰ ছোফাখনত মিচেছ খান্না বহি আছিল। পৰ্দা ঠেলি ধৰণী সোমাই অহাৰ লগে লগে মিচেছ খান্না থিয় হ'ল। 'তোমাৰ অসুখ বুলি দোকানত গম পালোঁ। মই চ'ডা বিচাৰি আহিছিলোঁ। বসন্তই ক'লে। কি হ'লনো হঠাৎ?' ধৰণীয়ে নিজেও এখন ছোফাত বহি ক'লে — 'বহক, বহকচোন। নাই মানে — নৈ পাৰত ঠাণ্ডা লাগিল'।

ঃ কিন্তু নিশা কিয় গৈছিলা?

ঃ এনেয়ে....

ঃ এনেয়ে! — মিচেছ খান্নাৰ চকুলৈ ধৰণীয়ে চাব নোৱাৰিলে। ঘৰখনক সি ফাকি দিব পাৰে, এই মানুহজনীয়ে কিয় বিশ্বাস কৰিব! সি কণ্ঠ পৰিষ্কাৰ কৰিবলৈ কাহ দুটামান মাৰি ক'লে— 'আচলতে মন ভাল লগা নাছিল। এই অঞ্চলত নামঘৰ এটা পতা লৈ ইমান বেয়া কাণ্ড কিছুমান হ'বলৈ লৈছে যে মই বৰ অস্থিৰ হৈ পৰিছিলোঁ। আগতে এনেকুৱা হোৱা নাছিল। মিচেছ খান্নাই হঠাতে ক'লে — 'অ' পাহৰিছিলোঁ, তোমাৰ মাক মাতাচোন'। এইবুলি তেওঁ বহাৰ কাষতে থৈ দিয়া কাগজৰ দুটা ডাঙৰ ঠোঙাৰ এটা হাতত ল'লে। ধৰণীয়ে আচৰিত হৈ ঠোঙাটোলৈ চাই মাতিলে — 'মা, অ' মা'। ধৰণীৰ মাক ওলাই আহি মিচেছ খান্নাৰ ফালে চাই নমস্কাৰ কৰিলে। মিচেছ খান্নাই ঠোঙাটো আগবঢ়াই ক'লে — 'অলপ ফল-মূল আছে'।

ঃ আপোনাৰ কথা ধৰণীয়ে কৈছেহি। ইমান ধুনীয়া মানুহ এজনী অকলশৰে টিলাটোত থাকে কেনেকৈ! আপুনি বৰ সাহসী মানুহ। — মিচেছ খান্নাই অকমান হাঁহি ক'লে — 'ক'তনো অকলে থাকোঁ! লগত চাৰিটা মানুহ, কুকুৰ দুটা, ওচৰত আপোনালোক আছেই। — 'গুচি নাযাব, চাহ এটোপা খাই যাব'। — বুলি ধৰণীৰ মাক ভিতৰলৈ গ'ল।

ঃ ধৰণী। তোমালোকৰ এই নামঘৰটোৰ কথা মোক দীপুইঁতে কৈছিল। পিছে মই কি ভাবোঁ জানা— নামঘৰটো দেখোন সকলোকেও সাজিব পাৰি। প্ৰাৰ্থনা-গৃহ এটাৰ নামত যিমান টকা-পইচা উঠোৱা হৈছে, মাটি লৈ কাজিয়া-পেচাল হৈছে, তাৰ সলনি এই অঞ্চলত এখন স্কুলৰহে প্ৰয়োজন বেছি আছিল। ইমানবোৰ মানুহ থকা এই অঞ্চলটোত প্ৰাইমেৰী স্কুলো নাই, হাইস্কুলো নাই। ল'ৰা-ছোৱালীবোৰ তিনি-চাৰি কিলোমিটাৰ দূৰৰ স্কুললৈ যাব লাগে। এই কথাটো যদি ভাবা, তেন্তে মই কি পাৰোঁ সহায় কৰিম। কিন্তু বেয়া নাপাবা, উপাসনা-গৃহ এটাৰ বাবদ ইমান টকা-পইচা উঠোৱা কথাটো মই ভাল পোৱা নাই।'

ধৰণী বহুপৰ নিমাতে থাকিল। তাৰ পিছত ক'লে — 'বৰ ভাল কথা কৈছে। নিমানন্দ গোসাঁয়ে বহুদিনৰপৰা এই কথা কৈ আছিল। তেওঁৰ খেৰ-বাঁহৰ মন্দিৰটো পকীকৈ সাজি দিবলৈ জগত সিঙো আগবাঢ়ি আহিছিল। তেতিয়াই গোসাঁয়ে কৈছিল—তোমালোকে বিদ্যামন্দিৰ এটাহে সাজা। ঈশ্বৰ উপাসনা য'তে-ত'তে হ'ব পাৰে। লেবাৰ লাইনৰ ল'ৰা-ছোৱালী বেছিভাগেই নপঢ়ে। মই ইয়াত এখন বিদ্যালয় পাতিব খোজোঁ। তোমালোকৰ টকা-পইচা থকাবোৰে বাছে-গাড়ীয়ে ল'ৰা-ছোৱালী পঢ়ুৱাবলৈ পঠোৱা। কিন্তু এই অঞ্চলৰ দুখীয়া ল'ৰা-ছোৱালীবোৰে প্ৰাইমেৰী পঢ়িয়েই স্কুল সামৰে। বেছিভাগে নপঢ়েই। কামটো পিছে হৈ উঠাগৈ নাই।'

ঃ গোসাঁই কোন? — হঠাতে মিচেছ খান্নাই সুধিলে।

ঃ গোসাঁইৰ ওচৰলৈ লৈ যাম বাৰু। মই মানুহজনৰ কথা ক'লে আপুনি বুজি নাপাব।

ঃ মই যাব খোজোঁ।

ঃ আপোনাক লৈ যাম বাৰু। গা ভাল হ'লেই লৈ যাম।

ঃ ধৰণী তুমি মোৰ সৈতে 'ফৰমেল' হৈ আছা। তুমি বুলি মাতিবলৈ মই কৈছিলোঁ।

ঃ মোক আৰু অলপ সময় লাগিব। — ধৰণীয়ে হাঁহি মাৰি ক'লে। এনেতে ধৰণীৰ মাক আৰু ভনীয়েকে চাহ-জলপান লৈ আহিলত কথাৰ যতি পৰিল। ধৰণীয়ে মন কৰিলে, মিচেছ খান্নাই বেঙুনীয়া ফুলৰ এযোৰ মেখেলা-চাদৰ পিন্ধি আহিছে। এই বেঙুনীয়া ৰংটোৱে ধৰণীক বৰ অস্থিৰ কৰি তোলে। নয়নতৰাই প্ৰথম নৈ-পাৰৰ মেচিন

নাৰলৈ বেঙুনীয়া ফুলৰ কাপোৰ এসাজ পিন্ধি আহিছিল। তাৰ পিছত আৰু মাত্ৰ এদিন নয়নতৰাক সি লগ পাইছিল, একে ঠাইতে। শেষবাৰ তাইক চিতাত তোলোঁতে দেখিছিল। তাইৰ মৃতদেহ বগা কাপোৰেৰে মেৰিয়াই চিতাত তুলি দিয়াৰ সময়ত; সোলোকাই পেলোৱা মেখেলাখনৰ ৰং আছিল বেঙুনীয়া। বৰ যন্ত্ৰণাৰ ৰং বেঙুনীয়া। ধৰণীৰ আৱেগ, যন্ত্ৰণা, সুখ, বিষাদ আৰু আনন্দ, সকলোৰে ৰং বেঙুনীয়া যেন তেতিয়াৰপৰাই অনুভৱ হৈছিল। আজি মিচেছ খান্নাই কিয় বেঙুনীয়া ফুলৰ কাপোৰ সাজ পিন্ধি আহিছে! মিচেছ খান্নাৰ বুকুৰ ভিতৰতো আছে নেকি তেনেহ'লে বেঙুনীয়া ৰং! প্ৰাণোচ্ছল হাঁহিৰে মাক আৰু ভনীয়েকৰ সৈতে কথা পাতি থকা মিচেছ খান্নালৈ ধৰণীয়ে একেথৰে চাই থাকিল।

## সপোন আহে অতীতৰে....

চেতন বৰুৱা গৰ্ডন চাহাবৰ টিলাত বসবাস কৰি অহা একমাত্ৰ পৰিয়াল। যোৱা পঞ্চাছ বছৰে, চেতনৰ দেউতাক ৰাজা বৰুৱাৰ দিনৰেপৰা এই পৰিয়ালটোক গৰ্ডন চাহাবেই ঘৰ সাজি থিতাপি দিছিল। বাংলাদেশৰ চিতাগঙৰপৰা অসমলৈ প্ৰব্ৰজন ঘটিছিল ৰাজা বৰুৱাৰ মূলসুঁতিৰ। অসম, পশ্চিমবংগ, ত্ৰিপুৰাৰ চাহ বাগিচাবোৰত 'বৰুৱা' মূলৰ বহু মানুহেই সিঁচৰতি হৈ পৰিছিল। বৰুৱাসকল হিন্দু, মুচলমান আৰু বৌদ্ধ ধৰ্মাৱলম্বী। ৰাজা বৰুৱাৰ পৰিয়ালটো মূলতে হিন্দু আছিল যদিও পিছলৈ এওঁলোকে ইচলাম ধৰ্ম গ্ৰহণ কৰিছিল। দেশ বিভাজনত ভাৰতীয় মূলৰপৰা বিচ্ছিন্ন হৈ যোৱা বৰুৱাসকল নিজা পৰিচিতিৰে বসবাস কৰিলেও, তেওঁলোকৰ ৰন্ধন শিল্প নৈপুণ্যৰ বাবে সমগ্ৰ পৃথিৱীতে খ্যাতি বিয়পি পৰিছিল। হিন্দুৰপৰা ইচলাম ধৰ্মলৈ ধৰ্মান্তৰিত হোৱা চিতাগঙৰ বৰুৱাসকল 'মগ' নামেৰে জনাজাত। চাহ বাগিচাৰ বঙলাৰ ৰান্ধনিশালত মগ বাবুৰ্চিৰ এক সুকীয়া মৰ্যাদা ঊনৈছ শতিকাৰপৰাই আছে।

দেশ বিভাজনৰ আগেয়েই ৰাজা বৰুৱাৰ ককাক আহি থিতাপি লৈছিলহি জাহাজৰ বাবুৰ্চি হৈ। পশ্চিমবংগৰ ডায়মণ্ড হাৰবাৰেৰে ইংৰাজ বণিক অহা-যোৱা কৰিছিল জাহাজেৰে। ৰজা বাবুৰ্চিৰ উপৰিপুৰুষ সেয়ে থাকি গৈছিল কলিকতা, মাদ্ৰাজৰ সাগৰীয় প্ৰান্তত। তাৰে এটা ঠালৰপৰা ৰাজা বাবুৰ্চি আহি গৰ্ডন চাহাবৰ একান্ত বিশ্বাসী ৰান্ধনি হৈ পৰিল। ৰাজা বাবুৰ্চিৰ পিতৃ-পুৰুষ কেৱল চিতাগঙতে নাই। পৰম্পৰাগতভাৱে শিকি অহা ৰন্ধন শৈলীৰ বিদ্যাই ৰাজা বাবুৰ্চিৰ উপৰিপুৰুষসকলক সমগ্ৰ পৃথিৱীতে সংস্থান দিছে। চেতনে দেউতাকৰপৰা এটাই কথা মহামন্ত্ৰৰ দৰে শিকিছে, 'ভালকৈ ৰান্ধিবি, ভাতো পাবি, ধনো পাবি।' দহবছৰ বয়সৰপৰাই দেউতাকৰ ওচৰত চেতনেও ৰন্ধনশালাকেই পাঠশালা কৰি লৈছিল।

চেতন বৰুৱা গৰ্ডন চাহাবে দি থৈ যোৱা কোৱাৰ্টাৰটোতে সপৰিয়ালে বসবাস কৰাও আজি বিছ বছৰ হৈ গ'ল। গৰ্ডন চাহাবৰ মৃত্যুত আটাইতকৈ ভাগি পৰিছিল ৰাজা বৰুৱা। গৰ্ডন চাহাবৰ বাবে ৰাজা বাবুৰ্চি ইমান অপৰিহাৰ্য আছিল যে, তেওঁ দুবাৰ লণ্ডনলৈ যাওঁতেও ৰাজা বাবুৰ্চিক লগত লৈ গৈছিল। গৰ্ডন চাহাবৰ এলাৰ্জিৰ সমস্যা আছিল। খোৱা-বোৱাত সেয়ে অত্যন্ত বাছ-বিচাৰ কৰিছিল। ৰাজা বাবুৰ্চিয়ে নিজ হাতেৰে অতি পৰ্যবেক্ষণেৰেহে গৰ্ডন চাহাবৰ খাদ্য প্ৰস্তুত কৰিছিল। গৰ্ডন চাহাবৰ মেমে যেতিয়া চাহাবক এৰি একমাত্ৰ সন্তানটোৰ সৈতে চিৰদিনলৈ ভাৰত ত্যাগ কৰি গুচি গৈছিল, তেতিয়াও গৰ্ডন চাহাবে নিশা প্ৰচুৰ মদ্যপান কৰি চিঞৰিছিল — 'যা, গুচি যা সকলো। থাকিবলৈ মোৰ বাংল' আছে, প্ৰতিজোপা চাহ গছ মোৰ সন্তান আৰু ৰাজা বাবুৰ্চি আছে, সি মোক খুৱাব, যত্ন ল'ব। মোক, কাকো নালাগে। জীৱনত কোনো কাৰো বাবে অপৰিহাৰ্য নহয়'। কিন্তু কোনো কাৰো বাবে অপৰিহাৰ্য বুলি নভবা গৰ্ডন চাহাবৰো তিনিটা বস্তু অপৰিহাৰ্য আছিল মদ, হুইল বৰশী আৰু ৰাজা বাবুৰ্চি। ৰাজাৰ বিয়া পাতি দিছিল গৰ্ডন চাহাবে, ৰাজাই ভাল পোৱা এজনী থলুৱা ছোৱালীৰ সৈতে। ৰাজাৰ ঘৰ, প্ৰয়োজনীয় সকলো বয়-বস্তু গৰ্ডন চাহাবে যোগান ধৰিছিল। গৰ্ডন চাহাবৰ আৰু দুটা প্ৰিয় বস্তু আছিল, এটা ৱেইলাৰ ঘোঁৰা আৰু এটা জাৰ্মান শ্বেফাৰ্ড কুকুৰ। বৰশী বাবলৈ যাওঁতেও গৰ্ডন চাহাব মুগা বৰণৰ চিক্-চিকীয়া ঘোঁৰা ৰ'লেক্সৰ পিঠিত গৈছিল। লগে লগে থাকিছিল বিশ্বস্ত কুকুৰ বিল। ৰাজা বাবুৰ্চিয়ে দিনটোৰ বাবে গৰ্ডন চাহাবৰ খোৱা ৰান্ধি টিফিন কেৰিয়াৰত দি পঠাইছিল। গৰ্ডন চাহাবে সেয়ে ৰ'লেক্স আৰু বিলক অকলশৰীয়া কৰি থৈ যোৱা নাছিল। গৰ্ডন চাহাবে ডাব্‌ল বেৰেলৰ বন্দুকটোৰ মাত্ৰ তিনিটা গুলী খৰচ কৰিছিল। ৰ'লেক্সৰ আৰু বিলৰ বাবে দুটা গুলী খৰচ কৰি, শেষৰ গুলীটো নিজৰ মগজুত সুমুৱাই লৈছিল গৰ্ডন চাহাবে। ইয়াৰ পিছত এই বিশাল টিলাটো, গৰ্ডন চাহাবৰ বঙলা, ভেক্সৱেগন গাড়ীখনৰ ৰখীয়া হৈ ৰাজা

বাবুৰ্চিৰ পৰিয়ালটো থাকি গ'ল। ৰাজা বাবুৰ্চিয়ে গৰ্ডন চাহাবৰ নিত্য ব্যৱহৃত বস্তুবোৰ এবছৰমানলৈকে যেনেদৰে থাকিছিল তেনেদৰেই ৰাখিছিল। পিছত এইবোৰ টোপোলা এটা কৰি নিজৰ সৰু কোৱাৰ্টাৰটোলৈ লৈ আহিল। ইতিমধ্যেই এচিষ্টেণ্ট মেনেজাৰ অজয় মেহতাই চাকৰি এৰি গুচি গৈছিল। মেনেজাৰ ৰাখাল চৌধুৰী উত্তৰবংগৰ এখন বাগিচাত নতুনকৈ যোগদান কৰিছিলগৈ। গৰ্ডন চাহাব জীয়াই থকালৈকে সকলো ঠিকেই আছিল। অসমৰ বাগিচাৰ চাহাবসকলে নিজ দেশলৈ প্ৰত্যাবৰ্তন কৰাৰ সময়ত, গৰ্ডন চাহাবে এই দেশ, চাহ বাগিচা এৰি গুচি যোৱাৰ কথা কল্পনাও কৰিব পৰা নাছিল। সেয়েহে গৰ্ডনৰ আত্মহত্যাত মানসিকভাৱে বাগিচাৰ সকলো কৰ্মচাৰী ভাগি পৰিছিল। মেনেজাৰ, এচিষ্টেণ্ট মেনেজাৰৰ বঙলাৰ মেৰামতিৰ অভাৱত বঙলাৰ বয়-বস্তু লাহে লাহে নোহোৱা হোৱাৰ পিছত, গৰ্ডন চাহাবৰ বঙলাও মেৰামতিৰ অভাৱত ৰ'দে-বৰষুণে জহি-খহি গৈছিল। ৰাজা বাবুৰ্চিয়ে গৰ্ডন চাহাবৰ স্মৃতি চিহ্নৰ টোপোলাটো পুতেক চেতনৰ হাতত মৃত্যুৰ কিছুদিন পূৰ্বে দি কৈছিল — 'চাহাবৰ বস্তুখিনি ভালকৈ ৰাখিবি। তই তোৰ ল'ৰাক দিবি। চিতাগঙ তোৰ দেশ নহয়; এই মাটি, এই বায়ু তোৰ নিজৰ। গৰ্ডন চাহাব আমাৰ অন্নদাতা, মাই-বাপ। এই টোপোলাটো, এই ঘৰটোত থকা মানে 'চাব'ৰ আশীৰ্বাদ আমাৰ লগত থকা বুলি জানিবি।' একমাত্ৰ পুত্ৰ চেতনক বিয়া কৰাই দিয়েই ৰাজা স্বৰ্গগামী হ'ল কিছুদিন পিছতে। এয়া বিছ বছৰ আগৰ কথা। চেতন এটা ল'ৰা, দুজনী ছোৱালীৰ এতিয়া পিতৃ। উনৈছ বছৰীয়া ল'ৰা মহচিন দেউতাক চেতনৰ দৰে ওখ-পাখ। চেতনৰ পিতৃ প্ৰদত্ত ৰন্ধন শৈলীৰ গুণ হাতত লাগিছিল। এই গুণৰ বলতে চেতনে দুই কিলোমিটাৰ দূৰত এখন হোটেল খুলিছিল পোন্ধৰ বছৰ আগতেই। চহৰ বাঢ়িবলৈ ধৰাৰ লগে লগে হোটেলো ভাল চলিবলৈ ধৰিলে। চেতনেও বিশ্বাস কৰে, গৰ্ডন চাহাবৰ আশীৰ্বাদ সিহঁতৰ পৰিয়ালৰ সৈতে সাঁচাকৈয়ে আছে। নহ'লে এয়া সম্ভৱ নহ'লহেঁতেন। মহচিন পঢ়া-শুনাত মধ্যমীয়া। টকা-পইচাৰ বিশেষ অসুবিধা নোপোৱাকৈয়ে ডাঙৰ হৈছে সি। সাহসো বেছি। কলেজৰ নানা কামত আগ-ভাগ লয়। কলেজত সাধাৰণ সম্পাদকৰ বাবে নিৰ্বাচন খেলাৰ ইচ্ছা আছে। লেবাৰ গাঁওখনৰ সৈতেও মহচিনৰ সু-সম্পৰ্ক। নামঘৰ, পূজা-সমিতি সকলোতে মহচিন অপৰিহাৰ্য। মহচিনৰ এটা বিশেষ গুণে, এই অঞ্চলৰ আনবোৰ ডেকা ল'ৰাৰ সৈতে পাৰ্থক্য আনিছে। সেয়া হৈছে, সি লেবাৰ গাঁওখনৰ যেনেদৰে প্ৰতিনিধিত্ব কৰি কথা ক'ব পাৰে, ঠিক তেনেকৈ অঞ্চলটোৰ অন্যান্য সমস্যাসমূহৰ বাবেও মাত মাতিব পাৰে।

নকুলৰ সহযোগীবোৰৰ সৈতে, কম বয়সৰ হ'লেও মহচিনেই প্ৰথমে ফেপেৰি পাতি থিয় হৈছিল। গৰ্ডন চাহাবৰ টিলাৰ ওচৰৰ মানুহখিনিক সেই ঠাই পৰিত্যাগ কৰিবলৈ কওঁতে, যিখন মিটিং বহিছিল তাত জগত সিং আৰু মহচিনেই প্ৰধান বক্তা আছিল। মহচিনৰ এই আগৰণুৱা স্বভাৱটোৰ বাবে চেতনৰ ভয় দিনক দিনে বাঢ়ি গৈছে। দিন-কাল আগৰ দৰে নাই। এই অঞ্চলত এতিয়া নানা স্বাৰ্থ লৈ, নানা মানুহে বসতি কৰিবলৈ লৈছে। নিতৌ নতুন মানুহৰ সমাগম হৈছে। নৈ-পাৰত অচিনাক্ত মৃতদেহো পোৱা যায় আজিকালি। পুলিচে লৈ যোৱা এই মৃতদেহবোৰৰ কিছুমানৰ ঠিকনা ওলায়, কিছুমানৰ নোলায়। নৈ কাষৰ নিৰিবিলি পৰিৱেশ, চহৰৰপৰা দহ কিলোমিটাৰ দূৰত্বৰ এই ঠাই নিষিদ্ধ কামৰ বাবে এতিয়া উপযুক্ত অঞ্চল। ঘাটৰ নাৱৰীয়াই নানা চোৰাং বস্তু নৈৰ বুকুৰে অনা-নিয়া কৰে। অচিন-অবিন মানুহো নাৱেৰে আহে। এনে এটা পৰিৱেশত মহচিনে নীৰৱে পঢ়া-শুনা কৰি, হোটেল ব্যৱসায়ত পিতৃক হাত উজান দি সংসাৰ চলাই খাব পৰা উপযুক্ত হ'লেই চেতন চিন্তামুক্ত হ'লহেঁতেন। কিন্তু মহচিন চেতনে ভবাৰ দৰে হৈ উঠা নাই। সেয়েহে পুহ মাহৰ ৰাতি কয়লাৰ চুলা এটাত হাত সেকি, চেতনে ৰুটী বেলি থকা ঘৈণীয়েক সাধনাৰ আগত মনৰ দুখ প্ৰকাশ কৰিবলৈ বাধ্য হৈ পৰিছে। চেতনৰ ছোৱালী দুজনী লাইলি আৰু ইলিয়েও পঢ়া সামৰি দেউতাক-মাকৰ ওচৰত জুইৰ তাপ লৈ বহি আছে। সিহঁত ল'ৰা-ছোৱালীকেইটাই গৰ্ডন চাহাবৰ কাহিনী, ককাক ৰাজা বাবুৰ্চিৰ কাহিনী বহুত বাৰ দেউতাকৰ মুখত শুনিছে। আজিও তাৰ ব্যতিক্ৰম নহ'ল। দেউতাকৰ বয়স বাঢ়ি অহাৰ লগে লগে অতীতটোও যেন সজীৱ হৈ ঠাল-ঠেঙুলি মেলিবলৈ আৰম্ভ কৰিছে। মহচিনে এই কথাবোৰ আজিকালি বৰকৈ গুৰুত্ব নিদিয়া হৈছে। চেতনে কয়লাৰ চুলাত পাপৰ সেকি সেকি ক'বলৈ ধৰিলে — 'আমাৰ এতিয়া কোনো জাত নাই। পূৰ্বপুৰুষ আছিল হিন্দু, তাৰপিছত মুচলমান, এতিয়া মই বিয়া কৰিছোঁ বঙালী হিন্দু, বাবাই বিয়া কৰিছিল ৰাজবংশী ছোৱালী। আমি ঈদ পাতোঁ, দুৰ্গা পূজা পাতোঁ, মনসা পূজালৈ যাওঁ, গুৰুজনাৰ তিথিত শৰাই-সাঁফুৰাও দিওঁ, ইয়াৰ অৰ্থ এয়া

নহয় যে আমাৰ নিজা ধৰ্ম নাই। আছে। সমাজ এখনত মিলি-জুলি থাকিবলৈ সকলো ধৰ্মকে সমান চকুৰে চাব লাগিব। মহম্মদেও আন ধৰ্মক নিন্দা কৰিবলৈ কোৱা নাই। সেয়ে ইয়াৰ মানুহবোৰ যেনেকৈ আপোন, সিহঁতৰ ধৰ্ম-সংস্কৃতিও আমাৰ আপোন। আমাৰ মহচিনহঁতৰ দৰে শিক্ষা নাছিল, কিন্তু এই ভেদ ভাবো নাছিল। এতিয়া সি নকুলৰ সৈতে কাজিয়া কৰিছে। জগত সিং তাৰ সৈতে আছে বাবে মানুহে ধৰি লৈছে, নামঘৰটোৰ মাটিৰ সীমালৈ হোৱা কাজিয়াখনত সিও জড়িত আছে। কালি মই তালৈ যাওঁতে সকলোৱে গোচৰ দিছে। এতিয়া নিশা ন বাজি গ'ল। পুহ মাহৰ নিশা সি ক'ত মিটিং কৰি ফুৰিছেগৈ? নকুলে যেনিবা এই টিলাটো বেচাৰ কথা ক'লেহিয়েই — তাক ভালকৈয়ো বুজাব পাৰিলোঁহেঁতেন। এখুন্দা কাজিয়া লাগিলে সমাধান ওলাবনে?'— চেতনে নিজেই একপক্ষীয়ভাৱে কথাবোৰ কৈ আছিল। সাধনাই একো নমতা দেখি চেতনে খঙতে ক'লে —'মাকবোৰে পুতেকৰ দোষ লুকুৱাই নষ্ট কৰে বুলি মানুহে এনেয়ে নকয়'। সাধনাই মুখেৰে একো উত্তৰ নিদি বেলনা আৰু বেলনা মাৰিডাল থেকেচা মাৰি থ'লে। এই শব্দত লাইলি আৰু ইলি সচকিত হৈ উঠিল। মহচিনৰ প্ৰসংগৰে কেবাখনো কাজিয়াই ইতিমধ্যে ঘৰত হৈ গৈছে। এনেদৰেই কাজিয়াৰ সূত্ৰপাত হয়।

এনেতে বাহিৰৰ দুৱাৰত শব্দ হ'ল। লাইলি দৌৰি গৈ দুৱাৰ খুলি দেখিলে মহচিন ৰৈ আছে বাৰাণ্ডাত, লগত ধৰণী দলে। চেতনে মহচিনক টানকৈ দু-আষাৰ ক'ম বুলি ভাবোঁতেই ধৰণীক দেখি থমকি ৰ'ল। ধৰণীক আথে-বেথে বহিবলৈ দি, চেতনে হুলস্থুল লগাই দিলে—'ধৰণী আহিছে, চাহ-তাহ দিয়া, নহা মানুহ আহিছে আমাৰ ঘৰলৈ'।

গৰ্ডন চাহাবৰ বঙলাত এখন হাইস্কুল হ'ব, এই প্ৰস্তাৱত চেতন আৱেগত আত্মহাৰা হ'ল। এখন প্ৰাইমেৰী আৰু এখন হাইস্কুল ইয়াতে হ'লে, এই অঞ্চলৰ ল'ৰা-ছোৱালীৰ ডাঙৰ অভাৱ পূৰণ হ'ব। কিন্তু ইয়াৰ বাবে লাগিব ধন। মিচেছ খান্না নামৰ নতুনকৈ অহা মানুহগৰাকীয়ে একলাখ টকাৰ এটা অনুদান আগবঢ়াম বুলি কৈছে। বাকীখিনি এই অঞ্চলৰ মানুহৰ ওপৰত ভাৰ পৰিব। চেতনে লেবাৰ লাইনৰ ঘৰে ঘৰে গৈ আগদিনা নিশা ধৰণীয়ে কোৱা কথাবোৰ ক'লে। কিন্তু সমস্যাটো হ'ল, লেবাৰ লাইনৰ মানুহে কি সহায় কৰিব? জগত সিং আৰু চুলাইৰ ভাতীৰ গৰাকী সুবল কুৰ্মীৰ বাহিৰে ধন দিব পৰা টনকিয়াল মানুহ লেবাৰ লাইনত নাই। মানুহবোৰে টিলাটোৰ হাবি-জংঘল কাটি পৰিষ্কাৰ কৰা, জেওৰা দিয়া কামবোৰ কৰি দিবলৈ গাত ল'লে। ধৰণী সঘনাই লেবাৰ লাইন আৰু চেতনৰ ঘৰলৈ আহ-যাহ কৰিবলৈ ল'লে। মহচিনেই এতিয়া ধৰণীৰ সাহ। নিমানন্দ গোসাঁইৰ উপদেশ, মিচেছ খান্নাৰ উৎসাহ আৰু মহচিনৰ সৈতে থকা লেবাৰ গাঁৱৰ ল'ৰা-ছোৱালীবোৰ লৈ ধৰণী স্কুল সজাৰ কামত শোৱন-খোৱন নোহোৱাকৈ লাগি গ'ল। বহুদিনৰ মূৰত ধৰণীয়ে উপলব্ধি কৰিলে, মানুহক মানুহৰ দৰে জীয়াই থাকিবলৈ এটা সপোন লাগে। গোসাঁই প্ৰভুৱে কৈছে — আহাৰ, নিদ্ৰা, মৈথুন সকলো জীৱৰ জীৱনৰ অত্যাৱশ্যকীয় কৰ্ম। কিন্তু মানুহ ইতৰ প্ৰাণীৰপৰা পৃথক হয় তেতিয়াহে, আত্ম-স্বাৰ্থৰ উপৰিও নিস্বাৰ্থ সপোন যেতিয়াৰপৰা দেখিবলৈ আৰম্ভ কৰে। ধৰণীয়ে এই অঞ্চলটোৰ বাবে কিবা এটা কৰাৰ প্ৰথম সপোন দেখিছে। এই সপোন দেখাৰ লগে লগে তাৰ নিজকে প্ৰকৃত মানুহ যেন লাগিবলৈ ধৰিলে।

## সপোনৰ খট্‌খটী ঠুনুকা....

মিচেছ খান্নাই আজি শুধ বগাত ৰঙা-হালধীয়া পাৰিৰ কপাহী শাড়ী পিন্ধিছে। ধৰণীয়ে নিজে মিচেছ খান্নাক নিমানন্দ গোসাঁইৰ ওচৰলৈ লৈ আহোঁতে অন্তৰত এক গৰ্বও অনুভৱ কৰিছিল। মিচেছ খান্না আৰু নিমানন্দ গোসাঁইৰ ভাব বিনিময়, কথা-বাৰ্তাই ধৰণীৰ নতুন উপলব্ধিৰ জ্ঞান সঞ্চাৰ কৰিলে। গোসাঁই প্ৰভুৱে ইমান সলসলীয়া ইংৰাজী ক'ব পাৰে বুলি ধৰণীয়ে জনা নাছিল। বেছিভাগ কথাই অসমীয়াত হৈছিল যদিও বহুখিনি ইংৰাজী কথাত ধৰণী বোবা হৈ গৈছিল। প্ৰথমবাৰৰ বাবে ধৰণীৰ উপলব্ধি হ'ল, সি যেনে-তেনে কলেজত পঢ়িব লাগিছিল। শিক্ষাইহে মনুষ্যত্বৰ সংস্কাৰ সাধন কৰে। নিমানন্দ গোসাঁয়ে কোৱা এই কথাষাৰ আজি হাড়ে-হিমজুৱে সি উপলব্ধি কৰিছে। আজি এই কথা-বতৰাবোৰত নিজকে তাৰ বৰ নিঃকিন যেন লাগিছে। গোসাঁয়ে প্ৰায়ে কয়, প্ৰচুৰ ধন-সম্পত্তিৰ গৰাকীজনেও জ্ঞানৰ চহকীৰ ওচৰত হীনমান্যতাত ভোগে। ডকাইতি বা চুৰি কৰিও বিত্তবান হ'ব পাৰি, কিন্তু জ্ঞানী এইদৰে হ'ব নোৱাৰি। ধৰণীৰ এই অঞ্চলত যথেষ্ট মান-সম্মান আছে, তথাপিও

আজি সি শিক্ষাৰ অভাৱ বৰকৈ অনুভৱ কৰিছে। — 'কি ভাবিছা ধৰণী?' — মিচেছ খান্নাৰ মাতত ধৰণী উচপ খাই উঠিল। ধৰণীয়ে সহজভাৱে ক'লে — 'নাই, আপোনালোকৰ কথাবোৰ মনোযোগেৰে শুনি আছোঁ'। মিচেছ খান্নাই এইবাৰ গোসাঁইৰ ফালে চাই সুধিলে — 'প্ৰভু আপুনি এই অঞ্চলত থাকোঁতেও, ইয়াত ধৰ্ম লৈ কেনেকৈ কাজিয়া হয়? নকুলহঁতৰ দৰে মানুহৰ দৌৰাত্ম্য কেনেকৈ বাঢ়ি গৈছে? আপুনি কিয় সলনি কৰিব পৰা নাই ইহঁতক?' নিমানন্দ গোসাঁয়ে থাপনাৰ চাকিগছৰ শলিতাডাল অলপ আগবঢ়াই দি পুনৰ কাঠৰ চকী এখনত বহিলহি। কিছুপৰ তেওঁ মৌন হৈ থাকি ক'লে — 'এষাৰ প্ৰবচন আছে, দেৱতাই অমৃতৰ দ্বাৰা নিজক বন্দী কৰিলে পশুৱে নিজৰ প্ৰবৃত্তিৰে নিজক বন্দী কৰিলে আৰু মানুহে সাধনাৰ দ্বাৰা নিজক মুক্ত কৰিলে'। যি মানুহে নিজক মুক্ত কৰিব পৰা নাই, তেওঁ পশু সমাজৰে বাসিন্দা হৈ থাকে। শাৰীৰিক বল, লালসা, ক্ষমতাৰে মুক্তিগৃহৰ তলা খুলিব নোৱাৰি। জ্ঞানৰ সাধনাৰেহে পাৰি। আজিকালিৰ শিক্ষা পদ্ধতিয়ে ব্যক্তিৰ মনৰ দুৱাৰ প্ৰসাৰ নকৰে, আত্মস্বাৰ্থ আৰু প্ৰকৃত অহংকাৰৰ পথহে দেখুৱায়। সেইবাবেই কৈছোঁ, এখন প্ৰকৃত শিক্ষাৰ বিদ্যালয় লাগে, য'ত মনুষ্যত্বৰ শিক্ষাও প্ৰাপ্তি হয়।

যস্তু অৱিজ্ঞানবান ভৱতি অয়ুক্তেন মনসা সদা।
তস্যেন্দ্ৰিয়ানি অৱশ্যানি দুষ্টাশ্বা ইৱ সাৰথেঃ।

যি বিবেকহীন, চঞ্চল, তেওঁ ইন্দ্ৰিয়ৰ বশত নাথাকে, যেনেকৈ দুষ্ট ঘোঁৰা সাৰথিৰ বশত নাথাকে। ইহঁতৰ স্বভাৱেই সৰ্বনাশ মাতি আনে নিজৰ। বোকাত থাকিও পদুমে যিদৰে গাত বোকা নলগাই, ঠিক তেনেকৈয়ে আমি এই সকলোবোৰৰ মাজত ভাল কাম, ভাল চিন্তাৰ পথ বাছিব লাগিব। সপোনৰ খট্‌খটী বৰ ঠুনুকা, অথচ এই সপোনৰ খট্‌খটীৰে আমি গৈ শিলৰ দৰে ৰাস্তা তৈয়াৰ কৰিব লাগিব। বেয়া আছে বাবেই ভালৰ বিচাৰ হয়, ভাল আছে বাবেই বেয়াৰ বিচাৰ হয়। শ্বেলীয়ে কোৱা নাছিল জানো, 'If winter comes, can spring be far behind?' সদায় শীত নাথাকে, শীতকালৰপৰা বসন্ত দূৰত নাথাকে। আমি বসন্তৰ প্ৰতীক্ষাত থাকিহে কাম কৰি যোৱা উচিত।'

সন্ধিয়া নামি আন্ধাৰ হৈছিল। বাটচ'ৰাৰ মুখৰ খৰিকাজাইৰ মৃদু সুগন্ধই আন্ধাৰখিনিও সুগন্ধি কৰি পেলাইছিল। দূৰৈত কোনোবাই চিঞৰি গাইছে নামঘোষাৰ পদ—

শুদ্ধে বা অশুদ্ধে এক নাম বোলে বা শুনেবা মনে থৰে
অপৰাধহীন পুৰুষক সদ্যে তাৰে।
দেহ ধন জন অৰ্থলোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে
সেহি হৰি নামে তাৰিত শীঘ্ৰে নপাৰে।

পদ গোৱা মানুহটো ওচৰ চাপি আহিল। ধনঞ্জয় দাস। গোসাঁইৰ গা-ৰখীয়া, সহচৰ। গাই গৰু দুজনী সি গোহালিলৈ লৈ আহিছে। মিচেছ খান্নাই হঠাতে হাউলি গোসাঁইৰ ভৰি চুই ক'লে—'আজি মই মনত বৰ শান্তি পালোঁ। মাজে মাজে আহিব পাৰিম নে?' গোসাঁয়ে ক'লে—'আই, ভৰি নুচুবা। বেয়া পাওঁ মই'।

ঃ কিয় প্ৰভু?

ঃ ই আমাৰ ভাৰতীয় সংস্কাৰ। বৰ ভাল নিয়ম। মানুহক দেৱত্ব প্ৰাপ্তিৰ স্বীকৃতিৰে সেৱা জনোৱা হয়। আত্মা সদায় সেৱাৰ যোগ্য। মই সেই পৰ্যায় পোৱাগৈ নাই। তুমি আহিবা, কিন্তু এইদৰে আৰু সেৱা নকৰিবা। — মিচেছ খান্নাই বিমুগ্ধ নয়নেৰে গোসাঁইলৈ চাই নমস্কাৰ কৰি ধৰণীক ক'লে — 'ব'লা মোক ঘৰত থৈ আহিবা।'

নৈ-পাৰৰ এই ৰাস্তাটো দুভাগ হৈ, এটা ৰাস্তা গৰ্ডন চাহাবৰ বঙলা থকা টিলালৈ আৰু আনটো লেবাৰ ক'লনিৰ কাষেৰে গৈ মূল ৰাস্তাত উঠিছেগৈ। মিচেছ খান্না গাড়ীত উঠিবলৈ লৈ হঠাতে ক'লে — 'ড্ৰাইভাৰ, গাড়ীখন লৈ গৈ হাইকমাণ্ড ষ্টোৰৰ ওচৰত ৰাখা। আমি এইখিনি বাট খোজকাঢ়ি যাম'। ধৰণী এই আকস্মিক প্ৰস্তাৱত আচৰিত হ'ল। সি অস্বস্তিৰে ক'লে — 'ইয়াৰপৰা আঢ়ৈ কিলোমিটাৰ ৰাস্তা। সন্ধিয়া লাগিল — কেনেকৈ খোজ কাঢ়িব?' — মিচেছ খান্নাই হাঁহি মাৰি ক'লে — 'মই খোজ কাঢ়িব পাৰোঁ'।

ধৰণীৰ কাষে কাষে মিচেছ খান্না নিমাতে খোজকাঢ়ি আহি থাকিল। কানি-মুনি সন্ধিয়াৰ মাজেৰে গোহালিত মহ খেদাবলৈ জাক দিয়া ধোঁৱাৰ গোন্ধ বতাহৰ সৈতে বিয়পি পৰিছিল। নেপালী খুঁটিৰপৰা যোৱা ৰাজুবাহাদুৰে ধৰণীক মাতি থৈ গ'ল— 'কোৱাইটি ভালনে?' সি চাইকেলখন কেৰেচিয়াকৈ লৈ যাওঁতে গাখীৰৰ ধোংৰা আৰু চাইকেলৰ শব্দ হ'ল। ৰাজুৰ চাইকেলৰ টিলিঙা নবজালেও বাজি যায়। বহু দূৰলৈকে সেই শব্দ হৈ থাকিল। 'মহচিন গৈছিল মোৰ ঘৰলৈ কালি।' মিচেছ খান্নাই সহজভাৱে ক'লে — 'এদিন তাৰ ঘৰলৈ যাম। সি ৰাজা বাবুৰ্চিৰ নাতি বুলি জানি মোৰ মনটো বৰ কেনেবা লাগি গ'ল। মই বাবুৰ্চিৰ পৰিয়ালৰ

কোনোবা আছে বুলি ভবাই নাছিলোঁ'। ধৰণী আচৰিত হ'ল মিচেছ খান্নাৰ কথাত। ৰাজা বাবুৰ্চিৰ কথা মিচেছ খান্নাই জানিলে কেনেকৈ? মিচেছ খান্না ৰহস্যময়ী হৈ পৰিছে দিনে দিনে ধৰণীৰ বাবে। 'মই এই ঠাইবোৰ মাজে মাজে ঘূৰি ফুৰোঁ। গৰ্ডন চাহাবৰ বঙলাটোৰ কাঠবোৰ ভালে আছে। দুৱাৰ-খিৰিকীবোৰ মেৰামতি কৰিলে ভাল হ'ব। ধৰণী, সেই টিলাটো পাৰ হৈ এচিষ্টেন্ট মেনেজাৰ আৰু মেনেজাৰৰ বাংলো' আছিল। সেই ঘৰ দুটা কি হ'ল?'

ঃ কেনেকৈ জানিলে এইবোৰ কথা? — ধৰণী খোজকাঢ়ি থকাৰপৰা ৰৈ দিলে হঠাৎ।

ঃ এই কেইদিন এইবোৰ খবৰেই লৈ ফুৰিছোঁ। এখন ঠাইত থাকিবলৈ আহিছোঁ যেতিয়া অতীত-বৰ্তমান সকলো জনা দৰকাৰ। মিচেছ খান্নাই খিলখিলাই হাঁহিলে এইবাৰ। ধৰণীয়ে মনত পেলাবলৈ যত্ন কৰি ক'লে — আমি স্কুলত পঢ়ি থাকোঁতেই এই ঘৰ দুটা মানুহে ভাঙিছিল। গৰ্ডন চাহাবে আত্মহত্যা কৰোঁতে মই মাত্ৰ চতুৰ্থ শ্ৰেণীত পঢ়োঁ। চকুৰ পচাৰতে সকলো থান-বান হৈ গ'ল। এই বাগিচাখন হেনো গৰ্ডন চাহাবৰ দেউতাকে প্ৰথম পাতিছিল। পঞ্চাশ বছৰীয়া এখন বাগিচা শেষ হওতে পোন্ধৰ বছৰেই নালাগিল। ঘৰ দুটাত কোনো নাছিল। সেই ঠাইতে এতিয়া সেউজপুৰ নামৰ বৃহৎ অঞ্চলটো। ক'ৰপৰা যে মানুহ আহিল, বহু বিঘা মাটি একেলগে দখল কৰি চন্দন, জগত চিংহঁতে ৰাখি থ'লে। এনেকৈয়ে মাটিবোৰ বিক্ৰী হ'ল। চাহ গছবোৰ দুবছৰমান এনেয়ে থাকোঁতে দীঘল হৈ গ'ল। মানুহে গছবোৰ উঠাই খৰি খালে, বেচিলে। মুঠৰ ওপৰত আমি এই বাগিচাৰ ধ্বংস চকুৰ আগত দেখিছোঁ। আমাৰ দেউতাহঁতো এসময়ত ঢকুৱাখনাৰপৰা ভাগি অহা মানুহ। বাগিচাৰ কাষৰ মাটিত খোপনি পুতিছিলহি। হাবি-জংঘল পৰিষ্কাৰ নিজেই কৰিছিল। বাগিচাৰ মানুহৰ সৈতে বৰকৈ সম্পৰ্ক নাছিল।

'সেই বাগিচাত থকা এচিষ্টেন্ট মেনেজাৰজনৰ নাম অজয় মেহতা আছিল। তেওঁ এগৰাকী খাচিয়া মহিলা বিয়া কৰাইছিল। পিছে সেই অজয় মেহতাৰ সৈতে পত্নীৰ মনোমালিন্য ঘটিছিল। তেওঁ শ্বিলঙলৈ গুচি গৈছিল। অজয় মেহতা বাগিচা বন্ধ হোৱালৈকে আছিল, তাৰ পিছত তেওঁ 'টি অক্সন চেন্টাৰ' এটাত যোগদান কৰিবলৈ দিল্লীলৈ গুচি গৈছিল।

এয়া প্ৰায় ত্ৰিছ বছৰ আগৰ কথা। মহচিনৰ ককাক ৰাজা বাবুৰ্চিয়ে বহুত কথা জানিছিল। চেতন বৰুৱাই জানে কিছু কথা। মহচিনহঁত আজিৰ ল'ৰা। এইবোৰ কথা নাজানে। কিন্তু মহচিনক দেখি, তাৰ সৈতে কথা পাতি মই বুজিছোঁ, মানুহৰ চৰিত্ৰৰ ভাল আৰু বেয়া বহুগুণ বংশ-পৰম্পৰাৰ ৰক্তত প্ৰবাহিত হয়। এয়া মানুহৰ চৰিত্ৰৰ দৈহিক বিজ্ঞান, বিজ্ঞান মানেই সত্য। ৰাজা বাবুৰ্চিৰ চৰিত্ৰত থকা নিষ্ঠা মহচিনৰ চৰিত্ৰতো আছে। পৰিস্থিতিয়ে মহচিনক হয়তো বিভ্ৰান্ত কৰিব পাৰে, কিন্তু মহচিন অসৎ হ'ব নোৱাৰে। সেইবাবেই সি ইমান কম বয়সতে মানুহৰপৰা মৰম, বিশ্বাস আদায় কৰিব পাৰিছে।'

'তুমি জানানে নকুলহঁতে মহচিনহঁতৰ পৰিয়ালটো সেই টিলাৰপৰা উঠি যাবলৈ ভাবুকি দি আছে। সিহঁত হেনো বহিৰাগত, ককাক আহিছিল চিতাগঙৰপৰা, গতিকে সিহঁত তালৈ উভতি যাব লাগে। এয়াই দাবী সিহঁতৰ। এই টিলাটোৰপৰা এই পৰিয়ালটো উঠি গ'লেই নকুলহঁতে বত্ৰিছ বিঘা মাটিৰে সৈতে এই টিলাটো অধিকাৰ বিক্ৰী কৰিব। ভাগ পোৱাৰ আশাত নকুলৰ সৈতে হাত মিলোৱা মানুহৰ সংখ্যা বাঢ়িছে। বিশেষকৈ আমাৰ কলেজত পঢ়ি থকা ল'ৰাবোৰো তাৰ লগ লাগিছে। আজিকালি হেনো প্ৰায়ে নকুলৰ উদ্যোগত মদ-ভাতৰ পাৰ্টি হয়। তালৈ আমাৰ ল'ৰাবোৰ যায়, আমাৰ শিক্ষিত মানুহবোৰো যায়। এই অঞ্চল এতিয়া পৌৰ নিগমৰ অন্তৰ্ভুক্ত হ'ল। শুনিছোঁ নকুল হেনো 'ৱাৰ্ডকমিছনাৰ' উঠিব এই ঠাইৰপৰা। ....ধৰণীৰ কথা শেষ নহ'ল, মিচেছ খান্না হঠাৎতে সমুখলৈ হাউলি গ'ল।

'উস্' — মিচেছ খান্না উজুটি খাই পৰিবই খুজিছিল। ধৰণীয়ে ধৰি পেলালে। এজোপা বহঁতৰ শিপা ৰাস্তাৰ মাজলৈকে আহি বেয়াকৈ ওলাই আছে। এই বহঁতজোপাই লেবাৰ লাইন আৰু নৈৰ উত্তৰপাৰৰ সীমা। এখন নিমজ পথাৰ আৰু সিপাৰে ৰিণি ৰিণি দেখা ব্ৰহ্মপুত্ৰৰ শোভাই এই ঠাইখনক অপৰূপ কৰি তুলিছে। মিচেছ খান্নাই দীঘলকৈ উশাহ লৈ ক'লে—'পৃথিৱীৰ বহু ঠাই মই ঘূৰিছোঁ ধৰণী, কিন্তু এই ঠাইৰ সৈতে তুলনা নহয়। মই ঠাইৰ মায়াত সদায় বন্দী হৈ থাকিব খোজোঁ.... ইয়াতে মৰিবলৈ বিচাৰোঁ— সৌ ব্ৰহ্মপুত্ৰৰ পাৰৰ বালিত মই মিলি যাব খোজোঁ.... হঠাতে ধৰণীয়ে মিচেছ খান্নাৰ হাতত খামুচি ধৰি ক'লে নক'বা। মৃত্যু শব্দটো আৰু নানিবা মুখলৈ। মই সহ্য কৰিব নোৱাৰোঁ।' মিচেছ খান্না অবাক হৈ গ'ল। ধৰণী সঁচাকৈয়ে অন্য মানুহ হৈ গৈছে। সি মিচেছ খান্নাক এখন হাতেৰে সাবটি ধৰিছে হঠাতে। যেন মৃত্যু নামৰ শব্দটোৰ ছাঁয়াৰপৰা আঁতৰাই লৈ

আহিব খুজিছে। আন্ধাৰৰ মাজত দুবৈৰ নদীত নাৱত ওপঙি ফুৰা পোহৰৰ দৰে, মিচেছ খান্নাই অনুভৱ কৰিলে ধৰণীক। এই মুহূৰ্তত ধৰণীক সুপ্ৰাচীন বইত গছজোপাৰ দৰে লাগিছে। গভীৰ প্ৰত্যয় থকা পুৰুষ প্ৰত্যেক নাৰীৰে কাম্য। —মিচেছ খান্নাও নাৰী।

নীৰেন, প্ৰতুলহঁতৰ বাবে ভগ্না পুৰণি মেচিন নাওখন যৌবনৰ নিষিদ্ধ সোৱাদৰ নিৰাপদ আশ্ৰয়। আজি দুমাহ মানৰপৰা সিহঁতৰ বন্ধুৰ সংখ্যাও বাঢ়িছে। মদ, ভাং, চিগাৰেটৰ মাজে মাজে নাৰীদেহৰ বৰ্ণনাই সিহঁতৰ আলোচনাৰ মুখ্য বিষয়। প্ৰতুলে হায়াৰ ছেকেণ্ডাৰী পাছ কৰিব নোৱাৰিলত, ভি-চি-ডিৰ ব্যৱসায় কৰিবলৈ মন মেলিলে। এই অঞ্চলত হঠাতে ভি-চি-ডিৰ চাহিদা বাঢ়িছে। ভাড়াত ভি-চি-ডি প্লেয়াৰ আনি ঘৰত চিনেমা চোৱা, বিয়া-বাৰুত চিনেমা দেখুৱাৰ প্ৰৱণতা বঢ়াৰ লগে লগে, নিষিদ্ধ চিনেমাৰ সোৱাদ লভা মানুহৰো সংখ্যা বাঢ়িছে। নীৰেনে আগদিনা চোৱা এনেকুৱা এখন ছবিৰ উত্তেজক মুহূৰ্ত এটাৰ সৰস বৰ্ণনা দি আছিল। সি এনে সময়ত, চুবুৰীয়া চিনাকি ছোৱালী বা বোৱাৰী এজনী কল্পনা কৰি লৈ বৰ্ণনা দিয়ে। প্ৰতুলে ঠিক কৰি পেলালে। সি এটা ভি-চি-ডি প্লেয়াৰ কিনি ভাড়াত দিব। কেছেট লাইব্ৰেৰী এটা কৰিব। নিশা মনে মনে ব্লু-ফিল্ম দেখুৱাব। প্ৰথমে দেউতাকৰপৰা অলপ পইচা ল'ব। ইনষ্টলমেণ্টত কিনিলেও লোকচান নহয়। এমাহত সুদে-মূলে দাম উঠি যাব। 'কিন্তু ৰীতাক কেনেকৈ পাম?' — ঢুলঢুলীয়া চকুৰে নীৰেনে সুধিলে।

ভাঙৰ সৈতে ধপাতৰ গুড়ি মিহলাই ছিলিমত ভৰাই তৃপ্তিৰে হুপি থকা আব্বাছে সুধিলে — 'কোন ৰীতা?'

ঃ এই যে, পি-ডব্লিউ-ডিৰ ঠিকাদাৰ বিপুল বৰাৰ নতুনকৈ বিয়া কৰাই অনা কইনাজনী। নীৰেনৰ ঘৰৰ ওচৰৰ। নবৌ বুলি সি মাতে যদিও, ৰীতাই গা ধুই চোতালত কাপোৰ মেলিবলৈ আহোঁতে সি চাই থাকে মনে মনে। তাই চোতালত শুকাবলৈ মেলি দিয়া ব্ৰেচিয়াৰ চাই সি কল্পনাত বিভোৰ হয়। তাইৰ বুকুখন বিশ্বাস কৰ.... মাইৰী....

ঃ এই কি কৰিছ ইয়াত?

বজ্ৰপাত হ'লেও বোধহয় ইমান ভয় নাখালেহেঁতেন এই মাতত। আচম্বিতে অহা এই মাত অনুসৰণ কৰি নীৰেন, প্ৰতুল, আব্বাছৰ ভৰি-হাত কঁপিবলৈ ধৰিলে। ধৰণীদা.... অতি কষ্টেৰে নীৰেনে উচ্চাৰণ কৰিলে। প্ৰতুল থিয় হ'ব খুজি আকৌ বহি পৰিল। আব্বাছ একে ঠাইতে বহি থাকিল। 'সদায় তহঁত এইবোৰ কৰিবলৈ ইয়ালৈ আহ?' নীৰেনে পৰ্ণগ্ৰাফীৰ কিতাপখন ছাৰ্টৰ ভিতৰলৈ সুমুৱাবলৈ যত্ন কৰোঁতে হাতৰপৰা সৰি পৰিল। কিতাপখনৰপৰা চতুষ্পদীৰ ভংগিমাত আঁঠু কাঢ়ি থকা এজনী উলংগ বগীমেমে ধৰণীৰ ফালে চাই থাকিল। ধৰণীয়ে কিতাপৰ সেই সজীৱ ৰঙীন ফটো চাব নোৱাৰি চকু মুদি দিলে। নীৰেনহঁতৰ সন্মুখত ধৰণীৰ কাণ-মূৰ ৰঙা হৈ পৰিল। 'অসভ্য, ব'ল এতিয়াই তহঁতৰ মাৰ-বাপেৰৰ হাতত গটাই দিমগৈ এইবোৰ। এই জনমানৱহীন ঠাইত এইবোৰ অপকৰ্ম আৰম্ভ কৰিছ!'

'চুপ থাকা তুমি। বেছি সাধু নেদেখুৱাবা। সেই টিলাটোত থকা মানুহজনীৰ সৈতে তুমি কি কৰা আমি নাজানো নেকি!' — হঠাতে প্ৰতুলে কোৱা এই কথাষাৰে ধৰণীক স্তব্ধ কৰি দিলে। এই বয়সৰ কোনো ল'ৰাই ধৰণীক এনেকৈ কথা ক'বলৈ সাহস কৰা নাছিল। প্ৰতুলৰ কথাৰ লগে লগে নীৰেনে ক'লে — 'তুমি এই ভগা মেচিন নাওখনলৈ কিয় আহিছা? এই ঠাইলৈ মানুহ নাহে। তুমিও তাইক লৈ — স্ফূৰ্তি কৰিবলৈ ঠাই বিচাৰিছা নেকি?' নীৰেনৰ জিভা কথা কওঁতে লাগি ধৰিছে। ধৰণীয়ে সৰ্বশক্তিৰে নীৰেনৰ গালত এটা চৰ মাৰিলে। তাৰ পিছতে নিচাগ্ৰস্ত মানুহৰ দৰে বালিৰ ওপৰেৰে খোজকাঢ়ি সি পুনৰ অহাবাটে ঘূৰি গ'ল। সময় পৰিবৰ্তন হৈছে ঠিকেই, কিন্তু এনেদৰে পৰিবৰ্তন হৈছে বুলি ধৰণীয়ে ভাবিব পৰা নাছিল।

## ঘটনা নং - ১

অঞ্চলটোত খবৰটোৱে হেজাৰ হেজাৰ পোৱালি পাৰি যেনিয়ে-তেনিয়ে মেলি দিলে। প্ৰথমে নীৰেনে আহি খবৰটো দিলে শৈৱালক। সি নিজ চকুৰে দেখি আহিছে মিচেছ খান্নাৰ সৈতে ধৰণীদা বহি আছে ব্ৰহ্মপুত্ৰৰ পুৰণি ভগা মেচিন নাওখনত। 'সেইফালে কিয় গৈছিলি?' শৈৱালে নীৰেনক সন্দেহেৰে সুধিলে।

ঃ এনেয়ে।

ঃ এনেয়ে নহয়, মই জানো।

ঃ কি জান?

ঃ তই, প্ৰতুল, আব্বাছে, সেই পুৰণি মেচিন নাৱত বহি ভাং খাৱ।

ঃ মিছা কথা। — নীৰেন গৰ্জি উঠিল। ধৰণীদাই সেই মানুহজনী লৈ বহি আছে, চাই আহগৈ। ধৰণীদা, সদায় মিচেছ খান্নাৰ ঘৰলৈ যায়। ৰাতি টিলাটোৰপৰা নামি অহা সকলোৱে দেখে। আজিকালি সন্ধিয়া দোকানলৈ নাহে — সেই মাইকীজনীৰ তালৈ যায়। সকলোৱে জানে। ধৰণীদাক ভয়তে কোনেও একো নকয়। আজি মই নিজেই সকলোকে ক'ম। এই অঞ্চলত এইদৰে মতা-মাইকীয়ে খোলা-খুলিকৈ কেতিয়াও অশালীনভাৱে বহা নাছিল। সীমা চেৰাই গৈছে। নীৰেনে দাঁত-মুখ কৰচিলে।

ঃ মিচেছ খান্না ধৰণীদাৰ ঘৰলৈও আহে, আজিকালি সেয়া সকলোৱে জানে। — শৈবালে ধৰণীৰ সপক্ষে যুক্তি দিলে।

ঃ আহে যদি ঘৰলৈ আহিব পাৰে, তেন্তে নিৰ্জন মেচিন নাৱত দুয়োটাই কি কৰিছেগৈ? — নীৰেনৰ কথাত শৈবাল মনে মনে থাকিল। ধৰণী দলেৰ দৰে সৎ-সাহসী মানুহজন লুকাই-চুৰকৈ মিচেছ খান্নাৰ সৈতে মেচিন নাৱত বহি থাকিব, সেই কথা শৈবালৰ বিশ্বাস কৰিবলৈ টান লাগিল। শৈবাল দীপুৰ ঘৰ পালেগৈ। দীপুক সবিশেষ ক'বলৈ মুখ মেলোঁতেই দীপুৱে বাধা দি কৈ উঠিল—মই সকলো জানো শৈবাল। কথাবোৰ সঁচা। ধৰণীদা আগৰ ধৰণী দলে হৈ নাই। যোৱা বহু মাহ প্ৰত্যেক সন্ধিয়া মিচেছ খান্নাৰ ঘৰলৈ ধৰণীদা যায়, নিশা প্ৰায়ে তাতে ভাত খাই ঘৰলৈ ওভতে। প্ৰথমে কথাবোৰ মানুহে সহজভাৱে লৈছিল। পিছে এতিয়া আৰু কোনেও সহজভাৱে কথাটো লোৱা নাই।

ঃ এতিয়া কি হ'ব?

ঃ কি হ'ব মানে? ধৰণীদাক আমিয়েই কথাটো ক'ব লাগিব। মিচেছ খান্না কি চৰিত্ৰৰ, ক'ৰ মানুহ আমি নাজানো। এই অঞ্চলটোৰ মানুহৰ এটা সন্মান আছে, একতা আছে। এইবোৰ বজৰুৱা মদৰ পাৰ্টি কৰা মাইকী মানুহ। আমাৰ অঞ্চলৰ ওচৰৰ কেইবাটাও টিলাত এনেকুৱা ফাৰ্ম-হাউছ হৈছে। ক'তা তাৰ মানুহবোৰৰ কোনেও এইবোৰ কৰা নাই। শনিবাৰ-দেওবাৰে আহি গুচি যায়। তেওঁলোকে নামঘৰলৈ চান্দা দিছে। আমাৰ ক্লাবলৈও পইচা দিছে। মিচেছ খান্নাৰ ঘৰলৈ দুবাৰো ল'ৰা গৈছে — তেওঁ এটকাও দিছেনে? তেওঁৰ সম্পৰ্ক নাই আমাৰ সৈতে, আমাৰো সম্পৰ্ক নাই তেওঁৰ সৈতে। মিচেছ খান্নাই মোক গাড়ীত বহুৱাৰো কিবা উদ্দেশ্য আছিল। এতিয়াহে বুজিছোঁ। মানুহজনীৰ চৰিত্ৰ ভাল নহয়। মোকো তেওঁৰ ঘৰলৈ মাতিছিল, নগ'লোঁ। ধৰণীদা হোজা মানুহ, ফান্দত পৰিল। কিবা এটা কৰিব লাগিব। বদনাম হৈ যাব নহ'লে আমাৰ।

## এখন অন্য পৃথিৱীৰ কথা....

জোনটো পাহাৰৰ সেই নিৰ্দিষ্ট ভাঁজকেইটাৰ মাজেৰে উঠি আহিছিল। ৰূপৰ পাত্ৰত হীৰা মিহলোৱাৰ দৰে পানীবোৰ চিক্‌মিকাই উঠিছিল। দূৰৈত মাছমৰীয়া নাৱত টিমিকি চাকিবোৰ পানীত অহা-যোৱা কৰি থাকিল। এই অপৰূপ দৃশ্য ধৰণীয়ে দুবাৰ দেখিছে। অৰ্থাৎ প্ৰায় দুটা পূৰ্ণিমাৰ শোভা ধৰণীয়ে দেখিছে। একেই পাহাৰ একেই ব্ৰহ্মপুত্ৰ, অথচ এই দৃশ্য ইমান কাষতে থকা, সত্বেও ধৰণীয়ে যোৱা চল্লিছটা বছৰে এই শোভা দেখা নাছিল। আৰু বহু বস্তুৰ সৈতে ধৰণী নতুনকৈ চিনাকি হৈছে। ধৰণীয়ে নতুনকৈ তাৰ আজন্ম চিনাকি ঠাইখনৰ সৈতে পৰিচয় হৈছে। সি নতুনকৈ প্ৰেমত পৰিছে। নদীখনৰ সৈতে, আকাশখনৰ সৈতে, গছ আৰু চৰাইবোৰৰ সৈতে। যিমানে সি এইবোৰ ভাল পাবলৈ লৈছে, সিমানে ধৰণীৰ অন্তৰখন অপৰাধবোধত দগ্ধ হৈছে। ক'ম ক'ম বুলিও সি মিচেছ খান্নাক একো ক'ব পৰা নাই। কিমান লানি নিছিগা কথা মিচেছ খান্নাৰ সৈতে হৈ গৈছে, অথচ ধৰণীয়ে কিমান কথাই ক'ব পৰা নাই!

ঃ কি ভাবিছা ধৰণী?— মিচেছ খান্না লাহে লাহে আন্ধাৰ হোৱা বননিলৈ ওলাই আহিল। এইমাত্ৰ গা ধুই আহিছে তেওঁ। ব্ৰহ্মপুত্ৰৰ শীতল জোনাকৰ সৈতে চেঁচা বতাহ এছাটি বৈ আহিল। ধৰণীৰ ভাব হ'ল ব্ৰহ্মপুত্ৰৰপৰা নহয়, মিচেছ খান্নাৰ শৰীৰৰপৰা বৈ আহিছে শীতল জোনাকৰ দৰে বতাহ। সদ্যস্নাত শৰীৰৰ শীতল বতাহ শুভ্ৰ শাড়ীৰ আঁচলত বান্ধি আনি তেওঁ এৰি দিছে ব্ৰহ্মপুত্ৰলৈ। ধৰণী লৰচৰ হৈ বহিল। সি ক'লে — 'একো ভবা নাই। বৰ ধুনীয়া হৈছে আকাশখন এইখন আকাশ মই যোৱা চল্লিছ বছৰে দেখা নাছিলোঁ'। মিচেছ খান্না ধৰণীৰ ওচৰতে বেতৰ চকী এখনত বহিল। 'আচৰিত লাগে ধৰণী, তুমি যেতিয়া এনেকৈ কোৱা। এই ঠাইৰ ৰূপ কল্পনা কৰি মই এসময়ত প্ৰায় বলিয়াৰ দৰে হৈছিলোঁ। এই টিলাটো প্ৰায় বিক্ৰী হৈ গৈছিলেই — মই দুগুণ দাম দি এই মাটিখিনি কিনি পেলালোঁ।'

ঃ আমি ইয়াত সদায় থকা মানুহ। তাৰোপৰি সৌন্দৰ্য

বিচাৰি ইয়াৰ মানুহ এই ঠাইলৈ অহা নাছিল। অভাৱ-দুৰ্ভাগ্যৰ সৈতে যুঁজ কৰি সৰহসংখ্যক মানুহ এই ঠাইলৈ আহি খোপনি লৈছিল। কোনোৱে দখল কৰি মাটি লৈছিল, কোনোৱে সস্তাতে এটি বাসস্থান সজাৰ বাবে মাটি পাইছিল। ছলে-বলে-কৌশলে জীৱন আৰু জীৱিকা লোৱা মানুহবোৰে কেনেকৈ দুচলা টিনপাট, এটা পকী ঘৰ, এটা টিউবৱেল বহুৱাই নিশ্চিত জীৱন-যাপন কৰিব পাৰে তাৰেই চেষ্টা অহৰহ কৰি আছে। এই অঞ্চলটোলৈ লাইটৰ খুঁটাই অহা নাছিল সাত বছৰ আগলৈকে। — তুমি যেতিয়া কোৱা, এই ঠাইত লাইট ভাল নালাগে, লাইট নুমুৱাই জোনাক নিশা বহি থাকিবলৈ ভাল, তেতিয়া মোৰ আচৰিত লাগিছিল। তুমি যেতিয়া গছ কাটি মাটি উলিওৱা দেখিলে কান্দি পেলোৱা মোৰ আচৰিত লাগিছিল, মই কিমান গছ এই হাত দুখনেৰে কাটি বগৰালোঁ। খৰি নহ'লে আমাৰ জুই নজ্বলিছিল। পইচাৰ টান পৰিলেই নৈ-পাৰৰ গছ কাটি বিক্ৰী কৰোঁ। তুমি যেতিয়া চৰাইবোৰ চাবলৈ দৌৰি ফুৰা — মই আচৰিত হৈছিলোঁ, কিমান চৰাই কেটেঁপাৰে আমি বধ কৰিলোঁ। গছৰ চৰাই কেটেপাৰে বগৰাই দিয়াটোৱেই আমাৰ খেল আছিল। চৰাই বাহৰ কণী অনা, বাহ ভঙা কামবোৰত দোষণীয় কিবা আছিল বুলি নাভাবিছিলোঁ। পখিলা-জিএাৰ পাখি ভঙা আমাৰ প্ৰিয় খেল আছিল — কিন্তু তোমাক লগ পোৱাৰ পিছৰপৰা মোৰ কেতিয়াও নোহোৱা এক অপৰাধবোধ হ'বলৈ ধৰিছে। কেনেকৈ কথাবোৰ মই মানুহবোৰক বুজাওঁ — দীপুহঁতক বুজাওঁ। এই যে গছ কাটি, টিলা-পাহাৰ কাটি সোমাই আহিছে বিয়াগোম ট্ৰাকবোৰ। ক'লৈ কোনে মাটি-বালি নিছে আমি নাজানো। আমি কেৱল প্ৰত্যক্ষ কৰিছোঁ। তুমি যেতিয়া মোক সোধা — 'এই যে তোমালোকৰ কাষৰ টিলাবোৰৰ মাটি-শিল খহাই সমান কৰা হৈছে, গছ-বন ধ্বংস কৰা হৈছে, শৰীৰৰ মঙহ লৈ যোৱাৰ দৰে অনুভৱ হয়নে নহয়?' প্ৰথমে তোমাক মিছা মাতিছিলোঁ। আমাৰ কাৰো অনুভৱ নহয়। অনুভৱৰ বাবে স্নেহ বা ভালপোৱাৰ দৰকাৰ। প্ৰকৃততে এই অঞ্চলটো আমি আমাৰ সুবিধাৰ বাবে ব্যৱহাৰ কৰি আহিছোঁ, ভাল পোৱা নাছিলোঁ। নহ'লে ইয়াত এসময়ত চৰি থকা হৰিণা পহু আমি মাৰিব নোৱাৰিলোঁহেঁতেন, গছবোৰ নিৰ্দয়ভাৱে কাটিব নোৱাৰিলোঁহেঁতেন। শৰালি, কপৌ, দেওডৰিক, কণামুচৰি, বগলী এইবোৰ মাৰিব নোৱাৰিলোঁহেঁতেন। আজিকালি এইবোৰ মোৰ ঘূৰাই পাবলৈ মন যায়। তোমাৰ কথাবোৰ শুনি মোৰ আগৰ দৰে জাক জাক শৰালি হাঁহ উলুবনিত পৰা দৃশ্য চাবলৈ মন যায়। বালিৰ চটালৈ উঠি অহা ডুৰাকাছ চাবলৈ মন যায়, পানীৰপৰা মূৰ উলিয়াই জঁপিওৱা শিহু চাবলৈ মন যায়, বাহ পিঠিয়া মাছৰ খেদা-খেদি চাবলৈ মন যায়, ৰাতি মনে মনে বাৰীৰ শাক খাবলৈ অহা শৰ পহু চাবলৈ মন যায়, এইবোৰ হেৰাই যোৱাৰ পিছতহে অনুভৱ হৈছে আমি চিৰদিনৰ বাবে এইবোৰ হেৰুৱালোঁ। আমিয়েই দায়ী। এই কথাবোৰে মোক শান্তিত থাকিবলৈ নিদিয়া হৈছে। — আপোনভাৱে ধৰণীয়ে কৈ যোৱা কথাবোৰ শুনি মিচেছ খান্না নিমাতে থাকিল।

নিৰ্জন সন্ধিয়াটো গভীৰ হৈ আহিল। মিচেছ খান্নাই ধৰণীক বন্ধুত্ব গাঢ় কৰিবলৈকে 'তুমি' সম্বোধন কৰিবলৈ কোৱাৰপৰা ধৰণীয়ে এই কথাবোৰ ক'ম বুলি ভাবি আছিল। আজি সুযোগ পাই কৈ পেলালে কথাবোৰ। মিচেছ খান্নাই সদায় কয় — মানুহ, গছ-গছনি, চঁৰাই-জীৱ-জন্তু প্ৰকৃতিৰ সন্তান। মানুহ নিজেই প্ৰকৃতিৰ সৃষ্টি। প্ৰকৃতিয়ে অকৃপণভাৱে তোমাক সকলো দিছে, তুমি কেৱল সদ্ব্যৱহাৰ কৰা। কিন্তু মানুহ ইমান অহংকাৰী যে মানুহে প্ৰকৃতিৰ সন্তান বুলি ভবাতকৈ প্ৰকৃতিকহে দখল কৰি শান্তি বিহিছে। কেঁকোৰা পোৱালিয়ে মাতৃক কুৰুকি খোৱাৰ দৰে মানুহৰ স্বভাৱ। নতুনকৈ এই অঞ্চললৈ অহা এই মানুহজনীয়ে এই ঠাইখন কিমান গভীৰ ভাল পোৱাৰে সাবটি লৈছে, এই তুলনা হোৱাৰপৰা ধৰণীৰ ভিতৰৰ মানুহটো দিনে দিনে অশান্ত হৈ পৰিছে। সি নিজেও কিছুদিনৰপৰা অঞ্চলটোৰ পাহাৰ কটা, গছ কটা মানুহবোৰৰ সৈতে কাজিয়া কৰিবলৈ লৈছে। কোনোদিন কাজিয়া নকৰা ধৰণীৰ এই স্বভাৱত যে অঞ্চলটোৰ বহু মানুহ অসন্তুষ্ট হৈছে সেই কথাও ধৰণীয়ে বুজি উঠিছে। কিন্তু উপায় নাই, জীৱনৰ এক অন্য সোৱাদে ধৰণীক বলিয়া কৰি তুলিছে। সি ক'ব নোৱাৰাকৈ তাৰ ঘৰৰ কাষৰ পাহাৰটো, নৈখন, গছবোৰক ভাল পাবলৈ লৈছে। ভাল পোৱাই নহয়, প্ৰায়শ্চিত্তৰ বাবে সিহঁতক ৰক্ষা কৰিবলৈ মনে-প্ৰাণে সংকল্প লৈ পেলাইছে।

ঃ ধৰণী, কিয় মনে মনে আছা? — মিচেছ খান্নাই সুধিলে।

ঃ কিয় তুমি দেখোন কৈছিলা, এনেকুৱা জোনাক নিশা কথা পাতিব নালাগে। কেৱল অনুভৱ কৰিব লাগে।

ঃ ধৰণী, মোৰ বৰ দুখ হয়। মই পৰজন্ম বিশ্বাস নকৰোঁ। ইজন্মতে মোক সকলো লাগে। মানুহ-পৃথিৱী

সকলোকে ভাল পাবলৈ লাগে। অথচ সকলো বিচৰা মানুহজনী কিমান নিঃসংগ।

ঃ এইবোৰ কথা বহুবাৰ শুনিছোঁ — তুমি আকৌ নক'বা।

ঃ ধৰণী, তুমি বিয়া নকৰোৱা কিয়?

ঃ এই বয়সত? মোৰ লগৰ ল'ৰাৰ ল'ৰা-ছোৱালীবোৰ অন্তি কমেও বাৰ বছৰীয়া হ'ল।

ঃ তাতে কি হ'ল? তোমাৰ যেনিবা পলম। মোৰ বিশ্বাস তুমি আনতকৈ বেছি সুখী হ'বা—কাৰণ তুমি সৰল মানুহ। তুমি মোৰ দৰে ভুল নকৰিবা।

ঃ ভুল কৰিছিলোঁ ময়ো। এজনী বিবাহিতা মহিলাক ভাল পাইছিলোঁ। মনে মনে তেওঁক লৈ এই ঠাইৰপৰা পলায়ন কৰিব খুজিছিলোঁ।

ঃ এই কথা মোক কিয় কোৱা নাছিলে?

ঃ কাকোৱেই নক'লোঁ, কোনেও নাজানিলে।

ঃ তেওঁ ক'ত এতিয়া?

ঃ নাই।

ঃ নাই মানে?

ঃ মানুহজনীক গিৰীয়েকে নিতৌ মাৰ-ধৰ কৰিছিল। তাইৰ সন্তান নাছিল। বাঁজী তিৰোতা বুলি গিৰীয়েকৰ ঘৰৰ সকলোৱে তিৰস্কাৰ কৰিছিল। এদিন তাই অত্যাচাৰত দেদাউৰিয়াই নৈৰ ফালে দৌৰিছিল। সেইদিনা বোধহয় তাই আত্মহত্যা কৰিলেঁহেঁতেন। মই মাছ মাৰি নাওখন চপাইছিলোঁহি। তাই নৈৰ থিয় গৰালৈ ঢপলিয়াই যোৱা দেখি চিএঞৰি মাতিলোঁ। নাৱৰপৰা জঁপিয়াই ময়ো পিছে পিছে দৌৰিলোঁ; আৰু তাইক গৱা মাৰি ধৰি পেলালোঁ। তাই প্ৰায় অচেতন হৈ মোৰ বুকুত সোমাই পৰিল। মই নাৱলৈ নি তাইক শুশ্ৰূষা কৰিলোঁ। তাই হুকহুকাই কান্দিলে। মৰিবলৈ ওলাই অহা আনৰ তিৰোতাজনীৰ প্ৰতি মোৰ কেতিয়াও নোহোৱা এক স্নেহ জাগি উঠিল। তাইক ঘৰলৈ লৈ গৈ পৰিয়ালক চমজাই দি মই সাৱধানবাণী শুনালোঁ। তাইৰ ওপৰত অত্যাচাৰ কমিল, কিন্তু মইহে শান্তি নোপোৱা হ'লোঁ। তাইৰ চকুযোৰত মই বহুত কথাৰ সন্ধান পালোঁ। এদিন তাই সুযোগ পাই কৈছিল 'তুমি যদি মোক সেইদিনা সাবটি নধৰিলাহেঁতেন, পৃথিৱীত পুৰুষজাতিটো মোৰ বাবে, সদায় পিশাচ হৈ থাকিলহেঁতেন। পৃথিৱীখন নৰক বুলি ভাবিলোঁহেঁতেন।' মই সুধিছিলোঁ — 'এতিয়া হঠাৎ তোমাৰ পৃথিৱীখন কিয় সলনি হৈ গ'লনো?' তাই কৈছিল—'ক'ব নোৱাৰোঁ। আগতে প্ৰতিদিন-প্ৰতিনিশা মৰিবলৈ ৰাস্তা বিচাৰোঁ, আজিকালি প্ৰতিদিনে-নিশাই জীয়াই থাকিবলৈ বিচাৰোঁ। গিৰীয়েকতে মৰিয়ালেও, শাহুৱে বাঁজী বুলি লথিয়ালেও মই এইখন পৃথিৱীত জীয়াই থাকিবলৈ বিচাৰোঁ। মই সুধিছিলোঁ — 'কিয় তোমাৰ ইমান বাছি থাকিবলৈ মন যায়। তাই নিঃসংকোচে কৈছিল — 'তোমাৰ বাবে'। মই কৈছিলোঁ—'তুমি আনৰ তিৰোতা, মোক কেতিয়াও নোপোৱা, বা মই বিচৰাটো অন্যায়'। তাই কৈছিল—'তোমাৰ পাটীৰ তিৰোতা হ'বলৈ কাহানিও নোখোজোঁ। তুমি নিজে বিয়া-বাৰু কৰাই সুখী হোৱা। এয়াই মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিম। কিন্তু তুমি মোৰ সদায় মনৰ মানুহ হৈ থাকি যাবা'। মই আচৰিত হৈ সুধিছিলোঁ — 'এয়া কেনে কথা? ভালপোৱাজনক আপোন কৰিব নোখোজা?'

তাই কৈছিল —'কেতিয়াও নোখোজোঁ। মই অশিক্ষিতা তিৰোতা। কিন্তু জীৱনৰ বহু তিতা-কেঁহাৰপৰা শিকিছোঁ, ভালপোৱা জীয়াই ৰাখিবলৈ কাষ চপাই আনিব নালাগে। মোৰ গৃহস্থৰ ওচৰলৈ এদিন ভাল পাই আহিছিলোঁ। এতিয়া বুজিছোঁ, ভালপোৱা বস্তু স্বাধীনভাৱে থাকিবলৈ দিব লাগে। শান্তি আৰু সুখ বিছনালৈ নানিলেও হয়, মনত থাকিলেও হ'ল'।

মিচেছ খান্না ধৰণীৰ কাষ চাপি আহি সুধিলে —

ঃ ধৰণী, মানুহজনীৰ ওচৰলৈ মোক লৈ যাবানে?

ঃ ক'লোঁৱেই দেখোন— তাই নাই। শেষবাৰ লগ পাওঁতেই তাই কৈছিল — 'তাইৰ হেনো পেটত অসহ্য বিষ হয়। এদিন শুনিলোঁ তাইক চৰকাৰী হাস্পাতাললৈ নিলে। পিছে হাস্পাতালতে তাইৰ মৃত্যু হ'ল। তাইৰ মৃত্যু সংবাদে মোক শেষ কৰি দিলে, কোনেও নাজানিলে এই কথা। সন্তান গৰ্ভধাৰণ কৰিবলৈ তাইক কেইবাবাৰো নানা ডাক্তৰে নানা পৰীক্ষাৰে জৰ্জৰিত কৰিলে। বেজ-সন্ন্যাসীয়ে কত ঔষধ দিলে। তাইৰ জৰায়ুৰ কেন্সাৰ হৈছিল। কোনেও নাজানিলে। হাস্পাতালত মৰাৰ আগদিনাহে ডাক্তৰে সন্দেহ প্ৰকাশ কৰিলে।

জোনটো আহি মিচেছ খান্না আৰু ধৰণীৰ মুখৰ ওপৰ পাইছিলহি। মৌনতা ভংগ কৰি মিচেছ খান্নাই ক'লে —

ঃ ধৰণী, ভাত খাওঁ আহা।

ঃ নাখাওঁ, মন যোৱা নাই। — ধৰণীৰ কণ্ঠত এক কান্দোনৰ সুৰ। মিচেছ খান্নাই ধৰণীৰ কান্ধত আঙুলিৰে স্পৰ্শ কৰিলে। ধৰণীৰ চকু দুটা সেমেকি উঠিল। জোনাক, ব্ৰহ্মপুত্ৰৰ পানী-আকাশ একাকাৰ হৈ ধৰণীৰ চকুৰে বাগৰি

আহিল।

ঃ ধৰণী, তোমাক নাৰাখোঁ। কাইলৈ আকৌ আহিবানে? আহিম, কিন্তু তুমি কথা দিব লাগিব, মই যোৱাৰ পিছত তুমি মদ নোখোৱা বুলি। — মিচেছ্ খান্না ধৰণীৰ অনুৰোধত কিছুপৰ মনে মনে থাকিল।

ঃ কোনে তোমাক এয়া ক'লে ধৰণী?

ঃ মই জানো — ফাকিবোৰ সদায় ফাকি হৈ নাথাকে নহয়। তুমি নিশা দুটা-তিনিটালৈকে মদ খোৱা। চিগাৰেট খোৱা। তুমি জীৱনটোক, পৃথিৱীখনক ভাল পোৱাৰ কথা আনক কৈ, নিজক কিয় অত্যাচাৰ কৰিছা? তুমি কিয় ফাকি দিছা?

ঃ নিশা মোৰ টোপনি নাহে ধৰণী।

ঃ মনৰ শান্তি থাকিলেহে টোপনি আহে। তুমি মদ খাই ওৰে ৰাতি নিজৰ শৰীৰৰ ওপৰত অত্যাচাৰ কৰিলে শান্তি পাবা জানো?

ঃ হ'ব, আজি মই মদ নাখাওঁ ধৰণী।

ধৰণী টিলাটোৰপৰা নামি আহিল। মাছমৰীয়া নাৱত কোনোবাই বাঁহী বজাইছে। নিশাৰ চৰাই এটাই বাঁহীৰ সুৰৰ সৈতে মাত মাতি থাকিল অহৰহ। এক বিষণ্ণ নীৰৱতাই খান্নাৰ টিলাটো বুৰাই পেলালে।

হঠাতে ধৰণীৰ ইচ্ছা হ'ল মিচেছ্ খান্নাৰ ওচৰলৈ উভতি যাবলৈ। সি একমুহূৰ্তও চিন্তা নকৰি পুনৰ উঠি গ'ল মিচেছ্ খান্নাৰ ঘৰটোলৈ। এয়া এক অবিশ্বাস্য কল্পনা ধৰণীৰ। ধৰণীয়ে দেখিলে মিচেছ্ খান্না গেটৰ বাহিৰলৈ ওলাই আহি ধৰণীৰ ফালে নামি আহিছে। এয়া কল্পনা নহয়, ধৰণীৰ সম্মুখত মিচেছ্ খান্না। জোনৰ পোহৰত থিয় হৈ আছে মিচেছ্ খান্না। ফুটুকা ফুলৰ বনৰীয়া সুবাসে ধৰণীক কঁপাই তুলিছে খন্তেকৰ বাবে। 'তুমি মোৰ পিছে পিছে কিয় আহিলা?' — অস্ফুট স্বৰেৰে ধৰণীয়ে সুধিলে।

ঃ তুমি উভতি আহিবা বুলি জানিছিলোঁ।

নিস্তব্ধতাৰ ভাষাত কিছু সময় দুয়ো কথা পাতি থাকিল এনেকৈয়ে। নয়নতৰা এইদৰেই এদিন মেচিন নাওখনৰ কাষত বৈ আছিল নিস্তব্ধ দুপৰীয়া। ধৰণীয়ে এখন হাত আগবঢ়াই দিলে। মিচেছ্ খান্নাই একমুহূৰ্তও বিলম্ব নকৰি ধৰণীৰ ফালে প্ৰায় হাউলি আহিল। ধৰণীয়ে মিচেছ্ খান্নাক সজোৰে সাবটি ধৰিলে বুকুত। এজনী সৰু ছোৱালীৰ দৰে মিচেছ্ খান্নাই হঠাৎ হুক্‌হুকাই কান্দিবলৈ ধৰিলে। নয়নতৰাইও এদিন এনেদৰে কান্দিছিল, কিন্তু নয়নতৰাৰ কান্দোনৰ অৰ্থ ধৰণীয়ে বুজিছিল। এই নাৰীৰ চকুপানীৰ অৰ্থ, সংজ্ঞা ধৰণীয়ে নাজানে। মিচেছ্ খান্নাৰ অতীত সম্পৰ্কে ধৰণীয়ে একেবাৰেই নাজানে। তথাপিও ধৰণীয়ে মিচেছ্ খান্নাৰ কঁপি থকা দেহ, নিজৰ শৰীৰৰ মাজত আবদ্ধ কৰি ৰাখিলে বহুপৰ। ধৰণীৰ নিজকে এজন পুৰুষ বুলি এইমুহূৰ্তত অহংকাৰ কৰিবলৈ মন গ'ল। এগৰাকী নাৰীয়ে পুৰুষক একমুহূৰ্তৰ বাবেও যেতিয়া বিশ্বাস কৰে, সেই ক্ষণটোৱেই পুৰুষত্বৰ গৌৰৱ বুলি ধৰণীৰ অনুভৱ হ'ল। যিকোনো কাৰণতে এগৰাকী নাৰীয়ে ধৰণীৰ বুকুত মূৰ থৈ আশ্বস্ত হৈছে, ধৰণীৰ বাহু দুটাক নিৰ্ভৰ কৰিছে, ইয়াতকৈ মধুৰ উপলব্ধি এজন পুৰুষৰ বাবে আন একেবাৰেই নাই। সমগ্ৰ পৃথিৱীৰ ঐশ্বৰ্য-বিভূতি এই ক্ষণৰ তুলনাত নগণ্য।

বনজুই দৰে বিয়পি পৰিল খবৰটো। মহচিনক কোনোবাই নিশা হাত-ভৰি ভাঙি নদীৰ বালিত পেলাই থৈ গৈছে। প্ৰায় অজ্ঞান অৱস্থাত, পুৱতি নিশা পাচলিৰ বেপাৰীয়ে নদীৰ পাৰত উদ্ধাৰ কৰা মহচিনক এটা মৃতদেহ বুলিয়েই ধাৰণা হৈছিল। ভালদৰে চাইহে দেখা গ'ল ল'ৰাটোৰ জীৱ আছে। মহচিনক তৎক্ষণাৎ হাস্পতাললৈ লৈ যোৱা হ'ল। সমগ্ৰ অঞ্চলতে হুৱা-দুৱা লাগিল। নকুলক সন্দেহ কৰি লেবাৰ ক'লনিৰ মানুহে ঘৰ ঘেৰাও কৰিলেহি। কিন্তু নকুলৰ মাক-দেউতাকে ক'লে, নকুল দুদিন ধৰি ঘৰত নাই। ব্যৱসায়ৰ কামত উজনিৰ ফালে গ'ল। ধৰণীয়ে উত্তেজিত মানুহবোৰক শান্ত কৰিবলৈ আপ্ৰাণ যত্ন কৰিলে। কিন্তু মানুহবোৰ ভিতৰি ভয়ংকৰ হৈ উঠিল। ধৰণীয়ে মন কৰিলে অঞ্চলটোৰ মানুহৰ মনবোৰ মথাউৰি ভঙা নদীৰ দৰে হৈছে। কোনো বুজনি, কোনো কথাই বান্ধোন নাৰাখে এতিয়া।

দুটা দিন এক থমথমীয়া পৰিৱেশে সমগ্ৰ অঞ্চলটো গ্ৰাস কৰি থৈছে। মহচিনৰ অৱস্থা শোচনীয়। ডাক্তৰে সম্পূৰ্ণ আশা দিব পৰা নাই। মহচিনৰ কিবা অঘটন হ'লে এই অঞ্চলটোৰ পৰিস্থিতি ভয়ংকৰ হৈ পৰিব। কোনেও কাকো বিশ্বাস নকৰা হৈছে। লেবাৰ ক'লনিৰ মানুহবোৰৰ সৈতে এই অঞ্চলৰ মানুহৰ সু-সম্পৰ্ক এটা সদায় আছিল। মহচিনৰ ঘটনাৰ পিছত মনবোৰ তৎমুহূৰ্ততে সলনি হৈ গ'ল। ইয়াৰ মাজতে উচ্চবৰ্ণ-নিম্নবৰ্ণৰ মানুহৰ শীতল যুদ্ধ এখনো গা কৰি উঠিল। অৱসৰপ্ৰাপ্ত শিক্ষক দিবাকৰ গোস্বামীয়ে প্ৰকাশ্যে

নকুল, গকুল, ভৱ, নৃপেনহঁতৰ এয়া কাম বুলি ক'লে। এই কথাত কলিতা, কোঁচ-কেওটখিনিৰ বিপক্ষে দিবাকৰ গোস্বামীয়ে লেবাৰ লাইনৰ মানুহক উচটাব খুজিছে বুলি এটা বিশ্বাস গা কৰি উঠিল। ধৰণীয়ে কাৰো পক্ষ নল'লে। ধৰণীয়ে কিছু বছৰ আগলৈকে একেটা বাজোনত দেখি অহা মানুহখিনিৰ এই ৰূপ দেখি বিবুধিত পৰাৰ দৰেই হৈছে। যোৱা চাৰিদিন ধৰি সি মিচেছ খান্নাৰ ঘৰলৈও যোৱা নাই। এক অব্যক্ত অস্বস্তি আৰু লজ্জাই তাৰ মনটো ছানি ধৰি আছে। সি দুপৰীয়া ভাত-পানী খাই গোসাঁই প্ৰভুৰ ওচৰলৈ যাব বুলিয়েই স্থিৰ কৰিলে।

নিমানন্দ গোসাঁয়ে তেওঁৰ প্ৰিয় ৰাঙল ফুলজোপাৰ কাষত বহি কিতাপ পঢ়ি আছিল। ধৰণীয়ে চুচুক-চামাককৈ পিছফালৰপৰা মাতিলে — 'প্ৰভু'। গোসাঁয়ে উভতি চাই ক'লে — 'আহাঁ।' গোসাঁয়ে পঢ়ি থকাৰ সময়ত কথা পাতিবলৈ ধৰণী সাধাৰণতে নাহে। এই সময়ত গোসাঁয়ে কাৰো সৈতে কথা নাপাতে। তথাপিও গোসাঁয়ে ধৰণীৰ মনৰ ভাব বুজিলে। 'কোৱা — কি মন কৰি আহিলা?'

ঃ প্ৰভু, এই অঞ্চলটোত কেতিয়াও নঘটা ঘটনা হ'বলৈ ল'লে। — গোসাঁয়ে বহুপৰ চকু মুদি থাকিল, তাৰ পিছত লাহে লাহে ক'লে—

ঃ একো অঘটন হোৱা নাই। এইবিলাক পৰিৱৰ্তন। পৰিৱৰ্তনৰ চকৰী এটা নিয়মত ঘূৰে, এই নিয়ম ভংগ কৰি গতি বৃদ্ধি পোৱা বাবেই ভাৰসাম্য নোহোৱা হৈছে।

ঃ কিন্তু প্ৰভু, এই ঠাইৰ মানুহ এনে নাছিল।

ঃ কোনো মানুহেই একে নাথাকে। পূৰ্বতে এই ঠাইৰ মানুহৰ মূল সমস্যা এক আছিল, সেয়া হৈছে অন্ন-বস্ত্ৰ-বাসস্থান। মানুহবোৰ নিজে বাছি থকাৰ ক্ষেত্ৰত এক গোট হৈ আছিল। কাৰোবাৰ অসুখ হ'লে, মানুহে নিশা পৰ দিছিল, কোনোবাই ডাক্তৰ লৈ আহিছিল। আজিকালি ঘৰে ঘৰে সুবিধা। গাড়ী, মটৰ চাইকেল। কাকো কোনেও নিজৰ সমস্যাৰ কথা নোকোৱাৰ বাবেই যেন সকলো আয়োজন। চাই থাকোঁতেই নিত্য নতুন বস্তুৰ আমদানি ঘটিছে ইয়ালৈ। সুবিধা পালে নল'বনো কিয়? তোমাৰ ঘৰলৈ ইলেক্ট্ৰিচিটি আহিছে, তুমি লেমৰ পোহৰত থাকিবানে? কিন্তু সকলোৰে এটা সীমা আছে। পৃথিৱীখনে মানুহৰ সকলো প্ৰয়োজন পূৰাব পাৰে, কিন্তু লোভ-লালসা পূৰণ কৰিব নোৱাৰে। আগতে ইয়াত অনুষ্ঠানিক শিক্ষা নোপোৱা মানুহ সৰহ আছিল, কিন্তু তেওঁলোক জ্ঞানী আছিল জীৱনৰ শিক্ষাৰে। এতিয়া এই অঞ্চলত কলেজ, বিশ্ববিদ্যালয়ৰ শিক্ষা পোৱা মানুহ সৰহ হ'ল। কিন্তু জীৱনৰ শিক্ষা নোহোৱা অজ্ঞানী বাঢ়িবলৈ আৰম্ভ কৰিলে। এই অঞ্চলৰ মানুহে গৰ্ডন চাহাবকেই পাহৰি গ'ল। আজি মোৰ এই প্ৰাৰ্থনা-গৃহৰ চাকিটো য'ত জ্বলি আছে, সেয়াও গৰ্ডন চাহাবৰে মাটি।

ঃ প্ৰভু, আপুনি এই অঞ্চলৰ মানুহক বহু বনৌষধি চিকিৎসা আৰু হোমিঅ'পেথিৰ চিকিৎসাৰে আৰোগ্য কৰিছে। মহচিনক এবাৰ চাই আহিবনে?

ঃ সি ঘূৰি আহক, তাৰ পিছত মই চাম। — নিমানন্দ গোসাঁয়ে কথাষাৰ কৈয়ে পুনৰ কিতাপত দৃষ্টি নিবদ্ধ কৰিলে। ধৰণীয়ে বুজিলে গোসাঁয়ে ইয়াতকৈ আৰু বেছি কথা আজি নাপাতে।

ঃ ভাৰতবৰ্ষত মধ্যবিত্ত শ্ৰেণীৰ জন্ম হৈছিল ইংৰাজ আগমনৰ লগে লগে। অসমতো ইংৰাজে চাহ বাগিচা, কয়লা, তেলৰ ব্যৱসায় আৰম্ভ কৰাৰ লগে লগে আৰম্ভ হ'ল মধ্যবিত্ত শ্ৰেণীৰ। মধ্যবিত্ত শ্ৰেণীৰ বাবুসকলে এটা অন্য ধৰণৰ স্থিতি ল'বলৈ ধৰিলে। তেওঁলোকে চাহাবৰ সকলো কথাতে হয়ভৰ দিয়ে আৰু শ্ৰমিকৰপৰা সুবিধাও আদায় কৰিবলৈ ধৰিলে। ইংৰাজ যোৱাৰ পিছতো ক'লা চাহাববোৰৰ প্ৰতি এই মনোভাব সকলোৰে থাকিয়েই গ'ল। কলকাতাৰ 'বাবু' শ্ৰেণীক লৈ যেনেকৈ মধ্যবিত্তৰ বিলাসী জীৱন আৰম্ভ হৈ শ্ৰেণী-স্খলন হোৱাৰ ইতিহাস আছে, ঠিক তেনেদৰে অসমৰ বাগিচা, তেল, কয়লাক্ষেত্ৰৰ ইতিহাসৰপৰা জন্ম হোৱা মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস পঢ়িবলৈ পোৱা নাযায়। ইংৰাজ ভক্ত এই মধ্যবিত্ত শ্ৰেণীয়ে নানা প্ৰকাৰে উচ্চ মধ্যবিত্তৰ জখলা বগাবলৈ নিজৰ দেশৰ মানুহৰ স্বাৰ্থৰ কথাও নাভাবিছিল। আমি ভাবোঁ, ইংৰাজে শ্ৰমিকসকলক অত্যাচাৰ আৰু শোষণেৰে জৰ্জৰিত কৰিছিল। কিন্তু এই কাৰ্যবোৰ দেশীয় মধ্যবিত্ত শ্ৰেণীয়েও কম কৰা নাছিল। ক'লা চামৰাৰ বাবে শ্ৰমিকসকলে দেশীয় 'বাবু'ক বিশ্বাস কৰিছিল, কিন্তু সৰহসংখ্যক এই শ্ৰেণীৰ মধ্যবিত্তই শ্ৰমিকক বিশ্বাসঘাতকতা কৰিছিল। এই মনোবৃত্তি আজিও আছে। তুমি বা মই এয়া বাধা দিব নোৱাৰোঁ। — কথাবোৰ অন্যমনস্কভাৱে কৈ কৈ মিচেছ খান্নাই ট্ৰেখনত থকা

টিপটবপৰা ৰঙা লিকাৰ ধৰণীৰ কাপত দি নিজেও একাপ ল'লে। ধৰণীয়ে চেনী দুচামুচ আৰু গাখীৰ ঢালি লওঁতেই মিচেছ খান্নাই হাঁহি মাৰি ক'লে

ঃ ধৰণী, ইমান চেনী নাখাবা। চল্লিছ হৈছে নহয়।

ঃ মোৰ অন্য নিচা নাই। চাহত চেনী বেছি খাওঁ।

ঃ সেয়াইটো নিচা। সোৱাদৰ বাবেহে তুমি চাহ খোৱা — চাহৰ বাবে চাহ নহয়।

ধৰণী যোৱা দুসপ্তাহ মিচেছ খান্নাৰ ঘৰলৈ অহা নাই। আচলতে ধৰণীয়ে নিজক কিছু সম্বৰণ কৰিব খুজিছে। ধৰণী আজিও নাহিলেহেঁতেন। মহচিন হাস্পতালৰপৰা ঘূৰি আহিছে। সি ঘূৰি আহিয়েই ধৰণীক মাতি পঠিয়াইছে। এতিয়া তাৰ একমাত্ৰ লক্ষ্য, স্কুলৰ কাম আৰম্ভ কৰিব লাগে। মহচিন যোৱা এমাহ হাস্পতালত থাকোঁতে যি অনিশ্চয়তা, অবিশ্বাসে এই অঞ্চলটো গ্ৰাস কৰি পেলাইছিল, মহচিন ঘূৰি অহাৰ লগে লগে পৰিৱেশটো সলনি হৈ গৈছে। ধৰণীয়ে ভাবিছিল, মিচেছ খান্নাই ইমানদিন নহা বাবে ধৰণীক খং কৰিব, অভিমান কৰিব, কিন্তু তেওঁ একোৱেই নক'লে। ধৰণী কিছু ক্ষুণ্ন হ'লেও মুখেৰে প্ৰকাশ নকৰি মহচিন ঘূৰি অহাৰ খবৰটো মিচেছ খান্নাক দিলে। নকুলহঁতে বেয়া পোৱাৰ ভয়ত এই অঞ্চলৰ বেছিভাগ মানুহ মহচিনৰ খবৰ কৰিবলৈ হাস্পতাললৈ নগ'ল বুলিও ধৰণীয়ে ক্ষোভেৰে ক'লে। মিচেছ খান্না আচৰিত নহ'ল — 'এয়াইতো মধ্যবিত্তৰ চৰিত্ৰ' বুলি হাঁহি মাৰি ক'লে — 'চাহ খাওঁ আহা ধৰণী'। ধৰণীয়ে চুৰকৈ চালে মিচেছ খান্নালৈ। এযোৰ হালধীয়া ছেলোৱাৰ কুৰ্তা পিন্ধি আছে। ফাগুণ মাহৰ কোমল ৰ'দ আৰু বতাহৰ খেলাত, তেওঁৰ চুলিৰপৰা সদ্যস্নাত সুবাস এটা ভাহি আহি ধৰণীৰ নাকত অহৰহ লাগি ৰৈছে। সি কওঁ-নকওঁকৈ ক'লে — 'সৰিয়হফুল বুলীয়া কাপোৰযোৰে তোমাক বৰ ভাল দেখাইছে'। মিচেছ খান্নাই কিছুপৰ ধৰণীলৈ চাই হাঁহি পেলালে। 'ধৰণী তোমাৰ এই ৰঙৰ বৰ্ণনা মোৰ বৰ ভাল লাগে। সকলো বস্তুৰে ৰং আছে, সৌ নৈখনৰ কেৱল ৰং নাই।'

ঃ কি কথা কোৱা? নৈয়ে সকলো ৰং কঢ়িয়াই। পুৱতি নিশা কমলা ৰং। পুৱতি আৰু সন্ধিয়া বেলিটো কোলাত লৈ কিমান যে ৰং সানি লয়। কেতিয়াবা আকাশখন লৈ নীলৰঙী, মেঘৰঙী হয়। জোনাক নিশা ৰূপালী, যেন তজ্‌বজীয়া উজানৰ মাছেৰে চিক্‌-মিক কৰে। কেতিয়াবা আকৌ আন্ধাৰ কলীয়া, তোমাৰ চুলিকোচাৰ দৰে। মাছ মাৰিবলৈ যোৱা মানুহে নৈৰ খং-বেজাৰ, আনন্দৰ মুহূৰ্তৰ চৰিত্ৰটোও বুজি পায়। বেজাৰত থকা নদীত নাও বাবলৈ বেয়া পায়। তামোল-পাণ এটা আগবঢ়ালে নদীৰ বেজাৰ কমে বুলি ভাবি, সেয়াকে কৰে।

ঃ তুমি নৈখনক বৰ ভাল পোৱা নহয় ধৰণী?

ঃ এইখনৰ পাৰতেই ডাঙৰ হৈছোঁ। জীৱনৰ হাঁহি-কান্দোনৰ প্ৰতিটো ক্ষণৰ সাক্ষী এই লুইতখন। আনৰ বাবে এইখন নদী, মোৰ বাবে জীৱন। মই নৈখনৰপৰাই জীৱনৰ শিক্ষা লৈছোঁ। গোসাঁয়ে সদায় কয় — চৰৈৱেতি, চৰৈৱেতি, এই নৈখনেই দৃষ্টান্ত। মই বৰ দুৰ্ধৰ্ষ আছিলোঁ। অলপ কথাতে খং উঠে। গুৰু-গোসাঁই নামানিছিলোঁ। এতিয়াও অৱশ্যে সেই তেজ আছে। গোসাঁয়ে নৈখন দেখুৱাই সদায় মোক কৈছিল —শক্তিৰ সুন্দৰ ৰূপক বিকৃত কৰি দেখুৱাব নালাগে। নৈখনে এই মুহূৰ্ততে তোমাৰ প্ৰাণ কাঢ়ি ল'ব পাৰে, কিন্তু নৈখনৰ এই বিশাল গম্ভীৰ ৰূপত জানো আমাৰ প্ৰেম আৰু ভক্তি নোপজে! বাৰিষা নৈখন যিমান ভয়ংকৰ হয়, শীতত শীৰ্ণ, বিনয়ী হয়। শীতৰ নৈখন চাই মানুহে জানো নৈখনৰ ক্ষমতাক উলাই কৰিব পাৰে! মানুহ সদায় শীতৰ নৈখনৰ দৰে হোৱা উচিত। শক্তি প্ৰদৰ্শন য'তে-ত'তে কৰিলে শোভা নাপায়। মোৰ নৈৰ প্ৰতি থকা দুৰ্বলতাৰ কথা জানিয়েই হ'বলা, গোসাঁয়ে সদায় এই নৈখন দেখুৱাই কথাবোৰ কৈছিল। নৈৰ দৰে জ্ঞানী আৰু গভীৰ হ'ব নোৱাৰিলেও, মোৰ সকলো সময়তে গোঁনা ম'হৰ দৰে শিং ধৰাই থকা স্বভাৱটো লয় পালে। — ধৰণীয়ে ঈষৎ হাঁহিলে।

ঃ তোমাক দেখিলে কিন্তু, এনেকুৱা কথা কোৱা যেন নালাগে। খঙাল, খহটা মানুহ যেনেই লাগে। গোসাঁয়ে তোমাক ৰাগুা মাৰি ফাৰ্ণিচাৰৰ ৰূপ দিছে। — কথাষাৰ কৈয়েই খিল্‌খিলাই হাঁহিলে মিচেছ খান্নাই। ধৰণীয়ে মিচিকিয়াই হাঁহিলে। হঠাতে মিচেছ খান্না থিয় হ'ল। লনখনত দুবাৰমান পায়চাৰি কৰিলে নীৰৱে। তাৰপিছত ধৰণীলৈ নোচোৱাকৈ ক'লে — 'ধৰণী, নৈবোৰৰ উপনৈ থাকে, উপনৈবোৰৰ জান-জুৰি। এখন নদীৰো নিজা পৰিয়াল থাকে। প্ৰত্যেকেই প্ৰত্যেকৰ পৰিচয় বহন কৰে। ধৰণী, তুমি এটা সন্তান নিবিচৰানে — তোমাৰ দৰে যি হ'ব!' — মিচেছ খান্নাই হঠাতে কৰা এই প্ৰশ্নত ধৰণী আচৰিত হ'ল। সি মিচেছ খান্নাৰ ফালে চালে। নৈখনত দৃষ্টি নিবদ্ধ কৰি

মিচেছ খান্না থিয় হৈ আছে। ধৰণীয়ে লাহে লাহে ক'লে — 'মই বিয়া কৰোৱাৰ সিদ্ধান্ত আৰু নলওঁ। মোৰ ভনীজনীৰ অসুখী জীৱন আৰু নয়নতৰাক দেখাৰ পিছত বিয়াৰ কথা মই নাভাবিলোঁ। কিছুমান মানুহ বোধহয় নৈয়ে এৰা সুঁতিৰ দৰে থাকি যায়। সংসাৰৰ ধৰ্মই এৰা মানুহ মই'।

ঃ কিন্তু তুমিতো তেজ-মঙহৰ মানুহ। দেহ-মনৰ দাবী আওকাণ কৰিবা কেনেকৈ?

ঃ মিছা নকওঁ, নয়নতৰাক এবাৰ নিৰ্জন দুপৰীয়া পোৱাৰ পিছত, এনেকুৱা কিবা এটা তীব্ৰ ৰাগীয়ে মোৰ টোপনি কাঢ়ি নিছিল। কিন্তু তাই জীয়াই থাকিলনো কিমান দিন? চিতাৰ জুইত দি অহাৰ পিছত এই ইচ্ছাবোৰ নোহোৱা হৈ গ'ল। মিচেছ খান্নাই নিজৰ কাপত আৰু অলপ লিকাৰ ঢালি ল'লে।

ঃ ধৰণী, নানা কাৰণত এটা সন্তান মোৰ জীৱনলৈও নাহিল। মই এটা সন্তান পালন কৰাৰ কথা ভাবিছোঁ। কিন্তু এতিয়া মই সেই চিন্তাৰ সলনি আন এটা কথাহে ভাবিছোঁ। মিচেছ খান্না এইবাৰ খোজকাঢ়ি কিছুদূৰলৈ আঁতৰি গ'ল। তাৰ পিছত আকৌ ঘূৰি আহি ধৰণীৰ ওচৰত থিয় হ'লহি। ধৰণীয়ে কৌতূহলেৰে মিচেছ খান্নাৰ মুখলৈ চাই ৰ'ল। 'ধৰণী, চল্লিছ বছৰ হ'বলৈ এতিয়াও মোৰ তিনিটা বছৰ বাকী। হয়তো এয়া মোৰ শেষ সুযোগ। তুমি মোক এটা সন্তান দিবানে। ঠিক তোমাৰ দৰে....' ধৰণী স্তব্ধ হৈ মিচেছ খান্নালৈ চাই থাকিল। সেই দৃষ্টি সহ্য কৰিব নোৱাৰিয়েই মিচেছ খান্না উঠি গুচি গ'ল ঘৰলৈ। ধৰণী এখোজ-দুখোজকৈ মিচেছ খান্নাৰ ঘৰৰপৰা ওলাই আহিল বাহিৰলৈ। তাৰ শৰীৰটো থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। মুখখন ৰঙচুৱা হ'ল। সি ভাৰসাম্যহীন খোজেৰে টিলাটোৰপৰা নামিল।

## ঘটনা নং - ২

ধৰণীয়ে জীৱনত ভবা নাছিল এনে ঘটনাৰ সন্মুখীন হ'ব বুলি। দীপু, নীৰেন, শৈবালহঁতৰ প্ৰায় দহ-পোন্ধৰজনীয়া দল এটা আহি ধৰণীক ঘৰতে ঘেৰাও কৰিলেহি।

ঃ এইবোৰ কি ঘটিছে ধৰণীদা? — বুলি দীপুৱেই প্ৰথম আৰম্ভ কৰিলে।

ঃ কি ঘটিছে? — ধৰণী অবাক হ'ল দীপুৰ প্ৰশ্নত।

ঃ তুমি এই বয়সত কি কৰিছা? মিচেছ খান্নাৰ ঘৰৰপৰা সদায় ৰাতি কিয় আহা? মানুহে নাজানে বুলি ভাবিছে নেকি? আমাৰ আগতো লাজ নোহোৱা হ'ল কেনেকৈ? — ধৰণীয়ে জীৱনত ইয়াতকৈ অশ্লীলতা কিবা আছে বুলি ভবা নাছিল। ধৰণীয়ে তলৰপৰা ওপৰমুৱা কৰিবলৈ লাজ পালে।

ঃ সিদিনা পুৱণি মেচিন নাওখনত কি কৰিছিলা? নোকোৱা কিয়? — নীৰেনে মাত লগালে।

ধৰণী মৌন থাকিব নোৱাৰিলে। তীব্ৰ খঙত ধৰণীৰ শৰীৰ থৰ্‌থৰ্‌কৈ কঁপিল। সি থিয় হ'ল এইবাৰ। চিঞৰি ক'লে — 'চুপ থাক তই। বাকীবোৰ কথা তই কিয় কোৱা নাই? বুজিছ দীপু। ইহঁতে নাৱত মনে মনে ভাং খায়, বেয়া বস্তু খায়। বেয়া কিতাপ পঢ়ে। মই আৰু মিচেছ খান্না সিদিনা নৈ-পাৰলৈ যাওঁতে দেখিলোঁ। ইয়াৰ আগতেও ইহঁতৰ কথা মই শুনিছিলোঁ। মই হাতে-লোটে ধৰা পেলাই নীৰেনক এচৰ মাৰিলোঁ। তাৰ মুখত মদৰ গোন্ধ। মিচেছ খান্নাই নীৰেনক মৰম কৰি বুজালে যে এইবোৰ বেয়া কাম। নীৰেনক এদিন তেওঁৰ ঘৰলৈ মাতি থৈও আহিল।

ঃ কিয় যাব সি? সকলো তোমাৰ দৰে নেকি? তুমি মিচেছ খান্নাক লৈ নৈৰ পাৰত ফুৰাটো বেয়া কথা নহয় নেকি? আনক শুধৰোৱাৰ আগতে নিজৰ চৰিত্ৰ সংশোধন কৰা। আমি যদি আকৌ দেখোঁ তোমাক টিলাটোলৈ যোৱা....

ঃ কি কৰিবি? কি কৰিবি তহঁতে মোক?

ঃ দেখিবা কি কৰিম? মিচেছ খান্না ইয়াত কেনেকৈ থাকে আমি চাম। — দীপুৰ কথাত এইবাৰ ধৰণী চিঞৰি উঠিল। আজিকালিৰ ল'ৰা। যিকোনো কাম কৰিবলৈ ভয় নকৰে।

ঃ শুন শুন। — দীপু, শৈবাল, নীৰেন.... কোনেও নুশুনিলে। গৃপ্‌গপাই ওলাই গ'ল সকলো। যাওঁতে গেটখন দুফালকৈ মেলি থৈ গ'ল। গেটৰ সন্মুখত এটা টাবত গোলাপ ফুলি আছিল। কোনোবা এটাৰ চাইকেলত লাগি টাবটো বাগৰি পৰি ভাঙি থাকিল। সিহঁতে উভতি নাচালে। ধৰণী দলেৰ ঘৰখন মুহূৰ্ততে মৰিশালী হৈ পৰিল। কিছু সময়ৰ পিছত, দোকানৰ বসন্ত দৌৰি ফোঁপাই-জোপাই আহি ক'লেহি — 'ধৰণীদা, ক'ল্ড ড্ৰিংকছ আৰু চ'ডা বটল উলিয়াই দিপুহঁতে ভাঙি পেলালে। আইচক্ৰীম বাহিৰলৈ দলিয়াই দিছে'।

ঃ আৰু কি ভাঙিছে?

ঃ আৰু একো নাই ভঙা।

ধৰণীয়ে বুজিলে দীপুহঁতৰ ক'ল্ড ড্ৰিংকছ আৰু চ'ডাৰ বটলত কিয় খং। ধৰণী বহি পৰিল। কিন্তু পিছ মুহূৰ্ততে

ভেওঁ সুধিলে — 'এতিয়া ল'ৰাবোৰ ক'ত?' 'সেই টিলাটোৰ ফালে গৈছে।' ধৰণী বৈ নাথাকিল। ধুমুহা গতিৰে ধৰণী টিলাটোলৈ দৌৰিলে। দৌৰি দৌৰি সি যেতিয়া টিলাটোত উঠিল তাৰ ভৰি দুখন অচল হৈ গ'ল। বাৰাণ্ডাত থিয় হৈ আছে মিচেছ খান্না, চৌপাশে দীপুহঁত। কিমান অশ্লীল কথা ল'ৰাজাকে ক'ব পাৰে, ধৰণীয়ে নুশুনাকৈয়ে অনুধাবন কৰিলে। ধৰণীয়ে দেখিলে মিচেছ খান্না বজ্ৰপাতে চুৰমাৰ কৰা গছৰ দৰে নিথৰ ভগ্নাৱশেষৰ দৰে বৈ আছে। উদাস দৃষ্টি তেওঁৰ বিশাল ব্ৰহ্মপুত্ৰত নিমগ্ন। ধৰণী থিৰে থাকিব নোৱাৰিলে। দীপুহঁতৰ দলত সোমাই চিঞৰি উঠিল — 'দীপু, শৈবাল এই মুহূৰ্ততে তহঁতে মানুহজনীক ক্ষমা খোজ। তহঁতে এইবোৰ কৰি নিজক তললৈ নমালি, আমাৰ অঞ্চলটোৰ সুনামো নষ্ট কৰিলি....' ধৰণীয়ে কথা শেষ কৰিবলৈ নাপালেই, এটা পূৰ্ণহতীয়া ঘোচা আহি তেওঁৰ মুখত পৰিল। ধৰণী বহি পৰিল তৎক্ষণাৎ। মিচেছ খান্না দৌৰি আহি ধৰণীক সাবটি ধৰি ল'ৰাজাকলৈ চাই ক'লে — 'এই মুহূৰ্ততে তোমালোক যোৱা। যোৱা বুলিছোঁ নহয় যোৱা....'। ল'ৰাজাক গ'লগৈ। কিন্তু যাওঁতে কৈ গ'ল — 'এইবোৰ কেলেংকাৰী ইয়াত নচলিব। তই এই অঞ্চলৰপৰা নোযোৱালৈকে আমি আহি থাকিম এনেকৈ।' ধৰণীৰ চকুহাল ৰঙা পৰিছিল। মুখখন লাজ আৰু ক্ৰোধত সেন্দুৰীয়া হ'ল। হঠাতে ধৰণীয়ে আচৰিত এটা কাম কৰিলে। চোঁচা মাৰি গৈ দীপুক দুটা পূৰ্ণহতীয়া চৰ শুধালে। নীৰেন দৌৰি পলাল। শৈবালক কাণত ধৰি আনি ক'লে — 'মোৰ খণ্ডৰ পৰীক্ষা ল'বলৈ নাহিবি। নকুলৰ গুণ্ডাবাহিনীৰ সৈতে থাকি তহঁতৰ বুদ্ধি লোপ পাইছে। তহঁতে নামঘৰ পাতিছ, ক্লাব পাতিছ ভাল কথা। কিন্তু এইবোৰ পাতিবলৈ মানুহক কেৱল টকা আৰু অহংকাৰ নালাগে, একতা লাগে। নকুলে এইবোৰ দি তহঁতক বহতীয়া কৰি লৈছে। ক্লাবৰ ছেক্ৰেটাৰী, প্ৰেচিডেণ্ট পাতি তহঁতক বালিমহললৈ যোৱা ট্ৰাক ৰখাই টকা উঠাবলৈ কৈছে। সেই টকাৰ হিচাপ তহঁতে নিদিলেও হয় বুলি মই জানো। এইবোৰৰ সাহসতে তহঁতে নিজৰ বয়স, স্থান-কাল পাহৰি গ'লি। এতিয়াও ঘূৰি আহ' — ধৰণীৰ মাতটো শেষৰফালে প্ৰায় ক্ৰন্দনৰ দৰে লাগিছিল। সি পিন্ধি থকা ৰঙা ৰঙৰ টি-ছাৰ্টটো শৰীৰত ফিট্-ফিটিয়া হৈ পৰিছিল। ধৰণীৰ ডিঙি আৰু বাহুৰ সিৰবিলাক ফুলি উঠিছিল বোন্দা কেঁচুৰ দৰে। সৰ্বশৰীৰ তাৰ থৰ্থৰ্কৈ কঁপিছিল, মুখখন আবেলিৰ বেলিৰ দৰে হৈ পৰিছিল। মিচেছ খান্নাই ধৰণীৰ এই ৰূপ কেতিয়াও দেখা নাছিল। সেয়ে ধৰণীৰ বাহুত হাত থৈ ক'লে — 'ধৰণী, এৰি দিয়া ইহঁতক'। ধৰণীয়ে শৈবালক গতা মাৰি এৰি দিলে তৎক্ষণাৎ। ল'ৰাৰ দলটো টিলাটোৰপৰা নামি গ'ল। কোনোবাই দলটোৰ মাজৰপৰাই ক'লে — 'কথা ভাল নহ'ল কিন্তু'। ধৰণীয়ে আকাশলৈ চালে। দুটা চিলনী চক্ৰাকাৰে ঘূৰি আছে আকাশত। ধৰণী এইবাৰ বননিতে বহি পৰিল অৱসাদত।

## মৃত্যুৰপৰা অমৃতলৈ....

গোসাঁয়ে কৈছিল, জীৱিত অৱস্থাতে মানুহে মৃত্যুৰ মুখামুখি বহুবাৰ হ'ব লগা হয়। এই মৃত্যু কায়িক নহয়, মানসিক। মনক আক্ৰমণ কৰি, হৃদয় চুৰমাৰ কৰি মৃত্যু ঘটাব খোজা এই মুহূৰ্তবোৰ জয় কৰি মানুহে মৃত্যুৰপৰা অমৃতৰ সন্ধান পায়। এই মৃত্যুসম শিক্ষাই অমৃত। প্ৰজ্ঞা। এনেকুৱা কথা নিমানন্দ গোসাঁইৰপৰা শুনা সত্ত্বেও ধৰণীৰ মনটো শান্ত হোৱা নাই। যোৱা তিনিদিন ধৰি ধৰণী ঘৰত আবদ্ধ হৈ আছে। মাক-ভনীয়েক কোনেও ধৰণীক পানী এটোপাও খুৱাব পৰা নাই। ধৰণীৰ এই ক্ৰোধক মাক কনকাই চিনি পায়। সেয়ে সন্ধিয়া নমাৰ আগেয়ে ক'লে — 'বোপাইটো অ' — তোক এনেকৈ চাই থাকিলে মই মৰিম। যদি তই এতিয়াই মই মৰাটো বিচাৰ, তেন্তে এনেকৈ থাক্ — যদি নিবিচাৰ অলপ বাহিৰলৈ ওলাই যা। ভিতৰতে এইদৰে থাকিলে শত্ৰুৱে লাই পায়।'

ঃ কোন শত্ৰু বৌটি? মোৰ এই চুবুৰিটো? নে ওঠৰ-বিছ বছৰীয়া কেঁচুৱা ল'ৰাবোৰ।

মাকে একো নামাতিলে। ধৰণী ওলাই গ'ল ঘৰৰপৰা নৈৰ কাষলৈ। ব্ৰহ্মপুত্ৰখন এনেকৈয়ে সি আজন্ম দেখি আহিছে। কিন্তু মিচেছ খান্নাৰ টিলাটোৰপৰা দেখা এই নদীখনৰ ৰূপৰ সৈতে তুলনা নহয়। মিচেছ খান্নাক এবাৰ সি এই কথা কওঁতে তেওঁ হাঁহি কৈছিল — 'সদায় দেখা বস্তুৰ সৌন্দৰ্য দিনে দিনে হ্ৰাস হয়। সৌন্দৰ্য দেখিবলৈ প্ৰথমে তুমি ভালপোৱা শিকিব লাগিব। ভালপোৱাৰ চকু সদায় সুন্দৰ। মই ইয়াত বহি তোমাক ইমান নৈখনৰ কথা কওঁ — যে তুমি এই আজন্ম দেখা ব্ৰহ্মপুত্ৰখন নতুনকৈ ভাল পাবলৈ লৈছা। একেখন নৈকে তুমি পুৱা, দুপৰীয়া, আবেলি, সন্ধিয়া, পুৱতি নিশা নতুন নতুনভাৱে আৱিষ্কাৰ কৰিবা, যদি

মোৰ এই ঠাইৰপৰা নদীখনলৈ চোৱা। মই নদীখন চাই মৰিব খোজোঁ, মোৰ জীৱনৰ সৰ্বোচ্চ প্ৰাপ্তি হ'ব এইটোৱেই। ঘূৰি ঘূৰি ধৰণীৰ মনলৈ কেৱল মিচেছ খান্নাৰ কথাবোৰ আহি থাকিল। ধৰণী নৈ-পাৰৰ প্ৰকাণ্ড শিলটোত নিৰলে বহিলগৈ। ধৰণীৰ ভাব হ'বলৈ ধৰিলে, তাক নদীখনে ভাল পায়, শিলবোৰে ভাল পায়, তাক এই মাটিয়ে এৰি দিব নোখোজে, যাৰ বাবে সি অকলশৰীয়া হৈ পৰিলেও নিঃসংগ নহয়। মানুহেই একমাত্ৰ সংগী নোহোৱাকৈও এই পৃথিৱীত সুখী হ'ব পাৰে। গছবোৰ-চৰাইবোৰ, এই নদীৰ সূৰ্যোদয়, সূৰ্যাস্তক পৰম সুহৃদ কৰিব পাৰি। দীপুহঁতে বাধা দিলেও সি মিচেছ খান্নাৰ ওচৰলৈ যাব। ধৰণী এই নদীখনৰ দৰে। এই আকাশখনৰ দৰে, চৰাইবোৰৰ দৰে স্বাধীন। কাৰণ সি প্ৰকৃতিৰ ভগ্নাংশ। ধৰণী শিলটোৰপৰা উঠিব খোজোঁতেই এটা চিঞৰ শুনি উভতি চালে। দোকানৰ ছেলছমেন বসন্ত দৌৰি দৌৰি তাকেই মাতি আহি আছে। বসন্তই ফোঁপাই-জোপাই দুটামান দীঘল উশাহ লৈ ক'লে — 'ধৰণীদা বেগেতে ব'লা, গোসাঁইক কোনোবাই মাৰিলে'। ধৰণী উচাপ খাই উঠিল। সন্ধিয়া এই সময়ত গোসাঁয়ে প্ৰাৰ্থনা কৰে। কেনেকৈ সম্ভৱ এয়া। ধৰণী বসন্তৰ সৈতে প্ৰাণ-পণে দৌৰিলে গোসাঁইৰ গৃহলৈ। সমগ্ৰ অঞ্চলৰ মানুহ ঢপলিয়াই আহিছে গোসাঁইৰ ওচৰলৈ। মানুহ ফালি ধৰণী সোমাই গ'ল। এখন ঢাৰিত শুই আছে গোসাঁই। তেজেৰে ৰাঙলী মূৰত ধনঞ্জয়ে পানী ঢালিছে ঘটি এটাৰে। গোসাঁইৰ চকু মুদা। মুখত যন্ত্ৰণাৰ চাপ নাই। ধৰণীয়ে বিকট চিঞৰ মাৰি 'প্ৰভু' বুলি গোসাঁইৰ ভৰিত দীঘল দি পৰিল। নিমানন্দ গোসাঁয়ে এখন হাত দাঙি ধৰণীক আশ্বস্ত হ'বলৈ ক'লে। 'ব'লা, গোসাঁইক হাস্পতাললৈ নিওঁ।'

ঃ নাযায়। গোসাঁইক নিব খুজিলত ক'লে — তেওঁৰ বেছি সময় নাই। ইয়াতে থাকিব খোজে। — কথাবাৰ কৈ হাওঁহাওঁকৈ কান্দিলে ধনঞ্জয়ে। 'কোন পাষণ্ড, নাৰকীয়ে এয়া কৰিলে?' — ধৰণীয়ে চিঞৰি চিঞৰি সুধিলে। 'গোসাঁয়ে প্ৰাৰ্থনা কৰি থাকোঁতেই পিছফালৰপৰা কোনোবাই টঙনিয়ালে। মই গৰুক দানা খুৱাই আছিলোঁ, কাকো নেদেখিলোঁ। আহি দেখোঁ, প্ৰভু তেজত লুতুৰি-পুতুৰি।'— ধনঞ্জয়ে কথাবোৰ কৈ থাকোঁতেই গোসাঁয়ে হাতৰ ইংগিতেৰে ধৰণীক কাষলৈ মাতিলে। ধৰণী প্ৰায় চুচৰি গোসাঁইৰ মুখৰ ওচৰলৈ নিজৰ মুখ আগুৱাই নিলে। 'এই ঠাইৰ ভোগ উকলিল। আঠ বছৰ এই ঠাইখিনিয়ে মোক আশ্ৰয় দিলে। মন্দিৰটোৰ চাকিগছ সদায় জ্বলাবা। স্কুলখন পাতিবা।' — সেহাই সেহাই গোসাঁয়ে কথা কেইটা ক'লে।

ঃ কিন্তু প্ৰভু — এয়া কোনে কৰিলে?

ঃ মই মৃত্যুক জয় কৰি অমৃতৰ সন্ধানত ওলাইছোঁ। মানুহৰ শৰীৰ সদায় নাথাকে। মন অবিনশ্বৰ। যীশুখ্ৰীষ্ট, মহাত্মা গান্ধীৰ দৰে মহামানৱক হত্যা কৰা হৈছিল, মই সামান্য মনুষ্যহে — কাৰো ক্ষতি নহয়। স্কুলখনৰ বাবে যত্ন কৰা। — নিমানন্দ গোসাঁয়ে কথা কওঁতে কষ্ট পাইছিল। তেওঁ দীঘল দীঘল উশাহ ল'বলৈ আৰম্ভ কৰিছিল। মাইকী মানুহবোৰে হালধি বতি লৈ আহিছিল, গোসাঁইৰ কপালত লগাবলৈ। গোসাঁয়ে বনৌষধিৰ বাহিৰে আন ঔষধ গ্ৰহণ নকৰে। চন্দন, হালধি, তুলসী, নাৰ্জীফুলৰ পাত খুন্দি ৰস লৈ মানুহবোৰ গোসাঁইৰ মূৰৰ শিতানত আঁঠু কাঢ়ি বহিল। ধৰণীয়ে গোসাঁইৰ জিভাত অলপ অলপ পানী দি থাকিল। গোসাঁয়ে অস্ফুট স্বৰেৰে ক'লে — 'ধনঞ্জয়, কীৰ্তন-ঘোষাৰ পদ এটা....' ধনঞ্জয়ে হাত যোৰ কৰি লগে লগেই গাবলৈ আৰম্ভ কৰিলে —

"সমস্ত ভূততে ব্যাপি আছোঁ মঞি হৰি।
সবাকো মানিবা তুমি বিষ্ণুবুদ্ধি কৰি।।
ব্ৰাহ্মণ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি একতুল।।
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্বজান।।
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণুবুদ্ধি সৰ্বদায়ে মোক মান্য কৰে।।
ইৰিষা অসূয়া তিৰস্কাৰ অহংকাৰ।
সৱে নষ্ট হোৱে তেৱে তাৰক্ষণে তাৰ।।
কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।"....

ধনঞ্জয়ে আঁঠু কাঢ়ি কৰযোৰে কীৰ্তন গাওঁতে চকুলো বৈ আহিছে তাৰ গালৰ ওপৰেৰে, তিৰোতা মানুহবোৰে চাদৰৰ আঁচল মুখত সোপা দি উচুপি কান্দিছে। ধৰণীয়ে গোসাঁইৰ মূৰৰ কাষত জ্বলি থকা মাটিৰ চাকিৰ শলিতাডাল অলপ বঢ়াই দিলে। ধৰণীৰ ভাব হ'ল, এই চাকিটো জ্বলি থাকিলেই গোসাঁই থাকিব.... 'দোষ হ'লে মোক ক্ষেমিব প্ৰভুসকল....' গোসাঁয়ে শুই থকা অৱস্থাৰপৰাই নমস্কাৰৰ ভংগীত হাত দুখন বুকুত থৈ মানুহবোৰলৈ চাই স্পষ্টভাৱে ক'লে। তাৰ পিছতেই দীঘল উশাহ এটা লৈ গোসাঁয়ে চকু

মুদিলে। গোসাঁইৰ মুখত পৰম শান্তিৰ যেন জ্যোতি বিয়পি পৰিল। ডবা-শংখ, উৰুলিৰে তৎক্ষণাৎ ঠাইখন মুখৰিত হৈ পৰিল। আউলী-বাউলী হৈ তিৰোতা মানুহবোৰে ইজনীয়ে সিজনীক সাবটি ধৰি কান্দিবলৈ ধৰিলে। জীৱনৰ নানা ক্ষণত পোৱা গোসাঁইৰ উপদেশ আৰু উপকাৰ সুঁৱৰি কান্দি কান্দিয়েই তেওঁলোকে বৰ্ণালে জীৱনৰ বহু নোকোৱা কথা। এই অসহনীয় পৰিস্থিতিতে এজনে মাজতে সুধিলে — গোসাঁই প্ৰকৃততে কি জাতৰ? হিন্দু, মুচলমান, বৌদ্ধ নে খ্ৰীষ্টান? সকলো ধৰ্মৰ কথাই তেওঁ কৈছিল। তদুপৰি তেওঁৰ উপাস্য দেৱতা আছিল এটি মাটিৰ চাকি। কি প্ৰথাত তেওঁক সৎকাৰ কৰা হ'ব? মানুহবোৰৰ মাজত গুণ-গুণনি লাগিল। ধৰণীয়ে হাতৰ তলুৱাৰে চকুপানী মচি ক'লে — 'আমাৰ গাঁৱৰ মানুহক যিদৰে সৎকাৰ কৰা হয়, সেইদৰেই হ'ব। নৈ-পাৰত চন্দনৰ চিতাত তুলি গোসাঁইক পঠিয়াম। গোসাঁয়ে সদায় কৈছিল, মাটি-পানী-বায়ুয়েই মানুহৰ শেষ আশ্ৰয়। মাটি, পানী, বায়ুৰ জাত নাই, ধৰ্ম নাই। প্ৰেম মানুহৰ প্ৰথম আৰু শেষ অঞ্জলি। কেঁচুৱা জন্ম হওঁতে পৃথিৱীলৈ স্বাগতম জনোৱা হয় প্ৰেমেৰে, পৃথিৱীৰপৰা বিদায় দিয়া হয় প্ৰেমেৰে। হৃদয়ত প্ৰেম থকালৈকে পৃথিৱীত একো বস্তুৰে অভাৱ নহয়'। — ধৰণীয়ে কথাবোৰ দোহাৰিলে। ধৰণীৰ হঠাতে মিচেছ খান্নালৈ মনত পৰিল। গোসাঁইৰ এই মৃত্যুৰ বাতৰিয়ে মানুহজনীক জোকাৰি পেলাব। চিতা সজা সময়খিনিতেই ধৰণী মহচিনৰ ওচৰলৈ যাবলৈ ওলাল। লেবাৰ ক'লনিৰ মানুহবোৰ উন্মাদৰ দৰে দৌৰি আহিছে গোসাঁইক চাবলৈ। মহচিন আহিব নোৱাৰে। তাৰ ভৰিত বেণ্ডেজ। আৰু এমাহ সি বিছনাত থাকিব লাগিব। এইবাৰ অতৰ্কিতে ধৰণী মানুহৰ মাজৰপৰা আঁতৰি আহিল। গোসাঁইক লেবাৰ ক'লনিৰ মানুহে বৰকৈ মানিছিল। গোসাঁয়ে স্কুল পাতিবলৈ উঠি-পৰি লাগিছিল। তাৰোপৰি ধৰণী, মহচিন, মিচেছ খান্নাৰ সাহৰ খুঁটি আছিল গোসাঁই। গোসাঁইৰ শত্ৰু কোন ধৰণীয়ে বুজিছে। কিন্তু দোষী বিচাৰিবলৈ গ'লেই শত্ৰুতাৰ বিষ তীব্ৰ হ'ব। হয়তো গোসাঁয়েও দেখিছিল তেওঁক কোনে মাৰিলে। সেয়ে তেওঁ প্ৰকাশ নকৰাকৈ বুজাই থৈ গ'ল, ধৰণীয়ে যাতে এই মৃত্যুক লৈ পুলিচ, কাছাৰী, আদালতৰ কাষ নাচাপে। মহচিনৰ পুলিচ কেছ চলি আছে। এই কেছৰ বাবেই কেবাটাও গুণ্ডা এই ঠাইৰপৰা পলাতক। আইন-আদালতেও দোষীক শাস্তি বিহিব কাচিৎহে পাৰে। ধৰণীৰ বুকুখন শুকান কুঁৱাৰ দৰে লাগিবলৈ ধৰিলে। প্ৰথমবাৰৰ বাবে ধৰণীয়ে নিজকে নিঃসহায় অনুভৱ কৰিলে। সি নিজেও নিবিচাৰে, পুলিচে প'ষ্ট মৰ্টেমৰ বাবে গোসাঁইৰ দেহটো লৈ যাওক। কাটি-ছিণ্ডি গোসাঁইৰ দেহটো ঘূৰাই দিয়ক। সন্দেহ কৰিয়েই ধনঞ্জয়ক লক্-আপত নি ভৰাই থওক। কাৰণ ধনঞ্জয়েই প্ৰথম সাক্ষী এই ঘটনাৰ। সন্দেহৰ বশৱৰ্তী হৈ পুলিচে এই ঠাইত যধে-মধে তাণ্ডৱ চলাব। গোসাঁয়ে এইবোৰ নিবিচাৰিছিল বাবেই ইচ্ছা-মৃত্যুক বৰণ কৰিছিল। ধৰণীৰ বুকুখন ফাটি-ছিৰি যাব খুজিছে এই মুহূৰ্তত। কি অসহ্য এই যন্ত্ৰণা। ধৰণীয়ে গোসাঁইক হত্যা কৰা দোষীৰ অমানুষিক শাস্তিও এই মুহূৰ্তত বিচাৰিছে, আনফালে গোসাঁইৰ শান্তি নিদ্ৰাত ব্যাঘাত জন্মাই গোসাঁইৰ মৃতদেহ আইনৰ হাতত তুলি দিবও খোজা নাই। হয়তো শত্ৰুৰ লক্ষ্য এনে বেমেজালিৰ সৃষ্টি কৰা। ধৰণীয়ে কথাটো ভাবি পুনৰ গোসাঁইৰ ওচৰত জমা হোৱা মানুহবোৰৰ ওচৰলৈ দৌৰিলে। সচাঁকৈয়ে এই মুহূৰ্তত সি উন্মাদ হৈ উঠিছে। গোসাঁইৰ শেষ ইচ্ছা স্কুল পতাহে, দোষীৰ শাস্তি বিচাৰ নহয়। ধৰণীয়ে মানুহবোৰৰ ওচৰ চাপি ফোঁপাই ফোঁপাই ক'লে — 'শুনক — গোসাঁইক যদি ভাল পাইছিল, তেখেতৰ শেষ ইচ্ছা পূৰণ কৰক। এখন স্কুল পাতোঁ আহক। ল'ৰা-ছোৱালীৰ বাবে এখন উদ্যান পাতোঁ আহক'। মানুহবোৰ চাপি-কুচি আহিল। ধৰণীয়ে দেখিলে, গোসাঁইৰ মৃত্যুত ম্ৰিয়মান মানুহবোৰৰ মুখত পূৰ্বতে নেদেখা অভিব্যক্তি। সকলোৱে চিঞৰি ক'লে — 'পাতিম, স্কুল পাতিম। চাওঁ কোনে বাধা দিয়ে। কিন্তু দোষীৰ শাস্তি কেনেকৈ হ'ব?'

ঃ দোষীৰ শাস্তি স্কুল পাতিলেহে হ'ব। এই মুহূৰ্তত পুলিচ মাতি অনা মানেই গোসাঁইৰ নশ্বৰ দেহাক শাস্তি দিয়া। — মানুহবোৰৰ মুখলৈ চালে ধৰণীয়ে। ধৰণীৰ অনুভৱ হ'ল, বহুত দিনৰ মূৰত ধৰণীৰ কথাবোৰ মানুহে শুনিছে। 'মহচিনক যিয়ে মাৰিছিল, গোসাঁইকো সিহঁতেই মাৰিলে। মহচিনৰ আক্ৰমণকাৰী যাতে আইনৰ ফাঁকেৰে সাৰি নাযায়, তালৈ লক্ষ্য ৰাখিলেই হ'ব। মহচিনে নিজে সাক্ষী ইতিমধ্যে দিছে। কাছাৰীত কেছ উঠিছেগৈ। আমি গোসাঁইৰ ইচ্ছাৰ বাবেই 'বহু কাম কৰিব নোৱাৰোঁ'। মানুহবোৰে হয়ভৰ দিলে। ধৰণীৰ মনটো মুকলি লাগিল। গোসাঁয়ে ঠিকেই কৈছিল, মানুহৰ মন চৰাইৰ দৰে, খন্তেকৰ বাবে উৰণীয়া, উদণ্ড হ'লেও সন্ধিয়া নিজৰ বাহলৈ ঘূৰি আহে। হাজাৰ ভুল-ভ্ৰান্তি কৰিলেও মনৰ শেষ আশ্ৰয় অনুতাপ। অনুতাপ আৰু উপলব্ধিৰ বাহলৈকে

মন খুৰি আছে। এই বাহুটোৱেই মানুহ শেষ আশ্ৰয়।

শেষ নিশা গোসাঁইক সৎকাৰ কৰি ধৰণীয়ে নদীত বুৰ মাৰিলে। মানুহবোৰ ঘৰা-ঘৰি গ'লেও, ধৰণীয়ে গা ধুই ঘৰলৈ যাবলৈ ইচ্ছা নকৰিলে। বসন্তই ঘৰৰপৰা ধৰণীলৈ শুকান কাপোৰ এযোৰ আনি থৈছিল। ধৰণীয়ে সেইযোৰ পিন্ধি, আন্ধাৰ-মুন্ধাৰ বাটেৰেই মিচেছ খান্নাৰ টিলাটোৰ ফালে আগবাঢ়িল। সি প্ৰথমবাৰৰ বাবে অনুভৱ কৰিলে তাৰ বুকুৰ এই ৰিক্ততা আৰু যন্ত্ৰণা বুজি পাব একমাত্ৰ মিচেছ খান্নাই। জীৱনৰ মধ্য বয়সত লগ পোৱা এজনী অচিন নাৰী ধৰণীৰ কেনেকৈ ইমান আপোন হৈ পৰিল নিজকে বাৰে বাৰে প্ৰশ্ন কৰিলে ধৰণীয়ে।

## এখন নীলা বিছনাৰপৰা পৃথিৱীলৈ....

বাহাদুৰ আচৰিত হৈ সুধিলে ধৰণীক — 'ইমান ৰাতি কিয়?'

ধৰণীয়ে ক'লে — 'মেমচাবক জগাই দে; লগ পাব লাগে'।

নিস্তব্ধ বঙলাটোত বাৰাণ্ডাত লাইট আৰু গেটত দুটা লাইট জ্বলি আছে। দুয়োটা কুকুৰ ভৌ-ভৌৱাই দৌৰি আহি চিনাকি মানুহ দেখি নেজ জোকাৰিবলৈ ধৰিলে। বাহাদুৰে বাৰে বাৰে কলিং বেল টিপিলে, কিন্তু কোনো সাৰ-সুৰ নাই। বাহাদুৰে কওঁ নকওঁকৈ ক'লে— 'সন্ধিয়া মেম চাহাবক মই গোসাঁই মৰাৰ খবৰ দিলোঁ। বজাৰ কৰিবলৈ যাওঁতে শুনি আহিছিলোঁ। তেতিয়াৰপৰাই মেমচাৰ ওলোৱা নাই। ৰাতি একো নাখালে — কিন্তু 'চৰাব' বহুত খাইছে — সেই কাৰণে সাৰ পোৱা নাই'। ধৰণী বাৰাণ্ডাৰ বেতৰ চকীখনত বহি পৰিল। এনেতেই কানি-দুৱৰীকৈ দুৱাৰখন মেল খালে। ফুলমণি দীঘলীয়া হামি এটা মাৰি থিয় হ'ল। ধৰণীক সন্মুখত দেখি তাইৰ টোপনিৰ জাল কাটি গ'ল। 'ইমান ৰাতি আপুনি!' ধৰণী সোমাই গ'ল ভিতৰলৈ। 'মেমচাবৰ টোপনি। আজি বহুত কান্দিছে, বহুত চেৰাপ খাইছে'। — ফুলমণিয়ে লাহে লাহে ক'লে। মহ নোসোমাবা নেটৰ দুৱাৰখন ধৰণীয়ে হেঁচা মাৰি খুলি কোঠালিটোলৈ সোমাই গ'ল। কোঠালিৰ জোনৰ দৰে লাইটৰ পোহৰত মিচেছ খান্না এজনী অবোধ কিশোৰীৰ দৰে শুই আছে। গাৰপৰা মসৃণ কম্বলখন খহি উদং বাহু এটা ওলাই আছে। ধৰণী বিছনাৰ কাষৰ চকীখনত বহি মূঢ়া এটাত ভৰি দুটা মেলি দিলে। ফুলমণি কিংকৰ্তব্যবিমূঢ় হৈ থিয় দি থাকিল কোঠাটোত।

ঃ চাহ খাব নে? — এনেয়ে সুধিলে ফুলমণিয়ে।

ধৰণীয়ে মূৰ জোকাৰি ক'লে — 'নাখাওঁ, চিগাৰেট জাতীয় কিবা আছেনে? মেমচাবে খায় নেকি?'

ঃ মেমচাবে এতিয়া নাখায়। প্ৰথম আহোঁতে খোৱা দেখিছিলোঁ।

ঃ বিড়ি-চিৰি কিবা? বাহাদুৰৰ হাতত আছে নেকি?— ধৰণীৰ কিবা এটা নিচা সেৱন কৰাৰ আজি তীব্ৰ ইচ্ছা জাগিছে। কেবা মাহো হ'ল সি চিগাৰেট এৰি পেলোৱাৰ। ইমান দিনৰ পিছত পুৰণি তীব্ৰ বাসনা এটাই অস্থিৰ কৰি তুলিছে। ফুলমণি বাহিৰলৈ ওলাই গ'ল। মিচেছ খান্নাই বাগৰ সলালে। ধৰণীয়ে মিচেছ খান্নাৰ নিদ্ৰামগ্ন শৰীৰটোৰপৰা চকু ঘূৰাই দেখিলে, বেড চাইড টেবুলত এটা মদৰ বটল, কাষত গিলাছ। বটলটোৰ সুগঠিত চমকেই কৈ দিয়ে, যথেষ্ট দামী সুৰাই হ'ব। হঠাতে ধৰণীৰ অনুভৱ হ'ল, এই কোঠালিটো প্ৰকৃততে শূন্যতাৰে পূৰ্ণ। সুদৃশ্য বিছনাত মিচেছ খান্না, সুদৃশ্য ড্ৰেচিং টেবুল, বেৰত থকা ধূসৰ ছবি, আচবাব, কাৰ্পেট সকলোৰে উপস্থিতিত এক বিশাল শূন্য কোঠা। আনকি ধৰণীৰ নিজৰ ভিতৰখনো শূন্য। সি একো ভাবিব পৰা নাই। 'এয়া চিগাৰেট, বাহাদুৰৰপৰা আনিলোঁ'। ফুলমণিৰ মাতত ধৰণীৰ নিজকে কিছু সুস্থ যেন অনুভৱ হ'ল। ফুলমণিৰপৰা দিয়াচলাই আৰু চিগাৰেট লৈ, তৎক্ষণাতে ধৰণীয়ে অগ্নিসংযোগ কৰি এমুখ ধোঁৱা উশাহেৰে ভিতৰলৈ টানি ল'লে। আস্ কি তৃপ্তি! চিগাৰেট এৰি সি ভুল কৰিছিল। আজি এই চিগাৰেটে তাৰ জীৱনীশক্তি ঘূৰাই দিছে। ফুলমণি কোঠাৰপৰা ওলাই গ'ল। আপোনা-আপুনি চুইংড'ৰখন বন্ধ হৈ গ'ল। ধৰণীয়ে চকু মুদি চিগাৰেট হুপিবলৈ ধৰিলে। বহুদিনৰ মূৰত চিগাৰেট হোপাৰ বাবেই, ধৰণীয়ে চৰ্চৰণি খোৱাৰ দৰে কাহিবলৈ ধৰিলে। সি পানী বিচাৰিলে। বেড চাইড টেবুলত এটা বটল। চ'ডাৰ বটল। আধা চ'ডা সি মুখত বাকী দিলে। মুখখন বিকটাই দিলে ধৰণীয়ে। মিচেছ খান্নাই আকৌ বাগৰ সলালে। হঠাতে তাৰ মিচেছ খান্না এইদৰে শুই থকাটো সহ্য নহ'ল। ইমান অস্থিৰতাৰ মাজত কিয় শুব এইদৰে! ধৰণীয়ে মিচেছ খান্নাক জোকাৰি দিলে। এবাৰ, দুবাৰ। হঠাতে ধৰণীয়ে মিচেছ খান্নাৰ ফালে হাউলি গৈ এখন হাতেৰে মানুহজনীক দাঙি দিলে। মিচেছ খান্না খক্-মক্ কৈ সাৰ পাই, অস্পষ্ট পোহৰত ধৰণীক দেখি, দুবাৰমান

জোৰেৰে চকু মেলিলে। অবাক হৈ ফিচ্ ফিচাই সুধিলে — ধৰণী তুমি! মই ভাবি আছিলোঁ, ঠিক ভাবিছিলোঁ। 'গোসাঁই....' ধৰণীৰ মাত কঁপি উঠিল। 'জানো, নক'বা নক'বা'। ধৰণীৰ ইমান পৰে বুকুৰ ভিতৰত থকা শোকৰ উজান-ভাটি কৰা ঢৌবোৰ পাৰ ভাঙি আহিল। সি সৰু ল'ৰাৰ দৰে ফেঁকুৰি উঠিল। এখন লাহী কোমল হাতে তাক মেৰিয়াই ধৰিলে। সি ক'ব নোৱাৰাকৈয়ে এই নাৰীৰ ওচৰত আত্মসমৰ্পন কৰিব খুজিলে। ধৰণীক এই সময়ত সকলো আবেগ-যন্ত্ৰণাৰপৰা মুক্তি লাগে। ইমান পৰে শীতল হৈ যোৱা তাৰ শৰীৰটো, গোসাঁই প্ৰভুৰ চিতাৰ উত্তাপত উষ্ণ হৈ উঠাৰ দৰে হৈ উঠিল। ধৰণীয়ে অনুভৱ কৰিলে মিচেছ খান্নাৰ শৰীৰটো আগলি কলাপাত কঁপাদি কঁপিছে। মিচেছ খান্নাৰ চকু দুটা সেমেকি আছে; বানে গৰকা মাটিৰ দৰে মিচেছ খান্নাৰ গাল দুখন।

নয়নতৰাৰ প্ৰতি মানসিকভাবে যিদিনাৰপৰা ধৰণীৰ আসক্তি বাঢ়ি গৈছিল, সি তাইক নিজৰ কাষত সকলো সময়তে পাবলৈ ব্যাকুল হৈ উঠিছিল। ইয়াৰ লগে লগে এক অপৰাধবোধে ধৰণীক ক্ষত-বিক্ষত কৰিবলৈ লৈছিল। যুগ যুগ ধৰি মনত খোপনি পোতা সংস্কাৰে ধৰণীক জুৰুলা কৰিছিল। গিৰীয়েকৰ অত্যাচাৰত জৰ্জৰিতা হ'লেও, নয়নতৰা পৰস্ত্ৰী। যিমানেই নয়নতৰাই কওক, তাই ধৰণীৰ বুলি, সমাজৰ চকুত এয়া অপৰাধ। নয়নতৰা সামাজিকভাবে স্বীকৃত চন্দ্ৰৰ স্ত্ৰী। ধৰণীৰ নয়নতৰাৰ ওপৰত একো অধিকাৰ নাই। এয়া ভবাটোও পাপ। কিন্তু সি সকলোবোৰ বুজিও, এক অনৈতিক তাগিদাৰে নৈতিক বুলি এই ভাববোৰক আলিংগন কৰে; সপোনে-দিঠকে। গোসাঁইৰপৰা সি একো লুকুওৱা নাছিল। সকলো ভাব মুকলি কৰি, ধৰণীয়ে ভুগি থকা অপৰাধবোধৰপৰা মুক্তি লভিছিল। 'প্ৰভু, মনত থকা কথাবোৰ শৰীৰত প্ৰকাশ পালে অপৰাধ হয় কিয়?'— সি এদিন সুধিছিল।

ঃ সমাজ গঢ়িবলৈ, উচ্ছৃংখলতা নিয়ন্ত্ৰণ কৰিবলৈ শৰীৰক মনতকৈ তুচ্ছ কৰি ৰখাটো দৰকাৰী। মনক শৰীৰতকৈ উচ্চাসন দিয়াৰ অৰ্থে, শৰীৰৰ দৰে তুচ্ছ পদাৰ্থ এটাৰ মাজেৰে তোমাক য'তে-ত'তে প্ৰকাশ নকৰিবা। ভাৰতীয় দৰ্শনত মন আৰু আত্মাৰ সাধনাক বেছি গুৰুত্ব দিয়া হয়। সেয়ে বিবাহিত স্ত্ৰী-পুৰুষৰ মাজতহে শৰীৰ আৰু মনৰ মিলন গ্ৰাহ্য কৰা হৈছে। ইয়াৰ এটা লক্ষ্য থাকে, সন্তান উৎপাদন — বংশ-পৰম্পৰা। মনৰ ধৰ্মই, শৰীৰৰ ধৰ্ম। শৰীৰৰ নিজা ধৰ্ম নাই।

ঃ কিন্তু প্ৰভু, মনক অগ্ৰাহ্য কৰিও স্বামী-স্ত্ৰীৰ শাৰীৰিক মিলন ঘটে, সন্তান জন্ম হয়। ই অন্যায় নহয়নে? মনৰ যদি ধৰ্ম আছে তেন্তে শৰীৰ ধৰ্মহীন কেনেকৈ হ'ব? ধৰ্মক ধৰ্মহীনতাৰ মাজেৰে কেনেকৈ প্ৰকাশ কৰি ধৰ্ম পালন কৰা হ'ব। — গোসাঁই কিছুপৰ মৌন হৈ ৰৈছিল। তাৰ পিছত কৈছিল — 'নয়নতৰাৰ কথা ক'ব খোজা নাই জানো তুমি? তোমাৰ একো পাপ হোৱা নাই। জীৱন যন্ত্ৰণা লাঘৱ কৰিছা, তুমি তাইৰ জীৱনদাতা। জীৱনদাতাতকৈ স্বয়ং স্বামীও ডাঙৰ নহয়'।

ঃ প্ৰভু, তাই মোক, মই তাইক, দেহে-মনে বিচাৰিছোঁ। কিন্তু এই চুবুৰিতে, পৰস্ত্ৰীক নিজৰ ঘৰলৈ পত্নী ৰূপে আনিবলৈ কিমান দুৰূঢ় কাম আপুনি জানে। চন্দ্ৰ শাৰীৰিকভাৱেও অক্ষম, অথচ নয়নতৰাক কাঠবাঁজী বুলি অত্যাচাৰ চলাইছে ঘৰখনে, তাইৰপৰা মাতৃত্ব কাঢ়ি লোৱা হৈছে। নয়নতৰা শৰীৰৰ মনেৰে মোক গ্ৰহণ কৰিবলৈ ইচ্ছুক, মই গ্ৰহণ কৰাত আপত্তি কি? — ধৰণীৰ কথাৰ উত্তৰ বহু পৰলৈ গোসাঁয়ে দিয়া নাছিল। তাৰ পিছত কৈছিল — 'যৌনতত্ত্বৰ প্ৰকৃত অৰ্থই হৈছে শৰীৰ আৰু মনৰ স্বাধীনতা। কিন্তু সাধাৰণ মনুষ্যই ইয়াৰ গূঢ় তত্ত্ব বুজিবলৈ অপৰাগ। সেয়ে এইদৰে বিবাহৰ সামাজিক বন্ধনেৰে যৌনতাক নিয়ন্ত্ৰণ কৰা হৈছে। যৌন স্বাধীনতা সকলোৰে বাবে মুকলি কৰিলে, ই ব্যভিচাৰত পৰিণত হ'ব। এখন ভ্ৰষ্টাচাৰী, ব্যভিচাৰী সমাজ কাৰো কাম্য নহয়। শৰীৰ আৰু মনৰ, দুয়োপক্ষৰ ইচ্ছাত ঘটা মিলন ; অপাৰ্থিৱ অনুভৱ। এই চৰম বিন্দুত উপনীত হোৱাৰ মুহূৰ্তই মোক্ষ প্ৰাপ্তি। সেই মুহূৰ্তত এজন মানৱ বা মানৱীয়ে মনৰ অহংকাৰ, আত্মাভিমান, গৰ্ব, জাতি, বৰ্ণ-শ্ৰেণী সকলো নাশ কৰি আনন্দৰ শীৰ্ষ বিন্দুত উপস্থিত হয়। এয়াই সত্য আৰু ঈশ্বৰ প্ৰাপ্তি। কিন্তু এই পৰ্যায় পাবলৈ তুমি বা মই কিমান জ্ঞানৰ অধিকাৰী! সেইবাবেই সামাজিক নিয়মেৰে ইয়াক নিয়ন্ত্ৰণ কৰা হৈছে। যৌন স্বাধীনতা মানে যৌন ব্যভিচাৰ নহয়। কিন্তু স্বাধীনতাৰ অপব্যৱহাৰেই ব্যভিচাৰ, ব্যভিচাৰেই ধ্বংস আনে। স্বাধীনতাক তুমি বুজি যদি পাইছা, তেন্তে অপৰাধ নাই, যদি স্বাধীনতাই তোমাক নিয়ন্ত্ৰণহীন কৰিছে, তেন্তে তুমি অপৰাধী সাব্যস্ত হ'বা — ইয়াতকৈ এটা কথাও মই বেছি নকওঁ, তুমিও কোনো প্ৰশ্ন নকৰিবা।

'ধৰণী — ধৰণী....' মিচেছ খান্নাৰ অস্ফুট উচ্চাৰণত

ধৰণী সুদূৰ অতীতৰপৰা ঘূৰি আহিল। সি এই মুহূৰ্তত সমগ্ৰ শৰীৰ-মন মিচেছ খান্নাক অৰ্পণ কৰিবলৈ গৈও এক মানসিক যুদ্ধত অৱতীৰ্ণ হৈছে। 'ধৰণী, তুমি কি ভাবি আছা মই বুজিছোঁ, কিন্তু মই এইবোৰ একো নাজানো। এই মুহূৰ্তত মই এজনী নাৰী, তুমি পুৰুষ। তোমাৰ আৰু মোৰ ইচ্ছা, আকাংক্ষা একে। এই মুহূৰ্তত তুমি সকলো পাহৰি যোৱা। ইমানখিনি কথা তোমাক এনে সময়ত ক'ব লগা হৈছে বাবেই, তোমাক মই ভাল পাই পেলাইছোঁ ধৰণী। 'You're very much sincere to you' তুমি নিজৰ প্ৰতি বৰ সৎ। ইয়াৰ পিছত ধৰণীয়ে একো ভাবিব নোৱাৰিলে। ধৰণীৰ মাকে এদিন গোসাঁইৰ ওচৰলৈ গৈ দুখেৰে কৈছিল — 'প্ৰভু, মোৰ একেটি ল'ৰা, তাৰ মগজটোও বৰ চোকা আছিল। কিন্তু সি কলেজীয়া শিক্ষা নল'লে। মই জোৰ কৰিলতো কলেজলৈ নগ'ল। মোক সি মূৰুখ বুলি ভাবে। তিৰোতা মানুহৰ কথা মতা মানুহবোৰে দলিয়াই দিয়াটোৱেই ডাঙৰ জয় বুলি ভাবে। ইয়াৰ বাপেকো তেনেকুৱা আছিল। আপুনিও তিৰোতা মানুহক তেনেকৈ ভাবে নেকি গোসাঁই?' গোসাঁয়ে তৎ-মুহূৰ্ততে কৈছিল —' তিৰোতা মানুহে জানে কম, বুজে বেছি। এটা ৰান্ধনিঘৰতে জীৱন পাৰ কৰা মানুহ এজনী, বাহিৰ ঘূৰি নানা কথা জনা পুৰুষজনতকৈ বোধশক্তিত আগবঢ়া। কাৰণ তেওঁলোক অন্তৰ্জগতৰ বাসিন্দা। জ্ঞানী পুৰুষে নাৰীক অৱহেলা নকৰে'। — ধৰণীৰ এই কথাবোৰ মূৰত পাকঘূৰণি খাবলৈ ধৰিলে। সি এতিয়া অন্য ধৰণী। তাৰ চল্লিছ বছৰৰ পুৰুষজীৱনৰ, প্ৰথম বৈচিত্ৰ্যময় অনুভূতিৰ মৰ্যাদা ৰাখিবই লাগিব। এয়া এনে এক সময়, যি মুহূৰ্তৰ বাবে সি নয়নতৰাক আপোন কৰি ল'ব খুজিছিল। বহু নিশা সি এক দুৰ্বাৰ যন্ত্ৰণাত ছট্‌ফটাইছিল। মেঘৰ কঠিন গৰ্জনো পৃথিৱীৰ আহ্বানত বৰষুণ হৈ পৰে, ধৰণী স্বাধীন পুৰুষ, মিচেছ খান্না স্বাধীন নাৰী। সি ক'লে — 'মই তোমাক মোৰ জীৱনতকৈও বেছি ভাল পাওঁ....' মিচেছ খান্নাই জোনৰ পোহৰৰ দৰে, বেড চাইড টেবুলত জ্বলি থকা লেম্পটোৰ চুইছটো হাতৰে খেপিয়াই বন্ধ কৰি দিলে। নিস্তব্ধ আলোড়নেৰে সমগ্ৰ কোঠালিটো তমসাত বুৰ গ'ল, ৰাতি পুৱাবলৈ তেতিয়া বেছি পৰ নাই। বাহাদুৰে সাৰে থকাৰ ঘণ্টা বজালে চাৰিবাৰ, টং-টং-টং-টং।

কনকাই নিজৰ কাণকে বিশ্বাস কৰিব পৰা নাই। নকুল সদলবলে আহি কনকাহঁতৰ চোতালত তৰ্জন-গৰ্জন কৰি গ'লহি। 'তোমাৰ ধৰণীয়ে গোসাঁইক শ্মশানতে এৰি সেই বিজতৰীয়া, বদমাছ মানুহজনীৰ ঘৰত ৰাতি কটাইছেগৈ জানানে? ধৰণীৰ মুখা খুলি যাব আজি, পুলিচ আহিব। গোসাঁইৰ হত্যাকাৰী ধৰা নপৰিবৰ বাবেই ধৰণীয়ে মানুহখিনিক উচটাই নিশাৰ ভিতৰতে পুৰি পেলালে। সেই মানুহজনীৰ লগত হলি-গলি কৰি ব্যভিচাৰ কৰাটো গোসাঁয়ে ভাল পোৱা নাছিল। ধৰণীৰ চৰিত্ৰ লুকুৱাবা ক'ত? সি চন্দ্ৰৰ ঘৈণীয়েকৰ সৈতেও মনে মনে সম্পৰ্ক ৰাখিছিল। সকলোৱে জানে কথাবোৰ।' কনকাই নিজৰ কাণ দুখন দুই হাতেৰে সোপা মাৰি বহি পৰিল মাজ-চোতালতে। মাকণ দৌৰি ঘৰৰ ভিতৰৰপৰা ওলাই আহি ক'লে — 'ওলাই যা কুকুৰ। এইবোৰ কথা কোৱাৰ আগতেই তোৰ জিভাত পোক নালাগিল কিয়....' নকুলেও গেটৰ বাহিৰলৈ ওলাই গৈ চিঞৰি চিঞৰি ক'লে — 'বিড়াল তপস্বী ধৰণী ঘৰত নাই, এতিয়া ক'ত আছে খবৰ নকৰ কিয়?' এই হুলস্থূলৰ মাজতে মাকণে দেখিলে, একা-বেঁকা বাটটোৰে ধৰণী আহি আছে। ধৰণীক প্ৰকাশ্যে কোনেও একো ক'ব নোৱাৰিলে।

ধৰণী আহি মানুহবোৰৰ মাজত ৰৈ আচৰিত হৈ সকলোলৈকে চালে। হঠাতে কনকা দৌৰি আহি ধৰণীৰ চোলাত খামুচি জোকাৰি দিলে — 'সঁচা কথা ক', ক'ৰপৰা আহিলি?' ধৰণীয়ে কেতিয়াও মাকৰ এনে উন্মাদ চেহেৰা দেখা নাছিল। কনকাৰ চকুহাল পুহমহীয়া নিয়ৰত তিতা জবাফুলৰ দৰে হৈ পৰিছিল। ধৰণীয়ে শান্তভাৱে ক'লে— 'মিচেছ খান্নাৰ ঘৰৰপৰা'। মানুহবোৰে অস্ফুট ভাষাৰে গুণগুণনি তুলিলে।

'সেই শাখিনী, ভূতুনীজনীয়ে তোৰ মূৰটো খালে ঐ — মই এইবোৰ দেখাৰ আগতে মৰি নগ'লোঁ কিয়'। — কনকাই মূৰ-বুকু ভুকুৱাই বিনাবলৈ লাগিল। সেয়াই নহয়, ধৰণীয়ে পিন্ধি থকা চোলাটো কনকাই ছিৰাছিৰিকৈ গাতে ফালি পেলালে। প্ৰস্তৰ মূৰ্তিৰ দৰে ধৰণী থিয় হৈ থাকিল বহুপৰ। নকুল দপ্‌দপাই ওলাই গ'ল। পিছে পিছে চুবুৰীয়া মানুহৰ দলটো। 'এতিয়া হেনো পুলিচ আহিব। গোসাঁইক কোনোবাই মৰাৰ খবৰটো থানাত নিদি জ্বলাই দিয়াৰ বাবে, গোটেই ৰাইজখনক ধৰিব। তইহে হেনো উচটালি, পুলিচত নিশ্চয় নকুলহঁতে খবৰ দিলে। পুলিচ, মন্ত্ৰী বহুতৰ সৈতে নকুলহঁতৰ ভাল সম্পৰ্ক। সেয়ে মানুহবোৰ ভয়তে সিহঁতৰ শৰণাপন্ন হৈছে। কথাবোৰ বেলেগ ফালে ঢাল লৈছে'।—

মাককণে ভয়ে ভয়ে কথাবোৰ ক'লে যদিও, তাইৰ মাতত কান্দোনৰ সুৰ এটাহে ভাহি উঠিল। ধৰণী ঘৰৰ বাৰাণ্ডাৰ চিৰিটোতে বহি পৰিল। উদাস দৃষ্টিৰে মাকলৈ চাই ক'লে — 'তই মোক অবিশ্বাস কিয় কৰিলি! গোসাঁয়ে ইচ্ছা-মৃত্যু বৰণ কৰিছে। গোসাঁয়ে দোষী নিবিচাৰিবলৈ কৈ, তেওঁৰ মৃত্যুৰ সময় হ'ল বুলিহে কৈছিল। তেওঁ শান্তিত মৃত্যুবৰণ কৰিব খোজা বাবেই হাস্পতাললৈ যাব নুখুজিলে। আচলতে গোসাঁয়ে মনত আঘাত পাইছিল বেছি। গোসাঁইক মাৰিব পৰা মানুহ ওলোৱা মানেই, এই ধৰাত তেওঁৰ স্থান উকলি যোৱা বুলিয়েই চকু মুদিলে। গোসাঁইক এই দুখন হাতেৰে জ্বলাই থৈ আহি মই শান্তি পোৱা নাছিলোঁ — সেইবাবেই...., কনকাই তীৰ্যক দৃষ্টিৰে ধৰণীলৈ চোৱাত ধৰণীয়ে তলমূৰ কৰিলে। 'মই একো অপৰাধ কৰা নাই।' তলমূৰ কৰিয়েই ধৰণীয়ে এটা এটাকৈ কথাবোৰ ক'লে। হঠাতে কনকাই আতংকত চিঞৰি উঠিল। 'চা সৌৱা পুলিচ আহিছে — মই জানো। কিন্তু এতিয়া কোনে বুজিব তোক.... হে ঈশ্বৰ' — কনকা দৌৰি গৈ গোসাঁই থাপনাত দীঘল দি পৰিলগৈ। 'হে কৃষ্ণ, গোপাল-গোবিন্দ যদু নন্দন, সোণৰ ফুল এপাহকে আগবঢ়ালোঁ.তোমাৰ চৰণত, হে গুৰু, একুৰি ভকতক নামে-প্ৰসঙ্গে জলপানেৰে সেৱা কৰিবলৈ মনস্থ কৰিছোঁ, এই বিপদৰপৰা ৰক্ষা কৰা, হে দুৰ্গতি-নাশিনী, অহা দুৰ্গাপূজাত দহোটা নাৰিকল, বস্ত্ৰৰে তোমাক পূজিম, ৰক্ষা কৰা....' কনকাই হিয়ালি-জিয়ালিকৈ গোসাঁই থাপনাত কিমান সময় পৰি কান্দিছিল ক'বই নোৱাৰিলে, ধৰণীৰ মাততহে চমক ভাগিল— 'মোক লৈ যায় হেনো থানালৈ, সোধ-পোছহে কৰিব। ঘূৰি আহিম — তই ওলাই আহছোন'। কনকাৰ অজান আশংকাত অন্তৰখন দুৰু দুৰুকৈ কঁপিল। তাই ধৰণীৰ সন্মুখত থিয় হ'লহি। কুকুৰা চৰায়ে ডেউকাৰে পোৱালি ঢকাৰ দৰে, দুহাত মেলি তাই ধৰণীৰ সন্মুখত থিয় হৈ দিলে। 'মোৰ ল'ৰাই একো কৰা নাই। কাৰোবাৰ কথামতে আপোনালোকে তাক ধৰিবলৈ আহিলেই হ'লনে!'

শকত দীঘল মুখৰ পুলিচজন জীপগাড়ীখনৰপৰা নামি আহিল। ৰৈ থকা পুলিচ দুজনলৈ চাই ক'লে — 'যাবলৈ নিদিলে হেণ্ডকাফ লগা'। কনকাই দেখিলে গেটৰ বাহিৰত বহুসংখ্যক মানুহে জুমা-জুমি কৰি সেই ঠাইৰপৰা আঁতৰি গৈছে। কনকাই অসহায় হৈ চিঞৰিলে — 'তহঁত পলাইছ কিয়? যিটো ধৰণীয়ে তহঁতক ইমান দিনে দোকানৰ বস্তু বাকীকৈ দিলে, কিমানে এতিয়াও পইচা দিবলৈ আছ! নিশা বেমাৰ হ'লেও ধৰণী যায়, ঔষধ কিনি দিবলৈ লাগে ধৰণীক — আজি এই বিপদত পলাইছ তহঁত। চুৰা চেলেকাইত — গোসাঁই ঈশ্বৰক তহঁতেও জানো চাওঁতে লৈ যোৱা নাছিলি — কাউৰীৰ জাত, বগা ভাত য'তে দেখ; তালৈকে ঢপলিয়াবি, সৌটো নব বৰা নহয়নে! নেদেখা ভাও জুৰি ক'লৈ চাইকেল পোনাইছ? জীয়েৰ পলাই যোৱাৰ পিছত, জী-জোঁৱাইক ঘূৰাই আনি বিয়া পাতি ধৰণীয়ে দিয়া নাছিলনে? টকা দুহেজাৰ মোৰ হতুৱাই ধৰণীৰপৰা খোজাই যে নিছিলি, তিনিবছৰ হ'ল, ঘূৰাই দিলিনে!' — কনকা পাগলীৰ দৰে হ'ল। তাই হাওঁ হাওঁকৈ কান্দি চিঞৰিবলৈ ধৰিলে। 'এইখন ঠাইত শনি কেতিয়াবাপৰা সোমাল অ', ইটোৰে-সিটোৰ বাবে মৰিব পৰা, এঘৰত মানুহ মৰিলে, সিঘৰতো চৰু পেলোৱা দিনবোৰ কোনে লৈ গ'ল অ' — আজি মোৰ চোতালত মানুহ এটা নাই — তহঁতে যোৱা চল্লিছ বছৰে ধৰণীক চিনি নাপালিনে যে আজি তাৰ হৈ মাত এষাৰ কোনেও নিদিয়'.... ধৰণীয়ে মাকক সাবটি ধৰিলে। ধৰণীৰ প্ৰশস্ত দেহটোৰ মাজত মাকণো আহি সোমালহি। সিহঁতে যেন শেষবাৰৰ বাবে ধৰণীক আঁকোৱালি ধৰি নিজৰ মাজত ৰাখিব খুজিছে। 'মই একো কৰা নাই যেতিয়া, তহঁত নিশ্চিন্তে থাকিবি। গোসাঁইৰ মন্দিৰত চাকি সদায় দিবিগৈ। গোসাঁইৰ শ্ৰাদ্ধ ডাঙৰকৈ পাতিবি — মহচিনৰ লগত সম্পৰ্ক ৰাখি থাকিবি। সৰু ল'ৰা হ'লেও তাৰ পৰামৰ্শ মানিবি। নিৰপৰাধীক আইনে শাস্তি নিদিয়ে, মোকো নিদিয়ে। মই যাওঁ।'— ধৰণীয়ে দুয়োজনী মানুহক বুকুত সাবটি আত্ম-বিশ্বাসেৰে ক'লে। ধৰণীক হেণ্ডকাফ লগাব লগা নহ'ল। সি খৰ খোজেৰে জীপগাড়ীৰ পিছফালে গৈ উঠিলগৈ। ধৰণীৰ মুখৰ অভিব্যক্তি আছিল শান্ত। কনকা আচৰিত হ'ল, এসময়ৰ দুৰ্দান্ত, খঙাল, বশ নমনা তেওঁৰ ল'ৰাটো কেনেকৈ শান্তভাৱে গাড়ীৰ পিছত বহি গুচি গ'ল! এটাও প্ৰশ্ন বা অলপ খঙো কিয় নকৰিলে সি। প্ৰথমবাৰৰ বাবে কনকাৰ ধৰণীৰ ওপৰত সঁচাকৈয়ে খং উঠিল। গোসাঁয়ে তাক কাপুৰুষ কৰি পেলালে নেকি! প্ৰতিবাদ কিয় নকৰিলে! কিয় বহুদিনৰ আগৰ দৰে ধৰণীয়ে পুলিচলৈকো চোঁচা মাৰি নগ'ল? এনেকুৱাই আছিল সি। পগলা হাতীৰ দৰে খং, বাঘৰ দৰে শক্তি, যি স্বভাৱ এৰিবলৈ কনকাই পুতেকক হাতে-ভৰিয়ে খাটনি ধৰিও সেও মনাবপৰা নাছিল। সেই স্বভাৱ আজি ধৰণীয়ে ঘূৰাই পোৱাটো আশা কৰিছিল কনকাই। মাতৃ হৈ আজি তাই চাই ৰ'ব লগা হ'ল নিঃসহায় পুত্ৰক, ইয়াতকৈ

জীৱনত তাইৰ বাবে অপমান, দুখ আৰু আছেনে। দুজনমান চুবুৰীয়া আহি কনকাৰ পদূলিত গোট খাইছিলহি। কনকাই চিঞৰি উঠিল — 'ওলাই যা, গেট নুখুলিবি। আমি অকলে থাকিম। খবৰদাৰ — কোনো নাহিবি আমাৰ ঘৰলৈ'। চিঞৰি চিঞৰি কনকাই মাটিৰপৰা ভৰিৰ গোৱোহা দাঙি দূৰলৈ চালে। ধৰণীক নিয়া পুলিচৰ জীপগাড়ীখন নেদেখা হ'ল।

## জীৱনত বিস্মৃতিৰ প্ৰয়োজন আছে....

এখন নাৱত ধৰণী আৰু গোসাঁই মুখামুখিকৈ বহি গৈ আছিল। এনেতেই হঠাতে গভীৰ পকনীয়াত পৰি নাওখন পাকঘূৰণি খাই ঘূৰিবলৈ ল'লে। ধৰণীয়ে বহু চেষ্টা কৰিও নাওখনত বহি থাকিব নোৱাৰিলে। সি পকনীয়াত সৰি পৰিল। তাৰ দেহটো এবাৰ পানীয়ে ভিতৰলৈ লৈ গ'ল, এবাৰ ওলাই আহিল। গোসাঁয়ে আগবঢ়াই দিয়া হাতখন সি ধৰিব পৰা নাই। প্ৰভু প্ৰভু কৈ যিমানে মাতিলে, গোসাঁই নাওখন লৈ দূৰলৈ ঢৌত ওপঙি ওপঙি গুচি গ'ল। গোসাঁয়ে কৈ গ'ল— 'সকলো পাহৰি যোৱা, জীৱনত বিস্মৃতিৰো প্ৰয়োজন আছে। কাম কৰি কৰি গ'লেই সকলো পাহৰিবা, এতিয়া তুমি সাঁতোৰা....' ধৰণীয়ে — 'প্ৰভু বচোৱা, বচোৱা' কৈ যিমানেই চিঞৰিলে, সিমানেই হাঁহি হাঁহি কথা কেইষাৰ কৈ গোসাঁই নাৱেৰে সৈতে নোহোৱা হ'ল। ধৰণী খকমকাই উঠি বহিল বিছনাত। সি জ্বৰ ঘমাদি ঘামিছে। কাষৰ টেবুলৰ পানীৰ বটলটো লৈ ঘট্‌ঘট্‌কৈ সি পানী খালে। টেবুল ঘড়ীটো চালে। নিশা আঢ়েটা বাজিছে। সম্পূৰ্ণ দহদিন পুলিচৰ জিম্মাৎ থাকি সি আজি নিজৰ ঘৰৰ বিছনাত শুইছে। যোৱা এসপ্তাহে সি পাৰ কৰিছে নিদ্ৰাবিহীন নিশা। চোৰ-দগাবাজৰ সৈতে লেতেৰা লক্‌আপত থাকি গ্লানি-অপমানেৰে জৰ্জৰিত হৈ সি ঘৰলৈ ঘূৰি আহিছে। মহচিনি, চেতন বৰুৱা আৰু লেবাৰ ক'লনিৰ শান্তি গোৱালাকে ধৰি চাৰি-পাঁচজন মানুহে গৈ ধৰণীক লৈ আহিছিল। প্ৰত্যেক দিনাই মহচিনৰ বন্ধুবৰ্গ গৈ তাক দেখা কৰিছিল। জামিনবিহীন এৰেষ্ট অৰ্ডাৰখন সলনি কৰিবলৈ লেবাৰ ক'লনিৰ মানুহখিনিয়ে অহৰহ চেষ্টা কৰিছিল। মহচিনৰ পৰামৰ্শত, মিচেছ খান্নাক সকলো কথা জনোৱা হৈছিল। এই অঞ্চলৰ মানুহৰ সৈতে মিচেছ খান্নাৰ কোনো সম্পৰ্কই নাছিল। সেয়ে লেবাৰ ক'লনিৰ মানুহ লগত লৈ মিচেছ খান্নাই ভাল উকীল ধৰাৰপৰা সকলো ব্যৱস্থা কৰিছিল। চেতন বৰুৱাই জামিন লৈছিল ধৰণীৰ। কিন্তু মিচেছ খান্না এবাৰো ধৰণীক দেখা কৰিবলৈ অহা নাছিল। মহচিনৰ ভৰিৰ প্লাষ্টাৰ নোখোলা সত্বেও, মহচিনেই সকলো কাম কৰিছিল ঘৰত বহি। ধৰণীৰ এই সৰু ল'ৰাটোৰ প্ৰতি অগাধ ভাল পোৱাৰ সৈতে শ্ৰদ্ধা বাঢ়িবলৈ আৰম্ভ কৰিছিল।

কথাবোৰ প্ৰত্যেক দিনাই ধৰণীয়ে শুনিছিল, চেতনৰ মুখৰপৰা। ধৰণীৰ প্ৰতি প্ৰথমে থানাৰ অ-চিজন কঠোৰ আছিল। এজন দাগী আচামীৰ দৰেই ধৰণীক তেওঁ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছিল। ধৰণী নিমাতে আছিল। গোসাঁইৰ প্ৰতিমূৰ্তি সি নিজৰ মনত অংকিত কৰি লৈছিল। গোসাঁইৰ কথাবোৰ সি বাৰে বাৰে মনত পেলাইছিল। গোসাঁয়ে সদায় কৈছিল — 'গণতন্ত্ৰ অমৃত সমান। কিন্তু অমৃত পান দেৱতাইহে কৰিব পাৰে। মনুষ্য আৰু অসুৰে নোৱাৰে। মনুষ্য আৰু অসুৰৰ হাতত অমৃত-পাত্ৰ দিলে, বিষফল ভোগ কৰিবই লাগিব।' অ-চিজনে থানাত অসুৰৰ দৰেই অৱস্থান কৰি আছিল। ধৰণীয়ে কোৱা প্ৰত্যেকটো কথাই অবিশ্বাস কৰি অকথ্য গালি-গালাজ বৰ্ষিছিল। ধৰণী স্তম্ভিত হৈ গৈছিল। এই অ-চিজন মানুহৰ শাৰীত নাছিল। ধৰণীৰ লাহে লাহে পুতৌ হ'বলৈ আৰম্ভ কৰিছিল থানাৰ সকলো পুলিচলৈ। ধৰণীৰ দেহ পিঞ্জৰাবদ্ধ, কিন্তু এই বিষয়াসকল সকলো সময়তে মনৰ পিঞ্জৰাত আবদ্ধ। ধৰণীক হাজোতলৈ প্ৰেৰণ কৰাৰ পিছতো, নিমাতে আছিল। সম্পূৰ্ণ দহদিন সি প্ৰায় অনাহাৰে আছিল। চেতন বৰুৱাই নিয়া কিছু ফল-মূল, ৰুটী সি খাইছিল। বাকী সময়ত পানীৰেই পেট পূৰাইছিল। ধৰণীয়ে নিজেই নাজানিছিল, তাৰ বিৰুদ্ধে কি অভিযোগ আছে। চেতনে কৈছিল, ধৰণীৰ চুবুৰীয়াবোৰক যেতিয়া পুলিচে সোধা-পোছা কৰিছিল, তেওঁলোকে নিজে বাচিবলৈকে কৈ পেলাইছিল — ধৰণীয়েহে গোসাঁইক ৰাতিৰ ভিতৰতে চিতাত তুলিবলৈ কৈছিল। কাৰণ গোসাঁইৰ দেহা, প'ষ্ট মৰ্টেম কৰি কাটি-ছিঙি পেলাব, দোষী বিচৰাৰ নামত পুলিচে সাধাৰণ মানুহক হাৰাশাস্তি কৰিব, তাতকৈ মৃত্যু ঘটিল যেতিয়া শ্মশানলৈ নিয়াই ভাল। এই কথাবোৰ শুনি পুলিচৰ খং উঠাই স্বাভাবিক কথা। গোসাঁইক কোনোবাই মূৰত গধুৰ কাঠেৰে মৰিয়াই হত্যা কৰিছে, পুলিচক নজনোৱাকৈ মৃতদেহ পুৰি পেলোৱা হৈছে, এই কথাবোৰ নকুলহঁতৰ দলৰ মানুহেই আউটপ'ষ্টত গৈ লগাইছেগৈ। আউটপ'ষ্টৰপৰা অ-চিক লগে লগেই খবৰ

দিছে এই বিষয়ে। সেয়াই নহয়, নকুলহঁতে, ধৰণীয়েই গোসাঁইক হত্যা কৰাৰ ষড়যন্ত্ৰত লিপ্ত বুলিও সন্দেহ ওপজাই কথাবোৰ পুলিচক ক'লে। চেতনে কথাবোৰ কওঁতে ধৰণীৰ মুখলৈ চোৱা নাছিল। গোসাঁইক হত্যা কৰাৰ ষড়যন্ত্ৰত লিপ্ত কথাষাৰ ধৰণীৰ বাবে কিমান মৰ্মান্তিক হ'ব পাৰে, চেতনে বুজি পাইছিল। ধৰণীয়ে নিৰ্বিকাৰ হৈ চকু মুদি কথাবোৰ শুনি আছিল। ধৰণীয়ে হঠাতে সুধিছিল, চেতনদা, কোৱাচোন পুলিচে গোসাঁইৰ হত্যাকাৰীক ধৰিব পাৰিলেহেঁতেননে? মহচিনক হাত-ভৰি ভাঙি পেলাই থৈ যোৱা ল'ৰাকেইটাই মুখত গামোচা বান্ধি থাকিলেও, মহচিনে চিনি পাইছিল। মানুহকেইটাৰ নামো কৈছিল। মহচিনক প্ৰাণে মৰাৰেইতো অভিপ্ৰায় আছিল! ভাগ্যে ঘাটৰপৰা আহি থকা মাছমৰীয়া দুটাই ঘটনাটো দেখি হুলস্থূল কৰিলে। মহচিনে মানুহকেইটাৰ নাম কওঁতেও পুলিচে ক'লে — 'ৰাতি মুখত কাপোৰ বন্ধা মানুহকেইটা কেনেকৈ চিনি পালি?' সদায় দেখি থকা মানুহকেইটাক সি চিনি নাপাবনে? কিন্তু তাৰ সন্দেহৰ ভিত্তিৰ ওপৰত মানুহকেইটাৰ শাস্তি হোৱা দূৰৰ কথা, সোধা-পোছাও নহ'ল। অথচ একেই সন্দেহৰ ভিত্তিত মোৰ এই দশা। মই জানি শুনিয়েই গোসাঁইক চিতাত তুলিবলৈ কৈছিলোঁ। গোসাঁইৰ মৃতদেহৰ আলে-আথানি হ'ব, সেয়া মই সহ্য কৰিব নোৱাৰোঁ। গোসাঁই অমৃতৰ সন্তান। মৃত্যুৰপৰা অমৃতৰ সন্ধানত ওলোৱা মানুহজনৰ মুখৰ প্ৰশান্তিখিনি মই হৰণ কৰিব নোৱাৰোঁ। — ধৰণীয়ে কেইবা দিনৰ মূৰত ইমানখিনি কথা একেলগে কৈ দীঘলকৈ উশাহ লৈছিল। 'মিচেছ খান্নাই তোমাৰ বাবে বৰ কষ্ট কৰিছে ধৰণী। মানুহজনীৰ এটাই কথা, ধৰণীক মোকোলাই স্কুলৰ কাম আৰম্ভ কৰিব লাগে। মহচিন ভাল হৈ উঠালৈহে তেওঁ বাট চাই আছে। মোক লগত লৈ মানুহজনী নিজে উকীলৰ ওচৰলৈ গৈছে।' ধৰণীৰ সুধিবলৈ ইচ্ছা হৈছিল, কিয় তেওঁ ধৰণীৰ ওচৰলৈ অহা নাই? ধৰণীয়ে নুসুধিলে। মিচেছ খান্নাই ধৰণীক দাগী, আচামী ৰূপত চাব নোৱাৰে। সি বুজি পাই উঠিছে মানুহজনীক।

সপোনটো দেখি টোপনি ভাঙি যোৱাৰ পিছত ধৰণীৰ ঘূৰি ঘূৰি যোৱা দহদিনৰ প্ৰতিটো মুহূৰ্ত চকুৰ আগত ভাহিবলৈ ধৰিলে। মাকণ গৈছিল দেখা কৰিবলৈ। মনে নামানি মাকো এদিন গৈছিল। ধৰণীক দেখিয়েই ফেঁকুৰি ফেঁকুৰি কান্দিলে মাকে। সেই দহোটা দিনৰ তীব্ৰ দহনে তাক ভিতৰি ভস্ম কৰি পেলাইছে। সপোনটোৱে তাক আজি নতুন শিক্ষা এটা দিলে। বিস্মৃতিয়ে শান্তি দিব পাৰে মনক। মন আৰু বিবেকেৰে সি সম্পূৰ্ণ নিৰপৰাধ বুলি নিজেই নিজক বিশ্বাস কৰে। যোৱা দহটা দিনৰ যন্ত্ৰণা যদি সি মনত ৰাখে, তেন্তে শত্ৰুৰে লাই পাব। এতিয়াও সময় আছে। এই অঞ্চলৰ মানুহৰ হাতলৈ টকা-পইচা আহিছে, প্ৰাচুৰ্যই পাহৰাই পেলাইছে কৰ্তব্যকো। লেবাৰ ক'লনিৰ মানুহবোৰ, দেউৰী গাঁৱৰ মানুহ, মাছমৰীয়া গাঁওখন একেদৰেই আছে। দুই-এটাই এইবোৰৰ মাজত কলেজতো পঢ়িছে, কিন্তু সংখ্যাত কম। লেবাৰ ক'লনিত মাত্ৰ এটা ল'ৰা, দুজনী ছোৱালীয়ে মেট্ৰিক পাছ কৰিছে। মহচিনৰ কথা বেলেগ। সি ৰাজা বাবুৰ্চিৰ নাতি। অৱস্থা ভাল। পঢ়িবলৈ সুবিধা পাইছে বাবেই বি-এ মহলাত উঠিছেগৈ। বাকীবোৰ মানুহৰ অসুবিধা নাই। আজিকালি কনভেণ্ট স্কুলৰ বাছ এই ঠাইলৈকে আহি ল'ৰা-ছোৱালী লৈ যায়, থৈ যায়। প্ৰায় এশ ল'ৰা-ছোৱালীৰ ভৱিষ্যতহে এতিয়াও অন্ধকাৰ। স্কুললৈ নোযোৱাকৈয়ে সিহঁতে দিন পাৰ কৰে। স্কুল এখন হ'লে, ডাঙৰ অভাৱ পূৰণ হ'ব। মিচেছ খান্না, মহচিন, লেবাৰ ক'লনিৰ মানুহ, সকলো আছে স্কুল পতাৰ পক্ষত। টাউন হ'বলৈ ধৰা এই অঞ্চলটোত মানুহখিনিয়ে অতীতটোক আজি আৰু মনত ৰাখিব খোজা নাই। কেৱল অতীততে পৰি ৰ'ল, লেবাৰ ক'লনি, মাছমৰীয়া গাঁওখন। ধৰণীয়ে যন্ত্ৰণা পাহৰিবই লাগিব। তাৰ সৈতে গোসাঁইৰ আশীৰ্বাদ আছে। সি ৰাতিপুৱাৰ অপেক্ষাত বিছনাত ছট্‌ফটাই বাগৰি থাকিল।

## কৰ্মই মানুহৰ তৃতীয় নয়ন

ক'লী আৰু বেঙা নেজ জোকাৰি ধৰণীৰ কোঠালিৰ দুৱাৰমুখত ৰৈ আছে। আনন্দত সিহঁত আত্মহাৰা। কেবাদিনৰ মূৰত গৃহস্থক দেখি ক'লী আৰু বেঙাই কুঁউ-কুঁৱাই ধৰণীৰ ভৰিত দীঘল দি পৰিল। মাকণে কৈছে, যোৱা দহদিন ধৰি সিহঁতে ভাত-পানী খোৱা নাই। মন মাৰি বাৰাণ্ডাত পৰি থাকে। মাজে মাজে ধৰণীৰ ভাব হয়, মানুহতকৈ পশু শ্ৰেষ্ঠ। সিহঁতৰ শ্ৰেষ্ঠতাক মানুহে ঈৰ্ষা কৰে বাবেই পশুক পদতলত ৰাখিব খোজে। ধৰণীয়ে দুয়োটা কুকুৰকে দুহাতেৰে সাবটি আঁঠু কাঢ়ি বহিল। কুকুৰ দুটাই কান্দোনৰ দৰে কেঁউ কেঁউ কৈ ভুকিবলৈ ধৰিলে। ধৰণীয়ে সিহঁতৰ মূৰত হাত বুলাই থাকোঁতে, দুয়োটাই ধৰণীক চেলেকি আনন্দ, মৰমেৰে বুৰাই পেলাব খুজিলে। ধৰণীৰ চকু সেমেকি আহিল। ধৰণীৰ ভাব

হ'ল, জীৱকেইটাই যেন ক'ব খুজিছে, — আমি তোমাক বিশ্বাস কৰোঁ, ভাল পাওঁ। আমি আছোঁ তোমাৰ কাষত। ধৰণীয়ে সিহঁতক মৰম কৰিয়েই ক'লে — 'তহঁতে ভাত-পানী এৰি দিছ কিয়? মোৰ একো হোৱা নাই নহয়। ব'ল, মোৰ লগতে কিবা খাবি। ময়ো বহুদিন খোৱা নাই।' মাকণ ওলাই আহিল। তাই দুৱাৰ মুখত এগামুৰি এটা দি ক'লে — 'আৰু অলপ শুব খুজিছিলোঁ। দহদিন টোপনি নাই। তহঁতৰ মাত-বোলতহে টোপনি ভাগিল'। কথাষাৰত মাকণৰ মুখত আত্মতৃপ্তি এটা ফুটি উঠিল। ধৰণীয়ে মাকণলৈ নোচোৱাকৈয়ে ক'লে — 'বৰ ভোক লাগিছে — খাবলৈ দে। ইহঁতকো কিবা এটা দে খাবলৈ'। মাকণে পিন্ধি থকা কপাহী চাদৰখন গাত ভালকৈ মেৰিয়াই কঁকালত খুঁচি ৰান্ধনিঘৰলৈ গ'ল। চচ্‌পেন এটাত থকা ভাতখিনি থাল এখনত বাকি, গেছ-ষ্টোভ জ্বলালে। সৰু চচ্‌পেন এটাত পানী দি, তাতে দুটা মুৰ্গী কণী উতলিবলৈ দিলে। 'ক'লী, বেঙা অলপ ৰ'বি, ভাত খাবি দেই, কণী সিজাইছোঁ।' তাৰপিছত তাই ধৰণীৰ কাষ চাপি গৈ ক'লে — 'বিপদতহে আপোন-পৰৰ হিচাপ ওলায়। জন্মৰেপৰা এইখন ঠাইতে থাকিলোঁ। কিন্তু প্ৰথমবাৰৰ বাবে বুজিলোঁ, আপোন ভাবটোৱেই সত্য নহয়। এই কুকুৰ দুটা যোৱা তিনিবছৰহে আমাৰ ঘৰত আছে, আমি সিহঁতক দয়া কৰিছোঁ, সিহঁতে আমাক কিন্তু বিশ্বাস দিছে। দয়াতকৈ বিশ্বাসৰ মূল্য বহুত বেছি'। মাকণ ভিতৰলৈ গ'ল। অলপ পৰৰ পিছত চোতাললৈ নামি দুখন থালত ভাত আৰু এটা সিজোৱা কণী ভাতত সানি, মাতিলে — 'ক'লী-বেঙা আহ'। সিহঁত দুয়োটাই জিভাৰে কোবাৰি চেলেকি এই আমন্ত্ৰণলৈ বৈহে আছিল। তৎক্ষণাৎ দৌৰি গৈ গো-গ্ৰাসে ভাত খাবলৈ ধৰিলে। মাকণে সিহঁত দুটাৰ মাজতে বহি কৈ থাকিল — 'খা খা ৰাতিলৈ বাৰু আজি মাংস খুৱাম — নে মাছ খাবি?' ক'লীয়ে মাছহে ভাল পায়.... ধৰণীয়ে অলপক নেত্ৰেৰে মাকণলৈ চাই ৰ'ল। তাই ধৰণীতকৈ তিনিবছৰৰ সৰু। মাকণৰ সংসাৰত আউল নলগা হ'লে, এনেকৈয়ে তাই স্কুল-কলেজলৈ যাব পৰা সন্তানক ভাত খুৱালেহেঁতেন। ধৰণীৰ বুকুখন বিষাই উঠিল। মাকণো এজনী দুখী নাৰী। হঠাতে তাৰ মিচেছ খান্নাৰ মুখখন ভাহি উঠিল চকুত। সেই নিস্তব্ধ পুৱতি নিশা, জীৱনৰ কৌমাৰ্য ব্ৰত ভংগ হোৱাৰ ক্ষণটোত সি উপলব্ধি কৰিছিল, নাৰীৰ ইচ্ছা-আকাংক্ষা পুৰুষতকৈ কম নহয়। পুৰুষৰ ইচ্ছাক সমাজে যিমান গুৰুত্ব দিছে, নাৰীক সিমানেই বঞ্চিত কৰিছে, পাৰ্থক্য ইমানেই। সমাজ বহিৰ্ভূত হৈ মিচেছ খান্না থাকিব পাৰিছে বাবেই তেওঁ স্বাধীন। আৰু সমাজৰ দাসী হোৱাৰ বাবেই মাকণ নিজৰ ইচ্ছা-আকাংক্ষাৰ কাষতো পৰাধীন। এইখন ঠাইতে নকুল, জগত সিং, ঠিকাদাৰ বনমালী দাসৰ নানা নাৰীঘটিত কেলেংকাৰী শুনা যায়। নকুলে পত্নীৰ উপৰিও, চহৰত এজনী ৰক্ষিতাৰ ৰখাৰ কথা সকলোৱে জানে। জগত সিঙৰ প্ৰথমা পত্নী জীৱিত অৱস্থাতেই দ্বিতীয়গৰাকী আনি ঘৰ সুমুৱাই; ৰাইজক ভোজ-ভাত খুৱাই আশীৰ্বাদ লৈছিল। মাত্ৰ দুবছৰৰ পিছতে, ভৰ বাৰিষা জগত সিঙৰ প্ৰথমা পত্নীয়ে ব্ৰহ্মপুত্ৰত জাঁপ দিছিল। প্ৰথমা পত্নীয়ে এজনী বাৰ বছৰীয়া কন্যা সন্তান এৰি থৈ গৈছিল। সেই আত্মহত্যাৰ খবৰে জগত সিঙক বিচলিত কৰা নাছিল। 'তিৰীৰ ভাগ্য' বুলি এই অঞ্চলৰ তিৰোতাবোৰে দুখ কৰিছিল।

মাকণে এনে সাহস দেখুৱাব নোৱাৰে। আচলতে তিৰোতাক সাহ দেখুৱাব নোৱাৰাকৈয়ে কন্যাকালৰেপৰা গঢ় দিয়া হয়। ধৰণী যিদৰে ডাঙৰ হৈছিল, তাৰ বিপৰীত ধৰণে মাকণ ডাঙৰ হৈছিল। নিৰ্জু, প্ৰতিবাদহীন। মাকণলৈ ধৰণী হঠাতে বৰ মৰম লাগিল। সি ৰান্ধনিঘৰলৈ যোৱা মাকণলৈ চাই কৈ পেলালে, — 'মাকণ, তই ভাল মানুহ এটা পালে এতিয়াও বিয়া হ'বিনে বাৰু?' এই অপ্ৰত্যাশিত প্ৰশ্নত মাকণ ৰৈ গ'ল। তাই আচৰিত হৈ উভতি চাই সুধিলে — 'বলিয়া হ'লি নেকি? ছোৱালী কুৰিত বুঢ়ী নাজান নেকি? মোৰ এতিয়া আঠত্ৰিছ বছৰ। হে'ৰ, এতিয়া কুৰি বছৰীয়া ল'ৰা-ছোৱালীৰ মাক হৈ থাকিলোঁহেঁতেন....' মাকণে এনে অবান্তৰ প্ৰশ্নৰ বাবে ধৰণীলৈ চাই হাঁহিলে। 'তাৰমানে এই বয়সটোৰ বাহিৰে তোৰ অন্য আপত্তি নাই!' মাকণ তভক মাৰি ৰ'ল। তাৰ পিছত ক'লে — 'আছে, আপত্তি এইবাবেই আছে, কাৰণ তই কাৰোবালৈ মোক বিয়া দিব খুজিলেও মই নাযাওঁ। মই এতিয়া মোৰ উপাৰ্জনেৰে খাইছোঁ। তাঁত বৈছোঁ, কাপোৰ বেচিছোঁ। নিজে বোৱা কাপোৰ পিন্ধিছোঁ। চিনি-জানি নোপোৱা মানুহ এটাই বিয়া কৰাবলৈ আহিলে মই কিয় বিয়া হ'ম? বুজি নাপাওঁতে সৰুতে বিয়া দিছিলি — ময়ো অচিনাকি মানুহটোৰ কোঠাত সোমাই পৰিব লগা হৈছিল। এতিয়া বুজি পাইছোঁ — মোৰ শান্তি মই বিচাৰিম। এনেকুৱা কথা আৰু নক'বি'। ধৰণী মনে মনে থাকিল। ধৰণীৰ উদ্দেশ্য মাকণে বুজি নাপালে। মাকণ ইমানেই এতিয়া ব্যস্ত হৈ পৰিছে যে তাইৰ মনৰ লগে লগে শৰীৰৰ ইচ্ছাবোৰকো

নিয়ন্ত্ৰণ কৰি পেলাইছে। মাকণে কোনো পুৰুষক আৰু তাইৰ জীৱনকলৈ খেলা কৰিবলৈ দিব নোখোজে। ধৰণীয়ে এটা হুমুনিয়াহ কাঢ়িলে। ক'লী আৰু বেঙাই নিজৰ ভাত খোৱা বাতি দুটা চেলেকি চেলেকি চোতালখন ঘূৰাই লৈ ফুৰিছে। বাতি দুটা পৰিষ্কাৰ। ভাতৰ এটা কণাও লাগি থকা নাই। অথচ সিহঁতে পৰম তৃপ্তিয়ে বাতি দুটা একান্তমনে চেলেকিয়েই আছে। জীৱনটোও নিশ্চয় এনেকুৱাই। শূন্য হৈ গ'লেও চেলেকি আস্বাদ লৈ থকাৰ অভ্যাস হৈ যায়। জীৱনৰপৰা পোৱা সামান্যখিনিয়েই শূন্য পাত্ৰত গোন্ধ থৈ যায়। এই গোন্ধৰ তৃপ্তিত আশাৰ গঁজালি মেলে। সেইবাবেই জীৱন ৰহস্যময়, বিচিত্ৰ। কনকা শুই উঠিল। চকু-মুখত তৃপ্তিৰ ভাব এটা লৈ মনে মনে বহি থকা ধৰণীলৈ চাই ক'লে — 'এস্ ইমান পুৱাই কিয় উঠিলিনো। কি ভাবি-গুণি বহি আছ? আজি পুৱাই দোকানলৈ যাবি। ৰসন্তহঁতে কি দোকান চলাইছে নাজানো। মুগীজনী জগিবৰ হৈছে, যোৱাবাৰ ওভোটাকৈ দমৰাটো জগোঁতে কম শাস্তি খালেনে তাই! জীৱ-জন্তু চোৱা ডাক্তৰ এজনে যোৱামাহৰপৰা ডালিমী বড়োৰ নতুনকৈ সজা ঘৰটো ভাড়া লৈছেহি হেনো। খবৰ এটা দি মাতি আনি গাইজনী দেখুৱাবিহি। ইণ্ডাষ্ট্ৰি ডিপাৰ্টমেণ্টে শিপিনীৰ 'লোনধাৰ' এটা দিছে হেনো। মাকণক ক'পাৰটিভ ছেক্ৰেটাৰীজনে বাটতে পাই কৈছিল। তই পাৰিলে আজি খবৰ এটা কৰি আনি দিবি। আৰু — আৰু — গোসাঁইৰ শ্ৰাদ্ধ পৰিছে কাইলৈ। তই যাবি। ধনঞ্জয়ে তোৰ খবৰ লৈ আছেহি। হৈ যোৱা ঘটনা মনত নাৰাখিবি। অপৰাধীয়ে অপৰাধ নাপাহৰে। নিৰপৰাধীৰ মন সদায় নিৰ্মল। পদুম ফুল বোকাত ফুলিলেও জানো গাত বোকা লাগে? তই গোসাঁইৰ শৰাধলৈ শুদ্ধ মনেৰে যাবি, গোসাঁইৰ শৰাধলৈ যাব নোৱাৰে প্ৰকৃত অপৰাধীকেইটাহে। অপৰাধীৰ বাবে অপৰাধেই নেদেখা শিকলি। সিহঁত মনৰ পাপী। আইন-আদালতৰপৰা মুকলিত থাকিলেও, সিহঁত মনৰ ফাটেকত বন্দী। তই তোৰ কৰ্ম কৰি যা। তোৰ কৰ্মইহে তোৰ জীৱনটোৰো ছবি। মানুহৰ দুই চকুৰে দেখা কথাবোৰৰ সত্য আৰু অসত্য প্ৰমাণ কৰিবলৈকে কৰ্ম কৰি যাব লাগিব। কৰ্মৰ মাজেৰে তোক তই যিদৰে প্ৰতিষ্ঠা কৰিবি, সেয়াই তৃতীয় নয়ন। তৃতীয় চকুৰে দেখা পোৱা কথাহে প্ৰকৃত সত্য। এইদৰে জুপুকা মাৰি বহি থকা তোক দেখিলে, মই জীয়াই থকাই অসাৰ' — কনকাই কথাবোৰ একেৰাহে কৈ দমকলৰ পাৰ পালেগৈ। এহাতেৰে দমকল মাৰি এখন হাতেৰে পানীৰ চলু পাতি পানী মুখে-চকুৱে মাৰিলে। ধৰণীয়ে মাকলৈ একেথৰে চাই থাকিল। মাক হেনো গড়মূৰ সত্ৰৰ জীয়ৰী আছিল। পানীয়ে ভঙাত সৰুতেই উঠি আহি দৰং জিলাত থিতাপি লৈছিলহি। দেউতাক শৰণীয়া ভকত আছিল। মাকে পাঠশালাৰ শিক্ষাতকৈও ঘৰতে পোৱা শিক্ষাৰেহে জীৱনটো চলাই অহা ধৰণীয়ে দেখি আহিছে সৰুৰেপৰা। মাকণৰ দৰে ভনীয়েক আৰু এনেকুৱা এজনী মাকৰ ল'ৰা হ'বলৈ পোৱাটো ভাগ্য। ঘৰতে যদি সাহস থাকে, মানুহে পৃথিৱীৰ সকলো প্ৰত্যাহ্বান ল'ব পাৰে। ধৰণীৰ মনটো বৰ মুকলি লাগি গ'ল। মাকণে ভিতৰৰপৰা চাউল আৰু মচুৰ দাইল এমুঠি আনি চোতাললৈ ছটিয়াই মাতিলে — 'পাৰৈ — আহ আহ'। মুহূৰ্ততে আধা সজা আৰ-চি-চি ঘৰটোৰ পকী চাটৰপৰা ঢপঢপাই পাৰ চাৰিটা উৰি আহি চোতালত পৰিলহি। ধৰণীয়ে ক'লা, পখৰা পাৰ কেইটালৈ চাই বিস্ময়েৰে সুধিলে — 'ইহঁত কেতিয়াৰপৰা আহিল!' মাকণ ৰান্ধনিঘৰলৈ গৈ চাহ একাপ আনি ধৰণীৰ হাতত দি ক'লেহি — 'তই গমেই নাপাৱ। তোক পুলিচে নিয়াৰ পিছদিনাই দীঘলী বাই আহিছিল ঘৰৰ পাৰ এযোৰ লৈ। ক'লেহি — 'ল'ৰাটোৰ নামত আই থানত পাৰযোৰকে বলি দিয়া। বিপদৰপৰা উদ্ধাৰ পাব। ঘৰত আৰু এযোৰ পাৰ বেচিব পৰা হৈছে, দুযোৰ পাৰ উৰ্চগা কৰিলেও কৰিব পাৰা'। মায়ে ক'লে বোলে — 'সিযোৰো ঘৰৰপৰা লৈ আহাগৈ। দুই যোৰেই কিনি থওঁ'।

ঃ পিছে। — ধৰণীয়ে কৌতূহলেৰে মাকণলৈ চালে।

ঃ পিছে কিটো হ'ব — মায়ে ক'লে, এটা জীৱৰ প্ৰাণ লৈ নিজৰ ল'ৰালৈ অমংগল নেমাতোঁ। প্ৰাণীৰ প্ৰাণ ৰক্ষা কৰাটোহে ধৰ্ম, প্ৰাণে মৰাটো জানো ধৰ্ম! আই থানলৈ চাকি এগচিকে দি প্ৰাৰ্থনা কৰিম, এই অবোধ পাৰ চৰাই দুযোৰক নিজ হাতেৰে, মৰিবলৈ দিব নোৱাৰোঁ। ময়ে তেতিয়া বাকছ এটা আনি ওপৰৰ চালিখনৰ তলত সিহঁতক থ'লোঁ। এদিনতে ঘৰ ল'লে। এই ছয়-সাতদিনতে সিহঁত আমাৰ পৰিয়ালৰ হৈ পৰিল। পাৰই ঘৰ ল'লে গৃহস্থৰ দিন ভাল হয়। তয়ো জানো মুকলি হৈ অহা নাই — আমাৰো ভাল দিন আহিব।' — মাকণে পৰম আত্ম-বিশ্বাসেৰে কথাকেইটা কৈ ধৰণীৰ কান্ধত হাতখন থ'লে। পাৰ কেইযোৰে প্ৰফুল্ল মনেৰে সৰু ঠোঁটকেইটাৰে চাউল, দাইল খুঁটি খুঁটি খাই থকা

দৃশ্যটো বৰ ভাল লাগিল ধৰণীৰ। সি মাকণৰ হাতখন সজোৰে চেপি ধৰিলে। এনেদৰে কেইমুহূৰ্তমান থকা পিছতে মাকণে আৰম্ভ কণ্ঠেৰে ক'লে — 'পৰহি গধূলি মিচেছ খান্না আমাৰ ঘৰলৈ আহিছিল'। ধৰণীয়ে মাকণৰ চকুলৈ ভয়েৰে চালে। মাকণে ধৰণীৰ দৃষ্টিৰ অৰ্থ বুজিয়েই ক'লে — 'মায়ে একো গালি-শপনি নাপাৰিলে। মানুহজনীৰ হাত দুখনত ধৰি ক'লে — তুমি যিখিনি ধৰণীৰ বাবে কৰিছা, আমাৰ কৃতজ্ঞতাৰ ভাষা নাই। আজন্ম থকা ঠাইৰ মানুহে ধৰণীক নিচিনিলে, তুমি পৰদেশৰপৰা আলহী হৈ আহি ধৰণীৰ বিপদৰ মূৰ পাতি লৈছা। মানুহে তোমাৰ বদনাম হেজাৰবাৰ কৰক, মই আৰু আনৰ কথা বিশ্বাস নকৰোঁ। তোমাৰ জীৱন সুখেৰে উপচি পৰক। — এইবুলি আশীৰ্বাদ দিলতে মিচেছ খান্নাই হঠাতে উচুপি উচুপি কান্দিলে। ক'লে — কিবা অসুবিধা হ'লে মোক ক'ব। — এই বুলি তৎক্ষণাতে তেওঁ গাড়ীত উঠি গুচি গ'লগৈ। — তই এবাৰ তালৈ যোৱাটো ভাল হ'ব নেকি?'

ধৰণী বহুপৰ মৌন হৈ থাকি লাহে লাহে ক'লে — 'এই পৰিস্থিতিত কেনেকৈ যাম? মানুহে ৰটনা ৰটিবলৈ আৰু বাকী থোৱা নাই। মই গ'লে সেই অকলশৰীয়া মানুহজনীৰ বাবেই বেয়া কথা হ'ব। দীপুহঁতৰ দৰে ফুকলীয়া ল'ৰাইও মোক ভেঙুচালি কৰিলে, সকলোৱে এতিয়া মোক চৰিত্ৰহীন, বেয়া মানুহ বুলিয়েই ভাবি লৈছে — লক্আপত থাকি অহা দাগী মানুহ....

ঃ হ'ব হ'ব। 'চোৰ বহে বৃন্দাবনত, সাধুক পেলাই তপত তেলত', এই মানুহবোৰক মই বুজিবলৈ বাকী নাই। নামঘৰৰ খুঁটা এইফালে উঠিছে, সিফালে জগত সিঙৰ আই থানত দুৰ্গা পূজাৰ আয়োজন কৰিছে আগতীয়াকৈ। যেন অসুৰে কাঢ়িয়াই নিছে দেৱতাক। ভগৱানকো মানুহৰ কাজিয়াৰ লীডাৰ পাতি দিছে বুজিছ। সেই বাবেই আমি গোসাঁয়ে পাতি থৈ যোৱা সৰু আশ্ৰমখন ভালদৰে ৰখাটো দৰকাৰ। গোসাঁয়ে বিদ্যামন্দিৰ সকলোতকৈ মহৎ মন্দিৰ বুলি কৈছিল। স্কুলখন পাতিবলৈ মিচেছ খান্নাৰ সহায় লাগিবই। তই যাবি, আমি ঘৰখনে বেয়া নাপালে তই আনৰ বেয়া পোৱালৈ ভ্ৰূক্ষেপ কৰিবি কিয়?'— কথাখিনি কৈ মাকণ নৰ'ল। গামোচা এখন হাতত লৈ গা ধুবলৈ গ'ল। ধৰণীৰ মনত বিন্দুমানো আৰু ভাৱৰ নাই। ৰাস পূৰ্ণিমাৰ জোনাক ৰাতিৰ আকাশখনৰ দৰেই তাৰ মনটো ফৰকাল হৈ উঠিল।

## প্ৰেম মানেই একে লক্ষ্যৰ ফালে দৃষ্টি ৰখা

নিৰ্জন দুপৰীয়াৰ এটা শিহৰণকাৰী আবেদন আছে। ধৰণীয়ে সৰুতে এনেকুৱা দুপৰীয়াবোৰত এৰাল দিয়া গৰু লৰাই দিবলৈ গৈছিল। লগত লৈ গৈছিল — নিমখ দিয়া এচৰিয়া নিসনি। গৰুক ভাতৰ মাৰখিনি খুৱাই, ধৰণী গৰ্ডন চাহাবৰ বঙলা থকা টিলাটোৰ ফালে গৈছিল। তাত দুজোপা খেজুৰ গছ আছিল। তাড়ি পৰিবলৈ খেজুৰৰ মূধচত কলহ বন্ধা আছিল। সি কেটেপা মাৰি টেকেলি ফুটাই চৌ-চৌৱাই পৰা তাড়ি তলৰপৰা মুখ মেলি খাইছিল। এইবোৰ কৰিবলৈ যাওঁতে ধৰণী হাতত সাৰে ভৰিত সাৰে যাওঁতে, শুকান পাতেৰে ভৰি থকা লুংলুঙীয়া বাটটো মৰ্মৰাই শব্দ হৈছিল। গোটেই বাটটোৰ সেই শব্দত ধৰণীৰ এক অদ্ভুত শিহৰণ হৈছিল।

আজিও এই টিলাটোলৈ ধৰণী খোজকাঢ়ি আহোঁতে, শুকান পাতত ভৰি পৰি হোৱা শব্দত শিহৰিত হৈ উঠিছিল। নিৰ্জন দুপৰীয়া এই শব্দই ধৰণীক স্কুলীয়া দিনবোৰলৈ লৈ গৈছিল। মিচেছ খান্নাৰ ঘৰৰ চৌহদৰ গছবোৰৰ পাতো হালধীয়া পৰিবলৈ লৈছে। ফাগুণ মাহে মেলানি মাগিব খুজিছে। সমগ্ৰ চৌহদটো যেন এক বিদায় ক্ষণৰ বাবেহে অপেক্ষা কৰিছে, এনে লাগিল ধৰণীৰ। সি কলিং বে'ল টিপিলে। কুকুৰ কেইটাৰো সাৰি-শব্দ নাই। ফুলমাণিয়ে দুৱাৰ খুলি ক'লে — 'আপুনি! ভালেই হ'ল আহিল। মেমচাব পিছফালে বাৰাণ্ডাত কিতাপ পঢ়ি আছে'। ধৰণী দীঘল বাৰাণ্ডাৰ পিছফাললৈ গ'ল। ইয়াত মিচেছ খান্নাই ভাল পোৱা শাক-পাচলিৰ এখন সৰু শাকনিবাৰী আছে। মিচেছ খান্নাই এই শাকনিবাৰীৰপৰা কেইবাবাৰো বিলাহী, পালেং, ধনিয়া দি পঠাইছে ধৰণীৰ হাতত। এইবোৰ দেখি এদিন ধৰণীয়ে সুধিছিল, ইমান ঘৰ-গৃহস্থী ভাল পোৱা মানুহজনী কিয় অকলশৰে থাকে! উত্তৰত মিচেছ খান্নাই কৈছিল — 'ঘৰ-সংসাৰ কৰিবলৈ স্বামী, সন্তান বৰ জৰুৰী নেকি? এয়া নোহোৱাকৈও জানো মোৰ সংসাৰ নাই! মিচেছ খান্নাৰ উত্তৰবোৰ সদায় এনেকুৱা। ধৰণীয়ে বুজি পাওঁ পাওঁ বুলিও বুজিবলৈ টান পায়। শাকনিবাৰীৰ কাষতে এখন দীঘল দোলনা। দোলনাৰ ওপৰত ছাতিৰ দৰে ছাঁ দিয়া কাপোৰ। মিচেছ খান্নাই 'আৱিংছ' বুলি কয়। এই দোলনাতে কিতাপ এখন বুকুত লৈ মিচেছ খান্না টোপনি গৈছে। ধৰণী মিচেছ খান্নাৰ কাষ চাপি গ'ল। কিতাপখনত লেখা আছে আলবেয়াৰ

কেম্যু, দা আউটচাইডাৰ। এই কেম্যু বোলা লেখকজনৰ কিতাপ মিচেছ খান্নাই খুব ভাল পায় বুলি সি জানে। ধৰণীৰ মিচেছ খান্নাৰ সুন্দৰ টোপনিত ব্যাঘাত জন্মাবলৈ ইচ্ছা নহ'ল। মিচেছ খান্নাই বিদেশী লেখকৰ কিতাপৰ কাহিনী মাজে মাজে কৈছিল ধৰণীক। আজৰি পৰত তেওঁ পঢ়া কিতাপৰ বিষয়ে ক'বলৈ ভাল পায়, ধৰণী এনেকুৱা সময়ত বাধ্য-শ্ৰোতা হৈ থাকে। ধৰণীয়ে নিজেও আত্ম-বিস্মৃত হয় কাহিনীবোৰ শুনি। সিও মিচেছ খান্নাক সি পঢ়া নানা অসমীয়া কিতাপৰ নাম কয়। কেইবাখনো কিতাপ বিচাৰি আনিও দিছিল। এনেকুৱা সময়ত ধৰণীৰ নিজৰ ওপৰত খং উঠে। কলেজৰ শিক্ষা সম্পূৰ্ণ কৰিব পৰা হ'লে, সিও এই ইংৰাজী কিতাপবোৰৰ পূৰ্ণ সোৱাদ ল'ব পাৰিলেহেঁতেন। মিচেছ খান্নাৰ ওচৰত এই বাবেই মাজে মাজে হীনমন্যতাত ভোগে সি। ধৰণী মিচেছ খান্নাৰ দিবা-নিদ্ৰা ভংগ নকৰাৰ মানসেৰে গুচি আহিব খোজোঁতেই, হঠাতে মিচেছ খান্নাই চকু মেলিলে। তেওঁ কিছুপৰ আচৰিত হৈ ধৰণীলৈ চাই থাকি ক'লে — 'ধৰণী! কেতিয়া আহিলা, মাত দিয়া নাই কিয়?' — মিচেছ খান্নাৰ এই স্বাভাৱিক উল্লাস দেখি ধৰণীৰ অস্বস্তি নোহোৱা হ'ল। ফুলমণিয়ে একাপ চাহ লৈ আহিল। এখন প্লেটত অলপ ভজা কাজু বাদাম আৰু নিমখীয়া বিস্কুট। মিচেছ খান্নাই কাজু বাদাম খাই ভাল পায়, সেয়ে ধৰণীৰো কাজু খোৱাৰ অভ্যাস হৈছে ইয়ালৈ অহা-যোৱা কৰি। ধৰণীক দোলনাতে বহিবলৈ ঠাই উলিয়াই দি, মিচেছ খান্না একাষৰীয়াকৈ বহিল। বহুপৰ নীৰৱেই পাৰ হ'ল। ধৰণীয়ে নিজেও কি কথা ক'ব, ভাবি পোৱা নাই। হঠাতে মিচেছ খান্নাই ক'লে — 'ধৰণী, আমি আচলতে পৃথিৱীত প্ৰত্যেকেই প্ৰত্যেকৰ বাবে আলহী — আউটচাইডাৰ নহয়নে! ধৰণীয়ে হাঁ-না একো নকৈ নীৰৱে চাহ খাবলৈ ধৰিলে।

ঃ আচলতে জানা ধৰণী, পাৰমানেন্ট — অৰ্থাৎ স্থায়ী শব্দটোৱেই অস্থায়ী, তুমি কি কোৱা?

ধৰণীয়ে মূৰ দুপিয়াই ক'লে — 'হয়তো তুমি সঁচা'।

ঃ হয়তো নহয়, সঁচা। স্থায়িত্ব বিচৰাটো মানুহৰ বাসনা। বাসনাই মানুহৰ ভ্ৰম। এই পৃথিৱীখনো স্থায়ী নহয়। হাজাৰ হাজাৰ বছৰ আগতে হয়তো ব্ৰহ্মপুত্ৰখন ইয়াত নাছিল। কোনে জানে দহ হাজাৰ বছৰৰ পিছত এই নদীখন এইদৰে বৈ থাকিবনে নাই! এই পাহাৰটো হয়তো কোনো এটা ভূমিকম্পত সোমাই যাব নদীখনলৈ। নদীখন সমাধিস্থও হ'ব পাৰে ভূগৰ্ভত। এখন নদীৰ মৃত্যু আচৰিত নালাগিবনে? — এনেকুৱাই আচৰিত কথাবোৰ। নদীৰ এটা বস্তু মোৰ খুব ভাল লাগে, নদীৰ যে একোটা ঘাট থাকে। নদীৰ জিৰণিৰ বাবেই যেন ঘাট। এই ঘাট নথকা হ'লে নদীবোৰ হাৰ্টলেছ — একেবাৰে হৃদয়হীন হৈ পৰিলহেঁতেন। আচ্ছা ধৰণী, নদীৰ হৃদয় ক'ত থাকে?— মিচেছ খান্নাই হাঁহি দিলে কথাষাৰ সুধি। ধৰণী এনেকুৱা প্ৰশ্নবোৰত সদায় অপ্ৰস্তুত হৈ যায়। 'ধৰণী, বন্ধ কুঠৰীত, জেইলত থাকি কেনে লাগে?— ধৰণী এইবাৰ সাংঘাতিকভাৱে অপ্ৰস্তুত হ'ল। 'কাৰো এই অভিজ্ঞতা নহওক'। — ধৰণীয়ে অন্যমনস্কভাৱে ক'লে। 'মোৰ জানা, জেইলত থাকিবলৈ মন যায়। কিয় জানা — পৃথিৱীখন কেতিয়াবা জেইল যেন লাগে, জেইলৰ ভিতৰৰ জেইলখন কেনেকুৱা হ'ব বাৰু! যিবোৰ মানুহক চোৰ, ঠগ, প্ৰৱঞ্চক, হত্যাকাৰী বুলি গ্ৰেপ্তাৰ কৰা হয়, সেই গ্ৰেপ্তাৰকাৰীসকলৰ কথা ভাবাচোন, তেওঁলোকৰ নিজৰ ওপৰত হাঁহি নুঠেনে। তেওঁলোক কিমান সৎ, নিৰপৰাধ! এইখন দেশত আকৌ আইন! ভাৰতবৰ্ষত আইন সুবিধাবাদী আৰু ক্ষমতাশালীৰ বাবে, সেই কথা জানো বাবেই তোমাক পুলিচে লৈ যাওঁতে মই অলপো আচৰিত হোৱা নাই।'

ঃ কিন্তু সমাজত ফাটেক খোৱা মানুহক ভাল চকুৰে নাচায় — মই চিৰদিন এই হীনমন্যতাত ভুগিম। অপৰাধ নকৰিলেও মোৰ মন দুৰ্বল হ'ল।

ঃ তুমি নিৰ্বোধ, আৰু চিন্তাত অপৰিপক্ক। — মিচেছ খান্নাই এটা ভৰি আন এটা ভৰিৰ ওপৰত তুলি ৰাণীৰ দৰে ঘোষণা কৰিলে কথাষাৰ। ধৰণীয়ে মিচেছ খান্নালৈ চালে। হাঁহি-হাঁহিয়েই তেওঁ ক'লে — 'জেইলৰ বাহিৰত থকা অপৰাধীবোৰে বৰ ভয় কৰে জেইলৰ ভিতৰত থকাবোৰলৈ। কাৰণ কাৰাবন্দীয়ে কৈ দিব পাৰে, প্ৰমাণ দিব পাৰে, সিহঁত কোনখন সমাজৰ জাবৰ! কোনে ফল খাই বাকলি জেইলত ভৰালে — বুজিছা এতিয়া!

ঃ কিন্তু মোৰ কি দোষ আছিল! — ধৰণীয়ে প্ৰশ্ন কৰিলে।

ঃ তুমি নিৰপৰাধ, সেইটোৱেই তোমাৰ অপৰাধ। এইখন সমাজত কিয় ভাল হ'বা তুমি! সেইবাবেই তোমাক অপমান কৰাৰ চেষ্টা। দুদিন তুমি কষ্ট খালা, সেয়াই আনন্দ।

ঃ তুমি স্কুলৰ কাম কেতিয়াৰপৰা আৰম্ভ কৰিবা! সময় নাই হাতত। — মিচেছ খান্নাই হঠাতে প্ৰসংগ সলাই ক'লে।

ঃ মহচিনৰ ভৰিৰ প্লাষ্টাৰ অহা সপ্তাহত খুলিব।

তেতিয়াৰপৰা আৰম্ভ হ'ব। তোমাৰ একলাখ টকাই মূলধন। গৰ্ডন চাহাবৰ বঙলাৰ মেৰামতিতে, বিছ-পঁচিছ হাজাৰ টকা পৰিব। ৰেজিষ্ট্ৰেছনৰ কাগজ-পত্ৰ একো অহা নাই। পঠিওৱা বহুদিন হ'ল। ভাবিছোঁ — প্ৰথমে পাঁচোটা শ্ৰেণী খোলোঁ। লেবাৰ ক'লনিত দুজনী ছোৱালী, এটা ল'ৰা বি-এ, এম-এ পাছ কৰি চাকৰি বিচাৰি ফুৰিছে। সিহঁতেই শিক্ষক-শিক্ষয়িত্ৰী হ'ব। তুমি পৰিচালনা সমিতিৰ চেয়াৰমেন, সঞ্চালক — ধনঞ্জয়ে স্কুলখনৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা চাব; মই, চেতন বৰুৱা, মহচিন, মাকণ, এইবোৰ পৰিচালনা গোষ্ঠীৰ সদস্য....' এইবাৰ খিলখিলাই হাঁহি দিলে মিচেছ খান্নাই। 'স্কুলৰ প্ৰধান শিক্ষক কোন?'

ঃ এৰা — মই ভবাই নাছিলোঁ। — ধৰণীয়েও হাঁহি পেলালে।

ঃ তুমি হ'বা।

ঃ মই! মই কলেজৰ মুখেই নেদেখিলোঁ। মই প্ৰধান শিক্ষক হ'লে, কোন আহিব পঢ়িবলৈ। তুমি মোক ঠাট্টা নকৰিবা।

ধৰণী সঁচাকৈয়ে গহীন হৈ গ'ল। 'ৰ'বা — ইমান নিজকে কিয় অযোগ্য বুলি ভাবিছা। তোমাতকৈ ভাল শিক্ষা ল'ৰা-ছোৱালীক কোনে দিব! তুমি গোসাঁয়ে ভবা কথাবোৰ, গোসাঁয়ে কোৱা কথাবোৰ সিহঁতক সাধু শুনোৱাৰ দৰে শুনাবা। ল'ৰা-ছোৱালীবোৰক সিহঁতৰ জন্মস্থানখন ভাল পাবলৈ শিকাবা। এই নদীখন, এই পাহাৰ-পথাৰ, গছ-গছনি, চৰাইবোৰ ভাল পাবলৈ শিকাবা, এইবোৰক সিহঁতৰ বন্ধু কৰি দিবা আৰু সদায় আকাশখন চাবলৈ শিকাবা। সিহঁতে আকাশ, পাহাৰৰপৰা ৰং আনি, ছবি আঁকি, তুমি কোৱাৰ দৰে ক'বলৈ শিকিব — এইটো কমলা বুলীয়া ৰং, সৌৱা সৰিয়হ ফুলৰ ৰং, এয়া কলপতীয়া, চুলিবোৰ আন্ধাৰকলীয়া.... নেলাগে সিহঁতে জানিব কিতাপৰ বহুতীয়া ভাষা, সিহঁতে বজাৰৰ পুতলা কিনিবলৈ ব্যাকুল নহ'ব — তোমাৰ দৰে সিহঁতে কোলাত ল'ব ছাগলি পোৱালি, কুকুৰ-মেকুৰী, চৰাই আদি প্ৰকৃতিৰ সন্তানবোৰ। ল'ৰা-ছোৱালীবোৰে সিহঁতৰ সৈতে কথা পাতি ডাঙৰ হ'ব — নিৰ্বোধ ৰং-চঙীয়া পুতলাবোৰ দূৰত পৰি থাকিব — আৰু এদিন ধৰণীৰ দৰে সিহঁতে এটা মন পাব।' — মিচেছ খান্নাৰ মাতটো আৱেগিক হৈ সামান্য কঁপিল। 'তুমি মোৰ জীৱন কালৰ আটাইতকৈ সুখৰ সময়।' — মিচেছ খান্নাই ধৰণীৰ হাতখনৰ ওপৰত নিজৰ হাতখন থৈ ক'লে। 'তুমি মোক যদি ইমান ভাল পোৱা, তেন্তে কিয় আমি একেলগ হ'ব নোৱাৰোঁ?' অতৰ্কিতে ধৰণীৰ মুখৰপৰা কথাষাৰ ওলাই আহিল। মিচেছ খান্নাই অবাক হৈ কিছুপৰ ধৰণীৰ ফালে চাই থাকি, দোলনাখনৰপৰা নামি গ'ল। 'ধৰণী, তুমি আৰু মই একেলগে থকা নাই জানো? ধৰণী, সেই পুৰতি নিশাটোৰ পিছত, মই যদি তোমাৰ সন্তানৰ মাতৃ হওঁ, মোৰ গৰ্ববোধ হ'ব। তুমি জানো সেই সন্তান অস্বীকাৰ কৰিব পাৰিবা? যৌনতাৰ বাবে যিকোনো মানুহৰ পৰিষ্কাৰ শৰীৰ এটাই যথেষ্ট বুলি মই ভাবোঁ। কিন্তু মাতৃত্ব বা পিতৃত্বৰ বাবে এটা পছন্দৰ দৰকাৰ। পুৰুষজনৰো এটা ইচ্ছা হ'ব লাগে, তেওঁৰ সন্তানৰ মাতৃ কোন, নাৰীৰো সেই পছন্দৰ ভিত্তিতেই সন্তান গৰ্ভধাৰণৰ চৰ্ত থাকিব লাগে। সন্তানক দুজন পুৰুষ-নাৰীৰ কেৱল যৌন পুলকৰ ফলত সৃষ্টি কৰিব নালাগে। মই সেয়ে তোমাৰপৰা এটা সন্তান কামনা কৰিছিলোঁ। গৰ্ভধাৰণ হৈছেনে নাই, সেয়া সময়ে ক'ব। কিন্তু শৰীৰৰ সান্নিধ্যৰ বাবে মই তোমাক কামনা কৰা নাছিলোঁ। শৰীৰ-সান্নিধ্যৰ বাবে যিকোনো পুৰুষ পোৱা যায়।' ধৰণীয়ে মিচেছ খান্নাৰ প্ৰতিটো শব্দৰ অৰ্থ বুজিবলৈ যত্ন কৰিলে। মিচেছ খান্নাৰ কণ্ঠত ক'ৰবাত ক্ষুণ্ণ হোৱাৰ যেন আভাস লাগি আছে। ধৰণীয়ে সেয়া দূৰ কৰিবলৈকে ক'লে — 'মই তোমাক বুজি পাইছোঁ। সেইবাবেই তোমাক সকলো সময়তে পোৱাৰ আশা জাগি উঠে। মোৰ ভুল হ'ব পাৰে এই আশা....।'

ঃ ধৰণী, প্ৰেমে সকলো সময়তে ইজনে সিজনলৈ চাই থকাক নুবুজায়, প্ৰেমে একেলগে সন্মুখলৈ, একে লক্ষ্যলৈ চাই আগুৱায়। ইংৰাজী প্ৰবচন এটা মই তোমাক অসমীয়াতে ক'লোঁ।' — মিচেছ খান্না হঠাতে নীৰৱ হৈ পৰিল। শাকনিবাৰীখনতে ইফালে-সিফালে খোজকাঢ়ি ফুৰিলে কিছুসময়। তাৰপিছত ছেলোৱাৰ কুৰ্তাৰ ওপৰত বুকুত পেলাই লোৱা নীলা-গুলপীয়া চুন্নীখন মেলি সুধিলে — ধৰণী এয়া কি ৰং?

ঃ নীলা আৰু গোলাপী....।

ঃ নহয়, আকাশী আৰু গোলাপী। ধৰণী তোমাৰপৰা নীলা শব্দটো মই আশা কৰা নাছিলোঁ। নীলাৰ এটাই ৰং, আকাশী। গাঢ় আকাশী, পাতল আকাশী, ৰাতিৰ আকাশী, দুপৰীয়াৰ আকাশী, আবেলিৰ আকাশী আৰু বিষণ্ণ আকাশী.... মেঘাচ্ছন্ন আকাশৰ ৰঙে দিয়া বিষাদ আৰু জানো আন ৰঙে দিব পাৰে! মই কিছুদিন নাথাকিম ধৰণী। স্কুলখনৰ ব্যৱস্থা কৰিবলৈকে মই দিল্লীলৈ যাম।'

ঃ কেতিয়া আহিবা?

ঃ ক'ব নোৱাৰোঁ — তোমাক জনাম।

ঃ মই যাওঁ। ধৰণী যাবলৈ উঠিল। মিচেছ খান্না ধৰণীৰ কাষ চাপি আহি, এজনী সৰু ছোৱালীৰ দৰে মুখখন আগবঢ়াই ক'লে — 'চুমা দিয়া। মই কিয় খুজিব লাগে?'

ধৰণীৰ এনে অভিজ্ঞতা জীৱনত হোৱা নাছিল। মুকলিকৈ এইদৰে মিচেছ খান্নাক চুমা খোৱাৰ কথা সি কল্পনাও কৰিব নোৱাৰে। চাৰিওফালে চাই সি সভয়ে মিচেছ খান্নাৰ কপালত ওঁঠেৰে স্পৰ্শ কৰিলে। হঠাতে মিচেছ খান্নাই ক'লে — 'হ'ব। নালাগে। তুমি অপৰাধ কৰিব খুজিছা বুলি ভাবিছা নেকি!'

ঃ মোৰ সংস্কাৰে বাধা দিয়ে.... ধৰণীৰ কণ্ঠত আড়ষ্টতা। মিচেছ খান্নাই একো মন্তব্য নকৰিলে। নীৰৱে ধৰণীক গেটৰ সন্মুখলৈকে আগবঢ়াই দিলে। দূৰত কুকুৰৰ ভৌ-ভৌ শব্দত দেখিলে, বাহাদুৰে কুকুৰ দুটা টিলাৰ ফালে লৈ আহিছে। দুপৰীয়াই বোধহয় ফুৰাবলৈ লৈ গৈছিল। ধৰণীক দেখি সিহঁতে আনন্দ প্ৰকাশ কৰিলে। ধৰণীয়েও সিহঁতৰ মূৰত হাত বুলালে। 'যাওঁ।'— ধৰণীয়ে আকৌ ক'লে। মিচেছ খান্নাই ধৰণীৰ হাত এখন নিজৰ হাতৰ মুঠিত কিছুসময় ধৰি থাকি ক'লে, — 'যোৱা। ইয়াত মই কোৱাৰ দৰে এখন স্কুল পাতিব লাগিব কিন্তু — মনত ৰাখিবা।' ধৰণীয়ে হাঁহিলে। ধৰণীয়ে টিলাটোৰপৰা নামি যাওঁতে কেবাবাৰো পিছলৈ চাই হাত জোকাৰিলে। মিচেছ খান্নাও গেটৰ সন্মুখতে ৰৈ আছিল, ধৰণী চকুৰ আঁৰ নোহোৱালৈকে।

## আৰম্ভণী

মহচিনক লগত লৈ কামবোৰ সোনকালেই আৰম্ভ হ'ল। ধৰণী দোকানখনত বহিবলৈও সময় নোপোৱা হৈছে। বসন্তই দোকানৰ দায়িত্ব মূৰ পাতি লৈছিল। গৰ্ডন চাহাবৰ বঙলাটো খুলিহে দেখা গ'ল, স্কুল পাতিবলৈ হ'লে, সেই ঘৰ মেৰামতি কৰোঁতেই বহু টকা খৰচ হ'ব। ধৰণীহঁতে স্কুলৰ বাবে চান্দা তুলিছে। যেয়ে যেনেকৈ পাৰে টকা-পইচা, বাঁহ-কাঠেৰে সঁহাৰি দিছে। প্ৰথমে সঁহাৰি কম আছিল যদিও, লাহে লাহে মানুহৰ শক্তিও বাঢ়িল।

পুৱাই এদিন লেবাৰ ক'লনিৰ মনোহাৰী মেম আহি ধৰণীৰ ঘৰ পালেহি। ধৰণীয়ে, কাগজ-পত্ৰ লৈ হিচাপ কৰি আছিল। মনোহাৰী মেমক দেখি ধৰণী আচৰিত হৈ গ'ল।

এই অঞ্চলত মনোহাৰী মেম বিতৰ্কিত মহিলা। মনোহাৰীৰ ঘৰলৈ পুৰুষ মানুহ অহা-যোৱা কৰাটো দৃষ্টিকটু। মনোহাৰীও কাৰো ঘৰলৈ নাহে। লেবাৰ ক'লনিত মনোহাৰীৰ এক সুকীয়া স্থান আছে গৰ্ডন চাহাবৰ দিনৰপৰা। বাণীপ্ৰসাদ তাঁতী আছিল গৰ্ডন চাহাবৰ গাৰ-ৰখীয়া। ধেনু-কাঁড়ত পাকৈত বাণীপ্ৰসাদক গৰ্ডন চাহাবে সদায় চিকাৰলৈও লৈ গৈছিল। বাণীৰ ঘৈণীয়েক দিলাড়ী বঙলাৰ আয়া হিচাপে আছিল। নিমজ ক'লা ছাল, চিক্‌চিকিয়া চুলি, কাজল সনা আয়ত চকুৰে দিলাড়ী সুন্দৰী। দিলাড়ী অন্তঃসত্ত্বা হোৱাৰপৰা বঙলালৈ আহিব লগা নহ'ল। গৰ্ডন চাহাবে বাণীক হুকুম দিলে, দীলাড়ীক ভালকৈ 'দেখ-ভাল' কৰিব লাগে। সেয়াই নহয় দিলাড়ীক যত্ন ল'বলৈ গৰ্ডন চাহাবে বাণীৰ দৰমহাও বঢ়াই দিলে। যথাসময়ত দিলাড়ীয়ে এটি কন্যা-সন্তান জন্ম দিলে। বনজুইৰ দৰে বিয়পিল কথাটো। দিলাড়ীয়ে জন্ম দিয়া ছোৱালীজনীৰ ছালৰ ৰং বগা। এই গোলাপৰ দৰে ধুনীয়া শিশুটো জন্ম পোৱাৰ লগে লগেই নানা ৰহস্যভৰা কথাৰ গুণ-গুণনি উঠিল। বাণীপ্ৰসাদ সেই সময়ত নাছিল। গৰ্ডন চাহাবৰ সৈতে এসপ্তাহৰ বাবে দূৰলৈ চিকাৰৰ বাবে গৈছিল। উভতি অহাৰ পিছত বাণীয়ে ছোৱালীৰ গাৰ ৰং, মূৰত মিহি সোণালী চুলিৰ আভাস দেখি একো বুজিবলৈ বাকী নাথাকিল। মুখেৰে বাণীপ্ৰসাদে একো প্ৰকাশ নকৰিলে যদিও সি দুদিনমান ঘৰত নাথাকিল। দিলাড়ীয়ে পুনৰ বঙলাত কাম কৰিবলৈ ল'লে। এদিন বঙলালৈ গৈ থাকোঁতেই, দিলাড়ীৰ বুকুৱে-পিঠিয়ে দুডাল বিহ কাঁড় তীব্ৰ বেগে সোমাই পৰিলহি। দিলাড়ী থিতাতে ঢলি পৰিল। ইয়াৰ পিছৰপৰা বাণীপ্ৰসাদক আৰু কোনেও দেখা নাপালে। এই বাগানৰপৰা সি ক'লৈ গ'ল কোনেও নাজানিলে। এই পানী কেঁচুৱাটো দিলাড়ীৰ সম্পৰ্কীয় ভনীয়েক চিকুণীয়ে তুলি-তালি ডাঙৰ কৰিলে। গৰ্ডন চাহাবে প্ৰকাশ্যে এই কেঁচুৱাটোক কোনোদিনেই মৰম নকৰিলে যদিও, বাগিচাৰ পূবফালে দুবিঘা মাটি আৰু এটা ঘৰ সাজি দিলে চিকুণীৰ পৰিয়াল থাকিবলৈ। চিকুণীৰ তত্ত্বাৱধানত মনোহাৰী দিপ্‌লিপ্ হৈ বাঢ়ি আহিল। ৰাজা বাবুৰ্চিয়ে সকলো কথাই জানিছিল। গৰ্ডন চাহাবে খ্ৰীষ্টমাছত মনোহাৰীৰ বাবে কাপোৰ-কানি, কে'ক-বিস্কুট পঠিয়াইছিল। সেইবোৰ মনে মনে ৰাজা বাবুৰ্চিয়ে দিবগৈ লাগিছিল। মনোহাৰীক শ্বিলঙৰ বৰ্ডিং স্কুললৈও গৰ্ডন চাহাবে পঠিয়াই দিছিল। কিন্তু গৰ্ডন চাহাবৰ মৃত্যুৰ পিছত,

স্কুলীয়া শিক্ষা সমাপ্ত নকৰাকৈ মনোহাৰী গুচি আহিব লগা হৈছিল। তেতিয়া যৌৱনত ভৰি দিয়া মনোহাৰীৰ এক অন্য জীৱন আৰম্ভ হৈছিল।

এসময়ত মনোহাৰী মেমক দেখিয়েই মাকহঁতে চেঙেলীয়া ধৰণীহঁতক ধমক দি কৈছিল— 'সেইজনীলৈ ইমান তবধ লাগি চাব লগা কি আছে! ভিতৰলৈ যা।' মনোহাৰী মেমৰ জীৱন সম্পৰ্কে লেবাৰ ক'লনিৰ মানুহে সকলো জানিছিল বাবেই কৌতূহল প্ৰকাশ কৰা নাছিল। তাৰোপৰি মনোহাৰীক লেবাৰ ক'লনিৰ মানুহে ভাল পাইছিল। মনোহাৰীয়ে নিজৰ মানুহবোৰক সা-সহায় কৰি তৃপ্তি পাইছিল। এই মনোহাৰী আহি ধৰণীৰ গেটৰ মুখত কিছুপৰ বৈ থাকি লাহে লাহে গেটখন খুলিলে। ধৰণী উঠি নগ'ল ভিতৰৰপৰা। মনোহাৰী আহি বাৰাণ্ডাত উঠিলতহে ধৰণীয়ে মাত লগালে — 'আহা। কি মন কৰি আহিলানো? বহা' — বুলি মনোহাৰীলৈ ধৰণীয়ে বেতৰ চকী এখন আগবঢ়াই দিলে। মনোহাৰী এই বয়সতো ৰূপৱতী। এক নিৰ্মল সৌন্দৰ্যই মনোহাৰীৰ সকলো কালিমা ধুই নিছে।

ঃ মই নবহোঁ। কথা দুটামানহে ক'ম। তোমালোকে স্কুল পাতিব খুজিছা নহয়! বৰ ভাল পাইছোঁ। তুমি যদি মোক ৰচিদ বহী দুখনমান দিয়া, মই অনায়াসে পঞ্চাছ হাজাৰ টকা তুলি দিব পাৰিম। — ধৰণী স্তম্ভিত হৈ সুধিলে — 'পঞ্চাছ হাজাৰ!'

ঃ তুমি মোৰ কথা জানাই দেখোন। মোৰ বহুত ডাঙৰ মানুহৰ সৈতে সম্পৰ্ক আছে। এই মানুহবোৰে বেয়া কামত পইচা খৰচ কৰিবলৈ হাজাৰ হাজাৰ টকা যদি উপযাচি দিব পাৰে, ভাল কামৰ বাবে মই জবৰদস্তি পইচা আনিম।

ধৰণীয়ে মুখেৰে একো নামাতি, কেইখনমান ৰচিদ বহী ভিতৰৰপৰা আনি মনোহাৰীৰ হাতত তুলি দিলে। 'তুমি এনেকৈ আগবাঢ়ি আহিবা বুলি মই কল্পনা কৰা নাছিলোঁ। তোমাক এই সম্পৰ্কে একো জনোৱাও হোৱা নাছিল, অথচ....' ধৰণীয়ে লজ্জিত হৈ ক'লে। 'হ'ব — তোমাক কিছুমান মানুহে অন্যায়ভাৱে বদনাম দিছে, পুলিচৰ হাতত গটালে — তেতিয়াই মই তোমাৰ ওচৰলৈ আহিম বুলি ভাবিছিলোঁ। পিছে মই বদনামী মানুহ — সমাজৰপৰা এঘৰীয়া দৰেই থাকোঁ। বহুত ভাবি-চিন্তি নগ'লোঁ। এতিয়া আহিছোঁ। মই এসময়ত শ্বিলঙত ক্লাছ টেনলৈকে পঢ়া। ইংৰাজীত মই বেয়া নহয় — কনভেন্টত পঢ়িছিলোঁ। কিবা কামত মোক লগাব পাৰা যদি ক'বা। তোমালোকৰ সহায়ত আহিবলৈ মই ভাল পাম।' ধৰণীয়ে মনোহাৰীৰ কথাত হাততে সৰগ ঢুকি পোৱা যেন পালে।

ঃ তুমি থাকিবই লাগিব। বিশেষকৈ আমাৰ বহুত চিঠি-পত্ৰ ইংৰাজীত লিখিব লগা হৈছে। সেই কামবোৰ কৰি দিবা।' — মনোহাৰীয়ে হাঁহি মাৰি সম্মতি জনালে। নমস্কাৰ এটা দি, মনোহাৰী গ'লগৈ। ধৰণীয়ে আকাশলৈ চাই বুকুত হাত দুখন মুঠি মাৰি ক'লে, — 'গোসাঁই প্ৰভু — এইবোৰ তোমাৰ সজ-ইচ্ছাৰ ফল। তুমি সদায় কৈছিলা — বেয়া আৰু ভাল, সমাজৰ সৃষ্টি। তোমাৰপৰাই শুনি মায়েও কয় — পদুম বোকাত ফুলে, কিন্তু বোকাই পদুমৰ ৰং সলাব নোৱাৰে।

## এখন আকাশী চিঠি....

মিচেছ খান্না যোৱাৰ বিছ দিন হৈ গ'ল। ধৰণীয়ে প্ৰত্যেক দিনাই আশা কৰে, বাহাদুৰ নতুবা ফুলমণিয়ে আহি খবৰ দিব — 'মেমচাব আহিল। আপোনাক মাতিছে।' দুদিনমানৰ বাবে দিল্লীলৈ যাম, কথাটো ইমান দীঘল হ'ব ধৰণীয়ে জনা নাছিল। অপেক্ষাৰ মধুৰ যন্ত্ৰণাই তাক দিনক দিনে অভিমানী কৰি তুলিছিল মিচেছ খান্নাৰ প্ৰতি। ধৰণী দুপৰীয়া ভাত খাবলৈ ঘৰলৈ আহোঁতে মাকণে ক'লে — 'মিচেছ খান্নাৰ ঘৰৰ বাহাদুৰ আহি এটা খাম দি থৈ গৈছে। ধৰণী প্ৰায় অস্থিৰ হৈ পৰি ক'লে, — 'চাওঁ — দে দে সোনকালে। মিচেছ খান্না আহিল নেকি? মাকণে খামটো ধৰণীৰ হাতত তুলি দিলে। গধুৰ ডাঙৰ খাম এটা। ধৰণীয়ে খপ্‌জপ্‌কৈ লেফাফাটো খুলিলে। এখন সুদীৰ্ঘ চিঠি। আকাশী ৰঙৰ কাগজত লেখা। ধৰণীয়ে পঢ়িবলৈ আৰম্ভ কৰিলে —

ধৰণী,

তোমালৈ এই চিঠিখন লেখিবলৈ লৈ যন্ত্ৰণাত আঙুলি জঠৰ হৈ গৈছে। তুমি এদিন সুধিছিলা মই সুদূৰ বাংগালোৰৰপৰা আহি এই ঠাইত কিয় থাকিবলৈ ল'লোঁ? মই কেনেকৈ অসমীয়া জানিলোঁ। তোমাৰ কৌতূহলৰ উত্তৰবোৰ এদিন দিম বুলি ভাবি থাকোঁতেই হঠাতে গুচি আহিবলগা হ'ল। ধৰণী, তুমি বিশ্বাস কৰিবানে আজিৰপৰা আঠত্ৰিছ বছৰ আগতে গৰ্ডন চাহাবৰ বাগিচাৰ এচিষ্টেন্ট মেনেজাৰৰ বঙলাটোত মোৰ জন্ম হৈছিল বুলি ক'লে! বিশ্বাস কৰিবই লাগিব। মোৰ দেউতা পঞ্জাবৰ মানুহ। চাহখেতিৰ এজন বিশেষজ্ঞ। এই বাগিচাত তেওঁ জইন কৰাৰ

চাৰি বছৰৰ পিছত মাক বিয়া কৰায়। মোৰ জন্ম হ'ল। কিন্তু কপালত মোৰ মাতৃস্নেহৰ পৰশ নাছিল। মোৰ বয়স যেতিয়া দুবছৰ, মাৰ সৈতে দেউতাৰ বিবাহ-বিচ্ছেদ ঘটিছিল। কিয় এনে হ'ল মই নাজানিলোঁ কোনোদিনো। দেউতাৰ সৈতে এই বাগিচাত মই পাঁচ বছৰ বয়সলৈকে থাকিলোঁ। এজনী আদহীয়া তিৰোতা আছিল — জিৰণী বাই। সঁচাকৈয়ে তেওঁৰ কোলাত মই জিৰাইছিলোঁ। তেওঁ মোক দিনে-নিশাই বুকুত বান্ধি লৈ ফুৰিছিল। বিয়ানাম, গোসাঁইনাম গাই শুৱাইছিল। মোৰ আঙুলিত ধৰি অ-আ, ক-খ শিকাইছিল। নানা সাধুকথা কৈছিল। ইয়াত স্কুল নাছিল। সেইবাবেই মোক দেউতাই বৰ্ডিং স্কুললৈ পঠিয়াই দিলে। মই বৰ্ডিং স্কুলত থাকোঁতেই দেউতাই এই বাগিচা এৰি দিল্লীৰ চাহ নিলাম কেন্দ্ৰ এটাত যোগ দিলেহি। তাৰ পিছত অসমৰ সৈতে মোৰ বিচ্ছেদ ঘটিছিল। মই ডাঙৰ হৈ আহিলোঁ যদিও এই নদী, বাগিচা, পাহাৰ আৰু জিৰণী বাইৰ স্মৃতিয়ে মোক কাতৰ কৰি তুলিলে। এই ঠাইখন যেন মোৰ মা হৈ জীয়াই আছে, মোলৈকে বাট চাই আছে — এনে ধাৰণা হ'বলৈ ধৰিলে। কলেজত এজনী অসমীয়া সহপাঠী পালোঁ। মই পাহৰি যোৱা অসমীয়া আখৰবোৰ পুনৰ লেখিবলৈ শিকিলোঁ। ভুলে-শুদ্ধই মই অসমীয়াত তাইলৈ চিঠি লেখোঁ। বন্ধৰ শেষত তাই মোলৈ লৈ আহে অসমীয়া আলোচনী, কিতাপ। কিয় নাজানো, এই আখৰবোৰত মই জিৰণী বাইৰ সকলো মৰম ঘূৰাই পাওঁ। মোৰ বিয়া হ'ল এজন উদ্যোগপতিৰ সৈতে। তেওঁৰ উপাধি সূত্ৰে মই সিঙৰপৰা মিচেছ খান্না হ'লোঁ। কিন্তু মোৰ স্বামীসুখো নাছিল। আচলতে মোৰেই দোষ, মই ভাল পত্নী হ'ব নোৱাৰিলোঁ চাগৈ। আমাৰ বিয়াৰ দুবছৰৰ ভিতৰতে বিবাহ-বিচ্ছেদ ঘটিল। ক্ষতিপূৰণ হিচাপে বাংগালোৰত এখন দুই তাৰকাযুক্ত হোটেল, এটা ফ্লেট স্বামীয়ে মোৰ নামত এৰি দিলে। স্বামীৰ কোটি কোটি টকাৰ এয়া ক্ষুদ্ৰ অংশ এটা মাথোন। মই নালাগে বুলি কৈছিলোঁ, কিন্তু মোৰ পক্ষৰ উকীলে এয়া ওভতাই দিব নুখুজিলে। মোৰ দেউতাই মোৰ বাবে দিল্লীত এটা সুবৃহৎ ফ্লেট আৰু কিছু টকা-সম্পত্তি ৰাখি থৈ গৈছে। বাকীখিনি তেওঁৰ দ্বিতীয় পক্ষৰ পত্নী-সন্তানৰ নামত আছে। কিন্তু মোক এইবোৰ একোৱে সন্তুষ্ট কৰিব নোৱাৰিলে। মোক এই নদীখনে মাতি থাকিল অহৰহ, এই ঠাইখনে দিঠকে-সপোনে ৰিঙিয়াই থাকিল। অসংখ্য বন্ধু-বান্ধৱে মোক বেৰি ৰাখিছিল যদিও মই গুচি আহিলোঁ। মোৰ অসমীয়া সহপাঠী বান্ধৱীৰ সহায়ত মই এই টিলাটো কিনি ল'লোঁ। মোৰ জীৱনৰ একমাত্ৰ আকাংক্ষিত এই ঠাইখনলৈ আহি কিছুদিন আত্মহাৰা হ'লোঁ। বাগিচাৰ ধ্বংসাৱশেষ দেখি দুখ লাগিছিল যদিও শান্তি আছিল — ব্ৰহ্মপুত্ৰখন একেদৰেই বৈ আছে। মই এৰি যোৱাৰ দৰেই এই ঠাইখন ঘূৰাই পাবলৈ বিচাৰিলোঁ। তোমাৰ দোকানখনত আইচক্ৰীম বিচাৰিবলৈ মোৰ দৰকাৰ নাছিল। কিন্তু মই মানুহবোৰৰ সৈতে চিনাকি হোৱাৰ সুযোগ বিচাৰিছিলোঁ। জিৰণী বাইৰ মৃত্যু কেতিয়াবাই হৈছিল, তথাপি মই মোৰ শৈশৱ, জিৰণী বাইৰ স্পৰ্শ য'তে-ত'তে বিচাৰি ফুৰিছিলোঁ।

ধৰণী,

তোমাক পাই মই বৰ সুখী হৈছিলোঁ। তোমাৰ সৈতে কথা পাতি মই মোৰ হেৰোৱা শৈশৱ, হেৰোৱা চাহ বাগিচাখন, হেৰোৱা স্মৃতিবোৰ ঘূৰাই পাইছিলোঁ। সহজ-সৰল, শান্ত, অকৃত্ৰিম তোমাৰ মাজত মোৰ স্মৃতিৰ জিৰণী বাই, মোৰ অ-আ লেখা ফলিখন, ৰিণিকি ৰিণিকি মনত পৰা বিয়ানাম, গোসাঁইনামবোৰ বিচাৰি পাইছিলোঁ। আচলতে তুমি মোৰ উপজা ঠাইৰ মাটি-পানী-বতাহৰ গোন্ধ লৈ আহি থিয় দিছিলা। কিন্তু মোৰেই ভুল হৈছিল। পৃথিৱীৰ কোনো মানুহ, কোনো ঠাই স্থবিৰ নহয়। সময় সলনি হৈছে। সলনি হ'ল মোৰ উপজা ঠাইখনো। তোমাৰ প্ৰেমিকাই ঠিকেই কৈছিল, ভাল পোৱা বস্তুক কাষত ৰাখিবলৈ হাবিয়াস কৰিব নালাগে। মোৰ অতীতৰ সুখ স্মৃতিক একেদৰে পাবলৈ মই আকাংক্ষা কৰিব নালাগিছিল। ধৰণী, তোমাক মই লৈ আহিছোঁ মনত। মোৰ একমাত্ৰ বন্ধু হিচাপে। তোমালৈ দায়িত্ব এৰি গ'লোঁ। মোৰ ঘৰটোত এখন স্কুল পাতিবা। তাৰ ল'ৰা-ছোৱালীবোৰৰ এখন স্কুলৰ বৰ দৰকাৰ। মোৰ মাটি-ঘৰৰ উপৰিও দহ লাখ টকা বেংকত আছে। সকলো তোমাৰ নামত ট্ৰেন্সফাৰ কৰিছোঁ। মোক যদি মনত ৰাখিব খুজিছা, স্কুলখন সোনকালে পাতিবা। মোক কোনোদিন বিচাৰি নাহিবা। বন্ধু — বিচাৰিলে কষ্ট পাম।

তোমাৰ<br>
মিচেছ জে খান্না

ধৰণীয়ে চিঠিৰ লগত দিয়া চামৰাৰ বেগটো খুলিলে। একোচা চাবি, চেকবুক, ঘৰ-মাটি কিনাৰ কাগজ-পত্ৰ, পাছবুক, এখন দলিল, য'ত সকলো সম্পত্তি ধৰণী দলেৰ

নামত হস্তান্তৰ কৰা হৈছে। তলত হস্তাক্ষৰ — মিচেছ জে খান্না। ধৰণীয়ে মনে মনে ভাবিলে — জে মানে জয়শ্ৰী, জয়িতা, জয়া কি নাম হ'ব পাৰে বাৰু? মিচেছ খান্নাৰ নামটোও যে সোধা নহ'ল কোনোদিন....।

ইয়াতেই চিঠি শেষ নকৰি, আকৌ এখন চিঠি আৰম্ভ কৰিছে মিচেছ খান্নাই।

ধৰণী,

তোমালৈ বাৰে বাৰে চিঠি লেখিবলৈ মন গৈছে। কাৰণ এইখনেই মোৰ শেষ চিঠি। মোৰ পিতৃৰ উপাধি মেহতা, মই বিবাহসূত্ৰে পালোঁ খান্না উপাধি, অবিবাহিত সূত্ৰে লাভ কৰিলোঁ 'দলে'। নদী যিদৰে যি ঠাইৰে যায়, সেই অঞ্চলৰে নাম লয়, ময়ো লৈছোঁ। জনা হোৱাৰপৰা মোৰ এখন নদী হ'বলৈ মন গৈছিল। জিৰণী বায়ে এই নদীখন দেখুৱাই কৈছিল — এইখন বৰ ডাঙৰ নদী। মই সুধিছিলোঁ — কিয় ডাঙৰ? বায়ে কৈছিল, বহু ঠাইৰে নদী যেতিয়া যায়, তেতিয়াই ডাঙৰ হয়। এঠাইতে থাকিলে পুখুৰী বা কুঁৱাহে হ'ব — নদী হ'ব নোৱাৰে। নদীক কোনেও বাধা দিব নোৱাৰে, নদী ব'ৰাগী। নদীয়ে আনক হিয়া উবুৰিয়াই দি নিজে ব'ৰাগী হয়, সেইবাবেই নদী স্বাধীন। অপ্ৰতিৰোধ্য। মোৰ মনৰ মাজত যিখন নৈ লৈ ফুৰিছোঁ, সেই নদীৰ এটা ঘাট তুমি। মোৰ সকলোতকৈ প্ৰিয় ঘাট। তুমি মোক বলিয়া বুলিও ভাবিব পাৰা। ভাবিলেও আপত্তি নাই। নদীয়ে যদি ঘাট ভাল পাই বৈ যায়, তেন্তে নদীৰ ধৰ্মই সলনি হৈ যাব। তুমি যিদৰে জীৱনটো গ্ৰহণ কৰা সেয়াই ধৰ্ম। মই মোৰ ধৰ্ম কেনেকৈ বিসৰ্জন দিম? তুমি জানো মই মোৰ ধৰ্ম বিসৰ্জন দিয়াটো ভাল পাবা? ময়ো তোমাক তোমাৰ ধৰ্ম এৰি দিয়াটো ভাল নাপাম। মই আৰু তুমি সদায়ে একেলগেই থাকিম। গতিকে বিচ্ছেদৰ ইয়াত প্ৰশ্নই নাহে। সত্তৰ বছৰৰ বাবে 'পাৱাৰ অৱ এটৰ্ণি' তোমাক দিয়া হ'ল। মোৰ মৰমৰ কুকুৰ দুটা তোমাক দি থৈ গ'লোঁ। বাহাদুৰ আৰু ফুলমণিকো থৈ গ'লোঁ তোমাৰ দায়িত্বত।

এশ বছৰলৈ তুমি বা মই জীয়াই নাথাকোঁ। কিন্তু এই স্কুলখন থাকি যাব।

সুখেৰে থাকা।

তোমাৰ

মিচেছ জে খান্না

ধৰণী প্ৰস্তৰ মূৰ্তিৰ দৰে বহুপৰ চিঠিখন লৈ বৈ থাকিল। ধৰণীৰ চকু দুটা সেমেকি উঠিল। মিচেছ খান্নাক কোনোদিন সি আৰু নেদেখে — এই যন্ত্ৰণাই ধৰণীক কাতৰ কৰি তুলিলে। মিচেছ খান্নাই কাকো ঠিকনা দিয়া নাই। নদীৰ ঠিকনা নাথাকে। লেফাফাটো লৈ ধৰণী মহচিনৰ ওচৰলৈ যাবলৈ ওলাল। গৰ্ডন চাহাবৰ বঙলাৰ পৰিৱৰ্তে, মিচেছ খান্নাৰ ঘৰটোৱেই স্কুল হ'ব — এই খবৰটো সোনকালে দিব লাগে। যাওঁতে গোসাঁইৰ আশ্ৰমতো সোমাই, — ধনঞ্জয়ক লগত ল'ব লাগিব। গোসাঁয়ে ব্ৰহ্মপুত্ৰ নদীখন দেখুৱাই সদায় কৈছিল — চৰৈৱতি-চৰৈৱতি। গতিয়েই জীৱন। ধৰণীয়ে মিচেছ খান্নাৰ হাতৰ আখৰ থকা লেফাফাটো ছাৰ্টৰ বুতাম খুলি বুকুৰ স্পৰ্শ পোৱাকৈ ভৰাই ল'লে। ধৰণী এইবাৰ নদীৰ পাৰৰ গোসাঁই বাস কৰা ঠাইখনলৈ খৰকৈ খোজ দিলে। এক বিষণ্ণ আৱেগত তাৰ বুকুখন ধৰ্‌ফৰাবলৈ ধৰিলে। সি মিচেছ খান্না এইদৰে গুচি যোৱা কথাটো সহজভাৱে ল'ব পৰা নাই। ধৰণী খং, অভিমানত কাতৰ হ'ল। সি বাৰে বাৰে ছাৰ্টৰ ভিতৰত থকা চিঠিখন চুই চালে। তাৰ বাৰে বাৰে মনত পৰিল মিচেছ খান্নাৰ কথাবোৰ। ইজনে সিজনলৈ চাই থকাটো প্ৰেম হ'ব নোৱাৰে। প্ৰেমে এক লক্ষ্যলৈ দৃষ্টি ৰাখে। এইদৰে সি গ্ৰহণ কৰিব লাগিব তাৰ প্ৰেমক। চৰৈৱতি-চৰৈৱতি। নয়নতৰাই কৈছিল — ভালপোৱাক স্বাধীন কৰি ৰাখিলেহে লক্ষ্য পূৰণ হয়। ভালপোৱাক আপোন কৰিবলৈ আগ্ৰহ নকৰাই ভাল। হয়তো হয় — হয়তো নহয়। কিন্তু এই জন্মস্থান, নয়নতৰা, মিচেছ খান্নাৰ প্ৰতি থকা ভালপোৱাৰ বাবেই সি কাম কৰি যাব লাগিব। মিচেছ খান্না, গোসাঁয়ে তাক এটা সপোন হাতত দি থৈ গৈছে। এই সপোন সি বাস্তৱত ৰূপ দিব লাগিব। ধৰণীৰ এতিয়া বহুত কাম — বহুত স্বপ্ন....। ■